**শ্ৰীগুৰু চৰিতামৃত ঃ**- পঞ্চাদশ আৰু ষোড়শ শতিকাৰ বৈষ্ণৱ আন্দোলন, জগতগুৰু শ্ৰীশঙ্কৰদেৱ, মহাপুৰুষ শ্ৰীমাধৱদেৱ, মহাপুৰুষ শ্ৰীদামোদৰদেৱ, ভট্টদেৱ, মহাপুৰুষ শ্ৰীহৰিদেৱ। নাৰায়ণ দাস, ঠাকুৰ আতা, ভবানীপুৰীয়া গোপাল আতা, মথুৰা দাস বুঢ়া আতা, শ্ৰীৰাম আতা, বৰবিষ্ণু আতা, বদলা পদ্ম আতা, ভাটোকুচীয়া কেশৱচৰণ আতা, দৈৱজ্ঞ হৰিহৰ আতা, বেহেৰীয়া বিষ্ণু আতা, পুৰুষোত্তম ঠাকুৰ, চতুৰ্ভুজ ঠাকুৰ, পৰমানন্দ ঠাকুৰ, ৰামচৰণ ঠাকুৰৰ চৰিত স্পৰ্শ কৰি যোৱাৰ লগতে উত্তৰ বৈষ্ণৱ যুগৰ কেইটামান মুখ্য ঘটনা লৈ ৰচিত ছন্দবদ্ধ কাব্য।

গ্ৰন্থখনি সংকলনত সহায়ক পুথি গুৰুচৰিত (ৰামচৰণ ঠাকুৰ), গুৰুচৰিত (দৈত্যাৰি ঠাকুৰ), শ্ৰীশঙ্কৰদেৱ, মহেশ্বৰ নেওগ, শ্ৰীশঙ্কৰদেৱ (ৰাপচন্দ্ৰ মহন্ত), শ্ৰীগুৰুশংকৰ ভাৰতী (কমলেশ্বৰ ৰায়), বৰচৰিত (দীননাথ বেজবৰুৱা), গুৰুচৰিত কথা (ড° মহেশ্বৰ নেওগ), কথা গুৰুচৰিত (উপেন লেখাৰু), বৰদোৱা চৰিত, বৰপেটা সত্ৰৰ ইতিবৃত্ত (গকুল পাঠক), মহাপুৰুষীয়া ধৰ্মৰ পঞ্চৰত্ন (অৰ্জুন দাস), শ্ৰীহৰিদেৱ জ্যোতি (তীৰ্থলোচন তামুলী), গুৰুলীলা (প্ৰমোদ শৰ্মা), দামোদৰ চৰিত (বজালীসেৱা সমিতি), আউনিআটি সত্ৰৰ ইতিবৃত্তি (তীৰ্থনাথ শৰ্মা), প্ৰাচীন কামৰূপৰ ধৰ্মৰ ধাৰা (বাণীকান্ত কাকতি)।

**স্বত্বাধিকাৰ ঃ** শ্ৰীনিৰোবালা তালুকদাৰ, শ্ৰীৰণজিৎ তালুকদাৰ (কৰ্ণেল), শ্ৰীসোমজিৎ তালুকদাৰ, বি. এ.

**গাওঁ ঃ** পুঠিমাৰী

**মহকুমা ঃ** বজালী

**জিলা ঃ** বৰপেটা

**ডাকঘৰ ঃ** ওদালগুৰি

**ভায়া ঃ** পাঠশালা

**পৃষ্ঠপোষক ঃ** শ্ৰীঅৰুণ কলিতা, শ্ৰীঅনিল কলিতা, শ্ৰীচন্দন ডেকা, শ্ৰীদিলীপ ডেকা

**উদ্যোক্তা ঃ** শ্ৰীমতী ভনীতা কলিতা, শ্ৰীদিপালী ডেকা, শ্ৰীমনিতা ডেকা, শ্ৰীৰেণুবালা কলিতা

**অৰিহণা ঃ** ৬০১ ০০ টকা

**ইং চন** ২০০৫, ১৪১২ ভাস্কৰাব্দ

**বেটুপাত পৰিকল্পনা ঃ** শ্ৰীসোমজিৎ তালুকদাৰ

**কম্পিউটাৰত বেটুপাত অঙ্কন ঃ** বিউটি পাল

**মুদ্ৰক ঃ** গ্ৰাফিক ডিজাইন (ইণ্ডিয়া), গুৱাহাটী - ৭৮১০০৬

## চৰিতামৃত পঠনৰ ফল

এই পুথি পঢ়ে যিটো মনোযোগ দিয়া,
শুদ্ধাচাৰী গুণী জ্ঞানী পণ্ডিত হইয়া।
সুখ্যাতি লভিব জানা নৰ সমাজত,
এত মূল্যবান শাস্ত্ৰ ৰাখিবা মনত।

# পাতনি

*কিছু ব্যক্তিগত !*

এই গ্ৰন্থখনিৰ সংকলন কৰোঁতা মাননীয় শ্ৰীঘনকান্ত তালুকদাৰ মোৰ দেউতা প্ৰয়াত নন্দলাল কাকতিৰ সমবয়সীয়া, আৰু আমাৰ সম্পৰ্কীয় পেহাদেউ হয়। আমি দুই পৰিয়াল তেনেই নিকটাত্মীয় আৰু সকলো বিষয়তে এক আদৰ্শবাদী হোৱা হেতু লিখকক মই জনা বুজা হোৱা দিনৰ পৰা ভালকৈ জানো। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ ধৰ্মত তেওঁ হেনো সৰুৰে পৰা একনিষ্ঠ। গাওঁৰ মানুহৰ পৰা আৰম্ভ কৰি আনকি স্কুলৰ শিক্ষক আৰু সহপাঠী বন্ধুবোৰেও তেখেতক শঙ্কৰদেৱ বুলি ঠাট্টা কৰিছিল। আমাৰ দেউতা আৰু পেহাদেউ সদায় স্পষ্ট যুক্তিবাদী আছিল। এইবাবে নিজস্ব আদৰ্শত বৃহৎ সমাজৰ বিৰুদ্ধেও সাহসেৰে থিয় হবলৈ পৰাঙ্মুখ নহৈছিল।

**গ্ৰন্থখনিৰ বিষয়ে :** খৃষ্টীয় চতুৰ্দ্দশ, পঞ্চাদশ আৰু ষোড়শ শতিকাত সমগ্ৰ ভাৰতবৰ্ষত ধৰ্ম সংস্কাৰৰ বিপ্লৱ চলিছিল। উত্তৰ পূৰ্বভাৰতত মহাপুৰুষ শ্ৰীমন্তশঙ্কৰদেৱৰ নেতৃত্বত মাধৱদেৱ, দামোদৰদেৱ হৰিদেৱ আদি সহযোগী মহাপুৰুষসকলে কঠোৰ শ্ৰম আৰু প্ৰচেষ্টাৰে প্ৰাচীন কুসংস্কাৰ আতৰাই সনাতন একশৰণ বৈষ্ণৱ ধৰ্ম প্ৰবৰ্ত্তন কৰে। এই ধৰ্ম বিপ্লৱৰ ফলতেই নৰবলি, পশু বলি, আদি প্ৰথাৰ বিলোপ হবলৈ ধৰে। পঞ্চমকাৰৰ সাধনা যেনে  মদ্য, মাংস, মস্য, মুদ্ৰা আৰু মৈথুন এই তামসিক ক্ৰিয়াৰ জৰিয়তে ৰজা, প্ৰজা, ব্ৰাহ্মণ, অব্ৰাহ্মণ আদি সাধাৰণ সমাজৰ ভুল ধাৰণা আতৰাই, নিকা সনাতন সাত্ত্বিক ধৰ্ম প্ৰবৰ্ত্তনত ৰত হয় ৰাইজে।

মহাপুৰুষসকলৰ প্ৰচেষ্টাত ৰাইজে পূৰ্বতকৈ  নিৰাপদ নিৰ্বিঘ্ন জীৱন যাপন কৰিবলৈ সক্ষম হৈ উঠে। এই কৰ্মত তেওঁলোকে অস্ত্ৰ হিচাবে ল'লে প্ৰাচীন উপনিষদ গীতা, ভাগৱত আদি শাস্ত্ৰক। শিলিখা গুটিৰ চিয়াহী কৰি সাঁচি গছৰ ছালত বাহঁ খাগৰিৰ কলমেৰে সংস্কৃতৰ ভাঙনি কৰি কীৰ্ত্তন ঘোষা, নামঘোষা, ৰত্নাবলী, দশম, কথা ভাগৱত, কথা গীতা আদি ভাঙনি তথা ৰচনা কৰি সমাজত প্ৰচাৰ কৰিলে।

গুৰুসকলে ধৰ্মৰ সংস্কাৰ কৰিবলৈ গৈ অকথ্য নিৰ্যাটন ভোগ কৰিব লগা হয়। তান্ত্ৰিকতাবাদীসকলৰ দুৰ্দ্ধাৰ বিৰোধিতা আৰু ষড়যন্ত্ৰৰ হেতু ৰাজৰোষত পৰি বৰ্ণনাতীত দুখ কষ্ট ভোগ কৰিব লগা হৈছিল। এই সকলোবোৰ কথা খৰচি মাৰি এখন চৰিত পুথি প্ৰণয়নৰ কাম হাতত তুলি ললে তালুকদাৰদেৱে। পুথিখনি সংকলনত তেওঁ বৰদোৱা, কমলাবাৰীকে আদি কৰি অসমৰ পূব মুৰৰ পৰা পশ্চিমে কোচবিহাৰৰ মধুপুৰলৈকে বহুতো সত্ৰৰ সত্ৰাধিকাৰ বা মুৰব্বীসকলক লগ ধৰি তথ্য সংগ্ৰহ কৰিছিল। তাৰ লগে লগে প্ৰাসংগিক বাক্যৰে পুথি অধ্যায়ন কৰিব গৈছিল।

পুথিখনিৰ **প্ৰথম খণ্ডতেই** গুৰুজনাৰ পূৰ্ব্ব পুৰুষ সকলৰ জন্ম আৰু কৰ্ম স্থানৰ ইতি বৃত্তৰ লগতে ভূঞাসকলৰ উপৰি পুৰুষ চণ্ডীবৰ পণ্ডিতৰ টেম্বুৱানীত বসতি কৰালৈকে বৰ্ণনা কৰা আছে।

**দ্বিতীয় খণ্ডত** গুৰুজনাৰ জন্ম বৃত্তান্ত, কুসুম্বৰ সত্যসন্ধ্যাৰ পৰলোক, শংকৰদেৱৰ বাল্য লীলা, অলৌকিক ক্ৰিয়া দৰ্শন, আদি বৰ্ণনা কৰা হৈছে।

**তৃতীয় খণ্ডত** মহাপুৰুষজনাৰ গুৰুগৃহলৈ আগমন আৰু শিক্ষা লাভ, চিহ্নযাত্ৰা প্ৰদৰ্শন, টেম্বুৱানী জান বন্ধন, ৰাধিকা শান্তিৰ আবিষ্কাৰ, পণ্ডিত বিপ্ৰসবক শৰণ দান, বিবাহ, সূৰ্যব্ৰতীৰ পৰলোক, তীৰ্থযাত্ৰা আদিৰ বৰ্ণনা কৰা হৈছে।

**চতুৰ্থ খণ্ডত** বাৰ বছৰ কাল ভাৰতৰ উত্তৰে বদৰিকাশ্ৰমৰ পৰা দক্ষিণে কন্যাকুমাৰিকা আৰু পশ্চিমে দ্বাৰকাপীঠৰ পৰা মধ্য ভাৰতৰ সমগ্ৰ তীৰ্থ ভ্ৰমণ আৰু বহুতোলোকক শৰণ দান, গৃহা গমন, খেৰসুতীৰ পৰলোক আৰু কছাৰীৰ লগত ৰণ, বটদ্ৰৱা পৰিত্যাগ, বৌতা, গাংমৌ, চাঙনি ভ্ৰমণ কৰি ধোৱা হাটত বসতি স্থাপন আদি ঘটনাৰ বিবৰণ সন্নিৱিষ্ট হৈছে।

**পঞ্চমখণ্ডত** মাধৱদেৱৰ লগত সাক্ষাত তথা মণিকাঞ্চন সংযোগ ধোৱাহাট পৰিত্যাগ, কামৰূপ আগমন আদি কথা বৰ্ণিত হৈছে।

**ষষ্ঠ খণ্ডত** গুৰুজনৰ শিষ্য সমন্বিতে কাপলা, বাৰাদি , চুনপোৰা, কমাৰকুচি আৰু বাউসীত বসতি স্থাপন, বাউসীলীলা বেহাৰ গমন আৰু জগত গুৰু শংকৰদেৱৰ পৰলোক। ঠাকুৰ আতাৰ নিৰ্যাটন।

**সপ্তম খণ্ডত** মহাপুৰুষ মাধৱদেৱৰ সুন্দৰী দিয়াত বসতি স্থাপন, সুন্দৰী থানৰ লীলা, পাল নামৰ প্ৰথা প্ৰচলন।

**অষ্টম খণ্ডত** মহাপুৰুষ মাধৱদেৱৰ বৰপেটা গমন আৰু ৰঙ্গিল গৃহ নিৰ্মাণ, বৰপেটাৰ লীলা। কুটৰ্কী বিপ্ৰৰ চক্ৰান্তত সুৰানন্দ কটোৱালৰ দ্বাৰা বৰপেটা লণ্ড-ভণ্ড, আদিৰ সুন্দৰ কাব্যিক বৰ্ণনা পোৱা যায়।

**নৱম খণ্ডত** পৰীক্ষিত নাৰায়ন ৰজাৰ আদেশত বিজয়াপুৰলৈ গমন আৰু প্ৰত্যাবৰ্ত্তন, হাজোৰ হয়গ্ৰীৱদৰ্শন, হাজোৰ উত্তৰে ধুপৰ গুৰিত সত্ৰ স্থাপন, ঢেকীয়া খোৱা ভ্ৰমণ, ভাটৌকুচীয়া আতা আৰু লক্ষ্মীকান্ত আতৈক শৰণ দান, বেহাৰ যাত্ৰা, পদ্ম আতাক শৰণ দি উজনিলৈ প্ৰেৰণ, আৰু ভেলাদোৱাৰত সত্ৰ স্থাপন, মাধৱদেৱৰ বৈকুণ্ঠ প্ৰাপ্তি বৰ্ণিত হৈছে।

**দশম খণ্ডত** দুজনা গুৰুৰ বৈকুণ্ঠ প্ৰয়ানৰ পাচত আতাসকলৰ ধৰ্ম প্ৰচাৰ। আই কনকলতাৰ বটদ্ৰৱা উদ্ধাৰ আৰু বাৰজনীয়া ধৰ্ম যাজক নিযোগৰ দ্বাৰা উজনীত ধৰ্ম প্ৰচাৰ, ফুলেশ্বৰী ৰাণীৰ বৈষ্ণৱ ধৰ্মক উৎপীড়নলৈকে  বৰ্ণনা কৰা হৈছে।

পুথিখনিৰ কলেবৰ বৃহৎ। আটাইখিনি ছন্দবদ্ধ কৰি লিখা হৈছে আৰু প্ৰাচীন ভাষাৰ আৰ্হিত লিখা। ভুল শুধৰণি কৰোতে বৰ আহুকাল পোৱাটো স্বাভাৱিক সেইবাবে ভুলৰ পৰা হাত সাৰিব পৰা নাই। সময়ৰ অভাৱত আমিও গুৰিৰ পৰা শেষলৈকে ভালকৈ পঢ়িবলৈ পৰা নাই বাবে ভুলবোৰৰ আটাইখিনি শুধৰণি হোৱা বুলি মনে নধৰে। একানপতীয়া ভাবে চাই সংশোধনী দিবলৈ আমাৰো সময় হোৱা নাই। বিজ্ঞ

অভিজ্ঞালোকে ভালকৈ অধ্যয়ন কৰি এটি ভাল সংশোধনী আগবঢ়াব বুলি আমি আশা কৰিলো।

পুথিখনিয়ে অসমীয়া সাহিত্যৰ এটি মহৎ অভাৱ পূৰণ কৰিব তাত সন্দেহ নাই কাৰণ গুৰুসকলৰ ধৰ্মীয় আন্দোলনৰ উপৰিও সেই সময়ৰ ৰাজনৈতিক, সমাজনৈতিক, অৰ্থনৈতিক সকলো দিশ স্পৰ্শ কৰি গৈছে। আনফালে অসম সাহিত্য সভা, শ্ৰীমন্ত শংকৰদেৱ সংঘ, শংকৰদেৱ সমাজ, অসম সত্ৰ সংঘ আদি অনুষ্ঠানবোৰে শ্ৰীশংকৰদেৱক বিশ্বমানৱৰ শাৰীত বহুৱাবলৈ যি প্ৰচেষ্টা হাতত লৈছে এই পুথিখনিয়ে এই ক্ষেত্ৰত প্ৰভূত বৰঙণি যোগাব বুলি আশা কৰা হৈছে।

বিগত এশ বছৰৰ ভিতৰত যিমানবোৰ অসমীয়া বৃহৎ ছন্দবদ্ধ কাব্য গ্ৰন্থ প্ৰকাশ হৈছে, এইখন গ্ৰন্থ তাৰে ভিতৰত অন্যতম।

গ্ৰন্থখনিৰ আৰম্ভণী কৰা হৈছে মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ বৈকুণ্ঠগামী হোৱাৰ পাছত আৰু শ্ৰীমাধৱদেৱৰ অন্তিম বয়সত বেহাৰৰ মধুপুৰত।

প্ৰাচীন কাব্যগ্ৰন্থসমূহৰ আৰ্হিত এই গ্ৰন্থখনিতো প্ৰথমে মহাপুৰুষ মাধৱদেৱক বক্তাৰূপে উপস্থাপন কৰি পাছত তেওঁৰ প্ৰসন্ন শিষ্য পদ্ম আতাৰ শ্ৰীমুখৰ পৰা শুনি চক্ৰপাণি বৈৰাগী আতৈয়ে কথিত ভাষাৰে লোকসমাজক কৈ গ'ল তাৰে লেখক ঘনকান্ত তালুকদাৰদেৱৰ দ্বাৰা ছন্দবদ্ধ লিপিবদ্ধ হ'ল।

যিকোনো মহৎ কাৰ্য সম্পাদন কৰিবলৈ মানুহক গভীৰ একাগ্ৰতা, সাধনা, কঠোৰ সংযম, পুৰুষাৰ্থ আদিৰ প্ৰয়োজন। বিভিন্ন প্ৰতিকূল পৰিস্থিতিৰ মাজতো লেখকে একক প্ৰচেষ্টাৰে এই বিশাল কৰ্ম-যজ্ঞ সম্পাদন কৰিছে। অন্যগ্ৰন্থ ৰচনা কৰিছে যদিও এইখন তেখেতৰ জীৱনৰ কীৰ্ত্তিস্তম্ভ। এই বিশাল স্তম্ভই অসমীয়া সাহিত্য তথা জাতীয় জীৱনক আৰু অধিক সমৃদ্ধ কৰিব তাত বিন্দুমাত্ৰাও সন্দেহ নাই।

ড° সৰোজ কাকতি
প্ৰবক্তা অসমীয়া বিভাগ
নাৰেংগী আঞ্চলিক মহাবিদ্যালয়
১৫/৯/০৫

# গ্ৰন্থ ৰচনা কৰা সম্পৰ্কত লিখকৰ দুষাৰ ......

পৰমপিতা পৰমেশ্বৰৰ কৃপাত জননী মাতৃয়ে যিদিনা এই পৃথিবীত পোহৰৰ মুখ দেখুৱালে, ওপোজা মাটিৰ পৰশ পোৱাৰ লগে লগে শুনিছিলো পুৱাৰ গীতৰ মধুৰ ৰাগিনী, ডবাৰ দমদমনি, তালৰ হুমুকণি, কীৰ্ত্তন নামৰ খলকণি, প্ৰত্যহ পুৱা, দুপৰীয়া, গধূলি।

তাৰ পিচত প্ৰতিদিনৰ সেই ধৰ্মীয় কাৰ্য্য ক্ৰমনিকা শুনিয়েই মই ডাঙৰ হৈছিলো মোৰ মাটিৰ স্বৰ্গ ওপোজা গাওঁখনিত। স্বৰ্গদপী গৰীয়সী জননী জন্মভূমি ভাৰত তথা অতি চেনেহৰ অসমী জননীৰ বুকুয়েদি বৈ যোৱা পোমাৰা নদীৰ কাষৰ পৰা নাতি দূৰত অৱস্থিত বজালীৰ মাজ বুকত সেই চিৰ চেনেহী বামাখাটা গাঁওখনিত। এইয়া এই অঞ্চলৰ এখনি প্ৰসিদ্ধ গাওঁ, অঞ্চলৰ কলা সংস্কৃতিৰ কেন্দ্ৰ, বামাখাটা সত্ৰ। সত্ৰৰ উপৰিও চৈধ্যটি নামঘৰে এইখনি গাওঁৰ ধৰ্মৰাজ্যখনি উজ্বলাই ৰাখিছে।

সত্ৰৰ পীড়ালিৰ কেইগজমান আতৰতে মোৰ জন্ম ভেটী। সেয়ে পূৰ্ণাঙ্গ অথচ গুৰুসকলৰ দ্বাৰা প্ৰতিষ্ঠিত নহলেও মহাপুৰুষ মাধব দেৱৰ প্ৰতিষ্ঠিত চৈধ্য বছৰ বসতিস্থান সুন্দৰীদিয়া সত্ৰৰ আজ্ঞাপৰ এইখনি বামাখাটা সত্ৰ, যত চৈধ্য প্ৰসঙ্গ আৰু গুৰু সকলৰ তিথি অনেক প্ৰতিষ্ঠিত সত্ৰতকৈ উন্নত ধৰণত কঠোৰ নিয়মানুবৰ্ত্তিতাৰে চলি আহিছে।

এইখনি ঠাইত ওপোজাৰ ভাগ্য ঘটিছিল এই অভাজনৰ সেয়ে লৰিঢাপৰি ফুৰিব পৰা হোৱাৰে পৰা নাম ঘৰৰ ভিতৰে বাহিৰে খেলা কৰি ফুৰা, সদায় মাহ প্ৰসাদ খোৱা, পূজনীয়া আইতা স্বৰ্গীয় কেশপুৰীয়াৰ কোলাত বহি আয়তী নাম চোৱা, প্ৰসাদ খোৱা আদি ধৰ্মীয় কৰ্মৰ মাজতে গঢ়ি উঠিছিল এই অভাজনৰ জীৱন।

আজি জীৱনবেলি ৰঙা পৰিবলৈ আৰম্ভ কৰা সময়লৈ অসমৰ বহুখন সত্ৰ দৰ্শন কৰাৰ ভাগ্য মিলিল। কিন্তু বামাখাটা সত্ৰত ৰাতি পুৱা কুকুৰাই ডাক দিয়াৰ আগ মুহুৰ্ত্ততে সত্ৰত থকা কেৱলীয়া স্বৰ্গীয় ভোগীৰাম পাঠক দেউৰী আতৈৰ পুৱাৰ গীতৰ ৰাগীনীত মাইক নোহোৱাকৈ প্ৰায় দহ বৰ্গমাইল জোৰা অঞ্চলৰ খেতিয়ক ৰাইজে শোৱা পাটি এৰি কান্ধত নাঙল জুৱলি খনি সহ আগত হালোৱা গৰু হাল লৈ পথাৰলৈ লৰি গৈছিল। সময় অকনিও হেৰ ফেৰ হোৱা আমি নেদেখিলো। তাৰ স্মৃতি আজিও মনত বাজি উঠে।

আয়তি সকলৰ ভিতৰত পয়সত্তৰ বছৰীয়া বৃদ্ধা নামতি স্বৰ্গীয় কাতিপুৰীয়াৰ কীৰ্ত্তনৰ ঘোষা, দশমৰ ঘোষা, বৰগীত আজিও কাণত বাজি উঠে।

বামাখাটা সত্ৰৰ তাহানিৰ বৰ নাম ঘৰটো আছিল খেৰৰ বাঁহৰ কাঠৰ তৈয়াৰী। ভিতৰত ঘাই খুঁটা ন জোৰ, কোনোটো খুটা ৬/৭ ফুট বেৰৰ, প্ৰকাণ্ড জামু কাঠৰ। ইয়াৰ সহায়ত আমি তাহানি লুকা-ভাকু খেলিছিলো। ঘৰটোৰ দীৰ্ঘ প্ৰায় আশীফুট আৰু প্ৰস্থ পঞ্চাশ ফুট। খোটালী নটা, জাতি বাঁহৰ ৰুৱাবোৰ কুৰিহাত দীঘল আছিল। স্থানীয় বাৰীৰ গছৰ চটী। মাটিৰ পৰা মুধাৰ মাৰলীলৈ ওখ কুৰি ফুটৰ কম নহয়। ঘৰৰ ভিতৰখননিক সদায় সাৰি মচি ৰখা।

ভাদ আৰু ফাগুন মাহ দুটি এই গাওঁৰ কাৰণে বিশেষ মাহ আছিল। ভাদত গুৰুৰ তিথি নাচিবলৈ গায়ন, বায়ন, নটুৱা, পাঠক সকলোৰে আখৰা চলে, আৰু গুৰু দুজনা আৰু বুঢ়া আতাৰ তিথিত এইবোৰ প্ৰদৰ্শন কৰা হয়। দৌল আহে ফাগুণ চ'তত। গায়ণ বায়ণৰ যাত্ৰা হয়। ভাওনা হয় আৰু ভাওনাত দেখুৱাবৰ বাবে নানা তৰহৰ যেনে- বাহৰ ১২/১৪ ফুট ওখ হাতী, বাহৰ ৰথ, বাঁহৰ ঘোঁৰা, চিত্ৰ বিচিত্ৰ কাকতেৰে তৈয়াৰ কৰি দেখুৱা হৈছিল। এইয়া মোৰ ওপোজা ঠাই, প্ৰথম মাটিৰ পৰশ পোৱা গাওঁখনি। পিতাদেউ স্বৰ্গীয় মনহৰি তালুকদাৰ শিল্পী আৰু

যাত্ৰা ভাওনাৰ সূত্ৰধাৰ, নাটকত নাট্যশিল্পী। মাতৃ জাম্বৱতী তালুকদাৰ অতি দানী, অতিথি, পৰায়ণ আৰু ধৰ্মপ্ৰাণ মহিলা আছিল।

নগুঠা কালৰ পৰা নাম কীৰ্ত্তনত সহযোগ কৰি মাহ প্ৰাসাদ খাই ল'ৰা কালত নটুবাৰ সাজ পিন্ধি কৃষ্ণ, বলৰাম হৈ নচা আদিৰ পৰাই জগত গুৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ বিশাল কৰ্ম ৰাজিৰ স্বাদ পাইছিলো।

বয়ছৰ বাগৰিল, ডাঙৰ হলো ঘৰুৱা চিন্তা আৰ্থিক অনাটন আৰু অভাৱৰ, তাড়না ভুগি স্কুলত থাকোতে হঠাতে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ ৰাজনৈতিক বা মাৰলিত ছাত্ৰ জীৱনৰ পৰা চিটিকি পৰিলো। পাচত উপায় নাপাই, প্ৰাথমিক শিক্ষক হলো।

এইখিনি কথা লিখাৰ অৰ্থ হল যে ৰামাখাটা গাওঁখনিয়ে মোৰ এই গ্ৰন্থ খনি লিখা কাৰ্য্যত বিশেষভাৱে অনুপ্ৰেৰণা জগাইছিল। দুজনা গুৰুক সাম্যক ভাৱে জানিবলৈ মই ব্যাকুল হৈ পৰিলো। তাৰ পাচত স্বৰ্গীয় ৰাজমোহন নাথ বি ই তত্ত্বভূষণৰ অনুদিত স্বৰ্গীয় দৈত্যাৰি ঠাকুৰদেৱ ৰচিত গুৰুচৰিত পুথি খনি আনি পঢ়িলো। কিন্তু গ্ৰন্থ খনিৰ পৰা মোৰ পিপাসা নাগুচিল, শ্ৰদ্ধাষ্পদ সাহিত্যৰথী স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱাৰ চৰিত চালো। আকৌ ৰামচৰণ ঠাকুৰদেৱৰ লিখিত গুৰুচৰিত পঢ়ি চালো। দামোদৰ দেৱক জানিবলৈ গুৰু লীলা সোণাপতি দেৱশৰ্মাৰ লিখিত দামোদৰ চৰিত, বঙালী দামোদৰদেৱ সেৱা সমিতিৰ দ্বাৰা প্ৰকাশিত দামোদৰ চৰিত, ৰাপচন্দ্ৰ মহন্তৰ শ্ৰীশঙ্কৰদেৱ, আদি পুথিকেইখন পঢ়ি চোৱা হ'ল। বৰপেটা নিবাসী স্বৰ্গীয় আতা সাহিত্যিক অৰ্জুনচন্দ্ৰ দাসদেৱৰ মহাপুৰুষীয়া ধৰ্মৰ পঞ্চৰত্ন আদি বৰপেটা সত্ৰৰ ইতিবৃত্ত, (শ্ৰীগকুল পাঠকৰ দ্বাৰা সঙ্কলিত)। বটদ্ৰৱা চৰিত শ্ৰীযুত প্ৰেমকান্ত মহন্তৰ ঘৰৰ পৰা আনি চোৱা হ'ল। এই পুথি কেইখনিৰ পৰা যি পালো সেয়াই মোৰ গ্ৰন্থখনিৰ সমল। তথাপি জানিবলগীয়া আৰু বহুত কথাই থাকি গল। শেষত পণ্ডিত প্ৰবৰ ডক্টৰ শ্ৰীমহেশ্বৰ নেওগৰ "গুৰু চৰিত কথাখনি হাতত পৰিল।" এইখন গ্ৰন্থক মৌলিক ভাৱে ধৰিবলৈ মোৰ কাব্যখনি যুগুত কৰিবলৈ হাতত কলম তুলি ললো। পুথিখিনি সাম্যকভাৱে বুজা সাধ্যতীত, ভাৱাৰ্থহে লব লগা হ'ল। শ্ৰীতীৰ্থলোচন তামুলীৰ হৰিদেৱ জ্যোতিখনিও তেখেতৰ পৰাই পালো। তীৰ্থনাথ শৰ্মাৰ আউনি সত্ৰ, বেণু শৰ্মাৰ দক্ষিণ পাট সত্ৰৰ ইতিবৃত।

চৰিত পুথিৰ পৰা এটা কথা স্পষ্ট হ'ল যে আহোম ৰাজ্য এৰি শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ অহাৰ কিছুদিনৰ পাচত শ্ৰীদামোদৰদেৱ আৰু শ্ৰীহৰিদেৱ বাউসী পৰগনালৈ আহি পাটবাউসীত শ্ৰীশঙ্কৰদেৱ, গনককুচিত শ্ৰীমাধৱদেৱ, নাৰিত শ্ৰীহৰিদেৱ আৰু শঙ্কৰ গুৰুৰ বসতিৰ নিচেই সন্নিকটত ধেনুখান্দা জানৰ পূৰ্ব পাৰত দামোদৰদেৱৰ বসতি আছিল। সময়ে সময়ে চাৰিওজনে একেলগ হৈ ধৰ্ম আলোচনা কৰা বুলি আটাইকেইখন চৰিত পুথিত আছে।

আগতে কোৱা হৈছে যে চৰিত পুথি লিখা সহজ নহয়। জটিলতা ইয়াতেই যে কোনো খন পুৰণি চৰিত পুথিৰে ইখন সিখনৰ মিল নাই। দামোদৰ চৰিত পুথি তিনি চাৰিখন পঢ়িলো। তাত দামোদৰ দেৱে শ্ৰীশঙ্কৰ দেৱক গুৰুমানি শৰণ লোৱা উল্লেখ নাই। কিন্তু স্বৰ্গীয় দীননাথ বেজবৰুৱা লিখিত বৰচৰিত, লক্ষ্মীনাথ বেজবৰুৱাৰ শংকৰদেৱ চৰিত, স্বৰ্গীয় শৰৎ চন্দ্ৰ গোস্বামীৰ অসম দেশৰ পুৰণি কথা, স্বৰ্গীয় কমলেশ্বৰ ৰায়ৰ শ্ৰীগুৰু শংকৰ ভাৰতী, ৰামচৰণ ঠাকুৰৰ আদি গুৰুচৰিত পুথিত স্বৰ্গীয় দামোদৰে পাটবাউসীত শৰণ লোৱা বুলি উল্লেখ কৰা আছে। শ্ৰীদামোদৰদেৱে সুদীৰ্ঘ চৈধ্য বছৰ কাল পাটবাউসী ধনুখান্দা জানৰ পাৰত শংকৰ গুৰুৰ সান্নিধ্যত থাকি ধৰ্ম চৰ্চা কৰিছিল। শ্ৰীমন্ত শঙ্কৰদেৱৰ পন্থ আৰু দামোদৰ পন্থৰ ভকত আৰু পন্থী লোকসকলৰ আচৰণ, ধৰ্ম্মকৰ্ম, সত্ৰ প্ৰতিষ্ঠা, ৰীতি নীতিৰ মাজত অলপো পাৰ্থক্য নাই। দামোদৰ চৰিত কাৰ কিছুমানে শ্ৰীদামোদৰদেৱক হাজোৰ কোনোবা সন্ন্যাসীৰ শিষ্য বুলি উল্লেখ কৰিছে। কিন্তু দামোদৰ বা তেঁওৰ শিষ্য বৰ্গৰ মাজত এজনো সন্ন্যাস ধৰ্ম

লোৱা পুৰুষ নাই। দামোদৰদেৱে পাটবাউসী সত্ৰত শ্ৰীমন্ত শঙ্কৰদেৱৰ সান্নিধ্যত বুঢ়া বয়সলৈ, (বেহাৰ ৰাজ্যলৈ যোৱা সময়লৈকে) আছিল। পাটবাউসী সত্ৰৰ প্ৰয়াত খগেন পাঠকৰ ঘৰত এখন গুৰু লীলাত দামোদৰদেৱক শ্ৰীশঙ্কৰদেৱে শৰণ দি কামৰূপত ধৰ্মাচাৰ্য্য পতা বুলি লিখা আছে। এইখন ভূমিধৰ দাস আৰু পাঠক দুয়ো প্ৰকাশ কৰিছিল। এই কথা এদিন স্বৰ্গীয় পাঠকদেৱে নিজেই মোক কৈছিল। শ্ৰীশঙ্কৰদেৱ, শ্ৰীদামোদৰদেৱ, শ্ৰীহৰিদেৱৰ প্ৰচাৰিত ভাষা ধৰ্মৰ লগত তিল মানো পাৰ্থক্য নাই।

নামগোৱাতো আজিলৈকে কীৰ্ত্তন ঘোষা নামঘোষাকেই গায়। আজিলৈকে মহাপুৰুষীয়া, দামোদৰীয়া, হৰিদেৱী সকলোৱে তালেৰে নাম ডাকে, শৰাই পতা মাহ চাউলৰ প্ৰাসাদ দিয়া, হৰিধ্বনি কৰা, ঠিয়নাম গোৱা সকলোকৰ্মই এই তিনি পন্থাৰ তিলমানো পাৰ্থক্য নাই। ফলমূল নৈবেদ্য দিয়া কোনো ক্ষেত্ৰতে এই তিনি পন্থাৰ কোনো পাৰ্থক্য নোহোৱা স্বত্বেও দামোদৰ বা হৰিদেৱক শ্ৰী শঙ্কৰগুৰুৰ শিষ্য বুলি স্বীকাৰ কৰিব নোখোজে। কিন্তু দীননাথ বেজবৰুৱা সঙ্কলিত চৰিত পুথিত এই দুয়োজন গুৰুৱে শ্ৰীশঙ্কৰদেৱত শৰণ লোৱা কথা স্পষ্ট উল্লেখ আছে। (বৰচৰিত পৃঃ ৯৭) কুৰুৱাবাহী সত্ৰত শঙ্কৰদেৱ, মাধবদেৱ, দামোদৰদেৱৰ তিথি আজিও পালন কৰে।

বৰ্ত্তমান সময়তো টীকা ভাষ্য লিখা সকলে অধ্যয়ন আৰু গবেষণা কৰি ঐক্যমত প্ৰকাশ নকৰাতো আমাৰ সামাজিক দুৰ্ব্বলতা নুবুলি কি বুলিম।

অসমৰ বহুলোক চৈতন্যপন্থী। তেঁওলোকে আকৌ শ্ৰীশঙ্কৰ দেৱকো চৈতন্য দেৱৰ শিষ্য বুলি প্ৰচাৰ কৰে। বঙ্গদেশীয় কেবাজনো লিখকে এই মতৰ ওপৰত জোৰ দি বাহিৰতো প্ৰচাৰ কৰা শুনিছো কিন্তু সিহঁতে স্বীকাৰ নকৰি নোৱাৰে যে একুৰি সোতৰ বছৰৰ কণিষ্ঠ আৰু কোনো শাস্ত্ৰ আদি নিলিখা সন্ন্যাসী এজন সৰ্ব্ব শাস্ত্ৰজ্ঞ সাংসাৰিক পণ্ডিত সৰ্ব্বগুণাকৰ শংকৰদেৱৰ গুৰু হোৱাটো হাস্যকৰেই নহয় ই স্বাৰ্থপৰতাও। কিন্তু দুই চাৰিজন অসমীয়া লোকেও এইকথা স্বীকাৰ কৰিব খোজে। ই জানো পিতৃ দ্ৰোহিতা জাতি আৰু ধৰ্ম দ্ৰোহিতা, সত্যৰ অপলাপ নহয়? চৈতন্যদেৱৰ যোল্ল নাম আৰু আচৰণ বিধিও সুকীয়া মাথো উপাস্য দেৱ এক কৃষ্ণ বা বিষ্ণু। পথ নিৰ্দ্দেশক শাস্ত্ৰ ভাগৱত। নামকীৰ্ত্তন গোৱা বাদ্য খোল, জুৰি, খুমুক মৃদঙ্গ। অসমীয়া চাৰিগুৰুৰ একে বাদ্য মাত্ৰ কাহৰ বৰতাল নাগৰা।

বৰ্ত্তমান সৰ্ব্ব ভাৰতীয় ইতিহাস সংকলন সমিতিয়ে শংকৰদেৱৰ ওপৰত বিস্তৃত ভাবে গবেষণা আৰম্ভ কৰিছে। তেওঁলোকৰ মতে দাক্ষিণাত্যত শঙ্কৰাচাৰ্য্য, তাৰপাচত ৰামানুজ, উত্তৰ ভাৰতত ৰমানন্দ জন্ম ১৪১০-১৫১০ খ্ৰীঃ, কবীৰ ১৩৮৮ - ১৫১৮ খ্ৰীঃ, শংকৰদেৱ ১৪৪৯ - ১৫৬৮ খ্ৰীঃ, নানক ১৪৬৯ - ১৫৩৯ খ্ৰীঃ, শ্ৰী চৈতন্য ১৪৮৫ - ১৫৩৩ খ্ৰীঃ, তুলসী দাস ১৪৯৭ - ১৬২৩ খ্ৰীঃ।

ভাৰতত এওঁলোক নৱবৈষ্ণৱ আন্দোলনৰ প্ৰবৰ্ত্তক, এওঁলোক আটাই কেইজনৰে উপাস্য দেৱ শ্ৰীকৃষ্ণ বা বিষ্ণু আৰু ধৰ্ম গ্ৰন্থৰ বুনিয়াদ ভাগৱত, প্ৰত্যেকজন অৱতীৰ্ণ পুৰুষৰ লগত কেইজনমান মুখ্য শিষ্য থাকে।

কিছুমানে শ্ৰীশঙ্কৰদেৱক জগদীশ মিশ্ৰৰ শিষ্য বনাব খোজে। কিন্তু এইজন পুৰুষে পুৰীৰ পৰা ভাগৱত আনি গুৰুজনৰ আগত ৰাখি নিজেই গুৰুজনৰ শিষ্যত্ব গ্ৰহণ কৰে। কণ্ঠভূষণ আৰু সাৰ্ব্বভৌম ভট্টাচাৰ্য্যও শংকৰ গুৰুতকৈ শ্ৰেষ্ঠ পণ্ডিত হোৱাৰ জেদ লৈ গৈ কাশীৰ পৰা পুনৰ আহি শ্ৰীশঙ্কৰ দেৱৰ শৰণাপন্ন হয়। পদ্মপূৰাণ স্বৰ্গখণ্ডত শ্ৰীশঙ্কৰদেৱে তীৰ্থ লৈ যাওঁতে পুৰী, কাশী, প্ৰয়াগ আৰু বদৰিকাশ্ৰমত কেবাজনো শিষ্যক শৰণ দিয়াৰ কথা উল্লেখ আছে। অথচ অসমীয়া পণ্ডিতৰ দুই চাৰিজনে শঙ্কৰদেৱৰ গুৰু সমন্ধে বহুত বিকৃত মত প্ৰচাৰ কৰে। মাননীয় শ্ৰীপ্ৰভাত চন্দ্ৰ দাসে চুইডেনলৈ যাওঁতে চুইডেন বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্যৰ হাতত বঙালী পণ্ডিত

শ্ৰী...... ...................... দেৱে সংকলন কৰা ... .. .... . ........ গ্ৰন্থত শ্ৰীশঙ্কৰ দেৱক বঙালী শ্ৰীচৈতন্য দেৱৰ শিষ্য বুলি প্ৰচাৰ কৰা গ্ৰন্থখন স্বচক্ষে দেখি আচৰিত হৈছিল। শ্ৰীশঙ্কৰদেৱৰ আবিৰ্ভাব ক্ষেত্ৰ অসম দেশতেই।

চৰিত পুথি লিখা কামটো এই অভাজনে হাতত লোৱা মানে বাওনাই চন্দ্ৰলৈকে হাত মেলা সদৃশ। পিচে বাওনাটো দুবৰ কথা দীঘলা ককাই ও যদি হয় আৰু ডেৰশ ফুট দীঘল জখলা ঠিয় কৰিলেও, আনকি বৈজ্ঞানীক যন্ত্ৰৰ দ্বাৰাই ও কুৰি শতিকাৰ সপ্তমদশকলৈ চন্দ্ৰৰ ওচৰ চাপিব পৰা নাছিল, তেনেকৈ আজিলৈকে পূৰ্ণাঙ্গ চৰিত পুথি এখন অসমৰ সাহিত্য সেৱী সকলে ৰাইজৰ হাতত তুলি দিবলৈ অনেক যত্ন কৰিও কৃতকাৰ্য্য হব পৰা নাই। প্ৰাতঃস্মৰণীয় বেজবৰুৱা স্বৰ্গীয় ডিম্বেশ্বৰ নেওঁগ, স্বৰ্গীয় মহেশ্বৰ নেওগ, স্বৰ্গীয় উপেন লেখাৰু, বাপচন্দ্ৰ মহন্ত আদি চিন্তা নায়ক সকলেও বহু কাম আগুবাই দিলে যদিও শীৰ্ষবিন্দু পাবলৈ বহুত বাকী ৰল। পৃথিৱীত যিসকল ক্ষণ জন্মা পুৰুষ এতিয়ালৈ আৱিৰ্ভাব হৈছে মানব সমাজলৈ অবদান যোগোৱা তুলাচুণিৰে জুখি চালে শঙ্কৰদেৱৰ নামৰ আগটোৱে যে প্ৰথমতে পৰিব সি ধ্ৰুৱ। কিন্তু যিখন সমাজত যিটো যুগত তেওঁ আবিৰ্ভাব হৈছিল, সেই সমাজ খনেই তেওঁক চিনিব পৰা নাই বুলি কলেও অত্যুক্তি কৰা নহয়।

বৰ্ত্তমান সময়ত শ্ৰীশঙ্কৰ পন্থী মহাপুৰুষীয়া সমাজত যে এটা জাগৰণ আহিছে সেইটো স্বীকাৰ কৰিব লাগিব। পৰাধীনতাৰ শিকলি চিঙি দেশ জাতি মুক্ত আবহাৱাত বিচৰণ কৰাৰ লগে লগেই গুৰুজনাৰ পঞ্চশত বাৰ্ষিকী জয়ন্তী উৎসৱ আহি পৰিল আৰু যেন নতুন প্ৰাণ পাই উঠিল অসমীয়া সমাজ। কুৰি শতিকাৰ ফেহু জালিতে ছপা যন্ত্ৰ অসম আহি নৌ পাওঁতেই স্বৰ্গীয় দীন নাথ বেজবৰুৱা, প্ৰাতঃস্মৰণীয় স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱা, স্বৰ্গীয় হৰিবিলাস আগাৰৱালাই কলিকতাত কীৰ্ত্তন পুথিখন ছপা কৰি আনে। ৰাজনৈতিক নিষ্ঠাবান ব্যক্তি স্বৰ্গীয় মতিৰাম বৰা, স্বৰ্গীয় মহেন্দ্ৰ চৌধুৰী. ৰমাকান্ত মুক্তিয়াৰ, শ্ৰীকেশৱানন্দ গোস্বামী, স্বৰ্গীয় হৰমোহন দাস, বৰ্ত্তমানে শ্ৰদ্ধেয় শ্ৰীসোণাৰাম চুতীয়া, স্বৰ্গীয় ইলাৰাম দাস মহন্ত, শ্ৰীঅচ্যুত কৃষ্ণ মিশ্ৰ, শ্ৰীনগেন শইকীয়া, শ্ৰীপ্ৰভাত চন্দ্ৰ দাস, আৰু কেৱাজনী বিদুষী মহিলাই আৰু কেইজনমান অসমীয়া সন্তানে শ্ৰীশঙ্কৰ গুৰুৰ আদৰ্শ প্ৰচাৰৰ বাবে অহোপুৰুষাৰ্থ কৰি খাটিছে। এওঁলোকৰ প্ৰচেষ্টাতে শ্ৰীশ্ৰীশংকৰদেৱ সংঘ, শঙ্কৰদেৱ সমাজ একশৰণ ভাগৱতী সমাজ, সত্ৰ সঙ্ঘ প্ৰতিষ্ঠা হল। কিন্তু চৰম লক্ষ্য উপনীত হবলৈ এতিয়াও বহুত বাকী। পদাধিকাৰ শ্ৰীকৰুণা কান্ত কলিতা বাপৰ অবদানো কম নহয়। স্বৰ্গীয় হলধৰ ভূঞা, স্বৰ্গীয় স্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী আদিয়ে শংকৰদেৱৰ ধৰ্ম আৰু সংস্কৃতিৰ বিশ্বত ব্যাপক ভাবে প্ৰচাৰ কৰা কামত অৰিহনা যোগাইছে। আৰু বহুত নতুন সংস্থা গঢ়ি উঠিছে তাৰ ভিতৰত শ্ৰীশ্ৰীশঙ্কৰদেৱ সংঘ অগ্ৰগণি। অসম সত্ৰ সংঘ, শঙ্কৰদেৱ সমাজ, একশৰণ সমিতি আদি সংস্থাবোৰেও প্ৰচাৰ আৰু প্ৰসাৰৰ কাম হাতত লৈছে। অসম সাহিত্য সভাইও গুৰু জনাক বিশ্বমানবৰ শাৰীত প্ৰতিষ্ঠা কৰিবৰ বাবে অহোপুৰুষাৰ্থ কৰিছে।

শ্ৰীশ্ৰীহৰিদেৱৰ চৰিত সমন্ধে ড° স্বৰ্গীয় মহেশ্বৰ নেওঁগৰ গুৰু চৰিত কথাত বেচি উল্লেখ নাই। তেৰাৰ ধৰ্ম মতাবলম্বী লোক অধিভক্ত কামৰূপ জিলাৰ বাহিৰে আন ঠাইত বেচি লগ পোৱা নাই। মুখ্য সত্ৰ বহৰি আৰু কুৰ্ণবিল, জাগৰা, হৰিপুৰ, পাটা সত্ৰ। আগতে প্ৰকাশ পোৱা দ্বিজ দিবাকৰ আৰু দ্বিজ স্বৰ্গীয় বানেশ্বৰ দেৱৰ ৰচনা কৰা পুথিত হৰিদেৱ শ্ৰীশঙ্কৰ দেৱতকৈ অনেক সৰু বুলি উল্লেখ আছে। কিন্তু বজালীৰ হৰিপুৰ সত্ৰৰ স্বৰ্গীয় সূৰ্যকান্ত গোস্বামীদেৱে সংকলন কৰা চৰিত পুথিত শ্ৰীশ্ৰীহৰিদেৱ শ্ৰীমন্ত শঙ্কৰদেৱতকৈ ২৭ বছৰ ডাঙৰ বুলি লিখিছে, যদিও পৰবৰ্ত্তি লেখক শ্ৰী তীৰ্থলোচন তামূলীদেৱে এই কথা স্বীকাৰ কৰা নাই। অসম সাহিত্য সভাইও স্বীকাৰ কৰা নাই। আধুনিক অসমীয়া সাহিত্যৰ গুৰি ধৰোঁতা সকলে একমুখে স্বীকাৰ কৰিছে যে শ্ৰীমন্তশঙ্কৰদেৱৰ পূৰ্ব্বে কোনো এজন পুৰুষে ধৰ্মীয় দিশত আগবাঢ়ি ধৰ্মসংস্কাৰ কৰিবলৈ যত্ন কৰা নাই। সেয়ে আমি শ্ৰীশঙ্কৰ

গুৰুকেই অসমৰ বৈষ্ণৱ আন্দোলনৰ মূল গুৰু বুলি ধৰি লোৱা হৈছে। এই মত সৰ্ব্ব ভাৰতীয় আজিৰ ধৰ্মালোচক সকলোৱে এক মুখে স্বীকাৰ কৰিছে। এই গ্ৰন্থখনিত আমি লিখা ছন্দও প্ৰাচীন শাস্ত্ৰ সমূহৰ ছন্দৰ অনুৰূপ। ইয়াত পুৰণি কিছুমান শব্দ বৰ্ত্তমানৰ কবি সাহিত্যিক সকলে ব্যৱহাৰ নকৰে। যেনে- "হস্তে" এটি প্ৰাচীন শাস্ত্ৰীয় শব্দ। ইয়াৰ প্ৰতিশব্দ "পৰা" যেনে - পিতৃহস্তে পিতাৰ পৰা "গুৰুহস্তে" গুৰুৰ পৰা ইত্যাদি। বহুতে এনে শব্দ ব্যৱহাৰত বিৰোধিতা কৰে। কিন্তু সাহিত্যিক স্বৰ্গীয় শ্ৰীৰামচন্দ্ৰ দাস, চৈয়দ আব্দুল মালিক আদিয়ে এইবোৰ কথাত কৰ্ণপাত নকৰিবলৈ মোক দঢ়াইকৈ গৈছে।

আজিকালি আধুনিক কবিতাবোৰৰ বেছি ভাগেই ছন্দহীন। বৈষ্ণৱ যুগৰ আৰু প্ৰাক বৈষ্ণৱ যুগৰ ছবি, দুলড়ী লেছাৰী পদ, পয়াৰ, ঝুমুৰি আদিৰ নাম গোন্ধেই নাই। কিন্তু এই গ্ৰন্থখনিত এই আটাইবোৰ ছন্দৰে সানমিহলি প্ৰয়োগ কৰা হৈছে।

"আবেগৰ দাস কবি নোহে নিয়মৰ" এই সংজ্ঞা নতুন চাম কবিৰ মূলমন্ত্ৰ।

প্ৰকৃত তথ্য সংগ্ৰহৰ বাবে উজনীৰ কেইবাখনো সত্ৰ ভ্ৰমন কৰা হল। ১১, ১২, ১৩, ফেব্ৰুৱাৰী ১৯৯৩ চনত, বেঙেনাআটী সত্ৰৰ ডেকা সত্ৰধিকাৰ (সত্ৰাধিকাৰ ভাতৃ)ৰ আদৰ সম্ভাষণ পাহৰিব নোৱাৰো, ভোগপুৰ সত্ৰৰ ভকত সকল আৰু শ্ৰীভোলাৰাম ভূএগ্ৰা বাপৰ পৰা কিবাকিবি পোৱা হ'ল। তেওঁৰ আদৰ সম্ভাষণত পৰম সন্তুষ্ট হ'লো। সঙ্গী শ্ৰীতনুৰাম বৰাদেৱ (দক্ষিণ পাট প্ৰাথমিক স্কুলৰ শিক্ষক) মোৰ লগত প্ৰায় তিনি দিন অক্লান্ত পৰিশ্ৰম কৰি ঘূৰি ফুৰিছিল।

মোৰ ভাৰ্য্যা নিৰোবালা তালুকদাৰ আৰু ডাঙৰ জোঁৱাই শ্ৰীমান অনিল কলিতা, জ্যেষ্ঠ ছোৱালী শ্ৰীমতী ভনীতা কলিতাই যেনে তেনে পুথিখন উলিয়াবই লাগিব বুলি দৃঢ় মত ললে। মোৰ সহধৰ্মিনীয়ে মাটি বিক্ৰি কৰিও এই কাম সম্পাদনা কৰিবলৈ মোক দঢ়াই কলে যদিও মই মন মাৰি বহি থাকিলো। কিন্তু ডাঙৰ ছোৱালীজনীয়ে ছপাযন্ত্ৰৰ মালিক শ্ৰীমান বোপাটিৰ লগতে আলোচনা কৰিলে। মাজু জোঁৱাই শ্ৰীচন্দন ডেকা বোপাইও সুদৃঢ় ভাৱে আগবাঢ়িবলৈ কলে। শ্ৰীমান অনিল কলিতা, কণিষ্ঠ ল'ৰা শ্ৰীমান শঙ্কৰ তালুকদাৰ, শ্ৰীভনীতা কলিতা, শ্ৰীমান দাস, শ্ৰীমতী দাস, ডাঙৰ লৰা শ্ৰীৰণজিৎ তালুকদাৰৰ উদগনিত ছপা কামটো প্ৰেছৰ স্বত্বাধিকাৰী ডেকা ভক্তপ্ৰাণ শ্ৰীধ্ৰুৱজ্যোতি দাস বোপাই আৰু তেওঁৰ সহধৰ্মিনী শ্ৰীমতী ৰূপজ্যোতি দাসৰ সৌজন্যত ৰাইজে চৰিত পুথিখন হাতত পালে। মাজু দুহিতা শ্ৰীমতী দিপালী ডেকা, জোঁৱাই শ্ৰীদিলীপ ডেকা, সৰু দুহিতা শ্ৰীমনিতা ডেকাইও উৎসাহ দি আছিল। সৰু দুহিতা শ্ৰীমনিতাৰ ঘৰত থাকি আৰ্হি চোৱা কাম হাতত ললো, ডাঙৰ ছোৱালী ভনীতা আৰু মাজু ছোৱালী দিপালী, পুত্ৰ শ্ৰীৰণজিত বোপাই প্ৰত্যহ বাৰ্ত্তা লৈ থাকিল।

ভুলৰ হাতসৰা বৰ দুৰূহ কাম। আশা কৰো সদাশয় ৰাইজে চাইচিতি ভুলবোৰ আঙুলিয়াই দি আমাক কৃতাৰ্থ কৰিব, এয়ে আমাৰ সবিনয় অনুৰোধ।

লৰালৰিৰ বাবে হয়তো বহুত ভুল বৈ গ'ল! ক্ষমা কৰিব।

বামাখাটা সত্ৰ-
সাং পুঠিমাৰী, পাঠশালা-
মহকুমা বজালী, বৰপেটা জিলা

*ৰাইজৰ কৃপা ভিক্ষাৰী*
শ্ৰীধনকান্ত তালুকদাৰ



# বিশিষ্ট ব্যক্তি সকলৰ আশীৰ্ব্বাদ

শ্ৰীযুত ঘনকান্ত তালুকদাৰ মহোদয়ক সত্ৰৰ বাহৰতে লগ পালো। তেখেতে এখন মূল্যবান গ্ৰন্থ লিখিবলৈ প্ৰয়াস কৰি মাজুলিলৈ তথ্য বিচাৰি আহিছে। তাৰ কাৰণে তেখেতলৈ ধন্যবাদ আগবঢ়ালো। তেখেতৰ আশা ফলৱতী হওক এইয়ে কামনা।

**স্বা ঃ (শঙ্কৰদেৱ বঁটা প্ৰাপ্ত) শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামী**
সত্ৰাধিকাৰ, মাজুলী কমলাবাৰী সত্ৰ
১০-২-৯৩ ইং

****

শ্ৰীঘনকান্ত তালুকদাৰে আমাৰ গৃহলৈ আহি তেখেতৰ সংকলিত পুথি শ্ৰীগুৰু চৰিতত চমৰীয়া সত্ৰৰ বিবৰণ বিচাৰিছে। আমি তেখেতৰ সজ আৰু মহৎ কামৰ বাবে শলাগ লৈছো আৰু আশীৰ্ব্বাদ দান কৰিলো।

ইতি -

**স্বা ঃ শ্ৰীঅচ্যুত চন্দ্ৰ মহন্ত**
(এখেত বৰ্তমান প্ৰয়াত )
**সত্ৰাধিকাৰ, ছমৰীয়া সত্ৰ**
৮-৩-৯০ ইং

****

পৰম শ্ৰদ্ধাভাজন শ্ৰীযুত ঘনকান্ত তালুকদাৰ বাপে অক্লান্ত পৰিশ্ৰমেৰে "***শ্ৰীগুৰু চৰিতামৃত***" নামৰ এখনি অমূল্য গ্ৰন্থ যুগুতাই উলিয়াইছে। এই গ্ৰন্থখনিয়ে মহাপুৰুষীয়া ভক্তসমাজৰ বাবে এখনি আপুৰুগীয়া সম্পত্তি হ'ব তাত আমাৰ কোনো সন্দেহ নাই। **মহাপুৰুষ গুৰু দুজনাৰ চৰিত পুথি পোৱা যায় যদিও এনেকুৱা ধাৰাবাহিক আৰু বিস্তৃত ভাবে পোৱাটো বৰ বিৰল।** আমি এয়া গুৰু প্ৰেমী ভকত জনাৰ ভগবানৰ ওচৰত সুদীৰ্ঘ পৰমায়ুস কামনা কৰিলো। লগতে অদূৰ ভৱিষ্যতে তেখেতৰ কাপ মৈলামৰ পৰা আৰু অধিক তত্ত্ব গধুৰ লিখনি আশা কৰি পুন বাপজনাৰ ভগৱানৰ ওচৰত দীৰ্ঘায়ু কামনা কৰিলো।

বৰপেটা ৰোড
৩১-১০-০৪

**শ্ৰীধনেশ্বৰ নাথ**
শিক্ষক - মাজগাওঁ উচ্চ মাধ্যমিক
বিদ্যালয়

শ্ৰীযুত ঘনকান্ত তালুকদাৰ মহোদয়ক টঙৰা সত্ৰৰ বাংৰতে লগ পালো। তেখেতে এখন মূল্যবান কিতাপ লিখিবলৈ প্ৰয়াস কৰি মাজুলিলৈ তথ্য বিচাৰি আহিছিল। তাৰ কাৰণে তেখেতলৈ ধন্যবাদ আগবঢ়ালো। তেখেতৰ আশা ফলৱতী হওক, এইয়ে কামনা। তেওঁক গুৱাহাটীৰ টঙৰা সত্ৰত লগ পাইছিলো। চাৰি কুৰি বছৰীয়া বৃদ্ধ তালুকদাৰৰ জ্ঞানৰ পৰিপক্কতা, পাণ্ডিত্য আৰু স্মৃতি শক্তি দেখি আচৰিত হৈছো। তেওঁৰ দীৰ্ঘায়ু আৰু উন্নতি কামনা কৰিলো।

**স্বাঃ শ্ৰীভৱকান্ত গোস্বামী**

সত্ৰাধিকাৰ - তিতাবৰ কমলবাৰী সত্ৰ

২৬-১২-২০০৪

****

বৰপেটা জিলাৰ হস্তিনাপুৰ মৌজাৰ পুঠিমাৰী গাওঁ নিবাসী, বামাখাটা সত্ৰৰ শিষ্য শ্ৰীযুত ঘনকান্ত তালুকদাৰ দেৱ ভোগপুৰ সত্ৰলৈ আহি সত্ৰৰ প্ৰাচীন ইতিহাস সগ্ৰহ কৰাত আমি তেখেতৰ প্ৰতি আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলো। আমি আশা ৰাখিছো তেখেতৰ মহৎ আৰু পবিত্ৰ উদ্দেশ্য পৰমগুৰু শ্ৰীমন্ত শঙ্কৰ দেৱে পূৰণ কৰিব। শ্ৰীগুৰু চৰিত্ৰমৃত পুথি এখন যুগুতোৱা বুলি জানি আমি সুখী হৈছো। এনেকুৱা লোক আজিকালি বিৰল বুলি কব পাৰি।

শ্ৰীযুত তালুকদাৰৰ এই মহৎ প্ৰচেষ্টাৰ সফল কামনা কৰিলো। ইতি

**শ্ৰীভোলাৰাম ভুঞা**

শিক্ষক - ভোগপুৰ

১০/২/০৩

****

শ্ৰীযুত ঘনকান্ত তালুকদাৰ দেৱে শ্ৰীগুৰু চৰিতামৃত নামা কৰনেৰে যিখনি পুথি লিখিবৰ বাবে সত্ৰ সমূহত আহি সত্ৰ সমূহৰ তথ্য সংগ্ৰহ কৰি যি প্ৰচেষ্টা আৰু প্ৰক্ৰিয়া হাতত লৈছে তাৰ বাবে আমি তেখেতলৈ আন্তৰিক শুভেচ্ছা আগবঢ়ালো। তেখেতৰ শুভকাৰ্য্যৰ ফলৱৰ্তীৰ আশাৰে শ্ৰীশ্ৰী বাসুদেৱৰ চৰণত প্ৰাৰ্থনা জনালো।

**শ্ৰীশ্ৰীবেঙেনা আটীয়া ডেকা সত্ৰাধিকাৰ গোস্বামী**

১০/০২/৯৩

****

শ্ৰীযুত ঘনকান্ত তালুকদাৰ দেৱৰ প্ৰচেষ্টা এক মহৎ প্ৰচেষ্টা। তেওঁৰ এই কৰ্মত কৃতকাৰ্যতা কামনা কৰি পৰমেশ্বৰৰ চৰণত প্ৰাৰ্থনা জনালো।

**শ্ৰীসোণাৰাম চুতীয়া**

১১/২/২০০৫

সেৱা ভাজন

শ্ৰীযুত ঘনকান্ত তালুকদাৰ প্ৰভু,

সেৱা লব। আপুনি যি মহৎ চেষ্টা কৰিবলৈ হাতত লৈছে সচাঁকৈয়ে প্ৰসংশনীয়। গুৰুজনাক বিশ্ব দৰবাৰত প্ৰতিষ্ঠা কৰিবলৈ হলে অসমৰ প্ৰতিজন ব্যক্তিয়েই যথাসাধ্য এইদৰে বৰঙণি আগবঢ়াব লাগিব। আপোনাৰ প্ৰচেষ্টা সফল হওক ইয়াকে কামনা কৰিলো। ইতি -

সেৱাৰে -

**শ্ৰীকমলা কান্ত গগৈ**

উপ পদাধিকাৰ শ্ৰীমন্ত শংকৰদেৱ সংঘ

****

শ্ৰীযুত ঘনকান্ত তালুকদাৰৰ গৃহলৈ আহি তেওঁ গ্ৰন্থ সংকলন কৰা দেখি অভিভূত হৈ ধন্যবাদ নিদি নোৱাৰিলো। তেখেতৰ মহৎ প্ৰচেষ্টাৰ সফল কামনা কৰিলো।

ইতি -

স্বাঃ **শ্ৰীকৰুণাকান্ত কলিতা**, পদাধিকাৰ

শ্ৰীমন্ত শঙ্কৰদেৱ সংঘ, অসম

(ঘৰলৈ আহোতে মৌখিক আশ্বাস)

****

নলবাৰী মহকুমা পুঠিমাৰী গাওঁৰ শ্ৰীঘনকান্ত তালুকদাৰে ১৯৯২ চনৰ পৰাই কেবাখনো চৰিত পুথি, ইতিহাস, ধৰ্মপুথি অধ্যয়ন কৰি খৃষ্টীয় পঞ্চদশ শতিকাৰ পৰা সপ্তাদশ শতিকালৈ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱক কেন্দ্ৰ কৰি চলা ধৰ্মীয় সংস্কাৰ আন্দোলনত তেওঁৰ সহকৰ্মী দামোদৰদেৱ, মাধৱদেৱ, হৰিদেৱ, ভট্টদেৱ, নাৰায়ন দাস ঠাকুৰ আতা প্ৰমুখ্যে নজন আতা আৰু তিনিজন ঠাকুৰ প্ৰায় বাৰজন আতৈ, আই কনকলতাৰ বটদ্ৰৱাৰ পুনৰুদ্ধাৰ কোচৰজা, আহোম ৰজাসকলৰ ধৰ্ম প্ৰচাৰত সহায়, ফুলেশ্বৰী ৰাণীৰ বৈষ্ণৱ উৎপীড়ন, বৰদোৱা লীলা, উজনীলীলা, বাউসী লীলা, বেহাৰৰ লীলাকে লৈ মুঠ দহ খণ্ডত পুথিখন লিখা হৈছে।

কুৰি শতিকাত অসমীয়া ভাষাত প্ৰকাশ হোৱা ছন্দবদ্ধ কাব্যবিলাকৰ ভিতৰত এইখন এখন অন্যতম কাব্য গ্ৰন্থ হব বুলি মোৰ ধাৰণা।

মোৰ দৃঢ় বিশ্বাস এই গ্ৰন্থই অসমীয়া সমাজত সমাদৰ লাভ কৰিব।

ছাত্ৰ-ছাত্ৰীয়েও এই গ্ৰন্থ পঢ়ি নিশ্চয় লাভবান হব।

শ্ৰীতালুকদাৰ স্বভাৱ কবি বুলি সকলোৱে জানে। এই গ্ৰন্থ লেখি তেওঁ ধন্যবাদৰ পাত্ৰ হৈছে।

**মামনি ৰয়ছম গোস্বামী**

৭.২.০৫

******

# সূচীপত্ৰ

## দ্বিতীয় খণ্ড

## তৃতীয় খণ্ড

## চতুৰ্থ খণ্ড

## পঞ্চম খণ্ড

## ✍ ষষ্ঠ খণ্ড

## সপ্তম খণ্ড

## অষ্টম খণ্ড

## নৱম খণ্ড

## দশম খণ্ড

❖❖❖❖❖



কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ অংকিত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ কল্পচিত্ৰ।



দেৱ দামোদৰ গুৰু

# শ্ৰীগুৰু চৰিতামৃত
## প্ৰথম খণ্ড [প্ৰস্তাৱনা]

*প্ৰথমে গুৰুক নমস্কাৰ কৰো শিৰ দিয়া চৰণত,*
*যাৰ উপদেশে জ্ঞানৰ প্ৰকাশ গুচয় অবিদ্যা যত। (গীতা)*

*[মঙ্গলাচৰণম]*

নমো নমো গোপাল গোবিন্দ গদাধৰ
যাহাৰ আজ্ঞাতে চলে বিশ্ব চৰাচৰ।
নমো লক্ষ্মীপতি ভগবন্ত মহেশ্বৰ
ত্ৰিজগত পতি প্ৰভু কৰুণা সাগৰ।
নমোপদ পঙ্কজ যেহেন নবকোষ
যাক দৰশনে মিলে পৰম সন্তোষ।
ধ্বজ বজ্ৰ পঙ্কজ অঙ্কুশে যত শোভে
ভকত ভ্ৰমৰ সবে যত আশ্ৰয় লভে।
চাৰিভুজ জ্বলে চাৰি বস্তু কৰে ধৰি
জগত পালন হেতু চাৰি অস্ত্ৰ ধাৰী।
শঙ্কৰ শবদে জগতৰ সৃষ্টি ভৈল
চক্ৰাকাৰে বিশ্ব সৃষ্টি পাতনি মেলিল।

ভকত ৰক্ষাৰ হেতু চক্ৰধাৰী নাম
ভকতৰ বাঞ্ছাপূৰ্ণ মনোৰথ কাম।
কোটি সূৰ্য্য ৰূপ এক চক্ৰতেই জ্বলে
চক্ৰৰ সমান শক্তি নাহি একোদলে।
গদাৰ আঘাতে ভক্তৰ শত্ৰু দূৰ হয়
সৃজিতক পালন হেতু গদাহাতে লয় ।
পদ্ম ফুল সমৰূপ নাহি কোনো লোকে
হেন লয় অৰূপ পদ্ম তবহাতে থাকে।
স্কন্ধ সুদৃঢ় যাৰ সাৰঙ্গ সুন্দৰ
কোটি সূৰ্য্য ৰূপে তাৰ নোহে সমসৰ।
দেহৰ বৰণ যাৰ নব ঘন শ্যাম
যি গহীন মধ্যাহ্ন আকাশ ৰূপ সম।

পীত বস্ত্ৰ খনি তাতে শোভে অনুপম
পাৰিত জ্বলয় ফুল ৰত্ন তৰা সম।
ককালত কমৰ বন্ধা শ্যামল বৰণ
তৰা বচা কিঙ্কিনি জ্বলয় মুক্তা সম।
চৰণে ৰত্নৰ নুপুৰৰ জুন জুননি
আঙুলিত নখ চন্দ্ৰ যেন হীৰা মণি।
ৰাম কল ডাল যেন উৰু যে তোমাৰ
কণ্ঠত কৌস্তুভ জ্বলে অতি জ্যোতিষ্কাৰ।
আজানু লম্বিত বাহু সুকোমল আতি
কদলিৰ পুলি যেন তব কিলাকুটি।
বক্ষস্থল বহল কম্বু* কণ্ঠ যাৰ
ভ্ৰব যুগ কপালত দেখি জ্যোতিষ্কাৰ।
অল্পহাস্য বদন যে অৰুণ নয়ন
তিল পুষ্প যেন নাক নিলোৎপল কাণ।
শিৰত কিৰিটি উৰ্দ্ধে ময়ুৰৰ পাখী
ৰত্নৰ কিঙ্কিনি তাতে জিলিমিলি দেখি।
ইহেন পৰম দেৱ কৃষ্ণ চৰণত
শত কৌটী লক্ষ কৌটী বাৰ প্ৰণিপাত।
কণ্ঠত কৌস্তুভ জ্বলে অতি জ্যোতিষ্কাৰ
তুলনা দিবলৈ নাই কোতেৰেই ইহাৰ।
তাৰ পাছে প্ৰণিপাত গুৰুৰ চৰণত
শ্ৰীমন্ত শঙ্কৰ ৰূপী ভুবন প্ৰখ্যাত।
তুলনা নাহি যাৰ গুণৰ মহিমা
নাপাও বিচাৰি মই তাহাৰ উপমা।

নবৰূপ ধৰি হৰি ভকতি প্ৰচাৰি
ধৰ্ম আৰু জ্ঞান দিলা পাপীক নিস্তাৰি।
অৱনতে শঙ্কৰ গুৰুৰ চৰণত পৰি
শিৰত লইলো পদ ৰেণু যত্ন কৰি।
গৌৰ কলেবৰ যাৰ সুদীৰ্ঘ শৰীৰ
চলন গমন বাণী বচন গম্ভীৰ।
ভাষাদান জ্ঞানদান আৰু ধৰ্মদানে
ভক্তি মাৰ্গ প্ৰচাৰিলা ভাৰত ভুবনে।
লোকক পাপ সাগৰ হন্তে নিস্তাৰিলা
অজ্ঞ মুক সব নৰক জ্ঞান চক্ষু দিলা।
অতি অল্পমতি লোকে ভক্তাসন পাই
আপুনি ভৈলাহা ধন্য তব কৃপা লই।
হৰি নাম মহা ৰত্ন বেহাইলা জগতে
যাক পাই ধন্য ভৈলা কলিৰ ভকতে।
বটদ্ৰৱা থানে প্ৰভু জনম লভিলা
অলপ বয়সে পিতৃ মাতৃ এৰি গৈলা।
বুঢ়ী আই খেৰসূতীৰ লালন পালনে
কটাইলা শৈশৱ কাল সন্তোষিত মনে।
মহেন্দ্ৰ কন্দলি দিলা বিদ্যা শিক্ষাদান
অলৌকিক কত লীলাক দেখাই বিদ্যমান।
দ্বাদশ বৰিষ জুৰি তীৰ্থক ভ্ৰমিলা
নিজে শাস্ত্ৰ জ্ঞান লভি আনক নিস্তাৰিলা।
চতুৰ্ভূৰ্জ ৰূপ শিক্ষা-গুৰুক দেখাইলা
সপ্ত পণ্ডিত ব্ৰাহ্মণক ধৰ্মজ্ঞান দিলা।

*কম্বু - শঙ্খ

ধুবা হাটে গৈয়া প্ৰভু ধৰ্ম বিস্তাৰিলা
মাধব দেৱৰ সতে সাক্ষাত লভিলা।
কোচ ৰাজ্যক আহি বাউসী পৰগনে
ধৰ্মহাট পাতিলন্ত গুৰু ৰঙ্গমনে।
কামৰূপ ৰাজ্যৰ পৰা ধৰ্মক প্ৰচাৰি
আপোনাৰ নিজ ধৰ্ম থাকিলা আচাৰি।
দামোদৰ ঠাকুৰ আতা লগ লৈলা আহি
হৰিনাম হাট পাতিলন্ত পাট বাউসী।
খলুৱা ব্ৰাহ্মণ গণে ৰজাক লাগাইলা
অনেক প্ৰবন্ধে কোচ ৰজাক লগপাইলা।
ৰাজ সভা মধ্যে পাইলা অনেক সম্মান
যুক্তি বলে বিপ্ৰ বাক্য কৰি থান বান।
কটাইলা ভুমিত প্ৰভু বৰ্ষ ছয় কুৰি
হৰি নাম ভক্তিধৰ্ম ফুৰিলা বিস্তাৰি।
মাধব দেৱক দিলা আপোনাৰ সব
পাতিলা দেৱক প্ৰভু বুকুৰ বান্ধব।
তযু উপদেশে পাইলা সংগঠিত যত
গ্ৰাম গায়া সমাজ আৰু সত্ৰ আদি কত।
ভক্তি ধৰ্ম বেহাইলা জগতক জুৰি
অনন্তৰে চলি গৈলা বৈকুণ্ঠ নগৰি।

ভকতৰ ধন যাৰ অৰুণ চৰণ
তেৰা পদে নিবন্ধিলো মম ক্ষুদ্ৰ মন।
সবাৰো চৰণে মই নমাই নিজে মাথ
বন্দনা কৰিলো সব নৰলোক নাথ।
আমি জ্ঞানহীন জন অতি অল্পমতি
অধম মুৰুখ মুক দীন হীন আতি।
তথাপিতো মনে কৰো শাস্ত্ৰ লিখিবাৰ
বড়া টুটা দোষ যেন নধৰে আমাৰ।
বাওনাই যেন মেলে চন্দ্ৰলৈকে হাত
ভেকুলীয়ে ষাড় দেখি ফটাইলা পেট।
জোনাকীয়ে চন্দ্ৰক যেন উপহাস্য কৰে
পণ্ডিতৰ সঙ্গে বাদে অল্পমতি নৰে।
এহ্নে অধম মই অতি মুঢ় জন
অল্পমতি ক্ষুদ্ৰ দৰ্শী আশাতে মগন।
হিতাহিত নাই জ্ঞান ধৰ্মত নাই মতি
সবাতকৈ অধম আমি চঞ্চল পাপ মতি।
তথাপি বন্দিলো তব চৰণক স্মৰি
মুখে মুখে থাকে যেন সদা ৰাম হৰি।
হৰি হৰি ৰাম ৰাম হৃদয়ত ধৰি
প্ৰণামিলো সকলোৰে চৰণত পৰি।



## বেহাৰ নগৰীত, মাধৱদেৱৰ সমীপলৈ ভক্তবৃন্দৰ আগমন

### পদ

পৰম পৱিত্ৰ স্থান বেহাৰ নগৰী
মৰতে শোভা কৰে অমৰাবতী পুৰী।
পূৰ্ব্ব প্ৰান্ত ভাৰতত অনুপম আতি
দশোদিশে প্ৰচাৰ ভৈলন্ত যাৰ খ্যাতি।
ইন্দ্ৰ পুৰী যেন কোচ ৰাজ্য সি সময়
অনেক দেশৰ লোকে আহিয়া দেখয়।
অতি ধৰ্ম্মবন্ত ৰজা কোচ নৰ ৰায়,
পুত্ৰ সম পালে প্ৰজা কৰ্মচাৰী চয়।
ইন্দ্ৰৰ অমৰাবতী নোহে যাৰ তুল
অতি মনোহৰ পুৰী তোৰচাৰ কুল।
তোৰচা সলিলে আহি চৰণ ধুৱায়
সমীৰ মলয়া আহি চামৰ ধৰয়।
যেন ৰত্নময় গৃহ সব জ্যোতিষ্কাৰ
মৃতিকা দালান আৰু পৰ্ণ যে কুটীৰ
গৃহৰ ওপৰে শোভে লতা পুষ্পধৰ
কৰে চিকিমিকি যেন কান্তি চন্দ্ৰমাৰ
জলে ভৰি আছে যত সৰোবৰ চয়
পদ্ম ফুল ভেট কলি শোভিয়া আছয়।
ৰঙা নীলা শুভ্ৰ কান্তি যত উৎপল
জলচৰ পক্ষী সবে কৰে কোলাহল।
বাৰে বৰণীয়া পুষ্প ফুলি আছে তীৰে
মধু পিয়াই গুণ গুণ কৰে যে ভ্ৰমৰে।

কোকিল কুকুৰাই মাতে কৰে আৰ্ত্তৰাৱ
শীতল মলয়া আহি দিয়া যায় বাৱ।
যতেক যুৱতী সেই নগৰী সুন্দৰী
ঈষত হাঁসিয়া ফুৰে যেন অপেশ্বৰী
শিন্দুৰৰ ৰঙ যেন দুই গাল জ্বলে
শিশু সবে খেলে যত থাকি তৰু তলে
দাক্ষিণ কাষত সত্ৰ নাম ভেলাদ্বাৰ
তোৰ চাৰ জলে চৰণ ধৌত কৰে তাৰ।
প্ৰকৃতিৰ কাম্য থলি যেন বৃন্দাবন
বকুল কদলি আৰু নাগেশ্বৰ গন।
সবপ্ৰজা গন মানে সত্ৰৰ ভকত
নাই হিংসা ঈৰ্ষা আদি কূৰ্চ্চুট কপট।
ৰাম নাম হৰি নাম সদা লৱে মুখে
ইহেন স্থানৰ মাঝে মাধৱ গুৰু থাকে।
কোচ বেহাৰ নগৰৰ বৰ্ণনা নাযাই
নৰ নাৰায়ন ৰজা নিৰ্ম্মিলা সেই ঠাই।
ৰাজবাৰী চাৰি দিকে শোভে নাৰিকল
আম জাম বকুল আৰু সুউচ্চ তাল।
চতুৰ্দ্দিকে ইটা দিয়া বেৰ নিৰ্ম্মিলন্ত
তিনি গোটা পথ মাত্ৰ যাইবে ৰাখিলন্ত।
শালমাৰা,বাৰি সিয়া আৰু বাৰদ্বাৰ
মেকুৰীও যাব নোৱে* যাৰ অভ্যন্তৰ।

*নোৱে - নোৱাৰে

লয় লাসে ফুৰে সবে নগৰী সুন্দৰী
স্বেত নীলা পীত বস্ত্ৰ পিন্ধি ৰঙ্গকৰি।
যুৱক সকলে তাৰ পিনে চাই চাই
অস্ত্ৰ শস্ত্ৰ সু-সুসজ্জিত ঘোৰা চেকুৰাই।
সোণ ৰূপ মৃতিকা পাত্ৰক হাতে লই
নগৰীয়া কৰ্মচাৰী সবে অন্ন খাই।
নানা চিত্ৰ বিচিত্ৰ হেঙ্গুলি গৃহ চয়
যুৱতী সকলে আহ যাহ কৰি ৰয়।
প্ৰতি গৃহ সম্মুখত পুষ্প আছে ফুলি
মলয়াৰ বাৱ লাগি কৰে হলি গলি।
হস্তী শাল ঘোৰাশাল গৰুৰ গোহালি
কুৰি বিঘা মাটি জুৰি আছয় পথালি।
হেণ মনোৰম ইটো বেহাৰ নগৰী
মৰ্ত্ত্যত শেভিছে যেন সাক্ষাত ইন্দ্ৰপুৰী।
সত্ৰ পাতি আছে তাতে শ্ৰীগুৰু মাধব
ৰজা প্ৰজা ভক্তি কৰে বুকুৰ বান্ধৱ।
ভক্ত গণ মধ্যে যেন বসিয়া থাকয়
দেৱগন মধ্যে যেন শচী পতি ৰয়।
ইহেন অমিয়া পুৰী দেখে ভক্তসব
নিলগৰ পৰা শুনে নাম কলৰব
গোপাল প্ৰমুখ্যে যত ভক্তবৃন্দ চয়
নৌকাৰ বুকত বহি নিৰীক্ষি চাৱয়
নদীৰ মাজত হৰি নাম ৰোল শুনি
পঠাইল ভকত এক নাম যদুমণি।
দেখা কোন লোক আহে হেৰা বাপ মোৰ
পূৰ্ব্ব ৰাজ্যে মিলিলেক কিবা অথন্তৰ।

প্ৰভাতে দেখিছো আজি বহু কুলক্ষণ
বাৰ্ত্তা পাইবে লাগি আমি গণি আছোক্ষণ
এবে আহিলেক ভক্তগণ কি কাৰণ
শব্দ শুনি উগুল থুগুল লাগে মোৰ মন
আগবাঢ়ি দেখা আহি আছে কত জন
সুখ দুখ কিবা বাৰ্ত্তা কৰিছে বহন।
বহু দুৰ হন্তে আছো নাম ৰোল শুনি
আকাশ বতাহ জুৰি লাগি আছে ধ্বনি
তাল খোল শব্দত দশোদিশ জুৰি
পৰশিছে শব্দ টৌ বেহাৰ নগৰি।
ভক্ত গন সব আহি বেহাৰ ঘাট পাইলা
পূৰ্ব্ব তীৰ তোৰ চাৰ নগৰীক চাইলা।
অতি চমৎকাৰ স্থান বেহাৰ নগৰী
নৰ নাৰায়ন পুত্ৰ শাসন দণ্ড ধাৰী।
মাছে কাছে অপৰ্যাপ্ত তোৰচাৰ তীৰ
মুদৈ বেহায় হাট অতীব ৰুচীৰ।
যদুমনি নামে ভক্ত আগবাঢ়ি গই
প্ৰণামিলা ভক্তগণৰ পদাঙ্গুলি চুই
আথে বাথে ঠিয় হৈ ভক্ত গন কাষে
বুলিলন্ত যদু মণি কৰ যোৰে পাছে
পূৰ্ব্ব ৰাজ্যে মিলিলেক কিবা অথন্তৰ
দেখো ভক্তগন আহে ওৰে বাপ মোৰ।
প্ৰভাতে দেখিছে গুৰু অশুভ লক্ষণ
তোৰা সবক দেখি ভয় উগুল থুগুল মন
আলধৰা গণে ভক্ত সবক মাতিলা
নৌকা হন্তে কেউজনে উঠিয়া চলিলা।

হাত ভৰি পখালিলা নদীৰ জলত
গামোচা ভিৰিয়া হস্তে মচিলা তথাত।
আদৰিবে লাগি গুৰু আপুনি আহিলা
একে একে ভক্তসব তীৰত উঠিলা।
পাৱে পৰি তুতি নতি কৰি লন্ত সবে
পদ ধূলি ঘহিয়া শিৰত আনি লবে।
আপুনি লৱন্ত গুৰু ভক্ত পদ ধূলি
আনন্দে লোতক ঝৰে পদ পদ বুলি।
অতি ভাগ্য বন্ত আজি মোৰ সম নাই
পবিত্র ভৈলোহো ভক্ত পদ ৰেণু পাই।

সাবটি ধৰন্ত গুৰু আতা মথুৰাক
একে একে আলিঙ্গিলা ভক্ত গন যত।
সবাকে আশ্বাস কৰি বোলে কত বাণী
অমৃত বৰিষে কাণে গুৰু কথা শুণি।
ভুঞ্জাইলা সবাকে দধি কোমল চাউল,
তাৰ পাছে দিলা মুহদি* পান তামোল।
গুৱা পাণ পৰে ভক্ত গণ মহাৰঙ্গে
চাৰী পাটি পাৰি জিৰাইল একসঙ্গে
শঙ্কৰ কিঙ্কৰ পদ কৃষ্ণক সুঁৱৰি
জয়গুৰু শঙ্কৰ সবে বোলা মুখ ভৰি।

**মুহদি - মুখ শুদ্ধি, তামোল*



## *ভক্ত সবৰ প্ৰতি শ্ৰীমাধৱ গুৰুৰ প্ৰশ্ন*

### *দুলড়ী*

বোলন্ত মাধৱ ওহে ভক্ত সব
কোন কাৰ্য্যে আহি পাইলা
আগে নজানিলো এবেসে পুচিলো
এতেক কষ্ট কৰিলা।
যাবৎ দশ দিন ইহা আহি
পাইলা
কি ভৈলা থানুৰ গতি
বাউসী সুন্দৰী বৰপেটা জইনা

ৰবাদি শিকাৰ হাটী।
মহৈ জনীয়া ভবানী পুৰীয়া
ফুলৰ গুৰি হেৰেম দোবা
ঝিলাজাৰী আদি বামা খাতা জৰ্দি
গুৱা গাছ্ৰ যে অকয়া।
উজনি ৰাজ্যত থান আছে যত
খোবা হাট জৰাবাৰী
বউতা দীঘেলি ধৰমৰ থলি

অহম ৰাজ্যত জুৰি।
আন যত যত সত্ৰ আছে মানে
কি ভৈলা সবাৰ গতি
মোত ভাঙি পাতি কোৱা সব বাৰ্ত্তা
জুৰাও মন সম্প্ৰতি।
বৰপেটা থান কেনমতে আছে
কতেক আছে ভকত?
হৰি নাম গাই বন্তিক জ্বলাই
নাম প্ৰসঙ্গত ৰত।
চাৰিও প্ৰসঙ্গে চৈধ্য উপসঙ্গে
হৰি কথা হুই-নুই
সব ভাঙি পাতি কহিও সম্প্ৰতি
আমাৰ আগে বুজাই।
কিবা হেতু দেখো নৈৰাশ্য বদন
লোতক চকুৰ আগে
মহামিলনতো কিবা যে বিষাদ
তামাচা কেন নালাগে।
বুকৰ বান্ধব আতা নাৰায়ণ
নাহিলন্ত কি কাৰণ
গোপাল* আহিলা পদ্মও নাহিলা
তাসম্বাৰ কিবা মন।
কত জিজ্ঞাসিল তবু মৌন ভৈল
হেট মাথে ভক্তগণে

কিবা ভৈলা বিধি ঘটিল প্ৰমাদ
কিবা বাদ কোনো থানে।
ভকত সবক কৰি অপমান
থান সত্ৰ ভাঙি দিলা?
অপমান কৰি ৰাজদূতে ধৰি
কাৰাগাৰে বান্ধি থৈলা?
তবু কথা নাই ইটো সিটো চাই
সবে যেন বোবা প্ৰায়,
কও কও বুলি মনত ভাবয়
মুখৰ মাত নোলায়।
হেট মাথা কৰি মাথাক চাপৰি
ভুমিক নিৰীক্ষি চাই
যেন শোকানলে মনুষ্য সকলে
অধো মুখে বহি ৰই।
অনেক সময় গৈলা এনে ভাৱে
গোপাল বুলিয়া আছে
গুৰু ইষ্ট মোৰ প্ৰাণৰ বান্ধৱ
বৃত্তান্ত বুলিবো পাছে।
অন্নৰ সময় ৰান্ধনি মাতয়
উঠি যাওক এতিয়াই।
খাই বই উঠি সবাকো জানিবো
বুলিবে সব বৰ্ণাই।
থানৰ ভকত সবে চলি গৈলা
আপোনবাহাক ভাগি

*গোপাল - মথুৰা দাস আতাৰ আদি নাম।*

এত শুনি গুৰু উঠিয়া আহিল
অন্নক ভুঞ্জিবে লাগি।
আকজানি নৰ বিলম্ব নকৰ
গুৰু পদে কৰা ৰতি
অনায়াসে সবে মহাসুখ পাবা
ধৰমত কৰা মতি।
আন কোনো কৰ্মে গতি মুক্তি নাই
মুখে লোৱা হৰি নাম
আন চিন্তা এৰি গুৰুক সুৱৰি
ডাকি বোলা ৰাম ৰাম।
শ্ৰীমন্ত শঙ্কৰ গুৰু জগতৰ
তাহাৰ নামক স্মৰি
জয় জয় গুৰু শঙ্কৰ মাধব
সুমৰাহা নিষ্ঠাকৰি।

গুৰু দেৱ নাম ভকত সহিতে
অহৰ্নিশে লবা নাম।
সংসাৰ তাৰিবা বৈকুণ্ঠক যাইবা
পুৰিব মনৰ কাম।
চেতন থাকোতে হৰি নাম লোৱা
তিলে তিলে আয়ু যাই
দেখা নৰ তনু নিজ অলক্ষিতে
কেনে দৰে হয় ক্ষই।
শঙ্কৰ মাধব প্ৰাণৰ বান্ধৱ
তেৰাৰ পথক ধৰি
জয় জয় গুৰু শ্ৰীমন্ত শঙ্কৰ
ডাকি বোলা হৰি হৰি।

***গোপাল আতা, মথুৰা দাস আতা, গোবিন্দ আতা, হৰিহৰ আতা, ৰামচৰণ ঠাকুৰ, বৰবিষ্ণু আতা এই ছয়জন গৈছিল। লগত হৰি আতৈ, পৰমানন্দ আতৈ আৰু চাৰিজন আতৈ সহ। মুঠ বাৰজন ভকত গৈছিল।***



## ভক্তবৃন্দৰ লগত মাধৱদেৱৰ কথোপকথন
## ৰঙ্গিল গৃহ ভষ্ম হোৱা বৃত্তান্ত গুৰুক নিবেদন

### পদ

মাধৱৰ প্ৰশ্নশুনি যত ভক্ত চয়
ইজনে সিজনে মাত্ৰ মুখক চাৱয়।
মথুৰা দাস বুলিলেক নমি দুই হাত
কৃপাগুৰু বাপ মোৰ কৰো প্ৰণিপাত।

উজনি ৰাজ্যৰ বাৰ্ত্তা কিছু মন্দ নয়
সব সত্ৰ থানে বন্তি জ্বলিয়া আছয়।
যিখিনি বাতৰি পালো অহাৰ সময়
অমঙ্গল নাই একো মঙ্গলে আছয়।

বৰপেটা থানে মাত্ৰ মিলিলা প্ৰলয়
অঘটন যিটো ভৈলা শুনা কথাচয়।
পৰম বান্ধৱ মোৰ সখা যে গোপাল
ভবানী পুৰত থাকি কৰে ধৰ্ম পাল।
তান নিমন্ত্ৰনে গলো ভবানী পুৰক
বন্তি জ্বলাব ভাৰ দিলো বলাইৰ মাতৃক।
গলিয়া বিলৰ পাৰে বিৰাট বননি
খৰি কটা কোনো জনে জ্বলাই অগনি ।
ধুম্ৰ আহি চানি ধৰে বৰপেটা খনি
লেলিহান জিহ্বা মেলি জ্বলন্ত অগনি।
ধোৱাৰ প্ৰকোপে কতো একো নেদেখয়
ধোৱা সমে ফিৰিঙতি উৰিয়া আহয়।
এক ফিৰিঙতি আহি ৰঙ্গিল গৃহত
অলক্ষিতে পৰিলন্ত ছালৰ মধ্যত।
দাবাগ্নিৰ জুই ছাল আগুৰি ধৰিলা
তেতিয়াহে ভক্ত গনৰ চকুত পৰিলা।
ফাগুনৰ মাহ কতো জলাশয় নাই
জুই নুমাই বাক লাগি নাপান্ত উপাই।
বলাই মাতৃ নৰোত্তম দুয়ো চকুমুদি
লৰি গৈয়া প্ৰবেশিলা অগনিক ভেদি।
ভাগৱত শাস্ত্ৰ আৰু কাঠৰ ঠগা খনি
উদ্ধাৰি আনিলা দুয়ো বাধাক নামানি।
তাৰ পাছে যেতি ক্ষনে অগনি নুমাইলা
পোৰা মাটি সাৰি পুচি ভষ্ম গুচাইলা।
জল আনি মুছিলন্ত আসনৰ ভেটি
বনৰ পৰা আনিলা খাগৰি তিনি গুটী।

তিনি ঠেকেনা কৰি তাতে বন্তি জ্বলাইলা
গামোচাৰ আচল ফালি শালিতাক দিলা।
বন্তিৰ ওপৰে দিলা বাহৰ চৈ খান
ইহেন অৱস্থা পাইলা বৰপেটা থান
তিনি দিন পৰে আইলু ভবানীপুৰ এৰি
সাক্ষাতে দেখিলো আহি সেই ভষ্মপুৰী।
কিবা কৰো কৈক যাও মনে নাই থিত
আলচিলো কথা ভক্ত সবৰ সহিত।
আলোচনা কৰি ললো এইযে সিদ্ধান্ত
গুৰু উপদেশ বিনা উপায় নাপান্ত।
সেয়েহে আহিয়া পাইলো আপোনাৰ ঠাই
তব আৰ্শীৰ্ব্বাদ বিনা অন্য গতি নাই।
ইটো ৰঙ্গিল গৃহ কেনে আপুনিয়ে জানে
আপোনাৰ হাতে গঢ়া কৰা কামি কেনে।
তিনিখন ছাল দিয়া টুপক লগাই
দীৰ্ঘ ছয় কুৰি হাত গৃহক সজাই।
প্ৰস্থ তিনি কুৰি হাত ভেটীক বান্ধিয়া
মণিকুট গৃহ সাজি যতন কৰিয়া।
শত দাল কাঠ খুটা গাৱে ফুল কাটি
তেৰ খোটালিৰ ঘৰ বান্ধি লাহা ছাটি।
নবগোটা মাৰলিক দীঘে দীঘে দিয়া
তিনি গোটা আগছালে ৰাখিলো বান্ধিয়া।
মূলছটি, ফুলছটি, ছাটি যে ফোকাম
ইসব ছটিক দিয়া বান্ধি এই ধাম।
হিঙ্গুল হাইতল আৰু ৰাংপাতা দিয়া
চিক্‌মিক্ কৰে জ্যোতি ঘৰক দেখিয়া।

ইহেন সুন্দৰ ঘৰ নাহি ত্ৰিভুবনে
সাক্ষাত বৈকুণ্ঠ পুৰী দেখি লাগেমনে।
ইন্দ্ৰৰ অমৰাৱতী ইটো নাম ঘৰ
বহিয়ে গ্ৰাসিলে প্ৰভু কৰুণা সাগৰ।
যেতিক্ষণে গোটেই ছাল আগুৰিলা জুই
তেতিয়াহে নিৰীক্ষণ কৰে একদুই।
সমজুৱা আহিল মানে জুই আগুৰিলা
কি কৰো কি নকৰো কৈ চাহিয়া ৰহিলা।
*অল্প মতি মনুষ্যৰ গৃহে লাগে জুই*
*মাথায়ে নাপান্ত ভাবি কি কৰে উপাই।*
সকলোৱে ঠিয় হৈ থাকিলেক চাই
বজ্ৰ পৰা মানুহ যেন মাতবোল নাই।
নিশা মধ্যে সবে মিলি আলচকৰিলা
ইথানে আহিবে লাগি সিদ্ধান্তক দিলা।
দশদিন অন্তে আহি পালো এই ঠাই
ধন্য হলো আপোনাৰ চৰণ স্পৰ্শ পাই।
পদৰেণু পাই সবে কৃতাৰ্থ হইলু
মনৰ বেদনা প্ৰভু সব নিবেদিলো।
দয়াৰ ঠাকুৰ হৰি কৰিয়োক দয়া
ভকতক ৰক্ষা কৰা উপদেশ দিয়া।
এত পৰে গুৰুজন আছিলেক গুণি।
ভকত সবৰ কথা মনে মনে শুনি।
মৃদু স্বৰে গম্ভীৰ হুয়া বুলিলন্ত বাণী
সবাৰো কৰোতা সেই প্ৰভু চক্ৰ পাণি।
যাহাৰ ইঙ্গিতে চলে বিশ্ব চৰাচৰ
ৰাখন্তা নিয়ন্তা সেই প্ৰভু পীতাম্বৰ।

তাহাক বাধিব পাৰে কাহাৰ শকতি
কৰি যাবা কৰ্ম মাথো জনাই প্ৰণতি।
কৰ্ম কৰি যাবা তুমি নামাগিবা ফল
তেৰাৰ নাম স্মৰণতে মনত বান্ধে বল।
মনত বল নাথাকিলে কৰ্ম হোৱে নষ্ট
দুৰ্ব্বল মনৰ লোকে পায় মাথো কষ্ট।
যদ্যপি কৰিবে নৰে মনক যে জয়
সেই পুৰুষৰ নোহে কভু পৰাজয়।
এতিক্ষণ ৰোৱা সবে বিশ্ৰামক ধৰি
অন্ন ভুঞ্জি শোৱা সবে ঢাৰি পাটি পাৰি।
সব ভাবি গুণি আমি সিদ্ধান্ত লইব
তাৰ মাঝে ভগবানে উপায় মিলাব।
*জ্ঞাতি বন্ধু লগ লাগি কৰে আলোচন*
*কাৰ্য্য সিদ্ধি নোহে তবু দেখিতে শোভন।*
প্ৰভুৰ হইলে কৃপা সবে হইব ধন্য
ভবিষ্যতে হইব সিটো পুৰীযে সুবৰ্ণ।
পুৰ্ব্বত কাহিছে গুৰু ইসব কাহিনী
মধ্য খণ্ডে বটদ্ৰৱা হইবে বননি।
বৰপেটা থান খনি যাইবেক পুৰি
তোৰ চাই গৰাহিব ভেলা সত্ৰ ধৰি।
মধুপুৰ থান খনি হব জন শূন্য
ভকতত বাদে কেৱে নকৰিব পণ্য।
ম্লেচ্ছে গৰাসিব দেশ প্ৰজাহব দুষ্ট
থান সত্ৰ সব খিনি হইব বিনষ্ট।
গুৰু জন্মিবাৰ পঞ্চশত বৰ্ষ পৰে
আহিব ধৰ্ম্মৰ ভাব সবাৰো অন্তৰে।

ম্লেচ গন যাব গুচি তিমিৰ সঙ্গে লই
উদিব জ্ঞানৰ সূৰ্য্য দিক উজলাই।
ভক্তগণ পথ ক্লান্তে পাইছা বৰ কষ্ট
এতিয়া নকৰা জিৰণিৰ সময় নষ্ট।
গোপাল বুলিলা গুৰু যিকেইদিন ৰওঁ
গুৰুৰ চৰিতামৃত শুনিবাক চাওঁ।
আপোনাৰ শ্ৰীমুখৰ বাক্য শুনি লই
গুৰুহে পৰম গতি জানিলো নিশ্চয়।
মাধৱে বোলন্ত শুনা ধৈৰ্য্যাৰ* নন্দন
বুলিব সমস্ত কথা যত আছে মন।
ভুল নুবুজিবা কথা বলো একাবাৰ
শুনি থাকিবৰ সময় নাই তোমাসাৰ।
সাত দিন মাত্ৰ ঐত জিৰণি লইবা
থুল মূল কৰি কথা সবাকে জানিবা।
আমি যত জানিছো চৰিতা মৃত ধন
বহু বেচি জানে কথা সখী নাৰায়ণ।
ভাগিনৰ আগে আমি পূৰ্ব্বতে কহিলো
কিবা লিখি থৈলা তিনি একো নেদেখিলো।
পদ্মৰ আগত পাছে সংখেপতে কই
পঞ্চজন আতাৰ কাষে সুধি পুচি লই।
বুদ্ধিমান সিটো জন সকলো পাইব
তাহাৰ শিষ্যক ভাল কৰি বুজাইব।
তাৰ পাছে পাইব কথা আতৈ চক্ৰপাণি
মৰতত প্ৰচাৰ কৰিবেক সিটো জ্ঞানী।

অল্প কৰি কব তবু তোমাসাৰ আগে
যেন শিষ্য গণ কাষে বুজাইবে লাগে।
পূৰ্ব্বতে বুলিলা গুৰু আমাৰ আগত
অল্প কৰি আমি মাথো কৰিব বেকত।
গঙ্গাই হৰয় পাপ চন্দ্ৰই হৰে দুখ
ভক্তৰ সঙ্গত মিলে পৰম সন্তোষ।
প্ৰভাত হইলে কালি প্ৰসঙ্গ কৰিব
প্ৰসঙ্গৰ শেষে আমি চৰিত্ৰ তুলিব।
এখনে বিশ্ৰাম লৈয়া থাকোক সকলে
পুনৰাপি দেখা হইব ৰাতি পুৱাইলে।
এই বুলি গুৰু জনে সবাকে নমিলা
ভক্ত গণে পাৱে পাৰি প্ৰণাম কৰিলা।
আৰা সবে পাটি পাৰি জিৰণি লইলা
ধীৰে ধীৰে গুৰু জন বিদায় মাগিলা।
আপেনাৰ বাস গৃহে শুইবে চলিলা
তাৰ পাছে ভক্তগণে খোৱা বোৱা কৰি
বিশ্ৰাম কৰিলা সবে হৰি নাম স্মৰি।
ভেলাদোৱাৰ থানৰ মাটিত তৃণ পাৰি
আনন্দতে ভক্ত গণে থাকিলন্ত পৰি।
শ্ৰীগুৰু চৰিতা মৃত শুনা কৰ্ণ ভৰি
নিৰন্তৰে সবে ডাকি বোলাহৰি হৰি।
হৰি ৰাম হৰি ৰাম এই মহামন্ত্ৰ
কলি যুগে নাই আৰ তপ যজ্ঞ যন্ত্ৰ।
এতেকে সকলে ভাই এই কথা ধৰি
আন চিন্তা এৰি ডাকি বোলা হৰি হৰি।

*ধৈৰ্য্যা - মথুৰা দাস আতাৰ মাতৃ

# ভক্তবৃন্দৰ গুৰুচৰিত শ্ৰবন উদ্যোগ

## পদ

প্ৰভাতে উঠিলা সবে শয্যাপাতি এৰি
তোৰচাৰ জলে আইলা শৌচ স্নান কৰি।
প্ৰসঙ্গে বহিল সবে অতি ৰঙ্গমনে
সম্মুখে বহিল গুৰু কুশৰ আসনে।
দেউৰী ভকত আহি বন্তিক জ্বলাইলা
পাঠকেই যথাৰীতি গীত আৰম্ভিলা
সবেমিলি হৰিষতে কীৰ্ত্তন গাৱয়
দশোদিশে ধ্বনি তাৰ বিয়পি পৰয়।
পুবাৰ প্ৰসঙ্গৰ কৰ্ম কৰি সম্বৰণ
গুৰুৰ চৰিত্ৰ মাধব কৰে আৰম্ভন।

ভকত সকলে মৌন আছে নিজ থানে
যথাত বহিল যেবে কুশৰ আসনে।
একধ্যান চায় সবে মাধবৰ মুখ
ক্ষণেকতে পাহৰিল সমস্যাৰ দুখ।
গুৰুৰ চৰিতা মৃত শুনি একমনে
নীৰব নিস্তব্ধ ভৈলা সব ভক্ত গণে।
এক গোটা বেজী যদি মাটিত পৰয়
সেহিটো শবদ আহি কাণত পৌচয়।
হাচি কাহ হামি কিছু নাকাৰয় মুখে
শিলৰ মুৰতি যেন এক স্থানে থাকে।

>>>>■<<<<

# শ্ৰীগুৰু চৰিতামৃত

## প্ৰথম খণ্ড

শ্ৰীমন্ত শংকৰ হৰিভকতৰ জানা যেন কল্পতৰু,
তাহান্ত বিনাই নাহি নাহি নাহি আমাৰ পৰমগুৰু। — নামঘোষা

### গুৰু অৱতাৰৰ পূৰ্ব্ব যুগ

পদ

মাধব বোলন্ত ওহে মহা ভক্তগণ,
গুৰু জন্মৰ পূৰ্ব্ব কথা কৰহ শ্ৰবন।
যেতি ক্ষণে বৈকুণ্ঠে চলিলা নাৰায়ণ,
তাৰ আগে কালি যুগ হৈলা আৰম্ভণ।
কালিযুগ বৃত্তান্ত কত বৰ্নাইব আমি,
আৰ্বজনা ময় যুগ সবে আছো জানি।
ঘোৰ তমোময় যুগ কিয়নো হইল
ভক্ত গণে মাধবৰ উত্তৰ চাহিল।
মাধব বোলন্ত শুনা যত ভক্তচয়
চক্ৰাকাৰে আছে ঘুৰি বিশ্ব সমুদায়।
প্ৰভাতৰ পৰা যেনে গধুলি হইব
তাৰ পাছে ৰাত্ৰি আহি ধৰণী গ্ৰাসিব।
চাৰি প্ৰহৰৰ পৰে যিটো হবে ক্ষণ
পূৰ্ব্ব দিকে আলোক কৰিবে তপন।
সেই ৰূপে ধৰনীতে চাৰি যুগ হয়
সত্য ত্ৰেতা দ্বাপৰ কলি ইয়াকে বোলয়।
একযুগে বহু বৰ্ষ জানিবা নিশ্চয়
চাৰি লক্ষাধিক বৰ্ষ কলি যুগে যায়।
যদ্যপি এতেক বৰ্ষে এক যুগ হয়
উপযুগ ইয়াৰ মাঝে আহিয়া পৰয়।
কলিযুগ সেই মতে আহি যে পৰিলা
তামসিক কৰ্মে মগ্ন সকলে হইলা।
সুকৰ্মত নাহিকে ৰতি অপকৰ্মে মন
সুকৃতি দুষ্কৃতি কিছু নাই নিৰূপন।
নৰপতি গন জেদী যখন হইলা,
ভ্ৰূণ আৰু স্ত্ৰী ঘাটি সাৰ্থক বুলিলা।
মনুষ্যৰে পৰিপূৰ্ণ ভৈলা ধৰধাম
ইচ্ছাতে কৰয় সবে গৰ্হিত যত কাম।

পৰদাৰা অভিলাষী হৈলা সৰ্ব্বজন
অনায়াসে হৰি আনে অপৰেৰ ধন।
যতেক আছিল বিপ্ৰ হৈল দুৰাচাৰ
মাংস মৎস ব্যৱসায় হৈলা তাহাৰ।
অবাঞ্চিত দেৱ দেবী কৰয় পূজন
হাহ পাৰ ছাগ বলি কৰে সৰ্ব্বক্ষণ।
মদ্য মাংস প্ৰসাদেৰে দেৱীক তোষয়
সবে সুৰাপাণ কৰি পাগল হোৱায়।
গোপন স্থানে পূজে কালী মৰ আউসী ৰাতি
মদ, মাংস, গাজা, ভাং সবে খাই ৰাতি।
মাতৃ ভগী ভাতৃ কাৰো নাথাকে বিচাৰ
উলঙ্গ হইয়া নাচে সবে একাকাৰ।
ঘুটাৰ* নিচাত সবে পৰিযায় ঢলি
আপোন ভনীৰ সঙ্গে কৰে গলাগলি।
পুত্ৰই বাপৰ গালে কৰয় প্ৰহাৰ
পিতাই কামোৰে গালে বেটী আপোনাৰ।
পুৰোহিত গণে বোলে ইটো মহাধৰ্ম,
ধৰ্মত নাহিকে দোষ হোক যিবা কৰ্ম।
গাজা, ভাং, ধতুৰা গাখীৰ মিহলি খিৰ
চাৰি জাতিৰ বিচাৰ যে নাথাকিল আৰ।
লগুনধাৰী গণ বিপ্ৰ, আন একাকাৰ
ক্ষত্ৰীয় বইশ্য শূদ্ৰ চিন নাই আৰ।
তাৰ পাছে যিটো কৰ্ম কৰিবে লাগিলা
বৰ্ণনা কৰিবে লাগি বৰ ত্ৰাস পাইলা।

কুটৰ্কি পণ্ডিত গণে যুক্তিক দেখাই,
নৰ বলি প্ৰথা আনি দিলে প্ৰবৰ্ত্তাই।
অক্ষত দেহৰ পূৰ্ণ যুৱকক আনি
দেবীৰ আগত কাটে বলে ধৰি টানি।
শুনিয়া ভকত সব আচৰিত হইল
আপোনাৰ চক্ষে বহুত এনুৱা দেখিল।
প্ৰশ্ন তুলিলেক এক বেদৰ আচাৰ
বেদে যদি ইটো বোলে দোষ কি তাহাৰ।
বোলন্ত মাধৱ গুৰু বেদে যিটো আছে
গুৰু জনে অধ্যয়নে যিটো পাইল পাছে।
বুলিব সবাকে আমি তোৰা সব আগে
পূৰ্ব্ব যুগ কথা আগে শুনিবাক লাগে।
এজনে তুলিলে প্ৰশ্ন নৰ পাইল কত?
কোনে দিবে গল পাতি বলিৰ শালত।
মাধব বুলিলা ইটো প্ৰশ্ন ভাল বৰ
কিবা ৰূপে হয় নৰ বলিৰ যোগাৰ।
জগতৰ মাতৃ কালীক পুত্ৰক কৰে দান
ত্ৰিজগতে নাই পূণ্য ইহাৰ সমান।
এনুৱা বিশ্বাসে কত পুত্ৰ দান কৰে
আপোন তনয় ঘাটি হয় সিটো নৰে।
আছোক পূন্যক পাইব পুত্ৰক হেৰাই
মাতা পিতা পগলা যে হইয়া মৰই।
ৰজাক লাগিলে বলি শত্ৰু আনে ধৰি
আঢ্যৱন্ত লোকে আনে দিয়া ধনকড়ি।

*ঘুটা - ভাং, ধতুৰা মিহলি গাখীৰ চেনীৰ ক্ষীৰ।*

আৰু এক কথা কহিবাক লাগে দুখ
পাষণ্ড নৰৰ কাৰ্য্য হৰিৰ বিমুখ।
যিটো গ্ৰামে শক্তি পূজা শৰৎ কালে হয়
যাবৎ বুলিলো কথা সকলো ঘটয়।
বলি দিবে লাগি নৰ নহ'লে যোগাৰ
পুত্ৰক আজুৰি আনে দুখী বিধবাৰ।
গগন বিদীৰ্ণ কৰে মাতৃ কান্দোন তুলি
কটাক্ষ নকৰে তাক মাথো কাটে বলি।
জীৱনৰ নিৰাপত্তা নাই দুখীয়াৰ,
পুত্ৰক আজুৰি নিয়ে দুখী বিধবাৰ।
ৰজাক গোচৰ দিলে ধৰ্ম কাৰ্য্য বুলি
তোষণ কৰয় মাত্ৰ মিঠা বাক্য বুলি।
শ্ৰীহৰিৰ আশ্ৰয় বিনে গতি আৰ নাই।
হাপুত্ৰ পুত্ৰ পুত্ৰ বুলি কান্দে বিধবাই।
বেদে শাস্ত্ৰে কিবা আছে কোনেও নাজানে
অন্ধ বিশ্বাসতে মাত্ৰ মত্ত সৰ্ব্বজনে।
দুই ৰজাই লাগে যদি যুদ্ধ কোন স্থানে
শক্তিৰ পূজাৰী মাতি পূজে ধনে ধানে।
এনেকুৱা পূজা ৰম্বৰ হয় বহু দিন
ব্যভিচাৰে নৰ নাৰী হয় যে বিলীন।
শত্ৰু সৈন্য বন্দী কৰি আনে যতমান
সবাকো দেবীৰ আগে দিয়ে বলিদান
এই ধৰ্ম যেবা লোকে কৰে আচৰণ
কৌলাচাৰ বুলি মানি চলে সৰ্ব্বজন।
কৌলিক আচাৰ ইটো পুৰোহিত কয়
ইটো কৰ্মে ধন, ৰাজ্য, পুত্ৰ লাভ হয়।

লোভে বশবৰ্ত্তী নৰে এনে কৰ্ম কৰি
ইহ পৰকাল সব পেলালে মোহাৰি।
চৌৰ্য্য, হিংসা, ধৰ্ষনাদি বিবিধ প্ৰকাৰ
সেই যুগে ঘটিলেক এই অনাচাৰ।
দুখীয়া নিচলা আৰু শ্ৰম জীৱি গণ
নিস্বাৰ্থে কৰয় মাত্ৰ ধৰ্ম আচৰণ।
বেদ শাস্ত্ৰ নাই জ্ঞান কিবা ধৰ্ম পথ,
কি কৰ্ম কৰিলে আহি মিলিবে সম্পদ।
বুদ্ধ অৱতাৰ সেই সময়ে আহিলা
জ্ঞান মাৰ্গ দিয়া প্ৰভু লোকে প্ৰচাৰিলা।
ভাৰতৰ যত লোকে জ্ঞান মাৰ্গ পাই
সবে আহি শৰণ লৈয়া বুদ্ধৰ আশ্ৰই।
অশোক ৰজা বুদ্ধদেৱৰ ধৰ্ম ধাৰী হই
প্ৰচাৰিলা এই ধৰ্ম বহু দেশে গই।
ভাৰতত অনেক মুৰ্ত্তি স্তম্ভক সজাইলা
বিশ্বৰ অনেক লোকে বুদ্ধ ধৰ্মী ভৈলা।
মহাৰাজ অশোক এক নৃপতি মহান
বুদ্ধ ধৰ্ম প্ৰচাৰ চেষ্টা কৰিলা আপ্ৰাণ।
কুমাৰ মহেন্দ্ৰ সঙ্গমিত্ৰা যে কুমাৰী
উভয়ে হইলা ভিক্ষু হই ব্ৰহ্মচাৰী।
সিংহল, থাইলেণ্ড, বৰ্মা, চীন আদিদেশ
জাপান কৰিয়া তিৰ্ব্বত ভুটান পাদদেশ।
সমগ্ৰ প্ৰাতীচ্য জুৰি ধৰ্মৰ প্লাবন
প্লাবিত কৰিলে ধৰ্ম বুদ্ধ ভিক্ষু গণ।
শৰণ ধৰ্মত সবে আশ্ৰয় লভিলা
হিংসা বলি আদি যত নিৰ্ব্বাপিত ভৈলা।

পৃথিবীত শান্তি আহি বিৰাজ কৰিলা
পৰে এই মহাধৰ্মে কেৰোণ লগিলা।
বুদ্ধ ধৰ্মে ভিক্ষুকিণী আহি স্থান পাইল
ইয়াতে ধ্বংসৰ সূত্ৰ আহিয়া পৰিল।
হীন্ যান, মহাযান আদি পন্থ চয়
মিলিলা বিভ্ৰাট আহি ইহেন সময়।
তাৰ পাছে মিলে আৰু কত অনাচাৰ
জাতি, ধৰ্ম, পন্থ কৰ্ম সবে ভ্ৰষ্টাচাৰ।
এই অন্ধকাৰ যুগ মিলিলেক যেবে
জ্ঞান অন্ধ ভৈলা আহি যত নৰ সবে।
ঘোৰ অন্ধকাৰ যুগ মিলিলা যখন
সত্য আদি ধৰ্ম হইল লুপ্ত তখন।
দুইজনে একত্ৰেতে যিবা কৰ্ম কৰে
ইটোজনে সিজনক প্ৰবঞ্চনা কৰে।
দম্পতি প্ৰনয় ৰুচি কখনো নহয়
কামোণমত্ত হইয়া মাত্ৰ গ্ৰহণ কৰয়।
কাম কৰ্ম অসুবিধা যদিহে হোৱয়
দুইজনে দুইজনক ত্যজিয়া চলয়।
জন সমাগমে বহু কথা বলা জন
পণ্ডিত বুলি তাক কয় সৰ্ব্বজন।
বল বীৰ্য্য ধন হীন লোক যদি হয়
অসাধু অধম নীচ সবাই বোলয়।
দম্ভিক, বলী শক্তিমান আৰু অহঙ্কাৰী
তথাপিতো সিটোজন সাধু নাম ধাৰী।
দূৰত আছয় জলাশয় সুবিশাল
ভাবিব পৰম তীৰ্থ ইটো মহাভাল।

মুখেৰে বুলিব কথা নানা ৰসিকভাৱে
পণ্ডিত সত্যবাদী সিটো সবে ধৰি লৱে।
দুষ্ট প্ৰজাগণে ৰাজ্য পৰিপূৰ্ণ ভৈলা
ৰাজ কৰ্মচাৰী ৰাজ ভাণ্ডাৰ লুটিলা।
অসত অনাচাৰী ভৈলা কৰ্মচাৰী গন
ৰাজ্যৰ সম্পদ বেচি লয় নিজে ধন।
***সামান্য মানুহে আহি পালে বৰ লেঠা***
***ভড়ালী ভড়াল লুটে ইটো সত্য কথা।***
প্ৰবঞ্চনা কৰে সবে আপোন ভাতৃক
প্ৰহাৰ কৰয় আহি পিতৃও মাতৃক।
দস্যুৰ সদৃশ ভৈলা কৰ্মচাৰী গণ
পৰধন পৰনাৰী লোভতে মগন।
চৌৰ্য্য হিংসা মিথ্যা লুণ্ঠন বিবিধ প্ৰকাৰ
হইল ৰাজ্যৰ আহি এত ব্যভিচাৰ।
পুৰ্ব্বোত্তৰ ভাৰত খনি তন্ত্ৰৰ আশ্ৰয়
তন্ত্ৰৰ মাধ্যমে ঐত যত ধৰ্ম চয়।
তন্ত্ৰ সমুদ্ৰতে নৰ সবে তল গৈলা
ধৰ্মৰ নামত আহি প্ৰলয় মিলিলা।
প্ৰলয় বহ্নিৰ তাপে মাথা নষ্ট ভৈলা
সেই সময়তে আৰু এক কৰ্ম হৈলা।
কামৰূপ ৰাজ্য ভাগি বহু ৰাজ্যৰ গঠন
ইখন সিখন ৰাজ্যে কৰে ঘোৰ ৰণ।
***ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যে বহু হইল গঠন***
***কৰ্মক্ষেত্ৰ ঠেক হইলে ঠেক হোৱ মন।***
কিৰাত চুতীয়া ৰাজ্য কছাৰী অহম্
মিৰি, মিকিৰ লাউ ৰাজ্য লভিলা জনম্।

ইটো সিটো ৰাজ্য সৈতে লাগে মহাৰণ
ৰণ জয় হেতু কৰে শক্তি আৰাধন।
ইয়াতেই মগ্নভৈলা ক্ষুদ্ৰ ৰজা গণ।
পুনৰপি আহিল সেই অধৰ্ম প্লাবন
দেবীৰ সন্তুষ্টি হেতু কত বিধ বলি
হাহ, পাৰ, ছাগ,মহ পক্ষীৰ পোৱালী।
এত প্ৰাণী বলি কৰি তুষ্ট নোহে মন
নৰ বলি প্ৰথা পুনু কৰে প্ৰচলন।
নক্ষত্ৰৰ মধ্যে ধুম কেতুৰ উদয়
মানবৰ মাজে আহি মিলিলা প্ৰলয়।
সত্ব কৰ্মে মন নাই তামসিক মতি
সুৰাপান গাজা পান ইহাতেসে ৰতি।
মদ্য মাংস দিয়া পূজে যত দেবী চয়
পুনৰপি আহি পাইল ধৰ্মৰ প্ৰলয়।
দুখিনী মাতৃৰ পুত্ৰ জোৰ কৰি কাটে
সান্ত্বনা কৰয় মাত্ৰ ধৰ্ম্মৰ আজুহাতে।
দুখীয়া বিধবাৰ মাঝে মিলিল প্ৰলয়
*প্ৰলয় কালে আয়ুসুৰ বিচাৰ নাথাকয়।*
ৰাজশক্তিৰ আশ্ৰয়তো নাপায় একোস্থান
ধৰ্ম কাৰ্য্যে পুত্ৰ দানী মহা পুন্যবান।
খৰচৰ বাবে লোৱা কিঞ্চিত অৰ্থ দান
সমাজৰ মাঝে পাইবা অনেক সন্মান।
পুত্ৰ শোকে কান্দি নাৰী হাও ৰাও কৰি
কত জনী শোকে পায় যমৰ নগৰী।
আত্ম হত্যা কৰে কত লগাই চিপজৰী
কত জন পলায় হাবিৰ আশ্ৰয় কৰি।

মৎস্য, মদ্য, মাংস, মৈথুন, মুদ্ৰাচয়
পঞ্চমকাৰ ধৰ্মৰ এই ব্যভিচাৰ হয়।
জীৱনৰ নিৰাপত্ত কাৰো নথাকয়
বিহ্বল চিত্তেৰে সবে বিচৰন কৰয়।
তাৰ মধ্যে এক প্ৰশ্ন উদয় হইল।
পূৰণা কামৰূপ জানো ব্যভিচাৰী ছিল?
মহাপৰাক্ৰমী ভগদত্ত মহামতি।
পৰম ধাৰ্মিক সত্যবাদী নৰপতি।
ভাস্কৰ বৰ্মা নামে নৃপ তান বংশধৰ
মহাজ্ঞানী গুনী ৰজা ক্ষত্ৰিয় কুলৰ।
তাহাৰ যতেক প্ৰজা সত্যবাদী ছিল
হিংসা দ্বেষ অসুয়া তাৰা কিছু নাজানিল।
কপিল বশিষ্ঠ ঋষি যি স্থানে আছিল
মহাতীৰ্থ হাজো আৰু কামাখ্যা ৰইল।
প্ৰশ্ন শুনি বুলিলেক বঢ়াৰ নন্দন
পূৰ্ব্বতে আছিল সত্য বাদী প্ৰজাগণ।
বলশালী উদাৰ যতেক নৃপগণ
সদা সৰ্ব্বদায় সাধে প্ৰজাৰ কল্যাণ।
ধনে ধানে এই দেশ নদন বদন
সৰ্ব্ব কালে সুখীছিল ঐৰ প্ৰজাগণ।
তান্ত্ৰিক বৈষ্ণৱ ধৰ্ম দুইটাই চলে
নাই কিছু বিদ্বেষ ইটো সিটোৰ নিচলে।
স্বাৰ্থত মগন কিছু পুৰোহিত হইল
আপোন স্বাৰ্থৰ হেতু কৰ্ম যে কৰিল।
তন্ত্ৰশাস্ত্ৰী আৰু তামসিক কৰ্ম যত
ইয়াতেই প্ৰজাসবক কৰিলেক ৰত।

দিক বিদিক জ্ঞান শূণ্য হইল প্ৰজাগন
পুৰোহিত সবৰ মানা শাস্ত্ৰ অধ্যয়ন।
ভাল গাভী ভাল ভুমি বিপ্ৰক দিবা দান
সংসাৰত নাই পুন্য ইয়াৰ সমান।
ভাদ্ৰ মাহে যদি গাভী পোৱালী জগয়
ইটো গাভী শূদ্ৰ গৃহে ৰাখিব নাপাৱয়।
কপিলী গাভীক অ ব্ৰাহ্মনে ৰাখিলে
প্ৰলয় মিলাব সিটো গোহালিৰ গোকুলে।
শূদ্ৰে নাৰিকল ৰুলে বংশ নাশ হয়
বেদৰ বিধান ইটো জানিবা নিশ্চয়।
পিতৃ মাতৃ শ্ৰাদ্ধত যদি স্বৰ্ণ নেদে দান।
তাৰ পিতৃগন নাযাইব স্বৰ্গ স্থান।
ভুমি, স্বৰ্ণ বস্ত্ৰ গৰু আৰু অন্ন দানে,
পিতৃ মাতৃ গনে স্বৰ্গে থাকে ৰঙ্গে মনে।
ইত্যাদি কথাক বুজাই তান্ত্ৰিক বিপ্ৰগণ
প্ৰজাক কৰিলা নষ্ট হইল মতি চন।
বাৰ মাহে তেৰ পূজা প্ৰচলন কৰিলা
কুকৰ্মত প্ৰজাগন মগন হইলা।
বলি কটা মদ খোৱা আৰু ভাং গাজা
ইয়াতে হইল ৰত যত মানে প্ৰজা।

সৎ সত্যবাদী কৰে ধৰ্ম আৰাধন
ঈশ্বৰ চিন্তায়ে তাৰা হইল মগন।
হে প্ৰভু ৰক্ষা কৰা পতি পুত্ৰধন
অসহায় দুৰ্ব্বল আমি কৰা পৰিত্ৰাণ।
ৰক্ষা কৰা ভগবন্ত পতিত পাবন
দৰিদ্ৰ মাতৃৰ পুত্ৰ প্ৰাণ আৰু ধন।
এইদৰে কত বৰ্ষ স্তুতি নতি কৈলা
ঈশ্বৰ বিষ্ণুৰ তেবে আসন লৰিলা।
জগতৰ গতি মতি পতিত পাবন
ধৰা ধামে ক্ষনেক পৰ কৰে নীৰিক্ষণ।
ত্ৰিলোকৰ নাথ হৰি দেৱ নাৰায়ণ
ভকতক ৰক্ষাহেতু কৰিলা যতন।
অনেক প্ৰবন্ধে মৰ্ত্তলোকে অবতৰি
দুষ্ট দমন শিষ্ট পালন কৰিলন্ত হৰি।
শ্ৰীশঙ্কৰ চৈতন্য, ৰমানন্দ, হৰিব্যাস
নান-কাদি হৈলা কল্মস* কৰিবে বিনাশ।
চাৰি গুৰু ৰূপে হৰি ধৰাত অৱতাৰ
মৰ্ত্ত্যত আহি কৰিলন্ত লোকৰ উপকাৰ।
আপোন তৰি বাৰ হেতু ভগৱন্ত স্মৰি
পাতক ছাৰোক ডাকি বোলা হৰি হৰি।

:—x—:

**কল্মস - অন্ধবিশ্বাস, অনাচাৰ*

# কৌলচাৰ আৰু তান্ত্ৰিকতাবাদ

## দুলড়ী

এতেক শুনিয়া ভক্তগণ বোলে
শুনা গুৰু মতিমান
কৈৰ পৰাইটো কৌলাচাৰ ভৈলা
তন্ত্ৰৰ কৈত উত্থান।
কিবা হেতু নৰে তন্ত্ৰ পূজা কৰে
তামসিক কৰ্মেৰত
ঋষি বংশে জাত বিপ্ৰগণ সবাই
হেন কৰ্মে উপাগত।
বেদ শাস্ত্ৰগণ কোন স্থানে ৰৈলা
গীতা ভাগৱত আদি
তন্ত্ৰে আৱৰিলা কেন মতে আহি
নিগমৰ ভৈলা বাদী।
যাগযোগ এৰি এক শ্ৰেণী বিপ্ৰ
শাস্ত্ৰ বিকৃত কৰিলা
কিশাস্ত্ৰ প্ৰভাবে এনুৱা কৰ্মত
সবে আহিৰত ভৈলা।
মাধবে বোলন্ত শুনা ভক্তগণ
কলি কালৰ যে মতি
কলিৰ প্ৰভাৱে ধৰ্ম কৰ্ম চয়
গুপ্ত স্থানে লৈলা স্থিতি।

ধৰ্মৰ মুৰব্বী যি সব আছিল
সব জ্ঞানী বিপ্ৰগণ
উচ্চ অভিলাষী পৰৰ বিদ্বেষী
নিজৰ বাবে মগণ।
পূৰ্ব্বে বেদ শাস্ত্ৰ বিভাগ কৰিয়া
ৰচিল গন্ধা* নন্দন
বামাচাৰ মাৰ্গ ব্যসৰ ৰচনা
বেদ কৰি বিভাজন।
একখনি বেদ ঋক নামে খ্যাত
চাৰি ভাগে ভাগ কৰি
জ্ঞান মাৰ্গ আৰু কৰ্ম মাৰ্গ দুই
পথ আচৰণ কৰি।
চৈধ্য খনি শাস্ত্ৰ ৰচনা কৰিলা
পুৰাণ ভাৰত আদি,
যড় দৰ্শনত পুৰাণ অষ্টাদশ
পৰম্পৰে ভৈলাবাদী।
শুনা ভক্তগণ বেদ চাৰিখন
ঋক অথৰ্ব্ব যজুঃ সাম
চাৰিবেদ সমে চৈধ্য খনি শাস্ত্ৰ
ৰচিলা ঋষি উত্তম।

*গন্ধা - মৎসগন্ধাৰ পুত্ৰ ব্যাস

শিক্ষা কল্প ছন্দ জ্যোতিষ নিৰুক্ত
মীমাংসা বিয়াকৰণ,
আয়ুৰ্ব্বেদ ন্যায় দণ্ড স্মৃতি আদি
গন্ধৰ্ব্ব কাব্য ধৰণ।
ব্ৰহ্মা বিষ্ণু শিৱ মাৰ্কণ্ড ভাৰ্গব
স্কন্দ লিঙ্গ ভবিষ্যত
অগ্নি গৰুড়াদি ব্ৰহ্মা বৈবৰ্ত্তাদি
নাৰাদীয় সুবৃহত।
আদি বায়ু স্কন্দ কল্কি অষ্টাদশ
ৰচিলা পৰাশৰ সুত
উপনিষ দাদি আৰু যে ৰচিলা
বেদ কৰি বিভকত।
অষ্টাদশ পুৰাণ নাম যে কহিলু
শুনিলা সবে আপুনি
ছয় দৰ্শনৰো কহো আৰ নাম
লভিবা আনন্দ শুনি।
সাংখ্য বৈশোয়িক ন্যায় পাতঞ্জল
মীমাংসা বেদান্ত ছয়
এই ছয় শাস্ত্ৰ ছজনে লিখিলা
বেদৰ গুপুত ময়।
আৰু চৈধ্য খনি উপনিষদক
লিখি লন্ত ঋষি গণ
শ্বেতা অশ্বতৰ বৃহদা ৰণ্যক
ছান্দোস মহা নাৰায়ণ।

কঠোপনিষদ মুণ্ডক, মাণ্ডুক
তৈত্তিৰীয়, ঐতৰীয়
কেনোপ নিষাদ ঈশোপনিষদ
প্ৰশ্নোগৰ্নিবদ ছয়।
মৈত্ৰায়ন আদি কৌষিত কীষাদি
উপনিষদ চৈধ্যখন,
ব্যাসদেৱ ঋষি ৰচি লন্ত বসি
আৰু যে ভাৰত খান।
ইসব শাস্ত্ৰক ৰচিলন্ত ব্যাস
যাজ্ঞবল্ক আদি ঋষি
জৈমিনী কন্বাদ কপিল গৌতম
ৰচিলা শাস্ত্ৰ হৰিষি।
মুলত শাস্ত্ৰৰ দুভাগ হইল
জ্ঞান কৰ্ম কাণ্ড দুই
লুপুত ভৈলন্ত জ্ঞান কাণ্ড যত
কৰ্ম কাণ্ড বাজ হই।
জ্ঞান পথ এৰি কৰ্ম পথ লৈলা
ৰজো গুণী ৰাজচয়
প্ৰজাৰো হেৰাইল হিতাহিত জ্ঞান
তমো কৰ্ম আচৰয়।
এহি কৰ্ম মাৰ্গে তন্ত্ৰৰ উৎপত্তি
লোকত আসি মিলিলা
হংস পাৰ ছাগ আৰু নৰ বলি
সমাজত আহি পাইলা।

প্ৰজাৰ কুকাণ্ড দেখি ব্যাসদেৱ
মনত প্ৰমাদ গণি
যেহেন বাতুল বনত ভ্ৰময়
আগ পিচ নহুগনি।
ভাগিৰথী তীৰে বসিয়া আছয়
ভগবন্ত ধ্যান কৰি
ব্যাসৰ মনক সান্ত্বনা দিবলৈ
শুনিলন্ত শ্ৰীহৰি।
নাৰদক পঠাই ব্যসক তোষন্ত
জ্ঞান মাৰ্গ পথ লোৱা
সৃষ্টিৰ পৰম গুহ্য ভাগৱত
লোকৰ আগত কোৱা।
তেবেসে তোমাৰ মনৰ সন্তোষ
মিলিবেক আহি জান
মনুষ্য তৰিবো শান্তি বিৰাজিব
আপুনিও হবা ধন্য
নাৰদৰ পৰা উপদেশ পাই
ব্যাসে লিখে ভাগৱত
পুত্ৰ শুকদেৱ পৰীক্ষিত আগে
প্ৰকাশে লোক মধ্যত।
এইখনি শাস্ত্ৰ লুকাই ৰাখিলা
কুটৰ্কি পণ্ডিত গন।
যত বামা নয় শাস্ত্ৰ প্ৰচাৰিলা
জ্ঞান পথ কৰি ছন্ন।

কু কৰ্মতে ৰত কৰিলা সবাক
কলুষিত কৈলা মন
ৰজা প্ৰজা যত যেন অন্ধ প্ৰায়
কৰয় দেৱী পূজন।
ত্ৰিদশ তিনি কৌটি যে দেৱতা
লোকত দেখাইলা আনি
ভয়াতুৰ হয়া দেৱতা পূজয়
ধৰ্মৰ মোল নাজানি।
মদ্য মাংস আৰু মৈথুনতে ৰত
যতেক অন্ধ বিশ্বাসী
নৰ বলি দিয়া পুজিয়া দেৱীক
থাকয় মনে হৰিষি।
মদ্য পান কৰি বেহুচ হোৱয়
গাজা ভাং পান কৰি
নিচা যত আছে সবাকে সেৱয়
থাকে খালে জোঙে পৰি।
ভাতৃ পিতৃ ভনী মাতৃ জ্ঞান নাই
মাদল বাদ্য বজায়
নাৰী গণ যত লাজ লজ্জা এৰি
উলঙ্গ হই নাচয়।
এত ব্যভিচাৰ ঘটিলা সমাজে
বাধোতা কোনো যে নাই,
সোহি হেতু কেসে শঙ্কৰ ৰূপ ধৰি
আসিলন্ত যদুৰাই।

দেৱৰ কৰ্মত দোষ নাই বুলি
তান্ত্ৰিকসকলে কয়
এই কৌলাচাৰ ধৰ্ম আচৰিলে
সব দেৱ তুষ্ট হয়।
ধনে,ধানে বেঢ়ি ধৰয় আহিয়া
লোকত বাঢ়ে যে খ্যাতি
এই ধৰ্ম লইলে বলী বীৰ্য্য বান
লভয় বহু বিভুতি ।
ৰূপৱতী নাৰী দুগ্ধৱতী গাভী
মিলিব ঘৰতে আহি
প্ৰভাতে উঠিয়া চৰণ ধুৱাইব
থাকিব কত দাস দাসী।
প্ৰলুদ্ধ কৰিলা প্ৰলোভনে যত
দুষ্ট পুৰোহিত গণ

আপোন স্বাৰ্থক বজাই ৰাখিল
ভুলাই প্ৰজাৰ মন।
এই কৰ্ম লোপ কৰে নাৰায়ন
শঙ্কৰ নামত আহি
বাৰিষা বানত মল মুত্ৰ যত
যেন সবে যায় ভাহি।
গুৰুৰ কিঙ্কৰ ভণিলন্ত পদ
এৰিয়া বিষয় ধান্দা
ৰাম নাম ধন অমূল্যৰতন
তাকেসে গলত বান্ধা।
ৰাম ৰাম বুলি মনত সুৱৰি
হাতে কৰা গৃহ কাম
পাতক পলাই দুৰক যাওক
ডাকি ধোলা ৰাম ৰাম।

*এই আখ্যান লিখোতে ডঃ বানীকান্ত কাকতিৰ প্ৰাচীন কামৰূপৰ ধৰ্মৰ ধাৰাৰ সহায় লোৱা হৈছে।*

************

## শঙ্কৰ গুৰুৰ ধৰ্ম সমন্ধে গুৰু মাধৱদেৱৰ বাখ্যা

### পদ

এত শুনি ভক্তগণ হৰ্ষিত মন
পুচিলা অনেক প্ৰশ্ন গুৰু বিদ্যমান।

পৃথিৱী মধ্যত কত কত জাতি আছে
সি সবৰ কিবা ধৰ্ম কিবা পথে বাছে।

মাধৱ বুলিলা এই বিশ্ব চৰাচৰ
কত জাতি কত দেশ জ্ঞানৰ বাহিৰ।
সাত খন সমুদ্ৰত দ্বীপ সাতখন
জম্বুদীপ তাৰ মধ্যে জানা অন্যতম।
এইখন দ্বীপতে কত জাতি উপজাতি
আছে নিজ নিজ ধৰ্ম সুকীয়া ৰীতি নীতি।
সকলোৰে সংবিধান নিজা শাস্ত্ৰ নাই
কিবা এক দেৱতাক প্ৰত্যেকে পুজাই।
মাধৱ বুলিল শুনা মহা ভক্তগণ
জীৱ শ্ৰেষ্ঠ মানৱ জাতি প্ৰভুৰ সৃজন।
জন্মৰ লগত কোনো জাতি ভেদ নাই
কৰ্ম অনুসাৰে মাত্ৰ চাৰি ভাগ হই।
গুণ কৰ্ম অনুসাৰে চতুৰ্ব্বৰ্ণ ধৰে
হব পাৰে জন্ম তাহাৰ একেই উদৰে।
যিটো জন গুণী জ্ঞানী পাণ্ডিত হোৱয়
শাস্ত্ৰ প্ৰচ্চৰ্া জ্ঞান চৰ্চ্চা তাৰ কৰ্ম হয়।
ধৰ্ম কৰ্ম সমাজ ৰক্ষা সত্ব কৰ্ম যত
সমাজে দিবই জানা তাহাৰ হাতত।
ব্ৰাহ্মণ বুলিয়া সিটো পায় পৰিচয়
হিংসা তামসিক কৰ্ম তাৰ নথা কয়।
তেজী বলী শক্তিশালী যিটোজন হয়
ক্ষেত্ৰীয় বুলিয়া সিটো দিয়ে পৰিচয়।
সৰ্ব্ব কৰ্মে ৰত জনে বৈশ্য নাম ধৰে
শূদ্ৰ বোলে তাকে দিয়ে দাস্য কৰ্ম কৰে।
গুণ কৰ্ম অনুসাৰে জাতি বিভাজন
চাৰি ভাগ হইল যেবে ভৈল প্ৰয়োজন।

যিটো জনে যেনে ভাৱে কৰ্মক আচাৰে
ভগবানৰ প্ৰতি মাথো শ্ৰদ্ধাকেহে কৰে।
তাকে ধৰ্ম বুলি মানে মনুষ্য লোকত
কেৱে নজানয় বিশ্বত ধৰ্ম আছে কত?
নানা ভাৱে নানা জনে লোকে জগতৰ
দেশে দেশে পূজা কৰে পৰম ঈশ্বৰ।
সকলো নদীৰে গতি যি ৰূপে সাগৰ
সবা কাৰে পূজা পায় বিশ্ব খনিকৰ।
পথ ভ্ৰষ্ট হুয়া থাকে যত স্বাৰ্থ পৰ
আপোন স্বাৰ্থত কৰ্ম কৰে গুৰুতৰ।
কু কৰ্মকো সাজি কাচি লোকক দেখাই
মন বুদ্ধি নষ্ট কৰি থাকে সৰ্ব্বদাই।
মানৱ সমাজত আহি প্ৰলয় মিলয়
প্ৰলয়ৰ নিবৃত্তি হেতু প্ৰভুৰ উদয়।
যিটো স্থানে, যিটো ক্ষেত্ৰে যিবা প্ৰয়োজন
সেই স্থানে সেই মুৰ্ত্তি কৰয় ধাৰণ।
সেই ৰূপে সত্যযুগে ধৰ্ম ৰক্ষাহেতু
মৎস ৰূপ ধৰে আহি সেই গৰুড়কেতু।
প্ৰলয়ৰ জলে যেবে ধৰণী ঢাকিল
বৰাহ ৰূপেতে আহি উদ্ধাৰ কৰিল।
দৈত্যগণৰ অত্যাচাৰে ধৰণী কাম্পিত
হৰি নাম লুপ্ত কৰে এই ভুভাৰত।
পাষণ্ডৰ নাশ হেতু ক্ষণেকতে জান
নৰসিংহ অৱতাৰ ধৰে নাৰায়ণ।
লক্ষ্মীৰ উদ্ধাৰ হেতু সমুদ্ৰৰ তীৰে
লক্ষ প্ৰহৰ পথ জোৰে কুৰ্মৰ শৰীৰে।

মন্দৰ পৰ্ব্বতখনি পৃষ্ঠে তুলি ধৰি
বাসুকি নাগক আনি কৰিলেক জুৰি।
দেৱ দৈত্য সবক লগাই সাগৰ মথিলা
নানাবিধ দ্ৰব্য আৰু লক্ষ্মীক উদ্ধাৰিলা।
সমুদ্ৰ মন্থনে বাজ হৈলা সুধা ভাণ্ড
এই সেতু সুৰাসুৰে যুজিলা প্ৰচণ্ড।
নাৰী ৰূপ ধৰি পাছে সুধা বিলাইলা
দৈত্যক নাতিলে বুলি বঞ্চনা কৰিলা।
অমৃত খাই দেৱগণ হইলা অমৰ
কৃষ্ণৰ পৰম বৈৰী হইলা অসুৰ।
ভক্ত বলিৰাজে স্বৰ্গ কৰিলা দখল
ইন্দ্ৰ সমে দেৱগন হইল বিকুল।
আদিতিৰ গৰ্ভে আহি বামণ হইল
তিনি খোজে ভুমি লৈয়া বলিক নিহালিল।।
অহঙ্কাৰী হইলা সব ক্ষত্ৰীয় সকল
অত্যাচৰী ব্যাভিচাৰী পাষণ্ডৰ দল।
যমদগ্নি ৰাম ৰূপে ভুভাৰতে ঘুৰি
নিক্ষেত্ৰীয় কৰিলা পৰশু হাতে ধৰি।
কুম্ভকৰ্ণ ,ৰাৱন, লবন, বধিবাৰ তৰে
ৰাম অৱতাৰ লৈলা ভাৰত ভিতৰে।
দ্বাপৰ যুগ শেষে ভৈলা কৃষ্ণ অৱতাৰ
হৰিলেক আহি পৃথিবীৰ মহাভাৰ।
বুদ্ধ অৱতাৰ লৈলা মায়াৰ গৰ্ভত
বেদৰ নামত কৰে অপৰাধ যত।
সেহি হেতু বেদ পথ কৰিলা উচন
জ্ঞান পথে অনিলন্ত প্ৰজাসৱ মন।

অশোক ৰাজ প্ৰচাৰিলা দেশ বিদেশত
পাইলা জ্ঞান নৰগণ বুদ্ধৰ ধৰ্মত।
লাহে লাহে বুদ্ধগণ ব্যভিচাৰী ভৈলা
নানা অপকৰ্ম আহি ধৰ্মত প্ৰবেশিলা।
হীনজান মহাজান পন্থা সৃষ্টি হল
অহিংসা পৰম ধৰ্ম ৰসাতলে গল।
ধৰ্ম লুপ্ত ভৈলা যেবে এই ধৰাতলে
তামসিক কৰ্মে সবে মনুষ্য সকলে।
নানা দেৱ দেৱী পুজি কৰে ব্যভিচাৰ
সদায় প্ৰমত্ত লোক পাষণ্ড আচাৰ।
ভাৰতৰ ধৰ্ম ৰক্ষা কৰিবাৰ তৰে
গুৰু ৰূপে অৱতীৰ্ণ অৱনী ভিতৰে।
গুৰু অৱতাৰ কথা এহি মানে থওঁ
বিশ্ব ধৰ্মমত কথা দুষাৰি মান কওঁ।
বেথেলহেম নগৰত খৃষ্টৰ জনম
প্ৰচাৰিলা খৃষ্ট ধৰ্ম এক ভগবান।
মিছা দেৱ দেবীৰ পূজা মিছা যে সন্যাস
প্ৰাৰ্থনাত প্ৰভু যীশু দেহে লয় বাস।
যীশু জ্ঞান প্ৰবেশিলে দেহ শুচি হয়
যত মানে পাপ ৰাশি সবে পায় লয়।
পাৰা মানে কৰা সবে নৰৰ সেৱন
নৰৰ সেৱাত তুষ্ট প্ৰভু নাৰায়ণ।
মানুহে দেৱতা জানা মানুহ ভগবান
মানুহৰ উপকাৰ মনে কৰা ধ্যান।
কণা খোৰা ৰুগীয়াক কৰিবা মৰম
ইহে পূণ্য কৰ্ম আৰু মানৱ ধৰম।

বাইবেলে এই বাণী জগতে প্ৰচাৰি
ব্যাপিলা সমস্ত বিশ্ব খৃষ্ট ধৰ্ম জুৰি।
যদ্যপি ধৰম ভিন্ন ভিন্ন মানুহৰ
নানা নামে কৰে স্তৱ এক ঈশ্বৰৰ।
শিক্ষা জ্ঞান সততা মানবৰ ধৰ্ম
সংসাৰ গাৰ্হস্থ্য আদি আমাৰ যে কৰ্ম।
দেৱ দেবী স্বৰ্গ নৰক ইয়াতেই আছে
কৰ্ম ফলে ভুঞ্জি যাইবা বুজি লবা পাছে।
বুদ্ধদেৱৰ বাণী আহি বিশ্বত জুৰিলা
পূৰ্ব্ব দেশৰ লোক সবে ইটো মত লৈলা।
চীন জাপান আদি দেশে এই বাণী জুৰি
পূৰ্ব্ব দেশৰ প্ৰজাগণে থাকিলা আচৰি।
হৰি নাম ভক্তি ধৰ্ম জগতে প্ৰচাৰি
অন্ত কালে চলি যায় বৈকুণ্ঠ নগৰি।
মক্কা নগৰত জন্ম লৈলা হজৰত
এক ঈশ্বৰ বিনে কোনো নাই জগতত।
একজন খোদা মাথো স্ৰষ্টা ভগবান
একখনি শাস্ত্ৰ মাথো পবিত্ৰ কোৰাণ।
এক মাথো ধৰ্ম এই নাম যে ইছলাম
ধৰ্ম প্ৰচাৰক তাৰা যতেক ইমাম।
ঈশ্বৰৰ দূত মহম্মদ হজৰত
কদাপি যে নাহে আল্লা মৰত লোকত।
পাপী তাপী তৰি যাবা তান নাম স্মৰি
কু-কৰ্মক এৰি যাবা নামাজক পঢ়ি।
নানা নামে দেৱ দেবী পূজা বিড়ম্বন
কেৱলে নামাজে তুষ্ট হোন্ত নাৰায়ণ।

ইছলামৰ বাণী আহি বিশ্বত প্ৰবেশিলা
বিশ্বৰ অনেক দেশে এই ধৰ্ম লৈলা।
জড় উপাসক জাতি বিশ্বত আছয়
অসত্য বৰ্ব্বৰ তাৰা কিছু নাজ্ঞা নয়।
মদ্য ধুম্ৰ পাণ আদি কুকৰ্ম কৰি
ইহাকেই ধৰ্ম বুলি থাকন্ত আচৰি।
জগত মধ্যতে জানা কত ধৰ্ম আছে
সংসাৰ ঘুৰিলে জানে জ্ঞানী সবে পাছে।
নানা ৰূপে নানা নামে জগতৰ লোকে
এক জন ঈশ্বৰক ধীয়াইয়া থাকে।
ইসব কথাক বাৰু এই মানে থওঁ
গুৰুৰ ধৰ্মৰ কথা দু-আষাৰি কওঁ।
জগতৰ গুৰু প্ৰভু শ্ৰীমন্ত শঙ্কৰ
লোকৰ উদ্ধাৰ হেতু ভৈলা অৱতাৰ।
আগতে কহিলো কলিৰ লোকৰ কাহিনী
বৈকুণ্ঠত নাৰায়ণে আহে আৰু জানি।
ধৰ্মক ৰক্ষাৰ হেতু নৰ দেহাকাৰ
কুসুমৰ গৃহে প্ৰভু ভৈলা অৱতাৰ।
গীতা ভাগৱত পুৰাণ আৰু বেদচয়
সমস্ত শাস্ত্ৰতে গুৰু পাৰদৰ্শী হয়।
হৰি নাম মাত্ৰ জানা সমস্ততে সাৰ
গৃহস্থীৰ বাবে কিছু লাগে কৰিবাৰ।
তীৰ্থত নোহয় ধৰ্ম জানিবা অকলে
প্ৰলোভনে লয় ধন দুষ্ট পাণ্ডাগণে।
কিন্তু তীৰ্থ দৰশন জ্ঞানৰ কাৰণ
ভ্ৰমণত জ্ঞান বাঢ়ে কয় জ্ঞানীগণ।

অনেক ভক্ত গুণী জ্ঞানীৰ সাক্ষাত মিলয়
এই হেতু তীৰ্থক্ষেত্ৰে লোক সব যায়।
যিজনৰ নাই কিন্তু বিস্তৰ ধন সোণ
কেনেকৈ কৰিব তেওঁ তীৰ্থত ভ্ৰমণ।
নলাগয় যতি ব্ৰতী সন্ন্যাসী হইব
সবাই সন্ন্যাস ললে সৃষ্টি কত হ'ব।
গৃহস্থী আশ্ৰম শ্ৰেষ্ঠ চাৰিৰো মধ্যত
ধৰ্ম অৰ্থ কাম মোক্ষ সব মিলে যত।
নিত্য কৰ্মে কত পাপ প্ৰত্যেহ ঘটয়
দান দক্ষিণা সেৱাত দোষ কটা যায়।
বৃদ্ধক কৰিবা মান কণাক মৰম
ৰোগীৰ শুশ্ৰূষা জানা পবিত্ৰ ধৰম।
প্ৰসূতি নাৰীক যিটো শুশ্ৰূষা কৰয়
পৰম ধাৰ্মিক সিজন পূণ্যবন্ত হয়।
বস্ত্ৰহীনক বস্ত্ৰ দান ক্ষুধিতক ভাত
অন্ন দানত জানিবা নাই জাত পাত।
অনাথক আশ্ৰয় দান আতুৰক ৰক্ষা
ইসব গৃহস্থী ধৰ্ম কৰি গলো বাখ্যা।
মই মোৰ এই ভাৱ নানিবা মনত
স্বাৰ্থপৰ হ'লে স্থান হ'ব নৰকত।
উচিত সত্য জানি লবা জ্ঞানী সবৰ পৰা
ইহা লাগি যদি তুমি আত্ম ত্যাগ কৰা।
পৰম খিয়াতি লাভ হ'ব জগতত
চিৰদিনে জীয়াই ৰবা লোকৰ মাজত।
এই ঘৰ-বাৰী ধন সবাই মোৰ হয়
দুদিনৰ পাছে তুমি হই যঁমালয়।
ইয়াতেই পৰি ৰব ঘৰ বাৰী ধন
সঙ্গত যাব মাথো পাপ আৰু পূণ্য।
একেটি ঘৰৰ ছাল আকাশ মণ্ডল
একেটি ঘৰৰ ভেটী এই ধৰাতল।
এই সূৰ্য্যই পোহৰায় দিনৰ ভাগত
এক চন্দ্ৰই পোহৰ কৰে নিশাৰ ভাগত।
একে বায়ু ভক্ষণ কৰে যত প্ৰাণীচয়
সম ভাৱে সকলোৱে লগা বস্তু পায়।
চৰাই নাসাচে বস্তু নিজৰ বাঁহত
নমৰে চৰাই আৰু খাদ্য অভাৱত।
আট্টালিকাবাসী আৰু পজাবাসীজন
শ্মশানত পাব স্থান সবাই সমান।
চতুৰ্ব্বিংশ অৱতাৰ কৰিলা বৰ্ণনা
শাস্ত্ৰ মধ্যে শ্ৰেষ্ঠ গীতা ভাগৱত জানা।
একদেৱ একসেৱ এক ধৰ্ম মাত্ৰ
হৰি নাম হৰি নাম হৰি নাম মাত্ৰ।
অন্য ধৰ্ম নিনিন্দিবা জানা কদাচিত
সদা আচৰিবা মাত্ৰ সৰ্ব্ব লোকহিত।
যেহি গুণে পৰম পিতাৰ জগত ধাৰণ
সেইটো গুণৰ নাম জানিবা ধৰম।
ধৰ্ম ৰূপে জগতক ধৰিয়া আছয়
এই সাৰ মাণি চলা যত ভক্ত চয়।
পৰম পাবিত্ৰ এই বিশাল ভাৰত
ইয়াতেই উপজিল ধাৰ্মিক কত শত।
গুৰু জন তীৰ্থক্ষেত্ৰে দ্বাদশ বৎসৰ
পদ ব্ৰজে ভ্ৰমিলন্ত ভাৰত ভিতৰ।

হিমাচল হন্তে সমুদ্রক লাগি যত
এই দেশে তীর্থ স্থান আছে যত যত।
বর্ষে বর্ষে এক ক্ষেত্রে কুম্ভ মেলা হয়
তাহাতেই সমাগম যত ভক্ত চয়।
প্রয়াগ হৰিদ্বাৰ, কাশী, নাসিক, প্রভাস
এই সর্ব তীর্থে যোগী কৰে যোগাভ্যাস।
তীর্থ যাত্রী যত লোক সবে সাধু নয়•
তাৰ মাজে দুই এক জানী ভক্ত হয়।
জ্ঞানী সবে জ্ঞানীক সহজে চিনি পায়
তাৰ সঙ্গে মিলা মিসা কৰিয়া বহয়।

ৰত্ন দ্বীপ ভাৰতৰ বাণী ৰত্ন ময়
মহন্ত সকলে খুজি বিচাৰিয়া লয়।
জগতৰ জ্ঞানী গুৰু শ্ৰীমন্ত শঙ্কৰ
নানা স্থানে নানা তীর্থে ভ্ৰমিলা বিস্তৰ।
সংগ্ৰহ কৰিলা আৰু নানা শাস্ত্ৰ চয়
বাদ্য ভগু আদি কৰি কত বস্তু চয়।
গুৰুৰ কিঙ্কৰ ঘন এই পদ স্মৰি
নিৰন্তৰে সব লোকে বোলা হৰি হৰি।

• *নয় - নহয়*

***এই আখ্যানৰ বহুখিনি নীতিশাস্ত্ৰ আৰু ভাগৱত পুৰাণ আদিৰ সহায়ত লিখা হৈছে।***



## *সৰ্ব্ব হাৰাৰ ওপৰত উৎপীড়ন আৰু গুৰুসকলৰ জন্মৰ পুৰ্ব্ব যুগৰ বৰ্ণনা*

### *পদ*

গুৰুৰ চৰিত কথা কৰি আৰম্ভণ
অগ্ৰেতে কহিলো সৰ্ব্ব হাৰা উৎপীড়ন।
কামৰূপ ৰাজ্য ভাগি দশ ৰাজ্য ভৈল
ইখন সিখন মধ্যে কিছু নাই মিল।
মৰাণ, মটক,অহম, কিৰাত, কচাৰী
কোচ ৰাজ্য কমতাপুৰ চুতীয়াক ধৰি।

খাচিয়া জন্তীয়া নগা ভুঞা মনিপুৰ
এখন ৰাজ্যতে ৰজা হইল প্ৰচুৰ।
সীমাহেতু লাগে বাদ ৰণ ঘোৰতৰ
শক্তি পূজা পাতে সবে শত্ৰু জিনিবাৰ।
***কৰ্ম গণ্ডী যত ঠেক হয় মানুহৰ***
***মনৰ গণ্ডী তত ঠেক জানিবা ঠাৱৰ।***

বুদ্ধি জীৱি গণে লোবে ইহাৰ সুযোগ
মানুহৰ মধ্যে তাৰা মিলাৱে দুৰ্যোগ।
প্ৰলোভনে প্ৰলুদ্ধ কৰয় নৰ-নাৰী
আপোন স্বাৰ্থৰ সুযোগ লৱয় বিচাৰি।
নিজ স্বাৰ্থ হেতু ধবংস কৰে জ্ঞান পথ
লোক মাঝে মিলাৱেযে নানান সঙ্কট।
সঙ্কট মিলিলে নৰ বুদ্ধি ভ্ৰষ্ট হয়
অঠাই জলে পৰি যেন ককবক কৰয়।
এক ডালি তৃণ যেন লাগ পাইলে হাতে
থাপ দিয়া ধৰে তাত প্ৰাণৰ আশাতে।
সেই ৰূপে ইটো ৰাজ্যে মিলি অমঙ্গল
লোক সব বুদ্ধি ভ্ৰষ্ট হইল সকল।
পৰাক্ৰমী যেইজন লোক মাঝে হয়
জোৰ যাৰ মুলুক তাৰ ইটো কথা কয়।
ইহতক তোষণ কৰে বুদ্ধি জীৱি গণ
বল বুদ্ধি একত্ৰ, হইল তখন।
ইহামিলি উৎপীড়ন কৰে প্ৰজাগণ
কৌশলে লুণ্ঠন কৰে পৰদাৰা ধন।
শক্তি পূজা পাতি কৰে নানা পশু বলি
আৰ ততোধিক কথা মনুষ্যৰ বলি।
চুৰি কৰি আনে কত দৰিদ্ৰ সন্তান
আগে বলি দিয়া পৰে দিয়ে ধন।
নিশা ভাগে কালি পূজা পাতে জঙ্গলত
হাহ পাৰ আৰু ছলি কাটে আনি তাত।
অধাৰ্মিক জনে ধৰ্ম আসনত বহি
যতে স্বাৰ্থ পায় তাকে ধৰ্ম বুলি কহি।

সুৰা নাৰী সতে ক্ৰিয়া ধৰ্মৰ প্ৰধান
এতে কতে ছলে বলে ধন নাৰী আন।
বল কৰি ধৰি আনে সুন্দৰী যুৱতী
যেনে প্ৰকাৰেই হোক মনৰ সাধে-প্ৰীতি।
আত্মা তুষ্ট হইলে তুষ্ট হব ভগবান
সুৰা ভোগী নাৰী ভোগী অতি ভাগ্যবান।
শক্তি নাথাকিলে কোনে পাব ভোগ্য ধন
এইহেতু কৰা সবে শক্তিক পূজন।
ইখন সিখন ৰাজ্য মাজে যদি লাগে ৰণ
প্ৰতিখন ৰাজ্যতে হয় শক্তিৰ পূজন।
কালী দুৰ্গা শিৱ দেৱ মহাশক্তি মান
যিটো জনে কৰে আক পূজা আৰু ধ্যান।
সন্তুষ্ট হইলে এই দেৱতা সকল
বঢ়াইব দেহৰ শক্তি আৰু ধন বল।
ই কথা প্ৰচাৰ কৰে লোকৰ মাজত
এই হেতু প্ৰজা সব কুকৰ্মতে ৰত।
পৰ দাৰা, পৰ পুত্ৰ, পৰ কন্যা কত
কাঢ়ি আনি বিক্ৰি কৰে ধনাঢ্য লোকত।
বলে ধৰি আনে আৰু ধৰ্ম নষ্ট কৰে
জোৰ কৰি নচুৱায় সভাৰ ভিতৰে।
পুত্ৰক বুকুত বান্ধি দুখী মাতৃ গণ
পৰ্ণ কুটীৰত বাস কৰে চিৰন্তন।
সেয়ে নয় মাতৃৰ পুত্ৰ বলে কাঢ়ি আনি
বলি কাটি সন্তুষ্ট যে কৰয় গোসানী।
হাপুত্ৰ পুত্ৰ বুলি কান্দে হাৱৰাই
পাগলিনী হইয়া ফুৰে বিচাৰি নাপাই।

ৰজাত গোচৰ দিলে ফল কিছু নাই
বাক্যে সন্তোষিত কৰে খাইছে গোসাই।
গোসাইৰ ভোগত লাগি মৰিছে তনয়
শোক নকৰিবা মাতৃ ধৰ্ম লাভ হয়।
দুই চাৰি কড়া দিয়া বিদায় কৰয়
এই ৰূপে কত মাতৃ পুত্ৰ হাৰা হয়।
এক কথা আছে কিন্তু সব লোকে মানে
বিপদে পৰিলে আহি ৰাখে নাৰায়নে।
নাৰায়ন বিনে আৰ কিছু গতি নাই
দিনে ৰাতি নাম জপে দুখী বিধবাই।
কোনো জনে নাম হৃদয় বিদাৰি
নাম জপি কান্দে কেৱে ধাকুৰি ধাকুৰি।
পিতা মাতা দুই জনে গলা গলি কৰি
পুত্ৰৰ কাৰণে কান্দে ভুমিত বাগৰি
চকুৰ লোতকে তাহাৰ নদী বই যাই
বাগৰি বাগৰি কান্দে বোকাত লুটি খাই।
ভাই ভনী সবে কান্দে হাও ৰাও কৰি
অজ্ঞান বা সজ্ঞানে মুখে বোলে হৰি হৰি।
কত মাতা পিতা কত আত্মহত্যা কৰে
জলে জাম্প দিয়া কত পিতা মাতা মৰে।
ভাগ্যক ধিয়াই থাকে সব প্ৰজাগণ
বাধিবাৰ শক্তি কাৰ যি কৰে ৰাজন।
এনেদৰে দিন যায় ৰাতি নুপুৱায়
মানুহৰ একো শান্তি সুখ নাথাকয়।
সুখ শান্তি বিবৰ্জিত দুখী প্ৰজাগণ
দেশ দহৰ উন্নতি কেৱে নকৰে চিন্তন।

অন্ধকাৰ ময় যুগ ই সব জানিয়া
জীবিত থাকিব মাত্ৰ খাইয়া লইয়া।
অৰণ্যৰ হৰিণগণ কোমল ঘাহ খাই
বিচৰণ কৰে বনে ইঠাই সিঠাই।
কাৰো প্ৰতি হিংসা তাৰ কভু নাথাকয়।
শত্ৰুৰ চিন্তা কিন্তু তাৰ নিবৃত্তি নহয়
নিশ্চিন্তে খন্তেকো ঘাহ খাইতে নপাৰে
সামান্য শব্দে সবে ভিৰাই লৰ মাৰে।
মৎস সবে জলে থাকে উমলি জামলি
ধাৰে উজা ধাৰে ভাহে নানাখেলা খেলি।
হিংসা দ্বেষ অসূয়া তাৰ কভু নাথাকয়
আনন্দতে সদা মত্ত জীবিত সময়।
সিহঁতৰ কত শত্ৰু লেখ জোখ নাই
সৰ্প উদ বাজপক্ষী আৰু নৰচয়।
সোহিমতে সাধাৰন প্ৰজাবৃন্দগণ
কাহাৰো দয়াৰ পাত্ৰ নোহে কোনোজন।
তাহাতৰ কান্দোন মাথো অৰণ্য ৰোদন
উচ্চ আঢ্য বস্ত সবে নকৰে গণন।
কেওু থাকে, কেও মৰে, কেও হত্যা হয়
কাৰ কথা কোনে চিন্তে কোন সঙ্গে যায়।
মহাপৰাক্ৰমী জাতি উদাৰ মহান
অজ্ঞানতে তল গৈলা হেৰাই শাস্ত্ৰজ্ঞান।
বুদ্ধি মান লোক গনে তাহাতক লই
আপোনাৰ স্বাৰ্থ আদায় কৰে সৰ্ব্বদাই।
গড্ডালিকা প্ৰবাহতে এক ভেড়া যায়
অনুগামী সব ভেড়া ভাহিয়া মৰয়।

এহিমতে যাৰ নাই হিতাহিত জ্ঞান
অজ্ঞান কূপত পৰি এৰে সিটো প্ৰাণ।
বুদ্ধি মান লোকগণে তাহাতক লই
আপোনাৰ স্বাৰ্থ আদায় কৰে সৰ্ব্বদাই।
সৰ্ব্বহাৰা গন হ'ল উপায় বুদ্ধিহীন
নিজস্ব হেৰাই হল পৰত বিলীন।

সবে মাথো চিন্তা কৰে শ্ৰীহৰি চৰণ
অনাথক উদ্ধাৰ আহি কৰা নাৰায়ণ।
দৰিদ্ৰৰ কাতৰ বাণী বৈকুণ্ঠ ঢুকিলা
শব্দ বানে নাৰায়ণ উঠিয়া বহিলা।
ব্ৰহ্মা শিব দুই জনৰ সঙ্গে একদিন
আলোচ কৰি তিনি মৰ্ত্ত্যৰ কুদিন।

শ্ৰীগুৰু চৰিত কথা অতি অনুপম
শ্ৰবন কীৰ্ত্তনে গতি মিলয় পৰম।



## *গোলক বৈকুণ্ঠ ধামত ব্ৰহ্মা, শিব সমে নাৰায়ণৰ মিলন সম্বাদ*

### *পদ*

গোলক বৈকুণ্ঠপুৰী সবাৰ ওপৰ
লক্ষ্মী সহ ৰত্নাসনে বহি গদাধৰ।
একদা চিন্তিত মন পতিয়ন নাযাই
মৰত বাসীৰ হেতু কি কৰো উপাই।
লক্ষ্মী বোলে জগত পতি পতিতৰ ধন
কি কাৰণে তব নাম পতিত পাবন।
যেতিয়া অধৰ্মে বেঢ়ি ধৰে মহীতলে
পৰিত্ৰাণ হেতু অবতীৰ্ণ ভূমিতলে।
অদ্যাপি সেহিসে সমস্যাই বিৰাজিত
নিশ্চয় অবৰ্তীৰ্ণ হব লাগিব ভূমিত।
ভূভাৰ হৰণ হেতু মৰ্ত্ত্যলোকে যাইবা
ভাৰতত জনমিয়া ধৰ্মক ৰাখিবা।

এই কথা আলোচিয়া মনে গুণি এক
মাতিয়া পঠালা তিনি স্বয়ম্ভূ শিবক।
তিনি জনে এক সঙ্গে উপবিষ্ট হুয়া
আলোচ কৰিলা কথা অতি মন দিয়া।
ক্ৰোধেতে কৰিলা প্ৰশ্ন জোটাধাৰী প্ৰতি
তব নামে কিয় ঘটে অঘটন সম্প্ৰতি।
ভোলা নাথ বোলে প্ৰভু দেৱতা সকলে
একোতে নাপায় পূজা তব নাম ললে।
তব নাম লৈয়া লোক বৈকুণ্ঠে চলয়
দেৱতাতকৈও শ্ৰেষ্ঠ মনুষ্য হোৱয়।
এই বুলি নত হুয়া দেৱ ভোলা নাথ
দুই কৰে প্ৰণামিয়া নমাইল মাথ।

সব অপৰাধ প্ৰভু নিবেদিব আমি
ক্ষমি ওক মোক হেৰা জগতৰ স্বামী।
ব্ৰহ্মায়ো নামিলা বিষ্ণু চৰণত পৰি
মহা ভুল ভৈলা এবে ৰক্ষা কৰা হৰি।
এহি বুলি তিনি জনে আসনে ৰহিল
মৰত বাসীৰ কথা আলোচ কৰিল।
শিব বোলে জগন্নাথ কৰো নিবেদন
আমাৰ অন্তৰৰ কথা শুন দিয়া মন।
তব নাম জপি পায় পৰম মুকুতি
মৰ্ত্ত্য এৰি তব সঙ্গে বৈকুণ্ঠত স্থিতি।
যতেক মনুষ্য ভক্ত তব সঙ্গী হয়
দেৱতা সকলে কিন্তু দৰ্শনও নপায়।
দেবতাৰো শ্ৰেষ্ঠ হোৱে তব ভক্তগণ
এক পথ মাথো তব নামক চিন্তন ।
দেবগণ মিলি মোক তপস্যা কৰিলা
পূজা লাগে বুলিয়া আমাক মাগিলা।
বাম মাৰ্গ দেখাই আমি লোকৰ মাজত
বেদাচাৰ শাস্ত্ৰচাৰ লুপ্ত কৈলো■ যত।
বামা চাৰে সব লোক ৰসাতলে গৈলা
মনুষ্যৰ মধ্যে আহি প্ৰলয় মিলিলা।
অত এব ক্ষমা কৰা প্ৰভু নাৰায়ণ
দোষ ক্ষমা কৰি মোক কৰা পৰিত্ৰাণ।
মনুষ্যৰ আৰ্ত্তনাদে প্ৰাণ ফুটি যাই
তাহাতক ৰক্ষা হেতু কৰোক উপাই।

মোৰ নামে অবতীৰ্ন মৰতে হুয়োক
বেদ শাস্ত্ৰ ব্যাখ্যা কৰি লোকত বুজাওক।
অন্ধ কাৰাচন্ন লোকে জ্ঞান বন্তি লই
আপোনাৰ পথ বাচি লৈব সবে গই।
আৰু এক অদভুত কথা নাৰায়ণ।
বামাচাৰে প্ৰজা দোষী হইল এখন।
নিস্তাৰ নাপাইলো ময়ো কব লাগে ভয়
বামাচাৰ পাপে মোৰ ৰোগ হইল ক্ষয়।
ক্ষয় ৰোগে ভুঞ্জি আমি যাতনা পাইলু
তব নাম ধৰ্ম লোপে যাতনা পাইলু।
এতিক্ষনে অনুৰোধ ৰাখহ আমাৰ
আমাৰ শঙ্কৰ নাম ৰাখহ তোমাৰ।
তব আজ্ঞা বাহী হুয়া আমিও যাইবো
তোমাৰ মাধব নাম আমিও লইবো।
এইৰূপে দুয়োজনে ধৰা ধামে গই
তোমাৰেহে নাম ধৰ্ম প্ৰচাৰিবো যাই।
শিবৰ শুনিয়া বাণী প্ৰভু পীতাম্বৰ
হৰিষতে হাসিলন্ত ঈষত সুমধুৰ।
ব্ৰহ্মায়ো শুনিলা বাণী হে নাৰায়ণ
ভোলা নাথৰ অনুৰোধ ৰাখহ এখন।
অৱতাৰ হোৱা তুমি তাহাৰ নামত
আমিও কৰিবো সহায় সাধ্য আছে যত।
পাৰিষদ গন যাইবো সঙ্গত তোমাৰ
সাধিবো তোমাৰ কাৰ্য্য যিবা শক্তি যাব।

■*কৈলো - কৰিলো*

ব্ৰহ্মা ৰুদ্ৰ বচনে আশ্বস্ত নাৰায়ণ
অল্প হাস্য কৰি তিনি বুলিলা বচন।
নৰলোক ৰক্ষাহেতু পৃথিৱী যাইবো
শঙ্কৰ নাম ধৰি আমি অৱতীৰ্ন হইবো।
চাৰি দিকে চাৰি অংশে হইব অবতাৰ
প্ৰতি অংশে আৰু চাৰি প্ৰত্যাংশ আমাৰ।
পূৰ্ব্ব দিকে মূখ্য অংশ শংকৰ নাম ধৰি
দামোদৰ মাধবদেৱ ভট্টদেৱ হৰি।
ৰামানুজ ৰমানন্দ আৰু হৰিব্যাস
চৈতন্য নানক আৰু কবীৰ সুৰদাস।

পশ্চিম ক্ষেত্ৰত হইব নাম তুকাৰাম
তাৰ সঙ্গে সঙ্গী হইব তুলসী দাস নাম।
জগতে তুলিব সবে হৰি নাম ধবনি
প্ৰচাৰিব জগততে ৰাম হৰি বাণী।
অৱতাৰ পুৰুষ গুৰু শ্ৰীমন্ত শংকৰ
দামোদৰ মাধবদেৱ তান অনুচৰ।
ব্ৰহ্মা বিষ্ণু শিৱক স্মৰিও একবাৰ ।
সবাৰে কৃপাত হোক পাতকী নিস্তাৰ।
হৰিক স্মৰিয়া সবে তান নাম স্মৰি
ডাকিয়া ঘোষিও সবে ৰাম ৰাম হৰি।



## *নাৰায়ন শ্ৰীশঙ্কৰ ৰূপে ধৰাত অৱতীৰ্ণ হোৱাৰ কথা*

### *পদ*

বৈকুণ্ঠ ধামত বহি প্ৰভু নাৰায়ণ
অবতীৰ্ণ হোৱা কথা কৰিলা চিন্তন।
ভাৰতৰ পূৰ্ব্ব দিক অতি ভয়ঙ্কৰ
লীলা ক্ষেত্ৰ ঠাই দানব অসুৰৰ
ধৰ্ম গ্লানি ইটো ৰাজ্যে অত্যধিক হয়
ধৰ্মৰ নামেতে ঘটে তামসিক চয়।
ভক্তগন পুচিলা বাপ বঢ়াৰ নন্দন
কিবা গুণে আহিল হৰি কামৰূপ ভুবন।
লীলাক্ষেত্ৰ প্ৰভুৰ যে সেঁই বৃন্দাবন
মথুৰাতে জনমিল প্ৰভু নাৰায়ণ।

অযোধ্যাত জনমিলা শ্ৰীৰাম লক্ষ্মণ
সেই স্থান এৰি প্ৰভু আহিল কি কাৰণ?
অস্ত্ৰ শস্ত্ৰ হাতে নাই মাথো শাস্ত্ৰখনি
জোটা ধাৰী নোহে কিন্তু সাংসাৰিক
তিনি।।
কামৰূপখনি ভাঙি দশ ৰাজ্য যে হইল
মনুষ্য গনৰ মনৰ গণ্ডী ঠেক ভৈল।
সন্ন্যাসী নহয় নাযায় আশ্ৰম ভিতৰ
হৰি নাম গাই ফুৰে লোক নিৰন্তৰ।
লোকে মধ্যে অৱতাৰ এই নাৰায়ণ

তোমাৰ আমাৰ সতে তেওঁ একজন।
নিচিনিলে গুৰুক যে বুজন নাযায়
তান পদ পৰশে সমস্ত কাজ হয়।
কত দিনে দেখিছিলো তাহাৰ স্বৰূপ
মনুষ্যৰ কায়া কিন্তু ৰূপ চতুৰ্ভুজ
মোৰ সতে একে লগে শুইল একদিন
প্ৰভাতৰ অগ্ৰেতে আমি এৰিলো শয়ন।
গুৰুক প্ৰণামি শয্যা খনিক এৰিলো
চতুৰ্ভুজ ৰূপ আমি তেখনে দেখিলো।
চাৰি বাহু মেলি গুৰু শুইয়া আছয়
মুখ কান্তি যেন এক চন্দ্ৰমা জ্বলয়।
ইহা শুনি ভক্ত গন আচৰিত ভৈলা
কণা কণি কৰি কথা বুলিবে লাগিলা।
সেই কথা আজি বাৰু এই মানে থও
প্ৰশ্নৰ উত্তৰ আমি এতিক্ষণে দিও।
পূৰ্ব্বতে আহিছিল হৰি কামৰূপ ভুবন
চাৰিবাৰ আহিছিল চাৰিটি কাৰণ।
প্ৰথমতে বেদনিধি বিপ্ৰ একজন
কৃষ্ণক আনিলা সব্যাক নিবৰ কাৰণ।
কুণ্ডিলত পশিয়া ৰুক্মিনীক যে নিল
প্ৰথম বাৰত এয়া কামৰূপ পৌশিল।
বৰদোৱা থানে তিনি ক্ষনিক জিৰাই
বৃক্ষ তলে ৰুক্মিনীক সান্ত্বনা দিৱই।
তাহাতে বুলিলা বাণী জন্মিব ইয়াত
ৰুক্মিণীৰ আগে তেওঁ বুলিলা সাক্ষাত।
অশ্বক্লান্ত ঘাটে ঘোৰা জলক খাইল
গোবিন্দৰ এক খোজ তথাত পৰিল।
তীৰ্থস্থান ভৈলা সিটো সেই দিন ধৰি
অতি পূন্যশীল সেই ক্ষেত্ৰ থৈলা হৰি।
নৰক নিধনে নাৰী উদ্ধাৰৰ হেতু
আহিল কামৰূপ ধামে গৰুড়ৰ কেতু।
পঞ্চ পাণ্ডৱৰ সঙ্গে ৰথত আহিল
অনিৰুদ্ধক নিবৰ হেতু শোণিত পুৰে গৈল।
বাণক পৰাভুত কৰি নিলেক উষাক
অনিৰুদ্ধ সতে বিয়া দিলেক তাহাক।
দেখিছিল সেই কালে প্ৰভু নাৰায়ণ
তামাসিক কৰ্ম্মেৰত সব প্ৰজাগন।
এতেক শুনিয়া মনে দেখিল আপুনে
দুস্যুৰে পীড়িত হয় নীৰিহ প্ৰজাগনে।
পূৰ্ব্ব কথা সুৱৰিয়া প্ৰভু নাৰায়ণ
কামৰূপ ধামেতে জন্ম লভিল এখন।
শঙ্কৰ নাম ধৰি কিয় ই ঠাই আহিল
পূৰ্ব্বতে সমস্ত কথা বিস্তাৰি বুলিল।
ভগদত্ত ভাস্কৰ বৰ্মা কামৰূপ নৃপতি
পৰম ধাৰ্মিক বুলি জগততে খ্যাতি।
তাহাৰ পিচৰ যত ঘটনা হইল
পূৰ্ব্বৰ অধ্যায়ত আমি সমস্ত কহিলু।
এতেকে আহিল প্ৰভু কামৰূপ ভুবন
ধৰ্ম ৰক্ষা ভক্ত ৰক্ষা জানিবা কাৰণ।
শিলিখাৰ গুটি আৰু বৃক্ষ চৰ্ম ধৰি
বাহৰ চেকনি আৰু বনৰ খাগৰি।

গৰু মূতে পচাই গুটি শাস্ত্ৰ লিখি যায়
লোকৰ মধ্যত বহি শাস্ত্ৰক পঢ়ায়।
গীতা ভাগৱত সাৰ হৰি নাম জানি
হৰিলা প্ৰজাৰ মন আপোনা আপুনি।
মধ্যত পতিলা গুৰু নাম ৰত্ন হাট
হৰি নাম প্ৰচাৰিলা সত্ৰ বৰদোৱাত।
মাধৱ গুৰুৰ বাণী পৰম অমৃত
শুনিয়া ভকতগণ মন পুলকিত।
এবে শুনা ভক্তগণ গুৰুৰ চৰিত
কোনোবা আহিল সঙ্গে গুৰুৰ লগত।
দ্বাদশ বৈষ্ণৱ আৰু মহাভক্ত ছয়
সঙ্গে লৈয়া নাৰায়ণ ই খানে আহয়।
ব্ৰহ্মা, হৰ, মনু আৰ সনত কুমাৰ
যম আৰু জনক আহি ভৈলা অৱতাৰ।
কপিল শুকদেৱ ভীষ্ম দেৱৰ্ষিনাৰাদ
সুদাম চিদাম আদি যত পাৰিষদ।
প্ৰহ্লাদ আহিল আৰু আহিল তাৰ নাতি
ধৰাধামে অবতীৰ্ন ধৰ্ম ৰক্ষা প্ৰতি।
উদ্ধব মৈত্ৰেয় জাম্ব বন্ত হনুমান
বিদুৰ বিভীষণ আদি যত ভক্তগণ।
সবেও আসিয়া ভৈলা ধৰাত অৱতাৰ
অতি কষ্টে ভাগবত কৰিলা উদ্ধাৰ।
যিবাজনে যিবা নাম ঐত ধৰি আছে
সি সব কথাক এবে জানি বাহা পাছে।
গুৰু অৱতাৰ স্মৰি এৰা আন কাম
সঘনে ঘুষিও ডাকি বোলা ৰাম ৰাম।

:—x—:

## *বটদ্ৰৱা থানৰ বৃত্তান্ত*
## *মৃত্যু সঞ্জীৱনী কুণ্ড আৰু অক্ষয় শিলিখা বৃক্ষৰ বিবৰণ*

### *পদ*

মাধব বোলয় শুনা ভক্ত বৃন্দগণ
বট দ্ৰবা থানে প্ৰভুৰ জন্ম কি কাৰণ।
কিবা ৰূপে এই থানে লীলা দেখাইলা
ইটো অৱতাৰে প্ৰভু কি কাৰ্য্য কৰিলা।
পূৰ্ব্বত আছিল ইটো যিবা নামে খ্যাত
গুৰু জন জন্ম লৈ হইলযে প্ৰখ্যাত।
ভক্তবৃন্দগণ বৰ আনৰ্ন্দ লভিলা
বটদ্ৰবা থানৰ কথা শুনিবাক লৈলা।
কথা শুনি শুনি বৰ আনন্দ লভয়
আনন্দ সাগৰে মজি আপ্লুট হোৱয়।
মাধবে বুলিলা বটদ্ৰৱা বিবৰণ
অতীব যে পূন্য ভুমি বৰদোৱা থান।
পূৰ্ব্বতে বৰাহ ৰূপী প্ৰভু ভগবান
উদ্ধৰিলা বসুন্ধৰা এই ভুমি খান।
জলমধ্য হস্তে দন্ত অগ্ৰেতে তুলিলা
নাৰায়ণ শৰীৰৰ আকাৰ ক্ষীণ ভৈলা।

ভাগৱতে ভুমি মধ্যে শয়ন কৰিলা
শুকৰ স্বভাৱে প্ৰভু ভুমিত লেটি লৈলা।
অকণমান কুণ্ড এটি খানি লন্ত গই
কুণ্ড মধ্যে লেটি লৈয়া থাকিলন্ত ৰই।
তান মধ্যে নোম এক সাৰিয়া পৰিল
কত দিন পৰে এক বট বৃক্ষ ভৈল।
সত্য ত্ৰেতা দ্বাপৰ আৰু কলিত ৰহিল
চাৰি যুগে এই কুণ্ড সি থানে থাকিল।
আৰু এক বৃক্ষ এই শিলিখা প্ৰধান
কৃষ্ণৰ হাতৰ গুটি গজিলা ই থান।
ভক্তগণ কথা শুনি আচৰিত ভৈলা
কিবা হেতু ভগবান ই থানে আহিলা।
প্ৰশ্ন শুনি বুলি লন্ত বঢ়াৰ নন্দন
ভীষ্মক ৰজাৰ ৰাজ্য কুণ্ডিল ভুবন ।
তাহাৰ কন্যাক বিয়া কৰে নাৰায়ণ
ৰূপে গুনে অনুপম ই তিনি ভুবন
ভাৰতৰ পূৰ্ব্ব দিকে কুণ্ডিল নগৰী
চালেই চমক লাগে যেন ইন্দ্ৰপুৰী।
লোহিত্যৰ সমীপত ছিল এই থান
কাষেৰে আছয় বই কুণ্ডিল নৈ খান।
তিনি ফালে গিৰিমালা শোভা কৰে আতি
বিচিত্ৰ শোভাৰ ক্ষেত্ৰ যেন অমৰাৱতী।
ৰুক্মিনী হৰণ কাব্য গুৰু যে লিখিল
সৌন্দৰ্য্যৰ আকৰ বুলি কত বথা নিল।
অতি মনোৰম পুৰী প্ৰকৃতিৰ থলী
সবে কয় মৰ্ত্ত্য মধ্যে অমৰাৱতী বুলি।

চতুৰ্দ্দিকে বান্ধি মাৰ শাৰী শাৰী গছ
নাৰিকল তামোল বাহ কল আনাৰস।
আম কঠাল বেল টেঙা আৰু যে লেটুকু
কমলা লেবুৰ বৃক্ষ তামোল দাৰুক;
নানান কদলি আছে বস্তিৰ ভিতৰ
আঠিয়া, মালভোগ বৰতমণি, মনোহৰ।
পাল হাতী কত আছে সীমা সংখ্যা নাই
হস্তী গনে কদলিক উভালিয়া খাই।
হয়, গৰু, মহিষ আছয় পালে পাল।
দধি, দুগ্ধ, ঘৃত, মধু কাৰো নাই আকাল।
এইখানে ছিল সেই ভীষ্মক নৃপতি
পুত্ৰ সম পালে প্ৰজা নাই ভয় ভিতি।
শাৰী শাৰী নাৰিকল গছ আছে ৰই
পুষ্কৰিণী আছে বুকে উতপল লই।
নীলা, ৰঙা, বগা, কলা, কত বৰ্ণ ফুল
দেখিলে মনুষ্য হোৱে মন ব্যাকুল।
ৰাজহংস, শ্বেত হংস, নীলা হংস, আদি
জাকে জাকে চৰি থাকে সৰোবৰ ভেদি।
বিবিধ মাজৰ বস্তু সীমা সংখ্যা নাই
যিখোজে তাকে পায় কুণ্ডিলাৰ ই ঠাই।
এই থানে ভগবান ৰুক্মিনী হৰিলা
সয়ম্বৰৰ যত ৰজা পিচত খেদিলা।
ৰথে চৰি ভগবান বটদ্ৰবা পাইলা
ঘামি জামি বৃক্ষ তলে জিৰাই ৰহিলা।
তথাত দেখিল এক বিয়া গোম বট
শুষ্ক পত্ৰে আবৰিছে বৃক্ষ তল যত।

কাষত ৰই আছে এক সৰু সৰোবৰ
ভগৱতে শোৱে শুষ্ক পাতৰ ওপৰ।
ধনু খান ৰাখিল বট বৃক্ষে আওজাই
শুইয়া পৰিল প্ৰভু ভাগৰুৱা হই।
সৰ্ব্ব অঙ্গ ঘামি জামি বস্ত্ৰ যে তিতিল
টানা* হাতে লই সব্যা ঘাম মচি দিল।
মাধব বুলিলা হেৰা ভীষ্মক জীয়াৰী
এই দেশে যত আছে ৰমনী সুন্দৰী।
তেজাল বদন হাস্য মুখ শ্ৰীসবাৰ
হংস গ্ৰীবা তিলফুল নাসিকা তাহাৰ।
গোলাকাৰ মুখমণ্ডল কপাল উন্নত
চকু জুৰি তিৰি বিৰি চপলা যেমত।
কলা কেশ কোচা পৰে তপিনাক চুই
কামান্ধ পুৰুষ সবে দেখি ভোল যাই।
উন্নত যুগল স্তন বক্ষ উৰ্দ্ধাকাৰ,
হাতৰ আঙুলি দীৰ্ঘ সূচ্যাগ্ৰ আকাৰ।
কৰি কৰ সম উৰু তপিনা যে স্থুল
ককাল মুঠিয়া সুন্দৰ চৰণ যুগল।
ডিমা দুটি দেখি যেন ৰাম কল ডিল
অপৰূপ ৰূপৱতী দেৱে যায় ভোল।
মনে গুনে মাধৱ যে লোক সবে কয়
ই দেশৰ নাৰীগণে যাদুক জানয়।
আহিলে পুৰুষ বীৰ দেশ চাব ঘুৰি
নোৱাৰে উলটি যাব নিজ দেশে ফিৰি।

ভেড়া বনাই ৰাখে এই ৰাজ্যৰ ৰমণী
নাহে বহু লোক ইহা ইটো মনে গুণি।
কিন্তু ইটো কথা যেনে বাহিৰত প্ৰচাৰ
ৰূপ কথা মাত্ৰ মই কৰি ললো সাৰ।
কৰ্মটো পটুক নিজে সব কৰ্ম জানে
ধান ৰোৱে ধান কাটে মাথে কড়ি আনে।
কাপোৰ বয়, খৰি ফালে, ৰন্ধা বঢ়া কৰে
লখিমীৰ দেশ ইটো বিশ্বৰ ভিতৰে।
তুলনা নাপাও মই পৃথিৱী ভিতৰ
আছে জানো কোনো ৰাজ্যে সম ই সবৰ।
ধন্য ধন্য মাতৃ জাতি এই কামৰূপৰ
মৈথুনতো মন প্ৰাণ কাঢ়ে পুৰুষৰ।
আমাৰ প্ৰণয়ী সতী ইহেন ৰাজ্যৰ
পটেশ্বৰী হব মোৰ এই শ্ৰীকৃষ্ণৰ।
ঈষত হাসিয়া বোলে ৰুক্মিনী সুন্দৰী
তামোল পান আছে সঙ্গে খাও মনপুৰী।
এই বুলি দেবী পাছে টৌপলা খুলিলা
কটাৰী হাতত তুলি তামোল কাটিলা।
হঠাতে যে চুন টেম্মু বাগৰি পৰিল
বাগৰি বাগৰি টেম্মু জলত ডুবিল।
সব্যা* বোলে চুন টেম্মু আনি দিয়া যাই
চুন হীন তামোলৰ কিছু স্বাদ নাই।
ইটো শুনি নাৰায়ণ ঘপহে উঠিলা
জল হস্তে নামি চুন টেম্মু আনি দিলা।

*টানা - গামোচা*

*•সব্যা - ৰুক্মিণীৰ আন নাম*

তেতিয়াৰ পৰা ভৈলা নাম টেম্বুৱাণী
শস্যে মস্যে অনুপম এই ঠাইখিনি।
ইহা শুনি ভক্তগণ হৰষিত ভৈলা
কৰযোৰে পুচিলন্ত পৰে কিনো ভৈলা।
মাধৱ বোলন্ত ভক্ত বৃন্দ শুনা আৰ,
তাৰ পাছে যত লীলা ভৈলা মাধৱৰ।
ৰুক্মিনী পুচিল প্ৰভু কিনো এই ঠাই,
প্ৰকৃতিৰ ৰম্যস্থান তুলনা যে নাই।
ফল ফুল বৃক্ষ সব আছে এই ভুমি
ভ্ৰমৰে গুঞ্জৰে ফুলে ফুলে মধু চুমি।
মন প্ৰাণ কিয় যে প্ৰকৃতি নিয়ে হৰি
যাবলৈ নোখোজে মনে এই ঠাই এৰি।
কিয় যে থামিলা প্ৰভু এই বৃক্ষ তলে
মন আজি কিয় মোৰ ঘনে ঘনে দুলে।
তামোল কাটি কাটি দেবী কথাক চলাৱে
মিচিকি মিচিকি হাঁহি বচন বোলাৱে।
নাৰায়ণ বোলে দেবী থানৰ কাহিনী
হল ইটো ঠাই এনে ভুবন মোহিনী।
পূৰ্ব্বে এক জন্মে আমি বৰাহ ৰূপ ধৰি
জল হন্তে মোদিনীক আনিলো উদ্ধাৰি।
সেই কালে ভ্ৰমন্তে একদা লেটি মাৰি
শুইছিলো এই ক্ষেত্ৰে ভাগৰি জুগৰি।
তেতিক্ষণে হ'ল এই জল সৰোবৰ
তাৰ পৰা উঠিয়া আহিলো খৰতৰ।
পাৰত সৰিলা নোম শৰীৰৰ হন্তে
সেই নোম গৈয়া পৰিলন্ত এক গাতে।

নোমৰ পৰা এই বৃক্ষ এত বৰ হইলা
ডালে পাতে আহি বৃক্ষ পৰ্ব্বত সম
ভৈলা।
পৰ্ব্বত সমান বৃক্ষ তলে কত জন
নিৰ্ভয়ে জিৰাই আহি কৰয় শয়ন।
তাৰ পাছে ভক্তগন পুছিলা মাধৱত
অদ্য বধি ৰই আছে নেকি বৃক্ষ গোট।
আন কিবা বৃক্ষ আছে সমীপে ইয়াৰ
কৌতুহল জাগে ইটো কথা জানিবাৰ।
মাধৱ বোলন্ত এক শিলিখা আছয়
বট বৃক্ষ গুৰুজনে নিজে কৰে লয়।
শিলিখা বৃত্তান্ত আমি বুলিব পিচত
তাৰ পাছে যিবা কাণ্ড ঘটিলেক তাত।
তামোল চালি খাই প্ৰভু ধনুক দেখিলা
কাটি হৈ ধনুখান বাগৰি পৰিলা।
সৰোবৰ হ'ল এক ধনুৰ আকাৰ
যাঠী পুৰা ভুমি জুৰি ধৰিলা আকাৰ।
কাণ্ড দেখি পুচিলন্ত ৰুক্মিনী সুন্দৰী
কিবা অঘটন প্ৰভু দেখো এনে কৰি।
আশ্বাসিয়া বুলিলন্ত জগতৰ পতি
মনে কিছু নাভাবিবা চলিও সম্প্ৰতি।
কলিতে আহিব পুনৰ্ব্বপি এই ঠাই
ধৰ্ম ৰক্ষা কৰা হেতু শঙ্কৰ নাম লই।
সেই কালে আমি ইয়াত জনম লভিবো
শ্ৰীশঙ্কৰ নাম ধৰি ধৰ্ম প্ৰচাৰিবো।
ব্যভিচাৰ কৰে প্ৰজা পূজে শূলপণি

গাজা, ভাং ধতুৰাৰে জ্বলাই অগনি।
মদ্য পান মাংস দ্ৰব্য কৰয় ভক্ষণ
ধৰ্ম কাৰ্য্য নোহে ইটো পাপীৰ লক্ষণ।
শঙ্কৰৰ নামে কৰে কত ব্যভিচাৰ
ইহা নিবাৰিবে জন্ম হইব আমাৰ।
এই বুলি মুখে দিলা শিলিখা এগুটি
থুৎ কৰি পেলাইলা শিলিখাৰ গুটি।
গুটি পৰি তাতে এক পুলিযে হইল
সব্যা দেবী দেখি তাক আশ্চৰ্য্য মানিল।
ক্ষন্তে কতে কিয় প্ৰভু পুলি উপজিল
ভুমি স্পৰ্শী হৰিতকী পোলাখা মেলিল।
বুলিলা মাধৱ পাছে ৰুক্মিণীৰ প্ৰতি
পৰজন্মে হবে অস্ত্ৰ শিলিখাৰ গুটি।
বাহ কাঠী বৃক্ষ চৰ্ম শিলিখা লইব
এই তিনি দ্ৰব্য লৈয়া ইয়াতে জন্মিব।
বিনাশিব ব্যভিচাৰী শাস্ত্ৰ আছে যত
শুদ্ধ ভাগৱত ধৰ্ম প্ৰচাৰি লোকত।
পীড়িতি কৰিলা দুয়ো অনেক সময়
দেখি লন্ত ৰজাগণ খেদিয়া আসয়।
ৰুক্মিনীক তুলি লন্ত ৰথৰ উপৰ
বাযু বেগে দাৰুকে চলাৱে খৰতৰ।

টেম্বুৱাণী এৰি প্ৰভু পশ্চিমে চলিল
তাৰ পাছে ৰজা গণ সঙ্গে ৰণ ভৈল।
অনেক বিঘিনী ঠেলি দ্বাৰকা যে পাইলা
তদন্তৰে ৰুক্মিনীক বিবাহ কৰিলা।
ভক্ত গনে সোধে পাছে কৃতাঞ্জলিহই
বটদ্ৰৱা নাম আছে জনাজাত ৰই।
এই নামৰ কিছু কথা এবে নজানিলো
বটদ্ৰৱা নাম প্ৰভু কিয়বা হইল।
মাধব বুলিলা এবে বহু বেলি হ'ল
অন্ন ভুঞ্জিবাক লৈকে যাব লাগে বল।
বটদ্ৰৱা নামৰ বৃত্তান্ত পাবা পাছে
ই থানৰ বহু কথা কহিবাক আছে।
টেমুৱাণী মহাক্ষেত্ৰে জন্মিল শ্ৰীহৰি
কলিৰলোক উদ্ধাৰ হেতু শঙ্কৰ নাম ধৰি।
সেই পূণ্য ভুমি থানৰ নামক সুৱৰি
নিৰন্তৰে নৰলোকে বোলা হৰি হৰি।
অকলে শাস্ত্ৰৰ নোহয় ইতিহাস সামৰি
ইটো আখ্যা বেকত কৰিলো হাত জুৰি।
মুঢ়মতি ঘনকান্ত বহু পুথি চাই
বিৰোচিলো পদ বন্ধে গুৰুনাম লই।



*এইখিনি ৰুক্মিনী হৰণ কাব্যৰ অনুকৰণত লিখা। পশ্চিম ভাৰতবাসী হিন্দুৰ মতে ৰুক্মিনী বিদৰ্ভ ৰজাৰ জীয়াৰী।*

## ৰুক্মিনীৰ আগত ভবিষ্যত জন্মৰ বৃত্তান্ত কথন আৰু বটদ্ৰবা নামৰ বিবৰণ মাধৱদেৱৰ দ্বাৰা ব্যাখ্যা

### ছবি

ভক্তৰ বচন শুনি বুলিলা মাধব জ্ঞানী
শ্ৰীকৃষ্ণৰ উত্তৰ জনম
পাৰিষদ সঙ্গেলই জনমিলা এই ঠাই
তাৰ এবে শুনা বিবৰণ।
মাধবৰ কথা শুনি ভীষ্মকৰ নন্দিনী
পুচিবে লাগিলা কথাতই
কুণ্ডিলাৰ পথে আহি পাইলা বহু জনপদ
নাথা মিলা কিয় অন্য ঠাই।
মাধব বুলিলা সতী ই ঠাইৰ পৰকৃতি
মোহিলোহি মন যে আমাৰ,
দেখা দেখা এই ঠাই তুলনাৰ সীমা নাই
টেমুৱানী নাম ভৈলা যাৰ।
বৰাহ কল্পতে আমি এৰিলো এই স্মৃতিখিনি
নোম চাৰি গলো এই ঠাই
জনমিল বট গছ গগন চুম্বিল বৃক্ষ
বৰ্ত্তি আছে লোকক দেখাই।
কলিৰ কালতে যেবে পাপে পৰি পূৰ্ণ হবে
অধৰ্মে পীড়িব লোকচয়
নাহি কিছু ধৰ্ম জ্ঞান কলুষিত মন প্ৰাণ
পাষণ্ডে নাশিব বুদ্ধি চয়।

দুষ্ট পুৰোহিতগণ ভুলাইবে প্ৰজাৰ মন
পথ এৰি বিপথ দেখাই
নানা মিছা পূজা কৰি লোক হইব ব্যভিচাৰী
ব্যাভিচাৰে জ্ঞানক লুকাই।
তখন অবশ্যে আমি ইটো ক্ষেত্ৰতে জনমি
পাপী তাপী কৰিব নিস্তাৰ
তোমাৰ আগত মই বেকত কৰিলো এই
ভবিষ্যত কথা এইযাৰ।
শঙ্কৰ নামক ধৰি ধৰাত পেলাবি ভৰি
ভাগৱত কৰিব প্ৰচাৰ
ভক্তগণ সঙ্গে মই থাকিব যে এই ঠাই
পানীৰ লাগিব হাহাকাৰ।
আচম্বিতে মাজ ৰাতি কৰিব জলৰ সৃষ্টি
আকাশৰ পৰা ৱাৰিধাৰ
আহিবন্ত মন্দাকিনী লক্ষ্য কৰি এই মেদিনী
পদ চিহ্ন যথাত আমাৰ।
তখন লাগিব ভয় কপিবেক ভক্তচয়
ভয়ত হইব কোচমোচ
ভয়ঙ্কৰ শব্দ কৰি ধৰাত পৰি বাগৰি
দ্ৰবিভুত হব বটগছ।
পুৱাব যে দুখৰাতি প্ৰভাতে দেখিব আতি
সুন্দৰ যে জলৰ আশয়,
নাই কিন্তু বটগছ একোতাৰ চিন চাব
জলমধ্যে কোনো চিহ্ন নায়।

তেতিয়াৰ পৰা সিটো বটদ্ৰৱা নাম লই
জ্বলি আছে লুইতৰ কুলে
তথা অবতৰি হৰি শঙ্কৰ স্বৰূপ ধৰি
কৃষ্ণ হৰি নাম প্ৰচাৰিলে।
কছাৰীৰ উপদ্ৰবে গুৰু ভক্তগণ সবে
বটদ্ৰৱা চাৰিয়া আহিলা
উত্তৰ পাৰত আসি ধৌতা, গাংমৌ তৈতে থাকি
তাৰ পাছে উজানে চলিলা।
মাধবৰ মুখ চাই ভক্তগণ যে দুনাই
পুচিলন্ত কথা আগ্ৰহ কৰি
বটদ্ৰবা পৰি চই পালো প্ৰভু এতিয়াই
কোথা সিটো থান আছে পৰি।
আপুনি নিজ নয়নে সিটো স্থান দেখিলেনে
এতিক্ষণ কিমত অৱস্থা
বুলিলা মাধব গুৰু আমি নিজে নেদেখিলো
কিবা হৈছে তাহাৰ অৱস্থা।
কামৰূপৰ স্বৰ্ণপীঠে লুইতৰ বামকুলে
কছাৰীৰ ৰাজত্ব আছয়
সেই ঠাই এতিক্ষণ আতিকে গহীণ বন
জনপ্ৰাণী কিছু নাথাকয়।
যেতিক্ষণে গুৰুজন এৰিলন্ত সেই স্থান
ভক্তগণ পলাইল আতৰি
দুৰ্ঘোৰ অৰণ্যে গ্ৰাস কৰিলেক বটদ্ৰবা
লোকা লোকৰ নাই কোনো সাৰি।

গুৰুজন সঙ্গে আমি নামনি আইলু যেবে
নৌকাৰ পৰা আমাক দেখাই
দেখা বঢ়াৰ নন্দন জন্মিছিলো এই স্থান
এবে তাত কোনো লোক নাই।
পৰম আগ্ৰহে আমি বুলিলো গুৰুক নমি
পৰম পবিত্ৰ থানখনি
নৌকা ৰাখি ইটো থানে দেখো গই নিজ নয়নে
পবিত্ৰ হইবা তাত নমি।
গুৰুজনে নিবাৰিলা ৰাখিবাক নাহি দিলা
মায়াত মোহিত হব মন,
বাধা পাই নোৱাৰিলো নিজ চক্ষে নেদেখিলো
চিন্তা কৰিলো সৰ্ব্বক্ষণ।
গুৰুজনে নিবাৰিল ৰাখিবাক যে নিদিল
মায়াত মোহিত হব মন,
বাধা আহি পৰি যাব মনৰ আশা নপুৰিব
যিখানে কৰিছো আগমণ।
এই ভাবি দুয়োজন কামৰূপতে আগমন
কৰিলো যে কতোৱে নৰহি
দহ দিন ধৰি আমি নৌকাৰ উপৰে থাকি
কাপলাৰ পাৰ পাইলো আহি।
কাপলাৰ ততে ৰৈলা মাতৃৰ অসুখ ভৈলা
কয়েক দিন ৰহিলু তহিতে
তাৰ পাছে ভটিয়াই চুনপোৰা আহি ৰই
নৌকা চৰি তিনি বেলা বাটে।

গুৰুৰ অমৃত কথা মনত নকৰা ব্যথা
ইটো কাম অতি চংৎকাৰ।
কওমানে নাই শেষ ঘটনাৰো নাই লেশ
কত আমি বুলিবোহো আৰ।
গুৰুৰ সঙ্গত ৰই বৈকুণ্ঠক পাইলু যেন
মনৰ সদায় আনন্দত
পূৰ্ব্ব স্মৃতি জাগে মনে নিৰলতে কত ক্ষণে
কত দিন ভাবিলো মনত
এই বুলি মাধব গুৰু কথাৰ সমাপ্ত কৰি
মৌন হয়া ৰহিল ক্ষণেক
গুৰুৰ নামক স্মৰি সবে বোলা ৰাম হৰি
মনৰ মলিন দুৰ হোক।



## *বটদ্ৰবা থানত তেতিয়াৰ অৱস্থা বৰ্ণনা*

### *পদ*

আত পৰে ভক্তগণ পুচিলন্ত পাছে
সঞ্জীৱনী কুণ্ড বাৰু কোন খানে আছে।
কিবা হেতু হল কুণ্ড সিটো সেই থানে
কি কাৰণে পুতি থৈলা গুৰু সেইখানে।
মাধব বুলিলা তথা যিবা যত আছে
বিবৰিয়া বুলিবোহো কিছু ক্ষণ পাছে।
আছে টেম্বুৱাণীজান বুলিলো আগতে
আৰু আছে শান্তিজান দেখিবাহা তাতে।
কিয় হ'ল শান্তিজান আছে বিবৰণ
একে নামে শান্তিধৰ আছে এতিক্ষণ।
শান্তিধৰ নাম ভৈলা যিহেতু কাৰণ
তাৰ এক কাহিনী শুনিতে মনোৰম।
আছয় সুবৰ্ণ দৌল দক্ষিণে তাহাৰ
সুউচ্চ সুন্দৰ দৌল অতি চমৎকাৰ।
দুৰ হন্তে দেখি দৌল পৰ্ব্বত আকাৰ
মধ্যে পদশিলা দক্ষিণতে নামঘৰ।

মণিকূট শিৰে নামঘৰৰ ওপৰ
ভকতবৃন্দৰ হাটীবাহা কাষত তাহাৰ।
স্নান গৃহ আছে এক গুৰু গৃহ কাষে
আন তৰুবৰ যত শোভে চৌপাশে।
নামঘৰ সন্মুখতে চিহ্ন নাটঘৰ
তথাত দেখাইলা গুৰু চিহ্নযাত্ৰাবৰ।
উত্তৰ দিকে আছে যে আকাশীগঙ্গা ৰই
আছে পদ চিহ্ন ৱাৰি ধাৰাক যে চুই।
পদশিলা সন্মুখতে শিলিখাৰ গছ
পুৰাণ কাহিনী তাৰ ৰাখি আছে সচ।
এই বৃক্ষডালি এবে হালিয়া আছয়
ইয়াতে আউৰ্জীয়া গুৰু শাস্ত্ৰক লেখয়।
পূৰ্ব্ব দক্ষিণত ৱহে গঙ্গা শান্তিজান
শুনিবলৈ ভাল লাগে ইয়াৰ বিবৰণ।
ৰাধিকাৰ পৰশতে বন্ধ ভৈলা জান
গুৰুৰ প্ৰসাদে শান্তি হৈলন্ত প্ৰমাণ।
জানৰ বুকত শান্তিৰ বান্ধ আছে
শান্তিয়ে বান্ধিছে বান্ধ জানিলবা পাছে।
উত্তৰে অদুৰে বয় বুঢ়া লুইত নই
নাৱৰীয়াই গীত গায় নাও বাই বাই।

চাৰিও কাষতে চাৰি হাটী ভক্তগণ
চাৰিও প্ৰসঙ্গে কৰে নাম সং কীৰ্ত্তন।
আজি কিছু নাই তাত বন্যভুমি প্ৰায়
ভেটী মাটি সাক্ষী মাথো পৰিয়া আছয়।
গুৰুও নগৈল তাত আমাকো নেদিল
গুৰু জন্ম ক্ষেত্ৰ আমি এবে নেদেখিলো।
আক শুনি ভক্তগণ বোলে স্তুতি কৰি
প্ৰকাশ্যে নেদেখো প্ৰভু জীৱ যাব এৰি।
গুৰুৰ জনম থান প্ৰকাশ নাপাইব
লীলাক্ষেত্ৰ শঙ্কৰৰ নপালো দেখিব।
গুৰু বোলে ভক্তগণ প্ৰকাশ পাইব
শঙ্কৰৰ নাতি বোৱী সিটো থানে যাইব।
উদ্ধাৰ হইব থান তেতিয়াৰ পৰা
কৰা যদি চেষ্টা এবে যাইবাক পাৰা।
গভীৰ অৰণ্য ইটো ইহেন সময়
ব্যাঘ্ৰ, সৰ্প, হস্তী মাত্ৰ চৰিয়া ফুৰয়।
নাই লোকা লোক কিছু নাই কোনোজন
কলবৰ মাত্ৰ বাঘ শৃগাল অগণন।
শ্ৰীগুৰুৰ জন্মস্থানৰ কথাক সুৱৰি
ভক্তগণ এক মুখে বোলা হৰি হৰি।

:—x—:

## *কামৰূপ ৰাজ্যৰ চমু বৃত্তান্ত*

### *পদ*

সম্বোধিয়া মাধৱ বুলিল এক বাণী
কামৰূপ ৰাজ্যৰ এবে শুনিয়ো কাহিনী।

জম্বু দ্বীপৰ পূৰ্ব্ব ভাগে অৱস্থিত ভুমি
কামৰূপ নাম বুলি সব লোকে জানি।

উত্তৰতে হিমালয় এই গিৰিৰাজ
দক্ষিণে সমুদ্ৰ জুৰি কৰয় প্ৰকাশ।
পূৰ্ব্বত আছয় গিৰি পাটকাই যাৰ নাম
পশ্চিমে বহয় নদী কৰতোয়া নাম।
ত্ৰিকোন আকৃতি এই বিশাল ৰাজ্যৰ
গিৰি নদী সৰোবৰ ইয়াৰ ভিতৰ।
দুই উপত্যকা দুই পৰ্ব্বতৰ শাৰী
পূৰ্ব্ব হন্তে পশ্চিমলৈ আছে ঠাই জুৰি।
পূবৰ পৰা পশ্চিমলৈ লোহিত নদী বয়
ব্ৰহ্মাৰ মানস পুত্ৰ বুলি যাক কয়।
আৰু এক বয় নদী নামে যে সুৰমা
অনেক কাহিনী তাৰ কই নাপাও সীমা।
দুই নদীৰ মাজে এক শাৰী পৰ্ব্বত
খণ্ড খণ্ড নাম তাৰ জগতে প্ৰখ্যাত।
যিটো উপজাতি যিটো পৰ্ব্বত উপৰে
সেই জাতিৰ নামে পাহাৰৰ নাম ধৰে।
কাৰবী, মিচিঙ, মিৰি, জয়ন্তী, খাচিয়া
ৰাভা, গাৰো, ডিমাচা, পৰ্ব্বত আগুৰিয়া।
সুৰমাৰ দক্ষিণ দিকে মণিপুৰ ৰাজ্য
নাগালোক, মিজোৰাম ইত্যাদি অনাৰ্য্য।
চাৰি নামে ভাগ কৰি ভুপতি সকল
চাৰি পীঠ নাম থৈলা ইটো মহীতল।
পশ্চিমৰ ভাগ ৰত্নপীঠ নাম যাৰ
আস সমুদ্ৰ হিমালয় বিস্তীৰ্ণ আকাৰ।
সোণ কোষ হন্তে কৰতোয়া পশ্চিমত
নাহিকে পাহাৰ এক আৰু যে পৰ্ব্বত।

সুন্দৰ সমান ঠাই মহা শস্যাশালী
ৰত্নপীঠ যেহেন ৰত্নৰ জন্ম থলি।
তাৰ পূবে কামপীঠ অতি ৰঙ্গ ঠাই
গিৰি, নদী, বন, উপবন ওপচাই।
বিল, সৰোবৰ আৰু জনপদ চয়
এই থানে প্ৰকৃতি যে ৰাজত্ব কৰয়।
পূবে বৰ নদী বয় লুইত বুকু ভেদি
পশ্চিমতে সোণ কোষ খৰস্ৰোতা নদী।
কামপীঠ স্থানে আছে মন্দিৰ অনেক
কামাখ্যা, হয়গ্ৰীৱ, কেদাৰাদি যে কতেক।
মণিকূট পাহাৰতে হয়গ্ৰীৱ মাধৱ
কেদাৰ তামেশ্বৰ গনেশাদি যে অনেক।
এই পীঠে ৰাজধানী প্ৰাগজ্যোতিষপুৰ
প্ৰখ্যাত নগৰী ইটো লুইতৰ তীৰ।
তাৰ পাৰ্শে ছিল সেই ঋষি মহামতি
বশিষ্ঠ ঋষিৰ ধাম যেন অম্ৰাৱতী।
উমানন্দ অশ্বক্ৰান্ত ভুবন ঈশ্বৰী
প্ৰাগজ্যোতিষপুৰ এক তীৰ্থৰ নগৰী।
অশ্বক্ৰান্ত পীঠত শ্ৰীকৃষ্ণ পদ চিন
ঘোটকৰ পদ চিহ্ন আছে ভিন ভিন।
কামপীঠৰ পূবে যিটো ভুখণ্ড আছয়
স্বৰ্ণপীঠ বুলি নাম সবাই জানয়।
এই পীঠ মধ্যে সেই বাণ নৰপতি
শোণিতপুৰ নগৰত ভুবন প্ৰখ্যাতি।
লুইতৰ উত্তৰ ফালে পৰ্ব্বত শিঙৰী
তথাত শিবধাম আছে শিবৰ নগৰী।

বাণ ৰজা প্ৰতিষ্ঠিত মহাভৈৰৱ নাম
ভাৰতৰ মধ্যে বৃহৎ শিব লিঙ্গ ধাম।
ইয়াৰ মধ্যতে সেই টেম্বুৰাণী খান
শঙ্কৰৰ আবিৰ্ভাৱ ভৈলা যিটো থান।
স্বৰ্ণপীঠ পূৰ্ব্বে আছে যত যত স্থান
সৌমাৰপীঠ বুলিয়া কহয় সৰ্ব্বজন।
মনোহৰ স্থান সিটো সৌমাৰ ভুমি আতি
কুণ্ডিল নগৰী তাতে ৰাখিছে খিয়াতি।
কুণ্ডিল নগৰৰ কন্যা ৰুক্মিণী সুন্দৰী
ভাৰতৰ যত ৰজা পৰিছিল ভৰি।
সয়ম্বৰে ৰুক্মিণীক পাইবাৰ তৰে
আশা কৰি আহিলেক কুণ্ডিল নগৰে।
বেদনিধিক পঠাই কন্যা মাধৱক মাতি
আনিয়া দিলেক মান্য শ্ৰীকৃষ্ণৰ প্ৰতি।

মধ্যে বহু ৰাজ্য আছে জম্বু দ্বীপ ভৰি
ভাৰতৰ পশ্চিমত দ্বাৰকা নগৰী।
পূৰ্ব্বৰ শেষ ৰাজ্য এই কুণ্ডিল নগৰী
কুণ্ডিলৰ কন্যা শয্যা দ্বাৰকা পাটেশ্বৰী।
দক্ষিণৰ ক্ষেত্ৰত ৰাজ্য নাম মণিপুৰ
বভ্ৰুবাহন নৃপতি যত বীৰ সুচতুৰ।
অৰ্জুনৰ প্ৰিয় ভাৰ্য্যা চিত্ৰাঙ্গদা নাম
নাগকন্যা উলুপী ৰূপত অনুপম।
ঘটিছিলে পৰাজয় বীৰ অৰ্জুনৰ
বভ্ৰুবাহনৰ খ্যাতি মহাভাৰতৰ
হিৰম্ব নৃপতি ভগ্নী হিৰিম্বা নাম যাৰ
ভীমৰ মহিষী ভৈলা ৰূপৰ আকৰ
পুৰণি কামৰূপ কথা ৰাখিলো সামৰি
সব নৰ লোকে ডাকি বোলা হৰি হৰি।



## *কামৰূপ ৰাজ্য বিভাজন আৰু পুৰণি ৰাজ্য ধ্বংস*

### *পদ*

মহীৰঙ্গ দানব আদি নৃপ কামৰূপৰ
নৰক ভগদত্ত আৰু বান নৃপবৰ
ছলি গৈলা বৰিষ যে চতুৰ হাজাৰ
কামৰূপ ৰাজ্য ইটো মহা পয়োভৰ।
অখণ্ড প্ৰতাপী ছিল যঁত মহীপাল
তাৰ মধ্যে ৰজা ছিল ভাস্কৰ একাল।

ভাস্কৰৰ সম ৰজা ভু-ভাৰতে নাই
শাসন কৰিলা তেওঁ একচত্ৰী হই।
পূৰ্ব্ব দেশ সমস্ত কৰতোয়াৰ পূবত
অদ্বিতীয় নৃপ ভাস্কৰ ভাৰত মধ্যত।
মহাবলশালী ৰজা ধৰ্মৰ আকৰ
লভিছিল খ্যাতি এই ভাৰত ভিতৰ।

তাৰ পাছে আৰু দুই শত বৰ্ষকাল
এই ৰাজ্যে আছিলা যতেক মহীপাল।
তাহাতৰ অদুৰদৰ্শিতাৰ কাৰণ
খণ্ড খণ্ড হই গল কামৰূপ ৰাজ্যখন।
ৰত্নপীঠ মধ্যে দুই ৰাজ্য উপজিল
গৌৰ কমতা নামে প্ৰখ্যাত হইল।
জাতি উপজাতি যত কামৰূপে আছিলা
প্ৰতি এক জাতি এক ৰাজ্য পাতি লৈলা।
মটক কছাৰী ৰাজ্য কিৰাট চুতীয়া
অসুৰ জন্তীয়া গাৰো মৰান খাচিয়া।
সবে এক জাতি মিলি এক ৰাজ্য পাতি
পাটত বহাইল আনি এজন নৃপতি।
এই ৰূপে এক ৰাজ্যত বহু ৰাজ্য ভৈলা
সিহতৰ মাজত পাছে কাজিয়া লাগিলা।
আহিলা আহোম জাতি পূৰ্ব্ব দিশ হন্তে
মহা পৰাক্ৰমী জাতি নোৱাৰে বাধন্তে।
একে একে বহু ৰাজ্য কৰি অধিকাৰ
পূৰ্ব্ব দিশে আহোম ৰাজ্য কৰিলা বিস্তাৰ।
লাগে ৰণ ইহতৰ ৰাজ্য কাঢ়া কাঢ়ি
ৰণক্ষেত্ৰে অনেক লোকৰ প্ৰাণ যায় মৰি।
ৰজা ৰজাৰ মধ্যে যুজ প্ৰজাৰ ভৈলা ক্ষয়
যুবা লোক মৰে মাত্ৰ নাৰী শিশু ৰয়।
প্ৰবচন বোলে লোকে পুৰুষ মৰে ৰণে
প্ৰসৱত মৰে নাৰী অন্যত্ৰ নগনে।
শিক্ষাৰ প্ৰচাৰ নাই প্ৰজাৰ মাজত
অশিক্ষিত অল্প জ্ঞানী অধিক প্ৰজা যত।

শাস্ত্ৰ জ্ঞান নাই কিছু সাধাৰণ প্ৰজাৰ
উচ্চ জাতি ভিন্ন সবে অশিক্ষিত আৰ।
বামানয় শাস্ত্ৰত মোহিলা সৰ্ব্বজন
কালী, শিৱ, পদ্মা, মাত্ৰ কৰে আৰাধন।
শক্তিক সন্তুষ্ট কৰে যিজন ৰজাই
কদাচিতো সিজনৰ নাই পৰাজই।
এই বিশ্বাসপ্ৰচাৰিলা পুৰোহিতগণ,
যুদ্ধ হৈলে চলি যায় পূজাৰ আয়োজন।
গুপ্ত ক্ষেত্ৰে কালীপূজা দুৰ্গাপূজা কৰে
নৰ বলি কৰে তাত অনেক প্ৰকাৰে।
এই ৰূপে কত ব্যভিচাৰী কাণ্ড কৰি
অজ্ঞানে প্ৰজাসব পেলাইলা আবৰি।
যোৰ যাৰ মুলুক তাৰ এই মন্ত্ৰ সাৰ
বলবানে সমাজত মান্য যে সবাৰ।
এইৰূপে কত যুগ যেবে বহি গৈলা
অজ্ঞানত প্ৰজাগণ সবে ডুব গৈলা।
মায়ামত্ব নামে ৰজা ভৈলা কামৰূপত
তাৰ পুত্ৰ আৰিমত্ত জগতে প্ৰখ্যাত।
পাল বংশ আহি ৰাজ্য কৰিলা দখল
প্ৰাচীন ৰাজা এইদৰে গৈলা ৰসাতল।
প্ৰতি বছৰতে লাগে গৃহৰ কন্দল
সুযোগৰ সন্ধানী শত্ৰু সবে পায় বল।
মহাবলশালী ৰজা কমতাপুৰৰ
নীলধ্বজ ক্ষত্ৰিয় ৰজা মহা ধনুৰ্দ্ধৰ।
ভাৰত বিজয়ী বীৰ খিলজী বখ্তিয়াৰ
তাৰ সঙ্গে নীলধ্বজ্ যুজে বাৰম্বাৰ।

সমুৰলগ্ঞে যবন ধ্বংস লুইতৰ তীৰে
ইতিহাস লিখিলে বীৰে নিজ শোণিতেৰে।
কানাই বৰশী শিলালিপি আছে পৰি
যুগ যুগান্তৰ ধৰি খিয়াতি ৰইলা পৰি।
শ্ৰীহুৰ্ষ ৰাজা ছিল কামৰূপ নৃপতি
উৎকল উৰিয়া বঙ্গ ৰাজ্যৰ বিস্তৃতি।
ৰত্নপীঠে ৰাজা বিশ্ব সিংহ নৰপতি
বিশু শিশু দুই ভাই হাৰিয়া সন্ততি।
চাৰফান গুৰি নামে ঠাইত জনম লভিলা
অনন্তৰে দুয়ো বেহাৰত চলি গৈলা।
বিশ্ব সিংহ নামে বিশু প্ৰখ্যাতি লভিলা
শিৱ সিংহ নামে শিশু জনাজাত ভৈলা।

বৰ ভাই ৰাজা ভৈলা বেহাৰ ৰাজ্যৰ
সেনাধ্যক্ষ ভৈলা শিশু কোচবেহাৰৰ।
তাহাৰ তনয় মল্ল নৃপতি প্ৰধান
শুক্লধ্বজ ভ্ৰাতা তাৰ অতি গুণ বান।
আহোমেও আগুৱালে পূব দিশ হন্তে
সৰগ নাৰায়ণ ৰজা প্ৰখ্যাত জগতে।
কছাৰীক খেদিলেক সুৰমাৰ তীৰ
পশ্চিমৰ পৰা আহে চিলাৰাই বীৰ।
এত বুলি মাধবদেৱ থাকে মৌন হই
ভক্তগণে তান পদে নমিলন্ত গই।
কামৰূপ ৰাজ্যৰ কথা শুনি কৰ্ণ ভৰি
সমস্বৰে সকলোৱে বোলা হৰি হৰি।



## ৰজা দুৰ্লভ নাৰায়ণৰ পৰিচয়

### পদ

শ্ৰীগুৰু চৰিত কথা অমৃত লহৰি
মাধৱদেৱ কয় কথা লগাই আতিগুৰি।
দুৰ্লভ ৰজাৰ শুনা অপূৰ্ব্ব কাহিনী
সব লোকে একমনে কাণ পাতি শুনি।
কোচ ৰাজ্যে ভক্তগণ তিনি দিন ৰৈলা
চতুৰ্থ দিনৰ পাছে সূৰ্য্য উদয় ভৈলা।
প্ৰভাতে উঠিল আহি সব ভক্তগণ
তোৰ চাৰ তীৰে গৈলা কৰিবাৰে স্নান।

স্নান কৰি আহি গুৰু সেৱা যে কৰিলা
ফলমূল কিছু আনি ভক্ষণ কৰিলা।
এইমতে প্ৰাতঃ কাৰ্য্য কৰি সমাপন
প্ৰাতঃ প্ৰসঙ্গতে সবে নিষ্ঠ কৰে মন।
নামঘৰে গুৰু চলি গৈলা ধীৰে ধীৰে
যথা স্থানে উপবিষ্ট শাসন উপৰে।
মধ্যত পাঠক বহে ডাইনে ভাগৱতী
প্ৰসঙ্গৰ যত কৰ্ম সাধিলা সম্প্ৰতি।

তাৰ পৰে গুৰুচৰিত বুলিবে লাগিলা
গুৰু মুখে চৰিতামৃত নিৰ্গত হইলা।
সেহি বেলা বুলিলন্ত ৰাজ্য পৰিচয়
দুৰ্লভৰাজ উপাখ্যান বুলিবে লাগয়।
কনৌজপুৰৰ ৰজা নাম যে দুৰ্লভ
দেৱ দ্বিজ প্ৰজা সবৰ পৰম বান্ধৱ।
কামৰূপ সীমা চাৰি শত যোজনান্তে
প্ৰখ্যাত কনৌজ ৰাজ্য সুবিদিত জগতে।
সন্ধি নামে কন্যা এক কনৌজৰ পতি
বিষ্ণুৰ কুক্ষিত কন্যা অতি ৰূপৱতী।
সন্তান নাহিকে তাইৰ বিষ্ণু আৰাধিল
যৌবন বয়সে কন্যা বিবাহ যে দিল।
বিষ্ণুৰ কৃপায়ে এক পুত্ৰ জনমিল
সন্ধ্যা বেলা জন্ম গুণে সন্ধ্যা নাম পাইল।
পৰম ধাৰ্মিক সন্ধ্যা ভৈলা একেশ্বৰ
শাসন দণ্ড ধৰিলা আপুনি কনৌজৰ।
সন্ধ্যাৰ জন্মিলা পুত্ৰ অতি মনোহৰ
আদৰ কৰিয়া নাম ৰাখে গৌৰেশ্বৰ।
ভোজ নামে আছিলন্ত তাহাৰ তনয়
পুত্ৰ জনমিল তাৰ নাম সিন্ধুৰায়।
ইলাৱতী গৰ্ভে জন্ম ধৰিলা তনয়
ৰাজেশ্বৰ পুত্ৰ পাইলা নৃপ সিন্ধুৰায়।
তান পুত্ৰ জন্মিলা যে নাম ৰূপধৰ
অতি বলশালী ৰজা ৰূপৰ আকৰ।
বাহু বলে জিনিলন্ত দ্বীপ দ্বীপান্তৰ
আনিলা বিবাহ কৰি ভাৰ্য্যা ৰত্নেশ্বৰ।
তাহাৰ তনয় হল সিংহ ধ্বজ ৰজা
সহজ সৰল বুদ্ধি সুখে পালে প্ৰজা।

লাহাৰিয়া নামে এক কায়স্থ নন্দন
সিংহধ্বজ বধি পুত্ৰক দিলা সিংহাসন।
প্ৰতাপধ্বজ আহি ভৈলা কনৌজৰ ৰজা
পৰম ধাৰ্মিক পুত্ৰ সম পালে প্ৰজা।
প্ৰতাপধ্বজ নৃপ ভাৰ্য্যা পৰ্ব্বাৱতী নাম
ৰূপে গুণে সাবিত্ৰী সীতাৰ অনুপম।
পৰ্ব্বাৱতী গৰ্ভে এক পুত্ৰ ভৈলা জাত
দুৰ্লভ নাৰায়ণ নাম জগতে প্ৰখ্যাত।
সাতজনী ভাৰ্য্যা তাৰ অতিকে সুন্দৰী
প্ৰতিজনী উৰ্ব্বশী যেন ৰাজ পাটেশ্বৰী।
বিদ্যাধৰী সম কন্যা নাম ইন্দুমতী
বিভাৱতী, ইন্দুমণি, টগৰী, জানকী।
সেৰতি, পাৰ্ব্বতি এই কন্যা সাতজনী
দুৰ্লভৰ সঙ্গী আৰু শয্যাৰ শায়িণী।
গৌৰেশ্বৰ ৰাজ্য আহি কৰিলা বিজয়
গৌড় অধিপতি ভৈলা প্ৰতাপ তনই
এহিমতে অনেক বৰিষ গৈলা বই।
সুখী ভৈলা প্ৰজা কাৰো একো কষ্ট নাই
পিতা পুত্ৰ যেন ৰজা প্ৰজা থাকে ৰই।
ভক্তগণ গুৰু কথা শুনে কৰ্ণ ভৰি
মাঝে মাঝে উচ্চাৰয় ৰাম কৃষ্ণ হৰি।
গুৰু চৰিত শ্ৰবনত নাই মনে দুখ
মধু পানসম সবাৰে মনে সুখ।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ মুখে বোলা ভাই
কলি কালে নাম বিনে আন গতি নাই।
শ্ৰীগুৰু চৰিত কথা শুনা মন ভৰি
সমস্ত ভকতে ডাকি বোলা হৰি হৰি।



# গৌৰেশ্বৰ আৰু কামেশ্বৰৰ যুদ্ধ

## পদ

কমতা ৰাজ্যৰ কামৰূপ নৰ পতি
কামেশ্বৰ নামে তিনি লভিল খিয়াতি।
প্ৰজাৰ ৰঞ্জক ৰাজা ধৰ্ম কৰ্মে মন
গৌড়ৰ সহিতে অকস্মাতে লাগে ৰণ।
দুই ৰাজ্যৰ সীমাতে মহানন্দা নই*
শ্ৰোতবতী ৰত্নপীঠৰ মাজে গৈল বই।
পূৰণা নদীত ভৈলা প্ৰজাৰ বসতি
ৰাজ্যৰ ভিতৰে নদী আছে করি গতি।
নতুন ভুখণ্ড জমি গৌড়ৰ ৰজাই
দখল কৰিল আনি প্ৰজাক বহাই।
দেখি ক্ৰোধান্বিত ভৈল ৰত্নপীঠ ৰাই
আক্ৰমিলে গৌৰ দেশ সেনা হস্তী লই।
অশ্বাৰোহী পদাতিক নৌকাৰ বাহিনী
খেদি গৈয়া দিলা ৰণ কামৰূপ সেনানী।
দুই দলে লগে যুদ্ধ প্ৰজা হয় ক্ষয়
লগতে মৰয় পশু ঘোৰা গজ চয়।
ৰাজ্যৰ সীমায়ে নদী আছিল কৰি গতি
এটুকুৰা জমি লাগি ইমান হয় ক্ষতি।
যুৱকৰ মৃত শৱ শগুণে নাখাই
মহানন্দা নদীৰ পানী ৰক্তবৰ্ণ হই।

বিধবাৰ আৰ্ত্তনাদ শিশুৰ কান্দোন
চুবুৰীয়া এক জাতি এক বৰ্ণ হন।
কাৰো কিন্তু হোৱা নাই জয়-পৰাজয়
এনেদৰে তিনি মাহ যুদ্ধ চলি যায়।
দুই ৰাজ্য সম যোদ্ধা দুই সমবীৰ
ধৰণীত বয়মাত্ৰ প্ৰজাৰ ৰুধিৰ।
বিধবা কেচুৱা কান্দে কৰি হাৱ ৰাৱ
প্ৰাণ ভিক্ষা মাগে নাৰী ধৰি ৰাজ পাৱ।
যুদ্ধৰ নপৰে ওৰ মাথো প্ৰজা মৰে
বাল বৃদ্ধ নাৰী ৰয় যুৱাই প্ৰাণ এৰে।
কত শত যুৱতীৰ সপোণ যায় ভাগি
হাৱ ৰাৱ কৰে মাত্ৰ পতি ভাতৃ লাগি।
দুই ৰজাই দেখে পাছে কিছু ফল নাই
অকাৰণে অনেক যুৱকৰ ভৈলা ক্ষয়।
হঠাতে ঘটিলা এক অপূৰ্ব্ব ঘটন
গৌড় দেশৰ ৰাণীক কৰে সৰ্পই দংশন।
অনেক বৈদ্য আহি চালে ৰাণী ভাল নই
সপোন দেখিলা পাছে গৌৰেশ্বৰ ৰাই।
কামেশ্বৰ ৰজা যিনি কামৰূপ ৰাজন
সৰ্প দংশনৰ ভাল বৈদ্য একজন।

*নই - নদী

সান্ধিৰ প্ৰস্তাব কৰি যুদ্ধ থমাইলা
কামেশ্বৰ ৰাজে ৰাণীক চিকিৎসা কৰিলা।
চিকিৎসাত হল ভাল ৰাণী মহীচাগু
ভাল হইল যেবে ৰাণী ৰজাৰ আনন্দ।
দুই নাৰায়ণ* আহি কামেশ্বৰৰ ঠাই
আলোচ কৰিলেক মিলি দুইজন ৰজাই।

শ্ৰোতবতী নদীক দুই ৰাজ্যৰ সীমা ধৰি
আৰু অন্য কিছু কথা আলোচনা কৰি।
আলোচনা অন্তে যিটো ফল হৈয়া গৈলা
তাৰ কথা পাছে গুৰু বুলিবে লাগিলা।
ভক্তগণে গুৰু কথা শ্ৰবণ কৰিলা
জয় কৃষ্ণ হৰি ৰাম মুখে উচ্চাৰিলা।

আকাৰণে ৰণ কৰি প্ৰজা সবৰ ক্ষয়
এই হেতু উভয়ৰে মনস্তাপ হয়।

**_কামৰূপৰ ৰত্নপীঠ এই সময়ত কমতা ৰাজ্যত আছিল।_**



## *গৌৰেশ্বৰ কামেশ্বৰ ৰজাৰ মাজত যুদ্ধ অৱসান*
## *কনৌজপুৰীয়া ব্ৰাহ্মণ কায়স্থ পণ্ডিতৰ কামৰূপ আগমন*

### দুলড়ী

ৰাজা গৌৰেশ্বৰ ৰতন পীঠৰ
প্ৰাসাদত আহি ৰৈলা,
ৰাজ অমাত্যক বৃদ্ধ মন্ত্ৰীগণ
সমস্তকে সঙ্গে লৈলা।
সিংহাসনে বহে ৰজা কামেশ্বৰ
কাষত গৌড়াধিপতি
সন্মুখতে বহে পাত্ৰ মন্ত্ৰীগণ
কৰিয়া পৰমপ্ৰীতি।

ভাল মন্দ কথা অনেক চলিলা
হাঁহিৰ খলক লাগি
দাস দাসীগণে চামৰ ধৰিয়া
ধৰিলা বিচিবে লাগি।
ধুপ ধূনা জ্বালি গুৱা পান আদি
শৰাইত কাটিয়া দিল,
কৰ্পূৰ লবঙ্গ মিঠা গুৱা পান
গুৱাত মিহলি কৰিল।

*দুই নাৰায়ণ - দুজন ৰজা

মাথাৰ উপৰে চন্দ্ৰতাপখনি
বিচিত্ৰ শিল্প খচিত,
চতুৰ্দ্দিকে জ্বলে কত ফলচয়
দেখি কেনে চমকিত।
সবে মিলি জুলি আলোচ কৰিল
গৌড় কমতাৰ পতি
মন্ত্ৰীগণ আহি আতংক ধৰিলা
সন্ধিৰ সূত্ৰক মাতি।
কনৌজৰ পতি অগ্ৰেতে সুধিলা
বলা সখি মোক আগে
কিবা প্ৰয়োজন আপোন ৰাজ্যত
আমি কিবা দিব লাগে।
কামেশ্বৰে বোলে পণ্ডিত ব্ৰাহ্মণ
মোৰ ৰাজ্যে কিছু নাই
বেদ সংস্কৃত কিছু নজানয়
ইহাৰ পণ্ডিতচয়।
কুকৰ্মতে ৰত পুৰোহিত যত
তমো গুণী পূজা কৰে,
মদ্য মাংস গাজা সদা সুৰাপানে
বিভোৰ হইয়া মৰে।
এতেকতে চাওঁ পণ্ডিত ব্ৰাহ্মণ
সৰ্ব্ব শাস্ত্ৰে বিচক্ষণ
পৰম বৈষ্ণৱ অতি শুদ্ধাচাৰী
শুদ্ধ কৰ্মে যাৰ মন।
আৰু লাগে মোক, লিখক পণ্ডিত
ৰাজ কাৰ্য্য সাধিবাৰ
বিশিষ্ট পণ্ডিত লিখাত পাৰ্গত
কায়স্থ বৃত্তি যাহাৰ।

বিদ্যা বুদ্ধি দিব শাস্ত্ৰক পঢ়াইব
মোৰ কামৰূপত আহি
কিছু চিন্তা নাই কৰিব উপাই
মাটি জমি লব বাচি।
শুনি গৌৰেশ্বৰ ৰঙ্গ ভৈল বৰ
আনন্দে দ্ৰবিলচিত্ত
লক্ষ ঘৰ বাচি বিপ্ৰ একঘৰ
ডাকিয়া মাতি আনন্ত।
লক্ষজন মধ্যে মহান পণ্ডিত
লিখাত মহা পাৰ্গত
চৈধ্যজন হেন কায়স্থ ব্ৰাহ্মণ
পণ্ডিত বাচি আনন্ত।
শুনৰে পণ্ডিত আমাৰ আদেশ
কামৰূপে যোৱা চলি,
শাস্ত্ৰক শিকাই লোকক বুজাই
থাকা ৰাজ আজ্ঞা পালি।
শুনা হেৰা বাপু কায়স্থ পণ্ডিত
লিখিবা ৰজাৰ বাণী,
মহাপৰাক্ৰমী কামৰূপ ৰাজন
থাকিব তোমাক মানি।
বৰ খুচি হই ৰজা কামেশ্বৰ
লইল মিত্ৰৰ দান,
দুই হাত জুৰি কৰ মৰ্দ্দন কৰি
জনাইল ৰজাক মান।
ধন্য হইলো আমি তব দান পাই
প্ৰতিদান কিবা দিবো,
কামেশ্বৰে বোলে একোকে নালাগে
বন্ধুত্বক কাঢ়ি নিবো।

হাঁহি গৌৰেশ্বৰ নুবুলিল একো
নৌকা বাঢ়ে মাতি আনি
ডিঙা চৈধ্যখন সজাই দিলন্ত
ভাৰ ভেটী অগননি।
নাৰিকল বেল কঠাল তামোল
ফলমূল দিলা ভৰি
খাট পালেঙক তুলি বালি চ'ক
দিলন্ত কাপোৰ বেঢ়ি।
পিতলৰ শৰাই কাহৰ সফুৰা
ডগদগী লোটা জাৰী,
জাটকাহী[৬] সহ ফুলা বাট বাটী
খাটৰ উপৰে পাৰি।
বান কাহী আৰু বান বাটী আনি
চৰিয়াৰ উপৰে দিল
এড়িয়া চাদৰ মুগাৰ চুৰিয়া
যেন সুবৰ্ণ উৎপল।
দেখি গৌৰেশ্বৰে ৰঙ পাইল বৰ
আমাৰ দেশত নাই
এনুৱা দুৰ্মূল্য সুবৰ্ণৰ বস্ত্ৰ
কামৰূপতহে মাত্ৰ পাই।
শিল মাৰ্বলৰ কিবা কিবি বস্তু
গৌৰেশ্বৰেও দিল
কামেশ্বৰ ৰাজা ইয়াক আনিলা
প্ৰতিদান ৰূপে পাইল।

মহাসতী ৰাণী হাঁহি হাঁহি আহি
মুখৰ ওৰণি খুলি
সখীক মাতিলা বচন বুলিলা
সখীনিক আনিবা বুলি।
গৌৰেশ্বৰে হাহি মিঠা বচনেৰে
মিষ্ট ভাষাৰে কয়,
সখীনক অনা সখীনৰ কাম
আমাৰ প্ৰভু নহয়।
গৌৰশ্বৰে বোলে ৰাণীক আনিব
মই যাও কেন কৰি
ভৰি হাত বান্ধি জঠৰ কৰিলা
লগাই প্ৰেমৰ জৰি।
ভালতোহে লোকে কামৰূপক নাহে
ভেড়া বনাই থয় বুলি
সচাঁকৈ দেখিলো নিজে ভেড়া হ'লু
আপোনাক গৈলো ভুলি।
ধন্য ধন্য ৰজা কামৰূপৰ প্ৰজা
শত ধন্যবাদ দিও
ঐত যিবা পালো কতো নাপাইলু
কিমতে বন্ধন এৰাও।
এহি বুলি নমি ৰজাক প্ৰণামী
গৌড় পতি চলি যায়
প্ৰজা সব চাই মাগিল বিদায়
আহিলোহে মহাশয়।

*[৬]জাটকাহী - অসমীয়া কাহাৰে গঢ়া কাহৰ মূল্যবান আভিজাত্য শ্ৰেণীৰ কাহী।*

ৰজা কামেশ্বৰ বুলিলা বচন
আমিও গৃহক যাওঁ
নৌকা সাজিকাচি যাবলৈ ওলালে
আমি এক কথা কওঁ।
অতি মিত্ৰ মোৰ এওঁ চণ্ডীবৰ
সুহৃদ বন্ধু আমাৰ
বছৰেক অন্তে ঘুৰিয়া আহিব
নিজ গৃহে পুনৰ বাৰ।
চণ্ডীবৰক চাই ৰজাই বলই
শুনা লোক মহামতি
বছৰেক অন্তে ঘুৰিয়া আহিবা
গৌড় ৰাজ্যৰ প্ৰতি।
নৌকাত উজাই কামৰূপ ঈশ্বৰ
আপোন ৰাজ্যেক চলিল
কত দিন পৰে ৰাজধানী পাই
ৰাজঘাটে নৌকা ৰৈল।
তাম্ৰধ্বজ পিছে লড়িয়া চলিলা
পিতৃক আনি আদৰি,
চৈধ্যজন লোক সঙ্গত আহিল
চাই চিতি যাব ঘুৰি।
চৰণত পৰি প্ৰণাম কৰিল
নানা নবাদ্য বাজিল
আয়তিসকলে উৰুলি পৰিলা
শিৰে পুষ্প বৰষিল।

এহি মতে আহি নগৰ প্ৰবেশিল
ৰজা হৰষিত মনে
কুবিজন নাৰী ৰজাৰ মহিষী
সাবটিল আলিঙ্গনে।
ঢাক ঢোল বাজি আনন্দ মজিত
প্ৰজাগণে ৰঙ্গ কৰি
ৰজা আচৰিলা সমস্তে লৰিলা
সন্ধ্যাৰ বাজিল ভেৰি।
গৌৰেশ্বৰে হহি মিঠা বচনেৰে
মিষ্ট ভাষাৰে কয়,
সখীনক অনা সখীনৰ কাম
আমাৰ প্ৰভু নহয়।
শুনা ভক্তগণ দুদিন জীৱন
ৰজা প্ৰজা সবাকাৰ
ধনীৰ সন্তোষ দুখীয়াৰ দুখ
আছয় যে নিৰন্তৰ।
কিন্তু সুখে দুখে নাচাৰিক মুখে
সদাৰাম নাম বাণী
চিৰকাল সঙ্গী জীৱনে মৰণে
গলৰ মুকুতা মনি।
ৰাম ৰাম বুলি ঘোষিও সদায়
মুখত সদা ৰাম বাণী
এৰা আলজাল ৰবা কত কাল
যমে আছে দিন গণি।



# কমতাপুৰত ৰাজ্য উৎসৱ, চণ্ডীবৰৰ থকা ঠাই অন্বেষণ

## পদ

তাৰ পাছে গুৰুজনে বুলিলা বচন
কিবা কৰ্ম কৰিলেক কমতা ৰাজন।
পাত্ৰ মন্ত্ৰী আদি কৰি সবাকে মাতিলা
পৰ দিনে সভাকক্ষে সভাত বহিলা।
যথাস্থানে বসিলন্ত পাত্ৰ মন্ত্ৰীগণ
অগ্ৰেতে ৰহিলা যত সভাসদ গণ।
তাৰ পাছে যত প্ৰজা ভুমিত বহিল
ঢুলীয়া চোৱাৰী আহি বাদ্য আৰম্ভিল।
কুৰিজনী ৰাণী লৈয়া ৰজা আহে লৰি
মহিষীসকলে ৰজাক আনে আগবাঢ়ি।
দাস দসী ৰক্ষক সব আগে পিচে যায়
ঢুলীয়া বাদক গণ নানা বাদ্য বায়।
এহিমতে মহানন্দে সভাত প্ৰবেশি
নীৰিক্ষে সবাকে আহি সিংহাসনে বহি।
নৰ্ত্তকী নাচিল বাদ্য চেও ধৰি ধৰি
বাজনা বজাৱে নৰ্ত্তকীৰ আট ধৰি।
ৰাণীগণে ৰাজপাশে আসন লভিলা
দাসী সবে চামৰক মৰক তুলিয়া বিচিলা।
সভা অগ্ৰে বহাই আলহী চৈধ্যজন
সঙ্গে চণ্ডীবৰ দেৱ পণ্ডিত সুজন।
ৰাজসভা মধ্যে যত পাত্ৰ মন্ত্ৰীচয়
সবাই প্ৰণামে সিটো গুণী মহাশয়।

আমাত্য সবৰ আগে পৰিচয় দিল
নানান অশ্বাস কৰি সন্মান যাচিল।
তাৰ পাচে নাচ গান চলিল বহুত
আনন্দতে মছগুল লোক প্ৰজা যত।
সব লোক নৃপতিয়ে তাম্বুল দিলন্ত
গুৱা পানে মজি সবে আনন্দ কৰন্ত।
এহি মতে একদিন অৰ্দ্ধ ৰাত্ৰি যাই
ঘৰাঘৰি গৈলা প্ৰজা থাকিলন্ত শুই।
চণ্ডীবৰ মহন্তক আনিলন্ত মাতি
ভাল বাচি লবা ঠাই দিলা অনুমতি।
চাৰিজন চেৱটিয়া তাৰ সঙ্গে দিল
মহন্ত সহিতে অষ্টাদশ জন গৈল।
বহু ঠাই বিচাৰিয়া ভাল নাপাইলা
সবেও চলাথ কৰি বিচাৰি ফুৰিলা।
বাসস্থান অন্বেষণে চতুৰ্দ্দিক ঘুৰি
গাঁও আৰ নগৰ বেৰাই ফুৰন্ত বিচাৰি।
সাত দিন বিচাৰিল লোক সব জন
ভাগৰি যুগৰি সবে ক্ৰোধ ভৈল মন।
এহি মতে লোক সবে বিচাৰি নাপাই
একত্ৰে বহিল সবে বৃক্ষ তলে গই।
সুউচ্চ কদম্ব বৃক্ষ গোটা বহু ডাল
লোক সবে গছ তলে পাইল বহু ভাল।

চণ্ডীবৰে বুলিলেক কথামনে শুনি
আমি এক কথা কওঁ যদি লোৱা মানি।
এইগছে উঠিয়া দেখিও জলাশয়
জলাশয় তীৰে আমি থাকিবো সদায়।
চেবটিয়া একজন উঠিল উপৰ,
বিল এক দেখে কিছু দুৰ দুৰান্তৰ।
ওপৰৰ পৰা চাই বিল এক দেখি
তাৰ কাষে ওখ মাথ পাইছো নিৰেখি।
নামিয়া আহিল লোক গছৰ উপৰে
বুলিবে লাগিল কথা অতি উচ্চ স্বৰে।
বিচাৰিয়া পাইলো মই সেই বিলখনি
বলা যাওঁ সবে তাক লও জানি শুনি।
এইবুলি সবে মিলি তৈতে চলি গৈলা
অনন্তৰে আটাইবোৰে বিল পাৰ পাইলা।
বিলৰ পাৰত বহি বৰ ৰঙ পাই
মাছৰ শবদে প্ৰাণ উথলি উঠই।
ওখ ঠাইখিনি বৰ পছন্দ হইল
বাৰী বস্তি পাতিবাক উপযুক্ত থল।
শ্ৰীগুৰু চৰিত কথা শুনা কৰ্ণভৰি
দেখা শুনা সবলোকে বোলা হৰি হৰি।

>>>>■<<<<

## *লেঙা মাগুৰীত বসতি স্থাপনৰ বাবে চণ্ডীবৰ পণ্ডিতৰ গমন*

### *পদ*

আত পৰে শুনা কথা পণ্ডিত প্ৰবৰ
অষ্টাদশ জন লোক কৰিলা বিচাৰ।
লেঙা মাগুৰীয়া নামে বিল এক আছে
বৃক্ষৰ উপৰ হন্তে দেখিলেক পাছে।
তাৰ পাৰে আছে ভুমি অতি উচ্চতৰ
ইকৰা খাগৰি বনে ঢাকিছে ওপৰ।
বাটা কাটিবেৰ দিয়া ঘৰক সাজিল
বিলৰ মাছ মাৰি সবে ভোজন কৰিল।
শস্য মৎস খৰি সব তথাতে মিলিল
চণ্ডীবৰ পণ্ডিত এই থানত ৰহিল।
চতুৰ্দ্দিকে মাৰ বান্ধি কল পুলি ৰুই
বাৰী পাতি লৈলা তেওঁলোকৰ হতুৱাই।
কমতাৰ ৰজা আগে দিলন্ত খবৰ
বিলৰ পাৰত ঘৰ ভৈলা পণ্ডিতৰ।
নাহৰ, টগৰ, সৰুধন একজন
তিতা নামে চেবটিয়া এই চাৰিজন।
চৈধ্য বিঘা কৰি মাটি তাহাক যে দিল
গৰু একোহাল আনি সবাকে যোগাইল।
দেখিয়া লোকৰ মনে পুলকিত চিত
মাগুৰিয়া গ্ৰামে যায় হুয়া আনন্দিত।

ইথানে পৰম ৰঙ্গে ৰল বহুদিন
পিতৃৰ আয়ুস জানা হৈ গৈল ক্ষীণ।
উজাইবাৰ পৰা সাত মাহ বহি গৈলা
অত দিনে বৃদ্ধ পিতৃ মোক নেদেখিলা।
অত এব নৌকা চৰি কনৌজপুৰক
পালতিয়া চলি যায় আপোন ৰাজ্যক
কত দিন পৰে গৈয়া কনৌজ নগৰি
পিতৃক কৰিলা সেবা দণ্ডবতে পৰি।
তাৰ পাছে আছে যত জ্ঞাতি বন্ধুজন
সবাকে প্ৰণামি চণ্ডী পূৰাইলা মন।
কিন্তু এতেক দিনে মিলিল বিপাক
পিতৃ প্ৰাণ এৰিলন্ত পেলাই নিশ্বাস।
হায় হায় পিতৃ জানো মোক এৰি গৈলা
মোৰ পৰা তুমি সুখ কিছু নাপাইলা।
চুবুৰীয়া লোক আহি অশ্বাস কৰিলা
ইটো সংসাৰৰ জানা এই লীলা খেলা।
আমিও নাথকো ঐত সবে যাম চলি
দুদিনৰ বাবে মাথো আছো খেলা খেলি।
শোক ত্যেজি চণ্ডীবৰ সুস্থ লভি যায়
কাঠ আনি চিতাক সাজিলা জ্ঞাতিচয়।
মাঘ মাহৰ একাদশ দিন বহি গৈলা,
কৃষ্ণা চতুৰ্দ্দশী তিথি সেখানে মিলিল।
পিতৃ পৰলোকে গৈলা সিদিনাই জানি
একাদশ দিনে শ্ৰাদ্ধ পাতিলেক মানি।
কনৌজপুৰত যত আছিস বিপ্ৰবৰ
দান লৈবে লাগি সবে আহিল সত্বৰ।

টকা সোণ বস্ত্ৰ কত ব্ৰাহ্মণক দিল
গৰু গছ যিবা ছিল লোকক বিলাইলা।
এই মতে পিতৃ শ্ৰাদ্ধ যত কৰিলেক
অন্ন দান দিলা তেওঁ সমস্ত লোকক।
চৈধ্য ঘৰ মানুহৰ যত লোক ছিল
একে একে প্ৰত্যেককে নৌকাত তুলিল।
দাস দাসী সবাকো আনিলা ঐত তুলি
পুনৰপি আহিলন্ত মাগুৰীয়া বুলি।
ব্ৰহ্মপুত্ৰ নদী বুকে উজাই আহিল
চৈধ্য দিনে নৌকা চৰি মাগুৰি পৌছিল।
যতেক সম্পত্তি মানে যা কিছু আনিল
পিতৃৰ শ্ৰাদ্ধত সিটো খৰচ হইল।
বাকী গোটা অস্থাবৰ নাৱত ভৰাই,
মাগুৰীক লাগি আহে জ্ঞাতি সঙ্গে লই।
পিছে এই কথা গৌড় ৰজাই জানিলা
দিপা নামে কটোৱালে ৰজাক কহিলা।
কটোৱাল বুলিলা শুনা নৰৰায়
চণ্ডীবৰক দিলা বহু অৰ্থ বিতচয়।
সবলৈ সিটো অন্য ৰাজ্যে গুচি গৈলা
গৌড় ৰাজ্যৰ বিত আনেহে পাইলা।
কি কাৰণে মহাৰাজ নাবাধিলা তাক
ই ৰাজ্যৰ অৰ্থ বিত দিলে যে নিবাক।
ৰজা বোলে এক বৰ্ষ আমি বাট চাব
চণ্ডীবৰ মানুহজন কেনেনো জানিব।
তথাপিতো যদি নাহে আমাৰ ৰাজ্যক
ছল কৰি বান্ধি ধৰি আনিব তাহাক।

এইমতে এক দুই মাহ বহি গৈলা
লাহে লাহে দ্বাদশ মাহ পাৰ ভৈলা।
নাহিল চণ্ডীবৰ ঘুৰি গৌড় ৰাজ্যক
আৰু দুই মাহ বাট চাইল একে এক।
তথাপিতো পণ্ডিতৰ দেখা দেখি নাই
ৰাজা বুজিলন্ত চণ্ডী নাহিব দুনাই।
পাচিলন্ত দুই দূত সুদাম, নিৰবান
চণ্ডীবৰক চল কৰি আনা এই থান।
লেঙ্গাই মাগুৰীক লাগি যোৱা শীঘ্ৰ কৰি
মিত্ৰ ভাৱে ছলে বলে আনা তাক ধৰি।
আঠজন নাও বৈচা তাৰ সঙ্গে দিলা
ক্ষিপ্ৰ ভাৱে লেঙ্গাই মাগুৰি চলি গৈলা।
চৈধ্য দিন অন্তে আহি পাইল উজাই
চণ্ডীবৰ মহামতি যতে আছে ৰই।
দুত দেখি মাগুৰী বাসীৰ ৰঙ্গ মন
বহি শুবাক দিলা আসন বসন।
আপোন দেশৰ জ্ঞাতি অতিথি আমাৰ
এইবুলি সবাকাৰে আনন্দ অপাৰ।

খুৱালে বুৱালে কত মাছ মাংস পুৰি
বিলৰ চাৰিও দিশ দেখুৱালে ঘুৰি।
শৰালি ৰাজহংস চৰে চাঁকে চকোৱা
মাছৰোকা ধদণ্ড আৰু কিবা দেখি পোৱা।
মৎস জাকে জাকে জল মাঝে ক্ৰীড়া কৰে
টৌৰ চমক লাগি দেখি চমৎকাৰে।
দুতগণে দেখি সবে কৰে কোৱা কুই
কিয়নো যাইব চাৰি এনেকুৱা ঠাই।
ফল মুল আম্ৰ আৰু কদলি আছে পকি
জাহাদি মনোহৰ কল দেখে থকা থকি।
দূতগণে বোলে আহি ৰও এই ঠাই
ৰাজা আজ্ঞা আছে সেয়ে কিছু উপাই নাই।
তাৰ পিছে পণ্ডিতৰ সঙ্গে ভেট কৰি
ৰজাৰ প্ৰীতিৰ কথা জনাইলা সাদৰি।
খান দান কৰি সবে ৰঙ্গে দিন দুই
মাগুৰী বিলক দেখে ঘুৰি পকি চাই।
কয় ঘনকান্ত দীন এৰা আন কাম
পাতৰক চাৰোক ডাকি বোলা ৰাম ৰাম।



## *চণ্ডীবৰৰ গৌড় দেশ গমন আৰু ৰাজ দণ্ড গ্ৰহণ*

### *পদ*

নৌকাত চৰিয়া গৈলা যেবে চণ্ডীবৰ
দশ দিন বহি গৈলা নৌকাৰ উপৰ।

নাওবৈচা গণে কথা কিছু নকহিল
নৃপতিৰ অভিপ্ৰায় তিনি নুবুজিল।

হাঁহি মাতি গাই বাই দশ দিন গৈলা
দিনান্তৰে সন্ধ্যা বেলা নগৰী পৌচিলা।
ৰাত্ৰি ভাগে থাকিলন্ত নৌকাৰ উপৰ
নাজানিলা পণ্ডিতে মিলিব অথন্তৰ।
ৰজনী প্ৰভাত ভৈলা পোহৰ ধৰণী
বাহিৰে আহিলা চণ্ডী পণ্ডিত শিৰোমণি।
হঠাতে পৰিল কাক মাথাৰ উপৰ
কা কা কৰিয়া চলি গৈলা যে উপৰ।
ধোন্দা কা কে তিনিবাৰ চক্ৰাকাৰে ঘুৰি
মাথাৰ উপৰে ডাকে কাৱ কাৱ কৰি।
শৃগালে ৰাৱৰে আহি তান মুখ চাই
কিবা ভৈলা বিধি মোৰ বুজিতে নপাই।
স্নান শৌচ শেষে পাছে জলপান কৰি
ৰজাৰ পাশক গৈলা মনে কিছু ডৰি।
বাটে পথে এক দুই জন যিবা পাইলা
সবেও কেৰাহি চাই ঈষত হাসিলা।
মনতে গুনন্ত আজি কথানোহে ভাল
ৰাজদ্বাৰে নিশ্চয় মম হবে আহুকাল।
মনে গুণি পণ্ডিত পাছে ৰাজসভা পাই
চকু পকাই বোলে ৰাজা পণ্ডিতক চাই।
ওৰে মুঢ়মতি চণ্ডী পাপীষ্ঠ দুৰ্জন
পৰ ৰাজ্যে হলি তই সুখতে মগন
ৰাজা আজ্ঞা যিটো ছিল সব পাহৰিলি
অহঙ্কাৰে মত্ত হুয়া মোক পিঠি দিলি।

কৈলু মই বছৰান্তে ইহা আহিবাক
আঢ়ৈ বৰ্ষ বহি গৈলা হেমাহি আমাক।
আজি মই তোক দিবো উচিত প্ৰতিদান
উগ্ৰ শাস্তি পাই তোৰ যাইবেক প্ৰাণ।
সক্ৰোধে বুলিলা ৰাজা পণ্ডিতক বান্ধা,
বাহৰ গৰাল মাৰি গাত এক খান্দা
গাতৰ ভিতৰে ৰাখা বান্ধিয়া খুটাত,
জালিম* চোৰাত, আনি মেলি দিয়া গাত।
গাঁতৰ ওপৰে কলপাত ঢাকি দিবা
বন্ধু বান্ধৱ কাকো কাষে যাবলৈ নিদিবা।
দুই ভৰি জুটি লগাই লোহাৰ শিকলি
উজাগাৰে মজা পাব দেখিব সকলি।
এইমতে যেবে দশ দিন বই যাই
হৰিৰ চিন্তন বিনে নেদেখে উপাই।
হে হৰি মই মুঢ় মতিৰ দোষ নাই
অকাৰণে মূৰ্খ ৰজাই শাস্তিক বিহাই।
প্ৰহ্লাদক ৰক্ষা কৰিছিলা নাৰায়ণ
আমাক কৰাহা কৃপা হে নিৰঞ্জন।
ত্ৰিশ দিনান্তৰে প্ৰভু চকু মেলি চাইলা
দুত এক আহিয়া তাহাক মেলি দিলা।
কিনো আচৰিত কথা পণ্ডিতে গুনন্ত
কি কাৰণে মোক এবে কৰিলেকে নিয়ন্ত?
দূতজনে পণ্ডিতক নদী তীৰে নৈলা
তেল খাৰ খলিহা তাহাক আনি দিলা।

*জালিম - ৰঙা আমৰলি/খঙাল পোক এবিধ/বিষাক্ত গছ (চোৰাত)

নাপিত একজন আহি চুলি ডাড়ি কাটি
কৰিলা সুন্দৰ মুখ মনোহৰ কান্তি।
নখ কাটি দিলা যেবে ভালে ভালে চাই
মাথাত মালিচ দিলা আতি পতি কই।
স্নান কৰি আহি পাছে সুস্থ যেবে ভৈল
আতিকে নতুন বস্ত্ৰ পিন্ধিবাক দিল।
স্নানান্তৰে হৰি নাম জপিলা বহুতৰ
গাৱত লগাইলা আনি নতুন কাপোৰ।
তাৰ পাচে ধীৰে ধীৰে ৰাজসভা গৈলা
কৰ যোৰ কৰি আহি ৰজাক প্ৰণামিলা।
কিবা হেতু মোৰ প্ৰতি এনে ব্যৱহাৰ
ৰজা বলে বৰ দোষ ক্ষমিও আমাৰ,
সকলো বুলিব আমি আপোনাৰ কাষে
জলপান কৰা বন্ধু দেহা ক্ষীণ যেবে।
দধি কল মাখন আৰু চিৰাক ভুঞ্জাই
পুনৰপি আহিল ঘুৰি তামোলক খাই।
বহিবাৰ বাবে দিলা ৰজাৰ খাটত
বুলিলা সমস্ত কথা ঘটিল যে পূৰ্ব্বত
চক্ৰাকাৰে ঘুৰে সদা ভাগ্যৰ চকৰি
দুখৰ পুৱাইলা ৰাতি সেই দিন ধৰি।
বিধিৰ লিখন কোনে খণ্ডাইবে পাৰে
আছোক মনুষ্য দেৱ কিন্নৰে নপাৰে।
কত কত মহন্তৰো মহা কষ্ট হয়
বিনা অপৰাধে কত যাতনা ভুঞ্জয়।
চণ্ডীবৰ বোলে মোৰ বিধিৰ লিখন
শনি দৃষ্টিছিল আজি হইল খণ্ডন।
ভাগ্যত আছিল মোৰ নিমিত্ত আপুনি
গীতাতো অৰ্জুনক কৈলা প্ৰভু চক্ৰপাণি।

অনুতাপ এৰি ৰজা স্থিৰ কৰা মন
বোলা হৰি হৰি সবে ঘুষিও সঘন।

## ৰজা গৌৰেশ্বৰৰ আক্ষেপ আৰু সমস্ত কথা বৰ্ণনা

### দুলড়ী

আত অনন্তৰে শুনা সব নৰে
ৰজা চণ্ডীবৰ কথা
বন্দীশালে যেবে আছিল পণ্ডিতে
ঘটিল যিটো একদা।
নদীৰয়াৰ পৰা আহিল পণ্ডিত
শাস্ত্ৰে বাদ কৰিবাৰে
গৰুত চৰিয়া শাস্ত্ৰক আনিছে
বাক ৰণে জিনিবাৰে।

নামে চন্দ্ৰ কবি গহন পণ্ডিত
মুখে অগ্নিবাজ হয়,
ৰজাৰ সভাত প্ৰবেশ কৰিলা
পণ্ডিত প্ৰবৰ চয়।
ষাঠীজন শিষ্য তাহাৰ লগত
বহি থাকে তাক বেড়ি
শাস্ত্ৰে বাদ কৰে দেখাই শাস্ত্ৰ যত
জিনিবে কেৱে নপাৰি।
মোত কিবা কাম আছে গুৰু বাপ
বুলিয়োক তাৰ কাজ,
শুনি চন্দ্ৰ কবি বুলিবে লাগিলা
শুনিয়োক মহাৰাজ।
ডাঙ্কোপ মাৰিয়া কথাক বুলিলা
মোৰ সমকেহো নাই
তোমাৰ ৰাজ্যৰ যতেক পণ্ডিত
মোৰ আগে অনা গই।
শুনি ৰজা পাছে অতি শীঘ্ৰে কৰি
পঠাইলা দূত গণ,
সকলো পণ্ডিত ৰজাৰ সভাত
আহোক কৰি যতন।
তৰ্ক কৰিবাক ইথানে আহিছে
মহান পণ্ডিত এক,
ইটো ৰাজ্যে লোকে তৰ্কে নপাৰয়
পাইবে লাজ প্ৰত্যেক।

পণ্ডিত বিপ্ৰবৰ জ্ঞানী ঘোৰতৰ
বলধে আহিছে চৰি,
এক গাড়ী বেদ শাস্ত্ৰক আনিছে
পিঠিত জাপিয়া পাৰি।
গৌড় নগৰ পাইল সত্বৰ
হুয়া সবে এক সাজু
ৰজাৰ আগত তৰ্ক কৰিবাক
পণ্ডিতে পাতিলা বাজু•।
যত যত বিপ্ৰে তৰ্ক কৰিলন্ত
নদীয়াৰে খণ্ডিলন্ত
নানান শাস্ত্ৰৰ মতক দেখাই
সমাজক বিপ্ৰে বোলন্ত।
খাই বই সবে নব দিনে মানে
কৰিলন্ত যেবে বাদ
নদীয়াৰ বিপ্ৰে ছেদিল সবাকে
দেখাই কৰে উচ্ছাদ।
পণ্ডিত সবৰ ভঙ্গ দেখি ৰজা
পৰম লাজ পাইলা,
আপোনাৰ স্থানে যত বিপ্ৰ মানে
ঘৰা ঘৰি গুচি গৈলা।
বহুতৰে বটা দিলন্ত কবিক
বস্ত্ৰ অলঙ্কাৰ কত
পৰ ৰাজ্য লোকে ধন লৈয়া যাইব
নৰব ইটো ৰাজ্যত।

*•বাজু - প্ৰতিযোগিতা*

পাছে বৃদ্ধমন্ত্ৰী ৰজাক সম্বোধি
বুলিলন্ত এক বাণী
শৃগালৰ সমে সিংহই যুজিলে
ৰণত কভু নিজিনি।
আপোনাৰ জেদে সিংহক বান্ধিয়া
গৰালে ৰাখিলা ধৰি
তুচ্চ বৃষভ সব ৰণক পঠাইলা
সিংহক কি খেদিবে পাৰি।
ইতিমধ্যে বিপ্ৰ পণ্ডিত চন্দ্ৰ কৰি
বৃষভে চৰিয়া যায়
যথা ছিল সেই চণ্ডীবৰ কবি
বন্ধনৰ কষ্ট পায়।
পণ্ডিতক দেখি গৰালৰ পৰা
কষ্টতে বোলে বচন
সিংহে বৃষে যুজি বিজয় গৌৰৱ
কদাপি নোহে শোভন।
গৌড় ৰাজ্যৰ বৰই দুৰ্ভাগ্য
সিংহ বন্দী হইয়া ৰল,
সম যোদ্ধা নাই যিহেতু ঘাটিলে
ধন পৰে লইয়া গল।
চন্দ্ৰ কবি শুনি একোকে নুবুলি
বাহৰত আছে ৰই
উজাগাৰে থাকি সব গোটা ৰাতি
ৰজাক জনালে গৈ।

মহা পণ্ডিতক পলুৱাই ৰাখি
মোক কেন দিলা লাজ
সম যোদ্ধা সমে বাদ নকৰিলে
বিদ্যাৰ নাহিকে কাজ।
মহা কোপ মনে পণ্ডিতে তেখানে
ৰজাক বুলিবে লৈলা
পণ্ডিত জনক কিবা দোষে ৰজা
এতেক শাস্তি বিহিলা।
যিটো ৰাজ্যে জ্ঞানী গণে কষ্ট পায়
কভু তাত নোহে ভাল
বুদ্ধি জ্ঞানহীনে ৰাজপাট পাইলে
ৰাজ্যে নুগুচে জঞ্জাল।
*গিৰীহঁত যদি অজ্ঞানী হোৱয়*
*গৃহে যত লোক চয়*
*অশান্তি লভয় সুখ নথাকয়*
*গৃহস্থীৰ হোৱে ক্ষয়।*
*সমাজৰ মুৰব্বী মূৰ্খক হইলে*
*আৰু যদি স্বাৰ্থপৰ*
*সেইখন সমাজো যায় ৰসতল*
*উন্নতিৰো হয় ওৰ।*
কালি আমি পথে চলিয়া যাওঁতে
শ্লোকে আহ্বানিলা মোক
সিজন পণ্ডিতক তৰ্ক কৰিবাৰে
ৰজা শীঘ্ৰে আনিয়োক।

আমাৰ লগত সম যোদ্ধা তিনি
বাদ কৰিবাক চাও
জয় পাৰজয় যাৰ যিবা আছে
তাক আমি যেবা পাওঁ।
সিটো কোনজন পণ্ডিত প্ৰবৰ
তৰ্কে যদি মোক পাৰে
তেবে তাক মই সেৱা কৰিযাবো
আনিও তাক সত্বৰে।
মহাদৰ্প কৰি ৰজাৰ আগত
কৰে বহু উপহাস
বিদায় দিলাহা নৰ ৰায় তাক
ভোজনে কৰি আশ্বাস।
শুনি পাছে ৰজা মন্ত্ৰীক বুলিলা
কণাকনি কৰি তথা
ৰখীয়া এজন শীঘ্ৰে মাতি আনি
বুলিলা সমস্ত কথা।
তাৰ পাছে যেবে কৰিলাহা কৰ্ম
পূৰ্ব্বতে বুলিলো আমি
তৰ্ক কৰিবাক পণ্ডিতৰ সতে
আনিলা চণ্ডীবৰ মানী।
আঠু লৈয়া ৰজা কত প্ৰণামিলা
দুই হাত জোৰ কৰি
ক্ষমিয়োক দোষ নকৰিবা ৰোষ
নমিলো চৰণে পৰি।
অলপ দোষত বহু দণ্ড দিলো
মই অন্ধ মূঢ় জন
ক্ষমতাৰ বলে অন্ধলা হইলু
নিচিনিলু সাধুজন।

নদীয়াৰ পণ্ডিত সতে তৰ্ককাৰী
আপুনি উচিত মাত্ৰ
বুলিলা পণ্ডিতে তেওঁ সমে যুজা
যুজিবাৰ যোগ্যপাত্ৰ।
ৰাজ সমাজক চলি গৈলা পাছে
চণ্ডীবৰ মহামতি
চকু মুদি তিনি গুৰুক প্ৰণামিলা
পণ্ডিত জিনিবে প্ৰতি।
সাদৰে কম্বল বহিবাক দিলা
ৰজাৰ কাষত নিয়া
অবনত ভাৱে নম্ৰ ভাৱ লৈয়া
বহিলা তথাত গৈয়া।
গৌৰ ৰাজে তাক হাঁহি বুলিলন্ত
মহা জ্ঞানী চণ্ডীবৰ
এত দিন তুমি ভুঞ্জিলাহা দুখ
লৈয়োক তামোল মোৰ।
বিধিৰ লিখন কোনে এৰাবি
ভুলে ভালে যিবা আছে
তব বাক্য ৰাখি তেতিয়া নাহিলো
ভগ্যে এত কষ্ট আছে।
বহু মান্য কৰি পাছে বুলিলাহা
শুনা চণ্ডীবৰ ৰায়
ইটো মনস্তাপ যত আছে মানে
মৰষিয়ো সমুদায়।
জানিয়া যতনে একচিত্ত মনে
তৰিবাৰ কৰা কাম
ঘনকান্ত মূঢ় মতিয়ে বোলয়
ডাকি বোলা ৰাম ৰাম।



## *চন্দ্ৰ কবি পণ্ডিত আৰু চণ্ডীবৰ পণ্ডিতৰ বাক যুদ্ধ*

### *পদ*

শুনা সভাসদ যত প্ৰণামিলা হৰি
চণ্ডীবৰে চন্দ্ৰ কবি জিনে কেন কৰি।
মাধব বোলন্ত ভক্তগণ শুনা কথা
দুইজনে তৰ্কবাদ লগাইল তথা।
ৰজাক প্ৰণাম কৰি পিচে দেবীদাস
চন্দ্ৰ কবি মাতিলন্ত কৰি অল্পহাস।
চণ্ডীবৰ হৈলেক আহি পণ্ডিতৰ সন্মুখ
শুনি পালো পণ্ডিত সবক দিঁছ বহু দুখ।
গৰুৰ পিঠিত দিছ শাস্ত্ৰ বোজা তুলি
শাস্ত্ৰৰ উপৰে বহা হাত ভৰি তুলি।
এনুৱা পণ্ডিত কোনো দিনে দেখা নাই
শাস্ত্ৰৰ অবমাননা যে ধৰ্মৰ দোহাই।
যত শাস্ত্ৰ আছে মানে আনিয়োক আগে
এখানে ৰাখিয়ো শাস্ত্ৰ পণ্ডিত মহাভাগে।
চন্দ্ৰ কবি পুচিলা যে গ্ৰামৰ কাহিনী
চণ্ডীবৰে উত্তৰিল তাৰ কথা শুনি।
গোগৰীয়া নাম জানা আমাৰ নগৰ
এত বুলি চণ্ডীবৰ দিলন্ত উত্তৰ।
উপহাস কৰি চন্দ্ৰ কবি যে বুলিলা
গৰীয়া অধম জাতি হাসিবে লাগিলা।
গো মানে মুৰুখ সবক বুজায়
গৰীয়া শবদে অধম জানিবা নিশ্চয়।
গৰুতো অধম গাঁও তাতে তব বাস
নিশ্চয় বুদ্ধিতো গৰু স্বভাৱ নিৰাশ।
কথা শুনি হাঁহিলা সমস্ত বিপ্ৰগণে
চণ্ডীবৰে বিপ্ৰক মাতিলা তাৰ ক্ষণে।
আপোনাৰ গাঁওৰ নাম কিবা জানি
মোৰ আগে বোলা তব গ্ৰামৰ কাহিনী।
বিপ্ৰে বোলে পতনি পুৰত মোৰ বাস
হাঁহিলন্ত কথাটো শুনিয়া দেবীদাস*।
শুনা যত বিপ্ৰগণ আৰু মহীপাল
নামতে জানিলো মই গাঁও নহয় ভাল।
আমাৰ দেশত আছে ধনবন্ত জন
বিত্ত দিয়া কিনয় সকলে বান্দীগণ।
বান্দিক লাগিয়া পাছে বান্ধা ছপাৱয়
ভালমতে জানা তাৰ যেহেতু নিৰ্ণয়।
বান্ধা বান্দী সবাৰে তনয় যায় বাঢ়ি
অল্প বস্তু লাগি তাৰা কৰে কাৰা কাৰি।
গৃহস্থৰ এৰা অন্ন তাৰা সবে খায়
পেলনীয়া ভাতবোৰ পাতনিত পেলায়।

*দেবীদাস- চণ্ডীবৰৰ আন নাম*

শৃগাল কাউৰী পৰি সিটো অন্ন খাই
লেতেৰা কৰিয়া ঠাই সিহঁত গুচি যাই।
অপবিত্ৰ সেই ঠাই শুদ্ধ যে নহয়
গোগৰীয়া লাদ আনি পানী মিহলায়।
চতিয়াই দিলে হোৱে শুদ্ধ ঠাইখিনি
গোগৰীয়া অশুচি বুলিলা কিবা জানি।
যতে যতে পৰে নাৰীৰ পতনিৰ পানী
তাকো শুদ্ধ কৰে গোগৰীয়াৰ লাদ আনি।
যদ্যপি কোনোবা নাৰী ৰজঃস্বলা হয়
তাহাৰ পতনিৰ পানী যি থানে পৰয়।
অতীব অশুচি ঠাই জানে সৰ্ব্বজন?
সিও শুদ্ধ গোগৰীয়াৰ জলৰ স্পৰ্শন।
এতেকে জানিবা শ্ৰেষ্ঠ আমাৰ নগৰ
পাতনিতকৈ শ্ৰেষ্ঠতৰ শুনা বিপ্ৰবৰ।
প্ৰথম বাক্যতে পণ্ডিতৰ ভঙ্গ ভৈলা
সমজুৱা গণ যত হাঁহিবাক লৈলা।
চাপৰি বজাই সবে হাঁহে খলা খলি
অমাত্যসকলে হাঁহে প্ৰাণক উচালি।
গৰীয়াৰ অন্বয় শুনা বলো আমি
দম্ভ ভাব এৰি কৰ্ণ পাতি শুনা তুমি।
বৃন্দাবনে কৃষ্ণ গৰু চাৰিলন্ত যেবে
গোৱালী যশোদা লাদ পেলাৱন্ত তেবে।
যশোদা কৃষ্ণক সেৱা কৰো তুমি আমি
গৰু দান কৰো যজ্ঞে দেৱক প্ৰণামি।
ৰজস্বলা নাৰী যিটো পতনি পিন্ধয়
অন্য কোনোজনে তাক স্পৰ্শ নকৰয়।
পতনি নিপিন্ধে যত সাধবা নাৰীগণ
বিধবা দুখুনীৰ মাত্ৰ ইহাই বসন।
এতেকে আমাৰ গাঁও বহু শ্ৰেষ্ঠ হয়
পতনি নিকৃষ্ট অতি সবাই জানয়।
যিহেতু গৰীয়া বোলে শুনা বিপ্ৰগণ
নাজানিয়া খিকিন্দালি কৰা অকাৰণ।
গৰীয়াৰ অন্বয় কৰি শুনা বলো মই
এক মনে বুজি লবা আন নিচিন্তাই।
গম্ভীৰ সাগৰ যিটো গৰীয়া গৰিষ্ঠ
শুনি লবা ইটো মোৰ বচন বিশিষ্ট।
গহীন সবাতো কৰি গৰীয়া যিহেতু
তাকেই গৰীয়া বোলে শুনা এই হেতু।
কথা শুনি বিপ্ৰে অধো মুখে বহি আছে
শুনা বুলি চণ্ডীবৰ মাতিলন্ত পাছে।
গৰীয়াৰ নেজ শিঙ মুখৰ ব্যৱস্থা
শুনি চাবা শাস্ত্ৰ প্ৰসিদ্ধ এই কথা।
গহীন সবাতো কৰি গৰীয়া যিহেতু
তাক গৰীয়া নাম বোলে এই হেতু।
গৰীয়াৰ নেজে লজ্জা দেহক যে ৰখে
দুৰ কৰে বাসনা থাকে মহাসুখে।
নেজে দুইবিধা কাৰ্য্য সাধয় লোকৰ
এবে দুই গোটা কৰ্ম জানিও শিঙৰ।
শ্ৰীপদ দান কৰে সমস্ত লোকক
কৰয় সুন্দৰ এবে মহা কদৰ্য্যক।
মুখনে দিয়ে এবে পৰম মুকুতি
গো-মুখী গঙ্গাৰ জল পবিত্ৰ যে অতি।

গো-মুখীৰ জলে সাধে পতিতৰ গতি
ইহেন মুখায় তাৰ কৰে যেন গতি।
ভুকুতি মুকুতি মহা মোক্ষক সাধন্ত
পৰম গৰিষ্ঠ সিটো গৰীয়া মহন্ত।
দুই কৰ্ণে যেন কৰে শুনা তাৰ মৰ্ম
অনাদি জন্মৰ সবে অন্ত কৰে কৰ্ম।
কৰয় কৃষ্ণৰ সেৱা হুয়া শুদ্ধমতি
এই দুইবিধ কলো কাণৰ যুগুতি।
চকুৰ কাণৰ বলো শুনা যেন তেন
দিয়ায় চকুৰে দান হৰি ভক্ত ধ্যান।
হৰ গৌৰী চিনে আৰু লোক যত যত
চকুৰ দৃষ্টান্ত ইটো জানিবা সজ্ঞাত।
শুনা বিপ্ৰ সব গৰীয়া চাৰি পদ
মন দিয়া শুনিবা যতেক সভাসদ।
কালে চক্ৰে মুণ্ড জানা সবাৰে মুৰত
এতেকতে খুৰ চক্ৰ বুলিয়া কহন্ত।
ৰাপদে ৰিপুগণ জীৱন্তে যিহেতু
আশয়ক বলো শুনা আৰ হেতু।
আপদে অনাদি ব্ৰহ্মক দেখুৱায়
থুল গাৱ গোটাই সমস্তকে পালয়।
গৰীয়াৰ ব্যাখ্যা মই ইটো সব দিলো
প্ৰভুৰ চৰণ চিন্তি সবাকে কহিলো।
লাজ পাই চন্দ্ৰ কবি যেবে ৰই আছে
বিবৰ্ণ বদনে চাই মাতিলেক পাছে।
আশ্চৰ্য্য পণ্ডিত তুমি গহীন-ধন্য ধন্য
সমস্ত পণ্ডিতে তোমাক কৰো বহু মান্য।

এইবুলি চন্দ্ৰ কবি নমিলন্ত পাছে
ধীৰে ধীৰে যায় চলি সভা কক্ষ বাজে।
দান দক্ষিণা সব চণ্ডীবৰক দিলা
শিষ্য সমে বিষাদ মনে পুৰীবাজ ভৈলা।
গৌৰেশ্বৰ ৰজাই পাছে মাতিলা আপুনি
দেশৰ লজ্জাক ৰক্ষা কৰিলাহা তুমি।
এক শত ৰূপ পাছে আনিলা সত্বৰে
ধেনু বস্ত্ৰ কাহ পিতল দিলা তাৰ পৰে।
পুষ্প মাল্য দিলা অন্য বৃদ্ধ বিপ্ৰগণ
আমাক কৰিলা ধন্য পণ্ডিত সুজন।
কেহো বোলে বন্দীশালে যদি নথাকয়
কৈত লগ পাইবো আমি ইহেন সময়।
ৰজা প্ৰজা সবাকাৰে আশীষ পাইল
চণ্ডীবৰ জয়ধ্বনি গগনে চড়িল।
ৰজাক নিৰেক্ষি চণ্ডীবৰ মহাভাগে
ইহেন সৰ্ব্বস্ব বিত্ত আমাক নালাগে।
যত দিন থাকো মই কৰিম প্ৰতিপাল
এনে হেন কৰ্ম নকৰিম কোনো কাল।
ইটো কথা বুলিলেক গৌৰ ৰাজন
নিচিনিয়া অৱজ্ঞা কৰিলো কাঞ্চন।
*চণ্ডীবৰে বোলে কথা সাদৰি বচনে*
*দেশ জাতি ৰক্ষা কৰে নাগৰিকগণে।*
*জনমভূমিৰ মান নিশ্চয় ৰাখিব*
*সমগ্ৰ জাতিৰে ইটো কৰ্ত্তব্য জানিব।*
চণ্ডীবৰে বুলিলন্ত বচনক ভালে
ৰজাক প্ৰণামি চলিলন্ত ততকালে।

যোৱা বুলি আশীৰ্ব্বাদ লৈলন্ত ৰজা
জয় জয় ঘুষিলন্ত নগৰৰ প্ৰজা।
দেবী দাস বহিলন্ত নৌকাৰ উপৰে
কুৰিজনে নাও বাই লৈ যায় সত্বৰে।

কতদিনে পাইল গৈ আপোনাৰ ঘৰ
বন্ধু বান্ধৱক দেখি আনন্দ অপাৰ।
খাদ্য খানা কৰিলেক নানা ৰঙ্গ কৰি
সমস্ত সমাজে ডাকি বোলা হৰি হৰি।



## চণ্ডীবৰ পণ্ডিতৰ লগত ভোটৰ ৰণ

### পদ

এহি মানে বুলিলো পণ্ডিত চণ্ডীবৰ
কেন মতে জিনে ৰণ অতি ঘোৰতৰ।
মাধব বদতি হেৰা মহাভক্ত চয়
চণ্ডীবৰ পণ্ডিত আহি নিজ গৃহ পায়।
কৌশলে জিনিলা ৰণ ভোটক বধিয়া
পঢ়িলে বাঢ়িব জ্ঞান অতি সুখ পাইয়া।
এক মনে শুনে যিটো নিজে সাহ পায়
পঢ়িলে জ্ঞানক বাঢ়ে অন্যথা নহয়।
গৌড় বঙ্গ জিনিলে চণ্ডীবৰ মহামতি
অনেক ধন ধান্য দিলা গৌড়ৰা ধিপতি।
ধন লৈয়া আহে ঘুৰি লেঙ্গাই মাগুৰি
নব গৃহ বান্ধি পাছে সাজিলন্ত পুৰী।
কমতা ৰজাই জানি সাহায্য কৰিলা
টোল গৃহ মন্দিৰ অনেক সজাই দিলা।
লগুৱা চাকৰ বহু ৰাখিলা পণ্ডিত
ঘৰৰ সৌন্দৰ্য্য দেখি লোক চমকিত।

এনেদৰে কিছুদিন যেবে বই যাই
চিৰদিন সুখ কোনো লোকৰ নহই।
একবাৰ মাঘ মাহ আহিলেক যেবে
ধান্য চপাইয়া স্ফুৰ্ত্তি কৰে প্ৰজা সবে।
আত অনন্তৰে সবে শুনা এক কথা
ভোটৰ আক্ৰমণ আহি মিলিলেক তথা।
অকস্মাতে ৰাত্ৰি কালে ভোটে আক্ৰমিলা
ৰখীয়া পৰীয়া সব কাটিয়া মাৰিলা।
গ্ৰাম্য নগৰৰ গৃহ লগাইল জুই
সিটো সময় লোক সব আছিলেক শুই।
যুবা সব আছিলেক নিহালিৰ তলে
ভাৰ্য্যাক সাবতি ধৰি মনৰ নিৰলে।
পত্নীৰ সহিতে ছিল যেতিক্ষণ শুই
সেহি কালে ভোটগণ লগাইল জুই।
টোপনিত আউল জাউল উৰ দিহ নাই
সেনাগণে দিলা ৰণ অসাবধান ৰই।

ভোটে আহি ৰণ জিনি সবাকে মাৰিলা
নগৰ প্ৰবেশ কৰি লুট পাট কৰিলা।
কামেশ্বৰ ৰজা নামি দিলা ঘোৰ ৰণ
অস্ত্ৰ হাতে লৈয়া নামে ভোট অগণন।
যুদ্ধত হাৰিয়া পলাইলেক কামেশ্বৰ
ভোটগণে লুটি লৈলা সমস্ত নগৰ।
কেনো কোনো গ্ৰামে ভোট লগাইল জুই
জুই লাগি পুৰিলেক লোক এক দুই।
তাৰ পাছে ভোটে লেঙ্গা মাগুৰী পাইল
ধান কাটি চণ্ডীবৰ পথাৰে আছিল।
লুটি পুটি ধন বিত্ত ভোটে সব লৈলা
গাঁও এৰি তিৰি ছলি সব পলাইলা।
কুৰিজন লোক সমে চণ্ডী কাটে ধান
হাহাকাৰ শুনি সবে মাথা ডাঙি চান।
ভোটক দেখিয়া লোক সব পলাইল
চণ্ডীবৰ অকলশৰে গৃহক চলিল।
ৰাজধৰে ডাঙৰী বান্ধিবে ছিল আহি
চাৰি গোটা ভোট সেনা খেদে তাক চাহি।
হাতে ভৰি বান্ধি ভোট সবে নিলা টানি
মহাশোকে কান্দে চণ্ডীবৰ মহামানী।
হা পুত্ৰ পুত্ৰ বুলি কান্দে ৰাৱ পাৰি
বৃদ্ধ দেখি ভোটে তাক নিনিলেক ধৰি।
ভোটৰ হাতত মোৰ পুত্ৰ যাব কটা
প্ৰভুৰ সেৱাত মোৰ ভৈল বড়া টুটা।

হায় জানিলো মোৰ বাম হৈল বিধি
হাততে হেৰাইলো মই পুত্ৰ নব নিধি?
আলেঙতে বন মাঝে লোক গোট হৈলা
ৰাত্ৰি কালে আক্ৰমিবোৰ সবে আলোচিলা।
মদ খাই ৰাতি যেবে থাকিবেক শুই
চতুৰ্দ্দিকে তৃণ নিয়া লগাইবেক জুই।
জোং ষাঠী যতে পোৱা সংগ্ৰহ কৰি
ঢাল তৰোৱাল খাণ্ডা আৰু ধেনুকাড়ী
উচ্চাস যোগাইলা আহি পণ্ডিত চণ্ডীবৰ
গোপনে কৰিলা সব অস্ত্ৰৰ যোগাৰ
দশ গোটা যুৱতীক হাতে বান্ধি নিল
চুচৰি নেৱন্তে গাৰ কাপোৰ ফাটিল।
যোনিত সোমাইয়া দিলা লাখুটি এদাল
হাৱ ৰাৱে কান্দে যত যুৱতীসকল।
মহাসতী গৰ্ভৱতী তৰণী নাম ধৰে
গৰ্ভৰ ভৰত খোজ কাঢ়িতে নপাৰে।
তাইৰ পেট ফালি দিলা ভোট দুৰাচাৰে
দুৰ্জন ভোটে তাইৰ বিলৈ চাই ৰঙ্গ কৰে।
ৰাত্ৰি কালে এগোটা বৃক্ষৰ তলে ৰৈলা
লুটি নিয়া দ্ৰব্য যত একত্ৰ কৰিলা।
যোদ্ধা মহাযোদ্ধাগণ তৃণ শয্যা পাৰি
ৰণ ক্লান্তে সবাইও যে পৰিছে ভাগৰি।
মদ ভাত গাজা খাই শুইয়া পৰিল
দুই গোটা ৰখীয়াই মাথো পৰ দিল।

*• কলকুন্দা - কলগছ কাটি তাতে বান্ধি থোৱা অৱস্থা*

দৈ মাৰা গ্ৰামে এক বনৰ সমীপে
বট বৃক্ষ তলে ভোজ পাতি চাপে চুপে।
কলকুন্দা মাৰি বন্দীগণ বান্ধি থই
লাং খাই পৰি গৈলা মদ ভাত খাই।
একেলগে নাহে দুই একাকী ঘুৰয়
কাঠৰ জুইক ধৰি কাষত বহয়।
বাৰ কুৰিজনে একো বোজা খেৰ লই
এন্ধাৰতে চতুৰ্দ্দিকে দিলে ছতিয়াই।
জুই দিল তাৰ পৰে একে সময়তে
ধোৱাই চানিল ঠাইখনি চৰ্তুভিতে।
মাথাত কাপোৰ বান্ধি চিহ্ন কৰি লই
খাণ্ডা হাতে চণ্ডীবৰ প্ৰবেশিল গই।
লগৰ নগৰী আৰু বাৰ কুৰি জন
কাটিল সুবিধা বুজি সব ভোট গণ।
তাহাৰ মাজতে যত বন্দী সব ছিল
ভোটক কাটিয়া এবে তাহাক বচাইল।
নৰ নাৰী যুৱতী বন্দিনী বন্দীগণ
সবাকাৰে খুলিলেক হাতৰ বন্ধন।
তিনি শত দুই বিংশ ভোট তৈতেছিল
বাৰ কুৰি জনে বেঢ়ি সবাকে কাটিল।
চণ্ডীবৰে বান্ধি গাত বীৰ সাজে সাজি
খাণ্ডা ধৰি কৰিল ভুমিক ৰক্ত ৰাজি।
দুই চাৰি গোটা ভোট উদি মুদি হই
অন্ধাৰৰ মধ্যে লৰ দিলেক পলাই।
দানব সবক যেন মাৰে ৰুদ্ৰে ধৰি
ৰণ চণ্ডী কাটে যেন দৈত্যক সংসাৰি।

মহেশ্বৰ সম শক্তি ধাৰী চণ্ডীবৰ
কচু কটা দিলা যত ভোট নিৰন্তৰ।
কাকো কুৰি খণ্ড কাকো দুই খণ্ড কৰে
কাৰো চক্ষু যাই কাৰো গল ছেদ কৰে।
কাৰো কটা যায় হাত ভৰি চাৰিখান
আটাহ পাৰয় জোৰে নাচাৰয় প্ৰাণ।
কাটিল যতেক ভোট ছিল যত যত
পুত্ৰসমে পাচজন দেখিল মধ্যত।
ওচৰ চাপিয়া চাই গৈলা চণ্ডীবৰ
আথে বেথে বান্ধ পাছে কাটিলা পুত্ৰৰ।
বয়ণ, লোহাৰ, ৰাজধৰ আৰু মথুৰা
মুকলি আনিলা ঘোৰ আপদৰ পৰা।
নিপাত কৰিয়া সব ভোট কাটি আহি
ৰজাৰ আগত কথা কহিলা হৰিষি।
কামেশ্বৰ ৰজাই মান্য কৰি বহুতৰ
দিলেক পিন্ধাই আনি ৰাজ অলঙ্কাৰ।
ভোটক মাৰিয়া এৰি আহিল ধন মাল
তাক আনিবাক ৰাজা দিলা তত কাল।
বন্দী নাৰী গণক পঠাইলা নিজ ঘৰ
স্বামী পুত্ৰ পাইয়া হইল ৰঙ্গ বৰ।
গৰু গাড়ী পঠাই মাল আনিলে যতেক
নৃপতিৰ আগে আনি দিলন্ত সবাক।
ধন্য ধন্য চণ্ডীবৰ বীৰ তুমি ধন্য
পণ্ডিত মহান তুমি লোক মাঝে মান্য।
কৰ্ম্মৰ স্বৰূপ বটা কিবা দিব আমি
দেশ ৰক্ষা কৰ্ত্তা তুমি সমাজৰ স্বামী।

সব লোকে মিলি তাক কৰিলেক সেবা
মান্য কৰিলেক এক যোৰা বস্ত্ৰ দিয়া।
দোলা তুলি তাহাক বিদায় যেবে দিলা
পুত্ৰ সমে সব বস্তু গাড়ীত পঠাইলা।
গৃহে থাকি পৰিবাৰ আছিলন্ত কান্দি
পুত্ৰ স্বামী সাবতি বুকত লৈলা বান্ধি।

ৰণ জিনি ৰাজ সন্মানে হৰিষত হই
পত্নী পুত্ৰ সমে চণ্ডী গৃহত ৰহই।
ভক্তগণ শুনিয়া আনন্দ বৈলা বৰ
জয় জয় কৰিলেক হৰিষ অন্তৰ।
চণ্ডীবৰ পণ্ডিত আখ্যান মনত সুৱৰি
সব ভক্তগণ মিলি বোলা হৰি হৰি।

:—x—:

## চণ্ডীবৰ পণ্ডিতৰ পূৰ্ব্ব পুৰুষৰ পৰিচয়

### পদ

এত পৰে যত কথা বুলিলা আমাক
চণ্ডীবৰ কথা আমি জানিলো প্ৰত্যেক।
বলবান বীৰ্য্য বান সিজন পুৰুষ
বাক্য ৰণে অস্ত্ৰ ৰণে জিনিল শত্ৰুক।
তাৰ ভাল পৰিচয় আগে নাপাইলু
এবে কহিয়োক গুৰু সবাই সুধিলু।
ভক্তৰ বচন শুনি বঢ়াৰ নন্দন
বুলিবে লাগিল কথা হুই একমন।
চণ্ডীবৰ পণ্ডিত ছিল গুৰু উৰ্দ্ধোচাৰি
তাৰ চৈধ্য উৰ্দ্ধ পুৰুষ শুনা মন কৰি।
গোলকৰ নাথ হৰি থাকে ক্ৰীড়া কৰি
কত সহচৰ আৰু আন সহচৰী।
লক্ষ্মী সৰস্বতী দুই প্ৰিয়তমা তাৰ
দুইৰ সঙ্গত সদা কৰয় বিহাৰ।

একদিন সৰস্বতী বীণা বজাইল
বীণা স্বৰে শ্ৰীবিষ্ণু দ্ৰবীভুত ভৈল।
বীণাপাণি গাৰ হস্তে স্বৰ্ণ উপজিল
বিষ্ণু দ্ৰবীভুত জল লগালাগি ৰইল।
তাৰ পৰা জন্মিল এক পুৰুষ ৰতন
নাৰদ থাপিল আনি বাৰানসী ধাম।
বাৰানসী এৰি গৈলা কনৌজ নগৰী
ভুবন মধ্যতে ৰূপে গুনে মুগ্ধ কৰি।
পৰম আনন্দে গায় হৰি গুণ নাম
সেহি হেতু লক্ষ্মী ৰাখে পূৰ্ণানন্দ নাম।
সেউতী নামে কন্যা ছিল তাহাৰ মহিষী
জন্মিল তাহাৰ পুত্ৰ নাম ব্ৰহ্মাগিৰি।
কনৌজ ক্ষত্ৰিয় কুলে পূৰ্ণানন্দ নাম
তাৰ পুত্ৰ সুপষ্থ গিৰি ৰূপ অনুপম।

ব্ৰহ্মাগিৰি নামে পুত্ৰ জন্মিল তাহাৰ
চন্দ্ৰগিৰি ভৈলা ব্ৰহ্মাগিৰিৰ কুমাৰ।
কৃষ্ণগিৰি নামে ব্ৰহ্মাগিৰিৰ সন্ততি
তান পুত্ৰ স্বৰ্ণগিৰি জগততে খ্যাতি।
পুত্ৰ জাত ভৈলা তাৰ গন্ধৰ্ব্ব গিৰি নাম
শশীপ্ৰিয়া পত্নী তান ৰূপে অনুপম।
ৰূপে শশী জিনে তিনি গুনে সৰস্বতী
তাহাৰ পুত্ৰ ৰামগিৰি ভাগ্যবান অতি।
ৰামক ধিয়াই পাইলে ইটো পুত্ৰধন
সেহি হেতু ৰামগিৰি ভৈল তাৰ নাম।
ৰামগিৰি তনয়ৰ হেমগিৰি নাম
শিৱৰ পৰম ভক্ত সদা ভক্তি মান।
হৰ হৰি বৰত যে পুত্ৰ এক পাইল
হৰিবৰ গিৰি নাম তাহাতে ৰাখিলা।
প্ৰকৃতি দেবীৰ জন্ম অৰুণী যে নাম
হৰিবৰ গিৰিৰ পত্নী ৰূপে অনুপম।
অনুসূয়া ইন্দুমতী আৰু ভাৰ্য্যা দুই
তিনিজনী পত্নী সমে থাকে সুখী হই।
দুৰ্ভাগ্য যে এওঁ ভৈলা সন্ততি বিহীন
গুৰুদেৱ আৰাধিয়া থাকে ৰাত্ৰি দিন।
দ্বাদশ বৎসৰ যেবে দিন বহি গৈল
বিষ্ণু আৰাধনাত এক কন্যা জনমিল।
কৃষ্ণৰ কৃপাত জন্ম কৃষ্ণ কান্তি নাম
ৰূপত কোনো ৰাজ্যে নাই তাইৰ সমান।
বহু বৰ্ষ ধৰি তাইক বিবাহ নিদিল
বিবাহৰ কথা সতী মনত নানিল।

বিয়াৰ পাছত নাৰীৰ যাতনা বহুত
আলাসৰ লাডু কন্যা সহিবেক কত।
এতি হেতু বিবাহত তাইৰ নাই মতি
কৃষ্ণ আৰাধনা মাত্ৰ কৰে দিনে ৰাতি।
একদিন আৰাধন্তে উৰ্দ্ধ মুখ কৰি
মুখ মেলি স্মৰিয়া আছিল হৰি হৰি।
মুখত পৰিল আহি বীৰ্য্য এক লণ্ডা
ভৈলা গৰ্ভৱতী কন্যা কাটি গৈলা বন্ধ্যা।
সবে জনা শুনা ইটো কথা আচৰিত
পুত্ৰ এক জনমিল ভুবন বিদিত।
স্বভাৱতে ধীৰ স্থিৰ বচন গম্ভীৰ
কাৰ্ত্তিকৰ সম ৰূপ চিত্ত অতি স্থিৰ।
গন্ধৰ্ব্ব গিৰিত যেসে জন্ম আহি ভৈলা
সেহি হেতু গন্ধৰ্ব্ব নাম তাহাৰ ৰাখিলা।
নাভি নামে গন্ধৰ্ব্ব পূৰ্ব্বতে আছিলন্ত
দিনে ৰাতি গন্ধৰ্ব্ব বিষ্ণুক আৰাধন্ত।
আমাৰ বংশত জন্ম হোৱা নাৰায়ণ
চৈধ্য ভুবনৰ লোক কৰি নিস্তাৰণ।
নিৰিক্ষি তাহাক পাছে হৰি বুলিলন্ত
পূৰ্ব্বাপৰ সাধনাৰ জন্ম দিব অন্ত।
শ্ৰীচন্দ নামে দ্বিজ তই যে আছিলি
যজ্ঞ কৰ্মে মোৰ পদ সেৱা যে কৰিলি।
তুষ্ট হুয়া তোক মই বৰ দিলো গই
মাগিছিলা বৰ তুমি মোক ভেট পাই।
বৰ দিলো তোক পাছে আমি নাৰায়ণ
তোমাৰ বংশৰ মাঝে হওঁ একজন।

মাধৱ বুলিলা পাছে শুনাহে ব্ৰাহ্মণ
দ্বিতীয় জন্মক জানো কৰ তই মন।
মনুষ্য জন্মত কিছু নাই প্ৰয়োজন
তোমাৰ বংশত জন্ম হৈব নাৰায়ণ।
তাহাৰ তনয়া এই ইন্দুনী সুন্দৰী
কৃষ্ণ কান্তি জন্ম হৈলা ইন্দুনী গৰ্ভ ধৰি।
তাইৰ গৰ্ভে জনমিল নাম লণ্ডাবৰ
সাধনাতে লণ্ডা বীৰ্য্য গৰ্ভেৰ ভিতৰ।
লণ্ডা পৰি জন্ম হেতু নাম লণ্ডাবৰ
বলশালী লৰা নাই তাৰ সমসৰ।
দেৱৰ বীৰ্য্যত জন্ম নাম লণ্ডাদেৱ
বুদ্ধি প্ৰখৰ তাৰ সম নাই কেৱ।
অস্ত্ৰ শস্ত্ৰ শাস্ত্ৰত পাৰ্গত ভৈলা বৰ
পৰম গম্ভীৰ ধীৰ বুদ্ধিৰ সাগৰ।
বঙাল মাৰিবাক গৌৰেশ্বৰে দিলা তাক
মাৰিয়া বঙাল ৰাজ্য জিনি আনিলেক।
অস্ত্ৰ শস্ত্ৰ আগে ৰাখি পুজিলা যে চণ্ডী
চণ্ডী বোলে কিবা হেতু আছা মোক বন্দী?
লণ্ডাবৰ বোলে মাৱ মোৰ সব আছে
কিন্তু বন্ধ্যা বুলি মোক নিন্দয় সমাজে।
তুষ্ট হুয়া চণ্ডী মাৱ যেবে দিলা বৰ
এক গুটি পুত্ৰ ভৈলা চণ্ডী সমাসৰ।
চণ্ডী দেৱীৰ বৰে পুত্ৰ লণ্ডাদেৱ পাইলা
সেই হেতু চণ্ডীবৰ নামক ৰাখিলা।
চণ্ডীবৰৰ যশ গুণ আগে কলো মই
এই বংশে জন্ম লৈলা শঙ্কৰ গোসাই,
ভক্তগণে চণ্ডীবৰৰ কাহিনী শুনিলা
তাৰ পাছে শ্ৰীৰাম আতা আহি বাৰ্ত্তা দিলা।
খাদ্য অন্ন ব্যঞ্জন তৈয়াৰী হৈলা যেবে
স্নানাহাৰ কৰিবাক ভক্তগণে লাগে।
মাধব উঠিল পাছে গুৰু নাম স্মৰি
নৰ লোক সব ডাকি বোলা হৰি হৰি।

অতি মুৰ্খ ঘনকান্ত ৰচিলেক পদ
শ্ৰীশ্ৰীগুৰুৰ চৰিত পৰম সম্পদ।



## *চণ্ডীবৰৰ কামৰূপ ৰাজ্য আগমন টেম্বুৱাণীত বসতি স্থাপন*

### *পদ*

অন্নাহাৰ ভুঞ্জিলেক আতা ভক্তগণ
আহাৰন্তে ক্ষণেক কৰে বিচনাত শয়ন।
তাৰ পৰে বিয়লি সময় আহি পাইল
লৰ চৰ কৰি পুনু প্ৰসঙ্গে আহিল।

বিয়লি বেলাত যেবে প্ৰসঙ্গ হইল
মাধবদেৱ চৰিত কথা বুলিতে লাগিল।
শুনা ভক্তগণ গুৰু চৰিত অমৃত
লেঙা মাগুৰীত থাকে চণ্ডীবৰ পণ্ডিত।
পুত্ৰ ৰাজধৰ পত্নী আৰু চণ্ডীবৰ
তথাত থাকিল যেবে বিংশতি বছৰ।
ৰণ জিনি চণ্ডীবৰ যেতিয়া আহিল
ৰজাৰ পৰম বন্ধু সন্মান বাঢ়িল।
ৰাজ্য শাসনত দেবী দাস অগ্ৰগণি
মুখ্য পৰামৰ্শদাতা সব লোকে মানি।
মন্ত্ৰী সমুদ্ৰৰ এক কন্যা যে আছিল
ৰূপে গুণে বুদ্ধিমতী পণ্ডিত জানিল।
দুইজনে আলোচ কৰিয়া কৰে স্থিৰ
বিয়ে বান্ধি বন্ধু হও আমি দুই গিৰ■।
মোৰ কন্যা জনী আৰু আপোনাৰ পুত✦
একে মুখ একে বৰ্ণ কিনো অদভুত।
আপুনি ৰাজনীতিবিদ আমিও এজন
দুই পৰিয়াল আমি সবাতে সমান।
মোৰ কন্যা দান দিবো আপোনাৰ পুত্ৰক
প্ৰস্তাৱ পঠালো উলঙ্ঘা নকৰোক।
সমুদ্ৰ মন্ত্ৰীৰ কন্যা পূৰ্ণিমা যে নাম
এই ৰাজ্যে ৰূপৱতী নাহি তান সম।
পূৰ্ণিমাক বিবাহ কৰিলা ৰাজধৰ
পুত্ৰ বোৱাৰীৰ সমে তিনি সুখীবৰ।

ইতিমধ্যে দুইবাৰ ভোটে আক্ৰমিলা
কামেশ্বৰে ৰণ কৰি ভোটক খেদিলা।
ৰাজধৰ চণ্ডীবৰ পিতা পুত্ৰ দুই
মাতা আৰ বোৱাৰী মাত্ৰ আৰ কোনো নাই।
দ্বাদশ বৰিষ বিয়া পৰে বহি গৈলা
তথাপিতো ৰাজধৰে পুত্ৰ নেদেখিলা।
চণ্ডীবৰ পণ্ডিতো মনে কষ্ট পাইলা বৰ
ইচ্ছা কৰে দুইজনে নাতি দেখি বৰ।
বোৱাৰী বদন দেখি পায় বৰ দুখ
মাতৃত্ব নাপাইলে নাৰী সবৰ নাই সুখ।
*যদ্যপি মাতৃত্ব লাভ বৰ কষ্টকৰ*
*তথাপি আগ্ৰহ নাৰীৰ মাতৃ হইবাৰ।*
সৰ্ব্ব কৰ্মে পাৰ্গতি ইটো মন্ত্ৰীৰ নন্দিনী
কিবা হেতু বন্ধ্যা ভৈল কিছুই নজানি।
একদা আহিলা এক সাধক প্ৰবৰ
গনি পিতি চাই কথা কলে বহুতৰ।
চণ্ডীবৰ পৰিয়াল সূৰ্য্যক নজানন্ত
সেহি হেতু ৰবি ক্ৰোধ সন্ন্যাসী বোলন্ত।
ৰবিৰ সন্তুষ্টি হেতু সূৰ্য্য পূজা কৰা
তেবেসে দেখিবা নাতি মোৰ কথা ধৰা।
সন্তুষ্ট হইলে ৰবি মন হইব সিদ্ধি
ধন ৰত্ন পাবা আৰু বংশ হইব বৃদ্ধি।
ৰাজধৰে প্ৰতি ৰবিবাৰ যে পালয়
লগতে পূৰ্ণিমা সতী সমভাগী হয়।

■*গিৰ - গিৰি বা পৰিয়াল*

✦*পুত - পুত্ৰ*

স্বামী পত্নী উভয়ে সূৰ্য্যক আৰাধনে
বৰ দিলে সূৰ্য্যে পুত্ৰ পাইব অল্পদিনে।
তব পুত্ৰ জন্মিবেক সূৰ্য্য সমসৰ
ৰাজ্যত বাঢ়িবে খ্যাতি দেশ দেশান্তৰ।
ভবিষ্যতে বংশ তোৰ উজ্বল হইব
সূৰ্য্যৰ কিৰিতি সম জগত পোহৰাব।
সপোনতে দিলা বৰ সূৰ্য্য দেৱ আহি
উঠিয়া বহিল ৰাজধৰ হাঁহি হাঁহি।
পত্নীক বুলিলা পাছে শুনা মহাসতী
সপোন দেখিলো কিবা মনৰ হৈলা ভ্ৰান্তি।
যিবা হোক সূৰ্য্য দেৱ সন্তুষ্ট সন্তোষ,
ভাগ্যে যিবা আছে মনে নকৰিবা ৰোষ।
হেন মতে তিনি মাহ যেবে বহি গৈলা
পূৰ্ণিমাৰ গাৱত গৰ্ভৱতী চিহ্ন লৈলা।
শাওন মাহৰ দশ দিন যেবে বই যাই
সেইদিনা ৰাজধৰে পুত্ৰ লাভ পাই।
সূৰ্য্যবৰ নাম হেন প্ৰসিদ্ধ লোকত
ৰাজধৰে পুত্ৰ লভি ভৈল আনন্দিত ।
দেবীদাস* পৰিয়ালৰ আনন্দ ভৈলবৰ
জাত কৰ্ম কৰি দান দিলা বহুতৰ।
দুখীয়া দৰিদ্ৰ সব ভোজন কৰাইলা
ব্ৰাহ্মণ ভোজন কৰাই দক্ষিণা কৰিলা।
তাৰ পাছে ৰজাৰ পাশক গৈলা লই
বস্ত্ৰ অলঙ্কাৰ দিলা বৰ তুষ্ট হই।

এনেদৰে বিংশতি বছৰ গৈলা বই
বৃদ্ধ ভৈলা দেবী দাস শক্তি হীন হই।
ভোটে নেৰিলেক জেদ চণ্ডীবৰ প্ৰতি
ছেগ চাই আছে শোধ লইবাক প্ৰতি।
ৰজাকো জনায় কত জন ভোট গই
পিতৃ বৈৰী প্ৰতিশোধ লইবো আমাসাই।
এতেকতে চণ্ডীবৰ বৰ ত্ৰাস পাইলা
পুত্ৰ নাতি বোৰীৰ প্ৰতি মৰম জন্মিলা।
ৰজাৰ পাশক গৈয়া লৈলন্ত বিদায়
কমতাপুৰত আৰু নাথাকিবো মই।
এতেকতে বিদায় দিওক মহাৰাজ,
জীৱন নাশ হয় যদি হৈব কিবা কাজ।
বিদায় মাগিলো এই ৰাজ্য চাৰি যাব
মাজে মাজে আহি মই প্ৰণাম জনাইব।
এই বুলি নৌকা চৰি উজাই আহিলা
কামৰূপ ৰাজ্যে বসতি কৰিবাক চাইলা।
দুই দূত সঙ্গে ৰজা দিলা নৌকা আগে
স্থান চাহিবাক পাছে লৈলা মহাভাগে।
নৌকা চৰি গৈলা চাৰি নাওবৈচা লই
উজাই আহিলা সোণ কোষ পাৰ হই।
সোণকোষ তীৰে মাটি অনেক দেখিল
কিন্তু ভুটীয়াৰ ভয় কিছু নাথামিল।
পুনৰপি নৌকা চৰি উজাই আহিলা
পৰ্ব্বত পাহাৰ ভুমি অনেক দেখিলা।

** দেবীদাস - চণ্ডীবৰৰ আন এটা নাম*

বুজিলন্ত এই ঠাইৰ স্বাস্থ্য নোহে ভাল
ৰোগে পীড়িবেক দেহা জানা চিৰকাল।
মানাহ নদী তীৰে নামা নগৰ আছিল
বসতিৰ বাবে ঠাই অতি অনুকুল।
তথাত থাকিল মাত্ৰ ৰৈ তিনিদিন
ভাবিল বাৰিষা হলে নাথাকিব চিন।
দুই নদী সঙ্গমেতে বাৰিষাৰ সোতে
খেতি-বাতি সব নষ্ট কৰিব ইয়াতে।
লুইতৰ বুকে ঠাই হব পাৰে লয়
সময়ত ঘটিবেক মহান প্ৰলয়।
তাৰ পাছে উজাই আহি বৰপিট পাইলা
বাউসী পৰগণা পাই তথাত থামিলা।
চাৰিফালে দেখে ঠাই অতি জ্যোতিষ্কাৰ
গ্ৰাম আৰু নগৰ সমান পৰিষ্কাৰ।
চিৰি লুইত নামে নদী মধ্যত বহয়
দুই পাৰে বিশাল গাঁও অতি শোভাময়।
বস্তি মধ্যে আছে কত পানীৰ পুখুৰী
যুৱক যুৱতি ফুৰে নাদুৰি সাতুৰি।
কিন্তু জমি মাটি ভাল দেখিবে নাপাইলা
বসতিৰ বাবে ঠাই কোনোৱে নিদিলা।
দক্ষিণ কাষতে দেখে লোহিয়া ডঙৰা
ডাক পুৰুষৰ জন্ম ঠাই পাইল বতৰা।
বিষানদই আলিছিল পৰগণা মাজে
নেদেখিলা চিহ্ন তাৰ পল্লীৰ মাজে মাজে।
উজাই আহিলা আৰু দুই তিনি দিন
হয়গ্ৰীৱ মন্দিৰ দেখিল ৰিণ ৰিণ।

মণিকূট পাহাৰে মাধব হয়গ্ৰীৱ
বিষ্ণু আৰু বুদ্ধ মূৰ্ত্তি একেই বান্ধৱ।
কেদাৰ কামেশ্বৰ আৰু গণেশ মন্দিৰ
শোভাময় সিটো স্থান ৰাজ্যৰ ভিতৰ।
বিচিত্ৰ পৰ্ব্বত মালা চৰি দিকে দেখি
স্তব্ধ ভৈল চণ্ডীবৰ ঠাইক নিৰেক্ষি।
বেউলা লখিন্দাৰ আৰু নেতাই ধুবনী
ভীমৰ জলপান চৈৰা জুৰি ঠাইখিনি।
হাজোৰ নানা পৌৰাণিক শিলা মূৰ্ত্তিচয়
দেখিয়া পণ্ডিতে পাছে বিমুগ্ধ হোৱয়।
কানাই বৰশী শিলালিপি বুকে লেখা
বুজিলা পণ্ডিত ঐত যবন পতন ৰেখা।
নীলাচলে দেখিলেক কামাখ্যা মন্দিৰ
দৰশন ভৈলা তাতে পণ্ডিত প্ৰবৰ।
কামাখ্যাৰ বাম দিকে দেখিলেক পাছে
অশ্বাক্ৰান্ত ধামে বিষ্ণুপদ চিহ্ন আছে।
ঘোটকৰ খোজ পৰি আছে ঠাই জুৰি
শ্ৰীকৃষ্ণৰ স্মৃতি চিহ্ন ইটো তীৰ্থ জুৰি।
তথাতে কৰিলা আহি চণ্ডীবৰে স্নান
স্নান অন্তে পণ্ডিত বিপ্ৰ সবক দিলা দান।
তাৰ পাছে প্ৰাগজ্যোতিষ নগৰক চাই
মনত পাইল দুখ ভগ্নাবশেষ পাই।
স্মৃতিৰ পটতে আহি উঠলি উঠিল
নৰকাসুৰ ভগদত্ত ইয়াতে আছিল।
প্ৰাগজ্যোতিষৰ ৰজা মহা ধনুৰ্দ্ধৰ
ভানুমতী সুন্দৰী পাটৰাণী কৌৰবৰ।

বিষাদৰ লতা বনে নগৰ ঢাকিছে
কাউৰী শৃগালে মাত্ৰ আৰাৱ কৰিছে।
তাক চেৰাই গৈয়া পাছে উত্তৰ দিকে গৈলা
দুৰহস্তে শিঙৰী পৰ্ব্বতক দেখিলা।
দুইদিন উজাই গৈয়া শিঙৰীক পাই
পৰ্ব্বতে উঠিয়া পাছে দক্ষিণক চাই।
বহল বননীৰ ক্ষেত্ৰ দেখিবাক পাইলা
উত্তম কৃষি ভুমি হৈব মনে ঠাৱৰীলা।
এক ৰাত্ৰি থাকি তৈতে জুৰাইল গাৱ
তদন্তৰে দক্ষিণে গৈলা নামি শিৱ পাৱ।
সেইদিনা গই যেবে পাইলা কালশিলা
বিচাৰি ফুৰন্তে টেম্বুৱাণী জান পাইলা।
নৌকা লৈয়া ঘুৰিলেক জানৰ ভিতৰ
অতি বিতোপন ঠাই পাইল চণ্ডীবৰ।
তথাত ৰহিল পাছে দিন পাছ ছয়
পুনৰপি মাগুৰিক সবে চলি যায়।
বৃদ্ধ কাল নাই বল কপে দুৰ দুৰ
ৰজাৰ আশ্বাসে কিছু ভৈল গাৱ জুৰ।
তথাপি ভোটৰ ভয় মনত লাগয়
উজাই আহিবে লাগি নৌকা সাজু হয়।
ৰজাৰ কাষত গৈয়া বিদায় মাগিল
ধন ধান ৰত্ন বস্ত্ৰ নৌকাত তুলিল।
ৰাজধৰ মাৱ আৰু পূৰ্ণিমা বোৱাৰী
সবাকে তুলিলা নৌকা এক সঙ্গ কৰি।

ৰজা কামেশ্বৰে দুই দুতৰ লগত
নাও বোৱা চাৰিজন কৰ্মত পাৰ্গত।
বেগে নৌকা চৰি সবে উজাই আহিলা
সাত দিনান্তৰে পাছে টেম্বুৱাণী পাইলা।
ত্ৰিতয় বৰিষ দুই মাহৰ ছোৱাল
সূৰ্য্যবৰ লৰি ফুৰে ইফাল সিফাল।
হিৰণ্য, হামিৰ দুই দূত বৰ কাজি
দিলন্ত সুন্দৰ কৰি বাসগৃহ সাজি।
বৰ ঘৰ বান্ধিলেক দুই কুৰি হাত
দীৰ্ঘ কৰিলন্ত ঘৰ কৰি চাৰি খাট।
পাকঘৰ বান্ধে আনি কাষত তাহাৰ
সন্মুখত বৰ চৰা অতি জ্যোতিষ্কাৰ।
ভৰাল নিৰ্ম্মিলা তাতে বৰঘৰ পূবে
বান্ধিল পূজাৰ ঘৰ লানি একে ভাবে।
একাষে গোহালি ঘৰ কাষে খেৰ ঘৰ
নিকটে বান্ধিল সিটো অতি উচ্চতৰ।
চাৰিফালে বেৰ দিলা বাহৰ তাতি কাটি
প্ৰবেশিব নাপাৰিব জন্তু ভয় ভিতি।
দক্ষিণ দুৱাৰী গৃহ বান্ধিলেক চাই
উত্তৰ ফালত বাৰী পাতে ভালকই।
তিনি শত ষাঠী ডাল কদলিৰ পুলি
ছয় ছয় হাত ফাক কাটিলন্ত জুলি•।
কদলিৰ মাঝে মাঝে তামোলৰ পুলি
দীৰ্ঘ প্ৰস্থ ক্ষেত্ৰাকাৰ ৰোৱে শাৰী তুলি।

*•জুলি - লোৰ*

চাৰিফালে ওখ ঢাপ বান্ধিল সজাই
উত্তৰ পশ্চিমত তিনি শাৰী বাহ ৰুই।
মাঝ মাঝে কল যেবে মাঝেতে তামুল
পুলিবোৰ পৰি পাটি দেখিতে আমোল।
আম, কঠাল, জামু আৰু টেঙা বহু বিধ
মাটি কঠাল, জামু গছ ৰোৱে বিধে বিধ।
দুই এক গোট পুলি ৰুলা নাৰিকল
বাৰী পাতি নৈলা ভূঞা ৰুই নানা ফল।
এইদৰে ঘৰ বাৰী বস্তি সাজিলন্ত
চুবুৰীয়া লোকে দেখি হৰিষ কৰন্ত।
কাষৰে পাজৰে বহু লোক সঙ্গ নৈলা
দ্বাদশ বৰিষ কাল ইয়াতে ৰহিলা।
টেম্বুৱাণী নামে ঠাই অতি অনুপম
হাৱা পানী স্বাস্থ্য কতো নাই তাৰ সম।
লুইতৰ অনুকুল দক্ষিণ তীৰত
শস্য মৎস কাছ কণী আছে অসংখ্যাত।
অতিশয় ভোগশালী টেম্বুৱাণী প্ৰজা
ভূঞা সৱ ই ঠাইতে খণ্ড ৰাজ্য ৰজা।
আক শুনি ভক্তগণ পুছিবে লাগিলা
ভূঞাগণ পৰিচয় বিচাৰি সুধিলা।
মাধব বোলন্ত শুনা ওহে ভক্তগণ
তাসম্বাৰ পৰিচয় কৰহ শ্ৰবন।

আৰিমত্ত নমে ৰজা কামৰূপাধিপতি
তাহাৰ বুদ্ধিমান মন্ত্ৰী সমুদ্ৰ মহামতি।
ৰাণীৰ চক্ৰান্তে তিনি ফিঙুৱাৰ হাতে
তেজিলন্ত নিজ প্ৰাণ সমৰ ক্ষেত্ৰতে।
মনোহৰ নামে মন্ত্ৰী সমুদ্ৰ তনয়
তাৰ কন্যা লক্ষ্মীদেৱী নামে পৰিচয়।
সামন্ত সুমন্ত দুই লক্ষ্মীৰ তনয়
প্ৰতিজনে বাৰ পুত্ৰৰ জনক হোৱয়।
চব্বিশ জন পুৰুষ ভৈলা ভূঞাৰ সন্ততি
দিহিঙ হন্তে মানাহ নদী ৰাজ্যৰ বিস্তৃতি।
সামন্ত তনয় ভৈলা বাৰ ভূঞাবৰ
সৰু বাৰভূঞা পুত্ৰগণ সুমন্তৰ।
তাহাৰ ৰাজ্যত স্থিতি নৈলা চণ্ডীবৰ
ৰজাৰ পৰম মিত্ৰ ভৈলা ৰাজধৰ।
ভূঞাৰ পৰিয়ালে সতে একত্ৰ হইল
ৰাজধৰ ভূঞা নামে পৰিচিত ভৈল।
পূৰ্ব্ব বাৰভূঞা আৰু পণ্ডিত চণ্ডীবৰ
এক বুলি পৰিচিত ভৈলা জগতৰ।
ৰাজধৰ বৰভূঞা পদবী পাইল
ভূঞা ৰাজ্যৰ খ্যাতি প্ৰচাৰ হইল।
ভূঞাৰ পৰিচয় কথা অতি মনোহৰ
হৰি হৰি বোলা সবে যত সাধু নৰ।



## টেম্বুৱাণীত ভূঞাৰ ৰাজধানী স্থাপন আৰু চণ্ডীবৰ পণ্ডিতৰ পৰলোক

### পদ

টেম্বুৱাণী নগৰত বিজ্ঞ চণ্ডীবৰ
বসতি কৰিল আহি দ্বাদশ বৎসৰ।
পুত্ৰ ৰাজধৰ আৰু নাতি সূৰ্য্যবৰ
সুখে বাস কৰিলন্ত তথা চণ্ডীবৰ।
ৰাজধৰ পত্নী সেই দেহুতি সুন্দৰী
দাস দাসী সমে থাকে কৃষি কৰ্ম কৰি।
সমাজৰ সৰ্ব্ব কৰ্মে আগভাগ লই
নিৰ্মিলা অনেক বাট-পথ ভাল কই।
তাৰ পাছে স্থাপিলন্ত টোল যে এখনি
শিক্ষক হইল মহেন্দ্ৰ কন্দলী মহামানী।
সৰ্ব্ব শাস্ত্ৰে পাৰ্গত সেই কন্দলী মহেন্দ্ৰ
অতি ৰূপবান যেন সৰগৰ ইন্দ্ৰ।
ভিক্ষা জীৱি ব্ৰাহ্মণ তেওঁ জ্ঞানৰ সাগৰ
নিষ্ঠা সতে শিক্ষা দিয়ে টোলৰ ছাত্ৰ।
পানী খাব হেতু দুই পুখুৰী খান্দিল
পুখুৰীৰ চতুৰ্দ্দিকে বসতি সাজিল।
নবৰূপ লইলা যেন টেম্বুৱাণীপুৰী
কতজনে নাম দিলে আলিপুখুৰী।
বৰদোৱা হেন নাম তল পৰি যাই
আলিপুখুৰী নাম এটি প্ৰসিদ্ধি লভই।
পৰম আনন্দে বাস কৰে সব নৰ
এক দিনা পৰলোক গৈলা চণ্ডীবৰ।

সবাকে মাতিয়া আনি কাষ্ঠক কৰিলা
ভূঞাগণ মিলি কত সিধাক যোগাইলা।
একাদশ দিন অন্তে পুৰোহিত মাতি
শ্ৰাদ্ধ ক্ৰিয়া কৰিলা বিধিমত সন্ততি।
তাৰ পাছে হঠাত মিলিল এক কাম
চণ্ডীবৰ ভাতিজাৰ নৰ হৰি নাম।
তাহাৰ পত্নীৰ এটি জন্মিল সন্ততি
হলায়ুধ নামে সিটো লোকে ভৈল খ্যাতি।
সমাজক ভোজ ভাত দিবে নোৱাৰিলা
এক মাহ পৰে পিছে ভোজক পাতিলা।
বহি সবে ভূঞাগণ পাতিলা সমাজ
ৰাজধৰে বোলে পাতো অন্ন দান কাজ।
অন্ন দিব খোজো মই দিয়োক অনুমতি
পিতৃ পিতামহ দুইৰ হওক সদগতি।
ভূঞাগণ বোলে ভাল কৰা ইটো লাগে
বুলিবা আমাক যেতিক্ষণে যিটো লাগে।
অন্নক ভুঞ্জিব আমি উদৰ পুৰাই
অন্ন দান সমদান ত্ৰিভুবনে নাই।
*এক মনে যিটো জনে অন্ন দান দিয়ে*
*অশ্বমেধ যজ্ঞৰ ফল ইহাতে মিলয়।*
সমস্ত ভূঞাই পিছে কৰিয়া আলচ
ভোজৰ বাবে যোগাইলা বহু মাছ কাছ।

কুটুম্বসকলে বহু বস্তু যোগাইলা
ইদৰে ভোজন দ্ৰব্য যোগাৰ কৰিলা।
ভোজ ভাত খাই পাছে গুৱা পান কৰি
ভূএগ্রা সব চলিয়া যাইল ঘৰাঘৰি।
সিটো ভোজনৰ আগে হইল এক কাজ
আলোচনা কৰি যত ভূএগ্রাৰ সমাজ।
ৰাজধৰ নৰ হৰিক জ্ঞাতি কৰি লৈলা
ভূএগ্রাৰ সমাজত তাহাক স্থান দিলা।
সিটো দিনৰ পৰা পাইলা ভূএগ্রা নমে খ্যাতি
পৰবৰ্ত্তি পুৰুষ ভৈলা ভূএগ্রাৰ সন্ততি।
ৰাজধৰ পৰিয়ালৰ সন্মান বাঢ়িলা
ৰাজ কাৰ্য্য উচ্চাসনে তাৰ স্থান ভৈলা।

এইদৰে টেম্বুৱাণীত ভূএগ্রা যিসকল
কামৰূপৰ• মধ্য ভাগে বাঢ়িলেক বল।
চুবুৰীয়া জাতিবোৰৰ জেদ বাঢ়ি গৈলা
ভূএগ্রাৰ ঐশ্বৰ্য্য দেখি বিষ্ময় মানিলা।
পৰম পিতাৰ কৃপায় চণ্ডীবৰ সুত
ধনে ধানে মানে উচ্চ হইল অদ্ভুত।
সমজুৱাগণে কথা সমস্ত শুনিলা
জয় ৰাম কৃষ্ণ বুলি সৱাই ডাকিলা।
নানা শুভ কৰ্ম কৰে ভূএগ্রাৰ নন্দন
আকৰ্ষিলা তথাত যতেক ভূএগ্রাগণ।
গুৰু চৰিতৰ কথা শুনা কৰ্ণ ভৰি
শ্ৰবণ কীৰ্ত্তন কৰি বোলা হৰি হৰি।

****************

*• কামৰূপ - প্ৰাচীন কামৰূপ*

## *সূৰ্য্যবৰ জয়ন্ত মাধব আদিৰ জন্ম, টেম্বুৱাণীৰ পৰা স্থানান্তৰ*

### *পদ*

ভক্তগণ নমি পাছে পুছিলা বৃত্তান্ত
পিছে কিনো ভৈলা কথা ভূএগ্রা সমাজত।
মাধব বোলন্ত শুনা মহা ভক্তগণ
চণ্ডীবৰ লোকান্তৰে যি ভৈলা ঘটন।
ৰাজধৰে পাইলা ভাৰ্য্যা পৰম সুন্দৰী
ৰূপে গুনে যশে ভৰা ভূএগ্রাৰ বোৱাৰী।

দেবাহুতি নামে কন্যা ৰাজধৰে পাই
পৰম আনন্দে থকে সুখৰ সীমা নাই।
সূৰ্য্যবৰ নামে পুত্ৰ প্ৰথমে পাইলা
লাহে লাহে তনয় গোট ডাঙৰ হইলা।
সমস্ত বালক মাঝে মহা বলশালী
সকলোকে জিনে যত লৰা ও ছোৱালী।

সেহি হেতু সূৰ্য্যবৰ বালকৰ মাজে
যেন সেনাপতি চলে ৰণুৱা সমাজে।
সূৰ্য্য সম শক্তিমান বালক ধৰন্ত
কতনা বুলিব আমি কহি নপাও অন্ত।
তাৰ পাছে তিনি কন্যা তথা উপজিল
একে একে প্ৰতিজনী উপজি মৰিল।
দুই পুত্ৰ জনমিল তিনি কন্যা আৰু
উপজিয়া মৰিলেক কিনো কথা বাৰু।
তাৰ পাছে গৰ্ভৱতী দেহুতি* সুন্দৰী
জনমিলা দুই পুত্ৰ যমজ ৰূপ ধৰি।
কষ্ট পাইলা বৰ্ণনাতীত ৰাজধৰ জায়া
ৰাজধৰ পাইলা পুত্ৰ যমজ দুই কায়া।
গণনা কৰিয়া থৈলা মাধব জয়ন্ত
দুৰ্ব্বল যদ্যপি দুয়ো মহা গুণৱন্ত।
লাহে লাহে দুই পুত্ৰ বাঢ়ে দিনে দিনে
টেম্বুৱাণী তৈতে থাকে সবে ৰঙ্গমনে।
নামে কামে সূৰ্য্যবৰ কি কহিবো কথা
সমাজত সূৰ্য্য যেন জ্বলয় সৰ্ব্বথা।
দশন সুন্দৰ যেন ধীৰ স্থিৰ মতি
বচন চলন যেন মদমত্ত হস্তী।
পাঠত সুন্দৰ বুদ্ধিমান বিদ্যাবান
কণিষ্ঠ তাহাৰ সম নাই কোনোজন।
পৰম বিক্ৰমী তিনি সূৰ্য্য সমপ্ৰায়
নাম শুনিলেই লোকে কপিয়া উঠয়।

অতিকে পণ্ডিত সমাজত অগ্ৰগনি
পণ্ডিত সমাজে মান্য কৰে জানি শুনি।
বেদ শাস্ত্ৰ ধৰ্ম্ম শাস্ত্ৰে নিপুন অতিশয়
ভূঞা সকলেও মান্য কৰিয়া থাকয়।
সূৰ্য্যবৰৰ যশস্যাক বৰ্ণাইব কত
ভূঞাৰ মাজত ভূঞা নামত প্ৰখ্যাত।
তান ভাই জয়ন্ত সুন্দৰ মনোহৰ।
তাহাৰ মুখখনি দেখি মৰম লাগে বৰ।
টোলত শিকিলা শাস্ত্ৰ ভৈলন্ত পণ্ডিত
সংসাৰৰ কিছু কথা নাই অবিদিত।
মাধব কণিষ্ঠ ভাতৃ মৰমীয়াল অতি
সবে বোলে সৰু বাপু ভূঞাৰ সন্ততি।
এইদৰে ৰাজধৰ তিনি পুত্ৰ লই
দাস দাসী ভাৰ্য্যা সমে থাকে সুখী হই
ধান ধন মাছ খৰি উভৈনদী যাৰ
গৰু, ঘোৰা, মহ, হাতী, সম্পদ অপাৰ।
সমস্তকে লই সুখে থাকে ৰাজধৰ
পতিব্ৰতা দেৱহুতি ভাৰ্য্যাসহ আৰ।
তাহাৰ পৰিয়াল ভৈলা লোকে জনাজাত
স্বৰ্ণপীঠ জুৰি হল ৰজা নামে খ্যাত।
সুখে চলি আছে তাত ভূঞাৰ সমাজ
এনে সময়ত এক মিলিলা অকাজ।
কছাৰী কতেক আহি বস্তু লুটি নিলা
কৰ্ম ব্যস্ত হেতু তাহাক বধিবে নৰিলা।

*দেহুতি - দেৱাহুতি

কপিলীৰ মুখে আহি মদ ভাং খাই
সকলো কছাৰীগণ আছিলন্ত শুই।
নৌকা চৰি ভূঞাগণে যাঠী জোং লই
চাৰি ফালৰ পৰা সবে আগুৰিলা গই।
হানি খুচি কাটি মাৰিলেক কত জন
কতজনে পলাইলা লই নিজ প্ৰাণ।
যতেক বাহানি ছিল তথাত পৰিয়া
সব লই আহিলেক নৌকাত চৰিয়া।
এইমতে ৰঙ্গে থাকে যত ভূঞাগণ
অভাব অনাটন আৰু নাই অঘটন।
চণ্ডীবৰৰ বাৰ্ষিক শ্ৰাদ্ধ ক্ৰিয়া কৰ্ম যত
ভূঞাগণ মিলি কৰিলেক সমাপত।
তাৰ পাছে সবে মিলি কৰিলা আলচ
লুইতৰ পানী দেখো কৰে নষ্ট শস্য।
লুইতে খহাই গৰা দক্ষিণক লাগি
লাহে লাহে টেম্বুৱাণী গ্ৰাম যায় ভাগি।
পানী সোমাই কৰে নষ্ট পথাৰৰ খেত
বছৰ জোৰা শ্ৰমে নোজোৰয় পেট ভাত।
এহি হেতু সবে মিলি আলচ কৰিলা
পশ্চিম দিশক লাগি ভুমিক চাহিলা।
অটব্য হাবিৰ মাঝে শিল গোটা এক
বিচাৰিয়া ভূঞাগণ দেখিল প্ৰত্যেক।

গাভী এক শুই আছে শিলৰ ওপৰ
আহাৰৰ দুগ্ধ পৰে নকৰে লৰচৰ।
ঠাই দেখি সবলোক ভৈল আনন্দিত
লৰ দিলা গাভী লোক দেখি চমকিত।
তাৰ পাছ ভূঞাগণে গৃহক বান্ধিলা
মাটি ভাণ্ডি খেতি বাতি আৰম্ভ কৰিলা।
ঘৰ দুৱাৰ বান্ধি চাৰিফালে ঢাপ মাৰি
সবে বহি গৈলা ঘৰ বান্ধি শাৰী শাৰী।
সুন্দৰ খেতি-বাতি শস্য মৎস ভৰপুৰ
ৰাস্তা ঘাট পুখুৰী বান্ধিলন্ত যে প্ৰচুৰ।
তিনি গোটা পুকুৰ* খান্দি পানী যোগাইল
লোক সবে দেখি বৰ আনন্দ পাইল।
সুন্দৰ আলি পুখুৰী এই ভূঞা ৰাজ্যপুৰী
অত এব পাইল নাম আৰ আলিপুখুৰী।
ভক্তগণে শুনে গুৰু বংশৰ খিয়াতি
আনন্দত উত্ৰাৱলে জয় জয় মাতি।
হেন শঙ্কৰৰ পূৰ্ব্ব পুৰুষ উচ্চাৰি
সবে মিলি সমস্বৰে বোলা জয় হৰি।
জয় গুৰু শঙ্কৰ বুলিও বাহু তুলি
আনন্দ কৰিও সবে হৰি হৰি বুলি।
হৰি ৰাম, হৰি ৰাম হৰি ৰাম ৰাম
শঙ্কৰ মাধৱ স্মৰি সবে বোলা ৰাম ৰাম।

:—x—:

*পুকুৰ - পুখুৰী

# সূৰ্য্যবৰ আৰু খেৰসূতিৰ বিবাহ

## পদ

টেম্বুৱাণী পূৰ্ব্ব ভাগে লুইত তীৰত
আছিল এখনি গাঁও অতি সুবিখ্যাত।
তাহাতে আছিল এক লোক আঢ্যবন্ত
ধন ধান মাটি-বাৰী কত নাই অন্ত।
ৰজাৰ খিতাপ ছিল কমলা চৌধুৰী
গুণৱতী ভাৰ্য্যা ছিল ৰোহিণী সুন্দৰী।
বুদ্ধিমান পণ্ডিত যশস্যাৰ সীমা নাই
খেতি-বাতি কৰে দাস দাসীক চলাই।
দাস দাসীগণে পিতৃ জ্ঞান কৰে মনে
আপোন ঘৰ পৰ ঘৰ একোকে নজানে।
পত্নীৰ প্ৰসৱ কাল একদা হইলা
ঢাৰী পাটি পাৰি দাসীগণে চাই ৰইলা।
হঠাতে দৈবৰ বশে সাৰমেয়* এক
পাটিত শুইলা আহি কৰি খেক্ খেক্।
শয্যা নষ্ট হৈলা বুলি শুবলৈ নিদিল
লৰা লৰি কৰি কিছু তৃণক আনিল।
তৃণ পাৰি ঠাইতে ৰোহিণী শুইলন্ত।
খেৰৰ ওপৰে এক কন্যা জন্মিলন্ত।
খেৰত জন্মিলা হেতু নাম খেৰসূতি
অতিকে সুন্দৰী কন্যা যেন হম্যাৱতী।

লাহে লাহে ভৈলা আহি নবীন যুৱতী
বিবাহ দিবাক লাগি কৰিলা প্ৰস্তুতি।
ৰূপে গুণে অঞ্চলেতে তাইৰ সম নাই
ডেকাবোৰে ৰূপ চাই কৰে কোৱা কুই।
তাত বয় সূতা কাটে ধান ৰোৱে তোলে
কোনো কামত পিচ ভৰি কাহানি নোবোলে।
ৰন্ধা বঢ়া, বান্ধা চৰা সব কৰ্মে ৰত
মৰমীয়াল মাত বোল সকলো কথাত।
একদিন বুলিলেক ৰাজধৰ গই
তোমাৰ গৃহক লাগি আহিছো মিতাই।
কন্যা এক লাগে মোক ঘৰৰ বোৱাৰী
বৰ পুত্ৰ লাগি কন্যা ফুৰিছো বিচাৰি।
তোমাৰ গৃহত আছে জীউ একজনী
দিলে নিব পাৰো কৰি পুত্ৰৰ গৃহিণী।
তুমি আমি আজি ধৰি হইলো মিতাই
জী দিয়া নিয়া সম কুটুম্ব আৰ নাই।
হইব কন্যা আমাৰ ভূঞাৰ বোৱাৰী
যদি ভাগ্য ভাল হব ৰাজ পটেশ্বৰী।
শিৰোমণি ভূঞাৰ এদিন হব পৰিবাৰ
আপুনি পণ্ডিত জ্ঞানী কথা নকও আৰ।

*সাৰমেয় - কুকুৰ

এতেকে পুত্ৰক মোৰ কৰিও জোৱাই
তুমি আমি দুয়োজন হইলো বিয়াই।
ৰামগিৰি বোলে মোৰ বৰ ভাগ্য আজি
আমাৰ জীউক পাইলে কন্যা ভাল বাচি।
কন্যা দান কৰিবো আমি ক্ষোভ একো নাই
জোৰণক লাগি যোগাৰ কৰিও মিতাই।
এত বুলি দুইজনে আলোচ কৰিলা
সূৰ্য্যবৰ খেৰসূতিৰ বিবাহ মিলিলা।
সোণ ৰূপ সুৱগা বহুখিনি আনি
গঢ়িলা অলঙ্কাৰ যত ভাল হয় জানি।
পিন্ধাইলা জোৰণ খেৰসুতিক সুন্দৰী
আলোচ কৰিলা বিবাহৰ স্থিৰ কৰি।
এইমতে সূৰ্য্যবৰে বিবাহ কৰিলা
কন্যা খেৰসূতি ভাৰ্য্যা গৃহক আনিলা।
ৰূপে গুণে খেৰসূতি সম কন্যা নাই
আনন্দিত ভৈলা সূৰ্য্য ৰূপৱতী পাই।
ধুৱাইলা নোৱাইলা যত পুৰৰ যে নাৰী
নামতি সকলে নাম গায় ৰঙ্গ কৰি।

এইদৰে মহাৰঙ্গে বলী সূৰ্য্যবৰ
থাকিলা সংসাৰ পাতি লুইতৰ পাৰ।
শহুৰ ৰামগিৰি ধনী মানী লোক আতি
উচৰ্গিলে বস্তু কত জী জোৱাইৰ প্ৰতি।
মহা সুলক্ষণী কন্যা মহা বিতোপনী
পতিব্ৰতা মহাসতী গিৰিৰ নন্দিনী।
কন্যা লৈয়া সূৰ্য্যবৰ যেবে আইল ঘৰ
দেখি বন্ধু বান্ধৱৰ হৰিষ অন্তৰ।
ভুঞ্জিলেক জ্ঞাতি বন্ধু দধি দুগ্ধ চিৰা
বিপ্ৰগণে পাইল বহু ধনৰ মন্দিৰা*।
সাত দিন ধৰি চলে বিবাহৰ উৎসৱ
ভূঞা গৃহে চলি গৈলা অতি মহোৎসৱ।
টেম্বুৱাণীৰ নৰ নাৰী ভুঞ্জিলা অপাৰ
সবে বোলে ধন্য ধন্য ভূঞা বংশ সাৰ।
যেন ইন্দ্ৰ শশী দুই পতি আৰু জায়া
সেহিমত ভূঞা পুত্ৰ গিৰিৰ তনয়া।
বিবাহ খাই সব লোকে গৈলা ঘৰাঘৰি
আনন্দতে সব লোকে বোলা হৰি হৰি।



## *হলায়ুধ আৰু জয়ন্ত মাধৱ আদিৰ বিবাহ কাৰ্য্য সম্পন্ন*

### *পদ*

গুৰুৰ পূৰ্ব্ব বংশ কথা শুনা কাণ পাতি
মাধৱ বুলিলা কথা ভক্তগণ প্ৰতি।

হলায়ুধ নামে ছিল নৰ হৰি সুত
বিবাহ কৰিবে লাগি ভৈলা উপযুক্ত।

*মন্দিৰা - টোপোলা*

কন্যাৰ সন্ধানে ৰাজধৰে ফুৰে ঘুৰি
যথাত আছয় কন্যা দেখয় বিচাৰি।
ডেকাই কৰিব বিয়া চিন্তা মালিকৰ
বয়স হইলে বিয়া লাগে কৰিবৰ।
*লৰাৰ বিয়া হেতু মাক পিতাৰ চিন্তা লাগে*
*মাটি বাৰী বিক্রি কৰি পাতা বিয়া আগে।*
*ছোৱালী দিয়াতো আৰু বৰই মস্কিল*
*মাক পিতাক ভাতৃৰ মুৰে পৰে ঔ কিল।*
*জাত পাত বংশ গুৰি কত যে বিচাৰ*
*মাতৃ ভাতৃ পিতৃ সবাৰ কৰয় বিচাৰ।*
গুটি মালী নামে কন্যা অতি গুণৱতী
ৰূপত পদ্মিনী যেন মনোহৰ কান্তি।
কৰ্মত প্ৰবীণ তেনে সবাতে পাৰ্গত
দাস দাসী লিগিৰাকো বাট নচাৱন্ত।
সন্তৰা দলৈৰ কন্যা টেম্বুৱাণী গ্ৰাম
সবাৰে মুখত শুনে ৰূপে অনুপম।
জ্ঞাতি বন্ধু সমস্তকে সঙ্গে কৰি লই
জয়ন্তক বিবাহ কৰি আনিলেক গই।
তাৰ পাছে হলায়ুধৰ বিবাহ পতিলা
কন্যা বিচাৰিয়া সবে চলাথ কৰিলা।
মিলিলা সুন্দৰী কন্যা গুণৱতী বৰ
অৱশ্যে নোহয় ৰূপে গুণে শ্ৰেষ্ঠতৰ।
বিবাহৰ পৰে ভাল আপুনি ভৈলন্ত
গাখীৰৰ সতে যেন গুড় মিলি যান্ত।

যুৱতী ছোৱালী থাকে মাকৰ ঘৰে
বিবাহৰ পৰে ৰূপ আৰু বহু চৰে।
ঈষত কালচা* নাৰী শুদ্ধ বগা হয়
সতি সন্ততিৰ মাক যেবে নোহৱয়।
শহুৰ শাহুৰ মৰমত স্বামী সঙ্গ পাই
আনন্দত লক্ষিমী বোৰী■ থাকে সুখে ৰই।
তাৰ পাছে আহিলন্ত বিবাহ মাধবৰ
সুভাগী নামেতে কন্যা ছিল এজনৰ।
সৰ্ব্ব কৰ্মে পাৰগত• ৰন্ধন কাটন•
সূতা কাটে তাত বয় কৰয় ৰান্ধন।
ৰোৱা ৰুব জানে আৰু ধান দাই আনে
পৰিশ্ৰমী বুলি সব লোকেই বখানে।
আলহী আহিলে মাতি অতি যত্ন লয়
দুখ ভাগৰ কষ্ট অভিমান নজানয়।
এই কন্যা আনিলা মাধবে বিয়া কৰি
ৰূপ গুণে চৰা কন্যা গৃহৰ সুন্দৰী।
লখিমী বোৱাৰী যিটো গৃহত থাকয়
সেই গৃহৰ ধনশ্ৰী অৱশ্যে বাঢ়য়।
ৰাজধৰ পণ্ডিত গুণৰ সীমা নাই
অতি আনন্দিত ভৈলা পুত্ৰ বধু পাই।
টেম্বুৱাণী পৰগণা জুৰি ভৈলা খ্যাতি
ৰজাৰ সন্মান পাইলা আৰু পুত্ৰ নাতি।
গৰু গাই মাটি বাৰী আৰু দাস দাসী
সব বস্তু ভৰা ঘৰ অঞ্চলতে সুখী।

**কালচা - মিঠা বৰণীয়া ■বোৰী - বোৱাৰী •পাৰগত - পাৰ্গত •কাটন - বোৱা কটা*

ৰাজধৰ সম সুখী অঞ্চলত নাই
তাৰ পৰিয়ালৰ যশ লোকে বখা নই।
শক্তিবান আদৰ্শবান গুণৰ অধিকাৰী
এনে সুখী পৰিয়াল নোপোৱা বিচাৰি।
ৰাজ সিংহাসন নাই অবশ্যে তাহাৰ
ৰাজ সন্মান পায় কিন্তু সমস্ত প্ৰজাৰ।

হৰি ভক্তি পৰায়ণ ধৰ্ম কাৰ্য্যে মতি
লোকক ভুঞ্জাৱে অন্ন দেৱ পূজা পাতি।
সমস্ত লোকৰ মুখে ৰাজধৰৰ যশ
যাৰ আজ্ঞা পালি দতাল হাতী মানে বশ।
গুৰুৰ চৰিত কথা সব লোকে পঢ়ি
এক চিত্তে সব লোকে বোলা হৰি হৰি।



## *ৰাজধৰৰ পৰলোক কুসুম্বৰৰ জন্ম আৰু সূৰ্য্যবৰৰ শিৰোমণি ভূঞা পদ প্ৰাপ্তি*

### *পদ*

এহিমতে টেম্বুৱাণী গ্ৰামে ৰাজধৰ
বসতি কৰিলা তিনি বিংশতি বছৰ।
চাৰিজন ভাতৃ তাৰা পুত্ৰ কাৰো নাই
বৃদ্ধ কাল পাইলো এবে নাতি দেখা নাই।
চাৰিজন পুত্ৰ আৰু এগণ্ডা* বোৱাৰী
পুত্ৰৰ জনম দিব কোনেও নপাৰি।
মাধব, জয়ন্ত, হলায়ুধ, সূৰ্য্যবৰ
সন্ততি নভৈল কিয়া আমাৰ বংশৰ।
চাৰিও জনৰ এটি পুত্ৰ দেখা নাই
কিমতে জন্মিব পুত্ৰ চিন্তিও উপাই।
সূৰ্য্যবৰ খেৰসূতি আৰু তিনিজন
পুত্ৰৰ নেদেখে মুখ ই কি কাৰণ।

সূৰ্য্যবৰ মহামতি প্ৰথমে ভাবিলা
বাধক দোষ, বন্ধ্যা ৰোগ আদিক চিন্তিলা।
এক গোটা বেজ আনি চিকিৎসা কৰাই
বুলিলন্ত বেজে বোলে কোনো দোষ নাই।
চাৰিজনী নিখুত কন্যা মাতৃ উপযোগী
কিবা হেতু হৈলা সবে বন্ধ্যা নাম ভাগী।
তাৰ পাছে মহামতি মনত ভাবিলা
দশৰথ ৰজাৰ কথা স্মৰণ কৰিলা।
যজ্ঞ কৰি দশৰথে পুত্ৰ লাভ পাই
এতেকতে যজ্ঞ কৰা আমাৰো উপাই।
তাৰ পাছে মহামতি যজ্ঞ আৰম্ভিলা
সাত দিন সাত ৰাতি যজ্ঞ যে চলিলা।

**এগণ্ডা - চাৰিটাই এক গণ্ডা*

কত পূজা দ্ৰব্য কত ঘৃত তিল মধু
কত জন সেৱা কৰে ৰাজধৰ বধু।
যজ্ঞ কৰ্ম শেষ কৰি ঘৰাঘৰি যাই
ৰাজধৰ সূৰ্য্যবৰক প্ৰশংসা কৰই।
এৰ্ক বৰ্ষ গৈলা বহি কোনো চিন নাই
নজন্মিল পুত্ৰ কাৰো কি কৰে উপাই।
মহামতি ৰাজধৰ মনত শুনিয়া
ভগবান কৰে স্তৱ শুইয়া বসিয়া।
এক দিন সূৰ্য্যবৰ আৰু তৃণ সুতি
বিচনাত বহিলেক প্ৰভাততে উঠি।
দুইজনে হৰিক চিন্তি এক মনে
নানা মন্ত্ৰ মাতি হৰি স্তৱ কৰে মনে।
তুষ্ট ভৈলা ভগবান আশীৰ্ব্বাদ কৰি
পাৰিজাত পুষ্প দিলা শিৰৰ উপৰি।
দুইজনৰ দুই পুষ্প মাথাত পৰিলা
ঘৰৰ ভিতৰে ফুল কেনেকৈ আহিলা।
মনত লাগিল ভাল হৰিষ অন্তৰ
এত দিনে পূৰ্ণ হব আশা যে মনৰ।
দুইজনে দুই ফুল বুকে বান্ধি লই
সদায় কৰন্ত সেৱা গাৱ পাৱ ধুই।
ভাৰ্য্যাক সাবতি ধৰি ক্ৰীড়াক কৰন্ত
এইদৰে শীত কাল চলিয়া যাৱন্ত।
আঘোনৰ মাহ যাই পুহ মাহো গৈলা
খেৰসূতিৰ গৰ্ভত কিন্তু চিন নাপাইলা।
পুহ মাহ এৰি যেবে মাঘ মাহ পায়
সেই মাহে খেৰসূতি গৰ্ভক ধৰয়।

আহিনৰ মাহ যেবে নবম মাহত
তৃণসুতি ক্লান্ত ভৈল প্ৰসব বেদনাত।
আহিনৰ এক দিন শুক্ৰবাৰ ভৈলা
সেইদিনা কুসুম্বৰ জনম লভিলা।
কুসুম মাথাত পৰি পুত্ৰৰ জনম
সেহি হেতু কুসুম্বৰ ভৈলা তাৰ নাম।
দৈবজ্ঞ ব্ৰাহ্মণ আনি গণনা কৰিলা
তাৰ পাছে যত কৰ্ম সবে আচৰিলা।
পচতি পাতিলা আই সকলক মাতি
খুৱাইলা ধুৱাইলা যত ছিল গঞা জ্ঞাতি।
নাতি দেখি ৰাজধৰ মহাৰঙ্গ পাই
চুমা দিল বস্ত্ৰ দিল নাতি কোলে লই।
দেখিলন্ত যেবে নিজ পুত্ৰৰ যে নাতি
এৰাইল যমৰ দায় সাংসাৰিক প্ৰীতি।
কুসুম্বৰ নাম তাৰ ৰূপ কুসুমৰ
সুন্দৰ শৰীৰ শুক্ল কান্তি মনোহৰ।
সৰ্ব্বাঙ্গ সুন্দৰ দেহ ক্ষতি নাই খুন
মুখৰ উজ্জ্বল ৰূপ সবে গায় গুণ।
গৌৰ বৰ্ণ শৰীৰ সুন্দৰতাৰ কায়
আজানু লম্বিত বাহু দেখিতে শুৱায়।
মনৰ হৰিষে সুখে দিন বই যায়
লাহে লাহে ৰাজধৰৰ দেহ অৱক্ষয়।
মৃত্যুৰ আগতে সিটো পুৰুষ সুজন
যেয়ে আহে ঘৰে তাকে কৰাৱে ভোজন।
গধূলি সময় হইলে হোৱে যেন সভা
কোনে বৰ্ণাইবে পাৰে তাৰ গুণ প্ৰভা।

দানে বাক্যে অতিথিক কৰয় শুশ্ৰূষা
দুখীয়া সবৰ ভঙ্গ নকৰন্ত আশা।
পৰম গম্ভীৰ ধীৰ বুদ্ধিৰ সাগৰ
দেখিলেই আহে শ্ৰদ্ধা সমস্ত লোকৰ।
এনেহেন গুণবন্ত পণ্ডিত সুজন
টেম্বুৱাণী মধ্যে শ্ৰেষ্ঠ লোক একজন।
কালৰ হাতত হয় সবেও বিলীন
ৰাজধৰে পৰলোকে গৈলা এক দিন।
গঞা জ্ঞাতি পাত্ৰ মিত্ৰ আগুৰি আহিলা
লুইতৰ পাৰে নিয়া কাষ্ঠক কৰিলা।
অগৰু চন্দন কাঠে চিতাক নিৰ্মিলা
তিৰি-পুত্ৰে ৰাজধৰৰ দেহক তুলিলা।
পুৰোহিতে মন্ত্ৰ মাতিলেক মৃত্যুঞ্জয়
জয়ৰাজ ধৰ বুলি সব লোকে কয়।
অগ্নিয়ে পুৰিলে দেহ সব লোকে আছে চাই
ৰাজধৰৰ নশ্বৰ দেহ পুৰি ভষ্ম হই।
তাৰ পাছে আহিলা গৃহক দুখ কৰি
তিনি ভাই ভাতৃ সব আহে ঘৰাঘৰি।
হলায়ুধ ভ্ৰাতুষ্পুত্ৰ নৰ হৰি সুত
সবে এক পৰিয়াল কায়স্থ সম্ভুত।
তৃতীয় দিনত আহি প্ৰবেশিল যেবে
লঘোন খাটিল পুত্ৰ বোৱাৰীগণ সবে।
সেইদিনা জ্ঞাতি গণে সিধা আনি দিলা
দধি দুগ্ধ কদলি আৰ ফলক ভুঞ্জিলা।

তাৰ পাছে দশ দিন যেবে আহি পাইলা
ঘৰৰ ব্যৱহাৰ্য্য সব ধুই পখালিলা।
নাপিত ব্ৰাহ্মণ মাতি মুণ্ডন কৰিলা
গোষ্ঠীৰ যতেক লোক ক্ষৌৰ কৰ্ম কৈলা•।
দশ পিণ্ড দিয়া দেৱ সন্তুষ্ট কৰিলা
পুৰোহিতে বহু দান দক্ষিণা পাইলা।
একাদশ দিন তৈতে যেবে আহি পাই
পুৰোহিত জ্ঞাতি বন্ধু মাতিয়া আনই।
সবে মিলি হৰষিতে শ্ৰাদ্ধক কৰন্ত
এহিমতে ৰাজধৰৰ কৰ্ম হোৱে অন্ত।
শেষ দিনা গঞা জ্ঞাতি অন্নক ভুঞ্জিলা
তিনি ভাই এই মতে শ্ৰাদ্ধ শেষ কৰিলা।
ভাল মত কৰ্ম হোক নিচিন্তয় অন্য
খাই বই সব লোকে হোৱে ধন্য ধন্য।
সূৰ্য্যবৰ পুত্ৰ আৰু পিতৃ ৰাজধৰ,
আহিছিলে কনৌজ হন্তে কায়স্থ কুলৰ।
ভূঞাগণে দিলা ঐত জ্ঞাতিৰ স্বীকৃতি
মহাপণ্ডিত সূৰ্য্যবৰ চণ্ডীবৰ নাতি।
সৰ্ব্ব কৰ্মে শ্ৰেষ্ঠ ভৈলা এই পৰিয়াল
কোনো লোক সতে কাৰো নাই খৰিয়াল।
প্ৰজাৰ উন্নতিৰ বাবে সবে চেষ্টা কৰে
এহি হেতু সন্মানিতভৈলা ৰাজধৰে।
মহান দুৰদৰ্শি নেতা যেবে চলি গৈলা
টেম্বুৱাণীৰ প্ৰজাগণে বৰ কষ্ট পাইলা।

*• কৈলা - কৰিলা*

পুত্ৰ সূৰ্য্যবৰ তেবে বহু দৰ্শী জানি
পণ্ডিত বিদ্বান আৰু বহু জ্ঞানী গুণী।
সবে মিলি ভূঞাগণ আলোচ কৰিলা
সূৰ্য্যবৰ দেৱক শিৰোমণি মাল্য দিলা।
ভূঞাগণৰ মুখ্য নেতা ভৈলা সূৰ্য্যবৰ
তিনি ভাই মিলি কৰে প্ৰজাৰ উপকাৰ।
এইমতে টেম্বুৱাণী লোক সব মাঝে
ৰাজহংস যেবা শোভে হংসৰ সমাজে।
বাট ঘাট পুখুৰী আৰু দলঙ নিৰ্মিলা
সকলো শ্ৰেণীৰ মাঝে প্ৰীতি আনি দিলা।
একত্ৰ হইয়া সবে কৃষি কৰ্ম কৰে
একেলগে কাটে ধান খেতি সমস্তৰে।
মিলন সুখত থাকে কাজিয়া বাদ নাই
সূৰ্য্যবৰ মুখ্য ভূঞা সবে মানি লই।
বিবাহ বন্ধন কৰ্ম একত্ৰ সবাতে
ডেকা গাভৰুৰ কৰ্ম দেখিবা সবাতে।
ভূঞা ৰাজ্য নামে খ্যাতি দক্ষিণ কুলৰ
নদন বদন শস্য বৃক্ষ মনোহৰ।
চলাচল কৰা হেতু ওখ বহল আলি
পুখুৰীৰ পানী খাই যত তিৰি ছলি।
গাৱ পাৱ কানি কাপোৰ পাৰত ধোৱয়
তাৰ পানী কদাচিতো পুখুৰী নাযায়।

ঘৰে ঘৰে আছে গৰু গাখীৰ উভৈনদী
ঘৃত দধি দুগ্ধ সবৰ বই যায় নদী।
কাষতে কছাৰী ৰাজ্যখনি যে আছয়
ভূঞা ৰাজ্যৰ চেহেৰাই চকু যে পোৰয়।
তাৰা সবে গৰু গাই গাহৰী পোহয়
গাইৰ দুগ্ধ দধি তাৰা কদাপি নাখায়।
গাহৰীৰ জাকে খেতি বহু নষ্ট কৰে
এহি হেতু তাৰা সবৰ খাবলৈ নোজোৰে।
ভূঞাৰ ৰাজ্যত আহি কৰে লুট পাট
কোনো দিনা পাতে ফেৰ দিনেক নাই মাত।
এনেদৰে দুই ৰাজ্য বৰ্ত্তিয়া আছয়
প্ৰাচীন নীতি বশে আগ কভু নাবঢ়য়।
সুযোগ বুজি আহোম সব আহে আগবাঢ়ি
কত যুজ চলি গৈলা কত মাৰা মাৰি।
মৰাণ মটক ৰাজ্য আছে উজনীত
চুতীয়া জাতিৰ ৰাজ্য ছিল একালত।
পুৰণি ইতিহাস কথা দিলন্ত সুৱৰি
হৰি বুলি ভক্তগণ গৈলা ঘৰাঘৰি।
ভক্তগণ স্নানাহাৰে উঠিয়া চলিলা
ৰাম নাম স্মৰি সবে খোজক কাঢ়িলা।
জগত কৰ্ম যত হৰিহে কাণ্ডাৰি
এতেক গুণক স্মৰি বোলা হৰি হৰি।



# কুসুম্বৰৰ বিবাহ আৰু শিৰোমণি ভূঞাৰ আসন প্ৰাপ্তি

## ছবি

তোৰচা নদীৰ তীৰে    বেহাৰৰ নাতি দুৰে
বটবৃক্ষ এডাল আছিল,
স্নানাহাৰ শেষ কৰি    সব ভক্ত আহি লৰি
সেই বৃক্ষ তলতে ৰহিল।
গুৰুৰ চৰিত কথা    অমৃততোধিক মিঠা
গুৰু মুখে শ্ৰবণ কৰয়
হৰিষত ৰঙ্গ কৰি    কোনো জনে যায় লৰি
গছ ডালে আউজী পৰয়।
ভক্তগণ বোলে বাণী    মাধবদেৱক নমি
নেদেখিলো শঙ্কৰৰ পাৱ,
আপোনাৰ চৰণ দেখি    শঙ্কৰক জানিবো আমি
ই ঠাই এৰি কেন মতে যাওঁ।
মাধব বোলন্ত ভক্ত    গণ সন্ত মহন্তক
চৰিতত যিখিনি পাইলা
আধাখিনি বাকী ৰল    কোনে কহিবেক আৰু
পুৰাখিনি কেৱে নজানিলা।
ইটো বুলি মাধব গুৰু    কহিবে লাগিলা সুৰু
শ্ৰীগুৰুৰ চৰিত অমৃত
ভক্তগণ একচিত্তে    শুনিবে লাগিল কানে
শঙ্কৰৰ অমূল্য চৰিত।

পিচে আত অনন্তৰে শুনিয়োক ভক্ত নৰে
সূৰ্য্যবৰ কুসুমৰ কথা
শঙ্কৰৰ পিতৃজন যেন মতে জন্মিলেক
তান কথা শুনিয়োক এথা[৬]।
কুসুম্বৰ মহামতি দেখন্তে শুৱনি-আতি
শাস্ত্র পঢ়ি বিদ্যাক জানিল
লোকক দিলন্ত জ্ঞান কৰে সব লোকে মান
পঞ্চাদশ বৰিষ লভিলা।
মহাৰঙ্গ কৰি মনে সূৰ্য্যবৰ মহাজনে
ভাৰ্য্যাক যে বুলিলন্ত পাছে,
শুনা কুসুম্বৰ মাক কথা এক শুনিয়োক
পুত্ৰৰ বিয়া পাতিবাক লাগে।
বলো এক কথা মই শুনা প্ৰাণেশ্বৰী তই
পুত্ৰৰ কৰিব দশ কৰ্ম
তাহাৰ বয়স হৈলা মাঘ মাহ আহি পাইলা
কৰিবোহো সব ক্ৰিয়া কৰ্ম।
খেৰসূতি বোলে বাণী ইটো ভাল কথা জানি
পুত্ৰৰ কৰিবো সংস্কাৰ
পণ্ডিত দৈবজ্ঞ এক এতিক্ষণে মাতিয়োক
মিলাই চাও দিন ক্ষণ বাৰ।
ৰাশি দিন বাৰ গণি ৰামধন মহাজ্ঞানী
কৰ্মক দিলন্ত সবে খাটি
সিটো গ্ৰামে আছে যত পণ্ডিত দৈবজ্ঞ কত
কেবাজনো আনিলেক মাতি।

[৬]এথা - এতিয়া

বাক্যত কৰিয়া ৰতি সূৰ্য্যবৰ মহামতি

বস্তুখিনি মিলাই দেখিল

মাহৰ নব দিন গই যিটো তিথি মিলি যাই

শুক্লাষ্টমী বুলিয়া কহিল।

অঞ্চলৰ লোক গণ ভুঞ্জায়া দিলেক দান

আপোনাৰ শকতি যিমান

পৰম আনন্দে আহি ভোজন কৰিলা সবে

আপোনাৰ জ্ঞাতি বন্ধুগণ।

এহিমতে সূৰ্য্যবৰ কৰিলেক পুতেকৰ

চুড়া কৰণৰ কৰ্ম্মখিনি

অন্ন বস্ত্র দান দিলা সকলোৱে বখানিলা

সূৰ্য্যবৰ সিটো মহামানী।

তাৰ পাছে শুনিয়োক কুসুম্বৰৰ বিবাহক

কেন মতে কৰিলা সম্পন্ন

সত্যসন্ধ্যা সতী আই ৰূপৰ তুলনা নাই

অনিৰুদ্ধ দেৱৰ যি কন্যা।

বুলিবোহো এবে আমি সত্যসন্ধ্যা পৰিচয়

শুনিয়োক সব ভক্তগণ

গ্ৰামে এক আছিলেক শ্ৰীহৰি নামেতে লোক

সদা হৰি চিন্তাতে মগন।

মালাকান্তি নামে ভাৰ্য্যা সমস্ত লোকৰে পূজ্যা

ৰূপ গুণ কৰ্মে যাৰ খ্যাতি।

তাহাৰ গুণক গাই বৰ্ণনা দৰকাৰ নাই

মহাজ্ঞানী পতিব্ৰতা আতি।

তনয় তাহাৰ আৰ                    দয়ানন্দ নাম যাৰ
তান পুত্ৰ ভৈলা ৰামপুৰী
অণিৰুদ্ধ পুত্ৰ তাৰ                    সেই ৰামপুৰীয়াৰ
সৰ্ব্ব কৰ্মে যেন বিদ্যাধাৰী।
পৰম ধাৰ্মিক মতি                    তান ভাৰ্য্যা সব্যাসতী
ৰূপে গুণে ধন্যা জগতত
গুৰু ঈশ্বৰ ভক্তা                    তাৰ কন্যা সত্যসন্ধা
সৰ্ব্ব গুণী জগতে প্ৰখ্যাত।
অণিৰুদ্ধ মহামতি                    আলিপুখুৰীক প্ৰতি
গৈলা চলি মহা আৰম্বৰে
তাহাক দেখিয়া পাছে                    বহিবে আসন দিলা
মহা আনন্দতে সূৰ্য্যবৰে।
গুৱা পান আনি দিল                    দুগ্ধ পান কৰাইল
কাহৰ বাটীত দিলা আনি
হাস্য কৰি সুধিলন্ত                    কিবা কৰ্মে ইহা আইলা*
অল্প হাসি সূৰ্য্যবৰ মানী।
অণিৰুদ্ধে অল্প হাসি                    তামোলক মুখে ৰাখি
কন্যা এক ঘৰে আছে মোৰ
বোৱাৰী কৰিও তুমি                    পুত্ৰ লাগি ঘৰে আনি
ভাৰ্য্যা হোক তোমাৰ পুত্ৰৰ।
সূৰ্য্যবৰ শিৰোমণি                    অণিৰুদ্ধ কথা শুনি
নকৰিলা মনে একো ৰোষ,
নাই মোৰ কথা আৰু                    মনত কৰিলো সাৰ
পাতিম বিয়া মনৰ সন্তোষ।

**আইলা - আহিলা*

এই বুলি আলোচিয়া মনত সন্তোষ হুয়া
দুয়ো পৰিয়ালে সাজি কাচি
বিবাহৰ বাবে সাজু হইল দুই পৰিয়াল
দেবাহুতি উঠিলন্ত নাচি।
জয়ন্ত মাধব দুই অতি আনন্দিত হই
বিবাহৰ যোগাৰ কৰিলা
খাতা ভাৰ শোধাইলা জোৰণক পিন্ধাইলা
দেবাহুতি মহাৰঙ্গভৈলা।
বিবাহ আয়োজন ভৈলা সব লোকে ৰঙ্গ পাইলা
ৰঙ্গ কৰে ভূঞাৰ সমাজ
সমস্ত সমাজে বেঢ়ি সবে বোলা হৰি হৰি
পাপ পলাই যাইবেক বাজ।

:—x—:

## *পদ ছন্দ*

গুৰুৰ চৰিত কথা শুনা ভক্তগণ
তাৰ পাছে যিটো ভৈলা কৰিব বৰ্ণণ।
আলচ কৰিলা আহি সব ভূঞাগণ
কেনমতে বিবাহ কৰ্ম কৰিব সাধন।
পুত্ৰৰ বিবাহ লাগি মাতৃ খেৰসুতি
কৰিলা যোগাৰ বস্ত্ৰ অনেক বুই কাটি।
নিজ হাতে বহু বস্ত্ৰ যোগাৰ কৰিলা
অনেক মহিলা লগাই ধানক বান্ধিলা।
ধান চাউল কাপোৰ যোগাৰ হল যেবে
খৰি পাত যোগাৰ কৰিলা ভূঞাসবে।
আলিপুখুৰীৰ কাষে আছিল বাথান
গাখীৰ যোগান হেতু দিলা সবাকেই জান।
কুহিয়াৰ কাটি কৰে গুড়ৰ যোগাৰ
যিবা বস্তু লাগে সব হইল তৈয়াৰ।
তাৰ পাছে বিবাহৰ দিন আহি পাইলা
সব নাৰীগণ আহি উৰুলিক দিলা।

জয় জয় পৰম মঙ্গল গীত গাই
কলহ ঘট লই পানী তুলিবাক যাই।
আগে যায় মাতৃ খেৰসূতি যে সুন্দৰী
দেবাহুতি চলে ৰঙ্গে টকোনক ধৰি।
লুইতৰ পানী আনে ধুৱাইবাক লাগি
ৰঙ্গে ছলে নাৰীগণ খুৰী ভগ্নী ভাগী•।
পাছে পাছে ঢুলীয়া যাই ঢোলক বজাই
তালিয়াৰ তাল শব্দ ৰঞ্জন জনাই।
এদিকে প্ৰভাত ফেৰী প্ৰভাতে চলিলা
দুপৰীয়াৰ ভাগে পুৰোহিত গণ আইলা।
নান্দীমুখী শ্ৰাদ্ধক পাতিলা বিপ্ৰগণ
দান দক্ষিণাক দিলা বিপ্ৰক অগনন।
তাৰ পাছে সকলোকে মাতিয়া আনিল
দধি দুগ্ধ কল ক্ষীৰ চিৰাক ভুঞ্জাইল।
এইদৰে বিবাহ দিন বন্ধুগণ সঙ্গে
কন্যা ঘৰে গৈলা দৰা অতি মন ৰঙ্গে।
ঢাক ঢোল কালী পেপা বাজিয়া চলিল
আলিপুখুৰীৰ লোকে নাচ গান গাইল।
বাটৰুৱা সব ওলাই দৰাক চাৱয়
আতিকে সুন্দৰ ডেকা সব লোকে কয়।
ৰভাতলী পালি গৈয়া শহুৰৰ বাৰী
পদুলিৰ পৰা নিলা অণিৰুদ্ধে বৰী*।
তাৰ পাছে যথা ৰীতি কন্যা দান দিলা
কন্যা লৈয়া কুসুম্বৰ গৃহক চলিলা।

অতি ৰূপৱতী কন্যা তুলনা যে নাই
বৰ ৰঙ্গ পাইল কুসুম সুন্দৰীক পাই।
খেৰসূতি মাতৃ আনে কন্যা হাতে ধৰি
দেবাহুতি বুঢ়ী হাঁহে খিল খিল কৰি।
নাতিনী পাইলা বুঢ়ী মহাৰঙ্গ পাইল
হাস্য লাস্য কৰি সবে মহানন্দে ৰইলা।
সত্যসন্ধ্যা সতী আইৰ আনন্দ অপাৰ
অতি ৰূপবান স্বামী গুণৰ সাগৰ।
ধন ধান গৰু গাই মাটি বাৰী কত
শিৰোমণি ভূঞা পুত্ৰ লোক সমাজত।
এনে হেন স্বামী কেইজনীয়ে বা পায়
মনে মনে স্বামীৰ ৰূপ গুণ বখানয়।
এনেদৰে ৰঙ্গ কৰি ভূঞাগণ আছে
দেবাহুতি বুঢ়ী আই স্বৰ্গে গৈলা পাছে।
শ্ৰাদ্ধ ক্ৰিয়া কৰিলা পণ্ডিত সূৰ্য্যবৰ
দান দক্ষিণাক দিলা সবাকে বিস্তৰ।
সবে মিলি ভোজ ভাত খাইলন্ত পাছে
ভূঞাগণ মাটি বাৰী ৰাজ্য চলাই আছে।
সূৰ্য্যবৰ শিৰোমণি ভূঞা সব মাজে
বিচক্ষণ বুদ্ধিমান পণ্ডিত সমাজে।
লাহে লাহে পণ্ডিতৰ দেহ ভৈলী ক্ষীণ
শৰীৰ দুৰ্ব্বল হল খাদ্য নাযায় জীণ।
দিনেক পণ্ডিত সূৰ্য্য ভূঞাগণ মাতি
নিজ বাব গতাইলা সমাজৰ প্ৰতি।

*•ভাগী - একে বংশৰ নাৰী, *বৰী - বৰণ কৰি*

শুনা জ্ঞাতি বন্ধুগণ বচন আমাৰ
সব দায়িত্ব সমৰ্পিলো আজিয়ে আমাৰ।
শিৰোমণি ভূঞা এক বাচিয়া লৈয়োক
বৃদ্ধ হাত হন্তে বাব ফিৰাই নিয়োক।
এত বুলি সূৰ্য্যবৰ ৰৈলা মৌন হই
ভূঞা সকলৰ মাঝে লাগিল কোৱা কুই।
কুসুম্বৰ ডেকা ভূঞা পণ্ডিত এজন,
সৰ্ব্ব সুলক্ষণা যুবা জানে সৰ্ব্বজন।
এতেকতে সবে মিলি পাতে শিৰোমণি
শিৰে মাল্য দিয়া সবে কৰে হৰি ধ্বনি।
শিৰোমণি ভূঞা বাব কুসুম্বৰে লই
সমাজৰ উন্নতিত মন দিলে ভাল কই।
ৰাস্তা ঘাট মথাউৰি যতে যিটো লাগে
বান্ধিলন্ত কুলি লগাই প্ৰতি ভাগে ভাগে।
টোল পাতি ছাত্ৰ শিক্ষা দিলা বহুজন
আচাৰ্য্য পাতিলা মহেন্দ্ৰ কন্দলি সুজন।
ব্ৰাহ্মণ শুদিৰ ইতৰ ভেদাভেদ নাই
যাৰ ইচ্ছা আছে টোলে পঢ়িবাক পাই।
এহিমতে আৰু কত পুখুৰী খানিলা
পুখুৰীৰ পানীক পাই সবে ৰঙ্গ পাইলা।
কুসুম্বৰ শিৰোমণি ভূঞাৰ কিৰিতি
কামৰূপৰ চাৰিদিকে পৰিলেক ছাটি।
বয় বস্ত্ৰ ধন জন গাখীৰ মাছ আদি
ভূঞাগণ মাজে ভৈলা সবে উভৈনদী।
ভূঞাৰ দেখিয়া ধন সোণ যে বিস্তৰ
চুবুৰীয়া জাতি সবাৰ পোৰণি চকুৰ।

শিক্ষা নোলোৱে কেও হিংসা মাথো কৰে
ভূঞাৰ উন্নতি দেখি সবাৰ চকু পোৰে।
উন্নতি কৰয় আৰু কৰে সুখে বাস
ওচৰৰ জাতিগণে লগাইল ত্ৰাস।
হেন মতে ভূঞাগণ আলিপুখুৰীত
মহা সুখে শস্যে মস্যে বাস কৰে নিত।
কুসুম্বৰ শিৰোমণি সমাজ ভিতৰ
চিন্তয় কেৱল মাত্ৰ হিত সমাজৰ।
ঘৰ পৰ সবাৰে সমানে দায়িত্ব লয়,
অভাব অভিযোগ যাতে কাৰো নথাকয়।
এনেদৰে ৰজা সম চলে ভূঞাগণ
দক্ষিণে কছাৰী ৰাজ্য পূবত মৰাণ।
হুৰ মুৰ জাতি ছিল কছাৰী সমাজ
নিচিন্তে উন্নতি কিবা প্ৰগতিৰ কাজ।
খেতি কৰে শ্ৰম কৰি আৰ্জ্জে বহু ধান
মদ্য আৰু অন্য কৰ্মে যায় অকাৰণ।
মাতৃগণ তাহাৰ মাঝে শ্ৰম শীলা অতি
পথাৰ ঘৰ চম্ভালীয়া ৰাখে যথা ৰীতি।
গৰু পোহে হাল বায় গাখীৰ নাখায়
বৎস হেতু গাই গৰু পুহিয়া ৰাখয়।
গাহৰীৰ মাংস খায় অতি ৰঙ্গ কৰি
মদ্য মাংস সব লোকে খায় পেট ভৰি
বস্তুৰ অভাব তাৰা নকৰয় মনে
উন্নতি মন্থৰ হয় তাহাৰ এই গুণে।
আহিল আহোম জাতি পূৰ্ব্ব দিশ হন্তে
প্ৰতাপী চুকাফা অতি ম্যানৰ দেশতে।

মাতৃ সব মাঝে আছে নানান বিলাস
কাপোৰ বয় ফুল বাচে আৰু খেতি কৰি বাস।
দুখ ভাগৰ কদাচিতো মনত নধৰে
কৰ্ম কৰি ভাল পায় ঘৰৰ ভিতৰে।

*ৰাম ৰায় পুৰণি ইতিহাসৰ সহায়ত*

♦♦♦♦♦♦♦♦♦♦♦♦♦

## *সূৰ্য্যবৰৰ পৰলোক, কুসুম্বৰৰ পিতৃ শ্ৰাদ্ধ অনুধৃতিক বিবাহ কাৰ্য সম্পাদন*

### *পদ*

মাধব দেৱৰ বাণী অমৃত সমান
ভক্তগণে মৌন ভাৱে শুনে এক মন।
ধ্যানে ৰত ধ্যানী যেন মহা ভক্তগণ
গুৰু মুখ নিসৃত বাণী শুনে একমন।
মাধব বোলন্ত ভক্তগণ শুনা পাছে
এহিমতে ভূঞা সবে মহা সুখে আছে।
কুসুম্বৰ শিৰোমণি সমাজ ভিতৰ
নিচিন্তে কেৱল মাত্ৰ সুখ আপোনাৰ।
ঘৰ পৰ সবাৰে সমানে দায়িত্ব লয়
ভূঞাগণ সবে অভাৱ কিছু নজানয়।
এহিমতে ৰাজা সম চলে ভূঞাগণ
দক্ষিণে কছাৰী ৰাজ্য পূবতে মৰাণ।
আহোম, চুতীয়া আৰু কোচ ৰাজ্য সমে
খাচিয়া, জন্তীয়া, গাৰো, ভোট, মণিপুৰ
মাছ, গাখীৰ, মাখন, ঘিউ মিলয় প্ৰচুৰ।
দশ ৰাজ্যে মধ্যে সৰু ভূঞা ৰাজ্যখন
ধনে ধানে ভৰপুৰ অতি বিতোপন।
বৃদ্ধ হুয়া গৈলা শিৰোমণি সূৰ্য্যবৰ
মুদিলা নয়ন কয়েক দিনৰ অন্তৰ।
কাষ্ঠ কৰি কুসুম্বৰ ব্ৰত আৰম্ভিল
দশ দিন পৰে পিতৃ শ্ৰাদ্ধ যে পৰিল।
টোলৰ শিক্ষক মহেন্দ্ৰ যাৰ নাম
ব্ৰাহ্মণ সমাজ মাঝে পণ্ডিত প্ৰধান।
নৰোত্তম গুৰু ভূঞা কুল পুৰোহিত
পুৰ কায়থ নামে বিপ্ৰ আতিকে পণ্ডিত।
সব মিলি আহি বটদ্ৰৱাৰ ক্ষেত্ৰত
সূৰ্য্যবৰ ভূঞা শ্ৰাদ্ধ কৰে বিধি যত।
আতিকে যতন কৰি ভোজক পাতিলা
জ্ঞাতি বন্ধু বিপ্ৰ যত সবাকে ভুঞ্জাইলা।

দান দক্ষিণাক দিলা বিপ্ৰ দৰিদ্ৰক
যেয়ে যিবা চাহে দান দিলেক প্ৰত্যেক।
পিতৃ শ্ৰাদ্ধ শেষ কৰি ৰাজধৰ নাতি
পত্নী সমে ক্ৰীড়া কৰি থাকে দিন ৰাতি।
তথাপি ভাগ্যৰ দোষে নাহিকে সন্তান
ভূঞা জ্ঞাতি গণে দিলা উপদেশ দান।
এক পত্নী সন্তান হীনা বহুতৰে হয়
দুই তিনি পত্নী বিয়া অনেকে কৰয়ে।
অত এব কুসুম্বৰ এক কথা শুনা
পুত্ৰৱতী এক ভাৰ্য্যা বিয়া কৰি আনা।
*ধনী বা নিধনী যদি হয় অপুত্ৰক*
*সিটো জনে দেখে দুখময় সংসাৰক।*
*এক বাৰে কাৰ্য্য সিদ্ধি নোহয় যদ্যপি*
*একাধিক চেষ্টা হয় আৱশ্যমভাৱী।*
এতেকে পণ্ডিত তুমি মন স্থিৰ কৰি
বিয়া কৰি আনা এক যুৱতী সুন্দৰী।
শ্ৰীপতি ভূঞাৰ গৃহে অতি ৰূপৱতী
অনুধৃতি নামে কন্যা মনোহৰ কান্তি।
ভূঞাগণ মিলি গৈলা শ্ৰীপতিৰ ঠাই
অনুধৃতি কন্যাক আনিবে চলে গই।
শ্ৰীপতিৰ আগে বিয়া প্ৰস্তাব ধৰিল
কন্যা দিম বুলি পিতৃ খুলি কথা দিল।
দুই পত্নী লৈয়া মহা সুখী ভৈলা গই
এনে ভাৱে দিন পৰে দিন বই যাই।
ভূঞাৰ ঘৰত সন্তোষৰ সীমা নাই।
তথাপি নোহয় পুত্ৰ মনে অসন্তোষ
মিলিবেক পাৰে হইলে শিবৰ সন্তোষ।

এনে ভাৱে তিনিজনে কৰে মহা ধ্যান
ৰাত্ৰি দিনে থাকে চিন্তি শিবৰ চৰণ।
এক দিনা তিনিজন নাৱে পাৰ হই
শিঙৰী পৰ্ব্বতে গৈলা লুইত চেৰাই।
শিৱক পূজিলা নানা দ্ৰব্য দান দিয়া
আহিল গৃহতে ঘুৰি মনক তুষিয়া।
এক দিনা ভূঞা গৃহে দেখিলন্ত এক,
কুসুমৰ গাভী এক ঘৰে যে নাহিক।
গৰখীয়া গণ যত চলাথ কৰিলা
ৰাত্ৰিৰ ভিতৰে গাভী কতো নপাইলা।
প্ৰভাতে উঠিয়া দেখে গাভী আহি আছে
যতে বান্ধে সেই ঠাইত শুতিয়া ৰহিছে।
এনেদৰে আৰু দুই দিন বই গৈলা
তৃতীয় দিনতো গাভী ঘৰক নাহিলা।
প্ৰথম দিনতে তাই গাৱ ভিজি আছে
নৌকা লৈয়া উত্তৰ পাৰে চলিলন্ত পাছে।
শিঙৰী পৰ্ব্বতস্থ শিৱ লিঙ্গৰ উপৰে
আপোনা আপুনি গাভীৰ দুগ্ধ জৰি পৰে।
গৰখীয়াগণে গাভী আনিল খেদাই
পাণ্ডা বোলে ভূঞাৰ প্ৰতি প্ৰসন্ন গোসাই।
মনোবাঞ্ছা পূৰ্ণ হব বুজিলোহো আমি
যিবা বৰ মাগে ফল হব মন জানি।
তাৰ পাছে কুসুম্বৰ সত্য অনুধৃতি
চলিলা শিঙৰী পূজা কৰিবাৰ প্ৰতি।
শিৱ স্থানে আসিয়া দম্পতি তিনিজন
নানা দ্ৰব্যে পুজিলন্ত শিৱৰ চৰণ।

পূজা শেষে বস্ত্ৰ আনি ব্ৰাহ্মণক দিলা
বিপ্ৰগণে হাত তুলি আশীৰ্ব্বাদ দিলা।
যথা যোগ্য পুত্ৰ লাভ হওক তোমাৰ
শুভ পুত্ৰ পাইবা হব খিয়াতি অপাৰ।
পূৰ্ণ হব মনস্কাম সুখৰ উদয়
আত পৰে দুখ আৰু কভু নাথাকয়।
আনন্দিত হই তিনিজন ফিৰি আইল
কত দিন ৰজনী যে সুখতে বঞ্চিল।
লাহে লাহে কুসুম্বৰৰ দুই ভাৰ্য্যা সতী
স্বামীৰ সংযোগে দুয়ো ভৈলা গৰ্ভৱতী।
সত্যসন্ধ্যা আই মহা ভক্তা সতী নাৰী
ৰাতি দিনে স্বামী হৰি থাকে চিন্তা কৰি।
অনুধৃতি প্ৰগলভা মহা ৰূপৱতী
স্বামী পৰশতে সদা মনৰ পীৰিতি।
বিষয়ৰ সুখে মগ্ন স্বভাব তাহাৰ
ৰজোগুণে গুণৱতী আহাৰ বিহাৰ।
লাহে লাহে উদৰ দুটি বাঢ়িয়া আহিল
সন্ধ্যা দশ মাহ ধৃতি সাত মাহ পাইল।
আহিনৰ মাহ পাইল ভাদ মাহ চাৰি
সততে নজৰ ৰাখে খেৰসূতি বুঢ়ী।
বোৱাৰী দুজনী অন্তঃসত্বা দেখা পাই
খেৰসূতী বুঢ়ীৰ আনন্দৰ সীমা নাই।
বেজ আনি সপ্তাহত পৰীক্ষা কৰাই
দুখ কষ্ট কৰিবাক কদাপি নেদাই।
পণ্ডিত মাতিয়া আনি শাস্ত্ৰ পাঠ কৰে
সত্যসন্ধ্যা শুনি থাকে আনন্দ অন্তৰে।
অনুধৃতি শুনি থাকিবৰ ইচ্ছা নাই
প্ৰগলভা নাৰী সদা পতিক ৰখই।
খেৰসূতিৰ আদেশে চলে সব ভৃত্যগণ
ৰাতি দিনে কৰে নানা শাস্ত্ৰ অধ্যয়ন।
এহিমতে বটদ্ৰৱা আছে ৰঙ্গ কৰি
সমস্ত সমাজে ডাকি বোলা হৰি হৰি।



## *ভক্তসকলৰ প্ৰতি শ্ৰীমাধৱদেৱৰ উপদেশ, বৰপেটা থানৰ প্ৰতি বাক্যদান আৰু কৰ দান, শ্ৰীমাধৱ দেৱৰ ওচৰত বিদায় গ্ৰহণ*

### *পদ*

মাধৱে বোলন্ত শুনা মহা ভক্তগণ
ইটো থানে আহিলাহা ভকত আঠজন।
পাচ দিন তোৰা সবে চৰিত শুনিলা
পথৰ ভাগৰ কিছু উপশম ভৈলা।

বুলিলন্ত গুৰু; সবে মোৰ বাক্য ধৰা
কায়বাক্যে মনে গৃহ বন্ধা চেষ্টা কৰা।
এক কথা সোধো আমি মোক কোৱা ভাগি
কিবা লক্ষণ দেখিলাহা তুমি তাত থাকি।
আমি যেবে চলি আইলু বেহাৰ লাগিয়া
পালা নেকি কিবা দেখা তথাত থাকিয়া।
অদ্ভুত সপোন এক দেখো এক দিন
শোৱা পাটীৰ পৰা উঠি হলো ভীত ক্ষীণ।
নাওৰাৰ তলে শুভ্ৰ পদুম ফুলিছে
শুক্লবৰ্ণ হস্তী সাত বাৰ প্ৰদক্ষিছে।
ৰঙ্গিল গৃহৰ পাশে সাত বাৰ ঘুৰি
পশ্চিম দুৱাৰে সেৱা কৰে আঠু কাঢ়ি।
বেঙেই গিলিছে সৰ্প তাহাৰ কাষত
দেখিলো এনুৱা স্বপ্ন কিবা কাৰণত।
পোৰা ভিঠা বীৰা মাটি বলে নোৱাৰিব
ৰজা প্ৰজা সবে আহি মথা চপৰাইব।
সেই ভেটী হইব স্বৰ্গপুৰীৰ সমান
উজ্বলিব দশোদিশে তাহাৰ সুনাম।
হৰি বল্লভৰ হাতে দুটি টকা আনি
কৰ দিলা মথুৰাক থান শ্ৰেষ্ঠ মানি।
দুইটি নাগৰি টকা কৰ যোগাইলু
আজি হন্তে শুদ্ধ চিত্তে বাক্য যে বুলিলু।
নাগৰি দুই ৰূপ দুই লক্ষৰ সমান
ধনে ধানে পৰিপূৰ্ণ হব সেই থান।
তিনি ৰাজ্য উজান ভাটি যত ভক্তগণ
শ্ৰেষ্ঠ মানি বৰপেটা দিব কৰ ধন।

এক মাহ থাকিবাক যদ্যপি বুলিলু
পাচ দিন থকাৰ পাচত যাইবে কহিলু।
আমাৰ প্ৰিয় ৰঙ্গিয়াল গৃহটি হেৰালো
সেহি হেতু শীঘ্ৰ কৰি যাইবে বুলিলো।
খৰধৰ কৰি সবে গৃহ বান্ধা গই
দুই হাত সাবটিয়া নাথাকিবা ৰই।
ভক্তগণ বোলে প্ৰভু বঢ়াৰ নন্দন
অগনি পুৰিলে আমাৰ মালা বস্ত্ৰ ধন
এবে মালা বস্ত্ৰ আমি কোথায় পাইব?
কাৰ পৰা নজনা কথাক জানিব
মাধব বুলিলা হেৰা মহা ভক্তগণ।
লিখি থৈছো আমি নামঘোষা শাস্ত্ৰখন।
কীৰ্ত্তন দশম গুৰু শঙ্কৰে লিখিলা
বাকীখিনি কথা ঐত সব নিবন্ধিলা।
ভালমতে পঢ়ি মাত্ৰ মনত ৰাখিবা
সমস্ত শাস্ত্ৰৰ তত্ত্ব ইয়াতে পাইবা।
নামঘোষা জানা গুৰুৰ ভক্তিৰ আধাৰ
নিবন্ধিলো ভক্তগণৰ বাবে কৰি সাৰ।
মোৰ মন প্ৰাণ সব ইয়াত থাকিব
ভক্ত সবে ইয়াক পঢ়ি তত্ত্বক পাইব।
আৰু মালাৰ কথা যিবা বুলি আছা তুমি
গুৰুজনৰ বৰ নাতি আছে তাত জানি।
তাহাৰ জনক আনি গুৰু পাতি লোৱা
গুৰু সম গুৰু নাতি বাজি বুজি চোৱা।
ভক্তগণ বোলে বাপ স্বয়ং যে আপুনি
সাক্ষাতে আছহ ৰই আৰু কাক জানি।

জগত গুৰু সমৰ্পিলে সৰ্ব্বস্ব তোমাত
বিচাৰিলে পাম আমি বস্তু আপোনাত।
যত দিনে পৃথিৱীত থাকিব আপুনি
নামানিবো কাকো গুৰু কৈলো সাৰ জানি।
মালা বস্তু আমি যত ঠাকুৰ দুইৰ হাতে
সোধালো সমস্ত বস্তু কলীয়াৰ সভাতে।
ঠাকুৰ দুই জনৰ হাতে বস্তুক শোধাই
এবে আৰু মোৰ কিছু দিবলৈকে নাই।
নামঘোষা চাই হেৰা যত ভক্তগণ
সবকে পাইবা তাতে যিটো কৰা মন।
কাঠৰ মালা ললে সিটো ফাটি ফুটি যাই
মনৰ মালা নুচুটিব ভাঙোন নযাই।
এতেকতে তোৰা সবে স্থিৰ কৰা মতি
ৰঙ্গিল গৃহ বান্ধিবাক চলিও সম্প্ৰতি।
পদাৰ্থে ভাবাৰ্থে আৰু তত্ত্ব অৰ্থ কৰি
নিজাৰ্থে গূঢ়াৰ্থে পৰমাৰ্থে অন্তৰ জুৰি।
নামঘোষা মাজে সবে আমাক দেখিব
কীৰ্ত্তন দশমত জগত গুৰুক পাইব।
পুনৰপি সেই বাক্য বোলে গুৰুজন
মনেৰ মালা এৰা দিয়া নাযায় কখন।
তাৰ পাছে সৰ্ব্বজয় আৰু দেব হৰি
গুৰুত পুছিলা কথা দুই হাত জুৰি।

শ্ৰীগুৰু চৰিত আমি পাইব কোন ঠাই
গুৰু বোলে পোহৰ পূৰ্ব্বৰ পৰাহে আহই।
সেই মতে চৰিত পুথি পুবত উদয়
বদলা কেশবৰ বৰা পাইবো নিশ্চয়।
বৈৰাগী আতৈ তেওঁৰ নাম চক্ৰপাণি
সেইজনে চৰিত পুথি সবাই দিব আনি।
তাহাৰ মুখৰ পৰা সবাই শুনিব
মৰ্ত্তলোকে চৰিত পুথি প্ৰচাৰ হইব।
মোৰ ভাগিনৰ আগে কিছু কলো আমি
তাৰাও লিখিছে সৰু চৰিত এখনি।
ৰাম চৰণৰ পুত্ৰ হইব একজন
পৰম জ্ঞানী পণ্ডিত হব শাস্ত্ৰ জ্ঞান।
আমাৰ পিচত যত ভকত থাকিব
তাহাৰ পৰা চৰিত কথা সংগ্ৰহ কৰিব।
মাধবৰ সাৰ কথা হৃদয়ত ধৰি
ভক্তগণ চলি গৈলা গুৰু পদস্মৰি।
চলিতে নাযায় ভৰি চায় ফিৰি ফিৰি
চকুপানী সৰি পৰে গিৰ গিৰ কৰি।
দৃষ্টি ঢুকি পায় মানে ফিৰিয়া চাৱয়
গুৰুজনে চাই থকা সবে দেখা পায়।
শ্ৰীগুৰু চৰিত কথা অমৃত সমান
এক মনে এক প্ৰাণে শুনা সৰ্ব্বজন।

:—x—:

# গুৰুচৰিত পুথিৰ জন্ম

## পদ

গুৰুৰ চৰণ শিৰে কৰি নমস্কাৰ
কেন মতে চৰিত পুথি ভৈলা অৱতাৰ।
পদ্ম আতা এক বৰ্ষে কামৰূপে থকিল
চাৰিজন মূখ্য আতাত কথাক পুছিল।
আতা সবৰ পৰা পদ্ম আতা গুণমনি
সংগ্ৰহিলা সব কথা আগ পিচ জানি।
গোপাল আতা, ঠাকুৰ আতা, বিষ্ণু আতা ধৰি
মথুৰা দাস আতা সমে এই মূখ্য চাৰি।
বৰপেটা থানে পদ্ম বসতি কৰিলা
ঠাকুৰ আতা, মথুৰাক চৰিত পুচিলা।
তাৰা দুইজনে বহু কথা জানিছিল
আগ্ৰহী শ্ৰোতাক পাই বেকত কৰিল।
তাৰ পাছে পদ্ম আতা ভবানীপুৰ যায়
গোপাল আতাৰ পৰা শিকি বহু কথা লয়।
তিনি মাহ থাকি তাত বৰপেটা ৰই
তাৰ পাছে ছমৰীয়া বুলি চলি যাই।
বৰ বিষ্ণু আতাৰ থানে উপনীত ভৈলা
পৰম আগ্ৰহে আতা কথা সুধি লৈলা।
এনেদৰে বৈষ্ণৱ যুগ অধ্যয়ন কৰি
বছৰান্তে চলি গৈলা নিজ কমলাবাৰী।

যত ভক্ত ছিল তাত সবাৰে আগত
গুৰুৰ চৰিত কথা কৰিলা বেকত।
শুনিলা বহুতে কিন্তু লেখিবে নৰিলা
মুখে মুখে মাথো কথা বাগৰি আহিলা।
মাধবৰ ভাগিন ৰাম চৰণ সুপণ্ডিত
লিখিলা এখনি তেওঁ শ্ৰীগুৰু চৰিত।
তাহাৰ পুত্ৰ ঠাকুৰ দৈত্যাৰি মহামতি
অন্য এক চৰিত সঙ্কলিল মনপুতি।
কিন্তু দুই চৰিত পুথি বাকচে থাকিলা
মুখে মুখে মাথো কথা বাগৰি আহিলা।
বহুজনে চৰিত পুথি লিখি উলিয়াই
ইখনে সিখনে বহু অমিল দেখা পাই।
কমলাবাৰীৰ থানে যত ভক্তগণ
সৰ্ব্বদায় চৰ্চ্চা কৰে গুৰু চৰিতখন।
বদলা আতাৰ পৰে জয় আতৈ কৈলা
ভোগপুৰ থানে দামোদৰে জানি লৈলা।
মুখে মুখে গুৰু চৰিত ফুৰে সদা কই
লিখিবে নজানে যেবে শুদ্ধ ও নহই।
একেলগে কোনোবাৰে নহৱই অন্ত
অত এব ভক্ত সবে পুৰা নজানন্ত।

কুৰুৱা বাহীৰ পৰীক্ষিত মহামতি
জয় আতৈৰ পৰা কথা লিখিলা বিস্তৃতি।
মনিপো আতৈ ৰাখে পৰীক্ষিতৰ পৰা
দয়াময় আতৈত ৰল চৰিত চপৰা।
চক্ৰপ্যাণি বৈৰাগী আতৈ মহাজন
দয়াময় আতৈৰ পৰা শুনে একমন।
সমস্ত কথাকে তেওঁ মনত ৰাখিলা
উজনি নামনি বেৰাই বৰ জহা পাইলা।
কৰ যোৰে বোলে বাপ ভক্ত প্ৰাণধন
গুৰুৰ পূৰ্ণাঙ্গ চৰিত শুনিবাৰে মন।
জন্ম হন্তে তিৰোভাৱ কৰ্ম যত মান
বিস্তাৰিয়া কৰিয়োক চৰিত ব্যাখ্যান।
শুনি বৰ হৰষিত আতৈ চক্ৰপাণি
গোসাইক প্ৰণাম কৰি বুলিলন্ত বাণী।
প্ৰাণ গুৰুক সুমৰিয়া সবাকে বুলিব
দেহ শত্ৰু তুচ্চ কৰি পৰম্পদ পাইব।
গুৰুৰ চৰিত কথা সমুদ্ৰ অপাৰ
ক্ষুদ্ৰ টেপচিয়ে জানো হব পাৰে পাৰ।
আগ পাছ বঢ়া টুটা অনেক হইব
গুণীজনে অধমৰ দোষক ক্ষমিব।
সাৰ্থক জনম মোৰ ভৈলা আজি ধৰি
জগত গুৰুৰ চৰিত কব ব্যাখ্যা কৰি।

ছয় মাহ ধৰি আতৈ তথাতে ৰহিলা
জন্ম হন্তে তিৰোভাৱ বিস্তাৰি বুলিলা।
তাৰ পাছে আহিলেক বৰদোৱা ধাম
পাইল তথাত আহি কত ভক্তজন।
সবাকে সম্বোধি গুৰু প্ৰণাম জনাই
থাকিলন্ত ইটো থানে চৰিত কথা কই।
হ্ৰস্ব দীৰ্ঘ ভুল ভ্ৰান্তি ক্ষমিব আমাৰ
পুনঃ পুনঃ তব পদে কৰো নমস্কাৰ।
*অধমে কেৱল দোষ লৱয় মধ্যমে গুণ*
*দোষ গুণ কৰিয়া বিচাৰ*
*উত্তমে কেৱল গুণ লৱয় উত্তমোত্তমে*
*অল্প গুণ কৰয় বিস্তাৰ।*
এই বুলি চক্ৰপাণি বৈৰাগী আতই
কৰিলা অনেক স্তুতি সমাজক চাই।
সমজুৱা গণে একমনে শুনি যাই
কত লোক আছে কাৰো মাত বোল নাই।
হৰি নাৰায়ণ বাপু লিখিয়া ৰাখিলা
এনে ভাবে চৰিত কথা মৰ্ত্তত থাকিলা।
গুৰুৰ চৰিত্ৰ শুনা এৰা আন কাম,
নিৰন্তৰে ভক্তগণে বোলা ৰাম ৰাম।
কলিযুগে তপ যজ্ঞ দান ব্ৰত নাই
কেৱল হৰিৰ নামে সৰ্ব্ব সিদ্ধি পাই।

জানি বুলি লোৱা সবে অন্য ধাণ্ডা এৰি
একমনে স্মৰণ কৰা মাথো হৰি হৰি।



***স্বৰ্গীয় হৰিনাৰায়ন মহন্ত বৰদোৱা সত্ৰৰ ডেকা সত্ৰাধিকাৰ চক্ৰপাণি বৈৰাগী আতৈৰ মুখৰ পৰা তেওঁ লিখি ৰাখিছিল।***

## চক্ৰপাণি বৈৰাগী আতৈৰ পৰিচয়

### পদ

মাধবদেৱে বুলিলন্ত ভবিষ্যত বাণী
গুৰুৰ চৰিত কথা পাছে লবা জানি।
চক্ৰপাণি নাম ধাৰী ভক্ত একজন
উজনি নামনি তিনি কৰিব ভ্ৰমণ।
বিভিন্ন স্থানতে গুৰুৰ লীলা কথা জানি
ৰাখিয়া মনত পাছে বুলিব আপুনি।
দ্বাপৰৰ শেষে যেন সুত মহামতি
কহিলা ভাগৱত শাস্ত্ৰ ঋষি সব প্ৰতি।
যিবা বুলিছিলা শ্লোক ব্যাস সূত শুকে
সাবলীল ভাষায়ে বুলিলেক সমস্তকে।
তথাপি অধিক ঋষি তাক নুশুনিলা
নৈমিষ কানন এৰি অন্যে চলি গৈলা।
সেই ৰূপ চক্ৰপাণি উজনীৰ হন্তে
আহিবেক আগবাঢ়ি বৰ জহা থানতে।
ভক্তগণে আগচিয়া ধৰিবেক তাক
কহিবে ভক্তৰ আগে প্ৰতি প্ৰতি এক।
তাৰ পৰে গুৰু চৰিত হইব প্ৰচাৰ
আমি মাত্ৰ পূৰ্ব্ব কথা বুলিলো এষাৰ।
ঠাকুৰ বুলিলা সখী বড়াৰ নন্দন
চক্ৰপাণি কোন হব বুলিও এখন।

মাধব বুলিলা আমি এতিয়া নজানো
জন্মা নাই এতিয়াও চক্ৰপাণি কোনো।
তাৰ পৰে চলি গৈলা শতেক বৎসৰ
গুৰু সঙ্গীগণে গৈলা বৈকুণ্ঠ নগৰ।
বালি নামে সত্ৰৰ এক ভকত সুজন
সবে বোলে ইজন অতি স্মৃতিৰ ৰাজন।
হৰেশ্বৰ* নামে ভৈল তাহাৰ নন্দন
পৰেশ নাম ধাৰী হৈল হৰাই পুত্ৰ ধন।
পুত্ৰ জনমিল তাৰ সতাই নাম ধৰে
জনমিলা সতাই ঘৰে ভক্ত সত্যবৰে।
সত্যৰ তনয় ভৈলা হৰিবৰ নাম
ভোগজিৰা তান পত্নী ৰূপে অনুপম।
মাঘ মাহৰ নামে পুত্ৰ মঘাই ৰাখিলা
ভোগ জিৰা ৰূপে কৰ্মে সুখ্যাতি লভিলা।
বৰধলী জানৰ পাৰত আছিলেক বাৰী
ঢেকি কাটি থাকোতে ই বাঘে নিলা ধৰি।
মঘাই দেখিলা পিতৃক বাঘে টানি নিলা
আটাহ পাৰিয়া আহি মাতৃক জনাইলা।
চাচখানি লৈ আই হৈলা ধাবমান
বাঘৰ মুখ হন্তে শৱ ৰাখে মাৰি টান।

*হৰেশ্বৰ - হৰাই*

চাচখানে ঘাৱ মাৰি মুখত কাটিলা
আঘাট পাই বাঘ জন্তু বনে চলি গৈলা।
আওৰাই আওৰাই বনত ভ্ৰময়
চুবুৰীয়া লোকে শুনি পাইলেক ভয়।
মঘাইৰ তনয় ভৈলা শ্ৰীহৰি নাম
তাৰ বংশে চক্ৰপাণি লভিলা জনম
এই চক্ৰপাণি ছিল সংসাৰ বিৰাগী
এইবাবে পালে নাম আতৈ বৈৰাগী।

কেশবচৰণ আতাত আহি পশিলা শৰণ
কমলাবাৰী থানত চৰিত কৰিলা শ্ৰবন।
সমস্ত কথাকে তেওঁ মনত ৰাখিলা
বৰজহা থানত আহি বেকত কৰিলা।
তাৰ পাছে আহি পালে বৰদোৱা ধাম
তথাত কহিলা চৰিত ছয়মাহ মান।
ডেকা সত্ৰাধিকাৰ গুৰু লিখিয়া ৰাখিল
এইদৰে চৰিত পুথি প্ৰচাৰ হৈ গৈল।

হৰিনাৰায়ন বাপ ডেকা অধিকাৰ
লিখি ৰাখি চৰিত্ৰপুথি কৰিলা প্ৰচাৰ।



— প্ৰথম খণ্ড সমাপ্ত —

# শ্ৰীগুৰু চৰিতামৃত

## ২য় খণ্ড

## (বাল্য কাল চোৱা)

## জন্মৰ পৰা শিক্ষাৰম্ভৰ আগলৈ

*পৰম অমূল্য ৰত্ন হৰিৰ নামৰ পেৰা অতি গুপ্ত স্বৰূপে আছিলা*
*লোকক কৃপায়ে হৰি শংকৰ স্বৰূপে আহি মুণ্ড ভাঙি সমস্তকে দিলা।*

*পদ*

কৰ যোৰে প্ৰণামিয়া বোলে চক্ৰপাণি,
গুৰু* অৱতাৰ কথা অপূৰ্ব্ব কাহিনী।
স্মৰণ কৰিলা গুৰু নাম ঈশ্বৰৰ,
বুলিবে লাগিলা কথা চৰিত শঙ্কৰৰ।
জয় জয় শঙ্কৰ ঈশ্বৰ দেৱ হৰি,
তৰিলা পাপীক পৃথিৱীত অৱতৰি।
তাহাৰ লীলাৰ কথা বুলি নাপাও সীমা
ভকতে নাপায় তাৰ অতৰ্ক মহিমা।

কলি কালে ভগৱন্ত নৰ ৰূপ ধৰি,
সন্তক তৰিলা প্ৰভু পাপক সংহাৰি।
পূৰ্ব্বে নাৰায়ণ কৈলা ইটো কথাচয়,
যেন মতে শঙ্কৰ ৰূপ ধৰিল ধৰায়।
জগতৰ পতি হৰি পতিত পাবন,
অনাদি অনন্ত সন্ত শিৱ সনাতন।
সত্য যুগে বামণ ৰূপ ধৰিয়া ধৰাত
ত্ৰেতা যুগে ৰাৱণক বধিলা লঙ্কাত।

**গুৰু - চক্ৰপাণি আতৈক ভক্তসকলে গুৰু বুলি সম্বোধন কৰিছিল।*

দ্বাপৰ যুগতে পূৰ্ণ কৃষ্ণ অৱতাৰ,
কৃষ্ণ বাসুদেৱ অষ্টাধিকশত নাম যাৰ।
কংস জৰাসন্ধ নৰক অসুৰ সংসাৰি,
ভুভাৰতে ভক্ত গণক ৰক্ষা কৰে হৰি।
ধৰ্মৰ গ্লানি হই প্ৰজা সব নষ্ট কৰে,
তখন প্ৰভু অৱতাৰ অবনি ভিতৰে।
বৈকুণ্ঠৰ পতি প্ৰভু দেৱ নাৰায়ণ,
কলিত শঙ্কৰ ৰূপে লভিলা জনম।
বেদপন্থ লুপ্ত ভৈলা এই ভুভাৰতে,
বাম মাৰ্গী কৌলাচাৰ চলিলা জগতে।
সেই সময়তে তুমি বুদ্ধ ৰূপ ধৰি,
নকলি বেদৰ পন্থ পেলাই উভাঁৰি।
অনাচাৰ অবিচাৰে আবৰিলা দেশ,
সেই সময়তে ভৈলা কলিৰ প্ৰবেশ।
ঘোৰ কলি কাল ভৈলা লুপ্ত ভৈলা নাম,
বিবিধ কৰ্মতে লুপ্ত কৰে হৰি নাম।
শঙ্কৰ, মাধৱ, দামোদৰ হৰিদেৱ,
শ্ৰীচৈতন্য, ৰামানন্দ, নানক গুৰুদেৱ।
নানা ৰূপে নানা নামে লোকে জগতৰ,
দেশে দেশে পূজা কৰে পৰম ঈশ্বৰ।
সকলো নদীৰে গতি যিৰূপে সাগৰ,
সকলোৰে পূজা পায় বিশ্ব খনিকৰ।
তাত ব্যভিচাৰ কৰে স্বাৰ্থপৰ গণে,
ধৰ্মৰ নামেতে ফুৰে স্বাৰ্থ অন্বেষণে।

মানুহৰ মন প্ৰাণ সব নষ্ট কৰে,
হিতাহিত জ্ঞান শূণ্য হয় সব নৰে।
ধৰ্ম সংস্কাৰ হেতু হোৱা অৱতাৰ,
যুগে যুগে ভগৱানে ধৰে নৰাকাৰ।
নানা মতে স্তুতি কৰি বোলে চক্ৰপাণি,
ভক্ত গণে একচিত্তে থাকে মৌনে শুনি।
ধৰ্ম গ্লানি হইবেক যখন ভাৰতে,
পৰিত্ৰাণ হেতু আহে প্ৰত্যেক যুগতে।
শঙ্কৰ ৰূপতে আইলা বটদ্ৰৱা গ্ৰাম,
উদ্ধাৰ কাৰণ হেতু এই ধৰা ধাম।
ভক্তগণ জিজ্ঞাসিল কৰি নমস্কাৰ,
বান্ধৱ উদাস* গুৰু কহিও এবাৰ।
কি ৰূপেতে জন্ম লৈলা শ্ৰীমন্তশঙ্কৰ,
কৃপাৰ সাগৰ হৰি গুৰু জগতৰ।
বুলিলেক আতৈ হেৰা মহা ভক্তগণ,
শুনা সাৱধানে সবে কৰি একমন।
দৈৱকী নন্দন গোকুলত অৱতাৰি,
সেহি হৰি অৱতীৰ্ণ শঙ্কৰ ৰূপ ধৰি।
এবে শুনিয়োক কথা সিসব সমস্তে,
কুসুম্বৰ গৃহে আহি জন্মিলা যিমতে।
আহিনৰ দশ দিন যেবে বহি গৈলা,
শুকুলা দশমী আহি ধৰণী পৰ্শিলা।
তাৰ আগে পূজা গৈলা শুক্লা নৱমীৰ,
দশমীত বিসৰ্জ্জন শ্ৰীদুৰ্গা মূৰ্ত্তিৰ।

**উদাস - উদাসীন, সংসাৰ বিৰাগী*

সেহি ৰাতি সন্ধ্যাদেৱী* যেবে শুই আছে,
দিব্য সপোনক এক দেখিলন্ত পাছে।
সম্মুখত ঠিয় এক পুৰুষ সুন্দৰ,
পীত বস্ত্ৰ সুশোভিত শ্যাম কলেবৰ।
চৰণ যুগলে যেন অৰ্দ্ধ চন্দ্ৰ জ্বলে,
নখ চন্দ্ৰ সুশোভিত চৰণ কমলে।
কটিত শ্যামল বৰ্ণ মেখেলাও আছে,
হীৰাৰ কিঙ্কিণী লগাই মুকুতা শোভিছে।
চাৰি ভুজ জ্বলে যেন নবীন নলিনী,
আঙুলিত জ্বলি আছে ৰত্নৰ কিঙ্কিণী।
চাৰি হাতে চাৰি অস্ত্ৰ যেন ধৰি আছে,
শঙ্খ চক্ৰ গদা পদ্ম কৰত শোভিছে।
মাণিকৰ বাজুবন বাহুত ৰাজিছে,
সূৰ্য্য সম কৌস্তভ মণি গলত জ্বলিছে।
মাথাৰ কিৰিতি দেখো শত সূৰ্য্য জ্বলে,
ময়ূৰ পাখীৰ তাৰ শোভা মধ্যে স্থলে।
ক্ষণেক পৰতে ভৈলা ৰূপ বিবৰ্ত্তন,
কৃশ কায় গৌৰ বৰ্ণ পুৰুষ এজন।
আতিকে সুন্দৰ ৰূপ তুলনা যে নাই,
চৰণ যুগল কব নোৱাৰো বৰ্ণাই।
সুদীৰ্ঘ শৰীৰ গ্ৰীবা যেন ৰাজহংস,
মাথাত শোভয় চন্দ্ৰ যিটো চুলি অংশ।
চকুৰ জেউতি চৰে মনোহৰ কান্তি,
হাঁহিলে দেখয় দাঁত মুকুতাৰ পান্তি।

হাতত কলম ধৰি পাতত লিখিছে,
লোকক দেখাই কিছু নামক বুলিছে।
এক শিশু ৰূপে সেই পুৰুষ প্ৰবৰ,
অকণমান শিশু ৰূপ দেখোতে সুন্দৰ।
কোলাত বহিল আহি মাৱে নেদেখিলা,
চুম্বনক দিয়া যাৱে হাসিতে লাগিলা।
হাসিৰ শব্দে কুসুম্বৰ সাৰ পাই,
ভাৰ্য্যাক মাতিলা তেতিক্ষণে গাৱ চুই।
সপোনতে সত্য সন্ধ্যা যাহাক দেখিলা,
স্বামীৰ আগতে কথা ভাঙিয়া বুলিলা।
কুসুমে বুলিলা কথা ভাৰ্য্যাক সম্বোধি,
শুই থকা ৰঙ্গে অভিলাষ হ'ব সিদ্ধি।
শত গছি বন্তি জ্বলি আছয় মন্দিৰে,
তাৰ মধ্যে শ্ৰৱনা নক্ষত্ৰ আহি পৰে।
লৰিলা মাতৃৰ গা সেইদিন ৰাতি,
সাবধানে জাগি আছে বুঢ়ী খেৰসূতি।
প্ৰসূতি গৃহক তৃণ আনিলা গোটাই,
তুহ খৰি আনিলা সমস্ত যত নাই।
দুৱাৰে দিলেক কণ্টকৰি* বৃক্ষ ডাল,
ধুৱাইবাক মাটি চৰু দিলা আনি ভাল।
গৰম পানী কৰি দিলা শিশু ধুৱাইবাৰে,
আগে সাবধান পিচে কিবা লক্ষণ ধৰে।
এহি বুলি খেৰসূতি এক থৰে চাই,
সঙ্গে অনুধৃতি দেৱী আছে লাগি চাই।

*সন্ধ্যা দেৱী - সত্যসন্ধ্যা

*কণ্টকৰি - কাইটীয়া সৰু গছৰ ডাল

কুসুম্বৰে বেজ ৰাখি আছে সাবধানে,
বৈদ্যজনে দিহা দিছে যত লাগে মানে।
ইমান গৰমতো তাৰা নহয় কাতৰ,
প্ৰসূতিৰ উপকাৰ সাধা ধৰ্ম জগতৰ।
এই মতে প্ৰতিজনে নিজ দায়িত্ব লই,
সাবধানে ক্ষণ গণি আছে বাট চাই।
তৃতীয় প্ৰহৰ ৰাত্ৰি যেবে আৰম্ভিলা,
শ্ৰবনা নক্ষত্ৰ আহি উপনীত ভৈলা।
মেঘ নাই বতাহ নাই বতৰ গহীন,
সৰগৰ দেৱ গণে কৰে নীৰিক্ষণ।
অপেস্বৰা নৃত্য কৰে দেৱগণ সমে,
গন্ধৰ্ব্ব সকলে বজায় নৃত্য অনুক্ৰমে।
অনন্ত অচ্যুত প্ৰভু নিত্য নিৰঞ্জন,
কোটী কোটী ব্ৰহ্মাণ্ডৰ নাথ নাৰায়ণ।
পতিত উদ্ধাৰ হেতু ধৰাক আহিলা,
সত্য সন্ধ্যা উদৰত জনম লভিলা।
প্ৰণামিয়া আছে হৰ দেৱ পুৰন্দৰ,
হৰক নিৰিক্ষি পাছে বোলে দামোদৰ।
পূৰ্ব্বাপৰ কথা আমি বুলিছো তোমাক,
কৰ্মৰ সাধন হেতু যাইব ধৰাক।
এবে তুমি শুনা হেৰা পাৰ্ব্বতিৰ পতি,
তোমাৰ নামেতে জন্ম ধৰিবো সম্প্ৰতি।
শঙ্কৰ নামেতে আমি হব অৱতাৰ,
সঙ্গে বহুজন আৰু আহিব আমাৰ।
এক শৰণ ভক্তি ধৰ্ম কৰিবো প্ৰকাশ,
কলিৰ লোকৰ আমি পুৰাইব আশ।

দেব সবে অংশ ৰূপে থাকামোৰ সঙ্গে,
বিষ্ণুৰ কথাত ধ্বনি দিল সবে ৰঙ্গে।
জয় জয় কৰি দেৱ সবে কৰে স্তুতি,
প্ৰণামিয়া দেৱ সব স্বৰ্গে কৰে গতি।
টোপনি ধৰিল কুসুম্বৰ মহাজন,
ঘোৰ জাল টোপনিতে দেখিল সপোন।
সপোনৰ বৃত্তান্ত কৈলো আগতে বৰ্ণাই,
চকু মেলি কুসুম্বৰ চাৰিদিকে চাই।
তখনেতে জগত গুৰু ভুমিষ্ঠ হইল,
তৃতীয় প্ৰহৰ ৰাত্ৰি যেবে আৰম্ভিলা।
জনমিয়া শিশু যেবে পৰিলা ভুমিত,
তিনি দণ্ড ধৰি শিশু ৰইল স্তম্ভিত।
তাকে দেখি খেৰসূতি বাহ চুঙা আনি,
কাণত দিলেক ফুৱাই নিলগতে মনি।
পাছে শিশু মাৰিলেক হাচি তিনিখান,
আনন্দত খেৰসূতি পুত্ৰক দিলাজান।
বেৰত শব্দ কৰা পুত্ৰ জন্ম লৈল,
তাৰ পাছে কুসুম্বৰে বেৰে শব্দ কৈল।
তদন্তৰে গুৰুজন হামিলেক তিনি,
আকাশত হ'ল শব্দ দশদিশ জিনি।
শব্দ শুনি কুসুম্বৰ বাহিৰ হইল,
কি কাণ্ড ঘটিল বুলি উৰ্দ্ধদিকে চাইল।
অনেক জ্বলন্ত উল্কা কৰে লৰালৰি,
কিবা ঘটিবেক আজি জানিতে নপাৰি।
তাৰ পাছে কুসুম্বৰ মন্দিৰে চাইলা,
দেবী মন্দিৰৰ বস্তি সমস্তে নুমাইলা।

ধাত্ৰী এক আহিয়া দেখিলেক পাছে,
তিনি মেৰ নাৰী দেহে বেৰাইয়া আছে।
ধাই আৰু মাতৃ দুয়ো নাৰীত ছেদিলা,
কুসুমৰ গৃহত আজি মহা ৰঙ্গ ভৈলা।
হাহে খলাখলি ভূঞা নাৰী আনন্দত,
নন্দৰ গৃহত যেন কৃষ্ণ ভৈল জাত।
কুসুম্বৰ শান্ত কিন্তু বিষাদ মনত,
নুমাইল বন্তি দেবী গৃহে ছিল যত।
তাকে দেখি সবে ভৈলা বিস্ময় মনত,
দোষ আচৰিলো কিবা দেবীৰ চৰণত।
নত শিৰে প্ৰণামিল ভূঞা পৰিজন,
ক্ষমা কৰা ভগৱতী পশিলো শৰণ।
হায় মাতৃ ভগৱতী কিনোদিন মন্দ,
জানু পাৰি কৰে স্তুতি সব ভূঞাগণ।
শিশু জন্ম লাগি যদি হয়হে অনিষ্ট,
কোপ কৰি অধমক নিদিবাহা কষ্ট।
এহি বুলি ভূঞা সবে কৰি তুতি নতি,
জুই আনি জ্বলাইলা নিৰ্ব্বাপিত বন্তি।
ইটো ভাবে নানা কষ্টে ৰাতি চলি গৈলা,
পূবৰ দিশত আহি সূৰ্য্য দেখা দিলা।
ৰজনী প্ৰভাতে কথা সকলে শুনিলা,
গ্ৰাম্য নাৰীগণ শিশু দেখিতে আহিলা।
শঙ্কৰৰ জনম কাহিনী মনে স্মৰি,
সব নৰ গণ ডাকি বোলা হৰি হৰি।

***************

## *জগত গুৰু শ্ৰীশঙ্কৰদেৱৰ নামাকৰণ আৰু ভূঞা সমাজৰ আনন্দ উৎসৱ*

### *পদ*

প্ৰভাততে দেখিলেক যত ভৃত্যগণ,
কপিলী গাভীয়ে যতে কৰিছে শয়ন।
গাৰ নোম তিতি আছে পাঘা গলে নাই,
তিতি বুৰি আছে গাভী খোলা ভাবে শুই।
পুত্ৰ মুখ দেখি ভূঞা কুসুম্বৰ ৰাই,
হাহি হাহি পুত্ৰ চাই নয়ন জুৰাই।
নানা বিধ নাম ধৰি মাতে মহাৰঙ্গে,
মুখৰ ভ্ৰূকুটি দিয়ে আনন্দ তৰঙ্গে।
খেৰসুতি নাচে নানা ভেঙুচালি কৰি,
মাটিত বাগৰি পৰে অট্ট হাস্য কৰি।
গ্ৰামৰ যতেক নাৰী নব আভৰণে,
কুসুম্বৰৰ গৃহক চলিল ৰঙ্গমনে।
একাধিক আশী জন নাৰীগণ আহি,
জোকাৰ দিলেক বহি পৰম হৰিষি।
তাৰ পাছে কুসুম্বৰ ছন্দৰীক মাতি,
দিলেক আদেশ পুত্ৰ ধুৱাইবাক প্ৰতি।

*খেৰসুতি ৰাখিছিল তপ্ত পানীকণ,*
তাতে মিলাইলেক জল আৰু কিছুমান।
পৰম বিচিত্ৰ ৰজতৰ জাৰি গোটা,
ভৰালে গৰম পানী তাতে এক লোটা।
আনিলেক এটি ভাল সুবৰ্ণৰ পাত্ৰ,
ভূঞা পৰিয়ালে ৰখা পৰম বিচিত্ৰ।
তাতে পানী লইলেক ধাইমা ছন্দৰী,
লইলেক পানী মাতৃ স্তুতি নতি কৰি।
পাতিলেক পূজা পুৰোহিত মাতি আনি,
সশ্ৰদ্ধায়ে সেৱা কৰিলেক সবে জানি।
চুবুৰীয়াগণ আহি চোতালে জমিল,
নানা বিধ কথা সবে আলোচ কৰিল।
নাৰীগণে উৰুলি দিলন্ত হৰি বোল
জয় জয় শৰদত উঠে মহাৰোল।
ভূঞাগণে বাহিৰত বাদ্যক বজাইল
পৰম কৌতুক কৰি আনন্দত নাচিলা।
সত্যসন্ধ্যা মাতৃ ছিল জ্ঞান শূণ্য হই
অত এব পুত্ৰ মুখ আগে নেদেখয়।
খেৰসুতী বুঢ়ী আৰু ধাইমা ছন্দৰী
মাথে তেল পানী দিয়া আলপৈচান ধৰি।
সময়ত আনন্দতে লাগিল কোঢ়াল,
তেবে আই সত্যসন্ধ্যাৰ খাইলা চকু মেল।
পুত্ৰ মুখ দেখি দেৱী আনন্দ অপাৰ,
কোলে তুলি চুম্বন কৰিল বাৰেবাৰ।
কৃষ্ণৰ জন্মত যেন গোকুলে আনন্দ,
সেহি মতে বটদ্ৰৱা মিলে মহাৰঙ্গ।

*ৰঙ্গ কৰি সবলোক গৈলা ঘৰাঘৰি,*
কৰ্পূৰ তামোল খাই মহাৰঙ্গ কৰি।
সেইদিনা কুসুম্বৰৰ গৃহে মহা মেলা,
জ্ঞাতি বন্ধু যত ছিল সবাই শুনিলা।
লৰৰি আহিল শিশু দেখিবাৰ মনে,
আৰ্শীব্বাদ কৰে সবে হৰষিত বচনে।
মিলিল তৃতীয় দিন ৰজনী পুৱাই,
সণ্ঢৰা দলৈক ভূঞা মাতিয়া আনই।
ধুপ দীপ কদলি তাম্বুল উপহাৰ,
নাৰিকল আদি ফল কৰিলা যোগাৰ।
সণ্ঢৰা দলৈ বাপু শাস্ত্ৰ মেলি লৈলা,
সব শাস্ত্ৰ মিলাই চক্ৰ গণিবাক লৈলা।
কামৰূপ ৰাজ্যখনি জ্যোতিষ প্ৰধান,
ভাৰত বৰিষে জনাজাত অনুপম।
সণ্ঢৰা পণ্ডিত জ্যোতিষ শাস্ত্ৰত পাৰ্গত,
সমস্ত শাস্ত্ৰক গণি কৰিলা বেকত।
সভা মধ্যে ছিল বহু পণ্ডিত সুজন,
সকলোকে সণ্ঢৰাই দিলন্ত বুজন।
শুনিয়োক জন্ম কথা ভূঞাৰ পুত্ৰৰ,
কীৰ্ত্তি প্ৰচাৰিব বহু দেশ দেশান্তৰ।
গুণে নাৰায়ণ সম গম্ভীৰে সাগৰ,
প্ৰতাপে আদিত্য যেন শ্ৰমে মহেশ্বৰ।
হইব ভূঞাৰ পুত্ৰ মহা খ্যাতি মন্ত,
প্ৰচাৰিব যশ আন সমস্ত ৰাজ্যত।
ৰজা যদি হোৱে বহু দেশক জিনিব,
পণ্ডিত হলে জগতৰে পূজাক পাইব।

অধ্যয়ন কৰিবেক শাস্ত্ৰ যত মান,
নুহিব পণ্ডিত আৰ বালক সমান।
কলি কালে জন্ম যত মহাপুৰুষৰ,
সৰ্ব্ব শ্ৰেষ্ঠ পণ্ডিত এওঁ বিশ্বৰ ভিতৰ।
পণ্ডিতসকলে বোলে কিবা জ্ঞান পাইলা,
সবৰ্ব শ্ৰেষ্ঠ হ'ব বুলি কেনেকৈ জানিলা।
ব্যাখ্যা কৰি সণ্ডৰাই বুলিলা বচন,
গণনা কৰিয়া মই জানিলো এখন।
সবাকে সমান ভাবি মান্য কৰিব,
নৰ মাজে ভেদাভেদ কিছু নাৰাখিব।
সমকৰঃ নীতি ইহা কৰিব প্ৰচাৰ,
এই হেতু প্ৰসিদ্ধ ভৈলা নাম যে তাহাৰ।
যিবা জানি আমি ঐত বেকত কৰিলু,
আকাশ মাৰ্গত মই পৰহি দেখিলু।
বিচৰণ কৰি আছে উল্কা অসংখ্যাত,
আনন্দৰ কোলাহল দেৱ সমাজত।
নাৰায়ণ জন্ম বুলি কৰি আছে ৰোল,
দুন্দুভি বাজিছে আৰু বাজে জয় ঢোল।
ভকত বৎসল হৰি শঙ্কৰ নাম ধৰি,
জনম লভিছে ঐত গোবৰ্দ্ধন ধাৰী।
ইটো থানে আহিবেক প্ৰভু বিশ্বপতি,
মাধৱ নামেতে সঙ্গী হৈবেক সম্প্ৰতি।
পূৰ্ব্বাপৰ সঙ্গী বহু লগত আহিব,
উদ্ধব বিদুৰ বিভীষণ যে আহিব।
বাৰ জন বৈষ্ণৱ আহিব এই ৰাজ্য,
আতা উপাধিতে তাৰা কৰিবেক কাৰ্য্য।

এই ৰূপে সঙ্গী যত আৰ্বিভূত হব,
মৰ্ত্ত্য লোকে ধৰ্ম কাৰ্য্য সাধন কৰিব।
কিন্তু এক কথা আমি কবলৈকে দুখ,
পুত্ৰ ভাৰ্য্যা হন্তে কিছু নাপইব সুখ।
শিশু কালে পিতৃ-মাতৃ দুইকো হেৰাইব,
মাউৰা হইয়া মাথো লোকত ভ্ৰমিব।
শত্ৰুৰ পীড়াত বহু নিৰ্য্যটন পাইব,
আপোনাৰ পিতৃ গৃহ লোক হেৰাইব।
প্ৰতি কাৰ্য্যে প্ৰথমতে বহু বাধা পাই,
শেষত অৱশ্যে আহি জয় মাল্য লই।
বিংশাধিক শত বৰ্ষ আয়ুস তাহাৰ,
তোমাৰ পুত্ৰৰ এই গণনাই সাৰ।
সত্য কৰি নিষ্ঠে মই কৈ গলো বাণী,
সাৱধানে ৰাখিবা ইহাক মনে জানি।
ৰোহিণী ছন্দৰী মাধ তিনিজনী ধাই,
চাৰিহাত আতৰতে আছিলন্ত চাই।
তিনি গোটা বেৰ নাৰী লৈলা কি কাৰণ,
তিনিটি প্ৰধান কৰ্ম কৰিব সাধন।
প্ৰথমতে নাশিবেক অজ্ঞান আন্ধাৰ,
সমস্ত শাস্ত্ৰৰ তথ্য কৰিব উদ্ধাৰ।
দ্বিতীয়তে কৰিবেক ধৰ্ম সংস্কাৰ,
শুচাইব লোক হন্তে পাষণ্ড আচাৰ।
জ্ঞান বন্তি জ্বলাই দেশে ধৰ্ম প্ৰচাৰিব,
জ্ঞান শাস্ত্ৰ ধৰ্ম শাস্ত্ৰ অনেক লিখিব।
এই তিনি গোটা গুণ নাৰীৰ সংকেত,
সমাজৰ আগে আমি কৰিলো বেকত।

পাচ গোটা হামি মাৰি লোকক দেখাই,
কিবা হেতু পাচটি যে লক্ষণ বুজাই।
সণ্ঢৰাই বোলে শুনা বুলিলো স্বৰূপ,
তোমাৰ গৃহক হৰি আহিল এই ৰূপ।
তপ্, জপ, সন্ন্যাস, পূজা, কষ্ট ব্ৰত আৰ,
পঞ্চ গোটা বিধি কৰাইব পৰিহাৰ।
পাচে শাস্ত্ৰ চাই নিজ পন্থবাজ কৰি,
আপোনাৰ জ্ঞানে নাম ধৰ্মক প্ৰচাৰি।
তিনি গোটা হাচিৰ আৰু শুনিয়ো লক্ষণ,
তিনি পাত শাস্ত্ৰ গুৰু কৰিব ধাৰণ।
বাহৰ চেকনি লই শাস্ত্ৰক লিখিবো,
গছৰ বাকলি আনি পাতক কৰিবো।
গছৰ গুটি পচাই তেওঁ কৰিবে কালী,
এই তিনি অস্ত্ৰে জিনিবেক ভুমগুলী।
প্ৰথম নাৰীয়ে জানা দেখাবে দেৱক,
এই কৃষ্ণ দেৱ মাত্ৰ জনাই লোকক।
গুৰু হুয়া ধৰমক বিলাই লোকক,
আৰু মেৰে কয় নাম ধৰ্ম ভকতক।
নিষ্ঠ কৰি কলো এওঁ দৈৱকীৰ সূত,
কৰিবেক লীলা ইহা পৰম অদ্ভুত।
নিজ জ্ঞানে নিজে গুৰু হইব জগতৰ,
মৰ্ত্ত্যলোকে উপকাৰ কৰিব নৰৰ।

চৌষষ্টি কলাৰ সৃষ্টি কৰিব জগতে,
শিকাব বিচিত্ৰ কলা ইহেন মৰ্ত্ত্যতে।
বুলিলা বিস্তৰ কথা দলৈ প্ৰকাশিয়া,
সমস্ত সমাজে শুণে আশ্চৰ্য্য হইয়া।
সণ্ঢৰাই থলে নাম দেৱ গঙ্গাধৰ,
কুসুম্বৰ নাম দিলা শ্ৰীমন্ত শঙ্কৰ।
ভূঞাগণে দিলা নাম ভূঞা ডেকাগিৰি,
খেৰসুতি দিলা নাম বোপা শিশু হৰি।
গোপীনাথ নাম দিলা পুৰ নাৰীগণ,
আতা নাম ৰাখে গাওঁবুঢ়া মেথাগণ।
বাপ বুলি মাতে সমীয়া বালগণ,
গোমস্তা ৰাখিব নাম ভূঞা যত মান।
আপুনি লিখন্ত গুৰু কৃষ্ণৰ কিঙ্কৰ,
জগত গুৰু নাম দিব কোচ নৃপবৰ।
এই ৰূপে দশ ভাগে দশ নাম ৰাখি,
আশীৰ্ব্বাদ দিলা সবে বালক নিৰেখি।
কৰ্মান্তে দিলেক ধন বস্ত্ৰ সমন্বিতে,
চাউল দালি সিধা দিল তাহাৰ সহিতে।
পৰম আনন্দে সকলোকে মাতি বুলি,
দিহা পৰামৰ্শ দিয়া দলৈ গৈলাচলি।
গুৰু জন্মৰ কৰ্ম শুনা কৰ্ণভৰি,
সমস্ত সমাজে ডাকি বোলা হৰি হৰি।

: —x—:

# কপিলী গাভীৰ পূৰ্ব্ব জন্ম কথা আৰু শঙ্কৰ দেৱৰ বাল্য লীলাত অলৌকিকতা প্ৰদৰ্শন

## পদ

কথা শুনি ভক্ত গন মনতে গুনিয়া,
সুধিলেক এক প্ৰশ্ন কৃতাঞ্জলি হুয়া।
কপিলী গাভীয়ে দুগ্ধ শিৱ লিঙ্গে দিয়ে,
এত কষ্ট কৰি কিয় শিঙৰি যাৱয়।
তেতিক্ষণে মাধৱ বুলিলা এক কথা,
ভক্ত গন বাক্য কিছু না হয় অন্যথা।
কপিলৰ মাৱ ছিল দেৱাহুতি আই,
ধেনু ৰূপে জন্মিলেক ভূঞাগৃহে গই।
পূৰ্ব্বতে কপিলে তেওঁক জ্ঞান যত দিলা,
পুত্ৰ জ্ঞানে হেয় কৰি কিছু নামানিলা।
কপিলে বুলিলা পাছে হেৰা মাৱ তুমি,
সৎসঙ্গত পুত্ৰ বুদ্ধি কিয় কৰা জানি।
দেৱাহুতি বোলে বোপা গৰু বুদ্ধি ভৈলা,
এত বুলি বিনম্ৰিয়া পুত্ৰক বুলিলা।
সামান্য যে পুত্ৰ মোৰ শিশু অনাচাৰী,
এবেসে জানিলো মই তুমি চক্ৰধাৰী।
যিবা হয় উচিত মোক দিয়া শাস্তি তুমি,
কপিল বদতি জন্ম হোক গাভী যোনি।

কথা শুনি দেৱাহুতি চমকি উঠিল,
পুত্ৰৰ মুখক চাই কান্দোন জুৰিল।
কপিল বুলিলা মাতৃ নকৰিবা শোক,
বিংশতি হাজাৰ বৰ্ষ বৈকুণ্ঠে ৰহোক।
কুসুম্বৰৰ গৃহে কৃষ্ণ জন্মিব যখন,
তাৰ আগে গাভী ৰূপে লভিবা জনম।
যেতিয়ালৈ নাহে কৃষ্ণ এই মৰ্ত্ত্যভুমি,
শিৱলিঙ্গে দুগ্ধ দান কৰিবাহা তুমি।
কপিলৰ শাপে দেৱাহুতি গাভী হৈলা,
শিৱলিঙ্গে শঙ্কৰক গাখীৰ পিয়াইলা।
পুত্ৰৰ শাপে দেৱাহুতি ছদ্ম ৰূপ ধৰি,
কুসুমৰ গৃহে থাকে ধেনু ৰূপ ধৰি।
যতমানে আছে গৰু গৃহে কুসুমৰ,
সবাতো অধিক এওঁ মহা শ্ৰেষ্ঠতৰ।
তিনি বছৰত মাত্ৰ এক বৎস পাই,
ঘটশ্ৰবা* ধেনু ইটো কেৱে নজানই।
গোহালিত বান্ধে জানা মহাযত্ন কৰি,
মুকলি হইয়া যায় মুৰ সলোকা মাৰি।

*ঘটশ্ৰবা - আপোন আপুনি গাখীৰ দিয়া

ক্ষণেকতে উঠে গৈয়া শিঙৰি পাহাৰ,
সাঁতুৰ মাৰিয়া লোহিত নদী হুয়া পাৰ।
শিব লিঙ্গ উপৰে ৰাখিয়া বাট চাৰি,
এক ঘট দুগ্ধ লিঙ্গে পৰয় নিজৰি।
তাৰ পাছে ফিৰি আহে পাৰ হয় পুনু,
গোহালি সোমাই আহি কুসুমৰ ধেনু।
গৃহে একলহ দুগ্ধ নিতে বাজ হয়,
তৈতে ঐতে দুই কলহ দুগ্ধ দান দিয়ে।
কেৱে নজানয় গোহালিত পঘা লয়,
আপোনা আপুনি গাভী থাকে তাতে শুই।
এক দিনা গোৰখীয়া বাঙ্কোতে দেখিলা,
তিতা গাৰ নোম ৰাজি কিবা হেতু ভৈলা।
কুসুম্বৰে ইটো কথা জানিবাক পাৰি,
বুঢ়া খা দলই আৰু চতুৰ্ভূজ হৰি।
চাৰিজনে নিলগত নিৰেখিয়া আছে,
সমস্ত ৰহস্য কথা উদ্ধাৰিলা পাছে।
কপিলী গাভীৰ কথা এইমানে থওঁ,
গুৰুজনৰ বাল্য লীলাৰ কিছু কথা কওঁ।
সত্য সন্ধ্যা আই পাছে কোলে তুলি লই,
মহা আনন্দতে মুখে স্তন দিলা গই।
মুখ চেপি স্তনক ধৰিলা কেচুৱাই,
জোৰ দিয়া যেবে স্তন আনিবে নপাৰই।
মহাশ্ৰান্ত ভৈলা সতী আজুৰি পিজুৰি,
মুখে বায়ু এৰি পাছ পৰিলা ভাগৰি।
মাধবী ছন্দৰী আহিবল দিয়া টানে,
কেচুৱাৰ মুখৰ স্তন নেৰাই কেমনে।

মাধবী ধাতৃয়ে যেবে কোলাক আনিলা,
স্তন এৰি পাছে তাইৰ কোলাত উঠিলা।
মুখ চাই চাই কিবা বুলিবাক চায়,
শিশুৰ অফুট ভাষা কোনেবা বুজয়।
এহি ভাবে শিশু ৰূপে নানা লীলা কৰি,
কুসুমৰ গৃহে ৰহি আছয় শ্ৰীহৰি।
তৃতীয় দিনৰ লীলা আতই বোলয়,
সত্য সন্ধ্যা মাতৃ শিশু শুৱাই ৰাখয়।
শয্যাত শুৱাই ৰাখি হাতক বুলাই,
মুখ চাই আছে মাতৃ নয়ন জুৰাই।
আগত নাৰীৰ সঙ্গে কথাক পাতিলা,
হাঁহি হাঁহি নাৰীগণ প্ৰতি দৃষ্টি দিলা।
ফিৰি চাই দেখে শিশু শয্যাত যে নাই,
ইফাল সিফাল চাই চলথ কৰই।
হায় পুত্ৰ কোথা গৈলমাৱকত্যজিয়া,
হাতত হৰাইলো পুত্ৰ কিছু নজানিয়া।
এত বুলি সন্ধ্যা দেৱী কান্দিতে লাগিল,
পুনৰপি ঘূৰি চাই পুত্ৰক দেখিল।
এনে আচৰিত কৰ্ম দেখি ভয় পাই,
সবে বোলে ইটো কিনো আশ্চৰ্য্য ঘটই।
চতুৰ্থ দিনত এক অদ্ভুত ঘটন,
আচৰিত ভৈলা মাতৃ বিহ্বলিত মন।
খাটৰ কাষত দুটা চাকি আছে জ্বলি,
ৰাত্ৰি দ্বিপ্ৰহৰে গাৰ ৰঙৰ উজ্বলি।
চাকিৰ পোহৰ ম্লান ভৈল তেতিক্ষণ,
শিশুৰ পোহৰে কোঠা উজ্জ্বল কেমন।

আচৰিত দেখি সতী চমকি উঠিলা,
বুঢ়ী মাব খেৰসুতিক মাতিবে লাগিলা।
ছুন্দৰী মাধবী শুই আছিল তথাত,
জাপ দিয়া নামি আহি কাষে উপনীত।
কিবা হৈলা বুলি সবে আশ্চৰ্য্য বদনে,
মাতিলন্ত বুঢ়াখাক সচক নয়নে।
সবে মিলি আহিলেক শিশু শয্যাকাষ,
শয্যাত আছয় শিশু পাৰিয়া আটাহ।
দেখি সত্যসন্ধ্যা কোলে তুলিয়া লৈলা,
কান্দোন চাৰিয়া শান্ত মূৰ্ত্তিক ধৰিলা।
বিষ্ময় বদনে সবে কৰি মাত বোল,
সবে লগ লৈলা যেবে উঠে হাঁহি ৰোল।
মুখত আছয় হাঁহি অন্তৰত ভয়,
কিবা শিশু জনমিল কিবা যে ঘটয়।
এহি বুলি কণা কণি সকলে কৰিল,
ইহেন সময়ে শিশু টোপনিত পৰিল।
সত্য সন্ধ্যা আই সব ঘটনা বুলিলা,
কুসুমে সণ্ঢৰা কথা ভাঙিয়া বুলিলা।
বুঢ়াখা বুলিলা কথা নকৰিবা ভয়,
সণ্ঢৰা দলৈৰ কথা কভু মিছা নয়।
আৰু ঘটিবেক বহুত অদ্ভুত ঘটন,
মনত চিন্তি বা মাথো প্ৰভু ভগবান।
এত বুলি সবে মিলি হৰি নাম স্মৰি,
গুৰুক উচ্চৰি সবে বোলা হৰি হৰি।

››››■‹‹‹‹

## গুৰুজনৰ পঞ্চম দিনৰ জন্মৰ লীলা কথা

### পদ

তাৰ পাছে বোলে কথা আতৈ চক্ৰপাণি,
পঞ্চম দিনৰ লীলা সবেলোৱা জানি।
অতি সুমধুৰ কথা শুনি লাগে ভাল,
গুচে মনুষ্যৰ মাঝে যত আন্ধকাল।
সেইদিনা কুসুম্বৰে পচতি পাতিলা,
শাস্ত্ৰ পঢ়িবাক লাগি বিপ্ৰক আনিলা।
কিবা কিবি অদ্ভুত ঘটন কাৰণ,
সণ্ঢৰাক আনিলেক কৰি নিমন্ত্ৰণ।
উপাগত সণ্ঢৰাই নিমন্ত্ৰণ জানি,
বন্ধু-বান্ধৱৰ সতে ভাল বেয়া গণি।
গ্ৰহ পূজা পাতি দিলা বিপ্ৰ সবকদান,
সমাজকো ভুঞ্জাইলা যত পাৰে মান।
কেচুৱাক কোলে লই বাহিৰে আনিলা,
সব বন্ধুগণে পুত্ৰ শঙ্কৰক দেখিলা।
বুঢ়া খা ককাই চাই দিলে চিকা ৰূপ,
বন্ধু-বান্ধৱগণে দান দিলা অনুৰূপ।

ৰূপৰ কলসী আনি শৰীৰ ধুৱাই,
হালধি তেলক সানি  শৰীৰে ঘহই।
মাতৃ সত্য সন্ধ্যা দেৱী বাহিৰ ওলাই,
কানি-কাপোৰ যিবাছিল দিলেক পেলাই।
খলিহা খাঁৰক আনি গাৱ পখালিলা,
কুসুম্বৰ ভূঞা নিজে স্নানক কৰিলা।
ব্ৰাহ্মণ বিপ্ৰ বৃদ্ধ মাতি শাস্ত্ৰক পঢ়াই,
বুঢ়াখা জয়ন্ত মাধৱ সবে আছে ৰই।
হৰি নাম গুণ গাই আয়তি সকলে,
শিশুক বেঢ়িয়া সবে কৰে কোলাহলে।
নাৰীগণে আহি শিশু বেঢ়িয়া চাৱয়,
দীৰ্ঘজীৱি হোৱা বুলি অশীষ বোলয়।
সবে বোলে শিশু ৰূপ কেনে বিপৰীত,
মিচিকি হাঁহিৰে হৰে সবাৰ মন চিত।
নাম গাই গীত গাই নাচে নাৰীগণ,
নৃত্য কেলিকৰে সবে মহাৰঙ্গ মন।
গীতা ভাগৱত পাঠ বিপ্ৰই কৰিলা,
বৃদ্ধগণ বহি শাস্ত্ৰ নিশব্দে শুনিলা।
দধি দুগ্ধ খিৰ আৰু কদলি  আনি,
ভুঞ্জাইতে দিলা খেৰসূতি মা গোসানী।
দধি দুগ্ধ খাইলেক বৃদ্ধ যুবাগণ,
ইটে সিটে হাস্য কৰি নানা ৰঙ্গ মন।

কৰ্পূৰ তামোল দিলা সবাকে বিলাই,
গুৱা পাণ অন্তে গৈলা আপোনাৰ ঠাই।
মহানন্দে পঞ্চম দিনক বহি যাই,
ৰাত্ৰি আহি পাইল পাছে সবেক্ষান্ত হই।
কান্দোন কাটন নাই নাই লৰালৰি,
দুই হাতে কৰে মাতৃ বাগৰা বাগৰি।
তাৰ পাছে শিশু যেবে হাঁহিবে লাগিলা,
খেৰসুতি মাতৃ দেৱী ৰঙেতে মাতিলা।
হেৰ ওৰ বাপু তই বৰ দুষ্ট মতি,
আমাৰ সঙ্গেতে খেলা কৰহ সম্প্ৰতি।
নানা ৰঙ্গ চঙ্গ কৰি আমাক দেখাই,
কেনে কৰা এতবোৰ অতপালি তই।
আশাৰ প্ৰদীপ তই ভূঞাৰ কুলৰ,
তোৰ বাবে কতনা সহিছো অথন্তৰ।
ক্ষণেকতে দেখো ভাল ক্ষণেকতে মন্দ,
ইঁহা দেখি আমাৰ মনে লাগে মহানন্দ।
এই পাচ দিন আমি আছো ৰখি চাই,
আৰু যেন ভেঙুচালি নকৰহ তই।
বুঢ়ীৰ মুখক চাই মিচিকি হাসয়,
অফুট সুৰতে নানা হুংকাৰ কৰই।
গুৰুৰ জন্ম লীলা কথা শুনা কৰ্ণ ভৰি,
ভক্তগণ সবান্ধৱে বোলা হৰি হৰি।



# শ্ৰীমন্ত শঙ্কৰৰ শিশু ৰূপ বৰ্ণনা

## দুলড়ী

দেখন্তে সুন্দৰ গৌৰ কলেৱৰ
যেন দেৱ শিশু এটি
পাৱক আচৰি দুই হাত মাৰি
চকুৰে কৰে ভ্ৰূকুতি।
মুখত ঈষত হাঁহিক মাৰই
লোকৰ মুখলৈ চাই,
পুৰবাসী নাৰী চাৱে বেৰি বেৰি
আগুৰি সবেধৰই।
যেন বাল অৰ্ক* মৰ্ত্ত্যত জ্বলয়
স্বৰগৰ পৰা খহি
মানুহক চাই দুহাত তোলই
যেন পূৰ্ণিমাৰ শশী।
মাধৱী ছুন্দৰী জন্মান্তে দেখিল
বালকৰ চাৰিহাত
আশ্চৰ্য্য হইয়া আনক মাতিলা
নেদেখিলা অন্য তাত।
কিনো দেখো বুলি গালিক পাৰিলা
বুঢ়াখাকে আদি কৰি,
চতুৰ্ভূজ ৰূপ আনে নেদেখয়
অনেক দিন বিচাৰি।

পদ্ম কোষ সম চৰণ যুগল
উৰু জ্বলে জ্যোতিষ্কাৰ
ঘনে ঘনে লৰে হাত পাৱ চাৰি
সৌন্দৰ্য্যৰ নাহিকে পাৰ।
অতি অনুপম তপিনা যুগল
সুন্দৰ গভীৰ নাভি
বহল বক্ষত দুগুটি নিতম্ব
যেন মনোহৰ ৰাখি▪।
কপাল আগত লোমৰ চকৰ
চুলি কলা মেঘকান্তি
সৰ্ব্বাঙ্গ সুন্দৰ শিশু মনোহৰ
তুলনাৰ নাই গণ্‌টি•।
নাক তিলফুল অধৰ ৰাতুল
গ্ৰীবা ৰাজহংস যেন
ৰাম কল পুলি যেন বাহু জুৰি
স্বৰূপ অতি শোভন।
শঙ্কৰৰ ৰূপ অঞ্চল বিয়পি
চানি⁂ গৈলা দশদিশ
যত লোকে শুনে আহি বেঢ়ি চাৱে
যেন কৃষ্ণ জগদীশ।

*বাল অৰ্ক - পুৱাৰ সূৰ্য্য , ▪ৰাখি - ফুল , •গণ্‌টি - হিচাব, ⁂ চানি - বিয়পি

বুঢ়া খা বোলয় সত্য সন্ধ্যা আই
সবাকে নেদেখাই যেন
নানা জনে আহি নানা কথা কয়
লাগি যাব বাক্য বাণ।
অতি আপোনৰ আগত উলিয়াই
শিশুক দেখাবা তুমি
অকাৰণে তাক বাহিৰে নানিবা
কৰে হাঁহাকাৰ ধ্বনি।

ইদৰে বুজাই বুঢ়া খা চলই
গৈলা সাবধান কৰি
সত্য সন্ধ্যা পাছে আতিকে যতনে
ৰাখে ভিতৰে আবৰি।
শঙ্কৰক স্মৰি বোলা ৰাম হৰি
আয়ু যায় আলেজালে
কচুপাত পানী মনুষ্য জীৱন
কেতিক্ষণে নিয়েকালে।



## *ষষ্ঠ দিনৰ লীলা*

### *পদ*

তাৰ পাছে বোলে কথা আতৈ চক্ৰপাণি,
কেচুৱা শঙ্কৰৰ লীলা সবেলোৱা জানি।
স্বৰূপতে বলো শুণা শঙ্কৰৰ লীলা,
যিবাখিনি কাণ্ডবোৰ মানুহে দেখিলা।
শিশু ৰূপে আছে প্ৰভু কুসুমৰ ঘৰে,
ষষ্ঠদিনৰ কৰ্ম এবে শুনা অনন্তৰে।
সেইদিনা মহাসতী খাটত শুৱাই,
আনন্দ কৰিয়া আছে পুত্ৰ মুখ চাই।
বাগৰ মাৰিয়া শিশু ধৰি ধৰি খাটে,
উলটি বাগৰ খাই পৰিলা মাটিতে।
মাটিত বাগৰি পৰি কান্দোন নযাই,
ভৰিৰে লথিক মাৰি খাট ওভোটাই।
উলটি পৰিল খাট শিশু পদাঘাটে,
আশ্চৰ্য্য হইল মাতৃ দেখিল থিতাতে।
মাধবী ছন্দৰী ধাই আছিলন্ত দুৰে,
শৰদ শুনিয়া আহে ভিৰি লৰ মাৰে।
সবে দেখি আচৰিত ইটো বৰ কথা,
ছদিনীয়া শিশুযোৰে উলটিল দেখা।
কিবা কথা দেখা পালো ওহে মোৰ আই,
মাধবী, ছন্দৰী, সন্ধ্যা তিনিজনে চাই।

*চানি - বিয়পি

দুইজন পুৰুষে খাট দাণ্ডিবে নপাৰে,
সেই খাট বগৰালে শিশুই ভৰিৰে।
তিনিজনী আহি খাট লৰয় চৰয়,
সামান্য শিশুৰ যোৰে বাগৰি পৰয়।
তিনিজনে আটাহ পাৰিল তেতিক্ষণ,
লৰাৰিয়া আহিল পুৰুষ চাৰিজন।
চতুৰ্ভূজ, কৰ্ণপুৰ, বুঢ়া খা জয়ন্ত,
উধাতু খাইয়া চাৰি লৰৰি আসন্ত।
সত্যসন্ধ্যা ছন্দৰী মাধবী কথাকৈলা,
এনে আচৰিত কথা শুনিবে লাগিলা।
কথা কাণ্ড দেখি মাৰ কম্পে থৰ থৰ,
কোন দিনা ঘটে জানো কিবা অথন্তৰ।
দুইজনে ধৰি খাট পালতাই লই,
তাৰ ওপৰত শিশু ৰাখিল শুৱাই।
এইদৰে ষষ্ঠ দিন লীলাক দেখাই,
অনন্তৰে মাতৃ কোলে থাকিলন্ত শুই।

তাৰ পাছে জ্ঞাতি বন্ধু অনেক আহিলা,
সেইদিনাৰ যত কথা খেৰসুতি কৈলা।
সবে বোলে আচৰিত এনুৱা অদ্ভুত,
শিশুৰ শকতি দেখি সবে চমকিত।
তাৰ পাছে কুসুম্বৰে চিন্তে এক কাজ,
বহু পৰ ভাবি গুনি বুদ্ধি ভৈলা বাজ।
লোক দুই মাটি আনি চাৰি গাত খানি,
চাৰি খুৰা পুতি থৈলা শিশুৰ খাটখনি।
মাটি হস্তে মাথো আঠ-আঙুল ওপৰ,
তথাত ৰাখিল বাৰ কৰিয়া চাপৰ।
পৰিলেও বেচি যেন আঘাট নাপায়,
সিটো জোখ মতে খাট পুতিয়া ৰাখয়।
এইমতে চলি গৈলা ষষ্ঠ দিন লীলা,
সযতনে দুই ধাই-ৰাতি চাই ৰৈলা।
ষষ্ঠ দিনৰ বাল্য লীলা মনত সুৱৰি,
সব নৰ গণে ডাকি বোলা হৰি হৰি।

********************

## সপ্তম আৰু অষ্টম দিনৰ লীলা

### পদ

শঙ্কৰদেৱৰ বাল্য লীলা মনোৰম অতি
আনন্দে বোলয় চক্ৰপাণি মহামতি।
শুনিলেই লাগে ভয় দুই এক কথা
আপোন জনৰ মনে লাগি যায় ব্যথা।

ষষ্ঠ দিনা খাট বগৰাই দেখাৱন্ত
শুনি মনে আচৰিত গ্ৰাম্য লোক যত।
সপ্তম দিনৰ এবে শুনিয়ো অখ্যান
আচৰিত নহইবা সব ভক্তগণ।

প্ৰভাতে উঠিয়া দেৱী সত্যসন্ধ্যা আই
স্তন দিলা আথে বেথে পুত্ৰ মুখ চাই।
স্তন খাই প্ৰভু যেবে টোপনিক গৈলা
মাৱে আতি পতি কৰি খাটে শুৱাই থৈলা।
শৌচ স্নান কৰিবাক চলিলা বাহিৰে
হেন সময়তে প্ৰভু জাগিল ভিতৰে।
মাৱক নেদেখি যেৱে আটাহ পাৰন্ত
ইটো সময়ত কাষে লোক নাছিলন্ত।
খাটৰ ওপৰ হন্তে মাটিত পৰিলা
উবুৰি হইয়া পাছে আটাহ জুৰিলা।
শুনি কুসুম্বৰ ৰাই লৰি গৈলা পাচে
দেখিলেক শিশু গোট ভুমিত পৰিছে।
দুই হাতে ধৰি তাক তুলিবে চাহিলা
শৰীৰৰ যত বল প্ৰয়োগ কৰিলা।
তথাপি অকণি শিশু তুলিবে নপাৰি
কুসুম্বৰ শিৰোমণি মনে গৈলা ডৰি।
কিনো অদভুত কথা কেচুৱা সামান্য
মই হেন পুৰুষ হইলু অকৰ্মাণ্য।
পুনৰপি তুলিবাক কুসুমে চাহিলা
তিনি চাৰি বলদিয়া কভু নোৱাৰিলা।
তাৰ পাছে লৰি গৈয়া মাৱক মাতয়
কথা শুনি আতুৰ হুয়া সন্ধ্যাই আহয়।
দুই হাত মেলি দেৱী যেবে বলদিলা
তুলাৰ পুতলি যেন হাতত আনিলা।
কুসুমে দেখিল কথা অতি অদভুত
এনে কতো দেখা নাই নাভুত নাশ্ৰুত।
মাৱে কোলে লৈয়া পাছে মুখে স্তন দিয়া
তুষ্ট ভৈল গুৰুজন চাহিল হাসিয়া।

এহি মতে সপ্তম দিন বহি গৈল যেবে
ৰজনী প্ৰভাত ভৈলা অষ্টম দিবসে।
সত্যসন্ধ্যা কোলে লৈয়া আছন্ত উলাসে
পুত্ৰৰ মুখক চাই ঘনে ঘনে হাসে।
ছন্দৰী মাধৱী আছে বস্তুক যোগাই
মাঝে মাঝে চাই আছে খেৰসূতি আই।
কুসুম্বৰ বস্তি মাঝে গইলা ওলাই
হাতে খান্তা মাথে জাপি ফুৰে খেতি চাই।
গাহৰি, মহিষ, পশু থাকে খেতি খাই
এইবাবে হাতে খাণ্ডা সৰ্ব্বদা নেৰই।
চাৰি দিকে চাহে খেতি সব আছে ভালে
ঘৰক লৰড়ি আহে মহা কৌতুহলে।
শিশুৰ চিন্তাক সদা থাকে মনে গুনি
কোনোবা সময় কিবা মিলয় বিঘিনি।
পদূলি মুখত ৰৈলা গোহালিৰ কাষে
এক গোটা ফেটী সাপ দেখিলন্ত পাছে।
ভয়ঙ্কৰ ৰূপ তাৰ যেন কালান্তক
ফণা তুলি মাথা ঠিয় অতি ভয়ানক।
ছন্দৰী আছিল গোহালিক চাফ কৰি
সৰ্প দেখি ভয়ে ঘৰে গৈলন্ত লৰৰি।
কুসুমে দেখিল পাছে ছন্দৰী যে ভিত
ভুমিত পৰিয়া গৈলা হইয়া মূৰ্চ্ছিত।
কিবা হ'ল বুলি আহে সূৰ্য্যৰ নন্দন
ছন্দৰীৰ হাতে ধৰি সুধিলা বচন।
তৰ্জনী আঙুলি টোৱাই দেখাৱন্ত তাই
কাল ফেটী আছে সৌৱা ফণা তুলি চাই।
বিয়াগোম কালফেটী দুই হাত ওপৰে
ফণাৰ আকৃতি যেন নাগ ছত্ৰধৰে।

দুই চকু জ্বলে তাৰ দেখি তৰঙ্গিনী*
চকু হন্তে জ্বলে যেন প্ৰচণ্ড অগনি।
ফোচ ফোচ শব্দ কৰি আহে আগুবাই
লাঠি আনিবাক লাগি সময় নাপাই।
জাপিখন আগে ধৰি কুসুম ৰহিল
ক্ৰোধে সৰ্পে জাপিৰ ওপৰে খুঁট দিল।
সেই সময়তে খাণ্ডা মাৰিল তাহাকে
দ্বিখণ্ডিত সৰ্প গোট মুৰ জাপি থাকে।
তেজ সোত বহি যায় চোতালক লাগি
চোতালে আছিল শঙ্কৰক ধুৱাই বাগী।
ধুৱা পানীৰ সমে ৰক্ত মিলিয়া গৈলা
সৰ্প ৰক্ত ধুৱা পানী একত্ৰিত ভৈলা।
ক্ষণেক সময় পৰে ধুৱাই থাকন্তে
ৰক্তৰ মাজত পৰে মাৱৰ হাত হন্তে।

সমন্তৱে চকু থিৰ বিষধৰ ৰক্ত
শিশুৰ শৰীৰ ঢুকি প্ৰমাদ ঘটাৱন্ত।
কিন্তু দেখে সব তেজ পানী শুহি যাই
শুকান মাটিত যেন ৰাখিছে শুৱাই।
ছন্দৰী মাধৱী খেৰসূতি আহে লৰি
কুসুমেও কাষক চাপিলা লৰালৰি।
সবে বোলে ভৈলা কিনো কথা আচৰিত
পানী সতে মিহলি তেজ শুকাইলা কৈত।
ধুৱাই পখালি নৈলা সত্য সন্ধ্যা আই,
খেৰসূতি আৰু সবে নাম গুণ গাই।
তাৰ পাছে শঙ্কৰক কোলে যেবে নৈলা
মাৱৰ কোলাত বহি টোপনি মাৰিলা।
শঙ্কৰৰ শিশু লীলা অমৃত সমান
যিবাজনে শুণে তাক হই একমন।

পৰম মুকুতি পাৱে ইহ জন্ম তৰি
সবলোকে সুমৰিয়া বোলে হৰি হৰি।

***তৰঙ্গিনী - তৰা সম উজ্জ্বল।**



## *কাল সৰ্পৰ পূৰ্ব্ব বিবৰণ*

### *পদ*

প্ৰতিদিনে ঘটি আছে একোটি ঘটন
এই হেতু খেৰ সুতিৰ বিষাদিত মন।
দেৱী মন্দিৰৰ চাকি জ্বলাই দিন ৰাতি
দেৱৰ সন্তুষ্টি হেতু কৰে স্তুতি নতি।

অষ্টম দিনে ঘটিলেক যেনুৱা ঘটন
শুনি ইষ্ট কুটুম্বৰ বিষাদিত মন।
কাল সৰ্প বৃত্তান্তক শুনা ভক্তগণ
পুনৰপি সুবিধলেক প্ৰশ্ন অগনন।

কোন সৰ্প ইটো কিয় ইয়াক আহিল
শঙ্কৰৰ পাৱে সব তেজ মিলি গল।
গাড়ী গোটা পাছে কিবা অৱস্থা হইলা
সৰ্পৰ বৃত্তান্ত কথা কহিবাক লৈলা।
এহি সৰ্পডালৰ কথা শুনা দিয়া মন
পূৰ্ব্বতে আছিল ইটো গন্ধৰ্ব্ব এজন।
সৰ্প মায়া কৰি নাৰদক দেখা দিল
ইটো ৰূপে থাকা বুলি তাহাক শাপিল।
ক্ষমিওক দোষ মোৰ ব্ৰহ্মাৰ নন্দন
নিচিনি কৰিলো মই ধেমালি এখন।
ৰহস্য কৰিবে লাগি সৰ্প ৰূপ লই
আপোনাক বিভীষিকা দেখুৱাল্লো মই।
পৰম পাতকী মই গন্ধৰ্ব্বৰ সূত
নিচিনি কৰিলো দোষ এৰা দাসী সূত।

দেৱতাৰ ঋষি তুমি অতীব মহান
মই পাতকীৰ দোষ ক্ষমিও ধীমান।
ইটো বুলি নানা স্তুতি কৰিলন্ত যেবে
বুলিলা নাৰদ পাছে গন্ধৰ্ব্বক তেবে।
সুদৰ্শন তব নাম জানিলোহো মই
শঙ্কৰ ৰূপেতে কৃষ্ণ জন্মিবেক গই।
জন্মৰ অষ্টম দিনে তাহাক দেখিব
তেতিক্ষণে তব শাপ মোচন হইব।
ইটো বুলি নাৰদ যে ব্ৰহ্মালোকে গৈলা
সৰ্প ৰূপে সুদৰ্শন ভূমিত ভ্ৰমিলা।
শঙ্কৰ কৃষ্ণক দেখি শাপ মুক্তি পাই
অনন্তৰে নিজ লোকে ভ্ৰমি লন্ত গই।
গুৰুজন জন্ম কথা শুনা কৰ্ণ ভৰি
নিৰন্তৰে নৰে ডাকি বোলা হৰি হৰি।

>>>>■<<<<

## *নৱম, দশম, একাদশ, দ্বাদশ দিনৰ লীলাৰ বিবৰণ*

### *পদ*

নৱম দিনৰ পুৱা প্ৰভাতে উঠি গই
গাৱ ধুই আহিলন্ত সত্য সন্ধ্যা আই।
খেৰসূতি চাই আছে শিশু শঙ্কৰক
চন্দৰীয়ে কাপোৰ আনি দিলন্ত মাৱক।
তাৰ পাছে সত্যসন্ধ্যা জলপ্ৰান খাইলা
স্তনক পিয়াইবে লাগি শিশু পাশে গৈলা।

স্তন দুগ্ধ খুৱাই পাছে শয্যাত ৰাখিলা
পেট ভৰি শঙ্কৰৰ টোপনি লাগিলা।
যেতিক্ষণে শঙ্কৰদেৱ পৰিলন্ত শুই
মাতৃ সমে খেৰসূতি আছে মুখ চাই।
মাতৃৰ কোলাত কেনে আছয় শঙ্কৰ
পুত্ৰক চাহিবে মন ভৈলা কুসুমৰ।

পুত্ৰক কাষত ৰাখি বুঢ়ীৰ লগত
সত্য সন্ধ্যা দেৱী কথা পাতে আনন্দত।
পুত্ৰ মুখ চাই বুঢ়ী সতে কথাপাতি
আনন্দে মগন আছে দুয়ো মহাসতী।
এনে সময়তে আহে কুসুম মহামতি
দেখিয়া অদ্ভুত ভৈলা ভূঞাৰ সন্ততি।
ভীত হুয়া কুসুম্বৰ মুদিল নয়ন
ভয় পাই মূৰ্চ্চা গৈলা কুসুম তখন।
আগদিনা ভয়ঙ্কৰ সৰ্পক মাৰিলা
পিচ দিনা আৰু কেন সৰ্প দেখা দিলা।
সেই দিনা ভয়ঙ্কৰ কাল সৰ্প গই
শঙ্কৰৰ মাথাপোৰে ফণা তুলি ৰই।
ইফাল সিফাল চাই নিশবদে আছে
সত্যসন্ধ্যা খেৰসূতি দেখিলন্ত পাছে।
মুদিলা নয়ন কোলে নাহিল আতৰি
মূৰ্চ্চা গৈয়া পৰিলন্ত মাটিত বাগৰি।
বুঢ়াখা ছন্দৰী দুই দেখিলন্ত পাছে
শিশু কাষে তিনিজন মূৰ্চ্চা গৈয়া আছে।
সবাকে মাতিয়া পাছে ধৰিলন্ত তুলি
বিচিব লাগিল সবে মুৰে পানী ঢালি।
জ্ঞান পাই তিনিজনে সবাকে দেখিলা
আত বিত কৰি সবে শিশুক চাহিলা।
দেখিলন্ত শঙ্কৰ শিশু নাচি বাগি আছে
সমাজৰ আগে কথা বুলিলন্ত পাছে।
ছন্দৰী বুলিলা আমি সৰ্প দেখা নাই
কিবা হেতু তিনিজন মূৰ্চ্চিত আছই।

ঘটনাক ভাবি আহিল সূৰ্য্যবৰ নন্দন
সণ্ঢৰাদলৈৰ সতে নাতি পাচজন।
দেৱ দেৱী স্তুতি কৰি মহামন্ত্ৰ মাতি
গুৰু বিপ্ৰ গণক দিলা ধন ফল গুটি।
সত্যসন্ধ্যা দেৱীক বুলিলা ভালমতে
অতি যত্নে চাবা শিশু প্ৰতিটো ক্ষণতে।
সণ্ঢৰা দলৈ কথা বহুত বুলিছে
সব কথা মিলা দেখি মনত গুণিছে।
ৰাতি উজাগৰে থাকি ৰখে দুইজন
দেৱী দেৱ শাস্ত্ৰ কথা কৰে আলোচন।
ৰজনী প্ৰভাত ভৈলা দশম দিনত
কিবা কিবি ঘটিলা যি কৰিব বেকত।
দশম দিনৰ বেলা আহিয়া পৰিল
জ্বৰ উঠি শিশু গাৱে লুটি দেখা দিল।
খেৰসূতি বুঢ়ী তুলসীৰ পানী দিল
তথাপিতো শঙ্কৰৰ জ্বৰ নকমিল।
তাকে দেখি কুসুম্বৰ বেজক মতাই
জৰা ফুকা কৰিলেক পুথি পাজি চাই।
আবেলি পৰতে শিশু ভাল পাই গৈলা
গৃহস্থৰ সকলোৰে আনন্দ মিলিলা।
কুসুম্বৰ দেৱে আহি পুত্ৰ মুখ চাই
ওঠত লগাইল মুখ মৰমে চুমাই।
দুই মুখ লাগি ধৰি এৰিয়া নাযায়
নাকান্দে নামাতে শিশু স্তম্ভিয়া আছয়।
কুসুম্বৰ শিৰোমণি দেৱীক চিন্তিলা
তেতিক্ষণে মুখ এৰাই কোলাত পৰিলা।

আনন্দতে মগ্ন ভৈলা ভূঞাৰ নন্দন
পথালি কোলাত লৈলা কৰিয়া যতন।
মাতৃ আহি কোলে লৈ মুখত চুম্বিলা
স্তনক পিয়াইবে পুনু আৰম্ভ কৰিলা।
ভাৰ্য্যা আগে কুসুম্বৰ বুলিলেক বাণী
শুদ্ধ হইবে লাগে কালি পুজিয়া গোসানী।
খেৰসূতি মাৱক যে বুলিলা বচন
যিবা খিনি লাগে মাতৃ কৰিও যতন।
পচতি উৎসৱ কৰিবাক লাগে তুমি
নাতি জন্ম উৎসৱৰ মূখ্য যে আপুনি।
কালি হন্তে শুদ্ধ হৈব অশৌচৰ পৰা
সত্যসন্ধ্যাৰ কিবা কাৰ্য্য তুমি দিহা কৰা।
অল্পমতি বালিকা যে বয়সে তৰুণী
গৃহস্থীৰ বহু কৰ্ম তেৰাই নজানি।
সেই হেতু সব কৰ্ম আই তুমি কৰা
ছুন্দৰী মাধবী আছে আলপৈচান ধৰা।
ভিতৰৰ কাৰ্য্য দায়িত্ব খেৰসূতি লৈলা
বাহিৰৰ কাৰ্য্য হেতু কুসুম চলিলা।
চতুৰ্দ্দিকে চাচি মুচি ধুনীয়া কৰাই
কলাপাত দিয়া ৰভা সাজে ভালকই।
জান দিলা যত ভূঞা বংশৰ যতেক
পিচদিনা আহিলেক ভূঞা যে প্ৰত্যেক।
বহিলেক বিপ্ৰ ভূঞা হুয়া শাৰী শাৰী
গাওঁৰ যত লোক বহে ঢাৰি পাতি পাৰি।
বুঢ়া খা কেতাই খা আদি জ্ঞাতি বন্ধু যত
অৰুণি, বৰুণি আহি বহে সমাজত।

জাত জাত কৰি সবে নাম গুণ গায়
বিপ্ৰ সবে দেব-দেবী পূজাক কৰয়।
বুঢ়া খাই সযতনে দিহা দিয়া যাই
অন্ন পাক কৰিলেক ৰান্ধনি গোসাই।
খিৰ লাডু দধি দুগ্ধ পায়স ব্যঞ্জন
সবাকে খুৱাই ৰঙ্গে কৰি নিমন্ত্ৰণ।
ধান্য বস্ত্ৰ দিয়া তুষিলন্ত বিপ্ৰগণ
দৰিদ্ৰক দান দিলা ৰজি তাৰ মন।
আয়তি সবক আনি মৎস বিলাই
নিমখ হালধি গুড়ি দিলেক বিলাই।
কত জনী দুখুনীক চাউল সিধা দিয়া
মহাৰঙ্গে চলে সবে হাহিয়া মতিয়া।
এইমতে নানা কৰ্মে দিন গৈলা যেবে
ৰাত্ৰি কালে মাতৃ কোলে শুইলন্ত তেবে।
কুসুম্বৰ সত্যসন্ধ্যা একে বিচনাত
আতিপতি কৰি শিশু ৰাখিলা মাজত।
ৰাত্ৰি কালে দুয়োজনে দেখিলা সপোন
সত্যসন্ধ্যা দেবী আৰু কুসুম সুজন।
দেখা দিয়া সপোনতে মা দূৰ্গা ভবানী
তোমাৰ গৃহক আহি আছে চক্ৰপাণি।
জন্মিছে তোমাৰ ঘৰে দেবৰ আদি দেৱ
এওঁ বিনে অপৰ নাহি আন কেৱ।
আমাৰো বন্দনী এওঁ জানা সাৰে সাৰ
এহি বুলি শঙ্কৰক কৰে নমস্কাৰ।
কলি কালে ভৈলা আহি মৰ্ত্ত্যে অৱতাৰ
খণ্ডি বাক লাগি পৃথিবীৰ মহাভাৰ।

অজ্ঞানে মোহিলে জাতি মানব সমাজ
ইকাৰণে অজ্ঞানতে কৰয় অকাজ।
পাপ-পঙ্কিলতে ডুবি আছে লোকজন
স্থান নাই তাৰ যদি আছয় সজ্জন।
ৰজা-প্ৰজা সকলোকে অজ্ঞানে আবৰে
জ্ঞান পন্থ নষ্ট কৰি ঘুৰিছে সংসাৰে
অজ্ঞান তিমিৰ নাশি জ্ঞান দিয়া হেতু
ধৰণীতে অবতীৰ্ণ হৈলা গৰুড় কেতু।
তবপুত্ৰ জানিবা এই যুগে মহীতলে
অধৰ্ম নাশিয়া ধৰ্ম বিলাব সকলে।

এই কথা বুলি দেৱী অন্তৰ্দ্ধান ভৈলা
নিদ্ৰা জাগি কুসুমেও বালকক লৈলা।
শয্যাত বহিয়া কথা কয় দুইজন
সপোনতে দেৱী যত বুলিলা বচন।
কথা পাতি দুইজনে পুৱাইলা ৰজনী
উঠিলেক পূৰ্ব্বাদিকে অৰুণ আপুনি।
সেইদিনা শঙ্কৰৰ বাৰ দিন ভৈলা
আন দিনৰ দৰে সবে কামত লাগিলা।
গুৰুজনৰ জন্ম কথা শুনা কৰ্ণ ভৰি
শ্ৰৱণ কীৰ্ত্তন কৰি সবে বোলা হৰি হৰি।

*আগতে প্ৰসূতিবোৰক পাচদিন, দহদিন আৰু পোন্ধৰ দিনত গা ধুৱাই শিশুক ধুৱাই মাঙ্গলিক কৰ্ম কৰিছিল। ভূএগসকলে দ্বাদশ দিনত জীয়া আশৌচ সমাপ্ত কৰা উল্লেখ আছে।*



## *দ্বাদশ দিনৰ পাচৰ লীলা*

### *পদ*

গুৰুৰ চৰিত কথা অমৃত সমান
চক্ৰপাণি বুলিলেক ভক্ত বিদ্যমান
একে একে ভক্ত গণে প্ৰশ্নক তুলিলা
সবাকো সম্বোধি গুৰু উত্তৰক দিলা।

ভক্তগণে বোলে ওৰে মহন্ত প্ৰধান
ত্ৰয়োদশ দিনৰ কথাৰ দিয়া সমিধান।
বুঢ়াখাৰ পত্নী কুসুমৰ খুল ভনী*
শঙ্কৰক দেখিবাৰে আহিলা আপুনি।

**খুল ভনী - খুড়াকৰ জীয়েক*

তিনিজন বান্দীৰ মাথাত বোজা তুলি
বটদ্ৰৱা আহিল শিশুক দেখো বুলি।
অৰুণি পেহীয়েক হয় শিশু শঙ্কৰৰ
ভাতৃৰ পুত্ৰ জন্ম শুনি আনন্দ অপাৰ।
এতেকতে আহিলেক পুত্ৰ চাইবাৰে
আহি পাই পিতৃমাতৃক নমস্কাৰ কৰে।
তাৰ পাছে বহিল গৈয়া শঙ্কৰৰ কাষে
বালকৰ বেশী গুৰু শয্যা শুই আছে।
পৰম গম্ভীৰ আতি সুশীতল ভাৱ
শিশু চাই বুজিলন্ত গম্ভীৰ স্বভাৱ।
কেতাইখাৰ মাতৃ পাছে মেলিলন্ত হাত
তুলা সম লঘু শিশু লৈলেক কোলাত।
মাথাত চুম্বন দিয়া ওপৰক তুলি
সাবতি লইল বুকে বাপ বাপ বুলি।
ঘনে ঘনে চুময় মুখত দিয়া মুখ
শিশু দেখি পেহী মাতৃ পায় মহাসুখ।
কিছু পৰে দেখে শিশু গধুৰ লাগয়,
মাটিত ৰাখিয়া পুনৰ তুলিবে খোজয়।
প্ৰকাণ্ড পাথৰ সম বালক ওজন
ডাঙিবে নোৱাৰি সতী কৰয় চিন্তন।
যেন পৰ্ব্বতক তুলি আছে কোলে লই
ভৰক সহিবে নাৰি অশান্তি কৰই।
তলে হাত পাতি মাটিৰ ওপৰে ৰাখিলা
হাত চেপি পেহীৰ যেন গুড়ি কৰি দিলা।
হেঁচা দি ধৰিলে হাত যেন মেৰু শৃঙ্গ
আই বুলি মাতি সতী দিলে মহাৰিঙ্গ।

খেৰসূতী দেখি পাছে ধৰিলা চপাই
দুইজনে জোৰ দিয়া কুজাপৰি যাই।
সত্যসন্ধ্যা উঠি পাছে গাৱত ধৰয়
কুসুম্বৰ শুনি লৰি ডাঙিয়া ধৰয়।
এই ভাৱে হাঁহাকাৰ ঘৰত লাগিলা
অৰুণি মাতৃয়ে দেখি আচৰিত ভৈলা।
কুসুম্বৰে বুলিলেক সণ্চৰাৰ কথা
সাবধানে থাকিবা যেন নহয় অন্যথা।
সবলোকে হেন দেখি গুণে মনভৰি
শিশু ৰূপে মনত গুনন্ত দেৱহৰি।
যত কথা গণনাত কহিলা মহামানি
সবে সত্য কথা একো তিল নোহে হানি।
সব বন্ধুগন যত এই কথা কৈলা
অনন্তৰে অৰুণিয়ে ঘৰে চলি গৈলা।
বুঢ়াখাৰ আগত কহিল ইটো কথা
বৰই অদ্ভুত কাণ্ড দেখা পালো তথা।
বুঢ়া খাই বোলে তুমি কিবানো দেখিলা
শঙ্কৰ মনুষ্য নোহে সবাই জানিলা।
যেন যশোদাক কৃষ্ণে মায়াত মোহিলা
শঙ্কৰেও এই ভাৱ ইটাই দেখালা।
তাৰ পাছে সত্যসন্ধ্যা পুত্ৰ কোলে লই
মুখে স্তন দিয়া সতী আনন্দে আছয়।
কুসুমেও বহিলেক পুত্ৰৰ ওচৰে
উলহ-মালহ চিত্ত আনন্দে নাধৰে।
খেৰসুতি বুঢ়ী আই মুখে চুমা দিল
কুসুমৰ সৰু ভাৰ্য্যা লৰিয়া আহিল।

ছন্দৰী মাধবী দুয়ো কৃতাঞ্জলী কৰি
কাষতে বসিয়া আছে হাতক মুচৰি।
শঙ্কৰৰ ইটো কাৰ্য্য সব লোকে শুনি
আচৰিত হয় সবে কৰে গুণ গুণি।
ভূঞাগণ মাজে ইটো কথা জানি শুনি,
সমাজত সমজুৱাই কৰে কণাকনি।
স্বভাৱত ইটো বালক মনুষ্য নোহয়
কোনোবা দেৱতা পুৰুষ আহিয়া আছয়।
ত্ৰয়োদশ দিনৰ কথা এবে শুনা কওঁ
গুৰুৰ চৰিত্ৰ কথা কতনা বৰ্ণাও।
সেইদিনা জগন্নাথক° খাটত শুৱাই
বাহিৰৰ কামে ৰত সত্যসন্ধ্যা আই।
খেৰসুতি আছিলন্ত ৰন্ধন শালত
এন্ধাৰত বন্তি নাই ঘৰৰ ভিতৰত।
ছন্দৰী বান্দিয়ে চাকি বিচাৰিয়া গৈলা,
শিশুৰ কাষত গৈয়া আশ্চৰ্য্য দেখিলা।
মাণিক জ্বলিছে যেন অন্ধকাৰ নাশি
অদ্ভুত দেখিয়া দেবী পৰি গৈলা আহি।
খেৰসূতি আহি বোলে কিবা ভৈলা জানি
বুলিলা ছন্দৰী পাছে নিশ্বাসক টানি।
খেৰসুতি বোলে হাই নকৰিবি কেও
অতদিনে দেখি আছা নাজানাহা তেওঁ।
ছন্দৰীক দেখি সবে আহিলন্ত ধাই
বুলিলা নিজ মুখে সতী সমস্ত বৰ্ণাই।

অনাদি ঈশ্বৰ যিনি জগতৰ পতি
তাহাৰ মহিমা বুজি কাহাৰ শকতি।
এহি বুলি সবে মিলি তাইক তুলিলা
কিবা দেখিলাহা বুলি সবাই সুধিলা।
সূৰ্য্যবৰ আহি লৈলা আপোন কোলাত
মুখক চাহিয়া কথা বোলে অসংখ্যাত।
মোৰ নাতি হৈব ৰজা এই মহীতলে
ত্ৰিভুবনৰ সুন্দৰী আনিব জিনি বলে।
এইবুলি কোলে লই নাচে সূৰ্য্যবৰ
এনে সময়তে তালৈ আহে কুসুম্বৰ।
ঘটনাৰ কাৰণ শুনি হয় আচৰিত
নকৰিবা ভয় কিছু দঢ়াইৰখা চিত।
সত্যসন্ধ্যা আই আহি মুখে দিল স্তন
অনন্তৰে ছন্দৰীয়ে বুলিলা বচন।
এনে মায়াবন্ত শিশু নতুদেখো শুনো
আশ্চৰ্য্য ঘটনা ঘটে সবে তাকে গুনো।
মায়া দেখি আচৰিত সবে হওঁ আমি
বুজিলো এবেসে তিনি জগতৰ স্বামী।
এনে অদভূত কথা দেখি আছা ক'ত
যশোদাৰ ঘৰে কৃষ্ণ জনমিছে যত।
কদাচিতো মিছা কথা নোবোলোহো জানি
উপজিয়া চাৰি হাত দেখা পালো আমি।
চাৰিফালে শঙ্কৰক বেঢ়িয়া আছয়
সবাৰে আগত ছন্দৰীয়ে কথা কয়।

° *জগন্নাথক - শঙ্কৰক*

শিশু ৰূপী শঙ্কৰে হাসন্ত মনে মনে
কৃষ্ণ যেন মায়া কৰিছিলে বৃন্দাবনে।
ছন্দৰী থাকিল তথা এই কথা বুলি
মায়া কৰি সবাকে যে মুহিলা সমূলি।
পুত্ৰ বুলি কোলাত কুসুমে লৈলা তুলি
সূৰ্য্যবৰ বুঢ়াই মাতন্ত বাপু বুলি।
চাই চাই আছে সবে হাঁহি আনন্দত
কোনো জনে শঙ্কৰক চুমন্ত গালত।
এনেদৰে সকলোৰে আনন্দ উৎসৱ
নন্দৰ গৃহত যেন আছন্ত মাধৱ।
ৰঙে ৰসে সবে মিলি তেৰ দিন গৈলা
চতুৰ্দ্দশ দিন আহি ধৰণী স্পৰ্শিলা।
অসুখত আছে পৰি সেহাই সেহাই
বুলিলা ছন্দৰীক পাছে সত্যসন্ধ্যা আই।
কেচুৱাক লাগি দুগ্ধ দোহি আনা গই
দুগ্ধ আনিবাক লাগি গোৱাল যে নাই।
যেবে গোৱাল গণ গৃহে আহি পাইল
গাই খীৰাই দুগ্ধ আনি শিশুক যে দিল।
ছন্দৰীয়ে ক্ষিৰ আনি মুখে যেবে দিল
মুখ চেপি শিশুটিয়ে মাথা ঘুৰাইল।
সত্যসন্ধ্যা আই ধৰিলন্ত মন দুখে
আতউ পুতউ কৰি স্তন দিল মুখে।
মাতৃ স্তন চুহিয়া যে স্তনক নপাই
জানিয়া মাতৃয়ে দিলা ক্ষিৰক খুৱাই।
পাগুলীয়া খাই ক্ষিৰ শিশু গঙ্গাধৰ
মাতৃৰ মুখক চাই হাসন্ত শঙ্কৰ।

আইৰ গাৱ সেইদিনা কৰে দৰাদৰি
শঙ্কৰেও মাতৃক চাহন্ত তৰাতৰি।
ইহেন সময়ে প্ৰভু কৰিবৰ মায়া
আনন্দ কৰিল যেবে মাতৃ মুখ চায়া।
পিটিকিয়া কেচুৱাৰ চাইল আঙুলি
শঙ্কৰৰ পাৱে দেখে তিনি কোচা চুলি।
নিজ চুলি মেৰ খাইল বুলি ভাবি মনে
মেৰ এৰাইবাক যত্ন কৰে একমনে।
ধৰিলন্ত মাৱে চুলি গুচাইবো বুলি
শিশুৰ আঙুলি যেন শিমলুৰ তুলি।
চাৰি দিকে বহুজন লোকে আছে বেঢ়ি
কিবা দেখি গোসানীয়ে আহিল আতৰি।
যিটো শঙ্কৰৰ ৰূপ কেৱে নেদেখয়
মাতৃ তাক দেখি পাছে মুচকুচ যায়।
পৰ্ব্বত সাগৰ নদী অৰণ্য নগৰ
সমস্ত যে আছে ব্যাপি গাৱে শঙ্কৰৰ।
পাছে কৃতাঞ্জলি কৰি সুস্থ মন হুয়া
তুতি কৰিলেক আই কৃতাঞ্জলি হুয়া।
অল্প অল্প হাসে তাতে চতুৰ্ভূজ হৰি
কেচুৱা কালতে গুৰু নানা মায়া কৰি।
বুলিবে লাগিল সতী নানা তুতি বাণী
কেনে মায়া কৰা মোক প্ৰভু চক্ৰপাণি
নমো নমো নাৰায়ণ দেৱ হৃদিশ্বৰ
প্ৰসন্ন হুয়োক প্ৰভু বাপ গদাধৰ
নমো নমো কৃষ্ণ প্ৰভু জগত উদ্ধাৰ
তমু মায়া বিভবৰ কোনে পাৱে পাৰ।

যাৰ গতি সৰ্ব্বদায় গৰুড় বাহনে
যাহাৰ চৰণ চিন্তে মহাযোগী জনে।
অপ্ৰয়াসে পায় মাত্ৰ ভকত সকলে
নাপাৱয় যোগী যাক হৃদয় কমলে।
এইমতে পঞ্চদশ দিন বই গৈলা
ষোড়শ দিনৰ বেলি ভুমুকি মাৰিলা।
সেইদিনা শঙ্কৰক খাটে শুৱাই ৰখি
খেৰসূতি ৰান্ধে অন্ন মনত হৰিষি।
তাৰ পাছে সত্য সন্ধ্যা আহি দেখে ছলি
চাৰি হাত বাহু তুলি আছন্ত বাউলী।
আচৰিত হুয়া খেৰসুতিক মাতিলা
দুয়োজনে আহি মাত্ৰ টোপনিত দেখিলা।
সপ্তদশ দিনে মাতৃ সত্যসন্ধ্যা আই
কাষতে আছিলা বহি শয্যাত শুৱাই।
মুখ ঘুৰাই চাহন্তে যে দেখিলন্ত পাছে
সূৰ্য্য সম জ্যোতিৰ্ময় ৰূপ ধৰি আছে।
গাৱে স্পৰ্শ কৰিলে যে শৰীৰ দগ্ধ হয়
ভয়ত লৰিয়া গৈলা সত্যসন্ধ্যা মাৱে।
ছন্দৰীক মাতিল বিহ্বলচিত্ত ভাৱে
দুইজনে দেখে আহি শিশু সুপ্ত ভাৱে।
কিবা কাণ্ড দেখিলা সত্যসন্ধ্যা দেবী পাছে
নিতে নিতে একো ৰূপ দেখাইয়া আছে।
বুজিবে নপাৰো আমি কোন এইজন
পুত্ৰ ভাৱে পালো মই নাই একো জ্ঞান।
এই বুলি মহাসতী ভাৱে মনে মন
স্বৰূপ নজানো শিশু কোন এইজন।

এনেমতে সপ্তাদশ দিন চলি গৈলা
অষ্টাদশ দিন আহি ধৰণী পৰ্শিল।
চোতালত থলে এক পাটিত শুৱাই
প্ৰতিজন কৰ্ম ব্যস্ত মাঝে মাঝে চাই।
হঠাতে দেখিলো বুঢ়ী খেৰসুতী মাৱ
বগা সৰ্প ফণা মেলি ধৰি আছে ছাৱ।
কুলা সম ফণা তুলি ছায়া ধৰি আছে
ফণাৰ তলতে শিশু নাচি বাগী আছে।
ছন্দৰী খেৰসুতি আৰু সত্যসন্ধ্যা আই
আটাহ পাৰিয়া সবে কোঢ়াল লগাই।
শব্দ শুনি গ্ৰাম্য লোক কেজন আহিল
কেৱে কিন্তু সৰ্প গোট তাত নেদেখিল।
জঙ্গলৰ সৰ্প গোটা আহিবাক পাৰে
আয়ুস থাকিলে যিবা কাক কোনে মাৰে।
উনবিংশ দিন যিটো ভৈল শুনা এবে
শঙ্কৰৰ শিশু ৰূপ দেখিলেক সবে।
বিংশ দিন ৰাত্ৰি এক ঘটিল ঘটন
ভূঞা গৃহে প্ৰবেশিল চোৰ একজন।
সিন্ধি খান্দি চোৰ জন ভিতৰ সোমাই
বস্ত্ৰ আৰু বাচন যত টোপলা ভৰাই।
দ্বাৰ খুলিবাক চাই নোৱাৰিলে চুব
ইফাল সিফাল কৰি ভাবে কি কৰিব।
সিন্ধি মুখ গৈয়া দেখেচিন চাব নাই
চুকে ঠিয় দিয়া ভাবে কি কৰে উপাই।
ৰাত্ৰি গোট চলি গৈলা পুৱাইল ৰজনী
উঠি সবে দেখে চোৰ লইছে ওৰণি।

তিনি চাৰি মাৰ দিয়া দিলন্ত খেদাই
লৰৰি লৰৰি চোৰ গৈলন্ত পলাই।
এক্রৈশ দিনা মিলিলেক প্ৰভাত ৰজনী
সৰ্প ধৰি নচুৱাৰ বাজী একজনী।
বান্ধ খুলি বাকচৰ সৰ্প এৰি দিল
কোলে লই মাৰ সৰ্প চাহিবে আহিল।
শিশুক দেখিয়া সৰ্প ফিৰি গৈলা পাছে।
বাকচ সোমাই গাৱ নলৰিয়া আছে।
নচাইবে নপাৰি সৰ্প বাজী ফিৰি গৈলা
কিবা অদভূত শিশু জানিবে নপাইলা।
এই ৰূপে দ্বিতীয়া বিংশতি দিন গৈলা
সেইদিনা টোটকীয়া বাজী এক আইলা।
পুতুলা নচাইবে লাগি কৰে আৰম্ভণ
বাহিৰ কৰিলা সব পুতলা যিমান।
লৰ চৰ নকৰে পুতলা ছিল যত
বহিয়া পৰিল লোক হইয়া স্তম্ভিত।
ত্ৰয়োবিংশ দিনা এক বতাহ বলিল
আমৰ ডাল এক ভাঙি চাঙত পৰিল।
সিটো চাঙৰ ওপৰতে শঙ্কৰ আছিল
গাৱত নালাগি ডাল শূণ্যতে থাকিল।
অষ্টম বিংশতি দিনে ধুমুহা বলিলা
কেচুৱাৰ ঘৰ বাদে সবাই ভাঙিলা।
সুখে দুখে একমাহ যেবে চলি যাই
মাহ অন্তে শুদ্ধ ভৈলা সত্য সন্ধ্যা আই।
মিটিৰ কুটুম্ব মাতি গৃহ শুদ্ধ কৰি
দান দক্ষিণাক দিলা ভূঞা ৰঙ্গ কৰি।

গুৰুজন শিশু ৰূপে মাহ ওচৰ পাই
এদিন দুদিন কৰি দিন বই যাই।
একদিন কুসুম্বৰ ঘৰে ছিল বহি
বাদিয়াৰ সৰ্প ধৰা পাইলেক আহি।
মাতৃ আৰু বান্দী দুই আছন্ত বসিয়া
শঙ্কৰক কোলে লই সাবতি ধৰিয়া।
এক মাহৰ জাত শিশু আঠু কাঢ়িয়ায়
বয় বস্তু যতে পায় উৎখাত কৰয়।
যি বস্তু পায় তাক হাতে ধৰে তুলি
ভাল বেয়া কেনে তাক নাজানে সমূলি।
হাঁহি মাতি কথা কব খোজে মুখে চাই
অফুট শবদে কিবা বা-বু কৰই।
চুবুৰীয়া নাৰীগণে কোলে তুলি লই
দিগ্ দিগ্ দিয়া হাঁহে শিশু নচুৱাই।
বহু কথা বাদিয়াৰে কয় দম্ভ কৰি
ধান চাউল নাহি দিলে সৰ্পে ধৰে বেঢ়ি।
এৰাইতে পাৰে ইটো কাহাৰ শকতি
ধন ধান্য দিয়া মোক খেলাত পাইবা জুতি।
এই বুলি বাদিয়াৰে সৰ্পক টানিলা
লৰাইতে চৰাইতে সৰ্প মুঠেই নাৰিলা।
দেখিলা প্ৰকাণ্ড সৰ্প সজাতে আছয়
শঙ্কৰৰ আগে সৰ্প কদাপি নোলায়।
কত যত্নে বাদিয়াৰে ওলাইতে নপাৰি
লাজে ৰঙা পৰি গৈলা ভাগৰি জুগৰি।
বৰ ফেটী গম সৰ্প লোকক দেখাই
ভীত কৰি আনে বহু ধন কঢ়িয়াই।

শঙ্কৰৰ আগে সৰ্প মোনাত লুকাই
বাদিয়াৰে সৰ্প লৈ চলিয়া যাবই
মহা লাজ পাই বাদিয়াৰ গৈলা চলি
কোনো দিনে নাহে এই থানক সমূলি।
মনে মনে ভাবি গৈলা শঙ্কৰৰ কথা
এই শিশু ভগবান নোহয় অন্যথা।
শঙ্কৰৰ বাল্য লীলা সবে জানি লই
বোলা হৰি হৰি পাপ যাওঁক পলাই।

***********

## *পঞ্চত্ৰিশ দিনৰ কাহিনী*
## *তিনি চোৰৰ বিবৰণ*

### *পদ*

বটদ্ৰৱা থানে বহি মহা ভক্তগণ
গুৰুৰ চৰিত কথা শুনে একমন।
এনেদৰে বোলে কথা ভক্ত চক্ৰপাণি
তিনি চোৰৰ বিবৰণ মজাৰ কাহিনী।
এক দিন তিনি চোৰ চুৰ কৰিম বুলি
আহি পাইলা কুসুম্বৰ ভূঞাৰ পদূলি।
ঘৰে সিন্ধি খান্দি চোৰ ভিতৰ প্ৰবেশিলা
তিনি জন চোৰে ঘৰৰ ভিতৰ থাকিলা।
ভিতৰে পোহৰ কিন্তু নাই কোনো চাকি
বালকৰ গাৰ ৰশ্মি আছয় প্ৰকাশি।
বাহিৰ এন্ধাৰ কিন্তু ভিতৰ পোহৰায়
ৰাত্ৰি কিম্বা দিন কিন্তু বুজন নাযায়।
নিৰেখিয়া দেখে চোৰে কাণ্ড অদভুত
বিচনাত শুই আছে কুসুম্বৰ সূত।
ৰত্ন যেন জ্বলিছে শঙ্কৰৰ কান্তি চয়
দেৱ নে মানৱ ইটো বুজন নাযায়।
তিৰ বিৰ কৰি জ্বলে পোহৰ দেহৰ
দেখন্ত এখণ্ড যেন ৰত্নৰ ডোখৰ।
খেৰসুতি বুঢ়ী স্বপ্ন দেখিলন্ত পাছে
তিনিজন চোৰে ঘৰ প্ৰবেশিয়া আছে।
চকু মেলি আত বিত কৰি দেখে গই
তিনি গোটা চোৰ বহি প্ৰণামী আছই।
ছন্দৰীক মাতিলা খেৰসুতি বুঢ়ী আই
আত বিত কৰি জুই জ্বলাইল তাই।
গৃহস্থৰ বস্তু তাৰা কিছু চোৰা নাই
যাবলৈকে কিন্তু তাৰা পথক নাপাই।
খেৰসূতি ছন্দৰী হইলা আচৰিত
গাৰ ৰশ্মি বহে কিনো কথা বিপৰীত।
প্ৰণামিয়া চোৰ তিনি দণ্ডাবতে পৰি
মাগিলা বিদায় কত অনুনয় কৰি।
খেৰসূতী ছন্দৰীয়ে থৰ লাগি ছাই
কব কি নকব সিটো বিচাৰি নাপাই।

হেন সময়তে উঠে কুসুম জাগিয়া
মাতৃ আৰু বান্দী দুই আছয় বহিয়া।
চাকিৰ পোহৰ কিন্তু অন্য কিছু নাই
কুসুম্বৰে পোহৰ একো নিৰেক্ষি নাপাই।
ই হেন সময়ত সব অন্ধকাৰ হুই।
শেষ ৰাতিৰ অন্ধকাৰ কতো একা নাই।
তাৰ পাছে কিছু ক্ষণে পুৱাইলা ৰজনী
কুসুম্বৰ বহি ৰৈলা কথা শুনি শুনি।
পাছে বুলিলেক কথা পত্নী মাতৃ প্ৰতি
সণ্টৰাই কথা আই ভাবিছো সম্প্ৰতি।
ক্ষণেকত বিপদ মিলে দিন বই যাই
ঘটনা ৰোধিব শক্তি মনুষ্যৰ নাই।
যত খিনি সাবধান হই আছো আমি
তথাপি মিলিছে আহি নতুন বিঘিনী।
এতেকে চিন্তিয়া ভূঞা তলমূৰ কৰি
সমস্ত সমাজে ডাকি বোলা হৰি হৰি।



## *তিনি চোৰ তথা হাৰ্ক্ৰি, মাৰ্ক্ৰ, খণ্ড পুচ্ছ বিদ্যাধৰৰ পূৰ্ব্বৰ কাহিনী*

### *পদ*

ভকতসকলে কথা আতৈত পুচয়
তিনি গোটা চোৰ কোন বুলিবে লাগয়।
কি কাৰণে হৈলা চোৰ নাম কিবা জানি
বুলিয়োক প্ৰভু এবে চোৰৰ কাহিনী।
আতই বোলন্ত ওৰে মহাভক্ত গণ
পৰিচয় শুনা এবে চোৰ তিনিজন।
পূৰ্ব্বতে স্বৰ্গত ছিল তিনি বিদ্যাধৰ
অৰ্জ্জুনৰ শাপে আহি ৰৈলা হুয়া চোৰ।
ইন্দ্ৰৰ খাণ্ডব বন দহিলা যিদিন
এক গোটা সৰ্প তৈতে আছিল সিদিন।
খণ্ড পুচ্ছ নামে সৰ্প গৰ্ভত ধৰিল
অৰ্জুনৰ ভয়ে তাই আকাশে উৰিল।
হেন দেখি সব্যসাচী মহাক্ৰোধ কৰি
মাৰিলন্ত শৰপাত গাণ্ডীবত জুৰি।
গৰ্ভত আছন্ত পুত্ৰ বীৰ নজানন্ত
শৰে হানি মাথা গোট মাত্ৰ কাটিলন্ত।
শিৰ কাটা সৰ্প গোট গন্ধৰ্ব্ব ৰূপ ধৰি
অৰ্জুনৰ ভয়ে লুকি ফুৰন্ত লৰৰি।
গন্ধৰ্ব্ব ৰূপেতে লুকি ফুৰন্ত যেবেসে
আশ্ৰয় লইলা এক গন্ধৰ্ব্বৰ পাশে।

বিদ্যাধৰ গন্ধৰ্ব্বে তাত পুছিলন্ত কথা
কলে ভাঙি নাগ গোটে সমস্ত অৱস্থা।
প্রতিশোধ লব আমি মাতৃ হন্তা মোৰ
শিৰক ছেদিব মই শত্রু অর্জুনৰ।
স্বৰ্গত গন্ধৰ্ব্ব ৰূপে কত দিন আছে
খণ্ড পুচ্ছ সর্পৰ জন্মিলা পুত্র পাছে।
হাক্র মাক্র নামে দুই বিদ্যাধৰ তনয়
পিতা পুত্র মাতৃ চাৰি এখন আলয়।
কুৰুক্ষেত্ৰ ৰণে সর্প শৰ ৰূপে গই
কর্ণৰ ধনুত সোমাই কিৰিটি কাটই।
পূৰ্ব্বৰ কথাক কৃষ্ণে অর্জুনক কৈলা
সব্যসাচী শুনি তাক ক্ৰোধে জ্বলি গৈলা।
বুলিলা ফাল্গুনি এনে কৰিলা গন্ধৰ্ব্ব
তাচ্ছিল্য কৰিলা তিনি মোৰ বিদ্যা গৰ্ব্ব।
শাপ দিলা তিনিও হইবাক নষ্ট
স্বৰ্গ হন্তে পৃথিৱীত পাইব আহি কষ্ট।
চুৰ কৰি সাৰি গৈলা মোৰ বাণৰ পৰা
এতেকতে চৌৰ্য্য বৃত্তি লই জন্ম ধৰা।
বিদ্যাধাৰী স্বৰ্গ হন্তে আহি পৰি গৈলা
পাৱে পৰি অর্জুনক স্তুতি আৰম্ভিলা।

বুলিলা অর্জুন প্রতি শুনা মোৰ বাপ
নিজ গুণে ওভোটাই লোৱা তুমি শাপ।
স্তুনি শুনি অর্জুনৰ উপজিল দয়া
সিদ্ধান্ত দিলেক পাছে তাৰ মুখ চায়া।
জগত বন্দন দেব শ্ৰীনাৰায়ণ
ব্ৰহ্মাহৰ পুৰন্দৰে চিন্তেন চৰণ।
কুসুমৰ ঘৰে গৈ অৱতাৰ হ্ব
কলিৰ পাতকী যত সব উদ্ধাৰিব।
বটদ্রবা গ্রাম যিটো ক্ষেত্ৰ অনুপম
তিনিও জন্মিব গৈয়া ধৰি চোৰ নাম।
তস্কৰ প্রবৃত্তি সদা কৰিয়া ফুৰিবি
শঙ্কৰ দেৱ জন্ম লৱ তথাত জানিবি।
শঙ্কৰক দেখি তোৰা মোক্ষ প্রাপ্তি হবি
অৱতাৰ নোহে যেবে উপাসি থাকিবি।
কথা শুনি বিদ্যাধৰ স্বৰ্গত চলিলা
চৌৰ্য্য বৃত্তি লই বটদ্রবাত জনমিলা।
শঙ্কৰক দেখি পাছে শাপ মুক্ত হই
তিনি জনে এৰিলেক মনুষ্যৰ কাই।
তাৰ পাছে পাইল গৈয়া ৰূপ বিদ্যাধাৰী
অনন্তৰে চলি গৈলা বৈকুণ্ঠ নগৰী।

শঙ্কৰৰ চৰিতক শুনি কর্ণ ভৰি
ভক্ত গণ সবে ডাকি বোলা হৰি হৰি।



# কুমন্ত্ৰকাৰী লেহাইৰ দৰ্প চূৰ্ণ

## পদ

তাৰ ’পাচে চৰিত কথা বোলে চক্ৰপাণি
আৰু এক দিনৰ কথা শুনা ভক্ত মণি।
তৃতীয় মাহৰ এক দিন যে আহই
পিতৃৰ কোলাত গুৰু আছিলন্ত শুই।
টেম্বুৱাণী গ্ৰামে এক মহা মন্দকৰ্ম্মী
সবে জনা শুনা সিটো পৰম অধৰ্ম্মী।
কুমন্ত্ৰ কৰয় দুষ্ট লোকৰ ঘৰে গই
বালক ছোৱাল মাৰি সততে ফুৰই।
শিশু গণ যতে থাকে তাকে লাগি যায়
নানা ছলে কেচুৱাক কোলে তুলি লয়।
অন্তৰ্দ্ধান হয় পাছে কেচুৱাক লই
সেইবাবে লোকে তাক শঙ্কা যে কৰই।
ভূঞা গৃহে আছে শিশু জানি মন্দমতি
বন্ধু ছলে আহি পালে সেই গৃহ প্ৰতি।
তাক দেখি শঙ্কৰক ভিতৰক নিলা
বেগে আহি দুৰাশয় চোতাল প্ৰবেশিলা।
মাধই দলই দুৱাৰ বন্ধ কৰি থৈলা
তাকে দেখি পাষণ্ডৰ বিষাদ লাগিলা।
নামত লেহাই সিটো পৰম দুৰ্জ্জন
শিশু মাৰি বিভীষিকা লগাই সৰ্ব্বজন।
বহু গুণ আছে তাৰ তন্ত্ৰ মন্ত্ৰ জানে
সেহি হেতু তাক ভয় কৰে বহুজনে।

এক গোটা মনুষ্যৰ হাড় সঙ্গে ৰাখি
লোকৰ চলিৰ গাৱে দি যায় পৰশি।
হাড় গোট লাগি শিশু হয় অচেতন
লোকে বৈদ্য মাতি আনে সেই পামৰ জন।
জাৰি ফুকি ভাল কৰে লোৱে ধান্য বস্ত্ৰ
আৰু লোৱে ধন সিটো মন্ত্ৰ তাৰ অস্ত্ৰ।
ভূঞা ভূঞা বুলি আহি কুসুমক মাতিলা
নিশবদ গৃহ কাৰো মাত নাপাইলা।
তাৰ পাছে বাহিৰত মাটিত বহিল
কেওঁ নাই দেখি বহু কুকাৰ্য্য কৰিল।
গৰু গাই দামুৰী সবাকে এৰি দিলা
নাদৰ টেকেলি তাকো নাদত পেলাইলা।
কিবা কিবি যি বস্তু পাই থৈলা লুকাই
যাতে গৃহস্থই বস্তু বিচাৰি নাপাই।
বাহিৰত যিবা ছিল খালত পেলাই
ভড়াল গৃহত সোমাই ধানক লৱই।
এইদৰে আৰু কত কৰে উতপাত,
তথাপিতো কুসুম্বৰে নেদিলন্ত মাত।
মাধই দলৈ বোলে কেন আইলি তই
বহিবাৰ পীড়া খানো আমি দিয়া নাই।
বৈদ্য হুয়া লোকৰ অন্যায় কৰ তই
মাৰিলি কতেক শিশু লেখা জোখা নাই।

বৈদ্যে ভাবে শিশুক মাৰিব বুদ্ধি কৰি
খাটিৰ কৰি চলে যেন চিৰদিন ধৰি।
শিশু ৰূপী গুৰুই ভাবে ইহাক শিকাবো
আজি হন্তে অন্যায় যেন নকৰয় কাকো।
বিচনাত পৰিয়া থাকি ভৰি আচৰই
ভৰিৰ আঘাটে বেৰে বৰ ছিদ্ৰ হই।
সেই বেৰ ছিদ্ৰ দিয়া পাপী যে দেখই
নিশ্চয় মৰিব পাপী নাহিকে সংশয়।
কাটি কুটি কৰি শিশু দিলা গাৱমুৰি
দেখে পাপী শিশু আছে বাগৰি জুগৰি।
শিশুক নিৰেখি হাড় মাৰিলেক পাছে
উলটিয়া হাড় তাৰ মুখে লাগি আছে।
লৰি গৈয়া পাইল বেটা আপোনাৰ ঘৰ
নিশ্বাস চাৰিয়া সিটো কৰে ধৰফৰ।
পেট উখহিয়া ধৰে বুকে হেচা মাৰি
মাটিত পৰিয়া কৰে বাগৰা বাগৰি।
মৰিলো মৰিলো বুলি আটাহক পাৰে
ভাবে নাযাও আজি হন্তে কুসুমৰ ঘৰে।
বাগৰি বাগৰি কয় মৰো মৰো বুলি
ভাৰ্য্যা আহি দুই হাতে ধৰিলেক তুলি।
বিচাৰি বিচাৰি দিলা হাড়ৰ ঔষধ
একোৱে নকৰে কাম মিলিলা বিৰোধ।
ভাৰ্য্যা বোলে কিবা কাৰ্য্যে কেন ভৈলা এত
কিবা কৰ্ম কৰিছিলা গইছিলা ক'ত?
পাপী বোলে চিৰকালে কৰো যিটো কৰ্ম
কুমন্ত্ৰ জাপিয়া ফুৰা এয়ে মোৰ ধৰ্ম।

ভূঞাৰ বেটাক মই কুমন্ত্ৰ জাপিলো
উলটিয়া আহি মন্ত্ৰে আমাক ধৰিল।
ভাৰ্য্যা বোলে শীঘ্ৰে চলা কুসুমৰ ঘৰ
পাৱে পৰি ভূঞা শিশু নমস্কাৰ কৰ।
দুই জনে ভূঞা গৃহে চলি গৈলা পাছে
পূৰ্ব্ববটে সেই শিশু নাচি বাগী আছে।
দণ্ডবটে দুয়োজনে কুসুমক বুলিলা
তোমাৰ অন্যায় মোক চেপিয়া ধৰিলা।
নিশ্চয় মৰিবো মই ৰক্ষা আৰ নাই
ক্ষমা কৰি ৰক্ষা মোক কৰিও গোসাই।
তযু পুত্ৰ চাই মই কুমন্ত্ৰ জাপিলো
উলটিয়া সেই মন্ত্ৰে আপুনি মৰিলো।
ৰক্ষা কৰা পাপীক আৰ নকৰো অন্যায়
তযু কৃপা বলে যেন জীৱন ৰক্ষা পায়।
পৰিল দীঘল দিয়া কুসুমৰ পাৱে
পুনৰপি হাত জুৰি শিশুক নময়।
হে বিশ্বপতি মই কি কৰ্ম কৰিলো
আপোনাৰ শৰ ফুটি আপুনি মৰিলো।
সত্যসন্ধ্যা খেৰসূতি হাসিলন্ত পাছে
খেৰসূতি কোলাত শিশু নাচি বাগী আছে।
শিশুৰ চৰণ চুই প্ৰণাম কৰিলা
তেতিক্ষণে বেদনাৰ প্ৰভাব কমিলা।
সব দোষ গুচি ভৈলা স্বাভাবিক অতি
সবাৰে চৰণ চুই কৰিলা প্ৰণতি।
ভাৰ্য্যাই বুলিলা তাতে সমস্ত বৃত্তান্ত
লেহাইৰ দুৰ্যশ তাই বুলি নাপাই অন্ত।

গাৱৰ যতেক ৰোগ উপশম ভৈলা
ভাৰ্য্যা সমে দুইজন গৃহে চলি গৈলা।

সেইদিনৰ পৰা দুষ্ট এৰিল কুকৰ্ম
শ্ৰম কৰি জীবিকা আচৰি নিজ ধৰ্ম।

গুৰুৰ চৰিত কথা শুনা কৰ্ণ ভৰি
আক জানি সব লোকে বোলা হৰি হৰি।

>>>>■<<<<

## নতুন চটি ভাঙি পৰা কাৰ্য্য দৰ্শন আৰু যাড়গৰুৰ মৃত্যু বৃত্তান্ত

### পদ

তাৰ পাছে আখ্যান এক শুনা ভক্তগণ
গুৰুৰ চৰিত কথা অপূৰ্ব্ব কথন।
কুসুম ভূঞাৰ আছে বৰ ঘৰ এটি
সেই ঘৰে থাকে মাতা বুঢ়ী খেৰসূতি।
সেই ঘৰে লগা আছে ছটী দীৰ্ঘতৰ
নহয় পুৰণা ছটী নৱ মনোহৰ।
ছটীৰ তলতে শয্যা শিশুক শুৱাই
নাৰী গণ আহি তৈতে কথাবাৰ্ত্তা কই।
নাহি শঙ্কা কিছু ইটো মজবুট ঘৰ
এহি ঘৰে শয্যাত থাকয় কুসুম্বৰ।
সেইদিনা শঙ্কৰক শয্যাত শুৱাই
অল্প ক্ষণ হেতু মাতৃ বাহিৰক যাই।
যোল্ল হস্ত দীৰ্ঘ চটী ওপৰৰ পৰা
খহিয়া পৰিল আহি হৰ হৰ কৰা।

দুই মুৰ ভাঙি চটী পথালি ভাৱত
ধাচ কৰে পৰিলেক শিশুৰ গাৱত।
শিশু গাৱে পৰি চটী দুই খণ্ড ভৈলা
কেচুৱাৰ গাৱে কিছু আঘাট নাপাইলা।
চটী সমে শঙ্কৰক হেচিয়া ধৰিল
শঙ্কৰ গুৰু তথাপিতো কিছু নাকান্দিল।
লাহে লাহে শঙ্কৰ যেবে দিলা গাৱ মুৰি
বৰচটী গোটা তেবে পৰিল বাগৰি।
চটী গোট ভাঙি গই হইল দুখণ্ড
ফালি চিৰি গই চটী হল খণ্ড খণ্ড।
দেখি ভূঞা গণৰ যে ধাতু গৈলা উৰি
আটাহ পাৰিয়া সবে কৰে দৌৰা দৌৰি।
সত্যসন্ধ্যা খেৰসূতি আৰু ভূঞা যত
আতঙ্কিত হুয়া তথা ভৈলা উপাগত।

কুসুম লৱৰি আহি লৈলেক কোলাত
বুকুত সাবতি শিশু দেহা কৰে শাত।
চুবুৰীয়া যত লোক কাষ চাপি আহি
আচৰিত কাণ্ড দেখি মাথা হাতে বহি।
হাহাকাৰ কৰে পুৰবাসী নাৰীগণ
ভাগ্য ভাল শিশুটিৰ নহ'ল অঘটন।
আৰু যত লোকে শুনে সবলোকে আহি
আচৰিত মানে সবে গাৱে গাৱে ঘহি।
বোলে একো নাই চিন্তা আছে ভগবান
বিপদত ৰক্ষা কৰি আছে শিশু প্ৰাণ।
বুঢ়া খা আহিয়া বোলে হাল্লা নকৰিবা
অন্য এক গৃহে শিশু যতনে ৰাখিবা।

ভাল কাঠ কাটি চটী লগাই দিয়া তাত
তোমাৰ বাৰীত আছে বৃক্ষ অসংখ্যাত।
সেই দিনৰ বাবে সবে ঘৰাঘৰি গৈলা
নতুন এক গৃহে শয্যা পাতিয়া ৰাখিলা।
তথাত থাকিল গৈয়া সত্যসন্ধ্যা আই
খেৰসুতি দৃষ্টি ৰাখে সদা সৰ্ব্বদাই।
এনেমতে দশ মাহ যেবে বহি গৈলা
বটদ্ৰবাত শিশু লীলা কতেক দেখাইলা।
ভক্ত গণ মন সদা আনন্দে মজিল
গৃহস্থীৰ যত কৰ্ম সবে পাহৰিল।
শিশু লীলা শঙ্কৰৰ গুণক সুৱৰি
ভক্ত গণ উচ্চস্বৰে বোলা হৰি হৰি।

: —x—:

## *পৰবৰ্ত্তি এক দিবস*

### *পদ*

তাৰ কিছু দিন পৰে দিনেক আহিল
শিশু থৈয়া সত্য সন্ধ্যা স্নানেতে চলিল।
খাটে শুৱাই শঙ্কৰক যত্ন কৰি থৈলা
খেৰসুতি বুঢ়ী আহি নিৰেক্ষি থাকিলা।
মুকলি ঘৰৰ মাঝে খাটত শুৱাই
চাই আছে মন কৰি খেৰসুতি আই।
হাতে লৈয়া যতৰ এক সূতা কাটি আছে
অলক্ষিতে এক ষাড় আহিলন্ত পাছে।

ভয়ঙ্কৰ বৃষ গোটা থুলন্তৰ কায়
কৃষ্ণ বৰ্ণ ষাড় সিটো দেখি লাগে ভয়।
লড়িয়া আহিল সিটো ইফাল সিফাল চাই
একে জাপে শঙ্কৰক চেৰাই চলি যাই।
যেতিক্ষণে চেৰাই গৈয়া হইলন্ত পাৰ
জাপ দিয়া পৰে ষাড় ভূমিৰ ওপৰ।
খেৰসুতি বুঢ়ী আই প্ৰমাদ গণিলা
খেদিব নোৱাৰি ষাড় বৰ ভীতি পাইলা।

যেতিক্ষণে ষাড় গোটা ভূমিত পৰিলা
তাৰ পৰা পুনৰপি উঠিতে নৰিলা।
খেৰসুতি চলি গৈলা উৰুল ধাতু খাই
কেচুৱাক সাবটিলা বুকু মাঝে লই।
হেন সময়তে লৰি কুসুম আহিলা
মাৰি গোটা ধৰি ষাড় খেদিবে খুজিলা।
লৰ চৰ কৰিবাক নোৱাৰে সমূলি
আচৰা আচৰি কৰে মূৰক আফালি।
সত্যসন্ধ্যা মাতৃ আহি কোলাত ধৰিলা
শিশু শঙ্কৰক লৈয়া ভিতৰে চলিলা।
কুসুম খেৰসুতি দুই লাগিল ভাবিতে
মুৰ ভৰি আচৰি ষাড় মৰিল তথাতে।
ইতিমধ্যে সুধিলা বন্ধু কি কৰো উপাই
মৰি গৈলা ষাড় গৰু শিশুক চেৰাই।
কেচুৱা চেৰাই ষাড় মাটিত পৰিলা
লগে লগে ষাড় গোট মৰিয়া থাকিলা।
মাতা খেৰসুতি আৰু সূৰ্য্যবৰ নন্দন
কপালত হাত দিলা বিষাদিত মন।
এনে আচৰিত কথা পতিয়াব কোনে
গো বধি বুলিয়া ভাবিবেক সৰ্ব্বজনে।
কিছু ক্ষণ ভাবি আছে নাপান্ত উপাই
হেন সময়তে ষাড় উঠি লৰি যাই
মুখ ঘুৰাই চায় আৰু পলায় লৰৰি
কুসুম বুঢ়া খা দুয়ো হাঁহে গৰাগৰি।
মা ভগৱতী ভালে ৰাখিলেক মোক
নহলে গোবধি বুলি কব সৰ্ব্বলোক।

ইহেন প্ৰমাদ ঘোৰ এৰাইলু কলঙ্ক
বিপদ এৰাইলু যেন দুৰ হল শঙ্কা।
বুঢ়া আহিয়া বোলে জানি থবা ভাই
তোমাৰ সন্তান ইটো মনুষ্য নোহই।
সবে মিলি আনন্দ কৰয় হাঁহি হাঁহি
কেচুৱাৰ মুখৰ পিনে চাহিলন্ত আহি।
ৰাত্ৰি কালে বুঢ়া খাই সপোন দেখিলা
এক বিপ্ৰ কাষে আহি বুলিবে লাগিলা।
বিনয় ভাষাত বিপ্ৰে বুলিলা বচন
ষাড় গৰু আৰু শিশু কোন দুইজন।
তাকে শুনি ভক্ত গণে উল্লাসিত মনে
চক্ৰপাণিত সোধে কথা বিনয় বচনে।
এনুৱা ঘটনা কিয় তথাত ঘটিলা
ষাড় কিয় আহি বিভীষিকা দেখাইলা।
আতই বোলন্ত শুনা মহা ভক্ত গণ
পূৰ্ব্বৰ জনমৰ কথা বুলিব এখন।
আছিল পূৰ্ব্বতে ষাড় নাম বিদ্যাধৰ
আচৰণ তাৰ সদা জন্তু ৰাক্ষসৰ।
ঋষি যজ্ঞ পূজা সব লুটি পুতি খাই
মঠ মন্দিৰ দেৱালয় ভাঙিয়া ফুৰই।
নাভাগ ঋষিৰ যজ্ঞ লুটি খাই যেবে
ষাড় গৰু হব বুলি শাপ দিয়া তেবে।
প্ৰণামিলা বিদ্যাধৰ ঋষি চৰণত
উদ্ধাৰ পাইবি তই কলিৰ কালত।
যেতিয়া জন্মিব প্ৰভু কুসুমৰ ঘৰে
শিশু ৰূপে থাকিব প্ৰভু খাটৰ উপৰে।

তাহাতে পুৰিবি তই তব মনস্কাম
সেইদিনা আহি তই পাবি স্বৰ্গ ধাম।
পৃথিৱীতে বিদ্যাধৰ গৰু জন্ম লৈলা
শতবাৰ জনমিয়া মোক্ষক লভিলা।
আমাৰ এই কথা কভু মিছা নাহি হই
চন্দ্ৰ পুৰাণৰ আখ্যান লইবাহি চাই।
ভোগ নকৰিলে পাপ নেৰয় কদাপি
আৰব্ধ পাৰব্ধ জানা লগৰ সাৰথি।
গৰু পশু অধম জাতি একো নজানয়
বিষ্ঠা খায় বিষ্ঠা মুত্ৰে পৰিয়া থাকয়।
এতেক বুলিলো মই শুনা নিষ্ঠ কৰি
কৃষ্ণ কথা সেবি তই গৰু ৰূপ ধৰি।
শঙ্কৰক প্ৰদক্ষিণা গইলা লৰৰড়ি
লুইতৰ তীৰে গৈয়া পৰিলা বাগৰি।
ধৰ ফৰ কৰি তিনি বাগৰ মাৰিলা
তেতিক্ষণে প্ৰাণ বায়ু উৰিয়া চলিলা।
কিছুক্ষণ থাকে ষাড় বাগৰি বাগৰি
নিশ্বাস কাঢ়য় সিটো গোঙ গোঙ কৰি।
শিশুকাল শঙ্কৰ গুৰুৰ চৰিত্ৰ সুৱৰি
ডাকিয়া ঘোষিও সবে বোলা হৰি হৰি।



## *গৃহ দাহ নিবাৰণত বিষ্ময় প্ৰদৰ্শন*

### *পদ*

শঙ্কৰৰ বাল্য লীলা অমৃত সমান
এক মনে শুনে যিটো মহা পূন্যবাণ।
মাধই দলৈ সেই দিনা আহি পাইলা
গাৱ পাৱ ধুই আহি চোতালে বহিলা।
বহি বহি চোতালতে টোপনি লাগিল
হেন সময়তে ঘৰে অগনি লাগিল।
কৰ পৰা আহি অগ্নি ঘৰত লাগিলা
খেৰসৃতি সত্য সন্ধ্যা উমান নাপাইলা।
দপ দপ কৰি ঘৰে লাগিলেক জুই
চৰা ঘৰ পুৰি গৈয়া হই গৈলা ছাই।
আচৰিত হুয়া মাধ দলৈ লৰিলা
দেখে সব ঘৰটিতে অগনি জ্বলিলা।
ঘৰ পুৰিল বুলি মাধ দিলেক আটাহ
কি কৰ্ম কৰহো এবে ভৈলা সৰ্ব্বনাশ।
বুঢ়ী আই কুসুমৰো ধাতু গৈলা উৰি
দাউ দাউ কৰি অগ্নি ঘৰ আহে পুৰি।
কুসুম দেৱৰ গাৱ কম্পে তৰা তৰি
গেৰি দিয়া মাতিলেক আৰ্ত্তনাদ কৰি।
গাৱলীয়া লোক যত লৰিয়া আহিল
কি কৰো নকৰো ভাবি উদ্বাউল চিত।

বুঢ়া খা কুসুম গইলা বেগেতে সোমাই
ক্ষিপ্র বেগে শঙ্কৰক বাহিৰে আনই।
পাচে পাচে লৰি আহে সত্যসন্ধ্যা আই
কেচুৱাৰ বস্ত্র যত বাহিৰ কৰি লই।
কিন্তু দেখে যি থানত শঙ্কৰ আছিল
তাৰ পৰা আৰু জুই আগ নাবাঢ়িল।
অনেক লোক আহি তাত সমবেত হৈলা
আপুনা আপুনি জুই নির্ব্বাপিত ভৈলা।
ঘৰৰ যতেক বস্তু সমস্তে থাকিল
কোনো বস্তু কতো একো হানি নঘটিল।
শিশু শঙ্কৰৰ বস্তু যিখিনি আছিল
সবে থিক ঠাক আছে কিছু নলৰিল।

অল্প পৰে জুই লগা কোনো চিন নাই
সবে আহি দেখি কাণ্ড আচৰিত হই।
শঙ্কৰৰ মুখে চুম্বন দেই ঘনে ঘন
আচৰিত শিশু ইটো ভাবে মনে মন।
লাগিল ঘৰত জুই নির্ব্বাপিত ভৈলা
জুই পোৰা চিন চাব কতো নাথাকিলা।
বিপদ কাটিয়া গৈলা মুকলি মনেৰে
গৃহ মুখে উভটিলা পুৰবাসী নৰে।
ভক্ত প্রহ্লাদক যেমন জুই নুপুৰিল
সেহি মতে ভূঞা গৃহ একো নঘটিল।
শঙ্কৰৰ শিশু লীলা শুনা কর্ণ ভৰি
মনে এক চিত্ত কৰি বোলা হৰি হৰি।

>>>>■<<<<

## পৰবৰ্ত্তি ২য় দিনৰ লীলা

### পদ

প্রতিদিনে প্রসঙ্গত বহি চক্রপাণি
নিয়ম কৰম যথা মাৰে সামৰণি।
ভকতসকলে পাছে বেঢ়িয়া বহয়
শ্রীগুৰুৰ লীলা কথা শুনিবে লাগয়।
পৰম অমৃত ৰস পায় ভক্তগণ
গুৰুৰ চৰিত কথা কৰিয়া শ্রবণ।
পঞ্চত্রিশ দিনৰ কথা যেবে বহি গৈলা
ছয়ত্রিশ দিনৰ কথা কহিবে লাগিলা।

স্নান শৌচ কৰিবাক সত্যসন্ধ্যা আই
বিচনাত ৰাখি শিশু বাহিৰক যাই।
খেৰসূতি বুঢ়ী আই নিৰীক্ষি থাকিল
বিচনাত পৰি গুৰু শুইয়া ৰহিল।
সত্যসন্ধ্যা মাতৃ কিছু তাৰাতাৰি কৰি
শিশু কাষে আহিলন্ত অতি লৰালৰি।
দেখিলেক বিচনাতে সুতিয়া আছয়
কান্দিবে বুলিয়া শিশু কোলে তুলি লয়।

বিচনাত বহিলেক পুত্ৰ মুখ চাই
স্তন দিব ভাবি শিশুৰ গাৱক লৰাই।
অনেক সময় গৈলা নাপাইল সাৰ
পুত্ৰ কোলে লই মাতৃ লৰাই বাৰে বাৰ।
আদাৰিয়া সন্ধ্যা দেৱী মুখে স্তন দিলা
তথাপিতো শঙ্কৰদেৱ সাৰ নাপাইলা।
মাতৃ দেখে শঙ্কৰৰ শৰীৰ চেচা বৰ
তাপ হীন শৰীৰ নাই কান্তি মনোহৰ।
মাতৃৰ লাগিল ভয় শিশুৰ কিবা ভৈলা
এত পৰে জোকাৰিও সাৰ নাপাইলা।
বুঢ়া খা আহিল আৰু আহিল ছুন্দৰী
মথুৰা দলৈ বেজক মাতিলা সাদৰি।
জাৰিয়া ফুকিয়া বেজে কত যত্ন কৰি
তথাপিতো শঙ্কৰ গুৰু নাপাইন্ত সাৰি।
অনন্তৰে সত্যসন্ধ্যা খেৰসূতি আই
কৰিবে লাগিল স্তুতি শঙ্কৰ গোসাই।
সেই সময়তে বেজে পানী এক ছাটি
মাৰি দিলা মুখ চাই শঙ্কৰৰ প্ৰতি।
তেতিয়া পাইলা আহি পেহীয়েক ৰতনী
সবে মিলি স্তুতি কৰে শ্ৰীদূৰ্গা গোসানী।
শঙ্কৰক বেঢ়ি সবে চকু পানী মচি
বৰ্ণান্ত কৃষ্ণৰ গুণ শঠা ধন সাচি।
কিছুক্ষণ পৰে প্ৰভু চকুক মেলিলা
তেতিয়াহে সবাকাৰে মন ৰঙ্গ ভৈলা।
সত্যসন্ধ্যা কোলে তুলি স্তন মুখে দিলা
লপ লপ কৰি গুৰু স্তনক হুপিলা।

তাৰ পৰে ৰাখিলেক শয্যাত শুৱাই
নাচি বাগী হাঁহি মাতি ভৰিক লৰাই।
এইদৰে সপ্তবিংশ দিন চলি যাই
লাহে লাহে সবলোক শয্যাত পৰাই।
ভৈলা অন্ধকাৰ ৰাতি পুৱালি ৰজনী
মিলে আহি দিন আৰম্ভণী।
প্ৰতিদিনে ভূঞা গৃহে লোকৰ প্ৰবেশ
নৰ নাৰী কতজনী হয় সমাবেশ।
তামোল চালি খাই ৰঙ্গ কৰে সৰ্ব্বজন
হাঁহা নচা স্ফুৰ্ত্তি কৰে সবে ৰঙ্গমন।
অষ্টত্ৰিংশ, উনচল্লিশ, এই দুটি দিন
কটাইলা মহাসুখে অশান্তি বিহীন।
মাতৃ-ধাতৃ-বুঢ়ী আই নিৰেখিয়া আছে
বুঢ়া খা কুসুম আৰু বন্ধুবৰ্গ পাছে।
নহল বিঘিনী একো ৰঙ্গে গৈলা দিন
কটাইল মহা সুখে অশান্তি বিহীন।
মাতৃ সত্যসন্ধ্যা পাছে বুঢ়া খাক চাই
মাহেকীয়া পচতিৰ দিহা কৰিও পেহাই।
দশ দিন বেচি ভৈলা শিশুৰ পচতিৰ দিন
নৰোত্তম ঠাকুৰক মাতি চাই লোৱা দিন।
উনচল্লিশ দিন যেবে সন্ধিয়া মিলিলা
সব বন্ধুগণ মিলি আলোচ কৰিলা।
কেতাই খা বুলিলা মই কৰিব যোগাৰ
মানুহ নিমন্ত্ৰণ ভাৰ মাধই মামাৰ।
জয়ন্ত আতাই ৰভা সাজিয়া ৰাখিব
হলায়ুধ আতা বস্তু যোগাৰ কৰিব।

বুঢ়া খা পেহাই কর্ণধাৰ হব জানা
সণ্ঢৰাক পুনৰ বাৰ নিমন্ত্ৰিয়া আনা।
যদি কিবা ৰিষ্ট আছে যেন কাটি যাই
সবে মিলি যত বস্তু যোগাৰ কৰই।
আৰু ডেকা লৰা আছে কত মিলিজুলি
সবে বোলে আদেশিও দিও ৰভা তুলি।
ধৰাধৰি কৰি সবে ৰভা সজাইলা
পচতিৰ যত কৰ্ম যোগাৰ কৰিৱলা।

এই ৰূপ অষ্ট উনচল্লিশ দিন যাই
ত্ৰিংশ দিনে মাহেকীয়া দিন বহি যাই।
পৰে দিনে পচতিক উৎসব পৰিলা
ভূঞা ঘৰে উৎসবৰ জাউৰী উঠিলা।
একমাহ ভৰি দশ দিন বেচি গৈলা
সেইদিনা শংকৰৰ পচতি নাম গাইলা।
শ্ৰীগুৰু চৰিতামৃত অমৃত লহৰী
সব লোকে এক মুখে বোলা হৰি হৰি।



## ৩য় পচতি উৎসৱ

### দুলড়ী

আতই বদতি ভক্ত গণ প্ৰতি
শঙ্কৰ গুৰু চৰিত
কুসুম্বৰ ঘৰে শ্ৰীমন্ত শঙ্কৰে
লীলা কৰে যেন মত।
ডেৰ মাহ ভৈলা সবায়ো দেখিলা
বালক অতি অদ্ভুত
এনুৱা কেচুৱা কতো দেখা নাই
স্বভাৱৰ বিপৰীত।
দিনে দিনেকত মানুহ আহয়
নৰ নাৰী আদি কৰি
সবাই দেখিয়া আচৰিত হয়
বালকৰ দেহাৰশ্ৰী।

ৰূপ বিমোহিত দেখি বালকৰ
সবে হয় আচৰিত
ৰূপৰ তুলনা দিবাক নপাৰি
দেখন্তে হয় মোহিত।
শ্ৰীমন্ত শঙ্কৰ গৌৰ কলেবৰ
পূৰ্ণ চন্দ্ৰ সমসৰ
শৰীৰৰ কান্তি মনোহৰ আতি
দেৱৰ যেন কুমাৰ।
কেনে বিপৰীত ৰূপ অদ্‌ভুত
দেখন্তে লাগে বিস্ময়
মুখ পদ্ম পান্তি মনোহৰ আতি
জ্বলে যেন ৰত্ন ময়।

নয়ন দুতয় পদ্ম পুষ্প ময়
কৰ্ণ দুই ৰুচিকৰ
চক্ৰাকাৰ মুণ্ড শোভে কেশ কৃষ্ণ
ৰাতুল দুই অধৰ।
নাসিকা সুন্দৰ সিংহ বন্ধ স্কন্ধ
সুবলিত বাহু দুই
আঙুলি দশত নখ চন্দ্ৰ যত
জ্বলে মনোহৰ হই।
বাহু বক্ষস্থল দেখন্তে উজ্বল
গভীৰ নাভি কমল
জ্বলে কটি তটে বগা ঢক ঢক
উৰু দুই ৰামকল।
দুই জানু জঙ্ঘা পদ তল ৰঙ্গা
আঙুলি পঙ্কজ পাহি
মহা মনোহৰ ৰূপ শঙ্কৰৰ
মুখে মন্দ মন্দ হাঁহি।
দেখি খেৰসূতি মনে মন্দ অতি
আনন্দ মনে মগন
বালক বৰণ পুৰুষ প্ৰসন্ন
কোলে লোৱে সৰ্ব্বক্ষণ।
দেখি কুসুমৰ আনন্দ অন্তৰ
হৰিষৰ সীমা নাই
শঙ্কৰত মন দিয়া সৰ্ব্বক্ষণ
থাকে পুত্ৰ মুখ চাই।
স্নেহত আকুল যেন পদ্ম ফুল
পুত্ৰৰ মাঝে ফুলিল
আনন্দিত আতি শঙ্কৰত মতি
সবাৰে চিত্ত মজিল।
একদিন ধৰি নৰোত্তম গুৰু
শুনিয়োক যেন ভৈলা

বেৰাই ফুৰন্তে শঙ্কৰক দেখি
ৰূপক চাহিয়া ৰৈলা।
শঙ্কৰৰ কাষে বসিলন্ত পাছে
নৰোত্তম মহামতি
যজমান পুত্ৰ নোহয় মানৱ
পৰম পুৰুষ আতি।
বাৰ মাহ অন্তে কৰ্ম কৰিবেক
বুলিব তাক সকলে
পুৰবাসী নাৰী নৰ আদি যত
বসিলন্ত ৰভাতলে।
দেবীক আৰাধি নাম গাই লন্ত
নানান ধেমালি কৰি।
এজনে পুৰুষ নিজে সাজিলন্ত
কত ভেঙুচালি কৰি।
শঙ্কৰক আনি ধুৱাই লৈলন্ত
নোৱাইল সবে বেঢ়ি
তাৰ আগে এক নাপিত মাতিয়া
পেলায় চুলি ক্ষুৰ ধৰি।
তাৰ পাছেকত পূজা আদি কৰি
নৰোত্তম গুৰু ৰাই
ভোগ ৰন্ধা অন্ন দেৱীক উচৰ্গিয়া
শিশুৰ কল্যান চাই।
ধুৱাই পখালি সত্যসন্ধ্যা দেৱী
পুত্ৰক কোলাত লই
নাৰীগণ সঙ্গে মন মহাৰঙ্গে
ৰভাত বহিল গই।
সবেও আগুৰি চাৰে বেঢ়ি বেঢ়ি
কেচুৱা শঙ্কৰৰ কৰ্ম
মুখত চুম্বন দিয়া খেৰসূতি
নাতিক জনাই মৰ্ম।

তেল হৰি দ্ৰাক গাৱত ঘহই
মুৰত মাহৰ ৰস
আশীৰ্ব্বাদ কৰি উৰুলিক পাৰি
কৰে কত ঘহ মহ।
কলহে কলহে দধি দুগ্ধ গুড়
থইলা আনি শাৰী শাৰী
চোতালত গৈয়া পাতক পৰিল
অতি শৃঙ্খলিত কৰি।
কত ভোগ্য বস্তু লোকক খুৱাই
অতি মহাৰঙ্গ কৰি
আখৈ লাডু গুৰি কল মধুপুৰী
ফল বাটোৱাৰা কৰি।
পঞ্চখনি ধেনু বাহৰ-তৈয়াৰী
চাৰি বালকক আনি
শাৰী পাতি ৰাখি হাতত দিলেক
কৰিব কাৰ্য্য যিখিনি।
চাৰি গোট শিশু ভাল বাচি বাচি
শাৰী পাতি ৰাখিলন্ত
চাৰিৰো হাতত চাৰিখন ধেনু
নিক্ষেপি চাৰি দিশক।
শঙ্কৰৰ হাতে একখনি ধেনু
মাৰে নিজে টঙ্কাৰিল
ঠাত বাত কৰি শৱদ কৰিয়া
কৰ্ণত তাল হানিল।
বিজুলী চমক যেহেন দেখিলা
সমাজৰ যত জন
ৰামধন যদু বুঢ়া কেতাই খা
সবে যাই তেতিক্ষণ।

পঞ্চ গোটা ধেনু কাড়ক বুটলি
গোটাইলেক এক ঠাই
কেচুৱা লৰাৰ হস্তৰ পৰশে
কাড় বেগে চুটি যাই।
সবলোকে না না ভক্ষ্য বস্তু ভুঞ্জি
শঙ্কৰক নেৰেক্ষিলা
সামান্য মনুষ্য নোহে ইটো শিশু
কৃষ্ণ ভগবানৰ লীলা।
সন্ধ্যা কুসুম্বৰ কত তপ খাই
এনে সুসন্তান পাইলা
অনেক জন্মৰ কৰ্ম্মৰ সফল
প্ৰভু নাৰায়ণে কৈলা।
এক বছৰৰ পচতি উৎসব
ভূঞা কুসুম্বৰে পাতি
পুত্ৰৰ সুদীৰ্ঘ জীৱন কামনায়
কৰিলা অনেক স্তুতি।
প্ৰসাদ ভুঞ্জিয়া যায় ঘৰাঘৰি
শঙ্কৰৰ গুণ গাই
অনেক জনম সফল কৰিলা
শ্ৰীগুৰু হাতে পাই।
হেন জানি সবে আন কাম এৰি
ভজিয়ো গুৰুৰ পাৰে
দুদিন পাচত আত্মা চলি যাব
নাথাকিব ইটো ঠাৱে।

*ৰাম ৰাম গুৰুৰ জন্ম একদিনাই বুলি কয়। মতান্তৰে ৰাম ৰাম গুৰু পাচ বচৰ ডাঙৰ।*
*এওঁ ভূঞা সকলৰ কুল পুৰোহিত নৰোত্তম বিপ্ৰৰ সন্তান। নৰোত্তম - ৰাম ৰাম গুৰুৰ পিতৃ।*

>>>>■<<<<

# দ্বিতীয় তৃতীয় মাহৰ লীলা

## পদ

এহি মতে নানা লীলা শিশু শঙ্কৰৰ
দেখায়া আছয় হৰি লোক নিৰন্তৰ।
তাৰ পাছে যিবা ভৈলা অপূৰ্ব্ব ঘটন
একনিষ্ঠ হুয়া সবে কৰাহা শ্ৰৱন।
এক দিনা শঙ্কৰক বিচনাত থই
বাহিৰত ওলাইছিল খেৰসূতি আই।
সত্যসন্ধ্যা মাতৃ গৈলা অন্ন ৰান্ধি বাৰে
দুইজন চাকৰে গৃহে থাকি কৰ্ম কৰে।
গৃহ পাশে ছিল এক কদম্ব বিৰিখ
পাত পৰি গৃহ ছাল হইল উৰুখ।
পাছ গোটা চাকৰে গছত লগাই জৰী
তথাপিতো গছজোপা পৰিল বাগৰি।
যিটো দিকে পেলাইবে লগাইলেক জৰি
পাছ গোটা ডেকা লৰা আছে টানি ধৰি।
জৰি ছিগি গছ আহে ঘৰৰ ওপৰ
শঙ্কৰক শুৱাইছিল গৃহৰ ভিতৰ।
মৰ মৰ কৰি ঘৰ বাগৰি পৰিল
তলত আছয় শিশু সবাই জানিল।
সত্যসন্ধ্যা খেৰসূতি কান্দিতে লাগিলা
সমাজৰ মাজে হৈ চৈ উঠি গৈলা।
কুসুমে আটাহ পাৰে কৰি মহাত্ৰাস
সূৰ্য্যবৰ আদি যত পাৰয় আটাহ।
ভূঞাৰ গৃহত যেন লাগি গৈলা জুই
দুৰহন্তে সব লোকে লৰিয়া আহই।
নাকাটিলে গছ কিছু নাহিকে উপাই
গৃহত আছয় শিশু তলে চেপা খাই।
মাত বোল কিছু নাই নাই একো শব্দ
গৃহৰ চেপাত শিশু নিশ্চয় ভৈল জব্দ।
চেপা খাই ভূঞা শিশু নিশ্চয় গৈলা মৰি
মৃত শিশু ৰৈয়া আছে মাতিবে নপাৰি।
খেৰসূতী সন্ধ্যাদেবী ধাইমা ছন্দৰী
পাগলিনী সম ফুৰে আটাহক পাৰি।
লোক গণে গছক কাটিলে কুঠাৰ ধৰি
ক্ষণেকতে হই গৈলা টুকুৰা টুকুৰী।
কাষৰি ৰাখিয়া গছ ঘৰ নিচাইলা*
তাৰ পাছে সব লোকে শঙ্কৰক চাহিলা।
এক ভৰি কেচুৱাই ওপৰক তুলি
ৰাখি আছে ঘৰৰ ছাল আলাসতে তুলি।
আচৰিত কাণ্ড দেখি ভৈলন্ত বিস্ময়
নিশ্চয় জানিলো শিশু মানুহ নোহয়।

* নিচাইলা - খেৰ গুচাইলা

তিনি বছৰ বয়সৰ শিশু পানী কেচুৱা
ভৰিৰে ৰাখিছে ঘৰ আশ্চৰ্য্য এনুৱা।
লৰি আহি খেৰসূতি সাবতি লইলা
সত্যসন্ধ্যা কুসুম্বৰো কাষক আহিলা।
আন যত লোক সবে বেঢ়িয়া তথাত
ভাল কৰি দেখা জানো পাইছে আঘাত।
যদি বা লাগিছে গাৱে হই আছে খুত
ভৰিৰে ৰাখিছে ঘৰ কিনো অদভুত।
নাই একো খুণ গাৱে স্বাভাৱিক আতি
বৰই অদ্ভুত শিশু সূৰ্য্যবৰ নাতি।
সবাই বোলয় শিশু মানুহ নোহয়
কোনোবা দেবতা ইটো আহিয়া আছয়।
মৰমীয়া শঙ্কৰক সবে ছুলি গৈলা
সত্যসন্ধ্যা মাতৃ দেৱী বৰ ৰঙ্গ পাইলা।
মুখে স্তন দিয়া কৰে কতনা চুম্বন
আনন্দতে হাঁহে যত ভূঞা নাৰীগণ।
সবে মিলি ৰঙ্গ কৰি গুৱা পাণ খাইলা
সমাজে মিলিয়া ঘৰ বান্ধিয়া তুলিলা।
খেৰ আনি ঘৰ পাছে কৰিল ছেৱাই
নতুন ভৈলাহা ঘৰ পুনৰপি গই।
ভূঞা নাৰী নৰে সবে ঘৰে ঘৰে যাই
বাটে বাটে শঙ্কৰক বখানিয়া কই।

আচৰিত এনে শিশু জন্ম যাৰ ঘৰে
বিপদ কিম্বা চোৰে তাক কি কৰিবে পাৰে।
ভূঞা বন্ধু বান্ধৱ গণ যথাতে আছিল
বাতৰি পাইয়া সবে লৰৰি আহিলা।
কেতাই খা আহিলা লৰি শুনিয়া ঘটন
এনুৱা অদ্ভুত কাণ্ড ঘটিল কেমন।
যদ্যপি কটিলা গছ কাটা সাবধানে
এই বুলি উপদেশ দিয়ে বন্ধু গণে।
তোমাৰা লোকৰ সব বুদ্ধি কিছু নাই
বুদ্ধিহীন মানুহৰ ঘটে বিপৰ্য্যয়।
অনেক দিনক লাগি বান্ধৱ আহিল
বিপদৰ পৰে সবে শঙ্কৰক দেখিল।
এইদৰে সুখে দুখে দিন বই যাই
পাহৰিলে ঘটনা শঙ্কৰক পাই।
টেম্বৱাণী গাঁওৰ লোক যতে লগ হয়
সকলোৱে শঙ্কৰৰ কথাকেহে কয়।
আলোচ্য বিষয়বস্তু ভূঞাৰ তনয়
যেন নিত্য নতুন কাৰ্য্য সবাই শুনয়।
টেম্বৱাণী অঞ্চলত লৰা জনাজাত
কেচুৱা কালতে হ'ল অঞ্চলে প্ৰখ্যাত।
শ্ৰীগুৰুৰ লীলামৃত শুনা কৰ্ণভৰি
প্ৰজাসব গণ মিলি বোলা হৰি হৰি।

:—x—:

# কাল ফেটীৰ ছায়া দান

## পদ

শ্ৰীগুৰুৰ লীলা মৃত শুনিয়োঁ সবাই
একে একে কত দিন মাহ বই যাই।
দিনে দিনে বাঢ়ে শিশু যেন চন্দ্ৰ কলা
নবীন উদিত সূৰ্য্য মাজে মেঘ মালা।
দিনেক বুঢ়া খা আৰু দেৱ নৰোত্তম
কুসুমৰ ঘৰে আহে দেখিবাৰে মন।
খেৰসূতি বুঢ়ী আই কাষত শুৱাই
চোতালে বহিয়া আছে যতৰ পকাই।
বামহাতে লাহি পাজি ওপৰক তুলি
সোহাতে ঘুৰায় যতৰ হাঠাত* আঙুলি।
মাঝে মাঝে শঙ্কৰক নিৰেক্ষিয়া চাই
ঈষত হাসয় বুঢ়ী ৰূপক বৰ্ণাই।
সূটা কাটা কামত নিমগ্ন আছে মন
কাযে কিবা আছে ৰই নকৰে গণন।
নৰোত্তম বুঢ়া খাই পদূলিৰ পৰা
শঙ্কৰক চাই চাই হয় আত্মাহাৰা।
পৰম লাবন্য ৰূপ শিশু শঙ্কৰৰ
উপমা পাবলৈ নাই তাহাৰ ৰূপৰ।
নিতে নিতে বাঢ়ে কায় চন্দ্ৰ কলা সম
জানিবা ভূঞাৰ শিশু অতি নিৰূপম।
মুখৰ আকৃতি দেখা যেন পূৰ্ণ চন্দ্ৰ
বিচনাত শুই থাকে যেন দেৱ ইন্দ্ৰ।
ইটো ভাবি চাই থাকে খেৰসুতি আই
বুকুত সাবতি মুখে থাকে চুমাই খাই।
হাত ভৰি দেখে কেনে ললিত বলিত
চম্পা কলি যেন তাৰ আঙুলি মূৰত।
এহি প্ৰভু চিন্তা মনি বিত্ত জগতৰ
সেহি প্ৰভু শিশু পুত্ৰ ৰূপী কুসুমৰ।
সৰ্ব্ব সুলক্ষণ পুত্ৰ ভূঞাৰ কুলৰ
যেন ছদ্ম বেশী পুত্ৰ নন্দ গোকুলৰ।
সূৰ্য্যবৰ কুসুমে আনন্দ অতি কৰে
বন্ধু-বান্ধৱৰ চিত্ত আনন্দে নধৰে।
ঢাৰিত কাপোৰ পাৰি শুৱাই ৰাখিলা
নৰোত্তম বুঢ়া দুয়ো পদুলি ঢুকিলা।
বুঢ়া খা নৰোত্তম দুয়ো পদুলিৰ পৰা
ভাল কৰি নিৰীক্ষিলা সবিষ্ময়ে তাৰা।
ভয়ঙ্কৰ সৰ্প গোটা খুটি বাক চায়
সৰ্পৰ দংশনে যদি শিশু মৃত্যু হয়।
এতিক্ষণে ইটো ঠাইত মিলিব প্ৰলয়
যদ্যপি সৰ্পৰ কৰ্ম এনেকুৱা হয়।

*হাঠা - হেণ্ডেল

বলিতে নপাৰে কথা থৰ হুয়া ৰৈলা
এখোজ আগ নাবাঢ়িল ঠিতাতে বহিল।
বজ্র পৰা মানুহ যেন মাতিবে নপাৰে
হইলা দুয়োৰে মুৰ্চ্ছা চেচা কলেবৰে।
খেৰসুতি মাতৃ কিন্তু দেখান নাযাই
সূতা কটা কৰ্ম্মে ৰত একান্ত মনাই।
মাধবী ছুন্দৰী আছে গৃহ কৰ্ম কৰি
তাহাৰা নেদেখে সৰ্প আছে ফণা ধৰি।
বুঢ়া খা মাতিলা জোৰে কুসুম কুসুম বুলি
আটাহ পৰিয়া মাতে মুৰক আফালি।
শব্দ পাই সৰ্প গোট তেখনে ছলিলা
তাৰ পাছে দুইজনে কাষৰ চাপিলা।
নৰোত্তম বোলে বোপা দেখিলো অদ্ভুত
বুঢ়ী মাকে নেদেখয় কিনো আচৰিত।
ভয়ঙ্কৰ এক সৰ্প ছত্ৰ ধৰি আছে
শঙ্কৰৰ গাৱে ৰদ নপৰয় পাছে।
এনেকুৱা ভয়ঙ্কৰ সিটো বিষধৰ
দেখিলে মুৰ্চ্ছিত হব ভয়াতুৰ নৰ।
দুই হাত ওপৰত আছে মাথা তুলি
দুই চকু তাৰ যেন তিৰবিৰ জ্বলি।
কাষত আছয় বহি খেৰসূতি আই
সৰ্প গোট পিনে কিন্তু দৃষ্টিপাত নাই।
শঙ্কৰক চায় মাত্ৰ অন্য মন নাই
একমনে বহি সূতা কাটিছে ঘনাই।

এবেসে জানিলো সৰ্প তুমি দেখা নাই
এনুৱা আশ্চৰ্য্য কিয় তোমাৰ মিলই।
সূৰ্য্যবৰ বুলিলন্ত ৰাম ৰাম প্ৰতি
ইটো কথা যেন বাপ নোকোৱা সম্প্ৰতি।
অনেক আশ্চৰ্য্য কথা হইছে ঘটন
তিল তাল কৰিবেক শুনিলে ব্ৰাহ্মণ।
কত কত অঘটন কথাক বুলিব
দান দক্ষিণাক পাতি কৰ্ম আচৰিব।
নাৰীগণক দেখাইব অনেক যে ভীতি
হইব আতঙ্ক ঘোৰ গৃহত সম্প্ৰতি।
বহু লোকে উপহাস কৰিবেক চাপি
উপালম্ভ কৰিবেক নিন্দাকাৰী পাপী।
মাতিলন্ত নৰোত্তম কুসুমক চাই
কথা ব্যক্ত নকৰিলে মোৰ কিবা দাই।
অৱশ্যে বুলিলো আমি নকৰো প্ৰচাৰ
পৰম পুৰুষ ইটো সন্তান তোমাৰ।
কুসুম বোলয় বাপ নকৰা প্ৰচাৰ
যিবা হয় ভগবানে কৰিব আমাৰ।
ইটো আলোচিয়া দুয়ো গৃহে চলি গৈলা
বাটে বাটে শঙ্কৰৰ কথা আলোচিলা।
বুঢ়া বুঢ়ী সকলোৰে মুখে মুখে শুনা
গাওঁৰ লোকৰ কোৱা কুই গুণ গুণা।
শ্ৰীগুৰু চৰিত কথা অমৃত সমান
হৰি হৰি বুলি শুনা যত ভক্তগণ।



## শ্ৰীমন্ত শঙ্কৰদেৱৰ ছয় সাত মাহৰ বাল্য লীলা

### পদ

শঙ্কৰৰ লীলামৃত কহন নাযাই
কওমানে বাঢ়ে কথা অন্ত নপৰই।
কথা বুলি চক্ৰপাণি ক্ষণিক স্তম্ভিলা
ভকতসকলে এবে গাৱ মটকিলা।
চক্ৰপাণি বোলে শুণা মহা ভক্তগণ
যিবা লীলা কৰি আছে কুসুম নন্দন।
বৰ্ষ এক বহি গৈলা আৰু ছয়মাস
ভূএগ্ৰা পৰিয়ালে পায় প্ৰাণত উচ্ছাস।
লাহে লাহে বাঢ়ি আহে শঙ্কৰ গোসাই
চালুকীয়া লৰা এবে আঠু কাঢ়ি যাই।
খাটত নাথাকে শিশু উঠিয়া লাম্ফয়
খেৰসুতি বুঢ়ী আই সদা যত্ন লয়।
লৰি চৰি ঘটি লোটা কত বগৰায়
মাৰি ধৰি বাচনত বাজনা বজায়।
কুকুৰৰ গাৱে ধৰি পিঠিত উঠয়
লৱৰিয়া গলে শিশু চিতে পৰি যায়।
পৰিলেও নাকান্দয় পুনঃ উঠি যাই
পুনৰপি দামুৰীৰ নেজত ধৰই।
খেৰসূতি আই আনি খাটত থৱয়
লাম্ফ মাৰি তাৰ পৰা মাটিত পৰয়।

ককালৰ হাৰ দালি ৰুণু জুনু কৰে
পাচ তোলা সুবৰ্ণ হাৰ সবে চকু কৰে।
সবলোকে দেখিলেই কোলা তুলি লয়
কোলাত নাথাকে শিশু আটাহ পাৰয়।
লাম্ফ দিয়া আহে নামি লোকৰ কোলাৰ পৰা
লৰি ফুৰে পুনৰপি কৰে লৰা চৰা।
তিৰোতা সকলে দেখি তুলিবে চাহয়
কক্ মক্ কৰি কিন্তু ডাঙিতে নাৰয়।
এনে গধুৰ শিশু বৎস কতো পোৱা নাই
গাওঁবাসী নাৰীগণে আলচ কৰই।
কুসুমৰ দেখি বৰ আনন্দ অন্তৰ
আনন্দত মছগুল আৰু সূৰ্য্যবৰ।
মাধবী ছন্দৰী খেৰসুতি বুঢ়ী আই
মাহীমাক অনুধৃতি আৰু আই ধাই।
সবাৰে মনত ৰঙ্গ শিশু ৰূপ দেখি
আলোচনা কৰে সবে মনত হৰিষি।
আঠু কাঢ়ি ফুৰি ফুৰি ঈষত যে হাহে
বা বা মা মা কৰি ভাব বুজাইবে চাহে।
কাহী বাটি কলহ খৰাহী পাচি যত
মাৰি হাতে লই আঠু কাঢ়ি ফুৰে কত।

পাকঘৰ সোমাই চৰু হাড়ি ভাঙ্গে যাই
সৰু লোটা ঘটি পালে সবাই বগৰাই।
দেবীৰ মুৰ্ত্তিক ধৰে মুণ্ড ওভোটাই
মুৰ্ত্তিত উঠিয়া বহে মাটিত বগৰাই।
ছুন্দৰী বা বুঢ়ী আই ধাই আহে বেগে
মাটিত নামিয়া শিশু বহে সেইছেগে।
কি কৰিলা দুষ্ট বুলি ছুন্দৰী ধাই
দুই হাত তুলিয়া কোলাত তুলি লই।
লণ্ড ভণ্ড কৰিলেক যত পূজা শাল
দেবীৰ অৱস্থা দেখি কৰিলা আস্ফাল।
খণ্ড কৰি বুঢ়ী মাৰ লইবেক চাহিলা
আছোক লৈবেক শিশু ডাঙিবে নাৰিলা।
থত মত খাই বুঢ়ী হতবিম্ব হই
শিশুক মাটিত ৰাখি মুৰ্ত্তি তুলি লই।
মূৰ্ত্তিক বসাইল নিয়া দেবীৰ আসনে
লৰিয়া গৈলন্ত বুঢ়ী গৃহে খঙ্গমনে।
মাটিত গধুৰ শিশু পৰিয়া আছয়
আতৌ পুতৌ তাক তেবে তুলি লয়।
উঠা বাপু বুলি তাক যেবে ডাঙাদিলা
তথাপিতো শিশুক বুঢ়ী ডাঙিবে নৰিলা।
অনেক যতনে তাক ডাঙিবে চাহয়
শিল সম গধুৰ যেন মনত ভাবয়।
নানান কাকুতি কৰি সাবতি ধৰিলা
তেবেসে শঙ্কৰ গুৰুক কোলাত তুলিলা।
ধুলি জোকাৰিয়া সতী বুকুত সাবতি
লৈলেক যতন কৰি নাতিক আতিপাতি।
দেবীৰ শ্ৰদ্ধা এৰি শঙ্কৰক মৰমিলা
তেতিয়াহে শঙ্কৰদেৱৰ ৰোষ আতৰিলা।
কুসুম্বৰ কোলে দিলা কৰিয়া যতন
শয্যা নিয়া বহাইল অতি ৰঙ্গ মন।
তথাত ৰাখিল কত ভেণ্ডুচালি কৰি
নচুৱায় দুই হাতে দুই ভৰি ধৰি।
কত আদৰ কৰি তাতে দুগ্ধক খুৱাই
তাৰ পাছে লৰি আহে সত্যসন্ধ্যা আই।
শয্যা বহি কোলে লই স্তনক পিয়াইল
ঘনে ঘনে মুখ চাই হাঁহিবাক লৈল।
শিশু ৰূপ দেখি মাতৃ সত্যসন্ধ্যা আই
মাতৃত্বৰ গৰবত মুখ উজ্বল হই।
শঙ্কৰৰ বাল্য লীলা মনত সুৱৰি
ভক্ত গণ সমস্বৰে বোলা হৰি হৰি।



# শ্ৰীমন্ত শঙ্কৰদেৱৰ অন্নপ্ৰাশন

## লেচাৰি

শিৰোমণি ভূঞা মহামতি          মনত গুণন্ত দিনেৰাতি
পুত্ৰৰ বয়স যেবে আঠ মাহ পাইলা
অন্নপ্ৰাশনক পাতিবাক          মাতৃসমে যুক্তি কৰিলেক
তাৰ পাছে মাতি বন্ধু বুঢ়া খা আনিলা।
বয়সত পিতৃ সূৰ্য্যবৰ          বাৰ্দ্ধক্য লাগিয়া ভৈল জড়
উঠোতে বহোতে লাখুটি ধৰিলা হাতে,
দেহ কপে তবু থৰ থৰি          লৰে চৰে নানা কষ্ট কৰি
জিহ্বাৰ জড়তা লাগয় প্ৰতি কথাতে।
কুসুমে বুলিলা বুঢ়া খাক          গুনৰে বান্ধৱ সমস্যাক
সময় ভৈলা আহি পুত্ৰৰ ভাত চুৱণি
কেন মতে ইটো কাৰ্য্য কৰো          দিহা দিয়া মোক তুলি ধৰো
পৰম সুহৃদ শ্ৰেষ্ঠতম বন্ধু আপুনি।
দেখা পিতৃ কেনে জড় থৰ          কেতিয়া মিলিয় অথন্তৰ
শুভ কাৰ্য্য ইটো শীঘ্ৰে কৰ সমাপন
যিবা লাগে তাক দিহা কৰি          বয় বস্তুখিনি যোগ কৰি
কাৰ্য্যক লাগিয়া সবে হোৱা একমন।
পিতৃ মোৰ এবে বুলিবেক          কোন দিনা দেহা পৰিবেক
নাতিৰ বিবাহ চাহিতে নেপাব আৰ,
অত এব অন্নপ্ৰাশনক          অতি শীঘ্ৰে কৰি পাতিয়োক
সমস্ত কাৰ্য্যতে আপোনাৰ দায়িত্ব ভাৰ।

বুঢ়া খা চিন্তিয়া সমস্যাক কুসুমক হাঁহি বুলিলেক
সব লেঠা লোৱা মোৰ কিনো সাধ্য আছে?
ভগবন্ত যিটো আদি দেৱ তেৱে সব কৰ্ম কৰিবেক
যতন কৰিয়া সবাই দেখিব পাছে।
এহি বুলি বুঢ়া মহামতি চলিয়া গৈলন্ত শীঘ্ৰগতি
নৰোত্তম গুৰুক আনিলন্ত তৰাতৰি *
পুচিলা যুতেক বস্তু লাগে বুলিয়ো আমাক ভাগে ভাগে
যোগাৰ কৰিব আমি সাধ্য অনুসৰি।
নৰোত্তম গুৰু বুলিলেক কৰ্মৰ লইব আমি ভাগ
দধি দুগ্ধ ঘৃত তণ্ডুল সবে জানিয়া,
জহা চাউল আৰু গাখীৰক অধিক কৰিয়া আনি মোক
অন্নপ্ৰাশনত পায়স বেচি চহিয়া।
বন্ধু বৰ্গ সব মাতি আনি পাতিলা সুন্দৰ ৰভাথলি
বুঢ়া খা থাকিলা কৰ্মৰ গুৰিক ধৰি,
হোম পূজা পাতি ধৰিলন্ত বিষ্ণুৰ পূজাক কৰিলন্ত
পূৰ্ণাহুতি দিলা বিষ্ণুক মনত স্মৰি।
শত মোন দুগ্ধ আনিলন্ত পায়স তিমান ৰান্ধিলন্ত
সমস্ত লোকক ভুঞ্জাই অতি সাদৰি,
সমাজৰ মাজে পীড়া পাৰি ফুলমা গামোচা দিলা পাৰি
ধুৱাই বহাইলা সত্যসন্ধ্যা যত্ন কৰি।
ধুপ দীপ ধুনা ডুনী সাজি নোৱাইল পুত্ৰক সবে মিলি
ভূঞাৰ যতেক ৰমণী আছিল মানে
ৰভাৰ তলৰ-পীড়াখনি সাজিল দিব্য বস্ত্ৰক আনি
বহাই ধৰিলা খেৰসুতি সযতনে।

*তৰাতৰি - ততালিকে

ৰূপৰ থালত পৰমান্ন          অল্প কিছু কৰি আনিলন্ত
তাতে দালি শাক ব্যঞ্জন দিলন্ত আ.গ.
অল্প অল্প কৰি খুৱাইল          সব বন্ধু গণ চোৱাইল
ধন ৰত্ন টকা বাচন দিলন্ত হাতে।
যতেক ৰমণী পুৰবাসী          আনন্দ মনেতে হাঁহা হাঁহি
উৰুলি জোকাৰ দিলন্ত অতি সঘনে,
তিল তণ্ডুল মিহি কৰি          হাতৰ মুঠাত টানি ধৰি
চতিয়াই দিলেক যেয়ে যত পাৰমানে।
এহিমতে সবে কৰ্ম কৰি          ভাত চুৱনি* শেষ কৰি
বহিলা সবেও অন্ন ব্যঞ্জনৰ পাতে
দিলন্ত সমস্ত দ্ৰব্যচয়          খাইলা ৰঙ্গ কৰি বন্ধু যত
কৰ্ম শেষ কৰি সবে ঘৰাঘৰি যায়,
ধন্য ধন্য ভূএগ্রা শিৰোমণি          পুত্ৰান্ন প্ৰাশন মনে গুনি
ধন্য বৰ ভূএগ্রা সবলোকে বখানয়।
না না ৰঙে কৰ্ম কৰি শেষ          সমাজে বখানিলা বিশেষ
ভুঞ্জিলা সমস্ত সমাজে বস্তু অনেক
ইহাক দেখিয়া মনে স্মৰি          সবে বোলা মুখে হৰি হৰি
পলাইবেক জানা সমাজৰ যত পাতেক।



*ভাত চুৱনি - অন্ন প্ৰাশন। বৰপেটাৰ ফালে ভাত মুখত দিয়াও বোলে।

# সূৰ্য্যবৰ ভূঞাৰ পৰলোক

## পদ

গুৰুৰ চৰিত কথা পৰম অমৃত
বৈৰাগী আতৈ বোলে ভক্ত সমাজত।
শুনিয়োক ভক্তগণ কামৰূপ বাসী*
আৰু যত ভকত ইথানে আছা আহি।
বছৰৰ মাহৰ লীলা যেবে সমাপত হইল
অষ্টম মাহত আহি উপনীত ভৈল।
বহাগ মাহৰ দিন অতি অনুপম
ফুলে পাতে জ্যোতিষ্কাৰ হইল ভুবন।
চত মাহৰ পাচ দিন যেবে বহি গৈলা
সূৰ্য্যবৰ ভূঞাৰ আয়ুস সমাপত ভৈলা।
ভূঞাৰগৃহত আহি মিলে হাহাকাৰ
চাৰিফালে হইল যে শোকৰ সঞ্চাৰ।
ভূঞা শিৰোমণি সূৰ্য্য পুৰুষ সুজন
হঠাতে এৰিল এই নশ্বৰ জীৱন।
ভ্ৰাতা পুত্ৰ জ্ঞাতি বন্ধু অনেক আছিল
ভূঞাৰ গৃহত আহি উপনীত ভৈল।
কান্দিবে লাগিলা সবে মনে দুখ কৰি
খেৰসুতি কান্দে এবে ভুমিত বাগৰি।
জয়ন্ত মাধৱ দুয়ো আটাহক পাৰি
বিনাইবে লাগিলন্ত গলা গলি কৰি।
বুঢ়া খা আহিলা এবে লগত অৰুণি
সূৰ্য্যবৰৰ কণ্যা আৰু কুসুম্বৰৰ ভনী।
কেতাই খা ভাগিন আহি কৰি ধৰাধৰি
বাহ গছ কাটি সবে বান্ধিলত খৰি।
খৰি বান্ধি ওলাই লৈলা ভূঞাৰ সমাজ
গৃহ হন্তে সূৰ্য্যবৰৰ দেহ ভৈল বাজ।
কান্দিয়া ব্যাকুল আছে পুত্ৰ কুসুম্বৰ
যদ্যপি অইন লোকে ব্যস্ত আছে বৰ।
বুঢ়া খা বুলিলি কথা ভূঞাৰ নন্দন
মৃতকক লাগি তুমি এৰিও ক্ৰন্দন।
নাহি হিত মৃতকৰ বিস্তৰ ক্ৰন্দনে
আকে জানি ক্ৰন্দন নকৰে জ্ঞানী জনে।
হেন জানি ভূঞা তুমি স্থিৰ কৰা চিত
নিজে ধৈৰ্য্য ধৰিলেহে পৰিয়ালৰ হিত।
কাঠ সংস্কাৰ লাগি তুমি সাজু হোৱা
ভাতৃ খুড়াসমে মৃতকৰ দেহা লোৱা।
বৰদোৱা কাষে ছিল লোক জনজাতি
ঢুলীয়া মাদল শিল্পী আনিলেক মাতি।
সাত সাঙ্গি খৰি কাটি আগে পাছে লই
শৱ যাত্ৰা কৰে সবে নানা বাদ্য বাই।

*কামৰূপ বাসী - প্ৰাচীন কামৰূপ নিবাসী।

কুসুম্বৰ বুঢ়া খা আৰু জয়ন্ত মাধৱ
চৌদলত কান্ধ পাতি লৈয়া গৈলা শৱ।
লুইতৰ তীৰে যেব বালিচৰ পাইলা
তাত গৈয়া একখনি চিতাক নিৰ্মিলা।
জয়ন্ত কুসুমে শৱ চিতাত তুলিলা
জাতি বাহ শলা কৰি জোৰাক জ্বালিলা।
জোৰ হাতে ধৰি যোৰ লৈলন্ত কুসুম
সাত বাৰ প্ৰদক্ষিয়া কৰিল প্ৰণাম।
প্ৰতি বাৰে চৰণ চুই কৰয় প্ৰণাম
চিতাত অগনি দিলা বিধি যতমান।
তাৰ পাছে নৰোত্তম গুৰুক মাতিলা
বেদ মন্ত্ৰ উচ্চাৰিয়া চিতা শুদ্ধি লৈলা।
তাৰ পাছে পুব মুখে কৰিয়া প্ৰণাম
অগনি জ্বলাইলা পুত্ৰ পিতৃ চিতাখান।
টেকেলিৰ ঘৃত আনি বহ্নিত ঢালিলা
ঘৃত পাই অগনিও অধিক জ্বলিলা।
এহিমতে জ্বলে অগ্নি দপ দপ কৰি
অল্প সময়তে ভূঞা ভষ্ম ভৈলা পুৰি।

শ্মশান শুদ্ধ কৰি সবে গৈলা ঘৰাঘৰি
ভিজা বস্ত্ৰ পৰিধানে কুসুম আছে লৰি।
তৃণ শয্যা পাতি লৈলা আপোন গৃহত
তৃণসূতী সত্যসন্ধ্যা কুসুম্বৰ সহিত।
দহ দিন নানা কষ্ট কৰি এৰি মতে
অশৌচ পালন কৰে মাতৃ পত্নীসতে।
জয়ন্ত মাধৱ আহি খবৰ কৰয়
যোগাৰ কৰিলা সব বস্তুক গোটাই।
এহিমতে দহ দিন যেবে বহি গৈলা
লোহিত্যৰ তীৰে গৈয়া দশ পিণ্ড দিলা।
মুণ্ডন কৰিলা ভূঞা নাপিতক মাতি
জ্ঞাতি বৰ্গ সবে লৈলা ডাড়ি চুলি কাটি।
নৰোত্তম গুৰু ৰাম ৰাম গুৰু আদি
কৰ্মক্ষেত্ৰে গৈলা সবে লই ভাণ্ড হাণ্ডি।
ভূঞাগণ মিলি সবে আদ্যশ্ৰাদ্ধ লাগি
আলোচ কৰিলা সবে যত লাগি ভাগি।
কুসুম্বৰৰ পিতৃ কাৰ্য্য পদক সুৱৰি
ডাকিও ঘোষিও সবে বোলা হৰি হৰি।

:—x—:

## *কুসুম্বৰৰ পিতৃৰ আদ্যশ্ৰাদ্ধ, বুঢ়া খাৰ উপদেশ*

### *পদ*

এহিমতে টেম্বুৱানী নগৰীৰ লোক
সূৰ্য্যবৰ বিয়োগত পাইলা মহাশোক।

বিধিৰ নিৰ্ব্বন্ধ কোনে এৰাইতে পাৰে
সবে চলি যাব এদিন বিধি অনুসাৰে।

কুসুম্বৰৰ দহদিনৰ শ্ৰাদ্ধ সমৰ্পিল
তাৰ পৰে ত্ৰয়োদশ দিন যে মিলিল।
অনন্তৰে শুনা কথা যত সভাসদ
কুসুম্বৰ পিতৃৰ আদ্যশ্ৰাদ্ধৰ যি পদ।
ভকতসকলে এবে শুণিয়োক তাক
কুসুমে লৈলন্ত পিতৃ শ্ৰাদ্ধ কৰিবাক।
পৰম প্ৰসিদ্ধ ভূঞাসকলে জানয়
এতেকে প্ৰসিদ্ধ কৰ্ম কৰিবে লাগয়।
একাদশ দিনে সব লোকে জান দিলা
টেম্বুৱাণী লোকৰ যে সৌভাগ্য মিলিলা।
লোহিত্যৰ তীৰে গৈয়া সজাইল ঘৰ
সব কৰ্ম কৰ্ত্তা লোকৰ আনন্দ অন্তৰ।
নৰোত্তম কৰ্ণপূৰ চতুৰ্ভূজ মাতি
বুঢ়া খা প্ৰমূখ্যে আৰু কত বন্ধু জ্ঞাতি।
লুইতৰ তীৰক সবাকে মাতি নিলা
দশ হাজাৰ বৰ্গহাত ৰভাক সাজিলা।
ৰভাখনি চাৰিফাল খাগৰিক আনি
বেৰিলেক চাৰি দিকে সুৰক্ষাক জানি।
পুৰোহিত গণ মাতি শ্ৰাদ্ধক কৰিলা
নান্দি মুখী শ্ৰাদ্ধ কৰি সপ্ত পিণ্ড দিলা।
সাত পিণ্ড দিয়া কৰ্ম সমাপত কৰি
দান দক্ষিণাক দিলা হৃদয় উজাৰি।
তিনিও গুৰুক পাছে কৰি নমস্কাৰ
পিতলি শৰাইত সবে কৰি সতকাৰ।
তিনি জোৰা কাহী বাটি তিনি গোটা জাৰি
এক গোটা যাড় দিলা উত্তম বিচাৰি।

মাছ মাংস আনি কত কৰাইল ভোজন
বস্ত্ৰ ধন দিলা পাছে ভূঞাৰ নন্দন।
বিদায় কৰিলা গুৰু গৈলা নিজ ঘৰ
শুনিয়োক কথা এবে আত অনন্তৰ।
কুসুমে সুধিলা কথা বুঢ়া খাক মাতি
এক ঘোৰ সন্দেহ মোৰ লাগিছে সম্প্ৰতি।
দান লইবে আহি আছে বহু বিপ্ৰবৰ
সংখ্যা হীন ব্ৰাহ্মণ দেখি ভয় লাগে ঘোৰ।
এদিনৰ বাট কুৰি আহিছে ব্ৰাহ্মণ
কেন মতে দান কৰি কৰাও ভোজন।
ব্ৰাহ্মণৰ সংখ্যা দেখি লাগে চকামকা
জোৰে কি নোজোৰে আছে অল্প মাত্ৰ টকা।
বুঢ়া খা বুলিলা কথা হাত জোৰ কৰি,
নকৰিবা ভয় থাকা স্থিৰ মন কৰি।
বিপদে অধীৰ সন্তজন নোহয়,
ধৈৰ্য্য ধৰা কৰ্ত্তব্য জ্ঞানী গণে কয়।
ভগবান সহায় হলে কিছু চিন্তা নাই
ঘোৰ বিপদতো জানা প্ৰভুহে সহাই।
ৰাজসূয় যজ্ঞে যুধিষ্ঠিৰ মহামতি
উপদেষ্টা ৰূপে লৈলা দ্বাৰকাৰ পতি।
মহাক্ৰুৰ দুৰ্য্যোধন পাণ্ডবৰ অৰি
তাহাক ৰাখিল ৰাজা ধন দাঁতা কৰি।
মাত্ৰাহীন কৰি ধন লোকে কৰে দান
ভাণ্ড শূণ্য হয় যদি পাণ্ডবৰ অপমান।
যতেক কৰয় দান ততেক বাঢ়য়
শতদল পদ্ম হস্তে নিজে নাজানয়।

ৰাজসূয় শেষ ভৈলা ধন যত দিলে
বাঢ়ি বাঢ়ি ধনৰ পেৰা তিমানে থাকিলে।
এতেকতে যাৰ প্ৰতি প্ৰসন্ন গোসাই
তাহাৰ নাটনি হোৱা ভয় কিছু নাই।
চাৰিদ্বাৰে চাৰিজন প্ৰহৰী ৰাখিলা
যাক যিবা লাগে তাক দিবাক বুলিলা।
তলতীয়া যত ভূঞা ৰাখিছো জনাই
হাতত ৰাখিব ধন সাচি ভালকই।
লাগিলেই পোৱা যাব তাৰা আনি দিব
আহিলে সমস্ত ধন নিশ্চয় আটিব।
তথাপিতো যদি ধন শ্ৰাদ্ধত নোজোৰে
বাকী ধন দিব আমি যত আছে মোৰে।
এতেকতে ধন লাগি কোনো ভয় নাই
বাকী কৰ্মখিনি যিবা নিয়োক অটাই।
শাৰী শাৰী কৰি দ্বিজে জুৰি লৈলা পাগ
আট ধৰি বুঢ়া খা ফুৰন্ত আগে আগ।
দধি দুগ্ধ ঘৃত মধু দিলা পাতে পাতে
ভুঞ্জিবে লাগিল লোক সমস্তে তথাতে।
খাইলা সমস্তে অন্ন নাই গণ্ডগোল
মাতিবে নোৱাৰে বিপ্ৰে পেট হইলা ঢোল।
ওপৰা উপৰি খায় খকুৱা লোক গণ
পেট ভৰি গলেও যে নেৰয় ভোজন।
খাওঁতে খাওঁতে যেন পায় টেটুমান
নুঠয় পাতৰ পৰা নেদে সমিধান।
গড় গড় কৰি কতো উগাৰ কাঢ়য়
নাখাও বুলিয়া তবু মুখেৰে নকয়।

এনেমতে ভোজন কৰিলা লোকগণ
ভাত, মাছ, দধি, দুগ্ধ আঞ্জা অগণন।
দীৰ্ঘ শ্বাস কাঢ়ে মুখেৰে নাহে মাত
বহাৰ পৰা উঠন্তে মাটিত দিয়ে হাত।
নদীৰ পানীত হাত মুখ পখালিল
মানুহৰ পৰশত ঢউ উঠলিল।
লুইতৰ পাৰ আজি দল দোপ কৰে
কোলাহল শুনি তাৰ বহু দুৰ পৰে।
অনেক দুৰৰ পৰা শুনি ৰোল মাত
সব লোকে চায় ঘুৰি দিয়া গালে হাত।
ব্ৰহ্মপুত্ৰ বালিচৰ এক ক্ৰোশ জুৰি
লোক লোকাৰণ্য যেন মনুষ্যৰ পুৰী।
সবে বোলে শিৰোমণি ভূঞা বৰ দানী
কোনে কৰিবাক পাৰে কৰ্ম এতখনি।
কৰ্ম কৰি খাই বই সবে কথা কয়
ভূঞাৰ সন্তান এটি জন্মিয়া আছয়।
যিটো লৰাৰ সমৰূপ ত্ৰিভুবনে নাই
দেৱতাৰ মাজত যেন শ্ৰীবিষ্ণু গোসাই।
কতজনে ভূঞাৰ ঘৰক যায় চলি
কেনে পুত্ৰ জন্মিয়াছে তাকে চাও বুলি।
কুসুমে বোলয় বাপ সব মান্য লোক
পুত্ৰৰ কল্যাণ আশীৰ্ব্বাদ কৰা মোক।
শুনি সব লোক গণে আশীৰ্ব্বাদ দিল
জয় জয় ময় ময় হওঁক বুলিল।
লুইত তীৰৰ সভা থলিক আবৰি
কত লোকে আনন্দতে নাচে ঘুৰি ঘুৰি।

কতজন পণ্ডিতে বহি শাস্ত্ৰক পঢ়য়
কত জনে এক মনে শুনিয়া যাৱয়।
কত জনে নাম গায় চতুৰ্দ্দিকে ঘুৰি
কত জনে নাচি নাচি পৰয় বাগৰি।
দিবস গ‍ইল এবে আহিল ৰজনী
প্ৰতি খুটা ডালে প্ৰতি জ্বলাই অগনি।
সাত শত বন্তি জ্বলাইলেক ৰভাতলী
যেহেন অসংখ্য তৰা আকাশত ফুলি।
ইন্দ্ৰৰ অমৰাৱতী যেন জ্বলে আজি
কোনে বৰ্ণাইবেক ক্ষেত্ৰ সৌন্দৰ্য্যৰ ৰাজি।
দক্ষিণাক লাগি ব্ৰাহ্মণৰ হুৰা হুৰি
উপৰা উপৰি হুয়া পৰয় বাগৰি।
এহিমতে সবে লৈলা আদ্যশ্ৰাদ্ধ ভাগ
নাই দুখ কাৰো সবাৰ মনে অনুৰাগ।

লোক সবে খায়া লৈয়া হাঁহে খলাখলি
দুৰ দুৰান্তৰ বন্ধুই কৰে গলাগলি।
সবাকে অৰ্চ্চিল কুসুমৰ মহামতি
যাক যিবা লাগে দিলা মনৰ সন্তুষ্টি।
এহিমতে কৰ্মক কৰিলা কুসুম্বৰ
সবাকো সমানে দান নাই ভিনপৰ।
সবলোকে দিন ৰাতি থাকি মহাসুখে
ৰজনী প্ৰভাতে চলে মনৰ উৎসুকে।
ধন্য ধন্য সবে বোলে সূৰ্য্যৰ নন্দন
এনেকুৱা কৰ্ম কৰিবেক কোনজন?
এতদান কৰিবাৰে কাহাৰ শকতি
এহি বুলি সবলোকে কৰয় যুগুতি।
কুসুম্বৰ পিতৃ শ্ৰাদ্ধ সবে খাই বই
বোলা হৰি হৰি আনমতে গতি নাই।

>>>>■<<<<

## *অষ্টম মাহৰ বাল্য লীলা, চাঙ ভাঙি পৰা বিভীষিকাৰ বৃত্তান্ত*

### *পদ*

সপ্তম মাহতে সূৰ্য্য ভূঞা শিৰোমণি
পৰলোকে চলি গৈলা আয়ু অৱসাণি।
তাৰ পাছে বুলিলন্ত আতৈ চক্ৰপাণি
অষ্টম মাহৰ লীলা সবে লোৱা শুনি।
নানা কৰ্মে ব্যস্ত থাকে ভূঞা পৰিয়াল
নাই একো দন্দ হাই নাই খৰিয়াল।

সৰ্ব্ব কৰ্মে ব্যস্ত থাকে মত নৰগণ
সৰ্ব্বদায় কৃষি কৰ্ম আদিতে মগণ।
এনেদৰে শঙ্কৰৰ ডেৰ বছৰ পাইলা
আঠু কাঢ়ি ৰিঙ্গি পাৰি ফুৰিতে লাগিলা।
একদিন হঠাতে ঘটিলা অঘটন
সব লোক ছিল গৃহী কৰ্মতে মগণ।

শঙ্কৰেও খোজ কাঢ়ি ইফালে সিফালে
ফুৰিয়া আছিল শিশু নানা কৌতুহলে।
ইহেন সময়ে শিশু ভিতৰত গৈলা
ডাঙৰ খুটাত ধৰি ঠিয় দিতে ৰৈলা।
ষাঠী পুৰা সৰিয়হৰ ডুলি একছিল
চাঙ ভাঙি ডুলি গোটা বাগৰি পৰিল।
গাৱৰ ওপৰে চাঙ যেবে পৰি গৈলা
সমস্ত গৃহৰ লোক লৰিয়া আহিলা।
সত্যসন্ধ্যা মাতৃ দেখি গৈল জীউ উৰি
আটাহ পাৰিলা দেবী চিঞৰি চিঞৰি।
কুসুম্বৰ নাছিল ঘৰে গৈছিল বহু দুৰ
মাধবী ছন্দৰী ধান বান্ধিলা প্ৰচুৰ।
ঢেকীৰ শৱদে কিছু শুনিবে নাপায়
জনা নাই কত কিবা ঘটিল অপায়।
খেৰসূতি মাতৃ ছিল সূতা কাটি কাটি
যতৰত আছে মন চকু লৰাৰ প্ৰতি।
চকু প্ৰচাৰতে খোজ কাঢ়ি ভিতৰ গৈলা
চাঙৰ খুটাত ধৰি ঠিয় দিবে লৈলা।
যেবে চাঙে জোৰ দিয়া শিশু ঠিয় দিলা
তেতিক্ষণে চাঙখনি ভাঙিয়া পৰিলা।
দেখিলন্ত ইটো কেনে অদ্ভুত ঘটন
কি কাৰণে ভাঙিয়া পৰিল চাঙখন।
ষাঠী পুৰা বেহৰ ডুলি মাথাৰ উপৰ
বাগৰি পৰিলা আহি শিশু শঙ্কৰৰ।
মাত বোল নাই কিছু দেখিবে নপাই
কত আছে শিশু গোট কেৱে নজানই।

মাতৃৰ আটাহ শুনি লৰৰি আহিলা
কি কৰো নকৰো ভাবি আটাহ পাৰিলা।
ভূঞাৰ গৃহত যেবে শুনে গণ্ডগোল
গ্ৰামহন্তে আহি পালে ডেকা একদল।
ধৰা ধৰি কৰি সবে সৰিয়হ গুচাই
ডুলি গুচাই শঙ্কৰক তথাতে দেখই।
এক ডাল গড়বাহ খুটা এটি সমে
শঙ্কৰৰ দেহ আবৰি আছে পুৰাদমে।
গড়বাহে* ৰাখি আছে শিশুক আবৰি
তৃণ এডালিও যেন পৰিতে নপাৰি।
কোলে লৈয়া একে থাপে বুঢ়ী খেৰসূতি
ধুলি জাৰি কোলে লৈলা কৰি আটিপতি।
হাঁহিবে লাগিলা শিশু বুঢ়ী মুখ চাই
সবে বোলে খুন গাত আছে কিবা নাই।
মাধবী ছন্দৰী চায় শিশুক আবৰি
দুখ পাইল কি নপাইল ধৰিবে নপাৰি।
সমস্ত গাৱত তিনি হাত বুলাই চাই
বুজিলা সমস্ত গাৱে খুত বিষ নাই।
এনে সময়তে আহি পাইলা কুসুম
দেখিলন্ত চোতালত মানুহৰ জুম।
লোকৰ পৰা শুনিলেক সমস্ত বৃত্তান্ত
পুত্ৰ মুখ চাই ভূঞা কোলে তুলিলন্ত।
বুঢ়া খা আহিয়া পাইলা ঘটনাক শুনি
লৰিয়া আহিল পেহা বিষম মনে গুণি।
দেখিলেক সব লোকে হাঁহে ৰঙ্গ কৰি
ইমান সঙ্কটে শিশু ৰাখিলন্ত হৰি।

*গড়বাহ - চাঙৰ পথালি বাহ, ধাম*

পিছে সব লোক জন ঘৰে চলি গৈলা
কুসুম্বৰ আগে বুঢ়া বুলিতে লাগিলা।
সণ্ঢৰা দলৈৰ কথা সব সত্য জানি
সাবধানে ৰাখা যেন কথা অনুমানি।

হলায়ুধ আদি কৰি যত বন্ধুগণ
সবে আহি শঙ্কৰক কৰিল চুম্বন।
শ্ৰীগুৰুৰ শিশু লীলা সব লোকে স্মৰি
ভকত সকলে ডাকি বোলা হৰি হৰি।



## নবম মাহৰ লীলা

### ছবি

বটদ্ৰবা থানে আহি সমস্ত ভকত বহি
আলোচিয়া কৰয় কথন
গুৰুৰ চৰিত কথা শুনি যেন লাগে ব্যথা
কদাচিতো নোহে অন্যমন।
চক্ৰপাণি বোলে বাণী ভক্তগণ মহাজ্ঞানী
আন চিন্তা সবে পৰিহৰা
গুৰুৰ চৰিত কথা অমৃত অপেক্ষা মিঠা
আনন্দতে সবে পান কৰা
শ্ৰীগুৰুচৰিত শুনি যত ভক্ত জ্ঞানী গুণী
পাই যেন অমৃতৰ ঘট
খাটন্ত মনৰ ৰঙ্গে নিজ বন্ধু গণ সঙ্গে
নিতে শুনে গুৰুৰ চৰিত।

শুনিয়োক ভক্তগণ    ঈশ্বৰত দিয়া মন
এক দিন যিটো কথা ভৈলা
বিস্ময় হইয়া মন    আছে যত ভক্তগণ
একচিত্তে শুনিবাক লৈলা।
আঠ মাহ পাৰ হৈলা    নৱ মাহ আহি পাইলা
জেঠ মাহ উপনীত আহি
কৰি মহা লীলাগতি    লৱৰি ফুৰন্তে আতি
শিশু কাল দিন যায় বহি।
জেঠ মাহ জানা সিটো    ৰৌদ্ৰ তাপে পুৰে যিটো
মেঘ বৰষুণৰ অতপালি
গৰ্জনত ভুমি লৰে    বজ্ৰপাত আহি পৰে
বৰ্ষাজল পৰে কলকলি।
শুনি কপে নৰ বৰ্গে    হৰ হৰ কৰে স্বৰ্গে
মেঘ যেন পৃথিৱীত পৰে
মাটিও পোটাই পানী    পৃথিৱীক ধৰে চানি
বসুমতি ঘনে ঘনে লৰে।
একদিন এইমতে    টেম্বুৱাণী নগৰতে
বতাহ বৰষুণ আহি পাইলা
পথাৰৰ গৰু যত    জাকে জাকে পলাৱন্ত
গোহালিৰ ভিতৰ প্ৰবেশিলা।
বিজুলী চমকে ঘনে    মেঘৰ শবদে কাণে
তাল মাৰি ধৰে আহি ঘনে
মাধৈ চোতালত সাৰি    বাঢ়নীৰে তাৰা তাৰি
ওপৰলৈ চাৱন্ত নয়নে।

শঙ্কৰে কাষত বহি　　　　যেন পূৰ্ণিমাৰ শশী

ভয় ভিত একোকে নমাণি

কামৰ নোহয় অন্ত　　　　শঙ্কৰক ঘুৰি চান্ত

থৰথৰে কপে বুকুখনি।

হাসন্ত শঙ্কৰে চাই　　　　বিজুলিত ৰঙ্গ পাই

আঠু কাঢ়ি কৰে লৰচৰ

মাজতে দুহাত ফাক　　　　শঙ্কৰ মাধৈৰ গাক

বজ্র আহি পৰিল ওপৰ।

থৰ হুয়া মাধৈ ৰল　　　　গাত হুয়া বহি গল

শঙ্কৰেও চাহিয়া ৰহিলা

খেৰসূতি আহি লৰি　　　　শঙ্কৰক টানি মাৰি

চাপৰ মাৰি কোলাত তুলিলা।

প্ৰভুই ৰাখিলা বুলি　　　　শঙ্কৰক লৈলা তুলি

ধুলি বালি জোকাৰি গাৱৰ,

বুকুত সাবতি ধৰি　　　　কম্পে যেন থৰ থৰি

সুপ্ৰসন্ন আজি ভাগ্য মোৰ।

মাধৈ দেবী আছে পৰি　　　　শৰীৰ যেন কাঠ খৰি

নিশ্বাস প্ৰশ্বাস একো নাই।

শৰীৰ শীতল হৈলা　　　　চকু মুদি পৰি গৈলা

বুঢ়ী দিলে পানী ছতিয়াই।

চাৰি দণ্ড সময় ধৰি　　　　মাধৈ মাৰ আছে পৰি

হাহাকাৰ কৰে ভূঞাগণ

কাণত শৱদ কৰি　　　　শৰীৰক ডাঙি ধৰি

সেক দিলা ভৰিত গৰম।

তথাপি নাহিকে মাত　　　মৰা যেন সাক্ষাত
শঙ্কৰে হাঁহিয়া আছে চাই,
এখোজ দুখোজ কৰি　　　মাধৈৰ হাতত ধৰি
টানিবে লাগিলা পাচে গই।
শঙ্কৰৰ পৰশ পাই　　　বান্দী মাধৈ জনী আই
মৰা যেন প্ৰাণ পাইল আহি
নিশ্বাস প্ৰশ্বাস কৰি　　　গাৱে দিয়া এঙামুৰি
মেলিলা চকুৰ চাৰি পাহী।
শঙ্কৰৰ পৰশত　　　মাধৈৰ যে ইদেহত
মৃত শৰীৰত জীৱ আহি
লাহে লাহে উঠি বহি　　　মাৰিলন্ত হামি কাহি
চাৰিফালে চায় হাঁহি হাঁহি।
অল্প বেলি পৰে তাই　　　মাত বোল কৰি চাই
কিনো হ'ল বুলি সুধিলন্ত
টোপণিৰ পৰা যেন　　　সাৰ পাই উঠি আহি
লোক সব দেখিয়া হাসন্ত।
কি কাৰণে বেঢ়ি মোক　　　মাধৈ দেবী সুধিলেক
আছা সব লোক ই থানত
খেৰসূতি বোলে আই　　　মৰি পুনৰ জীৱ পাই
বজ্ৰ পৰিছিলে তোৰ গাৱত।
চাৰি দণ্ড ধৰি তই　　　পৰিয়া আছিলি ৰই
গাৱে নাই জীৱন যে তোৰ
পানী সেক দিলো মই　　　তথাপি চেতনা নাই
হাতে ধৰি টানিলে শঙ্কৰ।

তাৰ পাছে জীৱ পালি যমপুৰী দেখি আইলি
সৌভাগ্য মিলিল ই সবৰ
এত বুলি খেৰসূতি হাতত ধৰিলা আহি
টানি লৈয়া চলিলন্ত ঘৰ।
সব লোকে আচৰিত কিনো শিশু অদভুত
পৰশতে মৃতে পায় প্ৰাণ
সব লোকে বেড়ি চাই সবে কৰে কোৱা কুই
ইটো শিশু ঈশ্বৰ সমান।
সব লোকে কোলে লই চুমা দিলে মুখে গই
মূৰত ফুৰাৱে স্নেহ হাত
শঙ্কৰে হাঁহিয়া মাত্ৰ ঘুৰায়া আপোন নেত্ৰ
নেমাতয় কোনো কথা মাত।
এহি মতে আৰু কত লীলা কৰি ই থানত
মাৱৰ কোলাত আছে ৰই
আচৰিত দেখি কাজ ঘৰৰ নকৰে বাজ
খেৰসূতি ভূঞা বুঢ়ী মাই।
নবম শেষ ভৈলা দশ মাহ আহি পাইলা
আহাৰৰ মাহৰ বাৰিষা
ভয়ে ভয়ে ভূঞা গণ কৰে সদা কাম বন
খেতি কৰিবাক লাগি আশা।
শঙ্কৰৰ শিশু লীলা শুনা সব নৰ গিলা*
সংসাৰ বন্ধন কৰা নাশ
আয়ু যায় আলে জালে কেতিক্ষণে ধৰে কালে
পাবা গৈয়া বৈকুণ্ঠত বাস।

*গিলা - বিলাক

শঙ্কৰ ঈশ্বৰ হৰি নাবালক ৰূপ ধৰি
থাকিলন্ত নানা লীলা কৰি
ইসব কথাক স্মৰি আন কাম পৰি হৰি
নিৰন্তৰে বোলা হৰি হৰি।

:—x—:

## কুৰি মাহৰ লীলা, হিদাল বৃক্ষ ভঙ্গ

### পদ

শঙ্কৰ চৰিত্ৰ কথা বোলে চক্ৰপাণি
কুৰি মাহৰ লীলা সবে লোৱা শুনি।
যি সময়ত গুৰুজন কুৰি মাহ পাইলা
এখোজ দুখোজ দৌৰি ফুৰিবে লাগিলা।
হাতে যিবা পায়তাক ধৰিয়া আনয়
কুকুৰৰ লেজে ধৰি টানিবে লাগয়।
কুকুৰেও নেকামুৰি চেলেকিবে লৈলা
মুৰত চাপৰ মাৰি চেলেকিবে নেদিলা।
গৰুৰ সাবক ধৰি নেজত টানয়
দামুৰি চেকুৰি গলে আফলি পৰয়।
পুনৰ্ব্বাৰ উঠি গৈয়া গাভী গাৱে ধৰি
ডেঙ্গু দিয়া পিঠিত জাপ দিব খোজে হৰি*।
টুক্ টুক্ খোজ কাঢ়ি দৌৰিয়া ফুৰয়
শৰীৰত দুখ ভাগৰ কিছু নজানয়।

গাভীও শুগুন্ত গাৱে কৰিয়া মৰম
শিশুক নকৰে হিংসা পশুৰ ধৰম।
হেম্বলিয়া গাভীগণ যখন চলয়
ৰিঙিপাৰি তেখনতে ঘুৰিয়া আহয়।
প্ৰতিদিনে দশ শিশু একে লগ হই
হিদাল বৃক্ষৰ তলে উমলিলে গই।
চান্দ, বিনন্দ আৰু ভেকুলি, কেতাই
অৰুণ, বৰুণ সতানন্দ উম্‌লই।
চিন্তুল, বিন্তুল আৰু নবীন পৰাণ
একে লগে ক্ৰীড়া কৰে এই বাৰজন।
হিদাল বৃক্ষত ধৰি ঘুৰিতে থাকয়
হিদাল গছত হাত ধৰি ঘুৰিবে লাগয়।
দশ মাহ বয়সীয়া লৰিতে নপাৰে
খিল খিল হাঁহি মাৰি মাত্ৰ লৰে চৰে।

*হৰি - শিশুশঙ্কৰ

এনেদৰে দিন গৈলা আহাৰ মাহৰ
কৃষি কৰ্মে মন যোগ সব কৃষকৰ।
কৃষকৰ মন যেবে আছে পথাৰত
পিতা মাতা দুয়ো যায় খেতি পথাৰত।
এক সঙ্গে বুঢ়ীগণ পাজিক কাটয়
বুঢ়াগণে মিলি বাহ বনক কৰয়।
ছ্বালগণৰ কাম গৰু ৰাখিবৰ
বৃদ্ধ যুবাগণৰ কৰ্ম্ম খেতি পথাৰৰ।
আলি পুখুৰীত যত বৃদ্ধ যুবা গণ
পথাৰত থাকে সদা কৃষিতে মগণ।
খেৰসূতি মাত্ৰ থাকে ঘৰৰ ভিতৰ
আৰু সত্যসন্ধ্যা দেৱী পত্নী কুসুম্বৰ।
শিৰোমণি ভূঞা ফুৰে কৰ্মীক নিৰিখি
ঘৰে বাজে থাকি চাকৰক চকু ৰাখি।
শঙ্কৰৰ ওপৰত নজৰ ৰাখয়
প্ৰতি প্ৰতি পলে শিশু কতনা আহয়।
সেহি বেলা শঙ্কৰ সহিতে বালগণ
হিদাল বৃক্ষৰ সতে ক্ৰীড়াত মগণ।
বৃক্ষ গাৱে ধৰি এক এক জনে হাতে
ঘুৰিতে লাগিল গছ ডালিৰ চতুৰ্ভিতে।
উভালিয়া বৃক্ষ গোট মড় মড় কৰি
শিপা চিঙি মাটিত যে পৰিল বাগৰি।
ধৰি থকা শিশু গণ ভয়ে লৰ দিলা
অকণ মাণি শিশু শঙ্কৰ বৃক্ষত ধৰিলা।
বৃক্ষ ডালি ঠিয় কৰি গুৰি গছ্কিল
পৰি যোৱা বৃক্ষ দালি পুনু ঠিয় ভৈল।

সত্যসন্ধ্যা মাতৃ পাছে আহিল লৰৰি
খেৰসূতি পাছে পাছে ধাইল জোৰ কৰি।।
লগৰীয়া শিশুগণ আচৰিত হই
ধন্য ধন্য শঙ্কৰ বুলি কৰে কোৱা কুই।
সত্যসন্ধ্যা কোলে তুলি হাসিয়া চলিল
কুসুম্বৰ ভূঞা তাতে উপনীত ভৈল।
আচৰিত হুয়া মাতা পুত্ৰ পুত্ৰবধু
সণ্চৰাৰ বাণী শুৱৰিল মাত্ৰ শুধু।
কিছু কথা নুবুলিয়া থাকিল মৌন হই
লগৰ বালক গণ বোলে ঘৰে গই।
শুনিয়া আহিল যত পুৰৰ ৰমণী
পুৰুষ আহিল ইটো কথা কাণু শুনি।
সবে আচৰিত হুয়া বোলে এক বাণী
মানুহ নোহয় বুলি দেখিলো প্ৰণামী।
কুৰি মাহৰ পানী শিশু কিনো আচৰিত
বৃক্ষ গোটা ডাঙি ধৰি কৰিলেক থিত।
সামান্য কেচুৱা বাদ পুৰুষে নোৱাৰে
ইহেন বালকে এনে কাৰ্য্য কৰিবাৰে।
সব লোক মাঝে ইটো কথা কণাকণি
ভূঞাৰ বালক ই যে প্ৰভু চক্ৰপাণি।
দহ মাহে আন শিশু লৰিতে নপাৰে
এই ছ্বাল হিদাল গছ ডালি তুলি ধৰে।
শঙ্কৰৰ শিশু লীলা কথাক সুৱৰি
সব লোকে কৃষ্ণ স্মৰি বোলা হৰি হৰি।

>>>>■<<<<

## একৈশ মাহৰ লীলা, অলঙ্কাৰ পৰিত্যাগ

### দুলড়ী

বোলে চক্ৰপাণি ভক্তগণে শুনি
মন হইল পুলকিত
খাৱন শোৱন কৰা ইচ্ছা নাই
আনন্দে দ্ৰবিল চিত্ত।
প্ৰতিদিন পুৱা সকলে উঠিয়া
প্ৰভাতে স্নান কৰি
নিত্য প্ৰসঙ্গক সমাপণ কৰি
সুমৰিয়া ৰাম হৰি।
তাৰ পাছে আতৈ চক্ৰপাণি মুখে
শঙ্কৰ চৰিত শুনি
বেলা দুইপৰ বহিয়া থাকয়
মৌণ ভাবে কৃষ্ণগুণি।
একদিনা আতৈ চক্ৰপাণি বোলে
কোণ দিন যাইবো ঘুৰি
কৃতাঞ্জলি হুয়া সবাই বোলয়
বাপ যাইব কেনকৰি।
আধা পেটা ভাতে উঠিবৰ হেলা
তবু বাধ্যে উঠা যাই
গুৰুৰ চৰিত আধা শুনা নাই
কহনো এৰা নাযায়।

শঙ্কৰৰ চৰিত পৰম অমৃত
অল্পমান কৰি পাণ
আমি মহাপাপী কেনমতে যাইবো
এৰি এই পূণ্যস্থান।
গুৰুৰ চৰিত শেষ হইব যেবে
তেবেসে চলিব আমি
আপোনাৰ বাণী কৰি শিৰোগত
শুনিয়োক মহামাণী।
আতৈ চক্ৰ পাণি মনে মনে গুণি
ঈষতল্প হাস্য কৰি
কিছু নমাতিয়া মনৰ হৰিষে
বহিল আসন পাৰি।
ভক্তগণ পাছে প্ৰশ্নক তৰিলা
পাছে কিনো কথা ভৈলা
উত্তৰ দিবাক আতৈ সাজু হই
কথাক বুলিবে লৈলা।
একাদশ মাহ আহি পাইল যেবে
শাওন বাৰিষাৰ দিন
ৰোৱণ কামত সব লোক ৰত
কৃষিতে সবে বিলীন।

পথাৰত পৰি ৰোৱণী সবৰ
ৰোৱণ কৰ্মে মগণ
পুত্ৰ কন্যা এৰি খেতি মাঝে পৰি
আছে সব লোক গণ।
কৰ্ম কৰি যাই সন্ধ্যা ঘৰ পাই
তেবেসে ৰন্ধন কৰি
অন্নক ভুঞ্জিয়া বিচনাত সুখে
থকায় শয়ণ কৰি।
সত্যসন্ধ্যা আই মহা ভাগ্যৱতী
পথাৰক দেখা নাই
দাসী বান্দী সমে গৃহত থাকয়
কেৱল কৰ্মী চলাই।
বুঢ়ী খেৰসূতী কোলে লই নাতি
ইফাল সিফাল কৰি
কাটে সূতলাহী গৃহ মধ্যে বহি
গৃহস্থৰ যতন ধৰি।
শঙ্কৰক চাই বুঢ়ীও থাকই
মাত্ৰ হাতে টাকুৰী,
শিশু গণ সঙ্গে উমলি ফুৰয়
সততে লৰি ঢাপৰি।
এঘাৰ মহীয়া শিশু যে শঙ্কৰ
যেন তিনি বছৰীয়া
বালকৰ মাঝে উজ্বলি উঠয়
থাকয় যেবে খেলিয়া।

একদিনা আহি বৃক্ষ তলে বহি
চকু মুদি মৌন হই
হাৰ খাৰু যত চিগুিয়া পেলাই
আছন্ত বহিয়া ৰই।
সোণ খাৰু আৰু হেমহাৰ দালি
কাষতে আছিল পৰি
দেখি বন্ধু গণ খলক লগাই
ফুৰিলা লৰি ঢাপৰি।
গৃহক আহিয়া বুঢ়ীক বুলিলা
আবু দেখা শঙ্কৰক
অলঙ্কাৰ যত সবাকে ভাঙিল
হইল তপস্যা ৰত।
শুনি খেৰসূতি ধাইয়া আহিলা
দুৰতে দেখিতে পাই
অলঙ্কাৰ সমে লৰিয়া আহিলা
বুঢ়ীৰ সমীপ লই।
কাষৰ চাপোতে বুঢ়ীয়ে দেখিলা
অলঙ্কাৰ ঘাটি নাই
হাৰ খাৰু যত সবাই আছয়
শৰীৰে শোভা বঢ়াই।
শিশু গণ সঙ্গে লৰিয়া আহিল
পাছে পাছে শঙ্কৰৰ
বুঢ়ীৰ সমীপ দেখি আচৰিত
সবেও মানিলা বৰ।

এক গোট হানি          নাই যে বিঘিনি
          সব অলঙ্কাৰ আছে,
মিছা কথা বুলি          খেৰসূতি ছলি
          গৃহক গৈলন্ত পাছে।
কিনো আচৰিত          কিনো বিপৰীত
          ইটো শিশু শ্ৰীশঙ্কৰ
তান মায়া বুজি          নাপাও আমি খুজি
          নোহয় সামান্য নৰ।

অলঙ্কাৰ যত          ধুলিত আছন্ত
          নিজে ধ্যান কৰি আছে
যেবে লৰি আহে          সমস্তে থাকিল
          তাহাৰ সমস্ত কাছে।
ইহেন চৰিত্ৰ          সবক সুৰৰি
          ওহে সব লোক নৰ
আপোনাক তৰা          পুৰুষ উদ্ধাৰা
          হৰি হৰি নিৰন্তৰ।

**********

## *আলি পুখুৰীত কছাৰীৰ উপদ্ৰৱ*
### *ভূঞা পৰিয়ালৰ বনলৈ পলায়ণ আৰু বনৰ মাজত বন গঞাগিৰিৰ জন্ম*

### *পদ*

গুৰুৰ চৰিত কথা বোলে চক্ৰপাণি
অকণিও ভক্তগণ নাপায় আমনি।
পৰম অমৃত ৰস চৰিত্ৰ কাহিনী
আহাৰ নিদ্ৰাক ত্যেজি কয় চক্ৰপাণি।
এহিমতে শিশু লীলা বোলে শঙ্কৰৰ
ভক্ত গণে শুনি পায় আনন্দ অপাৰ।
তাৰ পাছে দ্বাবিংশ মাহ যায় নিৰন্তৰ
ত্ৰয়োবিংশ মাহ আহি পাইল শঙ্কৰৰ।
দেখাত ছোৱাল শিশু বুদ্ধিত প্ৰবীণ
দুই বছৰীয়া বুলি নাভাবে অইন।

আলিপুখুৰীৰ পথে থাকয় উমলি
সমনীয়া শিশু সঙ্গে নানা খেলা খেলি।
ভূঞাগণে কৃষি কৰ্ম কৰি ৰঙ্গমনে
শালি খেতি পাতিলেক আতিকে যতনে।
নাতিশীতোষ্ণম কাল আহিনৰ দিন
জিৰণি লইছে যত কৃষক প্ৰবীন।
এক দিনা সন্ধ্যা যেবে আহিয়া পৰিলা
কুসুম্বৰ শিৰোমণি এক বাৰ্ত্তা পাইলা।
কছাৰী লুটিবে গ্ৰাম আহে আগুৱাই
ক্ষণেক সময় মধ্যে কি কৰে উপাই।

সৰু ভাৰ্য্যা অনুধৃতি পূৰ্ণ গৰ্ভৱতী
লৰিবে চৰিবে লাগি কষ্ট পাৱে আতি।
আহ্ উহ্ কৰি থাকে ঘৰৰ ভিতৰ
এনে সময়তে আহি মিলে অথন্তৰ।
লগুৱা পঠাই গাঁও মাঝে জান দিল
যাৰ যিবা বস্তু আছে সবাকে লুকাইল।
নাদ মাঝে, খাল মাজে, মাটিত পুতিয়া
তাৰা তাৰি বস্তুবোৰ থলে লুকাইয়া।
তিৰি ছলি লই সবে বন মাঝে গই
বনৰ মাজত সবে থাকিলন্ত ৰই।
ছাগলী কুকুৰ গৰু আৰু প্ৰাণী যত
এৰিয়া দিলেক খেদি ঘৰৰ বাহিৰত।
ৰাত্ৰি কালে জোৰ লৈয়া আহিল কছাৰী
আক্ৰমিলা শিৰোমণি ভূঞা ঘৰবাৰী।
জন প্ৰাণী শূণ্য কিন্তু বস্তু অসংখ্যাত
ধানৰ ভৰাল চাৰি পৰি আছে তাত।
বাহৰ পাতিল তাতে লুটিলন্ত গ্ৰাম
গৰু ঘোৰা বয় বস্তু বস্ত্ৰ অনুপম।
তিনি দিন ধৰি তাৰা গাওঁক লুটিলা
তাৰ পাছে ভটিয়াই কপিলীমুখ পাইলা।
কপিলীমুখতে তাৰা পাতিলা বাহৰ
মদ্ মাংস ভোজ ভাত খাইলা বিস্তৰ।
মহা ত্ৰাসে ভূঞা গণে ঘৰ বাৰী চাৰি
বন মাজে লুকাই আছে সবে গাৱ সাৰি।
পিন্ধা বস্ত্ৰ জুৰি মাত্ৰ গাৱত আছয়
কি কৰিব তাৰা কিন্তু নাপান্ত উপায়।
বনৰ মাজতে সবে তাৰা তৃণ পাৰি
বৃক্ষ তলে আছে ৰই মনে শঙ্কা কৰি।
অনুধৃতি দেবী তাত বেদনা লাগিলা
বন মাজে এক শিশু জনম লভিলা।
যি থানত আছিল তাৰ নাম বনগাঁও
অন্য পথ নাই মাত্ৰ চলিবেক নাওঁ।
বন মাজে বনগাঁও তাতে জন্ম পাইলা
সেহি হেতু বনগঞা নামক ৰাখিলা।
কুসুম্বৰ শিৰোমণি চৰিয়া পঠাই
বাৰ্ত্তা আনিলেক কৈত কছাৰী আছই।
বনৰ মাজত ভূঞা গণে আলোচিলা
কছাৰী মাৰিবে লাগি যোগাৰ কৰিলা।
যাঠী-জোং তৰোৱাল যাৰ যিবা আছে
সবাকে হাতত লই ধাৰ দিলা পাছে।
তিনিখনি বৰ নৌকা কৰিলা যোগাৰ
সাজু হুয়া আক্ৰমিলা কছাৰী বাহৰ।
ভাল ভাল বলবান পাইক মাতিয়া
যুদ্ধ দিবে ভূঞা গণে আনে বিচাৰিয়া।
মাটি দিয়া পানীত ডুবাই নাওঁ ৰাখিছিল
সেই সাত খনি নৌকা বিচাৰি আনিল।
যতে আছিল ভূঞা আৰু ভূঞাৰ নন্দন
যুজ দিবে লাগি কেৱে নকৰে পিচন*
সব ভূঞা লগ লাগি আলোচনা কৰি
কছাৰী বাহৰ সিটো পেলাইলেক বেৰি।
মদ মাংস ভাত খাই আছিলন্ত শুই
একেলগে চাৰিফালে লগাইল জুই।

**পিচন - অৱহেলা*

জুই আগুৰিলা তাৰা কিছু নেদেখয়
সুযোগ চাই ভূঞা গণে হানয় কাটয়।
জোং যাঠি খাণ্ডা দাব আদি অস্ত্ৰ ধৰি
কছাৰী ৰণুৱা যত পেলাইলেক মাৰি।
ৰাত্ৰি কালে আক্ৰমিলা কছাৰী বাহৰ
কাটি মাৰি অস্ত্ৰ আনে কছাৰী সবৰ।
কাঢ়িয়া আনিলা ধান বয় বস্তু যত
সব বস্তু ভৰাইলা কাঠৰ নৌকাত।
কছাৰী মাৰিয়া যত পাইল ধন মাল
নাৱে তুলি লৈলা এবে বাচি ভাল ভাল।
ৰেখাই জানে সোমাই আহি পালে বনগাঁও
ভূঞা সবে তথাত ৰাখিলা সব নাওঁ।
জানৰ কাষত সবে গৃহক বান্ধিলা
কুসুম্বৰ শিৰোমণি বাহা এক লৈলা।
বনৰ মাজত গাঁওত বাস কৰিল কাৰণে
বনগঞা বুলিয়া সকল লোকে জানে।

বিপদ সময় হইলে তথাত থাকয়
আলি পুখুৰীক আনি বয় বস্তু থয়।
কছাৰীৰ শক্তি হ্ৰাস পাইলা ৰণে পৰি
কপিলীমুখৰ ৰণে বহু গৈলা মৰি।
পুনৰপি সবে আহে আলি পুখুৰীক
ঘৰ বাৰী ৰাস্তা যত বান্ধিয়া লৈলেক।
আলি পুখুৰীত বাস কৰে ৰঙ্গমণে
শান্তি বিৰাজিল ভূঞা গৃহৰ ভুবণে।
সবে আলোচিয়া পুনু গৃহক সজাই
পৰি পাটি কৰি সবে সাজে ভালকই।
আহিনৰ মাহ গৈয়া কাতি মাহ পাইলা
খৰালি খেতিৰ বাবে সবে সাজু হৈলা।
মাহ সৰিয়হ খেতি পাতিবে লাগিয়া
গৰু গাই যোগাৰ কৰিলা মন দিয়া।
প্ৰথম বাৰিষা কাল কটাই এনেকৰি
পাঠক সকলে ডাকি বোলা হৰি হৰি।



## *দ্বিতীয় বৰ্ষৰ লীলা আৰম্ভ*

### *পদ*

গুৰুৰ চৰিত্ৰ লীলা অমৃত সমান
যাৰা সবে শুনিয়াছে মহা ভাগ্যবান।
প্ৰথম লিখিত শাস্ত্ৰ ভাঙন কৰিলু
দ্বিতীয় বৰ্ষৰ লীলা বুলিবে লাগিলু।
শঙ্কৰ চৰিত কথা মধুতো অমৃত
প্ৰতিদিনে কৰ্ণ ভৰি শুনয় ভকত।

ভকস সকলে জানে গুৰু মোৰ প্ৰাণ
তাহাৰ চৰিত বাণী অতি মূল্যবান।
শঙ্কৰৰ প্ৰতি সবাৰ ভকতি বাঢ়িল
প্ৰথম বৰ্ষৰ কথা আত শেষ ভৈল।
আলিপুখুৰীত আছে বাল্য ক্ৰীড়া কৰি
ব্ৰহ্ম বিপ্ৰ একজন আহে খোজ কাঢ়ি।

কুসুমৰ গৃহে আহি প্ৰবেশ কৰিলা
চোতালতে নাবালক শঙ্কৰক পাইলা।
মাথাত হাত দিয়া সিটো দিলা আৰ্শীব্বাদ
তাহাৰ চকুৰ আগে মিলিলা প্ৰমাদ।
অদভুৰ্ত ৰূপ দেখি বিচুৰ্ত্তি খাইলা
চোতালৰ মাজে সিটো বহিয়া পৰিলা।
ধন বস্ত্ৰ কুসুম্বৰে তাক আনি দিলা
শঙ্কৰৰ ৰূপ দেখি চমকিত ভৈলা।
চোতালত বহি গৈলা তপিনাক পাৰি
কুষ্ঠ বাত দেখা দিলা সৰ্ব্ব গাৱ জুৰি।
কেবাজনো লোক তাতে আছে বহি চাই
গালে মুখে হাত দিলা ব্ৰাহ্মণ সি ঠাই।
শঙ্কৰক কোলে তুলি কুসুমে আনিল
ব্ৰাহ্মণৰ মুৰ্ত্তি দেখি চুৰ্ত্তিক হেৰাইল।
আতৰ হোৱা পাপীষ্ঠ কুসুমে বোলে বাণী
লাজ পাই গল বিপ্ৰ আপোনা আপুনি।
চতুৰ্ভুজ বাপু বোলে অ আই গোসানী
চোতাল বাটে ছটিওৱা গোবৰৰ পানী।
মহা পাপী বিপ্ৰ ইটো জানিলোহো আমি
তাৰ পদধূলিত অপবিত্ৰ ঠাইখিনি।
এত শুনি দ্বিজবৰ পাই বৰ লাজ
পোনে পোনে গৈলা গুচি অন্য গাঁও মাজ।
বিপ্ৰ সবে শুনি বোলে ইটো অদভুত
শঙ্কৰক স্পৰ্শে তাৰ কুষ্ঠ ভৈলা গাত।

যদ্যপি আছয় পাপ আমি সকলোৰ
শাস্তি ভুঞ্জাইবেক তিনি নাহিকে নিস্তাৰ
সেই দিন হন্তে বিপ্ৰগণে নুচুৱয়
নিলগৰ পৰা মাথো আশীৰ্ব্বাদ কৰয়।
ৰাত্ৰি কালে কুসুম্বৰে দেখিল সপোন
ব্ৰহ্মবধী বিপ্ৰ মহাপাপী সিটো জন।
তাহাৰ পৰশে দেখা শিশু গৈলা চুৱা
চুলি খুৰাই লোক আনি কেচুৱাক ধোৱা।
মুৰত ধৰিলা আহি শিশু শঙ্কৰৰ
এতেকতে শিৰ চুৱা গৈল তাসম্বাৰ।
চুলিক খুৰাও এবে মুণ্ডনক কৰি
ভক্ত গণ সমে ভক্তি ধৰ্মক আচৰি।
ৰজনী প্ৰভাতে ভৃঞা মধুৰাক আনি
খুৰাই পেলায় শঙ্কৰৰ চুলিখিনি।
মাতৃ সমে নাৰী গণে ধুৱাই লৈলা তুলি
সেইদিন শঙ্কৰৰ চৈধ্য মাহ গৈলা চলি।
শিশু শঙ্কৰৰ ত্ৰিশ মাহ ভৈলা পাৰ
একত্ৰিশ মাহ আহি পৌছিল দুৱাৰ।
খেৰসূতি বুঢ়ী আই কুসুমক মাতি
কৰ্ণ বেধ কৰিবাক বুলিলা সম্প্ৰতি।
শুনি কুসুমৰ ভৈলা হৰষিত মন
সুবৰ্ণৰ দেউলা* আনে কৰিয়া যতন।
সণ্চৰাক মাতি আনি দিন বাৰ চাই
কৰ্ণবেধ কৰ্ম কৰিবাক আগুৱাই।

**দেউলা - কাণ বিন্ধোৱা গুণা*

মধুৰা নাপিত আহি বিন্ধিলেক কাণ
পুৰ নাৰীগণে মাজে আগে দিলা জান।
সবে আহি মিলি গৈলা কুসুমৰ ঠাই
দেখি সত্যসন্ধ্যাৰ আনন্দৰ সীমা নাই।
হালধি তেলক ঘহি শঙ্কৰৰ গাৱে
বেঢ়ি ধৰি নাৰী গণে নানা গীত গাৱে।
বহু বিপ্ৰ আহি বোলে আশীষ বচন
শঙ্কৰৰ মাথে কৰে পুষ্প বৰিষণ।
চটাইলন্ত নখ কেশ আতি পতি কৰি
ধুৱাই কোলাত লৈলা সত্যসন্ধ্যা নাৰী।
নাৰী গণে বেঢ়ি ধৰি দিলন্ত উৰুলি
আশীৰ্ব্বাদ কৰিলেক কুশল হোক বুলি।

এহি মতে শঙ্কৰৰ কৰ্ণ বেধ গৈলা
লাহে লাহে কৰি গুৰু ছোৱাল হইলা।
উমলি জামলি ফুৰে নানা খেলা খেলি
সমনীয়া সমে কৰে কত গলা গালি।
ভণ্টা গুটি ধোপ হাউ না না খেলা কৰি
লগৰ শিশুৰ সঙ্গে ফুৰয় বাগৰি।
বয়সে কণিষ্ঠ তিনি দেখোতে সুন্দৰ
বালকৰ কান্তি দেখি সবে হোৱে থৰ।
সব নাৰীগণে দেখি বালকৰ ৰূপ
হব শিশু মহামান্য জানিলো ধুৰূপ।
শঙ্কৰৰ শিশু লীলা সবে গাইকই
হৰি হৰি বুলি নাম ঘোষিও সদাই।



## পদ

চক্ৰপাণি বোলে শুণা ভক্ত বৃন্দ গণ
শ্ৰীগুৰুৰ বাল্য লীলা কৰহ শ্ৰবণ।
এক দুই কৰি গুৰু তিনি বৰ্ষ পাইলা
লগৰীয়া সমে লৰি ঢাপৰি ফুৰিলা।
তাহাৰ সমান কান্তি কোনো লৰাৰ নাই
এহি হেতু সব লোকে শ্ৰীমন্ত বোলই।
জগতৰ গুৰু হৰি শিশু ৰূপ ধৰি
আন শিশু সঙ্গে ফুৰে নানা খেলা কৰি।
দৌৰা দৌৰী কৰি ফুৰে বনৰ মাজত
বন্য প্ৰাণী কত ধৰে নাই থান থিত।

উমলি জামলি থাকি তাক এৰি দেই
মাৱৰ বাধাত কাকো বধ নকৰই।
এক দিনা বালক সবৰ সঙ্গে লৰি
জাক পাতি সবে গৈলা লৱৰি ঢাপৰি।
এনে সময়তে তাত ময়ুৰৰ জাক
উৰিয়া বেৰাই তিনি সব শিশু মাজ।
সবে গৈয়া ময়ুৰ জাকৰ পাছে পাছে লৰি
আনিলা শঙ্কৰে এক পোৱালীক ধৰি।
ময়ুৰ পোৱালী ইটো বৰই সুন্দৰ
দেখিলেই লাগে মোহ তাৰ কলেবৰ।

ধপ ধপ কৰি পথী পাখিক কোবয়
তথাপিতো গঙ্গাধৰ তাক নচাৱয়।
সমনীয়া গণে কাঢ়ি আনিবাক যাই
শঙ্কৰক কেৱে খেদি লাগক নপাই।
সাতটি বালকে খেদি পেলাইল আগুৰি
আনিলেক ময়ুৰ গোট হস্ত হস্তে কাঢ়ি।
টনাটনি লাগি প্ৰাণী টান পাইল বৰ
উভালিয়া গৈল পাখী হাতে শঙ্কৰৰ।
ছালে টান পাই পখী জীৱ গৈলা মৰি
তাকে দেখি বালক সবে দিলে তাক এৰি।
দেখি শ্ৰীশঙ্কৰৰ দুখ লাগে বৰ
হাতে তুলি কত যত্ন কৰিলা বিস্তৰ।
মাথা গোট তুলি ধৰি কাণে ফুক দিল
তেতিক্ষণে ময়ুৰ গোট জীয়াই উঠিল।
বালক সবে পুনৰাই কাঢ়িবাক লৈলা
হাতে লৈয়া শঙ্কৰ যে ভিৰাই লৰ দিলা।
পুনৰপি বালক গণ খেদিবাক লৈলা
খেদি খেদি সবে আহি নগৰ পৌচিলা।
হাতৰ চেপাত পৰি জীৱ গৈলা উৰি
ভূঞাৰ গৃহত থৈলা গোৱালী ময়ুৰি।
মৃত পখী দেখি কুসুম্বৰ ৰাগান্বিত
ৰাগ দেখি বালক গণ ভৈলা চমকিত।
লৰিয়া পলাই সব বালকৰ জাক
হাত বাউলী শঙ্কৰে মাতিলা তাহাক।
কিয় মাৰি পেলাইলি ময়ুৰ পোণাকণ
ইমান ধুনীয়া প্ৰাণী হৰে প্ৰাণ মন।
যদ্যপ মাৰিলি পখী সবে বাটি খোৱা
পখীৰ মাংস ৰান্ধি খাই সবে গৃহে যোৱা।
কুসুম্বৰৰ বাক্যক শুনিলা বাল গণ
ময়ুৰৰ মাংস সবে কৰিলা ভক্ষণ।
মাংস ভাত খাই গৈলা সব লৰাগণ
শঙ্কৰে ময়ুৰ মাংস নকৰে ভক্ষণ।
পক্ষী মাংস খাইলা ৰঙ্গ কৰি বালসব
আনন্দতে গৃহে গৈয়া কৰিল উৎসৱ।
সবে প্ৰশ্ন কৰে ভাই তই যে ধৰিলি
আমাক খুৱাই মাংস তই নখাইলি।
ময়ূৰ নাখাও মই শঙ্কৰ বোলয়
কিন্তু ইয়াৰ মাংস সব হিন্দুগণে খায়।
লৰাগণে মিলি গৈলা শঙ্কৰক স্মৰি
সব নৰে তেওঁক স্মৰি বোলা হৰি হৰি।

>>>>■<<<<

## *ময়ুৰ পক্ষীৰ পূৰ্ব্ব বৃত্তান্ত*

### *পদ*

ভক্তগণ বোলে শুনা আঁতৈ মহাজন
ময়ুৰ পখী ধৰি মাৰিলেক কি কাৰণ।
কিয়নো মাৰিলা পখী বালকৰ সঙ্গে
বালক সবে ভক্ষণ কৰিলা মহাৰঙ্গে।

পখীৰ মাংসক কিয় আপুনি নাখাই
লগৰীয়া লৰা সবে খাইলা বিলাই।
আক শুনি চক্ৰপাণি বোলে হাঁহি হাঁহি
পূৰ্ব্ব জনমৰ কথা শুনা সবে বহি।
ৰাম অৱতাৰে প্ৰভু বনবাসে গৈলা
সীতা সমে পঞ্চৱতী বনত ৰহিলা।
সূৰ্প নখাৰ নাক কাণ ছেদিলা লক্ষণ
তাৰ পাছে বধিলন্ত খৰ আৰু দুষণ।
সীতাক হৰিয়া নিলা লঙ্কাৰ ৰাৱণ
জটায়ু নামেতে পক্ষী গৰুড় নন্দন।
খেদিয়া আহিয়া বাধা দিলা ৰাৱণক
বহু পৰ দুই জনে যুদ্ধ কৰিলেক।
অগ্নিবাণে জটায়ুৰ অন্তাগত জীৱ
সীতাৰ বাক্যেতে ৰৈলা ধৰি মাত্ৰ জীৱ।
ৰাম লক্ষণৰ সমে সাক্ষাত লভিলা
সীতাৰ বাতৰি পখী ৰামত বুলিলা।
জটায়ু বুলিলা মোৰ দুৰ্ভাগ্য জীৱন
ৰাক্ষসৰ হাতে মোৰ মিলিল মৰণ।
ভগবান অংশ কলা শ্ৰীৰাম লক্ষণ
তাৰা সব হাতে যদি মিলয় মৰণ।
জনমত কৰা নাই পাপ কোনো দিন
কিবা হেতু ৰাক্ষসৰ হাতে গৈলা প্ৰাণ।

তব পিতা বন্ধু মোৰ বীৰ দশৰথ
বন্ধুত্বৰ সুজিলো ঋণ যিবা ভৈলা কষ্ট।
আশাছিল কোনো দেৱৰ হাতত মৰণ
নতুবা হইব হাতে অবতাৰ লক্ষণ।
ইটো জন্ম পৰ জন্মে দেৱতা হইব
এতিক্ষণে সিটো ভাগ্য মোৰ নিমিলিব।
শ্ৰীৰাম বুজিলা ভাৱ জটায়ু পক্ষীৰ
অত এব জটায়ুক দিলা এক বৰ।
শুনিয়োক পক্ষীবৰ পৰ জন্ম কথা
শঙ্কৰ নামেতে জন্ম লব আমি যথা।
সেইকালে আপুনিও ময়ুৰ হইব
আমাৰ হাতে বন্ধু ভাৱে প্ৰাণক ছাড়িব।
তাৰ পৰে পাইব গৈয়া দেৱত জনম
মোৰ সঙ্গী গণে মাংস কৰিব ভক্ষণ।
আৰু যদি কিবা চোৱা বুলিও এখন
কৰিব আমিয়ে কৰ্ম তোমাৰ কাৰণ।
মৃত্যুকালে পক্ষীবৰ কিছু নচাইল
শৰাঘাত বেদনাতে প্ৰাণ বিসৰ্জ্জিল।
এইবাবে এই পখী ময়ুৰ জনম
শঙ্কৰদেৱৰ হাতে হেৰাইল জীৱন
ময়ুৰৰ মৃত্যু কথা মনত সুৱৰি
ভক্তগণ সবে ডাকি বোলা হৰি হৰি।



## হৰিৰ পুত্ৰ ভেকুৰীৰ ভগা হাত আৰোগ্য

### পদ

চক্ৰপাণি বোলে কথা ভক্ত গণে আগে
গুৰুৰ চৰিতামৃত শুনা মহাভাগে।
পৰম ৰহস্য কথা গুৰুৰ চৰিত
কাণত বৰিষে যেন পৰম অমৃত।
চক্ৰ পাণি বোলে কথা শুনে ভক্তগণ
খোৱা কাৰ্য্যে কেৱে নকৰয় কিছুখন।
চৰিত শুনয় মাত্ৰ তাতে কেহে ৰতি
মদ্যপায়ী গণ যেন পিয়লাৰ প্ৰতি।
একৈশ মাহ লীলা আতই বুলিলা
দ্বাবিংশ মাহৰ লীলা বুলিবে লাগিলা।
একচিত্ত হুয়া হেৰা মহা ভক্তগণ
শ্ৰীগুৰু চৰিত কথাত সবে দিয়া মন।
এহি বুলি চক্ৰপাণি বুলিবে লাগিলা
দ্বাবিংশ মাহৰ লীলা বৰ্ণাইবে লৈলা।
ভাদ মাহ আহি পায় লাহে লাহে কৰি
দ্বাদশ মাহত ভৰি পেলাইন্ত হৰি।
এক দিনা সব শিশু বালিত বহিলা
ৰাম ৰাম বালি ভাত ৰান্ধিবাক লৈলা।
ভাঙা চৰু খোলা এক আনিল বিচাৰি
চৌকা খান্দি তাতে সোমাই দিলা সৰু খৰি।
খোলাৰ ওপৰে বালি কিছুমান দিয়া
ৰঙ্গ কৰে শিশুগণে হাসিয়া হাসিয়া।

পাত আনি শাৰী পাতি সবাই বহিলা
প্ৰতিজন বালকৰ পাতে বালি ভাত দিলা।
শিশু গণে বালি ভাত ভগাইল জান
মুখে বালি দিয়া সবে হাঁহে ঘনে ঘন।
নিজ হাতে শঙ্কৰ বালি দিলকে বিলাই
বুলিলেক চেনি ভাত চোৱা সবে খাই।
মুখে লৈয়া বালক গণে বৰ মিঠা পাই
বোলে তুমি চেনি কৈত পাইলাহে ভাই।
খাই পাইলো আমি চেনি যেন বালি গুৰি
চেনিক পাইলা কত শঙ্কৰ মুৰাৰী।
এনেদৰে ৰঙ্গ কৰি বাল গণ আছে
ওঠত ঘহিয়া বালি মহাৰঙ্গে হাসে।
তাৰ পাছে সব বালক বৃক্ষ তলে যাই
লৱৰি ধাপৰি যুজি থাকিলেক গই।
তামচা কৰিয়া সবে খেলে নানা খেল
লৱৰন্তে ভেকুৰীৰ কাপোৰ ফালিল।
ছিন্ন বস্ত্ৰ দেখি ভেকুৰীৰ লাগি দুখ
গালি পাৰিবেক লৈলা হুয়া ক্ৰোধ মুখ।
কান্দি কান্দি ফটা বস্ত্ৰ হাতে লৈলা তুলি
কুসুম্বৰক গালি পাৰে টকা খোৱা বুলি।
হাসিয়া থাকয় গুৰু ভেণ্ডু চালি কৰি
মাৰিলেক ভেকুৰীয়ে চুলিত আচৰি।

আৰু এক চৰ যেবে মাৰিবাক গৈলা
চাপৰিয়া গুৰু লৰি কাষৰ হইলা।
তেতিক্ষণে বাগৰি যে ভেকুৰী পৰিল
বাম হাতখনি  তাৰ আপুনি ভাগিল।
হাত ভাগি পাচে সিটো কান্দে ৰাব পাৰি
বালক সকলে হাসে সবে বেঢ়ি ধৰি।
ভেকুৰীৰ পিতা হৰি খাটৰ শ্ৰমিক
পুত্ৰ দুখ দেখি পাইল বেদনা অধিক।
ইটো ভাবি শঙ্কৰ যে আছে মৌন ৰই
কিছুমাত বোল নাই একোকে নকই।
হস্তৰ বিষত লৰা কন্দে গেৰি পাৰি
শিশু গণে গাৱফুকে বস্ত্ৰে ধুলি জাৰি।
দুই এক গোটা তাতে মানুহ আহিল
কি কাৰণে ভেকুৰীৰ দুৰ্গতি হইল।
বুলিলা সবায়ে তাৰ বস্ত্ৰ দিল চিৰি
মাৰিবাক লাগি সিটো খেদা দিল ভিৰি।
চৰ মাৰিবাক লাগি হাতক তুলিলা
নলাগিয়া চৰ গাৱে বাগৰি পৰিলা।
তেতিক্ষণে ভেকুৰীৰ ভাঙি গৈলা হাত
শৰীৰত আন কষ্ট পাইল বহুত।
সুধিলেক শঙ্কৰত বস্ত্ৰ ফালা কিক
দুখীয়াৰ লৰা ঘৰে বস্ত্ৰ নাই অধিক।
শঙ্কৰে তুলিয়া বস্ত্ৰ হাতে কৰি আনি
সবাকে দেখাৱে বস্ত্ৰ নাই খুত খুনী।
নাফালো এই বস্ত্ৰ মই কভু দোষী নই
মিছা অপবাদে মোক দোষীয়া থাকই।

সমজুৱা গণে বোলে বস্ত্ৰ ফলা নাই
ভেকুৰীয়ে কিবা হেতু শঙ্কৰক খেদই।
পৰিলন্ত কাতি হুয়া হাত নেভাগিল
শঙ্কৰে যে কোনো দোষে দোষী নভইল।
ৰাম ৰাম বোলে কিয় গালিক পাৰিলা
মাৰিবে আনক খেদি আপুনি মৰিলা।
তোৰ পিন্ধা কাপোৰ দেখো কতো চিৰা নাই।
মিছাতে বদ্‌নাম কৰ শঙ্কৰক তই।
মাৰিবাক লাগি তই তাহাক খেদিলি
আপুনি পৰিয়া পাছে হাত ভাগি লৈলি।
বস্ত্ৰ লৈয়া ভেকুৰী যে গৃহে চলি গৈলা
উমলতে যত কথা পিতৃক বুলিলা।
সাক্ষাতে দেখিলো বস্ত্ৰ ফালিল শঙ্কৰ
সেহি হেতু শঙ্কৰক মাৰিবাৰে চৰ।
খেদা দিয়া যেবে হাত মেলি দিলো মই
হাতৰ তলেৰে পলাই কুসুম তনই।
আফল খাইয়া মই বাগৰি পৰিলো
হাতখনি ভাগি মই সমূলে মৰিলো।
পাছে সমাজৰ লোকে কাপোৰক চাই
মোৰ কাপোৰত কোনো ক্ষতি খুন নাই।
হৰি বোলে মোৰ সঙ্গে এতিয়াই চলা
শঙ্কৰৰ পাৱত ধৰিয়া ক্ষমা বলা।
ভেকুৰীক লৈয়া হৰি কুসুমৰ ঘৰে
মনত গুণন্ত তাক দেখিলা শঙ্কৰে।
নিশ্চয় জানিলো আজি পিতৃ খণ্ড কৰি
বকিবে আমাক ইটো কাৰণতে ধৰি।

কুসুম সুধিলা কথা কি কাৰণে হৰি
আমাৰ গৃহক আহি পালা আজি ধৰি।
হৰিয়ে বুলিলা মোৰ পুত্ৰ দুষ্ট বৰ
মিছা অপৰাধে বাদ কৰে শঙ্কৰৰ।
ইটো' অপৰাধে তাৰ হাত যে ভাগিল
ক্ষমিওক বাছা সি যে অবোধ ছোৱাল।
কুসুম বুলিলা ইটো কথা নোহে ভাল
সামান্য বালক মোৰ অবোধ ছোৱাল।
হৰি আৰু ভেকুৰী দুই গুৰু পাৱে পৰি
কৰিলা মিনতি বহু বচন সাদৰি।
পিতৃৰ বচনে শঙ্কৰ ভেকুৰীক ধৰি
গাৱত পিহিলা হাঁহি দুই হাত জুৰি,
যেতিয়াই শঙ্কৰৰ পিহনি লাগিলা
ভেকুৰীৰ ভগা হাত ভাল হৈয়া গৈলা।
ইটো ঘটনাক কুসুম্বৰে আছে চাই
পিতা পুত্ৰ সিহঁতক নমিলা দুনাই।
প্ৰণাম কৰিলা তাক বহু স্তুতি বাণী
হৰি পুত্ৰ প্ৰণামিয়া মাগিল মেলানি।
হৰি ভাবিলেক ইটো কথা অদভুত
পৰম পুৰুষ এওঁ কুসুম্বৰ সুত।
আক ভাবি পিতা পুত্ৰ চলিলেক ঘৰ
কুসুম্বৰে প্ৰবেশিলা আপোনাৰ ঘৰ।
ভগবান শঙ্কৰ লীলা শুণা সবলোক
হৰি হৰি বোলা সবে পাপ পলায়োক।

****************

## *শ্ৰীমন্ত শঙ্কৰৰ চুড়াকৰণ*

### *ছবি*

চৰিত কয় চক্ৰপাণি ভক্তগণ আছে শুনি
শঙ্কৰৰ অমৃত চৰিত
স্নেহৰ পৰশ পাই শঙ্কৰ দেৱ বাঢ়ি যাই
পঞ্চম বৰিষত উপাগত।

শঙ্কৰৰ দেহ কান্তি    দাঁত মুকুতাৰ পান্তি
চকু যেন নব পদ্ম কোষ
দেখি লাগে চমকিত    আনন্দে হৰয় চিত
মনত যে মিলয় সন্তোষ।
পাচ বছৰীয়া শিশু    যেন আঠ বছৰীয়া
যেন পূৰ্ণিমাৰ শশী কলা
বালকৰ ৰূপ গণি    কৰে সবে কণাকণি
এন্ধাৰে বিজুলী সম জ্বলা।
কুসুম্বৰ শিৰোমণি    কিছু কথা ভাবি গুণি
সণ্ঢৰাইক মাতিয়া আনিলা
বুঢ়া খাক সঙ্গে লই    বহিলন্ত এক ঠাই
দিন বাৰ গণিবে লাগিলা।
কুসুমে বোলন্ত আপ    বন্ধুবৰ মোৰ বাপ
এক কথা আলোচিবে যাওঁ
মোৰ পুত্ৰ গঙ্গাধৰ    শিশু পঞ্চ বছৰৰ
চুড়াকৰণ পাতিবাক চাওঁ
বুঢ়া খা বুলিলা বাণী    শুনা গুৰে শিৰোমণি
তুমি সব লোকৰ উপৰ
পুত্ৰৰ কৰ্মত এবে    যথেষ্ট খৰচ হবে
কৰিবে নপাৰে সৰু বৰ।
সণ্ঢৰা বুলিলা বাপ    চুড়াকৰণ কৰিওক
মাঘৰ সপ্তমী তিথি ভাল,
মাঘী শুক্লা সপ্তমীত    চুড়াকৰণ কৰিয়োক
তেতিয়া নহৈব আহুকাল।

হোমৰ কাৰণে ঘিউ খৰি কাঠ আনিলন্ত
দধি দুগ্ধ তিল আৰু তণ্ডুল
সমস্ত বস্তু যোগাৰ বুঢ়া খাই কৰিলন্ত
সৰিয়হৰ উলিয়ালে তেল।
সপ্তমী তিথিৰ দিনা বৰ ৰভা সাজিলেক
সমস্ত ভূএগণ আহি
দনা পাত কাটিলেক বয় বস্তু আনিলেক
লেখ তাৰ কৰিবে নোৱাৰি।
বিশ মোন দুগ্ধ আনি পায়স বনাই জানি
তিল পিঠা কত বনাইল
নাৰিকল তিলৰ লাৰু দধি আনে শত চৰু
দালি সজ্বী যোগাৰ কৰিল।
উৰুলি দিলেক ঘনে বাদ্য বাৱে ঢুলীয়াগণে
পানী তুলি আনিলন্ত যাই
ধুৱাই নোৱাই আনি মাথাত পাগুৰি টানি
চাদৰক দিলেক উৰাই।
ৰভাৰ তলক নিলা হোমত পূৰ্ণাহুতি দিলা
মূল্যবান বস্ত্ৰক পিন্ধাই
মাধই কোলাত লই খেৰসুতি কাষে ৰই
ৰভাৰ তলত বহাই লই।
বুকুৰ মাণিক গোট পুষ্পক হাৰ দালি চোট
সঘনে দোলয় উজ্বলি
কৰ্ণত কুণ্ডল দুই উজ্বলিয়া ঘাড় চুই
লৰি থাকে চিকি মিকি তুলি।

কেনে সুন্দৰ দেৱ শিশু	তুলনা নাহিকে কতো
উজ্বলিছে ৰভা তলখনি
নৰোত্তম গুৰু তাতে	দেৱতাৰ পূজা পাতি
উচৰ্গিলে ফুলৰ কৰণি।
ষোড়শ উপচাৰে পূজা	কৰিলেক নৰোত্তম
উলটিয়া ৰতাহ বলিলা
দেৱতাক উচৰ্গিত	দলিওৱা পুষ্প যত
শঙ্কৰৰ ভৰিত পৰিলা।
হোমাগ্নি জ্বলাই আতি	চোতালত হোম পাতি
ঘৃতাহুতি দিলা বহু বাৰ
বাৰে বাৰে নুমাই যায়	জুই কুৱা নজ্বলয়
শঙ্কৰেও চুলে একবাৰ।
তেতিক্ষণে হোম জুই	জ্বলিল দাউ দাউ কই
ৰভাতলে জ্বলিয়া উঠিল
সমজুৱা গণে তেবে	অতি আচৰিত ভাবে
কোৱা কুই কৰিতে লাগিল।
ৰভা তলে বুঢ়ী আই	সত্যসন্ধ্যা সমে ৰই
কাষত কুসুম আছে বহি
ফুল পুষ্প হাতে লই	দুই হাত জোৰ কই
পুৰোহিতৰ বাণীক উদ্দেশি।
উত্তৰীক পিন্ধাইল	গাৱে বস্ত্ৰ সোমাইল
হাতে কটা সূতাৰ উত্তৰী
মুণ্ডন কৰিয়া যেবে	ধুৱাই বহাই লৈলা
যেন দিব্য স্বৰগৰ পৰী।

পূজা হোম শেষ হ'ল শঙ্কৰ ঘৰতে গ'ল
খেৰসূতিৰ হাতে ধৰি ধৰি
সমজুৱা লোক গণে নাম কীৰ্ত্তন গাৱে ঘনে
আনন্দতে নাচে ঘুৰি ঘুৰি।
বিপ্ৰক দিলেক দান ভুঞ্জাই অন্ন ব্যঞ্জন
পায়স পিঠা লাৰু আদি কত
সমজুৱা সব লোকে অন্ন ব্যঞ্জন খাইলেক
দধি দুগ্ধ পায়স আদি যত।
সবে বোলে কৰ্ম ভাল ধৰ্মত আছে মতি ভাল
আৰু ভাল ভূঞাৰ নন্দন
সমাজৰ মাজে তিনি পূজ্য হ'ব গুণী মানী
বিজয় কৰিব ত্ৰিভুবন।
ই হেন কথাক বুলি শঙ্কৰ নামক তুলি
ইটো কৰ্ম কৰি সমাপন,
নেৰিবাহা ৰাম নাম হাতে মুখে কৰা কাম
নামতে পাইবা ধন ধান।
অনিত্য মানব দেহা দুদিনহে কৰিব বেহা
দুদিন পাছে দেহা হব ক্ষয়
নিজ স্বাৰ্থ পৰি হৰি নিত্য হোৱা লক্ষ্য কৰি
তেহে লোক কৰিবাহা জয়।
ঘোৰ কলি কাল ইটো পাপ কৰ্মে সদাৰত
পানীত পৰি পানীক চাৱয়
অগনিত ইন্ধন দেই তাৰ শিখা বাঢ়ি যাই
কদাচিতো নিবৃত্তি নোহয়।

মনুষ্য শৰীৰ জানা      এই আছে পৰে নাই
যেন পদ্ম পত্ৰৰেহে জল
পৰিলে পাবৰ নাই      একো চিন নথাকই
এইমত জীৱন চঞ্চল।

শঙ্কৰৰ মতধৰা      সব আশা পৰিহৰা
মাথো সেৱা কৰিবাক নৰৰ
ইয়ে নাৰায়ন সেৱা      মনত জানিয়া লোৱা
ধৰ্ম ইটো মানৱ জীৱনৰ।

আৰু থাকা যতদিন      কৰ্মযোগে ৰাখিমন
মুখত ৰাখিবা হৰিৰ নাম
নাম ধৰ্মত মুঠি ধৰি      মুখে বোলা হৰি হৰি
হব পূৰ্ণ তব মনোষ্কাম।

ভাৰ্য্য পুত্ৰ যত দেখা      জীৱন জলৰ ৰেখা
মৰি গলে নাথাকিব চিন
যদি নাম থাকে মুখে      পাইবা মোক্ষ মহাসুখে
অন্তিমত বিষ্ণুত হবা লীন।



## কুসুম্বৰৰ নৰিয়া সত্যসন্ধ্যাৰ প্ৰতি উপদেশ

### ছবি

কুসুম্বৰ শিৰোমণি      ৰাজ্য মধ্যে মহামানী
কালৰ হাতত গৈলা পৰি
এৰাইতে উপাই নাই      আয়ু আহি ভৈলাক্ষয়
ৰোগ শয্যাত পৰিল বাগৰি।

কেচুৱা পুত্ৰক চাই নিমিষক নাকাৰই
হা পুত্ৰ কিনো ভাগ্য তোৰ
তোক মাত্ৰ দেখা পালো মানুহ কৰিবে নৰিলো
ইটো দুখ লাগি ৰৈলা মোৰ।
কত বৈদ্য অহি গৈলা ঔষধ কতেক দিলা
ফল কিছু নধৰিল মানী
এতেকে জানিলো মই মোৰ আয়ু ভৈল ক্ষয়
যম দূতে নিবেদিন গনি।
খেৰসুতি মাতৃ গৈয়া মুখ হাত ধুই দিয়া
সত্যসন্ধ্যা থাকে সঙ্গে পৰি
দিবা ৰাত্ৰি শুশ্ৰূষাৰ্ত শৰীৰ শুকাই গৈলা
যত্ন চেষ্টাৰ নাই আতি গুৰি।
স্বামীৰ চৰণে ধৰি বোলন্ত আই সুন্দৰী
কিবা দিহা দিয়া গৈলা মোক
পুত্ৰক দেখিবা ভালে নাই একো আহুকাল
মোৰ বাবে নকৰিবা শোক।
বিধাতাৰ সৃজিতা এই নাৰী জাতি কভু নই
তিনি কালে নোহে স্বতন্ত্ৰৰ
শিশুকালে পিতামাতা যৌবনত পতিব্ৰতা
বৃদ্ধ কালে পুত্ৰৰ ওচৰ।
ইটো কলি কাল ঘোৰ পাপৰ নাহিকে ওৰ
হৰি নাম মাত্ৰ সাৰ কৰা,
সংসাৰ অসাৰ জানি যিবা পাইবা তাকে মানি
হৰিৰ কৰম বুলি ধৰা।

ধুপ দীপ জ্বলাই ধুনা      গাই মাধবৰ গুণ
কৰে স্তুতি খেৰসুতি আই
শিঙৰী পৰ্ব্বতে শিৱ      থানক লাগিয়া শঠা
ৰাখিলন্ত আসন জটাই।
এক হাল পঠা বলি      দিবো আমি আই কালী
যদি সুকুম আৰোগ্য হোৱই।
মোৰ বোপা কুসুমক      ভাল কৰি দিয়া দেৱ
দিনে ৰাতি প্ৰাৰ্থনা কৰৱই।
এহি বুলি স্তুতি কৰি      মাতৃ পত্নী সষ্টাঙ্গে পৰি
কৰিলন্ত কতনামে স্তুতি
নাপাইলা একোতে ফল      সব ৰসাতলে গল
ৰোগৰ নাহিকে অগ্ৰগতি।
ছন্দৰী মাধবী আহি      ভৰি হাত মুৰা পিহি
উঠত পানী দিয়া ধৌত কৰে,
সিজাই চাউলৰ পানী      খেৰসুতি দিলা আনি
খাইবাক কদাপি নোৱাৰে।
শিশুমতি শঙ্কৰৰ      অতি পুষ্ট কলেবৰ
দৌৰী ফুৰে লগৰীয়া সমে
থোকা থুকি কৰি খোজ      কাঢ়ন্তে পাৱই লাজ
বাগৰি পৰয় কোনো ক্ষণে।
ইমান সুন্দৰ ৰূপ      নাই দেখা জগতত
সব লোকে কৰে কণাকণি
কিনো ভাগ্য সত্যসন্ধ্যা      পাইল উত্তম পুত্ৰ
মনুষ্য কুলৰ শিৰোমণি।

একদিন শয্যাহন্তে শঙ্কৰক কোলে লই
কুসুম্বৰে কৰন্ত চুম্বন
বালিত পাৰিয়া কণি কাছ যেন যাই চলি
হেন ৰূপে এৰিলো ৰতন।
তাৰ কিছু দিন পাছে শয্যাত পৰিয়া আছে
কুসুম্বৰ শিৰোমণি ভূঞা
শোকে জৰ্জ্জৰিত হই খেৰসুতি মাতৃ ৰই
ভূমিত পৰিল মূৰ্চ্চা গৈয়া।
কুসুম্বৰ বোলে আই শোক কৰি লাভ নাই
যমদূতে আছে বাট চাই
যেতিক্ষণে নিব বান্ধি তুমি কি কৰিবা কান্দি
শোক কৰি কষ্টহে মিলই।
নাতিয়েৰক দিলো সপি বুকুৰ মাজত ৰাখি
মানুহ কৰিবা তুমি তাক
বংশ ৰক্ষা হেতু দুই শঙ্কৰ আৰু কনগঞা
ভাল মতে পালিবা তাহাক।
সত্যসন্ধ্যা আহি পাইলা কুসুমে কান্দিবে লৈলা
সন্ধ্যা আই কান্দে পাৱে ধৰি
কিনো বিধি বাম ভৈলা মোৰ নাওঁ তল গৈলা
বামতে বুৰিল আশা তৰি।
পতি পালো ভাগ্যবান ভূঞা কুলৰ সূৰ্যযেন
অকালতে কাল ৰাহু গিলে
যদ্যপি এৰিয়া যাই মোক বৈধব্যত থই
কেন মতে থাকিবো অকলে।

সত্যসন্ধ্যাৰ পিনে চাই কুসুমে যে বোল ৰই
গদ গদ বুলিলন্ত বাণী,
নাকান্দিবি সন্ধ্যা তুমি ধৰা ধৈৰ্য্য অকণমাণি
অনিৰুদ্ধ ভূঞাৰ নন্দিনী।
মৃত্যুকক লাগি হেৰা শোকে কান্দে যিটো জনা
তাৰ বিলাই শুনা মন দিয়া,
কাক শৃগালত জন্মি চৌৰাশী নৰক ভুঞ্জি
ফুৰে সদা আটাহ পাৰিয়া।

*পুত্র উপজিলে যিটো নকৰয় আনন্দ একো*
*মৰিলেও নকৰয় শোক*
*মান অভিমান কিবা একোকে নজানো সিটো*
*তাকে বোলে জানা জ্ঞানী লোক।*

জনম মৃত্যুতে জানা নাহিকে কোনোৰে হাত
বিধাতাৰ সঙ্কেতে চলই
এতেকেহে প্ৰাণীসতী শোক এৰা মোৰ প্ৰতি
থাকিবা সন্তানৰ মুখ চাই।
এহি বুলি শিৰোমণি ঘুৰাইল চকু মণি
বাক ৰুদ্ধ হইয়া পৰিল,
দীঘল হুমুনিয়াহ কাঢ়ি বিচনাত ৰল পৰি
যেন মৃত প্ৰায় হুয়া ৰৈলা।
কৃষ্ণৰ দাসৰ দাস এই অজ্ঞজনে কয়
হৰি কথা অমৃত সমান,
হৰি ৰাম ৰাম বুলি ওপৰক মুখ তুলি
নিৰন্তৰে বোলা ৰাম ৰাম।

কালৰ হাতেত লয় নিজৰ একোৰে নাই
সকলোকে কালে হৰি নিব
পতি পুত্ৰ স্বামী হই থাকিব সকলে চাই
যৰে জীৱ তাকে চলি যাব।
মৃতকক লাগি হেনো শোকত কান্দয় যিটো
তাহাৰ শেষে কি হয় বিলাই
শৃগালৰ জন্ম লই আটাহ পাৰি ফুৰৱই
ইটো কথা নীতি শাস্ত্ৰে কই।
যাবৎ জীৱন যদি আটাহকে পাৰৱই
তবু মৃতক নাহে নাহিব যে ফিৰি
আপোন দেহ ক্ষয় শুকাই ক্ষীনাই যায়
কৰ্ম কৰা শোক তাপ এৰি।

## *কুসুম্বৰ আৰু সত্যসন্ধ্যাৰ পৰলোক আৰু জ্ঞাতি সকলৰ দ্বাৰা শৱ সৎকাৰ খেৰসূতিৰ বিলাপ*

### *পদ*

বনগঞা গিৰি আৰু পুত্ৰ শঙ্কৰক
বিচাৰিলা কুসুম্বৰে মুখ দেখিবাক।
জ্ঞাতি বন্ধু মাতৃ আৰু যত প্ৰজাগণ
বহুতৰে নাম কাঢ়ি মাতিল্লা তখন।
তথাত আছিল যত পুৰবাসীগণ
খবৰ কৰিলা যত আছে বন্ধুগণ।
খেৰসূতি দেৱী মাই আহিলেক ধাই
বুঢ়া খা আহিল আৰু আহে কেতা খাই।
বাৰ্ত্তা শুনি অৰুণিও উধাই আহিল
জয়ন্ত মাধব দুইকো মাতিয়া আনিল।
সব লোকে কুসুমক বেড়িয়া আচই
নিতাল শবদ ভৈলা মাত বোল নাই।

বেজ আনি বেজালী কৰিলা বহু বাৰ
বৃদ্ধি মাত্ৰ পায় ৰোগ আৰোগ্য নাই আৰ।
তাৰ পাছে কুসুম্বৰ চেতনাক পাই
বুঢ়া খাক আনিলা নিজে কাষত মতাই।
পৰামৰ্শ সুধিলা যে ভূঞা শিৰোমণি
কিবা দিহা দিয়া বন্ধু তুমি ভাবি গুণি।
বুঢ়া খা বুলিলা বন্ধু আছে খুড়া দুই
জয়ন্ত মাধব দুয়ো পূজনীয় হই।
ইহাৰ উপৰে তুমি দিয়া দায়িত্ব ভাৰ
যত দিন সাবালক শঙ্কৰ নোহে আৰ।
শঙ্কৰ সাবালক হৈলে দিব ৰাজ্য ভাৰ
নঘটিব কিছু আত বিঘিনি সত্বৰ।
বন্ধুৰ বচন শুনি অসুস্থ কুসুম্বৰ
জয়ন্ত দলৈৰ হাতে দিলা ৰাজ্যভাৰ।
শঙ্কৰ বনগঞা দুইৰো মুৰে হাত তুলি
কৰিলা চুম্বন বাচা কুশল হোক বুলি।
তাৰ পাছে সবাকো চাই কৰি হাত যোৰ
বিদায় দিয়া বাপ সব ডাক আহিল মোৰ।
ক্ষণেক পিচত মই যাইবো যমপুৰী
মোৰ দেহ প্ৰাণহীন ঐত বৰ পৰি।
খুড়া দুয়ো পালিবা সমস্ত প্ৰজাগণ
গৃহত আচয় যত দাসী পুত্ৰ গণ।
কথা বুলি ধৰ ফৰ কৰিতে লাগিল
বাকৰুদ্ধ হুয়া মুৰ জোকাৰিবে লৈল।
দীৰ্ঘ নিশ্বাস কাঢ়ি দেহ ৰৈলা কাষ্ঠসম
বুজি পালে লোক গণে আত্মা নিলে যম।

হাব ৰাব লাগি গৈলা ভূঞাৰ গৃহত
মাটিত বাগৰি পৰে দাসী পত্নী যত।
সত্যসন্ধ্যা দেবী গৈলা মাটিত বাগৰি
তাৰ কাষে পৰি গৈলা দাসী যে ছুন্দৰী।
অনুধৃতি পৰি গৈলা পুত্ৰ বুকে ধৰি
খেৰসূতি মাতৃ কান্দে বাগৰি বাগৰি।
এইমতে উঠি গৈলা কান্দোনৰ ৰোল
ভূঞা পৰিয়ালে আহে মানুহৰ দ'ল।
সবে কৰে হায় হায় বয়স নাপালে
কাল ৰাহু আহি চন্দ্ৰ গ্ৰাসে অল্পকালে!
হলায়ুধ বুঢ়া খাই কান্দে নাম কাঢ়ি
বীণাই কান্দন্ত তাতে যত পুৰ নাৰী।
পানীত পৰিলা মণি কৈত পাব আমি
বন্ধুগণ কান্দে সবে হুয়া জুমাজুমি।
হাপতি প্ৰাণ ধন বুলি সন্ধ্যাদেবী
মূৰ্চ্চা গৈলা ভুমি পৰি চৰণত সেবি।
গৈলা মূৰ্চ্চা সন্ধ্যাদেবী মাত বোল নাই
শোকাকুল সমাজে কেৰে ফিৰিয়া নাচাই।
কুসুম্বৰৰ প্ৰাণবায়ু উৰি গৈলা যেবে
কাষতে আছিল জ্ঞাতি বন্ধু বান্ধ সবে।
বুঢ়া খা কেতা খা আৰু জয়ন্ত মাধব
যত যত ছিল বন্ধু প্ৰাণৰ বান্ধৱ।
জয় ৰাম আদি কৰি আৰ কত জন
বাৰ্ত্তা শুনি আহিলেক যত ভূঞাগণ।
পণ্ডিত মানব আৰু গিয়ানী সজ্জন
কুসুম্বৰ সম নাই ইহা একজন।

শূন্য কৰি নিলা আজি টেম্বুবাণী ধাম
ৰূপে গুণে জ্ঞানে কৰ্মে ছিল অনুপম।
এহি বুলি সব লোকে কৰয় যে খেদ
লৰা বুঢ়া তিৰি ছলি নাই ভেদা ভেদ।
যৌবন, কালতে গৈলা ইহলোক ছাড়ি
দুই ভাৰ্য্যা দুই পুত্ৰ আৰু মাৰক এৰি।
দুখিনী মা খেৰসূতি কান্দেৰাৰ পাৰি
হৰি হৰি মই কিয় আগে নাযাও মৰি।
দিবস নাযাব সুখে নাযাব ৰজনী
দহিছে পৰাণ মোৰ প্ৰচণ্ড অগনি।
স্বামী গৈলা পৰলোক নাভাবিলো কিছু
পুত্ৰ নাতি কোলে লৈয়া সব পাহৰিছো।
পুত্ৰ শোক ইটো মই কিমতে এৰাও
বিৰহত দহে হিয়া কৰি দাউ দাউ।
বিধবা বোৱাৰী দুই অতি ৰূপৱতী
যৌবনে বিধবা হৈলা কি হইব গতি।
পুত্ৰৰ শোকক মই কিছু পাহৰিবো
বোৱাৰী দেখিলে জুই সদায় জ্বলিবো।
দুইজন নাতি ল'ৰা নাবালক আতি
নাজানিলে সিহঁতেও পিতৃৰ প্ৰকৃতি।
চঞ্চলা চপলা মোৰ কণিষ্ঠ বোৱাৰী
তাইৰ যৌবন লিপ্সা ৰাখে কেন কৰি।
হে প্ৰাণ জোৱাই মোক উপদেশ দিয়া
পুত্ৰৰ দাৰুণ শোক যাব পাতলিয়া।
বুঢ়া খা আহিয়া বোলে নমস্কাৰ কৰি
আপুনি নহলে শান্ত কোনে বা কি কৰি।

প্ৰণাম কৰিছো দেবী শোক পৰি হৰি,
একান্ত চিত্তেৰে সদা বোলা ৰাম হৰি।
কেতাই খা আহিয়া বোলে ওৰে বুঢ়ী আই
শোক কৰি এতিয়া যে কোনো লাভ নাই।
লুইতৰ তীৰে মামাৰ শব নিয়া যাই
চিতা সাজি সতকাৰ কৰিবে লাগই।
এই বুলি সবে মিলি চৌদল সাজিলা
কুসুম্বৰৰ মৃতদেহ নদী তীৰে নিলা।
সত্যসন্ধ্যা অনুধৃতি লগে চলি যাই
খেৰসূতি শোকে তাতে মূৰ্চ্চা হইয়া ৰই।
ছন্দৰী আহিয়া দিলা মুৰে তেলপানী
ধাৰাসাৰে বই আছে দুই চকুৰ পানী।
বিচিবে লাগিলা তিনি লইয়া হলধৰ
বিচনাক শুৱাই নিলা দিনান্তৰ।
বুঢ়া খা, কেতাই আৰু ৰাম খা ভাগিন
ৰামধন সমে লৈলা দ'ল চাৰিজন।
ভূঞা সবে ধ্বনি কৰি পিচত চলিলা
জয় জয় কুসুম্বৰ ধ্বনিক তুলিলা।
এক ডাল আম কাটি তুলিলা গাড়ীত
সমজুৱা প্ৰতিজনে খৰিক আনন্ত।
নদীৰ তীৰক নিয়া দোলক ৰাখিলা
বুঢ়া খা আহিয়া চিতা খানক সাজিলা।
চিতাখান তৈৰী হৈলা সন্ধ্যা অনু* নাই
কান্দি কান্দি বাটে বাটে বাগৰি পৰই।
হাতে ধৰি পুৰ নাৰী গণ সঙ্গে আহি
আউলী বাউলী চুলি বস্ত্ৰ পৰে খহি।

*অনু - অনুবৃতি

মাটিত বাগৰি পৰি কান্দে হামাৰাব
চকু মেলি দেখিতে নপাৱে দুই মাব।
সব লোকে মৌন ভাৱে টোকে চকুপানী
খৰি কাটি চিতা সাজে কৰি জয়ধ্বনি।
পানীৰ কাষত নিয়া সাজে চিতাখন
চাৰিফালে আছে বেঢ়ি ভূঞা জ্ঞাতিগণ।
অসংখ্যাত লোকে চতুৰ্দ্দিকে বেঢ়ি চাই
আয়তি সকলে বেঢ়ী দেবী নাম গাই।
নৰোত্তম গুৰু চলি গৈলন্ত আগত
শৱ শান্তি কৰি চিতা মন্ত্ৰে পাতিলন্ত।
নোৱাই ধুৱাই জয়ন্ত মাধবে ধৰি আনি
সাত পাক ঘুৰাই মুঠি চিতাত দিলা পানী।
শৱ আনি উবুৰিয়াই চিতাত তুলি দিলা
উত্তৰ ফালে শিৰ ৰাখি চিতাত থাপিলা।
জয়ন্ত মাধব আহি জুইক জালিলা
কৃষ্ণ কৃষ্ণ বুলি সবে হৰি ধ্বনি দিলা।
তাৰ পাছে কান্দি কান্দি সত্যসন্ধ্যা আই
চিতাত পৰিবে লাগি আগবাঢ়ি যাই।
অনুধৃতি বোলে ময়ো যাও লগ হই
গাৱত সাবটি ধৰি সন্ধ্যাই বোলই।
স্থিৰ মতি হোৱা ভনী শুনা মোৰ বাণী
জন্ম দিছো দুই পুত্ৰ আমি দুইজনী।
এক পিতাৰ ঔৰসেতে দুয়োৰে জনম
দুয়ো ভাই হল আজি কাছ কণী সম।
পিতা-মাতা দুইজনে শঙ্কৰক এৰিলো
হলধৰ সমে পুত্ৰ তোমাক সমৰ্পিলো।

নিজৰ গৰ্ভজাত বুলি কৰিবা ডাঙৰ
নকৰিবা দুই ভাইৰ মাজত ভিনপৰ।
দুইজনক নিবা তুমি সম ভাৱে তুলি
সৰ্ব্বদাই থাকিবা খেৰসূতিৰ আজ্ঞাপালি।
*এক পুৰুষ, এক ভাৰ্য্যা, একেটি বিবাহ*
*পৰবৰ্ত্তি স্বামী ভাৰ্য্যা ইন্দ্ৰিয় আবাস।*
পুত্ৰ লাভ হেতু তুমি আহিছিলা ঘৰে
হেন পুত্ৰ জন্মিয়াছে কোনে মানুহ কৰে।
পুত্ৰবধু নাতি দেখি লভিবা আনন্দ
অন্তকালে স্বৰ্গ যদি ভাগ্য নোহে মন্দ।
এজনী অনুগামিনী আন জনী বংশ
ৰক্ষা হেতু কৰ্ম কৰা আমাৰ কৰ্ত্তব্য।
এতেকেহে ভনী তুমি ঘৰে যোৱা ফিৰি
কুসুম্বৰ আৰু ভূঞা বংশ ৰক্ষা কৰি।
সেৱা কৰি ফিৰি আহিল অনুধৃতি আই
মাধবী ছন্দৰী ধৰি আনিলেক গই।
সত্যসন্ধ্যা চলি গৈলা স্বামীৰ লগত
চিতাত আহুতি প্ৰাণ দিলা বিধিমত।
ছন্দৰী মাধবী আৰু যত পুৰ নাৰী
বুঢ়া খা কেতা খা আহি ধৰিলা আবৰি।
ছন্দৰীৰ কোলে শুই আছন্ত শঙ্কৰ
চোৱা ছাই কৰি কান্দে লোক নিৰন্তৰ।
কল গাখীৰ ফল মূল কত উপহাৰ
আনি দিলা বন্ধু ইষ্ট গণে যে তাহাৰ।
হলধৰে কিছু নাখায় মাতৃ কোলে যাই
একো বস্তু নখাবয় শঙ্কৰ গোসাই।

হা পিতা মাতা বুলি বিচাৰি বিচাৰি
ইফালে সিফালে চায় লৰৰি ঢাপৰি।
আই আই বুলি হাহাকাৰ কৰি ফুৰে
কোনো বস্তু লই শিশু শাতকে নপৰে।
খেৰসূতি আই পাছে সাবটিয়া লই
গাখীৰত চেনি সানি দিলন্ত খুৱাই।
দুগ্ধ খাই পাছে শিশু টোপনিত পৰিলা
হলধৰে মাতৃ কোলে সুতিয়া ৰহিলা।
সেই বেলা নিশা আহিঁ ভৈলা উপাগত
শঙ্কৰক ধৰে বেঢ়ি জ্ঞাতি বন্ধু যত।
জয়ন্ত মাধৱ শতানন্দ তিনিজন
কলপাতে ভুমি ভাগে কৰিলা শয়ণ।

মজিয়াত তৃণ পাৰি সবে শুই ৰৈলা
দুই কাষে দুই বন্তি জ্বলাই ৰাখিলা।
বুঢ়ী আই মাধবী ছন্দৰী তিনিজন
সৰ্ব্বদাই শঙ্কৰক কৰে নিৰীক্ষণ।
মাউৰা শিশু শঙ্কৰক চম্ভালে ভালমতে
ছন্দৰী মাধবী খেৰসূতী সাধ্যমতে।
তাহাৰ যতনে গুৰু লাহে লাহে কৰি
মন সুখে ফুৰে ঘুৰি লৰৰি ঢাপৰি।
হাঁহি মাতি নাচি বাগি ফুৰে ৰিঙিয়াই
তথাপি নজৰ ৰাখে জয়ন্ত দলই।
শঙ্কৰৰ শিশু লীলা শুনি এক মনে
অন্যথায়ে গতি নাই হৰি নাম বিনে।



*কোনো কোনো চৰিত পুথি মতে কুসুম্বৰৰ পৰলোকৰ তিনি বছৰ পাছত আৰু কিছুমানৰ মতে শঙ্কৰৰ সাত বছৰ বয়সত সত্যসন্ধ্যা স্বৰ্গী হয়।*

---

*সত্যসন্ধ্যাৰ পৰলোক সমন্ধে ভিন ভিন পুথিৰ ভিন ভিন মত দেখা যায়। কিছুমানৰ পুথিৰ মতে সত্যসন্ধ্যা শঙ্কৰদেৱৰ সাত-আঠ মাহ বয়সতে স্বৰ্গী হয় কিচুমান পুথিৰ মতে জীৱন্ত অৱস্থাত চিতাত পৰি পতিৰ সহগামিণী হয়।*

---

*বেজবৰুৱা চৰিতত উল্লেখিত স্বৰ্গীয় দ্বাৰিকা গোস্বামী চৰিত মতে শঙ্কৰৰ সাত বছৰ বয়সত ১৩৭৬ শকত ভাদ মাহত কুসুম্বৰ আৰু সত্যসন্ধ্যা স্বৰ্গী হয়। বৰদোৱা গুৰু চৰিতত শঙ্কৰদেৱৰ প্ৰথম বিবাহৰ পাচতহে পিতা-মাতা স্বৰ্গী হয়, দৈত্যাৰি ঠাকুৰৰ মতে কোনো মাহ দিনৰ হিচাব নাই। জন্মৰ কিছুদিনৰ পাচত বুলি উল্লেখ আছে। গুৰুচৰিত কথাত উল্লেখ কৰা মতে বুজা যায় শঙ্কৰদেৱৰ প্ৰায় সাত বচৰ মানতহে পিতা-মাতা ঢুকায়। এতেকে আমি ইয়াকে সৰোগত কৰি ললো।*

## খেৰসূতী দেৱীৰ স্বপ্নত দেৱতা সকলক দৰ্শন

### ছবি

খেৰসূতী বুঢ়ী আই থাকে চাই সৰ্ব্বদাই
নিৰেক্ষিয়া শঙ্কৰৰ প্ৰতি
ইফাল সিফাল কৰি শঙ্কৰেও ফুৰে ঘুৰি
শিশু ভাৱে চলে শিশুমতি।
খোৱা লোৱাত মন নাই যকে পায় তকে যাই
কোলে তুলি ধৰিয়া আনই
পাটিত শুৱাই থই অন্য কৰ্ম কৰে আই
তথাপিতো চিন্তা নুগুচই।
বংশৰ দুলাল তই কিমতে এৰিবো মই
যেবে সাবালক নোহৱই
একদিন মাজ ৰাতি পাৰি লই ঢাৰি পাতি
শঙ্কৰক বুকু মাজে লই।
দিব্য এক পুৰী মাঝে শঙ্কৰ বসিয়া আছে
কৌটী সূৰ্য্য যেন পোহৰাই
বুকত সাবতি ধৰি আছন্ত টোপনি মাৰি
সপোন দেখিল বুঢ়ী আই।
আহিল সব দেৱজাক শঙ্কৰক দেখিবাক
হংস যানে বিমানত চৰি
কৰি অতি ৰঙ্গমন ব্ৰহ্মা আদি দেৱগণ
স্বৰ্গ হন্তে আহিল লৰৰি।

বুঢ়ী আইৰ কোলে বহি ওপৰলৈ তুলি হাঁহি
ৰই আছে শ্ৰীমন্ত শঙ্কৰ
অতিপাত মান্য কৰি প্ৰণামিয়া পাৱে ধৰি
দেৱগণে চাপিলা ওচৰ।
ব্ৰহ্মাহৰে কৰে স্তুতি শঙ্কৰদেৱৰ প্ৰতি
পৃথিৱীত জানু শিৰ পাৰি
শঙ্কৰে মনত গুনি ত্ৰিদশৰ বাণী শুনি
বুলিলন্ত বচন সাদৰি।
শুনাওৰে দেবগণ কৰা সবে এক মন
কও পূৰ্ব্ব বচন বিশেষ
বাৰে বাৰে অৱতাৰ হুয়া হৰো ভুমিভাৰ
পাষণ্ডৰ কৰিয়া নিশেষ।
কিয় বা আপোন লোক স্বৰ্গ হন্তে পৃথিৱীক
ব্ৰহ্মা পুৰন্দৰ আৰু হৰ
তেতিক্ষণে বুলিলেক প্ৰশ্নৰ উত্তৰ দিয়া
বচন শুনিয়া শঙ্কৰৰ।
তযু দৰশনে আমি নিজ লোক হন্তে নামি
আইলু প্ৰভু জগতৰ পতি
কৰি স্তুতি নমস্কাৰ দেবগণে বাৰাম্বাৰ
শঙ্কৰক কৰিয়া মিনতি।
যাৰ নাম গুণ স্মৰি পৰম পুৰুষ হৰি
মহাপাপী তৰে জগতৰ
তুমি আদি নিৰঞ্জন নিজ ভকতৰ ধন
তুমি প্ৰভু অনাদি ঈশ্বৰ।

দেবগণে হাত তুলি জয় জয় কৃষ্ণ বুলি
শঙ্কৰক কৰিলা প্ৰণাম
যাহাক প্ৰণামে আতি তৰে মহা অন্ত্য জাতি
ক্ষণেকতে পূৰে মনস্কাম।
এহি বুলি যোৰ কৰি দেবগণ আঠুকাঢ়ি
প্ৰণাম কৰিয়া মৌন ভাবে
দেবগণ নিৰেখিয়া শঙ্কৰে যে বুলি লাহা
চলি যোৱা নিজ নিজ থানে।
মৰ্ত্ত্যক আহিলো মই ধৰ্ম ৰক্ষা কৰি লই
লীলা কৰি মনুষ্য ৰূপত
লীলা অৱসানে মই যাম গুচি ধাম লই
প্ৰচাৰ কৰিয়া শুদ্ধ মত।
সত্য যুগে জান সবে আইলু নৰসিংহ ৰূপে
মহাপাপী কশিপু বধিলু
বৰাহৰ ৰূপ ধৰি বসুমতীক উদ্ধাৰি
পৃথিৱীৰ ভাৰ যে খণ্ডিলু।
ইটো অৱতাৰে এবে কলিৰ লোকক সবে
নিস্তাৰিয়া বৈকুণ্ঠক নিবো
সমস্ত লোকক নিয়া হৰি ভক্তি দান দিয়া
আপোনাৰ নিৰাপদ দিবো।
আহিলা কিয় তোমালোক স্বৰ্গ হন্তে পৃথিৱীক
ব্ৰহ্মা, হৰ আৰু পুৰন্দৰ
কথা শুনি দেবগণ বুলিলন্ত তেতিক্ষণ
প্ৰত্যুত্তৰ দিলা শঙ্কৰৰ।

আমি এবে লগ পাইলো বচনক জানি লৈলু
দেখিবাৰে বৰ প্ৰীতি হয়
এতেকেহে নাৰায়ণ পাই তযু দৰশন
এবে আমি লইলু বিদায়।
ৰথৰ জিলি মিলি ধ্বনি শুনিলেক ৰিণি ৰিণি
নিমিশেষে পাইল বৈকুণ্ঠক
ৰাত্ৰি ছদ্ম ৰূপ ধৰি মৰ্ত্ত্য লোক গৈলা এৰি
আনকেৱে নুবুজিল তাক।
খেৰসূতি বুঢ়ী আই স্বপ্ন দেখি গিৰি সাই
উঠিয়া যে বসিল শয্যাত
মনত কৰিয়া ভয় অনুধৃতিক মতি কয়
কিবা স্বপ্ন অথবা সাক্ষাত।
স্বপ্নে আচৰিত হই আত দেখিলো মই
স্বপ্ন কথা পতিয়াব কোনে
প্ৰকাশ নকৰো আৰ প্ৰয়োজন নাই তাৰ
বৎসক ৰাখিবা সাবধানে।
দেবগণ গৈলা যেবে গৰুড় আহিল তেবে
উপনীত শঙ্কৰৰ আগে
সাত বাৰ প্ৰদক্ষিণী পাখী মেলি একতিলে
প্ৰণমিল পক্ষী মহাভাগে।
চৰণক মাথে চুই অৱনত ভাৱ হই
ভক্তিত হইল লোত সোত
পুনু পুনু মাথা তুলি চৰণৰ লই ধূলি
পৰম ভকত পক্ষী গোট।

কৰিব মনুষ্য লীলা                অৱতৰি আহি ভৈলা
প্ৰাণ কৃষ্ণ জগতৰ স্বামী
তযু দৰশন পাইলু                আজি আমি চলি গৈলু
ধন্য হৈলু আজি হন্তে আমি।
তোমাৰ মহিমা স্বামী                কিমতে বুজিবো আমি
মই মহা অধম পামৰ
তযু মায়া পাশে বন্দী                আছো জগতকে চান্দি
দেবাসুৰ নৰ আৰু কিন্নৰ।
সকল সংসাৰ ইটো                তোমাৰ মায়ায়ে যিটো
ভ্ৰমো ঘোৰ সংসাৰ পথত
তাৰ হন্তে কৃপা কৰি                উদ্ধাৰিও প্ৰাণ হৰি
দুৰ হোক মহা পাপ যত।
জগতৰ আত্মা ৰাম                পুৰা ভকতৰ কাম
দৈবকী নন্দন সদাশিৱ
কৰো লক্ষ কৌটী সেৱ                তুমি মোৰ ইষ্ট দেৱ
পিতা-মাতা জগতৰ জীৱ।
অবিদ্যা সাগৰে পৰি                তল গৈলো প্ৰাণ হৰি
ভৈলো মই গৰ্ব্ব মদে নাশ
আবে প্ৰভু কৃপা কৰা                মোক ভৃত্য বুলি ধৰা
জন্মে জন্মে হইব তযু দাস।
এই বুলি চলি গৈলা                শঙ্কৰক প্ৰণামিলা
বুলি স্তুতি বচন বিশেষ
গৰুড়ক আশ্বাস দিয়া                দিলন্ত বিদায় গৈয়া
সাদৰিয়া বচন অশেষ।

আহিল নাৰদ ঋষি শঙ্কৰক আগে দেখি
প্ৰণামিলা ঘৰে কুসুমৰ
শঙ্কৰৰ মোহি চিত বীণা বাই গাই গীত
প্ৰণামিলা কৰিকৰ যোৰ।
বহিল মাটিত আহি প্ৰণামিল শিৰ ঘহি
লৈলা মৃদু বাক্য বুলিবাক
দুই হাত যোৰ কৰি বুলিলা নাৰদ ঋষি
জগতৰে বাপ শুনিয়োক।
নমো নমো হৃষীকেশ ধৰিছা মনুষ্য বেশ
লোকক ভাণ্ডিয়া কৃপাময়
তযু কৃপা বলে আমি জানোহো সকলো স্বামী
তোমাৰ বিচিত্ৰ লীলাচয়।
তুমি আত্মা সৰ্ব্বসাক্ষী ভকতক ফুৰা ৰাখি
ধৰা নানা বিধ অবতাৰ
কোনে তযু পাব সীমা তোমাৰ যত মহিমা
আদি অন্ত নাহিকে যাহাৰ।
নমো নমো নাৰায়ণ সৰ্ব্ব পাপ বিনাশন
জগতৰ পিতা-মাতা গতি,
নমো নমো যোগেশ্বৰ নমো দেৱ পীতাম্বৰ
কৰা দয়া আমাক সম্প্ৰতি।
প্ৰণামোহো গদাধৰ ত্ৰিলোকৰ অধীশ্বৰ
কৰো পাৱে সহস্ৰ প্ৰণতি
কৰা মোক পৰিত্ৰাণ তুমি বিনে নাই আন
নামো দেৱ পতিতৰ গতি।

এহি বুলি মহামুনি মৌন ৰৈলা মনে গুনি
শঙ্কৰৰ চৰণক চাই
শঙ্কৰে আচয় বসি যেন পূৰ্ণিমাৰ শশী
ওচৰতে আছে বুঢ়ী আই।
ঋষিক বিদায় দিলা শঙ্কৰে স্বৰূপ লৈলা
সপোনতে দেখে বুঢ়ী আই।
গালে মুখে দিয়া হাত কপনি উঠিল গাত
দিঠকত শঙ্কৰ আছে শুই।
এহি বুলি মৌন হই আঁতে থাকিলন্ত ৰই
ভক্তগণ ৰৈলা নিশবদ
কাৰো কতো নাই মাত কথাৰ পাইলা আত
মুখে ৰাম বোলে গদ গদ।
শঙ্কৰ নামক স্মৰি সবে বোলে ৰাম হৰি
জয় জয় গুৰু কৃপাময়
পাৱে পৰি বাৰে বাৰে কৰো শত নমস্কাৰ
মাধবক প্ৰণাম কৰয়।
অন্ন লইব ডাক আইলা সব ভক্ত চলি গৈলা
চক্ৰপাণি চলিল উঠিয়া
গুৰুৰ নামক স্মৰি সবে বোলে হৰি হৰি
অজ্ঞ পাপ যাওঁক খন্দিয়া।

**********

## শ্ৰীমন্ত শঙ্কৰৰ সমনীয়াৰ লগত জলক্ৰীড়া আৰু চিতল মাছ ধৰি অনা কাণ্ড

### পদ

চক্ৰপাণি বুলিলন্ত অপূৰ্ব্ব কাহিনী
ভক্তগণে ৰই আছে একমনে শুনি।
দিন মাহ যাই যেবে শঙ্কৰ যায় বাঢ়ি
সঙ্গী ভৈলা একদল ভূঞা লৰা লুৰি।
বালক গণৰ সতে ফুৰে কেলি কৰি
সাতোৰা জাপ মৰা আৰু কত দৌৰা দৌৰী।
গৰু চাৰিবাক যায় সমনীয়া সতে
শুনিলে আতৰি যাব খেৰসুতি মাতে।
নেদেখা কৰিয়া বুঢ়ীক কামৰ বেলা
ভটা খেলে হাউ খেলে আৰু কত খেলা।
লুইতৰ পানীত গৈয়া সাতুৰি থাকয়
ডুব মাৰি আধা পৰ বাহিৰ নহয়।
সমনীয়া গণৰ মাজে লাগে হাহাকাৰ
তাৰ পাছে উঠি আহে আনন্দ অপাৰ।
হাউ ধোপ খেলা খেলে বালকৰ সঙ্গে
হাঁহি নাচি ফুৰয় মনৰ মহাৰঙ্গে।
এক দিনা বন্ধু সঙ্গে কৰি আলোচন
লুইতত জল ক্ৰীড়া কৰিবাৰে মন।
সবে লৰি আহি নদীৰ ঘাট পাই
তিয়নি পিন্ধিয়া জলে নামিলেক গই।
শঙ্কৰে বোলন্ত সবে শুনা মোৰ বুদ্ধি
গাৱ ধুই জলত খেলিব উদাউদি।

এই বুলি সব বালক নামিলেক জলে
ডুব মাৰি গৈয়া ধৰে ঠেঙত পানী তলে।
সবে ডুবমাৰি ভাটি মুখে ভাহি যায়
কতো দেৰি হোৱে তবু শঙ্কৰ নুঠয়।
সকল বালক গণে তীৰে তীৰে গই
হাহাকাৰ কৰে সবে শঙ্কৰক নাপাই।
কিছু দূৰ গৈয়া দেখে জলহন্তে উঠি
পাৰত বহিয়া আছে কৰি আঠু মুঠি।
তাৰ পাছে পুনৰ বাৰ ঘাটত আহয়
পুনৰপি খেলিবাৰে পানীত নাময়।
পানী তলে আহি কাকো আকোৱালি ধৰি
জলত ডুবাই ৰাখে অনেক সময় ধৰি।
আটাহ পাৰিয়া মাতে মৰিলো বুলি বুলি
ডাঙি আনি থোৱে আকৌ পাৰত যে তুলি।
পাৰ হন্তে কাকো নিয়ে বকোচাত তুলি
জলৰ মাজত থোৱে ভাহি যোৱা বুলি।
কোনো জনক চুবাই ধৰে পানীৰ তলত
কিছু পানী খাই বৰ হয় পেট গোট।
কোনো জনে শঙ্কৰক পাৰয় যে গালি
গালি শুনি শঙ্কৰদেৱ হাঁহে খলাখলি।
ৰাম ৰাম বোলে পাছে শঙ্কৰক চাই
সমনীয়া বধিবাক তোৰ ভয় নাই।

ইসব কথাক আমি বুঢ়ীমাক জনাব
ভূঞাত গোচৰ কৰি সব কথা কইব।
ৰাম ৰামৰ কথা শুনি শঙ্কৰ বোলই
এনুৱা কৰম আমি কভু নকৰই।
আৰু নকৰিম আমি এনেকুৱা কাম
সত্য কৰি কলো দুখ নেদো আন জন।
সাতোৰ খেলাও আমি দুটি দল হুই
কোনে আগ হব পাৰে সাতুৰিয়া গই।
এইবাৰ বালক গণ দুটি দল হইয়া
একে একে জলে নামি সাতুৰিবে লৈলা।
এনেদৰে দুটি দলে সাতোৰ খেলিলা
ৰাম ৰামৰ দল বহু পিচত পৰিলা।
কিছু দুৰ গৈয়া পাছে ভাগৰ লাগিল
বেলি ভাটি দিয়া দেখি উভতি আহিল।
উভতি উজাই সবে যেতিয়া আহিলা
এক গুটি চিতল মাছে পানীত জাপ দিলা।
মৎস দেখি বাল গণ আনন্দ লাগিল
পানীত ডুব মাৰি সবে মাছক খেদিল।
বালক সকলে পাছে পাৰিল জানিতে
কৰিছে বসতি অসংখ্যা মাছে তাতে।
ঘাটৰ ভাটিত গছৰ মুঢ়া জলে ডুবি আছে
সেই হেতু পানী বাজি চাকনৈয়া ধৰিছে।
মুঢ়া তলে আছে বহু মাছৰ বসতি
চিতল মাছ গোটা আৰি মুঢ়া তলে স্থিতি।
বহু মাছ পানীৰ উপৰে খেলা কৰি
ডুব মাৰি লুকাই ৰৈলা মুঢ়াৰ ভিতৰি।

সকল বালক মিলি আলোচ কৰয়
সুদা হাতে কোনে মাছ ধৰিবে পাৰয়।
ৰাম ৰাম বুলি বালক বুলিলেক পাছে
সুদা হাতে মাছ ধৰে কাৰ শক্তি আছে।
শঙ্কৰে বুলিলা মোৰ কথা শুনা সবে
সুদা হাতে ধৰো মাছ কি দিব পাৰিবে।
সব লৰা গণে বোলে মাছ ধৰ তই
অঙ্গীকাৰ কৰিলো যি লাগে দিবলই।
ৰাম ৰাম বোলে ভাই বৰাই নকৰ
জলৰ মাজত মাছ কেন মতে ধৰ?
দেখা লুইতৰ এই বিশাল বুকুত
ঘৰিয়াল শিশু আদি আছে অসংখ্যাত।
প্ৰকাণ্ড প্ৰকাণ্ড হাঙ্গৰ বেৰাই আছয়
চুপি চুপি ফুৰি আছে কত খাদ্য পায়।
একে কামোৰতে তোক লই যাব টানি
বুঢ়ী আইত গৈ কি বুলিব নো আমি।
শঙ্কৰ বুলিলা ভয় নেদেখাবি মোক
এতিক্ষণে মাছ আনি দেখুৱাম তোক।
আকে কই জাপ মাৰি জলত নামিলা
দুই দণ্ড বেলি তেৰা উঠিয়া নাহিলা।
লগৰীয়া শিশু গণে কৰে হাহাকাৰ
ভূঞা পুত্ৰ হেৰাই গতি কি হব আমাৰ।
সবে মিলি লুইতক স্তুতি বাণী কৰে
শঙ্কৰ হেন লৰা যেন গ্ৰহণ নকৰে।
আমাৰ প্ৰাণৰ সখা ভূঞাৰ নন্দন
দুই পুত্ৰ আছে সব ভূঞাৰ জীৱন।

যত ভূএগ্ৰা সবাৰো সিয়ে প্ৰাণ ধন
তাৰ অবিহনে বুঢ়ী ত্যজিব জীৱন।
সব বালক গণ মিলি জোৰ আঠু কাঢ়ি
কৰিবে লাগিলা স্তুতি প্ৰভুক সুৱৰি।
হে প্ৰভু, নাৰায়ণ জলৰ আদ্যপতি
উদ্ধাৰি আনিয়া দিয়া ভূএগ্ৰাৰ সন্ততি।
এক দণ্ড বেলি পৰে উঠিয়া আহিল
প্ৰকাণ্ড চিতল মাছ ধৰিয়া আনিল।
আপোন শৰীৰতকৈও বেচি দীৰ্ঘকায়
ফাণ্ড চুপাহীত ধৰি টানিয়া আনয়।
উঠিলা পাৰত তেওঁ মাছ লৈয়া আহি
বালক সকলে বেঢ়ি কেলি কৰে হাঁহি।
আনন্দ কৰয় সবে পৰম উৎসুকে
সবে টনাটনী কৰে পৰম কৌতুকে।
বৰই ডাঙৰ মাছ বহুত ওজন
দেখিলেই সবাৰো লাগে খাইবে মন।
এক জনে এক হাতে ডাঙিব নোৱাৰে
দুই হাতে ধৰি মাত্ৰ তুলিবাক পাৰে।
কিমতে ধৰিলা ইটো বৰ মৎস গোট
বুলিলা শঙ্কৰে হাঁহি জলৰ মাজত।
এক গোটা গছ মুঢ়া বৰই ডাঙৰ
পানীৰ তলত ডুবি আছে নিৰন্তৰ।
মুঢ়া তলে বহু ৰৌ চিতল আদি মাছ
ৰই আছে মহা সুখে কৰিয়া নিবাস।
ডুব মাৰি পানীত আমি মুঢ়া তলে গই
মাছ গোটা হাতে ধৰি আনিলোহো মই।

আৰু যদি লাগে মাছ আনি দিব পাৰো
কোৱা সবে মোক ভাই আনিমনে আৰু।
ৰাম ৰাম বোলে নালাগে আমাক
ই গোটা প্ৰকাণ্ড মাছ খুৱাইবা কাক?
আকে কই এক মাৰি বিচাৰি আনিলা
কোকিলা নলৰ শিপা জৰি লগাই লৈলা।
জৰী লগাই মাছ গোটা সাঙী বান্ধি লৈলা,
ৰাম ৰাম কেতাই সাঙ্গি কান্ধত লইলা।
মাটি চুই যায় তাৰ দীৰ্ঘ ফিচা খনি
আগে পাচে যায় লগৰ সব লৰা খিনি।
সমনীয়া সঙ্গে গৈলা খেৰসুতিৰ ঠাই
মাছ দিলে খেৰসুতিৰ আগত পেলাই।
আচৰিত হুয়া খেৰসুতি যে সোধয়
ইমান ডাঙৰ মাছ গোট কেনেকৈ ধৰয়।
সবে বোলে শঙ্কৰ গৈয়া জলত নামিয়া
মুঢ়াৰ তলৰ মৎস গোট আনিল ধৰিয়া।
ইটো মাছ খেলি খেলি পানীত আছিল
মাছৰ শবদে পানীৰ ঢৌ যে লাগিল।
ঢৌ চাই শঙ্কৰদেৱ জলে দিলা ডুব
কাণ্ড দেখি বালকগণ হৈ গৈলা চুব।
কাৰো মুখে মাত নাই আধা দণ্ড বেলি
উঠি আহিল শঙ্কৰদেৱ মৎস হাতে তুলি।
তেতিক্ষণে বাল গণৰ আনন্দ মিলিলা
শঙ্কৰৰ হাতে ধৰি পাৰত তুলিলা।
ধন্য ধন্য কৰে সবে পিঠিত চপৰাই
তব তুল্য বীৰ পুৰুষ ত্ৰিভুৱনে নাই।

সবে মিলি মাছ গোট কাটি বাতিলন্ত
ভাগ ভাগ কৰি মাছ সবেও লৈলন্ত।
যতেক লগৰ লৰা তথাত আছিল
মাছ কাটি সবাকেই ভাগ বাতি দিলা।
সমস্ত গাৱতে কথা পৰিলেক ছানি
আচৰিত লোক সব ইটো কথা শুনি।
ডাঙৰ চিতল মাছ খাই সবে ৰঙ্গ পাই
শঙ্কৰক সব লোকে ধন্যবাদ দেই।
শঙ্কৰ গুৰুৰ লীলা শুনা কৰ্ণ ভৰি
সব লোকে নাম স্মৰি বোলা হৰি হৰি।

হৰি ৰাম নাৰায়ণ ইয়াক উচ্চাৰি
নিত্য কৰ্ম কৰি থকা মানৱ জন্ম ধৰি।
হাতে কৰ্ম কৰি থকা মুখে লোৱা নাম
তেবেসে পুৰণ হইব যত মনস্কাম।
হৰিৰ কীৰ্ত্তনত যাৰ থাকে সদামতি
সিজনেহে পায় জানা সুখে পৰম গতি।
হৰিক মনত জাপি ভজা নিষ্ঠ কৰি
ইহে লই যাব আত্ম বৈকুণ্ঠ নগৰী।
হেন জানি ভজ ভাই গোবিন্দৰ পাৱ
গোবিন্দৰ নামেহে জানা বৈতৰণী নাৱ।

এইটো মতকে ভাই দৃঢ় চিত্তে ধৰি
পাতক চাৰোক ডাকি বোলা হৰি হৰি।



## *চিতল মাছৰ পূৰ্ব কথা*

### *পদ*

ভক্ত গণ সবে পাচে হুয়া আচৰিত
পুচিলন্ত সাধু বাক্যে হুয়া একচিত্ত।
শ্ৰীমন্ত শঙ্কৰ গুৰু কিয় ধৰে মাছ
মাছে কিয় নিজে গৈয়া চাপিলন্ত কাষ।
মাছ আনি ভূএগ্ৰা গণ নিজে ৰান্ধি খাইলা
যত ভূএগ্ৰা আছিলেক সবে ভাগ পাইলা।
এবে ৰহস্যক প্ৰভু কোৱা দয়া কৰি
কি কাৰণে মাছ গোটা মাৰিলন্ত হৰি।
ভক্ত গণ বাক্যে সন্তোষিত চক্ৰপাণি
প্ৰশ্নৰ উত্তৰ দিয়ে ভাল ভাবি গুণি।

লহু নামে গন্ধৰ্ব্ব যে আছিল স্বৰ্গত
ব্ৰহ্মা দেবে শাপ দিলা অলপ দোষত।
মৎস পোণা হইয়া তই পানীত ভ্ৰমিবি
শিশু মনুষ্যৰ হাতে কষ্টক পাইবি।
পুনৰপি ভক্তগণে প্ৰশ্নক কৰিলা
কিবা হেতু ব্ৰহ্মাদেৱ অভিশাপ দিলা।
আতৈ বোলে বলিক হৰি ছলিলা যখন
ব্ৰহ্ম ডিম্ব এক ভাঙি পৰিলা তখন।
সেই জল ব্ৰহ্মাদেৱে কমণ্ডলুত লই
বিবিধ স্থানত ব্ৰহ্মা ভ্ৰমিয়া ফুৰই।

তথাত উৎপত্তি এক গন্ধৰ্ব্ব কুমাৰ
কমণ্ডলু জলে ভৈলা মাছৰ আকাৰ।
ওজন পাইয়া ব্ৰহ্মা পৰীক্ষা কৰিলা
ভিতৰে গন্ধৰ্ব্ব আছে বুজিব পাৰিলা।
মাছ দেখি ব্ৰহ্মাদেৱে কাণ্ডক বুজিয়া
চিৰকালে মাছ হোৱা পেলাইল শাপিয়া।
শাপ শুনি গন্ধৰ্ব্বৰ উৰি গৈলা জীৱ
ব্ৰহ্মাৰ চৰণে পৰি কৰিলেক সেৱ।
অনেক কাকুতি কৰি তোষিল ব্ৰহ্মাক
তেতিক্ষণে ব্ৰহ্মাদেৱে বুলিলন্ত বাক।
মাছ হুয়া ফুৰিবি মৰ্ত্ত্যত কিছু কাল
মানুহৰ হাতে পাইবি বৰ আহুকাল।
কলিকালে শঙ্কৰ ৰূপে জন্মি ভগবান
মৎস দেহা বধিয়া তব কৰিব নিৰ্বান।
সঙ্গৰ ভকত দ্বাদশ জনে লগে গই
তোৰ দেহ গোট বাটি খাইব সবাই।

প্ৰভুৰ হাতে মৃত্যু তোৰ যেতিয়া হইব
সি কালতে হবি তই বন্ধ মুক্ত জীৱ।
এই শাপ দিয়া ব্ৰহ্মা হংস ৰথে চৰি
বায়ু বেগে চলি গৈলা আপোন নগৰি।
ইটো মৎস জল ক্ৰীড়া কৰিতে লাগই
শঙ্কৰক দিলা দেখা চিতল মাছ হই।
তাৰ পাছে মুঢ়া মাজে আছিল লুকাই
শঙ্কৰ আনিল তাক ডুব দিয়া গই।
শঙ্কৰৰ হাত লাগি তাহাৰ শৰীৰে
সেই মাছ শাপ এৰাই স্বৰ্গে গতি কৰে।
শঙ্কৰৰ শিশু কালৰ কথাক সুৱৰি
শঙ্কৰ নাম উচ্চাৰিয়া বোলা হৰি হৰি।
ব্ৰহ্মা শাপে গন্ধৰ্ব্বই মৎস দেহ পাইল
লোহিতৰ জলে আহি বসতি কৰিল।
শঙ্কৰ ৰূপে ভগবান তাক মুক্তি দিল
আপোন দেহক এৰি স্বৰ্গে গুচি গৈল।

ববববববববব

## *শ্ৰীশঙ্কৰ গুৰুৰ দশম বৰ্ষৰ লীলা*
## *শ্ৰীমন্নৰ পৰা ভব আৰু তেতেলি বৃক্ষ উৎপাতন*

### *দুলড়ী*

চক্ৰপাণি কয় শুনা ভক্ত চয়
গুৰুৰ চৰিত্ৰ লীলা
মহাৰঙ্গ কৰি শ্ৰাদ্ধক সামৰি
যেহেন কাৰ্য্য কৰিলা।

জয়ন্ত মাধৱ পিতৃৰ বান্ধব
যতেক আছিল মানে
দুই ভাই প্ৰতি মৰমে সাবতি
অনেক গুণ বখানে।

খেৰসুতি আই সদা থাকে চাই
বুঢ়া খায়ে আত ধৰি
বন্ধু বান্ধবৰ সদাই নজৰ
শঙ্কৰ বন গঞাগিৰি।
তিয়হৰ জালি যেমনে বাঢ়য়
দিনে লহপহ কৰি
সেহি মতে গুৰু শঙ্কৰ বাঢ়য়
আপোন ৰূপক চৰি।
অলপ বয়সে সুঠাম শৰীৰ
সুদৃঢ় বাহু যুগল
বাহুৰ মাস্তুল অতি দৃঢ়তৰ
আকাৰ অতি বৰ্তুল।
সমনীয়া গণে ভয়ে ভয়ে ফুৰে
একোতে নকৰে বাদ
কিজানি শঙ্কৰৰ ক্ৰোধত পৰিলে
শৰীৰ হোৱে খুখুন্দ।
এহিমতে গুৰু দশম বৰিষে
ফুৰে ধিতিঙালি কৰি
সমনীয়া সমে ফুৰে গৰু চাৰি
পথাৰে বনতে ঘুৰি।
এহিমতে গুৰু কত লীলা কৰি
আপোন গৃহতে আছে
এক দিন ভৈল মল্ল এক আইল
যুজিবাক লাগি পাছে।

সম যোদ্ধা নাই এই কথা কই
সদা দম্ভ মাৰি ফুৰে
পথত শঙ্কৰে মল্লক দেখিলা
মাটিয়া আনিল ঘৰে।
গৃহত আহিল আলচ কৰিল
আন যত ভূঞা সমে
শঙ্কৰে বুলিলা কিছু নুবুলিবা
বুজা পৰা মোৰ সমে।
এতেক বুলিয়া সিধা পাতি দিয়া
মল্লক বুলিলা বাণী
মাল যুজ কেনে একোকে নজানো
আমাক বুজায়ো খিনি।
ইটো কথা শুনি মল্লবীৰে হাঁহি
শিল স্তম্ভে মুষ্টি মাৰি
একোটা ভুকতে স্তম্ভক ভাগিল
হাঁহি খিল খিল কৰি।
শঙ্কৰে বোলন্ত একো বেচি নয়
সামান্য শিলৰ গোট
আমি দুৰ্ব্বলেও ভাঙিবাক পাৰো
বৰ বৰ বৃক্ষ গোট।
পিন্ধা বস্ত্ৰখনি মুঠি দৃঢ় কৰি
আটিল কৰি বান্ধিল
এক বৰ গছ তেতেলিৰ বৃক্ষ
গুৰিত মুঠি মাৰিল।

শঙ্কৰৰ হাতৰ আঘাত লাগিয়া
প্ৰকাণ্ড তেতেলি গছ
শিপাক ছিঙিয়া হালিয়া গইল
অনেক পুৰনি সচ।
মৰ্ মৰ্ কৰি ভাঙিয়া পৰিল
ডাল সমে গছ ডালি
কান্ধত লইয়া ডাঙিয়া আনহ
পদুলি মুখলৈ তুলি।
বৃক্ষৰ শবদে মেদিনী কপিল
প্ৰলয় মিলিল বুলি
ততালিকে লোকে দেখিবে আহয়
তেতেলি তললৈ লৰি।
মল্লৰ কাষত গ্ৰাম্য লোক যত
ভয়ে কম্পে থৰ থৰি
কিয়নো ভয়ঙ্কৰ শ্ৰীমন্ত শঙ্কৰ
মাতিবে তাক কেন কৰি।
পুনৰপি গুৰু বালক শঙ্কৰে
হাঁহি হাঁহি বোলে বাণী
কান্ধত নালাগে লৰলৈকে তুলি
ঐক লাগি আনা টানি।
ভয়ে থৰ থৰ কপি মল্লবীৰ
থোকা থুকি মাতে কয়
মোৰ শক্তি নাই ইহেন কৰ্মত
লাহে লাহে চলি যায়।

তেতিক্ষণে মল্ল বীৰ মহাজন
শঙ্কৰক বোলে বাণী
আগে নাজানিলো এবেসে বুজিলো
লৈলো আমি হাৰ মানি।
শঙ্কৰে বুলিলা হেৰা মল্লবীৰ
শ্ৰম শিকায়োক মোক
ধন বস্ত্ৰ দান দিয়া পুহি ৰাখো
আৰু কিবা লাগে তোক।
মল্ল যে বুলিলা লাজ নিদিবাহা
ভষ্ম ভৈলা মোৰ দৰ্প
তোমাৰ কাষত হাৰি আজি মই
হলো যেন ঢোৰা সৰ্প।
অৱনত হুয়া চৰণে প্ৰণামী
মল্লবীৰ চলি গৈলা
শঙ্কৰৰ আগে দাম্ভিক মল্লবীৰ
ভেকসম* যেন ভৈলা।
অৱনত শিৰে মল্ল মহা বীৰে
লাহে লাহে চলি যায়
লাজত পৰিয়া ফিৰিয়া নাচাই
মুখে কিছু নামাতয়।
শঙ্কৰৰ লীলা কত যে কহিব
ওৰ নাহি কোনো কাম
মাধবৰ নাম হৃদয়ে চিন্তিয়া
ডাকি বোলা ৰাম ৰাম।

**ভেকসম - ভেকুলিৰ তুল্য*



# হৰিণ ৰূপী বিদ্যাধৰৰ উপখ্যান

## পদ

শ্ৰীমন্ত শঙ্কৰ লীলা অমৃত সমান
চক্ৰপাণি দেৱে কয় শুনে পুণ্যবাণ।
মল্ল যোদ্ধাৰ উপাখ্যান ভক্ত গণ শুনি
আনন্দ কৰয় মনে উঠে গুণ গুনি।
তাৰ পাছে এক কথা বলিতে লাগিল
হৰিণ বিদ্যাধৰাখ্যান সবাই শুনিল।
ভক্ত গণ বোলে প্ৰভু আমি ভাগ্যবান
তব মুখে শুনি আছো গুৰুৰ আখ্যান।
অগ্নিৰ যেন বাঢ়ে মন পাইয়া ইন্ধন
সেহি ৰূপে মন বাঢ়ে যত ভক্ত গণ।
আলিপুখুৰীৰ যত বৃদ্ধ যুবা গণ
মাছ মাৰি বাক লাগি কৰিলেক মন।
জাল পোল জৰি লৈয়া লুইত তীৰত
মস্য ধৰিবাক লাগি ভৈলা উপনীত।
আনন্দ কৰিয়া সবে মাছ মাৰে ঘুৰি
ঘুলি এক আগুৰিয়া জাল পোল মাৰি।
কলগছ কাটি ভুৰ সাজি কত খান
পাৰ হন্তে ৰচি লগাই টানে একোজন।
মাজত মাৰয় জাল কত মাছ পাই
মাছ পাই বাপুগণ আনন্দ কৰই।
আনন্দ কৰিয়া সবে হাঁহে খলাখলি
জিৰাইয়া হোপে চিলিম ধপাত জুই জালি।
বালকৰ সঙ্গে গৈলা কুসুম নন্দন
কেন কৰি ধৰে মাছ যত ভৃত্যগণ।
কুৰিজন বালক সমে নানা ৰঙ্গ কৰি
বালগণ সবে হাহে নাৱ লাৰি চাৰি।
হেন সময়তে দেখে যত লৰাগণ
নদীৰ মাজ চৰত আছে কিছু ঝাউবন।
বন মাঝে চৰি আছে হৰিণ ছোৱাল
কাণ ঠিয় কৰিচায় শুনি কোলাহল।
লৰাবোৰে বোলে দেখ শ্ৰীমন্ত শঙ্কৰ
কেনুবা সুন্দৰ সিটো বৎস হৰিণৰ।
ধৰিবাক লাগে বৎস জীৱক নামাৰি
পালিয়া ৰাখিব আমি ৰাইজে আবৰি।
এই বুলি বালগণ চাৰি দিকে গই
হৰিণা পোৱালীক সবে আগুৰিলে গই।
মোক ধৰে বুলি বৎস ভিৰাই লৰিল
পাছে পাছে যত ছোৱাল লৰিতে লাগিল।
আগুৰিলা বালগণ চাৰিদিক হন্তে
শঙ্কৰেও জাম্প দিয়া ধৰিলা গলতে।
বাঘে যেন ধৰে পহু কামুৰি গলত
সেহি মতে ধৰিলেক হৰিণৰ গলত।
জীৱন্তে ধৰিলা পশু শঙ্কৰ গোসাই
লগৰীয়া গণৰ আনন্দৰ সীমা নাই।

জৰি আনি বান্ধিলেক পশু গলে ধৰি
উচ পিচ কৰে বৎস টানিয়া আজুৰি।
কষ্ট দেখি মৃগ শাবকৰ মন পুৰি
জৰি কাটি পশুক দিলেক তাতে এৰি।
তেতিক্ষণে হৰিণ বৎস লৰক মাৰিল
হাত বজাই ৰোল কৰে বালক সকল।
লৰি গৈলা মৃগ শিশু প্ৰাণ ৰক্ষা পাই
হঠাতে পানীৰ তীৰে পৰিলেক গই।
ধৰফৰ কৰি তাতে থাকি কত ক্ষণ
পৰি গল পশু গোট কৰি হামৰণ।
কত ক্ষণ পৰে পাছে উঠি গিৰিসাই
লৰিলেক পুনঃ পুনঃ ফিৰি ফিৰি চাই।

শঙ্কৰে কৰিলা বাধা পুনু খেদিবাক
লৰিবাক খোজতে সবাকে দিলা হাক।
হাক নামানিয়া কত জনে লৰি যাই
মৰি আছে পশু গোট বন মাজ পাই।
ঠেঙে ধৰি টানি আনিলা বালগণ
সবে মিলি হৰিণ মাংস কৰিল বণ্টন।
মাংস লৈয়া ভূঞা গণ ঘৰে চলি গৈলা
শঙ্কৰৰ পৰাক্ৰম সবে বখানিলা।
মাছ মাংস সেই দিনা মিলিল এক ঠাই
তিনিদিন লাগি ভুঞ্জি থাকিল সবাই।
শঙ্কৰৰ বাল্য লীলা অমৃত সুৱৰি
গুৰু নাম স্মৰি সবে বোলা হৰি হৰি।



## মৃগ শাৱকৰ পূৰ্ব্বজন্ম বিবৰণ

### পদ

মৃগৰ আখ্যান শুনি যত ভক্তগণ
চতুৰ্দ্দিকে হন্তে প্ৰশ্ন কৰে অগনন।
ইটো হৰিণৰ বৎস ছিলি কোনজন
কিয় বা আহিল বৎস লুইতৰ বন।
শঙ্কৰৰ হাতে কিয় প্ৰাণ নমৰিলা
তথাপিতো মৃগ বৎস প্ৰাণক ত্যাজিলা।
প্ৰশ্ন শুনি বুলিলেক আতৈ-চক্ৰপাণি
পূৰ্ব্বতে আছিল সিটো নিন্দুক অজ্ঞানী।

পৰিনিন্দা পৰচৰ্চ্চা সৰ্ব্বদায় তাৰ
খুচৰিয়া বোলে দোষ আছয় যাহাৰ।
গুণক নাচাৱে কিন্তু দোষ মাত্ৰ বোলে
সৰ্জ্জনৰো দোষ চৰ্চ্চা কৰে কৌতুহলে
বিশ্বামিত্ৰ ঋষিৰাজ জানে সৰ্ব্বজন
দেৱ দ্বিজ মানুহ সবে কৰয় পুজন।
তাহাৰ আছিল দোষ যৌবন কালত
অপ্সৰা সাহিতে ক্ৰীড়া নদীৰ তীৰত।

তাহাতে জন্মিলা কন্যা নামে শকুন্তলা
কন্বমুনি পাই তাক পালন কৰিলা।
ঋষিৰ দোষৰ কথা সব লোকে জানে
ঋষি হুতাসন ভয়ে কব কোন জনে।
কিন্তু সেই বিদ্যাধৰ নকৰিয়া শঙ্কা
কই ফুৰে বিশ্বামিত্ৰ ঋষিৰ যি ডাঙ্কা।
একদিনা আশ্ৰমত শিষ্যৰ মাজত
গুৰুজনৰ কুৎসা কহিলেক অসংখ্যাত।
শুনি বিশ্বামিত্ৰ ঋষি ক্ৰোধান্বিত হই
মৃগ হইয়া ভ্ৰমিয়া ফুৰহ বেটা তই।
মাংসৰ লোভত তোৰ সিংহ বাঘ যত
খেদিয়া ফুৰিব সুখ নাই জীৱনত।
এহি বুলি ক্ৰোধে শাপিলন্ত ঋষিবৰ
মৃগ হইয়া ভ্ৰমিলন্ত সেই বিদ্যাধৰ।
নানা স্তুতি নতি পাছে ঋষিক কৰিলা
চৰণত পৰি সিটো কান্দিবে লাগিলা।
বিদ্যাধৰ কান্দোনত ঋষি বিশ্বমিত্ৰ
উঠা উঠা বুলি কৈলা বিদ্যাধৰ পুত্ৰ।

আমাৰ শাপ যিটো সেয়া নহব খণ্ডন
এই যুগে হবি তই হৰিণ নন্দন।
কলি কালে শঙ্কৰ ৰূপে প্ৰভু নাৰায়ণ
লুইতৰ তীৰে গৈয়া লভিব জনম।
তাহাৰ পৰশে তই এৰিবি জীৱন
মোক্ষ পাইয়া যাবি তই স্বৰগ ভুবন।
এই কালে জন্ম লইলা প্ৰভু নাৰায়ণ
গলে ধৰি হৰিণক কৰে সম্ভাষণ।
এৰিয়া দিলেক প্ৰভু হৰিণ বালক
তথাপি ত্যজিল প্ৰাণ চলিলা স্বৰ্গক।
গুৰুৰ পৰশে তিনি শাপ মুক্ত হই
দেব লোকে চলিলেক শাপক এৰাই।
শিব পুৰাণত আছে এইটো আখ্যান
তাক চাই সবলোকে পাইবা প্ৰমাণ।
নৰ ৰূপ ধৰি হৰি প্ৰভু চক্ৰপাণি
টেম্বৰাণী ধামে অৱতীৰ্ণ যে আপুনি
সেই প্ৰভু শঙ্কৰৰ নামক সুঁৱৰি
ভক্তগণ সবে মিলি বোলা হৰি হৰি।



## *ব্ৰহ্মপুত্ৰ জলত শিশু ধাৰণ*

### *পদ*

গুৰুৰ চৰিত্ৰ কথা যতেক শুনয়
ভক্তগণে কৰে ধন্য আনন্দ হৃদয়।

শ্ৰীগুৰু চৰিত কথা অমৃত সম ৰস
শুনিয়া মনত মিলে বৰই সন্তোষ।

লাহে লাহে শঙ্কৰ এঘাৰ পাইল
অনেক অদ্ভুত কাৰ্য্য কৰিয়া দেখাইল।
খোৱা লোৱা কৰ্মত যে কিছু ৰাপ নাই
সমনীয়া সমে মাথো ফুৰে ওমলাই।
গৰু চাৰে মাছ মাৰে আৰু কাটে ঘাহ
লিখা পঢ়া হেতু মুঠে নাহিকে উৎসাহ।
পিতা মাতা গৈলা চলি আছে বুঢ়ী আই
নাতি দুজনৰ চিন্তা মনে নুগুচই।
ধ্বজা নামে বান্ধা এক অতি বলবান
ৰাখিতে সবাই দিলা কৰিবে সন্ধান।
ধ্বজা কান্ধে হাতে ধৰি ঘুৰিয়া ফুৰই
দুই ভাই ফুৰে সদা লগক নেৰই।
ধ্বজা আতৈ লৈয়া ফুৰে আপোন কান্ধত
বনগঞা সমে কান্ধে তুলিয়া সতত।
এহিমতে দুই ভাই ক্ৰমে হয় বৰ
দুইজনৰ পালক ধ্বজা বলশালী বৰ।
একদিনা নদী জলে স্নান কৰিবাৰে
আলচ কৰিলা সবে তীৰে যাই বাৰে।
বহাগ মাহৰ জল পাৰ উপচাই
ফেনে ফটোকাৰে আহে জাজি উটুৱাই।
বতাহৰ কোব লাগি উঠে ঢউ বৰ
শিহু ঘৰিয়ালে খেলে দেখি লাগে ডৰ।
ডকা ফুটে ওভোৰণি উঠে লুইতৰ
ভয়াতুৰ গণে তাৰ নাচাপে ওচৰ।
সিটো সময় বালগণ আলোচনা কৰে
বাঢ়ণি লুইতৰ জলে ক্ৰীড়া কৰিবাৰে।

নদীৰ তীৰক যাও স্নান কৰিবাৰে
যত আছা বালক গণ যাবা নদী তীৰে।
পীড়াত বহাই তেল দিলা বুঢ়ী আই
আন বালকৰ মুৰে দিলে ছটিয়াই।
তেল ঘহি ধ্বজা কান্ধে উঠিয়া শঙ্কৰ
বনগঞা এক কান্ধে উঠি দিলা ভৰ।
দুইজন দুই কান্ধে চলিয়া আহিল
ৰাম ৰাম গুৰু আগে চলিয়া গইল।
গঞা শঙ্কৰক লাগি ঘুৰি ফিৰি চাই
ধ্বজা লগুৱাৰ কান্ধে যায় দুই ভাই।
আগে যায় ৰাম ৰাম গুৰু পাচত কেতাই
আৰু কিছু ছোৱাল যে লৱৰিয়া যাই।
সৰ্ব্ব জয় বলৰাম সঙ্গে যায় লৰি
আৰু কত জন যায় হাতে হাতে ধৰি।
গৌৰ কলেবৰ দেহ শ্ৰীমন্ত শঙ্কৰ
আতিকে লাৱণ্য মূৰ্ত্তি দেখিতে সুন্দৰ।
ঈষত দীঘল মুখ দেখিতে সুন্দৰ
বৰ্ত্তুল আকাৰ মাথা কেশ মনোহৰ।
দুই কাণে জ্বলে দুই সুবৰ্ণ কুণ্ডল
কণ্ঠে হেমহাৰ জ্বলে বিচিত্ৰ মণ্ডল।
পৰম লাৱণ্য মূৰ্ত্তি অতি সুশোভন
মুকুতাৰ পাহী যেন সুহাস্য বদন।
আজানু লম্বিত দুই বাহু অতি দৃঢ়
বক্ষ কৃতি বহল ছাতি বচন সদৃঢ়
বিতোপন আঙ্গুলিত আঙুঠি শোভয়
দুই হাতে সুৱলিত খাৰু প্ৰকাশয়।

হৃদয় সুবৰ্ণ হাৰ নাই তাৰ সৰি
পদ্মৰ পাহীৰ গাৱে ফুলাম সাৰি।
কটি উৰু জানু জঙ্ঘা অতি মনোহৰ
দেখিলে মাত্ৰক হৰে মন যে সবাৰ।
নিৰ্মল কমল যেন দুখনি চৰণ
লয়লাসে কাঢ়ে খোজ গজেন্দ্ৰ গমন।
হেন চমৎকাৰ মহা ৰূপ বিতোপন
পৰম মধুৰ মূৰ্ত্তি লোকৰ ৰঞ্জন।
ধ্বজা কন্ধে যায় লৰা অপৰূপ আতি
ঐৰাবতে চলে যেন স্বৰ্গৰ শশীপতি।
হেন ভাৱে গৈয়া পাছে লোহিত তীৰত
কান্ধ হস্তে নামিলেক কুসুম্বৰ সুত।
ৰাম ৰাম গুৰু বোলে দেখা লুইতৰ
কেনে খলকণি উঠে লাগে মহা ডৰ।
ঘৰিয়াল জলগুই কতনা দেখিলে
মুৰ ডাঙি ডাঙি চায় মনুষ্যৰ ফালে।
লুইতৰ ঘুলি সিটো চাকনৈয়া বৰ
বৰ বৰ নৌকাৰ গতি কৰে থৰ বৰ।
বৰ ডাঙৰ গোটা বৃক্ষ উটিয়া আহয়
চাকনৈয়া মাঝে পৰি ঠিয় হুয়া ৰয়।
ঘুৰি ঘুৰি পানী তল যায় বৃক্ষ গোট
তাকে দেখি নাৱৰীয়াৰ আতঙ্ক মনত।
পানীৰ খলকে শব্দ যেন বাৱে তাল
মাছ মৰিয়া সকলে গুণে পয়মাল।
ইহেন থানত ভূঞা নন্দন বালক
দেখিয়া লাগিল মনে ভয়ৰ খলক।

দহ বাৰ গোটা শিহু আগে ডুব দিলা
বাঢ়ণি পানীত সঙ্গী সমে কৰে লীলা।
ৰাম ৰাম বোলে ভাই শ্ৰীমন্ত শঙ্কৰ
সবে কয় তুমি হেনো বলবান বৰ।
ডুব মাৰি গৈয়া জলে শিহু আনা ধৰি
তেবে বখানিবো আমি মান্য নেতা কৰি।
শঙ্কৰে বুলিলা দাদা পানী বৰ গভীৰ
জানে সবে শত হাত দ এই নদী কুৰ।
আৰু দেখা চাকনৈয়া কেনে বলবান
বৰ বৰ গোটা বৃক্ষ কৰে থান বান।
উটিয়া আহয় বৃক্ষ জলেৰ উপৰে
সেই বৃক্ষ পাকে ধৰি কেনে ঠিয় কৰে।
ঠিয় হুয়া বৃক্ষ গোট তলে যায় বহি
কত দুৰে উঠে বৃক্ষ পুনৰাই ভাহি।
একশ হাত গভীৰ পানী তলে চেচা বৰ
তাহাতে পশিলে দেহা হইব জঠৰ।
তাকে শুনি হাঁহি বোলে ৰাম ৰাম ৰাই
যিবা কথা বুলি আছা কোনো মূল্য নাই।
আজিৰ পৰা নবখনো আমি আৰ তোমাক
কোনোৱে বখানে যদি তাকো দিব হাক।
ৰাম ৰাম কেতাই মাতিলা ব্যঙ্গ কৰি
নবখানো তোমাক জানিবা ডেকাগিৰি।
খাৰু মণি অলঙ্কাৰ সবাকে খহাই
ককালত গামোচা বান্ধিলা ভূঞা ৰাই।
একশ হাত গভীৰ জলে পৰে জাপ মাৰি
কিবা চাই আছিল তাৰ দেহৰ কাণ্ডাৰি।

ধ্বজা বোলে শঙ্কৰ তই বেগে আহ উঠি
ঘৰিয়াল বহু আছে পানীত চুপি চুপি।
শালগছ সমতাৰ প্ৰকাণ্ড শৰীৰ
বকে পুঠিমাছ গিলা দিবেক শৰীৰ।
এহি বুলি ধ্বজা বৰ চিঞৰ মাৰিলা
বনগঞা গিৰি পাছে কান্দিবে লাগিলা।
ৰাম ৰাম সতাই আৰু কেতাই খাৰ
লাগিলা দুৰ্ঘোৰ ভয় প্ৰমাদ ঘটিবাৰ।
ডেৰ পৰ বেলি হ'ল নুঠিলা শঙ্কৰ
সমনীয়া বন্ধুৰ মাঝে লাগে হাহাকাৰ।
বনগঞা বোলে গুৰু অকাৰ্য্য কৰিলা
শিহু ধৰিবাক লাগি কিয়নো পাচিৰ্লা।
কোন অপৰাধে মাৰা এনে বুদ্ধি কৰি
নিশ্চয় বুজিলো আজি দাদা গৈলা মৰি।
এত পলম হৈলা দাদা নাহিল যে উঠি
বালকৰ হাহাকাৰ লাগিল অসন্তুষ্টি।
হাবৰাৱে কান্দিবে লাগিল বনগঞা
ধ্বজাইও কান্দন্ত একেথৰে জল চায়া।
গৰখীয়া কতছিল লুইত তীৰত
কান্দা শুনি সবাই ভৈলা তথা উপনীত।
তিনি ডাৰ পলম হ'ল পানীৰ তলত
উঠিয়া নাহিল ডেকাগিৰি ওপৰত।
দুইজন গৰখীয়া দৌৰী দৌৰী গই
খেৰসূতি আইতাক জনাইল গই।
হাবৰাৰ কৰি বুঢ়ী লৰিয়া আহিল
শৰীৰৰ বস্ত্ৰ বাটে পৰিয়া ৰহিল।

আৰু কত জন লোক দৌৰীয়া আহয়
গাবৰ তিৰি ছলি সবে বাটলৈ ওলাই।
হায় হায় কৰে সবে শঙ্কৰক স্মৰি
উঠিয়া আহক বাচা আমি যাওঁ মৰি।
এনেকুৱা বালক আমি কতো দেখা নাই
মৰি গলে ভূঞা সবৰ কি হব উপাই।
চুলি ঠিয় লোকসব পানী দেখা পাই
উদ্বিগ্ন চিত্তেৰে সবে আছে বাট চাই।
পানীৰ তলত এক বৰ শিহু চানা
ধৰিয়া আনিলা শঙ্কৰ যেন মাছ পোণা।
কমৰৰ কপোৰেৰে বান্ধিয়া পেটত
পাৰত তুলিলা শিহু সবাৰে আগত।
চুলি মেলি খেৰসুতি নদীৰ তীৰ পাইলা
শিহু সমে শঙ্কৰক পাৰত দেখিলা।
বাৰ হাত লম্বা শিহু কাপোৰে মেৰাই
তুলিয়া আনিলা গুৰু পাৰক একাই।
জালৰ মাজত যেনে পুঠিমাছ পোণা
দুই চাৰিজন লোক আগে বাঢ়ি আনা।
কথা শুনি আহে কত হামাৰাও কাঢ়ি।
দীঘল দীঘল ছয় হাত শিহু গোট ধৰি।
পানীৰ পৰা আনিলন্ত ধৰিয়া পেটত
অতি জোৰে সাবটিয়া শক্তি আছে যত।
কান্দিব এৰিয়া সবে হাঁহে খলাখলি
আনন্দতে কত জনে বুকে লোৱে তুলি।
ধন্য ধন্য পুত্ৰ তই ভূঞাৰ কুলৰ
আমি সবে ধন্য হলো তোমাৰ লগৰ।

খেৰসূতি বুঢ়ী কিন্তু দুই চাপৰ মাৰি
কিবা হেতু শিহু পোনা আনিলাহা ধৰি।
একশ হাত গভীৰ জলে নামিলা কি কাৰণে
কত ঘৰিয়াল আছে কোনে বা নজানে।
নলগা গছত জেং বান্ধি ফুৰা তই
তোৰ সম দুষ্ট বালক ইটো লোকে নাই।
ধ্বজাক পাৰিলে গালি খেৰসূতি আই
ৰক্ষক পাতিলো তোক কি কাৰণে মই।
আজি হন্তে লুইতক আহিব নোৱাৰ
পঢ়াশালি পঠাইব বিদ্যা শিক্ষা কৰ।
এহি বুলি ধ্বজাক আদেশ দিলা বুঢ়ী
শিহু পোণা গোট জলে পেলোৱা বাগৰি।
ধ্বজা আতৈ শিহু পোণা জলত এৰিল
শঙ্কৰক কান্ধে লৈয়া চলিতে লাগিল।
সঙ্গৰ বালক আৰু যত বন্ধু গণ
একে সঙ্গে সকলোৱে কৰে প্ৰত্যাৰ্পণ।
পথে আহে কয় সবে গাৱে হাত দিয়া
এনুৱা পুৰুষ আমি দেখা নাই পোৱা।
এনে কৰ্ম কৰিবাৰ কাহাৰ শকতি
আচৰিত কৰ্ম কৰে ভূঞাৰ সন্ততি।
নিশ্চয় জানিলো ইটো মনুষ্য নোহয়
কোনোবা দেৱতা লোক আহিয়া আছয়।
বুঢ়া খা শুনিয়া কথা বুঢ়ী আগে কৈলা
যিবা হোক ৰাখা মনে একো নুবুলিলা।
আমাৰ ঘৰত আহিলন্ত ভগবান
নকবা কাহাকো এই কথাৰ আখ্যান।
এই বুলি বুঢ়া খা সবাকো প্ৰবোধিলা
অনন্তৰে সন্ধ্যাকালে গৃহে চলি গৈলা।
ভকত সকলে পুছিলন্ত এক কথা
ইটো শিহুৰ পূৰ্ব্বজন্ম জানিবাৰ ইচ্ছা।
আতৈ বুলিলা ইটো বৰুণৰ দূত
নন্দক নিলেক পলাই অতি অদ্‌ভুত।
কৃষ্ণে পাছে তাক মাৰি নন্দক উদ্ধাৰি
শাপ দিয়া থৈলা তাক সিটো শিহু কৰি।
শঙ্কৰ গুৰুৰ স্পৰ্শে মুকুতি লভিল
পূৰ্ব্বাপৰ ৰূপে জলে মিলিয়া গইল।
এহিসে কাৰণে প্ৰভু শিহু ধৰি আনি
কৰিলন্ত বাল্য ক্ৰীড়া প্ৰভু চক্ৰপাণি।
শঙ্কৰৰ বাল্য লীলা সবে শুনি লই
হৰি হৰি বুলি সবে ঘুষিয়ো সদাই।

>>>>■<<<<

## শঙ্কৰৰ দুষ্টালি আৰু কালসৰ্প বিনাশ

### পদ

বৈৰাগী আতৈ বোলে ওৰে ভক্তগণ
শ্ৰীগুৰুৰ বাল্য লীলা কৰহ শ্ৰবণ।
দ্বাদশ বৰ্ষ যেবে পাইলা হৰি✦
বাল সমে ক্ৰীড়া কৰি ফুৰন্ত লৱৰি।

✦হৰি - শ্ৰীশঙ্কৰ

শিহ ধৰা কাৰ্য্য সব লোকতে জানই
শঙ্কৰ আহিলে লোকে ওলাই দেখই।
হৰি হৰি কিনো ৰূপ এই বাল্য ধন
আমাৰ সন্তান কিয় নভৈল এমন।
শঙ্কৰক দেখিবাৰে সবে কৰে আশ
শত্ৰগণে ভাৱে আমি কৰহু বিনাশ।
লাহে লাহে শঙ্কৰ যে বৰ দুষ্ট ভৈলা
লগৰীয়া সমে খেলা খেলিবাক লৈলা।
নানা বিধ খেলা খেলে সমনীয়া সৱে
পৰাজিত কৰিবাক নোৱাৰন্ত কেৱে।
ভণ্টা গুটি হাউ খেলা আৰু ধোপ খেল
বঢ়া হাউ, ধৰা হাউ, ফটিক গুটি খেল।
হাফলা দিয়ে দৌৰে আৰু লৰে হাত বান্ধি
মেকুৰী নিগনি খেলে আৰু লুকা চুন্ধি।
খেলাতেই মগ্ন হয় দুষ্ট বালগণ
খোৱা লোৱা কামে তাৰ নাই কিছুমন।
এক দিনা সব শিশু উমলি যামলি
থাকোতে নদীৰ তীৰে হইলা গধূলি।
গধূলি হইলা যেবে ঘৰক নাহিল
ৰাম ৰামৰ পিতৃ গৃহে নিশা কটাইল।
খেৰসূতি মাতৃ উজাগাৰে চাৰা ৰাতি
নাতি লাগি চিন্তাতে কৰিলা ঘুম খতি।
খাটে বহী বুঢ়ী আই তলমূৰ কৰি
নাতিৰ কাৰণে ভাবি আছে চিন্তা কৰি।
ৰজনী প্ৰভাতে ধ্বজা লৰাক বিচাৰি
বাউলী হইয়া ফুৰে ইঘৰ সিঘৰ কৰি।

অল্প বেলি হইলা যেবে গৰু হ'ল বাজ
গৰু লৈয়া আহে যেবে ৰাখাল সমাজ।
নৰোত্তম গৃহে শঙ্কৰক লগ পাই
ধ্বজাৰ হাতত ধৰি আহিলা গোসাই।
গৰু চৰিবাক লাগি পথাৰক গৈলা
গৰখীয়া সমে খেলা কৰিবাক লৈলা।
চৰণীয়া পথাৰত নানা খেলা কৰি
নাহয় গৃহক থাকে খেলাত মন পৰি।
বেলি ভাটি দিলা তবু নাহিল শঙ্কৰ
অন্ন ৰান্ধি ৰই আছে আই খৰ ধৰ।
অন্নক ঢাকিয়া ৰাখি চলি গৈলা ধীৰে
নদী তীৰে খেলা কৰি আছন্ত শঙ্কৰে।
বুঢ়ীমাক দেখি দুৰে ভিৰাই লৰ দিলা
কৈক যাব বুলি বুঢ়ী পাচত খেদিলা।
ধ্বজাক বুলিলা বুঢ়ী কৰ্কশ বচনে
ধৰি আনা তাক তুমি অতি সযতনে।
পাচে পাচে খেদি ধ্বজা লাগক নপাই
উলটিয়া আহি বোলে মোৰ সাধ্য নাই।
শঙ্কৰক ধৰিবে পাৰে কাহাৰ শকতি
যেতিক্ষণে নাহে নিজে কৰে অন্য গতি।
সেইদিনা ৰাতিও যে নাহিল শঙ্কৰ
কাণ্ড দেখি বুঢ়ী মাৰ চিন্তা ভৈলা বৰ।
জয়ন্তক গৈয়া পাছে বুঢ়ী বুলিলেক
বিচাৰি আনহ বাপু শিশু শঙ্কৰক।
দুই ৰাতি হুয়া গৈলা নাহিলা যে ঘৰে
কিবা ভৈলা বুলি মোৰ মন কিবা কৰে।

লগৰ ছোৱাল এক আহি সেই ঠাই
বুঢ়ীক বুলিলা বাৰ্ত্তা মুখ উচ্চ কই।
শুনিয়োক আবু* চিন্তা নকৰিবা তুমি
আহিছে শঙ্কৰে খেলি দেহা ঘামি জামি।
শুনিয়া লৰিলা বুঢ়ী হাতে জেং লই
দুৰ হন্তে দেখে শঙ্কৰ আহে আগুৱাই।
ৰহ দুষ্ট বুলি তাক খেদিয়া গইলা
জাপ দিয়া শঙ্কৰ যে লৰি পলাইলা।
পাছে পাছে খেদে যেন যশোদা কৃষ্ণক
সেই মতে খেদে বুঢ়ী শিশু শঙ্কৰক।
তথাপি নাপায় লগ ধৰা সাধ্য নাই
ভাগৰ লাগিয়া বুঢ়ী গৃহে ফিৰি যাই।
জয়ন্তক পাচিলা বুঢ়ী আন তাক ধৰি
মই আনিবাক গলে পলায় লৰৰি।
জয়ন্ত চলিলা শঙ্কৰক আনিবাক
আহা বোপা মাতিলেক যোৱা তুমি কৈক।
নকৰিবা ভয় তুমি আহা ঘৰে চলি
এই বুলি মাতিলা জয়ন্তে হাত মেলি।
লাহে লাহে আহি জয়ন্তক লগ লৈলা
ধূলা জাৰি ফুৱাই পাছে কোলে তুলি লৈলা।
কান্ধত তুলিয়া লৈয়া ঘৰ লাগি যাই
খেৰসূতি বুঢ়ী হাতে দিলেক শোধাই।
গাৱ-পাৱ ঘহি বুঢ়ী শঙ্কৰক লৈলা
মুখত চুম্বন দিয়া অন্ন খাইতে দিলা।

জয়ন্ত বুলিলা বোপা ভাল হৱ তই
শিৰোমণি ভূঞা ভাৰ হাতে লবলই।
বুঢ়ী বুলিলেক ওৰে পাপু শ্ৰীশঙ্কৰ
তোৰ পিতা, ককা সকল পণ্ডিত প্ৰবৰ।
পিতা পিতামহ তোৰ প্ৰপিতামহ
কিমান পণ্ডিত আছিল তই নজানহ।
বংশৰ নামক তই নুমালি সমূলি
ভাবিয়া আছিলো তই ভাল হবি বুলি।
জয়ন্তই বুজাই বহু বাল্য শঙ্কৰক
কতো নাযাইব বুলি কথা দিয়া মোক।
শঙ্কৰে বুলিলা মই আৰু নযাইবো
গৃহে থাকি মাত্ৰ মই গৰু চৰাইবো।
কথা কৈ শান্ত ভাৱে থাকিলা শঙ্কৰ
জয়ন্তই চলি গৈলা আপোনাৰ ঘৰ।
সন্ধ্যা হৈ আহিছে মাত্ৰ চাকিটো জ্বলাই
বাওহাতে আনি আছে খেৰসূতি আই।
হঠাতে দেখিলা ঘৰে মাজ মজিয়াত
ভয়ঙ্কৰ কালসৰ্প সোমাইছে ঘৰত।
আটাহ পাৰিয়া বুঢ়ী বাজ হুয়া গৈলা
শঙ্কৰক টান মাৰি কোলে তুলি লৈলা।
বনগঞাক ছুন্দৰীয়ে টানিয়া নিলেক
বাহিৰৰ পৰা কিছু লোক মাতিলেক।
ওৰে ওৰে বাপু সব দেখহ সবাই
এত বড় কালসৰ্প কতো দেখা নাই।

*আবু - কামৰূপী বুঢ়ী আই*

বুঢ়ী আই ছন্দৰীয়ে কৰি মহা ত্ৰাস
বোলে হৰি হৰি বিধি হ'ল সৰ্ব্বনাশ।
বনগঞা মাতৃ ত্ৰাসে পুত্ৰ কোলে লৈয়া
লৰৰি যাওঁতে পথে পৰিল বাগৰিয়া।
খেৰসুতি অনুধৃতি আৰু যে ছন্দৰী
ত্ৰাস লগাই তিনিজনে পাৰে মাত্ৰ গেৰি■
গেৰি শুনি সবলোক লৰিয়া আহিল
বৰ ঘৰ মধ্যে সৰ্প দেখিবে পাইল।
মাৰি আনিলেক কেৱে সৰ্প মাৰো বুলি
সাহস নপাৱে কেৱে কোবাইবে তুলি।
ঘনে ঘনে সৰ্প গোট ফোকাৰ চাৰয়
ফোঁচ ফোঁচ শব্দ কৰি মাথাক ডাঙয়।
লহ লহ জিহ্বা তাৰ দেখি লাগে ভয়
মজিয়াৰ মাজে কত বাৰ ঘুৰি ৰয়।
দুটা গোটা চকুত তাৰ জ্বলে তৰঙ্গিনী
গোজৰণি তোলে বহু দুৰ হন্তে শুনি।
বুঢ়ী আই ধৰি আছে বাল শঙ্কৰক
অনুধৃতি কোলে আছে লই বনগঞাক।
আঠ দহ গোটা চাকি জ্বলাই ছন্দৰী
গৃহক কৰিলা যেন দিন সম পুৰী।
খাপৰ আনিল কেৱে, কেৱে লয় কচ্
টোকন লইয়া কেৱে কৰে খচ্ মচ্।

ফণা তুলি আছে সৰ্প সমাজক চাই
চকু হন্তে যেন বহ্নি জ্বলিয়া ওলাই।
সাহস নাপাৱে কেৱে মাৰিবলৈ তাক
সবে চাই আছে মাত্ৰ আক্ৰমিব কাক।
বুঢ়ী মাৰ হাত এৰি শঙ্কৰ ছোৱাল
পিচপিনে লৰি গৈলা কৰি পয়মাল।
পিচৰ পৰা আহি নেজত ধৰিলন্ত তাক
বাহিৰক আনিয়া সৰ্প জোৰে ঘুৰাইলেক।
কিছু পৰ গৈয়া সৰ্প উফৰিলা পৰি
শঙ্কৰে হাতৰ পৰা দিলা তাক এৰি।
চট্ ফট্ কৰি তাতে মৰিয়া থাকিল
সব লোকে তাকে দেখি বিষ্ময় মানিল।
ইমানবোৰ ৰাইজ আমি সাহস নপাই
সামান্য বালকে সৰ্প মাৰিয়া পেলাই।
বুজিছো ই গোটা বালক নহয় মানুষ
নিশ্চয় জানিবা ইটো পৰম পুৰুষ।
সৰ্প গোট নিয়া ধ্বজা গাতে থৈলা পুতি
শঙ্কৰৰ হাত দুই ধুৱাইল খেৰসুতি।
তাৰ পাছে গৃহে পশি অন্ন সিজাইল
মাহ দিন ধৰি সৰ্প ভয় নুগুছিল।
শঙ্কৰৰ বাল্য লীলা ৰস পাণ কৰি
ভকতগণ সবে ডাকি বোলা হৰি হৰি।

■*গেৰি - উচ্চস্বৰে মাতা*

:—x—:

# কাল সৰ্পৰ পূৰ্ব্ব বৃত্তান্ত

## পদ

ভক্তগণ বোলে বাপ বৈৰাগী নন্দন
এক কথা জানিবা সবাৰে ভৈলা মন।
তব মুখে সব কথা শুনিয়াছো আমি
আতিকে মুৰুখ মতি একোই নজানি।
কাল সৰ্প গোটা কোন আছিল পূৰ্ব্বত
কি কাৰণে মৰিবাক লাগি আহে ঐত।
আতই বুলিলা সৰ্প পূৰ্ব্বে যে আছিল
অতি সংক্ষেপতে আমি ইয়াতে বুলিল।
হূহু নামে ছিল এক গন্ধৰ্ব্ব নন্দন
শ্যামন্ত বিচাৰি কৃষ্ণে প্ৰবেশিলা বন।
গন্ধৰ্ব্ব নন্দনে এক সৰ্প ৰূপ ধৰি
ঘোৰা সমে কৃষ্ণৰ পথ পেলায় আগুৰি।
বৃহৎ আকাৰে ফোণা তুলিয়া আগত
শৰাঘাটে কৃষ্ণে তাক মাৰিল সাক্ষাত।
পাচে সিটো গন্ধৰ্ব্বই নিজ ৰূপ ধৰি
প্ৰভুৰ চৰণত আহি খাইলা উবুৰি।
কৃষ্ণে বোলে হে পাপীষ্ঠ তই দুৰাচাৰ
সৰ্প হুয়া কিয় বাট ভেটিলি আমাৰ।
আজি হন্তে সৰ্প হুয়া থাক ধৰাধামে
জনমে জনমে পাৰি কষ্ট সব কামে।
প্ৰভুৰ চৰণে পৰি গন্ধৰ্ব্ব নন্দন
কাকুতি কৰিয়া কত কৰিলা ক্ৰন্দন।
তুষ্ট হুয়া নাৰায়ণ বুলিলা বচন
শুনা এবে ওৰে তই পাপীষ্ট দুৰ্জ্জন।
সৰ্প হুয়া ভ্ৰমি থাক এই মহীতলে
কৰিব উদ্ধাৰ আমি তোমাক একালে।
কলি কালে জনমিবো বৰদোৱা ধাম
তেতিয়া লইবো আমি শঙ্কৰদেৱ নাম।
সৰ্প ৰূপে তই মোৰ গৃহ প্ৰবেশিবি
মোৰ হাতে মৃত্যু হুয়া মোক্ষ পদ পাবি
আকে কই নাৰায়ণ বেগে চলি গৈলা
গন্ধৰ্ব্ব নন্দন ঐত সৰ্প ৰূপ লৈলা।
বগুৱাই আহিলেক উজনি ৰাজ্যক
কামৰূপৰ বনৰ মাঝে বাস কৰিলেক।
শঙ্কৰৰ লীলা সবে কাণ পাতি শুনি
হৰি হৰি বোলা শঙ্কৰক মনে গুনি।



## *দ্বাদশ বৰ্ষত বালক গণ সঙ্গে শঙ্কৰদেৱৰ বাল্য ক্ৰীড়া*

### *পদ*

চক্ৰপাণি বোলে শুন ওৰে বাপগণ
গুৰুৰ চৰিতামৃত অতি অনুপম।
কুসুম নন্দন গুৰু সূৰ্য্যবৰ নাতি
বালক সবৰ মধ্যে কৰে মহাজ্যোতি।
সাত পাচ বালকৰ সমে খেলা কৰে
আন্ধাৰ পোহৰ কিছু বিচাৰ নকৰে।
নদীৰ তীৰত গৈয়া খেলে নানা খেলা
প্ৰতিদিনে পাতে গৈয়া ৰহস্যৰ মেলা।
ৰাম ৰাম গুৰু কৰ্ণপুৰ দুইজন
খেলাৰ লগৰী আৰু বালক বাৰজন।
কেতাই খা, জয়, বলৰাম, সৰ্ব্বজয়
পুৰকায়, নিতাই বাৰজন সমুদায়।
ধ্বজাৰ হাতত ধৰি সদা ফুৰি ফুৰে
বাটে পথে এৰা দিয়া দৌৰা দৌৰী কৰে।
খেল নাও ছিল এক নদীৰ ঘাটত
সঙ্গী সঙ্গে বালগণ হাফলিয়াব কত।
ভৰা লুইতত নৌকা মাজ পালে গই
চৰি নাই বঠা নাই হাতে ঠেঙে বাই।
গৰণত* পৰি নাও তীৰ বেগে গৈলা
ভাটি মুখে নাওখনি উটিয়া চলিলা।
কাষক আনিব নোৰে সোতে ভহি যাই
লৰাবোৰে ভয়ে কপে নেদেখি উপাই।
শঙ্কৰদেৱে জাপ দিয়া নদীত পৰিলা
ভৰি বাই নাওখনি উজাই আনিলা।
সমনীয়া লৰাবোৰে হই আচৰিত
শঙ্কৰৰ শক্তি দেখা কেনে বিপৰীত।
পাৰে উঠি লৰাবোৰে গাৱ মুচি লই
সকলোৱে চলি গৈলা আপোন আলই।
আন একদিনা আহে ধোপ খেলিবাৰে
কণা ধোপ খেলা কৰে মনে সাৰ কৰে।
ৰাম ৰাম সৱৰ্বজয় বনগঞাগিৰি
কৰ্ণপুৰ কেতাই খান আৰু জয়হৰি।
সব লৰা আহি পালে পথাৰৰ মাজ
পিন্ধা কাপোৰ টানি মুঠি লৈলা খেলা সাজ।
কাপোৰেৰে চকু বান্ধি হল যেন কণা
কোবা কুবি লাগি সবে কৰে হানা মানা।
শঙ্কৰে যে ৰজা ভৈলা ৰাম ৰাম পাত্ৰ
কেতাই সেনাপতি হল, সেনা আন যত।
এইমতে কত খেলা কৰি মহাৰঙ্গে
নানা লীলা কৰি ফুৰে বালকৰ সঙ্গে।

**গৰণত - পানীৰ কোবাল সোঁতত*

এনেমতে থাকোতে দুই লৰাৰ মাজত
দন্দ লাগি গৈলা সিহঁতৰ ভিতৰত।
দুই জনে আহি শঙ্কৰক গোচৰিলা
হাতে ধৰি দুইকো ক্ষমা চাইতে বুলিলা।

শঙ্কৰৰ নিৰ্দেশত মিত মাত হ'ল
পুনৰপি সকলোৱে বন্ধু হৈ গ'ল।
দলপতি শঙ্কৰৰ সবে শুনে হাক
নেতা মানি চলে যত গৰখীয়া জাক।



## মৃগাৱলী ৰজাৰ উপাখ্যান

### পদ

চক্ৰপাণি আতৈ কয় গুৰু লীলামৃত
শুনি শুনি মজি থাকে ভক্তবৃন্দ যত।
খোৱা লোৱা মাত্ৰ কৰে আৰু শৌচ স্নান
তাত পৰে ভক্তগণৰ কৰ্ম নাই আন।
ৰাতি দুই প্ৰহৰ লাগি চৰিতক শুনে
আলোচ কৰয় সবে আনন্দিত মনে।
এইমতে চৰিত কথা শুনে শঙ্কৰৰ
সকলে আনন্দ পায় কথা অমৃতৰ।
শঙ্কৰৰ বাল্য লীলা কথাৰ অমৃত
শুনি শুনি ভক্তগণ ভৈলা আনন্দিত।
ধ্বজা আৰু উৰবনা নামে ভৃত্য দুই
দুই ভাই লৈয়া ফুৰে কান্ধত শুৱাই।
উৰ বনাই লয় কান্ধে বন গয়া গিৰি
দুইজনে ভৃত্য কৰ্ম কৰে মন পাৰি।
ভক্তগণ বোলে বাপ এই দুইজন
এত ভাগ্য মিলিলেক কিহৰ কাৰণ।

শঙ্কৰ আৰু ভাতৃ কোলে লইবাক পাইল
ভৃত্য কৰ্ম কৰিবাক কিয়নো আছিল।
আতৈ বোলে পূৰ্ব্ব কথা শুনা আতাবৰ
কিবা হেতু ধ্বজা হৈলা ভৃত্য শঙ্কৰৰ।
পূৰ্ব্ব কালে ছিলা এক ধাৰ্মিক ভুপতি
সৰ্ব্বগুণী ধাৰ্মিক পণ্ডিত মহামতি।
প্ৰতাপ গড়ে ছিল ৰজা মহা বলশালী
নাছিল পণ্ডিত বেচি নাম মৃগাৱলী।
লক্ষাধিক গৰু তাৰ পালত আছিল
গৰু দান পাইব আশাত বিপ্ৰ আহিছিল।
এক দিনা ৰজা এক যজ্ঞ আৰম্ভিল
দান দক্ষিণাক দিয়া যজ্ঞ শেষ কৈল।
গাভী দান দিলা তেওঁ বিপ্ৰ যত গৈলা
গাভী পাই বিপ্ৰগণ বৰ সুখী ভৈলা।
গৰু লৈয়া বিপ্ৰগণ যায় নিজ ঘৰ
এৰা দিয়া আহিল গাভী ই ঠাই পুনৰ।

ইটো কথা ৰজা ৰাণী কিছু নজানয়
আন কৰ্মে একে গাভী অন্য বিপ্ৰক দিয়ে।
পুৰ্ব্বতে নিওতাজনে বিচাৰিয়া আহি
পুচিলা গাভীৰ কথা চাকৰক চাহি।
হেন সময়তে দেখে বিপ্ৰ একজন
তাহাৰ গাভীক লৈয়া কৰিছে গমন।
দুইজন মধ্যে যেবে ভেটাভেটী ভৈল
দুয়োজনে আহি কথা ৰজাক জনাইল।
ৰজা বোলে বিপ্ৰবৰ আমি দোষী নই
লক্ষ গৰু আছে মোৰ নিচিনোহো মই।
আপোনাক দিলো গৰু পুনু আহিল ফিৰি
দান দিবা লাগি আনে গৰখীয়াই ধৰি।
এটি গৰু নিজে আনে দুটি গৰু দিব
আমাৰ লগত কিছু বাদ নকৰিব।
বিপ্ৰ বোলে দান দিয়া অপমান দিলি
একে গৰু দুইজনক কিয় তই দিলি।
এতকতে ভৃত্য হুয়া পৰ ঘৰে যাবি
কোনো কালে তই ৰজা হব নপাৰিবি।
শাপ শুনি মৃগাৱলী পৰম ধাৰ্মিক
চিন্তিবে লাগিলা হৰি হই অধোমুখ।
হেন কালে তাতে আহি পাইল নাৰদ
বুলিলন্ত কিবা কাৰ্য্যে ইয়াত কৰা বাদ।
নাৰদক দেখি ৰাজা পৰম হৰিষে
প্ৰণাম কৰিলা চৰণত পৰি মাথে।
এক বাদ হ'ল প্ৰভু আমাৰ মাজত
বুজাই দিলেক কথা যিবা কাৰণত।

নাৰদ বুলিলা দানে কোনো দোষ নাই
অন্য গৰু পাইলে দান কিবা ক্ষতি হই।
কিন্তু দানী ৰজাক শাপিলা কি কাৰণ
ধাৰ্মিকৰ সঙ্গে বাদ কৰা অকাৰণ।
দুয়োজনে হবি ভৃত্য পিচৰ জনমত
নাপাবি নিস্তাৰ আৰু কোনো জনমত।
ধাৰ্মিক ৰজাক শাপ দিলা অকাৰণ
সেইবাবে ভৃত্য হোৱা তোৰা দুইজন।
শাপ পাই দেবৰ্ষিৰ বাদী বিপ্ৰদ্বয়
চৰণত মাথা থৈয়া কান্দিবে লাগয়।
পৰম মুৰুখ আমি কিছু নাজানিলো
ৰাগৰ কোবত আমি পাপ আচৰিলো।
ক্ষমা কৰা দুইজনক ব্ৰহ্মাৰ নন্দন
ইটো বুলি হাবি ৰাৱে কৰয় ক্ৰন্দন।
তাৰ পাচে নাৰদ যে বুলিলন্ত বাণী
যদ্যপি দিলোহো শাপ আমি মনে গুণি।
কলি কালে জন্মি বেক প্ৰভু নাৰায়ণ
ধ্বজা আৰু উৰৰণ নামে লভিবা জনম।
শঙ্কৰ নামেতে হৰি জনম লভিব
তান ভাতৃ এক আৰু সঙ্গত থাকিব।
তোৰা দুই ভৃত্য হুয়া কান্ধত লইবি
প্ৰভুৰ কৃপাত দুয়ো মুকুতি পাইবি।
শাপ মুক্ত হুয়া দুয়ো ব্ৰাহ্মণ হইবি
লোক মধ্যে বেৰাই পাছে ধৰ্ম প্ৰচাৰিবি।
এহি বুলি নাৰদ চলিলা ব্ৰহ্মালোক
শাপ ভ্ৰষ্ট হুয়া বিপ্ৰ ধ্বজা হইলেক।

শুনিয়া হৰিষ ভৈলা যত ভক্তগণ
আনন্দতে কৰে সবে নাম সংকীৰ্ত্তন।
নাম গাই সবে যেবে ভাগৰি পৰয়
ভোজনে চলিয়া গৈলা আপোন আলয়।

>>>>■<<<<

## ব্ৰহ্মপুত্ৰ জলত পদ্মাসন যোগ

### পদ

আত অনন্তৰে কথা শুনা ভক্তগণ
যিমতে কৰিলা গুৰু লীলা অগণন।
বাল্যকালে যত লীলা গুৰু দেখাইল
সে কাৰণে সব লোক পতিয়ণ গৈলা।
শ্ৰীমন্ত শঙ্কৰ হৰি বিষ্ণু অৱতাৰ
নৰ ৰূপে উদ্ধাৰিলা পৃথিৱীৰ ভাৰ।
ধ্বজাৰ কান্ধত চৰি ফুৰে সদা গই
ৰাত্ৰি কালে থাকে খেৰসুতিৰ সঙ্গে শুই।
ৰাম ৰাম কেতাই খাণ বনগয়া গিৰি
বাৰ বালক সঙ্গে ফুৰে সদা ঘুৰি।
একদিনা লোহিত্যক স্নান কৰিবাৰে
সব বালকগণ গৈলা লোহিতৰ তীৰে।
পাৰত অনেক খেলা খেলি মহাৰঙ্গে
হাউ, ধোপ দ্বাদশ ষোড়শ বাল সঙ্গে।
কত খেল খেলাৱন্ত তবু নাভাগৰি
ফটিক লাটু খেলে মাটিত বাগৰি বাগৰি।
খেলা খেলি থাকি বৰ ভাগৰ ধৰিলা
ঘামে তিতি গাৱ মুৰে ধুলি যে লাগিলা।
সব লৰা গণে বোলে স্নান কৰো ভাই
ভাগৰি পৰিলো যেবে দেহে বল নাই।
অতীব গৰম লাগে স্নানে পাম ভাল
স্নান কৰি নগেলে মিলিব আহুকাল।
এবুলি জলক্ৰীড়া কৰিবাক লাগি
সব লৰা দিলে জাপ সাতুৰিবে লাগি।
কিছুক্ষণ সাতুৰিয়া শঙ্কৰ কহিলা
পানীৰ ওপৰে বহিবাক যে বুলিলা।
শঙ্কৰৰ বাক্য শুনি সঙ্গী লৰাগণ
বৃথা বাক্য ব্যয় তুমি কৰা অকাৰণ।
কিনো কোৱা বন্ধু তুমি কথা আচৰিত
কোনে কৰিবাক পাৰে কৰ্ম বিপৰীত।
শঙ্কৰে বোলন্ত কথা নোহয় আশ্চৰ্য্য
জলৰ ওপৰত বহা নোহে বৰ কাৰ্য্য।

ইচ্ছা কৰি সব লোকে বহিহাক পাৰে
পদ্মাসন পাতিলা গুৰু জলৰ ওপৰে।
জলৰ ওপৰে বহি পদ্মাসন পাতি
হাত মোৰ কৰি চাহে আকাশৰ প্ৰতি।
উৰ্দ্ধ উন্মোলিণ চকু ৰাজহাড় পোণ
মুখ নাক সব বন্ধ যেন বাক্য শূন্য।
দেখিলে বালকগণ কিনো অদভুত
পৰম অদ্ভুত কাণ্ড কথা বিপৰীত।
মহা শক্তি মন্ত ইটো ভূএগৰ নন্দন
তাকে কৰিবাক পাৰে যিবা যায় মন।
থৰ লাগি থাকিল চাই সঙ্গী বাল্যগণ
ইজনে সিজনে চায় আশ্চৰ্য্য বদন।
সবে বোলে ভূএগ শিশু মানুহ নোহয়
জলৰ দেৱতা আমাৰ মাজত আছয়।
ডুব দিয়া ধৰে শিহু আৰু ধৰে মাছ
এক পৰ বেলি জলৰ মধ্যে কৰে বাস।
মানুহে নোৱাৰে এনে কৰ্ম সাধিবাক
সেয়েহে বুলিলা সবে দেৱৰ বালক।
জলে বহি তাৰ পাছে কৰে ৰঙ্গ খেলি
তামচা কৰি বহিয়া থাকিল কত বেলি।
বাল সব সম্বোধিয়া মাতিল শঙ্কৰ
আহা সবে এতিক্ষণে জলেদিও বুৰ।
ৰাম ৰাম বোলে ভাই বুৰক নিদিব
পানী খাই নদী জলে সবেও মৰিব।
এজনো বালক নাযাই জলৰ মাজত
সবে ঠিয় দিলা আহি পানীৰ কাষত।

শঙ্কৰে আফল মাৰি উল্টা মুণ্ড হই
ভৰি ওপৰক তুলি মাটি মুণ্ড চুই।
চৰণ দুইখন যেন নব পদ্ম কোষ
পদ্ম ফুল যেন লাগে দেখিতে সন্তোষ।
বহু সময় ধৰি এনেমতে ৰই গৈলা
তাৰ পাছে আঠু দুটি কোচাই ধৰিলা।
ভেবা লাগি চাই থাকে বালক সবাই
শাৰী পাতি বহি আছে মুখে কোৱা কুই।
কত বেলি পাছে গুৰু উঠিয়া আহই
শিশুগণ সম তীৰে কাষত বহই।
ৰাম ৰাম কেতাই খা বুলিলেক বাণী
কিবা কৰ্ম কৰ ভাই আমি যে নজানি।
তথাপি তোমাক আমি বলো এই কথা
কিবা দোষ ভৈলে পাছে লাগিবেক লেথা।
আমাৰা সবক দোষীবেক বুঢ়ী আই
আৰু যেন এনে কৰ্ম নকৰা দুনাই।
নকৰো নকৰো বুলি শঙ্কৰে হাসিলা
বহিয়া থাকিবো আমি বুলি কথা দিলা।
তাৰ পাছে জলে নামি বহিলা দুনাই
পদ্মাসন পাতি বহে জল ওপৰে গই।
ৰাম ৰাম বোলে ভাই কথা যে নামান
ইমান চেচা পানী মাঝে কিনো কৰ ধ্যান।
চেচা পানী লাগি যদি জ্বৰ উঠে গাত
বুঢ়ী আই খঙে গালি দিব অসংখ্যাত।
তাৰ পাছে শঙ্কৰ হাঁহি বুলিলেক বাণী
অলপ সময় থাকি উঠো কথা মানি।

আক কই পানী মাজে ধ্যানত বহিলা
চাকনৈয়া হৈ পানী আতৰি পৰিলা।
শঙ্কৰৰ চাৰি কাষে চাকনৈয়া ঘুৰে
গাৱত নালাগে পানী আতৰিয়া পৰে।
পানীৰ মাজত কিছু পৰ ৰই আছে
মাছ কাছ শিহু ঘুৰি গৈলন্ত কাষে।
তাৰ পাছে গৃহে আহে জলাসন চাৰি
সব লৰাগণ আহে নদী তীৰ এৰি।
ধ্বজাৰ কান্ধত চৰি আহিলা শঙ্কৰ
দুৰত দেখিলা এক সৰু পজাঘৰ।
ঘৰৰ কাষত ছিল সৰু নাও দুই
পানীৰ মাজত নাও থৈছে ডুবাই।
হান্দি নামে দ্বিজ এক নাওৰ মালিক
মাছ মাৰিবাক লাগি ভাড়া দিয়ে তাক।
দেখিছানে দুই নাও ৰই আছে এথা
শঙ্কৰে বুলিলা গুৰু পুত্ৰ শুন কথা।
দেখিছানে দুই নাও দুই পাৰে তুলি থও
কালি আহি গাৱ ধুব নাও মাৰি যাও।
ধ্বজাৰ কান্ধৰ পৰা জাপ মাৰি পৰি
মাতিলা সবাকো হাতে বা দিয়া ফিৰি।
কুৰিজনে এক নাও ধৰিলেক গই
এক নাও ধৰিলেক শঙ্কৰ একাই।

বহুজন নাওখনি লৰিবে নাৰিলা
অকলে শঙ্কৰে নাও টানি তুলি লৈলা।
এবে তোৰা সবে কিবা কৰি আছ ভাই
আমি নৌকাখনি তুলি আনিলো একাই।
কুৰিজনে একেলগে নাওত দিয়া বল
কিবা কৰ্ম কৰি আছা মাত্ৰ গোলমাল।
আকে কই শ্ৰীমন্ত যে নাও কাষে গই
সবাকো বুলিলে তোৰা যোৱাহে এৰাই।
সব লৰা সবে নাও চাৰিয়া আহিলা
শঙ্কৰে অকলে নাও পাৰত তুলিলা।
পাৰত তুলিলা নাও দুই খনি ধৰি
তাতে নাও এৰি তেবে আহিলেক লৰি।
নাও তুলি থই সবে ঘৰক আহিলা
লৰাবোৰে শঙ্কৰক ধন্যবাদ দিলা।
আচৰিত হুয়া লৰাবোৰে কথা কয়
বুজিলো সবাই শঙ্কৰ মানুহ নোহয়।
মানুহৰ মাজে আছে পৰম পুৰুষ।
শঙ্কৰ ৰূপতে হৰি অতীব মানুষ।
শ্ৰীশঙ্কৰৰ বাল্য লীলা মৃতক সুৱৰি
সমস্ত সমাজে ডাকি বোলা হৰি হৰি।
হৰি বোল হৰি বোল হৰি বোল মুখে
সংসাৰে ছাৰিয়া যাবা সবে মন সুখে।



## শ্ৰীমন্ত শঙ্কৰৰ ভাদ মহীয়া ব্ৰহ্মপুত্ৰ সাতুৰি লঙ্ঘন

### ছবি

আত অনন্তৰে পাছে    ৰাত্ৰি কাল কটাইলা
ৰজনী প্ৰভাত ভৈলা আহি
যা জলপান খাই    টেম্বৰাণী বাল ছই
চৌমুখাত বহি ৰৈলা চাহি।
গুৰুপুত্ৰ ৰাম ৰাম    সৰ্ব্বজয় বলৰাম
ঘনশ্যাম ছৱাল যতেক
কেতাই থাকে আদি কৰি    ভাতৃ বন গএাগিৰি
সবে আহি ভৈলা উপনীত।
শঙ্কৰক বাট চাই    চৌমুখাত আছে ৰই
সব লৰা উদবিগ্ন হই
ধ্বজা উৰবন দুই    আৰু খেৰসুতি আই
বাধা দিছে স্নানে যাব লই।
শঙ্কৰৰ কাণ্ড দেখি    শুনি থাকে মহীয়সী
মনে কৰে বুঢ়ী অতি ডৰ
সামান্য বালক হই    অদভুত কাৰ্য্য কৰ
লোক মধ্যে উঠে হাহাকাৰ।
ওৰে বোপা ধ্বজা তই    নিৰীক্ষিবি ভালকই
কোন দিনা ঘটে অঘটন
সমনীয়া লৰাবোৰে    কত হাহাকাৰ কৰে
উবা জুবা লাগে মোৰ মন।

শঙ্কৰেও সাৰ পাই উঠিলন্ত গিৰিসাই
মনত আলচি আছে কথা
লুইতৰ তীৰে গৈয়া জলক্ৰীড়া নকৰিলে
সমনীয়াবোৰে পাব ব্যথা।
বাধা দিয়া বোলে আই নাযাবি শঙ্কৰ তই
তোক লৈয়া কৰে কণাকণি
অকাৰ্য্য কৰহ তই আগ পিচ নুগুনহ
বাধা দিছো মই মনে জানি।
শঙ্কৰে বোলন্ত আই নকৰিবি ভয় তই
সব কৰ্ম জনো ভালমতে
তোৰ কিছু শঙ্কা নাই কাৰ্য্যক সাধিয়া মই
উলটিয়া আহো পলকতে।
বুঢ়ীৰ ভৰিত ধৰি বোলন্ত যে ডেকাগিৰি
নৌকা দুটি শোধাইবাক আছে
হাৰিয়া মাজিৰ নৌকা পাৰত ৰাখিছো আমি
নিদিলে তাক বেয়া পাব পিছে।
ইটো কই ওলাইলা তেলৰ বোটল লৈলা
গাৱে মুৰে ঘহে ডেকাগিৰি
প্ৰতিজনে তেল ঘহি ইটে সিটে ওলাই আহি
যায় সবে লৰৰি ঢাপৰি।
তুমি ভাই সৰ্ব্বজয় ডেকাগিৰি মাতি কয়
আঠখান বঠা কাটি লোৱা
লুইতক পাৰ হব বঠা মাৰি নাও নিব
সাজি পাৰি সবেও ওলোৱা।

ৰাম ৰাম বুলি চাই বুলিলা আৰ সময় নাই
বহি আছা কিয় মন মাৰি
এলাহ নিহালি এৰি সব লৰা আহা লৰি
বেলি গৈলা দুই পৰ চাৰি।
আমি সব ডেকা লৰা বসয়ত আগবঢ়া
বনৰ বাঘে কৰে যাক ভয়
দেশৰ উজলাম খ্যাতি সবে হৈবা শুদ্ধমতি
ধৰ্ম কৰ্মে বিপদ নচাপয়।
আলোচনা শেষ কৰি সব লৰা গৈলা লৰি
হাড়িয়াৰ ঘাট পাইলা পাছে
তৰত শুকাই নাঁও পৰি আছে উবুৰিয়াই
টানি নমাইলেক সাতে পাছে।
মাজি বোলে বালগণ কিহলৈ কৰিছা মন
জানা আছে আমি ভাল কৰি
কালি ৰাতি বৰষুণ ঢালিলে কলহ কানে
লুইতৰ গৈলা পাৰ বাগৰি।
উথলি উঠিছে বান টুলঙা নাও দুইখান
দিবলৈকে লাগে শঙ্কা মোৰ
বতাহ বলিছে ঘনে ঢৌ উঠে ক্ষণে ক্ষণে
ডকা ফুটে অতি ভয়ঙ্কৰ।
তোৰা সৰু সৰু লৰা এখন সাহস কৰা
সম্মুখে বিপদ দেখা ঘোৰ
চাকনৈয়া আছে ঘুৰি নাওক পেলাব বুৰি
বিপদৰ নাপাইবা ওৰ।

বৰ বৰ ঘৰিয়াল　　জল গুই আদি কৰি
বিচৰণ কৰি আনন্দত
একে কোবে ডুবাইব　　টুলুঙা নাও তল যাব
সকলোকে সোমাব পেটত।
সৌ চোৱা ৰিণি ৰিণি　　দেখিছানে নৈখনি
পাৰত লাগিছে ঢউ আহি
সৰু লৰা দুৰে থাক　　যদ্যপি বৰ লোক হোক
নোৱাৰিব ঢৌ কোব সহি।
তথাপি শঙ্কৰে মনে　　এই ভয় নাহি গুণে
মানুহে নকৰে কাকো ভয়
জগতৰ যত প্ৰাণী　　মানুহক শ্ৰেষ্ঠ মানি
সকলোৱে নত শিৰ হয়।
লুইত নদীৰ সোঁতে　　নিব আমাক ভালমতে
সাতুৰিয়া যাইবাক ভাল
মাত্ৰ উৎসাহ লাগে　　সাগৰকো নেওচিব
ভয় পাইলে হয় আহুকাল।
শঙ্কৰে বোলয় বাক　　মাজি দাদা নেদাহাক
হবো আমি লুইতৰ পাৰ
সাহসত কৰ্ম সিদ্ধি　　উপাৰ্জনে পায় নিধি
এলেহুৱাৰ নাই একোসাৰ।
সংসাৰৰ দেখি ঢউ　　যদিহে ভয়তে ৰও
আগুৱাই যাবা কেনেকৰি
প্ৰভু স্মৰি কাম কৰা　　ফল আশা পৰিহৰা
ভগবানে নিব পাৰ কৰি।

নাও লই চলি গল হাড়িয়াই চাই ৰল
লুইতৰ পানীত নমাই
শঙ্কৰে বুলিলা মাতি শুনা সবে কাণপাতি
সাতুৰিয়া মধ্যে যাব মই।
শিহু ঘৰিয়াল কত ৰঙ্গে চৰে অসংখ্যাত
দেখি তেওঁৰ হৰষিত মন
কপে ভয়ে বালগণ দেখি তেৰা কাগুখন
মৃদু বাক্যে বুলিলা বচন।
শুনা গুৰু পুত্ৰৰাম কৰো মই এক কাম
সাতুৰিয়া পাৰ হবো মই
দুই নাও দুই কাঁষে বাই যোৱা দুই পাশে
নকৰিবা মনে কিছু ভই।
আঠ আঠজন কৰি নাওৰ ওপৰে চৰি
প্ৰতি নাৱে চাৰি বঠা লই
লাহে লাহে কৰিবাই ডোৱা সৃতি এৰাই গই
লুইতৰ পাৰে উঠো গই।
বহি গৈলা বালি জুৰি শঙ্কৰ মধ্যত কৰি
আলোচিলা যেনমতে কথা
লোহিতক হইবো পাৰ সাজি কাচি সাজপাৰ
দুই নৌকা বাই যাব তথা।
ভাগৰত খাইলেক পানী লাজ নকৰিবা জানি
জাপ মাৰি নাওত উঠিবো
অভ্যাসৰ বলে নৰ কৰ্ণ পথে কৰে শৰ
অভ্যাসতে সকলো হইবো।

এহি বুলি ডেকাগিৰি　　　　সবাকে আশ্বাস কৰি
ভৈলা সাজু পাব হৈবে লাগি
কাণ্ড দেখি বালকৰ　　　　ধ্বজা কপে থৰ থৰ
বাৰণ কৰিলা হাত ডাণ্ডি।
দুই নাও সাজু কৰি　　　　নিজে দিহা দিয়া হৰি
ভাগে ভাগে ৰাখি বঠা খান
প্ৰতি নাৱে বঠা চাৰি　　　　আগে গুৰে কাঠি ধৰি
মাজত ৰাখিল দুইজন।
হাড়িয়াই আসিলন্ত　　　　নৌকা গুৰে বসিলন্ত
গুৰি বঠাখন ধৰি জোৰে
চাণ্ড ভিথা দুইজন　　　　আগে গুৰে বহিলেক
বঠা ধৰিলেক দৃঢ়তৰে।
পাচ বালক সমে　　　　শঙ্কৰে পানীত নামে
সাতুৰিবে লৈলা ভালমতে
পিন্ধা বস্ত্ৰ দৃঢ়তৰে　　　　ছজনে সাতোৰ মাৰে
নাও বৈঠা বায় আনন্দতে।
এইমতে নাও দুই　　　　চলি যায় মাজ লই
ভাগৰতে উঠে দুইজন
সাতুৰি নলাগে ডৰ　　　　পানী কাটি মৰ্ মৰ্
চাৰিজনে উল্লাসিত মন।
নাও দুই চলি যায়　　　　লুইতৰ মাজ পায়
ভাগৰ নোবোলে কোনোজন
চাৰিজনে গৈলা চলি　　　　বিপৰীত পাৰ বুলি
সাতুৰিয়া থাকে একমন।

দুই ভাগ মান গৈলা দুইজনে আৰু উঠিলা
ৰল মাথো গুৰু ৰাম ৰাম
নাও বাই সবে যাই কিছু আছে পাৰ লই
ঘনে উশাহ লয় ৰাম ৰাম।
তাৰ পাছে ৰাম ৰাম বুলিলা নাহিকে কাম
আৰু সাতুৰিবে নৰো মই
গিৰি বোলে ৰাম ভাই নাওত উঠি বহা গই
ভাগৰতে সৰ্ব্বনাশ হই।
অকলে শঙ্কৰদেৱ পুনৰপি সাতুৰিলা
নাই তিল মানেও ভাগৰ
নাও বাই যায় যিঁনি সিও মনে মনে গুনি
পাৰ গই নাপাব শঙ্কৰ।
লাহে লাহে বায় নাও বালগণ কাও বাও
চকু থিৰ ৰাখে শঙ্কৰত
সৰ্ব্বজয় বলৰাম চাই থাকে সাবধান
ততালিকে ধৰিবে হাতত।
অলপো ভাগৰ নাই নই কাষ আহি পাই
জাপ মাৰি উঠিল বামত
যিথানৰ পৰা গৈল পুনু তাতে উঠি ৰৈল
নগইল অলপো ভাটিত।
পাৰ পাই জোকৰিল গাৰ পানী শুকাইল
সঙ্গীগণে আহি লগ ধৰে
কেৱে পাৰ নপাইলা শঙ্কৰে অকলে গৈলা
লুইতৰ ইপাৰে সিপাৰে।

নৌভেলা উজান ভাঠি দেখিলা বালকগোষ্ঠী
আচৰিত হুয়া আছে চাই
কিনো কৰ্ম আচৰিত দেখি ভয়ে সচকিত
চালে আমাৰ জীৱ উৰি যাই।
এনেকুৱা নৈখনি হেলা ৰঙ্গে আহে জিনি
সামান্য বালক এওঁ নয়✦
এতেক আলচ কৰি সব বন্ধু গৈলা লৰি
গৃহে গৈয়া আলচ কৰয়।
শঙ্কৰৰ দেখি সাহ বহু লোকে কোৱে কথা
কোৱা কুই কৰে সব নৰ
এনেকুৱা কৰ্ম্ম কৰে নোৱাৰে সামান্য নৰে
কোনোবা দেৱতা অৱতাৰ।
ব্ৰহ্মপুত্ৰ নদীবৰ দেখিলই লাগে ডৰ
অতিশয় বহল বিস্তৰ
শিহু ঘৰিয়াল লীলা মাছ কাছ যত খেলা
ভৈলা গুৰু ইপাৰ সিপাৰ।
এক দল বালক গই জনাইল বুঢ়ী আই
শঙ্কৰে লুইত ভৈলা পাৰ
হোৱা নাই কোনো ক্ষতি প্ৰসন্ন বদন আতি
সঙ্গ কৰি বালক সবাৰ।
আচৰিত হুয়া বুঢ়ী ওলাই আহি চায় ঘুৰি
কিনো শুনো কথা অদভুত
মোৰ এইজন নাতি নোহয় সামান্য অতি
সণ্চৰাই কৈলা কথা যত।

✦*নয় - নহয়*

তথাপি চেনেহে মাতি হেৰ বাপু শিশুমতি
এনে কৰ্ম নকৰিবি তই
অঘাইটং কৰ্ম কৰা শীঘ্ৰে তাক পৰিহৰা
অদুৰত বিপদ আছে ৰই।
নাতিক কোলাত লই আনন্দত চুমা খাই
যদ্যপি গইলি আজি তই
এনে কৰ্ম নকৰিবি সাৱধান কৰো মই
একেদিনে বিপদ নোহই।
অন্ন খাই ডেকাগিৰি ধ্বজাৰ কান্ধত চৰি
আবেলি পৰত গৈলা পাছে
ৰাত্ৰিতে গৃহক আঁহি বুঢ়ীক বুলিলা হাঁহি
এবে ভয় কাক লাগি আছে।
বুঢ়ীৰ আগত কয় ফুৰিবলৈ নাই ভয়
জীৱ জন্তুক নকৰো যে ডৰ
কিয় চিন্তা কৰ বুঢ়ী থকা ঘৰে যত্ন কৰি
ভাবনা কিছু নকৰিবি মোৰ।
এনেদৰে দিন গৈলা শঙ্কৰে তথাত ৰৈলা
ধ্বজাৰ লগত থাকে ফুৰি
বুঢ়ী আই খেৰসুতি সদা থাকে কেমন পুতি
নাতিৰ যতন থাকে ধৰি।
শুনা সভাসদ গণ ভালমতে কৰা মন
গুৰুজন চৰিতক লাগি
আয়ু যায় আলে জালে কেতিক্ষণে ধৰে কালে
খামুচিয়া মৰা কাক লাগি।

শঙ্কৰৰ নাম স্মৰি মুখে বোলা হৰি হৰি
অন্য চিন্তা মনে পৰিহৰা
ইটো কলি কাল ঘোৰ পাপৰ নাহিকে ওৰ
ৰাম বুলি আপোন নিস্তাৰা।

>>>>■<<<<

## বালক শঙ্কৰদেৱৰ বনত ভ্ৰমণ, বন্যপ্ৰাণীৰ লগত খেলা আৰু বিদ্যাধৰ বনৰীয়া ভালুক বধ

### পদ

গুৰুৰ চৰিত কথা অমৃত সমান
চক্ৰপাণি আতৈ বোলে শুনে পুন্যবাণ।
এহি মতে বাল্য লীলা কৰি গুৰুজন
বালক সঙ্গত কেলি কৰে ৰঙ্গমন।
বটদ্ৰব্যা আগে পাছে অটব্য কানন
কাননতে চৰি ফুৰে জন্তু অগনন।
ব্যঘ্ৰ সৰ্প ভালুক যে হস্তী নানা মত
শৃগাল গাহৰী আদি বন্য জন্তু কত।
হাতে ধেনু লৈয়া গুৰু বালক সহিতে
লৰিয়া ফুৰয় সদা গাঢ় জঙ্গলতে।
বালক সবৰ সঙ্গে গছত উঠয়
দশ হাত ওখ হন্তে জাম্পিয়া পৰয়।
জীৱন্ত সৰ্পৰ নেজে ধৰিয়া আনয়
ফৰ মুটি মাৰি তাক দুৰত পেলায়।
ভয় ভীতি কাক বোলে নজানয় তাক
সঙ্গত ফুৰয় সদা বলকৰ জাক।
এক দিন গৈলা সবে বনৰ মাজক
কাড়ে হানি মাৰিলেক কত চৰাইজাক।
চৰাই বাহ দেখিলে গছত উঠে গই
পোনা ধৰি আনে হাতে নিয়ে ঘৰলই।
ঘৰৰ পৰিয়াল যত দিয়া থাকে হাক
নানিবা গৃহক তুমি বন্য চৰাইজাক।
বন ফল খায় সবে পাৰি পাৰি আনি
আমলখী বগৰী আদি কৰে কত হানি।
শৃগালৰ গাতে গৈয়া থাকে খাপ ধৰি
দৌৰিলে শিয়ালৰ পাছে যায় লৰি।
গড় দেখি কিন্তু সিটো পলায় লৰালৰি
তাহাৰ লগত হেনো যুজিতে নপাৰি।

সৰু অস্ত্ৰ ধৰি গছ পুলিক কাটয়
বুঢ়ী আই সৰ্ব্বদায় নজৰ ৰাখয়।
ধ্বজাৰ কান্ধত চৰি ফুৰে কত দিন
সমনীয়া বন্ধুগণ কৰে আলিঙ্গন।
এক দিনা জঙ্গলত প্ৰবেশিলা গই
সৰ্ব্বজয় বলৰাম কেতাইৰ লগ লই।
ৰাম ৰাম যায় আৰু বন গঞাগিৰি
সব বালক সঙ্গে লৈয়া যায় লতা ফেৰি।
হঠাতে ভালুক বৎস দুগুটি দেখিল
সবে মিলি পোৱালীৰ পাচ যে নেৰিল।
হাতে ধৰিবাক লাগি বৎসক খেদিল
লৰ দিলা দুই বৎস লাগ নাপাইল।
বৎস দুই প্ৰবেশিল গাতৰ ভিতৰ
গৰ্ত্ত হন্তে ওলাইল ভালুক জানৱৰ।
সবে বালগণ পলাই উভতি লৰৰি
ভালুকৰ ভয়ে সবে আহিলন্ত লৰি।
ভয়ঙ্কৰ ভালুক ইটো মহীষ সমান
চকু দুটা ৰঙা যেন তৰাৰ প্ৰমাণ।
সেইদিনা সব বালগণ আহে ফিৰি
নগৈল কিছুদিন আৰ জঙঘলক ঘুৰি।
শঙ্কৰে জঙঘল যাইবে আলোচ কৰয়
ভালুকৰ ভয়ে কেবে আগনাবাঢ়য়।
এক দিনা সমনীয়া গণৰ আগত
ডেকাগিৰি এক কথা কৰিলা বেকত।
মানুহে শাসন কৰে প্ৰকাণ্ড হাতীক
চাকৰত নচুৱায় সিংহ বলৱন্ত প্ৰাণীক।

মানুহৰ ছলি হুয়া ইতৰ প্ৰাণীক
ভয় কৰি চলি ফুৰ তোৰা সব ধিক।
এইটো ভালুকক বধ কৰিবোহো আমি
নাভাবিবা কথা কিছু কৈলো সত্যবাণী।
অহাকালি প্ৰবেশিবো ভলুকা বনত
ওলাই আহিবা সবে সঙ্গী আছা যত।
আলোচিয়া সব লৰা ঘৰাঘৰি গৈলা
ৰাত্ৰি কাল গৃহে থাকি ৰজনী কটাইলা।
ৰজনী প্ৰভাত ভৈলা সোণালী বৰণে
উঠিল টেম্বৱাণীৰ যত খেতিয়ক মানে।
বালক সবাই উঠি পন্তা ভাত খাই
গৰু চৰাইবাক লাগি পথাৰক যাই।
পথাৰত থাকে খেলি যত বালগণ
বেচি সংখ্যকৰ থাকে শঙ্কৰত মন।
সেইদিনা শঙ্কৰ আহে ধ্বজাৰ কান্ধত
বনগঞাগিৰি উঠি আহে উৰবনত।
বনৰ সমীপে সবে খেলান খেলাই
দৌৰ দিয়া পালে গৈয়া ভালুকৰ ঠাই।
সব বালকক মাতি দেখাইবে নিলা
শুই আছে ভালুক যে সবাই দেখিলা।
সমনীয়াবোৰে দেখি মাৰিলেক লৰ
বাধা দিয়া বোলে বাণী শ্ৰীমন্ত্ৰ শঙ্কৰ।
হাই নকৰিবা তোৰা দুৰে থাকা চাই
ভালুক নচাব আমি পিঠিত চৰাই।
এই বুলি লৰাবোৰে এৰাই লৰিলা
পিঠিত উঠি ভালুকৰ চুলিত ধৰিলা।

একে জাপে উঠিলা ভালুক বপুৰাই
বোজা পেলাইবাক লাগি উপাই নাপাই।
চুলিত ধৰিলা জোৰে বাম হাতে দড়ি
সোহাতেৰে মাৰে ভুকু উপৰা উপৰি।
ঘুৰি চাইবাক তাৰ নাহিকে শকতি
গৰ্ত্তত প্ৰবেশ কৰিবাক ভৈলা মতি।
মনত ভবিলা গুৰু পোৱালী গৰ্ভত
মাৰিলে মৰিব চানা নকৰিলা বধ।
পিঠিৰ পৰা নামিলেক যেন ব্যঘ্ৰ এটি
গাতত সোমাইলা ভালুক পাইয়া নিষ্কৃতি।
লগৰীয়া শিশুগণ ফিৰিয়া দৌৰিল
গাঁওত আহিয়া সব বৃত্তান্ত কহিল।
এমন শকতিৰ লৰা কতো দেখা নাই
গাৱলীয়া লোক সবে কৰে কোৱা কুই।
দুপৰীয়া আহে ডেকাগিৰি ঘৰলই
সমনীয়াবোৰে কথা লগাইল গই।
পতিয়ন নাযায় ডেকা বুঢ়া আছে যত
শিশুগণে দেখুৱালে বনৰ মাজত।
দেখিলেক মৃতদেহ গাতৰ মুখত
পোৱালী দুটিৰ খেলা মাকৰ কাষত।
দেখিয়া লাগিল বৰ মনে অসন্তোষ
ভালুকৰ পোৱালী দুটি পাইব বৰ দুখ।
হাতে লৰি চাৰি গাৱ পিহিলেক আতি
ভালুক বালকে পাইলা মনত সন্তুষ্টি।
দুগুটি ভালুক সঙ্গে প্ৰভু খেলা কৰে
কিছু পৰ বেলি পৰে আহিলেক ঘৰে।
মনে বৰ দুখ ভালুকৰ বৎস লাগি
মই দুখ দিলো হইয়া মহা দোষ ভাগী।
এইবুলি গুৰু পাছে স্মৰি ভগবন্ত
ভালুক উদ্ধাৰ হেতু প্ৰভুক খাটন্ত।
শ্ৰীগুৰুৰ বাল্য লীলা মনত সুৱৰি
ডাকিয়া ঘোষিও সবে ৰাম কৃষ্ণ হৰি।



## ভালুকৰ পূৰ্ব্ব জন্ম কথা

### ছবি

ভালুকৰ বৃত্তান্ত শুনি পুচিলন্ত মনে গুণি
কিবা হেতু ভালুক নিধন
বিনা দোষে কি কাৰণে ভালুক বধিলা এনে
শ্ৰীগুৰু ভূঞাৰ নন্দন।

আতৈ বোলন্ত বাণী  শুনিয়োক গুণমনি
হৰি ভক্ত পৰম সুজন
পূৰ্ব্বতে আছিল এক  বিদ্যাধৰ নাম যাৰ
অগস্ত্যৰ দাস একজন।
ঋষিৰ সমীপে থাকি  আশ্ৰমত কৰ্ম ৰখি
আশ্ৰমবাসী যেন বাস কৰে
হিমগিৰি পৰ্বতৰ  অগস্ত্যৰ সমীপত
বিদ্যাধৰে বিচৰণ কৰে।
এক দিনা বিদ্যাধৰ  সমীপত অগস্ত্যৰ
আছিলন্ত কৃষ্ণ কথা স্মৰি
হুৰমুৰ কৰি পাছেঁ  উঠিয়া আহিল লৰি
ঋষিজন একা তাতে এৰি।
তাতে হুয়া ক্ৰোধান্বিত  মহা ঋষি অগস্ত্যই
ক্ৰোধে তাক অভিশাপ দিল
চন্দ্ৰ দিবাকৰ থাকি  ভালুক হইবি তই
তৰ্জনীক জোকাৰি বুলিল।
শুনি পাছে বিদ্যাধৰ  অসন্তোষ ভৈলা বৰ
শোকে কান্দে ঋষি পাৱে পৰি
বুলিলন্ত ঋষিবৰ  দোষ এৰি ক্ষমা কৰ
আবেগতে ভুলিলো সবৰি।
বুলিলা অগস্ত্যমুনি  দিলো শাপ কিবা গুণি
এতিয়া যে উপায় আৰ নাই
মৰতক লাগি যোৱা  ভালুক হইয়া ৰোৱা
পৰ কালে উদ্ধাৰিবো গই।

অল্প দোষে গুৰু শাপ    দিয়া দেখি বিদ্যাধৰ
ঋষিক চাইলা অতি খঙে
জীৱন্তে মৰিবো মই    তব গাত দোষ থই
নিন্দা পাবা জ্ঞানীৰ সমাজে।
যেতিক্ষণে নাৰায়ণ    টেম্বুৰাণী উপজিব
ভালুক হইবা তুমি তাত
প্ৰভুৰ পৰশ পাই    ভালুক দেহক এৰি
মোক্ষ পদ পাইবা সাক্ষাত।
প্ৰভু দিলা মোক্ষ পদ    সকলোৱে নজানন্ত
আছে কথা বিষ্ণু পুৰাণত
তাহাক বিচাৰি চাই    বুজিবাহা কথা চাই
ভালুকৰ নিৰ্ব্বান কথাত।
সেইদিনা বেলা ভাটি    ঘৰত থাকিয়া ৰাতি
ৰজনী প্ৰভাত ভৈলা যেবে
পুনৰপি আলোচন    লৰাবোৰে দিলা মন
পূজা হেতু আলোচিল তেবে।
দেৱ গৃহ বৃক্ষতলে    পূজা পাতি ভালে ভালে
ভোগ প্ৰসাদ সবাই লইব
এই কৰ্ম্ম গুৰুতৰ    শ্ৰম লাগে বহুতৰ
কায়ক্লেশ সবাৰ হইব।
চৰিতামৃতৰ কথা    চক্ৰপাণি বোলে শুনা
ভক্তগণে কাণ পাতি শুনি
ৰাম নাম গাই সবে    ঘৰা ঘৰি চলি যায়
শঙ্কৰৰ কৰ্ম গুণি গুণি।

>>>>■<<<<

## বালকসকলৰ বৃক্ষ পূজা

### পদ

চৰিতামৃতৰ কথা শুনি কৰ্ণ ভৰি
চক্ৰপাণি আতৈ হন্তে যেন বয় ৱাৰি।
শঙ্কৰৰ লীলা কথা কহি অন্ত নাই
দোহে যেমন কামধেনু তত দুগ্ধ পাই।
বৰদোৱা থানে আছে বট বৃক্ষ জুৰি
বিয়োগোম বৃক্ষ বহু ঠাইক আগুৰি।
লোকে কয় সিটো বৃক্ষে দেৱী বাস কৰে
ইটো গছে কোনো লোকে চুবৰ্কে নোৱাৰে।
চুলে কিবা ৰোগ হয় সবে কৰে ভয়
কোনো লোক বৃক্ষদালিৰ কাষ নাচাপয়।
প্ৰকাণ্ড গা গছ ডালি বহু ডালপাত
কত শত পক্ষী বাহ কৰি আছে তাত।
নাৰীগণে প্ৰাণ ভয়ে নাচাপে ওচৰ
একো একো ডাল এক বৃক্ষ সমসৰ।
প্ৰতিটো বছৰে পূজা পাতে ভূঞাগণ
গাজী ভোগ উপচাৰ দিয়ে অগণন।
সেহি বেলা লৰা সঙ্গে আলোচন কৰি
মাহ চাউল তোলে চাদা প্ৰতি ঘৰাঘৰি।
কদালি কঠাল ফল অমিতা যতেক
পদ্ম ফুল বেলপাত আনিলা প্ৰত্যেক।
এইদৰে মাহ চাউল কদালি তুলিল
পূজা হেতু সবে মিলি আলোচ কৰিল।

পূজাৰী মাতিলা বৃদ্ধ মহেন্দ্ৰ কন্দলি
সব লোকে হোম হেতু ঘৃত দিয়ে ঢালি।
পঞ্চ সেৰ ঘৃত হোম পুৰিতে লাগিব
যেন তেন মতে ঘৃত যোগাৰ কৰিব।
বালসমে শঙ্কৰদেৱ বহিল তথাত
বৃক্ষক আবৰি বহে বাল্য বৃদ্ধ যত।
কন্দলি দেৱ পূজা সেৱা কৰিলা বহুত
হোম পুৰি পুষ্প অৰ্ঘ্য গছৰ গুৰিত।
পুষ্প দিয়া আছে বিপ্ৰ গুৰি চাপি যাই
মন্ত্ৰ মাতি কন্দলীয়ে ফুল দলিয়াই।
পচোৱা বতাহে পুষ্প নিয়ে উৰুৱাই
শঙ্কৰৰ গাত লাগি মাটিত পৰই।
এইমতে অষ্টোত্তৰ শত পুষ্প দিল
পুষ্প গৈয়া শঙ্কৰৰ গাৱত পৰিল।
বোলে বোপা সব ফুল আপোনাৰ ঠাই
কিয় বা চলয় ফুল অন্যথা নাযাই।
শঙ্কৰ বোলে পূব ফালে বহি আছো মই
পশ্চিমৰ বতাহে ফুল আনে উৰুৱাই।
বতাহৰ গতিক বাৰু কি কৰিবে পাৰো
উঠিয়া অন্যত্ৰ যাওঁ এই ঠাই এৰো।
এইবুলি শঙ্কৰদেৱ উঠিয়া বহিলা
পূবৰ দিশক এৰি পশ্চিমে ৰহিলা।

অন্য ফালে বহা দেখি সবে আছে চাই
এইবাৰ বতাহৰ গতিক ঘুৰাই।
দক্ষিণৰ পৰা বাৱ উত্তৰে বলিলা
হোমৰ ধোৱাখিনি গতি উত্তৰে কৰিলা।
দেখিলেক বতাহ গতিক ঘুৰাই
পুনৰপি আহে ফুল শঙ্কৰৰ ঠাই।
তেৰাৰ গাৱত পৰি মাটিত পৰয়
কত যোৰে মাৰিলেও অন্যথা নহয়।
মহেন্দ্ৰ কন্দলী বোলে নোহয় অন্যথা
জগতৰ পতি নৰ ৰূপে আহে ইথা।
আক বুলি পূজা সাঙ্গ কৰে পুৰোহিত
পূজাই সাধিতে নোৰে জগতৰ হিত।
পূজা শেষে লোক সবে কৰে কোৱা কুই
ইটো বালক শঙ্কৰদেৱ মানুহ নোহই।
যিটো ফালে ঘুৰে লৰা বতাহ বিপৰীতে
পূজাৰ ফুল পৰে গৈ তেৰাৰ ভৰিতে।
সাধাৰণ মানুহবোৰে কৰে হাহাকাৰ
শঙ্কৰৰ সম লোক কতো নাই আৰ।
জগতৰ পতি হৰি নৰ ৰূপ ধৰি
টেম্বৱাণী থানে আহে প্ৰভু শ্ৰীহৰি।
মহেন্দ্ৰ কন্দলী বাপু আচৰিত হই
সামান্য বালক নোহে শঙ্কৰ গোসাই।
ইহে জগতৰ পতি নৰ নাৰায়ণ
লীলা কৰি ঐত আহি কৰিছে খেলান।
শ্ৰীগুৰুৰ লীলামৃত শুনা নৰলোক
হৰি হৰি বোলা সবে পাপ দুৰ হোক।

কলিত হৰি নাম বিনে আন গতি নাই
হৰি ৰাম হৰি ৰাম ঘুষিও সদাই।
ভক্তগণ বোলে বাপ ধাৰ্মিক সুজন
তাৰ পাছে কিবা মায়া কৰে গুৰুজন।
তব মুখে গুৰু লীলা কৰিয়া শ্ৰৱণ
মন প্ৰাণ পুলকিত হৰিষ বদন।
যতেক শুনিলো কথা আৰু বাঢ়ে মন
অগনিয়ে বাঢ়ে যেন পাইতে ইন্ধন।
আতৈয়ে বুলিলা কথা শুনা ভক্তগণ
কেন মতে বাল্য লীলা কৰে গুৰুজন।
পিতৃৰ বাৰ্ষিক শ্ৰাদ্ধ আহিয়া মিলিল
আগদিনা বাল সমে সনত পশিল।
লোহিতৰ সুতি এক টেম্বৱাণী কাষ
বইতে আছয় সদা জঙ্গলৰ মাজ।
সেই জঙ্গলক লাগি বন্ধু দশ জন
সঙ্গে লৈয়া শ্ৰীশঙ্কৰ কৰয় গমন।
বালক গণৰ মধ্যে ৰাম ৰাম গুৰু
কেতাই খা, সৰ্ব্বজয়, বলৰাম, লবৰু।
বনগঞা, ধ্বজা, উৰবণ লগে লই
টেম্বুৱাণী বন মাঝে প্ৰবেশিলা গই।
লুইতৰ সুতি তীৰে প্ৰকাণ্ড হৰিণ
পানী খাইতে লাগি ধীৰে কৰিছে গমন।
জলে নামি হৰিণাই খাইলেক পানী
ধৰিবাক লাগি সবে চায় ভাবি গুণি।
গুৰু বোলে ভাই সব হৰিণক ধৰো
কালি পিতৃ বাৰ্ষিক শ্ৰাদ্ধ মাংস দান কৰো।

এইবুলি কাচি মুচি পিন্ধা বস্ত্ৰখান
ককালত বান্ধি লৈলা গামোচা এখন।
ৰাম ৰাম সৰ্ব্বজয় সবাকে বুলিলা
চাৰি দিক হন্তে পহু আগচি ধৰিলা।
আগচি ‘ধৰিয়া পহু খেদন্ত শঙ্কৰ
ভয় পাই হৰিণাই ভীৰাই দিলা লৰ।
লাগ পাইলো পাইলো বুলি কহন্ত শঙ্কৰ
চক্ খাই মৃগ পহু পলাই বহু দুৰ।
পাচে পাচে খেদে পহু খেদন্ত শঙ্কৰ
ভয় পাই হৰিণাই জাম্পে খৰধৰ।
আগৰ ফালে হৰিণাৰ ৰাম ৰাম যাই
আগুৰিয়া মৃগ গোট খেদিলা গোসাই।
আৰু আঠ বালকে আগুৰি ধৰিলন্ত
থাপ দিয়া শঙ্কৰদেৱ নেজত ধৰন্ত।
যেবে নেজে ধৰিলন্ত শঙ্কৰ গোসাই
অতি জোৰে হৰিণাই থাকিল বেবাই।
শঙ্কৰেও নেজে ধৰি ঘুৰাইতে লাগিলা
ঘুৰি থাকি হৰিণাৰ ভাগৰ লাগিলা।
গৰুৰ নেজত ধৰি যেন ব্যঘ্ৰচয়
বলদ মাৰিবে লাগি নেজত ধৰয়।
হেন মতে শঙ্কৰেও ঘুৰায় হৰিণ
সমনীয়া সবে লাঠি হাতে ভিন ভিন।
সজোৰে টানিয়া ঘুৰে সেই মৃগবৰ
অধিক জোৰে বল দিয়া টানিল শঙ্কৰ।
এক পৰ বেলি জাকল পহুক ঘুৰাই
হঠাতে এৰিয়া দিলা শ্ৰীশঙ্কৰাই।

মুখত ঠেকেচা খাই ভুমিত পৰিল
মুখ হন্তে ৰুধিৰ ফেন নিৰ্গত হইল।
পৰিয়া মৰিল পহু উঠিতে নপাৰি
শঙ্কৰৰ হাতে এবে মৃগ গৈলা মৰি।
তাৰ পাছে তৰা বন উভালি আনিল
কোষ এৰাই তাৰে এক ৰচি পকাইল।
গলে লগাই পহু বান্ধি ভাল কৰি
সমনীয়া সতে টানি আনিলন্ত ধৰি।
তাৰ পাছে ভূএগণ মাংস কাটি তাৰ
ভাগ বাটি আনিলা হৰিণ মাংস সাৰ।
কুসুম্বৰৰ শ্ৰাদ্ধ ছিল তাৰ পিচ দিন
ভুঞ্জাইল মাংস ভাত ৰান্ধি সেইদিন।
বটদ্ৰৱা বাসী যত মাংস ভাত খাই
পৰম কৌতুকে শঙ্কৰৰ গুণ গাই।
অস্ত্ৰ শস্ত্ৰ টকোন আৰু দা কিছু নাই
দুহাতে প্ৰকাণ্ড পহু মাৰিয়া পেলাই।
হৰি হৰি ইটো লৰা কিনো অদভুত
মানুহ নহয় ইটো কুসুম্বৰ সুত।
সুদা হাতে মৃগ গোটা মাৰিয়া পেলাই
তাৰ মাংস পিতৃ-মাতৃ শ্ৰাদ্ধত খুৱাই।
ধন্য ধন্য লৰা তই কুসুম নন্দন
মাংস সতে পেট ভৰাই খুৱাইলা অন্ন।
সবে ঘৰা ঘৰি আহে শ্ৰাদ্ধ অন্ন খাই
ভূএগণে সাজ বাচন পখালিয়া থই।
পৰম হৰিষ পাইলা খেৰসুতি মাৱ
শঙ্কৰক কোলে লৈয়া পখালিলা গাৱ।

বুঢ়ীৰ কোলাত বহি শ্ৰীমন্ত শঙ্কৰ
হাসন্ত অনেক দিন পাই ৰঙ্গবৰ।
এনেদৰে উমলিয়া শঙ্কৰ ফুৰয়
বালগণ সঙ্গে লৈয়া খেলান খেলায়।
লাহে লাহে দ্বাদশ বৰিষ আহি পাইলা
শঙ্কৰৰ বয়সৰ এটি যুগ গৈলা।
চিন্তাতে আকুল ভৈলা খেৰসুতি আই
লিখা-পঢ়া শিকাইবাৰ কি কৰো উপাই।
বৰ দুষ্ট ভৈলা ইটো পুত্ৰ কুসুমৰ
ৰাতি দিনে ফুৰি থাকে নচাপয় ঘৰ।
ঘৰৰ অভাৱ লাগি কিছু লক্ষ্য নাই
সমনীয়া সমে মাত্ৰ খেলা ন খেলাই।
পহু ধৰে মাছ ধৰে আৰু ধৰে শিহু
অঘটন কৰি ফুৰে শান্ত নোহে কিছু।
যদ্যপি চৰাবে গৰু ধ্বজা কান্ধে গই
ধ্বজাই ৰাখিবে তাক কিছু নোৱৰই।
সমনীয়া গণক ধৰিয়া মাৰে চৰ
লগ নাপাই কেৱে আহে মাৰিয়া লৱৰ।
আৰ পাছে বোলে তাক নকৰহ খণ্ড
গাৱ পিহি হাঁহে পাছে কৰি নানা ৰঙ।

এনেমতে বাল্য কাল কটাইল হৰি
বুঢ়ীৰ চিন্তাক দিনে দিনে যায় বাঢ়ি।
একদিনা বুঢ়ী আই নাতি কোলে লই
আদৰ কৰিয়া মুখে কত চুমা খাই।
তোৰ উৰ্দ্ধ পুৰুষ ছিল পণ্ডিত প্ৰবৰ
তই হলি মহা মূৰ্খ পণ্ডিত কুলৰ।
ভূঞা বংশৰ নাম তই কৰিলি বিনষ্ট
ভাবি গুণি থাকি মই মনে প্যাও কষ্ট।
তোমাৰ অনুজ ভাতৃ বন গঞাগিৰি
সিও ভৈলা মহা মূৰ্খ একেই লেথাৰি।
শৈশৱ কালতে দুয়ো হেৰালি পিতৃক
ধুৰন্ধৰ তই হলি শত ধিক্ ধিক্।
শুন বনগঞা তই লিখা-পঢ়া শিকা
ভাতৃক নধৰি ৰিহা আগুৱাই থাকা।
মাছ মাৰি গৰু চাৰি নহৈবেক কাজ
কালি ৰাজ ছত্ৰ দিব ভূঞাৰ সমাজ।
মূৰ্খ হই ৰাজ্য কাৰ্য্য চলাবি কেমনে
ঠগাইব কৰ্মচাৰী আমোলা ভৃত্যগণে।
দিনবাৰ চাই মই আছো থিৰ কৰি
পঠাইব পঢ়াশালি কালি দিন ধৰি।

শঙ্কৰৰ বাল্য লীলা ইয়াতে সামৰি
সব ভক্তগণ ডাকি বোলা হৰি হৰি।



**— দ্বিতীয় খণ্ড সমাপ্ত —**

# শ্ৰীগুৰু চৰিতামৃত

## ৩য় খণ্ড

## (ছাত্ৰ জীৱন)

## যৌৱন কাল আৰু তীৰ্থ ভ্ৰমণলৈ

### শ্ৰীমন্ত শঙ্কৰৰ প্ৰতি খেৰসূতিৰ ভৎসনা আৰু শিক্ষা লাভৰ বাবে গুৰু গৃহাগমনৰ উদ্যোগ

*শঙ্কৰেসে শুদ্ধমত বিচাৰি শাস্ত্ৰৰ তত্ত্ব প্ৰচাৰিলা কৃষ্ণৰ ভকতি*
*তাঙ্ক এৰি কি কাৰণে আনক বোলয় গুৰু কিনো লোক মহামুঢ়মতি।*

**পদ**

বৰজহা থানে বহি আতৈ চক্ৰপাণি
শঙ্কৰৰ চৰিত কথা কহয় বখানি।
আতৈৰ মুখৰ কথা অমৃতৰ সমান
যিমতে কটাইল গুৰু ছাত্ৰৰ জীৱন।
ভক্তগণ মিলি কথা কৰিছে শ্ৰৱণ
নাই বিৰকতি কিছু হৰিষ পৰম।
ভৈলন্ত ষোড়শ দিন তখন উদিত
শুনে ভক্তগণ সবে গুৰু কথামৃত।

যিমান শুনিলা কথা লেখা জোখা নাই
খাৱন শোৱন হেতু ইচ্ছা নকৰই।
বৈৰাগী বোলই মোৰ বাপ বান্ধবগণ
একমনে শুনা গুৰুৰ ছাত্ৰৰ জীৱন।
আজিকালি কৰি বাৰ বৰ্ষ বহি যাই
বনগঞা আৰু ডেকাগিৰি দুই ভাই।
পৰম আনন্দে খেলা ফুৰন্ত খেলাই
খাৱন শোৱণ বিনা কিছু চিন্তা নাই।

দশজন বালক তাহাৰ সঙ্গতে চলয়
লোহিত্যৰ তীৰে গৈয়া খেলান খেলায়।
প্ৰতিদিনে অন্ন সাজি ৰাখে সযতনে
মেকুৰীয়ে খায় কোনো দিনা মনে মনে।
সন্ধিয়া আহিলে ভাত খাইতে নাপাই
অনাহাৰে থাকে বনডেকা* দুই ভাই।
অনুধৃতি মাৱে আনি দিয়ে জলপান
তাকে খাই দুই ভাই জুৰাৱন্ত প্ৰাণ।
ক্ষুধাক গুচাই পাছে ভাগৰি জুগৰি
বিচনাৰ ওপৰতে বাগৰিয়া পৰি।
ঘুমতিৰ পৰা তুলি ৰাতিৰ ভোজন
বুঢ়ী মাৱে খুৱাৱন্ত কৰিয়া যতন।
কেৱল মাত্ৰ খেলা কৰি ফুৰন্ত শঙ্কৰ
তান সঙ্গে ফুৰে আৰ ভাতৃ অনুচৰ।
বুঢ়ী আই অনুধৃতি মাৱ দুইজন
চিন্তায়ে দহিল দেহা পুত্ৰৰ কাৰণ।
হাক ডাক নুশুনয় খেলন্তে দিন যাই
শিক্ষাৰ ধাউতি দুইজনৰেই নাই।
জয়ন্ত মাধৱ ককা ধমকণি দিল
ওৰে দুষ্ট শঙ্কৰ তোৰ নুহিবেক ভাল।
হলায়ুধে দেখে বোলে ভৈলা বিপৰ্যয়
বুঢ়া খাই দুখ কৰে নসহে হৃদয়।
খেলা সঙ্গী ৰাম ৰাম লৰা একজন
নৰোত্তম গুৰুৰ তবে বিষাদিত মন।

প্ৰভাততে শঙ্কৰে বাহিৰে চলি যাই
অন্ন ভুঞ্জাইবাক লাগি লাগাল নপাই।
এক দিন হাতে ধৰি গৃহে টানি আনি
তাম কলহৰ পৰা ঢালিলন্ত পানী।
তাৰ পাছে কাহীত দিয়া অন্ন খুৱাইলা
খাই থকা সময়ে চাৰি হাতক দেখিলা।
চাৰি হাত দেখি আচৰিত বুঢ়ী আই
স্বৰগৰ দেৱ ইটো কুসুম তনই।
তাৰ পাচে দুনাইবাৰ চাহিবাক গৈলা
দুষ্ট বালকৰ বেশ মাত্ৰ দেখাইলা।
খেৰসূতি দেখি পাচে বুলিলন্ত বাণী
কিনো মায়া দেখ তই আমিটো নজানি।
যাদুকৰ মাত্ৰ এক বুজিলোহে মই
এত বৰ হৈলি কিয় নপঢ়হ তই।
লণ্ডাবৰ, চণ্ডীবৰ, কুসুম্বৰ আদি
পৰম পণ্ডিত জ্ঞানী সৎ শাস্ত্ৰবাদী।
তাহাৰ বংশত জন্ম মূৰ্খ ভৈলি তই
বৰাই কৰহ বংশৰ নামক নুমাই।
তোৰ পিতৃ কুসুম আমাৰ পুত্ৰবৰ
পৰম পণ্ডিত শিৰোমণি সমাজৰ।
কোনো লোকে জিনিবাক নোৱাৰে তাহাক
এবে মুৰ্খ ভুঞা বুলি নিন্দিবে তোমাক।
পিতা মাতা শত্ৰু বুলি জ্ঞানী লোকে কয়
নিজৰ লৰাক যদি বিদ্যা নিশিকায়।

*বনডেকা - বনগঞাগিৰি আৰু ডেকাগিৰি শঙ্কৰ*

পুত্ৰ মূৰ্খ দোষে পিতা নৰকে চলয়
কৌটী পুৰুষক লাগি উদ্ধাৰ নাপায়।
নোশোভে যে মূৰ্খ লোক জ্ঞানী সমাজত
কাউৰী যেন নোশোভয় হংসৰ জাকত।
ৰজা ৰাণী মান্য হয় আপোন ৰাজ্যত।
বিদ্বানে পাৱয় পূজা সমগ্ৰ জগতত।
পিতৃৰ সাঞ্চিত ধন আশা নকৰয়
বৃক্ষ অগ্ৰে অন্ন বুলি জ্ঞানী গণে কয়।
শৈশৱত বিদ্যা নিশিকয় যিটোজন
অন্ধকাৰ ময় হইব সমস্ত জীৱন।
ডেকাকালে নকৰিলে ধন উপাৰ্জন
পুত্ৰ ভাৰ্য্যা সঙ্গে হইব পশুৰ জীৱন।
বৃদ্ধ কালে যদি ধৰ্ম অৰ্জন নকৰে
চৌৰাশী নৰক ভুঞ্জি মৰে সিটো নৰে।
যদিহে বিদ্বান হোৱে মিলিবেক পূজা
মূৰ্খ হৈলে খাবা ঠগ কিয়নো নুবুজা
বংশ ভ্ৰষ্ট কৰা কিয় লোৱা শাস্ত্ৰজ্ঞান
পূৰ্ব্ব পুৰুষে শাপ দিব নহলে বিদ্বান।
সাক্ষাতে দেখোহো তুমি পুৰুষ পৰম
কিছু গুণ আছে তব নাহিকে উপাম।

একো একো কৰ্ম দেখো অতীৱ বিষ্ময়
বিদ্বান হইলে বহু সন্মান বাঢ়য়।
মুখে চুমা খাও বাপু কোলে তুলি লও
মোমায়েৰাৰ লগে নিয়া ছাত্ৰশালে থও।
বুঢ়ীৰ কাতৰ বাণী শুনি ডেকাগিৰি
মৃদু বাক্যে বুলিলেক পাৱে পৰিহৰি।
আপোনাৰ কথা আবু নিশ্চয় ৰাখিবো
আজি হন্তে আমি আবু* পঢ়াশালি যাবো
শুনিয়োক বুঢ়ী তুমি সুস্থ মন হই
তোমাৰ আদেশ নতশিৰে লবো মই।
গুৰু গৃহে থাকি মই পণ্ডিত হইবো
পূৰ্ব্ব পুৰুষৰ নাম নিশ্চয় ৰাখিবো।
শঙ্কৰ বচন শুনি খেৰসূতি আই
হাহিলন্ত মনে মনে বৰ ৰঙ পাই।
জয়ন্ত মাধৱ আৰু বুঢ়া খাক মাতি
পঢ়াশালি থোৱা নিয়া কুসুম সন্ততি।
মহেন্দ্ৰ কন্দলি বিপ্ৰ পণ্ডিত প্ৰবৰ
তাহাৰ টোলত শিক্ষা লওক শঙ্কৰ।
শ্ৰীগুৰু চৰিত কথা শুনা কাণ পাতি
বোলা হৰি হৰি পাপ যাই অধোগতি।



*আবু - বুঢ়ী আই

## *শ্ৰীমন্ত শঙ্কৰদেৱৰ গুৰু গৃহে গমণ আৰু বিদ্যা শিক্ষা আৰম্ভ*

### *ছবি*

পিচদিনা খেৰসূতি ধৰ্ম কাৰ্য্য একপাতি
মাতিলেক গাওঁৰ সজ্জন
বুঢ়া খা, কেতাই, ভাদি জয়ন্ত মাধৱ আদি
অৰুণী, হলাই, জেষ্ঠ্যজন।
গুৰু নাম সুমৰিয়া লৈলন্ত সমাজে সেৱা
লভিলন্ত সমাজ সদয়
দিন বাৰ ক্ষণ গণি যাত্ৰা কৰি ভুএগ্ৰামণি
সব নমি মাগিল বিদায়।
কৰিলন্ত আৰম্ভন সঙ্গে যাব কোনজন
সব লোকে আলচ কৰিল
বুঢ়া খা জয়ন্ত আৰু মাধব তিনিও জনে
সঙ্গে যাবলৈকে মান্তি ভৈল।
নব বস্ত্ৰ পিন্ধি লই গুৰু গৃহে চলি যাই
প্ৰণমিল আৰু মাতৃ দুই
জয়ন্ত মাধব আৰু বুঢ়া খাৰ সঙ্গে চলি
পণ্ডিত হুয়া আহিব দুনাই।
কন্দলিৰ গৃহ পাই জয়ন্ত মাধব গই
প্ৰণামিল দুই হাত জুৰি
প্ৰতি নমস্কাৰ দিয়া কন্দলিও বুলিলেক
কোন কাৰ্য্যে আহিলা লৰৰি।

শুনা ওৰে বিপ্ৰবৰ এওঁ ভূঞাৰ বংশধৰ
শিৰোমণি কুসুম নন্দন
বাৰ বৰ্ষ বহি গৈলা পঢ়াশালি নেদেখিল
আজি মাত্ৰ ইহা আগমণ।
আপোনাৰ পুত্ৰ জানি শিকাইবে মহামাণী
আজি হন্তে অৰ্পিলো তোমাক
আপুনি পণ্ডিত জানি সব শ্ৰদ্ধা কৰে মানি
পুহিবা পঢ়াইবা ইহাক।
বলো আপোনাক বাণী মাউৰা লৰাক জানি
বুদ্ধি বৃত্তি নোহয় যে মন্দ
মনোযোগ আহি গলে পঢ়াত মন বহি ললে
তেবে হব আপোনাৰ পছন্দ।
শঙ্কৰক ইঙ্গিত কৰি পঠাইল আগবাঢ়ি
বস্ত্ৰ জোৰ দিলন্ত আগত
শঙ্কৰেও আঠুকাঢ়ি প্ৰণামিল হাত জুৰি
গুৰু আগে হই অবনত।
আশীৰ্ব্বাদ দিয়া গুৰু বুলিলেক কুচি ভুৰু
মনোবাঞ্ছা হওক পূৰণ
মানুহৰ মাজে ৰোৱা প্ৰকৃত মানুহ হোৱা
গুৰু হন্তে লইয়া শিক্ষণ।
হিয়া ঢালি আশীৰ্ব্বাদ দিলন্ত পণ্ডিতে বাক
শঙ্কৰেও আছে নমিৰই
জয়ন্ত মাধব দুই বুঢ়া খাক সঙ্গে লই
বিদায় ললে গুৰু পদ চুই।

গুৰু গৃহে ডেকাগিৰি বহিলন্ত পুথি পঢ়ি
অন্যত্ৰ কৰ্মত ৰতি নাই
দেৱ ভাষা শিকাইলে বৰ্ণমালা আৰম্ভিলে
আদ্য শিক্ষা আৰম্ভনি লই।
গুৰু গৃহে ডেকাগিৰি বল অধ্যয়ন কৰি
অধ্যয়নে পাই বহু জ্ঞান
শ্ৰীগুৰুৰ লীলা কথা শুনি গুচে মন ব্যথা
ঈশ্বৰত দিয়া মন প্ৰাণ।
শিকালে গুৰুৱে পাঠ দিলে বিদ্যা জ্ঞান লাভ
অল্প দিনে পাইলা বহু জ্ঞান
দেখিলা গুৰুৱে পাছে চাৰিখান হস্ত আছে
আৰু ঐশ্বৰিক শক্তিমান।
শ্ৰীগুৰু চৰিতামৃত শুনা সবে দিয়া চিত্ত
বঢ়া টুটা নধৰিবা দোষ
আয়ু যায় আলেজালে কেতিক্ষণে ধৰে কালে
হৰি নামে সবাৰে সন্তোষ।
শঙ্কৰৰ পথ ধৰি সবে বোলা ৰাম হৰি
হৰি হৰি ঘুষিও সদাই
হৰিৰ নামক স্মৰি পাবা গৈ বৈকুণ্ঠপুৰী
অন্য কৰ্মে গতি মতি নাই।

## মহেন্দ্ৰ কন্দলী টৌলত শ্ৰীমন্ত শঙ্কৰদেৱৰ পাঠ আৰম্ভ

### পদ

চক্ৰপাণিৰ মুখ চাই মহা ভক্তগণ
কৰ যোৰে প্ৰণামিয়া বোলয় বচন।
যিজন জগত গুৰু দেৱ নাৰায়ণ
যিটো জনে বসুন্ধৰা কৰে নীৰিক্ষণ।
তাহাৰ অজ্ঞাত জানো বস্তু কিবা আছে
কিবা শিক্ষা লব তাৰা শিক্ষকৰ কাযে।
আতৈ বোলে যেবে লব মনুষ্য শৰীৰ
মনুষ্যৰ লীলা কৰে প্ৰভু পৃথিৱীৰ।
সামান্য মনুষ্য ৰূপ দেখাই লোকত
পৃথিৱীৰ উপকাৰ কৰয় সতত।
তবে তাৰা অলৌকিক গুণ বহু লই
যদ্যপি হোৱয় ভক্ত লোকক দেখাই।
শঙ্কৰৰ গুণ দেখা কেনে বিপৰীত
গুৰুজনে গুৰু বুলি সমৰ্পয় চিত্ত।
যেতিক্ষণে ফিৰি আইলা ভূঞা তিনিজন
মহেন্দ্ৰ কন্দলি এক বুলিলা বচন।
আজি হন্তে পাঠ্যাৰম্ভ হইব তোমাৰ
দেবী পূজিবাক লাগি কৰিও যোগাৰ।
ধুপ দীপ তেল সূতা ফলমূল চয়
মুগ মাহ তণ্ডুল আৰু দুগ্ধ যে লাগয়।
ইসব যোগাৰ কৰিবাক লোক আছে
লগুৱা লগাই কাম সাধিবেক পাছে।
ধন পাইলে কৰ্মীৰ মোৰ কিছু অভাব নাই
এতেকতে ধন কিছু দিয়া পূজা লই।
শঙ্কৰ বুলিলা গুৰু কৰো নিবেদন
দেবীত কৰিয়া শ্ৰেষ্ঠ দেৱ নাৰায়ণ।
দেবীৰ পূজাত যত যোগাৰ লাগয়
তুলসী পাততে দেখো প্ৰভু তুষ্ট হয়।
সমস্তৰে সৃষ্টি কৰ্ত্তা দেৱ নাৰায়ণ
তাহাৰ কাষত অন্য দেৱী কোনজন।
শঙ্কৰ বচন শুনি কন্দলি পণ্ডিত
নিজ মত এৰি শঙ্কৰতে দিলা মত।
দেবী পূজা কৰা মত গুৰু পৰিহৰি
শঙ্কৰৰ মতকে ভালে গুৰু লৈলা ধৰি।
কৃষ্ণৰ মৃন্ময় মুৰ্ত্তি বেদীত থাপিলা
বেদ মন্ত্ৰ পাঠ কৰি বিষ্ণুক পুজিলা।
এইমতে পাঠাৰম্ভ শঙ্কৰে কৰিলা
চাৰি দিন ধৰি তেওঁ পাঠক পঢ়িলা।
পঞ্চম দিবসে ফলা হাতে তুলি লই
লিখিলা সমস্ত পাঠ পৰিপাতিকৈ।
গুৰু তাকে দেখি বৰ আশ্বাস পাইল
শঙ্কৰৰ পাঠ কিছু আগুৱাই দিল।
ওপৰ শ্ৰেণীত ছিল ছাত্ৰ বহুজন
ৰাম সৰস্বতী আৰু শ্ৰীকণ্ঠভুষন।

ৰাম ৰাম আদি কৰি যত ছাত্ৰ ছিল
সি সবৰ সমকক্ষ শঙ্কৰ হইল।
বিপক্ষৰ বিপ্ৰ পুত্ৰ অনেক আছিল
শঙ্কৰৰ প্ৰতি বৰ ক্ৰোধ উপজিল।
আক জানি মহেন্দ্ৰ কন্দলি মহামতি
বুলিলন্ত এক বাণী সব ছাত্ৰ প্ৰতি।
অহাকালি সুচিন্তা কৰিয়া প্ৰতিজন
শ্লোক ৰচিবাহা ভাল মিলাইয়া ছন্দ।
পৰ দিবসত প্ৰতি জনে একোখন
ছন্দবদ্ধ শ্লোক ৰচি কৰিয়া যতন।
গুৰুৰ হাতত দিলা গুৰুৱে পঢ়িলা
শ্লোক পঢ়ি গুৰুজনে মহাৰঙ্গ পালা।
তাৰ পাছে শঙ্কৰে দিলেক শ্লোকপত্ৰ
গুৰু বোলে তুমি বৰ্ণ চিনিচাহে মাত্ৰ।
বাৰে মতৰাৰ* জ্ঞান তুমি পোৱা নাই
কেনেকৈ শ্লোক তুমি ৰচিলা বোপাই।
হাত পাতি লৈলা শ্লোক গুৰুৱে পঢ়িলা
শ্লোকৰ মাধুৰ্য্য দেখি আচৰিত ভৈলা।
নাই ইয়াত মতৰাৰাৰ প্ৰয়োগৰ লেশ
স্বৰ আৰু ব্যঞ্জনৰ মাত্ৰ সমাবেশ।
তথাপি উত্তম শ্লোক সবাৰে মাজত
ছাত্ৰগণ মধ্যে গুৰু কৰিলা বেকত।

***কৰতল কমল কমল দল নয়ন***
***ভব দব দহন গহন বন শয়ণ।***
***নপৰ নপৰ পৰ সতৰত গময়***
***সভয় মভয় ভয় মমহৰ সততয়।***
***খগচৰ নগধৰ ফণধৰ শয়ণ***
***খৰতৰ মমহৰ হত দশ বদন।***
ছন্দবদ্ধ শ্লোক দেখি গুৰু আচৰিত
এনে হেন শক্তিমান বালক অদ্‌ভুত।
কোৱা কুই কৰে ছাত্ৰগণে পঢ়ি চাই
এনেহেন বালক আমি কতো দেখা নাই।
মদগৰ্ব্বে শঙ্কৰক চিনিতে নপাই
শিশুৰূপে টোলে পঢ়ি আছে ছাত্ৰ হই।
জগতৰে গুৰু হৰি শ্ৰীমন্ত শঙ্কৰ
শিক্ষকৰ টোলে আছে হইয়া ছাতৰ।
শিক্ষাৰ্থী বালক সঙ্গে নানা খেলা কৰি
ইথানত আছয় গুৰু শঙ্কৰ ৰূপ ধৰি।
অন্য কাৰ্য্যে নাই মন পুথি মাত্ৰ পঢ়ে
মাঝে মাঝে শিশু সঙ্গে যায় ফুৰিবাৰে।
হাউ খেলা ঢোপ খেলা খেলে মন ৰঙ্গে
আন কত কৰ্ম কৰে বালকৰ সঙ্গে।
শ্ৰীমন্ত শঙ্কৰৰ বাল্য লীলা অনুপম
নিৰন্তৰে স্মৰি সবে বোলা ৰাম ৰাম।

:—x—:

**বাৰে মতৰা - স্বৰবৰ্ণৰ ব্যৱহাৰিক ৰূপ আ - া, ই - ি ইত্যাদি।*

## *আচাৰ্য্য মহেন্দ্ৰ কন্দলীৰ অদ্ভুত দৃশ্য দৰ্শন*

### *পদ*

চক্ৰপাৰ্ণি বোলে শুনা মহা ভক্তগণ
গুৰু গৃহে আতা কৰে শাস্ত্ৰ অধ্যয়ন।
একে একে বহু বিদ্যা শঙ্কৰে শিকিলা
সমনীয়া সবাতকৈ আগবাঢ়ি গৈলা।
তাকে দেখি ছাত্ৰগণৰ হিংসা নিৰন্তৰ
তাহাক পঢ়াত ঘটুৱায় শুদিৰ শঙ্কৰ।
কাইথৰ লৰাই আমাক কৰে হত্
ইহেন কথাক সহ্য নসহে গাৱত।
লগে সঙ্গে শঙ্কৰক মাতিয়া নেনয়
অকলশৰে থাকি গুৰু শাস্ত্ৰক পঢ়য়।
অধ্যয়ন কৰ্ম বিনে নকৰয় আন
ছাত্ৰ মধ্যে গুণী জ্ঞানী কৰই সন্মান।
যিবা কৰ্ম কৰিবাক আনক পাচয়
আপুনি শঙ্কৰে গৈয়া সি কৰ্ম সাধয়।
মহেন্দ্ৰ কন্দলি গুৰুৰ হৰিষ পৰম
শঙ্কৰক কৰে তিনি বিস্তৰ মৰম।
চৈধ্য বছৰ বয়সত গুৰু গৃহে আছে
অদ্ভুত ঘটন এক দেখাইলা পাছে।
একাদশী দিনাখনে পঢ়াশালি নাই
ছাত্ৰগণ ওলাই যায় স্কুল ছুটী পাই।
শ্ৰীমন্ত শঙ্কৰ কিন্তু বাহিৰে নাযাই
কঠ পাৰি ছাত্ৰ শালে থাকিলন্ত শুই।

খিৰিকিৰে ৰদ আহি গাৱত পৰিল
তথাপিতো তিনি কঠে শুইয়া ৰহিল।
মুখ মণ্ডল জ্বলি উঠে দেখিতে শোভন
ৰদে চিক্‌মিক্ কৰে প্ৰফুল্ল বদন।
ৰৌদ্ৰ তাপে কষ্ট পায় দেখি ফণাধৰ
মাথাৰ উপৰে ছায়া ধৰে শঙ্কৰৰ।
*ভয়ঙ্কৰ কাল ফেটী ফণা তুলি পাছে*
*শঙ্কৰৰ ওপৰতে ছত্ৰ ধৰি আছে।*
চতুৰ্ভুজ ৰূপ ধৰি তাতে আছে শুই
শঙ্খ চক্ৰ গদা পদ্ম চাৰি হাতে লই।
মুখৰ আকৃতি জ্বলে সুবৰ্ণৰ সম
শৰীৰৰ ৰূপ আমি কতনো বৰ্ণাম।
চাৰিখন বাহু সব আজানু লম্বিত
শিৰত কেকোঁৰা চুলি দেখিতে শোভিত।
*পাদুকা পিন্ধিয়া গুৰু ছাত্ৰশালে গৈলা*
*অদভুত কাণ্ড দেখি পিছুৱাই আহিলা।*
ৰাম ৰাম বুলি গুৰু ডাকে ঘনে ঘন
দেখাহি অদভুত কাণ্ড ঘটিছে এখন।
শব্দ শুনি সৰ্প গোট চলে অন্য ঠাই
বাকী ছাত্ৰগণে কিছু দেখিতে নপাই।
মাত শুনি শঙ্কৰেও উঠিয়া বহিলা
সাক্ষাতে গুৰুক দেখি প্ৰণাম কৰিলা।

পৰম গুৰু আমাৰো প্ৰণাম লোৱা তুমি
কোনজন আহি আছ জানি পালো আমি।
সামান্য মানুহ নোহে জগতৰ পতি
আমাৰ গৃহক লাগি আহিছা সম্প্ৰতি।
সন্দিপাণি গৃহত আছিলা দামোদৰ
আমাৰো গৃহত তুমি আছহ ঈশ্বৰ।
কৃষ্ণক নিচিনি যেবে ঋষি শিষ্যগণ
আপোনা আপুনি গৰ্ব্বে আছিল মগন।
পাছত জানিল সবে যত সখীগণ
স্বয়ং বিষ্ণু নাৰায়ন সঙ্গে বিদ্যমান।
এবে প্ৰভু নাৰায়ণ মোৰ গৃহে আহি
ছাত্ৰ ৰূপে পঢ়ি লীলা কৰিছাহি ৰহি।
শঙ্কৰে শুনিয়া হাঁহি দিলেক উত্তৰ
ৰহস্য নকৰ গুৰু পণ্ডিত প্ৰবৰ।
আমি বৰ অধৰমী হীন শূদ্ৰ জাতি
উত্তম ব্ৰাহ্মণ তোমালোকৰেহে খ্যাতি।
এহি বুলি মৌন ৰৈলা শ্ৰীমন্ত শঙ্কৰ
অধো মুখে থাকি কিছু নিদিল উত্তৰ।
মহেন্দ্ৰ কন্দলি গুৰু শিষ্যক বুলিলা
পৰম পুৰুষ শঙ্কৰ সবাকে কহিলা।
আজি হন্তে শঙ্কৰক মাতা যিটো জন
দেৱ শঙ্কৰ বুলি সবে কৰি উচ্চাৰণ।
শঙ্কৰৰ মহিমাক আগত বখানি
সামান্য বালক নোহে সবে লোৱা জানি।
গুৰু বাক্যে ছাত্ৰগণ মনত নামানি
কোন শাস্ত্ৰে শূদ্ৰে দেৱ আমিতো নজানি।

শঙ্কৰেহে দেৱ মাত্ৰ আমি সব আন
ব্ৰাহ্মণৰ আগে শূদ্ৰে লভয় সন্মান।
ছাত্ৰগণে গৃহে গৈয়া পিতৃক বোলয়
শূদ্ৰ বালক একজন দেৱ পুজ্য হয়।
গুৰুৰ বিবেক ছন্ন কিছু নোহে ভাল
ব্ৰাহ্মণ সবাৰে মধ্যে হুইবে আহুকাল।
পঢ়ি শুনি শঙ্কৰ আছয় ছাত্ৰশালে
বিপ্ৰ এক অতিথি আহিয়া. পাইলে।
ৰাঘব আচাৰ্য্য নাম পৰম দুৰ্মতি
কালী পূজা কৰিবাক মনে সদাৰতি।
ছাত্ৰ মুখে শুনিলেক দেৱতা শঙ্কৰ
মহেন্দ্ৰ কন্দলিৰ আজ্ঞা সবাৰে উপৰ।
ব্ৰাহ্মণ লৰাৰ মাঝে শূদ্ৰ মান্য হয়
গুৰু বাক্য লঙ্ঘিবে আমাৰ লাগে ভয়।
আপুনি কন্দলি গুৰুক বুজাই বলোক
দেৱতা বুলিব লাগে কিয় শুদিৰক।
শুনিয়া ৰাঘব বিপ্ৰ পৰম দুৰ্মতি
শূদ্ৰ বুলি কৰে ঘিণ শঙ্কৰৰ প্ৰতি।
আৰু শুনিলেক দেৱ নামানে শঙ্কৰ
কিছু দেৱ দেবী পূজা নকৰে বিস্তৰ।
শুনিয়ো কন্দলি ইটো তোমাৰেই ছাত্ৰ
অধৰ্মী দুৰ্জন শূদ্ৰ কুবুদ্ধিৰ পাত্ৰ।
কালী পূজা দুৰ্গা পূজা কিয় নামানয়
অহঙ্কাৰ ভাৱ তাৰ সদা নুগুচয়।
বুদ্ধি মদ গৰ্ব্বে নামানয় আন কাকো
আজি পৰে কালি যে নামানিবে তোমাকো।

তুমি কিয় শিক্ষা দিয়া শুদিৰৰ লৰা
জানি শুনি পণ্ডিত কিয় এনে কৰ্ম কৰা।
ব্ৰাহ্মণৰ লৰা জাক বিনষ্ট কৰিবো
দেৱতা বিমুখ কৰি নাস্তিক সাজিবো।
আপোনাৰ টোলে থাকি যদি এনে হয়
সকলোৱে নিন্দা পাবা জানিবা নিশ্চয়।
কথা শুনি গুৰু পাছে মাতিলা আপুনি
কিবা হেতু শঙ্কৰক নিন্দিছাহে তুমি।
সামান্য বালক নোহে শ্ৰীমন্ত শঙ্কৰ
নিশ্চয় জানিবা এওঁ দেৱ গদাধৰ।

ভগবানে জাতি কুল নকৰে বিচাৰ
যদু কুলে ভগবান কৃষ্ণ অৱতাৰ।
ক্ষত্ৰিয়ৰ কুলে প্ৰভু ৰাম অৱতাৰ
লীলা কৰি হৰিছিল পৃথিৱীৰ ভাৰ।
পৃথিৱী উদ্ধাৰ হেতু বৰাহ ৰূপ ধৰি
দান্তে উদ্ধাৰিল ধৰা আপুনি শ্ৰীহৰি।
ৰাম কৃষ্ণ বিগ্ৰহক আমি সবে পূজো
শূদ্ৰ বা ক্ষত্ৰিয় কথা কোনেও নুবুজো।
শঙ্কৰৰ ছাত্ৰ লীলা পঢ়ি শুনি লই
হৰি ৰাম বুলি নাম ঘোষিও সদাই।

>>>>■<<<<

## *শূদ্ৰাণিৰ গৰ্ভেজাত পণ্ডিত ব্যাসদেৱ*

### *পদ*

ত্ৰিজগত মধ্যে শ্ৰেষ্ঠ ব্যাসদেৱ
জগতৰ পণ্ডিতে তাহাক কৰে সেৱ।
জন্ম হন্তে সব্ব বৰ নোহয় আচাৰ্য্য
আপোনাৰ গুণে কৰে সন্মানৰ ধাৰ্য্য।
শিক্ষা দানে জাত পাত নকৰো বিচাৰ
গুণ বুদ্ধি জ্ঞান মাত্ৰ বিচাৰ্য্য আমাৰ।

অন্ত্যজ শূদ্ৰত ধৰ্ম ভক্তি বিৰাজয়
গুহক চণ্ডালক ৰাম সাবতি ধৰয়।
শঙ্কৰক নিন্দা তুমি কভু নকৰিবা
অৱতাৰ শঙ্কৰ বালক মনত ৰাখিবা।
মই জানো অপ্ৰমাণে বুলিছো ই বাক■
প্ৰমাণ লভি দেৱ বুলি মাতো শঙ্কৰক।

■*বাক - কথা*

এত বুলি কন্দলি পণ্ডিত মহা জ্ঞানী
অতিথিক শুশ্ৰূষায়ে লাগিল আপুনি।
ধাৰ্মিক যিটোজন নাই জাতিৰ বিচাৰ
হনুমান মহাভক্ত জাতিত বানৰ।
আৰু মহাভক্ত জন ৰজা বিভীষণ
ৰাক্ষস কুলত জন্ম জানা সৰ্ব্বজন।
শঙ্কৰে বুলিলা পাছে আচাৰ্য্যৰ প্ৰতি
মনুষ্য সমাজে ভুল কৰিছে সম্প্ৰতি।
সকলো প্ৰাণীয়েই এক পিতাৰ সন্তান
সেইজনে কৰে জানো সন্তানৰ ৰক্তপাণ।
ঈশ ৰূপে ভগবান সকলোতে আছে
বিশাল গগনে তিনি বিৰাজ কৰিছে।
কোটী কোটী ব্ৰহ্মাণ্ড কোটী গ্ৰহ তৰা
তাতে কত শত প্ৰাণী গছ লতা ভৰা।
সবাৰো অন্তৰ ব্যাপি এজন ঈশ্বৰ
তেওঁৰ মনত জাতি কুল নাই সৰু বৰ।
***মুচিও শুচি হয় যদি হৰি ভজে***
***শুচিও মুচি হয় যদি হৰি ত্যেজে***
মাতৃ ৰূপে ঈশ্বৰক পাৰে পূজিবাক
বিষ্ণুৰ নাৰীৰ মূৰ্ত্তি শিৰে দেখিলেক।
হস্তী গজেন্দ্ৰই স্তুতিত পালে মাধৱক
ইষ্ট বন্ধু বুলি ললে জাম্বুৱান ভালুক।
মহৎলোকে জাতিভেদ কভু নকৰই
ঠেক গণ্ডী যাহাৰ তাৰ জাতি ভেদ হই।
দুৰ্গা কালী ভদ্ৰা ৰূপে মাতৃ অৱতৰী
দেৱ মনুষ্যক ৰক্ষা অসুৰ সংসৰি।

কৰা নাই তাৰা সবে প্ৰাণী ৰক্ত পান
মিছাতে কৰয় দোষী পাষণ্ড অজ্ঞান।
হংস ছাগ কাটিয়া দেবীক পূজা কৰে
দেবীৰ যোণিত সিটো মুখ দিয়া মৰে।
বলি কাটি পূজিলে বিস্তৰ পাপ হয়
কোটী জনমক লাগি নৰকে পৰয়।
প্ৰাণী স্ৰজনত নাই অধিকাৰ যাৰ
প্ৰাণী হত্যা কৰি বাৰে কাহাৰ অধিকাৰ।
কোন বেদ শাস্ত্ৰই তাক ক্ষমা নকৰয়
নৰক ভুঞ্জিয়া সিটো তাতে হয় লয়।
এতেক বুলিয়া পাছে শ্ৰীগঙ্গাধৰ
চলিয়া আহিল সন্ধ্যা আপোনাৰ ঘৰ।
নিজৰ বাহাত বহি সুতিয়া আছয়
কাৰো বাক্যে তাৰ মন স্পৰ্শ নকৰয়।
ৰাতি থাকি বিপ্ৰে এক স্বপ্ন দেখিলন্ত
শুভ্ৰ বস্ত্ৰ দিব্য ৰূপী ব্ৰাহ্মণ আছন্ত।
শয্যা কাষে বিপ্ৰ আগে লাখুটিক লই
লাখুটি জোকাৰি বিপ্ৰে পুচিলেক গই।
কি কাৰণে আমাক নিন্দিলিহি তই
তোৰ পাপৰ শাস্তি অৱশ্যে দিব মই।
চাৰি জীৱ, চাৰি প্ৰাণী, চাৰি জাতি চয়
মোৰেই সৃজিত প্ৰাণী সবে এককায়।
আমাৰ অন্যত্ৰ ৰূপ শ্ৰীমন্ত শঙ্কৰ
কি কাৰণে মোক নিন্দা কৰহ বিস্তৰ।
এই দোষ হন্তে তই নাপাবি নিস্তাৰ
জানিবা সাধিবো মই ইয়াৰ প্ৰতিকাৰ।

ক্ৰোধে বিপ্ৰে লাখুটিক ওপৰলৈ তুলি
এই মুখে পাপী মোক নিন্দা কৰ বুলি।
চাৰি পাচ খুন্দা মাৰি ভুমিত পেলাই
বুকুৰ ওপৰে ভৰি পেলাইল যাই।
মৰিলো'মৰিলো বুলি আটাহ্ পাৰয়
ভুমিত পৰিয়া সিটো বাগৰি আছয়।
চিঞৰ শুনি কন্দলিও উঠিয়া আহিলা
কি কাৰণে তুমি বিপ্ৰ চিঞৰি উঠিলা।
কিবা হেতু আছা তুমি মুখেৰে চিঞৰি
দেখিলে আছয় বিপ্ৰ মাটিত বাগৰি।
কন্দলিৰ আগমনে টোপনি ভাগিল
মাটিৰ পৰা লাজ পাই আপুনি উঠিল।
স্বপ্ন বিপ্ৰ পদাঘাটে বিষায় শৰীৰ
বিচনাত বহি বিপ্ৰ ভৈলন্ত সুস্থিৰ।
কেকাই গেথাই বিপ্ৰ মাতিলন্ত পাছে
বুলিও কন্দলি শঙ্কৰ দেৱ কত আছে।
কন্দলি বুলিলা শঙ্কৰত কিবা কাম
কিবা হেতু লোৱা মুখে শঙ্কৰৰ নাম।
ৰাঘব বুলিলা মই দেখিলো সপোন
ব্ৰাহ্মণৰ ৰূপে আহি প্ৰভু নাৰায়ণ।
আমাৰ আগত আহি লাখুটিক ধৰি
পঞ্চ খুন্দা মাৰে মই পৰিলো বাগৰি।
বুকত ভৰি গচকিয়া বুলিলা বচন
শঙ্কৰক নিন্দা বাণী কৰ কি কাৰণ।
মোৰ অন্য অৱতাৰ শ্ৰীমন্ত শঙ্কৰ
তাহাক অমান্য কৰা পাপ ভয়ঙ্কৰ।
ভয়ে মই উঠিলো যে আটাহক পাৰি
আপোনাৰ পৰা পালো পিচত সহাৰি।
শঙ্কৰৰ পদে মই পশিবো শৰণ
প্ৰভাতে শঙ্কৰৰ আশে কৰিব গমণ।
শঙ্কৰক বিচাৰিয়া চলে যেতিক্ষণ
শাস্ত্ৰ অধ্যয়নেৰত আছিল তখন।
বিচনাত বহি বালক শ্ৰীমন্ত শঙ্কৰ
শাস্ত্ৰ অধ্যয়ন কৰি আছয় বিস্তৰ।
আচাৰ্য্য ৰাঘবে গৈয়া দণ্ডাৱতে পৰি
ক্ষমা খুজিলেক দুই চৰণত ধৰি।
দুই হাত মেলি গুৰু শঙ্কৰে ধৰিলা
গুৰু মানি আচাৰ্য্যই বিদায় মাগিলা।
শ্ৰীগুৰুৰ পদ স্মৰি এৰি আন কাম
সমস্ত সমাজে ডাকি বোলা ৰাম ৰাম।

শঙ্কৰৰ ছাত্ৰ লীলা অমৃত লহৰি
ডাকিয়া ঘোষিও সবে ৰাম কৃষ্ণ হৰি।



# খেলা-ধূলা আৰু কৃষি কৰ্মত শঙ্কৰৰ আগ্ৰহ
# খেলা খেলিবলৈ গুৰুৰ অনুমতি

## পদ

চক্ৰপাণি বোলে গুৰু চৰিত অদ্ভুত
ভক্তগণে শুনি কৰ্ণে হয় অভিভূত।
শুনা ভক্তগণ ছাত্ৰ শঙ্কৰৰ লীলা
গুৰু গৃহে থাকি প্ৰভু কি কৰ্ম কৰিলা।
আতই বোলয় গুৰু গৃহতে থাকিয়া
পঢ়ন্ত যতেক শাস্ত্ৰ অতি মন দিয়া।
চাৰি বেদ চৈধ্য শাস্ত্ৰ ওঠৰ পুৰাণ
যড় দৰ্শনৰ প্ৰভু কৰে অধ্যয়ন।
গীতা ভাগৱত আৰু উপনিষদ চয়
পঢ়িবলৈ ইচ্ছা কিন্তু বিচাৰি নাপায়।
বেজাৰ লগিলে আহে বাহিৰ ওলাই
হাত ভৰি জোকাৰিয়া গাৱক টঙাই।
মাজে মাজে কৰে চিন্তা খেলিবাৰে মন
গুৰুৰ বাধায় নপাৰয় এক ক্ষণ।
এই বেজাৰতে প্ৰভু একদা ভাবিলা
ঘৰে যাও বুলি গুৰুত বিদায় মাগিলা।
লাহে লাহে কৰি একা আহিলেক ঘৰ
বুঢ়ী আই নাই ঘৰে শূন্য সব শিবিৰ।
আবুক নাপাই চাৰি ফালত বিচাৰি
বাকচৰ পৰা আনে বস্ত্ৰ এক জুৰি।
আৰু দুই টকা লৈয়া বস্ত্ৰৰ আচলে
গুৰুক দিলেন আহি অতি কৌতুহলে।
গুৰু বোলে টকা বস্ত্ৰ কত পালা তুমি
কিহেতু দিলা আমাক ধন বস্ত্ৰখনি।
শঙ্কৰে বুলিলা প্ৰভু কৰো নিবেদন
ক্ৰীড়া কৰিবাক লাগি মোৰ ভৈল মন।
সঙ্গীৰ লগে কৰো ক্ৰীড়া দিয়ো অনুমতি
বাল্য কালে শিক্ষা ক্ৰীড়া শাস্ত্ৰৰ সন্মতি।
যদিহে নিদিয়ে মোক খেলিবাক লাগি
পঢ়িবে নোৱাৰো আমি মন যায় ভাগি।
আদেশিলা গুৰু পাছে খেলা কৰিবাৰে
সমনীয়া সমে খেলা কৰে তাৰ পৰে।
খেলা খেলি ফুৰয় বালকগণ যত
শঙ্কৰেও কৰে খেলা তাহাৰ লগত।
ধোপ, হাউ, ভণ্টা আৰু হাফলা খেলাই
কোনো খেলে শঙ্কৰক ঘাটি নপৰই।
সব বালকৰ মাজে বাল গঙ্গাধৰ
শ্ৰেষ্ঠ ক্ৰীড়াবিদ তিনি সবাৰ উপৰ।
প্ৰভাতে পঢ়ন্ত পাঠ আবেলি খেলয়
এনেদৰে গুৰু গৃহে শঙ্কৰ ৰহয়।

মাল যুজ খেলন্তে লৰা সবে যাই হাৰি।
শঙ্কৰৰ লগত যুজে পৰয় বাগৰি।
টানিয়া ফুৰয় পাচে আন বালকক
কষ্ট পালো বুলিলে গা পিহয় তাহাক।
কোনো দিনে যাই সবে লুইতৰ তীৰে
নৌকা পালে খেলে নাও পানীৰ উপৰে।
এইমতে পঢ়া খেলা কৰি ৰঙ্গ মনে
আছন্ত শঙ্কৰদেৱ কন্দলিৰ থানে।
কন্দলিৰ ভাৰ্য্যা তেওঁক কৰয় মৰম
বোলে বৎস শঙ্কৰ বালগণেতে উত্তম।
কোনো দিনা বাল সঙ্গে গৰুক চৰাই
ঘাহ কাটি আনি গৰুক মৰমে-খুৱাই।
কন্দলিৰ কৃষি ক্ষেত্ৰে চলে কোনো দিন
কোৰ মাৰে চপৰা ভাঙে হোৱই মলিন।
কন্দলি বোলয় ওৰে ভূঞাৰ নন্দন
কৃষি কৰ্ম কৰিবাক তোৰ বৰ মন।
শাস্ত্ৰক পঢ়িবে লাগি নালাগে ইয়াত
বহু জমি তোৰা আছে বাপৰ ক্ষেত্ৰত।
তাত গৈয়া কৰা খেতি হৈবা বৰ ধনী
ভাল কৃষি বুলি থাকে সমস্তে বখানি।
আৰু যদি আন এৰি পঢ়ি থাক তই
তোৰ বাবে আন কৰ্ম কিছু নলাগই।
ভূঞাৰ সন্ততি তুমি বহু দাস দাসী
পৰিশ্ৰম কৰিবাক নাযাব হৰিষি।
গৈলে তব বুঢ়ী মাতা আমাক দুষিব
মনৰ অসন্তোষে তেওঁ জ্বলিয়া থাকিব।
গৃহতে বহিয়া তুমি ভালমতে পঢ়া
পণ্ডিত হইয়া টৌলে অধ্যাপনা কৰা।
তাহাতে মিলিবে অন্ন বস্ত্ৰ যিবা হয়
কায়স্থ বালকে হাল কভু নচহায়।
কৃষি কৰ্মে হয় বহু শৰীৰৰ শ্ৰম
ভূঞা লৰাই কেন মতে কৰে পৰিশ্ৰম।
এত বুলি কন্দলি যে পঢ়াইবে লৈলা
শাস্ত্ৰ পঢ়িবাক লাগি শঙ্কৰেও গৈলা।
শঙ্কৰৰ ছাত্ৰ কাল শুনি আৰু পঢ়ি
সব নৰ লোকে ডাকি বোলা হৰি হৰি।



## খেৰসূতিৰ কন্দলিৰ গৃহে গমন

### পদ

এহিমতে গুৰু গৃহে শঙ্কৰ্ আছয়
খেৰসূতি টকা বস্ত্ৰ বিচাৰি নাপায়।
শুনিলা বালক মুখে শঙ্কৰ অহা বুলি
জানোচা শঙ্কৰে নিলা বাকচক খুলি।

ভাবি গুনি খেৰসূতি জানিবাৰ মনে
মহেন্দ্ৰ কন্দলি গৃহে চলিলা আপুনে।
গুৰু চৰণে পৰি নমস্কাৰ কৰি
বোলে আমি শঙ্কৰক আহিছো বিচাৰি।
কৈক গৈলা শঙ্কৰ তোমাৰ ছাত্ৰজন
বহুদিন দেখা নাই পুৰিছেহি মন।
গুৰু বোলে মাৱ তুমি শুনিয়ো উত্তৰ
অনেক প্ৰভাৱ আছে শঙ্কৰদেৱৰ।
খেলা খেলিবাক বৰ ইচ্ছা যে তাহাৰ
সেহি হেতু আদেশ আহি লৈলন্ত আমাৰ।
দেখা আৰু দুই টকা বস্ত্ৰ দুইখানি
আমাক কৰিছে মান্য গৃহ হন্তে আনি।
যতন কৰিয়া বস্ত্ৰ ৰাখিছোহো মই
এবে লৈয়া যাও তুমি যতনে ফিৰাই।
টকা বস্ত্ৰ আনি পণ্ডিত বুঢ়ীৰ হাতে দিলা
ধন বস্ত্ৰখিনি পাই বৰ খুচি হৈলা।
আগক আনিলা মাতি বাল গঙ্গাধৰ
ঈষত হাসিয়া বুঢ়ী ধমক দিলা বৰ।
বুঢ়ী বোলে চোৰ তই কিয় ঘৰে গৈলি
আমাৰ ধন বস্ত্ৰ কিয় চুৰি কৰি লৈলি।
শঙ্কৰে নেমাতি লাজে তলমুৰ কৰি
তুহে হাগা বোন্দা যেন গৈলা ৰঙা পৰি।
খেৰসূতি সঙ্গে লই গৃহতে আহিলা
গধূলি সময় আহি নিজ গৃহ পাইলা।

সন্ধিয়া পৰত যেবে জলপান খাই
সুস্থ হৈলা শঙ্কৰক কাষত বহাই।
পুচিলেক খেৰসূতি ভাল আছ তই
শঙ্কৰে বোলন্ত মোৰ মুৰক বিষাই।
ছন্দৰীক মাতিয়া তেল পানীক দিয়াইল
তেল পানী ঘহি পিহি ছন্দৰী দি দিল।
আপুনিও তেল আনি গাৱত ঘহাই
হাতে ধৰি আঙুলি জোকাৰি বুঢ়ী আই।
বুঢ়ী বোলে সৰ্ব্বকালে উমলহ তই
লিখা পঢ়া কৰিবাক তোৰ মন নাই।
টকা বস্ত্ৰ চুৰ কৰি কি কৰ্ম কৰিলি
কিবা হেতু কন্দলিক টকা বস্ত্ৰ দিলি।
আমাৰ ঘৰৰ বস্তু তই চুৰি কৰি
নাৰাখিলি আমাৰ বস্তু ৰাখিবে নপাৰি।
টকা টকা কৰি কেনে থাকহ সদাই
যিবা প্ৰয়োজন সিটো দিয়া আছো মই।
আজি মই কোবাই তোৰ ফালিবোহো ছাল
শিক্ষা লই নহল তোৰ চৰিত্ৰও ভাল।
এই বুলি দুই হাত মুঠা বান্ধি ধৰি
সোহাতে বুঢ়ী তুলি লৈলা এক মাৰি।
যেবে বুঢ়ী তুলিলেক মাৰি ডাল বৰ
হাত এৰাই শঙ্কৰেও দিলন্ত লৰৰ।
লৰি গৈয়া বোলে তোৰ ঘৰে নাহো মই
গুৰু গৃহৰ পৰা গুচি যাম অন্য ঠাই।

কথা কই শঙ্কৰ যে গৈলন্ত লৰৰি
কলৈ যোৱা বুলি বুঢ়ী পাৰে দীৰ্ঘ গেৰি।
ডুবিল পশ্চিমে বেলি ৰাতি বহু হল
সামান্য বালক কেনি অকলশৰে গল।
পৰ্থত জঙ্গল আছে বন্য জন্তু আৰ
অথন্তৰ ঘটিলে যে মিলিব হাহাকাৰ।
জয়ন্ত দেখিয়া পাছে আদৰি মাতিয়া
শুৱাই থৈলন্ত গৃহে ভোজন কৰাইয়া।
ৰাত্ৰি কাল বঞ্চিলেক পিতামহ সতে
আগবঢ়াই থৈলা নিয়া উঠিয়া প্ৰভাতে।
পাছে বুঢ়ী খেৰসূতি সন্তাপক পাই
মনৰ বেজাৰে বুঢ়ী ভাতক নাখাই।

আমি মন কষ্ট দিলো মাউৰা লৰাক
তাড়নাহে দিলো মই আনিয়া গৃহক।
এবে আৰু গৃহ লাগি নাহিব শঙ্কৰ
দুখ লাগি যাব গুচি দুৰণি নগৰ।
আছে দুই গুটি শিৰোমণিৰ সন্তান
ইহত নাথাকিলেআমাৰ নাথাকিবো প্ৰাণ।
নানা কথা ভাবি বুঢ়ী ৰাত্ৰি কটাইলা
প্ৰভাতে উঠিয়া বুঢ়ী জামাইৰ কাষে গৈলা।
শঙ্কৰ আছিল কত বুঢ়ী নাজানই
ইহেতু বুঢ়ীৰ মন উদ্বাউল হই।

বুঢ়া খা মাতিয়া বুঢ়ী বুলিলন্ত বাণী
শীঘ্ৰে কৰি যোৱা বোপাবলো সত্য বাণী।
অকলে দৌৰিয়া গৈলা কুসুম নন্দন
কালিৰ পৰা উচপিচ কৰি আছে মন।
ইয়াকে কই খেৰসূতি উশাহ কাঢ়িল
মুচকচ গৈয়া বুঢ়ী বাগৰি পৰিল।
মাথাত পানী দিলা আহি আৰুণি সুন্দৰী
থাকিলন্ত কিছু পৰ টোপনিত পৰি।
বুঢ়া খা চলিলা পাছে কন্দলিৰ টোলে
পুচিলা কন্দলি তাক কিবা কথা বোলে।
বুলিলা কালিৰ পৰা শঙ্কৰ গৃহে নাই
বিচাৰি হায়ৰাণ আহিছে শাহু আই।
কন্দলি বুলিলা বাপ যোৱা ঘৰলই
শঙ্কৰক আনিয়া থৈছে জয়ন্ত ককাই।
খেৰসূতি বুঢ়ীক তুমি বুলিবা বুজাই
জয়ন্তৰ গৃহতে আছে ৰাতিপুৱা লই।
এতিক্ষণে বোপা তুমি গৃহে চলি যোৱা
ভালে আছে নাতি তাৰ কিছু নাই হোৱা।
কথা শুনি বুঢ়া খাও ফিৰিয়া আহিল
ৰাতিৰ যতেক বাৰ্ত্তা সবাকে জনাইল।
শ্ৰীগুৰুৰ লীলা মৃত কথা কৰ্ণ ভৰি
ভক্তগণ সবে শুনি বোলা হৰি হৰি।

*******

## শ্ৰীমন্ত শঙ্কৰদেৱৰ শিক্ষাৰ অন্ত, গুৰু দক্ষিণা দিয়া গৃহাগমন

### পদ

শঙ্কৰৰ লীলা কথা পীয়ো কৰ্ণ ভৰি
চক্ৰপাণি মুখে বাজ হয় সৰাসৰি।
এক মাহ উকলি গৈলা আলোচনা চলি
সবে আত্ম প্ৰশংসয় ধন্য হলো বুলি।
চক্ৰপাণি বোলে পাছে ভক্তগণ চাই
গুৰুৰ গৃহত থাকি পঢ়িলা গোসাই।
চাৰি বেদ চৈধ্য শাস্ত্ৰ ওঠৰ পুৰাণ
ছয়খানি দৰ্শনৰ পাঠ অৱসান।
উপনিষদৰ শাখা আছে যতমান
একে একে শঙ্কৰ গুৰু কৰে অধ্যয়ন।
যতখিনি শাস্ত্ৰ প্ৰভু টোলত পঢ়িলা
সব শাস্ত্ৰ সাৰ ভাগ মনত ৰাখিলা।
গুৰু গৃহে যত শাস্ত্ৰ বিচাৰি বিচাৰি
সৰ্ব্ব শাস্ত্ৰ অন্বেষিয়া অধ্যয়ন কৰি।
সকলো শাস্ত্ৰতে দেৱ হইল পাৰ্গত
নানা প্ৰশ্ন তোলে আনি গুৰুৰ আগত।
এনেমতে গুৰু গৃহে ষড় বৰ্ষ ধৰি
হইল পণ্ডিত সব শাস্ত্ৰ মন্থন কৰি।
অষ্টাদশ বৰ্ষ যেবে পাৰ হৈয়া গৈলা
গুৰুৰ কাষত শঙ্কৰ বিদায় মাগিলা।
এক দিনা বুঢ়া খা পেহা শঙ্কৰৰ
আনিবে লাগিয়া গৈলা কন্দলিৰ ঘৰ।
অষ্টাদশ বৰ্ষ পাৰ ভৈলাহা শঙ্কৰ
গুৰু বোলে শাস্ত্ৰ জ্ঞান পাইল বিস্তৰ।
আপোনাৰ কুটুম্ব পুত্ৰ ভূঞাৰ তনয়
পঢ়িয়া সমস্ত শাস্ত্ৰ আৰু বেদ চয়।
পঢ়াইবাক লাগি মোৰ হাতে বিদ্যা নাই
পঢ়ালো সমস্ত শাস্ত্ৰ জ্ঞানে ঢুকি পাই।
এবে নিব পাৰে যদি শঙ্কৰেও যায়
থাকিলেও কথা নাই যি কৰে উপায়।
বুঢ়া খা বুলিলা পাছে বচন সাদৰি
ঐত থাকি কিবা কাজ বুলিও কাণ্ডাৰি।
আপোনাৰ ছাত্ৰ নিজে দিলেক বিদায়
পৰে ইহা ৰই থাকি কিবা লাভ হয়।
শিৰোমণি ভূঞা লৰা আছে ৰাজ্য ভাৰ
লইব লাগিব দায়িত্ব সমস্ত প্ৰজাৰ।
শঙ্কৰক মাতি পাছে আনিলা পেহাই
বলা যাও গৃহ লাগি কুসুম পুতাই।
গুৰুদেৱ যেবে তোমাক দিলেক বিদায়
চলা যাও বলা গৃহে ফিৰি পুনৰায়।
গুৰুক প্ৰণাম কৰি পেহাৰ সহিত
টেম্বৰাণী গ্ৰামে আহি ভৈলা উপনীত।
বুঢ়া খা কেতাই আৰু জয়ন্ত মাধব
সব লোক প্ৰণামিয়া কৰিলন্ত স্তৱ।

তাৰ পাছে বন্ধুগণ সহিতে আলচি
দক্ষিণা দিবেক লাগি বস্তু লৈলা বাচি।
বহু শ্ৰম কৰি গুৰু মহেন্দ্ৰ কন্দলি
শঙ্কৰক পঢ়াইলা আপোন জন বুলি।
ভাল চাই দক্ষিণা তাঙ্ক দিব লাগে
এই কথা বুলিছিলো পঢ়াইবাৰ আগে।
তিনিটি যে গুৰু স্তুতি বাণীক লিখিলা
গুৰুজনৰ হাতে দিব যতনাই থৈলা।
কাহী বাটী এজোৰ আৰু বস্ত্র জোৰ দুই
বস্ত্র আনিলেক দিবে অতি ভাল চাই।
পঞ্চ গোটা টকা লগ কৰিলেক তাতে
দক্ষিণা দিবলৈ গৈলা গুৰু সমীপতে।
লগত আছিল বুঢ়া খা আৰ জয়ন্ত
তাহাৰ সহিতে গুৰু সমীপে চলন্ত।
আঠু কাঢ়ি সেৱা কৰি সত্য বাণী দিলা
বস্ত্র টকা কাহী বাটি সন্মুখে ৰাখিলা।
হাত তুলি গুৰুজন মাথাৰ উপৰ
বুলিলেক আশীৰ্ব্বাদ উজাৰি* বিস্তৰ।
মান্য বন্ত হোৱা তুমি সবাৰে উপৰ
খিয়াতি বাঢ়োক তব ভাৰত ভিতৰ।
পণ্ডিত হইবা তুমি এই মহীতলে
গুৰুমানি পূজা তোমাক কৰিব সকলে।
যুগ যুগ ভবিষ্যতে থাকা জিলিকাই
পবিত্ৰ হইব লোক তব গুণ গাই।
নিশ্চিত জানিছো আমি গুৰু অৱতাৰ
জনমিছ কলিলোক কৰিবে নিস্তাৰ।
কৰ্পূৰ তামোল দিয়া গুৰু তুষিলন্ত
গৃহক আহিলা পাছে ককাইৰ লগত।
শঙ্কৰৰ ছাত্ৰ লীলা ইয়াত সমাপত
তাৰ পাছে চিন্তা চৰ্চা কৰিলা গৃহত।
শ্ৰীগুৰুৰ লীলামৃত অমৃত লহৰী
আই ভনী ভাই বন্ধু বোলা হৰি হৰি।

* *উজাৰি - হিয়া উবুৰি*



## *কৃষ্ণবৰ্ণ বন গৰু দমন আৰু ৰাইজৰ ভয় নিবাৰণ*

### *পদ*

চক্ৰপাণি বুলি যায় শ্ৰীগুৰু চৰিত
শুনি পুলকিত হয় ভক্তগণ যত।
একে একে বহু প্ৰশ্ন তুলিলা বহুতে
উত্তৰ পাইলেক সবে নিজ খুচি মতে।
তাৰ পাছে ভক্তগণে কথাক সুধিলা
কেনমতে কৃষ্ণ ষাড় শ্ৰীগুৰু দমাইলা।
গুৰু বোলে শুনা ভক্ত গণ তান লীলা
জাজৰি নামেতে এক গ্ৰাম যে আছিলা।

বৰদোৱা হন্তে কিছু দুৰ এক গ্ৰামে
বনৰ সমীপে কত লোক থাকে পামে।
অদ্যপি আছয় গ্ৰাম বহুজন পদ
মুছলমান ধৰ্মী তাৰা যুদ্ধ বিশাৰদ।
এক দিন হঠাতে এক বিঘিনি মিলিল
বন হন্তে এক গোট কলা ষাড় আইল[1]।
বন গৰু সিটো বৰ ম'হৰ সমান
ডেৰ হাত উচ্চ শিঙ প্ৰকাণ্ড দুই কাণ।
শিঙক জোকাৰি সিটো কৰে বিচৰণ
ধান খাই খেতি মাঝে কৰয় গমন।
এনে ৰূপে খেতি মাঝে বিচৰণ কৰি
খেদি ফুৰে মানুহক দেখিলে লৰৰি।
মৈৰামাৰী গ্ৰামে মাৰিলেক চাৰিজন
অস্ত্ৰ লৈয়া খেদিলেক লোক অগনন।
দুগোটা মাৰিলে লুইত নদীৰ কিনাৰ
একগোটা মাৰিলেক টেম্বৰাণী পাৰ।
তিনি গোটা মাৰিলেক লচাৰ গ্ৰামে
পলাইলা কত লোক লৰি অন্য থানে।
ষাড়ৰ ভয়ত লোক লুকাইলা ঘৰে
তিৰি ছলি কতো ভয়ে ওলাইতে নপাৰে।
ইসব কথাক শুনি শ্ৰীমন্ত শঙ্কৰ
প্ৰজা সবে মাতয় মোক প্ৰভু ৰক্ষা কৰ।
ৰাত্ৰিকালে দুৰে থাক দিনৰ ভাগত
নোলায়জন প্ৰাণী কোনো ষাড়ৰ ভয়ত।

শুনিলা পাচত গৈয়া কুসুম নন্দন
ষাড়ক খেদিবে লাগি ভৈলা তাৰ মন।
শুদা হাতে কৃষ্ণ ষাড় বধিবাক যাই
ধ্বজা আতে তাকে দেখি পিচত ধাৱই।
গাঁওৰ মাজেৰে দুইজন চলি যায়
আগে শঙ্কৰ পাছে ধ্বজা ধাবমান হয়।
কিছু দুৰ গৈয়া দেখে বুঢ়ী জনী এক
আগদিনা তাইৰ এক পুত্ৰ মাৰিলেক।
আঠু কাঢ়ি হাত জুৰি থাকিলেক চাই
শ্ৰীশুৰু বুলিলা তুমি কিহেতু ইঠাই।
কাক বিচাৰহ তোৰা কিবা হেতু আই
কোৱা ভাঙি পাতি মোক কৰিব উপাই।
তাইক দেখি শুৰু বহে আলিৰ উপৰ
বিনম্ৰে সুধিলা আই উদ্দেশ্য কিহৰ।
দেখি বৰ আনন্দতে হাস্য মুখে চাই
শঙ্কৰৰ মুখৰ পিনে থাকিল তাকাই।
বুঢ়ীয়ে আছয় বহি হাত জোৰ কৰি
তাইক চাই ডেকাগিৰি চকুক নলৰি।
দুই দণ্ড বহি তাতে দুই জনে চাই
তাৰ পাছে ডেকাগিৰি চলিয়া যাৱই।
পিচ পিনৰ হন্তে নাৰী হাত জোৰ কৰি
নমিয়া থাকিলা পাছে আৰু দণ্ড চাৰি।
চকুপানী বই গালৰ ওপৰে বাগৰি
কান্দি কান্দি থাকে সতী সেই দণ্ড চাৰি।

[1]*আইল - ওলাল, আহিল*

ষণ্ড* দেখিবাক লাগি বেগে চলি গৈলা
পথত চলন্তে বিপ্ৰগণে লগ পাইলা।
কিবা হেতু যাবা বুলি সিহঁতে সুধিলা
ওচৰৰ পৰা আহো বুলি উত্তৰিলা।
বিপ্ৰ বুলিলেক তাতে কথা একাষাৰ
আগুৱাই নাযাবা কেৱে এই পথে আৰ।
অল্প গৈলে পাবা এক ষাড় ভয়ঙ্কৰ
কিবা কিবি অন্যায় কৰিলা বহুতৰ।
শঙ্কৰে বুলিলা ষাড় কতনো আছয়
আমাক দেখাই দিয়া বোপা নকৰা সংশয়।
বিপ্ৰে বুলিলেক মোৰ ভয় যে লাগয়
যদি বা খেদিয়া আহি মাৰিয়া পেলায়।
এই পথে গলে মাত্ৰ ক্ৰোশ* যে অৰ্দ্ধেক
তাত আছে ষাড় গোট দেখিছে প্ৰত্যেক।
সমিধান পাই পাছে হাতে দণ্ড ধৰি
ষাড় হটাইবে লাগি গৈলন্ত লৰৰি।
মাথা ছিল জাপি গোট কমলি ধৰাক
দিলেক লৰলৈ ভালমতে ৰাখিবাক
ধুতিৰ আলচ খুলি কমৰে বান্ধিলা
এখোজ দুখোজ কৰি আগবাঢ়ি গৈলা।
মানুহ দেখিলে ষাড় মুৰ তুলি চাই
নাদনি মাৰিয়া ষাড় আহিলেক ধাই।
কমলি ধৰাক বোলে ভয় নকৰিবি
মোৰ গাৰ আৰে আৰে লুকাই থাকিবি।

*ষণ্ড - ষাঁড়
*ক্ৰোশ - দুই মাইলৰ জোখ

মাল মাটি লৈয়া ষাড় আহিলা যে খেদি
হুঙ্কাৰ মাৰিলা শব্দ পৰ্ব্বতক ভেদি।
মুৰ ডাঙি জপিয়াই আহিলেক খেদি
গছ লতা পাত বন সবাকেই ভেদি।
কমলি ধৰাই বোলে ইটো কালযম
কতো দেখা নাই গৰু ইটো ষাড় সম।
লাথিতে বাগৰি পৰে মানুহ গৰু যত
শিঙেৰে মাৰিলা হানি পশু নৰ কত।
শঙ্কৰেও চাপৰিয়া খালে খালে গই
গছৰ আৰত থাকিলেক যে লুকাই
কমলি ধৰাক লাগি কৰি নীৰিক্ষণ
চাপৰি শঙ্কৰে লুকাই থাকে তেতিক্ষণ।
ধ্বজা লাগি ষাড় গোট খেদিলন্ত পাছে
খালৰ বুকত শঙ্কৰ লুকাইয়া আছে।
দৌৰিল কমলি ধৰা ভয়াতুৰ হই
পিচে পিচে ষাড় গোট খেদিলন্ত ধাই।
*ধৰিল নেজত শঙ্কৰ পিচ ফাল হন্তে*
*নোৱাৰিলে এক খোজ ষাড়ে আগুৱাইতে*
*নেজে ধৰি ঘুৰাইতে লাগিল তখন*
*দাঁত কামুৰি গুৰু সহাস্য* বদন।*
ঘুৰাইবে লাগিল যেন কুহিয়াৰ পেৰা
নাই দুখভাগৰ কিছু মাথো নেজে ধৰা।
পাচদণ্ড ধৰি নেজে আছেয় ঘুৰাই
মুখেৰে ওলাই যেন সৰ সৰ কই।

*সহাস্য - ঈষত হাঁহিৰে

চুবুৰীয়া গাবলীয়া আহিলা লৰৰি
দুৰহন্তে দেখি মাৰে হাতৰ চাপৰি।
তিৰি চলিগণে ওলাই মাতেৰিঙ্গ পাৰি
ভাল মজা পাইছা বেটা যাবি কেন কৰি।
ঘুৰাই ঘুৰাই ষাড় যেবে এৰি দিলা
মুখ থেকেচা খাই ভুমিত পৰিলা।
তেতিক্ষণে ডেকাগিৰি শিঙত ধৰিলা
শিঙে ধৰি তিনিপাক ঘুৰাইবে লাগিলা।
তাৰ পাছে যেতিয়া হাত দিলা চাড়ি
লুটি খাই পৰিল ষাড় খালত বাগৰি।
শিঙ এৰি গুৰু পাছে ষাড় গোট চাই
দেখে ষাড় পৰি আছে চকু উলটাই।
অল্প দুৰে শঙ্কৰদেৱ নীৰিক্ষিয়া আছে
কিছু ক্ষণ পৰে উঠি দৌৰ দিলা পাছে।
মাজে মাজে শঙ্কৰক ঘুৰি ঘুৰি চাই
দৌৰ মাৰি আগবাঢ়ে বনৰ মাজলৈ।
তীৰ বেগে সিটো ষাড় বনত পশিলা
আৰু দুনাই গাওঁৰ মাজে ফিৰিয়া নাহিলা
গাঁওৰ মানুহ ৰক্ষা পৰে তেতিক্ষণ
শঙ্কৰক ধন্য ধন্য কৰে সৰ্ব্বজন।
গাঁওৰ মানুহ ৰক্ষা পৰে সেইদিন ধৰি
সকলোৱে ফুৰে শঙ্কৰক ধন্য কৰি।
ধন্য পুৰুষ ডেকাগিৰি বোলে সৰ্ব্বজন
বিপদ খেদাই ৰক্ষা কৰে অঞ্চলখন।
কমলি ধৰাই দেখি বিষ্ময় মানিলা
জাপি গোটা পুনু শঙ্কৰৰ হাতে দিলা।

ৰঙ্গ কৰি দুইজন ফিৰিয়া আহিল
ষণ্ড মৰ্দ্দন কাৰী জনক চাইতে লাগিল।
যিখিনি গাঁওৰ মাজে দুয়ো আহিলন্ত
সমস্ত মানুহ ওলাই পথত দেখন্ত।
দেখিয়া সমস্ত লোকে আশ্চৰ্য্য মানয়
পৰম সুন্দৰ পুৰুষ মানুহ নোহয়।
ষণ্ড মৰ্দ্দন কৰি যেবে গাঁও প্ৰবেশিলা
যতেক বাসিন্দা আহি আগুৰি ধৰিলা।
সব লোকে শঙ্কৰৰ বোলে জয় জয়
হাত তুলি শঙ্কৰক আশীৰ্ব্বাদ কৰয়।
কত বেলি পাছে পাইলা আপোনাৰ ঘৰ
দেখি খেৰসূতি মাৱ ৰঙ্গ পাইলা বৰ।
সাবটি ধৰিয়া বুঢ়ী কত চুমা খাইলা
হাত ভৰি পথালিয়া অন্ন খুৱাইলা।
জয়ন্ত মাধব দুয়ো আহি লৰৰি
ষাড় মৰ্দ্দনৰ কথা শুনে কৰ্ণ ভৰি।
ষণ্ড খেদাই শ্ৰীশঙ্কৰ গৃহত পশিলা
শুনি সৰ্ব্ব লোকে আহি আশীৰ্ব্বাদ দিলা।
যেন বকাসুৰ বধি কৃষ্ণ আহে ঘৰে
নন্দল যশোদাই ৰঙ্গে বুকে সোমাই ধৰে।
পিচদিনা জাজৰি বাসিন্দাৰ গণ
চাউল দালিসিধা টকা সতে আগমন।
আদ্যবধি জাজৰিৰ অধিবাসী গণ
বৰদোবা থানে কৰদিয়ে কৰি মান।
শঙ্কৰৰ চৰিতামৃত শুনি কৰ্ণ ভৰি
সমস্ত সমাজে ডাকি বোলা হৰি হৰি।

>>>>■<<<<

# পথত লগ পোৱা বুঢ়ী আৰু কৃষ্ণ ষাড়ৰ পূৰ্বৰ জন্ম কথা

## পদ

আচৰিত কথা শুনি মহা ভক্তগণ
বুঢ়ীক দেখিয়া যাৰ বোলে কি কাৰণ।
কৃষ্ণ ষাড় বন গৰু ছিল কোনজন
টেম্বৰাণীৰ নিকটে আহিলা কি কাৰণ।
আতৈ বোলন্ত ওৰে ভকত সমাজ
শুনা তত্ত্ব কথা এবে কৰো মই বাজ।
পৰশুৰাম অৱতাৰ প্ৰভু ধৰিছিল
ৰেণুকা মাতৃৰ গৰ্ভে জনম লভিল।
তাহাৰ আছিল পিতৃ ঋষি যম দগ্নি
আছিল ক্ৰোধত তিনি প্ৰজ্বলিত অগ্নি।
ৰেণুকা মাতৃৰ দোষে গল ছেদিবাৰে
বুলিলা পুত্ৰক আজ্ঞা মাতৃ বধিবাৰে।
পিতৃ আদেশে ৰাম মাতৃক ছেদিলা
মাতৃক জীয়াইবে লাগি পিতৃক খাটিলা।
ৰেণুকা উঠিলা পাছে নিজা ৰূপ লই
শয্যাৰ পৰা যেন মতে উঠিলন্ত শুই।
তাৰ পাছে মাতৃ সোধে কি কৰ্ম কৰিবো
হাতৰ পৰা পৰশু যে এৰি নপৰিবো।
দ্বাদশ বছৰ তীৰ্থে ভ্ৰমিবাক কই
কামৰূপ ৰাজ্যৰ পূৰ্ব্বে শাপ মুক্ত হই।
গৃহক ফিৰিয়া ৰাম যেখানে আহিলা
ৰেণুকা মাতৃয়ে বৰ আশ্বাস কৰিলা।

বুলিলা আমাৰ জন্মে জন্মে পুত্ৰ হই
আই বুলি মতি প্ৰাণ জুৰাই বোপাই।
বুলিলেক প্ৰভু পাছে সিটো নাহি হয়
উদ্দেশ্য বিহীন জন্ম কদাপি নহয়।
তবু এক বৰ তোক দিলো মাতা মই
শঙ্কৰ স্বৰূপে প্ৰভু জন্মিব ধৰাই।
তেখনে তোমাৰ বাঞ্চা কৰিবে পূৰণ
মাতৃ বুলি সম্বোধিয়া মাতিব এদিন।
শঙ্কৰ ৰূপে প্ৰভু আহি ধৰাত জন্মিলা
বুঢ়ীক দেখিয়া মাতৃ সম্বোধন কৰিলা।
কৃষ্ণ সাৰ যি গোটা মৰ্দ্দিলা গুৰুজন
কুবলয় হস্তী কথা জানা সৰ্ব্বজন।
কংসৰ হাউলীত দ্বাৰী আচিলেক সিটো
কৃষ্ণে মাৰিলে দান্তে কোবাইয়া যিটো।
মৃত্যুৰ পূৰ্ব্বেতে পুনু কৃষ্ণক সোধন্ত
আজি মৰি জানো আমি পাপ হব অন্ত।
কৃষ্ণে বোলে তোৰ পাপ নাযাব এখন
কৃষ্ণ সাৰ হবি তই কৰিবো মৰ্দ্দন।
শঙ্কৰ ৰূপেতে জন্ম লভিবোহো আমি
ইটো বুলি বাক্য দিলা প্ৰভু অন্তৰ্য্যামী
ৰামখাৰ পিতৃ শ্ৰাদ্ধ যিদিনা হইব
তোৰ সঙ্গী নবজন পাপীক বধিবো।

তাৰ পাছে মোৰ হাতে হুইবি উদ্ধাৰ
বুলিলো তোমাক মই এই কথাষাৰ।

এহি বুলি চক্ৰপাণি কথা সম্বৰিলা
ভকত সমাজে ডাকি হৰি হৰি বোলা।

▸▸▸▸■◂◂◂◂

## শ্ৰীমন্ত শঙ্কৰৰ শাস্ত্ৰ অধ্যয়ন

### ছবি

গুৰু গৃহৰ পৰা আহি — শঙ্কৰ আছয় বহি
বৰদোৱা আপোন গৃহত
গুৰুৰ টোলত থাকি — শাস্ত্ৰত উঠিছে পকি
সংস্কৃত পুথি অসংখ্যাত।
চাৰি বেদ পঢ়িলেক — চৈধ্য শাস্ত্ৰ শিকিলেক
ঋক যজু অথৰ্ব্ব সাম বেদ
চতুৰ্দ্দশ শাস্ত্ৰ এবে — জানি লোৱা জ্ঞানীসৱে
মনে কিছু নকৰয় খেদ।
শিক্ষা, কল্প, ৰীতি-নীতি — নিৰুক্ত জ্যোতিষ শ্ৰুতি
ছন্দ, স্মৃতি, তৰ্ক-ত্বকন্যায়
মীমাংসা কলাপ আদি — চৈধ্য শাস্ত্ৰ পঢ়ি জ্ঞানী
গুৰুৰ প্ৰশংসা এতে পায়।
ব্ৰহ্মা, বিষ্ণু, শিৱ, স্কন্দ — মস্য, বামন, মাৰকণ্ড
পদ্ম লিঙ্গ ভবিষ্যত আদি
গৰুড় কুৰ্ম্ম বৰাহ — মহাপুৰাণ আদিকত
ব্ৰহ্মবৰ্ত্ত বৃহত নাৰদী।

সুত, ব্যাস, গৌতমাদি নাৰদী অগস্ত্য ঋষি
মাৰ্কণ্ডেয় ব্ৰহ্ম পৰাশৰ
বিশ্বামিত্ৰ ভৰদ্বাজ দুৰ্ব্বাসা আঙ্গিৰাৰস
সুত বশিষ্ঠ যত বৈশ্বান্নৰ।
আৰু ব্যাকৰণ চৈধ্য অষ্টাদশ যোগ তন্ত্ৰ
কাব্য অষ্টাদশ পঢ়ি চাই
গুৰু বোলে বাপ মোৰ সমস্ত সিজিল তোৰ
মোৰ আৰ শিকাইবাৰ নাই।
সংহতি ব্যাকৰণ যত পাণিণিকে আদি কৰি
ছয় দৰ্শনত ভৈলা জ্ঞানী
শত বছৰেক পঢ়ি নোবাৰে আয়ত্ব কৰি
ছয় বছৰতে পাইলি তুমি।
সমস্ত শাস্ত্ৰক পঢ়ি ভূএগ নন্দন ডেকাগিৰি
গৃহতে থাকয় ৰঙ্গ কৰি
কিছু চিন্তা মনে নাই যিটো চায় তাকে পাই
ছুন্দৰীয়ে থাকে যোগান ধৰি।
খেলিবাৰ ইচ্ছা নাই ওঠৰ বছৰ হই
বনগএগ আহি পাইল ঘৰ
বুঢ়া খা আহিলা ঘৰে বিনয় বচনে মাতি
কথা সোধে শ্ৰীমন্তশঙ্কৰ।
শুনিয়োক পেহা মই বহু শাস্ত্ৰ পঢ়ি চাই
বলি পূজা কোনো শাস্ত্ৰে নাই
এবে কিয় নৰগণ বলি কাটে অগণন
শাস্ত্ৰ নীতি কেবে নজানই।

বুঢ়া খা বুলিলা জানি ওৰে বাচা ধনমনি
ব্ৰাহ্মণ সব গুৰু যে আমাৰ
আছে যত শাস্ত্ৰ চয় তাৰা সবে লিখি যায়
তেওঁলোকেই আদৰ্শ আমাৰ।
শঙ্কৰ বুলিলা পেহা শাস্ত্ৰত নাথাকে জানা
স্বাৰ্থ হেতু কৰো কৰ্ম আমি
যিটো কথা বেদে নাই তাকো বেদ বাক্য কই
মানি লও স্বৰূপ নজানি।
এবে মই পঢ়ি চাম যতে যিটো শাস্ত্ৰ পাম
সংস্কৃতে লিখা আছে যাক
তাৰ পাছে জানা আমি শাস্ত্ৰৰ মানক ৰাখি
প্ৰচাৰিবো লোক মাজে তাক।
বাৰ ঋষিৰ বাৰ মত কাৰো ঐক্য মত নাই
সবে নিজ মত তেহে নিষ্ঠ
একেজনে পঢ়ি সব বিচাৰি পাইলে তাক
কোন মত সত্যত গৰিষ্ঠ।
এটি সত্য পালো মই অল্প শাস্ত্ৰ পঢ়ি চাই
ভগবান সব শাস্ত্ৰে কয়
এজন সৃষ্টি কৰ্ত্তা হৰি জগতকে আছে ধৰি
সৰ্ব্ব শাস্ত্ৰ মত ইটো হয়।
কিন্তু তান লীলাচয় ভাগৱত শাস্ত্ৰে কয়
বিচাৰিও পোৱা নাই আক
তীৰ্থ ক্ষেত্ৰ ভ্ৰমি মই ভাগৱত বিচাৰিয়া
মোৰ ইচ্ছা আছে পঢ়িবাক।

ইয়াকে কই ঠিয় দিল বুঢ়া খাক প্ৰণামিল
চলি গৈলা আপোন নিলয়
শঙ্কৰৰ পদ স্মৰি সবে বোলা হৰি হৰি
পাপৰ মাজে হওক প্ৰলয়।



## *চিহ্ন যাত্ৰাৰ আলোচনা*

### *দুলড়ী*

লাহে লাহে কৰি গুৰু ডেকাগিৰি
উনৈশ বছৰ পাইলা
শাস্ত্ৰক জানিয়া বিদ্যাক লভিয়া
আপোন গৃহে ৰহিলা।
জয়ন্ত মাধৱ শঙ্কৰ বান্ধৱ
আলোচি গৈলা সি ঠাই
কৰ্ণ চতুৰ্ভুজ সমন্বিতে লৰি
তথাত পাইলন্ত যাই।
আন ভূঞাগণ যতেক আছিল
শঙ্কৰৰ কাষ চাপিল
ভূঞা ডেকাগিৰি দুই হাত জুৰি
সমস্তকে আশ্বাসিল।

আমাৰ গৃহক আসিয়া পাইলেক
বৰ সুখ পাইলো আমি
পদ ধূলি পায়া কৃতাৰ্থ হইলু
কয় হাত জোৰে নমি।
জয়ন্ত বোলয় কহিবো তোমাত
আমি অহা প্ৰয়োজন
ভূঞা বন্ধু যত আহিলা সমস্ত
কৰিবো কাৰ্য্য গ্ৰহণ।
বিদ্যাত পাৰ্গত শাস্ত্ৰ পঢ়ি যত
জানিছা সৃষ্টিৰ তত্ব
কাৰ্য্যকৰী ভাবে বুজাই আমাক
দিয়োক লোক সমস্ত।

ভূঞা কাৰ্য্য ভাৰ      গ্ৰহণ কৰিও
বিয়া কৰিবাক লাগে
অষ্টাদশ বৰ্ষ      পাইলে লোকে কয়
যৌবনে লগক লাগে।
শঙ্কৰে বোলন্ত      আতা খুড়াগণ
আপোন সব ভালে আছে
সুদৃঢ় শৰীৰ      আছে আপোনাৰ
ভাৰ এৰিবে নালাগে।
ভূঞা কাৰ্য্য ভাৰ      দায়িত্ব সবাৰ
সবেও ভূঞাৰ ছলি
এই ৰাজ্যখনি      চলাও সবাই
আমি সবে মিলিজুলি।
অলপ বয়সে      বিবাহ কৰাইলে
দেহা আয়ু ক্ষীণ হয়
পুৰঠ বয়সে      আনা বিয়া কৰি
সকলো দৃঢ় ৰবয়।
আন কথা যদি      আলচিবে লাগে
তাকেহে আমাক কোৱা
যি দুটি বুলিলা      সমিধান পালা
আমাৰ প্ৰণাম লোৱা।
তাৰ পাচে কৰ্ণ      পুৰ যে বুলিলা
এক অনুৰোধ ভাই
বৈকুণ্ঠৰ পট      চিত্ৰত আকিয়া
দেখুৱাব পাৰ তই।

তোমাৰ সমান      চিত্ৰাঙ্ক নিপুন
কোনো বালকৰে নাই
সেহিসে কাৰণে      লোক সবে জানে
সৰ্ব্বজ্ঞ বালক তই।
তথাপি নাজানো      পৰম পুৰুষ
এবেসে বহুতো শুনো
সাতখনি হেনো      বৈকুণ্ঠ আছয়
পুৰাণ ভাগৱতে জানো।
সমস্তৰে স্ৰষ্টা      সকলোৰে দ্ৰষ্টা
এই বিশ্ব বহুতো শুনে
সাত বৈকুণ্ঠৰ      সাত গোটা নাম
পাৰিষদ গণ মানে।
চাহিবাক লাগি      সবাহৰে মতি
দেখায়ো তাক যতনে।
চাক্ষুস দেখিলে      সবেও মানিব
তোৰ কথা যত মানে।
শঙ্কৰে বুলিলা      শুনা বন্ধুগণ
যোগাৰ লাগে বহুত
ইসব দ্ৰব্যক      কৈত আছে চাও
বস্তুক কৰো যুগুত।
তাল খোল লাগে      দুন্দুভিক লাগে
আৰু লাগে বহু বস্ত্ৰ
সাজ সৰঞ্জাম      আন কিছু লাগে
ইসব যাত্ৰাৰ অস্ত্ৰ।

মোৰ বন্ধুগণ লগ হুয়া কালি
আলোচিব এই কথা
সব বন্ধু মিলি আলোচনা কৰি
বিচাৰিব দ্ৰব্য যথা।
ইটো কথা বুলি দুই হাত তুলি
নমিয়া বিদায় দিল
প্ৰতি নমস্কাৰে সমাজে আতৰে
সবাই বিদায় লইল।
চিহ্নযাত্ৰা নাট ৰাতিতে লিখিলা
বহি বহি ডেকাগিৰি
ৰাম ৰাম গুৰু মহেন্দ্ৰ কন্দলি
পাছে দেখিলন্ত পঢ়ি।
সাত বৈকুণ্ঠত আছে যত যত
দেব গুৰু গৃহ আদি
সবাকে কল্পনা কৰিয়া লিখিলা
কল্পতৰু বৃক্ষ আদি।

আদিতে কোনোৱে যিটো দেখা নাই
ডেকাগিৰি ভাবিলেক
সাত বৈকুণ্ঠক কল্পনাৰ চক্ষে
নাটক লিখিলে তাক।
ৰাতি নোপুৱাতে হুইল নাটখনি
চাইল এবাৰ ঘুৰি
তাৰ পাছে নিয়া কন্দলিক দিয়ে
চাওক গুৰু ভাল কৰি।
শুনা সৰ্ব্বজন নেৰিবা কীৰ্ত্তন
হৰি নাম মুখে লোৱা
বোলা হৰি হৰি সবলোকে স্মৰি
নামত আশ্ৰয় লোৱা।



## চিহ্নযাত্ৰাৰ পৰামৰ্শ

### পদ

অনন্তৰে ডেকাগিৰি মাতিলা সমাজ
চিহ্নযাত্ৰা কৰিবাক আছে বহু কাজ।
সমনীয়া বন্ধুগণ আনিলা মাতিয়া
গঞা জ্ঞাতি ধৰি আৰু কত সমনীয়া।
ৰাম ৰাম সৰ্ব্বজয় বলোৰাম আদি
বনগঞাগিৰি আৰু কণ্ঠভূষণাদি।
নৰোত্তম কৰ্ণপূৰ শ্ৰীনন্দ ভুষণ
চতুৰ্ভুজ আদি কৰি ভূঞা যতজন।

বুঢ়া খা আহিলা আৰু কেতাই সুজন
নৰোত্তম নামে আহে প্ৰখ্যাত ব্যক্তিজন।
সবাকে বুলিলা প্ৰভু চিহ্নযাত্ৰা হব
বৈকুণ্ঠপুৰীৰ চিত্ৰ তাতে দেখাইব।
সবে মিলি শ্ৰম কৰি বস্তু যোগাৰ কৰ
যিবা বস্তু যত আছে আনাহে সত্বৰ।
কপিলীমুখত আছে ভাল এঠা মাটি
তাৰ মাটি আনি খোল গঢ়িও সম্প্ৰতি।
দীৰ্ঘ ডেৰ হাত খোল দুইখান তালি
বামে নব ডাইনে ছয় আঙুল পথালি।
নিজ ৰুচি মতে খোল বেৰ কৰি লব
বাকী জোখ সৰু বৰ একেই কৰিব।
মুচি মাতি আনি দিহা দিলেক শঙ্কৰ
তালিখন যেনে লাগে বজাই বিস্তৰ।
বৰা চাউল এঙাৰ বটি গাব দিয়াইল
এইমতে খোল গোট তৈয়াৰ কৰিল।
ৰহাৰ পৰা কাহাৰ এক আনিলা মতাই
কাহৰ তাল গঢ়িবাক দিলেক বুজাই।
সৰু বৰ অনেক তাল গঢ়িয়া তুলিলা
গায়ন বায়নৰ বাদ্য ইমতে কৰিলা।
চিহ্ন আকিবাক লাগে কাপোৰ সাতখনি
সপ্ত বৈকুণ্ঠৰ পট দেখাব প্ৰমাণি।
যথা স্থানে আছয় আপুনি নাৰায়ণ
লক্ষ্মী আৰু সৰস্বতী ভাৰ্য্যা দুইজন।
চৈধ্য পাৰিষদ লৈয়া যি থানে থাকয়
সিটো নামে বৈকুণ্ঠৰ নাম যে হোৱয়।

সাতখন ঠাই বেলেগ বেলেগে দেখাই
চিহ্ন আকে গুৰুজন মনে সাজি লই।
অনন্ত নাগৰ পৃষ্ঠে প্ৰভু যে ৰহিল
অতি যত্নে গুৰু তাক আকিয়া ৰাখিল।
গছ বিৰিখৰ পাতৰ ৰঙ তৈয়াৰ কৰি
হালধি, হাইতল, হিঙু আনিলা বিচাৰি।
এইমতে নানা ৰঙ হাতেৰে তৈয়াৰী
আকিলন্ত চিত্ৰ সাত বৈকুণ্ঠ নগৰী।
গিৰি নদী সৰোবৰ আকিলন্ত তাতে
ৰাজহংস ময়ুৰ গৰুড় থাকে যতে।
কল্পতৰু আকিল, আকিল উপবন
বিচিত্ৰ শোভাৰ ৰঙে ৰত্ন সিংহাসন।
ভৃঙ্গাগণে ৰভা এক সাজিল বহল
ওঠৰ সহস্ৰ লোকে বহে যাৰ তল।
ৰাম ৰাম গুৰু খোল বাইতে শিকিল
কেতাই খা সহিতে দুয়ো বায়ন হইল।
বনগঞা তাল মাৰে আৰু কৰ্ণপুৰ
ৰাম ৰায় সূত্ৰধাৰ দিলে ধুৰাৰ সুৰ।
সৰ্ব্বজয় বলোৰাম হইলা ধৰা পালি
হাঁহি নাচি তালিম কৰে, কৰি গলাগলি।
মঞ্চ এক সজাইলা বাহ গছ আনি
চিত্ৰৰ লগত মিলাই মঞ্চ সাতখনি।
মঞ্চত আৰিলা চিত্ৰ কাপোৰ সাতখন
দিন বাৰ গণি যাত্ৰা কৰিবাৰ দিন।
অত পৰে ভক্তগণ প্ৰশ্ন তুলিলন্ত
বৈকুণ্ঠৰ চিহ্ন গুৰু কেনে জানিলন্ত।

আতই বুলিলা ভাল সুধিলা আমাক
পাহৰি আছিলো ইটো কথা বুলিবাক।
চিহ্নখনি আকিবাৰে গুৰু ভাবি চাই
কাক সোধো কোনে জানে নাপান্ত উপাই।
এক দিনা একজন সন্ন্যাসী আহিলা
নমস্কাৰ কৰি প্ৰভু তাহাক সুধিলা।
সন্ন্যাসীৰ পৰিচয় একো কিছু নাই
দিনৰ ভাগত কিছু বস্তুক নাখাই।
দীৰ্ঘতৰ পুৰুষ সুন্দৰ তাঁৰ দেহ
দেখা নাই এনে হেন পুৰুষ যে কেহ।
গৌৰ কলেবৰ শিৰে বৰ জটাধাৰী
গেৰুৱা বসন হাতে বৰ মাল্য ধৰি।
যেতিক্ষণে শঙ্কৰ গুৰু তাক প্ৰণামিল
প্ৰতি নমস্কাৰ কৰি মাথা নত কৈলা।
শঙ্কৰে বুলিলা বাপ ওৰে গুণমনি
এক অনুৰোধ কৰো জানেনে আপুনি।
বৈকুণ্ঠৰ পট কথা শিকাইও আমাক
সমাজৰ আগে মই লাগে দেখাইবাক।
সন্ন্যাসী বুলিলা বাৰু কোনো কথা নাই
তুলিকা তুলাৰ পাত আনা যতনাই।
বস্ত্ৰ সাতখনি আনা বড় বড় কৰি
তাতে লগাইবাক লাগে কুনশৰাজৰী*
এহি বুলি কই সাধু ধ্যান ৰত ভৈলা
তাৰ পাছে শঙ্কৰক বিবৰিয়া কৈলা।

ৰঙ কালী গোটাইলেক যত বস্তু গোট
সন্ন্যাসী বুলিয়া গৈলা বৈকুণ্ঠৰ পট।
কাপোৰ ওপৰে শঙ্কৰ তুলিকা ধৰিলা
সন্ন্যাসীৰ আদেশে পট শঙ্কৰে আকিলা।
ৰাম ৰাম বলোৰাম বুঢ়া খা পেহাই
বিষ্মিত নয়নে সবে ৰহিলন্ত চাই।
সন্মুখত সন্ন্যাসী দেখাই আছে নিৰন্তৰ
আচৰিত হুয়া দেখি আছে যত নৰ।
পাৰিষদ গণ সমে কৃষ্ণক বহুৱাইল
সাতখন চিহ্ন শঙ্কৰ হাতেৰে আকিল।
সাত বৈকুণ্ঠত যত গিৰি সৰোবৰ
সবাকে বহুৱাই দেখালে শ্ৰীশঙ্কৰ।
যতে যিবা আছে সমস্তকে লিখি দিল
আছল বৈকুণ্ঠ হব সন্ন্যাসী বুলিল।
কিন্তু এক বাপ ঘাটি তথাত আছয়
কল্পতৰু বৃক্ষডালি কোন স্থানে ৰয়।
দুইজনে ভাবি গুণি নাপাই উপাই
ভূঞাগণ নিৰেক্ষিয়া সবে আছে চাই।
ছন্দৰী বুঢ়ীয়ে চোতালক সাৰি
বাঢ়নীক লই বুঢ়ী আহে আগবাঢ়ি।
বুলিলেক ডেকাগিৰি কল্পতৰু নাই
চোতাল সাৰিয়া আমি ঐত আছো চাই।
ডেকাগিৰি বুলিলেক ভাবি পোৱা নাই
কত পৰে বৃক্ষডালি তাকে আছো চাই।

*কুনশৰাজৰী - এবিধ ছালৰ আঁহ থকা গছ, মৰাপাটৰ নিচিনা আঁহ থকা।*

মই কও এই ঠাইত আছে বৃক্ষডালি
এইবুলি ছুন্দৰীয়ে হাঁহে খলাখলি।
শঙ্কৰে বুলিলা মাৱ কৰিলি যি কাম
বৈকুণ্ঠ ভুবন লক্ষ্মী হব তোৰ নাম।
ঐত আহি তই বৰ উপকাৰ সাধিলি
বিষম সমস্যা এটি সমাধা কৰিলি।
ৰাম ৰাম নৰোত্তম কন্দলি আদি যত
সবে বোলে বুঢ়ী তুমি জানি পাল কৈত।
বৈকুণ্ঠৰ পাৰিষদ জানিলো তোমাক
ছদ্মবেশে বান্দী হৈছ দেখাই আমাক।
চিহ্ন অকা কাম গুৰু সমাধা কৰিলা
দেখে পাছে সন্ন্যাসীও অন্তৰ্ধান ভৈলা।
চৈধ্য গোটা বালকক নটুৱা শিকাই
বৈকুণ্ঠৰ পাৰিষদ ৰাখিলা সজাই।
ৰহা গাঁওৰ পৰা তাল তৈয়াৰী আনিল
সৰু বৰ সাত জুৰি তালক ৰাখিল।
ভূঞা নাৰীগণে দিলা কাপোৰ তৈয়াৰী
ৰঙ লগাই সাজ পাৰ কৰে ডেকাগিৰি।
হিঙুল হাইতল আৰু মাজাথিক আনি
নানা ৰঙে ৰঞ্জিলন্ত বস্ত্ৰ কেইখনি।

তেপৰৰ পাত আৰু তামোলৰ ঢকুৱা
মুখাবোৰ সজাইলা চালে চকুৰোৱা।
তাল খোল মুখা পোচাক যোগাৰ হুইল
তাৰ পাছে ৰভাখনি সমাজে সাজিল।
নাটঘৰ সাজি দিলা ভূঞাগণ মিলি
বটদ্ৰৱাৰ যত লোক হাঁহে খলাখলি।
সমস্ত যোগাৰ আহি পৰিপূৰ্ণ হ'ল
নাটঘৰে বস্তুখিনি ৰাখি থৈ.গল।
পোহৰৰ বাবে চিন্তা হ'ল তেতিয়াই
গুৰু বোলে ভকা জ্বলাই থম পোহৰাই।
এক ডালি ভলুকা বাহ আনিলেক কাটি
একো গোটা পাব খুলি কৰিলেক বাটি।
সৰিয়হৰ তেল আনি দিলেক ভৰাই
উজলি উঠিলে তাক ভকা যে বোলই।
কুৰি গোটা ভকা সাজিলন্ত ভূঞাগণ
দুৰ হন্তে দেখি তৰা জ্বলে অগনন।
এনেদৰে সব বস্তু তৈয়াৰ হইলা
দিন বাৰ চাই যাত্ৰা আৰম্ভিবে লৈলা।
চিহ্নযাত্ৰা দেখিবাৰে মনত হৰিষ
হৰি হৰি ধ্বনি উঠে আকাশ অন্তৰীক্ষ।



*তালিম - আখৰা, ধুৰা - গায়ন বায়নসকলে গোৱা ৰাগ ৰাগিনী, কেহ - কেৰে, ভকা - ভলুকা বাহৰ পাবত তেল ভৰাই তৈয়াৰ কৰা চাকি।*

# বৈকুণ্ঠৰ বৰ্ণনা

## দুলড়ী

কথাৰ মাজত ভকতে বোলন্ত
শুনিয়ো বৈৰাগী বাপ
জানিবাক চাওঁ বৈকুণ্ঠ ভুবন
কিমতে জানিবো তাক।
বৈৰাগী বোলন্ত শুন ভক্ত সন্ত
গুৰুৰ যিটো বাখ্যান
অনন্ত কোটী ভুবন মধ্যত
যিটো সৰ্ব্বশ্ৰেষ্ঠ স্থান।
নাই তাত মায়া কালৰ বিক্ৰম
সবে একাশী যৌবন
জৰা মৃত্যু নাই ৰোগ দুখ শোক
সুন্দৰ দৰ্শী শ্ৰীমান।
সদায় আনন্দ নাই নিৰানন্দ
মুখত ঈষত হাঁহি
বৈকুণ্ঠৰ লোক সবাই যৌবন
আনন্দত থাকে ভাহি।
ইন্দ্ৰিয়ৰ ভোগ স্বৰ্গ সুখ যত
কুৎসিৎ অতি বিনাশী
যিটো নিজ সুখ আত্মাৰ আনন্দ
বৈকুণ্ঠত মিলে আসি।

কৃষ্ণ সম্বোধিয়া কৃষ্ণ স্বৰূপক
ভকতে পাৱে তথাত
নীল তনু পীত বস্ত্ৰে ৰঞ্জে আতি
সমস্তৰে চাৰি হাত।
শঙ্খ চক্ৰ গদা পদ্ম ধৰি থাকে
ৰত্নৰ বিমানে বহি
অনেক পদ্মিনী বেঢ়ি সেৱা কৰে
জ্বলে যেন কোটী শশী।
সদায় আনন্দ কৃষ্ণ গুণ নাম
শ্ৰবণ কীৰ্ত্তন কৰে
পৰম প্ৰেমত তনু ৰোমঞ্চিত
নেত্ৰৰ লোতক ঝৰে।
নাৰীগণে প্ৰভু গুণ গীত গাৱে
তাল কৰতাল ঠুকি
বৈকুণ্ঠক ছানি কৃষ্ণ কৃষ্ণ ধ্বনি
ভকতে কৰে উৎসুকি।
নাই আন কথা নকৰে অন্যথা
সৰ্ব্বদা প্ৰভুৰ নাম
কৃষ্ণৰ প্ৰসাদে পৰম আনন্দে
সদাই সবে সমান।

ইন্দ্ৰ শশী সূৰ্য্য    আন দেৱ যত
দেৱগুৰু ব্ৰহ্মা হৰ
থাকিবে নপায়    কাষক নযাৱে
বিষ্ণুৰ ৰম্যপুৰৰ।
অযুত কৌটীৰ    ভকতৰ মাঝে
কলিকালে মাত্ৰ জানা
বৈকুণ্ঠ পাইবাৰ    যোগ্য হব পাৰে
নামেহে তাৰ বাহনা।

প্ৰহ্লাদ নাৰদ    বলি আদি কৰি
সমীপত আছে দাস
কৃষ্ণ নাম গুণ    লৈয়া মহাসুখে
বৈকুণ্ঠত কৰে বাস।
কৃষ্ণৰ কৃপাত    বৈকুণ্ঠ পাইলে
নাহে আৰু অন্য লোক
বিষ্ণু গুণ গাই    সদাই ফুৰই
নাই মনে অসন্তোষ।

:—x—:

## *শঙ্কৰদেৱৰ নেতৃত্বত চিহ্নযাত্ৰা আৰম্ভ*

### *পদ*

ফাল্গুনী পূৰ্ণিমা যেবে আহিয়া পৰিল
বটদ্ৰৱা ধামে বৰ আনন্দ মিলিল।
ভূঞা ব্ৰাহ্মণৰ সঙ্গে যুবা ডেকাগিৰি
চিহ্নযাত্ৰা কৰে নানা বস্তু যোগৰ কৰি।
দীৰ্ঘে হাজাৰেক হাত প্ৰস্থে পঞ্চশত
ওপৰত খাগৰীৰ ছাল দিলা তাত।
অৰ্দ্ধ শত "ভকা"* তাত দিলেক জ্বলাই
খেজুৰৰ পাত দিয়া পদূলি সজাই।
নানা ফুল দিয়া মালা কৰে জ্যোতিষ্কাৰ
ইন্দ্ৰৰ অমৰাৱতী তুল্য নোহে যাৰ।

পাতি সন্ধ্যা নামে এক বৃক্ষ ভয়ঙ্কৰ
ৰভাৰ কাষতে শোভা কৰয় সুন্দৰ।
দিবা ভাগে পূজা এক শঙ্কৰে পাতিলা
ৰাত্ৰি ভাগে চিহ্নযাত্ৰা ঘোষণা কৰিলা।
নৰোত্তম আহিলেক পূজা কৰিবাক
দেৱী পূজা কৰিবোহো তিনি বুলিলেক।
শঙ্কৰে কৰিলা মানা দেৱীৰ পূজাক
আছে নাৰায়ণ আমি তাৰেহে সেৱক।
বৈকুণ্ঠৰ অধিপতি নাৰায়ণ এক
ইটো থানে দেৱী পূজা কিছু ব্যতিৰেক।

**ভকা - বাহৰ চুঙাত তেল ভৰোৱা চাকি*

নাৰায়ণ পূজা তেহে কৃষ্ণৰ গুণ
আমাক লাগয় মাথো ঈশ্বৰ নিৰ্গুন।
নৰোত্তম দেৱক মাতি শঙ্কৰে বুলিলা
ভাগৱত উচ্চাৰিয়া কৃষ্ণক পূজিলা।
টেম্বুৱাণী থানে আনন্দৰ সীমা নাই
সন্ধ্যাৰ পাচত যাত্ৰা দেখিবাক যাই।
ৰাত্ৰি আহি পাইলা যেবে দ্বিতীয় প্ৰহৰ
যাত্ৰা দেখিবাক লাগি লোক ভৈল ভিৰ।
নানা ঠাইৰ নানা লোক ৰভাতে আহিল
সমস্ত সমাজে বহি নীৰবে থাকিল।
শঙ্কৰৰ বিৰোধকাৰী বিপ্ৰ একদল
যাত্ৰা দেখিবাক লাগি সমস্তে আহিল।
শঙ্কৰ শূদ্ৰে গপ মাৰি কৰে মহতালি
দুষ্ট বিপ্ৰগণে শঙ্কৰক পাৰে গালি।
আমাক নেওচি শূদ্ৰে বৈকুণ্ঠ দেখাই
কোনো জনে কোনো কালে যাক দেখা নাই।
শঙ্কৰ শূদ্ৰে মাটিত আনি বৈকুণ্ঠ দেখাব
মঞ্চখনি আজি আমি গছকি ভাঙিব।
আৰে আৰে চুৰি কৰি মুখা সব নিয়া
লুইতৰ বুকে তাক দলিয়াই দিয়া।
এহি মতে মনে পাঙি বিপ্ৰ কুৰিজন
আলেঙত থাকি চৌকৰে নিৰীক্ষণ।
ভূঞাগণে সব কথা বুজিতে পাৰিল
যোল্লজন ডেকা ভূঞা একত্ৰ হইল।
হাতে লাঠি লৈয়া সবে বেৰাই চাৰিফাল
সাবধান হৈল যাতে নোহে আহুকাল।

গৰুড়ৰ মুখা সৰ্ব্বজয় পিন্ধি লৈলা
শ্ৰীকৃষ্ণৰ ভাও গুৰু আপুনিয়ে লৈলা।
দোহৰাৰ গুৰি বায়ন হ'ল কেতাই খান
তাৰ সঙ্গে তিনিজন পালি খোল বায়ন।
ৰাম ৰায় সূত্ৰধাৰ হ'ল মূখ্য জন
জয় জয় তিমিৰ ৰাগ দিলে যেতিক্ষণ।
সমস্ত সমাজ তেবে নিতাল পৰিলা
তাৰ পাছে শঙ্কৰেও ৰাগক তুলিলা।
বলোৰাম, হৰিধন, মথুৰা লক্ষ্মণ
দমোদৰ ভবোৰা বনগঞা কেইজন।
উদাৰাম বৰ গোবিন্দ ভূঞাৰ সমাজ
প্ৰতিজনে মুখা পিন্ধি লৈলা সাজ কাচ।
সতানন্দ, বলোৰাম, ৰামচন্দ্ৰ আৰু
নিত্যানন্দ, কেশৱ, চন্দ্ৰহাস, কল্পতৰু।
বায়ুমণ্ডলীতে ৰাগ দিলেক শঙ্কৰ
পাতি সন্ধ্যা বুলি এক গছ ভয়ঙ্কৰ।
শঙ্কৰে ৰাগ টানি যেতিয়াই দিল
জৰ জৰ পাত সৰি চৰণে পৰিল।
তাৰ পাছে তিনি ফাঁকি ৰাগ যে টানিল
পাতি সন্ধ্যা বৃক্ষে পাত আপুনি ধৰিল।
নটুৱা ৰূপেতে আহে পাৰিষদ সাত
বিস্ময় হইয়া সব লোক পৰে শাত।
আৰু কাপোৰখনি ডাঙি মঞ্চক দেখাই
সত্যই বৈকুণ্ঠখনি সবে দেখা পাই।
প্ৰথমে মাৰিলা খোল ভূঞা আঠজন
তাল বজাইল সঙ্গে আৰু চাৰিজন।

ৰাম ৰায় ওলাল সুত্ৰধাৰ বেশ লই
সুচনা টানিল ডহৰা* আগে ঠিয় হই।
তাৰ পাছে সুত্ৰধাৰ বহু নাচ দিলা
গুৰিত থাকিয়া গুৰু ছয় খোল মাৰিলা।
খোলৰ বাজনা সবে আচৰিত পাই
মাজে মাজে দেখে চাৰি হস্ত ভূএগ্ৰাৰাই।
নিৰেক্ষিয়া চালে মাত্ৰ দুখনহে দেখি
আচম্বিতে চাৰিখন হঠাৎ পৰে আখি।
তাৰ পাছে আৰ কপোৰখন যে পৰিলা
নেপথ্যত সুত্ৰধাৰে পুনু ৰাগ দিলা।
লগে লগে আৰু কাপোৰ দিলেক গুচাই
সাত বৈকুণ্ঠৰ পট পুনু দেখা পাই।
বৈকুণ্ঠৰ পতি প্ৰভু দেৱ নাৰায়ণ
ৰূপ ধৰি শ্ৰীমন্ত আইল তেতিক্ষণ।
সৰ্ব্বজয় হইল গৰুড় খগচৰ
চৈধ্য পাৰিষাদ সঙ্গে বহিল উপৰ।
বচন বুলি নাট নাট্যকাৰে চাই
নেপথ্যত গুৰুজনে আছে সোৱৰাই।
ভকা জ্বলাই পোহৰ কৰিছে ৰভা তল
তাতে কাণি মহলা জ্বলাই ৰাখিল বহল।
একজন মহলা ধৰা কুটিল জৰাক
পোহৰ দেখায় তিনি ভাৱৰীয়া এক।
চিত্ৰ বিচিত্ৰ মঞ্চ যেন ৰম্যপুৰী
তাৰ মাজে প্ৰবেশিল নটুৱা সুন্দৰী।

নটুৱাৰ নাচোন শেষ যেতিয়া হইল
সুত্ৰধাৰ ৰূপে কেতাই আহিয়া নাচিল।
নাচে কাচে শঙ্কৰৰ সম কেও নাই
লোকে হাত চাপৰায় শঙ্কৰক চাই।
ৰাম ৰাম গুৰু ডহৰাত গীত গাই
গীতৰ তালে শঙ্কৰেও নাচোন দেখাই।
গৰুড়ৰ মুখা পিন্ধি ওলাল সৰ্ব্বজয়
লাম্ফ দিয়া কৃষ্ণ ৰূপী শঙ্কৰ উঠয়।
গৰুড়ৰ পৃষ্ঠে যেন কৃষ্ণ ভগবান
সাক্ষাতে সমাজ লোকে পায় দৰশন।
অনেক সময় নাচ বিষ্ণু গৰুড়ৰ
তাৰ পাচে প্ৰস্থান যে কৰিল শঙ্কৰ।
অনন্তৰে প্ৰবেশিল নাগ যে অনন্ত
ওপৰে বহিয়া গুৰু নাৰায়ণ হোন্ত।
অনন্তে বসিয়া যেন সাক্ষাত ভগৱন্ত
পাৰিষদ গণে মিলি উপসা কৰন্ত।
ব্ৰহ্মাৰ মুখাক সন্ধৰাই পিন্ধি লৈলা
ৰাম ৰাম গুৰু সমে প্ৰবেশ কৰিলা।
সভা মধ্যে প্ৰবেশিল ৰাম ৰাম গুৰুজন
নানা ভঙ্গিমাতে হৰে দৰ্শকৰ মন।
ধ্বজা আঁতে পিন্ধি লৈলা হৰৰ মুখাক
নাচোনতে হহুৱাইলা সমস্ত প্ৰজাক।
গায়নসকলে গীত আনন্দতে গাই
সাক্ষাতে বৈকুণ্ঠখন সবেও দেখই।

*ডহৰা - মঞ্চ

পাৰিষদ গণে যেন হৰি গুণ গাই
সেহিমতে গাৱে নাচে লোকক দেখাই।
দৰ্শকসকলে দেখি হইল বিভোৰ
এনেদৰে এক ৰাত্ৰি হৈ গৈল পাৰ।
নাৰীগণে নিচিনিয় স্বামী কোনজন
অকলে শঙ্কৰ প্ৰতি আকৰ্ষিত মন।
বালগণে নিচিনিল কোন বাপ মাৱ
সবাৰে প্ৰফুল্ল মন উল্লাসিত গাৱ।

স্বামীয়ে নিচিনে এই মোৰ ভাৰ্য্যা বুলি
শঙ্কৰৰ মায়াতে সবাকে গৈলা ভুলি।
বনগঞা গিৰি বাদ্য বজাইতে আছে
মূল সুত্ৰধাৰী কেতাই খানে ৰঙ্গে নাচে।
বায়নগণে খোল মাৰে নানা তাল ধৰি
গায়ন সবে তাল বায় মাথাত পাগুৰি।
শ্ৰীগুৰুৰ চিহ্নযাত্ৰা সবলোকে স্মৰি
দৰ্শক ভকতবৃন্দ বোলা হৰি হৰি।



## *চিহ্নযাত্ৰা চাই ৰাইজৰ দিক্‌বিদিক জ্ঞান বিলোপ*

## *ছবি*

শুনা শুনা ভক্তগণ　　　　সুদৃঢ় কৰিয়া মন
গুৰু লীলা কথাৰ অমৃত
বটদ্ৰৱা থানে গুৰু　　　　শঙ্কৰ স্বৰূপ ধৰি
দেখাইল লীলা অদভুত।।
ছয় খোল বাই একা　　　　লোক সমাজত দেখা
অদভুত কথা দেখিলন্ত
দিন ৰাতি নজানয়　　　　সবে দেখে হৰিময়
পাৰিষদ যেন বৈকুণ্ঠত।।

টেম্ববাণী ধাম আজি ভৈলন্ত বৈকুণ্ঠ ৰাজি
সব লোকে গোলক ধামৰ
মনত ভাবিলা লোকে দেৱ সাজি সকলোকে
লোক সব হ্ইব অমৰ।
কৃষ্ণৰ ভটিমা গাই সৰ্ব্বজয় বুলি যাই
শুনি সবে আনন্দ পাৱয়
ৰাগ তাল মান যত এনে দেখা নাই কতো
যেন লোক বৈকুণ্ঠে আছয়।
শঙ্কৰক চাই সবে কণাকণি কৰে এবে
কৃষ্ণ যেন দেখিলো সাক্ষাত
কুসুম নন্দন এওঁ এওঁ বিনে নাই কেও
জনমিলা লোক সমাজত।
লোক সব আচৰিত কিনো কথা বিপৰীত
মানুহেও দেৱতা হোৱয়,
নৰক দেৱতা সাজি দেখাই আমাক আজি
টেম্বুবাণী যত লোক চয়।
নাৰীগণে সাজি পাৰি বহি আছে একাষাৰী
কাৰো কিছু নাই মাত বোল
সবে মৌন ভাৱ হই আপোনাক ভুলি যাই
গৃহ চিন্তাত নোহে ব্যাকুল।
যেয়ে যিটো ফালে চায় তাতে গুৰুক দেখা পায়
সকলোতে বিৰাজে শঙ্কৰ,
খোলত দেখে শঙ্কৰক মঞ্চত দেখে শঙ্কৰক
ভাওনাতো দেখে শ্ৰীশঙ্কৰ।

সব ক্ষেত্ৰে শঙ্কৰ ময় দেখে সব নৰচয়
কিনো মায়া দেখায় লোকক
অদভুত দেখো আজি বাজিকৰে খেলে বাজি
শঙ্কৰে আনিছে গোলকক।
এহি বুলি লোক সবে মনে মনে কথা ভাবে
বিপ্ৰসবে ঠগায় আমাক
বোলে মাত্ৰ বিপ্ৰসব মৰতত শ্ৰেষ্ঠ জাত
বিপ্ৰই নিয়ে আত্মা স্বৰগক।
কত কত পূজা পাতি কত দেৱ কৰি তুতি
ঘৃত হোম কতনো সম্ভাৰ
তথাপি নেদেখো তাত আজি দেখা সাক্ষাত
বৈকুণ্ঠ নগৰীৰ আকাৰ।
সদেহে বৈকুণ্ঠ পালো জনমক সম্ফলিলো
টেম্বৱাণী হ'ল গোলক ধাম
শঙ্কৰ গোলকপতি এওঁতেহে কৰো ৰতি
মুখে লওঁ শঙ্কৰৰ নাম।
মহেন্দ্ৰ কন্দলি আদি বিপ্ৰ সবে কথা লচি
শঙ্কৰ হৈব গুৰু যে আমাৰ
তাহাত শৰণ লই জনম সফল কৰি
হওঁ আমি এই ভৱ পাৰ।
শুনা শুনা নৰগণ কৃষ্ণত অৰ্পিয়া মন
শঙ্কৰৰ পথ অনুসৰা
জনম সফল হোক সুখে ভৱ তৰিয়োক
বৈকুণ্ঠ পাইবাক যত্ন কৰা।

>>>■<<<

*কোনো কোনো চৰিতে শ্ৰীশঙ্কৰদেৱে তীৰ্থৰ পৰা ঘুৰি আহিহে চিহ্নযাত্ৰা পতা বুলি কয়।*

# চিহ্নযাত্ৰাৰ শেষৰ কেইদিন

## পদ

শ্ৰীগুৰুৰ চিহ্নযাত্ৰা বৰ্ণনা শুনিয়া
সব ভক্তগণ তাতে থাকে আলোচিয়া।
বৈৰাগী বোলয় ওৰে মহা ভক্তগণ
কত কবো শঙ্কৰৰ লীলা অগণন।
চিহ্নযাত্ৰা কৰি গুৰু লোকক দেখাইলা
বৈকুণ্ঠখনিক লোকে মৰ্ত্ত্যত দেখিলা।
আচৰিত কথা এবে শুনা কৰ্ণ ভৰি
সব লোকে ৰাতি দিন গৈলন্ত পাহৰি।
প্ৰথম দ্বিতীয় দিন কেনি চলি গৈলা
তৃতীয় দিবস আহি উপনীত ভৈলা।
সেইদিনা বৈকুণ্ঠপুৰীত সভাপাতি
নাৰায়ণ ৰূপে গুৰু আহিল সম্প্ৰতি।
জয় ৰাম পূৰ্ণানন্দ হৰি ৰঘু আদি
সবে ৰঙ কৰি গৈলা পাৰিষদ সাজি।
সাতখন বৈকুণ্ঠৰ ৰভা সাতখনি
একত্ৰ কৰিয়া গুৰু দেখাইলা আনি।
একবাৰ শিৰোমণি বৈকুণ্ঠ দেখায়
আৰোবাৰ একখন পটক গুচায়।
সাতখন বৈকুণ্ঠৰ সাতজন পতি
এক ৰূপ এককায় দেখয় সম্প্ৰতি।
সব জন শঙ্খ চক্ৰ গদা পদ্মধাৰী
সবলোকে পীত বস্ত্ৰ শ্যামকলেবৰী।
সবাৰো কিৰিতি আছে শিৰৰ ভুষণ
নিৰানন্দ কিছু নাই আনন্দে মগণ।
সবলোকে গায় সদা হৰি গুণ গান
সবাৰে হৰিষ চিত্ত যত সঙ্গীগণ।
ৰোগ শোক জৰা ব্যাধি আত কিছু নাই
বৃদ্ধ বাল্য নাই তাত সবে এক কায়।
সবে যুবা যেন ৰূপ প্ৰভু নাৰায়ণ
যুবতী সবাই লক্ষ্মী ধবলা যেমণ।
ব্ৰহ্মা হৰ ইন্দ্ৰ দেব কুবেৰ বৰুণ
সবাৰে দেখিলা ৰূপ আজি নৰগণ।
কাৰ কিনো ৰূপ আমি কতো দেখা নাই
আজি চিনি পালো আমি সাক্ষাতে দেখাই।
অত দিনে দেব সব পুজি থাকো আমি
কাৰ কেনে ৰূপ কিন্তু একোকে নজানি।
সবাৰে জীৱন্ত চিত্ৰ দেখা পালো আমি
সৃষ্টি কৰ্ত্তা সকলোৰে প্ৰভু চক্ৰপাণি।
দেখালে জীৱন্ত কল্পনাতী বৈকুণ্ঠৰ
সকলোৰে সৃষ্টিকৰ্ত্তা প্ৰভু পীতাম্বৰ।
সভা মাঝে আছে যত খল বিপ্ৰগণ
চিহ্নযাত্ৰা চাই সবে হইল মগন।
ইজনে সিজনে চাই কৰে কোৱা কুই
এনে দৃশ্য আগে আমি কতো দেখা নাই।

সবে বোলে এই চিহ্নযাত্ৰা দেখা নাই
শঙ্কৰে মোহিল আজি বৈকুণ্ঠ দেখাই।
ইয়াকে কই মনে গুণি আলচ কৰিয়া
অধোমুখ হুয়া সবে গল আতৰিয়া।
কেইবাজনে বোলে আমি নাযাও আতৰি
সাক্ষাতে দেখিলো আজি বৈকুণ্ঠ নগৰী।
যদিহে শঙ্কৰদেৱ মানুহ হোৱয়
মানুহৰ এত শক্তি কভু নাহি হয়।
মানুহৰ ৰূপ ধাৰী প্ৰভু ভগৱন্ত
ধৰাৰ অধৰ্ম কৰ্ম সবাকে হৰন্ত।
ইটো কৰ্ম কৰিবাক প্ৰভু যে আহিলা
মনুষ্যৰ মাজত থাকি প্ৰত্যয় আৰ্নিলা।
কুসুম নন্দন আহি ভৈলা উপনীত
সুত্ৰ ধৰি নাচি কৰে সবাকে মোহিত।
আৰু নানা গীত বাদ্যে বৰ্ণাই চিহ্ন
শ্লোক ভাঙি ৰূপক দেখাইল কৰি ভিন্ন।
মাথাৰ উপৰে ছত্ৰ শোভিছে তথাত
সুবৰ্ণ কিৰিতি শোভা কৰিছে মাথাত।
পদ্মসম নেত্ৰ দেখিবাক মনোহৰ
তিল ফুল যেন নাক অতীব সুন্দৰ।
ৰুচিকৰ কাণত যে কুণ্ডল দোলয়
পাণ্ডুবৰ্ণ গণ্ড স্থূল অতিকে শোভয়।
নীলবৰ্ণ কণ্ঠ তাতে কৌস্তুভ জ্বলিছে
গজ মুকুতাৰ মালা গলত দোলিছে।
বৈজয়ন্তী মালা তাৰ ওপৰে জ্বলয়
পঞ্চবৰ্ণ মালা প্ৰভুৰ গলে বিৰাজয়।

শ্বেত পীত বস্ত্ৰ হালধিৰ বৰ্ণ চয়
ভ্ৰূব সমন্বিতে পঞ্চ বৰ্ণ প্ৰকাশয়।
হিয়াত শ্ৰীবৎস পান্তি দেখিতে শোভন
উৰ্দ্ধে নোমৰাজি কেনে শোভে বিতোপণ
গাৱত পাটৰ বস্ত্ৰ শুৱণি কৰয়
হেঙ্গুল পাটৰ ধুতি চুৰিয়া বোলয়।
হৃদয় বহল আতি কঙ্কাল যে সৰু
দেখিবে লাগয় যেন হৰৰ ডম্বৰু।
ৰত্নৰ মেখলা বান্ধি আছয় কটিত
বাহু ৰুশু জুনু কৰে দেখি আচৰিত।
নখ চন্দ্ৰ চয় অতি দেখি সুখী হই
ৰত্নৰ নুপুৰ বাজে জিন্ জিন্ কই।
দুই উৰু দেখি যেন ৰাম কল সম
পৰম সুন্দৰ জানু দেখি নিৰুপম।
পদ তল ৰক্ত নব পল্লব সমান
পঞ্চ চিহ্ন শোভে তাত সুবৰ্ণৰ থান।
এই চিহ্ন সব গুৰু গীতে প্ৰকাশিল
নিজ ৰূপ সেই মত গীতত দেখিল।
কেতাই খা গীতক গাই সুত্ৰক ধৰয়
গীতৰ ৰচনা মতে শঙ্কৰক দেখয়।
জ্ঞানী বিপ্ৰ সবে বোলে আমি দুৰাচাৰ
শঙ্কৰৰ সঙ্গে বাদ কৰো বাৰে বাৰ।
মনুষ্যজনৰ নাই এনুৱা শকতি
শঙ্কৰে ঈশ্বৰ আমি জানিলো সম্প্ৰতি।
আজি হন্তে আমি আৰু বাদ নকৰিবো
তেওঁৰ চৰণে আমি শৰণ পশিবো।

বুঢ়া খা বুলিলা মই পূৰ্ব্বাপৰ জানি
সণ্ডৰা দলৈ মোক বুলিলন্ত গণি।
পৰম পুৰুষ ইটো মানুহ নোহয়
বৈকুণ্ঠৰ পতি প্ৰভু আহিয়া আছয়।
আজি হন্তে মই দৃঢ় শৰণ পশিবো
গুৰু মাণি শঙ্কৰক জন্ম সফলিবো।
সৰ্ব্বজয় আতে আছিল শূণ্যতেই চাই
শূণ্যত দেখিলা পদ্ম গোট যে আছই।
পদ্ম মধ্যে শঙ্কৰ যেন পুৰুষ দেখিলা
মঞ্চক লাগিয়া চকু ঘুৰাই চাহিলা।
তথাতো আছয় গুৰু খোল বাদ্য বাই
শূণ্যতো আছয় গুৰু পদ্ম মাজে ৰই।
আনে নেদেখিলে মাত্ৰ দেখে সৰ্ব্বজয়
ৰাম ৰাম কন্দলি মাত্ৰ সমুদাই দেখয়।
তিনিজনে চাই দেখে কথা সত্য ধ্ৰুব
ঐত তৈত মাথো শঙ্কৰক দেখে সব।
ক্ষণেক পিচত আৰু কিছু একো নাই
সূত্ৰধাৰে শেষ ৰাগ টানিলেক গই।
বুলিলা শঙ্কৰে পাছে যাত্ৰা ভৈলা অন্ত
মঞ্চত থাকিয়া কৰ যোৰে বুলিলন্ত।
এক ৰাত্ৰি যেন তাতে কটাইল ৰজনী
দৰ্শকসকলে ছিল ইহ্যমনে গুণী।
সাত দিন সাত ৰাত্ৰি যাত্ৰা শেষ হ'ল
পণ্ডিত ব্ৰাহ্মণ সব গুৰু কাষে গল।
শঙ্কৰৰ চিহ্নযাত্ৰা সবাই সুৱৰি
সমস্ত সমাজে ডাকি বোলা হৰি হৰি।
হৰি বোল হৰি বোল আন চিন্তা এৰি
শ্ৰীগুৰু শঙ্কৰ স্মৰি বোলা ৰাম হৰি।



## *পণ্ডিত বিপ্ৰসবৰ শঙ্কৰদেৱত শৰণ লোৱাৰ আগ্ৰহ*

### *পদ*

এহিমতে চিহ্নযাত্ৰা যৱনিকা পৰি
শঙ্কৰ গুৰুৰ কাষে গৈলন্ত লৱৰি।
ধন্য ধন্য ভূঞা পুত্ৰ শ্ৰীমন্ত শঙ্কৰ
নৰ ৰূপী নাৰায়ণ তুমি দামোদৰ।
মৰ্ত্ত্যত থাকিয়া আমি বৈকুণ্ঠ দেখিলো
তুমিয়ে বৈকুণ্ঠপতি আজিহে জানিলো।
শঙ্কৰে গুৰুক চাই যেতিয়া নমিলা
আথে বেথে হাতে ধৰি কন্দলি তুলিলা।
শঙ্কৰ তুমিহে গুৰু কন্দলি বুলিলা
পালটি চৰণ দুই প্ৰণাম কৰিলা।
মহেন্দ্ৰ কন্দলি গৈয়া মঞ্চত উঠয়
সমাজক চাই পণ্ডিত বিনয়ে বোলয়।

পণ্ডিতে দুহাত জুৰি সবাকে বুলিলা
দেখিলাহা বাপ সব শঙ্কৰৰ লীলা।
আমাৰ টোলে পঢ়ন্তেও দেখি পালো আমি
ৰদত আছিলে শুই শঙ্কৰ ঘামিজামি।
এক নাগ আহি তাতে ছিল ছত্ৰ ধৰি
তাতে মই চিনি পালো এই ডেকাগিৰি।
মানুহ নোহয় এওঁ বৈকুণ্ঠৰ হৰি
কোনে আকিবাক পাৰে তাক চিহ্ন কৰি।
আহা চতুৰ্ভুজ, কৰ্ণপুৰ, ৰাম ৰাম
শঙ্কৰক গুৰু মানি লৈব হৰি নাম।
শূদ্ৰ বুলি পাপী গণে কৰে তিৰস্কাৰ
বৃথাই ব্ৰাহ্মণ জন্ম জানিবা আমাৰ।
সৰ্ব্বজয়, নৰোত্তম, বৈকুণ্ঠ আদি কৰি
মহেন্দ্ৰ কন্দলি লগ আনিলন্ত ধৰি।
সভাত আছিল লোক সহস্ৰঅনেক
হাত তুলি কন্দলিয়ে বুলিলা প্ৰত্যেক।
আজি হন্তে শঙ্কৰত পশিলো শৰণ
দাস বুলি মানি গুৰু দিয়োক চৰণ।
নৰোত্তম বৃদ্ধ বিপ্ৰ পণ্ডিত গহীন
দুই হাত জুৰি তেওঁ পশিল শৰণ।
সাত জন পণ্ডিত বিপ্ৰ জ্ঞানী যে উত্তম
শঙ্কৰক মাতি বোলে আপোন বচন।
তুমি গুৰু মোক্ষ দাতা মালিক আমাৰ
আজি হন্তে গুৰু ভজি লৈলো সাৰে সাৰ।
শঙ্কৰে বোলন্ত ইটো কৰ্ম নোহে ভাল
শূদ্ৰ গুৰু ভজি পাচে পাব আহুকাল।

কন্দলি বুলিলা বাপ শূদ্ৰ কোনজন
শূদ্ৰ তুমি নোহে জানো দেৱ নাৰায়ণ।
ক্ষত্ৰিয় কুলত জন্ম শ্ৰীৰাম লক্ষ্মণ
যদু কুলে অৱতীৰ্ণ প্ৰভু নাৰায়ণ।
আদিতে ব্ৰাহ্মণ কুলে জনম লভিল
ব্ৰাহ্মণ কুলতে প্ৰভু আহি উপজিল।
তাৰ পাছে ক্ষত্ৰিয় আৰু বৈশ্যৰ কৰ্মত
কলিত জনম তব শূদ্ৰৰ গৃহত।
সকলো মনুষ্য স্ৰষ্টা তুমি নাৰায়ণ
জনম লভিয়া কৰা ভুভাৰ হৰণ।
পৃথিৱীত অনাচাৰ বাঢ়িল বহুত
উদ্ধাৰ কাৰণ হেতু জন্মিছা ধৰাত।
তোমাৰ চৰণ নিষ্ঠে পশিলো শৰণ
আমাক নকৰা ত্যাগ প্ৰণামো চৰণ।
পিতা বুলি তোমাক জানি পলো আমি
তুমি মনুষ্যৰ পিতা জগতৰ স্বামী।
আতা নাম প্ৰচাৰিলা সিদিনাৰ পৰা
গঙ্গাধৰ নাম যেবে ৰাখিছিল সণ্ঢৰা।
পণ্ডিতসকলে কেৱে বোলয় শঙ্কৰ
কোনো জনে জানি শুনি বোলে গঙ্গাধৰ।
সমনীয়া যত লোক বোলে ডেকাগিৰি
গুৰু নাম প্ৰচাৰিলা সিদিনাক ধৰি।
শঙ্কৰে দুহাত জুৰি বুলিলা বচন
ভাবি চিন্তি কৰে কৰ্ম যত জ্ঞানী জন।
আপোনা সব গুণী জ্ঞানী পণ্ডিত সুজন
বালকৰ শিষ্য হোৱা নোহে প্ৰয়োজন।

দেখিলে শুনিলে কৰ্ম হাঁহিব জগতে
ভাবি গুণি সিদ্ধান্তক কৰিও ভালমতে।
সিদ্ধান্ত লইছো আমি আগে ভাবি গুণি
খাটাং সিদ্ধান্ত আমাৰ কাৰ্য্য দেখি শুনি।
গুৰু বোলে বিপ্ৰগণ যাও নিজ ঘৰে
প্ৰভাত হইলে কালি আহিবা সত্বৰে।
চিহ্নযাত্ৰাৰ প্ৰসাদ সমস্তে বাটি দিলা
সভা ভাগি লোক সব ঘৰাঘৰি গৈলা।

বাটে পথে মুখৰিত শঙ্কৰৰ গুণ .
ধৰাত জন্মিলা আহি প্ৰভু নাৰায়ণ।
বৈকুণ্ঠত কিবা আছে জানে কোনজন
এওঁ বৈকুণ্ঠৰ পতি লক্ষ্মীৰ ৰঞ্জন।
শঙ্কৰৰ লীলামৃত কথাক সুঁৱৰি
সব নৰ লোকে ডাকি বোলা হৰি হৰি।
হৰি নাম লোৱা ভাই আন সব মিছা
পলাইবাৰ পথ নাই যম আছে পিচে।

:—x—:

## *বিপ্ৰ পণ্ডিত সকলৰ শঙ্কৰদেৱত শৰণ গ্ৰহণ*

### *পদ*

চক্ৰপাণি আতৈ চৰিত মধুৰ ভাষণ
এক মনে শুনে বহি যত ভক্তগণ।
নাহি দুখ কিঞ্চিতেকো মনে নাহি ক্ষোভ
চৰিত শুনিয়া লভে পৰম সন্তোষ।
এক ভক্ত বোলে বাপ কৃপাৰ ঠাকুৰ
বিপ্ৰগণ ছিল যদি গিয়াণী প্ৰচুৰ।
ৰাতি খপি বহি গুৰু ভাগৱত চাই
উদ্ধৱ সংবাদ পুথি ৰচিলন্ত গই।
ভাগৱত শাস্ত্ৰ সাৰ উদ্ধৱ সংবাদ
সংস্কৃত হন্তে গুৰু কৰি অনুবাদ।
ভকতে পুচন্ত কথা পুনু বৈৰাগীত
দশম এৰি একাদশ ভৈলন্ত আগত।

আতৈ বুলিলা উ-অক্ষৰ যে আগত
বৰ্ণ ক্ৰমিক শাস্ত্ৰ আগে কৰিল বেকত।
এই শাস্ত্ৰখনি গুৰু প্ৰভাতে উঠিয়া
শৰাইৰ উপৰে শাস্ত্ৰ ৰাখিল থাপিয়া।
তাৰ পাছে সাত বিপ্ৰ যেখানে আহিলা
বহাইয়া গুৰু তাহাক শ্ৰদ্ধা নিবেদিল।
কবি ৰত্ন, বিদ্যাধৰ, ৰাম সৰস্বতী
বিপ্ৰ সব আহিল সেৱা কৰিবাক প্ৰতি।
ৰাম ৰাম, চতুৰ্ভুজ, শ্ৰীকণ্ঠ ভুষণ
শঙ্কৰৰ কাষ লাগি কৰে আগমন।
শঙ্কৰে বুলিলা ৰাম নকৰিলা ভাল
কুল পুৰোহিত তুমি আমাৰ সৰ্ব্বকাল।

শুনি ৰাম ৰাম গুৰু উত্তৰ কৰিলা
ৰাত্ৰি ভাগে দেখা স্বপ্ন ভাঙিয়া বুলিলা।
বিচনাত শুই মই আছিলো যখন
আহিল পুৰুষ এক সুন্দৰ ব্ৰাহ্মণ।
সৰ্ব্ব গাব,পকা শুভ্ৰ নোম বিৰাজয়
কান্ধত উত্তৰী নব গুণৰ আলয়।
সুন্দৰ পুৰুষ সিটো বুদ্ধিও নিপুন
তোমালোকে দেখিয়াছ শঙ্কৰৰ গুণ।
শৰণক লৱ তই আমাৰ বচন
তাহাৰ পৰশে সফল হইব জনম।
ঈশ্বৰক এৰি সব পাপী দুৰাশয়
দেৱ দেৱী পূজা কৰি নৰকে মজয়।
একান্তে শৰণ লোৱা গুৰু শঙ্কৰত
গুচাইব যতেক মল ইহ জনমত।
জন্মি শূদ্ৰ কুলে ভক্তি কৰিব প্ৰচাৰ
সি কাৰণে শঙ্কৰদেৱ ভৈলা অৱতাৰ।
ময়েই শঙ্কৰ তোত স্বৰূপে বুলিলো
সবাৰো উদ্ধাৰ হেতু জনম লভিলো।
বৈকুণ্ঠত ব্ৰাহ্মণ শূদ্ৰ কিছু ভেদ নাই
মহাভক্তগণ তাতে প্ৰভু কাষ পাই।
ব্ৰাহ্মণ ৰূপ ধৰি তোৰ কাষক আহিলো
যতে যিটো প্ৰয়োজন তাকেই কৰিলো।
প্ৰভাততে তই কালি পশিবি শৰণ
গোলকৰ পতি কৃষ্ণ লভিছে জনম।
তবু যদি শঙ্কা আছে তোমাৰ মনত
নিজ ৰূপ তব আগে কৰিলো বেকত।

এই বুলি ধৰিলন্ত ৰূপ শঙ্কৰৰ
পৰম লাবণ্য মূৰ্ত্তি দেখিতে সুন্দৰ।
এই স্বপ্ন দেখি প্ৰভু আনন্দ পাইলু
প্ৰভাততে শৰণ লব লৰিয়া আহিলু।
দয়া কৰি মোক প্ৰভু দিয়োক শৰণ
ভজিলোহো তব পৰে সফল জনম।
ঠাই মুচি সৰ্ব্বজয় আনিলন্ত পুথি
সব বিপ্ৰগণ স্তুতি কৰিলন্ত উঠি।
সাতজন বিপ্ৰ লগে কাপোৰ সলাই
শৰণ লৈবাক লাগি আগবাঢ়ি যাই।
শঙ্কৰে বুলিলা আমি সামান্য এক নৰ
শৰণ দিবাক শক্তি নাহিকে আমাৰ।
বাঙময়ী মূৰ্ত্তি ইটো মহা ভাগৱত
ভাগৱত প্ৰাপ্তি মন্ত্ৰ আছয় ইহাত।
ভগৱন্ত মূৰ্ত্তি বুলি সাৰোগত কৰি
শুনা ভাগৱত মূৰ্ত্তি লওক বিচাৰি।
প্ৰথম দ্বিতীয় স্কন্ধে চৰণ দুতয়
তৃতীয় চতুৰ্থ স্কন্ধে উৰু জঙঘাদ্বয়।
পঞ্চমত নাভি ষষ্ঠ স্কন্ধে বক্ষস্থল
সপ্তম অষ্টম স্কন্ধে বাহু যে যুগল।
নবমতে গ্ৰীবা দশমতে ভৈলা তুণ্ড
একাদশে ললাট দ্বাদশে ভৈলমুণ্ড।
এহি ভাগৱত সাৰ উদ্ধৱ সংবাদ
শাস্ত্ৰত শৰণ লভি ভক্তিৰ লৱ স্বাদ।
সাত সাতজন এক আঁতে কৰিলন্ত
সাতে সাতে একদল শৰণ দিলন্ত।

সাত বাৰ সত্য কাঢ়ি ভুমিত পৰিলা
ভগবানৰ চৰণত শৰণ লভিলা।
একাষত বহি গুৰু মন্ত্ৰ শুনাইল
শৰণ সমাপ্ত কৰি সবে উঠি গৈল।
কবি ৰত্ন বিদ্যাধৰ ৰাম সৰস্বতী
মহেন্দ্ৰ কন্দলি নৰোত্তম মহামতি।
ৰাম ৰাম চতুৰ্ভুজ এই সাতজন
একাত্মা হইয়া লৈলা গুৰুত শৰণ।
বুঢ়া খা সৰ্ব্বজয় শ্ৰীৰাম জয়ৰাম
হৰি দাস ৰাম দাস আৰু বলৰাম।
সাতজন একা আত্মা পশিলা শৰণ
শৰণ লভিয়া তাৰা শুদ্ধ ভৈলা মন।
গুৰু বোলে বিপ্ৰ সব ইটো মোৰ মত
প্ৰতিমাৰ স্থানত থাপি থবা ভাগৱত।
মূৰ্ত্তি জানিবা বাঙ্ময়* মন্দিৰত
শাস্ত্ৰ সবে কথা কয় ভক্তৰ সঙ্গত।
গুৰুক প্ৰণাম কৰি দক্ষিণাক দিল
বিষ্ণু প্ৰসাদক ভুঞ্জি বিদায় মাগিল।
এক শৰণ নাম ধৰ্ম সবে লোৱা স্মৰি
সমস্ত সমাজে ডাকি বোলা হৰি হৰি।



*সত্ৰত বা নামঘৰৰ গুৰু আসনত ভাগৱত, গীতা, নামঘোষা, কীৰ্ত্তন ঘোষা আৰু গুণমালা এই পাঁচখন সাস্ত্ৰৰ যি কোনো এখন থাপনা কৰা হয়।*

*প্ৰথমদিনা শৰণ লোৱা শিষ্যসকল- মহেন্দ্ৰ কন্দলি, ৰাম ৰামগুৰু, চতুৰ্ভূজ, কৰ্ণপুৰ, কবিৰত্ন, ৰামদাস, ৰামসৰস্বতী, বুঢ়াখা, সৰ্ব্বজয় বলোৰাম, শ্ৰীৰাম, হৰিদাস বণিয়া, হৰিহৰ, উৱনা, বনৰা ইত্যাদি।*

*মূৰ্ত্তি তিনি প্ৰকাৰ ঃ চিন্ময় - (যি লৰ চৰ কৰে), মৃন্ময় - (শিল, মাটি কাঠ আদিৰ তৈয়াৰী), *বাঙ্ময় - (কথা কোৱা) পুথি, শাস্ত্ৰসমূহ।*

# মহেন্দ্র কন্দলীৰ ধান খেতিৰ পৰা হাতী খেদিবলৈ গমন

## পদ

শঙ্কৰ চৰিত পদ অমৃত লহৰি
যেন মতে হস্তিক বিদাৰে✦ ডেকাগিৰি
চক্রপাণি বোলে শুনা ভক্ত জন গণ
শৰণ লৈয়া ভক্তগণ গৈলা নিজ স্থান।
গুৰুত শৰণ লৈলা মনত আনন্দ
প্রতিদিনে স্মৰণ কৰে শ্রীগুৰু গোবিন্দ।
জিৰণি লইলা গুৰু ঘৰে কত দিন
দুই চাৰিজনে শৰণ লোৱে প্রতিদিন।
টেম্বৰাণীৰ যত লোক হইল ভকত
সকলে ধৰিলা আহি শঙ্কৰৰ মত।
এক দিনা এক লোক প্রবেশিল ঘৰে
প্রণামিয়া বোলে গুৰু মাতিছে সত্বৰে।
কন্দলি পণ্ডিত জনে কৰে বহু খেতি
টোলৰ ছাত্র সবে যাবে বহুতেই খাটি।
বনৰীয়া হাতী মহ খেতি খায় আহি
উপায় নাপাই গুৰু কিবা কৰিবহি।
শস্য নাপাইলে গুৰু কি কৰে উপাই
নহলে কৃষকগণ মৰিব শুকাই।
কথা বুলি খেতিয়ক নমিয়া ৰইলা
কিছুক্ষণ পৰে কথা বুলিতে লাগিলা।

✦বিদাৰে - খেদি পঠায়

মহেন্দ্র কন্দলি পণ্ডিত বুলিছে আমাক
ৰক্ষাৰ ব্যৱস্থা হেতু উপায় কৰিবাক।
ভাবিল শঙ্কৰে গুৰু পঠাইলা মাতি
বেগে চলি গৈলা শঙ্কৰ গুৰু, গৃহ প্রতি।
গুৰুৰ চৰণে তেৰা নমস্কাৰ কৰি
চাপৰন্তে কন্দলি তুলিলা হাতে ধৰি।
কঠখনি পাৰি দিলা তথাত বহিলা
আন ছাত্র গণ যত নমস্কাৰ কৰিলা।
কন্দলি বুলিলা বোপা শুনিয়ো শঙ্কৰ
পালে পালে হস্তী ধান খায় সমাজৰ।
খেতি কৰি ফচল ভাত খাবলৈ নাপায়
যত্ন কৰি খেদিলেও হাতী নপলায়।
যেন মতে পাৰা উপায় হাতী খেদিওক
শস্য ৰক্ষা কৰি কৃষকগণ বচাওক।
গুৰু বোলে সব লোক ইথানে আহোক
শস্য ৰাখিবাক লাগি সবে মিলিয়োক।
দশ জোৰা বৰ তাল আনিও বিচাৰি
কুৰি মান টকা■ কৰা ভুলুকা বাহ ফাৰি।
জোৰা■ কুৰি মান জ্বলাই লোৱা হাতে হাতে
মুখেৰে নকৰা শব্দ গম নাপায় যাতে।

■টকা - বাহৰ থেকেৰা বাদ্য
■জোৰা - বাহৰ শলা জ্বলাই লোৱা

জোঙা কৰি সৰু বাহ লোৱা চাৰি পাচ
শাৰী পাতি যাব লাগে আগে লোৱা সাচ*।
আগুৰিয়া শাৰী পাতি আহে আগুৱাই
কুৰি গোটা জোৰ লই তিনি ফালে যাই।
দশজোৰ তাল একেলগে মাৰে চাব
বজ্ৰৰ শবদ যেন লাগিল নিনাদ।
হস্তী গণে মুৰ ডাঙি কাণ ঠিয় কৰি
চমকীয়া দেখে ইটো কিহৰ এনে শাৰী।
ভীষণ দতাল এক আহিলা লৰৰি
গুহ্যে জোঙা বাহ দিলা অতি জোৰ কৰি।
জুইৰ পোহৰে কিছু দেখিতে নপাই
গুহ্যে জোঙা বাহ হেচে তিনিজনে গই।
সব হাতী লৰিলন্ত উধাতু খাইয়া
দতালেও লৰি যায় গুহ্যে বাহ লৈয়া।
মেঘৰ গৰ্জন যেন চিৎকাৰ কৰিয়া
উভতি উভতি চায় ফিৰিয়া ফিৰিয়া।
তাৰ পাছে শঙ্কৰদেৱ এক ৰিঙ্গ দিলা
চাৰি গোটা মাকনাই খেদিয়া আহিলা।
জোঙা বাহ একোদালি গুহ্যত সোমাই
জোৰে বল দিলা তিনিজন ভূঞা গই।
লৰ মাৰি গৈলা হাতী ভয়তে পলাই
সেইদিন ধৰি হস্তীগণে ভয় পাই।
কোনো দিনে হাতী আৰু নাহিল দুনাই।

আহিল মহিষ দুই অতি ভয়ঙ্কৰ
কন্দলি বুলিলা দুৰে খেদিও শঙ্কৰ।
তাকে দেখি ডেকাগিৰি বেগে চলি যায়
গোনা মহে খেদি আহি শঙ্কৰক পায়।
নাকৰ শবদ তাৰ বৰ ভয়ঙ্কৰ
সৰু হাতী যেন থুলুঙ্কাৰ কলেবৰ।
শিঙ পাতি খেদি আহে শঙ্কৰৰ প্ৰতি
শিঙত লফাই ধৰি বহিল সম্প্ৰতি।
শিঙ মধ্যে বহি ভুকু মাৰিল সযোৰ
মুখ ঠেকেচিয়া পৰি গৈলন্ত জনৰ*।
বাকী তিনি গোটা ম'হে হেন দেখা পাই
ভয়তে লৰৰি গৈলা উলটিয়া চাই।
পৃষ্ঠে উঠি মহিষক মাৰিলা যে গোৰ
মুখ থেকেচা খাই গৈলা সেই মহিষৰ।
শিঙ পকাই পৰি গৈলা মহিষ খেদাই
ওলাই আহিল গুৰু কাপোৰ কোচাই।
হস্তী মহিষক দেৱ আতৰি খেদাই
ভাগৰত বহি গৈলা ক্ষণেক জিৰাই।
মহেন্দ্ৰ কন্দলিৰ অতি আনন্দ মিলিল
স্নান কৰিবাক লাগি কাপোৰক দিল।
তাৰ যত গাঁওবাসী আহে অন্ন খাই
লৰা বুঢ়া নাৰী যত শঙ্কৰক চাই।
শঙ্কৰৰ লীলা কথা যতেক সুৱৰি
সব লোক নৰে ডাকি বোলা হৰি হৰি।



*সাচ - শিক্ষা

*জনৰ - জন্তু

# হস্তী আৰু মহিষৰ পূৰ্ব্ব জন্ম বৃত্তান্ত

## পদ

হস্তী মহিষ মৰ্দ্দন কথা যেতিয়া শুনিলা
ভক্তগণ মধ্যে বহু প্ৰশ্ন উপজিলা।
কোন হস্তী আহি পাইলা টেম্বৰাণী ধাম
কিবা হেতু মৰ্দ্দিত ভৈলেক সেহি গ্ৰাম।
আতই বোলন্ত কথা শুনা সন্ত সব
পূৰ্ব্ব জন্ম কৰ্মফল এৰাইতে নৰে কেৱ।
এই হস্তী পূৰ্ব্বতে যে দ্বাপৰ যুগত
কোশল ৰজাৰ বৃষ আচিলেক তাঁত।
কৃষ্ণৰ হাতত যেবে হইল বন্ধন
শিঙে খুচিবাক গৈলা বৃষ তেতিক্ষণ।
কৃষ্ণ বোলে গোকুল আমাৰ সৃজন
গো হত্যা মৰ্দ্দন পাতক পৰম।
আজি হন্তে তোৰা গৈয়া হস্তী হুয়া ৰবি
গুৰু অৱতাৰে বৈৰী আমাক কৰিবি।
তেতিয়া তোমাক আমি কৰিম মৰ্দ্দন
তাৰ পৰে জন্ম লাভ হ'ব স্বৰ্গ ধাম।
এহি সাত বৃষ সাত হস্তী ৰূপ লই
গুৰুৰ হাতত মৰ্দ্দন হইলেক গই।

তাৰ পৰে শুনা এবে মহিষেৰ কথা
কিস্কিন্ধাতে দুন্দুভি আছিলন্ত যথা।
বালী ৰাজা তাক বধি গৃহতে আহিলা
মৰণ কালত দৈত্য গুৰুক স্মৰিলা।
ৰামৰ হাতত যদি ত্যজিলু জীৱন
মোক্ষ লাভ হুয়া পাইবো বৈকুণ্ঠ ভুবন।
এবে মোৰ মৃত্যু ভৈলা বানৰৰ হাতে
মায়াৰ বন্ধন ক্লেশ নোৱাৰি এৰাইতে।
এহি বুলি দৈত্যেশ্বৰ ৰামক স্মৰিলা
ৰাম ৰাম বুলি গুৰু মৃত্যুক সাবটিল।
প্ৰভু অনুগ্ৰহে লাভে ইথানে আহিল
মহিষ ৰূপতে টেম্বৰাণী উপজিল।
তাৰ পাছে ইটো স্থানে বিচৰণ কৰি
মুক্তি দিলা মহিষক গুৰু অৱতৰি।
হস্তী মহিষৰ পূৰ্ব্ব বৃত্তান্তৰ কথা
শুনা নৰ লোক জন্ম নকৰিবা বৃথা।
হেন জানি নিৰন্তৰে এৰি আন কাম
পাতক ছাৰোক ডাকি বোলা ৰাম ৰাম।

▸▸▸▸■◂◂◂◂

# গুৰুজনৰ কন্দলি গৃহে ৰাত্ৰি যাপন আৰু অন্ন ভোজন

## পদ

তাৰ পৰে ভক্তগণ বচন সুধিলা
হস্তী মহিষক খেদি কোন স্থান পাইলা।
চক্ৰপাণি বোলে সব ভক্তগণ চাই
হস্তী মহীষক দমাই আহিল দুনাই।
মহেন্দ্ৰ কন্দলি গৃহে মাতিয়া আনিলা
স্নান কৰিবাক লাগি বস্ত্ৰ আনি দিল।
সৰ্ব্বজয় পৰমানন্দ সঙ্গেতে আছিল
মহেন্দ্ৰ কন্দলি গৃহে অতিথি হইল।
আমন্ত্ৰণ কৰিয়া আনিল যে পণ্ডিত
তিনিজন ভক্ত তাতে ভৈলা উপনীত।
একে একে তিনিজনে স্নানক কৰিলা
এক সঙ্গে বহি নাম কীৰ্ত্তন কৰিলা।
কীৰ্ত্তন শুনিলা সবে কন্দলি পাশত*
চাইতে আহিলা সবে ভক্ত নৰ যত।
কীৰ্ত্তনৰ অন্তে বিষ্ণু প্ৰসাদক দিয়া
সব লোক সমন্বিতে খাইল বিলাইয়া।

তাৰ পাছে গৃহে গৈলা চুবুৰীয়া গণ
ভোজনৰ কৰাইতে কন্দলিৰ ভৈলা মন।
কচ্ছপ চিতল মাছ কৰাই ৰন্ধন
পৰমা শঙ্কৰ সৰ্ব্বজয় শ্ৰীৰাম।
কাছ মাছ ঘৃত দুগ্ধ ভুঞ্জি কলেবৰ
শয়ণ কৰিলা প্ৰভূ গৃহে কন্দলীৰ।
তাৰ পৰ দিনা তিনিজনে আইলা ঘৰে
খেৰসূতি শুনিলেক আনন্দ অন্তৰে।
সৰ্ব্বজয় পৰমানন্দ লোকত কহিলা
বৰদোৱাৰ যত লোক আনন্দ মিলিলা।
অনেক লোক আহি পাছে মিলিলা তথাত
ধন্য ধন্য কৰে আহি সমজুৱা যত।
বোলে সবে শঙ্কৰদেৱ মানুহ নোহয়
পৰম পুৰুষ এওঁ আহিয়া আছয়।
গুৰু লীলা কথা এবে সব লোকে স্মৰি
সমাগত সবে ডাকি বোলা হৰি হৰি।



*পাশ - কাষ

# মহেন্দ্ৰ কন্দলীৰ সপোন আৰু সঞ্জীৱনী কুণ্ড মাৰিবলৈ আদেশ

## পদ

যিটো দিন শঙ্কৰ গুৰু কন্দলীৰ ঘৰে
শুতিয়া আছিল ৰই আনন্দ অন্তৰে।
সেহি দিনা কন্দলী এক দেখিল সপোন
শূণ্য হন্তে নামি আহে পুৰুষ এজন।
কন্দলী সুধিলা তুমি পুৰুষ উত্তম
কিবা হেতু এহি থানে ভৈলা আগমন।
পুৰুষ উত্তম ৰূপ গৌৰ তব কায়
পৰম অজ্ঞানী আমি কিছু নজানয়।
কৃপা কৰি প্ৰভু মোক কহিও বচন
মোৰ কাষে প্ৰভু তুমি আইলা কি কাৰণ।
এহি বুলি স্তুতি কৰি পাৱে প্ৰণামিল
কন্দলীৰ প্ৰতি দেৱ বচন বুলিল।
আমাৰ উদ্দেশ্য শুনা বিপ্ৰ মহাশয়
শঙ্কৰ ৰূপেতে প্ৰভু ই থানে উদয়।
জগত তাৰণ হেতু দৈৱকী নন্দন
ইটো থানে আৰ্বিভুত প্ৰভু নাৰায়ণ।
নহয় মানৱ এওঁ জগত ঈশ্বৰ
স্ৰজন্তা পালন্তা হৰি ইনি* জগতৰ।
বাৰজন বৈষ্ণৱেও বৈকুণ্ঠত থাকি
কলিৰ কালতে হৰি আহিবাক লাগি।

এই কাৰণেতে হৰি ইবাৰ আহিল
নিস্তাৰ কাৰণে হেতু কলিৰ যত মল।
পৰম ভকত তুমি পণ্ডিত সুজন
সেই হেতু তব গৃহে আহে নাৰায়ণ।
আৰু এক কথা কও শুনা সন্তজন
গ্ৰামেৰ কাষত আছে এক উপবন।
তাহাতে আছয় সঞ্জীৱনী কুণ্ড এটি
আউল লাগি যাব কুণ্ড পুতিয়ো সম্প্ৰতি।
শঙ্কৰ গুৰুক তুমি অনুৰোধ কৰি
সঞ্জীৱনী কুণ্ড গোট পেলাইবা মাৰি।
পাছে সেই কথা বিপ্ৰ শঙ্কৰত কহিলা
গুৰু সমে শঙ্কৰদেৱ চাহিবাক গৈলা।
জঙ্গলৰ মাজে এক ক্ষুদ্ৰ সৰোবৰ
পানীখিনি জানি বা জমা হোৱা ফটিকৰ।
একজনী পোহাৰী তাত আছে মাছ ধুই
দুয়ো গুৰু পুচিলন্ত পোহাৰীক চাই।
কিবা হেতু বন মধ্যে আহি আছা তুমি
পোহাৰী বুলিলা বাপ ইটো সঞ্জীৱনী।
মৰা পাছে পায় জীৱ এনে ইয়াৰ পানী
গুৰু বোলে ইটো কথা কিমতে পালা জানি।

*ইনি - এওঁ*

জঙ্গলৰ মাজৰ কুণ্ড নজানে কোনোমতে
কোনেও নজানে ৰহস্যক ভালমতে।
পোহাৰী বুলিলা বাপ এবে কও শুন
আগতে নাজানো আমি ভাল বেয়া গুণ।
যেতিয়া দেখাইলা প্ৰভু চিহ্নযাত্ৰাখনি
দিবা ৰাত্ৰি কৈত হৈলা নাজানিলো আমি।
তোমাৰ প্ৰসাদে বৈকুণ্ঠৰ পট চাই
মাছ এক পাচি লৈয়া আছিলোহো মই।
সাত দিন সাত ৰাত্ৰি যেবে পাৰ ভৈলা
এক দিন মাত্ৰ বুলি মোৰ ভাব হৈলা।
কিন্তু মাছ পাচি দেখো মৰি পচি গৈলা
মাছ পেলাইবে মনে আহুকাল ভৈলা।
ধুইবাক লাগি আমি পানী বিচাৰিয়া
পানী অন্বেষনে ঐত পাচিক লইয়া।
মাছখিনি ধুই দেখো সবেজীয়া ভৈলা
আমাৰ মনত বৰ আনন্দ মিলিলা।
কন্দলি সুধিলা প্ৰভু কিহৰ কাৰণ
ক্ষুদ্ৰ কুণ্ডৰ জলে দিয়ে মৃতকৰ জীৱন।
প্ৰভু বোলে শুনিয়াছি দ্বাপৰ যুগত
ৰুক্মিনী সহিতে কৃষ্ণ ইহা উপাগত।
পানীৰ পিয়াহে নাৰীৰ শুকাই পৰাণ
পাতাল ভেদিলা কৃষ্ণ মাৰি এক বাণ।

বাণৰ আঘাটে এটি কুণ্ড যে হইল
ৰুক্মিনী দেৱীক তাৰ পানী পিয়াইল।
পানী খাই দুইজন গৈলা ৰথে চৰি
অদ্যবধি সেই কুণ্ড ঐত আছে পৰি।
কিন্তু এক কথা গুৰু কিবা কৰো আমি
কুণ্ডটি থাকিলে বহু অমঙ্গল জানি।
নানান অকাৰ্য্য আহি মিলিব ইয়াত
এতেকতে কুণ্ডখনি কৰো সমাপত।
আলোচিয়া দুয়ো গুৰু প্ৰজাত কহিলা
কুণ্ডমাৰি দৌল এক বান্ধিবে বুলিলা।
সব লোক আহি পাছে কোৰ পাচি লই
দৌল বান্ধিবাক লাগি কৰ্ম কৰে গই।
অনন্তৰে কুণ্ড গোট পুতিয়া পেলাই
ভয়ঙ্কৰ ওখ দৌল উঠিল সি ঠাই।
শঙ্কৰৰ লীলামৃত কত কবো আমি
পৰম পুৰুষ তিনি জগতৰ স্বামী।
নিজ মায়া গুণে প্ৰভু যাত্ৰা দেখাইল
বটদ্ৰৱাৰ যত লোক সবে মুগ্ধ ভৈল।
সঞ্জীবনী কুণ্ডমাৰি দৌলযে বান্ধিলা
অদ্যবধি সেই দৌল শোভাকৰি ৰৈলা।
অত এব তান গুণ গোৱা মুখ ভৰি
ভক্তগণ সবে উচ্চাৰিও হৰি হৰি।



## ফল্গুৎসোৱৰ বিবৰণ আৰু বৰদোৱা সত্ৰ স্থাপন
## দৌল উৎসৱৰ পূৰ্ব্ব কাহিনী বৰ্ণনা

### পদ

ভক্তগণে পাছে প্ৰশ্ন কৰে হাত জুৰি
কিয় পাতিলেক গুৰু উৎসৱৰ ফাকুগুৰি।
কেনেকুৱা ভাবে ভৈলা দৌলৰ উৎসৱ
কিবা হেতু ফাগুন মাহে ফাল্গুনী উৎসৱ।
খৰালি কালত বসন্তৰ প্ৰভাৱতে
চিহ্নযাত্ৰা পাতিলেক বৰদোৱা তটে।
তাৰ পাছে তীৰ্থ হন্তে আহিলে যে ঘুৰি
দৌল উৎসৱ পাতিলেক বৰদোৱা উপৰি।
সেই দেখিছিল গৈয়া বৃন্দাবন মাঝে
অতীব সুন্দৰ ঠাই তথাত বিৰাজে।
ঝাউবন শাৰী শাৰী বিচিত্ৰ শোভয়
ফুলি নানা ফুল তাতে হাঁহিয়া আছয়।
ভমোৰাৰ গুণ গুণ কোকিলৰ ৰাৱ
বিহঙ্গমে মাতে মাত পক্ষীৰ প্ৰভাৱ।
ময়ুৰে ধৰয় চালি মাইকীয়ে নাছে
নানা উপহাস কৰি নাৰীগণ হাসে।
যমুনাৰ তীৰে ছিল ওখ টিলা এটি
সপ্ত হাত ওখ টিলা মাথো বালি মাটি।
একদিন শ্ৰীকৃষ্ণ গোপীগণ সঙ্গে
টিলাতে উঠিলা গৈয়া অতি মনৰঙ্গে।
ফাকুগুৰি আনি সঙ্গে গাৱে ছটিয়াই
ইজনে সিজনে নাচে ফাকু দলিয়াই।
কাপোৰ ৰঞ্জিল সব আনন্দে মগণ
ফুল চিঙি গাৱে মাৰে ইজনে সিজন।
মধুৰ দিবস পূৰ্ণিমাৰ পূৰ্ণ শশী
শ্ৰীকৃষ্ণৰ খেলা দেখে দেৱগণে হাসি।
এই ৰূপে দিবা-সন্ধ্যা কাটিয়া গইল
হঠাতে দুৰ্যোগ এক মিলিয়া পৰিল।
মেৰুঢ়হ নামেতে এক প্ৰকাণ্ড অসুৰ
গিলিবাক লাগি খেদি আহে বহু দুৰ।
দেখি গোপীগণৰ শঙ্কা উপজিল
ৰক্ষা কৰা প্ৰাণ নাথ ভয়তে ডাকিল।
ভকতক ৰক্ষা হেতু প্ৰভু নাৰায়ণ
চকু হন্তে কৰিলন্ত অনল বৰ্ষণ।
কালানল ৰূপে বহ্নি বিয়পি গইল
সেই বহ্নিত দগ্ধ হুয়া অসুৰ মৰিল।
ভক্তগণ ৰক্ষা পাইল যত গোপীচয়
ৰাত্ৰি কালে সবে আহি গৃহক পৌচয়।
সেইদিনা গৰু গাই দামুৰি যতেক
যথাত আছিল তাত ৰহিল প্ৰত্যেক।

কাৰো কাৰো গৃহ দীপ জ্বলাওতা নাই
কাৰো বয়বস্তু আছে বাহিৰতে ৰই।
গোপীৰ গৃহস্থ যত ভৎসনা কৰিল
পাচে বিপদৰ বাৰ্ত্তা সবাই শুনিল।
কৃষ্ণ মহিমাক শুনি গোপ গোপীকাৰ
বাপ বাপ উচ্চাৰণ কৰে বাৰে বাৰ।
সেইদিনা ধৰি পাচে দৌল যাত্ৰা প্ৰতি
অদ্যবধি বিশ্ব মাঝে লোক আকৰ্ষতি।

ফাকুৱাৰ নামত লোক সবে মত্ত হয়
বিশ্ব জুৰি ফল্গু উৎসৱ জগতে জানয়।
আজি ধৰি ইটো আৰ্হি সেই উৎসৱৰ
ব্ৰজধামে যিটো লীলা কৰিলা কিস্তুৰ।
ফাকুৱা নামেতে উৎসৱ জানিছে সবাই
সেই উৎসৱ পাতি গুৰুলোকক দেখাই।
কৃষ্ণৰ কিঙ্কৰে কয় এৰা আন কাম
পাতক ছাৰোক ডাকি বোলা ৰাম ৰাম।

*এই অধ্যাটো বৃহৎ সাৰাৱলী পুথিৰ পৰা অনা হৈছে।*



## *বটদ্ৰৱাত পোন প্ৰথমে স্থায়ী সত্ৰ প্ৰতিষ্ঠা*

### *পদ*

কুৰি বৰ্ষ ভৈলা যেবে শঙ্কৰদেৱৰ
ইতিমধ্যে বহুজনৰ ভৈলা গুৰু ভাৰ।
প্ৰথমে আহিলা পণ্ডিত বিপ্ৰ সাতজন
তাৰ পাছে আৰু ভৈলা শিষ্য বহুজন।
পাছে গুৰু চিন্তিলেক বহল অৰ্থত
সামুহিক প্ৰাৰ্থনা গৃহ বান্ধিবো ইয়াত।
ভূঞাগণ সমে পাচে আলোচ কৰিলা
নামঘৰ বান্ধিবাক শঙ্কৰে বুলিলা।
হাবি বন ভাঙি বহু ঠাই মোকলাই
আচৰিত ভৈলা এক ওখ ভেটী পাই।

বুঢ়া খা বুলিলা পাচে শঙ্কৰৰ প্ৰতি
তব পিতামহ ইটো বান্ধিছিল ভেটী।
বাৰ ভূঞাসকলৰ কত আছিল ঘৰ
জানিবাক লাগি পেহা বৰ ইচ্ছা মোৰ।
অগ্নি কোনে আছিলন্ত বাৰ ভূঞাৰ ঘৰ
তথাত আছয় দুই গছ ভয়ঙ্কৰ।
কাষতে আছিল ওখ ভেটী অনুপম
জানিবাক লাগি পেহা বৰ ইচ্ছা মম।
তাৰ কাষে ভেটী আৰু অনেক আছিল
ভূঞাগণে যত্ন কৰি ভেটীক বান্ধিল।

দেৱী পূজা কৰি ভেটী বান্ধি উচ্চতৰ
হাটী সাজি ভূঞা সবে বান্ধিছিল ঘৰ।
তাৰ পাছে যত তাতী আন কৰ্মচাৰী
সাৰা পাইক আদি কৰি যত পাটোৱাৰী।
সবে মিলি বৰদোৱাত বান্ধিলেক ঘৰ
হেন ঠাই পাইল ইটো অতীৱ সুন্দৰ।
কীৰ্ত্তন ঘৰ বন্ধা ঠাই শঙ্কৰে বাচিলা
চাৰিফালে ভক্তগণ হাটী নিৰমিলা।
মণিকূট গৃহ সাজিবাৰ কথা কৈলা
সেহি মতে বৰদোৱা থানক নিৰ্ম্মিলা।
ভেটী বান্ধিবাক লাগি সকলো আহিল
শঙ্কৰেও কোৰ ধৰি ভেটীক বান্ধিল।
তিনি হাত ওখ ভেটী উঠি গৈলা যেবে
সমস্ত লোকৰ মন খুচি হৈলা তেবে।
ভেটী বন্ধা কাম প্ৰায় সমাপ্ত হইল
তাতে ভুমি তলে এক মুৰ্ত্তিক যে পাইল।
চতুৰ্ভুজ মুৰ্ত্তি দেখি যত লোক চয়
সবাৰে মনত বৰ আনন্দ মিলয়।
সবে বোলে শিলামুৰ্ত্তি বিষ্ণু অৱতাৰ
স্থাপন কৰিয়া পূজা লাগে কৰিবাৰ।
তাকে দেখি শঙ্কৰে বুলিলা হাসি হাসি
স্থাপন কৰিব মুৰ্ত্তি মন্দিৰক সাজি।
সবাকাৰে মত হৈল সাজিব মন্দিৰ
পূজা কৰিবাক লাগে বিষ্ণুৰ মুৰ্ত্তিৰ।
আতিকে সুন্দ মুৰ্ত্তি কলা চিক্ মিক্
হইল সমস্ত লোক আশ্চৰ্য্য অধিক।

ৰাম ৰাম গুৰুক সেই কথটো বুলিলা
কথা শুনি ৰাম ৰামে পূজিবে লইলা।
মিচিক মাচাক কৰি শঙ্কৰে হাঁহি মাৰি
বুলিলেক এহি মুৰ্ত্তি নাপায় যত্ন কৰি।
পূজিবাক লাগে মুৰ্ত্তি পূৰ্ণ হৈব কাম
দেৱী পূজা এৰি সবে লৈব কৃষ্ণ নাম।
বৰ ওখ ভেটী সাজি কীৰ্ত্তন ঘৰ সাজি
মণিকূট সাজিলা পূবত ভেটী বান্ধি।
এই ৰূপে কৰিলাহা বেদীৰ থাপন,
মুৰ্ত্তি ৰাখিবাক লাগি কৰিলা আসন।
ষোড়শ উপচাৰে মুৰ্ত্তি পূজিবাক লৈলা
বিষ্ণুক স্মৰিয়া গুৰু আচান্ত কৰিলা।
পূজাৰীৰ বাম হাতে শঙ্কৰ বহিল
চকু মুদি স্তুতি কৰি পুষ্পাঞ্জলি দিলা।
হেন সময়ত উল্টা বতাহ বুলিলা
আঞ্জলিৰ পুষ্প যত উৰিয়া আহিল।
সব পুষ্পাঞ্জলি গৈ শঙ্কৰ চৰণত
উৰিয়া আহয় ফুল নপৰে আনত।
ফুল নপৰয় দেখি গুৰু ৰাম ৰাম
বতাহে উৰিয়া ফুল আহে কিনো কাম।
কাপোৰ ঢাকিয়া বেদী পূজাৰ মণ্ডপ
পুনৰপি দিয়ে ফুল কৰি বিষ্ণু জপ।
তাৰ পাছে দেখে গুৰু মুৰ্ত্তি কতো নাই
আচম্বিতে মুৰ্ত্তি কিয় গইলা হেৰাই।
ক্ষণেক পিচতে গুৰু অকলে দেখিলা
মুৰ্ত্তি গৈয়া শঙ্কৰৰ হিয়াত লম্ভিলা।

ৰাম ৰাম গুৰু মাত্ৰ দেখিলা তাহাক
বিস্ময় দেখিয়া তেওঁ ভৈলন্ত অবাক।
পূজা এৰি নাম কীৰ্ত্তন কৰিবে বুলিলা
উপস্থিত লোক সবে তাহাক কৰিলা।
সবে বোলে আচৰিত কিনো কথা বৰ
মুৰ্ত্তিক লাগি দিয়া ফুল ভৰিত শঙ্কৰৰ।
জানিলো এবেসে আমি শ্ৰীমন্তশঙ্কৰ
দৈবকী নন্দন দেব প্ৰভু দামোদৰ।
নৰ ৰূপী নাৰায়ণ বিষ্ণু অৱতাৰ
ধৰাত আহিলা হৰি লীলা কৰিবাৰ।
বৰদোৱা থানক নিৰ্ম্মিলাহা গুৰুদেৱ।
ভগবান নাম কীৰ্ত্তন নিতে কৰে সেৱ।

সব লোক গণ আহি থানত মিলয়
যাৰ মত দায় দোষ বিচাৰ কৰয়।
ধৰম বিচাৰ ধৰ্ম মন্দিৰ ভিতৰ
সবে তুষ্ট বিচাৰত নাই ভিন পৰ।
এইবুলি চক্ৰপাণি মৌন হুয়া ৰই
ভকত সকলে থাকে নানা কথা কই।
পৰম উত্তম ধাম বৰজহা ধাম
ভক্তগণ সবে মুখে গাবে ৰাম নাম।
এতকতে সকলোৰে বোলা ৰাম ৰাম
সংসাৰ তৰিবা লাগি নাই আন কাম।
ৰাম, হৰি, ৰাম হৰি মুখে বোলা ভাই
একমনে গোবিন্দক চিন্তিয়ো সদাই।

: —x— :

## *শ্ৰীমন্ত শঙ্কৰদেৱৰ বিবাহৰ আয়োজন*

### *পদ*

ভক্তগণে আতৈক নমি পুচিলন্ত বাণী
কত বয়সত গুৰু ধৰে কন্যাৰ পাণি।
চক্ৰপাণি বোলে হেৰা মহা ভক্ত চয়
একৈশ বয়সে গুৰু বিবাহ কৰয়।
পৰম পুৰুষ গুৰু দেখিতে সুন্দৰ
সুউচ্চ শৰীৰ তেওঁ সুদীৰ্ঘ কলেবৰ।
দুই হস্ত আজাণু লম্বিত যে সুঠাম
পদ্ম সম নেত্ৰ যাৰ গ্ৰীবাহংস সম।

চলন ফুৰণ অতি গহীন গম্ভীৰ
অৰুণ অধৰ মুখ কান্তি মনোহৰ।
যেনি যায় গুৰুজন সব লোকে চায়
যুৱতীসকলে আহি আগে ঠিয় হয়।
শঙ্কৰক স্বামী পাইবা সবে কৰে আশ
লুকা-ভাকু কৰি চাপে শঙ্কৰৰ পাশ।
ইহেন পুৰুষ পাইব কত ভাগ্যফলে
যদ্যপি লভয় স্বামী নানা কৌতুহলে।

তাইৰ সম ভাগ্যৱতী ত্ৰিভুবনে নাই
কোনোবা মাতৃয়ে পাব ইহেন জোৱাই।
হেনয় পুৰুষ ভৈল শ্ৰীমন্ত শঙ্কৰ
এই পুৰুষত নাই তান সমসৰ।
সমাজৰ্ব মাজে যেন সুৰ* প্ৰকাশয়
সেইমতে গুৰুজন সমাজে জ্বলয়।
তাকে দেখি জয়ন্ত মাধব দুই ভাই
বুঢ়া খা পেহাক গৈয়া আনিলা মতাই।
খেৰসুতী বুঢ়ী সমে কথা আলোচয়
চাৰিজনে কৰে মত একত্ৰ হোৱয়।
চাৰিজনে আলোচিয়া কথা হৈল স্থিৰ
হৰি খা নামেতে ভূঞা পণ্ডিত প্ৰবৰ।
জ্ঞানী গুণী ভূঞাজন লোক সমাজৰ
তাৰ কন্যা দিবে লাগি বিচাৰিছে বৰ।
শুনি আছো কন্যাজনী পৰমা সুন্দৰী
তাইৰ ৰূপে আলো কৰে হৰিখাৰপুৰী।
সূৰ্য্যৱতী নাম যেনে সূৰ্য্য যেন ৰূপ
সুন্দৰ মিলিব কন্যা দৰা অনুৰূপ।
আলোচ কৰিয়া পেহা হৰিখাৰ ঘৰে
কন্যা লাগি গৈলা বুঢ়া আনন্দ অন্তৰে।

হৰি খাৰ সব পৰিয়াল গণ জানে
ডেকাগিৰি শঙ্কৰ নাম জ্ঞাত সৰ্ব্বজনে।
হৰিখা হইলা খুশী কন্যা দিবে লাগি
আশ্বাস কৰিলা ভূঞা বুঢ়া খাক লাগি।
খুৱাইলা বুঢ়াক কল কোমল চাউল দিয়া
দধি গুড় মাখন কল দিলেক আনিয়া।
কোমল চাউল খাই বুঢ়া কথা সাঙ্গ কৰি
পুনৰপি ঘুৰি আহে ভূঞাৰ নগৰী।
সবে মিলি আনিলেক সণ্ঢৰাক মাতি
দিন বাৰ চাই কৰিলেক বিয়াৰ স্থিতি।
যিটো জনী কন্যা বিয়া কৰিব শঙ্কৰ
সুধিলেক পূৰ্ব্ব কথা তাহাৰ বংশৰ।
হৰি খাৰ ঘৰে কথা আলচ কৰিলা
পৰিয়ালৰ যত কথা বিশদ বুলিলা।
কথাশুনি খেৰসূতি আনন্দে মছগুল
বিবাহৰ যোগাৰ কৰিতে বিয়াকুল।
সূৰ্য্যৱতীক ঘৰে গৈয়া জোৰণ পিন্ধাই
আহিলা আপোন গৃহে খেৰসূতি আই।
গুৰুৰ বিবাহ কথা শুনি কৰ্ণ ভৰি
শুনা নৰগণ ডাকি বোলা হৰি হৰি।



*সুৰ - দেৱতা

# সূৰ্য্যবতীৰ পিতৃ পৰিয়ালৰ পূৰ্ব্ব বৃত্তান্ত

## পদ

বৈৰাগী বোলন্ত শুনা অপূৰ্ব্ব কথন
সূৰ্য্যবতী পিতাকৰ পূৰ্ব্ব বিবৰণ।
সতানন্দ নামে ভূঞা অঞ্চলে প্ৰখ্যাত
দেব দেবী পূজে সদা অৰ্ধমত ৰত।
ধৰ্ম অৰ্ধমৰ কিছু নাহিকে বিচাৰ
পূজা কৰি হংস ছাগ কাটে নিৰন্তৰ।
তথাপিতো সতানন্দনৰ মনে কষ্ট বৰ
নেদেখে নুশুনে মাত নিজ সন্তানৰ।
দুখ লাগি সতানন্দ বাহিৰত গৈলা
গঙ্গা গয়া বাৰানসী তীৰ্থত ভ্ৰমিলা।
অনন্তৰে তীৰ্থ ফুৰি পুৰী আহি পাইলা
জগন্নাথ চৰণতে শৰণ লভিলা।
কত দিন ছিল তাত নানা স্তুতি কৰি
সুভদ্ৰাক মাগিলা বৰ দণ্ডাবতে পৰি।
নমো নমো কৃষ্ণ ভগ্নী অগতিৰ গতি
তোমাৰ চৰণে বৰ মাগোহো সম্প্ৰতি।
কন্যা সন্তান দিয়া মোক অন্য নলাগয়
ধন ধান্য ৰত্ন মোৰ সমস্ত আছয়।
পুত্ৰ কন্যা অবিহনে সমস্ত এন্ধাৰ
গৃহবাসী সুখ মোৰ সবাই অসাৰ।
এতি হেতু পুত্ৰ কন্যা মাগিলো সম্প্ৰতি
কৰুণা সাগৰ তুমি অগতিৰ গতি।

ৰাত্ৰি কালে স্বপ্ন তেওঁ দেখিলন্ত এক
গৃহে যোৱা মনোবাঞ্ছা পূৰ্ণ হইবেক।
বছৰৰ ভিতৰে এক পুত্ৰক লভিল
সতানন্দৰ অন্তৰত আনন্দ মিলিল।
পূৰ্ব্ব তামসিক কৰ্ম সবাকো এৰিলা
তন্ত্ৰক এৰিয়া বিষ্ণু শাস্ত্ৰক পড়িলা।
সুভদ্ৰা দেবীক স্মৰণ কৰে ৰাতি দিন
এনেদৰে বছৰৰ গৈল কত দিন।
পুত্ৰৰ ৰাখিলা নাম হৰি খা প্ৰখ্যাত
হৰি খাৰ গৃহে এক পুত্ৰ ভৈল জাত।
সূৰ্য্য ভূঞা ৰাখিলেক তানপুত্ৰ নাম
গুণে বিভুষিত পুত্ৰ ৰূপে অনুপম।
সেই পুত্ৰ যথাক্ৰমে ডাঙৰ হইল
নিয়ম বয়সে তাক বিবাহ কৰাইল।
পুত্ৰ জনমিলা কিন্তু কন্যা নেপাইল
অত এব মন দুখ কিছু নুগুছিল।
যদিহে পাৱয় তেওঁ এক কন্যা ধন
আৰাধিয়া থাকে সদা ব্ৰাহ্মণ সজ্জন।
তাৰ পাছে এক পুত্ৰ সেই সূৰ্য্য ভূঞা
লাক্ষীপুৰী তান ভাৰ্য্যা ভূঞাৰ তনয়া।
সূৰ্য্যবতী নামে কন্যা ঔৰস সূৰ্য্যৰ
চালে চকুৰোৱা কন্যা অতি মনোহৰ।

জয়ন্ত মাধৱ দলৈ বুঢ়া খা মহামতি
কন্যা চাহিবাক লাগি আহিলা সম্প্ৰতি।
দেখিলা সুন্দৰী কন্যা নামে ৰূপে এক
হৰি খাৰ গৃহস্থৰ লোক আনন্দ প্ৰত্যেক।
আনন্দতে দুয়ো ঘৰে আলোচ কৰিলা
শঙ্কৰৰ বিবাহৰ স্থিৰ কৰি লৈলা।
ফাগুনৰ মাহত কন্যা বিবাহক দিব
তিথি বাৰ যাত্ৰা চাই কন্যা সমৰ্পিব।
দৰা কন্যাৰ জন্ম মাহ জন্ম বাৰ আদি
গণ্ড যোগেত বিবাহ কেৱে নাপাতা কদাপি।
স্বগোত্ৰ স্বৰাশি হৈলে জোৰা হয় ভাল
বিষম সপ্তম জোৰাত হব আহুকাল।
শঙ্কৰ আৰু সূৰ্য্যৱতী এক ৰাশি হব
স্বৰাশি হইলে জোৰা ভালকৈ মিলিব।
এইদৰে আলোচনাসমাপত কৰি
তিনিজন বুঢ়া ভূঞা আহিলন্ত ঘুৰি।

ককাক দুইজনে যেবে বোলে শঙ্কৰক
ডেকাগিৰি বোলে আত লিখন এৰাই কত।
যিবা চোৰা, যিবা কৰা সবে বিৰম্বন
প্ৰথম বিবাহতে কন্যা মিলিব মৰণ।
সণ্ঢৰা দলৈৰ কথা মোৰ মনে আছে
কাৰো হাত নাই তাত কি কৰিবা পাছে।
কপালত আছে যিটো বিধিৰ লিখন
হেজাৰ চেষ্টা কৰিলেও নহয় খণ্ডন।
শঙ্কৰৰ বিবাহ কাৰ্য্য হৈ গৈলা থিক
ডেকাগিৰি ভূঞা বিবাহ উৎসৱ অধিক।
শুনিয়া সমস্ত ভূঞা আনন্দ মিলিল
বটদ্ৰৱা গ্ৰামে আলোড়ন যে উঠিল।
বিবাহৰ যত যোগাৰ সব ভূঞাগণ
একে একে যোগাইল যত দ্ৰব্য ধন।
শঙ্কৰৰ বিবাহৰ বৰ্ণনা সুৱৰি
সমস্ত সমাজে ডাকি বোলা হৰি হৰি।

>>>>■<<<<

## *শ্ৰীমন্ত শঙ্কৰদেৱৰ বিবাহমহোৎসৱ*

### *পদ*

ফাগুন মাহৰ যেবে দশ দিন গৈলা
সেইদিনা শঙ্কৰ দেৱৰ বিবাহ মিলিলা।
সাত জোৰ ঢুলীয়া আৰু কালী সাত গোট
গায়ন বায়ন তাল খোল অসংখ্যাত।

প্ৰভাত উৰুলি দিলা আয়তিসকলে
জয় জয় পৰম মঙ্গল সবে গালে।
পদুলি মুখত পোতে ৰাম কল পুলি
ফুলৰ তোৰণ সাজে বিচিত্ৰ ফুল তুলি।

নানা ৰঙ বিৰঙৰ ফুল তুলি আনি
মালা গাঠি সাজি থৈলা পুষ্পোদ্যান জিনি।
বিচিত্ৰ ময়ুৰ পাখী মাঝে খটুৱাই
কঠাল পাতৰ গাতে সিন্দুৰ লগাই।
তোৰণ সৌন্দৰ্য্য এবে বৰ্ণনা নাযাই
চকু ছাঁত মাৰি ধৰে চাহিলে তাহাই।
চোতালত ৰভাখনি সাজিলা সুন্দৰ
চান খেৰ বান্ধে ছালে অতি মনোহৰ।
চাৰিফালে বাহ খেৰ ঝাউবন আনি
গোলাপ ফুলৰ থোপা বান্ধিলেক টানি।
টেম্বৰানীৰ যত লোক ভেদাভেদ নাই
বিবাহ খাইতে সবে আহে আগুৱাই।
দধি দুগ্ধ মাখন চিৰা কদলি মিঠাই
ভূঞাগণে যত বস্তু আনে যতনাই।
ক্ষীৰ লাৰু নাৰিকল চেনি আৰু গুড়
কোমল চাউল তাতে আনিলা প্ৰচুৰ।
লোক সবে ভুঞ্জিলন্ত অনেক দিব্য ভোগ
পেট পুৰাই খাই কত উগাৰে অহোক*।
সন্ধিয়া সময়ে সবে জোৰা লৈলা হাতে
আকাশৰ তৰা যেন জ্বলয় বিয়াতে।
ভকা* জ্বলি উঠে শত চোতাল ঘৰ মাঝে
ৰাতিৰ এন্ধাৰ গুচাই যেন দিন সাজে।
সাতখন দোলা আনে ভাৰি কুৰি জন
সাত সহস্ৰ দৰা সঙ্গী লৰা বুঢ়া গণ।

ঢুলীয়া কালীয়া বাদ্য গগন ভেদিল
খোল তাল মৃদঙ্গ আৰ দুন্দুভি বাজিল।
আকাশ চানিয়া বাজনাৰ উঠে ৰোল
মেঘৰ গৰ্জনি যেন ভুমিত কল্লোল।
দুই ক্ৰোশ জুৰি লোক দৰা সঙ্গে যাই
বহুতৰ হাতে জোৰ জ্বলিয়া উঠই।
হেন মতে দুই ক্ৰোশ বাট ৰঙ্গে যাই
সতানন্দ গৃহমুখে চলিয়া যাৱই।
দোলা সাতখান যাই সঙ্গে ৰাইজৰ
কোনে কোনে যাই দোলা শুনা আতপৰ*।
চতুৰ্ভুজ ৰাম ৰাম, আৰু কৰ্ণপুৰ
একেখন দোলাতে বহিল তিনিসুৰ।
চাৰিজনে সেই দোলা কান্ধে তুলি লই
সবাৰে আগত তাহা চলিয়া যাৱই।
তাৰ পাচত দোলা খানে জয়ন্ত মাধব
সঙ্গে বহিলন্ত তাৰাৰ বুঢ়া খা বান্ধব।
বিবাহ চাহিবাৰে যায় খেৰসূতি আই
এখন দোলাত উঠি মহাৰঙ্গে যাই।
চতুৰ্থ দোলাত উঠে ভাই কেতাই খান
সঙ্গেতে বহিয়া যায় সৰ্ব্বজয় ৰাম।
পঞ্চম দোলাত বহি যায় ডেকাগিৰি
ষষ্ঠখনি দোলাত যায় বনগঞাগিৰি।
হলায়ুধ যায় সপ্তম দোলাত চৰিয়া
এইমতে সাত দোলা গৈলন্ত লৰিয়া।

*অহোক - উক

*ভকা - বাহৰ চুঙাত তেল ভৰাই জ্বলোৱা চাকি
*আতপৰ - ইয়াৰ পাচত

মহেন্দ্ৰ কন্দলি গুৰু সঙ্গে নগইল
দৰা ঘৰ হন্তে তিনি বিদায় মাগিল।
সুদুৰৰ পৰা যেন তৰাজ্বলে ৰাতি
টেম্বৰাণী লোকে বেঢ়ি চায় আগভেটী।
ইহেন 'পুৰুষ আমি কতো দেখা নাই
যেন শশী পতি আজি দোলা চলি যাই।
এনেদৰে গৈয়া হৰি খাৰ গৃহ পাইলা
দোলা হন্তে সব লোক নামিয়া ৰহিলা।
ঢাক ঢোল খোল আৰু মৃদঙ্গৰ ধ্বনি
আকাশ ছানিয়া শব্দ কত দুৰে শুনি।
বৰণ ডালা লৈয়া হৰিষা আহিল
চামৰ ধৰিয়া দৰা আদৰি অনিল।
হোম যাগ যজ্ঞ মানে যত ক্ৰিয়া ভৈলা
প্ৰতি এক কৰ্মে এক দোষ ৰই গৈলা।
বৰণ ডালাৰ ঘৃত বন্তি নুমাইল
তিনি বাৰ জ্বলি হোমে অগনি নুঠিল।
লাহে লাহে হোম কাষ্ঠ জ্বলি নুমাই যায়
তথাপি শঙ্কৰে বোলে কিছু নাহি কয়।
দোযে গুণে যত কৰ্ম সবাই সিজিলা
ৰভাতলে বহি পিতৃ কন্যাদান দিলা।
পঞ্চ গোটা দাসী আৰু ভুমি উচৰ্গিলা
দহ গোটা ধেনু জোৱাই জীক দান দিলা।
দান দিলা শিল্প যুক্ত দোলা একখান
একশত ৰৌপ্য মুদ্ৰা আনি দিলা দান।
তামৰ কলসী আৰু পাদ্য-অৰ্ঘ্য দিল
জাৰি লোটা বান বাতি সমস্তকে দিল।
এক গোটা হয় হৰি খায়ে উচৰ্গিল
শঙ্কৰৰ হন্তে এত সামগ্ৰি পাইল।
তথাপিতো শঙ্কৰৰ মনে অথন্তৰ
অন্তৰত আছে এক ভাৱ গুৰুতৰ।
তাৰ পাচে ৰাম ৰাম মিত্ৰ কলহ লই
শঙ্কৰৰ সতে মিত্ৰ বান্ধিলেক গই।
দুইজনে সেৱা কৰি প্ৰতিজ্ঞা কৰিল
অভিন্ন আতমা আমাৰ অঙ্গীকাৰ ভৈল
মেখেলা চাদৰ দুই জোৰা হাতে লই
সুবৰ্ণ কুণ্ডল মিতিনীক দিলা গই।
ৰজতৰ মুঠি দুই পাত দিলা দান
বুঢ়া খাই দিলে সোণ তিনি তোলামান
চতুৰ্ভুজে বিধি কৰ্ণপুৰে অনুস্থান
ৰাম ৰাম গুৰু ঘৃত ঢালে যত মান।
পাচ জন বিপ্ৰ উঠি মন্ত্ৰ উচ্চাৰয়
অনেক গাভৰু মিলি গীতক গাৱয়।
বায়নে বজায় খোল গায়নে নাচয়
সি সব শব্দৰ ধ্বনি স্বৰ্গপুৰে যায়।
লগ্ন গ্ৰন্থী বান্ধি দিয়া সবে নোৱাইল
বৰণ কৰিয়া হৰি খাৰ গৃহে নিল।
কন্যা লৈয়া ডেকাগিৰি গৃহত আহিল
পদূলি মুখত যুগল দম্পতি ৰহিল।
অনুধৃতি মাতৃ শঙ্কৰৰ মাহী আই
বৰণ কৰে দৰা কন্যা বৰণ ডালা লই।
গৃহে আহি বিপ্ৰগণ যতেক আছিল
টকা কড়ি বস্ত্ৰ দিয়া সবাকে তুষিল।

শঙ্কৰৰ বিবাহত কত ৰঙ্গ পাইলা
ভাত মিঠাই ভুঞ্জি সবে ঘৰাঘৰি গৈলা।
বিবাহৰ পৰে দীক্ষা লাগে ৰীতি মত
ভক্তগণ মাতি সেৱা জনাই সতত।
খেৰসূতি বুঢ়ী আই অন্ন ৰান্ধিবাৰে
উবনা বনৰা বান্দী কাম কৰিবাবে।
ছন্দৰী বুঢ়ী দিহা লগাইল তাত
অন্নসহ ব্যঞ্জন ৰান্ধিল অসংখ্যাত।
সবাকে শঙ্কৰ গুৰু অন্নক ভুঞ্জাই
দান দক্ষিণাক দিয়া দিলেক বিদাই।
যদ্যপি সকল কৰ্ম সাধিলা শঙ্কৰ
মনত সন্তোষ নাই কিবা অথন্তৰ।

খেৰসূতি বুঢ়ী কথা সোধয় অনেক
ডেকাগিৰি বোলে আবু বিস্তৰ কাৰ্য্যক।
দেখো অমঙ্গল হয় বিবাহ কাৰ্য্যত
ইহে ইঙ্গিতক দেয়ে দুৰ ভবিষ্যত।
গৃহ কৰ্ম কিবা হয় নাজানোহো আমি
কিবা অমঙ্গল দেখাই জগতৰ স্বামী।
বিধিৰ নিৰ্ব্বন্ধ কভু এৰান নযাই
অত এব মনে মোৰ শঙ্কা উপজই।
শিশুকালে পিতৃ-মাতৃ এৰিয়া চলিল
পুত্ৰৰ বিবাহ আনন্দ তাৰা নাপাইল।
শঙ্কৰৰ লীলা কথা অমৃত সুৱৰি
সমজুৱা গণে ডাকি বোলা হৰি হৰি।



## *শ্ৰীমন্ত শঙ্কৰদেৱৰ শিৰোমণি ভূঞাৰ দায়িত্ব গ্ৰহণ*

### *পদ*

বিবাহ মহোৎসৱৰ কাৰ্য্য ভৈলা সমাপত
জয়ন্ত দলৈ বুঢ়া আগে উপাগত।
বুলিলেক ওৰে বাপু শুনা ডেকাগিৰি
শিৰোমণি বাব লোৱা তুমি আজি ধৰি।
তুমি নাবালক তব পিতা গৈলা মৰি
কাৰ্য্যক চলাইলো মই সেইদিন ধৰি।

এতিয়া হইলু আমি বয়সে প্ৰবীণ
তোমাৰ পিতাৰ বাব তোমাৰ অধীন।
আমাৰ কান্ধৰ পৰা ভাৰ কাঢ়ি লোৱা
শিৰোমণি ভূঞা হই ৰাজ্যভাৰ লোৱা।
শঙ্কৰে বুলিলা আতা কোনো কথা নাই
উত্তৰাধিকাৰ সূত্ৰে ভূঞা বাব লব পাই।

এক দিনা শুভ ক্ষণে দিন বাৰ চাই
পাত্ৰ মিত্ৰ জ্ঞানী প্ৰজা আনিল মতাই।
গুৰু জ্ঞানী গণক সম্বোধি সাক্ষী কৰি
শিৰোমণি ভূঞা বাব লৈলা ডেকাগিৰি।
সিদিনাৰ পৰা ভৈলা ভূঞা শিৰোমণি
সব প্ৰজা আনন্দতে কৰে হৰিধ্বনি।
বাব লৈয়া এক সাজ অন্ন খুৱাইল
গুৰু দৰিদ্ৰক কিছু দান যে কৰিল।
সিদিনাৰ পৰা ভৈলা ভূঞাৰ প্ৰধান
প্ৰজা সবে প্ৰণাম কৰে আছে যত মান।
বিচাৰ খোচাৰ কৰে ধৰ্মত থাকিয়া
শান্তি মতে পালে প্ৰজা ঈশ্বৰ চিন্তিয়া।
ভূঞা ৰাজ্য ভৈলা আহি যেন ৰাম ৰাজ্য
অভাব অনাটন নাই কোনো অকাৰ্য্য।
ৰজা যদি ভাল হয় প্ৰজাৰ মঙ্গল
ৰজা দুষ্ট হলে ৰাজ্যত মিলে অমঙ্গল।
প্ৰজাৰ কাৰণে যদি সৎ চিন্তা হয়
সিজন ৰজাৰ শাসনত সবে জয় ময়।

শঙ্কৰৰ শাসনত প্ৰজাৰ সন্তুষ্টি
অপায় অমঙ্গল নাই। নাই অসন্তুষ্টি।
বিবাহৰ পৰে যেবে জিৰণি পাইলা
শাস্ত্ৰ চৰ্চা কৰিবাক মনত পাণ্ডিলা।
মাধব দলৈক পাচি বোলন্ত শঙ্কৰ
সাঁচিপাত লাগে মোক সহস্ৰ ওপৰ।
যতে আছে সাচিপাত আনিয়ো সত্বৰে
তিনিজন ভাৰি নিবা যত মানে পাৰে।
পাইলা যতেক শাস্ত্ৰ পুৰণি ভাষাৰ
তৰ্জমা কৰিব তাক নকল কৰিবাৰ।
শাস্ত্ৰ পাইলা মাত্ৰ তেওঁ তন্ত্ৰ কেইখন
গীতা ভাগৱত নাই বেদ চাৰিখন।
বেদৰ তৰ্জমা অল্প গুৰু গৃহে পাইলা
বিস্তৰ জানিবে লাগি তেৰাৰ মন গৈলা।
সেই হেতু সাচিপাত যোগাৰ কৰিলা
শাস্ত্ৰ অন্বেষণে তিনি বাহিৰ হইলা।
শঙ্কৰৰ যুব লীলা সবে পঢ়ি চাই
হৰি হৰি বোলা সবে পাপ দুৰে যাই।



## *টেম্বুৱাণী জান বন্ধা কৰ্মৰ বিবৰণ আৰু ৰাধিকা শান্তিৰ উপাখ্যান*

### *পদ*

ভক্তগণ পুচিলন্ত পণ্ডিত সুজন
কিবা হেতু জানক বান্ধিল গুৰুজন।

কিমতে পাইলা লগ সতী ৰাধিকাক
বিস্তৰ কৰিয়া ভাঙি বুলিও আমাক।

চক্ৰপাণি বোলে শুনা ভক্ত প্ৰাণ ধন
কৃষক প্ৰজাৰ হেতু জান কৰিল বন্ধন।
টেম্বুৰাণী অঞ্চলৰ কৃষক প্ৰজাগণ
সবে মিলি শঙ্কৰত কৰে নিবেদন।
চক্ৰপাণি কয় শুনা ভক্ত নৰগণ
যেন মতে গুৰু জান কৰিল বন্ধন।
টেম্বৰাণী জান এটি লুইতৰ পৰা
বিলৰ সংলগ্ন জান অঞ্চল আগুৰা।
*বেটি হইলে জানে পানী সোমাই যায়*
*পানী কমিলে পথাৰ শুকাইপেলায়।*
এনে হেন টেম্বৰাণী জানৰ অন্যায়
কি কৰিব প্ৰজা সবে নাপান্ত উপায়।
আলচ কৰিয়া পাছে সব ভূএগ্ৰাগণ
শঙ্কৰৰ কষে আহি উপনীত হন।
সামান্য কৃষক আমি খেতি কৰি খাও
পথাৰত শস্য ৰুই দাই ভাত পাও।
টেম্বৰাণী জানে লুইতৰ বন্যা আনে
পানী কমি গলে পুনৰ খেতিৰ পানী টানে*।
সেয়েহে প্ৰণাম কৰো ভূএগ্ৰাৰ প্ৰধান
কিমতে বান্ধিবো আমি টেম্বৰাণী জান।
ইটো প্ৰশ্ন কৰি সবে একত্ৰ হইয়া
শঙ্কৰক গোচৰ দিলা মাথা নমাইয়া।
বিদায় দিলেক প্ৰজা আহিলেক ঘৰ
হৰিচৰণ নামে মাঝি পঠাইল প্ৰখৰ।

ভূএগ্ৰাগণ আৰু প্ৰজা আনিবা মতাই
সবে জান বান্ধিবাৰে আহোক ওলাই।
শঙ্কৰৰ আহ্বান সবে ৰাইজক জনাই
ভূএগ্ৰাগণে মিলি জান বান্ধিবে আহই।
টেম্বৰাণী ক্ষেত্ৰে যত প্ৰজা আছে মানে
শঙ্কৰে আহ্বান কৰি মাতিলা সিথানে।
আপুনি চিন্তিয়া বহু বস্তু আনিলেক
বাহ গছ কাটি জোঙ খুটা কৰিলেক।
বাহ ফালি কামি চুচ কৰিলা বহুত
নানান যতন কৰি ৰাখিলা প্ৰস্তুত।
তাৰ পাছে যেতিক্ষণে ৰাইজ আহিলা
ৰাইজক চাই বহুত উপদেশ বুলিলা।
শুনা ভাই সব টেম্বৰাণী বাসী গণ
প্ৰকৃতিৰ দুৰ্যোগ আহয় সৰ্ব্বক্ষণ।
তাক বাধা দিয়া ইটো উদ্যোগীৰ ধৰ্ম
হাতে কামে মন পুতি কৰা এহি কৰ্ম।
উদ্যমৰ সম বন্ধু নাই জগতত
উদ্যমীৰ ধন ধান জানিবা সতত।
উদ্যম থাকিলে দুখ নাই জানা তাৰ
উদ্যমে জিনিবে পাৰে এই ভব সংসাৰ।
বাৰিষা বুলিয়া যদি ৰহ বান্ধি হাত
চলিত বছৰে তুমি কৈত পাবা ভাত।
খেতি নাথাকিলে ৰাজ্যে হব যে আকাল
আকালৰ পৰা জানা হইব আহুকাল।

**টানে - শুকাই নিয়ে*

হেন জানি ভাই সব সাহস বুকে লোৱা
অসাধ্য নাই মানুহৰ সাহস বান্ধি লোৱা।
আছিল বাৰিষা কাল মাহ বহাগৰ
উপচিয়া নৈৰ পানী বিয়পে পথাৰ।
এনে সময়তে জান বান্ধিবাৰে টান
সব ভূঞা মিলি কল্প কৰে প্ৰত্যাখ্যান।
শঙ্কৰে বুলিলা কৰ্ম কভু টান নহয়
কাম কৰিবাক হেতু সাহস লাগয়।
জগতত ধ্বংসৰ কাৰণ মুখ্য তিনি
এলাহ, দীৰ্ঘসূত্ৰী, প্ৰমাদ, আক লৰা মানি।
এলাহ জানিবা শত্ৰু মানৱ জীৱনৰ
যাৰ পৰা সৰ্ব্বনাশ হয় মানুহৰণ
দীৰ্ঘসূত্ৰী হইলে আহি এলাহ লগ লয়
মনৰ সঙ্কল্প সিটে নাশ কৰি যায়।
প্ৰমাদ জানিবা আৰু শত্ৰু মানুহৰ
ভীৰুতা কাপুৰুষতা আনয় লোকৰ।
এতেকতে ভূঞাগণ মোৰ কথা লোৱা
প্ৰকৃতিৰ সঙ্গে যুজ দিব সাজু হোৱা।
এহি বুলি দৃঢ় বাণী শঙ্কৰে বুলিলা
সব লোকে জানৰ পাৰ লগিয়া চলিলা।
একত্ৰ হইলা টেম্বৰাণীৰ তীৰত
সহস্ৰেক লোক গৈয়া থাকিল তথাত।
কিছুমানে বাহৰ জেওৰা পুতিলা
নোৱাৰে পুতিব গোজ উটুৱাই আনিলা।

ধুম ধাম কৰি সবে মাটি কাটি যাই
টুকুৰি মাথাত লৈয়া জানত পেলাই।
তিনি দিন এহিমতে বান্ধে মাটি দিলা
এধান মানো মাটি কিন্তু বান্ধে নৰহিলা।
ভাগৰি জুগৰি লোকে খণ্ড কৰি মনে
শঙ্কৰৰ আগে জান দিলা তেতিক্ষণে।
ডেকাগিৰি বোলে আগে নহৈ সাবধান
স্ৰোতৱতী জানে জানো দিব পাৰে বান্ধ।
কথা ভাবি ডেকাগিৰি চলিলা সত্বৰ
বান্ধ বন্ধা ঠাই নিৰিখিলা বহুপৰ।
দেখে অঞ্চলৰ লোক বহু অহা নাই
ব্ৰাহ্মণ কায়স্থ লোকদেখিবে নপাই।
শীঘ্ৰে গতি সাৰাক পঠাই তিনিজন
জাতি বৰ্ণ নিৰ্ব্বিশেষে সব দিলা জান।
অঞ্চলৰ লোক চাম ধৰা সীমা কৰি
উচ্চ নীচ হীন বিপ্ৰ নাথাকিব পৰি।
সবে কোৰ এক আৰু চাঙি একোখন
চাউল চৰু লৈয়া আহে সুদুৰৰ জন।
বৰ বৰ গছ কাটি খুটাক কৰিলা
দুই শাৰী খুটা পুতি হামকা* লগাইল।
ভিতৰত বাহ ফালি চুচ্ কৰি লই
কামি চাচি বেৰা দিলা আতিপতি কই।
দুইফালে খুটা লগাই উপৰে দিলা চটি
তাৰ মাজে মাটি দিলা অতি পৰিপাটি।

***হামকা - ঢকা**

অতি ঘন গোজ মাৰি বুন্দা* বান্ধিলন্ত
প্ৰথমে বুন্দাক দিয়া পানী ৰাখিলন্ত।
হাজাৰ বিজাৰ লোকে হাতে চাণ্ডি লই
মাটি দিয়া কাম কৰে আনক নাচাই।
তথাপিতো জানক বান্ধিবে নপাৰই
গোজ, চটি, খুটা, বাহ নিলে উটুৱাই।
যত লোক আছে তাতে লগে মাটি দেই*
ক্ষণেকো নৰহে মাটি নিয়ে উটুৱাই।
তিনি দিন ধৰি সবে শ্ৰম কৰি গল
যিমান কৰিলে কাম সকলো বিফল।
হায় হায় কৰি সবে শঙ্কৰৰ কাষে
মুৰে হাত দিয়া দুখ কৰি ৰই আছে।
তেতিয়া শঙ্কৰে বোলে শুন ভাইগণ
বিচাৰি অনাহি সবে শান্তি একজন।
উত্তম মধ্যম অধম যেই জাতি হোক
সতী সাধ্বী নাৰী জনী বিচাৰি আনোক।
ভূঞাগণে শুনি পাছে দুতক পঠিয়াই
যতে যতে শান্তি আছে বিচাৰ কৰই।
গোবিন্দ মিশ্ৰৰ ঘৰ অনন্ত কন্দলি
চন্দ্ৰ সৰস্বতী মিশ্ৰক চাই চাই বুলি।
সমাজৰ মাঝে আছে অনেক সজ্জন
বুলিলা অনেকে হেৰা অনুচৰগণ।

ব্ৰাহ্মণ সবৰ মাঝে সতী অন্বেষণ
অথবা উচ্চ জাতিত সম্ভব দুই এজন।
উচ্চ বৰ্ণৰ মাঝে সতী নাথাকিলে আই
ইতৰ জাতি সবত চোৱা প্ৰয়োজন নাই।
ব্ৰাহ্মণ, কাইথ, কলিতা আছে বহুজন
সব লোকে কয় সতী উচ্চ জাতে চান*।
অনন্ত মহেন্দ্ৰ দুই কন্দলি প্ৰধান
মধা, খধা, গধা, গোবিন্দ মিশ্ৰজান।
ৰাম সন্ধি টেঙাল তিনি সৰস্বতী
সূৰ্য্যখৰি, বজ্ৰখৰি শ্ৰীচন্দ্ৰ ভাৰতী।
সবে বোলে আমাৰ জাতিৰ মাজত বিচৰা
ইয়াতে পাইবা সতী অল্প শ্ৰম কৰা।
উচ্চ বৰ্ণ জাতিৰ মাজে শান্তি বিচাৰি
গৈলা কত জন লোক নিজ ঘৰাঘৰি।
পণ্ডিত ব্ৰাহ্মণ আৰু কায়স্থ সুজন
ইসবৰ মাঝে আছে শান্তি বহুজন।
যেহেতু ফুলতে বিয়া হয় উচ্চ জাতি
অত এব পাবা সতী মাজত তাহাতি*।
তাৰ পাছে গুৰু এক সাধু কহিলেক
উচ্চ নীচ সবাৰ মাঝে হয় ব্যতিৰেক।
স্কন্দ পুৰাণৰ এক সাধু যে সুন্দৰ
শুনিয়া সন্তোষ পাবা যত লোক নৰ।

*বুন্দা - দীঘল তৰা নল আদিৰ ডাঙৰ বোজা*
*দেই - দিয়ে*

*চান - চোৱা চিতা কৰা*
*তাহাতি - সিহঁতৰ*

*কলিঙ্গ ৰজাৰ মুখে বেথা ৰোগ হল*
*দুখ কষ্ট পাই ৰজা কথা কই গল।*
মন্ত্ৰীক মাতিয়া আনি বুলিলা ৰাজন
ৰাজ্য ধন সুবৰ্ণ যতেক যেয়ে চান॰।
ইচ্ছা পূৰ্ণ কৰি দিব যত লাগে মানে
আৰোগ্য কৰিয়া মোক দিব যিটো জনে।
ধন লোভে আহিল কত ভিষজ* সুজন
ৰাজ্য আৰু ধন লোভে বন্দী কত জন।
যেন বৰশীৰ মাছ লোভে বন্দী হই
আশা কৰি খাব টোপ মুখে সুমুৱাই।
লৰ মাৰি পলাব চাৱন্ত সেই মাছে
চিপজৰীৰ তাতে বন্দী চিকাৰীৰ হাতে।
এক দিন এক জন ভিষজ আহিল
ৰজাৰ কাষত গৈয়া সব নিবেদিল।
বোলে মহাৰাজ আমি চেষ্টা কৰি চাও
পাৰো কি নোৱাৰো কিন্তু ডাঠিয়া নকও।
ৰাজ্য নলাগয় মোক বাব নতু ধন
মাত্ৰ চাহিবাক খোজো ৰজাৰ কল্যান।
বন্দী যদি কৰে আমি চিকিৎসা নকৰো
লাগে বা নালাগে মাত্ৰ জানিব বিচাৰো।
ৰাজা বোলে নাই তব ধন ৰাজ্য লোভ
আমাৰ আৰোগ্য মাথো তোমাৰ সন্তোষ।
ভাগ্যে যদি নাই মোৰ নাপাও ঔষধি
এত দিনে চাই আমি হলো হত বুদ্ধি।
নিস্বাৰ্থে কৰিবা সেবা তুম্মি যে আমাৰ
শাস্তি নিদিবোহো আমি কৈলো সত্যসাৰ।

*ৰজাৰ মুখক চাই ভিষজ বুলিলা*
*শান্তিৰ স্তনৰ দুধ লাগে এক তোলা।*
পৰীক্ষা কৰিয়া শান্তি লৈবোহো বিচাৰি
জনাইয়োক ৰজা এবে আহে যত নাৰী।
আহিল অনেক নাৰী সতী দেখাইবাৰ
পৰীক্ষা কৰিলে ভিষজ কাম নাই আৰ।
এক জন বিপ্ৰ ছিল ৰাজ পাৰিষদ
ৰজাৰ ধনক আনে কৰি তোষামোদ।
ঘৰত বিপ্ৰৰ পত্নী অতি বুদ্ধিমতী
বিপ্ৰৰ অলক্ষে তাই ভজে উপপতি।
কিন্তু বিপ্ৰে ইটো কথা কভু নজানয়
পতি প্ৰগলভা নাৰী কথাতে ভোলয়।
পতি ভক্তি কিন্তু তাই কৰে একমনে
দেখা নাই কোনো দিনে গৃহে অন্য জনে।
ধন বিত বস্ত্ৰ কিনে পতিৰ হাতে কৰি
গুণৱতী তান পত্নী ফুৰে জাহিৰ কৰি।
ৰজাৰ প্ৰয়োজন বস্তু সতী স্তন দুগ্ধ
ব্ৰাহ্মণে ভাবয় নাৰী মোৰ প্ৰেমে মুগ্ধ।
এতেকতে ৰজাক জনাই আহি পাছে
বেগে পথ অতিক্ৰমী ধাই আহি আছে।
বন্ধু বিপ্ৰ একজন পথে লগ পাই
এত জোৰে খোজ কাঢ়ি কৈক যাব ভাই।
বোলন্ত ব্ৰাহ্মণে মোৰ পত্নী কাষে যাওঁ
ৰাজা লাগি শান্তি নাৰী দুগ্ধ আনি দিওঁ।
বন্ধু বিপ্ৰে বোলে ভাই নকৰিবা ৰোষ
তোৰ পত্নী চৰিত্ৰত আছে বহু দোষ।

দোষা দোষ কথা মই ইথে নজনাও
এক বুদ্ধি কৰ তই মই যে শিকাও।
কথা বুলি ৰোহ পাতি থাকিবাহা পৰি
তাৰ পাছে সব কথা জানিবাক পাৰি।
বন্ধুৰ বচনে বিপ্রে গৃহে চলি যাই
ঢাৰী পাৰি চোতালত শুইয়া আছই।
বিপ্র পত্নী বোলে প্রভু স্নান কৰি যাব
অন্ন ৰান্ধি ৰাখি আছো সব ভুঞ্জি লব।
ব্রাহ্মণ বুলিলা প্রিয়ে শুনহ বচন
দুগ্ধ লাগি লাগে শত পতি বেশ্যাজন।
নাপাইলে ৰজা মোক দিব শাস্তি ঘোৰ
কথা শুনি ভোক পিয়াহ নলাগিব মোৰ।
কৈত বা বিচাৰি পাও এনে জনী নাৰী
শত পুৰুষক বুকে লৈছে সামৰি।
পত্নী বোলে কিছু চিন্তা নকৰিও মনে
শত পতি হৈব মোৰ ঘাটি একজনে।
খাই বই উঠি আমি নদী ঘাটে যাও
এজন পুৰুষ লই শত পতি নাৰী হও।
বিপ্র জানিলেক তেওঁৰ নাৰীৰ চৰিত্র
এত দিন পৰে পাইল গোপ্য কথা মাত্র।
গৃহ ত্যাগী বিপ্রবৰ বনে চলি গৈলা
অসতি নাৰীৰ সঙ্গ তাহাতে এৰিলা।
এতেকতে দুত সব অহঙ্কাৰ এৰা
সমস্ত লোকৰ মাঝে বিচাৰিয়া ফুৰা।
বিপ্র সবে শুনি কথা মৌন হুয়া ৰৈলা
সমাজৰ মাঝে শান্তি বিচাৰিবে গৈলা।

তাৰ পাছে ডেকাগিৰি বিপ্রক সম্বোধি
বুলিলা বচন শুৰু নহবা হত বুদ্ধি।
আপোনালোকৰ কন্যা বিবাহিতা নাৰী
যদি জানা ভালমতে আনাহে বিচাৰি।
কিন্তু এক কথা কও শুনহ বচন
শান্তি বুলি এই ঠাই আহে যিটোজন।
তাহাৰ পৰীক্ষা আমি কৰিব ই ঠাই
যিটো জনী এক পলো পানী আনে গই।
তাৰ পাছে জান মধ্যে মাটি অল্প দিব
সব লোকে তাতে তেবে প্রমাণ কৰিব।
কথা শুনি পণ্ডিতসকলে পাইলা ভয়
সবে বোলে এনে শান্তি জগতে নোলয়।
ভৃত্যা দুতে চতুৰ্দ্দিকে বিচাৰ কৰিল
শান্তিৰ পৰীক্ষা শুনি সবে কোচাইল।
তৰ্ক বিদ্যাপতি ভট্টাচাৰ্য্যৰ গৃহিণী
মন দৃঢ় আছে মোৰ শান্তি যে আপুনি।
এত বুলি কন্যা গৈলা টেম্বৰাণী তীৰে
প্রমাণ কৰিলা পলো পানী আনিবাৰে।
পৰীক্ষা দেখিয়া কন্যা ফিৰিয়া আহিল
পলোত পানী আনিবাৰে আগ নাবাঢ়িল।
দুত গণ বোলে শুণ আচাৰ্য্যৰ নাৰী
শঙ্কৰৰ মায়া কেৱে বুজিতে নপাৰি।
কত দিন বিচাৰিয়া শান্তি নপাইলা
কোনো দেশে শান্তি নাই গুৰুক জনাইলা।
পলোত পানী অনা কথা যদিহে শুনয়
ভয়ে আতৰিয়া যায় আগ নাবাঢ়য়।

বিপ্ৰগণে বোলে আছে আমাৰ মাজত
পৰীক্ষাক লাগি শঙ্কা কৰয় মনত।
ফুলতে বিবাহ হৈলে থাকে সব ধৰ্ম
শান্তি নষ্ট হৈবে নৰে বেদ সাৰমৰ্ম।
এদিন দুদিন কৰি সাত দিন গৈলা
ভূঞাগণে কোনো কতো শান্তি নপাইলা।
অত এব সব লোক হতাশ ভৈলন্ত
টেম্বৰাণী জান বান্ধ কভু নোহৱন্ত।

ইটো কথা মনেস্মৰি কৃষ্ণক সুৱৰি
সবলোকে নিৰন্তৰে বোলা হৰি হৰি।



## শান্তিৰ সন্ধান ৰাধিকা শান্তিৰ টেম্বুৰাণী বান্ধলৈ আগমন আৰু জান বন্ধন

### পদ

সেই সময়ত এক কৈবৰ্ত্ত দম্পতি
নৌকা চলি যায় মাছ মাৰিবাৰ প্ৰতি।
ধ্বজাৰ জীয়াৰী মাতাৰ নাম যোগমায়া
পূৰ্ণানন্দৰ গৃহিণী ধাৰ্মিকৰ জায়া।
ৰাধিকা নামেতে কন্যা পৰম সুন্দৰী
স্বামীৰ সঙ্গেতে ফুৰে মাছ মাৰি ঘুৰি।
তাৰ পাছে পোহাৰত* মাছ তুলি লই
ধান্যক লাগিয়া গ্ৰামে ফুৰন্ত সলাই।
নিজ বাণিজ্যৰ ভিন্ন অন্য কথা নাই
মস্কৰা কৰিলে মাথা যায় চপৰাই।
হেন নাৰী পুচিলা স্বামীত কাহিনীক
নদী তীৰে এত লোক হয় লাগি কিক?
স্বামী বোলে ডেকাগিৰি শান্তি বিচাৰই
অদ্যপি ৰাজ্যত শান্তি বিচাৰি নপাই।
ৰাধিকা বোলয় আমাৰ কোনো দোষ নাই
যাইবাক চাও মই সভাৰ মাজলই।
স্বামী বোলে দুৰ্ভাগিনী শান্তি হৱ তই
কত গ্ৰাম গ্ৰামান্তৰ ফুৰ পাচি লই।
কত লোকে জোকায় তোক মস্কৰা কৰয়
সুবিধা পালেই তনে ধৰিবাক চায়।
দুখীয়া দৰিদ্ৰ যেবে জীবিকা আমাৰ
সেই হেতু দোষাদোষ কৰো পৰিহাৰ।
স্বামীৰ শাসন জৰী তোৰ গলে নাই
জৰী লগাইলে পেট আমাৰ নভৰই।

*পোহাৰত - মাছ লৈ যোৱা পাচি

সোতৰ বছৰ বৰ্ষ পৰে বিয়া হ'ল
তিনি চাৰি যুবা বৰ্ষ মায়েৰ ঘৰে গল।
এত দিন যুবক সঙ্গে জানো কথা নাই
তথাপিতো শান্তি বুলি কব যাব তই।
ব্ৰাহ্মণ, কায়স্থ আৰু কলিতা সমাজে
ফুলতে বিবাহ কৰি নিজ ঘৰ সাজে।
তাহাৰ পত্নীক ৰাখে দুৱাৰৰ ভিতৰ
তথাপি নাপায় শান্তি সিবোৰ সমাজৰ?
ৰাধিকা বুলিলা ধীবৰ কুলৰ নন্দন
সভ্য বুলি গৰ্বব কৰি থাকে যিটোজন।
সম্পত্তিৰ লোভে পাপ কৰে অসংখ্যাত
কতনা অবলা নাৰীৰ খেদে জাত পাত।
উচ্চ বৰ্ণে হীন বৰ্ণে সংসৰ্গ কৰয়
বিদিত হইলে প্ৰায়চিত্ত কৰাই লয়।
উচ্চ বৰ্ণ নাৰী যদি হীনে সঙ্গ লয়
তাহাৰ নিস্তাৰ নাই পতিত হোৱয়।
তাহাক খেদাই দিয়ে অজান ৰাজ্যত
অবলা নাৰীয়ে কষ্ট ভোগে অসংখ্যাত।
উচ্চ বৰ্ণ পুৰুষ যদি হীন নাৰী সঙ্গে
ৰতি ক্ৰিয়া কৰে অবৈধ প্ৰেম ঢঙ্গে।
সিজন পুৰুষে কিন্তু প্ৰায়চিত্ত পায়
দান দক্ষিণাৰ পৰে সবে মিলি যায়।
মনৰ উচ্চতা নাই যিটো সমাজৰ
উচ্চ বুলি নধৰিবা হেৰা প্ৰিয়বৰ।

এইমতে দুইজনে তৰ্কক কৰয়
হৰিবৰ দুতে কথা নিলগে শুনয়।
লৰ দিয়া গই শঙ্কৰক জান দিলা
আনা গৈ দুয়োকে ধৰি হৰিক বুলিলা।
শঙ্কৰৰ আজ্ঞা নদীয়ালীক কহিলা
অল্প ভয় সঙ্কোচে দুয়ো উপনীত ভৈলা।
শঙ্কৰৰ আগে পৰি কৰিলা প্ৰণাম
সুধিলেক শঙ্কৰে দুইৰো নাম ধাম।
কিবা জাতি কিবা নাম কিবা কৰ্ম তোৰা
আন কিবা কৰ্ম অথবা মাছ ধৰা।
শঙ্কৰে সুধিলা কথা নদীয়ালী তই
কেনমতে শান্তি হব কোৱাহে বুজাই।
পূৰ্ণানন্দ বুলিলেক প্ৰভু ডেকাগিৰি
এওঁ শান্তি নোহে মিছা কথাক নধৰি।
হাগিয়া কটিক৺ ধুইবে এই নজানয়
বৰই ফুটনি কৰি এই কথা কয়।
গিৰি৺ বোলে সৰু বনে ব্যঘ্ৰ যে লুকাই
ধৰয় চিকাৰ কিয় নজানহ তই।
লোক সবে বোলে দেখো এই নদীয়ালী
মাছ লৈয়া পোহাৰত* ফুৰে আলি আলি।
কখনো ৰাতিও আহি ঘৰ নপাৱয়
পথ মধ্যে কত জনে কত কথা কয়।
এইজনী হব পাৰে মহা শান্তি জনী
ব্ৰাহ্মণৰ মাঝে শান্তি আছে অগননী।

*৺কটি - শৌচদ্বাৰ*

*৺গিৰি - ডেকাগিৰি শঙ্কৰ*

**পোহাৰ - মাছ লোৱা পাচি*

শঙ্কৰে বুলিলা আগে প্ৰমাণ দেখাও
শাস্তি হোৱা নোহোৱাটো পৰীক্ষাতে পাওঁ।
যোৱা মাতৃ আনা তুমি পানী পলো ভৰি
প্ৰমাণ পাইলে আমি চাম গৈ বিচাৰি।
ৰাধিকা বুলিলা দেৱ চোৱাহে প্ৰমাণ
যিটো কৰিবাক বোলা কৰো এই কাম।
গুৰু বোলে ৰাম নাম স্মৰিয়া যাইবা
সৰ্ব্ব কৰ্মে হৰি নাম মুখত নেৰিবা।
ৰাম নাম উচ্চৰিয়া পানীত নামিল
ভৰি হাত মুখ ধুই পলো বুৰাইল।
বাম হাতে পলো ধৰি তুলিলেক পানী
কান্ধে তুলি আনিলেক পলো ভৰা পানী।
নমাই ৰাখিল পলো শঙ্কৰৰ আগে
চাৰি আঙুল ঘাটি পানী পলো মধ্য ভাগে।
শঙ্কৰে বোলয় আই পানী ঘাটি হল
এটি দোষ আছে তোৰ সত্য কৰি বল।
ৰাধিকা বুলিলা গুৰু একদিন হন্তে
ভগ্নী পতি আহিছিল স্বামীৰ আসাক্ষাতে।
পাত কাটিবাক কাচি আনি দিলো মই
হাঁহিলা জামাই পাছে মোৰ মুখ চাই।
আমাৰো ঈষত হাঁহি ফুটিয়া উঠিলা
অন্ন ভুঞ্জিবাক লাগি পাত আনি দিলা।
আত পৰে মোৰ আৰু কিছু দোষ নাই
আপোনাৰ আগে ভাঙি বুলিলো গোসাই।
গিৰি বোলে ভাল বাৰু আৰু দোষ নাই
দ্বিতীয় বাৰত তুমি পানী আনা যাই।

সেহি বেলা পলো লৈয়া পানীত নামিলা
পানী আনি সমাজৰ আগত ৰাখিলা।
বাৰ ভূঞাগণ আৰু সব লোকে চাই
বিপ্ৰ অবিপ্ৰৰ কিছু মাত বোল নাই।
বোলন্ত শঙ্কৰে পাছে হেৰা উচ্চগণ
বেশ্যা নাৰীৰ হাতে আমি সবে খাও অন্ন।
অন্ত্যজ জাতিত দেখা শান্তি বিপৰীত
ভক্তি নাথাকিলে পাপ সিজয় কলিত।
বুলিলা শঙ্কৰে শুনা ৰাধিকা সুন্দৰী
বান্ধত দিয়াহে মাটি এক পলো ভৰি।
কথা শুনি ৰাধিকাই হাতে কোৰ ধৰি
এক পলো মাটি দিলা মহা ৰঙ্গ কৰি।
মাটি দিয়া মাত্ৰে জানৰ পানী থামি ৰল
দেখি কৃষকগণে তোলে শান্তিৰ জয় ৰোল।
যেতিয়া ৰাধিকা শান্তি জানে মাটি দিলা
টেম্বুৱাণী জান পাছে থামিয়া পৰিলা।
লোকগণে পাচে ৰঙে জানত মাটি দিয়া
এদিনৰ ভিতৰে বান্ধ হৈ গল উঠিয়া।
ৰজতৰ খাৰু দুই হাতত পিন্ধাইলা
সুবৰ্ণৰ কেৰু জোৰ শান্তিৰ হাতে দিলা।
বুলিলা শঙ্কৰে পাছে সমাজক চাই
গুণী জ্ঞানী যিটো জন জাত পাত নাই।
অকুমাৰী নাৰীৰ বিয়া কিবা প্ৰয়োজন
কুমাৰী হইলে নাৰী বিবাহত মন।
অদাত বাজান গৰু যদি বোৱা হাল
মৰি যাব গৰু মোৰ হব আহকাল।

উগ্ৰ শাস্তি দিয়া যদি শিক্ষা দিয়া হাল
আয়ু শ্ৰী হত হুয়া যাব ৰসাতল।
অকুমাৰী কালে বিয়া হলে শান্তি ৰব
ইটো মিছা কথা জানা ধৰিয়া নলৈব।
অলপ বয়সে নাৰী বিয়া কৰি আনে
শহুৰৰ ঘৰক বাঘ চোং বুলি মনে।
কতনা দোষক কৰে জানি বা নজানি
বয়স হৈলে বিয়া ৰতি শাস্ত্ৰে মানি।
শঙ্কৰে বুলিলা হেৰা কৃষকসকল
অকলে কৃষি কৰ্মৰ নোহয় সফল।
সমবেত শক্তি জানা দৰিদ্ৰগণৰ
সঙ্ঘে শক্তি কলি যুগে শুনা সব নৰ।
বাৰ ভূঞাগণে বোলে ধন্য ডেকাগিৰি
জয় গুৰু শঙ্কৰ বোলয় সবে বেঢ়ি।
জগতৰ দুখ দৈন্য কৰিলাহা অন্ত
সাক্ষাতে জানিলো আমি তুমি ভগৱন্ত।

টেম্বৱাণীৰ প্ৰজা ৰক্ষা কৰিলাহা তুমি
আজিৰ পৰা প্ৰণামিবো জগতৰ স্বামী।
এহি বুলি প্ৰণামিলা যত ভূঞাগণ
সবাকো শঙ্কৰ গুৰু কৰে সম্ভাষণ।
তাৰ পাছে ৰাধিকাক সবংশে আনিলা
শঙ্কৰৰ পাশে নিয়া গৃহ সজাইলা।
ভাৰ্য্যা স্বামী দুয়ো জনে কৃষ্ণ কথা শুনে
প্ৰবৰ্ত্তে স্বধৰ্মে দুয়ো অতি ৰঙ্গ মনে।
সাংসাৰিক কৰ্ম প্ৰতি তাৰ মন নাই
নৰ নাৰায়ণ সেৱা কৰন্ত সদাই।
কত দিনান্তৰে এক কন্যা উপজিল
তাৰ পাছে পোষ্য পুত্ৰ এজন ৰাখিল।
তাহাতৰ হস্তে বংশ বাঢ়িয়া আহিল
সতী ৰাধিকাৰ এতে বংশ বৃদ্ধি পাইল।
টেম্বুৱাণী শান্তি জানৰ ঘটনা সুৱৰি
গুণী, জ্ঞানী, ভক্ত সবাই বোলা হৰি হৰি।



## অনন্ত কন্দলিৰ শৰণ লাভ

### ছবি

শঙ্কৰ চৰিত্ৰ পদ শুনা সাধু সভাসদ
চকুৰ আগত মৰণ নেদেখা
নিতে হোৱে আয়ুপাত চেতন নাহিকে গাত
কালে পাইলে কোনে কৰে ৰক্ষা।

নিতে আয়ু টুটি যায় প্ৰাণ বায়ু উৰি যায়
হৰি গুৰু পাৱে চাপি ধৰা
নকৰিবা আনমতি গুৰু পাৱে কৰা ৰতি
অপ্ৰয়াসে ভব নদী তৰা।
হে প্ৰাণ বন্ধুদেৱ তযু পাৱে কৰো সেৱ
আমি অধমৰ নাই গতি,
কাৰ্য্য লাগে যেই হোক ক্ষমিবাহা গুৰু মোক
হোক মোৰ তযু পাৱে ৰতি।
তোমাৰ ভক্তৰ সঙ্গ নকৰিবা আশা ভঙ্গ
পুৰাইওক মোৰ মনস্কাম,
হে প্ৰভু কৃপাময় আমাৰ যিবা দোষ হয়
ডাকি সবে বোলা ৰাম ৰাম।
পণ্ডিত লোকগণ আহি শঙ্কৰৰ পদ চাহি
শৰণ পশিলে চৰণতে,
অনন্ত কন্দলি এক মহান পণ্ডিত লোক
বাদ কৰে শঙ্কৰৰ সতে।
বেদ তন্ত্ৰ শাস্ত্ৰ চয় পুৰাণ ভাৰত কৰি
বহু শাস্ত্ৰে পণ্ডিত সুজন,
দুৰ্ঘোৰ তান্ত্ৰিক অতি হৰি পদে নাই ৰতি
বাদ কৰে পণ্ডিত লোকজন।
নোৱা নৈৰ কাষে বাস পোতনি পাথৰি বাম
পাহাৰৰ কাষে গাঁওখনি,
হৰিৰ বিমুখজন তন্ত্ৰ শাস্ত্ৰ বেদে মন
মাছ মাংস লোভ আক জানি।

তন্ত্রক একান্ত চিত্তে কালী পূজা কৰে নিতে
গাভী ৰূপে পূজা দ্রব্য খায়,
তান পত্নী মহাসতী একান্তে বৈষ্ণব মতি
সৰ্ব্বদায় বিষ্ণুক স্মৰয়।
শঙ্কৰৰ নাম শুনি গুৰু মানি মহাজ্ঞানী
তান ভক্তগণ মাতি আনি
নানা শাস্ত্র আলাপয় বৰই সন্তোষ পায়
তন্ত্র কথা মনেৰে নমানি।
এক দিনা বিপ্রবৰ ক্রোধিত হইলা বৰ
ভাৰ্য্যাক মাৰিলা কৰি ৰাগ।
শুদিৰৰ সেৱিকা হই গুচিয়া যাৱহ তই
মোৰ আৰু নাচাপিবি কাষ।
সিদিনাৰ পৰা আৰ নাহে আৰু গাভীচয়
পূজা দ্রব্য নাখায় সমূলি
ফল মূল কল যত পচিয়া যাৱই কত
কাউৰী জাকে খাৱয় বুটলি।
এনে কথা কত দিন বিপ্ৰই কৰে নীৰিক্ষণ
মোৰ পূজ্য গাভী কিয় নাই
সপোন দেখিলা ৰাতি এক নাৰী কয় মাতি
লক্ষ্মী মাতা প্ৰহাৰিচ তই।
তোৰ পূজা নলও মই ভ্ৰষ্টাচাৰী হুয়া তই
অলপতে যাবি অধোগতি
নাপাবি নিস্তাৰ আৰ জানি লোৱা সাৰে সাৰ
কোনো কালে নাপাবি মুকুতি।

বিপ্ৰ পত্নী পিচদিনা　　　　বলো প্ৰাণ স্বামী শুনা
মন কিয় দেখো অথন্তৰ
নাই হাঁহি মাত বোল　　　　কৰ্মত নাহিকে ৰোল
কিবা হেতু বিষাদ মনৰ।
বিপ্ৰে বোলে শুনা প্ৰিয়ে　　　　তোক প্ৰহাৰিয়া মই
দেবীৰ জগৰ লগাইলো
গাভী ৰূপে দেবী আহি　　　　মোৰ পূজা খাই যাহি
সুকাজত বিকাজ মিলাইলো।
পাচ দিন বহি গৈলা　　　　গাভী কিন্তু নাআহিলা
পূজা দ্ৰব্য বিফল হুয়া ৰল
এতেকতে প্ৰিয়ে মঁই　　　　তোৰা সঙ্গে আলোচিয়া
কিবা কৰ্মে শুদ্ধ হইব বল।
বিপ্ৰ পত্নী বোলে স্বামী　　　　সবাকো জানিছো আমি
যৰে বস্তু তৌলে গুচি গল,
নকৰিবা চিন্তামনে　　　　কৃষ্ণক ভাবিহ মনে
পূজা কৰি কিবা লাভ হ'ল।
অনন্ত কন্দলী বোলে　　　　জানা যদি কোৱা ভালে
কৈত গৈলা গাভী পূজ্য মোৰ
পত্নী বোলে জানো আমি　　　　যিটো জগতৰ স্বামী
অপৰাধ লগাইল ঘোৰ।
শঙ্কৰ নিন্দাত তাই　　　　ইটো স্থান এৰি যাই
নাহিবেক অভকত কাষে
হেন গুৰু নিন্দা এৰি　　　　নিজ উপকাৰ সাধি
চলি যোৱা শঙ্কৰৰ পাশে।

গাভী আৰ নাহিবেক শৰণক পশিওক
গুৰু মানি লোৱা তাক আগে,
গুৰুত শৰণ লৈলে তুষ্ট দেবগণ হইবে
ভিন্ন কৰি পুজিবে নলাগে।
আক শুনি পণ্ডিত বাই বৰদোৱা চলি যাই
শৰণ লৈলা শঙ্কৰৰ ঠাই
মহান পণ্ডিত জানি শঙ্কৰেও নিলে তাক
শিষ্য ৰূপে কাষক চপাই।
কত কথা আলোচিয়া শঙ্কৰৰ পাশ লৈয়া
পণ্ডিতে শিষ্যত্ব লৈলা পাছে,
বুকুত সাবতি লই ব্ৰাহ্মণক বাণী কই
শঙ্কৰেও শৰণ দিলা কাষে।
সেহি দিন হন্তে বিপ্ৰ ভৈলা অতি খ্যাতি মন্ত
অনন্ত কন্দলি নাম যাৰ,
লিখিলাহা কত শাস্ত্ৰ প্ৰচাৰিলা হৰি নাম
গুণে জ্ঞানে খিয়াতি অপাৰ।
ৰামায়ণ গুণ মালা ঘুনুচা দশ লিখিলা
কাণ খোৱা ৰ্জাউ তুতি আদি,
ৰুদ্ৰ যামলক ধৰি কতনা ৰচনা কৰি
কবিৰত্ন বৈষ্ণৱ প্ৰমাদি।
অনন্ত কন্দলি নাম সুপ্ৰসিদ্ধ সৰ্ব্বজন
পণ্ডিত সমাজে খ্যাতিমান
পৰম পণ্ডিত ভৈলা পৰশমনি স্পৰ্শে যেন
ৰত্ন হয় তুচ্ছ শিলাখন।

শুনা শুনা সন্তজনৰ চৰিত কথা অনন্তৰ
হৰি গুণ গোৱা সবে মুখে
আন চিন্তা সব এৰি কৰ্ত্তব্যত মতি কৰি
পাইবা মুক্তি পৰম সন্তোষে।



## *মনু কন্যাৰ জন্ম বৃত্তান্ত*

### *ছবি*

পাছে বোলে চক্ৰপাণি জ্ঞানী ভক্ত ধনী মানী
মনু কন্যা জন্মিলা যিমত
মায়া পাশে বন্দী হই আমি সব আছো ৰই
নিস্তাৰ নাহিকে একো মত।
বিবাহ কৰি গুৰুজন গৃহস্থীত দিলা মন
শিৰোমণি ভূঞা বাব লৈল,
কপিলি মুখক ধৰি উত্তৰে শিঙৰী গিৰি
পূৰ্ব্বত যে পাহাৰ আছিল।
এইখিনি ৰাজ্যভাৰ আছিল বাৰ ভূঞাৰ
ৰাজ্যৰ বাবে কিছু লোভ নাই,
শাস্ত্ৰ চৰ্চ্চা মনে ধৰি সদায় জপন্ত হৰি
লোকৰ উপকাৰ সাধই।

যদি কাৰো ৰোগ হই　　　　তাতে উপনীত গই
মৃদু বাক্যে সান্ত্বনা দিবয়
ধন বিত বস্ত্ৰ দিয়া　　　　বৈদ্যক মাতি আনিয়া
পাৰ্য্য মানে সাহায্য কৰয়।
পঞ্চদশ বছৰ পাইল　　　　সূৰ্য্যৱতী যুবা ভৈল
বহাগ মাহৰ কুৰি দিনে
আহাৰ মাহত গুৰু　　　　শান্তি বিয়া কৰাইল
সূৰ্য্যৱতী ধন্য ৰূপে গুণে।
সোতৰ বছৰ পাইলা　　　　মনু কন্যা জনমিলা
সূৰ্য্যৱতী আইৰ গৰ্ভজাত,
এনি তেনি কৰি আই　　　　দিনে দিনে বাঢ়ি যাই
এক মাহ শেষ অশৌচত।
সণ্ঢৰাৰ পুত্ৰ আনি　　　　বুলিলন্ত গুৰুবাণী
গণনাক কৰি দিয়া মোক
বেয়া ভাল কিছু চাই　　　　নামক গণিয়া থই
নামাকৰণ কাৰ্য্য সাধিয়োক
সণ্ঢৰাৰ পুত্ৰ আহি　　　　দ্ৰোণি ঘট চাকিসাজি
তেল নাৰিকল পূজা লই
গণনা কৰিয়া বোলে　　　　গুৰুক চাহিয়া কলে
শুনা বাপ হৰি খা জোৱাই।
শুনা বোপা ডেকাগিৰি　　　　গণনাৰ ফলশ্ৰুতি
ছোৱালীৰ ভাগ্য বিবৰিয়া
জ্যোতিষি গণনা কৰি　　　　দ্ৰেকান মিলাই পাৰি
গণনানৰ ফল মিলাইয়া।

চন্দৰী বুঢ়ীয়ে গই — সযতনে ভাবি চাই
কহিলন্ত জন্মৰ দ্ৰেকান
যত জন লোক ছিল — নাৰী যেবা মেৰাইল
ধৌত পাত্ৰ আদি যতমান।
জন্ম বৰ্ষৰ ভিতৰতে — মাতৃ মৃত্যু দেখাইছে
ছোৱালীৰো আয়ু দীৰ্ঘ নয়
মহা ধৰ্মৱন্ত অতি — ধৰ্ম কাৰ্য্যে হব ৰতি
যৌবনেবিধবা দেখা যায়।
যিটো জন জোবাইআক — কৰিবেক বিবাহক
ৰাজদণ্ডে প্ৰাণক হেৰাই
ৰাজ বালক ধৰ্মবন্ত — যদ্যপি দেৱৰ সুত
মৃত্যু হাত কদাপি নেৰই।
বিধবা হৈবন্ত নাৰী — সাত বৰ্ষ জীউ ধৰি
থাকিবন্ত তোমাৰ লগত
তাৰ পাছে অকালতে — সবাকে কন্দুৱাই ঐত
চলি যাব পৰৰ লোকত।
বহুত দ্ৰেকান ধৰি — গণনাক ঘুৰি ফিৰি
চাই চিতি কৰিলো গণন
তথাপি উপাই নাই — বিপদৰ হাত নেৰই
ৰাহু শনি লগ্নে বিদ্যমান।
নবম মাহ বয়সত — মাতৃক হেৰাইব জান
পিতৃ কুল শত্ৰুই পীড়িব
এহি গোটা গণনাৰ — কিছু ভুল নাই আৰ
অনিবাৰ্য্য বিঘিনি ঘটিব।

টকা বস্ত্ৰ দিয়া এবে দৈবজ্ঞ বিদায় দিয়া
জলপান খুৱাই যতনে
সমজুৱা যত লোক মিঠাই কল খুৱাইল
দক্ষিণাক দিলা সযতনে।
এনেদৰে ডেকাগিৰি জন্ম কৰ্ম শেষ কৰি
কন্যাক কোলাত তুলি লই
কিবা কিবি ভাবি মনে হুমুনিয়াহ কাঢ়ি ঘনে
কিছু দিন বহিয়া ৰহয়।
শুনা সব সন্তনৰ ইটো দুখ সংসাৰৰ
বিধিৰ লিখন যিটো আছে
ইটো বিধাতাৰ দান ইহা কভু নোহে আন
সকলোৰে সুখ দুখ আছে।
তথাপিতো ধৈৰ্য্য ধৰি ভগবন্ত মনে স্মৰি
কৰ্ত্তব্যৰ নহবা বিমুখ
কাৰো কিছু হাত নাই ফল দাতা বিভুয়েই
হৰি নামে ৰত হোক মুখ।

▸▸▸▸■◂◂◂◂

## *সূৰ্য্যব্ৰতীৰ নৰিয়া আৰু স্বৰ্গ গমণ*

### *ছবি*

শুনিয়োক সভাসদ একমনে এহি পদ
ডেকাগিৰি গৃহত ৰহিলা
মনু কন্যা জন্মিবাৰ নব মাহ ভৈলা যেবে
শুনা যেন অথন্তৰ ভৈলা।

পুহ মাহ আহি পাইলা জাৰে হিমে আগুৰিলা
তাতে আহি মিলে অথন্তৰ
জাৰত পৰিয়া থাকি কান্দে মাথো থোকা থ্ৰী
সূৰ্য্যবতী ভাৰ্য্যা শঙ্কৰৰ।
পানী কেচুৱাটি মোৰ কষ্ট পাইবেক বৰ
কোন সতে যাও মই এৰি
হায় বিধি নিদাৰুণ মাৰি দিলা মৃত্যুবান
সৰু কালে নিনিলেক মাৰি।
ইটো জনমক লাগি মোৰ সম ভাগ্যৱতী
কোন আছে পৃথিৱীত আৰ
মহা জ্ঞানী প্ৰাণপতি অৱতাৰ যদুপতি
পতি ৰূপে পালো ভাগ্যে মোৰ।
হে প্ৰাণপতি মোৰ নকৰিবা দুখ আৰু
যাও মই আপোনাক এৰি
কেচুৱা মনুক চাবা দুখ কষ্ট নিদিবাহা
মাতৃ হীনা হৈব আজি ধৰি।
হে মনু আই তুমি আৰু ই জন্মক লাগি
নাপাইবি দেখা আৰু মোক
হে প্ৰাণ স্বামী নাথ কৰা দয়া তুমি মোক
কৃত দোষ মোৰ ক্ষমিওক।
দিয়া চৰণৰ ধূলি এবে মই যাও চলি
আৰু নাপাও থাকিবই ইঠাই
আশীৰ্ব্বাদ কৰা মোক সদ্গতি মিলিওক
বৈকুণ্ঠ ভূবন পাও গই।

এহি বুলি সূৰ্য্য আই অল্প চকু মেলি চাই
শঙ্কৰক আগত দেখিয়া
চৰণত সেৱা কৰি চুলি টানি মুচে ভৰি
মোক লাগি চিন্তা নকৰিবা।
থোকা থুকি মাতে কয় শুনা প্ৰভু ভূঞা ৰায়
ঈশ্বৰক খাটিম সদাই
জন্মে জন্মে তোমাকেহে পতি যেন পাও মই
আন ধন নবাঞ্চোহো মই।
শুনা আৰু বুঢ়ী মাৱ এবে মই চলি যাও
মনু কন্যা পালিবা আপুনি
আপোনাক সেৱা কৰি নাথাকিলো জীব ধৰি
কত দোষ কৰিলো নজানি।
এৰি মোৰ দায় দোষ ক্ষমা কৰিবাহা মোক
আশীৰ্ব্বাদ কৰা বুঢ়ী আই
ভূঞা পৰিয়ালে মই বঞ্চিবাক নপাইলো
মাৰি নিলে ক্ৰুৰ বিধাতাই।
এত বুলি হাত মেলি বুঢ়ীক চৰণে ধৰি
সেৱা কৰি লন্ত সূৰ্য্যৱতী
চকুপানী জৰি যাই চৰণক ধুই নেই
ফেকুৰি কান্দিলা খেৰসূতি।
আৰুণি আহিলা ঐত কান্দি কান্দি দিলা মাত
শুনা পেহী শাহু মোৰ প্ৰাণ
এতিক্ষণে যাও চলি পৰলোকলৈকে বুলি
শেষ বাৰ জনালো প্ৰণাম।

বনগএগ্রা কেতাইক বুঢ়া খা ৰাম ৰাম যত
বন্ধু আছিলন্ত শঙ্কৰৰ
সবে আহে বাৰ্ত্তা পাই কান্দিলা সূৰ্য্যক চাই
সূৰ্য্য অস্ত ভৰ দুপৰত।
বুধবাৰ আহি পাইলা দুই দণ্ড বেলি গৈলা
পুহ মাহ ওঠৰ দিনত
সূৰ্য্যৱতী দেবী আই বৈকুণ্ঠক চলি যাই
কন্দুৱাই ভুএগ্রাগণ যত।
শুনা সাধু সভাসদ শঙ্কৰ চৰিত্ৰ পদ
মৰণক আগত নেদেখা
দিনে হোৱে আয়ুপাত চেতন নাহিকে গাত
কাল আহিলে নপৰিব ৰক্ষা।
গুৰু পাৱে কৰা ৰতি নকৰিবা আন মতি
হৰিচৰণত চাপি ধৰা
কেনি যায় প্ৰাণ বায়ু নিতে নিতে টুটে আয়ু
অনায়াসে ভব নদী তৰা।
শুনা এবে ভক্তচয় যত দেখা মায়া ময়
হৰিৰ চৰণে ৰতি কৰা
হৰি হৰি হৰি বুলি নাম স্মৰি থাকা তুলি
মানৱ জনম সফল কৰা।

:—x—:

# সূৰ্য্যবতীৰ শৱ সৎকাৰ আৰু আদ্যশ্ৰাদ্ধ সমাপন

## পদ

চক্ৰপাণি বোলে শুনা সব ভক্তগণ
ইটো সংসাৰ মায়া ময় সব লোকে জান।
সুখ দুখ দৈন্য জৰা ব্যধি ভৰপুৰ
তাৰ সঙ্গে গৃহ সুখ আচয় প্ৰচুৰ।
তাকে ভাবি গুণী তুমি নাথাকিবা মনে
কৰ্ম কৰি যাবা তুমি প্ৰত্যেহ সঘনে।
এহি বুলি চক্ৰপাণি বুলিতে লাগিলা
সূৰ্য্যৱতী দেহ কেন মতে দগ্ধ ভৈলা।
চৌদল সাজিলা বাহ কাটি একখনি
বনগঞা কেতাই খান সঘনে যতনি।
কেশ শিন্দুৰ পিন্ধাই দিয়া চুলি আচুৰিয়া
শুক্ল বস্ত্ৰ পিন্ধাইল নতুন আনিয়া।
চৌদলত তুলি লৈয়া কান্ধত লইল
লোহিতৰ তীৰ লাগি যাত্ৰাক কৰিল।
পুৰুষসকলে নাম কীৰ্ত্তনক গাই
আয়তিসকলে গীত বেঢ়িয়া গাৱই।
ৰাম ৰাম গুৰু আহি মন্ত্ৰ পাঠ কৰি
সৰ্ব্বজয় বলোৰামে চিতা তৈয়াৰ কৰি।
অগৰু চন্দন ঘৃত গাৱত ঘহিলা
সাত পাক ঘুৰি বনগঞা অগ্নি দিলা।
উচৰ্গিল চিতা শৱ উপৰ মুখ কৰি
ৰাম ৰামে বিধি চাই মন্ত্ৰক উচ্চাৰি।

শঙ্কৰ গুৰুৱে পাছে অগনিক দিয়া
নৌমত্তিক কৰ্ম কৰি আহিল ফিৰিয়া।
খোচনি দশুক আছে কেতাই খায়ে ধৰি
খৰি তুলি দিয়া আছে বনগঞাগিৰি।
সৰ্ব্বজয় আতৈ কৰিলেক হৰি ধ্বনি
বিপ্ৰ সব আহিলা মৃত্যুৰ বাৰ্ত্তা শুনি।
তাৰা সবে কাষ্ঠ দিয়া প্ৰণাম জনাইল
সৎকাৰ কৰিয়া সবে গৃহতে আহিল।
হৰি খা, বলোৰাম, জয়, কেতাই আদি কৰি
আহিলেক তেওঁলোক দহন শেষ কৰি।
গৃহে আহি বন্ধুগণ লাগিল কান্দিতে
হাৱ ৰাৱে কান্দে মাকে ভুকুৱাই বুকুতে।
কান্দোন দেখিয়া পাছে প্ৰভু ডেকাগিৰি
বুলিলেক বহা সবে কান্দোন নিবাৰি।
বিধিৰ বিধান কোনে খণ্ডিবাক পাৰে
যত দেখা পশু পক্ষী সবে নিৰন্তৰে।
কাক এৰি কোন সময়ে গুচি যায়
নিয়তিৰ হাত কেৱে এৰিবে নপাৰয়।
মণুৰ জন্মৰ ক্ষণে দৈৱজ্ঞ বুলিলা
এষাৰি কথাও জানা মুঠে নলৰিলা।
সমস্ত ভাগ্যৰ দোষে ঘটিছে আমাৰ
এতেকতে শোক সবে কৰা পৰিহাৰ।

শোক কৰি মৰ্ত্ত্য লোকে কোনো লাভ নাই
নিয়তিৰ ইঙ্গিততে চকৰি ঘুৰই।
আদ্যশ্ৰাদ্ধ লাগি সবে কৰিও যতন
খৰি বাহ খেৰ বস্তু গুচোৱা এখন।
চাৰি পাচ গছ কাটি খৰি যোগাৰ কৰি
কুৰি জনী গ্ৰাম্য নাৰী আনিলা সাদৰি।
সবাকো দিলন্ত টকা ধান একো দোন
ধান বান্ধি চাউল যত ধৰিলা যোগান।
বটদ্ৰবা থানে আছে যত লোকজন
খৰি ফালি দিলা সবে কৰিয়া যতন।
ভূঞাগণ মিলি সবে বস্তু যোগাইলা
চাউল দালি তামোল পাণ সবাই মিলিলা।
কৰ্ণপুৰ, চতুৰ্ভূজ, জয়ন্ত, মাধব
বুঢ়া খা ৰাম ৰাম গুৰু আৰু হলায়ুধ।
সবে মিলি কৰ্ম লাগি বেহাণি• যোগই
দশ একাদশ দিন লাগিল কৰ্মই।
এইবেলি শঙ্কৰদেৱে বেদ পঢ়ি চাই
শ্ৰাদ্ধৰ নিয়ম যত দিলেক বটাই।
বিস্তৰ দান দক্ষিণাৰ প্ৰয়োজন নাই
অন্ন দান মহা দান জানিবা সবাই।
এই দান লই সবে সন্তুষ্ট হোৱয়
অধিক লই সবে নালাগে নোবোলয়।
অত এব বন্ধুগণ শুনা মোৰ বাণী
দৰিদ্ৰক অন্ন দান দানৰ অগ্ৰগনি।

যদি আহে বিপ্ৰ, দিব দান অল্পখিনি
বিপ্ৰসবে খোজে বহু বেদক বখানি।
এইবেলি যত লোক আশ্বাসক পাই
কৰ্ম কৰিবাক লাগি আহে আগুৱাই।
সহস্ৰ লোকক গুৰু অন্নক ভুঞ্জাই
দান দক্ষিণাক দিলা মানুহ বাচি লই।
বিপ্ৰগণে বাৰ্ত্তা পাই শ্ৰাদ্ধক আহিলা
জলপান খাই সবে দক্ষিণা লইলা।
ভেদাভেদ নকৰি বহু অন্ন বস্ত্ৰ দিলা
অন্য দেৱ দেবী কিছু পূজা নকৰিলা।
গছ পাতৰ তলে দান কদাপি নিদিলা
এক কণা ধন গুৰু জলত নেপেলাইলা।
ব্ৰাহ্মণ পণ্ডিত আৰু দৰিদ্ৰজনক
যাৰ যিবা প্ৰপ্যে তাক দিলেক সবাক।
মহেন্দ্ৰ কন্দলি মাতি খাট বস্ত্ৰ দিলা
এনেমতে লোক সবক সন্তুষ্ট কৰিলা।
তিনিদিন জুৰি গুৰু অন্ন দান দিলা
ভূঞা বংশৰ যত লোক অন্নক ভুঞ্জিলা।
লগে দিলা বস্ত্ৰ দান দৰিদ্ৰক চাই
জ্ঞাতি বন্ধুগণে বস্ত্ৰ দুই এখন পাই।
এনেদৰে সূৰ্য্যৱতীৰ শ্ৰাদ্ধক সামৰি
জ্ঞাতি বৰ্গ বন্ধুক বিদায় দিলেক আদৰি।
কত লীলা কৰিলেক শ্ৰীমন্ত শংকৰ
সাধিলা মঙ্গল আৰু লোক সমাজৰ।

• *বেহাণি - বস্তু বাহাণি*

একৈশ বয়সে গুৰু বিবাহ কৰিলা
চব্বিশ বয়সতে পত্নী এৰিয়া চলিলা।
শঙ্কৰৰ গুণ কীৰ্ত্তন সব লোকে গাই
হৰি হৰি বোলা সবে পাপ দূৰে যাই।

*****************

## সূৰ্য্যৱতীৰ বিয়োগত খেৰসূতিৰ বিলাপ

### ছবি

খেৰসুতি বুঢ়ী আই থাকিল সবাকে চাই
বিচনাত বহি বহি কান্দি,
কিনো মই অভাগিনী জনমিলো এই থানে
উপায় নাপাও একো চান্দি।
হা নাতি বধু মোৰ সেৱা কৰি পৰিচৰ্য্যা
মোহিত কৰিলি মোৰ মন
তোমাৰেসে গুণ গাই কতনা থাকিবো মই
ভূঞা বংশৰ নাতিনী প্ৰধান।
ৰূপত মুখ সূৰ্য্য যেন হাঁহিত ভুলাৱে মন
ধৰ্ম প্ৰাণা অতি গুণৱতী
অত দিনে পালো মই তোৰ সম গুণী নাই
মোক এৰি স্বৰ্গে কৰি গতি
স্বামী কন্যা এৰি গৈলা পুত্ৰ বধু চলি গৈলা
শঙ্কৰৰ মোহে ৰলু মই
বিবাহ কৰাইলু ৰঙ্গে বঞ্চিলা স্বামীৰ সঙ্গে
কেনে এৰি গুচি গৈলি তই।

যুবা কাল পাইলি মাত্ৰ কন্যা গুটি জন্মিলেক
সংসাৰৰ মায়াক এৰিলি
সূৰ্য্য সম স্বামী পালি তথাপি আসক্তি এৰি
স্বৰ্গলোকে মেলানি মাগিলি।
কেচুৱা মণু আইটী মাউৰা হইলা অতি
তাইক কোনে কৰিব পালন
বৃদ্ধ বয়স পালো মই মনৰ যে শান্তি নাই
ভাগ্য দোষ ইহাৰ কাৰণ।
হে প্ৰভু দীন মনি কৰা কৃপা যদুমণি
ইবাৰ নাচাৰিবা কৃপাময়
আমি হে অবলা জ্বাতি কৰা কৃপা যদুমনি
তযু নামে যেন ৰতি হয়।
সহস্ৰ সহস্ৰ কোটী অপৰাধ দিনে ৰাতি
কৰি আছো আমি মূঢ়মতি
সেহিসে কাৰণে প্ৰভু দয়াৰ সাগৰ বন্ধু
তুমি প্ৰভু অগতিৰ গতি।
কৃপাৰ সাগৰ দেৱ চৰণত কৰো সেৱ
আমাক নাচাৰিবা দয়াময়।
এহি বুলি খেৰসূতি শান্ত শিষ্ট গুণৱতী
কান্দি কান্দি হৰিক চিন্তয়।
হে হৰি দয়াময় কৃপাৰ সাগৰ দেৱ
কৃপাদৃষ্টি আমাক দেখিবা
নাতি শঙ্কৰক যেন পুনৰপি বিবাহিবো
নাতি বধু আমাক মিলাবা।

## বটদ্ৰবাত অনাবৃষ্টি আৰু গুৰু শঙ্কৰৰ আকাশী গঙ্গা আনয়ন

### পদ

ভক্তগণ সুধিলাহা বিনয়ে বচনে
আকাশী গঙ্গাক প্ৰভু নমাইল কেমনে।
খৰালিৰ মাহ আহি যেতিয়া মিলিলা
ইটো বৰ্ষে বৰষুণ সমূলি নাহিলা।
নাদ কুৱা খাল যত সমস্তে শুকাই
সমগ্ৰ প্ৰাণীৰ মাঝে হাহাকাৰ উঠই।
প্ৰতিদিনে গুৰু গৃহে ভূঞা যত মান
একে সঙ্গে বহি কৰে শাস্ত্ৰ আলাপন।
বাহিৰৰ লোক যত কৰি হাহাকাৰ
পানীৰ অভাবে প্ৰাণ নৰহে প্ৰজাৰ।
খাল খান্দি খান্দি চায় বহু তলি লই
তথাপিতো কেৰে পানী খাবলৈ নপাই।
একত্ৰ হইয়া সবে কৰি আলোচন
শঙ্কৰৰ সন্মুখত উপনীত হন।
বোলে বাপ ডেকাগিৰি কৃপাৰ ঠাকুৰ
পানীৰ অভাবে আমি মৰিলো ইবাৰ।
ইটো দুখ হন্তে বাপ কৰিও উদ্ধাৰ
পানী অবিহনে প্ৰাণ নৰহে আমাৰ।
সৰ্ব্বদায় আলোচনা কৰে প্ৰজাগণে
পানী নহইলে আমি বঞ্চিবো কেমনে।
এহি বুলি কান্দি কান্দি কয় ভক্তগণ
পানী অন্বেষণে ফুৰে প্ৰজা অগণন।

গুৰু বোলে সৰ্ব্ব কৰ্ম শ্ৰমেতে লভয়
বিনা পৰিশ্ৰমে নৰে জীৱিত নৰয়।
কোৰ হাতে লৈয়া তোৰা আহি এই ঠাই
মিলিত হইয়া সবে পুখুৰী খনাই।
সাত দিন জুৰি সবে পুখুৰী খান্দিলা
এক খৰা হাত দোৱা পুখুৰী হইলা।
তথাপিতো নাই তাত পানী নপাইলা।
কোৰ মাৰি মাৰি লোক ভাগৰি পৰিলা।
সবে গয়া বুলিলন্ত প্ৰভু ডেকাগিৰি
শুকান পুখুৰী আৰ খান্দিবে নপাৰি।
ভাগৰিয়া লোক সব দেহা ভৈলা ক্ষয়
তথাপি অদ্ভুত কিনো পানী নপাৱয়।
শঙ্কৰে বুলিলা কথা শুনা ভক্ত চয়
আজি নিশা ভাগে জল মিলিবে নিশ্চয়।
লঘোণে থাকিয়া আজি মাগিবাহা বৰ
অৱশ্যে সন্তুষ্ট আজি হৈব দামোদৰ।
সন্ধ্যা ভাগে সবে আহি নামক গাইব
ভগবান তেবে জানা সন্তুষ্ট হইব।
যিবা কথা বুলিলন্ত প্ৰভু ডেকাগিৰি
কৰিলা সিমত কাৰ্য্য সবে আগবাঢ়ি।
ৰাত্ৰি কালে সবলোকে নাম ধৰি আছে
এটি কথা কেবাজনে দেখিলন্ত পাছে।

ৰাতি উঠি গুৰুজন পুখুৰীক গৈলা
পঞ্চ চিহ্ন পেলাই এক দৃঢ় খোজ দিলা।
খোজ পাৰি তাতে এক শবদ উঠিল
ধনুৰ আকৃতি সিটো পুখুৰী নিৰ্ম্মিল।
আকাশৰ পৰা পানী নামে ধাৰাসাৰে
কেৱল মাত্ৰক পানী খোজতেহে পৰে।
চিক্‌মিক্ কৰি পানী জিলিকি উঠিলা
সৰ্ব্বজয় বলোৰামে দেখিবে পাইলা।
পানীৰ শবদ তাহাৰ কাণত পৰয়
মিছ্‌কি মাছাক কৰি দুয়ো হাঁহি ৰয়।
কিনো আমাৰ গুৰুৰ প্ৰভাৱ বিপৰীত
সামান্য মনুষ্য আমি নাজানো কিঞ্চিত।
গিৰ্ গিৰ্ শবদ শুনিলা সব নৰ
খল খল পানী পৰি আছয় বিস্তৰ।
সবে বোলে কৰবাত প্ৰলয় মিলিলা
পৰ্ব্বত খহি পৰি কিবা আতঙ্ক আহিলা।
সব লোকে জাগিলন্ত চমকিত হই
কিবা ভৈলা বুলি উঠি গৈল বুঢ়া খাই।
শঙ্কৰৰ কাষে বহু লোক চলি গৈলা
বিচনাত কিন্তু শঙ্কৰক নেদেখিলা।
চাৰি দণ্ড ৰাতি মাত্ৰ সিদিনাৰ আছে
হাতে লোটা লই শঙ্কৰ দেৱ গৈলা পাছে।
ৰাতি যেবে পুৱাইল লোক সবে চাই
পুখুৰীত পানী ভাৰ্ত্তি দেখিলা সবাই।
সব লোকে কোৱা কুই লাগিলা যে বৰ
কিনো মায়া দেখাইলা শ্ৰীমন্ত শঙ্কৰ।

মানুহ নোহয় ইটো প্ৰভু দয়াময়
কোনোবা দেৱতা ইয়াত আহিয়া আছয়।
সৰ্ব্বজয় বলৰামে কথা বুলিলন্ত
ৰাত্ৰি কালে গুৰুজনে যিটো কৰিলন্ত।
দুপৰ নিশাতে গুৰু লোটা হাতে লই
পুখুৰীৰ মাঝে এক খোজক পেলাই।
আকাশৰ পৰা জল আপুনি পৰিলা
গিৰ গিৰ শব্দ কৰি বৃক্ষ উভালিলা।
চিক্‌মিক্ কৰে পানী ফটিকৰ জল
আকাশী গঙ্গাৰ পানী পৰম নিৰ্ম্মল।
ভূঞাগণ বোলয় আমাৰ দুখ গৈল
ভগবান শঙ্কৰ ৰূপে পানী মিলাইল।
সৰ্ব্বজয় বলৰাম দুয়োজনে কয়
চাবলৈ নোৱাৰি ৰূপ চকু চান্দি ৰয়।
আকাশৰ পৰা যেন নামে সূৰ্য্য স্ৰোত
পৰে আহি শঙ্কৰ গুৰুৰ শ্ৰীচৰণত।
তাৰ পৰে গগণ চুম্বা বটগছ জুপি
মহাশব্দে পৰিলন্ত জলমধ্যে ডুবি।
চকু কাণ বন্ধ হয় দেৱতাৰ কাণ্ড
পুখুৰীত পৰে যেন দেৱঘণ্টা দণ্ড।
বুঢ়া খা বুলিলা বোলে ঘুমটিত আছিলো
জলৰ শব্দে আহি পদূলি পাইলো।
তাৰ পাছে কতজন লোক আহি পাইলা
আকাশী গঙ্গাৰ পানী সবে দেখা পাইলা।
বৰ গভীৰ সৰোবৰ শঙ্কৰে নিৰ্ম্মিলা
এহি হেতু ঠাইৰ নাম বৰদোৱা পাইলা।

বটগছ দ্ৰবিভুত হই গৈলা যেবে
বটদ্ৰৱা বুলিলন্ত লোক গণ তেবে।
শ্ৰীশঙ্কৰ গুৰুৰ খ্যাতি দশো দিশে গৈলা
বহু লোকে গুৰু মানি শৰণ লভিলা।

পুণ্যভুমি বৰদোৱা জগততে খ্যাত
আজিও পৰিয়া আছে লোকৰ মাজত।
শ্ৰীশঙ্কৰ গুৰু লীলা মনত সুৱৰি
সমস্ত সমাজে ডাকি বোলা হৰি হৰি।



## *বটগছ দ্ৰবিভুত আৰু বটদ্ৰৱাৰ ইতিবৃত্ত*

### *পদ*

পূৰ্ব্বতে কহিছে গুৰু ইয়াৰ বৃত্তান্ত
এবে মই নজনাও বিস্তৰ হয় মাত্ৰ।
কথা জানি লবা ভক্ত গণ আছা যত
পূৰ্ব্বতে জানিলা সবে বটৰ বৃত্তান্ত।
বৰাহ কল্পতে প্ৰভু একলেটি মাৰি
সঞ্জীৱনী কুণ্ড গোট গৈলন্ত যে এৰি।
এক নোম কুণ্ড কাষে পৰি ৰৈলা সৰি
ভয়ঙ্কৰ বট বৃক্ষ গজিল উপৰি।
সেই বৃক্ষ উঠে গজি গগণ চুম্বিয়া*
অতি ভয়ঙ্কৰ বৃক্ষ সকলে দেখিয়া।
সবে বোলে বৃক্ষ গোট দেখি লাগে ডৰ
কিবা হেতু এই বৃক্ষ অতি ভয়ঙ্কৰ।
যেতিক্ষণে গুৰুজনে ৰাতি পুখুৰীক
যোগ বলে আনিলেক আকাশী গঙ্গাক।

ধনুৰ আকৃতি সৰোবৰ যেবে ভৈলা
ভয়ঙ্কৰ বট বৃক্ষ মাজতে ৰহিলা।
সেই বৃক্ষ ডালি তেবে উভালি পৰিলা
প্ৰকাণ্ড গৰ্জনৰ শব্দে বাগৰি পৰিলা।
শব্দ শুনি প্ৰজা সবে পাইলা বৰ ত্ৰাস
কিবা অমঙ্গলে ধৰা কৰিবেক গ্ৰাস।
ভীত হুয়া সব লোক জাগিয়া উঠিলা
ভগবানৰ নাম সবে জপ কৰি ৰৈলা।
বুঢ়া খা আহিলা লৰি বিচনাৰ পৰা
মহেন্দ্ৰ কন্দলি আহে নিজ ঘৰৰ পৰা।
ৰজনী প্ৰভাত ভৈলা সবেও আহিল
আকাশী গঙ্গাৰ তীৰে লোক হৈল ভীৰ।
ভয়ঙ্কৰ বট গছ চিন চাব নাই
সৰোবৰৰ বুকে বৃক্ষ দ্ৰব হুয়া যাই।

**চুম্বিয়া - চুই*

বটদ্ৰবা নাম ভৈলা তেতিয়াৰ পৰা
এই নামে খ্যাত ঠাই বিশ্ব চৰচৰা।
ভক্তগণ শুনিলন্ত ই হেন কাহিনী
বটদ্ৰবা নাম গুণ সবে লৈলা জানি।
গুৰু জনমৰ ঠাইৰ কাহিনী শুনিয়া
সব ভক্ত গণ ভৈলা আচৰিত হুয়া।
জয় জয় বৰদোৱা বৈকুণ্ঠ দুতয়*
সেহি স্থানে শঙ্কৰ গুৰু ভৈলন্ত উদয়।
বৰদোৱা থানে গুৰু পাতিলন্ত হাট
হৰি নাম মহাৰত্ন বেহাইলেক তাত।

জগতৰ গুৰু হৰি নৰ নাৰায়ণ
ইয়াতে শঙ্কৰ ৰূপে ধৰিল জনম।
নানা লীলা দেখাই প্ৰভু লোকক বুজাই
পানীৰ অভাবে গঙ্গা আনিলা নমাই।
গঙ্গা স্থান কৰি সবে হৰি নাম লোৱা
এয়ে মহা পূণ্য ক্ষেত্ৰ এবে জানি লোৱা।
গঙ্গা গয়া বাৰানসী কষ্ট কৰি যাই
বটদ্ৰবা থানে তীৰ্থ সবাকে মিলই।
শ্ৰীমন্ত শঙ্কৰ নাম হৃদয়ত ধৰি
সমস্ত ভকতে ডাকি বোলা হৰি হৰি।

*দুতয় - দ্বিতীয়

****************

## ৰাম ৰাম গুৰুৰ পিতৃ নৰোত্তমৰ বিয়োগ আৰু তীৰ্থযাত্ৰাৰ আয়োজন

### পদ

এহিমতে গুৰুদেৱ বৰদোৱা আছে
শঙ্কৰ গুৰুৰ কথা যেন ভৈলা পাছে।
টোল এক পাতি ছাত্ৰ কিছু শিকাইলা
নানা শাস্ত্ৰ চৰ্চ্চা কৰি গুৰুৱে জানিলা।
নানা দেৱ দেৱী পূজা কিবা প্ৰয়োজন
বিশ্লেষণ কৰিবাক গুৰুৰ ভৈলা মন।
গুৰুজনে কত বিপ্ৰ সঙ্গে আলোচয়
কোনোজনে সঠিক তথ্য দিবে নপাৰয়।

এতেক ভাবিয়া গুৰু শাস্ত্ৰক অন্বেষই
গীতা ভাগৱত কিছু পঢ়িবে নপাই।
এই দুইখান শাস্ত্ৰ কোন স্থানে আছে
মহেন্দ্ৰ কন্দলি বিপ্ৰত পুলিচলন্ত পাছে।
কন্দলি বুলিলা এই শাস্ত্ৰ দেখা নাই
আমাক বুলিলা গুৰু শ্ৰীক্ষেত্ৰে পাই।
কেৱল মাত্ৰ তন্ত্ৰ শাস্ত্ৰখিনি ঐত আছে
তোমাৰ আগত ব্যক্ত কৰি আছো আগে।

কথা শুনি কন্দলিক বুলিলা ডেকাগিৰিৰ
তীৰ্থক যাইবো আমি শাস্ত্ৰক বিচাৰি।
শ্ৰীক্ষেত্ৰ, বৃন্দবন, প্ৰভাস হৰিদ্বাৰ
মথুৰা দ্বাৰকাপুৰী বাৰানসী আৰ।
ত্ৰিবেণী বদৰি নাথ গয়া আদি কৰি
সব ক্ষেত্ৰে দুটি শাস্ত্ৰ ফুৰিবো বিচাৰি।
কন্দলি বুলিলা বাছা লোৱা কিছুদিন
তোমাৰ ভাগ্যত আছে বৰই কুদিন।
শুভ ক্ষণ মিলিলে আমি কহিবো আগত
তীৰ্থ যাত্ৰা সমাগত যিটো সময়ত।
এত বুলি দুয়ো গুৰু বিদায় লইয়া
পৰম্পৰে নিজ গৃহে গইল চলিয়া।
পৰ দিনা শঙ্কৰ উঠি প্ৰভাতে শুনিলা
নৰোত্তম ঠাকুৰ দেৱ পৰলোক গৈলা।
ৰাম ৰাম গুৰুৰ পিতৃ বয়সে প্ৰবীণ
কাতি মাহৰ যেবে গৈলা পঞ্চ দিন।
মানুহ পঠাই ৰাম ৰাম শঙ্কৰক মাতি
আত্মীয় সহিতে নিলা চৌদল পাতি।
সব ভূঞাগণ মিলি নদী তীৰে গৈলা
তথাত যতেক লোক সবে যোগ দিলা।
চুতুৰ্ভুজ কৰ্ণপুৰ ৰাম ৰাম তিনি
কন্দলিৰ পুত্ৰ সমে মিলিলেক চাৰি।
লুইতৰ তীৰে নিয়া কৰিলা দাহন
বেদ মন্ত্ৰ পাঠ কৰে যত বিপ্ৰগণ।
ৰীতিমতে সব লোকে কৰি সতকাৰ
গৃহক গৈলন্ত চলি ভূঞা বিপ্ৰ আৰ।

দহ দিনান্তৰে দশ পিণ্ড দান দিয়া
আদ্যশ্ৰাদ্ধ পাতিলা সবাকে জান দিয়া।
কৰ্মকাণ্ডী যত বিপ্ৰ শ্ৰাদ্ধ কৰিলন্ত
বিষ্ণুবাদী গণে কিন্তু পূজা নকৰন্ত।
মহেন্দ্ৰ কন্দলি বিপ্ৰ কুল পুৰোহিত
ৰাম ৰামৰ পিতৃ শ্ৰাদ্ধ কৰে যথোচিত।
হৰি নাম মুখ্য কৰ্ম পাতি ভূঞাগণ
সবাকে বিবিধ দান কৰে অগণন।
ব্ৰাহ্মণগণক কিছু দান দিলা আনি
দক্ষিণা কৰিলা তাহাক দান অনুমানি।
অব্ৰাহ্মণ গণে কত দ্ৰব্যক ভুঞ্জিলা
এহিমতে নৰোত্তম গুৰু শ্ৰাদ্ধ গৈলা।
শ্ৰীশঙ্কৰ, ৰাম ৰাম আৰু কৰ্ণপুৰ
সৰ্ব্বজয়, বলোৰাম, মধাই, মধুপুৰ।
সকলোৱে লগ লাগি আলোচ কৰিলা
তীৰ্থ ভ্ৰমণৰ যাবে আগ্ৰহ কৰিলা।
ৰাম ৰাম গুৰু বোলে সুদৃঢ় কৰিয়া
তীৰ্থক যাইবো আমি নিশ্চয় কৰিয়া।
বৎসৰেৰ ভিতৰে যাইবে নানা তীৰ্থস্থান
পিতৃৰ অস্থিক তীৰ্থে কৰিব ক্ষেপণ।
শঙ্কৰে বোলয় ময়ো যাইবো নিশ্চয়
কন্যাদান লেঠা কিন্তু আমাৰ আছয়।
মনু কন্যা ইতিমধ্যে সাত বৰ্ষ পাইলা
বিবাহ দিয়া সময় আমাৰ মিলিয়া পৰিলা।
অত এব লেঠা আমি মাৰিব লাগিব
তেতিয়াহে তীৰ্থ যাত্ৰা নিচিন্ত হইব।

যদি আমি এক দৰা ইতিমধ্যে পাওঁ
খুড়া তিনিজন সঙ্গে আলোচ কৰি চাওঁ।
তীৰ্থক যাইবে মোৰ আছে বৰ মন
আৰু অন্য কৰ্ম লাগি আছে প্ৰয়োজন।
এহি বুলি ভূঞা বিপ্ৰ কৰি আলোচন
মনুৰ বিবাহ লাগি কৰে আলোচন।
শ্ৰীগুৰু চৰিতামৃত শুনি কৰ্ণ ভৰি
সমস্বৰে সকলোৱে বোলা হৰি হৰি।



## মনু কন্যা আৰু হৰি জোঁৱাইৰ বিবাহ

### পদ

শ্ৰীগুৰু চৰিতামৃত বচন অমৃত
ভক্তগণ শুনি হোৱে হিয়া পুলকিত।
তীৰ্থক যাইবে লাগি গুৰুৰ ভৈলা মন
কন্যাৰ বিবাহ লাগি কৰিলা যতন।
তিনিজন পিতামহ বয়সে প্ৰবীণ
মাতিয়া আনিলা প্ৰভু কৰিয়া যতন।
আলচ কৰিলা ডেকা লৰা কত আছে
স্মৰণে খুজিয়া হৰিক পাইলন্ত পাছে।
ৰামচন্দ্ৰ কায়স্থৰ আছয় কুমাৰ
অতি ৰূপাৱন্ত ডেকা ৰূপে চমৎকাৰ।
গুণী জ্ঞানী ধৰ্মৱন্ত অতি শুদ্ধমতি
তান পিতৃ সঙ্গে দেখা কৰিও সম্প্ৰতি।
বনগঞাগিৰিক মাতি আনি লই
কায়স্থ ৰামচন্দ্ৰক তই মাতি আনা গই।
মনুক দিবৰ বাবে দৰা প্ৰয়োজন
ৰামচন্দ্ৰ সতে ইটো কৰা আলোচন
সুধি পুচি লবা কথা উত্তম অধম।
জানি শুনি কৰ্ম কৰা জ্ঞানীৰ কৰম।
বনগঞাৰ পৰা সব কথাক জানিলা
শঙ্কৰে বিয়াক লাগি আগ্ৰহ কৰিলা।
সাত বছৰীয়া কন্যা মনু শুদ্ধমতি
হৰিৰ সঙ্গত বিয়া দিবেক সম্প্ৰতি।
জয়ন্ত মাধব দুই বুঢ়া গণি চাই
বুলিলা উত্তম জোৰা মিলিব বোপাই।
যদ্যপি দুখীয়া তাৰ বাপ আৰু মাৱ
আমাৰ গৃহতে ৰব তুমি কেনে চাৱ।
ৰামচন্দ্ৰ দিলা কথা আনন্দ মনত
পুত্ৰৰ বিবাহ পাতিলন্ত হৰিষত।

আঘোন মাহৰ দিন বৃহস্পতি বাৰ
শুভক্ষণে বিবাহ হৈলা হৰি ও মনুৰ।
যেতিয়া বিবাহ দিলা কন্যা মনু আই
ভূঞাগণ মাঝে আনন্দৰ সীমা নাই।
প্ৰভাতে আয়তি দিলা মঙ্গল উৰুলি
তাম্ৰ কলসীত পানী আনিলন্ত তুলি।
নাম কীৰ্ত্তন কৰাইবাক ভকত আহিল
ঢাৰী পাতি পাৰি দিয়া গুৰু বহাইল।
দধি চিৰা গুড় দিয়া সবাকে ভুঞ্জাই
কৰ্পূৰ তামোল দিয়া সবাকে তোষই।
সন্তুষ্ট হইল সমাজ নানা দ্ৰব্য খাই
যত বস্তু লাগে দান দুহাতে কৰয়।
দৰাক পিন্ধাইল আনি চুৰিয়াপাতৰ
কিঙখাপ চোলা দিলা অতিকে সুন্দৰ।
মাথাত মাৰিলা যত্নে চুটিয়া পাগুৰী
গাৱে চেলেং দিলা পাতৰ আতাম টোকাৰী।
পাচখান দোলা সাজি দৰা চলি যাই
ভূঞাৰ জীয়াৰী মনুৰ সুন্দৰ জোৱাই।
কন্যাক দিলন্ত মুগা ফুলাম মেখেলা
পাতৰ উৰণী আৰু গাৱে গোটা চোলা।
কৰ্ণত পিন্ধালা জোৰা সুবৰ্ণ কুণ্ডল
কণ্ঠত জোনবিৰি জ্বলে কৰে টলবল।
হোম যজ্ঞ পাতি দিলা মনু কন্যাদান
গৰু ধান্য দিলা আৰু বিত্তৰ প্ৰমাণ।
ভূঞাগণে দিলা কাহী বাটি বস্ত্ৰ দান
উঠিলা কতেক বস্তু পাহাৰ প্ৰমাণ।
শঙ্কৰে বোলন্ত বাপু শুনিও জোৱাই
এক গুটি জী মোৰ পুত্ৰ আৰু নাই।
তুমিয়ে আমাৰ পুত্ৰ থাকা মম ঘৰে
যতেক সৰ্বস্ব আছে সকলো তোমাৰে।
আমি তীৰ্থে যাইবো তুমি থাকা ভাতৃ সমে
নিজ ধন ভাবি জন্তু চাবা অনুক্ৰমে।
শুনা শুনা বন্ধুগণ বচন আমাৰ
তোমালেকে চলাইবা মোৰ ৰাজ্যভাৰ।
এইবুলি শঙ্কৰ গুৰু সবাকো সম্ভাষী
বিদায় কৰিলা কন্যা জামাই হৰিষি।
মনুৰ বিবাহ কথা সবে শুনি লই
হৰিষতে বন্ধুগণ লইল বিদাই।
পৰম ঈশ্বৰ যিনি জগতৰ পতি
তীৰ্থ দেখিবাক সাজু হইল সম্প্ৰতি।
জীয়েকৰ বিবাহ হেতু কুটুম্ব যতেক
নানা উপহাৰে তুষি পঠাইল প্ৰত্যেক।
মহেন্দ্ৰ কন্দলি গুৰু আৰু ৰাম ৰাম
জয়ন্ত মাধব দলৈ সঙ্গে বুঢ়া খান।
একত্ৰ হইয়া সবে আলচ কৰিল
তীৰ্থক যাইবাৰ বস্তু যোগাৰ কৰিল।
আঘোণ মাহত বিয়া মনুৰ হইল
ঘৰবাৰী সাজি তাতে দম্পতী ৰাখিল।

মনুৰ বিবাহ কথা সোৱৰণ কৰি
সব লোক গণে ডাকি বোলা হৰি হৰি।



# মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ সবান্ধৱে তীৰ্থযাত্ৰা

## পদ

বটদ্ৰৱা থানে বহি মহা ভক্তগণ
গুৰুৰ তীৰ্থ ভ্ৰমণ যাত্ৰা শুনে সৰ্ব্বক্ষণ।
চক্ৰপাণি দেৱে কথা বিস্তাৰি বুলিলা
একমনে ভক্তগণ শুনিয়া থাকিলা।
জয়ন্ত মাধব হাতে শোধাই ৰাজ্যভাৰ
দুইকে দিলা বাব শিৰোমণি ভূঞাৰ।
বুঢ়া খা কেতাই খা দুয়ো সহায় কৰিব
এইদৰে সবে মিলি ৰাজ্য চলাইব।
বয় বস্তু যত লাগে কৰিলা যোগাৰ
চাৰিজন ব্যক্তি লৈলা নৌকা চলাইবাৰ।
যাত্ৰাৰ তিনি দিন আগে জ্ঞাতি বন্ধু মাতি
সবকে দিলেক দায়িত্ব বিধে বিধে প্ৰতি।
মাধৱী খুড়ী মা তুমি পালিবা মাৰক
বুঢ়া খা পেহাই দিহা দিবেক ভাতৃক।
উবনা বনৰা দুই বৃদ্ধ লগুৱাত
সমস্ত কামতে দিহা লগাইবা সতত।
সদানন্দ বিপ্ৰ খুড়া অতি বুদ্ধিমান
সৰ্ব্বদায় পুচিলবা গৃহস্থীৰ জ্ঞান।
এহি বুলি কণিষ্ঠ ভাতৃক দিহা দিয়া
আপুনি হইবা নম্ৰ কৰ্ত্তব্য সাধিয়া।
মাতৃ অনুধৃতি সমে ছুন্দৰী মাধই
সৰ্ব্বদায় মনুক ফুৰিবি সঙ্গে লই।

কৰ্ণপুৰ চতুৰ্ভুজ মোৰ কুল গুৰু দুই
কৰিবা ধৰ্মৰ কৰ্ম সবে এক হই।
শুনিয়োক মোৰ বৈমাত্ৰেয় বনগঞা
সবাকো সমান দেখি কৰি যাবা দয়া।
আনৰ ওপৰে সব নিৰ্ভৰ নকৰিবা
নিজৰ চকুৰে সব কৰ্মক দেখিবা।
খেতি মাটি যত আছে নেপেলাবা চন
মৰমৰ বশ জানা যত ভৃত্য গণ।
গৰু আৰু মহিষক যতন ৰাখিবা
চুবুৰীয়া গণ সমে বাদ নকৰিবা।
হেন সময়ত গুৰু কন্দলী আহিলা
ক্ষেত্ৰে যাইবা সাজু হলো শঙ্কৰে বুলিলা।
মহেন্দ্ৰ কন্দলী বোলে মোক লগে নিয়া
এতিয়া ভাবিলো মনে সমস্ত চিন্তিয়া।
এনুৱা সুবিধা মই কভু নাপাইবো
তব সঙ্গ সুখ মই কাহানি লভিবো।
বিপদে আপদে তুমি হইবা কাণ্ডাৰি
এতেকে তোমাৰ মই হইবো লগৰি।
ডেকাগিৰি বোলে গুৰু কৰিয়ো যতন
পৰশু দিনাই আমি কৰিবো গমণ।
আমাৰ লগত যাব ৰাম ৰাম গুৰু
সৰ্ব্বজয় বলৰাম পৰ্ব্বানন্দ আৰু।

নাওবৈচা চাৰিজন ৰান্ধন কৰ্মচাৰী
সাতে পাচে হইব লগ একশত কুৰি।
সোণ বস্ত্ৰ যাৰ যিবা সঙ্গে বান্ধি লৈলা
চাউল খৰি আদি বস্তু নৌকাত তুলিলা।
লাহে লাহে যাত্ৰা দিন আহিয়া পৰিল
বন্ধু বান্ধৱক সব মাতিয়া আনিল।
মাঘ সংক্ৰান্তিৰ দিন ভৈলা শনিবাৰ
প্ৰভাতে উঠিয়া গুৰু চাই দিন বাৰ।
শুভক্ষণ চাই সবে চোতালে আহিলা
সেইদিনা শঙ্কৰ গুৰু তীৰ্থত চলিলা।
বিদায় দিবে লাগি আহে যত ভূঞাগণ
সবে বোলে শীঘ্ৰে যেন প্ৰতি আগমণ।
সদানন্দ নামে এক পণ্ডিত ব্ৰাহ্মণ
নলচা গ্ৰামত তিনি থাকে ৰঙ্গমণ।
সৰ্ব্বেশ্বৰ বৰপুত্ৰ জানিবা তাহাৰ
সৰু পুত্ৰ তাহাৰ নাম ৰত্নাকৰ।
সুশীলা নামেতে ভাৰ্য্যা অতি গুণৱতী
শঙ্কৰৰ পাশে আহে স্বামীৰ সংহতি।
পত্নী পুত্ৰ সমন্বিতে বৰদোৱা আহি
বিদায় দিলন্ত বিপ্ৰ শঙ্কৰক হাসি।
যাত্ৰা কালে আহিল খেৰসূতি বুঢ়ী আই
কান্দোতে কান্দোতে তেওঁ উশাহ নপাই।
মই যদি মৰি যাও কত দেখা পাম
ভাবিছিলো তোৰ কান্ধে শ্মশানক যাম।
এবে বুঢ়া হলো মই তই দুৰে যাব
কত দিনে ঘুৰি আহা জানিবে নপাও।

ইয়াকে কই গলে ধৰি মুখে চুমা খাই
হুৰা ৰাৱে কান্দিবে লাগিলা বুঢ়ী আই।
জয়ন্ত মাধব হলায়ুধ তিনি ভাই
অনুধৃতি বনগঞা মিলিয়া কান্দই।
শঙ্কৰৰ শাহু আই কান্দিবে লাগিলা
হৰি জোৱাই চকুপানী মচিয়া কান্দিলা।
মধাই ছুন্দৰী কান্দি থাকিলন্ত পৰি
ধ্বজা উৰবনা কান্দে ফেকুৰি ফেকুৰি।
বৰদোৱা থানে যত বাল বৃদ্ধগণ
সবে চকুপানী টুকি কৰয় ক্ৰন্দন।
বুঢ়া খা কান্দে টুকি চকুপানী
ৰহি ৰহি কান্দি ৰৈলা পেহীয়েক আৰুণি।
গাঁওৰ সমস্ত লোক আহিলা যথাত
দিলন্ত দানক সবে যাৰৰ বেলাত।
সবাকো প্ৰণামী গুৰু বিনয়ী বচনে
থাকিবা সবাই মিলি অতি ৰঙ্গ মনে।
কছাৰী আহিলে চাই সাবধান হবা
বয় বস্তু সম্পত্তিক লুকাই ৰাখিবা।
ৰাধিকাই পতি সমে আহিলা লৰিয়া
অৰিহণা দিলা পাছে কত নিবেদিয়া।
তাৰ পাছে ডেকাগিৰি উঠি হাক দিলা
বন্ধু বান্ধৱক বেচি কান্দিবে নিদিলা।
তীৰ্থক যাইবো আমি পুনু আহিম ঘুৰি
ইটো কথা ভাবি নাখাইবা হাবাথুৰি।
শুভ ক্ষণ দেখি খোজ দিলন্ত শঙ্কৰ
পাছত আহিল যত ভৃত্য অনুচৰ।

বন্ধু বান্ধৱগণ নিজ স্থানে ফিৰি গৈল
দুখ কৰে যদিও বাক্যত নবাধিল।
ৰাম ৰাম গুৰু বাৱে সোহাতে শঙ্কৰ
আগত চলিলা যাত্ৰী যতেক লগৰ।
এহিমতে সবে গৈয়া নৌকাত বহিলা
পাৰৰ যতেক লোক হৰি ধ্বনি দিলা।
নাৱত বহিলা গুৰু কাষে ৰাম ৰাম
সন্মুখে বহিলা সৰ্ব্বজয় বলাৰাম।
মহেন্দ্ৰ কন্দলী বহি ৰৈলা কাষত
কোনো জনে মান্যে নাযাৱন্ত সমীপত।
দামোদৰ* শ্ৰীৰাম দুয়ো বহে একে ঠাই
গুৰু সঙ্গে নানা কথা সবে আলোচয়।
নৌকাখনিৰ কাষে আহি যত প্ৰজাগণ
গুৰুৰ প্ৰতি কৰে সবে বিদায় সম্ভাষণ।
হৰি দাস পৰমানন্দ আৰু জয় হৰি
নাৱত বহিলা সবে তুলি কণ্ঠা পাৰি।

নিজ নিজ স্থানে সব ভক্ত বহি লৈলা
আদেশ শুনিয়া মাজি নৌকা এৰি দিলা।
এই ৰূপে এক বেলা নাৱত চলিলা
সন্ধিয়াৰ আগতে এক স্থানত ৰহিলা।
পৰম সুন্দৰ ঠাই শুষ্ক বালিচৰ
ঝাউবন শোভা কৰে ঠাই নিৰন্তৰ।
কাষত এখনি গাঁও দেখে বৃহত্তৰ
খাইবাক লাগে কিছু খাদ্যৰ সম্ভাৰ।
শঙ্কৰে বুলিলা আজি প্ৰথম প্ৰবাস
ধন লৈয়া যাবা সবে দোকানীৰ পাশ।
তিনিজন ভকত গৈলা দোকানীৰ পাশ
বলৰাম পৰ্মানন্দ আৰু হৰিদাস।
বালি চাপৰিত সবে শৌচ স্নান কৰি
অন্ন সিজাইবেক লাগি আনিলেক খৰি।
কলপাত পঠুৱা যোগাৰ কৰিলা
দুই চাৰিজনে শাক পাচলি আনিলা।

শঙ্কৰ গুৰুৰ তীৰ্থ যাত্ৰা সব লোকে স্মৰি
নিৰন্তৰে সবে ডাকি বোলা হৰি হৰি।

*দামোদৰ - দামোদৰ আতৈ



## *সুমালিনী বুঢ়ীৰ উপখ্যান*

### *পদ*

একাধাৰে বুলি যায় আতৈ চক্ৰপাণি
গুৰুজনৰ তীৰ্থ যাত্ৰা সবে লোৱা জানি।

তিনিজন ভক্ত গৈলা দোকানীৰ ঠাই
খাদ্য বস্তু কিনিবাক লাগিয়া চলই।

বাহিৰত ৰৈয়া ভক্তগণ অপেক্ষিলা
ভিতৰ নাযাই কথা তিনিও শুনিলা।
দোকানী এজনী আৰু বুঢ়ী দুইজনী
আলোচিয়া এক কথা কৰে কণাকণি।
একজনী নাৰী কথা কোৱে সিজনীত
শুনিয়োক বুঢ়ী মই দেখিলো নিদ্ৰাত।
আমাৰ আগত এক পুৰুষ সুন্দৰ
বৰ্ণাব নোৱাৰো মই কিবা ৰূপ তাৰ।
এনে ৰূপবান পুৰুষ আগে দেখা নাই
ধ্যান বা সপোনতো কল্পনা নহই।
দীৰ্ঘতৰ বাহু দুই আজানু লম্বিত
সুদীৰ্ঘ আঙুলি চয় নখ চন্দ্ৰ তাত।
মুখখনি দেখিলো যে ৰূপ অনুপম
ঈষত হাসিয়া কথা বোলে অবিশ্ৰম।
চন্দ্ৰৰ মণ্ডল যেন দেখিতে সুন্দৰ
মৰ্ত্ত্য ভাগে আহে যেন দেৱ শশধৰ।
সুউচ্চ পুৰুষ ইটো গৌৰ বৰণ
দেখিলেই হৰে সব নাৰীৰ যে মন।
পীত পাট বস্ত্ৰখনি জ্বলে শৰীৰত
গাৱত উত্তৰী বস্ত্ৰ পাতল মিহি পাত।
এইজন পুৰুষ জানা মানুহ নোহয়
ব্ৰহ্ম মহেশ্বৰ কোনো আহিয়া আছয়।
জগত উদ্ধাৰ হেতু ভৈলা অৱতাৰ
কলিৰ পাপী লোক যত কৰিব উদ্ধাৰ।
সপোনত দেখো আমি পুচিলো আগত
কিবা হেতু কোন তুমি আহি আছা ঐত।
যিবা লাগে প্ৰভু মোক কৰিও বেকত
বটদ্ৰৱা গ্ৰাম মোৰ কুসুম্বৰ সুত।
তীৰ্থযাত্ৰা হেতু মই আহি আছো ঐত
কি বুলিবো আমি ইটো মহিমা অদ্ভুত।
আছোক মনুষ্য ব্ৰহ্মা হৰে নজানয়
মোকে বোলে জগতৰ নাথ দয়াময়।
মানুহে নিচিনে মোক সাধাৰণ নৰ
কিন্তু জগতৰ পতি অংশ ঈশ্বৰৰ।
নাজানে মানুহে সেয়ে নামানে আমাক
লোকক দেখাই যাও তীৰ্থ কৰিবাক।
জন সমাজৰ বাবে শাস্ত্ৰক বিচাৰি
তীৰ্থ সেৱা ছলে মই বেৰাইব নগৰী।
শাস্ত্ৰ অন্বেষণ জানা মুখ্য হেতু মোৰ
ভক্তগণ সঙ্গে অধ্যয়ন জগতৰ।
বিষ্ণু অৱতাৰ আমি কলিৰ কালৰ
লোক মাঝে জানা মোৰ নাম যে শঙ্কৰ।
কালি গধূলিতে মোক পাইবা দৰশন
এত বুলি অন্তৰ্দ্ধান পুৰুষ ৰতন।
কথা বুলি দুই বুঢ়ী চমকিত ভৈলা
হেন সময়ত ইহা উপনীত ভৈলা।
দোকানীৰ আগে যাই প্ৰবেশিলা পাছে
দালি লোন তেল দ্ৰব্য ইহা জানো আছে?
পোহাৰী বুলিলা তোমালোক তিনিজন
কোন ঠাইৰ পৰা আহি ইহা আগমণ।
পৰ্ব্বানন্দ বুলিলা যে পোহাৰীক চাই
তীৰ্থ যাত্ৰী আমালোক শুনিয়োক আই।

শঙ্কৰ গুৰুৰ সঙ্গে তীৰ্থ লাগি যাও
যাত্ৰাৰ বাহন আমাৰ একেখনি নাও।
খাদ্য বস্তু হেতু আই আইলু তব কাষে
ধন দিবো দিয়া খাদ্য আমাক যি লাগে।
বুঢ়ী ব্যোলে তোৰা গুৰু কোথায় আছয়
চাহিবাক খোজো আমি তাৰ নিজ কায়।
আকে কই বুঢ়ীজনী আতে-বেথে উঠি
শঙ্কৰৰ বাবে লৈলা মুগ কেবামুঠি।
আন দ্ৰব্য তুলিবাক নাহিকে শকতি
লৰালৰি কৰি ছলে বুঢ়ী শীঘ্ৰে গতি।
শঙ্কৰক প্ৰণামিলা বুলিলা বচন
মোক কিয় ভাণ্ডিলা দেৱ নাৰায়ণ।
মই পাপীনীক স্বপ্ন দেখা দিয়া গলি
মোৰ ঘৰে দ্ৰব্য অন্ন একোই নাখালি।
এইবুলি বুঢ়ীজনী কান্দে ৰাৱ পাৰি
যাত্ৰীগণে পুচিলন্ত সবে বেঢ়ি ধৰি।
কেনেকৈ জানিলি আই কোৱা ইটো কথা
কিবা [illegible] কান্দি আছা [illegible] অধো মাথা।
বুঢ়ী বোলে কালি মই দেখিলো সপোন
আমাৰ সন্মুখে আহে প্ৰভু নাৰায়ণ।
মই কৰ যোৰে সোধো তুমি কোন নৰ
প্ৰভু বোলে মোৰ নাম শ্ৰীমন্ত শঙ্কৰ।
বটদ্ৰবা গ্ৰামে থাকো তীৰ্থ লাগি যাও
তীৰ্থ আছে ত্বাত, যত সাধু লগ পাওঁ।
কালি গধূলিতে বুঢ়ী দেখা পাবি মোক
চাউল দালি লোন দিয়া ভুঞ্জাইবি লোক।
পোহাৰীৰ আগে কলো ৰাতি স্বপ্ন কথা
তব সঙ্গী তিনিজন মিলিলেক তথা।
তাহাতৰ পৰা পলো তব পৰিচয়
স্বপ্নৰ পুৰুষ ইহা মিলিয়া আছয়।
নাপৰা পোহাৰী মই তথাত এৰিলো
স্বপ্নৰ প্ৰভুক মই সাক্ষাতে দেখিলো।
ব্ৰহ্মা, হৰ, ইন্দ্ৰ, চন্দ্ৰ উপাসে তোমাক
মায়া কৰি প্ৰভু মোৰ ভাণ্ডিচ আমাক।
সব জানি প্ৰভু মই ভজিলো তোমাক
আন ধন নালাগয় চৰণ দিয়োক।
নিজ ঘৰে বহি মই পাইছো প্ৰভু লাগ
কত পূণ্য ফলে পাইলো চৰণ সেবিবাক।
আজি মই দান দিব যত বস্তু আছে
উচৰ্গিব ধন ধান্য আপোনাৰ কাষে।
অকলশৰীয়া মই বিত্ত নলাগয়
সব দ্ৰব্য টকা সোণা লোৱা দয়াময়
শঙ্কৰে শুনিয়া পাছে বিনয়ে বুলিলা
দুখেৰে আৰ্জিছা ধন কিয় মোক দিলা।
আৰ্জি আছো ধন মই হে নাৰায়ণ
তোমাৰ চৰণে আক কৈলো সমৰ্পন।
পতিত পাবন নাম তুমি আছা ধৰি
পতিতক উদ্ধাৰ হেতু আহিলাহা হৰি।
আমি অভাগিনী অতি পৰম পতিত
তাৰিবহো ভব সিন্ধু নাচাও ধন বিত।
জগন্নাথে দিয়া ধন শঙ্কৰে বুলিলা
শুনি সুমলিনী পাছে উত্তৰ কৰিলা।

তুমি জগতৰে নাথ প্ৰভু ভগৱন্ত
মোৰ আগে ছদ্ম ৰূপ কেনে দেখাৱন্ত।
পূৰ্ব্বাপৰ দাসী মই ভাগুন নাযাই
পূৰ্ব্বৰ কথাক কেনে এৰা যদুৰাই।
পূৰ্ব্বৰ কথাক জানো নপৰয় মনে
ৰুক্মিনীক বিবাহ কৰিলা এহি থানে।
বাৰণ কৰিয়া পাছে শঙ্কৰে বুলিলা
তব অভিপ্ৰায় যত বেকত কৰিলা।
যিবা ইচ্ছা কৰা মনে তাকে কৰিয়োক
আশীৰ্ব্বাদ কৰো বাঞ্ছা ফল সিদ্ধ হোক।
চাউল দালি লবন পাচলি আনি দিল
সহাস্য বদনে গুৰু গ্ৰহণ কৰিল।
অভক্ত বুঢ়ীৰ দান কেনেবা লই লবা
অভকতে দিলে দান তাক এৰি যাবা।
পূৰ্ব্ব বত আপুনিয়ে কৰি আছে মানা
দান দিছে যদ্যপি অভক্ত এইজনা।
কদাচিতো নুভুঞ্জিব বস্তু অভক্তৰ
এতেক শুনিয়া পাছে মাতিলা শঙ্কৰ।
শুনা ভক্তগণ এই বুঢ়ীৰ মহিমা
যিটো ভক্তি কৰি আছে তাৰ নাই সীমা।
ৰাম ৰাম গুৰু বোলে কওক বুজাই
বুঢ়ীৰ পূৰ্ব্বৰ জানো কিবা অভিপ্ৰায়।
গুৰু বোলে বলৰাম আৰু সৰ্ব্বজয়
এই বুঢ়ী ছিল এক মালীৰ তনয়।
ৰুক্মিনীৰ পৰিচৰ্য্যা কৰে নিতে নিত
ৰজাৰ দুহিতা তাইক দিয়ে ধন বিত।

ৰুক্মিনীক নিলে হৰি প্ৰভু নাৰায়ণ
অকলে থাকিতে নাৰী অতি কষ্ট মন।
কৃষ্ণক প্ৰণাম কৰি কয় বাৰে বাৰ
তোমাৰ চৰণ বিনাই গতি নাই আৰ।
ৰুক্মিনীৰ দাসী মই চৰণ সেৱিকা
কিয় এৰি যায় দেৱী মোক কৰি একা।
আমাক লগতে নিয়া চৰণতে ঠাই
তুমি বিনে মোৰ আৰ অন্য গতি নাই।
কাতৰ কৰিয়া লগ নেৰে সুমালিনী
তুষ্ট হই তাইক বৰ দিলা চক্ৰপাণি।
বটদ্ৰবা থানে জন্ম লভিব শঙ্কৰ
পোহাৰী হইয়া জন্ম হইবেক তোৰ।
তীৰ্থ ক্ষেত্ৰে যেতিক্ষণে ভটিয়াই যাব
সেহিবেলা ঘৰতে তাহাক লগ পাব।
ঐশ্বৰ্য্য বিভূতি যত দান কৰি দিলা
এই ৰূপে তুমি দেৱী মুকুতি লভিবা।
এত বুলি কৃষ্ণ শব্যা ৰথে গৈলা চলি
তাৰ পাছে জগতত প্ৰবেশিলা কলি।
এহি কালে জন্মিলন্ত সুমালিনী হই
কদাচিতো বুঢ়ী জানা অভক্ত নোহই।
মহেন্দ্ৰ কন্দলী বোলে ইটো পালা কত?
বুঢ়ীৰ পূৰ্ব্বৰ কথা জানিলা কিমত।
শঙ্কৰে বুলিলা গুৰু ছন্দ পুৰাণত
পঢ়িলে দেখিবা ইটো কথা সাক্ষাতত।
সুমালিনী আনি দিলা ধন ধান পাছে
আপোনাৰ যত দ্ৰব্য উচৰ্গিয়া আছে।

সোণ ৰূপ আনি দিলা শঙ্কৰৰ হাতে
সবাকে গ্ৰহণ কৰে প্ৰভু জগন্নাথে।
গা ধুই আহি বুঢ়ী পিন্ধি শুক্ল শাৰী
ভক্তগণ প্ৰণামিল নমি জানু পাৰি।
কলৈকে যাইবা বাপ প্ৰভু জগন্নাথ
বন্দো তযু চৰণত আবে নমাই মাথ।
হে যদুপতি মোক নেৰিবা চৰণে
মই মহা পাতকীক ৰখা নাৰায়ণে।
এই বুলি বুঢ়ী সাত বাৰ প্ৰণামিল
ভক্তগণ সমে তাতে অন্নক ভুঞ্জিল।
খাই বই বুঢ়ী ৰৈলা আসনক পাৰি
যোগাসনে যেন যোগী বহে যোগ কৰি।
তাৰ পাছে সব ভক্তগণে দেখিলন্ত
বৈকুণ্ঠৰ শ্ৰীকৃষ্ণ বুঢ়ীক লৈলন্ত।
বুঢ়ীৰ নশ্বৰ দেহ তাতে বল পৰি
ভক্তগণে হৰি চিন্তি দিলা তাতে খৰি।
বলৰাম সৰ্ব্বজয় মহেন্দ্ৰ কন্দলি
বাম ৰাম গুৰু সবে হাঁহে খলাখলি।
জানিল শঙ্কৰ ইটো জগতৰ পতি
তেওঁ বিনে নাই আৰু আমাৰ অন্য গতি।
মানুহ নহয় এওঁ নন্দৰ কুমাৰ
এহি বুলি প্ৰণাম কৰয় বাৰম্বাৰ।
সবে মিলি শ্ৰম কৰি আনিলেক খৰি
শঙ্কৰে সজাইলা চিতা আতি পতি কৰি।

ভক্ত সবে বুঢ়ীৰ দেহ চিতাত তুলিলা
লগত নিয়া ঘৃত আৰু মধু উচৰ্গিলা।
বুঢ়ীক সৎকাৰ কৰি সব ভক্তগণ
নাম গুণ গাই সবে কৰে আলাপন।
বুঢ়ীৰ নামত তেৰা কৰি অন্ন দান
মহানন্দে ভক্তগণে কৰে গুণ গান।
অন্ন ভুঞ্জি সব ভক্ত নাৱ চলাই যাই
এক দিন চলি গৈলা নাও ভটিয়াই।
দেখিলেক নদী পাৰে জন পদ নাই
এক গ্ৰাম আছে দেখে বেলা থাকোতেই।
এতিক্ষণে নাওঁ ৰাখিয়া সময় নহই
আৰু এক মোচৰ নদী যাও আগুৱাই।
এন্ধাৰ হইলা তবু গ্ৰাম নাপাইলা
নদীৰ মধ্যত চৰ এটি দেখা পাইলা।
তাতে উঠি যাত্ৰীগণ সবে ৰই আছে
খাদ্য নাপাই ভক্তগণ ভাবিলেক পাছে।
আজি আমি লঘোনতে থাকিব নিশ্চয়
জঙ্গলৰ মাঝে দ্ৰব্য কভু নিমিলয়।
শঙ্কৰে পুচিলা পাছে ভড়ালীক চাই
সুমালিনী দিয়া সিধা কিমান আছই?
ভড়ালী বুলিলা বাপ যাব ছয় ৰোজ
ভড়াল নকৰি উদং দ্ৰব্যৰ লোৱা খোজ।
সুমালিনী দিয়া বস্তুখিনি বাটি খাই
তিনি দিন এনেদৰে গল ভটিয়াই।

সুমালিনী ভক্ত প্ৰাণ মাতৃক সুৱৰি
ভক্তগণ সকলোৱে বোলা হৰি হৰি।



# তীৰ্থ যাত্ৰা কালত বনৰ মাজত দেৱতাৰ অন্নদান
# গঙ্গা তীৰত মহেন্দ্ৰ কন্দলীৰ সপোন

## পদ

শঙ্কৰৰ তীৰ্থ যাত্ৰাৰ যতেক কাহিনী
সুন্দৰ বুজাই কয় আতৈ চক্ৰপাণি।
ভকতগণ বোলে প্ৰভু কোন ঠাই ৰহিলা
যাত্ৰা কালে গুৰুজনে অন্ন কত পাইলা।
আতৈ বুলিলা গুৰুৰ অন্নৰ চিন্তা নাই
যেবা যায় যতে থাকে তাতে অন্ন পাই।
সপ্তম দিনত গুৰু পাইলা এক ঠাই
দেখিলেক ভাণ্ডাৰীয়ে চাউল দালি নাই।
লোণ তেল শাক আৰু অন্য দ্ৰব্য চয়
সেইদিনা নৌকাত কিছু নাহি কয়।
সন্ধ্যা কাল পাইলা যেবে পাইলা এক ঠাই
দুই পাৰ জঙ্গল কতো লোকা লয় নাই।
ধুনীয়া চাপৰি পাই জিৰণি লভিলা
চাপৰিৰ আশে পাশে ফল বিচৰিলা।
আলু কচু বন শাক ঢেকীয়া প্ৰভৃতি
যেয়ে যিবা পায় তাকে আনয় সম্প্ৰতি।
চাউল দালি তেল লোণ একো নিমিলিলা
ভকতগণে নাম জপি বিচনা লইলা।
পেটৰ ভোকৰ হেতু ক্লান্ত ভৈলাবৰ
দীৰ্ঘ দিয়া শুইলেক বিচনা উপৰ।

একমাত্ৰ ডেকাগিৰি শাস্ত্ৰ নাই আছে
শুনিয়োক কথা তাতে যিটো ভৈলা পাছে।
হঠাতে আহিলা এক পুৰুষ সুন্দৰ
সুদীৰ্ঘ শৰীৰ তাৰ কান্তি মনোহৰ।
তিনি সঙ্গে আহিলেক লোক চৈধ্যজন
থালত আনিছে বৈ সিদ্ধ ৰন্ধা অন্ন।
পাত পাৰি থৈলা তাতে ব্যঞ্জন অন্ন যত
সপ্তখনি ব্যঞ্জন আৰু পিঠা পনা কত।
সৰ্ব্বজয় বলৰাম জাগ্ৰত দুইজন
বিচনাত থাকি দেখে উন্মোলী নয়ন।
ৰাম ৰাম গুৰুক চিকুটি জগাইল
কণাকণি কৰে তিনিজনে দেখা পাইল।
অন্ন দিয়া আটায়ে অন্তৰ্দ্ধান হইলা
উঠা ভকতগণ বুলি শঙ্কৰে মাতিলা।
অন্ন সাজি থোৱা আছে সবে ভুঞ্জিয়োক
ভোকাতুৰ সবে আজি ভোক পলাওক।
ভকতগণ উঠি বোলে অন্ন পালা কৈত
বুলিলা শঙ্কৰে কিনি ললো বজাৰত।
সৰ্ব্বজয় বলোৰাম বোলে টপৰাই
এই মুলুকত দেখো লোকালয় নাই।

আছোক বজাৰ নাই মানুহৰ ঘৰ
অলপ সময়ে বস্তু আনিলা বিস্তৰ।
ৰান্ধি বাঢ়ি তুমি দিলা সবাৰে আগত
এত কৰ্ম কৰি গলা কম সময়ত।
আনন্দতে যাত্ৰীগণে কৰিলা ভোজন
দেখিয়া হৰিষ ভৈলা শঙ্কৰৰ মন।
বোলে কিনো ভাগ্য আজি আমিহে পাইলু
অৰণ্যৰ মাঝে ৰন্ধা অন্নক পাইলু।
সৰ্ব্বজয় বোলে বাপ আপুনি কাণ্ডাৰি
দেব চৈধ্যজনে দিলা হাতে অন্ন ধৰি।
টোপনিৰ পৰা আমি তিনিও দেখিলো
তোমাৰ কৃপায়ে দৈব অন্নক ভুঞ্জিলো।
আমাৰ অন্নৰ বাবে হাহাকাৰ নাই
জগতৰ অন্ন দাতা লগতে আছই।
লোকক দেখাই আমি জগন্নাথে যাও
সঙ্গী জগন্নাথ জন চিনিবে নপাও।
এনেদৰে সিটো ৰাতি কণাকণি কৰি
প্ৰভাততে দিলে নাও ভাটি মুখে এৰি।
সাত আঠ দিনৰ বাবে খাদ্য বস্তু পাইলা
তৃতীয় দিনত বস্তু যোগাৰ কৰিলা।
একোতে অভাব নাই গৃহতকৈ সুখ
ৰঙ্গ কৰে ৰাতি দিন পায় নানা সুখ।
গৃহত থাকয় সবে কষ্টে দিন যায়
নাৱত চলিয়া একো কষ্টকে নপায়।
জঙ্গলৰ মাঝতো যে অন্ন মিলে আহি
ভক্তগণে গান গায় মুখে নানা হাঁহি।
ৰাত্ৰি কালে সব লোকে নাম গুণ গায়
কোনো জনে খঞ্জুৰি বা কৰতাল বায়।
কোনো জনে নাচে কেৰে হাঁহে খলাখলি
প্ৰেমৰ আনন্দে সবে কৰে গলাগলি।
ব্ৰহ্মপুত্ৰ নদী এৰি গঙ্গাক পাইবো
গঙ্গা পাইলে স্নান কৰি নিৰ্মল হইবো।
নব দিনত গৈয়া পাইলা এক ঠাই
তাৰ পৰা গঙ্গা আৰু বেছি দুৰ নাই।
আগদিনা ৰাতি গুৰু বুলিলেক বাক
অন্ন খাইবে নলাগয় মই দিলো হাক।
গুৰুৰ বচন শুনি সব ভক্তগণ
সেই ৰাত্ৰিৰ বাবে সবে কৰে অনশন।
পিচদিনা বেলি মাত্ৰ ডেৰ পৰ হৈলা
নৌকা চৰি সবে গৈয়া গঙ্গা নদী পাইলা।
মহেন্দ্ৰ কন্দলি ৰাতি দেখিলা সপোন
স্বপ্ন কথা চিন্তি তেওঁ ভাবে মনে মন।
মধ্য ৰাত্ৰি কন্দলীয়ে সপোন দেখিলা
দিব্য কন্যাজনী আহি নৌকাত পশিলা।
তাৰ পাচে আঠজনী শাৰী পাতি আহে
দেখিয়া ভকতগণে মনে মনে হাঁহে।
সবাৰে আগত যিটোজনী কন্যা আছে
ৰত্ন অলঙ্কাৰ নানা সজোন কাচে সাজে।
কপালে সেন্দুৰ পাৱে ৰত্নৰ নপুৰ
নানা দিব্য বস্ত্ৰে গাৱ জ্বলিছে প্ৰচুৰ।
আঠজনী কন্যা তাইক আবৰিয়া আছে
মহেন্দ্ৰ কন্দলী গুৰু দেখিলন্ত পাছে।

সুবর্ণ ফুলৰ মালা দুই হাতে ধৰি
শঙ্কৰৰ মাথে দিলা নমস্কাৰ কৰি।
আমি তযু দাসী কিঙ্কৰী নাৰায়ণ
পবিত্ৰ কৰিবে লাগি পাইলা মোৰ থান।
তযু পাদোদকে মই পূৰ্ব্বে মুক্ত ভৈলো
জগত পবিত্ৰকাৰী ই কাৰণে হইলু।
পাতকী সবক মুক্তি দিলো যেবে আমি
ইকাৰণে মই নিজে ভৈলো অধোগামী।
লোক পবিত্ৰ কৰা শক্তি মোৰ নাই
ভাবি গুণি পোৱা নাই কি কৰো উপাই।
তযু পদ পৰশনে পাপ মুক্ত হৈবো
পৰবৰ্ত্তি কত পাপী নিস্তাৰ কৰিবো।
কন্যাজনী পাৱে পৰি শঙ্কৰক নমিলা
তান সঙ্গে যত কন্যা সবে প্ৰণামিলা।
ৰাম হৰি চিন্তি দেৱ কন্দলি উঠিয়া
মা মা শৱদে উঠে চিৎকাৰ কৰিয়া।
গঙ্গা মা তুমি কিয় এখানে আহিলা
গাৱৰ নোম ৰাজি যত শিহৰি উঠিলা।
নেত্ৰ হন্তে জলধাৰা বহিতে লাগিল
চকুপানী গৈ গুৰু চৰণে পৰিল।
পুনৰপি মাৱ ৰিঙ্গ দিল যে কন্দলি
সব ভক্তগণ জাগিল কিবা হল বুলি।
যেবে ভক্তগণ জাগি উঠিয়া বহিল
কন্দলী পণ্ডিতে চাৰি দিশক চাহিল।
বুলিলা কন্দলী মই দেখিলো সপোন
শঙ্কৰৰ পাশে আহে কন্যা নবজন।

তাৰা মাঝে একজনী অপূৰ্ব্ব সুন্দৰী
বকৰ মাজত হংস জ্বলে সেই নাৰী।
কটিৰ বসন তাইৰ সুবৰ্ণ মেখলা
শঙ্কৰৰ মাথে দিলে সুবৰ্ণৰ মালা।
সাৰ পাই উঠি দেখো কোন স্থানে গৈলা
বোলে তযু পৰশনে তাৰা মুক্ত ভৈলা।
দেখি থৰ হৰি মোৰ কপি উঠে প্ৰাণ
জাগা মাত্ৰে নব কন্যা হ'ল অন্তৰ্দ্ধান।
শঙ্কৰক নমস্কাৰ কৰি গুচি গৈলা
সেৱা কৰি কন্যাগণ অন্তৰ্দ্ধান ভৈলা।
মনে মনে কণাকণি কৰি সবে কয়
পৰম পুৰুষ এওঁ মানুহ নোহয়।
গঙ্গাদেৱী তুতি কৰে ডেকা শঙ্কৰক
সঙ্গী সবে কাণ্ড দেখি অবাক হৈলেক।
ভাগীৰথী গঙ্গা তীৰে চিলিমপুৰ ঘাটে
নৌকা বান্ধি ভক্তগণ উঠিল তথাতে।
গঙ্গা তীৰে যাত্ৰীগণ নৌকা হন্তে উঠি
কপোৰ থইলা সবে তিয়নীক পিন্ধি।
জলে ডুব মাৰি সবে মন্ত্ৰ পাঠ কৰে
মহেন্দ্ৰ কন্দলী গুৰু শিকাইলা সবাৰে।
তাৰ পাছে কেবাজনে পিণ্ডদান দিলা
শঙ্কৰে পিণ্ড আদি কিছু নকৰিলা।
অস্থি আনিলেক যত জলে নিক্ষেপিল
যত বিপ্ৰ সন্নাসীক দক্ষিণা কৰিল।
তাৰ পাছে পুনৰপি জলে বুৰ দিলা
অচিনাকী এক কন্যা গুৰুক নমিলা।

সবে আচৰিত হুয়া চকু মেলি চায়
তাৰ পাছে কোনো লোক দেখিবে নপায়।
শঙ্কৰৰ ভৰি চুই নমস্কাৰ কৰি
তাৰ পছে কন্যা গৈলা অদৃশ্যে লৰৰি।
স্নান দান সাঙ্গ কৰি অন্নক ভুঞ্জিলা
সাত দিন মান সবে তথাত ৰহিলা।
অনেক দেশৰ যাত্ৰী তাতে লগ পাই
কামৰূপী লোকক আহি দৰ্শন কৰই।
শাস্ত্ৰ আলোচনা কৰি শঙ্কৰে পুছয়
কাৰোবাৰ কাষে কিবা শাস্ত্ৰ যে আছয়।
কতদিন পাছে গৈয়া গয়া তীৰ্থ পায়
পোন পথে যাইবে লাগি নৌকাক এৰয়।
নাওবৈছা গণে নাও ৰখিয়া থাকিল
ভক্তগণে খোজ কাঢ়ি গয়াক্ষেত্ৰে গৈল।
গয়াৰ পাণ্ডা সবৰ আচৰণ দেখা পাই
গয়া এৰি গৈলা সবে তৃতীয় দিনাই।
উজান ভাটি গৈয়া তীৰ্থে দশ দিন যাই
পুনৰপি মনিহাৰীত নৌকাক উঠই।
ভাগিৰথী বুকে নাও ভটিয়াই চলিল
কতদিন পৰে পাছে সাগৰ পাইলেক।
সমুদ্ৰে পৰিয়া নাও তথাত জিৰাই
মাছ মৰিয়াৰ নাও কিছু লগ পাই।
পথৰ সন্ধান তাহাত সুধিলেক পাছে
পুৰীক্ষেত্ৰ লাগি যোৱা পথ কেনি আছে।
লোক মুখে শুনি নাও চলে উপকুলে
উপনীত হইল গৈয়া পুৰী উপকুলে।
একৈশ দিবস গুৰু নৌকা চলি গৈলা
সেহি বেলা শ্ৰীক্ষেত্ৰে উপনীত ভৈলা।



## *শ্ৰীক্ষেত্ৰত জগন্নাথ মন্দিৰত শঙ্কৰদেৱসহ ভক্তবৃন্দ উপনীত আৰু পাণ্ডাৰ প্ৰতি জগন্নাথ প্ৰভুৰ স্বপ্নাদেশ*

### *পদ*

বৈৰাগী বোলন্ত ওৰে মহা ভক্তগণ
এক মাহ অন্তে পাইলা শ্ৰীক্ষেত্ৰ ভুবন।
ক্ষেত্ৰক দেখিয়া সব লোক ভোল যাই
মহা পুণ্য ক্ষেত্ৰ ইটো জগতে শোভয়।
জগন্নাথে উপনীত ভৈলা যিটো দিন
সেই ৰাতি এক পাণ্ডা দেখিলা সপোন।
অদ্ভুত সপোন দেখি আচৰিত হই
চকু মুদি ঘপ কৰে উঠিয়া বহই।

মন্দিৰৰ পিচফালে যিটো বস্তি আছে
সেইজন পাণ্ডাই স্বপ্ন দেখিলেক পাছে।
শঙ্কৰ আহিল মোৰ ক্ষেত্ৰে তোৰা জানি
অত এব তোমাক আমি বুলিলোহো বাণী।
প্ৰভাতে উঠিয়া তুমি যাইবা সত্বৰ
আমাক দেখিবে লাগি আহিল শঙ্কৰ।
পূৰ্ণ ব্ৰহ্ম অৱতাৰ পুৰুষ দিশৰ
ধৰ্ম সংস্কাৰৰ বাবে নৱ কলেবৰ।
শঙ্কৰ আমাৰ মাঝে ভেদ নাভাবিবা
প্ৰসাদ মাথে লই তুমি প্ৰভাতে চলিবা ।
নমস্কাৰ জনাইবা পৰিত্ৰাণ পাবে
দিবাহা প্ৰসাদ তুমি অতি নম্ৰভাবে।
পাণ্ডা বোলে প্ৰভু মই চিনিবো কিমত
কওঁ আমি তাহাদেৰ ৰূপগুণ যত।
স্বভাৱতে বৃদ্ধ তিণি বয়সে তৰুণ
গমনে মাতঙ্গ বাক্যে মেঘৰ গৰ্জন।
ছত্ৰাকৃত মাথা নেতৃ যেহেন অৰুণ
উন্নত নাসিকা ভ্ৰূৱ ধনুক যেমন।
আঙুলি সুচ্যাগ্ৰ✦ নখ নীল যে মোলান
কপাল উন্নত কায় সুদীৰ্ঘ প্ৰমাণ।
বহল হৃদয় তাতে শুক্ল নোম পান্তি
পাট গীত পাচৰা শৰীৰে কৰে কান্তি।
কটি মধ্যে দেখি যেন হৰৰ ডম্বৰু
ৰাম কল সদৃশ প্ৰকাশে দুই উৰু।

গৌৰাঙ্গ শৰীৰে ভুনি কৰয় জেউতি
চলন্তে দেখিবা ৰাজহংস যেন গতি।
সবাতকৈ ওখ শিৰ লাসে চুলি আছে
সমস্ত সমাজ ৰঞ্জি শৰীৰ প্ৰকাশে।
পাণ্ডাগণ চলি গৈলা প্ৰসাদ মাঠে লই
শঙ্কৰক বিচাৰি বাটে সুধি লই।
মহাপাত্ৰ পাণ্ডা যিটো ৰূপ বৰ্ণাইল
বাটমধ্যে লোক মাঝে কাকো নেদেখিল।
শঙ্কৰ শঙ্কৰ বুলি সিটো বিচাৰ কৰিল
শঙ্কৰৰ বাৰ্ত্তা কেৱে কব নোৱাৰিল।
ইসব লোকৰ মাঝে শঙ্কৰ কতো নাই
কোনেও নাজানো শঙ্কৰ আছে কোন ঠাই।
ইমান খিনি বাট আহি শঙ্কৰক নাপাই
তথাপিতো পাণ্ডা দ্বয়ে বিচাৰি ফুৰই।
সন্মুখে দেখিলা একদল ভক্ত নৰ
দীৰ্ঘ চুলি সবাকাৰে দেখিতে সুন্দৰ।
বহুত ৰে গাৱে জ্বলে ফুলাম চাদৰ
গাৱে পাট চুৰিয়া অতিকে মনোহৰ।
কাহৰ তাল হাতে সুন্দৰ নাম গাই যায়
পৰিস্কাৰ সাজ পাৰ পৰিধান কৰয়।
পাণ্ডাজনে দেখি পাছে নিলগৰ পৰা
নিশ্চিত কামৰূপী ভক্ত ৰূপে পৰে ধৰা।
আগবাঢ়ি আহি দেখে সুন্দৰ পুৰুষ
জ্বলি আছে লোক মাঝে প্ৰভাতী সুৰুয।

*✦সুচ্যাগ্ৰ - গুৰিৰ পৰা আগলৈকে জোঙা আকাৰৰ*

সপোনত দেখিলা যিটো পুৰুষৰ ৰূপ
সাক্ষাতে দেখিল ইটো পুৰুষ স্বৰূপ ।
পাণ্ডাজনে বিচাৰিয়া যায় যাত্ৰা কৰি
আগবাঢ়ি আহি আছে শঙ্কৰ দেৱ হৰি।
গুৰু বোলে বাপ সব এই থানে ৰোৱা
জগন্নাথে তোমালোকক মনে কৰি দয়া।
প্ৰসাদ পঠাইয়া দিছে পাণ্ডা মহা পাত্ৰ
মাথা কৰি আনি আছো প্ৰসাদৰ পাত্ৰ।
গছতলে সকলোৱে জিৰাইয়া লোৱা
প্ৰসাদ ৰাখিবাৰ হেতু ঠাই মুচি থোৱা।
সন্মুখত অদুৰে দেখা পুৰুষ সেইজন
প্ৰসাদ ভুঞ্জিয়া সবে জুৰাইবা মন।
কথা শুনি দুইজনে পানীক আনিলা
একখণ্ড সমান ঠাই মুচিয়া ৰাখিলা।
তাতে বহি ভক্ত গণে নাম গাই আছে
তিনিজন পাণ্ডাই প্ৰসাদ মাথাত আনিছে।
শঙ্কৰদেৱে কত আছে বুলি গেৰি পাৰি
ভাণ্ড লৈয়া পাণ্ডাগণ আহিছে লৰৰি।
শঙ্কৰ গুৰুক দেখি মনে স্থিৰ কৰি
পাণ্ডা বোলে মনে ধৰে আপুনি শ্ৰীহৰি।
শঙ্কৰ ৰূপতে প্ৰভু ক্ষেত্ৰতে আছিলা
জগন্নাথে স্বপ্না দেশে আমাক বুলিলা।
প্ৰভু বোলে শঙ্কৰমোৰ মধ্যে ভেদ নাই
মহা পাত্ৰ পাণ্ডা ভোগ দিয়েছে পঠাই।
ডেকাগিৰি বোলে হেৰা পাণ্ডা পাত্ৰ জন
শঙ্কৰ নাম ধাৰি আমি সামান্য এজন।

পাণ্ডা বোলে তুমি প্ৰভু দ্বিতীয় ঠাকুৰ
একে জগন্নাথ তুমি জন্মিলা সুদুৰ।
দেখাইলা সপোন ৰাত্ৰি মহাপাত্ৰজন
প্ৰসাদ পঠাইবে লাগি বুলিলা বচন।
পাচে পাণ্ডা গণে শঙ্কৰৰ ৰূপ চাই
জগন্নাথ বুলি মনে ধাৰণা কৰই।
সেই ৰূপ সেই কাণ্ড সেই নেত্ৰ জুৰি
অৰুণ চৰণ বক্ষ নোমেৰে আগুৰি।
সহস্ৰ সহস্ৰ লোক গুৰু বুলি আহে
লক্ষ জনৰ মাঝে শঙ্কৰ গুৰু যে প্ৰকাশে।
জগত তাৰণ হেতু প্ৰভু মহেশ্বৰ
ক্ষেত্ৰত দেখিলো ৰূপ শ্ৰীমন্ত শঙ্কৰ।
এত ভাবি পাণ্ডা গণে মনস্থিৰ কৰি
প্ৰসাদৰ ভাণ্ড থৈলা অতি যত্ন কৰি।
প্ৰসাদ ৰাখিয়া তাৰা দণ্ডৱতে পৰি
শঙ্কৰৰ পাৱে সেৱা কৰে জানু পাৰি।
যেতিক্ষণে মহাপাত্ৰ আমাক বুলিলা
প্ৰাসাদৰ ভাণ্ড আনি মোৰ হাতে দিলা।
সেইবাবে প্ৰভাততে প্ৰসাদ আনিলো
ৰূপ চাই আপোনাকে মনতে চিনিলো।
মহাপাত্ৰ পাণ্ডা যেবে দিলেক পঠাই
কত পূণ্য লভিলো তোমাক দেখা পাই।
এই বুলি পাণ্ডাগণ মৌন হুয়া আছে
শঙ্কৰে বুলিলা প্ৰসাদ বাটি দিব পাছে।
ভক্তগণ বোলে প্ৰভু আপুনি লৈয়োক
নিজহাতে চৰু হস্তে প্ৰসাদ নিয়োক।

পাত কাটি আনি দিলে শঙ্কৰৰ আগে
একে একে প্ৰসাদ ভগাই প্ৰভু ভাগে ভাগে।
আৰু কেবাজনো মাতি ভকত আনিলা
অৰ্দ্ধেক প্ৰসাদ তবু পাত্ৰত থাকিলা।
দেখি সব ভক্ত গণ বিস্ময় মানিল
তিনি চৰু প্ৰসাদ মাত্ৰ কতজনে খাইল।
পাণ্ডাগণ দেখিলেক আশ্চৰ্য্য মহিমা
জগতৰ নাথ যিনি কোনে পায় সীমা।
গুৰু বোলে পাত্ৰগণ তোমালোকে যোৱা
প্ৰভুৰ চৰণ সেৱা আমাক জনোৱা ।
শঙ্কৰৰ বচন পাণ্ডাগণে শিৰে ধৰি
ক্ষেত্ৰক লাগিযা চলে নমস্কাৰ কৰি।
মহাপাত্ৰ পাণ্ডাত সবকে জনাই দিলা
আশ্চৰ্য্য পুৰুষ ইটো বুলি বখানিলা।
এনুৱা পুৰুষ আগে কতো দেখা নাই
অৱতাৰ কোনোবা এও আছিছে ইঠাই।
ক্ষেত্ৰৰো পবিত্ৰকাৰী নৰ অৱতাৰ
সিজনৰ চৰণে প্ৰণামো বাৰাম্বাৰ।
শ্ৰীক্ষেত্ৰৰ যাত্ৰাৰ কথা অমৃত লহৰি
জয় জগন্নাথ বুলি বোলা হৰি হৰি।



## ভক্ত সবৰ শিবিৰত প্ৰভুৰ মাৰ্জাৰি ৰূপে প্ৰবেশ

### পদ

প্ৰসাদ ভুঞ্জিয়া ভক্তগণ শুই আছে
মধ্যৰাতি এক কাণ্ড ঘটিলেক পাছে।
টোপনিত লাল কাল যত ভক্তগণ
সবাই শুতিয়া আছে মুদিত নয়ন।
দোভাগ নিশা আহি পাছে যে ক্ষণে মিলিলা
তিনিগোটা বিড়াল আহি তাতে প্ৰবেশিলা।
প্ৰকাণ্ড বিড়াল তিনি থুলন্থুৰ কায়
সুবৰ্ণ শৰীৰ যেন এন্ধাৰে জ্বলয়।
চিক্মিক্ কৰে সিহঁত সুবৰ্ণৰ কায়া
আচল মাৰ্জাৰি তাৰা কিম্বা দেৱমায়া।
ভিতৰ প্ৰৱেশি প্ৰসাদৰ ভাণ্ড চাই
ঢাকনিৰ পাতা খনি পেলাইল গুচাই।
চেলেকিয়া খাইল যত প্ৰসাদ আছিল
শব্দ পাই সৰ্ব্বজয় বলৰাম উঠিল।
জোৰ জ্বলাই দেখে তিনি গোটা মেকুৰি
অৱশিষ্ট প্ৰসাদ খিনি পেলালে শেষ কৰি।
আটাইবোৰে উঠি ধৰে বিড়াল আবৰি
ইফাল সিফাল কৰি চায় বিড়াল বপুৰি।
মেকুৰি খালে প্ৰসাদ গুৰুক জনাইল
মাৰ্জাৰিক খেদিবাক শঙ্কৰে বাধিলা।

ওলাব নোৱাৰি বিড়াল তিনি গোট
ইফাল সিফাল চাই মাথো কৰে চট্‌ফট্।
আগুৰি থাকোতে ভক্তগণে আছে চাই
মানুহৰ মাজতে এটিও বিড়াল নাই।
শঙ্কৰে বুলিলা বাপ সবেক্ষান্ত হোৱা
ক্ষেত্ৰৰ মেকুৰি ইহা একোকে নোকোৱা।
এই বুলি ভক্তগণ শুতি ৰই আছে
ৰাত্ৰি কালে এক স্বপ্ন সৱে দেখে পাছে।
জগন্নাথ প্ৰভু দিয়া দৰশন আহি
মাৰ্জাৰি ৰূপেতে ভোগ খাই পেলালেহি।
শঙ্কৰ ভকত আৰু আমি তিনি জন
বলোৰাম সুভদ্ৰা আমি কৰিলো গ্ৰহণ।
ভকতৰ সঙ্গে আহি একত্ৰ হইলু
ভকতৰ পদৰেণু শিৰত ধৰিলু।
শঙ্কৰৰ হাতে প্ৰসাদ আমিও ভুঞ্জিলো
সেই হেতু মাৰ্জাৰ হৈয়া তৈতে প্ৰবেশিলো।

ভক্ত আৰু ভগবান কিছু ভেদ নাই
বৈকুণ্ঠত যত ভক্ত সবে একে কায়।
ভক্তৰ পৰম বান্ধব যেই হেতু হৰি
নানা স্থানে থাকো মই নানা ৰূপ ধৰি।
ভকত সমান মোৰ কোনো বন্ধু নাই
ভকতক ৰক্ষা কৰি ফুৰিছো সদাই।
আমাৰ মন্দিৰ আছে যিখিনি স্থানত
ভকতৰ ধূলা পৰি পবিত্ৰ প্ৰত্যেক।
ভক্তগণ যতে থাকে মই থাকো তাত
নানা ৰূপ নানা ভাবে নামে অসংখ্যাত।
ভকতৰ পাছে পাছে কৌমুদকী ধৰি
ভৱ ভয় দুৰ কৰি ৰাখো মই হৰি।
ভক্তি কবি ভকত কভজে যিটোজন
তীৰ্থ কৰিবাক লাগি নাই প্ৰয়োজন।
অত এব ভক্তগণ নকৰিবা ক্ৰোধ
আমিয়ে খাইলো প্ৰসাদৰ অৱশেষ।

শ্ৰীক্ষেত্ৰ লীলা কথা সবেও সুৱৰি
নিৰন্তৰে সাধু সবে বোলা হৰি হৰি



## *মন্দিৰ দৰ্শন আৰু শালগ্ৰামৰ বিবৰণ*

### *পদ*

চক্ৰপাণি মুখে কথা শুনে ভক্তগণ
শুনি শুনি পুলকিত হুয়া উঠে মন।

শ্ৰীক্ষেত্ৰ মহিমাক শঙ্কৰে দেখিলা
ক্ষেত্ৰৰ ভকতগণে গুৰুক চিনিলা।

সেহি দিনা যেবে ৰাত্ৰি প্ৰভাত হইলা
সব ভক্তগণ উঠি স্নান কৰি গৈলা।
স্নান কৰি ভক্ত সব একত্ৰ হইল
কিবা কাৰ্য্যে কৰিবাক গুৰুক পুচিল।
মন্দিৰক যাইবো আমি প্ৰভু দৰশনে
জগন্নাথ চৰণে চিন্তিয়ো একমনে।
যাৰ যিবা আছে মনে ধন বস্ত্ৰ লোৱা
আজি দৰশন হৈব সবে সাজু হোৱা।
ধন সোণ টকা বস্ত্ৰ যাৰ যিবা আছে
দান দক্ষিণাক লাগি হাতে লোৱা পাছে।
মহা পাত্ৰ আহি যাত্ৰী সবাকে সাদৰি
আপোন গৃহক লাগি নিলেক আদৰি।
তেতিয়াৰ পৰা পূৰ্ব্বাঞ্চল পাণ্ডা হৈলা
অদ্যবধি কামৰূপ পাণ্ডা উপাধি পাইলা।
মন্দিৰৰ পশ্চিমত যিটো বাৰী আছে
অসম পাণ্ডাৰ বাড়ী চিনাকি কৰিছে।
পাণ্ডাৰ সহিতে গৈলা মন্দিৰ ভিতৰ
সব লোকে নজৰ কৰে শঙ্কৰ উপৰ।
মন্দিৰাভ্যন্তৰে সব লোকে জানু পাৰি
স্তুতি কৰে জগন্নাথ কৰ যোৰ কৰি।
শঙ্কৰ সহিতে যত যাত্ৰী নমি আছে
সব লোকে দেখে এক মাল্য শিৰে আছে।
কৰ পৰা মালা আহি শিৰে শঙ্কৰৰ
নাজানিলা কেৱে কিছু নেদেখিল আৰ।
এত বুলি যাত্ৰীগণ চমকৃত হই
ভাবিলা শঙ্কৰ গুৰু মানুহ নোহই।

ভিতৰ নপৌশি পিছে বাহিৰে আহিলা
শালগ্ৰাম তলে আছে সেয়ে নপৌশিলা।
বাহিৰত সাত বাৰ কৰি প্ৰদক্ষিণ
বন্দনা কৰিলা জগন্নাথ প্ৰভু দীন।
কত বেলি বাহিৰত বন্দিয়া ৰইলা
চকুৰ লোতক পৰি ভুমি তিতি গৈলা।
তাৰ পাছে আহিলা সমস্ত ভক্তচয়
তাক চাই ডেকাগিৰি সবাকে বোলয়।
দৰ্শনৰ হেতু তোৱা ইহা আগমন
অত এব অভ্যন্তৰ কৰিও দৰ্শন।
ভকতসকলে পিচে ভিতৰ পৌচিলা
জগন্নাথ দৰ্শন কাম সমাপ্ত কৰিলা।
তাৰ পাছে যথা বিধি বটবৃক্ষ তলে
দক্ষিণাক দিয়া তাত প্ৰণাম কৰিলে।
ভকতসকলে গৈয়া গুৰু কাযে বহি
আলোচনা কৰিলেক শঙ্কৰ নিৰেখি।
কি কাৰণে গুৰুজনে ভিতৰ নপৌশিল
কিনো শালগ্ৰাম আছে বিস্তাৰিয়া বোল।
গুৰু বোলে পূৰ্ব্বকালে চন্দ্ৰভাগা তীৰে
দানব নৃপতি শঙ্খ চুৰ নাম ধৰে।
মহা বলশালী ৰাজা জগতে প্ৰখ্যাত
দাস দাসী তলতীয়া ৰজা অসংখ্যাত।
তাহাৰ গৃহিণী ছিল অতি শুদ্ধমতি
কৃষ্ণক ভকতি কৰি পূজে দিনে ৰাতি।
একদা দানবে গৈয়া স্বৰ্গ আক্ৰমিল
ইন্দ্ৰ শশী সমন্বিতে সবে পলাইল।

সবে গৈয়া চাপিলেক মহাদেৱ পাশ
ৰক্ষা কৰা মহেশ্বৰ দৈত্য কৰা নাশ।
শঙ্খ চুৰ দানৱ ইটো মহা বলশালী
জিনিলা স্বৰগ ৰাজ্য দেৱক নিহালি।
পলাইলা দেবগণ পৰ্ব্বত কন্দৰে
বনবাস কষ্ট আৰু সহিতে নপাৰে।
এতেকতে কৰা ৰক্ষা প্ৰভু ভোলানাথ
ইয়াকে কই প্ৰণামিল নমাইয়া মাথ।
তুষ্ট হইয়া ভোলানাথ ৰণত নামিলা
শঙ্খ চুৰ বধ হেতু ত্ৰিশূল ধৰিলা।
ঘোৰতৰ ৰণে বহু নিধন ভৈলন্ত
শঙ্খ চুৰ দানব কিন্তু ৰণে নপৰন্ত।
জানিল শঙ্কৰে তান পত্নী মহাসতী
বিধবা কৰিব পাৰে কাহাৰ শকতি।
শঙ্কৰে কৰিলা স্তব প্ৰভু নাৰায়ণ
শঙ্খ চুৰ ৰূপে কৰে সতীত্ব হৰণ।
জানিলেক সতী নাৰী ছলনা আনৰ
কিবা দোষে সৰ্ব্বনাশ কৰি গলি মোৰ।
গালি দিয়া বুলিলেক পাষান পামৰ
শিলা হৈ থাকা পদ তলে মানুহৰ।
প্ৰভু বোলে তুলসী দেবী মহাসতী
মোক স্বামী পাইবে লাগি কৰিছিল স্তুতি।
বিয়া দিলা পিতা তোক দানবৰ কাষ
সেই হেতু নপুৰিলা মনৰ হেপাহ।
দৈত্যক বধিবে লাগি মোৰ প্ৰয়োজন
গুপ্ত পতি হুয়া কৰো সতীত্ব হৰণ।

**তব অভিশাপে মই পাষান হইব**
**সতীৰ অভিশাপ মই শিৰ পাতি লইব।**
**বৃক্ষ হুয়া যাবা তুমি পৃথিবী মণ্ডল**
**তুমি অবিহনে মোৰ পূজাই বিফল।**
**এইবাবে ভগবান পাষান শালগ্ৰাম**
**নৰ পদ তলে ৰৈলা যত পূণ্যধাম।**
**আৰু এক আখ্যান কওঁ শুনা মন দিয়া**
**মৎস পুৰাণৰ এক আখ্যান জানিয়া।**
**ছদ্ম বেশে গৌতমৰ ভাৰ্য্যাক হৰিলা**
**ঋষি শাপে দেৱৰাজ সহস্ৰ যোনি ভৈলা।**
**গৃহক নাযাই লাজে সৰোবৰ মাঝে**
**পদ্ম পত্ৰ মাজে ইন্দ্ৰ লুকাইয়া আছে।**
**বিচাৰিয়া শশী সতী গুৰুক পুছিলা**
**স্বৰগৰ অধিপতি কতনো লুকাইলা।**
**বৃহস্পতি বুলিলন্ত স্বৰগৰ বাণী**
**তোমাৰ স্বামীৰ ভৈলা সহস্ৰেক যোনি।**
**পদ্ম পত্ৰ মাজে লুকাই আছে সি কাৰণ।**
**ওলাইবাক পৰা নাই লজ্জাৰ কাৰণ।**
**বিষ্ণুক আৰাধিয়া পাছে বচন বুলিলা**
**ব্ৰহ্ম শাপ এৰাইবে নোৱাৰো বুলিলা।**
**কিন্তু প্ৰভু আনি দিলা এক বিবৰ্ত্তন**
**যোনি গুচি হইবেক সহস্ৰ লোচন।**
**ইন্দ্ৰৰ শৰীৰ মধ্যে যত যোনি ছিল**
**গণ্ডকীৰ জলত গৈয়া শিলা হুয়া ৰল।**
**বজ্ৰকীট বোৰে কৰে মূৰ্ত্তি ঠানবান**
**বিপ্ৰগণে নাজানিয়া কৰয় পূজন।**

এহি হেতু গুৰুজনে মন্দিৰ দুৱাৰত
হাত ধৰি গায় এক সুললিত গীত।
গীত গাই প্ৰদক্ষিণ বাহিৰত কৰি
শ্ৰীমন্ত শঙ্কৰ গুৰু আহিলেক ঘুৰি।
পাণ্ডাৰ ঘৰত গৈয়া সবে লৈলা ঠাই
শুইয়া পৰিল মাহ প্ৰসাদক খাই।
আখ্যান দুই শুনি উল্লাসিত ভক্তগণ
ইজনে সিজনে কথা কৰে আলোচন।

তীৰ্থত পূন্য লাভ কৰা বৰই দুষ্কৰ
হৰি নাম সহজ পথ মোক্ষ লভিবৰ।
ভাগৰে যুগৰে যাত্ৰীগণ শুই ৰল
শোৱা মাত্ৰে সব যাত্ৰী নিদ্ৰা মগ্ন হল।
নিদ্ৰা গৈলা যেবে কাৰো মাত বোল নাই
ৰাম ৰাম গুৰু সমে থাকিলন্ত শুই।
ইহা স্মৰি ভক্তগণ জগন্নাথ স্মৰি
সমস্বৰে সকলোৱে বোলা হৰি হৰি।



*একাধিক চৰিত পুথিত শঙ্কৰ গুৰু তীৰ্থলৈ যাওতে পুৰীত শ্ৰীচৈতন্যক লগ পোৱাৰ কথা লিখিছে। কিন্তু শ্ৰীশঙ্কৰ গুৰু বত্ৰিশ বছৰ বয়সত ১৪৮১ খৃঃত তীৰ্থ যাত্ৰা কৰে। সেই সময়ত চৈতন্যদেৱৰ জন্মই হোৱা নাই। কাৰণ তেওঁৰ জন্ম ১৪৮৬ খৃঃতহে।*

*ৰামচৰণ ঠাকুৰ ৰচিত পুথি গুৰু চৰিতত বহুত অলৌকিক কথা অতি ৰঞ্জিত ভাৱে ঠাই পাইছে। কিন্তু সপোনত বহু ভাবিব, কল্পনা কৰিব নোৱাৰা নেদেখা নুশুনা কথা সকলোৱে দেখে। গতিকে সপোনৰ কথাখিনি উল্লেখ কৰা হ'ল।*



## ৰাম ৰাম গুৰু আৰু মহেন্দ্ৰ কন্দলীৰ সপোন

### পদ

এইমতে সব ভক্তগণ শুই আছে
ৰাম ৰাম গুৰু কন্দলীও গৈলা পাছে।
সব লোকগণে যেবে টোপনি গইলা
ৰাম ৰাম কন্দলী দুয়ো সপোন দেখিলা।

দুইজনে একেলগে একেই সপোন
দেখিয়া বেকত পিছে কৰে দুইজন।
ৰাত্ৰি কালে আহিলন্ত প্ৰভু জগন্নাথ
বিনা শব্দে দ্বাৰ খুলি পেলাইলা পাদ।

দেখিয়া শঙ্কৰ পাছে কোচাই নিজ ভৰি
দুৱাৰ খুলি জগন্নাথে আহে ছাট্ কৰি।
শঙ্কৰে দেখিলা কাষে আইলা জগন্নাথ
কৰ যোৰ কৰি পাছে চপৰাই মাথ।
দেখি ডেকাগিৰি পাছে হাহে তেতিক্ষণ
ছদ্ম কৰা কিয় তুমি নাথ নাৰায়ণ।
আমি আৰু তুমি এক জানা আকসাৰে
তোমাৰ মহিমা কেৱে বুজিবাক পাৰে।
নৰ সকলক ভাণ্ডি তযু অৱতাৰ
পূৰ্ণ ব্ৰহ্ম হৰি তুমি আহিলা ইবাৰ।
তোমাক প্ৰাৰ্থিয়া ইন্দ্ৰদ্যুম্ন নৰেশ্বৰ
তযু অংশে আমাক আনিলা দামোদৰ।
মানুহক ভাণ্ডা মোক নোৱাৰ ভাণ্ডিব
অংশ হুয়া তোমাৰ জানো চিত্ত সব।
শুনা প্ৰভু জগন্নাথ আমি তব অংশ
সুভদ্ৰা বলোৰাম সহ সবে এক বংশ।
লোকক তাৰণ হেতু নৰ অৱতাৰ
তীৰ্থত ভ্ৰমণ মাত্ৰ লোক দেখাইবাৰ।
ইন্দ্ৰদ্যুম্ন প্ৰাৰ্থিলা আহিলা তোৰা তিনি
বলভদ্ৰ তুমি আৰু সুভদ্ৰা ভগিনী।
কলিৰ মলিন লোক সবে নষ্ট যাই
তব কৃপা পাইলে সংশয় আৰ নাই।
বাণী শুনি জগন্নাথে দিলন্ত উত্তৰ
দুই হাত তুলি নিজে কৰে হাত যোৰ।
মানুহৰ ৰূপ দেখাই আহি এই ঠাই
পাণ্ডাগণে তোমাক আৰু চিনিতে নপাই।

**কলি যুগে জানা তুমি পৰম ঈশ্বৰ**
**আন কোনো শ্ৰেষ্ঠজন নাই তব পৰ।**
**কলিৰ মনুষ্যে ধৰ্ম বুজিতে নপাই**
**সংস্কাৰ হেতু তুমি আহি যদুৰাই।**
**শুনা সভাসদ গণ দেৱ শঙ্কৰৰ**
**এক চিত্ত কৰি শুনা যত সাধু নৰ।**
**তীৰ্থ ভ্ৰমণত লীলা গুৰু শঙ্কৰৰ**
**জগন্নাথ সমে কৰে প্ৰশ্ন আৰ উত্তৰ।**
**এনে ভাৱে দুইজনে আলচ কৰিলা**
**ৰাম ৰাম গুৰু পাছে সবাকে দেখিলা।**
**কিছু পৰ আলোচনা কৰি দুইজন**
**ৰাতি কালে চলি যায় আপোন সদন।**
**যাবৰ সময়ে প্ৰভু ইটো কথা কয়**
**এক চিত্তে মোক যদি ভজন কৰয়।**
**মুখে জগন্নাথ বোলে হৃদয়ত ৰূপ**
**তেবেসে মুকুতি হবে বুলিলো স্বৰূপ।**
**যজ্ঞ যাগ পূজা তীৰ্থ সবে বিড়ম্বন**
**ভক্তি ভাৱে নামত তুষ্ট হোৱে নাৰায়ণ।**
**গৃহত থাকিও যদি নামক ভজয়**
**দৰ্শনৰ ফল সেইজনেই লভয়।**
**যাত্ৰীগণ সঙ্গে লৈয়া গৃহে ফিৰি যোৱা**
**যিবা পালা যি জানিলা তাকে খুলি কোৱা।**
**হৰি নাম প্ৰচাৰিবা শাস্ত্ৰ পঢ়ি চাই**
**মোক্ষৰ কাৰণে লোক আহিবে নলাগই।**
**তাৰ পাছে জগন্নাথ অন্তৰ্দ্ধান হৈল**
**ৰাম ৰাম কন্দলী দুয়ো উঠিয়া বহিলা।**

স্বপ্নৰ যতেক কথা কয় দুইজন
সত্যই জানিলো শঙ্কৰ প্ৰভু নাৰায়ণ।
জগন্নাথ পাণ্ডাৰ সুত বিষ্ণু দত্ত নাম
ৰামানন্দ, হৰি দাস, জৈমিণী শ্ৰীৰাম।
কৃষ্ণ, যদুনাথ, কাম এই দশজন
শঙ্কৰক গুৰু মানি লৈলন্ত শৰণ।
ৰাম ৰাম কন্দলীয়ে আচৰিত হই
সবাৰে আগত কথা ভাঙি পাতি কই।
তাৰ পাছে দুয়ো বন্ধু কৰি আলোচন
প্ৰভাত সময় লাগি কৰিলা শয়ণ।
শঙ্কৰ মাহাত্ম্য কথা শুনি আৰু পঢ়ি
সব লোকে এক চিত্তে বোলা হৰি হৰি



## পঞ্চতীৰ্থ ভ্ৰমণ

### পদ

উৰেষাৰ মাঝে তীৰ্থ অনেক আছয়
সব তীৰ্থ ভ্ৰমণ কৰিলা ভক্তচয়।
সাক্ষী গোপাল তীৰ্থক গৈলেক সব লোক
তাতে দৰশন হৈ আহিল প্ৰত্যেক।
সব ভক্তগণ গৈয়া তীৰ্থ ফুৰিলন্ত
উৰিষ্যাৰ সব তীৰ্থ সব দেখিলন্ত।
ঘুনচাৰ বাৰী গৈলা তীৰ্থ একখনি
দেবীক দৰশন লৈলা নিজ মনে জানি।
সাগৰত ঢৌ লৈলা সব ভক্তগণ
সন্ন্যাসী সবৰ সঙ্গে কৰে আলোচন।
আলোচনা কৰি ভক্তগণক বুজাইলা
ভকতসকলে নাম কীৰ্ত্তন গাইলা।
এনেদৰে পুনু গৈলা ভুবন ঈশ্বৰ
তাতে দৰশন হোৱে প্ৰভু শ্ৰীশঙ্কৰ।
বিচাৰিলা শাস্ত্ৰ আৰু যদি [illegible] আছে
পাণ্ডাৰ গৃহত যোজা কৰিলন্ত [illegible]।
চাৰি মাহ গুৰুজন তথাতে আছন্ত
কেবাখনি সৰু পুথি তাতে লিখিলন্ত।
একখনি শাস্ত্ৰ লিখিলেক গুৰুজন
তথাত এৰিয়া আইলা শাস্ত্ৰ সেইখন।
যিবা আহিলেক মনে শাস্ত্ৰ সেইখন
নাপাইল ভাগৱত গীতা ইটো থান।
অত এব বৃন্দাবনে যাইবাক প্ৰতি
আলোচনা কৰিলেক গুৰুৰ সন্ততি।
যত দিন পুৰীধামে শঙ্কৰ আছিল
তীৰ্থ যাত্ৰী যত মানে সমীপ চাপিল।
নানা যাত্ৰী আহে কাষে নানা দেশ হন্তে
আলোচনা কৰে সবে শঙ্কৰ সহিতে।

সবে বোলে এইজন মানুহ নোহয়
পৰম পুৰুষ ইটো ই ঠাই আছয়।
সাক্ষাততে জগন্নাথ ইটো জন হয়
এনুৱা সুন্দৰ ৰূপ দেখিতে নাযায়।
এনেদৰে ছয়মাহ তথাত থাকিল
পুৰীৰ যতেক পাণ্ডা আপোন হইল।
সব পাণ্ডাগণ আহে শঙ্কৰৰ কাষে
কথা শুনি ৰস পায় থাকি উপবাসে।
শঙ্কৰৰ প্ৰভাব দেখি লোক বিমোহিত
আলোচনা কৰে সবে কিনো আচৰিত।
পাণ্ডাগণ বোলে ইটো প্ৰভু জগন্নাথ
নৰ ৰূপ লীলা কৰে বৈকুণ্ঠৰ নাথ।
ছয় মাসান্তৰে প্ৰভু চলে অন্য ধাম
ৰাম ৰাম সৰ্ব্বজয় আৰু বলৰাম।
মহেন্দ্ৰ কন্দলী বোলে শুনা সঙ্গীগণ
অন্য ক্ষেত্ৰে যাইব লাগি মোৰ নাই মন।
বৃদ্ধ ভৈলো শৰীৰ নসহে আৰু শ্ৰম
ইটো দেহা ভৈলা এটি ভেলৰহে সম।
কাশী গঙ্গা গয়া দেখি স্নান কৰি ললো
মথুৰা বৃন্দাবন গোকুল দেখিবে নপালো।
বৃদ্ধ কালে বিদেশ যাত্ৰা কভু নোহে ভাল
শৰীৰ নসহে আৰু মিলে আহুকাল।
শঙ্কৰে বুলিলা গুৰু ফিৰি যাইওক
আমাৰ বাৰ্ত্তাক সবে গৃহে জনাওক।
সবাকে সম্বোধি গুৰু বুলিলা বচন
প্ৰথমে শৰীৰ, পৰে ধৰ্মৰ সাধন।
শঙ্কৰৰ পাৱে পৰি প্ৰণাম কৰিল
কান্দি কান্দি ভক্তগণ ফিৰিয়া আহিল।
নৌকাখনি চৰি উজাই আহিল সত্বৰ
কত দিনে পাইলা আহি আপোনাৰ ঘৰ।
জ্ঞাতি বন্ধুগণে পাই আনন্দ মিলিলা
কতজনে শঙ্কৰৰ বাৰ্ত্তাক পুচিলা।
আদৰিলা বন্ধুগণে হৰিষ বদন
সবে আহি পাইল মাত্ৰ ৰৈলা চাৰিজন।
তীৰ্থৰ মাহাত্ম্য শুনি পণ্ডিতলসকল
হৰি হৰি বোলা সবে জনম সফল।

►►►►■◄◄◄◄

*শ্ৰীশঙ্কৰ গুৰুৰ তীৰ্থযাত্ৰা প্ৰথমবাৰ ১৪৮১ খৃঃত। ফিৰি আহে বাৰ বৰ্ষ পৰে ১৪৯৩ খৃঃত। বুঢ়ী আই তেতিয়াও জীৱিত। তীৰ্থ ভ্ৰমণত থাকোতে ১৪১০ শকৰ ফাগুন মাহত শুক্লা একাদশীত দামোদৰৰ জন্ম হয় বৰদোৱাৰ কাষৰ নলচা গাঁওত। গতিকে দামোদৰৰ জন্ম সময়ত শঙ্কৰ গুৰুৰ উপস্থিতিৰ কথা সঁচা নহয়।*

## শ্ৰীশঙ্কৰদেৱৰ লগত ৰূপ সনাতনৰ সাক্ষাৎ

### দুলড়ী

বিদায় দিলন্ত শ্ৰীমন্ত শঙ্কৰে
সঙ্গী ছিল যত জন
মাত্ৰ থাকিলন্ত এই চাৰিজন
ভাৰি আৰু চাৰিজন।
পৰমানন্দসতে চলে বৃন্দাবনে
অতি আনন্দিত মন
তীৰ্থক ভ্ৰমণ মনে যেবে গৈল
শুনা কথা আত পৰে
পাচ মাহ যেবে চলিয়া গৈলন্ত
পাইলা ৰূপ সনাতনে।
দেখিয়া শঙ্কৰে অতি দয়াতৰে
তুলিয়া বান্ধিলা বুকে
তাসম্বাক তথা পুচিলন্ত কথা
মনৰ মহা উৎসুকে।
তোৰা দুই ভাই আহিলা কি কামে
হাতত মদিৰা আছে
কিবা ধৰ্ম তোমা লোকনো আচৰা
মোক বোলা সাজে কাচে।
আহিছা শ্ৰীহৰি ছদ্ম ৰূপ ধৰি
তুমি জগতৰে নাথ
কি কৰো গোসাই ৰূপে বোলে চাই
কৰি হেট নিজ মাথ।

সুহৃদ আমাৰ তুমি নিৰাকাৰ
আমি তযু অংশচয়
ভক্তি প্ৰচাৰিবে নানান দেশক
আহি আছা কৃপাময়।
নাম কৰ্ম বিনে আন কোনো জনে
কহিবে আন ভকতি
হে যদু দেৱ পাৰে কৰো সেৱ
তুমি অগতিৰ গতি।
একে নাম ধৰ্ম নাই আন কৰ্ম
কহিলো একশৰণ
তব আজ্ঞা চয় ধৰি কৃপাময়
বুলিলো এই বচন।
শুনিয়া শঙ্কৰে বুলিলা সাদৰে
তোমাৰ আগতে কোন
আন কোনো নাই ৰূপে বোলে চাই
আপুনি প্ৰভু নিপুন।
তোমাৰ চৰণ এৰি নাৰায়ণ
নাহিকে মোৰ সুহৃদ
চৰণৰ ছায়া দিয়া খণ্ডা মায়া
তযু পদ অৰবিন্দ।

এহি স্তুতি নতি কৰিয়া মিনতি
দিলে ভোজনৰ সাজ
ঘৃত চিন্নিচয় দিলা মহাশয
কৰাইলা ভোজন কাজ।
প্ৰভাতৃতে পাছে লৰিলা শঙ্কৰ
দুই ভাই এৰিলা ঘৰ
পৰমা সুন্দৰী ৰূপৰ ভাৰ্য্যাই
কৰিলা বহু কাতৰ।
মোক লগে নিয়া এৰিয়া নাযাবা
তুমি মোৰ নিজ স্বামী
তযু বিবাহিতা আমি পতিব্ৰতা
আনকো নজানো আঁমি।
শুনি চোৰা মনে পূৰ্ব্বে নিজ স্থানে
আমাক পৰীক্ষা কৰি
বছৰৰ পৰে আনি নিজ স্থানে
তুমি গৈলা মোক এৰি।
তব ভাই সঙ্গে ৰহিলো নিয়মে
এক সঙ্গে শুইছিলো
অগ্নিত গেলাই পৰীক্ষা কৰিলা
অগ্নি মাজে প্ৰবেশিলো।
জানি দাসী বুলি নিয়োক সমূলি
তোমাৰ আমি কিঙ্কৰী
তাহাৰ বচন শুনিয়া তেখনে
মাতিলা শঙ্কৰ হৰি।

আনা এই কন্যা এওঁ মহা ধন্যা
শান্তি মাঝে অগ্ৰগামী
ৰঙ্গ হুয়া চাই আহিবো দুনাই
মাতিলন্ত হেন গুণি।
আহ্ন বুলি মাতি তান নিজ জায়া
পাছে লগ ধৰি নিলা
পৰম কৌতুক শ্ৰীমন্ত শঙ্কৰে
উত্তম তীৰ্থ দেখিলা।
শুনা সভাসদ হুয়া নিশবদ
শঙ্কৰ চৰিত্ৰ কথা
বিষয় বাসনা দুৰ কৰি জানা
গুৰুত ভজা সৰ্ব্বথা।
এই বাক্য বুলি ৰূপ সনাতনে
আৰু পত্নী জয়া সতী
চৰণত পৰি কাকুতি কৰিলা
সঙ্গত লৈলা সম্প্ৰতি।
শঙ্কৰ গুৰুত শৰণ লভিয়া
পৰম জ্ঞানক পাই
ভক্ত হুয়া সবে সঙ্গে চলি যান্ত
তিনিজন এককায়।
শুনা নৰচয় ধৰি গুৰু পাৱে
জনম সফল কৰা
আপোন নিস্তাৰি ইহলোক এৰি
হৰি হৰি বুলি তৰা।

⋗⋗⋗⋗■⋖⋖⋖⋖

*এইখিনি পদ ৰামচৰণ ঠাকুৰ ৰচিত পদ পুথিৰ পৰা হুবহু সংগ্ৰহ কৰা হ'ল।*

# ৰূপ সনাতনৰ বৃত্তান্ত, জন্মৰ আখ্যান

## পদ

যথাক্রমে তীর্থক্ষেত্রে ভ্রমি ভক্তগণ
পাইলা দুই কোৱৰ লগ ৰূপ সনাতন।
শ্রীক্ষেত্রে ছয় মাহ অৱস্থান কৰি
ওৰেষাৰ সর্ব্ব তীর্থ ভ্রমিলেক ফুৰি।
ছয় মাহ অন্তে বাৰানসী যাইবে বুলি
শিষ্য সমে গুৰুজন আগে গৈলা চলি।
গোপালপুৰ পাইলাগৈ লখাই চর্দাৰবাৰী
দুইজন তীর্থ যাত্রী ৰইছে স্নান কৰি।
দেখিতে শোভন মহা শক্তি তেজ বাণ
গুৰু বোলে তোমা সব আহিছ কোন স্থান।
কথা শুনি বৰাগীয়ে দিলেক উত্তৰ
বিবৰণ কও আমি পূর্ব্ব পুৰুষৰ।
গৌৰশ্বৰে পূর্ব্ব দেশ জিনিলেক যেবে
বিয়া কৰাই আনে আমাৰ বৃদ্ধ মাতৃক তেবে।
অসম মুলুকে তোৰচা নদীৰ যে কাষ
এক গর্ভৱতী নাৰী দেখিতে সন্তোষ।
তল পেট ওলমিয়া মাটি আছে চুই
পোৱালীক ৰচি বান্ধি গছকিয়া লই।
লড়িতে নপাৰে বৎস নাৰীৰ খোজ ভৰে
জাম্প মাৰে টানে আৰু উচপিচ কৰে।
দেখি ৰাজা সন্তোষিত মনত উল্লাহ
গোৱালিনী নাৰীক নিলে কৰিয়া বিবাহ।
দুই পুত্র জাত ভৈলা যমজ সন্তান
নিজ পুত্র সম ৰজা যত্ন কৰে তান।
বৰপুত্রৰ নাম গদা, গকুলা কণিষ্ঠ
পিতা পুত্র সম তাৰা অতীব ঘনিষ্ঠ।
ৰজা নাম ৰাখিলেক ৰূপ সনাতন
শিকাইল নীতি শাস্ত্র কৰিয়া যতন।
অপুত্রক ৰজা যেবে যম ঘৰে গৈলা
পাত্র মন্ত্রী গণে ৰূপক আসনে বহাইলা।
হস্তী পৃষ্ঠে চড়ি যেবে ৰাজ্যত বেড়াই
প্রজাগণে ৰজাক পূজে দেৱ সমকাই।
দৈবৰ নির্ব্বন্ধ কভু নহয় খণ্ডন
বাতুল হস্তী মাৰিলেক ৰূপ নাৰায়ণ।
সনাতন তাকে দেখি ৰাজ্যক এৰিল
ঘট কঠ চর্ম বস্ত্র পৰিধান কৈল।
বিধবা বধুক লৈয়া বাৰানসী গৈলা
তথা গৈয়া অদ্ভূত কাণ্ডক দেখিলা।
স্বয়ং গদা ৰই আছে সন্ন্যাসী বেশ লই
বিধবা কৰিলা স্তুতি চৰণক চুই।
অত দিনে বৈধব্যক আচৰিলো মই
ছলনা কৰিয়া মোক আহিলা ই ঠাই।
ৰূপ নাৰায়ণ বোলে মায়া এৰাইবাৰে
হস্তী পৃষ্ঠে পৰা ভাও জুৰিলো আমাৰে।

তথাপিতো এৰাইবে কিয় নোৱাৰিলো
মায়া আহি লগ দিলা বিপদে পৰিলো।
পত্নী বোলে মোৰ গৰ্ভে তব বিৰ্য্য হন্তে
সন্তান ৰই আছে এক এৰিবা কিমতে।
সেই সন্তান পুত্ৰ যেবে জনম লভিলা
ৰাজ্য প্ৰজা সমে তাক আসনে বসাইলা।
তাৰ পাছে দুই ভাই ৰাজ্য পৰি হৰি
ধৰ্ম কাৰ্য্যে চলি গৈলা নানা ঠাই ঘুৰি।
কিন্তু তাহা নপাইলা ধৰ্মৰ সন্ধান
শাক্ত শৈৱ বৈষ্ণৱৰ নাই একো জ্ঞান।
গুৰুক পুছিল ধৰ্ম পন্থ কেনে ভাল
এক দেৱ এক সেৱ ধৰ্ম নিৰ্ভে জাল।
গুৰুত শৰণ লভি ধৰ্মক ধৰিলা
তাহাৰ আদেশে দুয়ো ৰাজ্যে চলি গৈলা।

**********

## সীতা কুণ্ড তীৰ্থত প্ৰবেশ

### পদ

খোজ কাঢ়ি চলি যায় সব যাত্ৰীগণ
গুৰু সঙ্গে চলি যায় ৰূপ সনাতন।
মুঙ্গেৰে পাইলা থান তাতে তীৰ্থ আছে
সীতা কুণ্ড নামে তীৰ্থ জগতে বিৰাজে।
তীৰ্থৰ মাহাত্ম্য কথা বৰ্ণনা নাযায়
স্নান কৰি সব লোকে বিষ্ণুপুৰী পায়।
তীৰ্থৰ চাৰিও কাযে পৰ্ব্বত এশাৰী
পাৰ নহৈইলে গিৰি কুণ্ডে যাতে নাৰি।
পৰ্ব্বতখনিও এক মহা গুণ ধাৰী
ভৰি দিয়া পৰ্ব্বতত হাঠিতে নপাৰি।
পা দিলে পৰ্ব্বতখনিত কুষ্ঠ ৰোগ হয়
আঠু ভৰি কপোৰ দিয়া যাত্ৰী চলি যায়।
এনে কষ্ট কৰি বহু লোক নাযাৰয়
নিলগৰ পৰা মাথো নমস্কাৰ কৰয়।
শঙ্কৰে পাইল গৈয়া সেই তীৰ্থস্থান
লগত আছয় আন যাত্ৰী আঠজন।
পৰ্ব্বতৰ কাষ পাই থামিয়া ৰহিল
বস্ত্ৰ সংগ্ৰহ কৰি পাৱ বান্ধিয়া ৰাখিল।
আঠুত বান্ধিলা বস্ত্ৰ ভৰি জুতি লৈলা
আঠু কাঢ়ি ভক্তগণ কুণ্ডে চলি গৈলা।
ৰূপ সনাতন পত্নী গুৰু ৰাম ৰাম
পৰ্ব্বানন্দ সৰ্ব্বজয় আৰু বলৰাম।
চলিলা সবায়ে গৈয়া কুণ্ডৰ ভিতৰ
কৰিলেক স্নান গৈয়া ঘাট যে পুবৰ।

কাউৰীৰ ৰোল কিছু শুনিতে নপাই
তাৰ পাছে দক্ষিণ ঘাটে স্নানি লন্ত গৈ।
পশ্চিমৰ ঘাটে গৈলে কলাজল পায
স্নান কৰিবাৰ কাবো ইচ্ছা নথাকয়।
উত্তৰ ঘাটত দুগ্ধ সম জল পায়
মন শান্তি হয় আৰু হোৱে পাপ ক্ষয়।
আপুনি ঈশ্বৰ হৰি শ্ৰীমন্ত শঙ্কৰ
তেওঁ ভিন্ন আছে কোন তীর্থ শ্রেষ্ঠতৰ।
অত এব নৰ ৰূপী আদি নাৰায়ণ
তীৰ্থৰ প্ৰভাৱ কভু নকৰে খণ্ডন।
লোকক দেখাই কৰে তীর্থ পর্য্যটন
চিনাকি পাইলে লোকে যায় পতিয়ণ।
উত্তৰ ঘাটত গৈয়া স্নান কৰিলন্ত
ভক্ত চাৰিজনে গুৰুৰ বস্ত্ৰক লৱন্ত।
স্নান পৰে যত বিপ্ৰ তথাতে আছিল
সবাকে ভকতগণে দক্ষিণা কৰিল।
সেই ঠাইৰ কাষে ছিল বননী এখন
অতি পৰিস্কাৰ ঠাই বননি গহন।
একো একো ডালি বৃক্ষ বেৰ কুৰি হাত
উৰ্দ্ধ মুখে চালে তাৰ নেদেখি মুকুট*।
সৰু সৰু ফল আছে বৃক্ষত লাগিয়া
সৰি নপৰিলে খাব নোৱাৰি পাৰিয়া।
গছ তলে ভক্ত সঙ্গে শঙ্কৰ আছে শুই
ভাগৱত চৰিত্ৰৰ নানা কথা কই।

হেন সময়তে বগু ওপৰৰ পৰা
পৰিলা আঠৌতা ফল পকি ৰঙাপৰা।
শঙ্কৰৰ কাষতে ফল আঠৌতা পৰিল
ভক্তগণ মাজে কথা আলোচ চলিল।
ফলৰ মহিমা কথা কহন নাযায
এক গুটি ফল খাইলে ক্ষুধা হয় ক্ষয়।
দিবা ৰাতি নলাগয় ভোক পুনৰ বাৰ
এনুৱা ফলৰ গুণ শুনি চমৎকাৰ।
বগৰীৰ সমকায় ৰাতুল বৰণ
দেখিলেই ফলগুটি খাইবাৰ মন।
এই ফল আঠ গুটি শঙ্কৰৰ কাষে
পৰিল সৰিয়া আহি ডালৰ সৈতে।
ৰাবণ ৰাখিল সীতা অশোক বনত
কিছু অন্ন নাহি খায় বিষাদ মনত।
ব্ৰহ্মাৰ আদেশে সুধা ইন্দ্রে আনি দিলা
এক বৰ্ষ জুৰি আইৰ ভোক নালাগিল।
সেই সুধা ফল আনি সীতা কুণ্ড তীৰে
ৰোপি লন্ত গুটি যত আত অনন্তৰে।
সেই ফল বৃক্ষ যেবে গজিয়া উঠিল
এক বিঘা জুৰি বৃক্ষ আগুৰি ধৰিল।
কলিত হৰিল শক্তি সেই সুধা ফল
বছৰৰ পৰা আহি দিনেকত ৰল।
শঙ্কৰক দেখি ফল আপুনি সৰয়
সব লোকে দেখি বৰ হইল বিস্ময়।

*মুকুট - ওপৰ ভাগ*

চাৰিজন লোক তাত আছিল দেববি
আন কত যাত্ৰী আছে তাতে নিদ্ৰাপৰি।
দেববি চাৰিওজনে দেখিল সপোন
শঙ্কৰ ৰূপেতে ৰাম আহিছে ইথান।
শঙ্কৰক দেখে ইটো সাক্ষাত যে ৰাম
শ্যামল বৰণ কায় ৰূপে অনুপম।
সাৰ পাই দেবৰি গণ চকু মেলি চায়
শুই থকাজন শঙ্কৰক দেখা পায়।
নহয় সামান্য নৰ ইটো মহাশয়
ৰাম কৃষ্ণ কোনোজনে আহিয়া আচয়।
একেলগে চাৰিজনে একেটি সপোন
দেবৰি চাৰিওজন আচৰিত হন।
চৰণত পৰি সবে বুলিলা বচন
পুচিলন্ত পৰিচয় তুমি কোনজন।
ৰূৰ পৰা আহিলা যে ৰাম ভগবান
পবিত্ৰ কৰিলা আহি এই বন স্থান।
এইবুলি স্তুতি নতি কৰিলা বিস্তৰ
পাৱে ধৰিলন্ত গৈয়া কৰি হাত যোৰ।
তেৰা সবৰ স্তুতি বাণী শুনিয়া শঙ্কৰ
ঈষত হাসিয়া গুৰু দিলন্ত উত্তৰ।
শুনিয়ো দেববিগণ আমাৰ বচন
পৃথিবীৰ মাঝে হীন লোক একজন।
ভক্তকুলে জাত মই নামত শঙ্কৰ
কামৰূপ দেশে জন্ম আমি ইসবৰ।
ভগবানৰ সৃষ্টিৰ একো জাত পাত নাই
এই হেতু নাম ধৰ্ম প্ৰচাৰো সবাই।
দেখিবাক লাগি মই আহিলো তীৰ্থক
পূৰ্ব্ব দেশেৰ ধৰ্মপ্ৰাণ আনিলো সবাক।
ৰাম ৰূপ দেখিছিল দেবৰি যতেক
এতিক্ষণে শঙ্কৰ ৰূপ দেখয় প্ৰত্যেক।
গৌৰবৰ্ণ শঙ্কৰ দেৱ তৃণ উপৰে বহি
জ্বলয় শৰীৰ যেন পূৰ্ণিমাৰ শশী।
সেৱা কৰি দেবৰিগণ বুলি ৰাম ৰাম
বাৰে বাৰে উচ্চাৰয় মাথো সীতা ৰাম।
বলৰাম সৰ্ব্বজয় ৰূপ সনাতন
সৰ্ব্বানন্দ আৰু শান্তি লভিলা চেতন।
আনন্দতে দেবৰিগণ বিনয়ে বুলিলা
কত ভাগ্যে প্ৰভু সতে তোমাৰা আহিলা।
আমি যে অভাগা লোক তুমি ভাগ্যবান
প্ৰভুৰ সহিতে তোৰা কৰিছা ভ্ৰমণ।
যিটো স্বপ্ন দেখা পালো আমি চাৰিজন
ৰাম ভগবান সমে কৰিছা গমন।
ৰাম ৰাম বোলে বিপ্ৰ সব সুধীজন
কিবা কথা বুলি আছা কৰিও বৰ্ণন।
দেবৰি বুলিলা আমি দেখিলো সপোন
তোৰা সঙ্গে প্ৰভু ৰাম কৰিছে আগমন।
সামান্য মানুহ এওঁ নোহয় শঙ্কৰ
কলি কালে অৱতাৰ প্ৰভু শ্ৰীৰামৰ।

একেলগে চাৰিজনে দেখিলো সপোন
পৰম প্ৰভুৰাম এওঁ বুজিলো এখন।
পৰম সুন্দৰ ৰূপ গৌৰ কলেবৰ
এনুৱা সুন্দৰ ৰূপ নেদেখো আনৰ।
ছদ্ম ৰূপে তীৰ্থ কৰে দশৰথ সুত
সপোন দেখিলো আমি ইটো অদ্ভুত।
জনক নন্দিনী সীতা সপোনে দেখিলো
চন্দ্ৰ সম জ্যোতি যাৰ এবে দেখা পালো।
এইদৰে সপোনৰ ৰূপক বৰ্ণাই
দেবৰি চাৰিওজনে বহে একে ঠাই।
সপোনৰ যত কথা সবাকে বুলিলা
ঘুৰি ঘুৰি শঙ্কৰক প্ৰণাম কৰিলা।
প্ৰাণ পতি ৰঘুনাথ বুলি নমাই মাথ
পাৱত লগায় শিৰ চাৰিজন লোক।
ৰাম ৰাম বুলি তুলি ধৰি শঙ্কৰৰ
চাৰিকো প্ৰণাম কৰে কৰি কৰ যোৰ।
চাৰিও যুগতে গুণী বিপ্ৰ সব পূজ্য
জানিবা আপোনালোক আমাৰো নমস্য।
দেবৰি বোলয় মিছা ইটো বিপ্ৰকায়
প্ৰভু ৰাম অৱতাৰ তুমি দয়াময়।
ৰূপ সনাতনে বোলে ৰহস্য এৰক
বিপ্ৰগণ সমে মাথো সমন্ধ পাতোক।
দেবৰিগণে বোলে আন কিছু নাই
শঙ্কৰক গুৰু ভজি পৰম গতি পাই।

এতেকতে সবে আমি পশিলো শৰণ
বিদায় দিয়োক গুৰু পালো পৰম ধন।
এহি বুলি শঙ্কৰ গুৰু শৰণক দিয়া
দান দক্ষিণাক লৈলা পৰম আশ্বাসিয়া।
চাৰিজন বিপ্ৰক চাৰি ৰূপ দান দিলা
এক ৰাতি থাকি তাত প্ৰভাতে চলিলা।
উত্তৰ বাহিনী গঙ্গা দেখিবাক প্ৰতি
পাচজন লোক মিলি চলিল সম্প্ৰতি।
তাৰ পৰে গঙ্গা স্নান কৰি ৰঙ্গমনে
সাতজনে ভোজন কৰিলা এক স্থানে
তাৰ পৰা ৰূপ সনাতন দুই ভায়া
লগত আছিল তাহাৰ মহাশান্তি জায়া।
শৰণ লইয়া চৰণৰ ধূলি লই
গুৰুৰ কাষত তিনি লইলা বিদাই।
আপোন গৃহত চলি অহে তিনিজন
শঙ্কৰ গুৰুক মনত চিন্তয় সৰ্ব্বক্ষণ।
তাৰ পাছে গুৰুজন ধীৰে চলি যাই
উত্তৰ বাহিনী তীৰ পাইলেক গই।
সৰ্ব্বজয় বলোৰাম ৰাম ৰাম আদি
বৃক্ষ তলে থামিলেক শুইবাক লাগি।
উত্তৰ বাহিনী গঙ্গা সলিলত নামি
স্নান কৰি গুৰুজন প্ৰণামে আপুনি।
এই মতে এই ক্ষেত্ৰে তীৰ্থক সামৰি
পাঠ শ্ৰোতা সব লোকে বোলা হৰি হৰি



# শ্ৰীশঙ্কৰ গুৰুৰ বাৰানসী, প্ৰয়াগ, মথুৰা দৰ্শন

## পদ

এনেদৰে শঙ্কৰ গুৰু তীৰ্থ ক্ষেত্ৰে ঘুৰি
কত দিনে পাইলা গৈয়া কাশীধামপুৰী।
তাৰ আগে দেখিলন্ত বৰাহ ক্ষেত্ৰক
স্নান দান কৰে তাতে যত বিপ্ৰ লোক।
একদিন অপেক্ষিয়া আৰু চলি যায়
পুষ্কৰিণী নামে তীৰ্থ তাতে লগ পায়।
এহি স্থানে স্নান দান সবাই কৰন্ত
গুৰু বিপ্ৰ ছিল যত দক্ষিণা কৰন্ত।
ইহা পৰে কিছুদিন খোজক কাঢ়িল
পঞ্চাদশ দিনে গৈয়া কাশীধাম পাইল।
গঙ্গা স্নান কৰি যেবে পাৰত উঠিলা
বিশ্বনাথ মন্দিৰক লাগি চলি গৈলা।
মুখ্য মুখ্য পাণ্ডা সব শঙ্কৰক দেখি
আগবাঢ়ি কথা পাতে পৰম হৰিষি।
মুখ্য পাণ্ডা বোলে প্ৰভু আহা মোৰ ঠাই
আপোনাৰ দৰশন পত্নী পুত্ৰে পাই।
কালি ৰাতি আমি এক দেখিলো সপোন
শ্ৰীবিষ্ণু সমে আহে লোক তিনিজন।
কাশীধামে যত লোক পবিত্ৰ কৰয়
পতিত পাবনি গঙ্গা নিজে গতি পায়।
বিশ্বনাথ মন্দিৰত প্ৰবেশিলা গই
স্থূল কায় পুৰুষ এক আহিলা ওলাই।
শঙ্কৰক সাবতিয়া ভিতৰক নিলা
মন্দিৰৰ মাঝে লোক অন্তৰ্দ্ধান ভৈলা।
যিজন পুৰুষ দেখো সপোন পুৰীত
আজি আমি আপোনাক দেখিলো সাক্ষাত।
গুৰু বোলে পূব দিশৰ আমি একজন
কায়স্থ কূলত জাত নহও ব্ৰাহ্মণ।
তীৰ্থক দেখিবে লাগি আহিলু ইঠাই
ক্ষেত্ৰৰ মাহাত্ম্য কিছু জানিবাক চাই।
আৰু এক কথা সোধো আপোনাৰ আগে
ভাগৱত গ্ৰন্থখনি পঢ়িবাক লাগে।
তাৰ অন্বেষণে আমি কৰিছো ভ্ৰমণ
অত এব তব কাষে আহিলো এখন।
পূজাৰী বুলিলা শাস্ত্ৰ এই থানে নাই
বৃন্দাবন মথুৰাত থাকিবে লাগই।
তবে এক কথা বলো তোমাৰ আগত
বিষ্ণুপুৰী নামত সন্ন্যাসী মহা সন্ত।
মহান পণ্ডিত তিনি নানা শাস্ত্ৰ জানে
কাৰ কত কিবা আছে জানন্ত আপুনে।
তাহাক বুলিলে শাস্ত্ৰ বিচাৰি আনিব
অত এব এই কথা তাহাক জনাইব।
কথা শুনি গুৰুজনে তাতে খোজ কাঢ়ি
বিচাৰি আনিল সিটো সন্ন্যাসী বিষ্ণুপুৰী।

গুৰুৰ আগত তাৰা দৃঢ় কথা দিলা
বিচাৰি আনিব শাস্ত্ৰ গুৰুত কহিলা।
এক মাহ অবসানে বাৰানসী এৰি
মথুৰাৰ পথে চলি যান্ত ডেকাগিৰি।
তাৰ পাছে প্ৰয়াগ তীৰ্থক পাইল যেবে
ত্ৰিবেণী সঙ্গমে উপনীত ভৈলা তেবে।
সেইদিনা আছিলন্ত চন্দ্ৰ চুড়ামনি
তীৰ্থ ক্ষেত্ৰে স্নান কৰে লোক অগণনি।
সবাৰে মাজত গুৰু শঙ্কৰ পাইল
সমাজৰ যত লোক ঘুৰি ঘুৰি চাইল।
কামৰূপৰ চাৰিজন মহান ভকত
সমাজৰ মাঝে গৈয়া ভৈলন্ত বেকত।
তাহান দিনত কামৰূপৰ লোক নাই
কামৰূপ জঙঘলী ৰাজ্য সবাই জানই।
ই হেন ৰাজ্যৰ লোক এনুৱা সুজন
যাক দেখি দৰ্শকৰ হৰে প্ৰাণ মন।
স্নান কৰি চাৰিজনে মন্দিৰত যায়
মন্দিৰ দৰ্শন কৰি ভোগ আনি খায়।
কোৱা কুই কৰে সবে আহিল কৰ পৰা
সবে বোলে কামৰূপীয়া যেন উজ্জল তৰা।
তাতে লগ পালি কত সাধু মহাসন্ত
তাহাৰ সঙ্গে শাস্ত্ৰালাপ কৰিলা অনন্ত।
পাণ্ডাগণ মুণ্ডন কৰিবে লাগি কৈলা
যুক্তি দিয়া কোনো জনে মুণ্ডন নকৰিলা।
তাৰ পাছে সাত দিন খোজ কাঢ়ি যেবে
মথুৰাত উপনীত ভৈলা সবান্ধবে।

শ্ৰীকৃষ্ণৰ জন্মস্থান মথুৰা নগৰী
মৰতত শোভে যেন ইন্দ্ৰৰ ৰম্যপুৰী।
যমুনাৰ তীৰে শোভা কৰয় সতত
হৰেক ৰকম তৰু শোভা কৰে যত।
কিন্তু কথা কবলৈ দুখ লাগে বৰ
পুৰণি মথুৰাপুৰী সুবৰ্ণ নগৰ।
ধনে ধানে ভৰপুৰ ধনৰ আকৰ
সুবৰ্ণ নিৰ্মিত মঠ মন্দিৰ চুড়াবোৰ।
ত্ৰিভুবনে তাহাৰ ধনৰ সীমা নাই।
অৰ্থ লোভী বিদেশীয়ে আক্ৰমিলা ঠাই।
যবনে লুটীয়া নিলে মথুৰা নগৰী
দ্বাপৰৰ পৰা ইটো অতি ৰম্যপুৰী।
মন্দিৰ ভাঙিয়া চূৰ্ণ কৰিলে যবন
তাৰ উপৰে বান্ধি থৈলা প্ৰকাণ্ড মোকাম।
তাতে গছকিল গৈয়া অনেক যবন
কৃষ্ণৰ মন্দিৰে নাই লোক একজন।
নিলগতে প্ৰাৰ্থনা কৰয় যাত্ৰীগণ
যবনে চূৰ্ণিত কৰে মথুৰা ভুবন।
তাতে দৰশন কৰে কুসুম কুমাৰ
সঙ্গেতে আছিল তিনি ভক্ত যে তাহাৰ।
খৰ স্ৰোতা যমুনাৰ গতি ভৈলধীৰ
লেতেৰা ভগ্ন যত কৃষ্ণৰ মন্দিৰ।
তিনি মাহ ধৰি সেই স্থানত ৰহিল
কত দিন কত যাত্ৰী সঙ্গত পাইল।
বিচাৰি চাইল গুৰু বেদ, গীতা কিবা
আলচ কৰিয়া সোধে নিব লাগে যিবা।



# কুৰুক্ষেত্ৰ, প্ৰভাস তীৰ্থ, দ্বাৰকা পৰ্য্যটন, পঞ্চবতী আৰু সেতুবন্ধ গমন

## পদ

শঙ্কৰদেৱৰ ভক্তসহ তীৰ্থ পৰ্য্যটন
চক্ৰপাণি আতৈ কহে শুনে ভক্তগণ।
তিনিজন সঙ্গী সমে কুসুম নন্দন
একে একে সব তীৰ্থ কৰিলা ভ্ৰমণ।
বদৰিকা আশ্ৰমত যখন থাকয়
শুক্লা পক্ষে দক্ষিণ বাহু নাচিয়া থাকয়।
মৌন হয়া অনুভৱ কৰিলা তথন
সেটো দিনে এক সঙ্গী লভিলা জনম।
জেঠ মাহৰ পূৰ্ণিমা অন্ত আহি ভৈলা
প্ৰতিপদ আৰম্ভৰ দুই দণ্ড গৈলা।
নিশ্চয় কোনোবা পুৰুষ লভিল জনম
পৰা ধামে হব তিনি ভক্ত একজন।
এনেকে বদৰিকা থান দেখা পাই
দৰ্শনান্তে শঙ্কৰ গুৰু ফিৰিয়া আহই।
তাৰ পৰে কুৰুক্ষেত্ৰে কৰিলা গমন
কুৰুক্ষেত্ৰে ভীষ্ম শয্যা কৰে দৰশন।
অনেক পণ্ডিত লোক লগ পাইলেক
সবাৰ সঙ্গে শাস্ত্ৰালাপ গুৰু কৰিলেক।
তাৰ পাছে খোজ লৈলা পশ্চিম মুখ কৰি
কত দিনান্তৰে পাইলা দ্বাৰকা নগৰী।
দ্বাৰকাত থাকি প্ৰভু সমুদ্ৰৰ জলে
স্নান দান কৰিলেক ভকতসকলে।
তাহানিৰ শ্ৰীকৃষ্ণৰ দ্বাৰকানগৰী
আজি আৰু নেদেখিলা সেই ৰম্যপুৰী।
স্নান কৰি উঠি প্ৰভু সবাকে বুলিলা
চমু মুদি ধ্যান কৰি থাকিবে বুলিলা।
পশ্চিমক চাই জলে চকু মুদি ৰই
শ্ৰীকৃষ্ণৰ ৰম্যপুৰী দেখিবাক পাই।
ষোড়শ হাজাৰ নাৰী আবাসৰ স্থান
ৰুক্মিনীৰ গৃহ তাতে মুখ্য যে প্ৰধান।
বৈকুণ্ঠ সমান পুৰী অতি সুশোভন
তাকে দেখি ভকতৰ হৰে মন প্ৰাণ।
স্বৰ্ণপুৰী যেন সেই পুৰীৰ যে স্থিতি
শত সূৰ্য্য জ্বলে যেন নগৰী চতুৰ্ভিতি।
ধ্যান যোগে ভক্তগণে দ্বাৰকা দেখিলা
শঙ্কৰৰ মহিমাক বুজিবে নাৰিলা।
শ্ৰীকৃষ্ণৰ দেহাবসান যেতিয়া হইল
সাত দিন পৰে পুৰী সমুদ্ৰে ডুবিল।
পষেক দিন সেই স্থানে অবস্থান কৰি
তাৰ পৰে চলি গৈলা প্ৰভাস নগৰি।

প্ৰভাসত পাই গুৰু স্নানক কৰিলা
পুৰোহিত বিপ্ৰ আদিৰ সঙ্গে আলোচিলা।
স্নান আলোচন অন্তে প্ৰভাসক এৰি
পৰে আহি প্ৰবেশিলা নাসিক নগৰী।
পঞ্চৱতী দেখিলন্ত গুৰু ভক্তগণ
একে একে সব মন্দিৰ ভৈলা দৰশন।
তাৰ পাচে খোজ কাঢ়ি দক্ষিণে চলিলা
তিনি মাহ পৰে আহি সেতুবন্ধ পাইলা।
ধনুষ্কোটী সেতু বন্ধ কৰি দৰশন
সমুদ্ৰৰ নৌকাত আহি কৰে আৰোহন।
নৌকা চলি চাৰিওজন উজাই আহিল
কিছু দিন পৰে আহি পুৰী প্ৰবেশিল।
কিন্তু একো নপাইলা প্ৰাচীন তত্ত্ব জ্ঞান
কেৱল থাকিলা কৃষ্ণৰ কৰিয়া কীৰ্ত্তন।
ৰমাকান্ত নামে এক ব্ৰাহ্মণ আছিল
সপোনত দেখে এক দেৱতা আহিল।
লগত আছয় তাৰ সঙ্গী তিনিজন
লোক সবৰ দৃষ্টি তাৰা কৰে আৰ্কষণ।
প্ৰশান্ত সুন্দৰ মুৰ্ত্তি দীৰ্ঘ কলেবৰ
উন্নত নাসিকা দীৰ্ঘ অৰুণ অধৰ।
গহীন গম্ভীৰ মতি আয়ত লোচন
বহল বক্ষত নোম গৌড় বৰণ।
যতে লোক সমাগম ততে কথা কয়
যিবা প্ৰশ্ন কৰে তাৰ উত্তৰ পোৱা যায়।

ৰমাকান্ত পণ্ডিত বিপ্ৰ শাস্ত্ৰত পাৰ্গত
শঙ্কৰ গুৰুৰ আগে ভৈলা উপাগত।
অনেক কঠিন প্ৰশ্ন তথাত সুধিলা
সমস্ত প্ৰশ্নৰে বিপ্ৰ উত্তৰ পাইলা।
অৱতাৰ বুলি মনে কৰিলেক জ্ঞান
আঠু কাঢ়ি সেৱা লৈলা পশিলা শৰণ।
তিনি মাহ থাকি পুনৰ মথুৰা চলিলা
ৰমাকান্তৰ গৃহে থাকি শাস্ত্ৰক পঢ়িল।
আৰু কত জন শিষ্য তথাত ৰহিল
প্ৰমাণ নাপাই আমি লিখিব নাৰিল*।
মথুৰাত থাকি গুৰু যত শিষ্য হল
সবাতো বিদায় মাগি গোকুল চলি গল
তাৰ পাছে আহিলন্ত গোকুলৰ বাটে
নৌকা উঠি পাৰ হৈলা যমুনা নদীতে।
পাৰ হুয়া চাৰিজনে অতি ৰঙ্গ কৰি
চলি যায় মহানন্দে গোকুল পথ ধৰি।
দিনেকত পাইল গৈয়া গোকুলৰ ধাম
গুৰু ভক্ত সবাৰে পুৰিল মনস্কাম।
লোকালয় পূৰ্ণ সেই গোকুল নগৰি
কৃষ্ণ গুণ গায় সবে বাটে ঘাটে পূৰি।
মন্দিৰে প্ৰবেশি সবে দৰশন হৈল
দান দক্ষিণাক দিয়া সন্তুষ্ট কৰিল।
মনত পৰিল সেই পূৰ্ব্বৰ আখ্যান
গোকুলত আছিলন্ত গোপ গোপীগণ।

*নাৰিল - নোৱাৰিলো

শ্ৰীকৃষ্ণৰ বাল্য ক্ৰীড়া তথাত আছিল
সিটো থানে পুতনাক মৰ্দ্দন কৰিল।
বকাসুৰ বধ কৰে যথাত কৃষ্ণই
চকুৰে দেখন্ত গৈয়া লগতে সি ঠাই।
তাৰ পাছে গৈলা প্ৰভু গিৰি গোবৰ্দ্ধন
প্ৰদক্ষিণ কৰি তাকে কৰয় দৰ্শন।
গোপ সবে পূজা কৰে যি থানে ইন্দ্ৰক
গোপী সবে দিয়ে অন্ন খিৰ প্ৰসাদক।
অঘাসুৰ বধ কৰে তথাত কৃষ্ণই
সি থানৰ মাহাত্ম্যক কহন নাযাই।
সাত দিন থাকিয়া বেৰাইলা সিটো থান
ফিৰিলন্ত শঙ্কৰদেৱ যাইবে বৃন্দাবন।
গোকুলবাসীৰ ধৰ্ম মহিমাক দেখি
কৰিলা অনেক কাৰ্য্য লোকক নিৰেখি।
শঙ্কৰক পাই যেন দেখিলা কৃষ্ণক
চৰণক চুই প্ৰণামিল সব লোক।
গোকুলপুৰীত মাঝে লোক যত আছে
সবে লগ লৈয়া প্ৰণাম কৰিলন্ত পাছে।
গোকুলৰ মাঝে মাঝে কৃষ্ণ পদ চয়
শিলা হুয়া পৰি সিটো থানত আছয়।
যথা স্থানে পদ চিহ্ন যতই আছন্ত
শঙ্কৰক নিয়া পাণ্ডা সবে দেখালন্ত।
ক্ষীৰ দুধ দিলা আনি শঙ্কৰৰ আগে
খাইলেক দুগ্ধ ক্ষীৰ শঙ্কৰ মহাভাগে।
ভক্তগণ সমে দুগ্ধ ক্ষীৰক খাইল
তাৰ পাছে বৃন্দাবনে যাইতে আহিল।
ভাণ্ডাৰিক নামে বট বৃক্ষ আছে তাত
সেই বট দৰশন হল গৈয়া তাত।
কালিন্দীৰ জলে স্নান কৰিল তেখন
মনো ৰঙ্গে বেৰাইল সব ব্ৰজ ধাম।
বিদগ্ধ পণ্ডিতগণ যথাত আছয়
তাতে গৈয়া শঙ্কৰ গুৰু শাস্ত্ৰক খোজয়।
আলোচ কৰয় কৃষ্ণ লীলা চৰিত কথা
অৱতাৰী পুৰুষ মান্য কৰয় সৰ্ব্বথা।
শ্ৰীগুৰুৰ তীৰ্থ যাত্ৰা মনত সুৱৰি
সব ভক্তগণ মিলি বোলা হৰি হৰি।

: —x—

## *পুনৰ বৃন্দাবন, হৰিদ্বাৰ ভ্ৰমণ*

### *পদ*

চক্ৰপাণি বদতি শুনিও ভক্তগণ
যেন মতে গুৰুজনে আহিল বৃন্দাবন।
গোকুলৰ গোপগণ সাক্ষাত দেখিলা
লোকগণৰ সাদৰক কভু নুভুলিলা।

পুনৰপি পাইল গৈয়া যমুনাৰ ঘাট
গোৱালগণৰ নৌকা আছে অসংখ্যাত।
ধন দিয়া একজন গোৱাল আনিলা
তাহাৰ নৌকাখনি দিয়া ইপাৰ হইলা।
পুনৰায় খোজ লৈলা যাইবে বৃন্দাবন
পথত লগৰী ভৈলা যাত্ৰী অগণন।
তাৰা সৈতে প্ৰবেশিল আহি বৃন্দাবন
সঙ্গত থাকিল সদা সঙ্গী তিনিজন।
বৃন্দাবন শোভ কিছু বৰ্ণন নাযায়
নন্দন কানন যেন মৰতে শোভয়।
সেই বৃন্দাবনে গুৰু প্ৰবেশ কৰিলা
থানৰ মহিমাক প্ৰভু আপুনি জানিলা।
ইটো বৃন্দাবন দেখো কিছু একো নাই
বৃক্ষ তৰু তৃণ মাত্ৰ তাতে দেখা পাই।
সেই বৃন্দাবন দেখো আজি নাই নাই
গৰু লৈয়া নাযাবয় শ্ৰীকৃষ্ণ গোসাই।
গোপ গোপীগণ নাই, নাই বালগণ
আছে মাত্ৰ পৰি সেই গহন কানন।
যিটো স্থানে বিচৰণ লক্ষ গৰুজাক
দেখে তাত নাই আজি গৰুৰ পালক।
ৰাস ক্ৰিয়া নাই আজি কদম্বৰ তলে
বাহী নবজায় কৃষ্ণে কদম্বৰ ডালে।
কাহ পৰি জীন যায় সেই বৃন্দাবন
দুটি এটি পৰ্ণ কুটীৰ পাণ্ডা একোজন।
যমুনাৰ ঘাট আজি সৰ্ব্বদা মলিন
ঘাটত শোভয় মাত্ৰ বৃক্ষ তৰু তৃণ।

বাৰখন বনে বাৰ দেখিলেক ভাৱ
পৰম সুন্দৰ বন দেখি চকে গাৱ।
বৃন্দাবন আছে নাই অতীত মাধুৰী
আছে মাত্ৰ বন নাই কল্পতৰুশ্ৰী।
বৃন্দাবন নাম কিন্তু ভুবন প্ৰখ্যাত
ইটো স্থানে আহে তীৰ্থযাত্ৰী অসংখ্যাত।
গোপীনাথ নামে এক পণ্ডিত প্ৰবৰ
শাস্ত্ৰ জ্ঞান ছিল তাৰ অনেক বিস্তৰ।
শ্ৰীশঙ্কৰ পৰিচয় পাইলেক তাতে
ৰূপে গুণে অনুপম পণ্ডিত সততে।
তাৰ পাছ কত দিন সঙ্গত বঞ্চিল
পৰম পুৰুষ বুলি পণ্ডিতে জানিল।
অত এব শঙ্কৰত পশিল শৰণ
গুৰুৰ চৰণে দিলা সঁপি মন প্ৰাণ।
এক দিন গুৰুজন সপোন দেখিলা
বৰদোৱা সমীপে এক পুৰুষ আহিলা।
দেখিয়া জানিল গুৰু পুৰুষ এজন
অৱতাৰ হল আহি নলচা ভুবন।
অত এব গুৰুজন কৰিলে ঠাৱৰ
জন্মিলেক দামোদৰ পুৰুষ প্ৰবৰ।
আমাৰ একান্ত সঙ্গী হইব দামোদৰ
ভক্তি মাৰ্গ ভাগৱত কৰিব প্ৰচাৰ।
তাৰ পাছে চাৰিজনে লগে মিলি-জুলি
আপোনাৰ বয় বস্তু লৈলেক বুটলি।
বৃন্দাবনে এক মাহৰ ৰহিলেক গুৰু
বিচাৰি ভাগৱত শাস্ত্ৰ ভক্তি কল্পতৰু।

কোনো একো গ্ৰন্থ তাত বিচাৰি নাপাই
প্ৰকৃতিৰ দৃশ্যৰাজি দেখিবলৈ পাই।
ভকতগণৰ আনন্দৰ সীমা নাই
তেৰাসবে খুমুক বাই নাম গুণ গাই।
এক মাহ অন্তে প্ৰভু বৃন্দাবন এৰি
হৰিদ্বাৰ পথে যায় ভগবন্ত স্মৰি।
বৃন্দাবনে তীৰ্থ যাত্ৰী যতেক আছিল
সবাৰ সঙ্গে গুৰুজন আলোচন কৰিল।
আলোচনা অন্তে তাত কিছু নাপাইলা
এহি হেতু হৰিদ্বাৰে শ্ৰীগুৰু চলিলা।
পঞ্চদশ দিন খোজ কাঢ়ি চলি যাই
তাৰ পাছে হৰিদ্বাৰ মিলিলেক গই।
হৰ হৰ কৰি তাত গঙ্গা বহি আছে
পৰ্ব্বতৰ মাজ হন্তে ভৈয়ামে পৰিছে।
ঋষি মুনি নাই তবু আছয় সন্ন্যাসী
কত তীৰ্থ যাত্ৰী আছে বৃক্ষ তলে বসি।
শিলৰ ওপৰে কত বহি মহাৰঙ্গে
গঙ্গত নামিয়া স্নান কৰে সঙ্গী সঙ্গে।
কত জন সন্ন্যাসী সেই স্থানে লগ পাইলা
কত জনে ঘুৰি ঘুৰি গুৰুৰ ৰূপ চাইলা।
তিনি দিনান্তৰে আহি যোশীমঠ পাই
সেই থানে একদিন জিৰণি লভই।
তাৰ পৰে আগবাঢ়ে পুনৰায় পথ
পবৰ্বতৰ সংকীৰ্ণও গুহাৰ মাজত।
আত পৰে পাইলা গৈয়া হৃষীকেশ ধাম
পাণ্ডা সবে শ্ৰদ্ধা কৰি কৰিছে সন্মান।

লক্ষ্মণ জুলা থানে ৰৈলা এক ৰাত্ৰি মান
তাৰ পৰে আহে ঘুৰি গিৰি গোবৰ্দ্ধন।
তথাত হইলা বহু ভক্ত সমাগম
ভক্ত সমে গুৰু জনে কৰে আলোচন।
শ্ৰীকৃষ্ণৰ লীলা কথা আলচ কৰিলা
মহান পণ্ডিত শঙ্কৰ সবাই জানিলা।
বৃন্দাবনে সাত দিন সাত ৰাতি ৰই
অনেক সন্ন্যাসীগণ সঙ্গে লগ পাই।
বৃন্দাবন দাস আতি ধৰ্ম পৰায়ণ
গুৰুৰ চৰণ স্পৰ্শী পশিল শৰণ।
লাকুঞ্জ, তালকুঞ্জ, নিকুঞ্জ খাজুৰ
কালী হ্ৰদ কুশৱতী ভৰদ্বাজপুৰ।
কৌশল পঞ্চাল ৰাজ্য সব ভ্ৰমি চাই
দক্ষিণ দিশক লাগি গুৰু চলি যাই।
দ্বাৰকাত কত দিন ৰাত্ৰি বঞ্চিলেক
কত জ্ঞানী গুণী জনে শৰণ লইলেক।
তাৰ পৰে কৌশিক নগৰ মাজত প্ৰভাস
প্ৰভাসত শিষ্য সমে সপ্তাহ ৰহিলেক।
তাৰ পাছে নাসিকত পঞ্চবটী থান
খাণ্ডৱ বনে পৰশিলা পাইয়া সন্ধান।
এনেদৰে খোজ কাঢ়ি পাইল তিৰুগিৰি
তিৰু মালা নামে পৰ্ব্বত আছে শিৰে ধৰি।
বিষ্ণুৰ মহান ধাম তিৰুপতি স্থান
সোণা সুবৰ্ণৰ ক্ষেত্ৰ দেখে বিদ্যমান।
তথাত থাকিল গুৰু দিন পঞ্চদশ
তাৰ পাছে পদ ব্ৰজে মাদুৰাই প্ৰবেশ।

অতীব বিশাল মন্দিৰ মাদুৰাই থানে
মিনাক্ষিৰ থান বুলি সৰ্ব্ব লোকে জানে।
মন্দিৰ প্ৰবেশ গুৰু নকৰিলা জানি
প্ৰণামী অলপ দিয়া মাগিলা মেলানি।
তাৰা পাছে ৰমেশ্বৰ সেতু বন্ধে যাই
স্নান কৰি ভ্ৰমণ কৰিলা ঠাই ঠাই।
ঘুৰি আহি পক্ষীতীৰ্থে এদিন ৰহিলা
তীৰ্থৰ দেৱতা পক্ষীযোৰক দেখিলা।
দক্ষিণৰ তীৰ্থ ভ্ৰমিলা বিস্তৰ
সীতাকুণ্ড, চন্দ্ৰাৱতী, জটায়ু নগৰ।
গোমতী নদীত স্নান আৰু গোদাবৰী
ঋষ্যমুখ তাল ভেদা কিষ্কিন্ধ্যা নগৰী।
এক মাস বাকী একাদশ বৎসৰ গৈলা
দক্ষিণাত্য পাই গুৰুৰ উত্তৰে আহিলা।
মহানন্দা গোদাবৰী সূৰ্য্যৰ মন্দিৰ
সাক্ষী গোপাল ভুবনেশ্বৰ ঘুনচা মন্দিৰ।
কতো যায় দৰ্শন কৰে কতো নকৰই
চকুৰ তৃপিতি মাথো তীৰ্থ ভ্ৰমি ৰই।
উৰিষ্যা মধ্যে তীৰ্থ আছে অসংখ্যাত
সবাতো ভ্ৰমিলে গুৰু লেখ দিব কত।
একাদশ বৰ্ষে গুৰু পুৰী প্ৰবেশিল
পূৰ্ব্ব বন্ধু পাণ্ডা সবে দেখি আশ্বাসিল।
আগুৰি ধৰিল সবে শঙ্কৰক চাই
কতনা দেখিলা তীৰ্থ কহিও বৰ্ণাই।
শঙ্কৰে বুলিলা সব তীৰ্থ পৰ্য্যটন
একশ দহ ভকতক দিলো যে শৰণ।

একে একে সকলোকে বুলিলা বৰ্ণাই
সব লোকে জানি শুনি হৰষিত হই।
জগন্নাথ পাণ্ডাসুত বিষ্ণু দত্ত নাম
ৰমানন্দ হৰিশ্চন্দ্ৰ জৈমিণী শ্ৰীৰাম।
যদুনাথ কৃষ্ণ আদি কৰি দশজন
গুৰু মানি শঙ্কৰত লৈলন্ত শৰণ।
জগদীশ নামে এক ব্ৰাহ্মণ পাইলা
ভাগৱত গ্ৰন্থখনিৰ সন্ধান কৰিলা।
জগদীশে বোলে বাপ বিচাৰিবো মই
পালে ইটো মহা গ্ৰন্থ যত্ন কৰি লই।
আপোনাৰ পাশে গৈয়া হইবো উপনীত
আজি হন্তে বিচাৰিবো ওৰেষা ৰাজ্যত।
দুইবাৰ ঘুৰিলো মই ভাৰত ভূমিত
নাপালো একোকে মই সমস্ত তীৰ্থত।
গুৰু বোলে অহাকালি যাইবো ঘৰ লই
কিবা কাণ্ড ঘটিয়াছে জানান নাযাই।
ৰাজনীতি সমাজ নীতি নানা আহুকাল
বাৰ বছৰ কটাইলো ফুৰি চাৰিফাল।
তোমাত ভৰষিলো বোপা এই কৰ্ম ভাৰ
ভাগৱত পাইলে নিবা কৈলো সাৰে সাৰ।
এইদৰে দ্বাদশ বৰ্ষ সব তীৰ্থ ঘুৰি
পুনৰপি আহি পাইলা আপোন নগৰি।
গুৰুৰ তীৰ্থ ভ্ৰমণক সবাই সবুৰি
আনন্দতে সব লোকে বোলা হৰি হৰি।
হৰি বোল হৰি বোল এৰি আন কাম
পাতক ছাৰোক ডাকি বোলা ৰাম ৰাম।



## শ্ৰীগুৰু শঙ্কৰদেৱৰ আপোন গৃহ প্ৰবেশ

### পদ

ওৰেষা ৰাজ্যক চাৰি ছয় মাহ হৈল
লাহে লাহে খোজ কাঢ়ি কৰতোয়া পাইল।
স্নান দান কৰি তাতে নিশা জিৰাইল
পৰে দিনা গৃহ মুখে ধাৱিত হইল।
আৰু তিনি মাহ পৰে টেম্বুৱাণী পাইলা
মাজনিশা বাৰী সোমাই বুঢ়ীক মাতিলা।
মাত বুজি আথে বেথে উঠিয়া আহই
খাটৰ খুৰাত খুন্দা খাই বাগৰি পৰই।
উহ উহ কৰি বুঢ়ী মাতিবে নোৰিলা
পৰ্মানন্দই দাঙি লই বাজক আনিলা।
কৰ যোৰে বুঢ়ীৰ দুই চৰণত ধৰি
উবুৰি খাই সেৱা কৰে আঠু কাঢ়ি।
বাপুধন বুলি বুঢ়ী সাবতি ধৰিলা
পাৰে মানে মুখে পৰি কত চুমা খাইলা।
ৰজনী প্ৰভাত ভৈলা সবাই উঠিল
টেম্বুৱাণীৰ ভৃঞাগণে চাবলৈ আহিল।
সবে বোলে বাপ তই কুলৰ নন্দন
উদ্ধাৰ কৰিলি পূৰ্ব্ব পুৰুষ যতমান।
আমাৰ বংশত তই ৰতন জন্মিলী
আপোনাৰ সঙ্গে বংশৰ নামক জলালী।



— তৃতীয় খণ্ড সমাপ্ত —

# শ্ৰীগুৰু চৰিতামৃত

## ৪ৰ্থ খণ্ড

## বৰদোৱা আৰু উজনি লীলা

*হৰি ভক্তি দান দিয়া জগতক তৰিলা সংসাৰ সিন্ধু*
*হেনয় কৃপালু শঙ্কৰ বিনাহি নাহি নাহি আৰ বন্ধু*

**শঙ্কৰ গুৰু সশিষ্যে বৰদোৱা আগমন**
**বৰদোৱাবাসী বন্ধু-বান্ধৱৰ সম্ভাষণ আৰু আনন্দ উৎসৱ**

### ছবি

চৈধ্য শত পঞ্চাদশ শক বহি গৈলা যেবে
মাঘী পূৰ্ণিমাৰ উপাগত
সেহি ৰাতি গুৰুজন তিনি ভকতৰ সঙ্গে
বৰদোৱা ভৈলা উপনীত।
ৰাত্ৰি কালে জ্ঞাতিবৰ্গ মাত বোল লগাই যত
জলপান কৰি ৰল শুই
শয়নত গুৰুজনে সামাজিক দেখিলন্ত
চকু মেলি মুৰ ডাঙি চাই।

সব কথা বুলি লই　　　　গুৰুজনে পাছে শুই
ভাবি গুণি কৰিলন্ত স্থিৰ
আমাৰ সঙ্গক এক　　　　সঙ্গী আহিবাক লাগি
দৰশন ভৈলা পৃথিবীৰ।
আমাৰ পৰম বন্ধু　　　　নাৰায়ণ দাস হুয়া
মোৰ সঙ্গে আহিবাক লাগি
পাৰিষদ একজন　　　　ধৰাত জনম লভি
আমাৰ হইব মহাভাগি।
জগত নিস্তাৰ হেতু　　　　আহিল গৰুড় কেতু
তীৰ্থ চাই বটদ্ৰবা পাই
ৰজনী প্ৰভাত হইলা　　　　জ্ঞাতি গণে বাৰ্ত্তা পাই
লৰি আহি শঙ্কৰক চাই।
খেৰসূতি বুঢ়ী আই　　　　লাঠি ধৰি চলি যাই
খুন্দা খাই ভৰিত পাই দুখ
তথাপিতো লৰৰয়　　　　মনে দুখ নকৰয়
আনন্দ বদন হাঁহি মুখ।
শুনে যত প্ৰজাগণ　　　　শঙ্কৰ চাবলৈ মন
লৰি যায় শঙ্কৰৰ ঘৰে
কত জনে কাষে গই　　　　পুচিলন্ত বাৰ্ত্তা চই
বিলম্ব হইল বহুতৰে।
নাৰীগণ সব আহি　　　　আনন্দত হাঁহি হাঁহি
বোলে গুৰু শঙ্কৰক চাওঁ
বাৰ বৰ্ষ ঘৰে নাই　　　　ভাবিছিলো নাহিবই
হৃত* মাণিক যেন ঘৰে পাওঁ।

*হৃত - *হেৰোৱা*

আহিল আৰুণি পেহী বুঢ়া খা পেহাক মাতি
আনিলন্ত শঙ্কৰে সাদৰি
ভোগ প্ৰসাদ খুৱাইলা বস্ত্ৰ মালা আনি দিলা
সবে লৈলা বস্তুক আদৰি।
কেতাই আহিল লৰি সঙ্গে বউ আহে লৰি
শঙ্কৰদেৱ কেনে আছে চাও
বাৰ বৰ্ষ ঘৰে নাই মনে কান্দি থাকো গই
এবাৰ মুখখনি চাই লও।
মহেন্দ্ৰ কন্দলি আহি মাতিলন্ত হাঁহি হাঁহি
ভালে আহি পালা বাছাধন
বহু দিন বিলম্বত সবাৰে উদ্বিগ্ন চিত্ত
উগুল থুগুল কৰে মন।
দুই বছৰ ফুৰি আমি তীৰ্থত আহিলো ভ্ৰমি
পুৰী ক্ষেত্ৰে এৰিলো তোমাক
দ্বাদশ বছৰ গৈলা ঘৰ আহি নাপাইলা
ভাবি গুণি সবেও অবাক।
খেৰসূতি আই নিতে থাকয় উদ্বিগ্ন চিত্তে
শঙ্কৰ মোৰ আহি নাপাইলা
প্ৰতি মাহে মাহে গই হাতত লাখুটি লই
চায় ঠিকনা কিয়নো নাহিলা।
দৈবজ্ঞৰ গৃহে গই আই সদা গণি চাই
কিমান দিনে পাইব আহি ঘৰ
ভালে আছে কিম্বা নাই মঙ্গলতি গণি চাই
গৃহ পাইব কত দিন পৰ।

আজি আহি ঘৰ পাইলা সব চিন্তা দুৰ গৈলা
সবাৰে মনত অনুৰাগ
বন্ধু বান্ধব মিত্ৰ চয় সবে আহি লগ লয়
সমনীয়া গণে ধৰে লাগ।
গুৰুক দক্ষিণা দিলা আঠু কাঢ়ি সেৱা লৈলা
আৰু দিলা বস্ত্ৰ একোখনি
গুৰুও উভতি গই শঙ্কৰক আঠু লই
শিৰণত কৰিলা প্ৰণামি।
সবকো আশ্বাসী গুৰু সাদৰ বচন মাতি
জগন্নাথৰ প্ৰসাদক দিলা
তীৰ্থৰ যতেক কথা ভাঙি পাতি বুলিলন্ত
প্ৰসাদ ভুঞ্জিয়া তুষ্ট ভৈলা।
ফল মূল খুৱাইলা গুৱা পান কৰাইল
সবাকে আশ্বাসী লন্ত গিৰি
শ্ৰীমন্ত শঙ্কৰ কথা শুনিলে আনন্দ কথা
আক জানি বোলা হৰি হৰি।



## বৰদোৱা থানত নামৰ জোৱাৰ কেবাজনো বিপ্ৰ সমন্বিতে অনেক লোকৰ শৰণ লাভ আৰু জগদীশ মিশ্ৰৰ বৰদোৱা আগমন

### পদ

চক্ৰপাণি বদতি শুনিও ভক্তজন
শঙ্কৰ চৰিত্ৰ কথা কৰি একমন।
এহিমতে তীৰ্থহন্তে আহি ডেকাগিৰি
খাট গৃহ বাৰী যত চায় ঘুৰি ফুৰি।

প্ৰজাগণ যত আছে সবাকে পাইলা
আশ্বাসিয়া সব লোকে বাতৰি সুধিলা।
পণ্ডিত সবক মাতি কৰি আলোচন
বুলিলেক তীৰ্থ কাৰ্য্যে নাহি প্ৰয়োজন।
ধনৰেহে লোভী পাণ্ডা জ্ঞানস্পৃহা নাই
দিনে দিনে ভাবি থাকে কত ধন পাই।
মধুৰ বচনে মাতে গলে যাত্ৰীগণ
সাত পাছ বুদ্ধি ছলে আদায় কৰে ধন।
ব্যৱহাৰ ৰূঢ় যদি পইচা কম হয়
সুদূৰৰ মানুহ বুলি গণ্য নকৰয়।
এতেকতে কও মই পণ্ডিত সুজন
তীৰ্থক্ষেত্ৰে ভ্ৰমি ফুৰা নাই প্ৰয়োজন।
বাজী গাই পুহি ৰখা যেন অকাৰণ
ধন খৰচ কষ্ট শ্ৰম পায় গৃহীগণ।
গঙ্গা, গয়া, পুৰী, প্ৰয়াগ, তীৰ্থ বাৰানসী
যেন সুদূৰৰ গিৰি নীল বৰ্ণ দেখি।
ইমান ধন খৰচ কৰা নাই প্ৰয়োজন
ধন ব্যয় দেহা ক্ষয় নহয় অন্যন।
তাৰ পাচে সকলোৱে আলোচনা কৰি
শিৰোমণি ভাৰ লৈলা ভূঞা ডেকাগিৰি।
মহেন্দ্ৰ কন্দলি ৰাম ৰাম বিপ্ৰবৰ
সৰ্ব্বজয় বলোৰাম পণ্ডিত প্ৰবৰ।
কৰ্ণপুৰ পৰ্ব্বানন্দ সদানন্দ আদি
চতুৰ্ভুজ বন গঞা আসনক সাজি।
গলে মাল্য দিয়া মুখ্য কৰিলা বৰণ
টেম্বুৱাণী অঞ্চলৰ হৰষিত মন।
নানা বিধ ভুষণ পিন্ধাইলেক আনি
মুৰত পাগুৰী দিলা হেঙ্গুল বৰণী।
বৰ পীৰা পৰি তাতে কাপোৰক দিলা
বুঢ়া খা জয়ন্ত মাধব কেওঁৰা খা আহিলা।
ধন বস্ত্ৰ দিয়া কৰিলেক সন্তোষিত
তিল পিঠা চিৰা দধি ভোজনৰ বিত।
সবাকে খুৱাই প্ৰভু মন তুষ্টি কৰি
ভূঞাৰ নেতৃত্ব লৈলা প্ৰভু ডেকাগিৰি।
পিচ দিনাখন সবে বহি নামঘৰে
ধৰ্ম আলোচনা কৰে পণ্ডিত সবাৰে।
বিপ্ৰ, শূদ্ৰ, কায়স্থ যতেক ডেকাগণ
সবে আহি বোলে তাৰা লইব শৰণ।
এতেকতে প্ৰভু আমাক কৃপাক কৰিয়ো
ইচ্ছুক যতেক লোক শৰণক দিয়ো।
ব্ৰাহ্মণগণৰ মাঝে আছে বহুজন
সবে ইচ্ছা কৰে তোমাত লইব শৰণ।
তৰ্ক ভানু বিদ্যাপতি ভট্টাচাৰ্য্য গণ
ৰাঘবন, আচাৰ্য্য, ভুধৰ, বিভুষণ।
কবিৰত্ন বিদ্যাৰত্ন উমা বাসুদেৱ
গজেন্দ্ৰ শ্ৰীকান্ত সৰস্বতী মহাদেৱ।
ৰামচন্দ্ৰ কৃষ্ণ দত্ত বিষ্ণু নাৰায়ণ
গোপাল জৈমিণী আৰু দেৱ জনাৰ্দ্দন।

সি সব পণ্ডিত লোক সাৰমৰ্ম জানি
শৰণ পশিল শঙ্কৰক গুৰু মানি।
সূৰ্য্য বিপ্ৰ কালী দাস ভানু হৰিহৰ
চূড়ামণি, জ্ঞানী, চতুৰ ৰত্নেশ্বৰ।
চন্দ্ৰধৰ, সূৰ্য্যধৰ, সূৰ্য্য শৰ্মা নাম
জ্যোতিষী প্ৰধান শিৱ নৰোত্তম কাম।
আৰু এক সৰু মুখ্য ৰজা ৰত্ন খৰি
তাহাৰ এজন সঙ্গী নাম ধৰ্ম ধৰি।
ব্ৰজখৰি, মিহিৰ, বিজয় খৰি নাম
শ্ৰীগুৰু, গণেশ, শিৱ উদিত শ্ৰীৰাম।
শৰণ পশিলা গৈয়া লৈয়া গুৰু নাম
উদয় খৰি, দিবাকৰ আৰু শ্ৰীৰাম।
এনেদৰে ভূঞাগণ আৰু যত আছে
শঙ্কৰত শৰণ লৈবে আহি গৈলা পাছে।
ইদৰে শঙ্কৰ গুৰু ধৰ্ম প্ৰবৰ্ত্তাই
থাকিলন্ত মহাৰঙ্গে আলোচনা কই।
এক দিনা শিষ্য সমে সভা পাতি আছে
এক বিপ্ৰে আহি বাৰ্ত্তা জনাইল পাছে।
কেতাই খাক লগ পায়া পুচিলন্ত কথা
শঙ্কৰৰ ঘৰ বাৰী ক'ত আছে ইথা*।

কেতাই খা বুলিলা তোৰা সব কৰ পৰা
কি কাৰণে আহি গলা কথা ব্যক্ত কৰা।
বিপ্ৰে বোলে ইটো কথা কবলৈ নপাৰি
শঙ্কৰৰ বাতৰিক কোৱা শীঘ্ৰে কৰি।
কেতাই খানে লৰি গৈয়া শঙ্কৰক বুলিলা
কিবা লেঠা আছে বাপু তীৰ্থে যোৱা বেলা।
ধাৰ কৰি টকা যদি আনিছিলা তুমি
বিচাৰি পাইলা আহি এই অসমভুমি।
শুনিয়া শঙ্কৰে উঠি চলি গৈলা ধাই
পদূলি মুখতে বিপ্ৰক দেখিলেক গই।
বিপ্ৰক দেখিয়া গুৰু মাতিয়া আনিলা
বহিবে আসন দিয়া বাৰ্ত্তাক সুধিলা।
কি কাৰণে বিপ্ৰ তুমি আহিলা ঠাই
ভাব ভাষা কেন মতে বুলিলা বুজাই।
কথা শুনি বিপ্ৰবৰে স্থিৰ কৰি মন
বুলিবে লাগিলা যত যাত্ৰা বিবৰণ।
গুৰুৰ চৰিত কথা পৰম অমৃত
হৰি হৰি বোলা সবে কৰি এক চিত্ত।
গুৰুদেৱ লীলাচয় কথাৰ অমিয়
পান কৰা সব ভক্ত ভগৱন্ত প্ৰিয়।

**************

*ইথা - ইয়াত

# শ্ৰীমন্ত শঙ্কৰদেৱৰ লগত জগদীশ মিশ্ৰৰ সাক্ষাৎ আৰু ভাগৱত শাস্ত্ৰ প্ৰাপ্তি

## দুলড়ী

আমি বিপ্ৰ নৰ তিব্বত দেশৰ
ভাগৱত গ্ৰন্থ পাইলো
অনেক চেষ্টায়ে বাট কুৰি বাই
বাৰানসী আহিলু।
বাৰানসী ধামে বিপ্ৰগণ সমে
অনেক দিন আছিলো
তাৰাগণ সমে ইটো ভাগৱত
সমুদাই পাঠ কৰিলো।
কত বাৰ আমি তত্ত্বক নজানি
মাত্ৰ পঢ়ি পঢ়ি যাও
আলোচনাত বোলে সব বিপ্ৰগণে
অৰ্থক বুজি নাপাও।
পাছে ইটো শাস্ত্ৰ পুৰীক আনিয়া
জগন্নাথ আগে পঢ়ি
কত জন গুণী জ্ঞানী পণ্ডিতে
নাপাই তাৰ আতি গুৰি।
সেহিসে কাৰণে কত তৰ্ক লাগে
একো সিদ্ধান্ত যে নাই
মনে কষ্ট পালো এবে নজানিলো
ভাগৱত অৰ্থ চয়।

প্ৰভু জগন্নাথে সপোন দেখাই
আমাক কথা বুলিলা
কামৰূপ ৰাজ্যৰ বটদ্ৰৱা গ্ৰামে
আহিবে প্ৰভু কহিলা।
আতবিত কৰি চেতনা লভিল
ইটো যে স্বপ্ন বিশেষ
উদয় ৰাজ্যত আহিবাক লাগি
প্ৰভু দিলা উপদেশ।
আদেশ মানিয়া বিপ্ৰজন পাছে
প্ৰভাতে উঠিয়া আহি
জগন্নাথ প্ৰভু প্ৰদক্ষিণ কৰি
প্ৰণামিলা শিৰে নমি।
প্ৰভুৰ আদেশ শিৰত ধৰিয়া
কেন মতে আহিবেক
ভাবিয়া গুণীয়া নাপান্ত উপাই
চোতালতে বহিলেক।
কামৰূপ দেশৰ যাত্ৰী তিনিজন
তথাত আহি মিলিল
বিপ্ৰ জগদীশ তাসম্বাক পাই
মনে মনে হৰষিল।

যাত্ৰীগণ বোলে বৰ সুখ পাইলু
সঙ্গী ভৈলা একজন
সঙ্গেতে চলিবো দেশক যাইবো
বৰ প্ৰীতি ভৈলা মন।
সন্ন্যাসীৰ বেশ চাৰিজনে ধৰি
কামৰূপত আহি পাই
লুইতৰ জলে আসমন কৰি
নৌকাত চৰিয়া যাই।
নৌকাত চৰিয়া টেম্বুৱাণী পাইলা
চাৰিজনে উঠি গৈলা
কামৰূপী তিনিও নিচিনে শঙ্কৰ
বিচাৰি চাও বুলিলা।
দুই চাৰিজনক বতৰা সুধিলা
শঙ্কৰৰ খোজ পাই
ঘুৰি পকি তাৰা বিচাৰি ফুৰন্তে
ডেকাগিৰি লগ পাই।
কেতা খা সহিতে সাক্ষাত লভিলা
ভৈলা আগে উপনীত
নমস্কাৰ কৰি বিপ্ৰই বুলিলা
আনি আছো ভাগৱত।
কথাতে বুজিলা তিব্বতীয়া বিপ্ৰ
বাৰানসী লগ পাই
এত দুৰ হন্তে আইলা কেন মতে
পাহাৰ জঙ্গল চেৰাই।

বিনয়ে বুলিলা কেতাই তাহাক
জানো ভালমতে আমি
লগ ধৰাইবো আমিও যাইবো
শঙ্কৰক পাইবে লাগি।
ই কথা বুলিয়া কেতাই সাদৰি
ভৰি ধুৱাই বিপ্ৰৰ
জলপান খুৱাই সন্তুষ্ট কৰিলা
ভক্তজন বিপ্ৰবৰ।
সঙ্গত লইলা আপুনি গইলা
লগ পালি শঙ্কৰক
ভক্ত সমন্বিতে আলোচনে ৰত
নগৈলা হঠাতে তাক।
খবৰ জনাই বহিবে বুলিলা
এক বিপ্ৰ আহি আছে
বহু দুৰ হন্তে বাট কুৰি বাই
আপোনাক অপেক্ষিছে।
শুনিয়া শঙ্কৰে মনতে জানিল
তিব্বতীয় বিপ্ৰজন
বাৰানসী থানে লগ পাইলো যেবে
কি কাৰ্য্যে ইহা গমন।
এই ভাবি গুৰু ত্বৰিতে আহিলা
কিছু পলম নকৰি
বিপ্ৰৰ আগত উপনীত ভৈলা
মাতিলা অতি সাদৰি।

গুৰুক দেখিয়া প্ৰণাম কৰিয়া
ত্বৰিতে উঠিলা গই
চৰণত চুই প্ৰণাম কৰিলা
শিৰ অবনত হই।
বচন গম্ভীৰ চলন গম্ভীৰ
গৌৰাঙ্গ উন্নত কায়
আজানু লম্বিত বাহু সুবলিত
চন্দ্ৰ যেন নখচয়।
ইজন পুৰুষ দেখিলো সপোনে
সাক্ষাতে দেখিলো আহি
পৰম পুৰুষ এওঁ জগন্নাথ
মুখত ঈষত হাঁহি।
শঙ্কৰে বুলিলা জিৰণি লওক
পাছে বাৰ্ত্তা লইব আমি
এত দুৰ পথ বুলিয়া আহিলা
শ্ৰান্ত ভৈলা ঘামি জামি।
সাদৰি বিপ্ৰৰ চৰণ ধুৱাইবে
পাদ্য অৰ্ঘ্য লৈলা তুলি
হাত যোৰ কৰি বিপ্ৰই বুলিলা
নহব নহব বুলি।
আপুনি ঈশ্বৰ ভৈলা অৱতাৰ
সাক্ষাত মহাপুৰুষ
আমি তযু দাস চৰণত ধৰো
মোক নেদা অসন্তোষ।

এহি বুলি বিপ্ৰে নিজে অৰ্ঘ্য তুলি
আপুনি পখালি ভৰি
পায়স ব্যঞ্জন জহা চাউল অন্ন
ভুঞ্জে মহাৰঙ্গ কৰি।
দেবৰ গৃহত বহাই বিপ্ৰক
আপুনি কাষত ৰহি
কিবা কাৰ্য্য লাগি ই ঠাই আহিলা
মোক লগ লইলা আহি।
বিপ্ৰই বোলন্ত শুনিও সজ্জন
কাশীধামে লগ পাই
আপোনাৰ সঙ্গ এৰাইবাক লাগি
আমাৰ সন্তুষ্টি নাই।
ভাগৱত গ্ৰন্থ বিচাৰ কৰিলা
তেখনে আমি নাপাই
তিববতীয় এক সন্ন্যাসীৰ হাতে
হঠতেহে পালো মই।
সন্ন্যাসী বুলিলা পঢ়িয়া শুনাও
লৈয়া যাইবা তুমি পাছে,
কোনো জনে ইটো পঢ়িবে নপাৰে
ইটো শাস্ত্ৰে কিনো আছে।
শাস্ত্ৰক পঢ়িয়া শুনালো অধমে
পৰম সন্তোষ পাইলা
জগন্নাথ আগে পঢ়িবাক প্ৰতি
আমাক শাস্ত্ৰক দিলা।

শ্ৰীক্ষেত্ৰে আহি শাস্ত্ৰক পঢ়িলো
সপোন দেখিলো আমি
প্ৰভু জগন্নাথে মোক আদেশিল
আপুনি জগত স্বামী।
আপোনাৰ হাতে দিবাক লাগিয়া
আহি পালো এই ঠাই
তব প্ৰসাদত কিছুই বিঘিনি
পথত দেখা নাপাই।
কামৰূপী দুই তীৰ্থ যাত্ৰী সমে
পালো এইখিনি ঠাই
স্বৰ্গতো অধিক সুখ পাই আমি
আনন্দৰ সীমা নাই।
ইটো বুলি বিপ্ৰে হাত জোৰ কৰি
ভুমিত লগাই মাথ
শঙ্কৰৰ হাতে অৰ্পন কৰিলা
মহা ভাগৱত গ্ৰন্থ।

গুৰুৰ চৰণে প্ৰণাম কৰিয়া
বিপ্ৰ নত জানু হই
থাকা বিপ্ৰ ঐত পঢ়িবাক লাগি
শঙ্কৰে তাঙ্ক বোলই।
ভাগৱত লভি হৰষিত হুই
শঙ্কৰ মনৰ ৰঙ্গে,
আতি পতি কৰি শাস্ত্ৰক ৰাখিল
আপোনাৰ গৃহে সচঙ্গে।
গুৰুৰ চৰিত্ৰ পাতকীৰ মিত্ৰ
আক শুনি নৰ নাৰী
আউল জাল এৰি প্ৰভুক সুৱৰি
নিৰন্তৰে বোলা হৰি।



## অন্যান্য ভক্তগণ সমে জগদীশ মিশ্ৰৰ আলাপ আৰু বিস্তৃত বৰ্ণনা

বৈৰাগী বুলিলা ভকতে শুনিলা
জগদীশ মিশ্ৰৰ কথা
যেতিক্ষণে আহি বৰদোৱা পাইলা
দুৰ হ'ল দুখ ব্যথা।

নামঘৰ মাঝে বসিয়া সমাজে
শঙ্কৰৰ তীৰ্থ দিন
আপুনি কিমতে লাগ পাইলেক
তান গুণে ভৈল লীণ।

জগদীশে বোলে বুলিলোহে আগে
মোৰ নিজ পৰিচয়
তিব্বতীয় লোক আমি সে অধম
গুৰু সৱক জানয়।
বাৰানসী তৈতে ভাগৱত পাই
শ্ৰী ক্ষেত্ৰতে আনিলু
মন্দিৰ ভিতৰে সন্তগণ সমে
ইখনি গ্ৰন্থ পঢ়িলো।
সপোন দেখাই প্ৰভু জগন্নাথে
আমাক বুলিলা বাণী
পুৰব দেশত বৰদোৱা গ্ৰামে
লৈয়া যোৱা শাস্ত্ৰখনি।
শ্ৰীমন্ত শঙ্কৰ ৰূপে অৱতাৰ
লগ ধৰি বাহা পাছে
মই আৰ শঙ্কৰ একে কায় জানা
ভকত সহিতে আছে।
তাহাৰ হাতত দিবা গ্ৰন্থখনি
মোৰ আদেশক ধৰি
তাৰ মোৰ মধ্যে নাহিকে প্ৰভেদ
জানিবাহা নিষ্ঠ কৰি।
প্ৰভুৰ আদেশ শিৰত ধৰিয়া
কামৰূপী লোকৰ সঙ্গে
দুইজন বন্ধুৰ মৰমতে মই
আহি পালো মন ৰঙ্গে।

মহা ভাগ্য বশে পাইলো এই ঠাই
প্ৰভু সব দেখা পালো
বৈকুণ্ঠ সদৃশ ইটো পূৰ্ব্ব দেশ
আজিহে আমি জানিলো।
কত শত নৰ গিৰি সৰোবৰ
প্ৰখ্যাত নদী জান জুৰি
পশু পক্ষী চয় ই থানে আছয়
সমগ্ৰ অসম জুৰি।
আমাৰ ৰাজ্যত প্ৰজা আছে যত
সবে বোলে ইটো ঠাই
অসুৰ ৰাক্ষস ই থানে আছয়
সু সভ্য মানুহ নাই।
কামাখ্যা মন্দিৰ ই থানে আছয়
যত নৰ বলি হয়
বিদেশী আহিলে কামৰূপীয়া গণে
তাক ভেড়া সাজি থয়।
পৰীগণ আহি ভুলাই লোকক
ঘৰতে আবদ্ধ কৰি
গৰু ভেড়া সম কামত খটায়
ওলাইবে সিটো নপাৰি।
মিথ্যা প্ৰচাৰত ভুল গৈয়া যত
আছে সব লোক ঘুৰি
স্বচক্ষে দেখিয়া আজি হে বুজিলো
ইঠাই স্বৰগপুৰী।

এহি বুলি বিপ্ৰে সবাকে প্ৰণামী
ভুমিত লগাই কেশ
ভক্তগণ কাষে প্ৰণাম কৰিল
বিপ্ৰ শ্ৰেষ্ঠ জগদীশ।
গদ গদ বাণী মুখেৰে উচ্চাৰি
নানা স্তুতি বাণী কৰি
ভক্ত সকলেও প্ৰতি প্ৰণামিল
প্ৰভু জগন্নাথ স্মৰি।

শুনা লোকচয় দিনে আয়ু ক্ষয়
হোৱে জানা নিৰন্তৰ
আন চিন্তা এৰি গুৰুক সুৱৰি
পাৱে ভজা মূঢ় নৰ।
আজি কালি কৰি দেহা যাব পৰি
নিজে অজানিতে ক্ষয়
হৰিক সুৱৰি নিৰন্তৰে হৰি
ঘুষিয়োক সৰ্ব্বোদয়।



## জগদীশ মিশ্ৰৰ দ্বাৰা ভাগৱত ব্যাখ্যা

### পদ

পণ্ডিতৰ মিষ্ট কথা বুজি ভক্তগণ
বুজিলা কি কাৰণ হেতু ইহা আগমন।
ব্ৰাহ্মণৰ কাৰুণ্যক শঙ্কৰে শুনিলা
বিপ্ৰক চাহিয়া গুৰু বুলিবে লাগিলা।
এত কষ্ট কৰিছাহা বিপ্ৰ মহাশয়
তব ঋণ সুজিবাক শকতি নহয়।
মোক লাগি তোমাক পঠাই মোৰ পাশে
তযু পদ দেখো ইহা কত ভাগ্যবশে।
কালিপুৱা প্ৰভাততে ঐৰ ভক্তগণ
নামঘৰ ক্ষেত্ৰে আহি হইব মিলন।
তাতে বহি আপুনিও পঢ়া ভাগৱত
শুনিয়া সন্তুষ্ট হইব সমজুৱা যত।

যিথিনি অৰ্থক বোলা গীতা ভাগৱত
সব অৰ্থ ভাঙি পাতি বুলিবা ইয়াত।
হাতে তাল ধৰি গীত গায়নে গাইলা
শঙ্কৰৰ নৃত্য দেখি বিস্ময় হইলা।
তাৰ পাছে হৰিনাম গায় ভক্তগণ
তাক শুনি আনন্দিত ব্ৰাহ্মণৰ মন।
কীৰ্ত্তন কৰয় পালি ঘোষাক গাৱয়
ওজা পদ গান শুনি অমৃত বৰষয়।
নাম কীৰ্ত্তন সমৰ্পিয়া গৃহে চলি গৈলা
ৰঙ্গ মনে থাকি বিপ্ৰে শয্যাত পৰিলা।
প্ৰভাতে উঠিয়া বিপ্ৰ স্নানা হাৰ কৰি
ধীৰে ধীৰে চলি গৈলা মন্দিৰৰৰপুৰী।

ৰজনী প্ৰভাতে বিপ্ৰ শয্যা হন্তে উঠি
স্নানাহাৰ কৰি উঠি হাতে লৈলা পুথি।
ভাগৱত পাঠ আৰম্ভিলা বিপ্ৰবৰ
ৰজন জনাই উঠিলেক মন্দিৰ ভিতৰ।
প্ৰথম স্কন্ধৰ পৰা দ্বাদশ পাঠ
পঢ়িলেক বিপ্ৰে ব্যাখ্যা কৰি ভাগৱত।
অতি সুললিত সুৰে পঢ়ে বিপ্ৰবৰ
অৰ্থ ব্যাখ্যা কৰি যায় শ্ৰীমন্ত শঙ্কৰ।
মহাগ্ৰন্থ ভাগৱত তত্ত্বক বিচাৰি
শঙ্কৰে ৰচিছে পদ অতি যত্ন কৰি।
বাৰ স্কন্ধ ভাগৱত পঢ়ে ব্যাখ্যা কৰে
আতি গুৰি বুজাই দিয়ে শ্ৰীমন্ত শঙ্কৰে।
এক মাহ ভাগৱত পঢ়ে ব্যাখ্যা কৰে
প্ৰতি আধ্যা প্ৰতি শ্লোক বুজায় সবাৰে।
ভাগৱত সাৰ কথা পাই জ্ঞানী সব
মাধৱত ভকতি বাঢ়িল ভক্ত সব।
এক বাৰ শুনি শাস্ত্ৰ দুনাই মন হয়
আৰু বাৰ পঢ়িবাক ব্ৰাহ্মণক কয়।
তিনি মাহ ধৰি বিপ্ৰে শাস্ত্ৰক পঢ়িলা
শ্ৰৱণ কৰোতা গণৰ শ্ৰদ্ধাহে বাঢ়িলা।
শঙ্কৰে বুলিলা বাপ থকা এই ঠাই
তোমাক বিদায় দিতে মোৰ শক্তি নাই।
মিশ্ৰজনে বোলে বাপ ধন্য হলো মই
আপোনাৰ পৰে আৰ কোনো গুৰু নাই।
শঙ্কৰৰ বাক্য ৰাখি ব্ৰাহ্মণ থাকিল
কায় বাক্যে শঙ্কৰত শৰণ পশিল।
বৰদোৱা নাম ধ্বনি চতুৰ্দ্দিকে যাই
সব লোকে মিশ্ৰদেৱক দেখিবে আহই।
সবাকে সম্ভাষে তিনি সাদৰি বচনে
ভাগৱত ধৰ্ম কথা কয় একমনে।
শ্ৰীগুৰু চৰিত কথা মনে প্ৰাণে ধৰি
সব লোকে সমস্বৰে বোলা হৰি হৰি।

>>>■<<<

## খেৰসূতি আৰু জয়ন্ত মাধৱৰ অনুৰোধ

### পদ

চক্ৰপাণি আতৈয়ে কহয় শ্ৰীচৰিত
শ্ৰীমন্ত শঙ্কৰ লীলা বাক্যৰ অমৃত।
শুনে মানে শ্ৰদ্ধা বাঢ়ে নেপায় বেজাৰ
শ্ৰীগুৰুৰ লীলামৃত অমৃত আধাৰ।
বৰদোৱা হইল যেন বৈকুণ্ঠ নগৰী
ভাগৱত শুনিবাক লোক আহে ভৰি।
খেৰসুতি বুঢ়ী আইৰ মনত নাই সুখ
শঙ্কৰৰ বংশ নাই মনে মহা দুখ।

এক দিন জয়ন্ত মাধব বুঢ়ী আই
তিনিজনে এক সঙ্গে উপনীত হই।
শঙ্কৰৰ আগে গৈয়া বুলি দৃঢ় বাণী
বিবাহ কৰিবাক বাপু লাগয় আপুনি।
এত দিনে কোৱা নাই অপেক্ষিলো আমি
তব গতি মতি একো বুজিতে নজানি।
বিবাহ কৰিবে লাগি তোৰ ইচ্ছা নাই
গৃহত থাকিয়া বিবাহ নকৰহ তই।
বিবাহ, বংশ চাও বুলি মই আছো ৰই
প্ৰাণ বায়ু নাযায় মোৰ আশা পূৰ্ণ নই।
লাঠি ধৰি চলা ফিৰা কৰিতে লাগয়
শৰীৰ দোলয় খোজে সহন নাযায়।
সূৰ্য্য, নেত্ৰ, নভ বৰ্ষ চলিছে আমাৰ
সহিবে নোৱাৰো আমি দেহৰ মহাভাৰ।।
তোমাৰ বংশৰ এটি পুত্ৰ দেখা পাও
এই ইচ্ছা কৰি আমি সদা বাট চাও।
জয়ন্ত বুলিল বাপু কথা ৰখা মোৰ
পত্নীহীন গৃহীৰ জানা নানা অথন্তৰ।
ভাই বন্ধু ভাতৃ বধু সবে এৰাখৰি*
আপোন ভাৰ্য্যাহে মাথো থাকে সঙ্গ ধৰি।
ভাৰ্য্যাহীন পুৰুষৰ দেশত নাই ঠাই
যাৰ গৃহে যায় সবে সন্দেহ কৰয়।
সংসাৰী হইলে ভাৰ্য্যা অৱশ্যে লাগয়
ভাৰ্য্যাহীন গৃহীৰ সুখ কদাপি নোহয়।

কিন্তু ভাৰ্য্যাজনী আনি নকৰা তাড়না
দেহৰ অৰ্দ্ধাঙ্গিণী তোৰ কৰিবি ধাৰণা।
দুইজনৰ এক দেহ এক মন হয়
এজনৰ দুখে আন জনকোম্পৰ্শয়া।
একে আত্মা, একে প্ৰাণ যেন দেহা এটি
মোৰ এই উপদেশ নকৰিবা ক্ৰুটী।
পুৰুষ নাৰী পৰিপূৰক ইটোৱে সিটোৰ
দুইৰো মিলনত হয় সৃষ্টি বিধাতাৰ।
ছন্দৰী মাধবী বান্দি দুয়োবৃদ্ধ ভৈলা
বন কাম কৰিবাক অলায়ক হৈলা।
অনুধৃতি বিমাতাও নাথাকিব ৰই
কালে পাইলে সকলোৱে যাব পৰ লই।
স্বামী পত্নী মিলি এই ভবেৰ সংসাৰ
হাঁহি কান্দোন দুখ ৰাগ অনুসঙ্গী তাৰ।
আমি তিনি বুঢ়া বুঢ়ী কৰো যে আদেশ
বিবাহ কৰিব লাগে নহবা হতাশ।
কথা শুনি ডেকাগিৰি মৌন হুয়া ৰৈলা
সেহি বেলা তিনিও মিলি গৃহে চলি গৈলা।
চিন্তিত ভৈলন্ত শঙ্কৰ কিবা কৰো বুলি
অধো মুখে ৰহিলন্ত মনে খেলি খেলি।
তাৰ পৰে দিনত আহিলা পাচজন
ভূঞাৰ বংশৰ মুধা ফুটা বুঢ়াগণ।
ৰাম খা, ৰূপ খা আৰু যে কেতাই
বুঢ়া খা, হৰি খা বৃদ্ধ আনিলা মতাই।

*এৰাখৰি - এৰা গছৰ শুকান খৰি, সহজে ভাঙিব পৰা খৰি।

গজলা সূতিত ছিলি ভূঞাগণ খাট
মাটি বাৰী গৰু মহ আছে অংস্যখাত।
খুড়া পুত্ৰ ৰাম ৰায় আৰু বনগঞা
তথাত আছিল তাৰা ভৃত্যক চলায়া।
বুঢ়ী মাৰ কথা শুনি বুলিলা শঙ্কৰ
বুঢ়া কালৰ বিয়া আবু মনে কষ্টকৰ।
বৃদ্ধ কালে সঙ্গী কৰি যুৱতী আনয়
হতশ্ৰী যায় সিটো বুজিবা নিশ্চয়।
পুত্ৰস্য ক্ৰিয়তে ভাৰ্য্যা ৰতি শাস্ত্ৰে কয়
যদি ভাৰ্য্যা ধৈৰ্য্যশীলা, কামাতুৰ নহয়।
এই কথা শঙ্কৰদেৱ লোকৰ আগত
আৰু সমনীয়াৰ আগে কৰয় বেকত।
কামনা বাসনা আছে স্ত্ৰী-পুৰুষৰ
বৃদ্ধ সমে যুৱতীৰ মিলন অথন্তৰ।
নুপুৰে কামনা পত্নীৰ বৃদ্ধ পুৰুষ সমে
ভাঙি যায় সিটো গৃহস্থী অতি অল্প দিনে।
তীৰ্থ হন্তে আহি গজলাত আছিল
শিষ্যগণে সেইখানে ঢাপলি মেলিল।

খাট গুচি হলি সিটো আশ্ৰমৰ তুল্য
লোক সমা গমে তাৰ বাঢ়িল প্ৰমূল্য।
তাৰে পৰা শঙ্কৰক মাতিয়া আনিল
সবে মিলি শঙ্কৰক খাটনি ধৰিল।
বোলে সবে বাপু আমি বুলিলো তোমাক
বিবাহ কৰিবে লাগি বোলো সত্যবাক।
শঙ্কৰে বুলিলা প্ৰভুই কৃপা কৰি মোক
সংসাৰ বন্ধন কাটি বাট জুৰিলেক।
এবে যদি সবে মোক লগাই এনাজৰি
বৃদ্ধ সবৰ কথা মই এৰাইতে নপাৰি।
শুনি সবে হৰষিত মনত সন্তোষ
ঘৰাঘৰি চলি গৈলা এৰিলা আক্ৰোশ।
বুঢ়া আই খেৰসুতি মহানন্দ কৰি
লাঠি ভৰে চলি গৈলা হাহি হাঁহি লৰি।
কন্যা ৰত্ন বিচাৰিবা বুঢ়ায়ে বুলিল
বুঢ়া খা, হৰি খা বৃদ্ধ সন্ধানে চলিল।
ডেকাগিৰি চৰিত্ৰক শুনি কণ ভৰি
যত সামাজিক চয় বোলা হৰি হৰি।



## শ্ৰীমন্ত শঙ্কৰদেৱৰ দ্বিতীয় বাৰৰ বিবাহ উৎসৱ

### পদ

পাত্ৰ মিত্ৰ সমন্বিতে কৰি আলোচন
ডেকাগিৰি কৰিলেক বিবাহ আয়োজন
কেতাই সহিতে ভাই বনগঞা গিৰি
বিবাহ মণ্ডপ সাজে অতি যত্ন কৰি।

ভূঞাৰ যতেক যুবা সবে আহি পাইলা
দিহা দিহি কৰি সৰ্ব্ব কৰ্ম কৰি গৈলা।
কালিকা ভূঞাৰ কন্যা কালিন্দ্ৰী যে নাম
সবাতো সুন্দৰী ৰূপে গুণে অনুপম।
কালিন্দ্ৰীৰ ৰূপ কথা বৰ্ণনা নাযাই
এওঁৰ তুল্য ৰূপৱতী মুলুকতে নাই।
সবেও পচন্দ কৰি জোৰণক দিলা
তিনি দিন পৰে তাহাৰ বিবাহ পাতিলা।
সেইদিন বিবাহৰ বেচি ৰঙ্গ নাই
এবাৰহে মাথো বিয়া বোলয় গোসাই।
এতিক্ষণে বিবাহ কৰি কি কাৰ্য্য সাধিব
বংশ ৰক্ষা মাত্ৰ হেতু ই কাৰ্য্য কৰিব।
এই কথা ডেকাগিৰি সবাকে বুলিলা
বিবাহ কাৰ্য্যত আৰম্বৰ নকৰিলা।
চৌৱন্ন বছৰ বৰ্ষ গুৰু শঙ্কৰৰ
কালিন্দ্ৰী আইৰ জানা পঞ্চদশ বছৰ।
বহু লোকে কয় বোলে কন্যা নোহে ভাল
অলপ দিনতে শান্তি হব যুবাকাল।
ডেকাগিৰি বোলে শান্তি হয় যদি ভাল
আমি বয়সীয়া লোক নাই আহুকাল।
কিবা হেতু প্ৰয়োজন ফুল কুমাৰীৰ
পুৰুষ মৰি যাব যৌবন থাকিব পত্নীৰ।
যুবাকালে বৈধব্যৰ শেলাঘাট সই
সকলোৰে নিন্দা কৰে নানা কথা কই।
বয়সীয়া নাৰীগণে পতি গৃহে যায়
পতি সঙ্গে আহুকাল অতি কম হয়।
স্বামী গৃহখনি মানী সহজতে লয়
কুমাৰী আহিলে গৃহে কৰে বৰ ভয়।
এতেকতে কালিন্দ্ৰীক বিবাহ কৰাই
আনিব আমাৰ সঙ্গে কোনো দ্বিধা নাই।
এনেদৰে জ্ঞাতিগণ সঙ্গে আলচ কৰি
মাতিয়া আনিলা বুঢ়াগণ ডেকাগিৰি।
বুঢ়া খা, বলোৰাম, ৰাম ৰাম, সৰ্ব্বজয়
জয়ন্ত, মাধৱ আহি আলোচ কৰয়।
সবে বোলে ডেকগিৰি তুমি সব জানা
আমাক আলোচ লাগি কিয় মাতি আনা।
***শঙ্কৰ বোলে জ্ঞাতি বন্ধু সমে আলোচন***
***কাৰ্য্য সিদ্ধি নহলেও দেখিতে শোভন।***
পিণ্ড দান শ্ৰাদ্ধ ক্ৰিয়া তীৰ্থে দিলো মই
নাম কীৰ্ত্তনতে বিয়া এতিবাৰ হই।
জগদীশ মিশ্ৰ মোৰ বন্ধু বিপ্ৰবৰ
তানে পঢ়িবেক ভাগৱত নিৰন্তৰ।
জ্ঞাতি বৰ্গ মাতি আনি জলপান দিব
সবে এক সম এনে ব্যৱস্থা কৰিব।
আমাৰ এই বিবাহত নাই সৰু বৰ
উচ্চ নীচ ব্যৱস্থাই আনে অথন্তৰ।
ইটো কাৰ্য্যে বিপ্ৰ অনা বিপ্ৰ নাথাকিব
হৰি নাম গাই সবে প্ৰসাদ ভুঞ্জিব।
আলোচায়ি ডেকাগিৰি সবাকে তুষিলা
আশ্বাস কৰিয়া সবে মেলানি মাগিলা।
তাৰ পাছে মাঘ মাহে দ্বাদশী তিথিত
শঙ্কৰৰ বিবাহ কাৰ্য্য ভৈলা সমাপত।

তেপন্ন বছৰ বহি পাচ মাহ গৈলা
ই বেলাত শঙ্কৰদেৱ বিবাহ কৰাইলা।
কালিন্দ্ৰী দেৱীক কন্যা আনিল সাদৰি
অতি মৰমতে পত্নী পালে ডেকাগিৰি।
খেৰসূতি প্ৰমুখ্যেতে বৃদ্ধ ভূঞাগণ
শঙ্কৰৰ বিবাহ দেখি আনন্দিত মন।
কালিন্দ্ৰী দেৱীৰ শুশ্ৰূষাত ভূঞাচয়
সাদৰি বচনে সবে মুগ্ধ হুয়া ৰয়।
পুনৰ বাৰ পৰিয়ালে উঠে জয়ৰোল
শান্তি আৰু আনন্দৰ উৎসৱ কল্লোল।
শঙ্কৰৰ বিবাহ কথা আনন্দ লহৰী
হেন জানি সব লোকে বোলা হৰি হৰি



## শ্ৰীমন্ত শঙ্কৰ গুৰুৰ হৰিশ্চন্দ্ৰ উপাখ্যান, গৰুড় পুৰাণ ৰচনা আৰু সাৰ্ব্বভৌম ভট্টাচাৰ্য্যৰ শৰণ লাভ

পদ

চক্ৰপাণি বদতি শুনিও সব নৰ
যি কাৰ্য্য সাধিলা পাছে শ্ৰীমন্ত শঙ্কৰ।
বটদ্ৰৱা গ্ৰামে শিষ্য হৈলা কত জন
টেম্বুৱাণী অঞ্চলৰ লোক অগণন।
পণ্ডিত বিপ্ৰ যত ছিল সবেশিষ্য ভৈলা
গুৰু মানি সব পণ্ডিত সন্তোষ লভিলা।
ইতিমধ্যে গুৰুজনে বহু শাস্ত্ৰ চাই
হৰিশ্চন্দ্ৰ উপাখ্যান শাস্ত্ৰক পঢ়ই।
সংস্কৃতৰ পৰা আনি তৰ্জমা কৰিলা
কাব্য ৰূপে গ্ৰন্থখনি ৰচনা কৰিলা।
গৰুড় পুৰাণা শাস্ত্ৰ সবে জনা কই
লিখিলন্ত গুৰুজন পদ বন্ধে লই।
গৰুড় পুৰাণক চাই ভকতি প্ৰদীপ
লিখিলা শঙ্কৰ যেন জ্ঞানৰ প্ৰদীপ।
হৰিবংশ চাই শাস্ত্ৰ ৰুক্মিণী হৰণ
কৰিলন্ত পদ বন্ধে এই শাস্ত্ৰখন।
এহিমতে হৰিৰ নামক প্ৰবৰ্ত্তাই
কৰিলা অনেক শিষ্য শঙ্কৰ গোসাই।
এক বিপ্ৰ জ্যোতিষত পণ্ডিত প্ৰবৰ
শঙ্কৰৰ সঙ্গে বাদ কৰে ঘোৰতৰ।
যদি এক দিনে বাদে হাৰি গুচি যাই
আউৰ সাজি কাচি বাদ কৰিবে লাগই
এই ৰূপে বাদ কৰি শঙ্কৰৰ সঙ্গে
বিৰ্তকে হাৰিয়া বিপ্ৰ চলি যায় খঙ্গে।

কোনো পথ্যে বিপ্রে পাছে জিনিবে নপাৰি
কাশীধামে চলি গৈলা শাস্ত্ৰক বিচাৰি।
সিটো স্থানে বিপ্ৰ শ্ৰেষ্ঠ চক্ৰবৰ্ত্তি নাম
চাৰি বেদ শাস্ত্ৰত পণ্ডিত অনুপম।
পাচ বৎসৰ তাতে তেওঁ শাস্ত্ৰক পঢ়িলা
বহু শাস্ত্ৰ পঢ়ি বহু জ্ঞানক লভিলা।
বিপ্ৰৰ কৃপাত স্বৰ্গ খণ্ডক পঢ়িলো
কৃষ্ণ নাম শ্ৰেষ্ঠ বুলি এবেসে জানিলো।
ভক্তি মাৰ্গ লইবে আমি গুৰুক পুচিলো
শঙ্কৰৰ কথা মই তেবেসে শুনিলো।
গোপ্য কথা যত মোক কৰিয়া শাশ্বত
হৰি অৱতাৰ হয় পুৰব দিশত।
ব্ৰহ্মা হৰ আদি দেৱ যত নিৰন্তৰ
লোকৰ তাৰণ হেতু হৈব অৱতাৰ।
নিজ শক্তি বলে ধৰ্ম কৰিব প্ৰচাৰ
শঙ্কৰ নামত কাইথ কুলে অৱতাৰ।
লোকৰ তাৰণ হেতু শান্ত মুৰ্ত্তি ধাৰী
তাহাৰ চৰণে শত নমস্কাৰ কৰি।
এহি বুলি পণ্ডিত গুৰু বাৰানসী ধামে
আমাৰ মোহ ভাঙি দিলা শাস্ত্ৰ অনুক্ৰমে।
তেতিক্ষণে ভট্টাচাৰ্য্য গুৰুক প্ৰণামী
লৰৰিয়া আহিলেক গুৰু নাম জপি।
বটদ্ৰৱা থানে যত আছয় শঙ্কৰ
তাকে চলি গৈলা বিপ্ৰ কৰিয়া সত্বৰ।
নিজ ভুল হেতু স্তুতি কৰিলা অনেক
অধম মুৰুখ আমি প্ৰভু ক্ষমিয়োক।

তযু কৃপা গুণে বাৰানসী দেখা পাইলু
চক্ৰবৰ্ত্তি পণ্ডিতৰ তৈতে শিক্ষা লৈলু।
শিক্ষা পাই শাস্ত্ৰ বহু পঢ়িবাক লৈলু
আপোনাৰ গুণ কথা তাতেসে জানিলু।
অত এব গুৰু মই অধম পামৰ
নজানি বিস্তৰ দোষ কৰি আপোনাৰ।
সেই পাপ ক্ষমিওক গুৰু কৃপাময়
দয়া কৰি শৰণ দিয়োক মহাশয়।
এহি বুলি শঙ্কৰৰ চৰণত পৰি
কৰ যোৰে প্ৰণামিলা মাথা নত কৰি।
শঙ্কৰে বুলিলা হাঁহি বিপ্ৰৰ নন্দন
কালি প্ৰভাততে আহি লভিবা শৰণ।
নকৰিবা খেদ তুমি নাই মোৰ ৰোষ
তোমাৰ কৰ্মত পালো পৰম সন্তোষ।
***জানি বুজি চালি জাৰি কৰ্মক কৰয়***
***কদাচিতো তাৰ বিঘ্নি কভু নাহি হয়।***
এতিয়া পণ্ডিত হলা পালা বহু জ্ঞান
সিটো জ্ঞানে ফল পাবা নিশ্চয় কৰি জান
পৰ দিনে গুৰু তাকে শৰণক দিলা
শাস্ত্ৰ চৰ্চ্চা কৰিবাক লগত ৰখিল।
শঙ্কৰ গুৰুৰ মহিমাক কোনে পায় অন্ত
ত্ৰিলোকৰ মধ্যে প্ৰভু শ্ৰেষ্ঠ জ্ঞানৱন্ত।
সাৰ্ব্বভৌম ভট্টাচাৰ্য্য লইলা শৰণ
শাস্ত্ৰ আলোচিয়া কিছু পুথিক লিখন।
পদ্ম পুৰাণ স্বৰ্গ খণ্ড তৰ্জমা কৰিলা
তাৰ পাছে আন কিছু শাস্ত্ৰক লিখিলা।

বহুতৰ সঙ্গে নানা শাস্ত্ৰ আলোচয়
এই ৰূপে শাস্ত্ৰ কিছু ৰচনা কৰয়।
পণ্ডিত বুলিয়া খ্যাতি সমাজে বাঢ়য়
ভকতসকলে মান্য কৰে সৰ্ব্বদায়।
তাকে দেখি বৰদোৱাৰ অন্য বিপ্ৰ যত
শঙ্কৰত শৰণ লভিল অসংখ্যাত।
তাহাক কহয় ভট্টাচাৰ্য্য মহাশয়
শিয়ালৰ হোৱাত সিংহ নকৰয় ভয়।

শ্ৰীমন্ত শঙ্কৰদেৱ বিষ্ণু অৱতাৰ
তাহাক জিনিবে পাৰে সাধ্য থাকে কাৰ।
অলপো নতলি দেৱ ধৰ্মে কৰে মতি
গুৰু ধৰ্ম লৈলা যত বিপ্ৰৰ সন্ততি।
গুণী জ্ঞানী পণ্ডিত বিপ্ৰগণ যত
শঙ্কৰৰ মত মিলি হ'ল এক মত।
সাৰ্ব্বভৌমাচাৰ্য্য কথা শুনে কৰ্ণ ভৰি
হেন জানি সব লোকে বোলা হৰি হৰি।



## বটদ্ৰৱা থানৰ বিস্তৰ উন্নতি সাধন

### পদ

শঙ্কৰ চৰিত্ৰ কথা অমৃত লহৰি
চক্ৰপাণি মুখে বয় লাহে লাহে জৰি।
বৰদোৱা ক্ষেত্ৰে প্ৰভু যি থানে থাকিল
নামঘৰ হাতী চৰা সমস্তে বান্ধিল।
বৰ ওখ নামঘৰ তিনি ছাল দিয়া
টুপ এটি লগাই গুৰু লইলা সাজিয়া।
মণিকূট সাজিলন্ত দুই টুপ কৰি
ইটো ঘৰে যত বস্তু ৰাখে যত্ন কৰি।
পূৰ্ব্ব বটে চিহ্নযাত্ৰা যেবে দেখাইলা
তাল খোল মুখা ৰঙ সব গোটাইলা।
শিল্পীক দিলেক আনি অক্ষৰৰ জ্ঞান
খোলৰ বোল লিখি দিলা যি হয় স্মৰণ।

বৰদোৱা সত্ৰ পাতি গুৰুৱে ৰহয়
শিলিখা গছৰ গাত আউজী বহয়।
প্ৰতিদিনে গুৰুজন কঠ লয় পাৰি
মহী চুঙা কলম লয় কাটিয়া খাগৰি।
অতি বৰ শিলিখা জুপি হালিয়া আছয়
তাত আউজী শঙ্কৰ গুৰু শাস্ত্ৰক লিখয়।
চাৰিফালে চাৰি হাটী ভক্তৰ বাহৰ
নাটঘৰ বান্ধি দিলা শ্ৰীমন্ত শঙ্কৰ।
চাৰিফালে মাৰ বান্ধি গড় মাৰি লৈলা
প্ৰতি বান্ধে নাৰিকল তামোল বৃক্ষ ৰুইলা।
সন্মুখত একশাৰী বকুল বৃক্ষ ৰুই
পাতিলন্ত থানখনি অতি সুন্দৰ কই।

বাহিৰত বৰ ঘৰ আলহীৰ বাহা
ভক্তগণে মন ৰঙ্গে কৰে অহা জহা।
প্ৰভাততে বৰগীত ৰাগিনীক তুলি
সমাজক জগাই তোলে উঠা উঠা বুলি।
নাম কীৰ্ত্তনৰ ধ্বনি বৈকুণ্ঠ বিদৰে
ভক্তগণ আহি তাতে হৰি নাম স্মৰে।
ইদৰে সাজিলা গুৰু বৰ নামঘৰ
গুৰু আসন পাতি লৈলা ঘৰৰ ভিতৰ।
দীপাধাৰ পাতি দিলা সন্মুখত তাৰ
বন্তিক জ্বলিলে দেখি অতি চমৎকাৰ।
আসনৰ ওপৰত শাস্ত্ৰক থাপি থয়
ভক্তগণ আহি তাতে সেৱা কৰি যায়।
কাযে কাযে ৰুলে ফুল নাৰ্জি চম্পা কলি
সবে আচৰিত হয় দেখি সত্ৰ থলি।
শঙ্খ ঘণ্টা ডবা আৰু বাজয় কৰ তাল
নতুন পুৰুষৰ ইটো দেখি লাগে ভাল।

যেন বৈকুণ্ঠৰ পুৰী গোলকৰ ধাম
মৰ্ত্ত্যত দেখাইল তাৰ ৰূপ অনুপম।
হে প্ৰভু ৰঘুনাথ গুৰু নাম স্মৰি
ভক্তগণে আৰাধয় ৰাম কৃষ্ণ হৰি।
তাল খোল নাচ শিকাইবাক লৈলা পাচে
এনে শিক্ষা পাই সব লোকে ধৰ্ম সাচে।
নিৰক্ষৰ জনেও কিছু সক্ষৰ হইল পাছে
তা, ধিনাই, খিতা, ধেই শিকিয়া আছে।
ব্ৰাহ্মণ আৰু ভূঞা ভিন্ন লিখা পঢ়া নাই
অন্ত্যজ সকলে তাত কিছু নজানই।
এতি হেতু সবাকো যে শিকাইলা ধৰি
বৰদোৱা নদন বদন কৰে ডেকাগিৰি।
এতেকতে সবে মিলি নাম কীৰ্ত্তন কৰি
বটদ্ৰৱা থান ভৈলা যেন ৰম্যপুৰী।
ওহে সামাজিক লোক শুনা কৰ্ণ ভৰি
গুৰুক সুমৰি সবে বোলা হৰি হৰি।

:—x—:

## *কছাৰীৰ আক্ৰমন আৰু ভূঞাসকলৰৰ বৰদোৱা ত্যাগ বিপ্ৰ সদানন্দৰ খবৰ*

### *পদ*

চক্ৰপাণি বোলে কথা ভক্তগণ আগে
বৰদোৱা এৰিলা শঙ্কৰ মহা ভাগে।

কিবা হেতু এৰি গৈলা আপোন জন্মভুমি
বিস্তাৰিয়া বলা দেৱ আতৈ চক্ৰপাণি।

চক্ৰপাণি বোলে হেৰা ভক্ত নৰ গণ
ভূএগ্ৰাৰ দক্ষিণ সীমা কছাৰী ৰাজ্যখন।
ভূএগ্ৰাগণ শান্তি প্ৰিয় অতি বুদ্ধিমান
বুদ্ধিশ্ৰম কৰি আৰ্জে বহু ধন ধান।
ঘৰ বাৰী ৰাস্তা ঘাট অতি ৰম্য পুৰী
পানী যোগানৰ বাবে খান্দিছে পুখুৰী।
পাণ তামোল নানা ফলৰ পাতি লয় বাৰী
যত লাগে দ্ৰব্য সব লয় খেতি কৰি।
শস্যে মস্যে ভৰপুৰ ভূএগ্ৰা ৰাজ্য খন
সবে সুখী, নাই সৈন্য সেনা অগণন।
ধৰ্ম ডোলে বান্ধি প্ৰভু ভূএগ্ৰাৰ অধিকাৰী
শাসন কৰয় ৰাজ্য সমাজক ধৰি।
নাই তাত আহুকাল অভাৱ অনাটন
প্ৰতি ঘৰে ধন ধান বস্তু অগণন।
কছাৰীৰ হিংসা লাগে দেখি সুখচয়
সসৈন্যে কছাৰীগণে ৰাজ্য আক্ৰময়।
কছাৰীসকল ছিল শক্তিমান আতি
ভূএগ্ৰাৰ প্ৰজাক সদা কৰে লটি ঘটি।
খাটৰ ধান খেতি গৰু মহ লগাই চাৰে
বাধা কৰিলেও দাস সকলক মাৰে।
গৰু গাই যত থাকে নিয়ে লুট কৰি
কাটি নিয়ে বস্তিৰ গছ কৰিবেক খৰি।
শঙ্কৰৰ বাধা পায় কজিয়া নকৰে
মুৰ্খহতৰ ইটো দুৰ্ব্বলতা বুলি ধৰে।
ভাল ধান ডৰা পালে কাটি লৈয়া যাই
হাঁহ পাৰ ছাগ আদি মাৰি নিয়া খাই।

ভূএগ্ৰাগণ ধনী মানী নাই জন বল
এই হেতু নিয়ে কাঢ়ি বস্তু গছ ফল।
খেতি কৰি ভূএগ্ৰাগণে বহু ফচল পায়
ভাটিৰ পানচৈ নাওৰ মুদৈ কিনি নিয়ে।
ধান মাহ সৰিয়হ আৰু কাপোৰ এৰি
লোণ বস্ত্ৰ দিয়া নিয়ে নিজ নাও ভৰি।
কাহ পিতল তাম আনি বেচে অসমত
বিনীময়ে যত শস্য নিয়ে বাহিৰত।
কছাৰীসকলে ধান মাহ বহু পায়
মদ ভাত খাই শস্য সব উৰুৱায়।
যিবা থাকে নাজানয় সাচি ৰাখিবাক
অত এব প্ৰজা সবে কৰে কষ্ট ভোগ।
ভূএগ্ৰাৰ অৱস্থা দেখি সেইতৰ ক্ৰোধ
সেইবাবে ভূএগ্ৰা সবৰ ওপৰে আক্ৰোশ।
আক্ৰোশ কৰিয়া লুট পাট কৰে বিত্ত
বুজাই কলেও তাৰা নেদে অতি চিত্ত।
এক দিন খাটৰ পৰা যত গৰু গাই
ধান মাহ আদি যত লুটি পুতি নেই।
বনগএগ্ৰা ৰাম ৰায় কেতাই আদি কৰি
প্ৰতিশোধ লবৰ হেতু আহে কাচি পাৰি।
দেওৰা বিলৰ পাৰে পাতি ভোজ মেল
মদ ভাঙ খাই সবে নিচাত বিভোল।
ৰাতি কালে মদ খাই সব বড়োগণ
আছিলন্ত গভীৰ নিদ্ৰাত মগন।
সেহি সময়তে আহি সব কাটি মাৰি
গৰু, বস্তু সহ সব লৈ আহে কাঢ়ি।

শুনি গুৰু শঙ্কৰৰ খেদ ভৈলা বৰ
গৰ্হিত কৰ্মৰ পাচে মিলে অথন্তৰ।
চল্লিশ পঞ্চাশ লোক মাৰি কি কৰিব
সহস্ৰ সহস্ৰ জনে আগুৰি ধৰিব।
এনেকুৱা কুকৰ্ম কৰা কভু নাহে ভাল
কুকৰ্মৰ ফলত সদা মিলে আহুকাল।
বাহু বলে শত্ৰু জয় কৰে যিটোজন
তাৰো এদিন সেই পথে হোৱয় মৰণ।
নৈতিক বলে শতৰুৰ অন্তৰ জিনয়
শত্ৰু নাহি হয় এক মিত্ৰহে বাঢ়য়।
***কদোৰ বাহত যদি খোচ মৰা যায়***
***একজনৰ দোষে শত জনে কামোৰ খায়।***
ভূঞা ৰাজ্যৰ কত জন ৰণুৱানো আছে
কছাৰীয়ে আক্ৰমিলে কি কৰিবা পাছে।
বুঢ়া খা কন্দলি বোলে কিনো কৰা ভাল
কছাৰিয়ে আক্ৰমিলে মিলিব আহুকাল।
এতেকতে সবে মিলি এক কৰ্ম কৰা
চাউল সান্দহ কিছুখিনি আনি যোগাৰ কৰা।
দুখন নাও যতনাই সাজু কৰি থোৱা
কানি কাপোৰ বাচন গহনা সব লোৱা।
কালি ৰাত্ৰি কালে কছাৰীৰ আক্ৰমন
নিশ্চয় হইব জানা ভূঞা ৰাজ্যখন।
যুজ কৰি নোৱাৰিবা কছাৰী সকলক
অকাৰণ মৃত্যু মাতি লইবা কিহক।
এতেকতে সকলোৱে মোৰ কথা ধৰা
পলাইবে লাগি মাত্ৰ বস্তু যোগাৰ কৰা।

**কথা শুনি ভূঞাগণ গৰু এৰি দিলা**
**খোৱা লোৱা পিন্ধা উৰা বস্তু মাত্ৰ লৈলা।**
**নলচা নামেতে গাঁও ভূঞাৰ অধীন**
**সদানন্দ নামে বিপ্ৰ শাস্ত্ৰত প্ৰবীন।**
**পত্নীসহ তিনিজন পুত্ৰ আছে তাৰ**
**সৰ্ব্বেশ্বৰ ৰত্নাকৰ আৰু দামোদৰ।**
**সেই সময়তে বিপ্ৰৰ মিলিল আহুকাল**
**পত্নীৰ আছিল ৰোগ অৱস্থা নোহে ভাল।**
**এতেকতে যেনে তেনে আতৰি পলাব**
**পত্নী যদি মৰে তান কৰ্ম কৰি যাব।**
**যাবৰ সময়ত বিপ্ৰে কৰিলা খবৰ**
**তেখেতৰ পত্নী আজি গৈলা যম ঘৰ।**
**লৰা তিনিজন আছে ব্ৰত উপবাসে**
**দহ দিন পৰে যাব পাৰে অনায়াসে।**
**বাৰী মাঝে পজা সাজি গোপনে ৰহিলা**
**কছাৰী আহিয়া তাত সন্ধান নাপাইলা।**
**জাজৰি নামেতে গাঁও অতি বৃহত্তৰ**
**দুই ডেৰ হাজাৰ মুছলিম লোকৰ ঘৰ।**
**ভূঞাগণ সমে তাৰা বৰই আপোন**
**খেতি বাতি কৰে সবে সপি প্ৰাণ মন**
**কছাৰীসকলে তাক দিগদাৰী দিয়া**
**ছাগ হাঁহ পঠা মুৰ্গী আনয় কাঢ়িয়া**
**সান্দ সাই নামে তাহাৰ ডেকা একজন**
**যুজ দিলা কছাৰীৰে কাঢ়ি প্ৰাণ মন।**
**যুজত হাৰিয়া সবে লৈলেক আশ্ৰয়**
**সান্দ সাই হত হুয়া আতৰি পলায়।**

ব্ৰাহ্মণ সবৰ আৰু দুই চাৰিজন
ছদ্মবেশে বন মধ্যে কৰে অৱস্থান।
পিতৃভুমি সম্পত্তিৰ মোহত পৰিয়া
জীৱন ধাৰণ কৰি ৰল লুকাইয়া।
নৌকা চাৰি ভৰি তিৰি ছলিগণ গৈলা
বয় বস্তু কতখিনি লগে সঙ্গে নিলা।
অকলে শঙ্কৰ গুৰু দিহা পোহা দিয়া
শেষলৈকে ৰই আছে সব নিৰেখিয়া।
কছাৰীৰ মাঝে লাগে বৰই কোঢ়াল
শুই থকা মানুহ মাৰে ভূএগ্ৰাৰ ছোৱাল।
ধনু কাড় ষাঠী লৈয়া সবে আহে লৰি
ভুএগ্ৰাৰ ৰাজ্যক জুৰি পেলাইলা আগুৰি।
ঘৰ বাৰী যত আছে সবে জুই দিলা
গৰু ছাগ জন্তুবোৰ লুটি পুতি নিলা।
ধানৰ ভড়াল ভাঙি সাঙি কৰি নেই
অৱশিষ্ট যত আছে জুই লগাই দেই।
যেতিক্ষণে কছাৰীক দুৰত দেখিলা
তেতিয়াহে গুৰুজন দৌৰিবে লাগিলা।
দৌৰি দৌৰি পাইলা গৈ লুইতৰ তীৰ
ভাগৱত গুৰুজন হইলা অধীৰ।

নদীৰ তীৰত গৈয়া ক্ষণেক জিৰায়
দেখিলা কছাৰীগণ পিচে খেদি যাই।
জাপ দিয়া নামিল গই লুইতৰ জলে।
ঠেঙে সাতুৰিয়া গল ককালহে জিকিলে।
গৰণ সুতি পাৰ হল বলিচৰ পালে
সাঁচীপাত বন্ধা এক শাস্ত্ৰক দেখিলে।
শাস্ত্ৰখনি জাজী মাজে আছিল বাজিয়া
জাজি গুচাই শাস্ত্ৰখনি লয় বুটলিয়া।
কছাৰী দেখিলা গুৰু বুলি আছে ৰই
নদীৰ পানী ককাল মাত্ৰ গভীৰ নহই।
সবে জাপ দিলা আহি লুইতৰ জলে
অঠাই পানীত পৰি ডুবিয়া মৰিলে।
পিছত থকা দুই চাৰি দেখি বিমঙ্গল
পিছ হুহকি আপোন গৃহে চলি গল।
নিৰাপদ দেখি গুৰু লাহে লাহে কই
গীতা শাস্ত্ৰ হাতে লই আহে আগুৱাই।
শিঙৰীৰ ঘাটে আহি সবে লগ হইলা
খোজ কাঢ়ি ভূএগ্ৰা সব বৌতাক আহিলা।
শঙ্কৰ গুৰুৰ বিপৰ্য্যৰ দিনক সুৱৰি
সভাসদ গণে ডাকি বোলা হৰি হৰি।



# ৰৌতাত ভূঞাসকলৰ অৱস্থান

## পদ

চক্ৰপাণি বৈৰাগীয়ে কয় হাত জুৰি
কেন মতে থাকে গুৰু ৰৌতাৰ মাজাৰি।
ধনশ্ৰী নদীৰ তীৰে জঙ্গল ভাঙিলা
খেতি মাটি উলিয়াই কৃষি আৰম্ভিলা।
অনেক সাৰুৱা মাটি কোদাল মাৰিয়া
কৰিলা ধানৰ খেতি সুন্দৰ কৰিয়া।
ভূঞাগণৰ খেতি দেখি সবে আচৰিত
দুই দুই ফচল হয় এডৰা মাটিত।
সৰিয়হ মচুৰ খেতি একত্ৰে কৰিলা
ধানৰ লগতে সবে কলাই সিচিলা।
অন্ন দালি তেল বীজ উৎপাদন কৰি
সবে খেতি কৰি ভূঞা থাকে ৰঙ্গ কৰি।
হঠাতে পাঠানে ৰাজ্য আহি আক্ৰমিলা
ভূটীয়া গণেও লুণ্ঠন আৰম্ভ কৰিলা।
অত এব নিৰাপদ নহয় ইটো ঠাই
গাঙ্গমৌ উঠি গৈয়া কিৰিষি কৰই।
এহি মতে ভূঞাগণ গাঙ্গমৌ ৰহিলা
তাতে বহু খেতি মাটি দখল কৰিলা।
খেতি ধানে খাই বই বহু জমা ৰয়
অন্য বস্তু আনি ধানে সলাই লৱয়।

ধান খেতি কৰি চাই আন খেতি কৰে
সুন্দৰ আয় কৰি চলে বস্তু সবাহাৰে।
এইদৰে থাকি তাতে ৰল তিনি বৰ্ষ
কটাব সুখেৰে কাল মনে কৰে হৰ্ষ।
খেৰসুতি বুঢ়ী আই তথাত চলিলা
জ্ঞাতি বন্ধু সবে মিলি সৎকাৰ কৰিলা।
ভোজ ভাত খাই লোক সন্তুষ্ট হইল
এনে ভূঞা সবে তাত দিন কটাইল।
জয়ন্তৰ পৈ নাতি তুলসী দলই
শ্বেত ৰোগ হইল ৰক্ষাৰ উপাই নাই।
কিছু দিন পৰে সিটো পৰলোকে যাই
ভূঞাগণে সিকাৰণে বৰ দুখ পাই।
ডফলা পাহাৰ কাষে ছিল ইটো বাৰী
ভূঞা সবে জগৰ লগাই কিবা কৰি।
বস্তু বাৰী ধান গৰু আহি লুটি নিয়া
ঘৰ বাৰী কিছু অংশ পেলালে পুৰিয়া।
অত এব গুৰুজন সিদ্ধান্ত কৰিলা
তাৰ পৰা চাঙ্গিনীত উজাই আহিলা।
ডফলাৰ অত্যাচাৰে গাঙ্গমৌ এৰি
আৰু উজাই ৰল গৈয়া চোম গছবাৰী।

কোমৰাকাটা নামে ঠাই অতিকে জলাহ
থাকিব নোৱাৰি পানী নাপায় সকাহ।
বাৰিষা কালত গৈয়া চাঙ্গিনী পাইলা
চোম গছে চাং পাতি তাতেই ৰইলা।

কষ্টৰ ওপৰে কষ্ট সুখ শান্তি নাই
মনে কষ্ট কৰি আছে শঙ্কৰ গোসাই।
গুৰুৰ চৰিত্ৰ কথা শুনা কৰ্ণ ভৰি
দুখ সুখ নিচিন্তি সবে বোলা হৰি হৰি।

▸▸▸▸■◂◂◂◂

## ভূঞাগণ সহ শঙ্কৰদেৱৰ ধুৱাহাটলৈ আগমন

### পদ

ভক্তগণে সুধিলন্ত মনে দুখ কৰি
কষ্ট পাই কি কৰিলা প্ৰভু ডেকাগিৰি।
চক্ৰপাণি বোলে শুনা ভক্তগণ যত
গুৰুৰ চৰিত্ৰৰ কথা বৰ্ণাইব কত।
চাঙ্গিনী পাইলা গুৰু বাৰিষাৰ কাল
দ ঠাই, নদীৰ ঢল, খেতি নোহে ভাল।
গছত চাং সাজি কত দিন যে আছিল
কষ্টৰ নাহিকে সীমা চাৰি মাহ কাল।
খেতি বাতি যি কৰে গল পানী খাই
কি কৰিব ডাবি গুৰু উপাই নপাই।
চাঙৰ ওপৰে এদিন সমাজ পাতিলা
বৃদ্ধ ভূঞাগ তাত সমবেত ভৈলা।
ৰাম ৰাম, ৰাম দাস, বুঢ়া খা, কেতাই
জয়হৰি, জয়ৰাম, জহাই দলই।
গাভৰু খা, ৰাম খা, ৰূপা খা দি কৰি
শঙ্কৰৰ কাষে সবে বহিলা আগুৰি।

সবে এক সঙ্গে ভাবি গুনি চাই ভৈলা
স্থান এৰিবাৰ বাবে সিদ্ধান্ত কৰিলা।
ফচল পানীয়ে নিলে, খোৱা পানী নাই
ডফলাৰো আছে ভয় কি কৰা উপাই।
তাতে জন্মিলে [illegible] ৰমানন্দ [illegible]
প্ৰচুৰ দুখ এৰে গুৰু পুত্ৰ মুখ চাই।
বৃদ্ধ ভূঞাগণে আলচ কৰে গুৰু সমে
লুইত পাৰ হুয়া যাওঁ কোনো গ্ৰামে।
ৰমানন্দ পুত্ৰ জন্ম তবু নাই ৰঙ্গ
বডগীত ৰচি খায় কৰি নানা চঙ্গ■
পাৰে পৰি হৰি কৰো কাতৰি পৰাণ
ৰাখবি মাত্ৰ অথিৰ সব ধন জন।
ভূঞাগণ বোলে বাপ বেজাৰ নকৰিব
দুই চাৰি জন গৈয়াভুই মাটি চাব।
এহি বুলি আগে চলি গৈলা চাৰিজন
দেখিলেক মাজুলি মাটি সুন্দৰ সমান।

■*চঙ্গ - ভাও দিয়া*

সমতল ভুমি এক চকুত পৰিল
আলচ কৰিয়া সবে তথাত চলিল।
গুৰুজন দেখে বোলে ইটো ভাল ঠাই
এনুৱা সাৰুৱা ভুমি বিচাৰি নপাই।
ধুৱাহাট নাম গুচি হব নাম হাট
ইয়াতেই পাতো আমি খেতিৰ বাবে খাট।
মানুহ মাটি আনি আৰু ভূঞা লোকজন
একেলগে মাটি ডৰা কৰিল ভাঙন।
গৰু গাই পুহিলেক ধন দিয়া আনি
নামঘৰ সজাইলা ছাল দিয়া তিনি।
পূৰ্ব্ব বৎ খেতি বাতি পাতি ভূঞাগণ
নাম গুণ গাই থাকে হৰষিত মন।
ধান মাহ সৰিয়হ মচুৰ কলাই
সব খেতি হয় ইহা অভাব একো নাই।
এইমতে ভূঞাগণে কিৰিষিত মন
আৰ হৰি নাম চৰ্চ্চা কৰে সৰ্ব্বক্ষণ।

বৰগীত ঘোষাগীত ভাগৱত আদি
চৰ্চ্চা কৰি থাকিলন্ত যত কৃষ্ণবাদী।
তাল খোল নাগৰা সজাইলা বিস্তৰ
ইসব বজাই নাম ধৰে সব নৰ।
কাষৰ যতেক লোক নাম ধ্বনি শুনি
সবে আহি ধৰে নাম নিজ মনে জানি?
কত জনে শঙ্কৰক দেখি ভোল যায়
হৰিৰ নামত কত শৰণ লৱয়।
এনেদৰে কত জনে লইল শৰণ
মিচিঙ, ৰাভা মিৰি লোক আৰু বহুজন
সবে মিলি এক সঙ্গে হৰি নাম গাই
আৰু কত নৃত্য কৰে তাল খোল বাই।
নগৰ সংকীৰ্ত্তন কৰে সবে ঘুৰি ঘুৰি
ধোৱা হাট ভৈলা যেন আনন্দৰ পুৰী।
শঙ্কৰৰ লীলা কথা সবে জানি ধৰি
আনন্দে মগন হুয়া বোলা হৰি হৰি।



## তন্ত্ৰ মতাৱলম্বীৰ পলায়ণ

### ছবি

এহি মতে ধুৱা হাটে — নামৰ হাটকপাতে
সব লোকে আহয় লৱৰি
দেখিয়া আনন্দ পায় — হৰি নামে সঙ্গ লয়
কত জনে নানা ৰঙ্গ কৰি।

তন্ত্ৰ ধৰ্মধাৰী দুই জন লোক তাতে ৰই
তন্ত্ৰ মন্ত্ৰ ব্যৱসায় কৰি
জৰা ফুকা কৰি কত ধন ঘটে নানা মত
প্ৰজাক ঠগায় মন্ত্ৰ কৰি।
ধন বস্ত্ৰ টকা লয় নহলে ভয় দেখায়
মন্ত্ৰে ধৰি শিলা কৰি থব
এই মতে দুষ্ট দুই প্ৰবঞ্চনা কৰয়ই
টকা পইচা আদাই কৰি নিব।
কুমন্ত্ৰ কৰিছে বুলি বেমাৰতো পূজা পাতে
নানা বিধ খাদ্য দ্ৰব্য দিয়া
হাঁহ, পাৰ, কলা ছাগ আৰু কত দ্ৰব্য ভাগ
বস্তু খায় উদৰ পূৰিয়া।
কত কত জন ল'ৰা কুমন্ত্ৰ কৰিয়া পৰা
লুকাই ৰাখে বনৰ মাজত
বিভৎস ৰূপক সাজি লোকক দেখাই বাজি
বিভীষিকা লগাই মনত।
ৰাত্ৰি কালে উজাগৰি বিকট দীৰ্ঘ শব্দ কৰি
চকি উঠে গাঁওবাসী যত
এইৰূপে দুষ্টাগণ বিভীষিকা লগাই মন
ভীত হয় গৰীব প্ৰজা যত।
আৰু নানা ছল কৰি কিবা কিবি বস্তু ধৰি
মানুহক আচৰিত কৰে
টকা ধনৰ দাবী কৰি স্ত্ৰী সবক ভীত কৰি
লোকে তাক দেৱ বুলি ধৰে।

দেখিলে সুন্দৰী নাৰী বীৰা জাপি দিয়ে ধৰি
বেজ হুয়া তাইক বেজালি
কৰি গুপ্ত থানে লই সতীত্বক নষ্ট কৰি
কৰে ক্ৰিয়া যেহেন ধেমালি।
দেখি গুৰুজনে কাণ্ড ই দুইজন মহাভণ্ড
কিন্তু ধৰা উপাইও নাই
পাষণ্ড মৰ্দ্দন ৰচি ভক্ত সবে কৰে শুচি
পাচে সবে ধৰিবে পাৰয়।
তন্ত্ৰক নামানি লোকে নাম গায় জাকে জাকে
বোধ মটীয়াক নিন্দা কৰে
কত ক্ষেত্ৰে লাগে বাদ লাগিলা কথাৰ জেদ
ডেকা সবে শিলগুটি মাৰে।
অবশেষে ভণ্ড দুই পলাইল ত্ৰাস হই
ধোৱা হাট এৰি গুচি গৈলা
সিদিনাৰ পৰা তাত প্ৰচাৰিলা ধৰ্ম মত
শঙ্কৰৰ প্ৰভাব বাঢ়িলা।
আই সবে বুজি পাইল আমাৰ ধৰ্ম নষ্ট ভৈল
সিটো দুৰ্জন পাষণ্ডৰ হাতত
শঙ্কৰৰ কাষ চাপি কৃষ্ণ পাৱে মন সপি
শান্ত্বনা লভিলা যে মনত।



## ধোৱাহাটত সত্ৰ স্থাপন আৰু গয়াপাণিৰ শৰণ লাভ

### পদ

পাছে কথা বুলিলন্ত বৈৰাগী সুজন
শুনা যত ভক্তগণ কথাত দিয়া মন।
তন্ত্ৰ টাটকীয়া দুই যেবে পলাইলা
ধোৱাহাটৰ প্ৰজাগণ ৰক্ষা পাই গৈলা।
সবাকে মাতিয়া আনি বুলিলা শঙ্কৰ
সবে মিলি বান্ধি লও এক নামঘৰ।
দীঘল ডাঙৰ আৰু আহল বহল
নব জোৰ কাঠ খুটা লগাই মুখ্যস্থল।

এনেদৰে **শঙ্কৰ** আৰু ভকতসকল
তাহাৰ সঙ্গত সঙ্গী ভূঞা ডেকা দল।
সোণাৰু কাঠৰ খুটা নব জোৰা বৰ
ফোকামত লগাইল খুটা সৰু দশ জোৰ।
কাঠি তিনিখনে চৈধ্য জোৰা লগাইল
পাট খুটা দুটি কৰি দ্বাৰত পুতিল।
ফুল কাটি কাটি ফুলচটী তুলি দিলা
এনেদৰে নামঘৰ সজাই তুলিলা।
পূব ফালে মণিকূট বান্ধিয়া দিলেক
এনেদৰে সত্ৰখনি গঢ়ি তুলিলেক।
চাৰিপিনে ঢাপ মাৰি বেল গছ পুলি
ৰুইল **শঙ্কৰ** গুৰু ভূঞা সঙ্গে মিলি।
আতিকে ধুনীয়া কৰি সত্ৰক নিৰ্ম্মিলা
বেলগুৰি নাম সত্ৰ সবাই বুলিলা।
চাৰিফালে হাটী পাতি সত্ৰৰ ভকত
শঙ্কৰ নিৰ্ম্মিলা সত্ৰ সেই পূৰ্ব্ববৎ।
তাল খোল নাগাৰা সবাকে শিকাইলা
নামকীৰ্ত্তনৰ ৰোল বিয়পি পৰিলা।
সাত খলপিয়া গুৰু আসন পাতিলা
এনেদৰে ধোৱাহাটে সত্ৰক নিৰ্ম্মিলা।
ধোৱাহাট নাম নাই নাম বেলগুৰি
এই নাম বিয়পিল দুশোদিশ জুৰি।
শঙ্কৰৰ খিয়াতি ৰই বই গল
অনেক ধাৰ্মিক লোকে চাবলৈ গল।
দুই এজন কৰি কত লৈলেক শৰণ
শঙ্কৰ গুৰুৰ নাম কৃষ্ণক স্মৰণ।

এবে ধোৱাহাটে ৰল শ্ৰীমন্ত **শঙ্কৰ**
শিষ্য আৰু প্ৰশিষ্য হইল বহুতৰ।
কৰিলেক গুৰুজন খেতিৰ কৰম
লভিল হৰি আৰু কমলৰ জনম।
একে একে এই তিনি পুত্ৰ উপজিলা
শঙ্কৰৰ পৰিয়াল বৃদ্ধি পাই গৈলা।
গয়াপাণি নামে এক কুলিন কায়স্থ
বিয়া বাৰু নকৰায় হইল বয়সস্থ।
এক দিন গৈলা পাছে **শঙ্কৰৰ** পাশে
হৰিৰ ভজন জ্ঞান শুনিবৰ আশে।
দেখিয়া শঙ্কৰে তাক পুছিলা সাদৰি
কব পৰা তুমি বোপা আইলা কেন কৰি।
গয়াপাণি বোলে বাপ দেখিলো হুঁ মাই
এনুৱা ধৰ্ম্ম ক্ষেত্ৰ কতো দেখা নাই।
ছাগ বিচাৰিয়া মই দেশত ঘুৰিলো
অদ্যাবধি দুই ছাগ বিচাৰি নাপাইলু।
পত্নী ভ্ৰাতা দিলে মোক দুই টকা ৰূপ
পঠা কিনিবাক লাগি কহিলু স্বৰূপ।
শঙ্কৰে বুলিলা বোপা প্ৰয়োজন নাই
ভাগৱত শাস্ত্ৰ কথা বুলিলা বৰ্ণাই।
দেৱীক পূজয় যদি কাটি হাঁহ ছাগ
অন্তিম কালে সিহঁতেই ধৰে আহিলাগ।
একো একো জীৱে একো বাৰ যে কাটয়
লক্ষ জন্ম পথে যায় মুক্তি নাহি হয়।
যাত নাক ভুঞ্জে মাত্ৰ জীৱ মৰি মৰি
এত পাপ কৰে কিয় নাপাও বিচাৰি।

কত বা পূণ্যৰ ফলে দেখিলো তোমাক
অনেক জন্মৰ পাপ পালো খণ্ডাইবাক।
এত বুলি হৰষিত ভৈলা গয়াপাণি ৰাই
পঠা কিনা ধাগুা তিনি এৰিয়া পেলাই।
শঙ্কৰ গুৰুৰ পাৱে পশিল শৰণ
সিদিনাৰ পৰা ভৈলা ভাগৱত মন।
কায়মন বাক্যে গয়া পশিল শৰণ
শত ধন্য হ'ল মোৰ মানব জনম।
গুৰুক প্ৰণামি বিদায় লৈলা গয়াপাণি
এক দেৱ বিনে গতি নাই আক জানি।
হৰি নামে ধাগুা হ'ল সিদিনাৰ পৰা
প্ৰচাৰিলা নাম ধৰ্ম শাক্ত পন্থা এৰা।
পঠা বিচাৰ কৰিবাক এৰিয়া পেলাই
সৎ সমাজত থাকে হৰি নাম গাই।
যেতিক্ষণে গয়াপাণি আহে গুৰু পাশে
সেই সময়তে ৰাম নাম গাই আছে।
ৰাম নাম গাই থাকি পৰম আনন্দে
হেন সময়ত গয়াপাণি আহে ৰঙ্গে।
ৰাম ৰাম উচ্চাৰন্তে দেখি গয়াপাণি
ৰাম দাস নাম ৰাখে ইটো জানি শুনি।
গুৰু বোলে বোপা তই পবিত্ৰ সমই
ৰাম নাম চলি থকাত পালি ইটো ঠাই।
ৰাম দাস নাম তোৰ আজি দিলো মই
জগতে প্ৰসিদ্ধ হবি এই নাম লই।

গয়াপাণি উপাখ্যান শুনি কৰ্ণ ভৰি
ৰাম ৰাম উচ্চাৰিয়া বোলা হৰি হৰি।

>>>■<<<

## *গয়াপাণিৰ পূৰ্ব্ব পৰিচয়*

### *পদ*

চক্ৰপাণি বুলিলেক মহন্তসকল
গয়াপাণিৰ পূৰ্ব্ব কথা কও অবিকল।
কুলিন কায়স্থ কুলে জন্ম ছিল তাৰ
বংশ লোপ অভিশাপ পূৰ্ব্ব পুৰুষৰ।
সপ্তম পুৰুষো পৰে যিটো জন ছিল
কিবা দোষে জহ্নু মুনি তাহাক শাপিল।
বংশ লোপ হোক তোৰ নাহিকে নিস্তাৰ
বংশ লুপ্ত পাপে পাবি নৰকে নিকাৰ।
উপৰি পুৰুষ তাৰ নাম সৰস্বতি
গোপাল নামেতে ভৈলা তাহাৰ সন্ততি।
কৃপাল ভৈল তনয় তাৰ অতি গুণবান
তাৰ পুত্ৰ ৰাম, বিষ্ণু এই ক্ৰমে নাম।

বিষ্ণুৰ পুত্ৰ ভৈলা আহি গয়াপাণি নাম
গৃহ ত্যাগী হৈবে লাগি ভৈলা মনোস্কাম।
উৰ্দ্ধতন শাপ ভ্ৰষ্টাই ঋষিক প্ৰণামী
কৰিল অনেক স্তুতি পাৱে ধৰি নমি।
ঋষি বোলে বংশ লোপ তোৰ নাহি হ্ব
পঞ্চম পুৰুষ পৰে ই শাপ ফলিব।
গয়াপাণি ভৈলা সেই পঞ্চম পুৰুষ
সেই হেতু তাহাৰ মনত মহা দুখ।
সৰ্ব্বদা বিৰাগ ভাবে এৰি ঘৰবাৰী
কিবা মনে গুণি গয়াপাণি ফুৰে ঘুৰি।
যেহেন বাতুল প্ৰায় নাই থান থিত
হঠাতে গোবিন্দ ঘৰে ভৈলা উপনীত।
গৃহৰ সমস্ত লোকে তাক বেঢ়ি ধৰি
বিবাহ কৰিতে বোলে অতি জোৰ কৰি।
উৰ্ব্বশী কন্যাক তিনি কাষতে পাইল
সবাৰ উপদেশ মানি বিবাহ কৰিল।
তথাপি মনৰ মাঝে কিছু শান্তি নাই
উৰ্দ্ধ পুৰুষৰ শাপ কিমতে এৰাই।
তেখনে বিচাৰি পাইলা শঙ্কৰৰ পাশ
তেৰা উপদেশে পাইল মনত আশ্বাস।
পাছে মাধৱদেৱ সঙ্গে বাদানুবাদ কৰি
দুয়োজনে পাইলা গৈয়া শঙ্কৰৰ গুৰি।
গুৰুৰ কৃপায়ে তাৰ পুত্ৰ জনমিল
ৰাম দাস পুত্ৰ ৰামচৰণ নাম থৈল।
এইদৰে ভৈলা গিৰি গৃহ কৰ্ম্মে ৰত
এনে সময়তে শহুৰ বাণ্ডু কাক যান্ত।

সঙ্গে মাধৱদেৱ গৈলা বাণিজ্যক লাগি
দহ বৰ্ষ পৰে উজাই নৌকাত বেহাগী।
পথত শুনিল মাৱ ৰোগ শয্যা মাঝে
ৰোগাক্ৰান্ত হুয়া বিচনাত পৰি আছে।
মাতৃৰ আৰোগ্য বাবে কামনা কৰিয়া
পঠা দুটি দিব বলি দুৰ্গাক লাগিয়া।
ঘৰ পাই আহি দেখে মাৱ হৈছে ভাল
ৰোগ মুক্ত হুয়া গৃহ কৰে প্ৰতিপাল।
পুনঃ উৰ্পাজনে বেপাৰে চলি গৈলা
পঠা কিনিবা ভাৰ ৰাম দাসক দিলা।
মনত হাসিয়া ভাবে ৰাম দাস গিৰি
পঠা নিকিনিলে মাধৱ কি কৰিতে পাৰি।
এনে ভাবে গাফিলতি কৰিযা আছয়
লাহে লাহে শাৰদীয়া পূজা আহি পায়।
আজি কালি কৰি পঠা ৰাম দাস ানিলা
ভাদ মাহ গৈয়া আহ্নি মাহ আহি পাইলা।
ভৰাৰি ডুবিৰ নিজ গৃহত গয়াপাণি
নিজ কৰ্ম্মে ৰত হুয়া আছিল আপুনি।
বাণিজ্যৰ পৰা মাধৱ আহিলেক ধাই
মাৱ দৰশন কৰি ভৰাৰি ডুবি যাই।
তথাত ৰহিলা মাধৱ পঠা অন্বেষণে
দেবীৰ পূজা হেতু ভাবি আছে মনে।
মাধৱ বান্ধব কথা শুনা মন পাৰি
তেবেসে চলিবা ভাই বৈকুণ্ঠ নগৰি।
শ্ৰীগুৰু চৰিত্ৰ কথা অমৃত লহৰি
নিৰন্তৰে সব লোকে বোলা হৰি হৰি।



# মণিকাঞ্চন সংযোগ

## পদ

চক্ৰপাণি বোলে কথা চাই ভক্তগণ
কেন মতে পাইলা মাধৱ গুৰু দৰশন।
মাতৃৰ আৰোগ্য হেতু পঠা থলে সই
মহাষ্টমী পূজাৰ দিনা বলি দিবলই।
এক দুই দিন কৰি মাহ ভৰি গৈলা
এমাহ দুমাহ পৰে পূজা আহি পাইলা।
ভবাবি ডুবিক গৈয়া পুছন্ত মাধৱ
পঠা যোগাৰ হ'ল নিশ্চয় বৈনাই বান্ধৱ।
নহিনাই তুমি মোৰ কথাত ৰখিলা
কেনেকুৱা পঠা তুমি কিনিয়া আনিলা।
কেই টকা দাম পঠা ছাগল কিনিবাক
কত ওখ পঠা হাল দেখায়ো আমাক।
শিঙ জুবি কেনেকুৱা কিবা দুই কাণ
বগা, কলা, পখৰা অথবা হয় আন।
মোৰ আগে দেখাযোক দুগোটা ছাগক
নিজ চক্ষে দেখি পাইব পৰম সন্তোষ।
পঠা হাল দেখি বৰ ৰঙ্গ পাম মই
কেনেকুৱা পঠা আহিল বলি দিবলই।
ইটো বুলি মাধৱ পঠাৰ বিচাৰ লইলা
পঠা কিনা নাই বুলি সমিধান পাইলা।
ৰাগান্বিত হ'ল ডেকা গোবিন্দ নন্দন
ধন দিলো তোক পঠা নাই কি কাৰণ?
মোৰ মাতৃ তোৰ জানো মাতৃ নোহৱই
কি কাৰণে এত ঘৃণা কৰি আছ তই।
দেৱীক পঠা দিম বুলি শঠা মই থৈলু
পৰহি পূজাৰ দিন পঠা নাপাইলু।
হকৰাকুচীয়া ৰাম দাস তই বুদ্ধিত পাগল
সচি ধন দিলো তই নানিলি ছাগল।
এই বুলি কত কথা কয় মাধৱদেউ
ৰাগে দাঁত কামুৰিয়া নামানিল কেউ।
মাধৱৰ ৰাগ দেখি গয়াপাণি হাঁহি
ধীৰ ভাৱে বোলে কথা মাধৱক চাহি।
শুনা এবে মোৰ কথা ওৰে শ্ৰীমাধৱ
জগতৰ পতি হৰি পৰম বান্ধৱ।
তেওঁ বিনে আন কোনে ৰাখিবাক পাৰে
সুৰা সুৰ দূৰ্গা কালী সৃষ্টি যে তাহাৰে।
তাহাৰ ইঙ্গিতে হয় জীৱন মৰণ
সমস্ত প্ৰাণীৰ আত্মা এজনৰ সৃজন।
আমাৰ বচন তুমি শুনা দিয়া মন
শান্ত হোৱা, ক্ৰোধ এৰা বুলিলো বচন।
টকা লৈয়া গলো মই ছাগল বিচাৰি
খোজ কাঢ়ি পালো গৈ শঙ্কৰৰ গুৰি।
ধোৱাহাট থানে আছে প্ৰভু শ্ৰীহৰি
শঙ্কৰ নামেতে প্ৰভু নৰ ৰূপ ধৰি।

দিব্যজ্যোতি ৰূপ দেখি লাগে চমৎকাৰ
গৌৰবৰ্ণ কায় দীৰ্ঘ শৰীৰ তাহাৰ।
পাৱত ধৰিয়া মই কৰি নমস্কাৰ
*লাহে লাহে কলো মই উদ্দেশ্য আমাৰ।*
ঈষত হাঁহিয়া গুৰু আমাক কহিলা
বৃথা কষ্ট মাত্ৰ ইটো বচন বুলিলা।
বলি কাটি যদি অন্য দেবী পূজা কৰে
অন্তকালে যখন সবে যাব যম ঘৰে।
সেই প্ৰাণী সবে কাটে ইটো নৰাধম
ৰক্ষা নাই তাৰ কষ্ট পাৱয় অধম।
যাতনাক মাত্ৰ পাৱে নাহিকে নিস্তাৰ
কোনো ফল নাই দুখ মাত্ৰ হোৱে তাৰ।
এহি বুলি কত কথা বুজাইলা মোক
নোৱাৰিলো মই আৰু পঠা কিনিবাক।
কথা শুনি মাধৱদেৱ ৰাগত জ্বলিলা
দুৰাচাৰা পাপী বুলি ক্ৰোধে জ্বলি গৈলা।
বুৰ্ব্বকৰ আগত যেন কথা বল তই
ধৰ্ম কাক বোলে তাক নাজানোহে মই।
শাক্ত পন্থ ধৰ্ম মোৰ ঐত মোৰ ৰতি
অন্য ধৰ্ম কথা মোক নোবল সম্প্ৰতি।
শুনি আছো শঙ্কৰ তোৰ কিছু জ্ঞান নাই
কছাৰীৰ ভয়ে লুকাই আছে এই ঠাই।
পলাই ফুৰিয়া আছে দ্বীপ মাঝে ৰই
এনে ভয়াতুৰৰ কথা কিনো বল তই।
ৰাম দাস বোলে তই বৰ অহঙ্কাৰী
ভাল কোন বেয়া কি নাপাৱ বিচাৰি।

মোৰ আগত পণ্ডিতালি দেখাইলি পটু
শঙ্কৰৰ আগত তই হবি লেতু সেতু।
মাধৱ বুলিলা কথা অতি ক্ৰোধ কৰি
কালি প্ৰভাততে যাম শঙ্কৰৰ গুৰি।
যদি আপোন নয়নেৰে নেদেখিবো মই
কাহাৰো বচনে আমি সজাগ নাযাই।
ৰাতিটো কটাই যেবে পুৱাইল ৰজনী
গা ধুই ওলাইলেক মাধৱ-গয়াপাণি।
ৰাম দাসে হাতে লৈলা চাউল সিধা এটি
মাধৱেও লৈলা তামোল পাণ এক গুটি।
দুয়োজনে চলি যোৱা সবে দেখা পাই
লোক সবে হাঁহে তেওঁলোকক চাই চাই।
কোনোজনে সোধে কথা কৈৰ লাগি যোৱা
কাৰো ফালে এটিবাৰ ফালেও নোচোৱা।
ৰাম দাস মাধৱসহ চলিছে বেগাই
কোনো ফালে তেৰা সবৰ দৃষ্টিৰ নযাই।
এনেদৰে চলি দুয়ো পাইলা বেলগুৰি
আছয় শঙ্কৰ বহি কঠ পীড়া পাৰি।
দেখিল মাধৱ দুৰে নিৰীক্ষণ কৰি
সাক্ষাত দেৱদূত যেন কঠৰ উপৰি।
শৰীৰৰ কান্তি মুখ এনে বিতোপণ
দেখা মাত্ৰে নত ভৈলা মাধৱৰ মন।
সঙ্কুচিত ভৈলা মন প্ৰভু দৰশনে
দেখিয়া প্ৰণাম কৰে শঙ্কৰৰ চৰণে।
ৰাম দাসে প্ৰণামিল গুৰু চৰণত
ভকত আহি বহিবলৈ দিলা আসনত।

ভক্তি ভাৱে দুয়োজনে বহিল আসনে
বুলিবে লাগিল কথা মধুৰ বচনে।
ৰাম দাসে গুৰু আগে কহিলা তেখন
আমাৰ পত্নীৰ জ্যেষ্ঠ ভ্ৰাতা ইটোজন।
মনোৰমাৰ পুত্ৰ এওঁ গোবিন্দ নন্দন
সশ্ৰদ্ধায়ে কৰে নিতে শক্তি আৰাধন।
আগতে কহিছো আমি আপোনাৰ আগে
পঠা কিনিবাৰে টকা দিলা অনুৰাগে।
আপোনাৰ আদেশত বাদ নকৰিলো
ইটো অপৰাধে আমি বাদক কৰিলো।
আপোনাৰ সঙ্গে তৰ্ক কৰিব ইজন
সেহি হেতু মোৰ সঙ্গে পাইল এই থান।
কথা শুনি শঙ্কৰেও বুলিলন্ত হাঁহি
দেখো বুদ্ধিমান ল'ৰা জ্ঞানৰ পিপাসী।
অলপ বয়স হেতু অল্প শাস্ত্ৰ জ্ঞান
পূৰ্ব্বকৃত একপন্থ নজানয় আন।
মাধৱ পুছিলা বাপ কহিও বুজাই
দেবী পূজা কৰিবাক কিয় নলগাই।
ইটো বিধি পূৰ্ব্বাপৰ চলিয়া আছয়
শৰত কালত সবে দেবীক পূজয়।
দেব-দেবী পূজা ইটো বেদৰ বিধান
বেদ শাস্ত্ৰে যিটো কয় কিয় হয় আন।
বেদ লঙ্ঘে যদি তাৰ মহাপাপ হয়
সেই পাপে অৱশেষে নৰকে পৰয়।

বেদে যিটো কয় তাক লগে কৰিবাক
নকৰিলে দুৰাচাৰ বুলি কয় তাক।
যিটো দুৰাচাৰ তাৰ হয় মন্দ বুদ্ধি
ই হেন লোকৰ জানা দেহ নোহে শুদ্ধি।
দেহ-মন অশুচিত শৰীৰ হোৱে ক্ষীণ
দিনে দিনে বুদ্ধি হোৱে পাপত মলিন।
দেৱতাৰ কোপে তাৰ কত অমঙ্গল
কোনো কৰ্ম কৰি সি নাপায় শুভ ফল।
ধৰ্ম কৰ্ম কৰিলেও সব ভ্ৰষ্ট হয়
অৱশেষে সিটোজন নৰকে পৰয়।
বেদ ধৰ্ম নামানিলে ৰজাও ভিক্ষাৰী
ধৰ্মহি জানিবা এই সৃষ্টি আছে ধৰি।
তাৰ পিণ্ড পিতৃ-মাতৃ কেৱে নলৱয়
সেই দোষে সিটো কুল* নৰকে পৰয়।
পশু যেন দেহা তাৰ জন্মহয় বৃথা
বেদৰ বাণীৰ কভু নোহয় অন্যথা।
বেদ উলঙ্ঘিলে তাৰ কভু ৰক্ষা নাই
কোটী জনমক লাগি নৰকে পৰই।
তন্ত্ৰ বেদ পঢ়ি যিটো বুজি পালো আমি
এতেকতে দেবী পূজা কৰি আছো মানি।
মাধৱৰ কথাখিনি শুনিয়া শঙ্কৰ
বুলিলা অলপ হাঁহি শাস্ত্ৰ যে বিস্তৰ।
শুনা ডেকা বাপু তুমি আমাৰ বচন
সকলো শাস্ত্ৰৰে মত এক নোহে জান।

*কুল - বংশ

ভিন্ন ঋষি কৰে ভিন্ন বেদৰ বাখ্যান
নিজ স্বাৰ্থে ভক্তি মাৰ্গ কৰে প্ৰত্যাখ্যান।
ব্ৰহ্ম লোকে চৰে তপ জপ যজ্ঞ কৰি
পূণ্য শেষে মৰতলৈ পুনু আহে ঘূৰি।
কষ্ট কৰ তপ ব্ৰত ফল কিছু নাই
সেহি হেতু কোনো ধৰ্মে তপ নকৰই।
যদ্যপি আছয় ফল আছয় বিনাশ
মহন্তসকলে তাত নকৰে বিশ্বাস।
যজ্ঞ কৰি পশু বধ সকলে কৰয়
ৰজো গুণী মাৰ্গ ইটো সম্পদ লভয়।
সম্পদৰ বাবে আহে অনেক সংঘাট
জীৱনত বিঘিনি তাৰ মিলে অসংখ্যাত।
স্বাৰ্থ হেতু বলি কটা তাতো নাই আশ
দুৰ্ঘোৰ নৰকে তাৰ চিৰকাল বাস।
আৰু এক কথা বলো শুনিও বোপাই
বলি কটা, দেবী পূজা, বেদেই ইহা নাই।
মূল বেদে যিটো আছে চাবা ভাল কৰি
দেবী পূজা, বলি কটা নাপাবা বিচাৰি।
মহৰ্ষিসকলৰ নাই ইসবত ৰতি
স্বাৰ্থান্বেষী বিপ্ৰৰ স্পৃহা ইসবৰ প্ৰতি।
নিৰীহ প্ৰাণীক বধি স্বৰগে গমন
তেনে বাৰু নৰকলৈ যায় কোনজন?
শুনিয়া শঙ্কৰৰ বাণী বুলিলা মাধৱ
বেদত আছয় লিখা ধৰ্ম যে ইসব।
সৰ্ব্ব ভূতে দেবী আছে শক্তি ৰূপ ধৰি
শক্তিক লাগয় খাদ্য জানা নিষ্ট কৰি।

আদ্য শক্তি বলে ভৈলা অসুৰ নিধন
মহিষ অসুৰ আৰু আন কত জন।
সুন্দ-উপসুন্দ বধ কালীয়ে কৰিলা
দূৰ্গাৰ হাতত মহিষ নিধন হইলা।
জ্ঞান বুদ্ধি বিবেচনা আন শক্তি যত
মনুষ্য শৰীৰ মধ্যে শক্তি ৰূপে স্থিত।
শক্তিক পূজিলে এই সবে ফল পায়
সংসাৰত এইজন দিগ্বীজয়ী হয়।
ৰোগ শোক ব্যাধি যদি কৰে নিৰাময়
তেন্তে কিয় শক্তি পূজা দোষ যুক্ত হয়।
শঙ্কৰে বুলিলা হাসি মাধৱক চাই
ইসব কথাৰ উত্তৰ বুলিছো বণাই।
সৰ্ব্ব ভূতে দেবী আছে অঙ্গ-প্ৰত্যেঙ্গত
আত্মা ৰূপী ভগবান শৰীৰতে স্থিত।
জীৱাত্মা পৰম আত্মাই শৰীৰ আছে ধৰি
আত্মা অবিহনে দেহ যেন শুকান কৰি।
যেখানে পৰম আত্মা দেহক এৰিব
সৰ্ব্ব ভূতে যত শক্তি নিস্ক্ৰিয় হইব।
সমস্ত দেৱৰ শক্তি এক কৰি আনি
নিৰ্মিলা দূৰ্গাক সেই দেৱ পদ্ম যোনি।
ক্ষণেকৰ বাবে ভৈলা শক্তিৰ উদয়
তান হস্তে মহিষাসুৰ দানবৰ ক্ষয়।
তাৰ পাছে কোন দিন আহিছে দূৰ্গাই
দশ ভূজা দূৰ্গা নামে দেৱ এক নাই।
কালীৰ উৎপত্তি সেই একেই কাৰণ
সুন্দ-উপসুন্দ দুই কৰিলা নিধন।

কিবা হেতু কাটে বলি নিজে নজানয়
স্বাৰ্থপৰ পুৰোহিতগণে লুটি পুতি খায়।
সংসাৰ বন্ধন কিছু নুগুচে জীৱৰ
এতেকে প্ৰবৃত্তি পথ পৰম দুষ্কৰ।
পুৰাণৰ সূৰ্য্য ভৈলা মহা ভাগৱত
যিটো শাস্ত্ৰ পাইলা ব্ৰহ্মা পদ্ম কলপত।
ভাগৱত সূৰ্য্য যেবে কৰয় প্ৰকাশ
চন্দ্ৰ জোনাকিৰ ৰশ্মি সবাই বিনাশ।
জোনাকী সদৃশ বেদ শাস্ত্ৰ নিৰন্তৰ
সূৰ্য্য তুল্য শক্তি মহা ভাগৱতৰ।
পুৰাণ কাব্যৰ কিছু নাহিকে মহত্ব
সবাতো অধিক শক্তি ভাগৱত তত্ত্ব।
চাৰিও বেদৰ শাখা ব্যাস মহাঋষি
কৰিলে হৰিষে মণি বেদক নিৰেখি।
লক্ষ শ্লোক লিখিলন্ত মহাভাৰত
তথাপিতো কিছু শান্তি নাপায় মনত।
পোৰাপতা* তিৰি যেন মন স্থিৰ নয়
কি হৈলা নহৈলা একো গুণিয়া নাপায়।
অলকানন্দাৰ তীৰে বহি মহাঋষি
অধোমুখ হুয়া আছে পানীক নিৰেখি।
নাৰদ ঋষি আহি পাছে বুলিলা বচন
কিবা হেতু ঋষিবৰ বিষন্ন বদন।
***ঋষি বোলে বেদ মই চাৰি খণ্ড কৈলু***
***ঋক, যজুৰ, অথৰ্ব্ব, সাম নামক ৰাখিলু।***

অষ্টোত্তৰ শত উপনিষদ আছয়
চৈধ্যখনি শাস্ত্ৰক কৰিলু মহাশয়।
অষ্টাদশ পুৰাণ মই নিজেই লিখিলু
কিয় বাৰু মন শান্তি কিছু নাপাইলু।
দেবৰ্ষি বুলিলা হেৰা পণ্ডিত পৰম
পৃথিৱীত কোনো জন নাই তব সম।
একেজনে এতখিনি লিখিবো নোৱাৰে
ভগৱন্ত কৃপা দৃষ্টি তোমাৰ উপৰে।
কিন্তু মূল শাস্ত্ৰ তুমি মুঠে লিখা নাই
গুৰিক নাপাই আছা ডালত বগাই।
পশু পক্ষী হিংসা কৰ্ম বাঢ়িল জগতে
অজ্ঞান মনুষ্যগণে মানুহকো কাটে।
তাকে ধৰ্ম বুলি লয় অজ্ঞানী সমাজ
আছল কৰ্মক এৰি কৰিলা অকাজ।
এতেকতে তব চিন্তা নুগুচে সদায়
যত দিনে ভাগৱত ৰচনা নহয়।
আমাৰ আদেশে তুমি মহাভাগৱত
ৰচনা কৰিয়া দিয়া মনুষ্য লোকত।
নাৰদৰ আদেশে ৰচিলন্ত ভাগৱত
শুকে কহিলন্ত পৰীক্ষিতৰ আগত।
সেহি শাস্ত্ৰ পদ বন্ধে ৰচিলোহো আমি
জগতৰ লোকে গতি পাব ইহা জানি।
মাধৱ বুলিলা ওৰে ভূঞাৰ তনয়
একমাত্ৰ ভাগৱত কিয় বা লাগয়?

** পোৰাপতা  অস্থিৰ মনৰ*

বিস্তৰ জানিলে ক্ষতি কি আছে আমাৰ
হব পাৰে ভাগৱত শাস্ত্ৰ মাঝে সাৰ।
কেৱল হৰিক চিন্তা ভাগৱতে কয়
ধন-জন-বিদ্যা-বুদ্ধি ক'ৰ পৰা হয়?
সৰস্বতী পূজা কৰি লভে বিদ্যা জ্ঞান
লক্ষ্মীক পূজিয়া পায় ৰাজ্য ধন মান।
শক্তিক আৰাধি লোক শক্তিমান হয়
কৃষ্ণক আৰাধি মাত্ৰ মুক্তিহে লভয়।
সৰস্বতী জ্ঞান বিদ্যা লক্ষ্মী দিয়ে ধন
শক্তিমান নহইলে পীড়ে দুষ্টজন।
শঙ্কৰ বুলিলা মনোৰমাৰ নন্দন
লক্ষ্মী সৰস্বতী দূৰ্গা অন্য দেৱগণ।
ইহঁতক পুজিলে পায় শক্তি বিদ্যা জ্ঞান
কিন্তু এত পৰিশ্ৰম কিহৰ কাৰণ।
পুজা মাত্ৰে আছে তাত বিধিবদ্ধ কষ্ট
দ্ৰব্য লাগে ধন লাগে সময় হোৱে নষ্ট।
মন্ত্ৰ বা দ্ৰব্যৰ যদি কিবা ছিদ্ৰ হয়
সেই ছিদ্ৰে সব কৰ্ম ভ্ৰষ্ট হয়া যায়।
দেব-দেবী পুজি লোকে ঐহিক ফল পায়
সামান্য দোষতে ফল সব ভস্ম হয়।
হৰি নাম মহা মন্ত্ৰ এত শক্তি তাৰ
ইহ পৰলোকে সব ক্ষেত্ৰে হ'ব সাৰ।
বেচি কথা মই বাপু খোজা নাই কব
কথাৰ ছিদ্ৰতে পুজা বিপৰীত হব।
পুৰাণত আছে এক সুন্দৰ আখ্যান
বৃত্ৰাসুৰ দানবক বধিবাৰে জান।

ত্ৰষ্টাই কৰিলে যজ্ঞ বীৰ পুত্ৰ চাই
যিটো পুত্ৰই ইন্দ্ৰকেই মাৰিবে পাৰই।
আবেগতে ইন্দ্ৰং হন্তুং মুখত নাহিল
ইন্দ্ৰেন হন্তুং বুলি মুখে উচ্চাৰিল
যাৰ ফলে বৃত্ৰাসুৰ জন্মিল মহাবীৰ
বধিবলৈ অস্থি লাগে ঋষি দধিচীৰ।
অস্থি আনি ইন্দ্ৰদেৱে বজ্ৰক নিৰ্মিলা
বজ্ৰাঘাটে বৃত্ৰাসুৰৰ মৰণ মিলিলা।
এযাৰ কথাতে সব কৰ্ম নষ্ট হল
যজ্ঞৰ পৰিশ্ৰম যত সব ভ্ৰষ্ট হল।
নামৰ মাহাত্ম্য জান কিমান গভীৰ
নাহওক উচ্চাৰণ স্মৰণতে কৰা স্থিৰ।
শুনা মোৰ কথা বোপা কওঁ সংক্ষেপত
পুৰাণৰ সূৰ্য্য ইটো মহা ভাগৱত।
ৰাত্ৰি কালে ক্ষুদ্ৰ ক্ষুদ্ৰ জোনাকী পৰুৱা
অকণ পোহৰ লৈ থাকয় ধৰিয়া।
কিন্তু চন্দ্ৰ উদয় হ'লে পৰুৱাই লাজে
গছৰ আৰত লুকাই থাকে পৰ লাজে।
যেতিক্ষণে আহি হয় তপন উদয়
চন্দ্ৰৰ পোহৰো সব ম্লান পৰি যায়।
সেইদৰে শুনা বোপা বচন আমাৰ
সমস্ত শাস্ত্ৰৰ মাঝে ভাগৱত সাৰ।
অন্য শাস্ত্ৰ যত মাথো পৰুৱা সদৃশ
মানুহৰ মতি গতি কৰি তোলে বিষ।
সকলো পুৰাণ শাস্ত্ৰ চন্দ্ৰৰ পোহৰ
এইবোৰে কিছু কাম নাসাধে মানুহৰ।

সূৰ্য্য সম প্ৰকাশয় গ্ৰন্থ ভাগৱত
তন্ত্ৰ পুৰাণৰ একো নাহিকে মহত্ত্ব।
মাধৱ বুলিলা হেৰা পণ্ডিত প্ৰবৰ
ভিন্ন ৰচি ভিন্ন ধাণ্ডা থাকে মানুহৰ।
দেৱতাক পূজি যদি ধন বিদ্যা পায়
ইহ লোকে মহাসুখে জীৱন কটায়।
পৰলোকৰ কথা বাৰু কোনেনো জানিব
হেন মনে ধৰি লোকে দেৱীক পূজিব।
শঙ্কৰে বুলিলা মাধৱৰ মুখ চাই
যিবা হেতু ভাগৱত তুমি পঢ়া নাই।
বেদ শাস্ত্ৰ সমস্ত উপনিষদ চয়
ভাগৱত শাস্ত্ৰতে আছে সাৰ সমুদায়।
বৈকুণ্ঠৰ কল্পতৰু এই শাস্ত্ৰ সাৰ
হৰি নামে সাৰ মাত্ৰ প্ৰকাশ ইহাৰ।
হৰিয়ে সৃজিছে দেৱ-দেৱী নিৰন্তৰ
মানুহ পশু পক্ষী আৰু গন্ধৰ্ব্ব কিন্নৰ।
চন্দ্ৰ সূৰ্য্য গ্ৰহ তৰা পৃথিৱী মণ্ডল
গিৰি গুহা নদ নদী সীমাহীন জল।
অসীম আকাশ আছে অলেখ ব্ৰহ্মাণ্ড
কত সূৰ্য্য কত গ্ৰহ বায়ু আদি কাণ্ড।
সকলোৰে স্ৰষ্টা সেই এজন ঈশ্বৰ
যত প্ৰাণী আছে এই বিশ্ব ব্ৰহ্মাণ্ডৰ।
জ্ঞানৰ ভাণ্ডাৰ মানুহ আন প্ৰাণী নয়■
ভাল বেয়া উচ্চ নীচ মানুহে জানয়।

■নয় - নহয়

মানুহৰ মাজত বোপা তুমি একজন
গুণী জ্ঞানী শাস্ত্ৰজ্ঞ পণ্ডিত সুজন।
দেৱ দেৱী পূজনীয় আৰু ভগবান
নিজৰ সন্তানকে জানো কৰয় ভক্ষণ?
নিজৰ মাতৃয়ে জানো সন্তানক খায়?
সবাতো অধম সিটো বলি যি কাটয়।
মাধৱে সুধিলা পাছে কথা নম্ৰ কৰি
যাৰা যিবা বাঞ্ছে পায় জানো ভাবি হৰি।
কথা শুনি আতা গিৰি পণ্ডিত প্ৰবৰ
ভাগৱত গীতাত পাইবা সঠিক উত্তৰ।
যিটো প্ৰশ্ন কৰিয়াছ ৰঢ়াৰ নন্দন
সমূচিত উত্তৰ তাৰা পাইবা এখন।
সুদামা নামেতে এক বিপ্ৰ যে আছিল
কৃষ্ণৰ পৰম ভক্ত সখীত্ব পাতিল।
গুৰু গৃহে একেলগে পঢ়ি শুনি গই
সংসাৰ পাতিল নিজ মতে আগুৱাই।
কালক্ৰমে বিপ্ৰবৰ অতি দুখী হৈলা
ধনৰ আশায় এদিন কৃষ্ণ পাশে গৈলা।
লাজতে নকয় কিবা বস্তু লাগে বুলি
ভক্তি কৰি কৃষ্ণে পদ ধূলি লৈলা তুলি।
যতখিনি সমাদৰ বিপ্ৰক কৰিলা
তেনে আদৰ জীৱনত কতো নাপাইলা।
সুদা হাতে গৃহক আহিল বিপ্ৰবৰ
পদূলিত নিচিনিলা কাৰ হৰ্ম্ম্য* বৰ।

* হৰ্ম্যা - আট্টালিকা

এনেতে বামুণী আহি আগবাঢ়ি নিলা
কৃষ্ণৰ প্ৰসাদে তিনি মহাসুখী হৈলা।
ধন, ধান, দাস, দাসী কত সীমা নাই
কৃষ্ণৰ প্ৰসাদে দেখা সব বস্তু পাই।
পঞ্চ বৰ্ষ বয়সত ধ্ৰুৱে ধ্যান কৰি
বনৰ মাজতে লাগ লাইলেক হৰি।
সুদৃঢ় বিশ্বাসে হৰি নাম মুখে লই
প্ৰহ্লাদ হইল দৈত্য পতিক বিজয়ী।
নামৰ মহিমা বুলি অন্ত যে নাপাই
হৰি নাম বিনে শ্ৰেষ্ঠ ধৰ্ম আৰু নাই।
এনেদৰে নামৰ মহিমা কত পাবা
হৰিত শৰণ লৈলে সকলো লভিবা।
উদ্ধৱে একাদশ আৰু গীতাত অৰ্জুন
স্বয়ং কৃষ্ণই বোলে নামৰ কত গুণ।
পুনৰপি মাধৱদেৱ প্ৰশ্নক তুলি কয়
হৰি নাম মাধ্যমত সৰ্ব্ব কৰ্ম হয়।
যজ্ঞ পূজা মাধ্যমতো বেদৰ বিহিত
অন্য কত দেৱ দেৱী বেদৰ সন্মত।
সবাকো সামৰি ধৰ্ম কৰ্ম কৰি যায়
ইয়াত কিনো অপৰাধ কোৱা মহাশয়।
*যথাতৰোৰ্ম্মূল নিচ্চেচনেন*
*তৃপ্যন্তি তৎস্কন্ধো ভুজপো শাখা।*
*প্ৰনেপ হাৰাচ্চ যথা ইন্দ্ৰিয়ানাং*
*তথাচ সৰ্ব্বাৰ্চননমু-চাতে জয়া।*
বৃক্ষ মূলে জল দিলে পত্ৰৰ সন্তোষ
কৃষ্ণ দেৱত ভজিলে অন্য দেৱৰ নাই দোষ।
মূলত ঢালিলে জল ডালে পাতে পায়
ডালে পাতে দিলে জল নাগৰিয়া যায়।
গুৰিত নাঢালি জল পাতত ঢালয়
আচোক গুৰিয়ে পাব পাতেও নাপায়।
মাধৱৰ প্ৰশ্নক কৈলা উত্তৰ হেৰাই
এক ধ্যানে শঙ্কৰৰ ফালে আছে চাই।
কালি পুনু আহিম বাপ আজি চলি যাওঁ
শৰণ পশিবো আমি আপোনাক কওঁ।
এই বুলি কৰ যোৰে নমিলা চৰণ
শিৰ লগাই সেৱা কৰে গোবিন্দ নন্দন।
গয়াপাণি সঙ্গে পাছে বিদায় লইলা
ৰাত্ৰি কালে দুয়োজনে গৃহে প্ৰবেশিলা।
ৰাত্ৰি উপবাসে কিছু দ্ৰব্যক আনিলা
পিচদিনা শঙ্কৰত শৰণ লভিলা।
মনিকাঞ্চনৰ সংযোগ অসম ৰাজ্যত
বৈষ্ণৱ ধৰ্ম বিয়পিল পূৱ মুলুকত।
মাধৱৰ শৰণ আধ্যা পদ শিৰে ধৰি
মাধৱক স্মৰি ডাকি বোলা হৰি হৰি।



# শঙ্কৰ-মাধৱ সম্বাদ আৰু একশৰণ ধৰ্মৰ তত্ত্ব দৰ্শন

## পদ

আত পৰে শুনা সবে যত ভক্তগণ
চৰিত কথা বোলে চক্ৰপাণি মহাজন।
পৰদিনে প্ৰভাতে উঠিলা মাধৱদেৱ
স্নান কৰি সাজি কাচি মাৱক কৰে সেৱ।
ৰাম দাস আতা যেবে আহি লগ লই
চাউল সিধা তৰকাৰী লৈলেক ভৰাই।
খোজ কাঢি দুয়োজনে গৈলা ধুৱাহাট
বেগে আহি পাই গৈলা দশ ক্ৰোশ বাট।
আসনে বসিয়া গুৰু শাস্ত্ৰ হাতে লই
মাধৱ আহিব বুলি আছে বাট চাই।
সেইক্ষণে বেলি আহি দশদণ্ড গৈলা
গয়াপাণি সঙ্গে মাধৱদেৱ আহি পাইলা।
সেই বেলা হাত পাৱ কৰি প্ৰক্ষালন
শঙ্কৰক গুৰু মানি লৈলন্ত শৰণ।
গুৰুদেৱ নাম ভক্ত দিলেক বুজাই
বুলিলেক একদেৱ বিনে আৰ নাই।
পূৰ্ব্বাপৰ গোপ্য কথা মাধৱৰ আগে
পূৰ্বৰ জন্ম কথা বুলিলেক অনুৰাগে।
মাধৱ পাইলেক জ্ঞান চকু মেল খালে
শঙ্কৰৰ দক্ষিণ হস্ত হইবেক জানিলে।
শৰণ কৰ্মৰ অন্তে প্ৰসাদ খাইল
তাৰ পৰে ভোজন কৰ্ম সমাপ্ত কৰিল।
খাই বই উঠি পাছে শাস্ত্ৰ আলোচিয়া
পুচিল অনেক কথা আগ্ৰহ কৰিয়া।
কিবা কৰ্মে তৰিবেক ঘোৰ সংসাৰত
ইয়াৰ উপায় দেৱ কহি য়োক মোত।
শঙ্কৰ বুলিল মাধৱৰ মুখ চাই
ভকতি সাধন বিনে অন্য গতি নাই।
মহা সুখে আত্ম তত্ত্ব জানে সমুদায়
তাকে বোলে ভক্তি ধৰ্ম শুনা জ্ঞানী চয়।
ইটো কথা নৱসিদ্ধে নিমিৰ আগত
প্ৰকাশ কৰিয়া কহিলন্ত ভাগৱত।
এক প্ৰশ্ন সুধিলেক গুৰু শঙ্কৰত
কত বিধ আছে ইটো ভকতি কিমত।
শঙ্কৰ বুলিলা ভক্তি নবিধ আছয়
শ্ৰবণ কীৰ্ত্তনে তাৰ মধ্যে মুখ্য হয়।
অৰ্চ্চন, পূজন, বন্দন আৰু যে স্মৰণ
দাস্য সখীত্ব আৰু আত্ম নিবেদন।
শ্ৰৱণ কীৰ্ত্তন মুখ্য পদক সেৱণ
নববিধ ভক্তি তুমি পালা এতিক্ষণ।
মাধৱ বুলিলা ইটো কেনমতে হয়
সাংসাৰিক কৰ্ত্তব্যই লগক নেৰয়।
কিমতে মনক গুৰু স্থিৰ কৰি লব
তামসিক কৰ্মে ভক্তিৰ পথতে বাধিব।

হাঁহি হাঁহি বোলে কথা কুসুম নন্দন
প্ৰথমতে সাধু সঙ্গে মজাইবা মন।
আন কৰ্মে মনৰ গতি বাধিতে নপাৰে
সাধু সঙ্গে ৰতি হ'লে প্ৰভুক বশ্য কৰে।
মহন্তৰ পৰা লৈবা ভক্তি তত্ত্ব জানি
শান্ত সৌম্য পণ্ডিত ভক্তজন গুৰু মানি।
শুনিবেক শাস্ত্ৰ কথা কৰি শুদ্ধমতি
কৃষ্ণক হৃদয়ে ধৰা ৰাখি দৃঢ় ভক্তি।
কায় বাক্য মনে লৈবা কৃষ্ণত শৰণ
তেবে কৃষ্ণ ভকতিত মজিবেক মন।
কৃষ্ণৰ পৰম কৃপা হব তান প্ৰতি
সৰ্ব্বজ্ঞ বাক সিদ্ধ জানা সিটো অতি।
দেহ ব্যতিৰেকে আত্মা জানিবা সাক্ষাত
জীৱ পৰমাত্মা তেবে জীৱৰ দেহত।
আত্ম জ্ঞান লভিলে সিজয় ভক্তি চয়
সমৰ্পিয়া আত্মা কৃষ্ণ সেৱিও সদায়।
ধৰ্ম অৰ্থ কাম মোক্ষ পুৰুষাৰ্থ চাৰি
ইটো পথে সদা মুক্তি লভিবাক পাৰি।
পবিত্ৰ গুৰুৰ পাৰে পশিলে শৰণ
জ্ঞানৰ উদয় হইব অৱিদ্যা নাশন।
মাধৱ সুধিলা আৰু এক প্ৰশ্ন চয়
ধৰ্ম, যশ, মোক্ষ সুখৰ চৰম কোন হয়।
শঙ্কৰ বুলিলা তেবে মাধৱক চাই
ভক্তি বিনে শ্ৰেষ্ঠ ধৰ্ম জগতত নাই।
অকপট দনে বৃদ্ধি হয় যশস্যাৰ
সুখী সিটো সুখ দুখ সব একাকাৰ।

সংসাৰত যদি সতী ভাৰ্য্যা সঙ্গ পায়
এক মন, এক চিন্তা, এক আত্মা হয়।
সুখ হয় অথ পায় কামনা পূৰণ
সত্বিক হলে ধৰ্ম সঙ্গে থাকে মন।
ধৰ্ম লাভ হেতু সন্ন্যাস প্ৰয়োজন নাই
গৃহী হৈও ভক্ত জনেমুক্তিক লভই।
তপস্যা বোলয় কাক কিবা প্ৰয়োজন
একেশ্বৰবাদী হোৱা একানুশীলন।
কিহেৰে আবৃত এই মনুষ্য শৰীৰ
কহিয়ো আমাক প্ৰভু গুণৰ মন্দিৰ।
মোহেৰে আবৃত জীৱ মনুষ্য যতেক
মোহতে বন্ধন জানি লবা পৰতেক।
পৰম শত্ৰু কোন হয় মনুষ্য লোকৰ
ক্ৰোধ সম শত্ৰু নাই জানা মানুহৰ।
অনন্ত ব্যাধিনো কোন লোক সমস্তৰ
লোভেই অনন্ত ব্যাধি জানিবা লোকৰ।
কিবা ত্যাগে প্ৰিয় হয় কিবা ত্যাগে ধনী
কিবা ত্যাগে হয় সুখী কোৱা গুণমনি।
অহং ভাৱ ত্যাগে মানুহ প্ৰিয় যে সবাৰ
কাম ক্ৰোধ ত্যাগে ধনী জানা সাৰে সাৰ।
ৰিপু ত্যাগ কৰে যিটো সুখী সি পৰম
সাৰ্থক হইব তাৰ মানৱ জনম।
কি কৰিলে পাৰে লোকে ভকতি মুকুতি
কহিয়োক গুৰু মোক শাস্ত্ৰৰ সম্মতি।
উত্তম গুৰুৰ ভজন জানিবা ভকতি
তাহাৰ সেৱাত পায় সংসাৰ মুকুতি।

গুৰু সেৱা বিনে নাই ভকতি মুকুতি
বিচাৰি শাস্ত্ৰতো পাইবা এইটো যুগুতি।
ৰাম ৰায় সৰ্ব্বজয় বলোৰাম আদি
শঙ্কৰ মাধৱ আলোচনা হৃদয়ত ভেদি।
শঙ্কৰৰ প্ৰৌঢ়ী বাণী শুনি মাধৱৰ
গুছিল সংশয় যত আছিল মনৰ।
কৃতাঞ্জলি কৰি শঙ্কৰক প্ৰণামিল
তাৰ পৰে ঠিয় হই দুহাত জুৰিল।
ৰাম দাস সমে দুয়ো নমস্কাৰ কৰি
শিৰ নত কৰিলেক দুই হাত জুৰি।
কথামতে ব্যস্ত দুই হৰষিত মন
মাধৱে বোলয় ৰাম দাসক বচন।
পৰম উপকাৰী তুমি কুটুম্ব সুজন
আজি হন্তে পালো মই গুৰু আন জন।
ছাগ নিকিনিয়া তুলিলাহা মোৰ ৰাগ
ৰাগ কৰি পালো মই গুৰুৰ অনুৰাগ।
মহাভাগ্য বলে মই আহিলো ই ঠাই
শঙ্কৰ গুৰুৰ চৰণ দেখা পালো মই।
কৰি চালো বাদ শাস্ত্ৰ কতনা বিচাৰি
সব এৰি শৰণ মই লইলু দৃঢ় কৰি।

বত্ৰিশ বছৰ বৰ্ষে গুৰুত শৰণ
পাইলা মাধৱদেৱ গুৰু দৰশন।
সেই সময়ত শুনা ভকত প্ৰবৰ
বাসত্তৰ বৰিষ আছিল গুৰু শঙ্কৰৰ।
প্ৰশ্ন কৰি থাকে তবু পণ্ডিত সমান
শঙ্কৰৰ পাশে পাইলা সব সমিধান।
মাধৱ বুলিলা গুৰু প্ৰণামিয়া পাছে
সব পাপ ছাগ সম নাম সিংহ কাষে।
পৰম পাতকী আজিবন পাপ কৰে
হৰি নামে জানা তাৰ সেই পাপ হৰে।
শঙ্কৰে বুলিলা তেওঁৰ কথাৰ উত্তৰ
বিচাৰি শাস্ত্ৰত পাইবা বহু পটন্তৰ।
প্ৰথমে জানিবা অজামিলৰ আখ্যান
কও সাবধানে তুনি শুনা দিয়া মন।
ইটো বুলি গুৰুজন হুয়া স্থিৰ মন
বুলিবে লাগিলা অজামিলৰ আখ্যান।
ভক্তগণে কৃষ্ণ কথা অমৃত শুনিয়া
আনন্দে মজিল মন উথলিল হিয়া।
ৰাম দাস সমে দুয়ো নমস্কাৰ কৰি
গৃহক লাগিয়া পুনু পেলাইল ভৰি।

শঙ্কৰৰ বাণী সবে শিৰোগত কৰি
আনন্দতে সব লোকে বোলা হৰি হৰি।



# শ্ৰীমাধৱদেৱৰ পূৰ্ব্ব পৰিচয়

## পদ

চক্ৰপাণি বোলে শুন যত ভক্তগণ
শ্ৰীগুৰু মাধৱদেৱৰ পূৰ্ব্ব বিবৰণ।
তান পৰিচয় কহো শুনিয়ো সত্বৰ
যেন মতে শিষ্য ভৈলা শঙ্কৰদেৱৰ।
ভূঞাৰ বংশত ছিলি লোক একজন
কৃষ্ণ নামে খ্যাতিমন্ত পণ্ডিত সুজন।
তনয় ভৈলাহা তাৰ বিষ্ণু নামে খ্যাতি
গোপাল নামেতে ভৈলা তাহাৰ সন্ততি।
তেওঁৰ পুত্ৰ কৃপাল ভূঞা সজ নাম ধৰে
ৰাম নামে তনয় জন্ম ভৈলা তাৰ ঘৰে।
তান পুত্ৰ জনাৰ্দ্দন অতি শুদ্ধ মতি
হৰি নামে থাকে যাৰ সৰ্ব্বদায় ৰতি।
চিৰাম নামেতে ভৈলা তাহাৰ নন্দন
উপজিলা পুত্ৰ তাৰ মুকুন্দ সুজন।
গোবিন্দ নামেতে পুত্ৰ তাহাৰ জন্মিল
ৰূপে গুণে শ্ৰেষ্ঠজন সবাই বখানিল।
ৰূপ গুণ দেখি ভাল তাহাৰ লগৰি
বৰা গোবিন্দ নাম দিলা অতি মান্য কৰি।
দুই কৰ্ণ ডাঙৰ অতি ওখ পাখ বৰ
লাম কণা বৰ কণা নামে মাতে সব নৰ।

বয়স পাইলা পাছে শ্ৰীৰামৰ নাতি
বিবাহ কৰিলা কন্যা অতি ৰূপৱতী।•
কমতাৰ অধিপতি দুৰ্লভ নৃপতি
তাহাক দিলেক ভূমি বাণ্ডুকা বসতি।
উত্তৰ বঙ্গৰ ৰাজ্য কোচৰ সমীপ
ভূমি দান দিয়া ৰাখে কমতাৰ নৃপ।
এনেদৰে সুখে বঞ্চি ৰৈলা কত কাল
দৈব বশে একদা মিলিল আহুকাল।
পত্নী এৰিলন্ত প্ৰসব বেদনাৰ অন্তে
মহা শোক পাইলা গিৰি পত্নী বিয়োগতে।
জ্যেষ্ঠ পুত্ৰ দামোদৰক বিবাহ কৰাই
শশী নামে বোৱাৰীক আনিল চপাই।
লাহে লাহে দামোদৰ শক্তিমন্ত ভৈলা
পিতৃ সতে গৃহ কৰ্মে বিবাদ লাগিলা।
বিবাদ লাগিয়া গিৰি পাইল বৰ দুখ
দুনাই ঘুৰি নাচাইলা বৰ পুত্ৰ মুখ।
পানচৈ• নাৱে আৰোহিয়া আহিলা উজাই
টেম্বুৱাণী গ্ৰাম পায় আহিয়া উজাই।
সমস্ত বৃত্তান্ত কহিলেক কণাগিৰি
আহিলো উজাই এৰি লেঙাই মাগুৰি।

*• গোবিন্দৰ প্ৰথমা পত্নী - অনুচিতা*

*• পানচৈ - পাল দিয়া বেপাৰী নাও*

ভূএগ্ৰবংশে জাত আমি মকুণ্ডৰ সুত
পত্নী ধন সব গৈলা ভুঞ্জিলো লেলাট।
অত এব তব পাৱে পশিলো শৰণ
অভাগা বলিয়া দেব আশ্ৰয় দিয়া দান।
আপোনাধ জ্ঞাতি দেখি ভূএগ্ৰা শিৰোমণি
আশ্ৰয় দিলেক গিৰিক কিবা মনে গুণি।
মনোৰমা নামে কন্যা ৰামখা তনয়া
গোবিন্দক লাগি কন্যা কৰি দিলা বিয়া।
ধনশিৰি নদী তীৰে বৌতাৰ কাষত
মাটি বাৰী দিয়া বৰা পাতিলেক তাত।
অনেক বছৰ তৈতে বসতি কৰিলা
দৈববশে একদিনা বিপদ মিলিলা।
ভোট বহু আহি ঘৰ ডকা হকা দিয়া
বয় বস্তু যত ছিল নিলেক লুটিয়া।
দোলা ভাৰি ধৰি নিলা বস্তু কিছুমান
লুইতৰ চাপৰিত ছিল ঝাউবন।
তথাত বাহানিসহ লুকাই থাকিল
দেখি অন্য ভোটগণে পিচে খেদি গল।
লুকাই ৰখা বস্তু যত সব কাঢ়ি নেই
বস্তু এৰি প্ৰাণ ভয়ে দৌৰিতে লাগই।
ধন বস্তু টকাকড়ি বস্ত্ৰ অলঙ্কাৰ
নঙঠা কৰিয়া কাঢ়ি লৈলেক তাহাৰ।
লাজে ভয়ে গৈলা পাছে বল্কল পিন্ধিয়া
জামুগুৰি চাপৰিত থাকিল ৰহিয়া।
ক্ষুধা তৃষ্ণা বৃদ্ধি ভৈলা চলিতে নপাৰে
বহিয়া পৰিলা আই ঘাঁহৰ ওপাৰে।
পানী পানী কৰি কান্দে কণ্ঠ যে শুকাই
দা ধৰি আতা পাছে নলবণ কাটই।
নলৰ চুঙাত গৈয়া পানী আনিলেক
পানী খাই মনোৰমা শান্তি পাইলেক।
আহোম ৰাজ্যত গৈয়া প্ৰবেশ কৰিলা
গছ আলু খাই গিৰি প্ৰাণক বচাইলা।
পথ ক্লান্তি ৰদে পুৰি কণ্ঠ যে শুকাই
তৃষ্ণাত নৰহে দেহা প্ৰাণ ফাটি যাই।
হৰি শিঙা উজিৰ বৰা পথে নাম শুনি
বৰাৰ আশ্ৰয় লব মনে ভাবি গুণি।
অনেক কষ্টৰ মাঝে পানী পাৰ হই
লাহে লাহে কৰি পূবে গইলা উজাই।
সাধুগণে গুৰু কথা শুনে কৰ্ণ ভৰি
শঙ্কৰ মাধৱ স্মৰি সবে বোলা হৰি হৰি।



## গোবিন্দ গিৰিৰ হৰি শিঙা উজিৰ বৰাৰ ঘৰত আশ্ৰয় আৰু মাধৱদেৱৰ জন্ম লাভ

### পদ

আহোম ৰাজ্যত প্ৰবেশিয়া গিৰি ৰায়
গছৰ পাত পিন্ধি দুইজন চলি যায়।
স্বৰ্গ নাৰায়ণ ৰজাৰ তথাত এজন
হৰি শিঙা উজিৰক পাতি মহাজন।
লেটেকু পুখুৰী নাম জানা এই থান
আহোম ৰাজে পাতিলেক খাট যে এখন।
সহস্ৰ লোকৰ হাতে ভাঙে ভুমি খণ্ড
তাহাৰ ওপৰে বৰা শক্তিত প্ৰচণ্ড।
হাজাৰ লোকে কাম কৰে তাত চকু ৰাখি
হৰি শিঙা বৰা আছে সবাকে নিৰেখি।
কত দুৰে দেখে পাছে লোক দুইজন
বৃক্ষ পত্ৰ পিন্ধিয়া কৰিছে আগমন।
দুই লোক পঠাই পাছে আনিলা মতাই
পৰিচয় লৈলা তাৰা কৈক লাগি যাই।
কান্দি কান্দি বুলিলন্ত মকুন্দ নন্দন
ৰামখা ভূঞাৰ জামাই কন্যা এইজন।
ৰউতা পৰগণা বৰা আছিলোহো মই
ভোটৰ ভয়তে ইহা আহিলো পলাই।
পথত পাইলেক দহ ভোটৰ দুৰ্জন
কাঢ়ি নিলে যত ছিল বস্ত্ৰ আৰু ধন।
বৃক্ষ পত্ৰ পৰিধানে বাই বাট কুৰি
হৰিশিঙা বৰাৰ কাষে আশ্ৰয় বিচাৰি।

শুনি আছো আমি তিনি পৰম ধাৰ্মিক
পৰাক্ৰমী আহোম ৰাজ্যৰ ৰজাৰ বণিক।
তাকে যাইবো আমি দুই আশ্ৰয় বিচাৰি
দেখায়োক পথ বাপ অনুগ্ৰহ কৰি।
বৰা বোলে যাক বিচাৰিয়া আইলা তুমি
কথা পাতি সন্মুখতে ৰখি আছে ভুমি।
হৰি সিংহ মোৰ নাম অহম্ ৰজাৰ
সেৱা কৰি ৰাজ্য আজ্ঞা পালো যে ৰজাৰ।
আহা গৃহে যাও সঙ্গে ক্লান্ত দুইজন
জিৰণি লইয়া দুয়ো শান্ত কৰা মন।
বহিবাক দিয়া বৰা সাদৰি যতনে
দুই লোক পঠাই দধি চিৰা কিনি আনে।
কদলি গুড়ক আনিলন্ত যতনাই
আথে বেথে বড়া দেৱে যতনে খুৱাই।
একো জুৰি বস্ত্ৰ আনি দিলে তাহাক
দুয়োজনে গাৱত বস্ত্ৰ পিন্ধি লইলেক।
পিতৃ-মাতৃ সম মান্য কৰিয়া তাহাক
সঙ্গে লৈয়া গৈলা বৰা আপোন গৃহক।
ঘৰ এক সাজি দিলা বসতিক লাগি
অন্ন বস্ত্ৰ যোগাইলা মনৰ খোৱাকী।
তাৰ পাছে বৰাদেৱ গড়গাঁও গৈলা
যতন লইবে লাগি ভাতৃক বুলিলা।

মাতৃৰ উদৰে আছে একটি সন্তান
অত এব তুমি মাতৃক লইবা যতন।
ৰাজ কৰ্মে যাও আমি গড়গাঁও লাগি
তিনিমাহ পৰে উলটিব লেঠা ভাগি।
ইয়াকে কই চলি গৈলা ৰজাৰ সমীপ
ৰাজ কৰ্মে কটাইল তিনিমাহ অধিক।
মনোৰমা গৰ্ভৱতী পঞ্চমাহ পাই
অনুক্ৰমে মাতৃ গৰ্ভ বাঢ়িয়া যাহই।
পঞ্চামৃত খুৱাইলা বৰাণী মাতাই
আলপৈচান ধৰে চেৰী যতেক আছই।
তিনিমাহ পৰে আহে হৰি সিংহ বৰা
দেখিলা সকলে মিলি আলপৈচান ধৰা।
অনুক্ৰমে ন মাহ বহাগত পাইলা
তাৰ পাছে জেঠ মাহৰ আউসী গত হৈলা।
শুক্লা প্ৰতিপদ আহি মিলিল যখন
প্ৰসব বেদনা আহি লাগিল তখন।
চৈধ্যশ এঘাৰ শকৰ শুক্লা জেঠমাহে
ভৰণী নক্ষেত্ৰে গুৰু মৰ্ত্ত্যত প্ৰকাশে।
বেজ, বৈদ্য মাতি আনি বেজালি কৰিলা
চুবুৰীয়া নাৰীগণে আহি দিহা দিলা।
বৰাণী মাতাই এক সপোন দেখিলা
বৈকুণ্ঠৰ পৰা এক পাৰিষদ আইলা।
শিশু ৰূপে বহিলেক মনোৰমা কোলে
মাতৃ মুখ চাই হাঁহি হাহি কিবা বোলে।
সাতজনী দিব্যাঙ্গনা স্বৰগৰ পৰা
আহি ধুৱাইলেক বালক কৌলাত বাগৰা।

মুখত দিলেক আনি অমৃত সুধাক
সুধা খাই পাছে গুৰু পাৰিল আটাহ।
ৰাত্ৰি দুই প্ৰহৰ বৈলা সবে আছ শুই
কত কিবা ঘটিছে তাহাৰ সাৰি নাই।
মনোৰমা সুন্দৰীও জ্ঞান হেৰুৱাই
মাটিত আছিল পৰি একাষত শুই।
বৰাণী আই পাছে চক্‌মক্ কৰি
উঠিয়া শুনিল শিশু আছে আটাহ পাৰি।
লামকণাগিৰি পাছে শুনিল আটাহ
উঠিয়া লৰিল বেগে পাইয়া উচ্ছাহ।
গিৰি আৰু বৰাণী দুয়ো শিশুৰ কাষক
দেখিলন্ত পৰি আছে অদ্ভুত বালক।
অতিকে শুৱানি মুখ বৰ্ত্তুল আকাৰ
ৰূপৰ তুলনা দিবে নপাৰন্ত আৰ।
নাক তিলফুল যেন ৰাতুল অধৰ
মুখ চন্দ্ৰ জ্যোতি ৰূপ কান্তি মনোহৰ।
ইহেন বালক দেখি ভৈলন্ত বিস্ময়
বৰা আৰু দাস দাসী লৰৰি আহয়।
ধাই মাতি আনি যেবে মাৰক তুলিলা
ধাইৰ হাতত ধৰি মাতা বালক ধুৱাইলা।
বৰা বৰাণীৰ মনে আনন্দ অপাৰ
দুয়োৰে ঘৰতে শিশু নাহিকে আগৰ।
তিনিদিন অন্তে গন্‌চানা কচু আনি
পিপলিৰ জাল কৰি খুৱাইল যতনি।
জাল খাই মাতৃদেৱীৰ স্তনে দুগ্ধ বাঢ়ে
সুপথ্য পাইয়া শিশুৰ দেহ কান্তি চৰে।

এক মাহ অন্তে শিশু যেন ছয়মাহ
গ্ৰাম্য নাৰীগণ গৈয়া কৰয় উচ্ছাস।
দ্বাদশ দিনতে মাতি আনিল দৈৱজ্ঞ
সৰলা দলই নামে শাস্ত্ৰত সৰ্ব্বজ্ঞ।
বিধিমতে গণি চাই বুলিলা বচন
ত্ৰিলোকৰ মাঝে হব পণ্ডিত সুজন।
জ্ঞানী গুণী ভক্তিমান আৰু মহা দাতা
সিংহ ৰাশি পুৰুষ তিনি হব দুৰ দ্ৰষ্টা।
বেদ শাস্ত্ৰ সমস্ততে হইব পাৰ্গত
এতেকে মাধৱ নাম হইব বেকত।
দৈৱকী নন্দন সেই মাধৱৰ গুণে
সবাকে বিলাব ধৰ্ম আপোনাৰ জ্ঞানে।
যেতিয়াৰ পৰা গুৰু মাধৱ জন্মিল
বৰা গৃহে ধন ধান্য সবাই বাঢ়িল।
দাস দাসী বান্দী বেটী কতনা বাঢ়িলা
কতনা সম্পত্তি আহি তাঙ্ক লগ দিলা।

হয় হস্তী গৰু আৰু মহিষ কতেক
বনৰীয়া মহ আহি পালত প্ৰবেশ।
দুধি, দুগ্ধ, ঘৃত, মধু, কুহিয়াৰ, গুড়
চুবুৰীয়া লোকে আহি ভুজন্ত প্ৰচুৰ।
ঘৰচীয়া হাতী যত মাইকী আছিল
প্ৰতি মাকুন্দীৰে এটি পোৱালী জন্মিল।
এহি হেতু বৰা আৰু বৰাণী সুন্দৰী
মাধৱৰ প্ৰতি নিতে স্নেহ যায় বাঢ়ি।
চন্দ্ৰ কলা যেন বাঢ়ে গোবিন্দৰ সুত
মাক দেউতাক বৰানীৰ মৰমৰ পুত।
অশৌচান্তে আয়তি নামক মাতি গাই
পূজা, পাতল, দান, দক্ষিণা, কত যে কৰই।
আৰু কত ধৰ্ম কাৰ্য্য কৰাই পাতিল
চুবুৰীয়া লোকে মাতি অন্নক ভুঞ্জাইল।
মাধৱৰ শিশু লীলা শুনি কৰ্ণ ভৰি
মাধৱ মাধৱ বুলি বোলা হৰি হৰি।



## শ্ৰীমাধৱদেৱৰ জাত কৰ্ম সমাপ্ত

## ছবি

হৰি শিঙা বৰা গৃহে আছিলেক যত নৰ
সবে দেখি ভৈলা সন্তোষিত
আশ্চৰ্য্য বালক এটি জনম লভিলা আহি
মনোৰমা দেৱীৰ গৰ্ভত।

বৰকণা গিৰি পুত্ৰ　　　　　　　　দেখাত মানুহ মাত্ৰ
সাক্ষাততে দেবৰ কুমাৰ
কিচ্ কিচ্ কলা চুলি　　　　　　　　গোলাকাৰ কৰ্ণ জুৰি
মুখমণ্ডল বৰ্ত্তুলাকাৰ।
গৌৰ বৰণ কায়　　　　　　　　দেখিলেই চকু ৰয়
নাক যেন তিল ফুল গুৰি
তিৰবিৰ চকু জুৰি　　　　　　　　ময়ুৰ পাখী চেলাউৰি
ৰাতুল বৰ্ণ জ্বলে ওঠ জুৰি।
অৰুণ অধৰ গোট　　　　　　　　ৰাজহংস গ্ৰীবা গোট
দন্ত যেন মুকুতাৰ পান্তি
ঠানাক থনুক কথা কয়　　　　　　　　মিচিকি হাঁহি যায়
-হাঁহি মাৰে বিজুলিৰ ছাটি।
সুন্দৰ সুঠাম দেহ　　　　　　　　বিকৃতিৰ নাই লেশ
অতিকে সুন্দৰ মনোহৰ
ৰাম কল যেন উৰু　　　　　　　　ককাল হৰ ডম্বৰু
পাদ যুগ পদ্ম পাহীকাৰ*।
বৰা বোলে মোৰ গৃহ　　　　　　　　শুৱনি কৰিলা বেশ
বন্ধুৰ বালক জাত হই
কত ভাগ্যে পালো মই　　　　　　　　ইহেন শিশুক ঘৰে
মাতৃ কিনো ভাগ্যৱতী এই।
মাধৱ জন্মৰ পৰা　　　　　　　　বান্ধৱ হৰি সিংহ বৰা
ভাগ্য আহি সুপ্ৰসন্ন ভৈলা
যথা যায় তথা জয়　　　　　　　　সব ক্ষেত্ৰে লাভ হয়
বৰা গৃহ শুভাৰম্ভ হৈলা।

*পাহীকাৰ - পাহীৰ আকাৰ*

বনৰীয়া মহ আহি মহ পাল মাঝে থাকি
ঘৰুৱা পালৰ ডাক লয়
গুৱালে খিৰাই আনে কতাধিক দুগ্ধ দানে
দধি দুগ্ধ উভৈনদী হয়।
ঘৰুৱা মাকুন্দী হাতী পোৱালী জগাই কত
হাতী পালে হাতী সংখ্যা বাঢ়ে
গৰু গাড়ী সীমা নাই দাস দাসী আহি যাই
বয়বস্তু আগুৰিয়া ধৰে।
ভড়ালৰ বাঢ়ে ধান শস্য মস্য অনুপম
ৰাজ কাৰ্য্যে বাঢ়িল সন্মান
দিন ভৈলা শুভ আহি ভাগ্য ৰবি প্ৰকাশিয়া
চতুৰ্দ্দিকে পায় ধন মান।
বৰা বোলে মিত্ৰ মোৰ জন্ম কৰ্ম বালকৰ
কৰিবাক লাগে সময়ত
ধন ধানৰ চিন্তা নাই বন্ধু জ্ঞাতি অনা যাই
অন্নপ্ৰাশন কৰো বিধিমত।
তিথি দিন বাৰ চাই জ্ঞাতি বন্ধু মাতে গই
বালকৰ মুখে অন্ন দিব
যত ছিল লগ বন্ধু সবাকে আনিল মাতি
ভুঞ্জিল যতেক দ্ৰব্য সব।
খিৰ লাডু দধি দুগ্ধ পায়স মাছৰ জোল
আৰু মিষ্ট অন্ন যত আছে
সবাকে ভুঞ্জিয়া সুখ পাই অঞ্চলৰ লোক
বালকক উপহাৰ যাচে।

আছিল যত বিপ্রগণ সবাৰে তুষিল মন
অন্ন খাই পাইল তুষ্টি বৰ
দান দক্ষিণাক দিলা ধান্য বস্ত্র উচৰ্গিলা
আশীৰ্বাদ কৰে উৎসৱৰ।
হেন মতে জাত কৰ্ম কৰিয়া বছৰ অন্তে
চুড়াকৰণ কৰিলন্ত পাছে
যাৰ যত আছে ইচ্ছা পুৰাই মনৰ বাঞ্ছা
বৰাদেৱে পূৰ্ণ কৰি আছে।
বাণ্ডুকাৰ গিৰি ৰায় সুখ যাৰ নাহি কয়
ঐত পাইল কতনা সন্মান
সুন্দৰ নায়ক ষেন বাঢ়িলন্ত ধন ধান
অৱস্থাৰ অনেক উত্থান।
নব জাত পুত্র পাই আনন্দৰ সীমা নাই
কাজ কৰ্মে বৰাৰ গৃহত
যেহেন সোদৰ ভাই দায়িত্ব এৰিয়া দেই
ৰাখে চকু সমস্ত দিশত।
এনেদৰে মহাসুখে বঞ্চিল কতেক দিন
লেটেকু পুখুৰী গ্ৰাম মাঝে
লাহে লাহে মাধবেও দুই বৰ্ষ বয়সত
ভৰি দিয়া উঠিল সমাজে।
দুই বছৰীয়া শিশু পাচ বছৰীয়া যেন
শুৱনি বালকৰ মাজত
কথা মাত অতি মৃদু হাঁহিত ফুলয় পদু
সবে লয় মৰমে কোলাত।

মাধৱৰ শিশু কাল এহিমতে বহি গৈলা
হৰি শিঙা বৰাৰ গৃহত
নাই কোনো আহুকাল সন্তোষতে যায় কাল
খেলি ফুৰে শিশুৰ লগত।
*শুনা শুনা নৰচয় কেতিক্ষণে দেহা যায়*
*আয়ু ক্ষয় হয় দিনে দিনে*
*মাধৱৰ নাম স্মৰি বোলা সবে হৰি হৰি*
*গতি নাই হৰি নাম বিনে।*

:—x—:

## শ্ৰীমাধৱদেৱৰ বাল্য লীলা

### পদ

মাধৱৰ বাল্য লীলা শুনা ভক্তগণ
বটদ্ৰবা থানে কহে চক্ৰপাণি মহাজন।
সুন্দৰ সুঠাম দেহ কান্তি মনোহৰ
দেখিলে হৰয় চিত্ত সব মানুহৰ।
ঘৃণা ভাৱে অঙ্গী ভঙ্গী কৰে ভাও ধৰি
হাঁহি মাতি তিৰোতাৰ নিয়ে প্ৰাণ হৰি।
কোলাত তুলিয়া সবে আনন্দে নাচয়
মুখত চুম্বন দিয়া নানা কথা কয়।
হাহ পাৰ ছাগ পাছে যায় খেদি
লৰৰি আগচি ধৰে প্ৰাণী দৌৰ ভেদি।
একদিনা ঘটিল এক আশ্চৰ্য্য ঘটন
বৰা পৰিয়ালৰ যেন উৰিল জীৱন।
এক দম খৰি ফালি ৰাখি চোতালত
দুই গাড়ী খৰি আছে সেইটো দমত।
দৌলৰ সমান ওখ সিটো খৰি দম
দুৰৰ পৰা দেখি যেন এটি স্তম্ভ সম।
হাতে ঠেলি মাধৱ শিশু পেলাই বাগৰি
হৰ হৰ শবদত খৰিৰ দম গৈলা পৰি।
ইমান প্ৰকাণ্ড দম মুনিহ সমান
সামান্য বালকে ঠেলি কৰে ঠান বান।
আশ্চৰ্য্য দেখিয়া তৈতে যত নৰগণ
ধাইয়া আহিলা সবে ব্যাকুলিত মন।
কাণ্ড দেখি সবাকাৰে উৰি গৈলা জীৱ
বালকে নাপাই ভয় হই আছে ঠিয়।

আটাহ পাৰিয়া আহে মনোৰমা দেৱী
পুত্ৰ মৰি গৈলা আজি কাঠ খৰি চেপি।
বৰাৰ গৃহিণী শুনি আহিলন্ত ধাই
দেখিলা বালকে আছে মানুহক চাই।
মিচিকি মিচিকি হাঁহে খৰিক দেখাই
মনে কয় খৰিৰ দম বগৰালো মই।
ধূলি জাৰি মনোৰমা কোলে তুলি লই
গৃহক গৈলন্ত চলি বালক সমে আই।
আন দিনা মজিয়াত চাউলৰ পাচি
বগৰাই দিয়ে বালক মজিয়াত সিচি।
চাউলৰ বিলাই দেখি বৰাণী সুন্দৰী
মাতিয়া আনিলা গই হৰি বৰা গিৰি।
বৰা বোলে কত চাউল মোৰ গৃহে আছে
এক পাচি চাউল গলে কি হইব পাছে।
কোলা তুলি বৰা দেৰে গৃহ বাজ গৈলা
বৰাণীয়ে খেদ কৰি মাৰিবাক ভৈলা।
বাঢ়ণী আনিবে লাগি পাকঘৰে যাই
ঘুৰি আহি দেখে চাউল আছে যতনাই।
কোনে তুলি থলে চাউল অতি যত্ন কৰি
বালকৰ মায়া আমি নাপাও বিচাৰি।
জেঠ মাহ আহি গল নৰিয়াৰ বতৰ
তেৰ দিন জ্বৰত বৰা হইল কাতৰ।
পত্নী দাস দাসী যত হইল বিহ্বল
নানা দ্ৰব্য বনৌষোধি আৰু পথ্য কল।
কোনো ফল নাই সব হইল বিফল
দেখি বৰা পৰিয়াল হই গল বিকল।
বেজ আহি বনৌষোধি দৰব খুৱাই
ফল নাই মাথো বৰাৰ জ্বৰ বঢ়ি যাই।
বৰাৰ গৃহিণী আহি কান্দিতে লাগিল
লগুৱা চাকৰ সবে বিমৰ্ষিত ভৈল।
পাছে শিশু মাধৱদেৱ গৈলা বৰা পাশ
দেউতা দেউতা বুলি চাপিলন্ত কাষ।
কাষত বহিয়া গাৱে মুৰে হাত দিয়া
ভৰিলৈকে হাত বুলাই দিলেক পিহিয়া।
তেতিয়াই জ্বৰ এৰি হৈ গৈলা সুস্থ
উঠিয়া বহিল যেন পুৰুষ বলিষ্ঠ।
দুহাতে সাবটি তুলি মাধৱক লৈলা
মুখে মুখ দিয়া কত চুম্বন কৰিলা।
মনে ভাবে ইটো বালক মনুষ্য নোহয়
জন্ম গণনাত মই জানিছো সবায়।
একদিনা বৰাদেৱ বাথানক গৈলা
শিশু মাধৱ বৰাদেৱৰ লগত চলিলা।
বাথান গৃহে বৰাদেৱ বহিলন্ত যাই
শিশু দেখে গাভী বৎস আছে হেম্বলাই।
দামুৰী সবক পঘা খুলি এৰি দিলা
যতেক দামুৰী দুগ্ধ মাৱৰ খাইলা।
ৰখীয়া সবাই দেখি কৰি হাহাকাৰ,
বোলে আজি দুগ্ধ সব খুৱাইল আমাৰ।
ৰখীয়াসকলে আহি বৰাক বুলিলা
শিশু মাধৱ আজি সব দুগ্ধ খুৱাইলা।
মাধবে বুলিলা ইটো সবে মিছা কই
পায় নে নাপায় দুধ চোৱাচোন খিৰাই।

বৎস বান্ধি পুনৰাই গাভীক খিৰাই
অন্য দিনৰ অধিক দুধ তেবে বাজ হই।
গৰখীয়া বোলে কিনো কথা অদ্ভুত
পোৱালী খাইলা তবু দুগ্ধ পাইলো অত।
অন্য দিনত কৈও দুধ অধিক পাইলু
আচৰিত মহিমা বালকৰ যে দেখিলু।
গোৱালে বোলয় কিনো কথা অদ্ভুত
পোৱালীয়ে খালে তবু দুগ্ধ হল বহুত।
অন্য দিনা বৰাৰ মহৰ পালে আহি
বনৰীয়া মহ বহুত পালত সোমালেহি।
গোৱাল সবে ভয়ে ভয়ে পালক নাযাই
আঁতৰৰ পৰা সবে আছে মাথো চাই।
হঠাতে মাধৱদেৱ অলক্ষিতে গই
পালৰ মাজত দৌৰী পলাল সোমাই।
গোৱাল সবাই দেখি কৰে হাঁহাকাৰ
মৰিল বালক এবে ৰক্ষা নাই আৰ।
পাছতে দেখিলা লোকে সব মহ জাক
শুই শুই পৰি গৈলা মাধৱৰ কাষ।
গোৱাল সবাই আহি জাকত প্ৰবেশিল
বনৰীয়া ঘৰচীয়া সবাকে খিৰাইল।
বৰাৰ কাষত আহি বোলন্ত অদ্ভুত
মাধৱ লৰাৰ কাণ্ড দেখিলো বহুত।
বৰাৰ টোলত সমনীয়া ছাত্ৰজাক
শিশু দেখি মাধৱক লোৱয় কোলাত।
অনন্তৰে সপ্ত বৰ্ষ পাইল মাধৱ
সকলো লৰাৰে যেন বুকুৰ বান্ধৱ।

শ্ৰীহৰি হৰিবৰ হৰাই নিৰাই
নিৰঞ্জন নৰ হৰি আৰু নিৰা মই।
নাৰায়ণ নৰোত্তম আদি ছাত্ৰগণ
মাধৱৰ সঙ্গে খেলা কৰে সৰ্ব্বজন।
হৰিৰ হাত খনি এদিন পৰিয়া ভাগিল
জ্বৰে বিষে পৰি সিটো বৰ টান পাইল।
গুৰু মাধৱ গৈয়া পাছে গাৱে হাত ঘহি
জ্বৰ গুচি হৰি তাতলিকে উঠে বহি।
ছাগৰ পোৱালী সঙ্গে নানা খেলা কৰে
ছাগে যেনে মতে নাচে তেনে নাচ কৰে।
ছাগৰ পোৱালী আনি ঠেঙত ধৰিয়া
বহু দুৰে পেলাইলা হাত আচৰিয়া।
দুই গোটা পোৱালীৰ ঠেঙ ভাগি যাই
পথাৰত পৰি ৰৈলা বেবাই বেবাই।
ৰখীয়া সবাই আহি গিৰিক বুলিলা
খণ্ড কৰি গিৰি পাছে মাধৱক মাৰিলা।
লৰি গৈয়া ছাগ বৎস হাতত তুলিয়া
গিৰিৰ আগত আনি দিলে পেলাইয়া।
ততালিকে ছাগ শিশু লৰি জপিয়াই
কেনি কত ভগা ঠেঙ একো চিন নাই।
বৰা আহি বোলে ক'তা খোৰা ছাগ শিশু
লৰৱি ঢাপৰি ফুৰা আমি সবে দোখো।
গৰখীয়া বোলে মাধৱ পোৱালী দাঙিলা
তেতিক্ষণে ছাগ শিশু লৰৱি ফুৰিলা।
বৰা বোলে তেন্তে কিয় দন্দ কৰ তোৰা
আজি হন্তে মাধৱ সঙ্গে কাজিয়া নকৰা।

হৰাম খা গিৰি এক বটগছ ৰুই
জেওৰা দিয়া ৰাখিছিল অতি যতনাই।
শিশু সঙ্গে খেলা কৰি গছত উঠিলা
শিশু ভৰে বটবৃক্ষ উভাৰি পৰিলা।
হাঁহাকাৰ লাগি পৰে শিশুৰ মধ্যত
সবে আহি দেখে ইটো কেনে অদ্‌ভূত।
সামান্য বালক ভৰে বৃক্ষ উভালিলা
ঘটনা দেখিয়া সবে আচৰিত ভৈলা।
বৰা বোলে হাঁহাকাৰ নকৰিবা কেও
গছডালি ডাল কাটি পুনৰ ৰুই থও।
এই বুলি গঞালোকে ডালক কাটিয়া
গুৰি গোট পোণ কৰি থইলা পুতিয়া।
এনেদৰে শিশু কাল কটাই মহা খেলে
লাহে লাহে অষ্ট বৰ্ষ বয়স পাইলে।
মাধৱৰ শিশু লীলা পদ শুনি পঢ়ি
আনন্দতে সব লোকে বোলা হৰি হৰি।



## *ছোৱাল কালৰ লীলা*

### *পদ*

আত পৰে বোলে কথা আতৈ চক্ৰপাণি
মাধৱৰ শিশু লীলা সবে লোৱা শুনি।
ভক্তগণে মনোযোগে কথা শুনি যাই
সৰ সৰকৈ কয় কথা থমকি নৰই।
মাধৱৰ ৰূপ গুণ কৰ্ম শুনি দেখি
অঞ্চলৰ যত লোক মৰমে হৰিষি।
দেখিলে অঞ্চলৰ লোকে মৰমে মাতয়
নানা কথা সুধি কত আনন্দে হাসয়।
অষ্টম বৰিষ যেবে পালে শ্ৰীমাধৱ
বৰা হৰি শিঙাৰ তিনি বুকুৰ বান্ধৱ।
যতে যায় সঙ্গে নিয়ে যেন নিজ সুত
লোকে দেখি ভাৱে লৰা অতি অদ্‌ভূত।
একদিনা বৰা গৈলা নাৰায়ণপুৰক
প্ৰজাৰ পৰা কৰ কাটল লাগে তুলিবাক।
মাধৱক সঙ্গে নিব মাৱক বুলিলা
গা পিহি মনোৰমা লৰাক পঠাই দিলা।
ফুৰিবলৈ পালে মাধৱৰ মহা ৰঙ্গ
যিকোনো কামতে নকৰয় খঙ্গ।
গামৰি হাজাৰিকা গৃহে আলহী হইলা
ভাত ৰান্ধিবাক লাগি মাধৱক দিলা।
হাজাৰিকা সোধে বৰা এই লৰা কাৰ?
মনৰ আনন্দে আহে সঙ্গে আপোনাৰ।
বৰা বোলে মোৰ গৃহ পালিত সন্তান
পৰম ধাৰ্মিক লৰা অতি বুদ্ধিমান।

সব কাম জানে বাবে সঙ্গত আনিলো
অন্ন সিজাইবাক লাগি তাহাকেই দিলো।
হাজাৰিকা বোলে অন্ন আমিও খাইব
তব সঙ্গে অন্ন খাই বৰ তৃপ্ত হইব।
তিনিজনৰ বাবে তিনি কঠা চাউল লৈলা
চৰুত বহাই চাউল অন্ন সিজাইলা।
হেন সময়তে আহে যত গৃহে লোক
একে একে প্ৰতিজনে অন্ন ভুঞ্জিলেক।
কৰ দিবে আহিল লোক আৰু কুৰিজন
অধিক দেখিয়া অন্ন কৰিল ভোজন।
পচিশজনে খাইলে পুৰাই তিনি কঠাৰ ভাত
তথাপি অলপ ভাত থাকিল চৰুত।
হাজাৰিকা দেখিলেক বালকৰ মহিমা
বখানিয়া বুলিলেক কতনো গৰিমা।
প্ৰভাতে যাবৰ বেলা পাচ টকা দিলা
এজুৰি কাপোৰ দিয়া সৎকাৰ কৰিলা।
তাৰ পাচে চলিলেক আৰু অন্য ঠাই
দহ ক্ৰোশ ৰাস্তা চলি ভাগৰ লাগই।
চত মাহৰ ৰদৰ তাপে গাৱ পুৰি মাৰে
ভোক পিয়াহ লাগি বৰা ক্লান্ত ভৈলাবৰে।
দেখিলেক জৰিগছ পথে আছে পৰি
অধিক লোক নাই দেখি লৰাইতে নপাৰি।
মাধৱ আহিয়া গছ দিলে দলিয়াই
বৰা বোলে দেব নৰ জানিতে নাযাই।
বালকৰ দেখি কৰ্ম এনে বিপৰীত
অন্য লোক আহি হয় অতি আচৰিত।

অন্য দিনা বৰা সমে স্নানিবাক গৈলা
নদীৰ তীৰত গৈয়া জলে ডুব দিলা।
অনেক সময় পানীৰ মাজত থাকয়
দেখি হৰি শিঙা বৰাৰ লাগিলন্ত ভয়।
জলত নামিয়া গৈলা লৰাক বিচাৰি
ইফালে সিফালে চায় কত ডুব মাৰি।
জলহন্তে উঠি পাছে পাৰত দেখয়
বালিচৰে উঠি মাধৱ উমলি আছয়।
বৰা বোলে বৰ ৰদ ছা কতো নাই
দৈ কল গুড় পালে খাব ইচ্ছা হই।
তাৰ পৰা দুয়োজনে ৰাস্তা ধৰি যাই
তিনি আলি চ'ক পাই তথাত জিৰাই।
দুইজন লোক আহে দধি কল লই
অল্প ধনে দধি কল দিলেক বিলাই।
দধি কল গুড় খাই বৰতৃপ্ত হইলা
গাৱে বল পাই বৰা পুনৰায় চলিলা।
কিছু পথ গৈয়া পাছে ফিৰিয়া দেখই
বৃদ্ধ লোক কল ভাৰি দেখিবে নপাই।
আচৰিত হুয়া বৰা মাধৱক বলই
তুমি সঙ্গে থাকা যদি মোৰ ভয় নাই।
নাৰায়ণপুৰৰ কৰ ৰূপ দুই শত
ৰাইজে দিলেক আনি বৰাৰ হাতত।
পাছে গণি চায় বৰা ৰূপ তেৰকুৰি
এত বৃদ্ধি কেন ভৈলা জানিবে নপাৰি।
গৃহে আহি মাধৱক দহ টকা দিলা
ধুতি চাদৰ চোলা দিয়া আশ্বাস কৰিলা।

পুহ মাহ ভৈলা যেবে সায়তি নামধাৰী
দাসী একজনী ধান সিজায় জ্বলাই খৰি।
বতাহৰ ফিৰিঙতি উৰিয়া গইলা
বৰাৰ গৃহৰ এটি ঘৰত লাগিলা।
টোলৰ যতেক ছাত্ৰ পানী ঢালি ঢালি
নিবৃত্তি নহয় কতু থাকিলেক জ্বলি।
মাধবে আহিয়া এক লোটা পানী দিলা
ততালিকে জুইকুৰা নিৰ্ব্বাপিত ভৈলা।
বৰাৰ গৃহত হাঁহ ছাগ যে আছিল
সব মিলি ছাগল হাঁহ কত বৃদ্ধি পাইল।
পাৰ চৰাই চৰু লুটে তাতে ময়লা কৰে
ছাগলী সোমাই নিতে পাক চুৰা কঁৰে।
হাঁহে চোতালত আহি বোকা খচি যায়
কোনেও নাবাধে কিছু লক্ষ্য নকৰয়।
একদা বৰাৰ পাতে পাৰ মল পৰি
ভাতৰ লগত মিলি খাইবে নপাৰি।
দেখিয়া মাধবে বোলে পিতা বৰাৰায়
লেতেৰা হইলে গৃহলক্ষ্মী এৰি যায়।
আপুনি মালিক গৃহে প্ৰজাৰো নায়ক
আপোনাক নিন্দা কৰে যত প্ৰজা লোক।
বোলে বৰা গৃহে পানী খাইবে নপাৰি
মানুহৰ নিন্দা শুনি পেট যায় ভৰি।
বৰা বোলে আমি সব প্ৰাণী গুচাইবো
পাম খুলি মানুহ ৰাখি তথাত ৰাখিবো।
কথা মতে বৰাদেৱে কৰ্মক কৰিলা
হাঁহ, পাৰ, ছাগ যত আঁতৰ কৰিলা।
মাধৱৰ বাল্য লীলা শুনিতে সুন্দৰ
হৰি হৰি বুলি ডাকি চলা সব নৰ।



## *শিশু মাধৱৰ পাণ্ডিত্য*

### *পদ*

চক্ৰপাণি বোলে কথা শুনে ভক্তগণ
শিশু মাধব সৰ্ব্ব কৰ্মে বিজ্ঞ একজন।
অনেক মানুহে কথা সোধে মাধৱত
সন্তোষ পায় লোক গণে কথা ও কৰ্মত।
এক দিনা বৰাণীক বচন বোলই
আমাৰ বচন এক শুনা ওৰে আই।
গৃহস্থী ধৰ্মৰ কথা জ্ঞানী সবে কয়
***একৈশ ব্যভিচাৰে নৰে ভিক্ষুক হোৱয়।***
***হাঁহ, পাৰ, ছাগ পোহে পাকঘৰে যাই***
***যিটো জনে ভাং আফিং গাজা মদ খাই।***
***কুসঙ্গত কৰয় ৰতি নাৰীক ধৰ্ষয়***
***পত্নীক মাৰয় যদি সদা সৰ্ব্বদায়।***

*দন্দ হাই উৰুমি থাকে যিটো ঘৰে*
*ছলি পলিক সৰ্ব্বদায় গালি গালাজ কৰে।*
*ৰান্ধনী গৃহিণী যদি বলকি থাকই*
*সেই ৰন্ধা অন্ন জানা বিষ তুল্য হই।*
*কুকুৰতকৈ চাকৰক হীন মান্য কৰে*
*অচিৰতে সেই গৃহ ধ্বংস মুখে পৰে।*
বৰাই শুনিলা সেই পাণ্ডিত্য বচন
বৰই আপ্লুত হল বৰাৰ নিজ মন।
পৰ বছৰতে দেশে দুৰ্ভিক্ষ আহিল
গিৰি পুত্ৰ পৰিবাৰ লঘোণে থাকিল।
বৰা বোলে মোৰ ভাণ্ডে আছে যত ধন
দুই পৰিয়াল জুৰি যাব বৰ্ষ খান।
পৰিয়াল বেচি নাই মাত্ৰ দশজন
চাকৰ চাকৰণী সহ হয় সেই কেজন।
কিন্তু বৰাণীৰ মনে কাৰ্পণ্য আছয়
মাঝে মাঝে মাধৱদেউ লঘোণে থাকয়।
একদা চলিলা বৰা খাজনা সাধিতে
ৰান্ধনী হইয়া মাধৱ চলিলা লগতে।
কলংপুৰ মৌজা বাসী নেওগ সতাই
আদৰি সাদৰি ৰাখে অতি যতনাই।
চৰু খুটি দিলে আনি ভাত ৰান্ধিবাক
জাল মাৰি মাধৱদেৱ আহিল বাজক•।
বৰা বোলে ভাত ৰন্ধা চৰু এৰ কিয়
জুইৰ ওপৰে চকু সৰ্ব্বদা ৰাখিও।

মাধৱ বুলিলা ঠাই অপবিত্ৰ বৰ
পাচ হাত তলে হাড় আছে মনুষ্যৰ।
আচৰিত বাক্য শুনি সবাই স্তম্ভিল
নেওগৰ বান্ধা পাছে খান্দিবে লাগিল।
ছয় আঙুল পৰিমাণ দীঘল হাড় ডাল
খানিয়া থাকোতে পাছে বাহিৰ ওলাল।
বস্ত্ৰ টকা দিয়া পাছে প্ৰণাম কৰিলা
ঈশ শক্তি পুৰুষক সবাই জানিলা।
কৰ তুলিবাৰে লাগি প্ৰজাৰ ওপৰ
টকা আনিবাক লাগি বৰা দিলা জোৰ।
কেওকৰ দিলা কেও দিবে নপাৰয়
চাবুক ধৰিয়া বৰা প্ৰজাক তাড়য়।
দুখীয়াৰ দুখ দেখি মাধৱ সজ্জন
চকুপানী টুকি থাকে বিমৰ্ষিত মন।
বাৰ কুৰি কৰ লাগে ৰজাক দিবাক
এক কুৰি ঘাটি হয় কৰ নাপাইলেক।
মাধৱ বুলিলা কাপোৰ চোৱা আপোনাৰ
কাপোৰৰ মাঝে ধন লাগে থাকিবাৰ।
সমস্ত কাপোৰ বৰা পেলায় জোকাৰি
কাপোৰৰ মাঝে আছে টকা দুই কুৰি।
হিচাবতো অধিক ধন আৰু যে পাইলা
কুৰি টকা বেচি ধন বৰা যে পাইলা।
মাধৱৰ প্ৰভাৱ ঘৰে বাঢ়ে দিনে দিনে
বৰাই সোধন্ত দিহা বুদ্ধি প্ৰতিদিনে।

• *বাজক - বাহিৰক*

বৰ ঘৰ বান্ধি দিলা পুখুৰী পাৰত
বয় বস্তু বান্দী বেটী মাটি বাৰী কত।
উজিৰ বৰা কাকতি পাতিলা লাম গিৰি
প্ৰজা সবে এহি হেতু চায় ঈৰ্ষা কৰি।
বৰাৰ পাইকৰ হাতে খেতি অল্প কৰি
এডৰা মাটিত শস্য পালে ভড়ালপুৰি।
পাইক চলাৱে নিতে উপাৰ্জন কৰে
সেহি হেতু প্ৰজা সব স্বহিতে নপাৰে।
লাহে লাহে একাদশ বৰ্ষ চেৰাই যাই
দ্বাদশ বৰ্ষত আহি খোজক পেলাই।
ধান নিৰাইবাক লাগি পথাৰক নিলা
বন ৰাখি ধান কাটে সবাই দেখিলা।
বৰা গৈয়া দেখে তেওঁৰ কথা বিপৰীত
ধান উভালিয়া বন ৰাখিলা থলিত।
কোনে আনিলেক পথাৰ লাগি তোক
আঙুলিৰে দেখুৱালে বান্ধা হালুৱেক।
বৰা বোলে গৃহে যোৱা নালাগে নিৰাব
কোনো দিনে নকৰা কাম কেনেকৈ জানিব।
মনোৰমা আই ছিল উচপিচ কৰি
পুত্ৰ দেখি আহিলেক কাষক লৰৰি।
কিমতে আহিলি বোপা এৰি তোৰ কাম
ফাঁকি দিয়া বন ৰাখি উভালিলো ধান।
বৰা দেখি বান্ধা সবক ধমকি লগাই
ঘৰক লগিয়া মোক দিলেক পঠাই।
এনেদৰে দুই বৰ্ষ যেবে চলি গৈলা
লহে লাহে মাধৱ আহি চৈধ্য বৰ্ষ পাইলা।

গোবিন্দ কাকতি আহি বৰাক জনাই
মুগা কপাহ জালুকৰ বাগান পাতই।
কত জন পাইকক তাতে লগাই থই
ইটো কৰ্মে উজীৰৰ বহু টকা হই।
কাকতিক দিলা কিছু মাধৱক চাই
পিতা, মাতা, পুত্ৰ সবে আনন্দ কৰই।
বহুজনে কথা জানি কৰে কণাকণি
বঙালীক দিয়ে ধন আমাক নজানি।
পশ্চিমৰ ভাটিয়া আহি আমাক চলাই
আমাক নিদিয়ে মাত কাকতিৰ বাব পাই।
বৰুৱাক জনাইবে সবে চলি গৈলা
লামকণাৰ ওপৰত গোচৰ তৰিলা।
উজিৰে জানিয়া পাছে মানুহ পঠাই
পলাইবে লাগি দিহা দিলেক লগাই।
কাতিৰ মাহৰ দিন আকাল পৰিছে
ধান চাউল নাটনিয়ে সবাকে ধৰিছে।
অতিথি ৰাখিবে লাগি কাৰো ইচ্ছা নাই
দিয়ে খেদি কাৰোবাৰ ঘৰক গলেই।
অনাই বনাই ঐত তৈত গাৱক লুকাই
ঘুৰি ঘুৰি গৈলা মাথো কেৱল উজাই
অনশনে অৰ্দ্ধাশনে শৰীৰ পীড়ই
যিবা ধন হাতে ছিল গইলা ওলাই।
যেতিয়াইমাধৱ পিতৃ গৃহক ত্যাজিলা
অল্পদিন পৰে হৰি শিঙা চলি গৈলা।
পথত বাতৰি পাই গিৰিৰ পৰিয়াল
উভটিয়া ঘুৰি অহা কভু নোহে ভাল।

অঘৰীৰ দৰে অত তত খেপিয়াই
দিন বেলা ভিক্ষা কৰি ৰাতি সাজ খাই।
একদিনা ভিক্ষা কৰি কিছু নাপাইলা
লঘোণে থাকিয়া দিন ৰাতি কটাইলা।
পৰদিন প্ৰভাততে মাধৱ উঠিলা
বিচাৰি বিচাৰি এক বৰ কচু পাইলা।
জুইত পুৰি কচু গোট বাকলি গুচাই
পোৰা কচু তিনিজনে ভাগ কৰি খাই।
খোজ কাঢ়ি কাচি কটা গাঁও আহি পাই
মোলান যুগীৰ ঘৰে গইলা সোমাই।
পাট পলু বাচি আছে যুগী যত্ন কৰি
আধাখিনি পলু দেখে গৈয়া আছে মৰি।
মাধৱ বুলিলা বাপু এত মৰা কিয়
পুহিবে নজনা পাট পলু মৃত হয়।
তিনিখনি ডলা পাছে আনিবাক দিলা
সৰু মাজু বৰ পলু বাচিয়া থইলা।
বৰ ছোট একেলগে পলু হোৱে নষ্ট
বাচিয়া ৰাখিলে পলু নহয় বিনষ্ট।
তিনিজনে ধৰি পাছে পলু বাচি দিল
সন্তুষ্ট হইয়া যুগী এডোন ধান দিল।
লোণ শাক ব্যঞ্জন আনি দিলেক যাচিয়া
ৰাত্ৰি কালে খাইলা ভাত পেট পুৰাইয়া।
মাধৱ বোলয় পিতা বন্ধু জানো নাই
ইষ্ট মিত্ৰ কাৰো ঘৰে আশ্ৰয় নাপাই।
গিৰি বোলে আছে বহু পুৰণি বান্ধৱ
আকালত আশ্ৰয় জানো কোনোবাই দিব।
আপোন বংশৰ লোক আছে ঠাই ঠাই
বিপদত পৰিলে যে বন্ধু কেও নাই।
তথাপি আশ্ৰয় মাগি যাও বোলা গই
গধূলি পৰৰ আগে নদী পাৰ হই।
আলোচিয়া তিনিজনে নাওত উঠিলা
সন্ধিয়া সময়ে গৈয়া বন্ধুৰ ঘৰ পাইলা।
কাতৰি মাতিলে গৈয়া অতিকে সাদৰি
আশ্ৰয় লাগে বুলি তাৰা নচাইল ফিৰি।
কৈক যাও কিবা কৰো মনত গুণিয়া,
ঢেকীশালে তিনিজনে থাকিল বসিয়া।
চাউল অল্প দিলা বহু সময়ৰ পৰে
কান্দি কাতি সেই চাউলখিনি সিদ্ধ কৰে।
কি কৰি তাকে সিজাই তিনিজনে খাই
ৰাতিটোৰ বাবে পৰি থাকে সেই ঠাই।
ৰজনী প্ৰভাতে উঠি গৃহ বাজ ভৈলা
লক্ষ্যহীন ভাবে তিনি চলিতে লাগিলা।
তাৰ পাছে আৰু এক শালপতি ভাই
তাকে লাগি তিনিজন লক্ষ্য কৰি যাই।
আবেলি পৰত গৈয়া লক্ষ্যস্থান পাইলা
মিতিৰৰ ঘৰে গৈয়া উপনীত ভৈলা।
মুখ কাতি কৰি তাৰা কেৰাহিকৈ চাই
বহিবাক দিলা পীড়া একোখনি কই।
কুঠাৰ এখনি আনি মাধৱক দিলা
তোমাৰ আমাৰ লাগি কিছু খৰি ফালা।
হাতে অস্ত্ৰ ধৰি মাধৱ খৰিক ফালয়
খৰিখিনি লৈয়া বুঢ়ী ভিতৰক যায়।

লাহে লাহে সব খৰি ভিতৰক নিলা
ফলা এডালিও সি ঠাইত নেৰিলা।
ভাবিলে মাধৱ এওঁৰ মতি নোহে ভাল
সমস্ত এৰিয়া দিলে হব আহুকাল।
খৰি ফালি নাল পাৰি কুঠাৰে বহিল
কিছুক্ষণ পৰে তাহাৰ গৃহস্থ আহিল।
খঙে ৰাগে মিত্ৰ বৰ কাকো নচাৱয়
আছোক ভাল কথা কব মুখে নামাতয়।
ছয় মুঠি চাউল দিলা তিনিজন লাগি
এজনকে নাটে পেট পুৰাবলৈ লাগি।
তথাপিতো তিনিজনে অন্নক সিজাই
ভাগ কৰি অল্প অল্প পেটত পেলাৱই।
ৰাতি পুৰাইলা মাত গিৰিয়ে লগাই
বিদায় লৈবেক লাগি মাতে ৰিঙিয়াই।
ৰাগ কৰি গৃহস্থ যে গৰ্জিয়া বুলিলা
এই ঢল ফাট পুৰা কিবা কাম ভৈলা।
বংশৰ এক ভাই বুলি ইথানক আইলু
তাহাৰ কাযত আজি ইয়াকে পাইলু।
মনৰ দুখতে গিৰি পুত্ৰ পৰিবাৰ
নিৰানন্দে কান্দি ঠাই কৰে পৰিহাৰ।
বিধিৰ লিখন মোৰ এইয়েই আছিল
কুকুৰেও বাট নেদা অৱস্থা মিলিল।
*বিধিৰ লিখন কোনে এৰাইতে পাৰে*
*বিধি বিমুখ হ'লে পোৰা মাছে হ্ৰত ছ্বৰে।*
পুছিলা মাধবে পিতা আৰু কোন আছে
নাই যদি ভিক্ষা পাত্ৰ লৈয়া যাও পাছে।
বৰকণা বুলিলা বাণুকাৰ একজন
টকা দিয়া ৰাজ ৰোষে কৰিলো ৰক্ষণ।
উজাই আহিল তিনি ইটো দেশ লাগি
ভৰাৰি ডুবিৰ মাঝি খাগৰি প্ৰাণ ভাগি।
এইবুলি উত্তৰক লাগি চলি গৈলা
ঘাগৰ নদী পাৰ হুয়া কিছু বাট গৈলা।
মাধৱৰ লীলামৃত শুনা কৰ্ণ ভৰি
সঘনে ডাকিও সবে বোলা হৰি হৰি।
মাধৱ মাধৱ বুলি ঘোষিও সদাই
মাধৱৰ বিনে আন বন্ধু কেও নাই।

>>>■<<<

## *ঘাগৰি মাঝিৰ গৃহত পুত্ৰ ভাৰ্য্যাসহ গোবিন্দগিৰিৰ অৱস্থান*

### *পদ*

এহিমতে আহি তাৰা বাট কুৰি বাই
ভোক লঘোণত দেহা ভাগৰি পৰই।
এক বেলা আহি পথে আহত গছ পাই
তথাত বহিল বৰ কণা গিৰি ৰাই।

অনশনে অৰ্দ্ধাশনে অৱসন্ন দেহ
মাটিত শুইয়া পৰে মাত খেহ খেহ।
পিতা মাতা দুইজনৰ অৱসন্ন দেহ
অন্য কোনো জন প্ৰাণী নাহিকে প্ৰবেশ।
গাঁওত বিচাৰিয়া মাধৱ লাউ এটি পাই
চিঙিয়া আনিল তাক আথে বেগে লই।
বাহৰ চাচনি আনি বাকলি গুচাই
তিনি খণ্ড কৰি তাকে খাই নাম গাই।
তেতিক্ষণে তিনিজনে গাত বল পাইলা
বাট বুলি বুলি গৈয়া ঘাঘৰ নদী পাইলা।
নদীত নাহিকে নাও পাৰ হৈব কেনি
মাতিলেক মিতা বুলি পাৰি ৰিঙিয়নি।
নদী ঘাটে একজনী বুঢ়ীক দেখিল
কাক মাতিছাহা বুলি বুঢ়ীয়ে সুধিলা।
ঘাগৰি মাঝিৰ ঘৰ হয় কি নহই
কাকুতি কৰিছো হেৰা কোৱা মোৰ আই।
বুঢ়ী বোলে হয় ইটো ঘাগৰিৰ ঘৰ
বাৰ্ত্তাক বুলিবো আমি এতে স্নানপৰ।
স্নান অন্তে বুঢ়ী গৈয়া মাঝিক মাতিলা
বাণ্ডুকাৰ লাম কণা তোমাক মাতিলা।

আচৰিত হুয়া লৰি আহিল ঘাগৰি
নৌকা লৈয়া তুৰন্তে আনিলা পাৰ কৰি।
দুই বন্ধু লগ হুয়া কৰে গলাগলি
বোলে মোৰ প্ৰাণ বন্ধু এনে কিয় হলি?
বিধিৰ নিৰ্ব্বন্ধ কোনে এৰাইতে পাৰে
এই বুলি সমিধান দিলা গিৰিবৰে।
গৃহে আনি হাত ভৰি যতনে ধুৱাই
দৈ চিৰা কল আনি দিলে যতনাই।
কল, চিৰা, দধি, গুড় আৰু যে লৱণ
মহানন্দে তিনিজনে কৰিল ভক্ষণ।
মিত্ৰ মাঝি আহি পাছে কাযত বহিল
পূৰ্ব্বৰ যতেক কথা কহিবে লাগিল।
আগ গুৰি ভৈলা যত ঘটনা বৰ্ণাই
বন্ধুৰ আগত ভাঙি কলে গিৰিৰাই।
তাৰ পাছে সিদ্ধ চাউল অন্নক ভুঞ্জিলা
কিছুদিনৰ বাবে মাজিৰ গৃহত ৰহিলা।
আৰ তাৰ কৰ্ম কৰি অল্প ধন পাই
একবৰ্ষ মাঝি ঘৰে থাকে গিৰিৰাই।
মাধৱৰ লীলা কথা আলোচনা কৰি
সব লোকে সমস্বৰে বোলা হৰি হৰি।



# ঘাঘৰি মাঝিৰ আশ্ৰয়ত থকাৰ ব্যৱস্থা আৰু উৰ্ব্বশী আইদেউৰ জন্ম লাভ

## পদ

এনেমতে মাঝিৰ গৃহে থাকে লোক তিনি
অৰ্দ্ধেক বৰষ কটাইল তিনি প্ৰাণী।
মাঝি বোলে প্ৰাণ বন্ধু নাভাবিবা আন
আপোনাৰ মোৰ উভৈৰ ঘৰ এইখান।
যতেক আছয় গৰু ভুমি যতমান
দাস দাসীৰ ওপৰে স্বত্ব আমাৰ স্নমান।
ইয়াকে কই গৃহ এক বস্তিৰ ভিতৰ
বান্ধিয়া দিলেক মাঝি তিনিও জনৰ।
কাহী বাটী টৌ লোটা সমস্তকে দিলা
তাৰ পাছে কাপোৰ কানি দিয়া সম্ভাষিলা।
মাটি দুই ডৰা দিলা কৃষি কৰিবাৰে
কোৰ মাৰি মাহ দালি আন খেতি কৰে।
এগুনৰ ঠাইত তিনি গুণ ধান পাইলা
সুন্দৰকৈ মাহ খেতি কৰিয়া দেখাইলা।
ধান, মাহ, তেলবীজ বিস্তৰ চপাই
বছৰেক অন্তে হৈলা বহু ধন আয়।
মাঘৰ মাহত গুৰু পুৰোহিত আনি
মাধৱৰ চুড়াকৰণ কৰে মাঝি জানি।
সমজুৰা মানুহ মাতি অন্ন খুৱাইলা
সুন্দৰ শৃঙ্খল কৰ্ম মাঝিয়ে কৰিলা।

তাৰ পৰে বৰ্ষ মধ্যে মনোৰমা আই
উৰ্ব্বশী নামেতে কন্যা এটি জন্মদেই।
এটি পুত্ৰ এটি কন্যা মনোৰমা পাইলা
এইবাবে মাতৃ বৰ আনন্দ লভিলা।
চতুৰ্দ্দশ বৰিষ তাতে গিৰিয়ে থাকিল
উৰ্ব্বশী মাধৱ দুই ডাঙৰ হইল।
জোঁৱাই-বোৱাৰীৰ বাবে মনত ভাবিল
মাঝি-গিৰি দুই বন্ধু আলচ কৰিল।
গিৰি বোলে বন্ধুবৰ বৃদ্ধ ভৈলো মই
শেষত সুখ পালো তব অনুগ্ৰহ পাই।
পুত্ৰ কন্যা দুইজন ডাঙৰ হইলা
বিবাহ পাতিবাক লাগি মোৰ ইচ্ছা ভৈলা।
কায়স্থৰ জ্ঞাতি গএগ ইয়াত কিছু নাই
টেম্বুৱাণী এৰি শঙ্কৰ আহিছে উজাই।
ধোৱাহাট গ্ৰামে ৰই আছে সত্ৰ পাতি
তাহাৰ কাষক আমি যাইবো সম্প্ৰতি।
মাঝি বোলে আপোনাক বাধিবে নপাৰো
বৰ্ষৰ বাবে ধান চাউল দালি দিব পাৰো।
তথাপিতো বিদায় দিয়া ইচ্ছা মোৰ নাই
আপোনাৰ তুল্য বন্ধু ক'ত পাবো মই।

গাঠিৰ ধন ভাঙি বন্ধু বাণুকা ৰাজ্যত
মোকলাই আনিছিলা ৰজাৰ ৰোষত।
ইয়াত থাকি মোৰ সঙ্গে খেতি-বাতি কৰি
আঢ্যৱন্ত পৰিয়াল তুলিলাহা গঢ়ি।
দোষ নধৰিবা মোৰ লাম কণা বোলে
চৈধ্য বৰ্ষ অন্ন বস্ত্ৰ আপুনি যোগালে।
লৰা জীউৰ বাবে দৰা-কন্যাক বিচাৰি
আজি হন্তে যাব লাগিল আপোনাক এৰি।
এহি বুলি আলোচ কৰিলা দুইজন
চকুৰ লোতক সৰি পৰে ঘনে ঘন।
মাঝি পত্নী আহি পাছে ভাত আনি দিলা
একেলগে আটাই মিলি ভোজন কৰিলা।
তাৰ পাচে গ্ৰাম্য বন্ধু যতেক আছিল
সবাৰে কাষক গই গিৰি বিদায় মাগিল।
পাছে মাঝি আনিলেক নৌকা একখন
অতিকে সুন্দৰ নাওঁ অতি সুশোভন।

দুইজন নাওবৈচা যোগাৰ কৰিলা
তাঁহাতক বানচ কিছু মাঝিয়েই দিলা।
এক বৰ্ষ জোৰা ধান মাহ আৰ খেচাৰি
নৌকা তুলি দিলে মাঝি অতি যত্ন কৰি।
খৰি পাত যোগাৰ কৰি কেইদিনৰ বাবে
পথত অভাৱ যেন একোতে নালাগে।
ভাৰ্য্যা পুত্ৰ কন্যা সহ নৌকাত উঠিলা
পৰস্পৰে দুই বন্ধু সাবতি ধৰিলা।
লৰা জীউৰ বাবে দৰা কন্যাক বিচাৰি
আজি হন্তে যাব লাগে আপোনাক এৰি।
এহি বুলি গলাগলি কৰে দুইজন
চকুৰ লোতক জৰি পৰে ঘনে ঘন।
টকা আৰু বস্ত্ৰ দিলা গিৰিৰ হাতত
পৰস্পৰে প্ৰণামিয়া বিদায় ভৈলন্ত।
মাধৱদেৱ লীলা কথা শুনি কৰ্ণ ভৰি
যত সামাজিক চয় বোলা হৰি হৰি।



## *গোবিন্দগিৰিৰ ভৰাৰী ডুবিত বসতি আৰু উৰ্ব্বশী আইদেউৰ বিবাহ*

### *পদ*

চক্ৰপাণি বোলে কথা সমাজৰ আগে
উৰ্ব্বশীক বিবাহ দিলা গিৰি মহাভাগে।
ঘাগৰি মাঝিক এৰি আহি কণাগিৰি
ভৰাৰি ডুবিৰ ঘাটে পেলাইলন্ত ভৰি।

ঘাটত আছিল এক পুৰুষ ৰতন
দীৰ্ঘকায় গৌৰবৰ্ণ কান্তি সুশোভন।
দেখিলেই ভাৱ হয় পুৰুষেৰ প্ৰতি
গুণী, জ্ঞানী, শান্ত মতি ক্ষমাশীল অতি।

নবীন যৌবন মুখ কমন সুন্দৰ
দেখিলেই হৰে মন যুৱতী সবৰ।
গিৰি বোলে বোপা হেৰা সোধো একবাণী
শ্ৰীমন্ত শঙ্কৰ ইহা আছে কোনখিনি।
মিষ্ট সুৰে বুলিলন্ত পুৰুষ ৰতন
তাহাৰ সামান্য দাস আমি একজন।
লৈয়া যাব পাৰো যদি যায় তান কাষে
আজি ঐত থাকা কালি যাইবন্ত পাছে।
কথা কই যুবা পাছে নিমাত হইল
তাহাৰ পৰিচয় যিটো গিৰিয়ে সুধিল।
কিবা নাম কিবা গ্ৰাম কিবা পৰিচয়
তোমাৰ এই কথা জানিবাৰ ইচ্ছা-হয়।
গয়াপণি নাম মোৰ জানে বহুজন
ভৰাৰি ডুবিত জন্ম থাকো সেই থান।
সপ্তম পুৰুষোপৰে ব্ৰাহ্মণৰ শাপ
সেই শাপে মোৰ পিতৃ বংশ হব লোপ।
সপ্তম পুৰুষৰ শেষজন হলো মই
এতেকতে ঘৰ সংসাৰ কৰি লাভ নাই।
যদি মোক পিতৃ বংশ মোতে হয় শেষ
গৃহত্যাগী ধৰ্ম আচৰিব যে সন্ন্যাস।
এই কথা মনে গুণি গৃহ বাজ ভৈলো
জ্ঞাতি বন্ধু কিছুৰ সঙ্গে তীৰ্থক চলিলো।
অনেক ঘুৰিয়া পাছে পাইলো জগন্নাথ
দৰশন কৰি কলো নমাইয়া মাথ।
পাণ্ডাক বুলিলো মোৰ মনৰ কথাক
মনস্থ কৰিলো মই তাতে থাকিবাক।

পাণ্ডা পাছে বুলিলেক তিনি দিনপৰে
স্বপ্ন এক দেখিলো মই নিশাৰ ভিতৰে।
তোমাক আগত ৰাখি প্ৰভু জগন্নাথ
বুলিলা আমাক বাণী উচ্চ কৰি মাথ।
পূৰ্ব্ব দিকে অৱতাৰ শ্ৰীমন্ত শঙ্কৰ
পুৰাব যতেক আশা যি আছে মনৰ।
পাণ্ডাৰ কথাক মই সঙ্গত বুলিলু
কোন জন যাব কেনি সুধিয়া লইলু।
কোনো কোনো জনে গল কাশী হৰিদ্বাৰ
কোনো জন গল গুচি সাগৰৰ পাৰ।
কেবাজনে বৃন্দাবন বদৰিকা গৈলা
কিছুমানে গৈয়া দক্ষিণ ৰাজ্যে প্ৰবেশিলা।
আমি তিনিজনে ঘুৰি কামৰূপে আহিলো
প্ৰভুৰ চৰণে গৈয়া শৰণ পশিলু।
বুলিলা আমাক তেৰা ৰাম উচ্চাৰণে
কাষত দেখিলা মোক আপোন নয়নে।
শৰণক দিয়া মোক ৰাম দাস নাম দিলা
গয়াপাণি নাম মোৰ পিতৃয়ে ৰাখিলা।
গুৰু বুলি আছে মোক বিয়া কৰাইবাৰে
বংশ লুপ্ত হয় যদি মোৰ পিচৰ পৰে?
গুৰু বোলে মোক তোৰ কিছু ভয় নাই
ভগবান ভক্তৰ কৌটী পাপ হয় ক্ষয়।
তথাপিতো ভয়ে মই বিয়া কৰা নাই
বৰই সন্তুষ্ট আমি গুৰু সঙ্গ পাই।
কথাৰ অন্তত পাছে গৃহক আনিলা
থাকিবাৰ বাবে গিৰিক ঠাই কৰি দিলা।

নানা কথা আলোচিয়া গয়াপাণি ৰাই
খেতি, মাটি, বন্ধা, গৰু দিলে যতনাই।
উপকাৰ পাই পাছে লাম কণাগিৰি
শঙ্কৰক দেখা কৰা গৈলেক পাহৰি।
উপযুক্ত কৃষি ভুমি ভৰাৰী ডুবিৰ
শস্য, মস্য, বয় বস্তু শ্যামল ভুমিৰ।
তাতে থাকি বসতি কৰিলা ঘৰ কৰি
গয়াপাণি ভক্তি কৰে পিতৃ জ্ঞান কৰি।
উৰ্ব্বশী মাতৃৰ এবে বয়স হইল
গয়াপাণিৰ প্ৰতি তাইৰ প্ৰেম উপজিল।
বিয়া দিলা উৰ্ব্বশীক গয়াপাণিৰ হাতে
নিশ্চিন্ত ভৈলন্ত গিৰি কন্যা দান হস্তে।
তাৰ পাছে পিতা পুত্ৰ বাণিজ্যে নামিলা
বাণিজ্য কৰিবে লাগি বাণ্ডুকা পাইলা।
মনোৰমা মাতৃ জোঁৱাই গৃহতে থাকয়
গোবিন্দ মাধৱ দুই বাণ্ডুকাক যায়।
বৰপুত্ৰ দমোদৰৰ গৃহত উঠিলা
পিতৃক দেখি দামোদৰ বৰ ৰঙ্গ পাইলা।
আতিকে সাদৰি তিনি চৰণ ধুৱাই
পিতা ভ্ৰাতা দুইজনক সাদৰি লৱই।
পৰিচয় লৈলা পাছে পিতৃৰ কাষত
সঙ্গী যুৱা লৰা কোন কিয় বা লগত।
কুৰি বৰ্ষ পিতৃ হেতু চিন্তিত দামোদৰ
সেই পিতৃ মিলিলেক আপোনাৰ ঘৰ।
পূৰ্ব্বৰ দোষৰ হেতু অনুতাপ কৰি
আশ্বাসিলা পিতৃ ভ্ৰাতৃ অতিকে সাদৰি।

ভক্তগণ পাছে এক প্ৰশ্নক কৰিলা
ৰাম দাস কৰ লোক কেবে নজানিলা।
চক্ৰপাণি বোলে শুনা সংক্ষেপেতে আৰ
গয়াপাণি ৰাম দাস পৰিচয় তাৰ।
সপ্তম উপৰি পুৰুষ আদি সৰস্বতী
কনৌজৰ কাইথ বংশ অতি অল্পমতি।
অজানিত কাৰণত জহ্নু এক ঋষি
তাহাৰ ওপৰে শাপ দিলা মনে ৰোষি।
বংশ লোপ হব তোৰ নাহিকে নিস্তাৰ
যেই হেতু অপৰাধ কৰিলি আমাৰ।
শাপ পাই মৌন হুয়া ৰল সৰস্বতী
ঋষিৰ চৰণে ধৰি কৰিলা কাকূতি।
ক্ৰোধ এৰা ঋষিবৰ তুষ্ট কৰা মন
ব্ৰাহ্মণৰ ক্ষমাই ধৰ্ম জানে সৰ্ব্বজন।
এহি বুলি হাতে পাৱে ধৰিয়া ৰহিলা
তেতিক্ষণে ঋষিৰায়ে পুনৰ বুলিলা।
সপ্তম পুৰুষ লাগি বংশ যে থাকিব
তাৰ পাছে তোৰ বংশ বিনাশ ঘটিব।
এনেদৰে শাপ ৰল বংশৰ উপৰে
সৰস্বতী পুত্ৰ শ্ৰীগোপাল নাম ধৰে।
গোপালৰ পুত্ৰ হলি কৃপাল নাম ধাৰী
অন্নৰ চিন্তায়ে সদা ফুৰে ঘুৰি ঘুৰি।
কৃপালৰ তনয় মকুন্দ নামে খ্যাত
মকুন্দ তনয় ভৈলা শ্ৰীদাস অদ্ভুত।
তান পুত্ৰ নাম থৈলা শ্ৰীৰাম মুৰাৰী
কামৰূপ ৰাজ্যত আহে কনৌজক এৰি।

কামৰূপ ৰাজ্যক পাই আহিলা উজাই
বাণিজ্য কৰিয়া চলে কিছু চিন্তা নাই।
ভৰাৰী ডুবিত গৈয়া বিবাহ কৰিলা
ৰূপে গুণে কৰ্মে খ্যাত অতীব সুশীলা।
কন্যা হন্তে'জন্মিলন্ত তাহাৰ তনয়
শ্ৰীবিষ্ণু নাম তাৰ সবাই জানয়।
গয়াপাণি জন্মিলেক পত্নীৰ উদৰে
এওঁৰ পৰা বংশ লোপ সপ্তম পুৰুষৰে।
সংসাৰ নাপাতে গয়া পূৰ্ব্ব শাপ জানি
ধৰ্ম কাৰ্য্যে থাকে সদা ঈশ্বৰক গুণি।
বন্ধু বান্ধবৰ সঙ্গে কৰি আলোচন
সাধু সঙ্গে থাকিবাক কৰে এক মন।

তীৰ্থক চলিলা গয়া নৌকাত চৰিয়া
পাণ্ডাক বুলিলা কথা জগন্নাথ পায়া।
জগন্নাথে পাণ্ডা যোগে স্বপ্নক দেখাই
শঙ্কৰৰ পৰিচয় দিলেক কৰাই।
গুৰুক চিনিয়া গয়াপাণি ঘুৰি আইলা
শঙ্কৰৰ পাদ পদ্মে শৰণ লভিলা।
ৰাম দাস নাম পাইলা শৰণৰ পিছত
তাৰ পৰে পৰিচয় বৰ-কন্যাৰ লগত।
উৰ্ব্বশী কন্যাক বিয়া কৰিলা গয়াই
মাধৱৰ ভগ্নী পতি ৰাম দাস ৰাই।
উৰ্ব্বশীৰ গৰ্ভে ৰাম চৰণ জন্মিলা
বংশ লোপ গোত্ৰ সলাই মাধৱে লইলা।

মাধৱ চৰিত্ৰ কথা শুনা কৰ্ণ ভৰি
সাধু সন্ত সমাজে বুলিও হৰি হৰি।

>>>>■<<<<

## *বাণ্ডুকাত পিতৃ লাম কণাগিৰিসহ মাধৱদেৱৰ অৱস্থান আৰু লাম কণাগিৰিৰ পৰলোক*

### *ছবি*

এহি মতে গিৰিবৰ পাইল আপোনাৰ ঘৰ
পুত্ৰ নাতি বোৱাৰীক পাই
পৰম আনন্দে থাকি হৰি নাম স্মৰি ডাকি
সাধু সঙ্গে ফুৰিয়া থাকই।

দুই এদিনৰ পৰে কথা সোধে দামোদৰে
এইজন কাৰ লৰা হই
মহোদৰ আতা* বোলে তোৰ ভাই এইজন
সৰু জনী মায়েৰ তনই।
উজনি ৰাজ্যত গই বিবাহ কৰালো মই
পুত্ৰ কন্যা দুটি জন্ম লয়
কন্যাক বিবাহ দিয়া মায়েক তৈতে থৈয়া
বেহাৰক আহিলো ওলায়।
দামোদৰৰ ভাৰ্য্যা আই আনন্দত সীমা নাই
নাই আপোনাৰ পুত্ৰধন
মাধৱক কাষে পাই অতি স্নেহ কৰৱই
খোৱা লোৱা সবাতে যতন।
মাধৱক সাবতি লই হাহে দামোদৰ ৰাই
বুকুত সাবতি চুমা খায়
কত ভাগ্যফলে মই তুমি হেন ভাতৃ পাই
ভৈলা মোৰ অতি ভাগ্যোদয়।
কত দিন তাতে ৰইলা মাধৱ ডাঙৰ হৈলা
পঢ়িবাক লাগি গৈলা মন
ৰাজেন্দ্ৰ পণ্ডিত টোলে আদ্যে নাম লগাইলে
সংস্কৃত পঢ়োতে মগণ।
মাধৱ সম বুদ্ধিমান নাই টোলে ছাত্ৰ আন
তিনি বছৰৰ পাঠ্য পঢ়ি
এক বৰ্ষে অল্প পঢ়ি আদ্য মধ্যে শেষ কৰি
উপাধিক লৈলা যত্ন কৰি।

*মহোদৰ আতা - লামকণাগিৰিৰ আন এটা নাম*

এনেদৰে বৰ্ষ দুই টোলত পঢ়িয়া চাই
চাৰি বৰষৰ বিদ্যা পাই
বিদ্যা শিক্ষা শেষ কৰি মহানন্দে আহে ঘুৰি
সব লোকে প্ৰশংসা কৰই।
কৃষি ভুমি দামোদৰে হৰিষতে কৃষি কৰে
তিনিজনক খাবলৈ নাটে
মাধৱ আচাৰ্য্য হই দাদাক বুলিলা গই
কৃষি কাৰ্য্য কৰে নিজ হাতে।
সেই বছৰৰ ধান চেৰ পেলাই আন
বছৰত নাই এনে খেতি
কৃষিতো দেখাই শক্তি বৌ মাতৃক কৰে ভক্তি
বৌ মাতৃ আচৰিত অতি।
জ্ঞান বিদ্যা লাভ হইলা মাতৃক স্মৰণ ভৈলা
ভৰা ডুবি লাগি আহিবাক
অসুখত পিতৃ ভোগে টান হৈলা লাহে লাহে
সাত দিনে চকু মুদিলেক।
পিতৃ শোকে দুই ভাই কিনো কৰে উপাই নাই
জ্ঞাতি বন্ধু মাতি কাষ্ঠ কৰে
পিতৃৰ শ্ৰাদ্ধক লাগি দামোদৰ মন ভাগি
ভাবি গুণি মুৰ্চ্ছা হৈ পৰে।
বোৱাৰী পৰম সতী শুদ্ধ বুদ্ধি শুদ্ধ মতি
শহুৰৰ শোকত কান্দয়
মোৰ নিজ পুত্ৰ নাই শহুৰ এৰি গুচি যাই
মিলিব আমাৰ নিৰুপায়।

পিতৃ শ্ৰাদ্ধ কৰিবাক লাগয় অনেক ধন
দামোদৰে প্ৰমাদ গণিলা
দক্ষিণাত ব্ৰাহ্মণক লাগে দিব যে অনেক
সমাজকো ভোজত লাগিলা।
হাততো যে নাই ধন কৰ্ম কৰিবাৰ মন
ধাৰ আছে আগৰে বহুত
ইটো কৰ্মে আৰু কত লাগিবেক ধন বিত্
অধো মুখে হয় মৰ্মাহত।
তলমুৰ কৰি ভাবি উপায় কৰিবে লাগি
পিতৃ শ্ৰাদ্ধে কত টকা লাগে
দামোদৰে বোলে ভাই ই ৰাজ্যত উপাই নাই
ব্ৰহ্ম পূজা কৰিবাক লাগে।
গাই প্ৰতি টকা দুই সবেও দক্ষিণা লই
পুৰোহিতে লয় বস্ত্ৰ ধন
ৰাইজক মাছ ভাত খুৱাইবে লাগে ঐত
নতুহবে আলাগ জীৱন।
মাধবে বউক চাই বুলিলেক ভয় নাই
আমি দিহা কৰিব এখন
টকা চাৰি মাত্ৰ আছিল তাকে সিকি ভঙাইল
যোল্ল সিকি কৰিল ভাঙন।
সব বিপ্ৰৰ গৃহে গই বুলিলে মাধৱ ৰাই
পিতৃ শ্ৰাদ্ধ আহিল এখন
তুষ্ট হোৱা বিপ্ৰ ৰাই মাতিবৰ শক্তি নাই
দক্ষিণা যে দিলো সিকিকণ।

নধৰিবা আত দোষ নকৰিবা একো ৰোষ
ধন বিত নাহিকে আমাৰ
এতে তুষ্ট হোৱা সবে আশীৰ্ব্বাদ দিয়া এবে
নিমন্ত্ৰণ নকৰিবো আৰ।
বিপ্ৰগণ তুষ্ট হই কোনো দোষ নধৰই
দক্ষিণাক গ্ৰহণ কৰিলা
বিপ্ৰৰ সুজিয়া ধাৰ এটি চিন্তা ভৈলা পাৰ
চিন্তা ভাৰ অনেক কমিলা।
যত অধ্যাপক আদি পণ্ডিত ব্ৰাহ্মণাদি
আধালি ডেৰ মহা দান দিলা
সকলেও তুষ্ট ভৈলা কিছু কথা নবুলিলা
দুই ভাইক আশীৰ্ব্বাদ দিলা।
বয় বস্তু কিছু আনি শ্ৰাদ্ধত কৰিলা শেষ
আদ্যশ্ৰাদ্ধ গৈলা গোবিন্দৰ
নাই কিছু দ্বেষ কাৰো শুদ্ধ মন যে সবাৰো
দামোদৰ আৰু মাধৱৰ
শুনিয়োক নৰচয় কেতিক্ষণে আয়ু যায়
হৰি নাম সবে কৰা সাৰ
মাধৱক মনে স্মৰি বোলা সবে হৰি হৰি
নাম বিনে গতি নাই আৰ।

## শ্ৰীমাধৱদেৱৰ দ্বাৰা গেলা মাছৰ তৰকাৰী ৰন্ধন আৰু ভোজ ভাত দান

### পদ

বিপ্রৰ সুজিলা ধাৰ তাতে দুই ভাই
ভোজন কৰাবে লাগে জ্ঞাতি বন্ধু চাই।
মাছৰ আঞ্জা দিব লাগে হাতে টকা নাই
তথাপিতো দুটি মাছ কিনি আনা যাই।
দুজন ভাৰি লোক লৈয়া মাধৱ চলিলা
বৰ ডাঙৰ চিতল মাছ দুগুটি আনিলা।
কিন্তু এই মাছ দুটি সস্তাতে পাইল
গতিকেই মাধৱদেৱ তাকেহে আনিল।
বাটে পথে যত লোকে দেখিলেক পাছে
দেখিল দুগোটা মাছ গেলিয়া গইছে।
কাষেৰে গলেই গেলা গোন্ধ নাকে পাই
লোকে বোলে ভোজ ভাত লাগিব দুনাই।
গেলা মাছৰ আঞ্জা যদি খাইতে নপাৰি
সমাজৰ লোকে তাক দাণ্ডিবেক ধৰি।
দামোদৰে মাছ দেখি হইল মহা ক্রুদ্ধ
বিবেচনা নাই তোৰ বুদ্ধি ভৈলা মন্দ।
দামোদৰে বোলে ভাই মোৰ জীউ নাই
আঞ্জা বেয়া পালে লোকে নেৰিব সুদাই।
গেলা মাছ দেখি মোৰ মনে ভৈলা ভয়
দুনাই মাছ আনিবাৰে ধন নাহি কয়।

কিমতে ভাগিব মই জগৰ সমাজৰ
ধনহীন মানুহৰ দোষ গুৰুতৰ।
মাধৱদেৱ বোলে দাদা নকৰিবা ৰাগ
এই মাছৰ তৰকাৰী আমি কৰো পাক।
এইবুলি দুজন ডেকা বন্ধু সঙ্গে লই
আপুনি ৰান্ধিবে অন্ন গৈলা পাকলই।
গেলা মাছ দুটি গৰম পানী উতলাই
আৰু অধিক সিজাইলা আতি পাতি কই।
তাৰ পাছে কলগছ পাতেৰে মেৰাই
চেপিয়া যতেক মাংস বাহিৰ কৰই।
মাংস ওলাই মাত্র তাৰ কাইট ৰহিলা।
খাৰ তেজ পাত দিয়া তাহাক ৰান্ধিলা।
আদা হালধি মৰিচক দিলা যতনাই
সমাজৰ পাতে দিলা আঞ্জাক ভগাই।
জ্ঞাতি বৰ্গে বোলে ইটো অমৃত সদৃশ
এনে জুটি আঞ্জা আমি পোৱা নাই লেশ।
আশ্চৰ্য্য মহিমা ইটো বালকৰ আছয়
অবস্তুক বস্তু কৰি লোকক খুৱায়।
ধন্য ধন্য কৰি লোক সব গৈলা চলি
দুই ভাই পিতৃ ঋণ সুজিলা সমূলি।

এই বুলি কৃতকাৰ্য্যে হাহে দুই ভাই
বৌ আৰু কন্যাজনী তাতে ভাগ লই।
এই মতে পিতৃ শ্ৰাদ্ধ কৰি সমাপন
কি কৰ্ম কৰিবে দুয়ো কৰে আলোচন।
আগতে আছিল ধাৰ ৰূপ তিনি কুৰি
পিতৃ শ্ৰাদ্ধত বৃদ্ধি ভৈলা আৰু তিনি কুৰি।
ছয় কুৰি ঋণ আমি সুজিব লাগিব
নহলে ঋণৰ শেষ সুত বাঢ়ি যাব।
ভাবি গুণি মাধৱদেৱ মজিন্দাৰ ভৈলা
ৰজাৰ চাকৰি লৈয়া কিছু আয় পাইলা।
বৰ ভাই হাল যোৰে ৰাতি এক পৰে
বেলা ভাটিলৈকে গৰু কোবাই হাল মাৰে।
বছৰেকে গৰু মাৰে একো একো হাল
এহি হেতু কৃষিত অৱস্থা নোহে ভাল।
কৃষি কৰ্মে মাধৱেও চকু দিবে লৈলা
নিয়মিত দুই পৰ হালক মাৰিলা।
হালোৱাক বোলে গৰু নামাৰিবি তই
প্ৰতিদিনে কাৰ্য্য অন্তে আনিবি ধুৱাই।
সাৰ গোবৰ যতখিনি ভুইত পেলাবি
বছৰেকত লাভা লাভ বুজিব পাৰিবি।
সেহি বেলা আৰু এটি ভড়াল বান্ধিলা
পূৰ্ব্বৰ যতেক ঋণ সমস্তে সুজিলা।
লাহে লাহে দামোদৰ হৈলা ধনী মানী
মাধৱ আহিবে লাগি বুলিলন্ত বাণী।

পিতা গল মাতা মোৰ দুৰত এৰিয়া
যাইবাক লাগে দাদা বিদায়ক দিয়া।
ন-বৌ বোলে বাপু মোৰ ইচ্ছা নাই
তোক লাগি মন মোৰ পুৰিব সদাই।
তোৰ হস্তে এই গৃহ উন্নতি হইলা
কিয় আজি তই বাৰু যাইবে লাগিলা।
যৌৱন বয়স পাইলে বিয়া কৰি দিব
সংসাৰৰ যত স্বাদ তেবেসে পাইব।
দদায়েকক বুলি বস্তু ভাগ কৰি দিলা
নিজ অংশ পৈতৃক বস্তু দাদাক অৰ্পিলা।
মাধৱ বুলিলা বৌ বস্তু নলাগয়
সি সব দ্ৰব্যত কিছু সাৰ নাহিকয়।
ই থানত নাই কোনো ধৰ্ম আলোচন
নাহিকয় সন্ত সাধু আৰু বিজ্ঞজন।
মাতৃয়ো আছন্ত তৈতে শোকাকুলা মন
এতেকে যাইবাক লাগি কৰিলো যতন।
পিতাৰ মৃত্যুৰ বাৰ্ত্তা আই পোৱা নাই
এতেকে যাইবে লাগি মোৰ মন যাই।
অগত্যা দিলেক তাক ধৰি এক নাৱ
আহিলা মাধৱ উজাই দেখিবাক মাৱ।
অল্প বাট আহি পাছে উদৰ চলিলা
শৌচ কৰিবাক লাগি তীৰত উঠিলা।
পেটৰ কামোৰ দেৱ উঠিতে নপাৰে
নাওবৈচা গৈলা ফিৰি বাৰ্ত্তা দিল ঘৰে।

পাৰত উঠিবে নাই গাৱত শকতি
গৰখীয়া লৰা সবে তুলে হাত পাতি।
দামোদৰ নাহি গৃহে বৌ লৈয়া গৈলা
কয়েক দিন মাধৱদেৱ তথাত ৰহিলা।
নবৌৰ মৰম পাই হৰিষ অন্তৰ
ছয় মাহ থাকি তাতে সুস্থ ভৈলা বৰ।
একদিনা আৰু এক নৌকা ভাৰা লই
মাধৱক উজনীত দিলেক পঠাই।
বাণ্ডুকাৰ পৰা মাধৱ যখন আহিল
ধনাই মুদৈ বণিক নাৱত আনিল।
উজনিৰ পৰা আনে তামোল পাণ কিনি
বাণ্ডুকা ৰাজ্যত বিকে লয় ধন গণি।
বিশ্বনাথ আহি পাইলা কেবাদিন পৰে
অন্ন খাইবে লাগি নাও ৰাখে বালিচৰে।
তথাত আছিল লোণ মুদৈ একজন
ভৰাৰী ডুবিৰ মাঝে বণিক মহাজন।
চিনি পাই বুলিলেক ওৰে মাধৱ ভাই
মাতৃ তোৰ বাচিবাৰ কোনো আশা নাই।
পলম নকৰি যদি চলহ বেগাই
দেখা পাব তেবে তুমি তব নিজ আই।
পিতা গৈলা চলি যদি মাতৃক হেৰাও
কিমত থাকিব আমি এতিক্ষণ যাওঁ।

গা ধুই গলে লৈলা তিতা বস্ত্ৰখনি
সেৱা কৰি বোলে তুষ্ট হোৱাহি গোসানী।
মাতৃ যেন নমৰিয়া পুনু হোৱে ভাল
চৰণত বলি দিব পঠা একহাল।
এহি ভাবি দুটি টকা আগ কৰি থই
মাতৃক সোঁৱৰি কান্দে লোতক পেলাই।
অল্প দিনান্তৰে গৈয়া গৃহত উঠয়
খৰধৰ কৰি পাছে গৃহক চাৱই।
দেখিলে মাতৃক সুস্থ শৰীৰে আছই
থাকিব অনেক দিন নাই মৃত্যু ভই।
সেৱা কৰি মাতৃৰ চৰণ ধূলি লৈলা
পিতৃ কই বুলি মাৱে প্ৰশ্নক সুধিলা।
পিতাকৰ মৃত্যু বাৰ্ত্তা মাৱৰ আগত
শ্ৰাদ্ধৰ যতেক বাৰ্ত্তা কৰিলা বেকত।
গোবিন্দৰ মৃত্যু বাৰ্ত্তা শুনি মনোৰমা
শোকত বিহ্বল ভৈলা ধৰিলা বিননি।
পতি শোকে পত্নী সদা কান্দে হাৱৰাই
সিমত কান্দিল মাতৃ বুকু ভুকুৰাই।
ফোঁট মচি শাখা দুই পেলাইলা খহাই
বিধবাৰ বেশ লৈলা মনোৰমা আই।
মাধৱৰ লীলামৃত সবে পান কৰি
উচ্চস্বৰে নৰ লোকে বোলা হৰি হৰি।

<>

# গোবিন্দগিৰিৰ মৃত্যুত মনোৰমা আইদেউৰ বিলাপ

## ছবি

কান্দে মনোৰমা আই হিয়া মুৰ ভুকুৱাই
কিনো মোৰ দুৰ্ভাগ্য কপাল
মৰণৰ সময়ত নেদেখি স্বামীৰ মুখ
সুকালতে মিলিল বিকাল।
মায়া মমতাক ত্যজি নিজ পথে গৈলা গুচি
মোৰ প্ৰেম চিঙি গুচি গল
দুৰে গৈলা স্বামী মোৰ নাহি ফিৰি পুনৰ বাৰ
চিৰকালৰ বাবে এৰি গল।
হা প্ৰাণ নাথ মোৰ কি সতে এৰিলি মোক
মৃত্যু কালে নচাইলি ফিৰি,
কোন সুদুৰত হায় মনে ঢুকি নপাৱয়
নিজ পত্নী মায়া দিল ছাৰি।
নিদাৰুণ কিনো বিধি দুৰতে হেৰাইলু নিধি
চকুৰে নেদেখি চন্দ্ৰ মুখ
কোনে আদৰিব মোক জুৰাই মনৰ শোক
দুখৰ উপৰি দিলা দুখ।
নৰিয়া পৰিলে কোনে কোলে তুলি লই যতনে
পৰিচৰ্য্যা কৰিব আমাক
বান্দী বেটী বান্ধাচয় কোনে যত্নে চলাৱয়
কু-কাৰ্য্যত কোনে দিব হাক।

এহি বুলি মহাসতী পৰিলা ভুমিত লুটি
মাথা ঘুৰি ভুমিত মুৰ্চ্চা যাই
মাৱৰ দেখিয়া গতি আহিলন্ত ধাই অতি
মাধৱদেৱ লৱৰি আহই।
মাৱক কোলাত লই মুৰত তেল পানী দেই
ভৰিত দিলা তৈল তাৰ্পিন
আদা ৰস মিহলাই ভৰি তলা ঘহি দেই
শেতা ভৈলা মুখ যে মলিন।
চকুৰ লোতক পৰে মাধৱৰ ধাৰাসাৰে
ঘনে ঘনে আই আই বুলি
চকুপানী পৰি তিতি কপাল তিতিল অতি
চায় মনোৰমা চকু মেলি।
কাষৰ লগৰী যত বুজাইলা কথা কত
কোনে পাৰে মৃত্যু এৰাইবাক
নকৰিবা শোক তুমি কাচি মুচি লোৱা ভুমি
শুভ্ৰ বস্ত্ৰ লাগে পিন্ধিবাক।
হাতৰ কঙ্কন জুৰি পানী পোতে লোৱা পুতি
শিৰৰ সেন্দুৰ মচি লোৱা
আজি ধৰি বাৰি* ভৈলা তপব্ৰত আচৰিয়া
স্বামীৰ সদ্‌গতি তুতি গোৱা।
দৈববল প্ৰভাৱত মানুহৰ মিলে হিত
অনৰ্থয়ো অৰ্থক মিলাৱে
দৈবৰ বিষম বল অৰ্থ অনৰ্থৰ মূল
মনুষ্যক বিপদে পেলাৱে।

*বাৰি - বিধবা

এৰি নিজ ঘৰ বাৰী বিদেশত গৈলা মৰি
স্বামী গৈলা এৰিয়া আমাক
পুত্ৰৰ নাই সঙ্গতি পৰৰ কৃপায়ে গতি
মৃত্যু কালে নুশুনিলো বাক*।
বিনাই বিনাই এনেকৈ কান্দে মনোৰমা সতী
গোবিন্দৰ গুণক বৰ্ণাই
আয়ু যাই আলে জালে কেতিক্ষণে দেহা পৰে
শোক এৰা হৰি গুণ গাই।

*বাক - কথা, মাত



## ৰাম দাসৰঁ ওচৰলৈ মাধৱদেৱৰ আগমন

### পদ

চক্ৰপাণি বোলে পাছে সমাজক চাই
তাৰ পাছে যিবা ভৈলা শুনিয়ো লোকাই।
পৰ দিনা বিহানতে মাধৱ উঠিলা
স্নান সেৱা কৰি পাছে সত্বৰে চলিলা।
ভগ্নীপতি ৰাম দাস নাম গয়াপাণি
তাহাৰ গৃহক যায় কিবা মনে গুণি।
কত দিন মুৰে দেখি উৰ্ব্বশী সুন্দৰী
ককাক আসন দিলা অতি শ্ৰদ্ধা কৰি।
সুখ দুখ সুদুৰৰ বাৰ্ত্তাক সুধিলা
ৰাম দাস আহি পাছে তান লগ লৈলা।
বোলে কথা হবা পাছে চৰণ ধুৱাও
জলপানৰ বাবে দুগ্ধ আনিয়া খুৱাও।
এত শুনি চলি গৈলা উৰ্ব্বশী সুন্দৰী
দাদাৰ চৰণ পখালিলা যত্ন কৰি।
কত দিন ঘৰে নাই অনেক দুৰত
ঢুকি নাপাও যাক আজি সাক্ষাতে আগত।
জলপান আনিয়া দিলা অতি যত্ন কৰি
গুৱা পান কৰাইলা মনোৰথ পুৰি।
মুৰৰ চুলিক দেখি মনে দ্বিধা ভৈলা
কিবা হেতু চুলি দাদা চুটিকৈ কাটিলা।

মাধৱ বুলিলা ভনী পিতা গৈলা মৰি
খুৰোৱা মুৰৰ চুলি অহা নাই ঘুৰি।
নৱ মাহ ভৈলা পিতাই এৰি যাইবাৰ
শ্ৰাদ্ধ ক্ৰিয়া সমৰ্পিয়া আইলু পুনৰ বাৰ।
বাটত শুনিলো মই বিশ্বনাথ ঘাটত
তামোল বাৰীৰ বৰ মুদৈ ধনাইৰ মুখত।
মাতৃ চাৰিবেক দেহা মোক আছে চাই
খবৰ শুনিয়া মোৰ ধাতু উৰি যাই।
খৰ ধৰ কৰি গাৱ পখালিয়া মই
দুটি টকা শঠা থলো অতি যতনাই।
মাতৃ ভাল হোক হাল পঠাদিবো বলি
আমি বিচাৰিয়া পঠা নাপাম সমূলি।
মাতৃক ভাল দেখি মোৰ আনন্দ অপাৰ
আছিল যতেক দুখ গুচিল দেহাৰ।
টকা দুটি লোৱা বৈনাই তব হাতে দিলো
শাৰদীয় পূজাত পঠা লাগিব বুলিলো।
টকা দুটি দিলা মাধৱ গয়াপাণি হাতে
লৈলা টকা গয়াপাণি বিযাদ মনতে।
গৃহে চলি আহি গৃহ কৰ্মতে ৰহিলা
তামোল পাণ বেচা কিনা বেপাৰ কৰিল।
মাতৃ সেৱা কৰে নিতে হৰষিত মনে
তন্ত্ৰ শাস্ত্ৰৰ পাঠ কৰে অতিকে যতনে।
ৰাম দাসে বোলে এদিন মাধৱক চাই
আই মাতৃ বুঢ়া হ'ল নৰীয়া পীড়ই।

বিবাহ কৰিবে লাগে অন্য পথ নাই
ধুনীয়া ছোৱালী এটি আমি থৈছো চাই।
শ্ৰীহৰি খাৰ কন্যা অতীব সুন্দৰী
আনিব তোমাক লাগি অতি ৰঙ্গ কৰি।
এহি বুলি দুয়োজনে আলোচনা কৰি
আপোন গৃহক চলে কথাক সামৰি।
উৰ্দ্ধশীৰ কাযক ৰাম দাস চলি গৈলা
বিবাহৰ কত কথা আলচ কৰিলা।
তাৰ পাছে একদিন চাই তিথি বাৰ
উৰ্মিলা কন্যাক যাই জোৰণ দিবাৰ।
ভাৰ ভেটি দধি কল আৰু গুড় লই
সোণৰ আঙুঠি লৈলা অতি যতনাই।
হৰি খাৰ গৃহে গৈয়া কন্যাক খুজিলা
বাক্য দানে ইটো কন্যা জোৰণক দিলা।
দধি দুগ্ধ কদলি আৰু খিৰক ভুঞ্জাই
মাধৱৰ সঙ্গে ছলো ৰাম দাস বৈনাই।
মাঘৰ মাহত বিয়া হব ঠিক কৰি
জোৰণ আঙুঠি দিলা বামাঙ্গুলি ধৰি।
বিবাহক লাগি মাৱ বাপোৰ বুইলা
ধান চাউল গহণা আদি যোগাৰ কৰিলা।
তাৰ পাছে মাধৱদেৱ বাণুকালৈ গল
ভাতৃ গৃহে মাধৱৰ বছৰ কাটি গল।
মাধৱৰ লীলামৃত অমৃত লহৰী
পাতক ছাৰোক ডাকি বোলা হৰি হৰি।

*************

# ৰাম দাসৰ সৈতে বিবাদ, শঙ্কৰদেৱৰ শিষ্যত্ব গ্ৰহণ আৰু বিবাহ অঙ্গীকাৰ পৰিত্যাগ

## পদ

আত অনন্তৰে কথা শুনা ভক্তগণ
যিবা বিপৰ্য্যয়ে বিপৰীত ভৈলা মন।
তাৰ পাছে যেন কথা ভৈলা মাধৱৰ
এক মনে কৰ্ণ পাতি শুনা সব নৰ।
ঘৰৰ উন্নতিৰ কথা মনত চিন্তিল
যত্ন কৰি ঘৰখন বান্ধিয়া লইল।
পৰিমাণ অল্প খেতি যতনে কৰাইলা
ভাদৰ পিচত আহিন মাহ আহি পাইলা।
আলোচনা বাবে গৈলা দামোদৰ পাশ
দামোদৰে কোনো কথা নিদিলে আশ্বাস।
এই থানে থাকিল মাধৱ একটি বছৰ
তাৰ পাছে চলি আহে আপোনাৰ ঘৰ।
পূজাৰ সময় চাপি আহে দিনে দিনে
গয়াপাণি বলি পঠা তথাপি নিকিনে।
শাৰদী পূজাৰ দিন আহিলেক চাপি
পঠা বিচাৰিবে লাগি নগৈল কদাপি।
তাৰ পাছে কথা যেন ভৈলা আগে জানি
পূৰ্ব্বতে সমস্ত কথা বুলি আছো আমি।
গয়াপাণি যোগে শঙ্কৰ মাধৱ মিলন
তাৰ পাছে ধৰ্ম ৰাজ্য পাতে অগণন।

উৰ্মিলা কন্যাক বিয়া নকৰাও বুলি
বিবাহৰ আশা মাধৱ ত্যাজিলা সমূলি।
গুৰুৰ আগত গৈয়া কৰে অঙ্গীকাৰ
বিবাহ নকৰাও গৈয়া আনো অলঙ্কাৰ।
কন্যাক বিবাহ দিব অন্য একজনে
জোৰণ নানিলে ঘুৰাই দুষিবেক আনে।
গুৰু বোলে কিমতে আনিবা অলঙ্কাৰ
পৰ গৃহে গৈলে ভাল নুবুলিব আৰ।
মাধৱ বুলিলা আমি পাৰিবো নিশ্চয়
চাব পাৰে ইটো কাৰ্য্য কেন মতে হয়।
এহি বুলি এক দিনা লোক তিনি লই
হৰি খা বৰাৰ গৃহে উপনীত হই।
নেঘেৰি টিঙৰ কাযে নাওশালী গ্ৰাম
উৰ্মিলা কন্যাৰ বাপ হৰি খা যে নাম।
বিবাহ কৰিবে লাগি আনি আছো ভাৰ
কন্যা লইব বুলি আগে আছে অঙ্গীকাৰ।
বাণ্ডুকাত আছে মোৰ বৈমাত্ৰেয় ভাই
তথাত থাকিয়া পুনু আহিলো দুনাই।
জ্ঞাতি বন্ধু কত জন তথাত আছয়
বিবাহ কৰিয়া কন্যা নিবাক লাগয়।

অত এব বিবাহৰ কৰা দিন বাৰ
কৰিম গৈয়া তৰাতৰি বিয়াৰ যোগাৰ।
হৰি খা বুলিলা কন্যা নিবে নোৱাৰিবা
ইমান দিন পৰে কন্যা আৰ কত পাইবা।
এক বৰ্ষ ধৰি কিছু খবৰকে নাই
এখনে বিবাহ আমি দিলো অন্য ঠাই।
মাধৱ বুলিলা আমি বৰুৱাক জনাব
বাগদত্তা কন্যা কেন মতে অন্যে দিব।
হৰি খা বুলিলা জেদ এৰা বোপা তুমি
তোমাৰ জোৰণ যত ফিৰাই দিব আমি।

আজি হন্তে বন্ধু বুলি কৰা আলিঙ্গন
নহলা ভাগ্যত মোৰ জোঁৱাই ৰতন।
তোমাক অপেক্ষা কৰি চালো কত দিন
এবছৰ হৈ গৈলা নাই একো চিন।
ছোৱালী নিদিলে যদি ৰাজস্বলা হয়
পৰে বিয়া দিবে লাগি বহু কষ্ট হয়।
জোৰণৰ যত বস্তু সব ঘুৰাই দিলা
গুৱা পাণ কৰি মাধৱ গৃহে চলি গৈলা।
মাধৱ চৰিত্ৰ কথা অতি চমৎকাৰ
হৰি হৰি বুলি হোৱা পাতক উদ্ধাৰ।

: —x—:

## *ধুৱাহাটৰ ব্ৰাহ্মণ সমাজৰ লগত বিসম্বাদ*

### *দুলড়ী*

শুনিয়োক সবে কথা মাধৱৰ
কেন মতে দিন যাই
ধুৱাহাটে থাকি সত্ৰক পাতিয়া
নাম ধৰ্ম প্ৰচাৰই।
শঙ্কৰৰ যুক্তি জ্ঞানৰ আগত
সবে হৈলা পৰাজয়
সন্মুখে নপাৰি বাদ কৰিবাক
দল গঠন কৰি লয়।

ৰত্নাকৰ কন্দলি শ্ৰীৰাম ভা
আৰু বামনা চাৰ্য্য
সবে এক হুয়া গছৰ তলত
বহিলা পাতি সমাজ।
সব বিপ্ৰে বোলে শঙ্কৰ গোমস্তা
ভক্তি ধৰ্ম প্ৰচাৰয়
এক শৰণীয়া ভৈলা কত লোক
আমাক অমান্য কৰয়।

দেৱ-দেৱী পূজা কোনেও নকৰে
নকৰে দক্ষিণা দান
বিপ্রক মাতিয়া নকৰে পূজন
ভকতি মুখ্য প্রধান।
মনে ভয় লাগি ব্ৰহ্মানন্দ আদি
বিপ্রৰ আচাৰ্য্য যত
শঙ্কৰৰ প্ৰতি কুবাক্য বুলিয়া
পৰম ক্ৰোধ মনত।
আন বিপ্র যত আলোচনা কৰি
ৰহিলা সমাজ পাতি
শূদ্ৰ লৰা হৈয়া শাস্ত্ৰক পঢ়িয়া
প্রকাশে ধৰ্ম ভকতি।
ব্ৰাহ্মণৰ দ্ৰোহ আচৰিলা সিটো
শাস্ত্ৰক উলঙ্ঘা কৰি
শূদ্ৰ গোট হৈয়া ভাগৱত পঢ়ে
দেৱ দেৱী পূজা এৰি।
আপুনি পণ্ডিত লোকক দেখায়া
ভাগৱত ব্যাখ্যা কৰে
পূজা পাৰ্ব্বনৰ নাহি প্রয়োজন
ভকতিতে সবে তৰে।
কৃষ্ণক ভকতি কৰিলে সবাই
তুষ্ট লক্ষ্মী সৰস্বতী
এসব পূজন এৰিয়া নামক
কৃষ্ণ গুণ স্তুতি নতি।

দম্ভ কৰি বোলে আমি সে ছেদিবো
শ্ৰীধৰ ভট্টাচাৰ্য্য
ভাগৱত মত উলঙ্ঘা কৰিবো
দেখিবা আমাৰ কাৰ্য্য।
তৰ্ক মীমাংসাক প্ৰতিস্থা কৰিয়া
উৰাই দিম শঙ্কৰক
সিজনে নজানে আমাৰ পাণ্ডিত্য
কাৰ্য্য কালে দেখিবেক।
কোনেনো নজানে কোনে বা নিচিনে
যত লোক মুলুকৰ
সবে সেও মানি মান্য কৰি চলে
ব্ৰহ্মানন্দ আচাৰ্য্যৰ।
ব্ৰহ্মানন্দ ভট্ট আচাৰ্য্য বুলিলা
শুনিয়ো বিপ্র সমাজ
তাৰ কথা মানি কেৰে নচলিবা
নিজে নিজে পাব লাজ।
অতীত কালৰে পৰা সবে জানা
ব্ৰাহ্মণে সবাৰো গুৰু
শূদ্ৰ জাতি বুলি যিটো জাতি আছে
সিটো সবাতকৈ সৰু।
সেহি শূদ্ৰলোক গোমস্তা শঙ্কৰ
সিটো গুৰু আহি হব
তাক গুৰু মানি নিজে হেয় হম
কদাপি ইটো নহব।

অনা বিপ্ৰ মাতি তাহাকো বুজাই
বোলে মিছা শ্লোক পঢ়ি
চাৰিও যুগত ব্ৰাহ্মণেহে শ্ৰেষ্ঠ
প্ৰবৰ্ত্তে সবাৰ উপৰি।
ব্ৰাহ্মণক এৰি শূদ্ৰক ভজিলে
নিজে যাবি ৰসাতল
শঙ্কৰে যিথিনি শাস্ত্ৰক পঢ়য়
মিছা ই সব সকল।
ব্ৰাহ্মণ শূদিৰ সবাকো বুলিলা
নধৰা শঙ্কৰ মত
নাথাকিব বংশ ইটো মত ললে
বামানয় শাস্ত্ৰ মত।
ইদৰে সবাই আলোচন কৰই
সঁচা মিছা কিছু নাই
যেনে ভাবে পাৰা শঙ্কৰ শূদ্ৰক
মাথো কৰা পৰাজই।
কবিৰাজ মিশ্ৰ পাছে বুলিলেক
পণ্ডিত বিপ্ৰ উত্তম
আতিকে পণ্ডিত শ্ৰীমন্ত শঙ্কৰ
কোনে হইবা তাৰ সম।
বিপ্ৰৰ যতেক কৰ্ম আচৰয়
আচলতে শুদ্ধ নয়
ভকতি সবাতো কৰি শ্ৰেষ্ঠতৰ
ভাগৱত শাস্ত্ৰে কয়।

ৰত্নাকৰ কন্দলি মাতিলন্ত পাছে
মুখ চাই সবাকাৰ
যুক্তি নপাৰিলে শূদ্ৰ শঙ্কৰক
নিন্দা বাদে ব্যস্তকৰ।
ভকতক দেখি নিন্দা বাদ বুলি
ছটিয়াই বাটৰ ধূলি
ভেঙুচালি কৰি টিকি ৰিঙি দিবা
গেৰেলা ভকত বুলি।
বিপ্ৰ আমি কত অকলে শঙ্কৰ
কিনো কৰিব আমাক
নিন্দা কৰি কৰি বিতুষ্ট কৰিলে
এৰিবে নিজ মতক।
কথা শুনি সবে বোলে বুদ্ধি ভাল
এই কাৰ্য্যক কৰিবো
তথাপিতো জানো পণ্ডিত শঙ্কৰে
আপোন মত এৰিবো।
তান মত যদি এৰাইবে পাৰ
ইটো কথা বৰ ভাল
নতু ভকতক পালে চৰ মাৰি
ফালি দিবা তাৰ গাল।
মালাত ধৰিয়া টানিয়া থাকিবা
ভকতক পালে লাগ
গলৰ গামোচাত ধৰি টানি নিবা
যেন জৰি লগা ছাগ।

কটাৰ পো ভক্তিয়া বুলি ক্ৰোধ কৰি
মুখ চাই থুই দেন্ত
তথাপি ভকতে ক্ৰোধ নকৰয়
যতেক সন্ত মহন্ত।
আমাৰ এহি বাটে নাহিবি ভক্তিয়া
তৰ্জন গৰ্জন কৰি
মালা কাঢ়ি নিয়া কুকুৰৰ নেজে
আৰে উপলুঙা কৰি।
পণ্ডিত ব্ৰাহ্মণেও ভকতক পাই
অন্যায় কৰে বহুত
উলটি ভকতে ফিৰয় গৃহক
তৰ্ক নকৰে ভয়ত।
শঙ্কৰৰ পাৰে নমস্কাৰ কৰি
ভকতে আপত্তি দেই
নাগৰিক দ্বিজ সবৰ ভয়ত
আমাৰ চলা সাধ্য নাই।
কুকুৰৰ নেজে মালাক আৰিয়া
হাতৰ পৰা নিয়া কাঢ়ি
উপলুঙা কৰি হা হয় বিস্তৰ
পণ্ডিত বিপ্ৰ সবে বেঢ়ি।
ভকতৰ দুখ দেখিয়া শঙ্কৰ
ক্ৰোধে বুলিলন্ত বাক
আপোনাসবক নিন্দা কৰা নাই
কৰিছে নিন্দা আমাক।

দুজন ভকত যোৱা এতিক্ষণে
পণ্ডিত শ্ৰীধৰ আগত
কালি বুঢ়া খাৰ চৰাত যাইবাহা
চলিয়া আমাৰ লগত।
ভকতক যদি ৰাখিবাক পাৰো
দেখিবেক মোৰ কাজ
লোক সব মাঝে বিৰ্তকে জিনিবো
পণ্ডিতক দিবো লাজ।
ভকত দুজনে ব্ৰাহ্মণৰ আগে
বুলিলন্ত এহি কথা
পণ্ডিতসকলে বহি আলোচিল
কৰিব কোন ব্যৱস্থা।
ৰত্নাকৰ কন্দলি বুলিলন্ত মাতি
কোনো নকৰিব ডৰ
সব বিপ্ৰ বেঢ়ি বিতৰ্ক কৰিব
অকলে মাত্ৰ শঙ্কৰ।
যেয়ে যেনে পাৰা বিতৰ্ক তুলিবা
নাথাকে কথাৰ সীমা
শঙ্কৰে উঠিয়া গৃহে গুচি যাইব
দেখিব বিপ্ৰৰ মহিমা।
ভট্টাচাৰ্য্য আদি সমস্ত পণ্ডিতে
বুঢ়া খাৰ গৃহে যায়
আশীৰ্ব্বাদ কৰি সমস্ত পণ্ডিত
একাষত বহি লয়।

মাধৱক মাতি বুলিলা শঙ্কৰে
শুনিয়োক এক কাজ
পণ্ডিতৰ সঙ্গে বাদ কৰিবাক
যাইবো ৰাজ সমাজ।
সমাজক গৈয়া ভকতি কৰিবো
দেখিবা ভক্তিৰ মহত্ব
মালা হাতে লই সাজু হোৱা সবে
আছাহা যত ভকত।
শঙ্কৰ গৈলাহা সমাজৰ মাঝে
মাধৱ গৈলা লগত
ৰাম ৰাম গুৰু ৰাম ৰায় আদি
গৈলন্ত সব ভকত।
বুঢ়া খাৰ গৃহে ভৈলা উপনীত
শঙ্কৰ ভক্তৰ মাজত
বিপ্ৰসকলৰ শুনি ষড়যন্ত্ৰ
আহিলা ভক্ত বহুত।
শঙ্কৰৰ পক্ষ কত জন আছে
কত জন বিপৰীত
দুই পক্ষলোক ৰভা ভৰি গৈল
সবাৰে উদ্‌বিগ্ন চিত্ত।
সভাত বহিয়া গুণন্ত শঙ্কৰ
আমি যদি কৰো বাদ
যদিহে জিনিবে নপাৰে তৰ্কত
বিপ্ৰ সবে পাইবো লাজ।

অত এব ভাবি দয়ালু শঙ্কৰে
কৰিলেক এক স্থিৰ
বিপ্ৰৰ মুখত ভকতিহে শ্ৰেষ্ঠ
কৰিব আমি বাহিৰ।
কৰিব লাগিব ইগোটা যুগুতি
ব্ৰাহ্মণে স্বীকাৰ কৰে
তেবেসে হইব সবাৰে মুখত
ভক্তি শ্ৰেষ্ঠ সৰ্ব্বপোৰে।
ব্ৰাহ্মণ সবক হিংসা কৰিবাক
মোৰ যে নোহে উচিত
কৃষ্ণ ভক্তি পথ পণ্ডিত বিপ্ৰৰ
মুখেৰে কৰো বিদিত।
ৰত্নাকৰ কন্দলি বিপ্ৰক চাহিয়া
শঙ্কৰে সুধিলা কথা
এক কাৰ্য্য দেৱ সুধিবো তোমাত
বোলাহা তাৰ ব্যৱস্থা।
শঙ্কৰৰ বিনয়ী বচন শুনিয়া
কন্দলি হৰিষ আতি,
যিটো সুধিবাহা বুলিব সমস্ত
যি আছে শাস্ত্ৰৰ যুগুতি।
শঙ্কৰে বুলিলা ধেনু এক প্ৰায়
শ্চিত্ত আছে পুৰুষত
প্ৰায়শ্চিত্ত কৰ্ম যদি নকৰই
কি আছে ব্যৱস্থা ঐত।

কন্দলি বুলিলা অল্প হাস্য কৰি
ব্যৱস্থা আছে বহুত
পৰম্পৰা ভাৱে লঘোণে থাকিয়া
পূজন বিধি সন্মত।
তাৰ পাছে' কথা বুলিলা শঙ্কৰ
কন্দলিক প্ৰণাম কৰি
এক প্ৰশ্ন সোধো দিয়া সমিধান
গুৰু অকপট কৰি।
মুঢ় মতি নৰ যদি কোনোজনে
স্নান লঘোণ নকৰি
ভাগৱত বাণী কৃষ্ণৰ কীৰ্ত্তন
তৰিতে পাৰি নপাৰি।
শুনিয়ো শঙ্কৰ কৃষ্ণৰ নামৰ
সচাই মহিমা অনন্ত
জাতি বা অজাতি পৰম পাতকী
কৃষ্ণ নামে নবাচন্ত।
পৰম পতিত নামৰ কীৰ্ত্তন
অনিচ্ছাতো যদি কৰে
যতেক পাতক আছয় তাহাৰ
হৰি নামে দাহ কৰে।
ব্ৰাহ্মণক আদি চণ্ডাল পৰ্য্যন্ত
সমস্তৰে অধিকাৰ
এই কলি যুগে কীৰ্ত্তনত বিনে
অন্য ধৰ্ম নাই আৰ।

যত তীৰ্থ আছে সবাতো ভ্ৰময়
পঢ়য় শাস্ত্ৰ আগম
মৃত্যু তৰাইবাৰ হৰি নাম বিনে
কেও নাই তাৰ সম।
ভাগৱত বাণী ইটো তত্ত্ব কহি
কন্দলি বহিল পাছে
সমস্ত ব্ৰাহ্মণ মৌন হুয়া ৰৈলা
সবে নামাতিয়া আছে।
ব্যাস কলাই দেৱ সভাৰ মাজত
উঠি নমস্কাৰ কৰি
বুলিলেক বাণী উদ্ধ বহু কৰি
সুদীৰ্ঘ মাত উচ্চাৰি।
শাস্ত্ৰজ্ঞ পণ্ডিত কন্দলি বুলিলা
শাস্ত্ৰৰ পৰম তত্ত্ব
কলি যুগে হৰি নামৰ বিনাই
নাহি নাহি অন্য মত।
হৰি ধ্বনি কৰি সমাজৰ লোকে
শঙ্কৰৰ মত বখানি
আনন্দ উচ্চাসে গৃহে চলি যান্ত
কৰি গুণ গুণ বাণী।
শঙ্কৰৰ মত ধৰিল সমস্ত
লোকে জানিলন্ত সাৰ
হৰি নাম বিনে ধৰ্ম নাই জানি
হৰি বোলা বাৰাম্বাৰ।

কৰ্ম কাণ্ডী গণ মনে বিমৰষি
অধো মুখে চলি যাই
কন্দলীৰ প্ৰতি কটাক্ষ কৰয়
ইহাৰ বিবেক নাই।
নিজ ব্যৱসায় নিজে ছন্ন কৰি
শঙ্কৰক জিনাইল
আজি ধৰি আৰু বিপ্ৰগণ যত
লোকত অৱনত ভৈল।

নামানিবে আৰু ব্ৰাহ্মণ বুলিয়া
স্ত্ৰী বৈশ্য শূদ্ৰ গণ
আকে জানি আৰু পূজা নকৰিবো
বিপ্ৰ হব ভিকাচন।
অমৃততে শ্ৰেষ্ঠ কৃষ্ণৰ নামক
গাৱন্তে শুণন্তে সুখ
সৰ্জ্জনৰ মনে পৰম সন্তোষ
দুষ্টৰ মনত দুখ।

শঙ্কৰৰ বাণী শুদ্ধ মনে জানি
কায় বাক্য মনে স্মৰি
আলজাল এৰি নামক সুমৰি
মুখ ভৰি বোলা হৰি।

***ৰামচৰণ ঠাকুৰ ৰচিত আদি গুৰু চৰিতৰ ষষ্ঠ খণ্ডৰ আলমত।***



## বুঢ়া খাৰ গৃহে দ্বিতীয় দিনৰ আলোচনা

*পদ*

কন্দলীৰ মুখে শুনিলন্ত প্ৰজাগণ
হৰি নামে মাত্ৰ সব শাস্ত্ৰতে প্ৰধান।
তপ জপ যজ্ঞ যাগ সবে বিড়ম্বন
কেৱল ভক্তিত তুষ্ট হোৱে নাৰায়ণ।

পণ্ডিত ব্ৰাহ্মণে যদি এই কথা কয়
পিছত ইহঁতে কিয় শঙ্কৰক নিন্দয়।
নানা কথা সমাজত ভৈলা আলোচন
বিপ্ৰৰ যতেক কক্ষা ভৈল ভিকাচন।

দ্বিতীয় দিনত বাৰু কিবা কথা কয়
জানিবাক সবা কাৰো হইল আশয়।
একে সময়তে আহি চৰাত বহিলা
পুনৰ্বপি শাস্ত্ৰ কথা আলোচিবে লৈলা।
দঢ়াই বুলিলেক গুৰু কন্দলীৰ প্ৰতি
হৰি নাম শ্ৰেষ্ঠ ধৰ্ম জানিলো সম্প্ৰতি।
সেই নাম যিয়ে নিন্দে কেনে সিটোজন
তাক লাগি প্ৰজা সবৰ কেনে আচৰণ।
কিবা বুলি মাতিবেক সিজন ব্যক্তিক
ব্ৰহ্মানন্দ বোলে সিটো চণ্ডাল অধিক।
চুবও নালাগে তাক দেখিলেও পাপ
তাৰ সঙ্গে চলে যিটো পায় মনস্তাঁপ।
ঈষত হাসিয়া বোলে শ্ৰীমন্ত শঙ্কৰ
সত্য জানো ইটো মত বেদ আৰু শাস্ত্ৰৰ।
বেদত পণ্ডিত গুণী শাস্ত্ৰত অগ্ৰগণি
সমাজত বোলয় সব জানি শুনি।
আপোনি চলোক এই মতক আচৰি
তেবে সব লোকে চলিবেক নাম স্মৰি।
নিজে জানি শুনি যিটো নকৰে আচাৰ
নৰকে ভুঞ্জয় সিটো নাহিকে নিস্তাৰ।
ব্ৰহ্মানন্দ বোলে বাপ সমাজৰ বিচাৰ
সমাজৰ হেচাত সত্য হয় পৰিহাৰ।
কলি যুগে শ্ৰেষ্ঠ ধৰ্ম হৰি নাম জানে
ব্যৱসায় হেতু ইটো বহুতে নামানে।
সবাতো লঘিষ্ঠ নাম নিন্দে যিটোজন
চণ্ডালতো কৰি তাৰা পাতকী অধম।

শুনিয়া শঙ্কৰে হাঁহি সজ সজ বুলি
ব্ৰাহ্মণ সবক প্ৰণামিল কৰ তুলি।
পুনু পুচিলন্ত গুৰু ব্ৰাহ্মণ সবত
পাপী লোক জনে যদি দানে অসংখ্যাত।
পাতকীৰ দান লইব পাৰি কি নপাৰি
তেওঁ দিয়া দ্ৰব্য খাব পাৰি কি নপাৰি।
ব্ৰাহ্মণ সকলে হৰ্ষে বোলে উচ্চ কৰি
পাতকীয়ে দিয়া বস্তু খাইতে নপাৰি।
পাতকীৰ দ্ৰব্য ভুঞ্জিবেক যিটোজন
পৰম পাতকী লোক হইব সিজন।
তাৰ পাছে অল্প হাঁহি মাতি বুঢ়া খাক
প্ৰণামিয়া বুঢ়াক গুৰু বুলিলন্ত বাক।
আপুনিয়ে কোৱা পেহা উত্তৰ ইহাক
পাপী বা পূণ্যশীল তুমি জানাও আমাক।
বুঢ়া খা বুলিলা কথা অতি নম্ৰ ভাৱে
পৰম পাতকী আমি জানে সব লোকে।
নিতে নিতে গৰু কোবাই কৰো খেতি মই
সচা মিছা বিচাৰ নাই কথা মাত্ৰ হই।
হৰি নাম কীৰ্ত্তন মই সৰ্ব্বদা নকৰো
গৃহ কৰ্মে কত পাপ সৰ্ব্বদা আচৰো।
এতেকতে জানো মই পাতকী অধম
সংসাৰত কোনো পাপী নাই মোৰ সম।
ব্ৰাহ্মণ সবক চাই শঙ্কৰে বুলিলা
মোৰ পেহা আপুনিয়েই পাতকী বুলিলা।
তেওঁ দিয়া বস্তু এবে লইব কি নলএব
কথা শুনি নিশবদ ভৈলা বিপ্ৰ সব।

দুই দিনে তাৰা অন্ন ভুঞ্জিয়া আছয়
কত কাজ কৰ্মে দান বিপ্ৰ সবে লয়।
অনেক সময় স্তুতি পিছে বিপ্ৰগণ
ইসবৰ দানে কৰ্মে আমাৰ প্ৰবৰ্ত্তন।
নাখাও যদিহে দ্ৰব্য নলও আমি দান
অনাহাৰে অৰ্দ্ধাহাৰে হইব মৰণ।
তেতিক্ষণে শঙ্কৰ পণ্ডিতে হাস্য কৰি
বুলিলা বিপ্ৰক চাই লাহে লাহে কৰি।
পাপীৰ অন্ন খাই যদি আছা জীৱ ধৰি
ভকতৰ মালা কিয় লোৱা তোৰা কাঢ়ি।
পাপীৰ বস্তুক তোৰা সবে আছা খাই
নামক নিন্দিয়া ফুৰা ব্ৰাহ্মণ সবাই।
আৰু এক প্ৰশ্ন মই সোধো বিপ্ৰগণ
ধৰ্মৰ নামত আছে শাস্ত্ৰ অগণন।
সকলো শাস্ত্ৰৰে কিন্তু এক মত নহয়
কোন খনি শ্ৰেষ্ঠ শাস্ত্ৰ বোলা মহাশয়।
কথা শুনি বিপ্ৰ মধ্যে কৰি আলোচন
বুলিলা সভাৰ মাজৰ বিপ্ৰ একজন।
সমস্ত পণ্ডিতে কয় শ্ৰেষ্ঠ ভাগৱত
ব্ৰাহ্মণ সবাৰো জানো এইয়েই সন্মত।
মালা কাঢ়ি লোৱা কৰ্ম বৰই গৰ্হিত
পৰম ধৰ্মৰ দ্ৰোহী জানিবা নিশ্চিত।
শঙ্কৰ বুলিলা সব ব্ৰাহ্মণৰ প্ৰতি
এক কথা বলো আমি শুনিও সম্প্ৰতি।
সহস্ৰেক নাম আছে জানিবা বিষ্ণুৰ
গীতা শাস্ত্ৰে শ্ৰীকৃষ্ণে বুলিলা প্ৰচুৰ।
ভাগৱত কথা ইটো জগতে জানয়
ই দুই শাস্ত্ৰ যদি খণ্ডিবে পাৰয়।
জানিবা ভকত সব হৈব পৰাজয়
শিল গোবৰ দলিয়াব তেবে নলগায়।
কাঢ়িব নালাগে মালা নিজে তিয়াগিব
বিপ্ৰৰ মতক আমি মানিয়া লইব।
এক বেলা সব শাস্ত্ৰৰ মত ব্যাখ্যা কৰি
সুধিলা অনেক প্ৰশ্ন অল্প হাস্য কৰি।
কোনো উত্তৰ বিপ্ৰগণে দিবাক নপাৰে
যুক্তিক নপাই সবে তলমূৰ কৰে।
এনেদৰে বাদে ঘাটি যত বিপ্ৰগণ
ফাচফুচ কৰি সবে কৰে আলোচন।
গুৰুৰ চৰিত কথা অমৃত সমান
হৰি হৰি বুলি শুনা যত মহাজন।



## ছবি

বুঢ়া খাৰ গৃহে আজি ভকত ব্ৰাহ্মণ সব
একত্ৰে বহি আলোচয়
শাস্ত্ৰৰ গুপুত কথা যিটো শাস্ত্ৰে যিবা লেখা
সবাকেই বাখ্যা কৰি যায়।

তাৰ পাছে বুঢ়া খাই বুলিলা সবাকে চাই
জলপান কৰিবাক লাগে
ঘন ক্ষীৰ দুই থালি কোমল চাউলৰ পাচি
আনি দিলা সমাজৰ আগে।
শঙ্কৰে বুলিলা বাণী শুনা পেহা মহামানী
এক থালি ক্ষীৰ ভৈলা চুৰা
ক্ষীৰৰ তলত চুলি হয় নহয় চোৰা ঢালি
এই বস্তু লইবে নোপোৰা।
ক্ষীৰখিনি বাজ কৰি থালিক পৰীক্ষা কৰি
দেখিলেক চুলি গোট আছে
এওঁজানে কেন মত দেখি সব অদ্‌ভূত
শঙ্কৰক প্ৰণামিল পাছে।
পৰা ভৱ বিপ্ৰগণ সবাৰে মলিন বদন
অধো মুখে ধীৰে চলি যায়
যতেক পণ্ডিত বিপ্ৰ দম্ভ মাৰি আছিলেক
সকলোৰে ভৈলা পৰাজয়।
মনে মনে ভাবি চায় ক্ষীৰ তলে চুলি ৰয়
শঙ্কৰ জানিল কিমত
সাক্ষাতে দেখিলো আমি ইটো জগতৰ স্বামী
পুৰুষ শ্ৰেষ্ঠ ইটো মৰতত।
তান আজ্ঞা শিৰে ধৰি জনম সফল কৰি
জানি ফুৰা হৰি গুণ গাই
ইটো ঘোৰ কলি কাল অন্য কৰ্ম নোহে ভাল
আন কৰ্মে কোনো ফল নাই।

মহেন্দ্ৰ কন্দলি সমে সাত বিপ্ৰ আন সমে
আক জানি লভিলা শৰণ
শঙ্কৰৰ মত লৈলা পৰম পণ্ডিত বিপ্ৰ
শঙ্কৰৰ সঙ্গী সৰ্বজন।
শঙ্কৰৰ মত লৈলা হৰি নাম প্ৰচাৰিল
মহাশাস্ত্ৰ জানী বিপ্ৰগণ
তন্ত্ৰবাদী নমানয় কৰ্ম কাণ্ডত মতি নয়
কৰি থাকে জীৱন যাপন।

## ধোৱাহাটৰ লীলা খেলা
## কালিন্দ্ৰীৰ প্ৰতি মাধৱদেৱৰ সদুপোদেশ

### পদ

ধোৱাহাট ক্ষেত্ৰে গুৰু শ্ৰীমন্ত শঙ্কৰ
এক শৰণ নাম ধৰ্ম প্ৰচাৰে বিস্তৰ।
প্ৰভাতে উঠিয়া সবে পুৱাব গীত গাবে
তাৰ পাছে কৰ্ম কৰে নিজ নিজ ভাবে।
শঙ্কৰৰ প্ৰিয় শিষ্য গোবিন্দ নন্দন
প্ৰতিদিনে গুৰু সেৱা কৰয় যতন।
এক দিনা মাধৱ আহি পিৰালিত বহি
গুৰু আগমন হেতু আছয় উপেক্ষি।
হৰিপ্ৰিয়া কন্যাই যিবা আহিবে বুলিলা
শুনা পিতা তব বান্ধৱ মাধৱ আহিলা।
হাসিয়া উঠিল তেৰে কুসুম নন্দন
বেচ কথা মাৱ তুমি বুলিলা এখন।
মাধৱ আছিল মোৰ প্ৰিয় শিষ্য অতি
বান্ধৱ বুলিয়া তুমি বঢ়াইলা খ্যাতি।
সত্য কথা মাধৱ মোৰ বুকুৰ বান্ধৱ
তান সম প্ৰিয় পাত্ৰ আন নাই কেৰ।
এক দিনা কালিন্দ্ৰী বচন সোধই
মাধবে পুৱাতে ভাত খায় নে নেখাই।
আলচ কৰিয়া গুৰু গোসানী সহিত
পিচ দিনা সোধে কথা কৰিয়া সাক্ষাত

মাধৱ বুলিলা যদি পাইবো সময়
তেতিক্ষণে চাউল সিজা লইতে পাৰয়।
কোনো দিনা খায় কোনো দিন নখাৱয়
গুৰু সেৱা কৰি লঘোণতে পৰি ৰয়।
পিচে এক দিনা বোলে কালিন্দ্ৰী গোসানী
আজি হন্তে অন্ন লবা আমাৰ এইখানি।
মাধৱ বুলিলা পাছে পাকঘৰ চাই
মনপুত ভৈলে অন্ন ভুঞ্জিবোহো মই।
আজি যাও কালি আহি ঘৰক দেখিবো
সমিধান পাবা অন্ন খাব কি নাখাইবো।
পিচ দিনা মাধৱদেৱ আহিলা সত্বৰ
ভৰি ধুই প্ৰবেশিল ঘৰৰ ভিতৰ।
পাকঘৰ চাই দেখে সৰু টিপ এটি
আম্ৰ পত্ৰ দিয়া ঘট ৰাখা আতিপাতি।
সিন্দুৰৰ ফোট দিয়া ঘটৰ চাৰিফাল
ঘটগলে এৰা সূতা বান্ধি কৰি ভাল।
ধুপ ধুনা ফুল আৰু তুলসীৰ পাত
বিধে বিধে যতনাই ৰাখিছেহি তাত।
মাধৱ বুলিলা মাৱ ইটো কেনে ধৰ্ম
আপুনি ঈশ্বৰী হোৱা কেনে কৰ্ম।
ভকতসকলে মানে শঙ্কৰ ভগৱন্ত
তাহাৰ মহিমা কেৱে বুজি নাপাই অন্ত।
তান গৃহে পাতি আছা তান্ত্ৰিকৰ বেদী
এই কৰ্মে গুৰুক কৰিলা অঙ্গ ছেদী।
দোষ নধৰিবা মই পেলাও উভাৰি
এই বুলি ঘট ফুল পেলাই দুৰ কৰি।
বাহিৰত পেলাই ঘট আচৰি ভাঙিলা
কালিন্দ্ৰী মাৱক ধৰ্ম গুৰু মনাইলা।
*এক দেৱ এক সেৱ এক ভিন্ন নাই*
*এই মত গুৰুজনে প্ৰচাৰ কৰই।*
*তপ, তীৰ্থ, পূজা, যজ্ঞ সবে বিড়ম্বন*
*কেৱল ভক্তিতে তুষ্ট হয় নাৰায়ণ।*
*বিভিন্ন বেদৰ মত বিভিন্ন আচাৰ*
*এতেকতে বেদ পন্থ কৰা পৰিহাৰ।*
মাৱক সুধিলা গুৰুক মাতা কিবা বুলি
মাৱ বোলে ৰমানন্দ বাপ হেৰা বুলি।
কিবা বুলি মানি আছা আমাৰ গুৰুক
স্বামী বুলি ভজি আছো তোমাৰ গুৰুক।
আজি হন্তে ভজিবা পৰম দেৱ বুলি
প্ৰভাতে স্নানক কৰি লৈবা পদধূলি।
তাহাৰ বচন কদাচিতো নেপেলাবা
পৰম ঈশ্বৰ যেন মনত ভাবিবা।
হাড়ি চৰু ধুই আই ভাত ৰান্ধা গই
আজি এক সাজ অন্ন ভুঞ্জিবোহো মই।
বিষ্ণুপ্ৰিয়া নামে শঙ্কৰৰ সৰু বেটী
কন্যা কাল পাইবে ভৈলা অতি ৰূপৱতী।
কালিন্দ্ৰী বুলিলা কন্যা দিব মাধৱত
তাহাৰ আগত কথা কৰিও বেকত।
এক দিনা গুৰু বোলে গোবিন্দ নন্দন
গ্ৰহণ কৰিও মোৰ সৰু কন্যা ধন।
অতি গুণৱতী কন্যা অতি ৰূপৱতী
তব যোগ্যা হব কন্যা হোৱা তান পতি।

মাধৱ বুলিলা বাপ তব সঙ্গ পাই
জোৰণ পিন্ধোৱা কন্যা এৰি দিলো মই।
আপোনাৰ চৰণ সেবি মোক্ষক লভিবো
সংসাৰ বন্ধন কথা আমাক নুবুলিবো।
এই বুলি মাধৱ গুৰু বাহিৰক গই
বিষ্ণুপ্ৰিয়া কন্যাক আহিলা কান্ধে লই।
তোমাৰ পাৰক বাপ যেতিয়া লভিলো
সংসাৰৰ যত আশা সব তিয়াগিলো।
জোৰণৰ কন্যা মোৰ উৰ্মিলা সুন্দৰী
তাকো ত্যেজি এৰি দিলো কৌশল যে কৰি।
এবে কিয় মোহ পাশে বান্ধি থোৱা মোক
অন্য ভাল পাত্ৰে ভগিনীক গটাওক।
শঙ্কৰ বুলিলা আগে তোমাক লগ পালে
বিবাহত বন্ধ নহৈলোহো কোনো কালে।
ৰমানন্দৰ মাৰক আমি বিবাহ নকৰি
ভৱতৰণ হেতু ভ্ৰমিলোহো দেশ ঘুৰি।
তবে তব যোগ্য কন্যা ৰুক্মিণী সুন্দৰী
বিষ্ণুপ্ৰিয়া বুলি মই মাতো স্নেহ কৰি।

মাধৱ বুলিলা প্ৰভু কথা নোহে ভাল।
আমাৰ মনত খেদ ৰব চিৰকাল।
আমাৰ ভগিনী এওঁ গুৰুৰ নন্দিনী
নকৰিলে বিয়া মই ধৰ্মক মনে গুণি।
শঙ্কৰে বুলিলা পাছে ৰমানন্দ মাতা
নিগুণত গুণ দিয়া কিনো নিয়া পাতা।
ভালমতে জানো আমি মাধৱৰ মন
হৰি বিনে নিবিচাৰে আন কোনো ধন।
মাধৱে শঙ্কৰ পাশে বিনয়ে বুলিলা
সঁচা গুৰু দেৱ এবে আমাক চিনিলা।
বিষ্ণুপ্ৰিয়া কথা শুনি মন দৃঢ় কৰি
একমনে থাকন্ত পিতৃক সেৱা কৰি।
আজীৱন কন্যাজনী বিয়াত নবহিল
কুমাৰ কুচি থাকি পৰলোকে চলি গৈল
সেইদিন ধৰি গুৰু মাধৱক আৰু
বিবাহৰ কাৰণে নকৰে জোৰ বাৰু।
শ্ৰীগুৰু চৰিত কথা শুনি কৰ্ণ ভৰি
সবলোকে নাম স্মৰি বোলা হৰি হৰি।



## *হৰি নামত সুগন্ধি ফুলৰ ঘ্ৰাণ আৰু ফুলৰ বিবৰণ*

### *পদ*

শ্ৰীধৰ কন্দলী আৰু ৰাম দাস গিৰি
জগন্নাথ বন্দনা গায় মধুৰ সুৰ ধৰি।
কন্দলি ৰচিলা ওৰেষাৰ ৰাগ পদ
গাইবাক ধৰে সবে সুমধুৰ ছন্দ।

শঙ্কৰ মাধৱ আদি কৰি যত ভক্তচয়
আনন্দতে হৰি নাম গাইয়া আছয়।
দবনা ফুলৰ গোন্ধ কিন্তু ফুল নাই
কব পৰা এনে গোন্ধ ভাহিয়া আহই।
শঙ্কৰ বুলিলা আজি উবিয়া গোসাই
জগন্নাথ মহাপ্ৰভু অশৰীৰি হই।
নাম শুনি প্ৰবেশিলা ভকতৰ ঠাই
যথা নাম তথা হৰি অৱশ্যে থাকই।
পৰ দিনা ইটো কথা ৰাম দাস শুনিলা
আমি নপাইলো বুলি মনে আক্ষেপিলা।
এক চিত্তে জগন্নাথ নামক লগাই
গাইবাক লৈলা সবে কাৰুণ্য ৰোলাই।
পূৰ্ব্ব দিন মতে দাবনাৰ গোন্ধ পাই
আনন্দতে ভক্ত গুণ নাম গুণ গাই।
শ্ৰীগুৰু আজিও আহিলা জগন্নাথ
ৰাম দাস কৃপাত পাইলো ঘ্ৰাণ শ্বাস।
তাৰ পাছে ভক্তগণে পুনু প্ৰশ্ন কৰে
দাবনাৰ ফুল ইথা আহে কেনেদৰে।
চক্ৰপাণি বোলে বাপ শুনিও সকলে
জগন্নাথ ক্ষেত্ৰে ইটো দেখিছে সকলে।
ইন্দ্ৰদ্যুম্ন মহামতি নিৰ্মিলন্ত পুৰী
থাপিলা বিষ্ণুৰ মুৰ্ত্তি অতি যত্ন কৰি।
সিদ্ধ অন্নে ভোগ ৰান্ধি দিয়ে প্ৰতিদিন
পাণ্ডা লগাইল ৰাজা ৰাজ্যে ভিন ভিন।
ৰাজাৰ ভাগ প্ৰসাদ পাণ্ডা একজন
ৰজাৰ আগত নিয়া কৰে নিবেদন।

তুষ্ট হইয়া জগন্নাথ কৃষ্ণ ৰূপ ধৰি
আপোন প্ৰসাদ দিলা ৰজাক সাদৰি।
কিবা কাৰ্য্যে চিন্তা কৰি অধোমুখ হই
পাণ্ডাৰ প্ৰসাদ তুলি কৰ্ম হাতে লই।
মুখত দিবেক লাগি যেতিক্ষণে নিলা
ডাঙিব নোৱাৰে হাতে গধুৰ পাইলা।
মুৰ ডাঙি দেখিলেক প্ৰভু ভগবন্ত
সাক্ষাতে কৃষ্ণ ৰূপ দেখিয়া আছন্ত।
ৰাজা বোলে আমি মহাপাপী মুঢ়জন
বাম হাতে প্ৰসাদ লই কৰি অপমান।
এই হাতখনি মই নাৰাখিবো আৰ
খাণ্ডা তুলি হাতখনি কৰে দুদোখৰ।
প্ৰভু বোলে অজ্ঞানত নাই কিছু দোষ
ভক্ত সবৰ বাম ডাইন সবাতে সন্তোষ।
একহস্তে পাৱে ধৰি প্ৰণাম কৰিল
কটা হাতখনি পুনু বাঢ়িয়া আহিল।
হাত খণ্ড হৈলা গৈয়া পঞ্চপাহী ফুল
জগন্নাথ ক্ষেত্ৰে লাগে গোন্ধে আমোলমোল।
অদ্য বধি ক্ষেত্ৰে আছে দাবনাৰ গছ
অনেক দিনক লাগি থাকিবেক সচ
দাবনাৰ জন্ম কথা কলো এই ঠাই
শুনিয়া ভকতগণ বৰ খুশী হই।
এই ফুলৰ জনম কাহিনী শুনি মনে
জগন্নাথ নাম উচ্চাৰিও ঘনে ঘনে।
ভক্ত সব এই কথা মনে কৰা সাৰ
হৰি হৰি শবদ উচ্চাৰা বাৰে বাৰে।



## *মাধৱদেৱৰ প্ৰতিজ্ঞা আৰু গয়াপাণিৰ পৰা বংশ লোপ শাপ গ্ৰহণ*

### *পদ*

শ্ৰীগুৰু চৰিত্ৰ কথা অতি সমধুৰ
শুনিলে যেন বৰশয় মন্দাকিনী মুৰ।
প্ৰতিদিনে কয় চৰিত পুৰা-আবেলি
ভক্তগণ আনন্দিত মধু খালো বুলি।
তাৰ পাছে বোলে কথা আতৈ চক্ৰপাণি
বংশ লুপ্ত শাপ এৰাইলেক গয়াপাণি।
ভয়ে বিয়া নকৰিব মনে কৰি সাৰ
জগন্নাথ ক্ষেত্ৰে থাকিবেক তিনি আৰ।
বিয়া কৰাইলেও মোৰ বংশ নাথাকিব
বিবাহ কৰি সংসাৰ বন্ধন কিয় হব।
পিচে ভূঞাগণে আনি উৰ্ব্বশী কন্যাক
বিবাহ কৰাই দিলা মাধৱ ভগ্নীক।
পিতৃসহ মাধৱদেৱ বাণ্ডুকা চলিলা
সেহি সময়তে ৰামচৰণ জন্মিলা।
যখন গৈলেক মাধৱ ভগ্নীৰ গৃহক
সাক্ষাতে দেখিল তাতে নিজ ভাগিনক।
কোলে তুলি ভাগিনক আতি পতি কৰি
হাতত দিলেক ধন যতনে সাদৰি।
সৰু বস্ত্ৰখনি দিলা গাৱত মেৰাই
হাঁহিলা ভাগিন মাতুলৰ মুখ চাই।
নৰানাংমাতুলা কৃতি কয় জ্ঞানীগণ
সত্য কৰি মামা সদৃশ ভাগিন ৰাম চৰণ।
গয়াপাণি বোলে ভাই জন্মিছে কুমাৰ
আনন্দত আত্ম হাৰা হইছে আমাৰ।
জ্ঞাতি বন্ধুগণৰ আনন্দৰ সীমা নাই
সন্দেহ কিজানি এদিন সবাকে কন্দুৱাই।
এই চিন্তাই সৰ্ব্বদায় কৰি থাকো মই
মাধৱ বোলে হৰি নাম বিনে গতি নাই।
তাৰ পাছে মাধৱদেৱ বুলিলা বচন
বংশ লোপ শাপ আমি কৰিলো গ্ৰহণ।
এই যে ভাগিন মোৰ আদৰৰ ধন
কোনো দিনে নহইব এওঁৰ মৰণ।
বৃদ্ধলৈকে থাকি তেওঁ সংসাৰ চলাব
এওঁ হন্তে গয়াপাণিৰ বংশ বৃদ্ধি হব।
ভাগিনৰ বংশ বৃদ্ধি শিৰে যত চুলি
বংশ লোপ শাপ আমি ললো শিৰে তুলি।
মোৰ বংশ নাথাকিব মোত পৰে আৰ
পিতৃ পুৰুষৰ নাম থাকিব দাদাৰ।
***এহি বুলি মাধৱদেৱ গৃহে চলি যাই***
***গুৰুৰ সেৱাৰ বিনে কিছু গতি নাই।***
শ্ৰীগুৰুৰ চৰিত কথা অমৃত সমান
আনন্দ কৰিয়া শুনা যত পূণ্যবাণ।
চক্ৰপাণি মুখে যেন অমৃত বৰষয়
হৰি হৰি বোলা ভাই যত সদাশয়।



# ধুৱাহাটৰ বিচিত্ৰ লীলা

## পদ

চক্ৰপাণি বৈৰাগীৰ মুখৰ বচন
শুনে ভক্তগণ যত কৰি এক মন।
ধোৱাহাটে গুৰু আছে নামক প্ৰচাৰি
এটি দুটি কৰি ভক্ত দিনে যায় বাঢ়ি।
কত জনে আহি থাকেঁ ৰাতি কাল ধৰি
ঘুমতি নমাৰে থাকে কীৰ্ত্তনক কৰি।
পুহ মাঘ মাহত জুই জ্বলায় প্ৰচণ্ড
ভক্তগণে নাম গায় ৰাতি চাৰি দণ্ড।
গুৰুজনে একাষত বহি থাকে চাই
কৃষ্ণ প্ৰেমে পুলকিত চেতনা হেৰাই।
প্ৰহ্লাদ চৰিত্ৰ গায় নাচক দেখাই
যেন লোক সাক্ষাততে ভক্তক দেখই।
হাতে গলে বান্ধি অগনিত নিক্ষেপিলা
এই পদ গাই আছে প্ৰহ্লাদৰ লীলা।
ৰাম দাস আতা ছিল মুখ্য ওজা হই
পদ মাতি অগনিত জাপ দিলে গই।
গুৰু বোলে ধৰা ধৰা নামত বাউল
দুইজনে থাপ দিয়া ওজাক আনিল।
গৃহত থইলা নিয়া আতি পতি কৰি
নাথাকিল বেদনা কিছু গাৱৰ উপৰি।
প্ৰভাতে উঠিয়া গুৰু বাৰ্ত্তাক লইলা
ৰাম দাসৰ গাৱে একো চিহ্ন নাথাকিলা।

আন একদিন ৰাম ৰাম গুৰু সমে
কংস বধ পদ গায় গুৰু ভক্তগণে।
কুবলয় হস্তী দন্ত আনিলা উভাৰি
এই বুলি পদ গায় হাস্য লাস্য কৰি।
কীৰ্ত্তন ঘৰৰ টুপৰ খুটা আনিল উভালি
তিনি পাক ঘুৰি নাচে হাঁহে খলাখলি।
ভকতসকলে গৈয়া তাক থমাইলা
তথাপিতো ঘুৰি নাচি মাজতে ৰহিলা।
নামত মজিয়া সবে প্ৰেমত আকুল
জ্ঞান হেৰাই হোৱে কত বিয়াকুল।
এক দিন নাম গাই প্ৰসাদ বিলাই
ৰাম দাস বিলনীয়া বাঢ়িয়া দিৱই।
পুণ্ডৰীক আৰু গিৰি নামে দুই ভাই
আনক আগে দিলে দুই প্ৰসাদ নাখাই।
সবাকো বাটিয়া প্ৰসাদ নিজে নলৈল
ক্ষুদ্ৰ শৌচ ছলে তাৰা বাহিৰে চলিল।
মাধৱদেৱ বুজি কথা মাতিয়া বুলিলা
যজ্ঞ অন্তে দান নিদি কলৈকে চলিলা।
ৰাম দাস বোলে শুনা মোৰ প্ৰিয় ভাই
পুণ্ডৰি গিৰিৰ কথা সহন নাযাই।
শঙ্কৰ মাধৱ দুই কথা আলোচিয়া
সিদিনাৰ পৰা কাৰ্য্যে দুইকো নামতিয়া।

যিবা কৰ্ম কৰে তাক সমূলি এৰিল
কলহ প্ৰিয়জন কথা সমূলি ত্যজিল।
ভাস্কৰ নামেতে এক পণ্ডিত ব্ৰাহ্মণ
দেৱ ভাষা জ্ঞানী তাৰা জানে সৰ্ব্বজন।
বেদ ভাগৱত দুই শাস্ত্ৰক পঢ়িলা
বিসঙ্গতি দেখি মনে ক্ৰোধ উপজিলা।
জগন্নাথ ক্ষেত্ৰে গৈয়া সিদ্ধান্ত বিচাৰি
পণ্ডিত নাপায় কাকো ফুৰে বাদ কৰি।
স্বপ্নত দেখিলা গুৰু পূৰ্ব্ব দিকে আছে
গুৰুৰ কাষত আহি সুধিলেক পাছে।
সমিধান পাইলা পণ্ডিত শঙ্কৰ কাষত
হৰি নাম মূল সৰ্ব্ব শাস্ত্ৰৰ সন্মত।
এক দিন নাম শেষে লাৰু বিলাইলা
এক চৰু লাৰু পাত তলে বৈ গৈলা।
ব্ৰাহ্মণ বিধবা এক অতি শুদ্ধমতি
সৰ্ব্বদায় কৰি থাকে হৰিত ভকতি।
ৰাত্ৰি কালে ব্ৰাহ্মণী এক সপোন দেখিলা
এক চৰু লাৰু দেউৰী লুকাই ৰখিলা।
লাৰু কথা শুনি পাছে শঙ্কৰ গুৰুদেৱ
মাতিলা ৰাম দাস দেউৰী নাজনিল কেৱ।
ৰাম দাস বোলে বাপ লাৰু কতো নাই
ভকতৰ মাজে আমি দিয়াইছো বিলাই।
শঙ্কৰ বুলিলা তুমি চোৱাগৈ বিচাৰি
যদি কিবা আছে তাক থবা ভাল কৰি।
পিচদিনা যেতিক্ষণে আহিব ভকত
লাৰুৰ কথাক তুমি কৰিবা বেকত।
লাৰু এক চৰু পাই কলপাত তলে
কৰ্ম কৰিলেক সিটো গুৰু যিটো কলে।
যজ্ঞধাৰী বিলৰ কাষে আছে চন মাটি
ইচ্ছা কৰিলেক তাত কৰে তেল খেতি।
একাদশী দিনে তাত মাছ মাৰি খাব
তাৰ আগে সবে তাত মাটিক চহাব।
মাটি চহাই দিলে সাতজন হালোৱাই
তাৰ পাছে বিলত মাছ মাৰিলেক গই।
আবেলি পৰত জুই ইকৰা বনত
জুই ধৰি লোক সবে বহিছে কাযত।
মাধৱ গুৰুজন আহি প্ৰসাদক দিলা
মাছ লাগে নালাগে সবে গুৰুত পুচিলা।
মাধৱ বুলিলা আমাৰ মাছ নালাগই
ইচ্ছা যদি আছে তেল বীজ দিবা ভাই।
কৃষকসকলে গুৰুক সৰিয়হ দিলা
যিখিনি দিলেক দান দুগুন জমা ভৈলা।
সাতখানি গাঁও আহি দিলা হালবাই
সৰিয়হ পাইলা গুৰু ভড়াল ভৰাই।
এনেদৰে ধোৱাহাটে নানা লীলা তৰি
হৰি নাম প্ৰবৰ্ত্তাই আছে ৰঙ্গ কৰি।
মাধৱৰ সতে গুৰু হাতক মিলাই
একেলগে দুইজনে ফুৰে নাম গাই।

শঙ্কৰৰ লীলামৃত সবে মনে স্মৰি
সভাসদগণ সবে বোলা হৰি হৰি।



## শ্ৰীগুৰু শঙ্কৰদেৱৰ ভকত সেৱা

### লেচাৰি

এতি মতে গুৰু শ্ৰীশঙ্কৰ ধোৱাহাটে ধৰ্ম প্ৰচাৰিল
কতজন লোকে আপুনি শৰণ লৈলা
মাধৱদেৱৰ শুশ্ৰষাত আন যত লোক অসংখ্যাত
পুৰণি শিষ্যয়ো আহিয়া আশ্ৰয় পাইলা।
হৰি নাম গুণ গাই আছে ভক্তগণ হৰি নামে নাচে
কত জন আহি কীৰ্ত্তনত লগ লয়,
সৰ্ব্বজয় বলৰাম আদি ৰাম ৰাম গুৰু ভুষণাদি
ভক্তগণ যত তাল বাই কীৰ্ত্তন কৰয়।
কীৰ্ত্তন ঘোষাপদ ৰচিলন্ত ৰাগ তাল মান কৰিলন্ত
ভকতসকলে নানান প্ৰকাৰে গাৱে
কেও ভাও লয় সূত্ৰধাৰ কেও ভাও লয় খূলীয়াৰ
নানা ৰাগ গাই সবে নানা বাদ্য বায়।
এক দিনা সব ভক্তগণে নাম পদ গায় সুখ মনে
কেও কৃষ্ণ কেও সাজে নিজে বসুদেৱ
জন্মাষ্টমী যাত্ৰা নাট কৰে দৰ্শকৰ মন প্ৰাণ হৰে
কেও ভাও লয় আপুনি আনন্দ দেৱ।
এহিমতে নাচি নাচি সবে আনন্দ সাগৰে মজি প্ৰাণে
সবে নাম আৰু কীৰ্ত্তন গান কৰয়
সৰ্ব্বজয় বুঢ়া আতৈ এক নাচিলা আনন্দ সাগৰত
প্ৰসাৰ কৰিয়া কাপোৰ কানি তিয়ায়।

ভক্তগণ গইলা আতৰ হই ছিঃ ছিঃ বুলিয়া গুচি যাই
প্ৰসাৱে ৰাগৰি মজিয়াখন তিয়ায়
সব ভক্তগণ আতৰিল এলাহতে সবে গুচি গৈল
শঙ্কৰে দেখিয়া হাত ধৰি লৈয়া যায়।
মাধৱ আহিল গুৰু বুলি আপুনি কিয় লৈলা তুলি
অনেক ভকত ইটো ঠাইতে আছয়
তাৰা সবে গৈলা ঘৃণা কৰি পিচ মুখ দিয়া গৈলা লৰি
আপুনি কিয়নো শিষ্যৰ মুত লাৰয়।
শঙ্কৰে বুলিলা প্ৰিয় বাণী নানান বচন মনে গুণি
সৰু লোকে জানা বৰ হবলৈকে চায়,
বৰ হবলৈকে উপাই নাই মৰে সবে মাথো কষ্ট খাই
বৰ লোকে যদি সৰু হবলৈকে পায়।
তেতিক্ষণে আৰু দুখ নাই সংসাৰ তৰিয়া পাৰ পাই
মনত সন্তোষ লোকক সেৱা জনাই,
তাবক্ষণে কিছু কষ্ট নাই অপ্ৰয়াসে সবে মোক্ষ পাই
অন্তিমত সবে কৃষ্ণক লগ পাৱই।
সেৱা ধৰ্ম যিটো অনুক্ষণে পৰম আনন্দে ৰঙ্গ মনে
আপোনাক তাত কৰিল নিজ মন
জগতৰে জানা উপকাৰী পৰম ভকত নৰ নাৰী
সেৱা ধৰ্ম হৈল মানৱ সমাজৰ ধন।
মানৱৰ সেৱা মনে ধৰা দুখী দৰিদ্ৰক দান কৰা
মনত ৰাখিবা ই হেন পৰম বাণী
মানৱেই দেৱতা বুলি মানি তাক সেৱা ঈশ্বৰ জানি
মানুহৰ সেৱা ঈশ্বৰ সেৱা বুলি জানি।

মাতৃগণে যদি প্ৰসূতিক সেৱা যত্ন কৰে অত্যধিক
সিটো সেৱা জানা লক্ষ্মীৰ সেৱাৰ তুল্য
এই কৰ্মে সিটো জননীৰ দুখ দূৰ হোৱে আপোনাৰ
ইহ পৰকালে দুৰ্লভ মুকুতি পাইল।
মাধৱ শুনিল সাৰ বাণী সেহি দিন ধৰি মনে গুণি
গুৰুৰ সেৱাত নিমজে আপোন মন
গুৰু সেৱা ব্ৰত মনে ধৰি সব মন প্ৰাণ এক কৰি
সেৱাই ধৰম কৰিলা মাধৱ পণ।

************

## *কৰলা বাঢ়েৰ জগন্নাথ মুৰ্ত্তি তৈয়াৰ বিপ্ৰসকলৰ দ্বাৰা প্ৰতিষ্ঠা*

### *পদ*

চক্ৰপাণি দেৱ বোলে ওহে ভক্তগণ
ধোৱাহাটে যিটো লীলা কৰে গুৰুজন।
গঢ়িল উত্তম থান অতি ৰম্যপুৰী
দ্বীপ মধ্যে শোভে যেন অমৰ নগৰী।
ভক্তগণ সমে ৰৈলা মনৰ উচ্ছাসে
হৰি ভক্তি ধৰ্ম চতুৰ্দ্দিকত প্ৰকাশে।
দিনেকে মাতিলা ৰাম ৰাম গুৰুদেৱ
জগন্নাথ মুৰ্ত্তি সাজি কৰো আমি সেৱ।
সেই মুৰ্ত্তি সাজিবাৰে আলোচ কৰিয়া
কৰলা নামেতে বাঢ়ৈ আনিল- মাতিয়া।
আগত থাকিয়া গুৰু পৰামৰ্শ দিলা
বেলগছ এটুকুৰা কাটিয়া আনিলা।
কাঠৰ প্ৰতিমা এক সাজি দিয়া তুমি
দেখন্তে সুন্দৰ যেন জগতৰ স্বামী।
সবে যেন শ্ৰদ্ধা কৰি কৰয় সেৱন
মনে ভাবি লয় যেন পাইলো নাৰায়ণ।
সন্মুখত থাকি গুৰু পৰামৰ্শ দিলা
সুন্দৰ প্ৰতিমা এক কাটিয়া তুলিলা।
যিটো মহা ম্লেচ জতি সিয়ো সেৱা হেতু
কৰিব প্ৰবেশ ইথে* নাহি বাধা কতো।

**ইথে - ইয়াত*

গৃহ এক বান্ধিবাক ভকতক বুলিলা
ভকতসকলে মিলি ভেটীক তুলিলা।
কত দিনান্তৰে বিগ্ৰহ গঢ়িয়া উঠিল
সেই বিগ্ৰহ গৃহ মধ্যে প্ৰতিষ্ঠা কৰাইল।
শূদ্ৰ সবে কাটে বিগ্ৰহ বিপ্ৰই বুলিল
অস্পৃশ্য বিগ্ৰহ ইটো প্ৰচাৰ কৰিল।
ভৰি লগাই কাটে বিগ্ৰহ জগন্নাথ হৰি
ব্ৰাহ্মণসকলে মুৰ্ত্তি সেৱে কেন কৰি।
শঙ্কৰে গোটাই লোক স্থাপিব জগন্নাথ
বিপ্ৰগণে কেন মতে চপৰাইব মাথ।
ইটো কথা সব বিপ্ৰে কৰি আলোচন
প্ৰচাৰিবে লৈলা সবে মাতি লোকজন।
শঙ্কৰে শুনিলা কথা বিপ্ৰ সমাজৰ
ৰাম ৰাম গুৰুক মাতি আনিল সত্বৰ।
ৰাম ৰাম আহি দুয়ো আলচ কৰিলা
সমস্যাৰ কথা দুয়ো ভাবিতে লাগিলা।
উপায় সাজিলা এক মিলি দুইজন
লোভাবিষ্ট বিপ্ৰ ইহা আহিব তখন।
মান্য বুজি দিব ধন সোণ যে সম্প্ৰতি
কাকো তোলা কাকো মহ্ৰ কাকো এক ৰতি।
আচাৰ্য্য কন্দলী মিশ্ৰ উপাধ্যায় ভাৰতী
সবে আহি গৈলা যথা আছে কৃষ্ণমুৰ্ত্তি।
ধন লাভ কথা যেবে প্ৰচাৰ হইলা
একে একে সব বিপ্ৰ আহিয়া পৰিল।
ধন সোণ পাইব বুলি মহাৰঙ্গ মনে
বেদ মন্ত্ৰ উচ্চাৰন্ত সঘনে সঘনে।

যত যত বিপ্ৰ আছে উজনি ৰাজ্যত
সকলে আহিয়া তৈতে ভৈলা সমাগত।
ছোৱালৰ নাই যদি দেহত উত্তৰি
ধোৱাহাট যাইবাৰ আগে লইলা তৰাতৰি।
বিপ্ৰ সমাগমে শঙ্কৰৰ উৎসাহ লাগি
আন যত আছে বিপ্ৰ আনে ইহা লাগি।
কেৱে নাম গায় কেৱে বেদ পাঠ কৰে
শিশু ছোৱাল যত ছিল ধ্বনিক উচ্চাৰে।
মহা মহোৎসৱে প্ৰাণ প্ৰতিষ্ঠা কৰিলা
যজ্ঞ যাগ কৰি কত ঘৃতক ঢালিলা।
প্ৰতিমাৰ নাম ৰাখে মদন গোপাল
সবে বোলে শঙ্কৰৰ ইটো কাৰ্য্য ভাল।
সবাকো খুৱাই অন্ন লোক নিৰন্তৰ
বিপ্ৰগণে লোৱে দান প্ৰতি এক নৰ।
তাৰ পাছে গুৰু আহি সুধিলন্ত কথা
বিপ্ৰগণ ভাবি গুণি বুলিবা সৰ্ব্বথা।
ঈশ্বৰ কৃষ্ণৰ বিগ্ৰহ হয়নে নহয়
যিটো মুৰ্ত্তি আজি ধৰি প্ৰাণক পাবয়।
ইটো মুৰ্ত্তি সেবি গতি পাৱে কি নপাৱে
প্ৰভু জগন্নাথ ইটো হয় নে নোহয়।
এক প্ৰশ্ন কৰিলেক শ্ৰীমন্ত শঙ্কৰ
ইটো কথা লাগে কব অতি গুৰুতৰ।
যতেক মৃণ্ময় মুৰ্ত্তি আৰু শিলাময়
সবে জানো জগতত ঈশ্বৰ হোৱয়।
যত জল আছে মানে সবে তীৰ্থ ভৈলা
তাতে স্নানি সবে জানো মুকুতি লভিলা।

বিপ্ৰ কতজনে পাছে উত্তৰ কৰিল
জল মাত্ৰে তীৰ্থ বুলি কোনে বাৰু কৈল।
শিল মাত্ৰে নোহে দেৱ মৃত্তিকা অন্তৰ
দৰশন মাত্ৰে শুদ্ধ কৰে সাধু নৰ।
কত পুণ্য লভে সেৱাত ভকতজনৰ
দেৱতো তীৰ্থতো কৰি ভকতেহে বৰ।
সাধু, দেৱ, তীৰ্থ জানা অনেক অন্তৰ
তান সঙ্গ পাইলে শুদ্ধ হোৱে সব নৰ।
অন্তৰত প্ৰেম ভাৱ কৃষ্ণৰ ভকতি
তাক দৰশনে লভে পৰম মুকতি।
কথা শুনি শঙ্কৰদেৱ পুনু পুচিলন্ত
সাধু কোনজন সত্য কৰিয়া বোলন্ত।
যিটোজনে জানা হৰি ভকতি কৰয়
অন্যায় অধৰ্ম মিথ্যা কভু নাহি কয়।
আপোন ধৰ্মক আচৰয় সৰ্ব্বদায়
পৰৰ ধৰ্মকো কদাচিতো নিনিন্দয়।
সিটোজন সাধু বুলি কয় বিপ্ৰ সব
তাৰ পৰশনে হয় পাপ পৰাভৱ।
দেৱতো তীৰ্থতোকৈ ভকতেহে বৰ
তাতোকৈ শ্ৰেষ্ঠ সিটো যিটো সাধু নৰ।

হেনয় সাধুক নিন্দা কৰে যিটো নৰে
বোলা তাৰ কেনে গতি হইব অনন্তৰে।
বোলে বিপ্ৰ সবে সিটো যাইবে অধোগতি
পুচিলা শঙ্কৰে পুনু তাহাতে সম্প্ৰতি।
প্ৰতিমাক সেৱা কৰি শুদ্ধি লাভ হয়
কিন্তু সব প্ৰতিমাবোৰ দেৱতা নহয়।
যিটো বিগ্ৰহ থাপিলেক ইহাৰ মতক
সেবি পৰিত্ৰাণ পাইব সত্বৰে বোলক।
ব্ৰাহ্মণ সবায়ে এক মুখে কহিলেক
নিশ্চয় প্ৰতিমা ইটো দেৱতা হৈবেক।
ঈশ্বৰৰ মুৰ্ত্তি এই দেৱ নাৰায়ণ
তাক পূজি ভজি লোকে পাব পৰিত্ৰাণ।
শুনিয়া গুৰুৰ ভৈলা পুলকিত মন
বিপ্ৰক দিলেক আনি বস্ত্ৰ আৰু ধন।
হৰি ধ্বনি কৰি কত লোক আছিলন্ত
সবে ভাগি গৈলা, সভাৰ ভৈলা অন্ত।
কৌশল কৰিয়া লোভী বিপ্ৰ মন পুৰি
বিপ্ৰ হস্তে জগন্নাথ মুৰ্ত্তি পূজা কৰি।
গুৰুৰ কিঙ্কৰে বোলে শঙ্কৰক স্মৰি
বোলা হৰি হৰি সবে আন কাম এৰি।

>>>■<<<

## *প্ৰসাদ বিতৰণত ব্যতিক্ৰম*

### *পদ*

জগন্নাথ কাষ্ঠ মুৰ্ত্তি কৰিয়া স্থাপন
কৰলা বাঢ়েক দিলা ৰত্ন আৰু ধন।

বিপ্ৰ বৰ্গ মাতি মুৰ্ত্তি প্ৰতিষ্ঠা কৰাই
সব লোকে প্ৰসাদ লোৱে নাম গুণ গাই।

দেউৰী আছিল ৰাম দাস মহাজন
একে একে সব দ্রব্য কৰে বিতৰণ।
তাৰ পাছে প্রসাদ লোৱে আতা ৰাম দাস
প্রসাদ বাতিয়া খাইলা মনৰ উল্লাস।
মন্দিৰৰ ডবা শঙ্খ সকলো বজাই
ৰখীয়া পৰীয়া দেউৰী আহিলা ওলাই।
ওপৰৰ আতালে এক খৰাহী আছিল
ভৰ্ত্তি হৈয়া খৰাহীত প্রসাদ ৰহিলা।
দেউৰী পৰীয়া কেৱে বিচাৰি নাপাইলা
ৰাতি সপোনত দেখে প্রসাদ ৰই গৈলা।
প্রভাতে উঠিয়া দাস স্নান সেৱা কৰি
চলি গৈলা মন্দিৰক কৰি তাৰাতাৰি।
আতাল দেখিয়া পাছে চলাথ কৰিলা
খৰাহী এটিত মাহ চাউল বহু পাইলা।
গুৰুৰ চৰণে আহি নিবেদন কৰি
মাহ চাউল সবখিনি দিলা আগ কৰি।
গুৰু বোলে ঈশ্বৰত অৰ্পনা নহই
অৰ্পনৰ পৰে সবে লইলা বিলাই।
প্রাতঃ প্রসঙ্গতে গাজি তৈয়াৰ কৰিয়া
একো মুঠি কৰি তাকো দিলে বিলাইয়া।
দুই একজনে নিন্দা বচন বোলয়
ঈশ্বৰৰ কৰ্মে কিয় এনে ব্যতিকয়।
গুৰু বোলে আজি প্রাতঃ প্রসঙ্গত চোৱা
কোনো ঠাইৰ পৰা আমি কিছু নাই পোৱা।
এতেকতে চুৰ কৰি ৰাখি ননী চোৰ
ভকতক ভুঞ্জাইলা কৰি নিজে চোৰ।

হাস্য কৰি ভক্তগণে উঠিয়া চলিলা
গুৰুৰ কৃপাত সবে প্রসাদ পাইলা।
আৰু এক দিনাখন নাছিল শঙ্কৰ
ভৈলা আত এক মহা উৎসৱ সবাৰ।
ৰাম দাস আৰু ছোট গুৰু যে মাধৱ
দুইজন দেউৰী আৰু পৰম বান্ধৱ।
আতা ভক্ত ব্রাহ্মণক প্রসাদ দিলেক
তাৰ পাছে অন্ন ৰোৱা গাজি বিলাইলেক।
প্রসাদৰ অনুপাতে ভক্ত বহুজন
এক মুঠি মাত্র তাৰা দিলে সৰ্ব্বজন।
এনে মতে ৰাম দাস বামত থাকিলা
দক্ষিণে মাধৱ থাকি প্রসাদ বিলাইলা।
পুণ্ডৰীগিৰিৰ বেটা ছিল তিনি ভাই
জ্বলিয়া উঠিলা তিনি প্রসাদ নাপাই।
হাত দাঙি ৰাম দাসৰ মাথাৰ উপৰ
তৰ্জন গৰ্জন কৰে কৰি উচ্চস্বৰ।
ৰাম দাসে তেতিক্ষণে খৰাহীটো থই
ককালত কাপোৰ বান্ধি হাত দাঙি যাই।
মাধৱ দেখিয়া পাছে লৰৰি চলিলা
হাত মেলি ৰাম দাসৰ হাতত ধৰিলা।
পাগল নহবি তই ভকত হইয়া
অতি ক্ষুদ্র কথা থাক মনত সহিয়া।
তিনিজনে মিলি বলে নোৱাৰিব তোক
তাতে আমি কাষে আছো যত ভক্ত লোক।
মাৰিলেও যদি আমি ক্ষমা কৰি যাও
তেবেসে মহত্ত পৰিচয় দিবে পাও।

যদি তোক মাৰে জানো থাকিম মই চাই
নামাতিবি যোৱা তুমি প্ৰসাদ বিলাই।
আৰু এক দিন নাম কীৰ্ত্তন আহিলা
সব লোকে মিলি নাম চাহিবাক গৈলা।
নাম কীৰ্ত্তন শেষে যাবে প্ৰসাদ বিলাই
কাকো নিদি আগে পুণ্ডৰীৰ বেটাক দেই।
নলৈলা লাজতে পাছে উঠিয়া দেখিলা
কাকো নিদি কেন মতে তাক আগে দিলা।
লাজ পাই তিনিজনে ঘঁৰে চলি যাই
এনে বাদ কোনো দিনে নকৰে দুনাই।
এনেদৰে সমাজত সবে শান্ত হই
শঙ্কৰৰ দিহা মতে সত্ৰ চলি যাই।

সেই দিনাৰ পৰা মাধৱ বুদ্ধিৰ সাগৰ
কৌশল কৰিয়া সমাজ ৰখিয়া বিস্তৰ।
কেৱে কোনো দিনে কতো গণ্ডগোল নাই
পৰি পাটি সম ভাৱ সবে এক ভাই।
গুৰুক সমৰ্পিয়া গাজি পণ্ডিতক দিলা
প্ৰসাদ ভুঞ্জিয়া সবে ঘৰাঘৰি গৈলা।
গুৰুৰ চৰিত কথা কতনা বিস্তৰ
ধৈৰ্য্য ধৰি শুনে তাক সব ভক্ত নৰ।
বৃথালাপে যাই কাল যমে আছে চাই
চিত্ৰ গুপ্ত লিখি আছে লাল খাতা লই।
সি কাৰণে ইটো কথা শুনা কৰ্ণ ভৰি
উচ্চস্বৰে সব লোকে বোলা হৰি হৰি।



## ৰাম দাস আৰু মাধবদেৱৰ খেতিৰ মাজত বিপদ

### পদ

চক্ৰপাণি বোলে শুনা আমাৰ বচন
ৰাম দাস মাধৱ দুই কৰি আলোচন।
শ্ৰীমাধৱদেৱ আৰু বৈনাই ৰাম দাস
খেতিক নিৰাবো দুয়ো কাটি বন ঘাহ।
ঘাঁহখিনি আনি গাই গৰুক খুৱাব
এনে মতে গুৰু গৃহে কৰ্মক কৰিবো।
খেতি-বাতি কৰি দুয়ো খন্তিক্ত ধৰিলা
শস্যৰ মাজৰ বন যত উভালিলা।

দুইজনে এক মনে খন্তিৰে নিৰাই
শাস্ত্ৰৰ আলোচ কৰি খেতিক নিৰাই।
খন্তি মাৰি দুইজনে আছে একমন
হঠাতে আহিলা শিল বতাহ বৰষুণ।
কোবাল বতাহ বলি বৰষুণ আহিল
লগে লগে বৰ বৰ শিল যে পৰিল।
অধো মুখ হই উপৰক পিঠি দিলা
গাৱে মুৰে কাপোৰ লই লৰিতে লাগিল।

দুইজনে নাম লবে কেৱল কৃষ্ণৰ
ৰাম দাসে জপে নাম কৰি উচ্চস্বৰ।
মাধৱে বুলিলা নাম লোৱা মনে মনে
জ্ঞানীজনে বিপদত নামক নুগুনে।
এই ভাবি দুয়োজনে অল্প চলি যাই
সীমাৰ আলিত বাটা এজোপা দেখই।
দামুৰীয়া বাটা জোপা পুব ফালে হালি
আছিল খেতিৰ মাঝে যেন ভগা ছালি।
দুইজনে বাটাৰ মাজত প্ৰবেশিল
সেই হেতু গাৱে শিল পৰিবে নাৰিল।
প্ৰভুৰ কৃপাত দুয়ো গল ৰক্ষা পৰি
মেঘ মুক্ত ভৈলা আকাশ বিপদ আতৰি।
কিছুক্ষণ পৰে শিল বতাহ গুচিল
মেঘ গুচি গগণ যে মুকলি হইল।
এত বড় বড় শিল আগে দেখা নাই
একো একো শিলে প্ৰায় আধাসেৰ হই।
গৃহত আছয় মনোৰমা মাতৃ আই
পুত্ৰ গৈলা মৰি আৰু লগতে জোঁৱাই।
উৰ্ব্বশী ৰোহিণী* মাতৃ কান্দে শোক কৰি
পুত্ৰ স্বামী গৈলা আজি মৰি শিল পৰি।
গৃহ ছাল ফুটাই শিল ভিতৰে পৰয়
এনুৱা শিলত মানুহ জীৱিত নৰয়।
ঘৃত চাকি জ্বলাই কৃষ্ণ কৃষ্ণ নাম স্মৰি
পূৰ্ব্ব মুখে সেৱা কৰি আছে দুয়ো পৰি।
ৰক্ষা কৰা ভগৱন্ত মাধৱ ৰাম দাস
দুইজন মৰিলে আমি সবে হৈব নাশ।

দুইজন আহি পাছে শঙ্কৰ কাষত।
উদবিগ্ন চিত্তে কৰে ভাৱক বেকত।
অতি উদ্বিগ্ন হই গুৰু আছে চাই
নীৰিখিয়া ঠিয় হই চায় দুৰলই।
ৰোহিণীক প্ৰবোধিল কিছু চিন্তা নাই
কৃষ্ণৰ প্ৰসাদে পাইবা পুত্ৰ ওভোটাই।
আছে দুইজন ভালে জানি আছো আমি
এখনে আহিয়া পাইবো দুয়ো ঘামি জামি।
আমাৰ গৃহতে জলপান যতন কৰা
খাই বই থাকা মাত্ৰ শোক পৰিহৰা।
এনে মতে হাতে কামে লাগি দুইজন
দুইজনৰ হেতু কৰে জলপান যতন।
কৰ্ম শেষে আটাইবোৰে বাহিৰক চায়
ৰাম দাস-মাধৱক পথে দেখা পায়।
দেখি দুইক সবাহাৰে জুৰাইল গাৱ
যেন জলে ডুবা শিশু তুলিলন্ত মাৱ।
ইমান পৰে শঙ্কৰৰ মনত বিষাদ
শুনি বাৰ্ত্তা আহিলেক মনত অহ্লাদ।
প্ৰাণ বান্ধৱ মাধৱ আৰু ৰাম দাস
আহিল বুলিয়া শিশু পাৰয় আটাহ।
শঙ্কৰেও উঠি গৈয়া পথ লাগি চাই
দেখিল মাধৱ আৰু ৰাম দাস বৈনাই।
বুকুত সাবতি ধৰি শঙ্কৰ বোলয়
দুইকো নেদেখিব আৰু মনত সংশয়।
এনে ডাঙৰ শিলাবৃষ্টি আগে দেখা নাই
আধা সেৰি শিল পৰি ঘৰকো ভাঙই।

**ৰোহিণী - মনোৰমাৰ নাম*

পশু পক্ষী গৰু ছাগ কত যে মৰিল
পাণ তামোল সৰি সব নষ্ট যে পাইল।
ঘৰ পৰি কেবাটাও মানুহ মৰিল
কলগছ অমিতা গছ কিছু নাথাকিল।
তথাপিতো কৃষ্ণে দুইকো ৰাখিলন্ত ধৰি
গোকুল ৰাখিলা যেন গোবৰ্দ্ধনধাৰী।
দুইজনে শঙ্কৰক প্ৰণাম জনাই
কাপোৰ কানি সলাইবে গৃহে চলি যাই।
শ্ৰীগুৰু শঙ্কৰে পাছে তাহাক বোলই
ভগৱন্তই ভকতক বিপদে ৰাখই।
এই বুলি গুৰুদেৱ গৃহে প্ৰবেশিলা
নষ্ট হোৱা নিধি যেন ফিৰাই পাইলা।
বিপদ বাৰণ হৰি সহায়ক যাৰ
কদাচিতো মৃত্যু ভয় নহইব তাহাৰ।
শ্ৰীগুৰুৰ লীলামৃত শুনা কৰ্ণ ভৰি
নিৰন্তৰে সবে ডাকি বোলা হৰি হৰি।

>>>>■<<<<

## বুঢ়ী বান্দীৰ গালি আৰু মাধৱদেৱৰ সান্ত্বনা

### পদ

এক দিনা গুৰু গৃহে মাধৱ সুজন
আন আন কৰ্ম কৰি আছে দিয়া মন।
কালিন্দ্ৰী দেৱীয়ে কিছু ধান উখুৱাই
চোতালত দিছে মেলি অতি যতনাই।
শঙ্কৰ-মাধৱ দুয়ো আলোচিয়া আছে
হঠাত এক বাক্য কৰ্ণে শুনিলন্ত পাছে।
চোৰৰ গৰু দুষ্ট তই ধান চুৰ কৰি
খাইলি উখুৱা ধান পেলাইলি উফাৰি।
এই বুলি দুই কোব গৰুক মাৰিলা
অতি ৰাগে গৰু কেটা খেদিবে লাগিলা।
শঙ্কৰে দেখিল পাছে বুঢ়ী বান্দী ধাই
তেওঁৰেই গৰু খেদি নিছে যে কোবাই।
দয়া বশে বুলিলন্ত হেৰা বুঢ়ী আই
চোৰ বুলি কাক গালি পাৰিলিহি তই।
বুঢ়ী বোলে যাৰে গৰু সেয়ে পাব গালি
এত দুষ্ট গৰুজাক ৰাখিতে নপাৰি।
শঙ্কৰে উঠিলা ৰাগি বুঢ়ীক লাগিয়া
নাৰাখিবো তোক আৰু পেলাইবো খেদিয়া।
নেখেদিবা গৰু মোৰ ভালে গুচি যোৱা
মুখৰা নাৰীয়ে ঠাই ইয়াতে নোপোৱা।
মাধৱে বোলন্ত গুৰু কথা নোহে ভাল
খণ্ডত অধীৰ হৈলে ঘটিবে জঞ্জাল।
শঙ্কৰ বুলিলা মোৰ ধান গৰু গাই
মোৰ বান্দী মোৰে খাই গালিক পাৰই।

মাধৱদেৱ বোলে ইটো কথা মিছা নয়
বৃন্দবানে কৰিছিলা যিবা কাৰ্য্যচয়।
ননী চোৰ নাম পাইল থাকি বৃন্দাবন
চোৰ বুলি কলে বেয়া পায় কি কাৰণ।
গুৰু হাঁহি কিছু কথা নামাতি থাকিল
সেই দিন ধৰি আৰু বাদ নকৰিল।
গুৰুৰ উঠিলে খণ্ড শিষ্যই বুজাই
এনে কাণ্ড আমি কোনো থানে দেখা নাই।
মাধৱদেৱক চিনি পালে গুৰুজন
মাধৱেও গুৰুৰ চৰণ চিন্তে সৰ্ব্বক্ষণ।
তাৰ পাছে হাস্য কৰি মাধৱে বোলয়
শুদ্ধ শৰীৰত যদি ময়লা লাগয়।
ধুই পখালিয়া তাক শুদ্ধ হইবে লাগে
শাস্ত্র গুৰু সবাই উপদেশ দিয়ে আগে।
এতেকতে বোলা বাপ লাগে বা নালাগে
বুলিলা শঙ্কৰে ইটো নিশ্চয়কৈ লাগে।
তেনে বাপ ৰাগ লজ্জি দেহা ভৈলা চুৱা
অনুৰোধ কৰিছো আপুনি গাৱ ধোৱা।
মাধৱৰ বাক্য পালি শঙ্কৰ উঠিলা
গাৱ ধুই পখালিয়া আপুনি আহিলা।
সেই দিন ধৰি গুৰু ৰাগ নকৰয়
ধৰিত্ৰীক চাহিয়া সব কথা সহি যায়।

মাধৱদেৱক চিনি পালে গুৰুজন
মাধৱেও গুৰুৰ চৰণ চিন্তে সৰ্ব্বক্ষণ।
তাৰ পাছে গুৰুসহ নামঘৰ যায়
বহল ভূমি দেখি তাতে গছ পুতি লয়।
অতীব সুন্দৰ ঠাই দেখি লাগে ভাল
খেৰ খৰি শস্য মস্যৰ নাই আহুকাল।
কাষতে আছিল বেল গছ দুইডাল
কাটিয়া অনেক খুটা কৰে ডাল ডাল।
চাৰি দিকে ঢাপ মাৰি বেল গছ ৰুই
আতি পতি কৰি গছ ডাঙৰ হই যাই
কত দিন পৰে বেল গছ বৰ হইল
বেলৰ গুৰি নামে ধাম সবাই বুলিল।
চৌষষ্ঠী হালিচা মাটি দখল কৰাই
শিষ্য সমে ফচলক খাবলৈ বিলাই।
অনেক লোক থাকি তথাতে হাল বায়
কতজনে কৰ্ম কৰে কোনে লেখ লয়।
বৃদ্ধ শঙ্কৰৰ তাত কিছু চিন্তা নাই
শিষ্য সমে কত লোক আহে আৰু যাই।
খেতিয়ক গণে হাল বায় ৰঙ্গ কৰি
খেতিক চপায় ধান ভড়াল যাই ভৰি।
উজনিৰ বহু লোক অসম ৰাজ্যৰ
শুদ্ধ মত ভাবি শিষ্য ভৈলা শঙ্কৰৰ।



# ভক্তসকলৰ দ্বাৰা মৃতপ্ৰায় গৰু জীৱিত আৰু শঙ্কৰদেৱৰ দ্বাৰা বাধা প্ৰদান

## পদ

চক্ৰপাণি বদতি শুনিয়ো নৰ লোক
শ্ৰীগুৰু চৰিত কথা অমৃত অধিক।
ভক্তগণে গুৰু সঙ্গে কঁথা নকৰয়
জানোচা গুৰুৰ কাষে কুটা সম হয়।
গুৰুৰ আদেশ কোনো বাদ নকৰিবা
আপোন কৰ্ত্তব্য মাত্ৰ কৰিয়া থাকিবা।
এক দিনা এক গৰু মৃত প্ৰায় হ'ল
তাক চাই দুখ কৰে ভকতসকল।
গুৰুক জনালে কথা একো নুবুলিলা
মাধৱদেৱক কথা পিচে জনাইলা।
এক তোলা লোণ দিয়া জাবৰাং খুৱাই
অল্প গৰম পানী আনি গাৱত ঢালই।
ভাল হৈয়া গৈলা গৰু সবে সুখ পাইলা
হালোৱাসকলে মাধৱক প্ৰশংসিলা।
পাচজনী বুঢ়ী একদিন নাম গাই
সত্ৰক চলিয়া যায় কৃষ্ণ গুণ গাই।
ক্ষেত্ৰে এক বিপ্ৰ ছিল চপৰা কোবাই
চপৰা ভাঙিয়া মাটি গুড়ি কৰি যাই।
খন্তেক থামিলা দেখি বুঢ়া তিৰিজাক
কলৈ যাৱ কিবা নিয়া বস্তু দিবা কাক।
কথা সুধি আগ ভেটি ধৰিলা বাটক
এখোজো আগুৱাব নোৱাৰে তিৰিজাক।
নাম গাই ফুৰি তোৰা কিবা ফল পাৱ
নামৰ প্ৰভাৱ আজি আমাক দেখাৱ।
মৃত গৰু এক ছিল বাটৰ কাষত
নাম গাই দিয়া জীয়াই দেখুৱা মহত্ব।
নামতি বুঢ়ীয়ে বোলে কৃষ্ণ নাম গাও
নাম গাই মাত্ৰ আমি আনন্দহে পাও।
হৰি নাম মিঠা ইটো বৰই মধুৰ
নাম ভজি থাকে যিটো সিজন চতুৰ।
শঙ্কৰদেৱৰ মত মাত্ৰ হৰি নাম
নাম ভিন্ন আমাৰ নাথাকে অন্য কাম।
কথা বুলি বুঢ়ীগণ আগবাঢ়ি যাই
দলিমাৰী ধৰি বিপ্ৰে আগচি ৰাখই।
নাম গাই আজি জীয়াই তোলামৃত গৰু
নহলে কোবাই আজি চিঙি দিম লৰু।
উপায় নাপাই বুঢ়ীসকলে ভাবিলা
মৃত গৰু মাঝে লই কীৰ্ত্তন কৰিলা।
যেবে বুঢ়ীগণে জোৰে কীৰ্ত্তন গাৱয়
লাহে লাহে মৃত গৰু উঠিয়া বহয়।

লাদিয়া মুতিয়া গৰু গাৱ জোকাৰিলা
এখোজ দুখোজ কৰি হাঠিতে লাগিলা।
বুঢ়ীগণে দিলা কিছু চাউল খাইতে
চেলেকি খাইলা চাউল বৃষভ তহিতে।
গা টঙাই গৰু গোট চলিলা বেগাই
অকৰা খেতিয়ক বিপ্ৰ মুখ মেলি চাই।
বুঢ়ী সবৰ পাৱে পৰি প্ৰণাম কৰিলা
দোষ ক্ষমিবাৰ বাবে স্তুতি নতি কৈলা•।
নামতি সব চলি গৈলা গুৰুৰ কাষতে
হাস্য কৰি বোলে গুৰু বিলম্ব কেথাতে।
পথৰ বিবৰণ যত বুলিতে লাগিল
ধন্য ধন্য বুলি গুৰু প্ৰশংসা কৰিল।

কিছুক্ষণ পৰে দেখে সেই বিপ্ৰ জন
চাউল পাণ তামোল সহ উপনীত হন।
গুৰুক প্ৰণামি বিপ্ৰ সিধা আগে দিলা
প্ৰণাম কৰিয়া গুৰুৰ আশ্ৰয় চাপিলা।
গুৰুদেৱে তাত কিন্তু সন্তোষ নাপাই
অমূল্য নাম মন্ত্ৰ ৰূপে প্ৰয়োগ নকৰই।
নাম হেন বস্তু ইটো কাঁচ যে নহয়
সকামত এই বস্তু প্ৰয়োগ ভুল হয়।
এহি বুলি গুৰুজন মৌন হুঁয়া ৰৈলা
সিদিনাহে ভক্তগণে নামক বুজিলা।
নাম হেন অমূল্য বস্তুৰ মহিমা সুৱৰি
মোহ মায়া এৰি সবে বোলা হৰি হৰি।

*• কৈলা - কৰিলা*

: —x— :

## *গজলাসূতিত পাম আৰু*
## *বিপ্ৰ কেইজনমানৰ ৰজাৰ ওচৰত গোচৰ*

### *পদ*

যোগধাৰী নামে বিল আছিল কিছু দুৰে
শস্যশালী ক্ষেত্ৰ ছিল বিলৰ কাষৰে।
কাছ মাছ ভৰপুৰ বিলৰ মাজত
খৰালি কালত মাছ ধৰে লোক যত।
মাধৱদেৱে শিষ্যৰ হাতে কোৰ মাৰি
সৰিয়হ খেতি তাত কৰে এক ডবি।

শস্য ডৰা পকি উঠে মাঘৰ শেষত
চপাইবাক লাগি বহু লোক আহিলেক।
মানুহ দেখি শঙ্কৰ গুৰু আচৰিত ভৈলা
ইমান লোক কেনমতে যোগাৰ কৰিলা।
প্ৰথমে চিন্তিত গুৰু লোক পাইব কত
খাইব গৰুৱে শস্য পথাৰ মধ্যত।

মাধৱদেৱে বোলে চিন্তা কিছু নকৰিব
সমস্যাৰ সমাধান আমিয়ে কৰিবো।
মাহ প্ৰসাদ চিনি কিছু যোগাৰ কৰিলা
ক্ষেত্ৰৰ কাষত নিয়া শৰাই পাতিলা।
কাঠ জুমাই জুইকুৰা জ্বলাইল তাত
ৰাখাল কৃষ্ণৰ নাম কীৰ্ত্তন কৰিব তথাত।
দধি দুগ্ধ কল গুড় যোগাৰ কৰিলা
গোপাল ভোগ দিব তাত বস্তু আয়োজিলা।
গুৱা পাণ যোগাৰ কৰিল ভিন ভিন
নাম কীৰ্ত্তন কৰি আছে তাতে আধা দিন।
আবেলি পৰত মাছ মৰিয়াৰ দল
জাৰত কপিয়া পানীৰ পৰা আঁহি ৰল।
কাপোৰ সলাই জুই কাষে সবাই বহিলা
ক্ষুধাতুৰ নৰ যেন অন্নক পাইলা।
শিশিৰে অমৃত বহ্নি জানা সবলোক
বহ্নিত অমৃত ভোগ কপি থক্ থক্।
জুইক আবৰি বহে মাছ মৰা গণ
দিন মান অনাহাৰী শৰীৰ অৱশন।
বহ্নিৰ পৰশে তাহাৰ দেহ ভৈলা স্থিৰ
ভোকে, দুখে, তিতি, থকা অৱশ শৰীৰ।
তাৰ পাছে মাহ প্ৰসাদ গৰম পানী দিলা
তাকে খাই বাছাগণৰ ভোক আতৰিলা।
সবাকে আশ্বাসী গুৱা পাণ কৰাইল
গুৱা পাণে সবাৰে মনত ৰঙ্গ পাইল।
তুষ্ট হুয়া সবে বোলে বঢ়াৰ নন্দন
পৰম বান্ধৱ গুৰু আপুনি সুজন।

উপকাৰ কৰিলা যেবে আপদে আমাৰ
কিবা প্ৰতিদান দিবো কৰি নমস্কাৰ।
*মাধৱ বুলিলা মোৰ গুৰু শ্ৰীশঙ্কৰ*
*তাহাৰেহে দাস মই থাকো এই ঘৰ।*
*তাহাৰ সৰিষা এই নষ্ট হুয়া যাই*
*গাহৰি গৰৰ উতপাতত সীমা নাই।*
উঠাই দিয়া কৰ্মখিনি যদি কৰা বাপ
খুচি হব গুৰুজন গুচিব সন্তাপ।
পিছ দিনা মাছোৱা গণ তুলিবাক লৈলা
এক পৰ বেলিতে সৰিহ উঠি গৈলা।
গুৰুৰ দৰ্শনে সবে কৰি অভিলাষ
অপেক্ষা কৰিল গৈয়া বহি জুই কাষ।
তাৰ পাছে আহি গুৰু দৰশন দিলা
গুৰুক দেখি সবেও সষ্টাঙ্গে নমিলা।
পৰম হৰিষে বোলে নদীয়াল যত
শৰণ লৈবোহো আমি তব চৰণত।
গজলা সূতিত ঘৰ সবাৰে আমাৰ
সবাই শৰণ লৈবো কৈলো সাৰেসাৰ।
এক মাহ পৰে গজলাক গুৰু গৈলা
শিষ্য সমে ছয় মাহ বাহৰ পতিলা।
শৰণ দিলেক তাতে মাছুৱাগণক
উভতি আহিল পৰে আপোন থানক।
তাকে দেখি অন্য অন্য লোক নিৰন্তৰ
শৰণ পশিলা আহি পবিত্ৰ অন্তৰ।
নাম ধৰ্ম ধৰি সবে মনে শান্তি পায়
ইজন সিজন কৰি ধৰ্ম ব্যপি যায়।

কৃষক বণুৱা আৰ ৰাজ কৰ্মচাৰী
সবে মোহ গৈলা শঙ্কৰৰ ধৰ্ম ধৰি।
তথাত আছিল কিছু বিপ্ৰৰ সমাজ
হিংসা লাগি গৈলা দেখি শঙ্কৰৰ কাজ।
শৰণ লৈবে লোক গণ মানা কৰি কই
ইসব কাৰ্য্যত একো প্ৰয়োজন নাই।
ধন ধান সুখ লাভ পূজাতেহে পাই
দেৱ পূজা বিনে কাৰো একো নিমিলই।
লোক মাঝে খল লগাই ফুৰে বিপ্ৰগণ
ছলে কৌশলতে ভাঙে শিষ্য প্ৰজাৰ মন।
তৰ্কত জিনিবে তাৰা নোৱাৰে কাহানি
চুৰ কৰি বয় বস্তু কৰি যায় হানি।
নিন্দা বাদ কৰি কিছু বলে নোৱাৰিলা
ৰজাৰ জগৰ লগাই ফান্দক পাতিলা।
ৰজাক বুলিলা শঙ্কৰ শূদ্ৰ একজন
ধৰ্মক নামানে তাৰা নামানে ব্ৰাহ্মণ।
তাৰ শিষ্য সবে ৰাজ্যত কৰে উদ্ভাগুলি
ৰজাৰ বিপক্ষে ফুৰে নানা কথা বুলি।
শিৰচ্ছেদ কৰিবাক লাগে সিহঁতক
নতুবা খেদিবে লাগে অপৰ ৰাজ্যক।
ব্ৰাহ্মণ নামানে আৰ নামানে দেৱ-দেৱী
ধৰ্ম আচৰয় মনে মনে কিবা জপি।
পূজা শ্ৰাদ্ধ যাগ যজ্ঞ কিছু নকৰয়
ইসব নহলে ৰাজ্যত ঘটিব প্ৰলয়।
এতেকতে হাতে গলে বান্ধি আনা গই
পলম হইলে তাৰা যাইবে পলাই।

টেকেলা পঠাই তাক ৰজা দুইজন
মাতিয়া নিলেক কথা সোধা প্ৰয়োজন।
মেছাগড় পুখুৰীৰ পাৰত বাহৰ পাতি
সুধিলা প্ৰশ্নক দুইকো ৰঢ় স্বৰে মাতি।
কি কাৰণে বেদক নামানা তোৰা সব
পূজা পাৰ্ব্বন নাই নামানা কোনো দেৱ।
প্ৰজাৰ মাজত কিয় কৰা বিশৃঙ্খল
ৰজাৰ ৰাজ্যত মাতি আনা অমঙ্গল।
গুৰু বোলে তান্ত্ৰিক বিপ্ৰ আৰ পুৰোহিত
মিছলীয়া সবাই কথাৰ নাই থিত।
প্ৰেত পূজা মৰাক ভাত সাজিয়া দেয়ই
সেই পূজা প্ৰসাদ ভাত আপুনি ভুঞ্জই।
হাঁহ-পাৰ-ছাগ কাটি দেৱ পূজা কৰে
দেৱতাই নলৈ মাত্ৰ লোকৰ পেট পূৰে।
ৰজা বোলে মৰা আৰ প্ৰেতক উচৰ্গয়
বামুনে খাইয়া তাক প্ৰসাদ বোলই।
কাউৰী শগুণে যিবা দ্ৰব্য গোট খায়
সেই বস্তু ভক্ষণ কৰে ব্ৰাহ্মণ সবায়।
ভকতসকলে হৰি নাম কীৰ্ত্তন গায়
আন যত ধৰ্ম তাক কিছু নিনিন্দয়।
কথা শুনি ৰজা বৰ সান্ত্বনা লভিলা
দুইজন গুৰু আহিবাক আদেশিলা।
কিছুদিন পৰে নিলা ৰাম ৰায় গিৰি
হাথিয়া দলৈৰ লগ নিয়া কথা ধৰি।
যাবৰ বেলিকা ৰাম ৰায় বুলিলন্ত
যদি ফিৰি আহো তেনে শৰণ লইবন্ত।

ৰজাৰ আগত গৈয়া কথাক বুলিলা
তুষ্ট হুয়া মহাৰাজ তাক এৰি দিলা।
ৰজাৰ কষৰ পৰা আহিল ঘুৰিয়া
শৰণ লভিলা মাথা অৱনত হইয়া।
এনেদৰে লগাই কথা লৰাব নোৱাৰি
যত বিপ্ৰ ছিল লাজে গৈলা সবে সাৰি•।
কোনো ঠাইত কোনো মতে বাদত নপাৰি
বিপ্ৰসকলে পাছে মৰে জ্বলি পুৰি।
ভাস্কৰ নামেতে এক পণ্ডিত ব্ৰাহ্মণ
শঙ্কৰৰ সমে বাদ কৰে কত দিন।
কোনোমতে শঙ্কৰক নোৱাৰে ঘটাব
আপুনি উফৰি পৰে হই পৰাভৱ।
গুৰুৰ ওচৰে তিনি প্ৰতিজ্ঞা কৰিলা
নৱদ্বীপ ধামে শাস্ত্ৰ পঢ়িবাক গৈলা।
তথাত পঢ়িলা সংস্কৃত কত কাল
শঙ্কৰৰ সমতুল্য তথাপি নহ'ল।
হৰি মিশ্ৰ নামে এক পণ্ডিত মহান
শঙ্কৰৰ কাষে আহি ভৈলা বিদ্যামান।
সঙ্গত আছিল এক লগুৱা মুৰুখ
কিছু কথা কবলৈ নপৰে ধুৰপ।
শঙ্কৰে পণ্ডিত দেখি আসন দিয়াই
কিবা হেতু আগমন কহিয়ো বুজাই।
হৰি মিশ্ৰে বোলে বাপ আহিলো ই ঠাই
ধৰ্মৰ সাৰ তত্ত্ব মোক কহিয়ো বুজাই।

বেদৰ ভিতৰে আছে অনেক লুকাই
পণ্ডিতসকলে ব্যাখ্যা লিখিছে বুজাই।
চাৰি বেদ চৈধ্য শাস্ত্ৰ ওঠৰ পুৰাণ
হোম পূজা তপস্যাদি যজ্ঞ আৰ দান।
প্ৰথমে কৰিব কৰ্ম গৃহস্থীৰ বাবে
জীৱৰ পোষণ হেতু কৰিবাক লাগে।
তীৰ্থ পৰ্য্যটন লাগে পাপ পখালিব
গৃহ কৰ্মে পাপ জানা অৱশ্যে হইব।
পাপ পৰাচিত হেতু পূজাৰ্চ্চনা কৰি
হোম, দান, সেৱা পূজা যাইবে লাগে কৰি।
বৃদ্ধ কালে কৰ্ম কৰিবাক নপাৰয়
হৰি নাম চৰ্চ্চি তেবে ফলক পাৱয়।
যদ্যপি নকৰে বেদ বিহিত কৰ্মক
কেৱল হৰি নামে জানো উদ্ধাৰে জীৱক।
শঙ্কৰে বুলিলা হেৰা পণ্ডিত সুজন
বহু শাস্ত্ৰ পঢ়ি তুমি পালা বহু জ্ঞান।
কিন্তু তুমি এক কৰ্ম কিছু নজানিলা
ধৰ্ম শিৰোমণি কোন তাক নুবুজিলা।
বেদত আছয় ইটো কথা গুহ্যতৰ
নালাগে তোমাক আৰ বুলিবে বিস্তৰ।
দুগ্ধৰ মাজত ঘৃত আছয় লুকাই
বাহিৰ কৰিবে ঘৃত তুমি জনা নাই।
তপ জপ যাগ যজ্ঞ কত বিৰম্বন
তাৰ বাবে লাগে কত বিস্তৰ আয়োজন।

*•সাৰি - এৰা দি, আতৰি*

দম্ভ অহঙ্কাৰে ভক্তি কদাপি নোহয়
ভক্তি নাথাকিলে নাম মুখত নাহয়।
তাৰ এক প্ৰত্যেক্ষ দেখিবা এই ঠাই
তোমাৰ লগুৱাটোৱে আছে নাম গাই।
লগুৱা আছিল তাৰ বোবাৰ সমান
কথা বুলিবাৰ তাৰ শক্তি নাই আন।
এবে দেখা হৰি হৰি বুলিছে মুখত
হৰি মিশ্ৰ দেখা পালে কথা আচৰিত।
তাৰ পাছে হৰি মিশ্ৰ গৈলা নিজ ঘৰে
লগুৱাক দেখিলা সদা নামক আচৰে।
পুনৰপি দিনেক লগুৱা সঙ্গে লই
শঙ্কৰৰ চৰণত শৰণ লৱই।
গড়গঞা ৰজা চুক্লেনমুঙ যাৰ নাম
পাৰিষদ মুখে শঙ্কৰৰ গুণ কাম।
শুনিয়া ৰজাই ভৈলা আনন্দ মনত
বুদ্ধিমান ভূঞা বহু আছে ই ৰাজ্যত।
এক দিনা গড়গঞা ৰজাই জানিলা
চিলাৰায় কোচে অসম ৰাজ্য আক্ৰমিলা।
ভূঞা সবে এই কথা শুনিলা যেতিয়া
অসম ৰাজ্যৰ মন্ত্ৰী আনিলা মাতিয়া।

বুলিলা এগুটি কাজ কৰিও আপুনি
হাজাৰেক ষাড় গৰু গোটাইও আনি।
এক হাজাৰ বুদ্ধিমান যুজাৰু আনিয়া
সবাৰে গলত লগুণ পিন্ধাইয়া দিয়া।
উপৰে ব্ৰাহ্মণ নীচে গৰুক দেখিব
তেতিক্ষণে কোচ সেনা ছত্ৰ ভঙ্গ দিব।
উভটিয়া পলাইব ধৰ্ম ভীৰুগণ
তেখনে অহম ৰাজ্য হইব ৰক্ষণ।
নতু পাৰক্ৰমী বীৰ শুক্লধ্বজ ৰায়
জয় কৰি অহম ৰাজ্য ঘটাব প্ৰলয়।
কোচসকল ধৰ্মভীৰু শাস্ত্ৰ নজানয়
বিপ্ৰ আৰু গৰুক বৰ সন্মান কৰয়।
ভূঞাগণৰ দিহা মতে ইটো কৰ্ম কৰি
পাপ ভয়ে কোচ সেনা উলটি গৈলা লৰি।
ভূঞাগণৰ বুদ্ধি দেখি ৰজা প্ৰশংসিলা
শঙ্কৰদেৱক বহু প্ৰশংসা কৰিলা।
খাট পাম মাটি যত নিষ্কৰ কৰিল
ৰজা ঘৰ সতে কিছু সম্পৰ্ক গঢ়িল।
তাকে দেখি বিপ্ৰ সবে প্ৰমাদ গণিলা
ভূঞাৰ বিপক্ষে কূট ৰজাক লগাইলা।

গুৰুৰ চৰিত কথা অমৃত লহৰি
পঢ়ি শুনি সকলোৱে বোলা হৰি হৰি।



## *খল বিপ্ৰ সকলৰ কৌশলত আহোম ৰজাই ভূঞাসকলক হাতী ধৰা কৰ্মত নিয়োগ, গৰাল ভাঙি হাতী পলায়ণ, আৰু ভূঞাসকলৰ পলায়ণ*

### *পদ*

চক্ৰপাণি আতৈ চৰিত কথা কই যায়
শ্ৰোতা সবে কোনোদিন আমনি নপায়।
দিহিঙিয়া ৰজা ছিল আতিকে চতুৰ
দেখি প্ৰজাগণে ভৈলা আনন্দিত বৰ।
বিপ্ৰগণে লাজ পাই পুনঃ আল্যেছিল
ভূঞাৰ বিপক্ষে কত ৰজাক লগাইল।
ৰজাৰ উপায় নাই কথা বুজি বাৰ
বিপ্ৰ সবে খল লগাই থাকে বাৰেবাৰ।
*মিছা কথা যদিহে বহুজনে কই যায়*
*মিথ্যাইও সত্য হয় যদি সবে কয়।*
বুদ্ধিমান বিপ্ৰগণে কথা আলোচিল
প্ৰতিদিনে একোদলে গোচৰক দিল।
শঙ্কৰদেৱৰ বিপক্ষত নানা কথা কই
বোলে মহাৰাজ দিয়া কৰ্মত লগাই।
কায়স্থ শূদিৰ সিটো বেদক পঢ়য়
দেৱ-দেৱী পূজা সেৱা কিছু নমানয়।
সি সব কাৰ্য্যত নাই শূদ্ৰৰ অধিকাৰ
তথাপিতো কত জনে শিষ্য হোৱে তাৰ।

এনেদৰে কত দিন ৰজাক লগাই
শঙ্কৰ বিদ্বেষী ভাব তুলিলা জগাই।
তাহাৰ সঙ্গত আৰু ভূঞা দুইজন
হাথি আৰু ৰতিকান্ত পিতাপুত্ৰ হন।
ভূঞাৰ গোষ্ঠীৰ তাৰা মাধৱ তনয়
হাথিয়াৰ পুত্ৰ ৰতিকান্ত দুৰাশয়।
গুৰুৰ প্ৰভাৱ তাৰা সহিতে নপাৰে
চেলু চাই ফুৰে গুৰুৰ অন্যায় কৰিবাৰে।
ইসবৰ কথা ৰজা পতিয়ণ গৈলা
এক দিনা ভূঞাগণ মাতিয়া আনিলা।
সহস্ৰেক হাতী লাগে আমাৰ পালত
পূৰ্ণ হব সংখ্যা যদি ধৰো এক শত।
গড় বান্ধি লৈছো আমি লুইতৰ তীৰে
এক শত ফান্দি যাব হাতী ধৰিবাৰে।
গড়ৰ দ্বাৰ ৰখিয়ো ভূঞা যত আছ
শঙ্কৰক মুৰী* কৈলো* তোমাসাৰ মাজ।
পূৰ্ব্বত আহোম সবে গড়ক ৰাখিব
দক্ষিণত কছাৰিয়ে ই কাম কৰিব।

**মুৰী - মুৰব্বি, *কৈলো - কৰিলো*

উত্তৰ ফালে ৰখি আছে মৰাণ চুটিয়া
পশ্চিম ফাল ভূএগ্ৰা সবে থাকিবা ৰখিয়া।
মাঘৰ ঠাণ্ডাৰ কাল বতাহ আছে বলি
শীতৰ প্ৰকোপে লোক আছে কপাই তুলি।
বিধিৰ বিপাক তাতে বৰষুণ পৰি
জাৰৰ প্ৰকোপ আৰু গল বহু বাঢ়ি।
হেন সময়ত এটি দতাল গুণ্ডাই
ভূএগ্ৰাগণে ৰখা গড় ভাঙিয়া পেলাই।
অনেক কৰিল চেষ্টা বিফল হই গ'ল
কেবাটাও হাতী গড় ভাঙি পেলাইল।
ৰজাৰ আদেশ আছিল যিফাল ভাঙিব
গড় ভাঙি হাতী যদি পলাইয়া যাব।
সবাৰে কাটিব মাথা ৰক্ষা কাৰো নাই
এতেকতে ভাল মতে থাকিবা ৰখাই।
ভূএগ্ৰাই ৰখা বেৰ ভাঙি হাতী পলাইল
এতেকে কাটিব মুণ্ড সবে ভয় পাইল।
শঙ্কৰ থাকিল ঘৰে সবকে পলাই
তিৰি ছলি সবাকে ৰাখিল একেলাই।
শঙ্কৰ বিপক্ষত বহুত উঠিছে গোচৰ
এতেকতে তীক্ষ্ণ ক্ৰোধ আহোম ৰজাৰ।
শঙ্কৰৰ প্ৰতি ক্ৰোধ দুগুণ চৰাই
চাউডাং পাচিলে গুৰুক ধৰি নিবলই।
বাৰজন চাউডাং গৃহক বেঢ়িলা
দুৱাৰ খুলি আঠজন বগৰাই গৈলা।
বাইশ হাত গড় খাৱৈ জাপমাৰি গই
লুকাইল শঙ্কৰ গুৰু লৰৰি পলাই।
কতনা খেদিয়া গৈলা লাগক নাপাই
ভাগৰতে চাউডাং ঘামি জামি যাই।
নোৱাৰিলে ধৰিবলৈ ভূএগ্ৰা শঙ্কৰক
ৰজাৰ দণ্ডত নিশ্চয় কাটিব আমাক।
আলোচিয়া পিচে তাৰা জুমাজুমি হই
বিচাৰিলা শঙ্কৰক চলাথ লগাই
দুই তিনি দিনে খেদি গুৰুক নাপাইল
সন্মুখত দুইজন ভকত দেখিল।
দেখিয়ে চিনিল তাৰা ভূএগ্ৰাৰ নন্দন
ক্ৰোধে জ্বলি চাউডাং বোলয় বচন।
পৰিচয় দিয়া তোৰা সত্য কথা কই
নতু হেঙদাণে পঠাম যম ঘৰলৈ।
মাধৱ বুলিলা আমি পৰম বৈষ্ণৱ
শঙ্কৰৰ শিষ্য আমি মিছা নুবুলিব।
শঙ্কৰৰ নাম শুনি উঠি গিৰিসাই
হাতে গলে বান্ধি ললে দুয়োজনকেই।
শঙ্কৰক আগচিলা নদীৰ গোৰাত
হাতত আছয় শাস্ত্ৰ উত্তৰি গাৰত।
ভাবিলা ব্ৰাহ্মণ এওঁ শঙ্কৰ নোহয়
শঙ্কৰক এৰিদিলা চাউডাং মহাশয়।
কিন্তু মাধৱদেৱ আৰু হৰিচৰণক
অৰ্পিলা বৰুৱা হাতে তাৰা দুইজনক।
বৰুৱা সুধিলা কথা অতি ক্ৰোধ কৰি
কোন তোৰা সব আৰু থাক কিবা কৰি।
মাধৱ বোলয় মই ভক্ত শঙ্কৰৰ
ধৰ্মৰ বৰাগী মই নাই তিৰি ঘৰ।
লোকৰ মাজত মই কওঁ ধৰ্ম বাণী
ধৰ্ম জানিলে লোকগণ হয় জ্ঞানী।
হৰি বুলিলেক মই জোঁৱাই শঙ্কৰৰ
পত্নীসঙ্গে আছে আৰ নাই আতপৰ।

গৃহ কৰ্ম কৃষি কৰ্ম ধৰ্ম চৰ্চ্চা কৰো
শঙ্কৰকো গুৰু মানি ধৰ্মক প্ৰচাৰো।
বৰুৱা বুলিলা তোৰাই বৰই টেঙৰ
ইচ্ছা কৰি ভাঙি দিছ গড়াল হাতীৰ।
শঙ্কৰৰ ,বহু কথা বিপ্ৰ সবে বোলে
এতদিনে সহি আছো নানা কৌতুহলে।
ধৰি দিলে শঙ্কৰক তুহু ৰক্ষা পাবি
নতু ৰক্ষা নাই কাৰো দুয়ো কটা যাবি।
এই বুলি বৰুৱাই দুইকো বন্ধাইল
ৰজাৰ আগত নিয়া তাহাক শোধাইল।
বুলিলা ৰজাক শঙ্কৰৰ অনুচৰ
বাতৰি নকয় কিন্তু কাইথ শঙ্কৰুৰ।
একজন বৰাগী তাৰ নাই তিৰি ছলি
মিছা ধৰ্ম কথা কয় গুৰু আজ্ঞাপালি।
আনজন জোৱাই হয় দুষ্ট শঙ্কৰৰ
পত্নী ধন গৃহ কিন্তু আছে ইজনৰ।
ৰজা বোলে শঙ্কৰৰদেৱ অতি দুষ্টলোক
তাৰ কথা বিপ্ৰসবে কই আছে মোক।
ৰাজ্যৰ প্ৰজাক উচতায় মিছা কই
দেৱ ব্ৰাহ্মণ নমানয় পূজা নকৰই।
তাহাৰ দোষতে আজি তহতে মৰিবি
ধৰি দিলে শঙ্কৰক নিস্তাৰ পাইবি।
দুইজনে একেলগে বোলে উচ্চ কৰি
একোকে নজানো আমি আছিলো আতৰি।
মাৰা কটা যিবা কৰা আমাৰ উপাই নাই
একোকে নজানো আমি ইহা অন্যথাই।
তাহাৰ কথাত ৰজা নাযাই পতিয়ণ
আদেশ কৰিলা হুয়া অতি ক্ৰুদ্ধ মন।

গৃহী সংসাৰি জনক কৰিও ছেদন
আচাৰি মৰোক তিৰি কৰিয়া ক্ৰন্দন।
শঙ্কৰ জামাইৰ শোকে দগ্ধ হইব বৰ
এনে ৰূপে উগ্ৰ শাস্তি হুব ইহত্তৰ।
বৰাগীজনৰ নাই তিৰি গৃহ ধন
তাক কাটি লাভ নাই চাৰিও এখন।
যখন দুজনকে বান্ধি আনিল ধৰিয়া
আহিছিল দুইজন কথা আলোচিয়া।
যিজনক আগে কাটে সোৱৰাই নাম
দিব ইটো জনে যেন পুৰে মনোস্কাম।
হৰিক বান্ধিয়া নিলা চাউডাং সবাই
মাধৱক বহু আতৰত ৰাখে গই।
ৰিঙিয়াই মাধৱদেৱ হৰিক শিকাই
নকৰিবি মনত আৰু কিছু খেদ ভাই।

*ভয়ো ভাই সাবধান*
*যাৱে নাহি ছুটে প্ৰাণ।*
*গোবিন্দৰ ফাৰমান*
*নিকটে মিলিব জান।*
*জীৱন যৌৱন থোৰ*
*সবে মায়াময় ঘোৰ।*
*দুখ সব কৰা দুৰ*
*হৰি পদে মনজুৰ।*
*ত্যেজা সব অভিলাষ*
*দুৰ কৰা মোহপাশ।*
*হৰি পদে কৰা আশ*
*কহয় মাধৱ দাস।*

মাধৱে শিকালে মন্ত্ৰ হৰিয়ে বুলিলা
চাউডাঙহতে আৰু ক্ষণেক থামিলা।

গুৰু মন্ত্ৰ উচ্চাৰিয়া স্তুতি নতি কৰি
ইঙ্গিত কৰিলা হৰি হাতক জোকাৰি।
কাণ্ড দেখি চাউডাঙৰ লোতক বহিল
ৰাজ আজ্ঞা শিৰে ধৰি তথাপি কাটিল।
ৰাম ৰাম বুলি-মুখে মুৰটো উফৰি
অনেক দূৰে গৈয়া পৰে মাধৱৰ ভৰি।
শোকত বিহ্বল হুয়া মাধৱে কান্দিলা
তাৰ পাছে কিছু কথা মনতে ভাবিলা।
ৰাজ আজ্ঞা নাপালে হেতু নগৈলা আতৰি
মেছাগড় গ্ৰামে ৰৈলা বান্ধিয়া জুপুৰি।
ৰজাক বুলিলা কথা চাউডাঙ ৰাই
এনুৱা বৈষ্ণৱ আমি আগে দেখা নাই।
মৃত্যু সময়ক লাগি লৈলা হৰি নাম
সৌৰৰাই আছে ইটো জনে ৰাম ৰাম।
কটা মুৰে ৰাম ৰাম বোলে উচ্চস্বৰে
পৰে গৈয়া মাধৱৰ ভৰিৰ ওপৰে।
এই বুলি কান্দে দুয়ো চাউডাঙ তনই
ভকতক কাটি হব নৰকত ঠাই।
ভকতেই আছিল যদি কিয়বা কাটিলা
সাধুক মাৰি মহাপাপ কিয়বা কৰিলা।
খল বিপ্ৰগণৰ কথা আজিহে বুজিলো
বিনা দোষে ভকতৰ প্ৰাণক বধিলো।
চাইডাঙইঁত কিয় বুজিও কাটিলা
আমাকো ডুবালা পাপে আগত দেখিলা।
শঙ্কৰৰ ওপৰত মোৰ ক্ৰোধ নাই
আজি হন্তে নিবিচাৰ তাহাক দুনাই।
শ্ৰীগুৰুৰ লীলামৃত শুনা সাধু নৰ
হৰি হৰি বোলা সবে কৰি উচ্চস্বৰ।

▸▸▸■◂◂◂

## *মেছাগড়ত আৰু ঢেকীয়া খোৱাত মাধৱদেৱৰ অৱস্থান*

### *ছবি ছন্দ*

মাধৱ গুণন্ত মনে যদি আমি এতিক্ষণে
যাও গুচি গুৰুৰ কাষক
পুনৰপি বিচৰিয়া চাউডাঙ লগাইয়া
ৰাজদ্বাৰে বান্ধিয়া নিবেক।

নাপাইলে অনুমতি ফিৰি যাইব কেনমতে
লাগিবেক ৰজাৰ হুকুম
দেশৰ নিয়ম যিটো অৱশ্যে মানিব সিটো
আজ্ঞা লাগি ইয়াতে থাকিম।
এই ভাবি মাধ-গুৰু গৃহক বান্ধিলা সৰু
মেছাগড় পুখুৰী পাৰত
ৰজাৰ আদেশ চাই থাকিলন্ত তাতে ৰই
ৰাজ আজ্ঞা পোৱা অপেক্ষাত।
একদিন মাধৱদেৱ ভিক্ষামাগি চলিলেক
এক বুঢ়া বুঢ়ীৰ গৃহ পাই
তাহাৰ ভক্তিত গুৰু তুষ্ট হই ৰহিলেক
তিনিদিন ঢেকীয়া শাক খাই।
ঢেকীয়াৰ আঞ্জাখিনি পৰম অমৃত মানী
দুখীয়াৰ গৃহত আছে খাই
বিদায় বেলিকা আৰু সঙ্গে মুঠা দিয়া দিলা
প্ৰণামিলে গুৰু চৰণ চুই।
এক বৰ্ষ বহি গৈলা কোনো কথা নাপাইলা
শঙ্কৰৰ কিনো ভৈলা কথা
গুৰুৰ নাপাই বাৰ্ত্তা স্মৰে নিতে হে বিধাতা
গুৰুক ৰক্ষা কৰিবা সৰ্ব্বথা।
নিত্য প্ৰসঙ্গক কৰি মনত স্মৰয় হৰি
শঙ্কৰ গুৰু থাকোক কুশলে
এইদৰে চিন্তা কৰি আন কৰ্ম পৰি হৰি
মাধৱদেৱ থাকিলা অকলে।

দিনে এক মুঠি খুজি    খৰিপাত আনে লুৰি
সন্ধ্যা কালে এক সাজ খাই
থাকে হৰি চিন্ত্র কৰি    সদায় গুৰুক স্মৰি
এনে মতে দিন বই যাই।
ৰাজ কৰ্ম্মচাৰী যত    পাহৰিল ঘটনাক
মনত কোনোৰে একো নাই
হৰিৰ মৃত্যুক দেখি    সবাই থাকিল অপেক্ষি
হাতী এৰা কথা দলিয়াই।
চাউডাং দুইজন    চাকৰি ত্যেজিল তান
শঙ্কৰৰ পাশক চাপিল
কৰ্ম অনুশোচনাত    দহয় তাহাৰ প্ৰাণ
বেশ ভুষা সবাকে এৰিল।
এক দিনা শ্ৰীৰাজনে    প্ৰজাক দেখিবা মনে
মেছাগড় ৰাস্তাৰে চলিলা
পুখুৰীৰ পাৰে থাকি    ঈশ্বৰক প্ৰণামতে
মাধৱক সাক্ষাতে দেখিলা।
কোন এয়া সাধুজন    একান্তে ঈশত মন
সুন্দৰ বদন ক্ষীণকায়
কিবা হেতু ঐত ৰই    বন্দী হেন জীৱন লই
আছে ৰই কাৰ অপেক্ষায়।
চাউডাং বৰুবা কয়    শঙ্কৰৰ ভক্ত হয়
বিনা দোষে ৰাজ ৰোষ পাই
অকলশৰীয়া হই    বৰ্ষাধিক আছে ৰই
কিবা হেতু আমি জনা নাই।

সঙ্গীজন ভকতৰ মুখত হৰিৰ নাম
মৰণ কালতো নুগুছিল
সেহিজন লোককেই বিনা দোষে দণ্ড দিয়া
পত্নীকো যে বিধবা কৰিলা।
বৰ দুখ পাই মনে গুচি গল চাউডাংগণে
ৰজাৰ চাকৰি ত্যজিলেক
তথাপিতো দেখো এওঁ বন্দী ঘৰে কৰি বাস
মাধৱদেৱ ইয়াতে ৰহিলেক।
শুনিয়ো মাধৱ ৰাই কিবা হেতু আছা তই
বন্দী ঘৰে কৰি বসবাস
ক্ষমিও আমাৰ দাঁয় কৰা দয়া ভক্ত ৰায়
কৰি আছা ইয়াতে আবাস।
মাধৱে বুলিলা বাণী আঠু লৈয়া প্ৰণামী
ৰাজ আজ্ঞা আমি পোৱা নাই
প্ৰাণদণ্ড মাফ পাই কোথায় থাকিবো মই
আজ্ঞা লাগি ৰলো বাট চাই।
ৰাজা সঙ্গে সন্দিকৈ লগতে আছিলা গই
বোলে ৰজা কি কৰিছা তুমি
মহন্তক কষ্ট দিয়া বিদায় কিয় নেদিয়া
গৰ্হিত কৰ্ম কৰা জানি শুনি।
টকা বস্ত্ৰ চাউল চৰু লগত দিলাহা নাওঁ
মানুহ দিলা দুজন লগত
যথা স্থানে য়াব তেওঁ থৈ আহিবেক নাওঁ
লওঁক লগ ভক্তৰ সঙ্গত।

আদেশ মতে কৰ্ম কৰি প্ৰণামিল জানু পাৰি
সন্দিকৈ বিষয়া প্ৰধান
তিনি দিন পথে ৰই মাধৱ পাইলা গই
ধুৱাহাট শঙ্কৰৰ থান।
নাম গাই আছিলন্ত যতেক ভকত সন্ত
মাধৱ হৰি ঘুৰিয়া আহক
এতেক প্ৰাৰ্থনা কৰি দিন সাত ৰাতি জুৰি
পাল নামে প্ৰাৰ্থয় প্ৰভুক।
শুনা শুনা সন্তৰাই ক্ষণে ক্ষণে আয়ু যাই
চমু চাপি আহিছে মৰণ
গুৰু পদ শিৰে ধৰি মনে জপা হৰি হৰি
ভগৱন্ত পাৱে হুৱা লীন।

♦♦♦♦♦♦♦♦♦♦♦♦♦

## *ধুৱাহাটত সাতদিনীয়া পালনাম আৰু তাত মাধৱদেৱৰ উপস্থিতি, হৰি জোঁৱাইৰ মৃত্যু বাৰ্ত্তা শ্ৰৱণত খেদ প্ৰকাশ*

### *পদ*

চক্ৰপাণি আতৈদেৱ বুলিলন্ত পাছে
দুখ সাগৰত গুৰু ভক্তগণ আছে।
পলাই ফুৰি ভক্তগণ লাগিল ভাগৰ
লাহে লাহে পাতলিল ৰজাৰ জগৰ।
এনেদৰে এক বৰ্ষ যেবে চলি যাই
ভাবিলা ৰজাৰ ক্ৰোধ আৰ কিছু নাই।
ধুৱাহাট থানে আহি মিলিত হইলা
মাধৱ আৰ হৰি জোঁৱাইক কেৱে নেদেখিলা।

জানিলেক সবে নিলা ধৰি চাউডাঙ
ৰজাৰ সন্মুখে উপনীত পাতি পাঙ।
কিবা গতি হয় তাহাৰ সবে বিমৰিষ
সমস্ত ভকত মাঝে নাই যে হৰিষ।
উৰ্ব্বশী কালিন্দ্ৰী দেৱী মনু কন্যা আই
তাহাৰ চিন্তাত দেহ দহি পুৰি যাই।
মুখ ফালি নাকান্দিয়া হুমুনিয়াহ কাঢ়ি
প্ৰাৰ্থনা কৰয় সবে প্ৰভুক সুঁৱৰি।
শঙ্কৰেও প্ৰভুক স্মৰি ৰাতি দিন
মাধৱ জোঁৱাইৰ বাবে বদন মলিন।
বান্ধৱ মাধৱদেৱ কত ভাগ্যে মই
পাইছিলো আহি লগ কৃষ্ণৰ কৃপাই।
মোৰ সম পণ্ডিত আৰু অধিক সুজন
তাহাক হেৰাই মই থাকিব কেমন।
হে প্ৰভু কিনো মই পাপ আচৰিলু
হৰি আৰু মাধৱ দুইকো হেৰাইলু।
ভাবিলা দুইজন আৰু নাহিবেক ঘুৰি
পাপীষ্ঠ আহোমে কাটিলেক খাণ্ডা ধৰি।
প্ৰতিদিনে পদুলিত চাৱয় নিৰেখি
মাধৱ বুলিয়া ভাবে কোনোবাক দেখি।
বৰ্ষ পাৰ হই যেবে আৰু যে নাহিল
সবে মিলি পাল নাম পাতিবাক লৈল।
ৰাম দাস সমে গুৰু আলোচ কৰয়
পাল নাম পতা হেতু পৰামৰ্শ হয়।
সাত দিন সাত ৰাতি নামক গাইবো
অবিৰাম ভাৱে নাম চলিয়া থাকিবো।
নামৰ বাতৰি পাই যত ভক্তগণ
মাহ চাউল দালি দ্ৰব্য কৰয় যতন।
যতেক ভকত মানে সবে লগ হৈলা
আগদিনা ৰাতি সবে লঘোণ থাকিলা।
পাক চৰু হাড়ি সব দিলেক পেলাই
সবে নিকা ভৈলা ঘৰ বাৰী চাফ কই।
যত বস্ত্ৰ গাৱে ছিল বিধৌত কৰিলা
নৰ নাৰী যত ভক্ত লঘোণ খাটিলা।
মন পেট নিকা কৰে আৰু নিকা গাৱ
বস্ত্ৰ নিকা বস্তু নিকা আৰু নিকা পাৱ।
ৰাম দাস আতা সমে কৰিয়া যতন
আগত বহিলা গুৰু পাৰিয়া আসন।
পাঠকত বহিলা যে আতা ৰাম দাস
পালি পাঠক সৰ্ব্বজয় আৰু শ্ৰীসুদাস।
মুখ্য দেউৰী বলৰাম শৰাই পাতিলা
দুই গছি ঘৃত তেল বন্তি জ্বলাইলা।
সব ভক্তগণে পৰি কৰয় প্ৰণাম
সাত দিন হইব অখণ্ড পাল নাম।
পাল পাতি আহে ভক্ত দিবা ৰাত্ৰি ধৰি
এক দল আহে পূৰ্ব্বৰ দল যায় আতৰি।
এইদৰে পাল পাতি নামক ধৰয়
সেই হেতু সবে আক পাল নাম বোলয়।

কান্দি কান্দি ধৰে নাম প্ৰভুক প্ৰণামি
সবে বোলে হৰি মাধৱক চাও আমি।
বীৰ কীৰ্ত্তন কৰে এবাৰ পিচত নিবীড়
কোনো সময়ত শাস্ত্ৰ পঢ়ে ধীৰে ধীৰ।
এনেদৰে সাত দিন যেবে শেষ হৈলা
শেষ দিনা মাধৱদেৱ আহি দেখা দিলা।
মাধৱক দেখি সবে আগবাঢ়ি যাই
আনিলেক কতজনে আগত বঢ়াই।
হাত ভৰি ধুৱাই সবে বহিবাক দিলা
তাৰ পাছে হৰি জোঁৱাইৰ বাৰ্ত্তাক পুচিলা।
হৰিৰ মৰণ শুনি যত লোক চয়,
কান্দোনৰ শবদে যেন ঘটিলা প্ৰলয়।
মহা শোকে কান্দে মনু আই কালিন্দ্ৰী
মুৰ্চ্ছিত হইলা মনু ভুমিত বাগৰি।
কত ক্ষণ পৰে সংজ্ঞা পাই মহাসতী
চকুৰ লোতক পৰে যেন বন্যা সুতি।
অলঙ্কাৰ যত ছিল পেলালে খহাই
শুভ্ৰ বস্ত্ৰ পিন্ধিলেক ফুল পাৰি নাই।
মাধৱ কান্দিলা আৰু যতেক ভকত
নাম অন্তে ডুব গল হৰিৰ শোকত।
শঙ্কৰে সম্বৰি শোক সবাকে বুজাইল
গুৰুৰ কথা শুনি সবে কান্দিতে এৰিল।
তাৰ পাছে ভক্তগণে আতৈত পুছয়
কিবা হেতু হৰি জোঁৱাই খাণ্ডাত মৰয়।

শুনা হেৰা ভক্তগণ পূৰ্ব্বৰ বচন
বনবাসে চলিলন্ত শ্ৰীৰাম লক্ষ্মণ।
সীতাক হৰিয়া নিলা লঙ্কাৰ ৰাবণ
সুগ্ৰীব সহিতে ৰাম হইল মিলন।
বালিক মাৰি সুগ্ৰীবক ৰাজ্য ভাৰ দিলা
তাৰা, লোমা দুই পত্নী সুগ্ৰীব ৰাখিলা।
জেঠ মাহ আহি পাই বৃষ্টি ভৈলা বৰ
বুলিলা সুগ্ৰীব সখা অসময় যুদ্ধৰ।
বাৰিষাৰ বাবে সৰ্ব্ব ক্ষেত্ৰে পাইব বাধা
কষ্ট মাৰ্ত্ৰ হব আৰু নহব অন্যথা।
অত এব বাৰিষা কালৰ হোক শেষ
শৰত কালত সুযোগ মিলিব অশেষ।
দুই ভাই কিষ্কিন্ধ্যাত থাকিবে লাগিল
চহৰৰ উপকণ্ঠে পজা সাজি দিল।
শৰত কাল পাৰ হই শীত প্ৰবেশিলা
সুগ্ৰীবৰ পৰা একো সাহৰি নাহিলা।
শীতৰ মাজত ৰামে দিনক গণয়
সুগ্ৰীবক লাগি বহুত দুতক পঠায়।
দুতৰ কথা সুগ্ৰীবে মন নকৰিলা
তিনি বাৰ অনুৰোধ তেনেই পাহৰিলা।
ক্ৰোধে বুলিলন্ত ৰাম লক্ষ্মণ মহাবীৰ
খাণ্ডা ধৰি কাটা গৈ সুগ্ৰীবৰ শিৰ।
অঙ্গদক ৰাজ্য ভাৰ দিয়া যাও আমি
পাহৰিলা প্ৰতিজ্ঞা সিটো হই তাৰা স্বামী।

ৰামৰ কথা শুনি লক্ষনেও খাণ্ডা ধৰি
তীৰ বেগে চলি যায় কিষ্কিন্ধ্যা নগৰী।
লক্ষ্মণৰ ক্ৰোধত তাৰ শৰীৰ কপিল
তাৰা, লোমা সমে তিনি পাৱত ধৰিল।
ৰামৰ আদেশ ইটো অন্যত্ৰ যে নাই
সবে ৰামৰ চৰণত প্ৰাৰ্থনা কৰই।
ৰামে বোলে লক্ষণ এখন থামি যোৱা
পৰ জন্মে কটা হব স্মৰণ ৰাখি থোৱা।
এই জন্ম যত সুগ্ৰীব হৰি নাম ধৰি
ৰাজাদেশে খাণ্ডাতেই মুৰ গল উফৰি।
মনুৰ জন্মৰ ক্ষণ কিছু নোহে ভাল
বিধবা হইয়া কন্যা পাব আহুকাল।
ভাগ্যৰ লিখন কোনে খণ্ডিবাক পাৰে
এতেকতে সবে শোক এৰিও সত্বৰে।
পাল নাম শেষ কৰি প্ৰসাদ বাতিল
কিবা কাৰ্য্য সাধিবেক মনত গুণিল।
হৰি গৈলা সমস্তে ভাবিল মৌন হই
ক'ত থাকো ক'ত যাও নাপাও উপাই।
বহু দিন ভাৱি-চিন্তি নাপায় উপাই
ৰাজ্য এৰি যোৱা ভিন্ন গত্যন্তৰ নাই।
সবে ৰ'ল কেৱল মাত্ৰ কৃষ্ণ নাম ধৰি
কৰ্ম এৰি কেৱল জপয় মাত্ৰ হৰি।
হৰিৰ আদ্যশ্ৰাদ্ধ কৰে নাম কীৰ্ত্তন কৰি
দুখ এৰি সব ভক্ত বোলা হৰি হৰি।

>>>>■<<<<

## সন্ন্যাসীৰ মন্তব্য আৰু আহোম ৰাজ্য ত্যাগৰ সঙ্কল্প

### পদ

তাৰ পাছে বুলিলা আতই চক্ৰপাণি
পাল নাম শেষ কৰি থাকে মনে গুণি।
নানা কথা ভাবি গুণি আছে ভক্তগণ
আহিল বিদেশৰ পৰা সন্ন্যাসী এজন।
গুৰুৱে আসন দিয়া বহুৱাই-লৈলা
কোন কোন ৰাজ্যে তুমি ভ্ৰমণ কৰিলা।
সন্ন্যাসী বুলিলা আমি তিনি ৰাজ্য ঘুৰি
অসম ফুৰিলো আজি কিছুদিন ধৰি।
পুছিল গুৰুৱে পাছে কৰিয়া মিনতি
কোন ৰাজ্যে কি দেখিলা বুলিও সম্প্ৰতি।
সন্ন্যাসী বুলিলা কথা যিবা দেখো মই
শুনা ভক্ত মহাজন বুলিব বৰ্ণাই।

কোচ ৰাজ্যে বিশ্বসিংহ ৰজা নৰপতি
মৰমতে পালে প্ৰজা পণ্ডিত সংহতি।
এক দিনা ৰজা এক ভাৰিক পাছিলা
দুই কলহ ভৰি তেল আনিবাক দিলা।
ভাৰিজনে তেল লৈয়া আহিলেক লৰি
পিচল পথত বাছ্য হাথিতে নপাৰি।
হাতে এক লাঠি লৈয়া খুপিতে আহিলা
দৈব ক্ৰমে পথে আহি পিচলি পৰিলা।
ভাণ্ড ভাঙি তেল পৰি বাগৰিয়া গৈলা
কান্দি কান্দি ভাৰিজনে ৰজাত বুলিলা।
ৰজা ক্ৰোধে পণ্ডিতক কিবা শাস্তি হৈব
সঙ্কটেই ভাঙিল ভাণ্ড কিনো শাস্তি দিব।
তিনি ঠেঙ ধৰি লাহে লাহেকৈ আহিলা
তথাপিতো বেচেৰাই পিচলি পৰিলা।
ৰজা বোলে তিনি ঠেঙ ইটো কেনে কথা
মানুহৰ তিনি ঠেঙ শুনি লাগে ব্যথা।
হাস্য কৰি পণ্ডিতে বুলিলা মহাৰাজ
লাঠিডাল এক আৰু দুই ঠেঙ নিজ।
এতেক জানিয়া ক্ষমা কৰিও সত্বৰ
ৰজা বোলে টকা লৈয়া যাও নিজ ঘৰ।
পুনৰপি তেল তাক আনিবাক দিলা
তেলৰ যতেক মূল্য সবাকে দিয়াইলা।
কামৰূপত দেখিলোহো চোৰ একজন
চোৰ কৰি লয় সিটো পৰ দ্ৰব্য ধন।
একজন মহাজনৰ বাচনক লই
আহি আছে ভাৰ বান্ধি আতি পাতিকৈ।

ৰজাৰ ৰখীয়া আহি পেলাইলা ধৰি
বিচাৰ কৰিয়া ৰজা অতি শীঘ্ৰ কৰি।
বাচনৰ মালিকক মাতিয়া আনিল
সমস্ত বাচন তাৰ চিনিয়া লইল।
পাচ পাচ কৰি টকা ভৰে দুইজন
চোৰ আৰু একে শাস্তি পাইল মহাজন।
আহোম ৰাজ্যত পশি যি কাণ্ড দেখিলো
ঘুৰিয়া যাইব বুলি ইথানে আহিলো।
ৰজা ঘৰে গৈয়া মই আলহী হইয়া
দুই চাৰি দিনান্তৰে আহিলো ফিৰিয়া।
বাৰী চোৱা একজন বৰ জৰা লই
এনুৱা প্ৰকাণ্ড জৰা আগে দেখা নাই।
দুইজনে সাঙি কৰি জাৰাক আনিলা
লগুৱাই কাটি জৰা ৰজাকো যাচিলা।
পাত্ৰ মন্ত্ৰীগণে তাক বাটিয়া খাৱই
এনেকুৱা মিঠা জাৰা মুখে পমি যাই।
সবে বোলে বাৰী চোৱা ধন্য ধন্য তই
পুৰস্কাৰ পাব লাগে ৰজাৰ কৃপাই।
ৰাজ ভোগ্য জৰা ইটো সভাসদে বোলে
কথা শুনি মহাৰাজ হাঁহে কৌতুহলে।
জৰা গুটি লৈয়া যোৱা প্ৰিয়াৰ কাষলই
টকা বস্ত্ৰ দিলো তোক বুলিলা ৰজাই।
ৰাজ ৰাণী ঢুকাইছিলে কত দিন আগে
মৰমৰ ৰাণীক এই জৰা দিব লাগে।
মৈদামত আছে মোৰ প্ৰিয়া পটেশ্বৰী
তাইক খুৱাইবা জৰা অতি যত্ন কৰি।

ৰাণীৰ লগত গই বসতি কৰিও
ভাল ভাল জৰা ৰুই তেওঁৰ হাতে দিও।
এই বুলি চাউডাঙক আদেশ কৰয়
পৰিশ্ৰমী বাৰীচোৱাক মৈদামে সোমায়।
ৰজাক ভাল জৰা খুৱাই প্ৰতিদান পাইলা
জীৱন্ত সমাধি সেই বাৰীচোৱা লৈলা।
ৰজাৰ আদেশ এনে আসাম ৰাজ্যত
কোনো দিনা কোনো জনে পৰে বিপদত।

শঙ্কৰে ভাবিলা ৰজা বিবেক বিহীন
কিবা কৰ্মে বিপদ মিলয় কোনো দিন।
এতেকতে বেহাৰ ৰাজ্যত যাইবো আমি
নৌকা গঠন কৰিলেক ভকতৰ স্বামী।
পাচখানি বৰ নৌকা গঠন কৰিলা
ভটিয়াই যাবে লাগি উদ্যোগ কৰিলা।
শঙ্কৰৰ লীলা কথা শুনা কৰ্ণ ভৰি
আউল জাউল এৰি সবে বোলা হৰি হৰি।



## শ্ৰীশঙ্কৰদেৱৰ ভকত সমন্বিতে আহোম ৰাজ্য পৰিত্যাগ

### পদ

চক্ৰপাণি বোলে বোপা শুনা ভক্তগণ
গুৰুৰ চেষ্টাত হৈলা নৌকা পঞ্চখন।
দিন বাৰ চাই সব ঠিক কৰি লৈলা
ভকত সবক মাতি বিদায় মাগিলা।
কৌতুহলে গুৰুক পুছিলা ভক্তগণ
বেহাৰ ৰাজ্যক গুৰু যায় কি কাৰণ?
গুৰু বোলে ইটো নোহে ধাৰ্মিকৰ ঠাই
যি ৰাজ্যৰ অধিপতি বিচাৰি নাচাই।
লগনীয়া কথাক সত্য বুলি ধৰি লয়
সচাঁ মিছা একো তাৰ প্ৰমাণ নলয়।

বনৰীয়া পৰাক্ৰমী হাতী একদল
বাধিবাৰ আছে জানো ভকতৰ বল।
গড় ভাঙি গৈলা বাৰু দোষী যিটোজন
তাহাক দিয়োক শাস্তি কৰিয়া বন্ধন।
দোষীৰ দোষৰ বাবে কুটুম্বকো মাৰে
এনুৱা ৰজাৰ ৰাজ্যে থাকা কেনেদৰে।
পুৰস্কাৰ আশায়ে বাৰীচোৱা জৰা দিলা
জীৱন্ত সমাধি দিয়া মৈদামে ৰাখিলা।
এতেকতে যাইবো আমি বেহাৰ ৰাজ্যক
পৰম পণ্ডিত ৰজা অতি বিবেচক।

মহেশৰ ঔৰষে জন্ম বুলিয়া কহয়
কবি গীতিকাৰ বুলি পণ্ডিত সদাশয়।
বিশ্বসিংহ ৰজা ভৈলা বেহাৰ ৰাজ্যত
পূৰ্ব্বাঞ্চল ধৰণী খণ্ড জিনিলা ৰণত।
তাৰা দুই পুত্ৰ মল্ল ৰায় চিলাৰায়
বাহু বলে কৰিলেক কত ৰাজ্য জয়।
নৰ নাৰায়ণ নাম ভুবন বিখ্যাত
পণ্ডিত বাহু বলী ৰজা জগতে প্ৰখ্যাত।
সৰ্ব্ব গুণি পণ্ডিত আৰু মহামল্ল ধাৰী
কিমান শকতি গাত বুজিতে নপাৰি।
শুনি আছো ভাতৃ তাৰ মহা পৰাক্ৰমী
অনায়াসে জিনি লৈলা পূৰ্ব্ব বঙ্গখনি।
পৰম পণ্ডিত জ্ঞানী ভকত সুজন
পণ্ডিত লোকক পূজে দেৱতাৰ সম।
সেই ৰাজ্যে যাবো আমি মাগিছো মেলানি
ইচ্ছা হলে যাইবা কোনো দিনা মনে জানি।
নামঘৰ বান্ধি সবে শাস্ত্ৰক থাপিবা
অক্ষৰ শিকিয়া সবে শাস্ত্ৰক পঢ়িবা।
বন্তি জ্বলাই থাকি যাবা নামঘৰ ভিতৰ
সৰ্ব্বদায় জপিবাহা নাম শ্ৰীকৃষ্ণৰ।
গৌৰ ৰাজ্যৰ ৰজা নাম প্ৰতাপ ৰাই
আমাৰ ভূঞাৰ বংশ তাক জানো মই।
প্ৰতাপ সিংহৰ জীউ ৰাজ পটেশ্বৰী
তোমা সব আগে আমি কৈলো আতিগুৰি।

ভূঞা ৰাজ্য জিনি দেশ চিলাৰায়ে লৈলা
কামৰূপত কোচ ৰাজ্য বিস্তাৰ কৰিলা।
কামৰূপ অভিমুখে নাওঁ আহে ভটিয়াই
দুই দুই জনে এক নাওঁ বাই যাই।
ৰাম ৰাম সৰ্ব্বজয় আৰু বলৰাম
কেতাই খা শতানন্দ ৰায় ৰাম ৰাম।
পৰিয়ালৰ বস্তু যত নাওঁত তুলিলা
একে একে সবলোৱে ভটিয়াই চলিলা।
ৰাম দাস মাধৱসহ পিচত থাকিল,
নৌকা একখনিত দুয়ো সবস্তু* উঠিল!
ৰাম আৰু নাৰায়ণ আতৈ দুইজন
নদী পাৰে বহি আছে আহিবে যতন।
ৰাম দাস বোলে নৌকাত আৰু ঠাই নাই
খোজ কাঢ়ি আহা তোমা সব ভক্ত দুই।
মাধৱ বুলিলা দুই জপা পেলাই দিও
ভকতক এৰি নৌকা কিমতে চলাও।
এই ভাবি দুই জপা পানীত পেলাই
ৰাম আৰু নাৰায়ণক নৌকা তুলি লই।
সবান্ধৱে ভক্তগণ ভটিয়াই আহিলা
ধুৱাহাট থানখনি তাতেই এৰিলা।
তথাপিতো ভক্তগণ নাওঁত নোজোৰে
কল কাটি বান্ধি দিলা নাওঁৰ কাষেৰে।
একেখনি নাৱত চৰি কলগছ বান্ধিলা
সেইবাবে দুগুন বোজা নাওঁত ধৰিলা।

*সবস্তু - বস্তু বাহানিসহ

তাৰ পাছে উঠিল নাৱে ভকত বস্তু যত।
কলগছ কাটি নাঁৱে বান্ধি যি থানত
কলা কটা নামে নদী হইল প্ৰখ্যাত।
খাগৰি জানক এৰি কলীয়া বৰত
ৰাতি হোৱা দেখি ৰল নাওঁ আছে যত।
এনে মতে ভটিয়াই নাওঁত চলিলা
যতে ৰাতি হয় সেই ঠাইতে ৰহিলা।
বালিচৰে নাওঁ বান্ধি অন্ন পাক কৰি
নিতে নিতে আহে ভটিয়াই একো ডৰি।
যতে নাওঁ বান্ধে ততে ভাতক সিজাই
মাধৱে আগতে গুৰুজনক খুৱাই।
শয্যা পাৰি গুৰুক সুৱাই থয় যেবে
মাধৱৰ অন্ন ভোজন কৰৱয় তেবে।
এক দিনা মাধৱদেৱে আগতে লৰিলা
শঙ্কৰদেৱক লাগি বাহা সাজি থৈলা।
কৌতুহল কৰি গুৰু তাত নবহিলা
এক মোচৰ আগুৱাই ভটিয়াই আহিলা।
আগত আহি মাধৱদেৱ বাহাক সাজিলা
গুৰু থাকিবৰ বাবে বিচনা পাতিলা।
চোকা খান্দি চাউল চৰু বহুৱাই দিলা
ভাত হবৰ হ'ল কিন্তু শঙ্কৰ নাহিলা।
তাৰ পাছে গুৰুজন আহিয়া পাইল
মাধৱ বুলিলা বাপ সব যোগাৰ হ'ল।
তথাপিতো গুৰুজন তথাত নৰল
তাকে দেখি মাধৱেও ভটিয়াই আহিল।

আধা ৰন্ধা ভাত চাউল পেলাইয়া দিলা
আই কালিন্দ্ৰীয়ে পাছে বোলে শঙ্কৰক।
প্ৰাণ বান্ধৱক এৱা তুমি কেনে লোক,
আপোনাৰ বাবে বাহা বিচনা কৰিলা
তাহাক উপেক্ষি তুমি ভটিয়াই আহিলা।
প্ৰাণৰ বান্ধৱ মাধৱ মনে পাব দুখ
তাক দুখ দিয়া জানো তুমি পোৱা সুখ।
বন্ধুৰ অপ্ৰিয় কাম কভু নোহে ভাল
বন্ধু দুখ পাইলে পৰে মিলে আহুকাল।
এক মোচৰ ভটিয়াই শঙ্কৰ আহিলা
ক্ষন্তেক পাচতে গুৰু মাধৱ গৈ পাইলা।
মাধৱক দেখি গুৰু আচৰিত হই
ভাতখিনি কিবা কৰি আহিলা বেগাই।
কিবা হেতু আহিল বাপ মোচৰ আগুৱাই
শঙ্কৰ বোলন্ত সিটো ঠাই ভাল নই।
বনৰীয়া হাতীৰ সিটো যাতায়ত পথ
ৰাতি কালে যদি আহে মিলিব বিপদ।
তথাপিতো খাই বই পাৰো আহিবাক
তোমাৰ মনক চাব মই আইলু আক।
ৰন্ধা ভাত এৰি তুমি আমাৰ কাষক
আহিবা বুলিয়া আমি নাভাবিলো তাক।
এনে কথা যদি মই আগতে জানিলু
যিবা হোক তাত আমি ৰজনী বঞ্চিলু।
এনেদৰে দুয়োজনে আলোচনা কৰি
ভাত ৰান্ধি খাই থাকে কৃষ্ণ কথা স্মৰি।

এনে মতে তাত থাকি ৰাত্ৰিক বঞ্চিল
পুৱা বেলা নাওঁ মেলি সিদ্ধৰি ঘাট পাইল।
সিদ্ধৰি ঘাটৰ পৰা কিছু আগুৱাই
পাইলা তেখনে গৈয়া ধিঙ নামে ঠাই।
তাৰ পৰা গুৰুজন মাধৱত বুলিলা
আমাৰ জনম ভেটী ইয়াতে আছিলা।
উত্তৰ সিদ্ধৰি ঘাট দক্ষিণে বৰদোৱা
ইয়াতেই আছিলন্ত যত বাৰভূঞা।
আকাশী গঙ্গাও এই ঠাইতে আছিল
শান্তিধৰ শান্তি কথা স্মৰণ কৰিল।
মাধৱে শুনিয়া বোলে বাপ গুৰুজন
আপোনাৰ জন্মস্থান কৰোহো দৰ্শন।
শান্তিধৰ শান্তি জান আকাশী গঙ্গা চাও
অক্ষয় শিলিখাতলে ক্ষণেক জিৰাও।
শঙ্কৰে বুলিলা বোপা নালাগে যাইবাক
জনমভুমিৰ মায়ায়ে মুহিব আমাক।
লক্ষ্যভ্ৰষ্ট হইবা গন্তব্যক লাগি যাও
মায়ায়ে মুহিব মন ইয়াতে নৰও।
কোচ ৰাজ্য বুলি আমি আহিলো যাইবাক
ইটো থান পাইলে মোহে ধৰিব আমাক।
এত বুলি দুয়োজনে আলোচনা কৰি
নাৱক এৰিলা সবে ইটো ঠাই ছাৰি।
পুনৰপি বোলে গুৰু মাধৱৰ প্ৰতি
ধৰ্ম প্ৰচাৰিবে যাব বেহাৰৰ প্ৰতি।
কামপীঠে কামৰূপত কিছুদিন ৰই
শেহান্তৰত বেহাৰত উপনীত হই।

ধৰ্ম ৰাজ্য পাতিবাৰে চেষ্টা কৰো গই
তাৰ পাছে পাইলা আৰু একখনি ঠাই।
ৰাম দাস পুচিলন্ত ইটো কিনো ঠাই
শস্যশালী বৰ ইটো দৰঙ্গ নাম হই।
বুলিলা শঙ্কৰে বোলে নাই ঐত কাম
পাতল ভাবিলা বোলে নোহে ধৰ্ম ধাম।
কুৰুৱাৰ ঘাট পাই ক্ষন্তেক থামিলা
নথাকিল তাত গুৰু ভটিয়াই আহিলা।
উমানন্দ কামাখ্যা তাতে দেখা পাই
তাতেও নৰৈলা গুৰু আহিলা বেগাই।
শুৱালকুছি ঘাটে আহি নৌকা বান্ধিৰল
আহল-বহল ঠাই অতি সুবিমল।
তাতে এক ৰাতি থাকি অন্নক সিজাই
খাইলেক ভক্তগণে গুৰুক সঙ্গে লই।
মানুহখিনি দেখিলেক কৰ্ম ব্যস্ত মন
তাকে দেখি গুৰুজনে বোলয় বচন।
ধৰ্ম খুটি পৰিবেক ইয়াতে এদিন
ধনে জনে ধৰ্মে কৰ্মে হইব প্ৰবীন।
পুচিলন্ত ভক্তগণ ইটো কিনো ঠাই
গুৰু বোলে আমাৰ ইয়াত পৰিচয় নাই।
এনে সময়তে ৰাতি শিয়ালৰ জাক
হোৱা হোৱা কৰে আৰু কৰে খেক্ খেক্।
সবে বোলে শিয়াল কুচি হাঁহিৰ উঠে ৰোল
পাৰৰ লোকে বোলে ঘাটত কিহৰ গণ্ডগোল।
তাৰ পাছে প্ৰভাততে ই ঠাই এৰিল
ভটিয়াই আহি বন ভাগক পাইল।

দুই চাৰি দিন চাই ভাবিলা মনত
থান পাতি ললে এদিন ডুবিব জলত।
পাছত হইব থান দিলো কথা আমি
এতিয়া নহয় ইটো উপযুক্ত ভুমি।
কুকা জান্নৰ মুখে আহি জানেৰে উজাই
তপাবৰি নামে ঠাই পাইলেক গই।
কাষত আছিল এক বিল যে প্ৰকাণ্ড
মাছ কাছ বহুত কত কুম্ভ অণ্ড।
সাৰুৱা মাটিক দেখি তাতে স্থিতি লৈলা
বাঁহ বন কাটি গৃহ বান্ধিবাক লৈলা।
নামঘৰ বান্ধিলন্ত ভকতৰ হাটী
মাটি ভাঙি কৰিলেক আৰু নানা খেতি।
এইদৰে বৰ্ষ এক তথাত থাকিল
ধান মাহ সৰিয়হ অনেক পাইল।
কুকাজান এৰি আহি যি থানে আছিল
পানীৰ উতপাতে আৰু তাত নাথাকিল।

বিলৰ মাজেৰে নাওঁ আহে ভটিয়াই
খাৰ পিতনিৰ বাবে আহিবে নৰই।
পিতনি ঠেলিয়া নাওঁ যতেক বাবয়
মাজে মাজে সোপা লাগি বাজিৰই যায়।
জোৰে ঠেলি দিলা নাওঁ বঠাক বহাই
কুঢ়িয়া বৰালী দুটি নাৱত পৰই।
জপিয়াই দুটি মাছ নাৱত পৰিলা
প্ৰকাণ্ড প্ৰকাণ্ড মাছ নাৱতে থাকিলা।
মাটিত লাগিলা নাওঁ নাহে আগুৱাই
নামি চাই সবে বোলে ইটো ওখ ঠাই।
গুৰুজনে বোলে বহল সাৰুৱা ভুমিক
হঠাতে পাইলো দেখা আৰু যে অধিক।
সব ভক্তগণে নৌকা হন্তে যে নামিলা
গছকি সাৰুৱা ভুমি সবাই দেখিলা।
মাছ দুটি কাটিয়া সবেও ভগাই
ভুঞ্জিলেক ভক্তগণ ৰঙ তামাচা কই।

গুৰুৰ চৰিত কথা শুনা এক মনে
হৰি হৰি সঘনে ডাকিও সৰ্ব্বজনে।

:—x—:

# আহোম ৰাজ্য পৰিত্যাগ কৰা হেতু ৰজাৰ খেদ

## পদ

উজনি ৰাজ্যক এৰি শঙ্কৰ মাধৱ
ভটিয়াই আহিল সহ ভকত বান্ধৱ।
উজনিৰ কত শিষ্য মাজুলীত আছিল
কতেক আহিলা আৰু কতনা ৰহিল।
মাধৱদেৱ সতে ৰজা সাক্ষাত হইল
তাৰ পাছে আহি গুৰুৰ সমীপ পাইল।
পাল নাম শেষ কৰি ভকতসকল
হৰিৰ শোকত সবে হইলা বিকল।
হৰি হৰি বুলি গুৰু চকুপানী টুকি
নীৰলে বহিয়া কান্দে মাত থোকাথুকি।
মনু আই কান্দে হাৱ ৰাৱ কৰি কৰি
বৈধব্যৰ শেলাঘাত সহিতে নপাৰি।
কান্দি কান্দি গুৰুজন সিদ্ধান্ত লইলা
এক মাহ পৰে গুৰু ভটিয়াই আহিলা।
তাৰ আগে হৰি জোঁৱাইৰ শ্ৰাদ্ধ সমাপণ
নাম কীৰ্ত্তন কৰে মাথো মাতি ভক্তগণ।
যেতিক্ষণে গুৰুজন আহে ভটিয়াই
উজনীৰ ভক্ত যত কান্দিয়া ৰহই।
ৰজাৰ দেশৰ কল্যাণ হেতু ভক্তগণ
অহৰহ হৰি নাম কৰিবা কীৰ্ত্তন।
ৰাজ্যৰ উন্নতি হকে কাম কৰি যোৱা
দেশ সেৱা পৰম ধৰ্ম ব্ৰত কৰি লোৱা।
ৰজা প্ৰজা সবে মিলি হবা এক মন
তেবেসে উন্নত হব এই ৰাজ্যখন।
ভক্তগণে হৰি নাম কৰিয়া উচ্ছাস
ৰাজ্যৰ কল্যাণ হেতু কৰে সদা সেৱ।
সকলো লোকৰ প্ৰতি সন্মান কৰয়
উচ্চ বাচ্য কদাচিতো মুখত নানয়।
ৰাজ ৰজা কৰ্ম্মচাৰী সবাই জানিলা
শঙ্কৰদেৱৰ পৰা এনে সুশিক্ষা পাইলা।
গুৰুক বিচাৰি ৰজা দুতক পাচিলা
ধোৱাহাট আহি দুতে কাকো নপাইলা।
শ্ৰীগুৰু গুচি যোৱা শুনি ৰজা অসন্তোষ
খল মানুহবোৰে মোৰ তুলিলেক ৰোষ।
পণ্ডিত গুণী জ্ঞানী লোক যি ৰাজ্যে থাকয়
সেই ৰাজ্য সকলোতে হয় জয় ময়।
জ্ঞানী গুণী সুপণ্ডিত পৰম ধাৰ্মিক
শঙ্কৰ গুৰুক দুখ দিলো অত্যাধিক।
এই ভুঞাগণে বুদ্ধি অহমক দিলা
বিনা ৰক্ত পাতে অহম কোচক জিনিলা।
পৰম দুৰ্মতি আমি কিছু নজানিলো
কাঁচ বুলি কাঞ্চনক দলিয়াই দিলো।
গুৰু এৰি গৈলা ৰাজ্য মনৰ দুখত
মহন্তৰ দুখত জাতি পৰে বিপদত।

আক চিন্তি অহম ৰাজ অধোমুখ হৈলা
কি কৰিব নকৰিব সিদ্ধান্ত নপাইলা।
*সন্তাপিত ৰজা পাছে নাপাই উপায়*
*মিনতিৰে বুজাই বুঢ়াগোঁহাই মহাশয়।*

*গতস্য শোচনা নাস্তি শুনিও ৰাজন*
*সৎ চিন্তা কৰি কৰা প্ৰজাক পালন।*
*এতেকতে কৰ্ত্তব্যত ৰত কৰা মন*
*হৰি হৰি বোলা সবে হুয়া এক মন।*



## *কাপলাত বসতি স্থাপন, মাধৱদেৱৰ মাতৃ বিয়োগ আৰু চুণপোৰা যাত্ৰা*

### *পদ*

চক্ৰপাণি বুলিলা শুনিও সৰ্ব্বজন
ছয় মাহ থাকিলা ঐত গুৰু দুইজন।
ভক্তবৃন্দ জ্ঞাতি আৰু কুটুম্ব অনেক
ইকৰা নলৰ ঘৰ বান্ধিলা প্ৰত্যেক।
টকা দিয়া গৰু গাই কিনিয়া আনই
হলোৱা আনিয়া হাল বাইতে দিৱই।
আহুৰ খেতি বাও খেতি অনেক কৰিলা
সাৰুৱা মাটিত শস্য তেজাল হইলা।
চাৰি মাহ পৰে আহু ধানক চপাই
খোৱা বোৱা হেতু আৰু অন্ন চিন্তা নাই।
কিন্তু পানী ভাল নোহে নৰিয়া নেৰয়
ভূঞা সবৰ প্ৰতিজনে ৰোগত ভুঞ্জয়।

মাধৱদেৱৰ মাতৃ মনোৰমা আই
টান জ্বৰে পৰি তাতে গইলা ঢুকাই।
মাতৃ মৰিলেক মোৰ কপাল ফুটিলা
খেদ কৰি মাধৱদেৱ কান্দিতে লাগিলা।
কপাল বেয়া কপাল বেয়া সদা উচ্চাৰয়
এই হেতু কাপলা বিল নাম হুয়া ৰয়।
ৰাম দাস মাধৱ দুই মাতৃক আনিলা
কাপলা বিলৰ পাৰে কাষ্ঠক কৰিলা।
ভক্তগণ সবে মিলি হৰি ধ্বনি গাই
মাতৃৰ দাহন ক্ৰিয়া সমাপ্ত কৰই।
জ্ঞাতি বন্ধু মিত্ৰ মাতি নাম গুণ গাই
মাতৃৰ দশ দিনৰ শ্ৰাদ্ধ সমাপ্ত কৰই।

হৰি নাম মাধ্যমত কৰে ক্ৰিয়া যত
ৰাম ৰাম গুৰু আৰু যতেক ভকত।
জ্ঞাতি বন্ধু পাৰাবাসী জলপান ভুঞ্জাই
মাতৃৰ দশ দিনৰ শ্ৰাদ্ধ সমাপ্ত কৰই।
তাৰ পাছে শ্ৰীগুৰু শঙ্কৰে দেখিলা
পষেকৰ মধ্যে কত জন যে মৰিলা।
ঠাই ভাল নোহে ইটো মৃতকৰ নাম
ইহা এৰি যাইবে লাগে অন্য কোনো গ্ৰাম।
কাৰাকুচি নামে আছে অন্য এক ঠাই
তাকে লাগি শঙ্কৰ গুৰু কখনো নযাই।
দিন বাৰ চাই সবে নাওঁত মাল লৈলা
পূৰ্ব্ববৎ নৌকা এৰি ভাটি মুখে গৈলা।
এজনো নৰৈলা তাত কাপলাৰ বাড়ি
গুৰু সঙ্গে ভক্তগণ চলে ৰঙ্গ কৰি।
চিৰি লুইতেৰে নাওঁ ভটিয়াই চলিলা
দুৰণিৰ পৰা এক গাঁও দেখা পাইলা।
চিৰি লুইতৰ দিয়া সুন্দৰ খাগৰি
ইখনি নদীয়ে আছে গাঁওক আৱৰি।
গাঁও দেখি গুৰুজন বোলে হাস্য কৰি
দেখা নদীখনে আছে গাঁওখন বেঢ়ি।
সুন্দৰ গাঁওখনি বেঢ়ি ৰাখিছে এই নদী
যেন গকুলক বেঢ়ি আছয় কালিন্দ্ৰী।
প্ৰকৃতিৰ শোভা তাৰ বৰ্ণনা নাযাই
সব জগতৰ লোকে সুন্দৰী বোলয়।

জল সুন্দৰ, ঠাই সুন্দৰ, সুন্দৰ নৰ নাৰী
এতেকতে গ্ৰামৰ নাম ভৈলন্ত সুন্দৰী।
লোক সবে কয় আৰু শুনো পূৰ্ব্বাপৰ
নৰকে নিছিল নাৰী ষোড়শ হাজাৰ।
সুন্দৰী বিচাৰি সব গ্ৰাম বেৰাইল
এই গ্ৰামে দুইজনী সুন্দৰী পাইল।
সুন্দৰীৰ নাম শুনি পাছে গুৰুজন
ইটো থানে থাকিবাক নকৰিল মন।
তাৰ পৰা আৰু গুৰু ভটিয়াই আহিলা
চিৰলীয়া নামে ঘাট তথাত উঠিলা।
ভাল ঘাট দেখি তাত চপাইলা নাৱ
চৌকীয়া মাজিয়ে তাত পখালন্ত গাৱ।
মাজিক দেখিয়া গুৰু শঙ্কৰ বুলিলা
ছয় মাহ পূৰ্ব্বে এওঁৰ মাতৃ যে চলিলা।
ছমহীয়া শ্ৰাদ্ধখিনি নৌকাৰ উপৰে
ঠাই নপাইলে তাক কৰিতে নপাৰে।
মাজিয়ে বুলিলে বাপ আমি দিব ঠাই
এনুৱা পুৰুষৰ সঙ্গ বিচাৰি নপাই।
মাজিৰ আগ্ৰহ দেখি শঙ্কৰ বুলিলা
এওঁৰ সঙ্গত তুমি তান গৃহে চলা।
নৌকা হন্তে তুলি থৈলা পাৰে মাধৱক
মাজিয়ে লৈ গৈলা তেওঁক আপোন গৃহক।
মাধৱৰ থাকিবাৰে নতুন ঘৰ সাজি
সমস্ত বস্তুৰে যোগান ধৰিলন্ত মাজি।

চাউল চৰু দালি আৰু মাহ মুগ আদি
শ্ৰাদ্ধৰ বাবে যোগাইলা যত দ্ৰব্য আদি।
তাৰ পাছে আৰু কিছু ভাটিয়াই গৈলা
তাত গৈয়া চৰ্প টেশ্বৰ ঘাটক পাইলা।
শিব লিঙ্গ দেখি গুৰু তাতো নৰহিল
সিটো স্থানে ৰলে ধৰ্ম হইব বিকল।
আমি ঐত থাকি শিব পূজা নকৰিব
শিব সমে আমাৰ সদা ক্ৰাজিয়া লাগিব।

তাৰ পৰা আহি গুৰু গয়া জান পাই
গয়া জান চাৰি আহি পিতনি দেখই।
পিটনি দেখিয়া সুধিলেক কিবা নাম
বৰপিত বুলি ইটো জনাজাত গ্ৰাম।
বৰপিত বিলৰ পাৰে আছে এক ঠাই
চুনপোৰা বুলি তাক সব লোকে কই।
জগত গুৰু শঙ্কৰৰ চৰিত্ৰ সুৱৰি
সব লোকে শুনি ডাকি বোলা হৰি হৰি।



**চতুৰ্থ খণ্ড সমাপ্ত —**

# শ্ৰীগুৰু চৰিতামৃত

## ৫ম খণ্ড

### কামৰূপ ৰাজ্যৰ লীলা আৰু
### ৰাজসভাত বিপ্ৰসকলৰ পৰাভৱ পৰ্য্যন্ত

**শ্ৰীমন্ত শঙ্কৰ হৰি ভকতৰ জানা যেন কল্পতৰু**
**তাহান্ত বিনাই নাহি নাহি নাহি আমাৰ পৰমগুৰু**

### চুনপোৰাত শ্ৰীগুৰু শঙ্কৰৰ বসতি আৰু
### নাৰায়ণ দাস ঠাকুৰ আতাৰ লগত মহামিলন

পদ

জয় জয় শঙ্কৰ মাধৱ গুৰু দেৱ
যুগল চৰণে কৰো শত কোটী সেৱ।
নাৰায়ণ, গোপাল, শ্ৰীৰাম পদ্ম আদি
বিষ্ণু, জয়, হৰি আৰু গোবিন্দ, অনাদি।
সবাকো চৰণে পৰি কৰো নমস্কাৰ
আমি পাপী অধম অতিকে দুৰাচাৰ।
নাই শাস্ত্ৰ জ্ঞান মোৰ অধম মুৰুখ
গুৰুৰ চৰণ চিন্তি লভো মহা সুখ।
এই আশা মনে ধৰি ৰচিলোহো পদ
আমাৰ মনত ইটো পৰম সম্পদ।
বাৰাদি এৰিয়া গুৰু আগুৱাই আহিল
দুৰ হন্তে এক বৃক্ষ দেখিবাক পাইল।
অতি উচ্চতৰ বৃক্ষ পথাৰৰ মাঝে
অনেক পক্ষীৰ বাহ ওপৰে বিৰাজে।
নানা বৰণীয়া পক্ষী হাগিছে তথাত
যেন বহু চুন ঢালি দিছে বৃক্ষৰ গাত।

দেখি বৰ ভাল লাগি তথাত উঠিলা
বসতি কৰিবে লাগি ঠাই নিৰীক্ষিলা।
উচ্চ শিমলুৰ গছ পক্ষীৰ বাহ লই
পক্ষীৰ ময়লাত সিটো আছে বগা হই।
তথাত বান্ধিয়া নৌকা আৰু ভক্তগণ
বাহা সাজিবাৰ হেতু কৰিলা যতন।
এক দিনা গুৰু প্ৰভাতে দেখিল
শুক্ল বৰ্ণ হস্তী এক প্ৰণাম কৰিল।
আঠু কাঢ়ি সেৱা কৰে পূব দিশে চাই
তিনিবাৰ প্ৰদক্ষিণ কৰি চলি যাই।
এক দিনা অদ্‌ভূত গুৰুৱে দেখিলা
বামুন ভোকলাই ক্ষুদ্ৰ সৰ্পক গিলিলা।
এক দিনা পথ হন্তে গুৰুৱে দেখয়
নাউবাৰ ওপৰত পদ্ম ফুলিয়া আছয়।
অত এব ইটো বেচ ভাল ঠাই হয়
অতি ভাল ঠাই হব চিহ্নবোৰে কয়।
চাৰিফালে সিচৰিত বগা চুন গুৰি
চৰাইৰ ময়লাৰে ঠাই আছে বগা পৰি।
নামঘৰ বান্ধিবাক যতন কৰিলা
গাত খান্দি থাকোতেই চুন গুৰি পাইলা।
সেহি হেতু ঠায়ে নাম চুনপোৰা পাইল
ভক্ত সমে বাহ সাজি গুৰুৱে ৰহিল।
তথাত আছিল হীৰা আৰু কাৰিকৰ
তাহাৰ পাশক চলি যাৱন্ত শঙ্কৰ।
নামঘৰ বান্ধিবা বুলি তাহাক বুলিলা
কৰ্মপ্ৰিয় জাতি সবে আশ্বাসুক দিলা।

সহায় কৰিলা কত সহজ সৰল জাতি
গুৰুদেৱ তাহাৰ পাশে কৰিলা বসতি।
হাতীঘৰ বান্ধিলন্ত চাৰিফালে বেঢ়ি
সত্ৰক পাতিলা গুৰু অতি যত্ন কৰি।
ছয় মাহ গুৰু তাত বসতি কৰিলা
নাম কীৰ্ত্তন শবদত মুখৰিত ভৈলা।
অনেক লোক আহি নাম কীৰ্ত্তন শুনয়
হৰি নাম গাই পৰম আনন্দ লভয়।
ভবানন্দ নামে সাউদ কলিতা কুলৰ
সুপণ্ডিত মহাজ্ঞানী অতি সুচতুৰ।
শঙ্কৰক বিচাৰিয়া ইথানে আহিলা
পিচ পিনৰ পৰা আহি গুৰুক দেখিলা।
মোহিত হৈলা আতি পুৰুষ উত্তম
ভাৰ ভেটী আগে থৈয়া জনাইল প্ৰণাম।
হঠাতে উচ্চাৰে গুৰু নাৰায়ণ বুলি
দেখিলা পুৰুষ ৰত্ন উৰ্দ্ধে মুখ তুলি।
পৰিচয় লইলা গুৰু তান আতিগুৰি
আতিকে পৰম ভক্ত হ'ল সিদিন ধৰি।
মাধৱৰ সঙ্গে গুৰু সখি পাতি দিলা
নাৰায়ণ দাস নাম তাহাৰ ৰহিলা।
ঠাকুৰ আতা নামে খ্যাত প্ৰসিদ্ধ লোকত
ধৰ্ম ধৰি বহু কাৰ্য্য সাধিলা মৰ্ত্ত্যত।
ধৰ্মৰ লাই খুটা বুলি স্বীকৃতি পাইলা
আতা সব মাজে ঠাকুৰ সবাই বুলিলা।
নাৰায়ণ দাস নাম মনত সুঁৱৰি
গুৰু স্মৰি সব লোকে বোলা হৰি হৰি।



# নাৰায়ণ দাস ঠাকুৰ আতাৰ বিবৰণ

## পদ

চক্ৰপাণি দেৱ বোলে শুনা ভক্তচয়
নাৰায়ণ দাস মহন্তৰ পৰিচয়।
ভক্তগণক সম্বোধিয়া আতই বোলয়
সৰ্ব্বগুণী মহা ভক্ত তাহাৰ পৰিচয়।
ধৰ্ম প্ৰচাৰৰ হেতু যতেক ত্যাগিলা
কোচ ৰাজ হাতে কত নিকাৰ ভুঞ্জিলা।
তাহাৰ চৰিত কত বৰ্ণাইবো আমি
সুবিখ্যাত ব্যৱসায়ী আৰু গৃহ স্বামী।
ধৰ্মক ৰক্ষাৰ হেতু যতেক ত্যাগিলা
কহি কহি অন্ত নাই ইজনৰ লীলা।
পৰম পণ্ডিত, ভক্ত, দাতা, জ্ঞানী জন
মাধৱৰ সখা গুৰুৰ সেৱক সুজন।
যিমত কৰিলা ত্যাগ ইটো মহাজন
অসাধ্য আমাৰ সিটো কৰিবে বৰ্ণন।
যতেক ভুঞ্জিলা আতা ৰজাৰ নিকাৰ
এই যুগে কোনো জনে ভুঞ্জা নাই আৰ।
উত্তৰ গুৱাহাটী কাষে পৰ্ব্বত আবাস
তাৰ কাষে কত লোকে কৰে বসবাস।
আজ্ঞাঠুৰী, মান্দাকাটা দীৰ্ঘেশ্বৰী আদি
হাতীমুৰা, অশ্বক্লান্ত আৰু কুলহাটী।
মান্দাকাটা সমীপত গাঁও মালভুই
আগুৰিয়া আছে এই পৰ্ব্বত দুই।
তাতেই আছিল প্ৰাচীন অসুৰ বংশৰে
পুৰুষ ৰতন এক কাশ্যপ নাম ধৰে।
কাশ্যপৰ পুত্ৰ ভৈল কৰ্ণ নামধাৰী
কৰ্ণৰ তনয় সূৰ্য্য মহা যুদ্ধধাৰী।
সূৰ্য্যৰ তনয় ভৈলা নাম যে শিশিৰ
শিশিৰ নন্দন আহি ভৈলন্ত মিহিৰ।
মিহিৰ আছিল একজন অপুত্ৰক
মিথিলাত জন্মিলেক প্ৰখ্যাত নৰক।
শাস্ত্ৰ জ্ঞান পাই ভৈলা প্ৰসিদ্ধ পণ্ডিত
অধিপতি হ'ল আহি কামৰূপ অখণ্ডিত।
নৰকৰ পুত্ৰ ভগদত্ত নাম ধৰে
সুবাহু নামেতে পুত্ৰ জন্মে তাৰ ঘৰে।
সুবাহুৰ পুত্ৰ ভৈলা নাম যশধৰ
ৰূপধৰ প্ৰখ্যাত তনয় ভৈলন্ত তাহাৰ।
ৰাজ বংশৰ খিয়াতি তেতিয়া নাছিল
খেতি-বাতি কৰি মাত্ৰ জীৱিকা চলিল।
ৰূপধৰ তনয় ভৈলা নামত সাগৰ
মাটি জমি হীন হুয়া অন্নৰ হাঁহাকাৰ।
ধৰম নামেতে পুত্ৰ সাগৰে পাইলা
লুইতৰ দক্ষিণ ফালে কৃষি ভুমি লৈলা।
ভাতৃগণে অন্য ঠাই খেতি মাটি লই
কৃষি কৰ্মে নিয়োজিত অন্য অন্য ঠাই।

চৈধ্য শত সোতৰ শকৰ মাঘ মাহ
ভীম একাদশী লোকে কৰে উপবাস।
ধৰমৰ প্ৰিয় ভাৰ্য্যা হৰি প্ৰিয়া নাম
সেইদিনা পুত্ৰ লভি পুৰে মনস্কাম।
ধনকৰ নামে এক জ্যোতিষী মহান
গণনা কৰিয়া থলে ভবানন্দ নাম।
অতীব সুন্দৰ ৰূপ ভুবন বিদিত
যেয়ে দেখে সেয়ে লয় তুলিয়া কোলাত।
বাল্য কাল কটাইল মালভুই গ্ৰাম
বয়সৰ সতে ৰূপ চৰে অনুপম।
পণ্ডিত ব্ৰাহ্মণৰ টোলে শাস্ত্ৰক পঢ়িলা
অল্প পঢ়ি বিস্তৰ জ্ঞান লভিবে পাৰিলা।
অতীব সুন্দৰ ৰূপ কান্তি মনোহৰ
ৰূপ যেনে বুদ্ধি তেনে সৰ্ব্ব গুণ ধৰ।
সমনীয়া লৰা সমে গৰুক চৰাই
গৰখীয়া মধ্যে নেতা সবেও মানই।
কাজিয়া লাগিলে তাৰা বিচাৰ কৰই
বিচাৰৰ ৰায় সবে সন্তোষে মানই।
এই ৰূপে বাল্য কাল মালভুই গ্ৰামে
বঞ্চিল দ্বাদশ বৰ্ষ বয়স অনুক্ৰমে।
ব্ৰাহ্মণ আছিলি তাত পণ্ডিত সুজন
তাহাক পুছিয়া বালক পাইল বহু জ্ঞান।
তিনি বৰ্ষ গুৰু গৃহে অধ্যয়ণ কৰি
গৃহক আহিলা যেবে নিজ মন পুৰি।
লাহে লাহে অনুক্ৰমে বয়স পাইলা
পঞ্চদশ বৰ্ষে পিতৃ স্বৰ্গে চলি গৈলা।

পিতৃ আদ্যশ্ৰাদ্ধ শেষ কৰিয়া আতই
মাতাৰ সহিতে ৰল ভবানন্দ ৰাই।
অসুখী মাতৃৰ দেখে নিৰানন্দ মন
ছয় মাহ পৰে মাতৃ স্বৰ্গেতে গমন।
অনাথ হইয়া তিনি গৃহত থাকয়
পিতৃ দত্ত টকা অল্প সাধিতে আহয়।
বৰ ভুই নামে গাঁও উত্তৰ পাৰত
তাকেই আহিলা কিছু দিনৰ মুৰত।
টকা আনি ভবানন্দ নিজ গৃহবাসে
চৈতন্য খুড়াৰ সঙ্গে থাকে একেলগে
খুড়া সঙ্গে দুইজনে কৃষিক কৰিলা
খেতি-বাতি কৰি কিছু ধনক পাইলা।
লুইতৰ দক্ষিণ পাৰে ভুই মাটি লই
পাম এক খুলিবাৰে তথাত চলই।
ভাদ মাহ ব্ৰহ্মপুত্ৰ ফেনেফটোকাৰে
উথলি উঠিছে ঢউ কোবাল সোঁতেৰে।
লাহ-বিলাহ পাক আছে লুইত বুকত
ৰক্ষা নাই যদি নাও সোমায় পাকত।
ভাদ মাহ আহু ধান পকিবে লাগিলা
পমুৱাৰ মুখে তাৰা বাতৰি পাইলা।
বয় বস্তু তিৰি চলি আৰু গৰু গাই
বৰ নৌকা এক লৈয়া দিলেক বোজাই।
নাও এৰি দিওতেই বেলি লাহ দিলা
মাজ লুইতৰ বুকে এন্ধাৰ হৈ গৈলা।
কেনি ভকা কেনি ঢউ মনিবে নোৱাৰি
বাই থাকিল মাথো নাও অনুমান কৰি।

বিধিৰ লিখন কোনে এৰাইতে পাৰে
দৈব বিৰম্বনা আহি মিলিলা তাহাৰে।
নাওখনি সোমাই গ'ল লাহেশ্বৰী পাকে
বুৰাই পেলালে নাও গোটেই সোপাকে।
লাহ-বিলাহৰ পাক অতীব ভীষণ
সোমালে তাহাত নাও বিপন্ন জীৱন।
নাও ঠিয় হৈ গৈ জলে ডুব গৈলা
ভবানন্দ ডুব গৈ ভাহিয়া উঠিলা।
চৈতন্য আছিল গুৰে ভবা ছিল আগ
কাষ্ঠি বঠাখনি দুয়ো পাইলন্ত লাগ।
বঠাত ধৰিয়া দুইজন ভাহি যাই
ওৰে ৰাতি কাকো কতো লাগাল নাপাই।
বঠাৰ আশ্ৰয়ে দুয়ো ভাহি গৈ থাকিলা
মাটিৰ কলহ গোটা একজনে টুকি পাইলা।
তাতে ধৰি ভবানন্দ পানী সাতুৰিলা
দুইজনে ওৰে ৰাতি উটি গৈ থাকিলা।
ওৰে ৰাতি দুইজন উটি ভাহি যাই
জাৰে ভয়ে দুইজনৰ গাত তত নাই।
বয় বস্ত্ৰ তিৰি ছলি চৈতন্যৰ আছিল
গৰু গাই সহ সব লুইতে গিলিল।
প্ৰভুৰ নাম স্মৰি দুইজনে উটি গৈলা
হাঙৰ কুম্ভীৰ একো লাগল নাপাইলা।

পাকে চক্ৰে পালে গৈয়া জিনাৰি নইখনি
পানী কম সোত নাই নদীৰ ঘুলনি।
গাৰ কাপোৰ মানে যতেক আছিল
সব উটি গৈয়া দুয়ো বিবস্ত্ৰ হইল।
লাজতে নোৱাৰে উঠিবাক যে পাৰত
ঠিয় হুয়া ৰল দুয়ো জলৰ মাজত।
ভগবানৰ কৃপাতে বাচিল দুইজন
পুত্ৰ পৰিবাৰ বস্ত্ৰ হেৰাইল গোধন*।
কি কৰিব নকৰিব নাপান্ত উপাই
হৰি বিনে আমাৰ আন গতি আৰু নাই।
ৰাত্ৰি শেষ হৈলা এবে প্ৰভাত হইল
চতুৰ্দিকে গছ বন দেখিতে পাইল।
জিনাৰি নদীৰ ঘাট তথাত দেখিলা
নৈ পাৰে ৰাস্তা আছে জানিতে পাৰিলা।
দুই এক হালোৱাই হাল লৈয়া যাই
নদীৰ পানীৰ ফালে কেৰে নচাৱই।
কুকুৰাই দিলে ডাক ফেঁচাই কুৰুলি
মাছৰোকা গণে খায় আহাৰ বুটলি।
ইফালে সিফালে দুয়ো চায় মৌন হই
মুখে ৰাম বোলে কিন্তু ফুটিয়া নোলই।
বিপদ সময়ে ভাই এৰি আন কাম
নিৰন্তৰে সবে ডাকি বোলা ৰাম ৰাম।

*গোধন - গৰু গাই আদি*



# *আশ্ৰয় লাভ আৰু নামা নগৰ যাত্ৰা*

## *পদ*

বিপদৰ সময়ত হৰিহে সহাই
হৰি বিনে, বিপদত ৰক্ষা কৰ্ত্তা নাই।
চতন* ভবানন্দ দুয়ো উলঙ্গত হই
নাভিৰ সমান জলে আছে ঠিয় হই।
হৰিজী নামেতে এক নবীন বোৱাৰী
স্নান কৰিবাৰ হেতু ঘাটে গৈলা লৰি।
ৰজনী প্ৰভাত তবে মানুহ অহা নাই
সাক্ষাততে উলঙ্গ দুইজন দেখা পাই।
ভয়ে লৰ মাৰো বুলি উলটি আহিলা
দেখিয়া চতন বাপু মাতিবে লাগিলা।
মাত দিয়া তুমি কোন হেৰা মোৰ আই
জলে উটি অহা লোক গাৱে বস্ত্ৰ নাই।
নহও দেৱতা আমি ভুত প্ৰেত আদি
অথবা জলৰ ৰজা ঘোৰাপাক আদি।
গৃহক লাগিয়া তুমি পানী লই যোৱা
আমাৰ অৱস্থা বুজাই গৃহস্থকে কোৱা।
দুখনি কাপোৰ দিয়া দুয়োকে লাগিয়া
নহ'লে নোৱাৰো যাব পাৰত উটিয়া।
মাতৃ বুলি সম্বোধন কৰিছো তোমাক
এইখিনি উপকাৰ কৰাহি আমাক।

**সৰলা বালিকা নাৰী হৰিজী আই সতী**
**অৱস্থা শুনিয়া দয়া লাগিল দুইৰো প্ৰতি।**
**চাদৰ চিৰিয়া মধ্যে দুডোখৰ কৰি**
**পিন্ধিবে দিলেক দুইকো আতি পতি কৰি।**
**হৰিজীৰ সঙ্গে গৈয়া গৃহক পাইলা**
**জুই ধৰি দুইজনে গাৱক সেকিলা।**
**পুত্ৰ ভাৰ্য্যা ধন গৰু সবাকে হেৰাই**
**কান্দিতে বাউল হৈলা চতন দুনাই।**
**দই, চিৰা আৰু কল বাটিক ভৰাই**
**খাই বই ভৈলা তুষ্ট গাৱক টঙাই।**
**তাৰ পাছে কান্দি কান্দি বহিয়া পৰিল**
**দুই দিন দুই ৰাতি তথাত থাকিল।**
**পাহাৰৰ কাষে আছে বেগা ধোৱা গাঁও**
**চৈতন্যই কৰে বেহা আনি নিজ নাও।**
**এই হেতু তথাত চিনাকি বহুজন**
**খবৰ শুনিয়া কাষে আহে বহুজন।**
**হায় হায় কৰি সবে কাষৰ হৱই**
**চাউল কড়ি দিয়া কেও কৰই সহাই।**
**বগা ঠাকুৰীয়া নামে বান্ধৱ আছিল**
**কুৰি টকা ধাৰ লই সুতক দিছিল।**

**চতন - চৈতন্যৰ ঘৰত মতা নাম*

সেই হেতু বন্ধুবৰ ঠাকুৰীয়া আতি
পূৰ্ব্ব কৰ্ম সুঁৱৰি ঠাই দিলেক সম্প্ৰতি।
তিনি দিন তাত থাকি পলাই ভাগৰ
কিনিলা বাচন আৰু চাৰিখন কাপোৰ।
খুৱাই বুৱাই নৌকা লৈয়া পলাই ভাগৰ
লুইতৰ উত্তৰ পাৰে থৈলা নৱবৰ।
চাউল চৰু কাপোৰ দিয়া বিদায় কৰিলা
বগা ঠাকুৰীয়া ধাৰ ইদৰে সুজিলা।
নামানগৰ গাঁওখনি পূৰ্ব্বৰ বিদিত
ব্ৰহ্মপুত্ৰ তীৰে আছে ফুলৰা কাষত।
চতনৰ বায়েক কাজলি নাম ধৰে
তাহাৰ বসতি ছিল এই নামানগৰে।
বায়েকে দেখিয়া দুইকো বৰ দুখ পাইলা
মৃত সকলৰ বাবে শোকতে কান্দিলা।
আদৰ সাদৰ কৰি দুইকো খুৱাই পিন্ধাই
ঘৰ এটি দিলা বান্ধি অতি যতনাই।
তিনি মাহ মান তৈতে বসতি কৰিলা
লাহে লাহে কাজলিৰ বিৰাগ জন্মিলা।

অন্য মানুহৰ কাষে কুৎসা কথা কয়
খেদিব পাৰিলে ভাল মন্তব্য বোলয়।
পুহিবে নপাৰে মতা লোক দুইজন
আগে নিৰ্বিচাৰি কাষে আহিছে এখন।
মনৰ কথা বুজিলেক আৰা দুইজনে
বিদায় মাগিল দুয়ো মলিন বদনে।
বয় বস্তুখিনি লৈয়া গৃহৰাজ ভৈলা
নামা নগৰতে এক ঘৰ সাজি লৈলা।
তথাত থাকিলা দুয়ো হুয়া এক মন
বেপাৰ বাণিজ্য হেতু কৰিলা যতন।
পশ্চিমৰ নাওঁৰ পৰা লোণ কাপোৰ লই
উত্তৰ ফালৰ পৰা পান তামোল আনই।
টেঙ্গ্ৰা, পান, তামোল, কল, আদাক সলাই
ধান, মাহ, সৰিয়হ নৌকাত লৈয়া যাই।
লাহে লাহে দুইজনৰ আয় বাঢ়ি গৈলা
শ্ৰীবৃদ্ধি হোৱা বাবে কাষৰ চাপিলা।
ঠাকুৰ চৰিত কথা অতি মনোৰম
হৰি হৰি বুলি হোৱা ভকত পৰম।

*****************

## নামানগৰত বেহা বেপাৰ আৰম্ভ আৰু চৈতন্য সাউদৰ বিবাহ

### পদ

তাৰ পাছে বোলে কথা আতৈ চক্ৰপাণি
পৰম আনন্দিত হয় ভক্তগণে শুনি।

চক্ৰপাণি বোলে শুনা প্ৰিয় ভক্তগণ
বিপদত বন্ধু নাই জানে সৰ্ব্বজন।

সম্পদ কালত বন্ধু বহু লগ লয়
অগণন কুটুম্ব বন্ধু আগচি ধৰয়।
কাজলিৰ চৰিত চোৱা কেনে অদ্‌ভূত
ভাতৃ ভাতিজাক খেদি দিলে বাহিৰত।
চতন ভবানন্দ দুয়ো এক সঙ্গে থাকি
উপায়, ভাবিলা দুয়ো জীৱিকাক লাগি।
কাষত আছিল এক বজাৰ বিশেষ
বজাৰত কিবা বস্তু বিক্রি অলেখলেখ।
জনৈক পোহাৰী বস্তু বিকিয়া আছিলা
আধা বিকা বস্তু এৰি গৃহে চলি গৈলা।
কাযে ভবানন্দ ছিল ইফাল সিফাল কৰি
বিকিবাক দিলা বস্তু সিটোজনী বুঢ়ী।
পোহাৰীৰ অসাক্ষাতে বস্তুক বিকাই
ধন হাতে লৈয়া আছে পোহাৰীক চাই।
যতখিনি বস্তু মূল্য পোহাৰী ভাবিল
ততোধিক পইচা ভবা বুঢ়ীক দিয়া দিল।
বিষ্ময় হইয়া সেই অচিন পোহাৰী
পুৰস্কাৰ দিলা নিজে ৰূপ এক কুৰি।
টকা পাই ভবানন্দ মন দৃঢ় লই
স্বাধীন ব্যৱসায় হেতু আগবাঢ়ি যাই।
বজালীৰ ফালে গৈয়া কিনে তামোল পান
মাহ, মুগ, খেচাৰী আৰু আহু শালি ধান।
নৌকা বেহা কৰিলন্ত খাটি মনে প্ৰাণে
বিভিন্ন খেতিৰ মাল জমা কৰে ধনে।
এনেদৰে বেহা কৰি ঘটি কিছু ধন
সুন্দৰ কৰি তুলি লৈলা নিজ্ৰ ঘৰখন।

এক দিনা পান আনিবাক লাগি যাই
বজালীৰ বামাখাতা গাঁওখনি পাই।
চন্দ্ৰ কলিতাৰ বাৰীত পান কিনি ললে
গৃহস্থৰ অনুমতিত আপুনি পাৰিলে।
বাৰীখনি বিশৃঙ্খল পান খহি আছে
পান চিঙি উঠি তেওঁ ভাবি চালে পাছে।
বাৰীৰ পাণৰ গুৰিৰ বন উভলিয়া
লতিয়া আছিল যত বান্ধি কুন্ধি দিয়া।
বস্তিখন পৰিপাটি আৰু চাফা কৰি
পান লই বিয়লিতে আহিলেক ঘুৰি।
গৃহস্থজনৰ বাৰীৰ সেই সময়ত
অন্য ঠাই যোৱা হেতু নাছিল ঘৰত।
ভবানন্দ পান লই যেবে গুচি আইলা
তাৰ পৰে চন্দ্ৰ কান্ত ঘৰ আহি পাইলা।
পিচদিনা বাৰী সোমাই কৰে নীৰিক্ষণ
চাৰিফালে পৰিপাটি অতি সুচিকন।
সুধিলা ঘৈণীত কোনে কৰি এনে কাম
বুলিলা বুঢ়ীয়ে বণিক ভবানন্দ নাম।
পান পাৰি বান্ধি লই ৰূপ কুৰি দিলা
বাৰীৰ যতেক কাম খাটিয়া কৰিলা।
বামাখাতা গাঁওখনি দেখিতে সুন্দৰ
পান তামোলৰ বাৰী আছে বহুতৰ।
সবে আহি দেখে ভবানন্দৰ কৰ্মপন্থ
আমাৰো বেচিবো পাণ কৰোক নিবন্ধ।
যিমান লাগিব পাণ বাকী কৰি নিয়া
পাণ বেচি আহি আমাক ধনখিনি দিয়া।

এইদৰে বজালীত আছে যত পান
মুখৰ কথাতে কিনে বাৰী সাতখন।
বেপাৰী আনিয়া যত পান বিকাইল
বছৰৰ শেষে পাচ শত টকা পাইল।
সেই সময়তে বহু সমনীয়া গণ
লগ লাগি কড়ি খেলা পাতে সৰ্ব্বক্ষণ।
কড়ি জুৱা মাৰি কিছু পইচাক ঘটিলা
বাণিজ্যত টকা ঘটি ধনী নাম পাইলা।
কিন্তু জন্মৰ পৰাই যাৰ পবিত্ৰ অন্তৰ
বুজিলা কৰম ইটো অতি গুৰুতৰ।
খুড়াক বুলিলা কথা ভাঙি পাতি সব
কালি খুড়া গালি পাৰি আমাক আনিব।
তাৰ পাছে এই কৰ্মে আমি নযাইব
সঙ্গীগণ আহি পৰে উভটিয়া যাইব।
খুড়া আৰ ভতিজা দুই লাহে লাহে কৰি
উৰ্পাজন কৰিলেক বহু টকা কড়ি।
সাউদ নাম পালে গই লোকৰ মাজত
উচ্চ স্থান পালে আহি জন সমাজত।
টকা কড়ি ধান ধন সহাই কত পায়
দিনে দিনে তাহাতৰ আয় বাঢ়ি যায়।
বস্তি মাটি কিনি ললে তাৰা নিজাকৈ
বান্ধি ললে ঘৰ এটি অতি নিমজাকৈ।
অতি ভাল ঘৰ হল গাঁওৰ মাজত
সাউদৰ ঘৰ বুলি সবে জনাজাত।
উদ্যমীৰ মৰণ নাই জানা নিষ্ঠ কৰি
উটি অহা নাওঠাৰ কেনে ঘৰবাৰী।

উদ্যমৰ দৰে বন্ধু নাই জগতত
উদ্যমেই জাতিক তোলে মানৱ শীৰ্ষত।
এলাহৰ দৰে শত্ৰু মানুহৰ নাই
এই দোষে মানুহৰ সৰ্ব্বস্ব হেৰাই।
এই উপদেশ দিয়ে সাউদ দুইজন
হাতে কামে দেখাই ধন আৰ্জে অগণন।
নামা গাঁওবাসী এক গোবিন্দ নামধাৰী
কৃষি কৰ্মে পটু তেওঁ ভাল ঘৰবাৰী।
ৰোহিণী নামেতে কন্যা অতি গুণৱতী
বোৱা ৰোৱা সব কৰ্মে পাৰ্গতালী আতি।
উপযুক্ত দেখি চতনক বিয়া দিল
বিবাহ কৰিয়া কন্যা গৃহক আনিল।
কন্যা আগমনে গৃহস্থীৰ শ্ৰীবাঢ়য়
সৰ্ব্ব মঙ্গলময় ভৈল সব লোকে কয়।
বিবাহ পৰে গৃহী সংখ্যা তিনি জন হয়
গৃহ কৰ্মে তিনিজনে মন ঢলি দিয়ে।
নতুন গৃহস্থী মনে নবীন উৎসাহ
নামানগৰত কৰে পঞ্চ বৰ্ষ বাস।
চক্ৰপাণি বোলে শুনা ভক্ত মহাজন
পৰিশ্ৰমে ভবানন্দ আৰ্জে বহু ধন।
ডিঙা নামে নগৰত দোকান পাতিল
বাণিজ্যৰ কেন্দ্ৰ সিটো বণিকসকল।
বেহা কৰে উজান ভাটি চাৰিফাল ঘুৰি
বহুতো পাইলা ধন আৰু টকা কড়ি।
বাণিজ্যৰ কুঠি যেবে পাতিলা তথাত
চাকৰ বাকৰ বান্দী থাকে অসংখ্যাত।

বাণিজ্যত ভবানন্দ বহু ধন পায়
সাউদ ভবানন্দ বুলি সবাই জানয়।
ক্ৰয় আৰ বিক্ৰয় দ্ৰব্য মজুত কৰই
ধন ধান থকা হেতু সন্মান বাঢ়ই।
যশস্যা শলাগ লাভ সকলো আহই
সাউদ পৰিয়ালৰ সৰ্ব্বক্ষেত্ৰে জয় জয়।
এখন তাহাৰ সন্মান ধনৰ আকাল
নাথাকিলা সৰ্ব্বক্ষেত্ৰে সকলোতে ভাল।
পাছে এক অসুবিধা আহিয়া পৰিল
তাৰ বাবে মনোকষ্ট অনেক পাইল।
পশ্চিম দিশ হন্তে আহে এক গৌৰাঙ্গ ?
ধৰ্ম লৈলা সেই ঠাইৰ যত লোকগণ।
খুৰীয়েক ৰোহিণী আৰু খুড়ায়েক চতন
অন্য ধৰ্ম ধাৰণৰ কিছু নাই মন।
সব পাৰাবাসীগণ চৈতন্য হইল
ইটো পৰিয়ালক লোকে বাধ্য কৰাইল।
উৎপীড়ন কৰয় লোকে বস্তু চুৰ কৰে
খেতি-বাতি গৰু লগাই খুৱাই সাঙ কৰে।
ৰাইজৰ উৎপীড়ন সহিবে নোৱাৰি
লাহে লাহে তিনিজনে গৈলা জয় পৰি।
মনত ভাবিলা ধৰ্ম লইব চৈতন্যৰ
যেহেতু সাধাৰণ ধৰ্ম লোক সমাজৰ।
যেই ঠাই যোৱা মানুহ তথাতে মিলিবা
একাকী থাকিতে গলে বৰ দুখ পাবা।
এনুৱা মহত্ব বাণী মহন্তই কয়
এতেকতে আপত্তিৰ কাৰণ নথাকয়।

ধৰ্ম কাৰ্য্যৰ বস্তু যত যোগাৰ কৰিলা
বন্ধু-বান্ধৱৰ সঙ্গে আলচ কৰিলা।
এনে সময়ত এক পুৰুষ মহান
অতি সুশোভিত লোক সমাজ ৰঞ্জন।
ঘৰে আহি উপনীত হইয়া পুৰুষ
বোলে লোকৰ কথাত নধৰিবা দোষ।
ধৈৰ্য্য ধৰি কিছুদিন অপেক্ষিও তুমি
উত্তম গুৰুৰ সঙ্গ মিলিব আপুনি।
ভবানন্দ বোলে প্ৰভু অজ্ঞাত শিৰোমণি
গৃহৰ পৰা বহিৰত থাকো দিন গণি।
ঘৰত অনিষ্ট কৰে পাৰাবাসীগণ
কিহেতু ধৰ্মৰ সঙ্গ নলও এখন।
*মহামাণিক লাভ হয় গভীৰ সাগৰে*
*শামুক বুটলি কিয় জীৱন নষ্ট কৰে।*
এই বুলি পুনৰপি পুৰুষ বুলিলা
আগে নিজ কৰ্ম শেষ কৰিতে বুলিলা।
জগতৰ গুৰু হৰি শ্ৰীমন্ত শঙ্কৰ
উজনি ৰাজ্যত আহি হুয়া অৱতাৰ।
কলিৰ যতেক লোক কৰিব উদ্ধাৰ
অঙ্ক কৰি লোৱা বাপ কও বাৰে বাৰ।
উত্তম পুৰুষ তুমি চিন্তাও উত্তম
গুৰুজনৰ দক্ষিণ হস্ত হইবা পৰম।
*ভাবি গুণি কাম কৰে সদা জ্ঞানীজন*
*আগে কৰি পিচে ভাৱে অবিবেকীজন।*
তাহাৰ ফলাফল চিন্তি অনুতাপ কৰে
হেন জানি সিদ্ধান্তক এৰিও সত্বৰে।

এইবুলি অন্তৰ্দ্ধান পুৰুষ সুদৰ্শন
ভবা চৈতন্যই কথা কৰয় চিন্তন।
ভবানন্দৰ তেতিয়া যে কুমলীয়া মন
অচিনাকি গুৰুৰ কথা কৰি পতিয়ন।
এই চিন্তা এৰি বাণিজ্যক গুচি যাই
শুৱালকুছি কলাকাটা উপনীত হই।
বিকিলা অনেক বস্তু সাউদ দুইজন
পৰেতে পাইল গই ভৰাৰীডুবি গ্ৰাম।
ভৰাৰীডুবি লোকে বৰ প্ৰীতি পাইলা
আপোনজন বুলি সবে অশ্বাস কৰিলা।
ডেকা সদাগৰ নামে প্ৰখ্যাত ভৈলন্ত
বখানীয়া সব কথা ৰাজে বুলিলন্ত।
ডেকা সাউদৰ যশ বখানে সকলে
বেহা-বেপাৰৰ সুচল সেইখানে মিলে।
ঠাকুৰ আতাৰ কথা অতি মনোহৰ
নিৰন্তৰে হৰি হৰি বোলা সব নৰ।



## *উজনী ৰাজ্যত ভবানন্দ সাউদৰ বিবাহ*

### *পদ*

চক্ৰপাণি বোলে পাছে বিনয় বচনে
একমনে শুনি যায় সব ভক্তগণে।
ভাগুৰীডুবিৰ নাম লোকত প্ৰখ্যাত
সেই নামে ভড়ালী অঞ্চল জনাজাত।
খেতি-বাতি সিটো থানে আছে বহুতৰ
মুগা পাট পলুৰে ধন ঘটয় বিস্তৰ।
দীঘলা নামেতে লোক মানুহ সুজন
মৰমেতে বোপা বুলি মাতে সৰ্ব্বক্ষণ।
বাৰাবাসী নামে তাৰ কন্যা একজনী
সৰ্ব্ব গুণে আলঙ্কৃতা ৰূপে বিমোহিনী।
ৰোৱা তোলা বোৱা কটা সকলো কামত
পথাৰৰ কৃষি কৰ্ম সবাতে পাৰ্গত।
ধান কটা ধান ৰোৱা আন কৰ্ম যত
এনে কৰ্মযোগী আপি✦ নাই সি ৰাজ্যত।
এই কন্যা ৰত্ন এবে পাব যিটোজন
জানিবা পুৰুষ সিটো অতি ভাগ্যবান।
বহু ডেকা লৰা আৰু যুবা পিতা আই
কন্যাক পাইবে লাগি সমীপ চাপই।
মাছ, শাক, দধি, দুগ্ধ ভাৰ ভেটী লই
আৰু কত মিষ্ট দ্ৰব্য তাহাক দিবই।

✦ *আপি - ছোৱালী*

এই কন্যা দিবে কাকো নকৰিলা মন
ভবানন্দ দেখিলেক ইটো কন্যা ধন।
ইচ্ছা যদি কৰে সিটো কন্যাৰ লব পাণি
সাউদে কৰয় ইচ্ছা কৰিব সঙ্গিণী।
পৰম সুশীলা গাৱ আৰু ৰূপৱতী
দ্বাদশ গুণৰ অধিকাৰী আই বান্ধৱতী।
কৰ্মত আছিল এক দিন ৰত হুই
দ্ৰব্য হাতে ভবানন্দ আহিল তথাই।
চাৰি চকু মিল হৈলা লাজত তন্ময়
জোৰণ পিন্ধালা ভবানন্দ মহাশয়।
গৃহে আহি বুলিলেক যত বিবৰণ
উজনিৰ পৰা আমি আনো কন্যা ধন।
দীঘলা নামেতে লোক অতি শুভ মতি
গৃহৰ কৰ্মত জানা অতি পৰিপাটি।
তাহাৰ তনয়া ইটো নাম বান্ধৱতী
আমাৰ পছন্দ হয় পালে অনুমতি।
কাষৰ বৌ এক ছিল আতিকে ৰচকী
বহু ঠাট্টা কৰিলেক হাঁহিয়া মিচিকি।

কামৰূপ ৰাজ্যত বাপু তোৰ কন্যা নাই?
উজনীত পালি গই ভাল আপি তই।
বিহু মাৰে, ধান কাটে, মুগা পাট বয়
কামৰূপৰ লৰা পালে এৰিয়া নেদয়।
ছলে ভুলে তাক নিয়া আপোন কৰই
মাত কথা ব্যৱহাৰ অতি মিষ্ট হই।
নিজৰ স্বামীক ৰাখে অতি যত্ন কৰি
আপ ডাল কৰে সদা তাৰ মন পুৰি।
সেয়ে বাপু ভুলাইলে উজনীৰ আপি
কামৰূপে কোনো আপি নচালা অদ্যাপি।
উজনীৰ আপিয়ে পুৰুষ ভেৰা বনাই থয়
বিয়াৰ পাচতে স্বামীৰ মাথাত উঠয়।
আনা গৈ বাপু তুমি পত্নী কৰি লোৱা
দুই এদিন বিহু নাচ আমাকো দেখুৱা।
উষাৰ ৰাজ্যৰ কন্যা তুমি আনা ঘৰে
ৰূপে পোহৰাব চাকি নালাগিব ঘৰে।
জ্ঞাতি বন্ধু খুড়ায়েক সবাকে তুলি লই
উজনীক লাগি কন্যা আনিবাক যাই।



## ছবি

মনৰ হৰিষে পাছে সবে ৰঙ্গে চলি আছে
উজনীত বিবাহক লাগি
নৌকাত চৰিয়া যাই আনন্দৰ সীমা নাই
সমস্ত লোকৰে মৃদু হাসি।

কত সাধু কথা কই  ঢোল মাদল বজাই
কোনো জনে নাচে হাস্য কৰি
কেৱে বোলে ই ৰাজ্যত  কন্যা নাপাই চলিলন্ত
কামৰূপী কন্যা ত্যাগ কৰি।
দেহৰ গঠন চয়  তিনি ৰাজ্যে বখানয়
কামৰূপী আপি ধন্য নাৰী
কামৰূপী ভানুমতি  নৰকাসুৰৰ নাতি
কুৰুৰাজে নিলা বিয়া কৰি।
ভানুমতিৰ ৰূপ চাই  আহিলা আৰ দুনাই
পঞ্চপাণ্ডবাদী পাচ ভাই
হিৰিম্বাক বিবাহ কৰি  চিত্ৰাঙ্গদা আদি কৰি
উলুপীকো নিলন্ত চপাই।
কাশ্মীৰ ৰাজ্যৰ নাৰী  যেন ৰম্ভা অপেশ্বৰী
দেৱতাৰ উৰ্ব্বশী সমান
অমৃত প্ৰভা কামৰূপী  কাশ্মীৰত পটেশ্বৰী
আপি নাই কামৰূপী সমান।
আমাক উচ্ছেদ কৰি  সাউদ বাপু গৈলা লৰি
উজনীৰ কন্যাক বিচাৰি
উজনীৰ আপি গিলা  কাচোনত যে পখিলা
বাপুৰ নিলেক মন হৰি।
জাউত জাউত গীত গায়  মাজিগণে বঠা বায়
দাৰিগণে ঘনে দাৰ মাৰে
গুৰত কাছি* বঠা ধৰি  গুৰিয়ালে বোলে হৰি
সব যাত্ৰী উচ্ছাসতে লৰে।

*কাছি - নাওৰ গুৰৰ ডাঙৰ বঠা, দাৰ, নাওত থকা সৰু বঠা, দাৰি, দাৰ মৰা মানুহ।

বহাগী লুইতৰ ধাৰ পানী ফেন ফটোকাৰ
লুইতৰ দুই কুল বাগৰা
পেটে কৰি জাজি লই দুই কুল উপচি যাই
ডকা* ফুটে নাও কাষে পৰা।
তাৰাবাৰী ঘাট পাই লঙ্গৰ পেলাই দেই
পানী তলে সিটো বহি যাই
ৰজনী বঞ্চিল তাত বালিচৰে খাই ভাত
আনন্দতে পাৰাপাৰ নাই।
ৰাত্রি কাল শেষ ভৈলা তপন ভুমকি দিলা
সবে সাজু কৰ্ম কৰিবাৰে
গুৰিয়ালে বঠা ধৰে আগুৱালে চাব মাৰে
দুই দাৰি ঘনে দাৰ মাৰে।
সাত দিন এনে ভাৱে উজাই গইলা সবে
ভাগুৰিডুবিৰ পাইল ঘাট
নাও বুকে দৰা সাজি নানা ৰঙ্গে বস্ত্ৰ ৰঞ্জি
আগবাঢ়ে লোক অসংখ্যাত।
দধি দুগ্ধ ক্ষীৰ লাৰু পকা মিঠৈ দিলা আৰু
কোমল চাউল আনি দিলা
আনন্দতে যাত্ৰীগণ ৰঙ্গতেই মজি মন
দ্ৰব্য যত সবাই ভুঞ্জিলা।
পষেক দিনৰ মুৰে সাউদ আহিল ঘৰে
আনন্দতে গাৱলীয়া গণ
দৰা আৰু কইনা চাই অতিকে সন্তোষ পাই
উচৰ্গিলা টকা বস্ত্ৰ ধন।

*ডকা - পানীৰ ওভোৰণি

ইদৰে কন্যাক আনি ভবানন্দ মহামানী
বৰ সাউদ নামক লভিলা
ঘৰ দুৱাৰ মাটি বাৰী মানুহ খটাইল ধৰি
হাউলী বান্ধি প্ৰতিষ্ঠা হইল।

নব পৰিণীতা কন্যা পতি পাই হল ধন্যা
সোণ ৰূপ অলঙ্কাৰ গাত
সোণত সুৱাগা চৰা এই জোৰ কন্যা দৰা
বখাননি সবাৰে মুখত।

ভবানন্দ সাউদৰ বিবাহ দেখিল নৰ
ভাৰ্য্যা পাইলা আতিকে সুন্দৰী
ৰূপৱতী গুণৱতী সাধ্বী সতী বাৰুৱতী
কৰ্মপটু যেন বিদ্যাধাৰী।

হাঁহিত মুকুতা পৰে কান্দোনত মাণিক সৰে
গজেন্দ্ৰ গমণে চলি যায়
নাক যেন তিল ফুল অধৰ অতি ৰঙ্গ তুল
উন্নত বুকুৰ স্তনদ্বয়।

গৃহলক্ষ্মী গৃহে আহি ধনৰ বাঢ়িল ৰাহি
নৌকা গাড়ী অনেক হইল
তিনি ৰাজ্যে বেহা কৰি ধন সোণ পেৰা ভৰি
বহু লোকৰ ভাত যোগাইল।

সোণ ৰূপ অলঙ্কাৰ বয় বস্ত্ৰ নাহি পাৰ
সাউদৰ ঘৰ ভৰি আছে
এতেকতে ভাগ্যৱতী পৰমা সুন্দৰী আতি
চৰণ সেৱয় দিব্য কাচে।

ভবানন্দ এই মতে　　　গৃহ সুখ আনন্দতে
পত্নী পাই পৰম সুন্দৰী
দাস দাসী আৰু কত　　　কৰ্ত্তব্যত থাকে ৰত
সাত ভড়াল ধান আছে ভৰি।
হালধিয়া গ্ৰামে গই　　　দোকান পাহাৰ দেই
কাৰবাৰে যশস্যা বাঢ়িল
নৌকাৰে বেপাৰ কৰে　　　চাকৰে হালক মাৰে
কোনো ফালে নাই আহুকাল।
সকলো বস্তুকে পাই　　　হালধিয়া গ্ৰামে যাই
লোক আহে বহু দুৰৰ পৰা
এইদৰে গাঁওখনি-　　　বাণিজ্যৰ ঘাটি ভৈলা
ভবানন্দ সাউদৰ পৰা।
খ্যাতি দেখি সাউদৰ　　　আনৰ বাঢ়ে আক্ৰোশ
কৰ পৰা এই ঠাই আহি
আনক পেলাই চেৰ　　　বয় বস্তু হইল ঢেৰ
আমাৰ যে প্ৰতিপত্তি নাহি।
শুনিয়োক নৰ ৰাই　　　সাউদৰ বিবাহ চাই
সবাহাৰে হৰিষ মিলই
মিছা আল জাল এৰি　　　সবে বোলা হৰি হৰি
হৰি নামে সবাকে ধুৱাই।



## পদ

এনেদৰে ভবানন্দ বাণিজ্য কৰিয়া
নামনিৰ ৰাজ্য যত পেলায় আগুৰিয়া।
সাতখনি নৌকা আৰু নাওবৈচা কত
থানে থানে চলে নাও সাউদৰ দিহাত।
আন যত সদাগৰ পৰাভুত ভৈলা
আক্ৰোশতে সেই সবে ৰজাক জনাইলা।
ৰাজ প্ৰতিনিধি ঐত আছিল এজন
তাহাক লগাইল মিছা কথা অগণন।
দুত পঠাই চাউল খোৱা চকীত জনাই
ভবানন্দ সাউদক ধৰাই নিবলই।
কথা শুনি ভবানন্দ কৌশল কৰিয়া
মনিৰাজ পাগুৰি মাৰি নৌকাত চৰিয়া।
চকীয়ালে ভেটা দিলা নাও ৰখাইবাৰ
সাউদে বোলয় আমি অমাত্য ৰজাৰ।
চকায়ীলে ভয় পাই নাও এৰি দিলা
কৰ নিদি ফাঁকি দিয়া আতৰি আহিলা।
তাৰ পৰে ভাৱে নিজে বেইমানি কৰিলো
অমাত্য বুলিয়া কই পাপ উপাৰ্জিলো।
যিবা হৌক বুলি পাছে নৌকাত চলিলা
বৰাহ নগৰে গৈয়া ৰজাক জনাইলা।
যতেক ঘটিলা কথা সবাকে বৰ্ণাই
প্ৰণাম কৰিলা পান তামোল শৰাই।
বুলিলা ৰজাক পাছে নমো মহাৰাজ
শত কৌটী প্ৰণাম কৰিলো নমাই মাথ।

চৌকিয়ালৰ আগে মই কৰ ফাঁকি দিলো
কৌশলেৰে খলগণৰ জেদক জিনিলো।
চাউল খোৱাৰ চকীদাৰ বস্তি নাম ধাৰী
সিয়ে সাধিলেক কৰ অতি জোৰ কৰি।
যদ্যপি এৰালো হাত ৰখীয়াগণৰ
ৰজাক ফাকি দিয়া শক্তি নাই অধমৰ।
ফাঁকি কৰ্ম কৰি মোৰ মনে শান্তি নাই
ধৰা দিবে লাগি আইলু আপোনাৰ ঠাই।
এবে যিবা শাস্তি দিবে মুৰ পাতি লৈব
ৰজাৰ অন্যায় আমি কভু নকৰিব।
এত বুলি সদাগৰে দুই হাত জুৰি
ভুমিত নমাই মাথ ৰল সেৱা কৰি।
কথা শুনি ক্ৰুদ্ধ হই দৰিয়া কোৱৰ
আছিল শাসক এই কামৰূপ ৰাজ্যৰ।
কোন দিনৰ অমাত্যনো হলি তই মোৰ
তোমাৰ দোষৰ শাস্তি হব গুৰুতৰ।
ৰাজমাত্য বুলি কই বেহাই ফুৰ তই
হাট ঘাট বাট কৰ নিদিয়া আদাই।
বৰ বৰ কথা কই লোকক ঠগিছা
ৰজা মহাৰাজ সাজি বেহাই ফুৰিছা।
ৰজাৰ বিৰুদ্ধে লোক সবাকে বুজাই
ৰাজদ্ৰোহী দল গঠন কৰি ফুৰ তই।
এতেকতে ৰেহাই তোক নিদিবোহো মই
উগ্ৰ শাস্তি দিম তোক বেতেৰে কোবাই।

লাজ নালাগেনে তোৰ ফাঁকি দিবলই
ৰাজ সহোদৰ বুলি লোকক দেখাই।
পান তামোলৰ বটা নিবেদন কৰি
বুলিলা বিনয় এক বচন সাদৰি।
সংস্কৃত শ্লোক মাতি বুলিলা ৰজাক
দোষৰ দণ্ড বিধান কৰোক আমাক।
*হীন সেবা ন কৰ্ত্তব্যং, কৰ্ত্তব্য মহদাশ্ৰয়ঃ*
*অজঃ সিংহ প্ৰসাদেনভ্ৰমন্তি বনে নিৰ্ভয়ঃ*
শ্লোক শুনি ভূভিি ৰল দৰিয়া কোৱৰ
ব্যাখ্যা কৰিবাক লাগি কৰে তোৰ জোৰ।

সাউদ বুলিলা এক আখ্যান কহিব
যিবা জানো তব আগে বাখ্যা নকৰিবো।
এত বুলি কঠত বহি সাউদ কুমাৰ
বাখ্যা কৰিবাক লৈলা শ্লোক আপোনাৰ।
চাৰি দিক ঘুৰি চাই সবাকে প্ৰণামিলা
ভবানন্দে সাধু কথা বুলিবে লাগিলা।
যতেক আছিল লোক সেহিটো থানত
বহিলেক ঢাৰী পাৰি সাউদৰ কাষত।
সাউদৰ সাধু কথা শুনা ৰংমনে
হৰি হৰি ডাকিও ঘোষিও সৰ্ব্বজন।



## *সিংহ আৰু মাইকী মেষোপোখ্যান*

### *পদ*

ভবানন্দ বোলে কথা অল্প হাস্য কৰি
শুনিয়োক মহাৰাজ কথাৰ লহৰি।
বয় বস্তু অল্প নিয়া দিলা আগুবাই
বিনয়ে বুলিলা কথা অতি নম্ৰ কই।
সংসাৰত প্ৰচলিত কিছু কথা জান
শুনিয়োক এবে সিংহ ছাগ উপখ্যান।
লুইতৰ দক্ষিণ কুলে কালেঙ্গী বেপাৰী
বিকিবে নিছিলেক ছাগ এক কুৰি।
গাভীন ছাগলী এক হাঠিতে নপাৰে
খণ্ডে এৰি গৈলা তাইক বনৰ ভিতৰে।

বনৰ মাজতে তাইৰ হইল ৰজনী
এক ব্যঘ্ৰ আহি কাষ পাইল তখনি।
হুমকিয়া বোলে বাঘে ভাগ্য ভাল মোৰ
উদৰ পুৰীয়া মাংস খাইবো ছাগৰ।
ছাগে বোলে চিনা নাই ৰাজ মাহী মই
জোকালেই হাঁহাকাৰ লগাইবো মই।
ৰজাৰ আদেশে বনে চৰো ৰঙ্গ মনে
মোক খাইবাক পাৰে অন্য কোনোজনে।
যদ্যপি কৰয় মোক ঘোৰ অপমান
ৰজাৰ দ্বাৰা আমি তাৰ মাৰিবোহো প্ৰাণ।

শুনি ভয়ে পশুগণ ছাগক প্ৰণামী
খাটিৰ কৰিয়া ছলে ছাগ কাষে জুমি।
এনেমতে কত দিন চলিয়া থাকিল
সিংহৰ ভয়তে কতো কান্ধে তুলি লৈল।
মৃগেন্দ্ৰ আহোতে পাছে সব কথা কৈলা
ছাগৰ ফিতাহী কথা সিংহক জনাইলা।
মাতি নিয়া সিংহে বোলে ওৰে দুষ্ট ছাগ
মিছা কথা কই কিয় ঠগাব সবাক।
ছাগে বোলে যিবা হেতু ঠগাইছো মই
প্ৰাণৰক্ষা, মান ৰক্ষা, বংশ যাতে ৰই।
কৌশলেৰে প্ৰাণ ৰক্ষা কৰি আছো মই
ফিতাহি মাৰিছো তোমাৰ নামৰ আশ্ৰই।
*"হীন সেৱা ন কৰ্ত্তব্যং কৰ্ত্তব্য মহদাশ্ৰয়*
*শ্ৰয়ঃ সিংহ সেবনং প্ৰসাদে নিৰ্ভয়ং*
*জ্ঞেয়ং মানং সৰ্ব্বস্ব পুয়াৎ।"*
হীন সেৱা কৰি ৰজা কোনো লাভ নাই
লাভ আছে যদি লোৱা মহতৰ আশ্ৰই।
তোমাৰ নাম কই ৰাজা বৰ্ত্তি আছো মই
সমস্ত পশুৱে মোক সন্মান কৰই।
হস্তীৰো পিঠিত চৰি ফুৰো ৰঙ্গ মনে
আমাক প্ৰণাম কৰে সৰ্ব্ব পশুগণে।
আপোনাৰ নামে যদি বাচি থাকো মই
আপোনাৰ গৌৰৱ আছে ক্ষতি কিছু নাই।
এই কথা কই ছাগে মৌন হয়া ৰইলা
সিংহে ধন্য ধন্য বুলি তাইক প্ৰশংসিলা।
অত এব আপোনাৰো নাম কথা কই
লোকৰ মাজত প্ৰভাব কৰি আছো মই।

যিবা কৰে যিবা দণ্ড দিব খোজে মোক
আপত্তি নকৰো আমি তাকে কৰিয়োক।
দুই হাত জোৰ কৰি শিৰক নমাই
ভবানন্দে থাকিলন্ত ৰজা মুখ চাই।
ৰজা বোলে ধন্যবাদ কৌশল তোমাৰ
তোমাৰ ওপৰে ৰোষ নাহিকে আমাৰ।
বুলিলা মুখক চাই দৰিয়া কোৰৰ
কৰে ধৰি সাউদ তুমি বুদ্ধিৰ সাগৰ।
মহান পণ্ডিত তুমি কৰ্মতো পাৰ্গত
ৰজাৰ বিশেষ প্ৰজা ই ৰাজ্যে প্ৰখ্যাত।
তোমাৰ বুদ্ধিক প্ৰশংসিবে পাও মই
এনে সৰ্ব্ব গুণী লোক মই দেখা নাই।
বাণিজ্য কৰিলা তুমি তিনি ৰাজ্য ঘুৰি
পৰ ৰাজ্যৰ ধন বস্তু আনিলা আজুৰি।
যতেক বেপাৰী আছে ৰাজ্যৰ ভিতৰ
বিচক্ষণ নাই ঐত তব সমসৰ।
শাস্ত্ৰতো পণ্ডিত তুমি যেন বৃহস্পতি
দেৱ ভাষা জানা আৰু জানা ৰাজনীতি।
ডেৰ কুৰি লোকক তুমি যোগাইছা ভাত
তোমাৰ গুণকে গায় লোক অসংখ্যাত।
শাস্তি আমি তোমাক বিহিবো ভালমতে
তোমাৰ কঠোৰ শাস্তি দেখোক জগতে।
বৰ সাউদ উপাধিটো দিলো আজি মই
ঘাটে বাটে চহৰতে ফুৰিও বেহাই।
একত্ৰে মাচুল দিব বছৰৰ অন্তে
ৰজাৰ পাশক যাবা কৰ শোধাইতে।

লিখিয়া দিলোহো মই আদেশ আমাৰ
আজি হন্তে কিছু দোষ নাহিকে তোমাৰ।
বগা চোৰৰ আৰি লোৱা বঠাৰ নালত
কোচ নৃপতিৰ জয় ঘোষা ত্ৰিৰাজ্যত।
বছৰান্তে আহি যাবা সুখ পাম মই
অপেক্ষিলো আৰো বাৰ দেখা পাবলই।

ৰজাক সম্বোধি সাউদ বিদায় মাগিল
কোচ ৰাজ্যে ভবানন্দ বৰ সাউদ ভৈল।
তলতীয়া সাউদ আৰু অনেক বেপাৰী
তাহাক প্ৰণাম কৰে দুই হাত জুৰি।
আজি ধৰি হিংসা খল নলগাও আমি
উলটা শাস্তিক পাবো পালো মনে জানি।

এতেকতে সব লোকে ঠাকুৰ আতা স্মৰি
মুখে মনে একচিত্তে বোলা হৰি হৰি। ·

>>>■<<<

## *ভবানন্দ সাউদৰ গুৰু অন্বেষণ আৰু ভাস্কৰ ভবানন্দ সম্বাদ*

### *পদ*

চক্ৰপাণি আতৈ পাছে বুলিলা সাদৰি
ভবানন্দ বেহা কৰে তিনি ৰাজ্য জুৰি।
বেহাৰ কামৰূপ আৰু অহম ৰাজ্যত
বৰ সদাগৰ নাম সবাৰে বিদিত।
কালিমন, ৰাম নাথ, ধৰম, ৰঙ্গ নাথ
বকালিপোৰাম আৰু দাৰী ভবনাথ।
সাতখন ডিঙা লৈয়া বাণিজ্যে আহিল
নামনিৰ নদী যত সবাতে বেহাইল।
পুঠিমাৰী বৰলীয়া পাগলদিয়া আদি
বুঢ়া দিয়া নোনা আৰু সুভদ্ৰা অনাদি।
পহুমাৰা, পল্লা, মানাহ বেকী নই
আইনদী, চম্পাৱতী, গৌৰাঙ্গ, কৃষ্ণাই।

সব নদী ঘুৰি পকি বাণিজ্য কৰিলা
ধন, ধান, সোণ, ৰূপ অনেক পাইলা।
বহু গোটাইল ধন ইহ কালৰ বিত্ত
তথাপি নভৈল তেওঁ স্থিৰ নোহে চিত্ত।
যেয়ে যিটো ধিয়ায় মনে তাকেইহে পায়
ভবানন্দ সাউদেও গুৰু লব চায়।
হাউলীৰ ঘাটে মানাহ নদীৰ উপৰে
নৌকা লই যায় তেওঁ নদীৰ উপৰে।
আচহুয়া কাণ্ড এক দেখিলেক তথা
কাষ চাপি সুধিলেক ইটো কেনে কথা।
আপুনি নামিয়া জলে চতিয়াই পানী
কিহৰ কাৰণে কৰা কোৱা গুণমনি।

কিবা নাম তব দেউ কিবা পৰিচয়
কলৈকেনো যাবা বাৰু ৰইচ ইথায়।
বিপ্ৰ বোলে মোৰ গৃহ উজনী ৰাজ্যত
ভাস্কৰ দেব নাম মোৰ ব্ৰাহ্মণৰ সুত।
তীৰ্থ লাগি যাও মই থামিছোঁহি ঠাই
দুটা কলপুলি তাত আহিছিলো ৰুই।
ছটিয়াইছো পানী মই তথাত পৰিব
ভবানন্দ বোলে দেব কেনে কথা কব।
শত যোজন দুৰে পানী ছটিয়াই দিলে
স্পৰ্শিব কি মতে জল কদলি বৃক্ষদালে।
বিপ্ৰে বোলে দশ লক্ষ যোজন উপৰ
সূৰ্য্য দেৱে পোহৰায় বিশ্ব চৰাচৰ।
ঐত সেৱা কৰি যদি তৈতে ফল পাৱে
ইমান ওচৰে কেন বৃক্ষে নপাবয়।
ভবানন্দ বোলে দেব বিপ্ৰৰ লক্ষণ
কিহেতু নেদেখো তব জাতিত ব্ৰাহ্মণ।
স্নান কৰি পূজাৰ্চ্চনা কিছু কৰা নাই
কোমল চাউল মোকামুকি খাইছা ই ঠাই।
জপৰা বুৰ মাৰি তপৰা গৰাহ
বিপ্ৰ কৰ্ম এনে হ'লে হয় আসোঁৱাহ।
শূদ্ৰ কুলে জাত মই দেখিছাতো ভাই
স্নান কৰি সূৰ্য্য পূজা সদা কৰো মই।
তৰ্পন নকৰি মই আহাৰ নেখাও
আপোনাৰ কৰ্ম আমি নিন্দিবাক পাও।
ভাস্কৰ বুলিলা ইটো যুগ ধৰ্ম নয়
বৃথাতেই নৰ লোকে দেৱতা পূজয়।

তুমি ভাবি আছা বোপা ইটো মহাধৰ্ম
ইটো যুগে বৃথা ইহা সবাই অধৰ্ম।
ভক্তি ধৰ্ম আচৰিয়া নাম আৰ কীৰ্ত্তন
কলি যুগে ইহাতেই তুষ্ট নাৰায়ণ।
ইটো যুগে পূজা অৰ্ঘ্য সবে বিৰম্বন
ভক্তি আচৰিয়া কৰা নাম আৰ কীৰ্ত্তন।
পূৰ্ণ ব্ৰহ্ম অবতাৰ শ্ৰীমন্ত শঙ্কৰ
এক শৰণ নাম ধৰ্ম কৰিলা প্ৰচাৰ।
ৰাম নাম যিটো লয় কলিৰ যুগত
সৰ্ব্ব ধৰ্ম সিদ্ধ হয় কৰিলো বেকত।
শঙ্কৰদেবৰ ধৰ্ম ধৰি আছো আমি
নামত সন্তুষ্ট হয় প্ৰভু অন্তৰ্যামী।
কলিযুগে অবতাৰ শ্ৰীমন্ত শঙ্কৰ
তেৰাই প্ৰচাৰে ধৰ্ম কলিৰ যুগৰ।
ভবানন্দ বোলে মই তব সঙ্গে যাও
শ্ৰীমন্ত শঙ্কৰ গুৰু যতে দেখা পাও।
চৈতন্যৰ ধৰ্ম হেতু যোগাৰ কৰিলো
সেইদিনাখনো এটি বাধা যে পাইলো।
ভাস্কৰ বুলিলা তুমি পূৰ্ব্ব দিকে যোৱা
শঙ্কৰ অৱতাৰ প্ৰভু ততে দেখা লোৱা।
ভবানন্দ বোলে হেৰা বিপ্ৰৰ নন্দন
বুজাইয়া কোৱা তিনি আছে কোন থান।
বিপ্ৰে বোলে মাজুলীত ধোৱাহাট গ্ৰাম
গুৰুৰ প্ৰসাদে তাৰ বেলগুৰি নাম।
তাতেসে আছয় গুৰু ভক্ত সমন্বিতে
অল্প দিনে আহি যাব বেহাৰ ৰাজ্যতে।

জগন্নাথ যাইবে লাগি চিন্তা নকৰিবা
কাঠৰ মুৰ্ত্তিক চাই কি ফল লভিবা।
তুমি মাত্ৰ কিছু দূৰ যোৱা আগুৱাই
সন্ধান পাইবা গুৰু আছে কোন ঠাই।
বাৰ্ত্তা পাই ভবানন্দ গৃহক চলিলা
ধন ৰত্ন যিবা ছিল পত্নীক সমৰ্পিলা।
গুৰুৰ অন্বেষণে এক নৌকা বাচি লই
দুইজন বৈচা সহ উজনী চলই।
নৌকা লই কিছু দিন ঋেবেসে ঘুৰিল
খুড়ায়েকৰ টান ৰোগ পথতে শুনিল।
নৌকা ঘুৰাই ভবানন্দ গৃহতে আহিল
চিকিৎসা কৰিব হেতু বৈদ্যক মাতিল।
দহ দিন দশ ৰাতি চিকিৎসা কৰিলা
ক্ৰমে ক্ৰমে চতনৰ ৰোগ টান ভৈলা।

কত যত্ন কৰিলেক ধৰ্মৰ নন্দন
ধন ভাঙিলেক কত খুড়াৰ কাৰণ।
তথাপিতো চতন বুঢ়া উঠি নবহিলা
এক দিনা মৃত্যু আহি তাহাক গ্ৰাসিলা।
অন্ত্যোষ্টিক্ৰিয়াক কৰি ষেবেসে অতাই
গুৰু বিপ্ৰ দৰিদ্ৰক বহু দান দেই।
শ্ৰাদ্ধ ক্ৰিয়া শেষ কৰি ভবানন্দ ৰাই
বাণিজ্য কৰ্মতো ধৰ্ম চিন্তা এৰা নাই।
সৎ গুৰু অন্বেষণে নৌকাৰে বেহাই
ভাস্কৰ বিপ্ৰৰ কথা স্মৰণ কৰি লই।
নামনিৰ কত ঠাই বিচাৰি ফুৰিল
খৰি কটা লোক মুখে বাতৰি পাইল।
মুৰুখ ৰচিলা পদ হৰি কথা সাৰ
হৰি হৰি বুলি হোৱা পাতক উদ্ধাৰ।



## ভবানন্দ সাউদৰ বৰপেটা আগমন আৰু শ্ৰীশঙ্কৰ গুৰুৰ লগত সাক্ষাৎ

### পদ

চক্ৰপাণি বোলে শুনা ভকতসকল
কেন মতে গুৰু দৰ্শন সাউদ হইল
উত্তম পুৰুষ ভবানন্দ সুদৰ্শন
চুনপোৰা থানে কৰে গুৰু দৰশন।

কেকোৰা কেকুৰি চুলি উন্নত কপাল
গহীন গম্ভীৰ অতি চৰণ যুগল।
গুৰুৰ পশ্চাত পিনে আতাই দাড়িল
ঘোষাশাস্ত্ৰ লিখি গুৰু বসিয়া আছিল।

মুখ হন্তে নিৰ্গত হইল নাৰায়ণ
ছা দেখি মুখ ঘুৰাই দেখিল তখন।
শঙ্কৰৰ দিব্য কান্তি চকুত পৰিল
সাক্ষাত নাৰায়ণ যেন সাউদে দেখিল।
পূৰ্ণিমাৰ চন্দ্ৰ যেন উজলি বদন
বিল মধ্যে ৰাজহংস শোভিছে যেমন।
একা কমোলিনী যেন এক সৰোবৰে
পুৰুষৰ ৰূপেৰ কান্তি বৰ্ণিব কিদৰে।
দণ্ডাৱতে পৰি সাউদ প্ৰণাম কৰিল
পাৱেৰ ধূলিক আনি মূৰত ঘহিল।
শঙ্কৰে গম্ভীৰ সুৰে বুলিলা বচন
কিবা নাম তোৰ বোপা বুলিও এখন।
কিবা কাৰণৰ হেতু আইলা এই ঠাই
যিবা লাগে যিবা চোৱা বুলিও বুজাই।
এই বুলি শঙ্কৰ গুৰু আসন দেখাই
কুশাসনে বহিবাৰে ইঙ্গিত কৰই।
গুৰুক প্ৰণামী দিলা সিধা যতখানি
মাহ মুগ তেল চাউল যত দ্ৰব্যখিনি।
তাৰ পাছে সবিনয়ে বুলিলা বচন
হালধিয়া গাঁওবাসী লোক একজন।
পিতৃদত্ত নাম ভবানন্দ বুলি মোক
সেই নামে মাতে চৰাচৰ যত লোক।
নৌকা চৰি বেহা কৰো তিনিও ৰাজ্যত
মাহ মুগ তমোল পান পণ্য দ্ৰব্য যত।
ধৰ্ম আচৰিবে লাগি গুৰুক বিচাৰি
ভাস্কৰ বিপ্ৰ এক মোত বোলে আতিগুৰি।

আপোনাৰ নাম ধাম সবাকে বুলিলা
পৰম পুৰুষ বুলি পৰিচই দিলা।
কৃপা কৰি দিও তযু চৰণত ঠাই
আত পৰে মোৰ আৰু আন কাম নাই।
গুৰু বুলিলেক ভাল তোমাত দেখিলো
আমিও যে কত ভাগ্যে তোমাক পাইলু।
তোমাক দেখাৰ আগমুহূৰ্ত্ত ক্ষণত
নাৰায়ণ নাম মোৰ আহিল মুখত।
এতেকে নাৰায়ণ দাস ভৈলা আজি ধৰি
আমাৰ লগত থাকি জপিবাহা হৰি।
তোমাৰ লক্ষণ বহু আছে শৰীৰত
জ্ঞানৰ পোহৰে তোমাক কৰিব বেকত।
ভবানন্দ বোলে বাপ তব কৃপা বিনে
সন্তুষ্ট কৰিবে মোক নপাৰয় আনে।
ধন বস্তু মাটিবাৰী সবাই আছে মোৰ
জানো এই মল বিত্ত সবাই অসাৰ।
শ্ৰীহৰিৰ কৃপা বিনে আন ধন নাই
গুৰুৰ কৃপাত সিটো অৱশ্যে মিলই।
পিতৃ মুখে তব কথা শুনিলো যৈসানি
সেইদিনা হিয়াত পশিল চক্ৰপাণি।
ভাগ্য বলে নাৰায়ণ দাস নাম পাই
তব কৃপা বিনে মোৰ আন চিন্তা নাই।
এত বুলি পুনৰপি প্ৰণিপাত কৰি
গুৰুৰ চৰণ সেৱে শিৰণত কৰি।
ইটো ৰাজ্যে জানা তুমি উত্তম কোন নৰ
পৰিচয় দিয়া মোক তেনে এজনৰ।

প্ৰণাম কৰিয়া ভবানন্দ বুলিলন্ত
পীতাম্বৰ নামে এক পণ্ডিত আছন্ত।
দশম পুথিৰ পদ ভাঙিছে আপুনি
সবে বোলে পীতাম্বৰ অতি শাস্ত্ৰ জ্ঞানী।
শুনিয়া বুলিলা গুৰু পীতাম্বৰ কথা
দশমৰ এফাঁকি পদ মাতা তুমি ইথা।
মাতে নাৰায়ণে পাছে পদ যে এফাঁকি
দশমৰ পদ যাক পীতাম্বৰ লিখি।
কোন অঙ্গে খুত দেখি নাহিল যদুমণি
বিলাপ কৰিয়া কান্দে দেৱী ৰুকমিনী।
অধিক গাইবে আৰু নেদিলা শঙ্কৰ
বুজিলো ইজন নোহে মহা সাধু নৰ।
অতি অল্পমতি লোক ভাষাই বুজাই
নাৰাবশ্য এহিজন ৰচনাই জানই।
ভাবি চাই বোলা আন কোন আছে আৰ
ঠাইতেই আছে ইহা লোক যে বিস্তৰ।
গুণি চাই ভবানন্দে বুলিলা তখন
চৌকিয়া মাজি নামে আছে একজন।
জলাশয় অন্ন দান লোকক কৰই
দুখীয়াৰ দুখ দেখি দয়া ওপোজয়।
গুৰু বোলে এওঁ গৃহবাসী একজন
সাংসাৰিক উন্নত কিন্তু নোহে মহাজন।
কতখিনি ঠাই তুমি বেপাৰ কৰিছা
তাতে কতজন লোকৰ সঙ্গও লভিছা।
ভবানন্দ বোলে বাপ পশ্চিমে কৰতোয়া
দিহিং নদী পাৰ হৈ আৰু নাই যোৱা।

ইখিনিত আছে যত নদী সৰু বৰ
তাৰ কাষে আছে যত গ্ৰাম গ্ৰামান্তৰ।
এইখিনিত তেনে কোনো জ্ঞানী লোক নাই
জ্ঞানহীন অল্পমতি জানিলো সবাই।
মাধৱ নামেৰে এক দৰিদ্ৰ কুলিন
জয়ন্তী গ্ৰামত ঘৰ ধাৰ্মিক সুজন।
মনত নপৰে আৰু অন্য কোনো জন
হয়তো নহব বেচি কৰিলে অন্বেষণ।
অন্যায় নকৰে কাকো ক্ৰোধ নকৰয়
দৰিদ্ৰক দান কৰি মহা সুখ পায়।
খঙাল নহয় সিটো সদা হাস্যমুখ
কদাচিতো অতিথিক নকৰে বিমুখ।
শঙ্কৰ বুলিলা তুমি আনাহা ত্বৰিত
তাহাৰ লগত আমি হও পৰিচিত।
ভবানন্দ বোলে মই ঘৰক যাইবো
উভতি আহোতে আমি তাহাক আনিবো।
কিন্তু তাৰা নখ দাড়ি কিছু নাকাটয়
হবিচান্ন কৰি সদা অন্নক ভুঞ্জয়।
*গুৰু বোলে কলিযুগে নাহি তপব্ৰত*
*নামেসে সংসাৰ তৰে কলিৰ যুগত।*
সন্তৰ সঙ্গত আহি নাম বস্তু লই
শুদ্ধ হোৱে লোক জানা কহিলোহো মই।
এই বুলি গুৰুজন নিমাত ৰইলা
তাকে দেখি ভবানন্দে বিনয়ে বুলিলা।
উজনী ৰাজ্যত ধুৱাহাট বেলগুৰি
ধৰ্ম প্ৰচাৰিলা অষ্টাদশ বৰ্ষ ধৰি।

কতজন ভকত সি থানত ধৰ্ম লৈলা
কিমান জন ভকত তব সঙ্গত আহিলা?
কাৰ কিবা নাম যাৰা পৰম ভকত
আছে জানো তাৰা সব আপোন সঙ্গত।
শঙ্কৰে বুলিলা পাছে সহাস্য বদন
আমাৰ লগে ভক্ত আছে ছয় কুৰি জন।
ৰাম ৰাম গুৰু মোৰ কুল পুৰোহিত
হৰি দাস বণিয়া আছে এজন ভকত।
সেই ৰূপে দৈবজ্ঞ আৰু বুঢ়া সৰ্ব্বজয়
ৰাম দাস একজন আৰু নিৰাময়।
সবাতেযে শ্ৰেষ্ঠ জানা মাধৱ সুজন
আছয় অনেক নাম নাই প্ৰয়োজন।
তেতিয়াই ভবানন্দ সাউদে বুলিলা
কোন কোন জন গুৰু লগত আনিলা।
আমিও এজন তাৰ মধ্যে ধৰিলৌক
তব চৰণত মোৰ স্থানক দিয়োক।
সেয়ে হব বুলি হাঁহি বুলিলা শঙ্কৰ
মাধৱৰ সম তুমি মহা প্ৰিয়তৰ।
শুনি নাৰায়ণ ভৈলা আনন্দ হৃদয়
ঈষত হাসিয়া অধো মুখ হুয়া ৰয়।
আজিহে পৰম পদ পালো মই গতি
স্বৰ্গ যেন ঢুকি পায় মনুষ্যে সম্প্ৰতি।

দণ্ডৱতে পৰি গুৰুৰ পাৱে প্ৰণামিল
শুভ মস্তু বুলি গুৰুই আশীৰ্ব্বাদ দিল।
নাৰায়ণ দাস কথা মনে প্ৰাণে স্মৰি
যত ভক্ত তথা ছিল বোলে হৰি হৰি।
যাবৰ বেলিকা গুৰু শঙ্কৰে বুলিলা
মোৰ প্ৰাণ প্ৰিয় ভক্ত তুমি নেদেখিলা।
ছমহীয়া মাতৃ শ্ৰাদ্ধ হব সিজনৰ
টকা ভাঙিবৰ বাবে গল অন্য ঘৰ।
তাহাৰ সহিতে তুমি সাক্ষাত কৰিবা
দুইজনে মিলিজুলি সখীত্ব পাতিবা।
একে ঠগ একে গঢ় একে কলেবৰ
সাইলাখ মিল আমি দেখো দুজনৰ।
এক মন এক প্ৰাণ একেই বৰণ
সব গুণ এক দেখো ধাৰণ কাৰণ।
সখি পাতি দুইজনে ধৰ্ম প্ৰচাৰিবা
বৈকুণ্ঠৰ বস্তু নাম ধৰ্ম বিয়পাবা।
ভবানন্দ বোলে মই কৰো অঙ্গীকাৰ
তব বাণী শিৰো ধাৰ্য্য হইব আমাৰ।
টকাৰ ভাঙনি যদি নিমিলে তথাত
আহি পালে পঠাই দিব আমাৰ নৌকাত।
নাৰায়ণ দাসে বোলে কালি আহি মই
তব চৰণত শৰণ লইবো নিশ্চই।

ভবানন্দ চৰিত কথা মনে প্ৰাণে ধৰি
আউৰ যত ভক্তগণ বোলা হৰি হৰি।



# নাৰায়ণ দাস শঙ্কৰদেৱৰ সম্বাদ, শৰণ লাভ আৰু মাধৱদেৱৰ লগত সখীত্ব স্থাপন

## পদ

তাৰ পাছে বোলে কথা আতৈ চক্ৰপাণি
ভবানন্দ সাউদে শৰণ লৈলা কেনি।
মাধৱৰ সতে তিনি মিতিৰ পাতিলা
ধৰ্মৰ লাই খুটা ৰূপে স্বীকৃতি পাইলা।
ৰাত্ৰি কালে নৌকাত থাকিল ভবানন্দ
শ্ৰীগুৰুৰ সঙ্গ পাই মনত আনন্দ।
মাহ চাউল আদি যত যোগাৰ কৰিলা
গুৰু গৃহে যাইবা লাগি সাৱধান হৈলা।
পিচে এক চিন্তা আহি পৰিল মনত
ভগনীয়া ধন নিব লাগিব লগত।
অপেক্ষা কৰিলা আৰু কিছু সময় লাগি
আহিৰব মাধৱদেৱ ভগনীয়া লাগি।
সখীত্ব কৰিয়া দিব ইটোজন সতে
গুৰুৰ বচন আমি পেলাইবো কিমতে।
এনে ভাৱে বসিয়া আছয় গুৰুজন
পথত দেখিল এক পুৰুষ ৰতন।
সুঠাম শৰীৰ সুন্দৰ কলেবৰ
সমুজ্বল মুখ কান্তি দেখিতে সুন্দৰ।
দীৰ্ঘকায় তনু আৰু উন্নত নাসিকা
কম্বু কণ্ঠ চকু যেন উজ্বল তাৰকা।
গজেন্দ্ৰ গমণে ধীৰে ধীৰে চলি যাই
এনে হেন পুৰুষ আগে কতো দেখা নাই।
নৌকাক লাগিয়া ধীৰে ধীৰে যায় চলি
সব লোকে নমস্কাৰ কৰে হাত তুলি।
ভবানন্দ আগবাঢ়ি কৰি কৃতাঞ্জলি
আঠু কাঢ়ি প্ৰণামিলা নমি জয় বুলি।
পদ প্ৰখ্যালন হেতু পানী দিলা আনি
আসন দিলেক আপোন মনে গুণি।
হাত ভৰি ধুই যেবে পীড়াত বসিলা
পুনৰপি নমস্কাৰ সবে জনাইলা।
পান তামোল দিয়া পাছে আতিথ্য জনাই
পুছিলা কিহেতু আগমন ইটো ঠাই।
পৰিচয় লৈলা পাছে মাধৱৰ কাযে
পূৰ্ব্বৰ যতেক কথা বোলে মহাভাগে।
মাতৃ ঢুকাইলা মোৰ ছমাহ আগত
নাতি দূৰ কাপলা নামে বিলৰ পাৰত।
ছমহীয়া শ্ৰাদ্ধ হব কালি হব দিন
ভগনীয়া টকা লাগে কড়ি সমক্ষীণ।
এই দহ গুটি টকা ৰূপ দিলো মই
ভগনীয়া দেহ মোৰে চৰতীয়া কই।

যোল্ল চৰতীয়া* ধন বুৰি কৰি দিয়া
নাই বেচি ধন যেবে তুষিম অল্প দিয়া।
কুৰি টকাৰ ভাগনীয়া ৰূপ ধৰি দিলা
মাধৱদেৱে হাত পাতি গণিয়া চাহিলা।
দহো টকা দিলো মই দিলা ৰূপ কুৰি
এই দহ টকা ৰাপ লওক যে ঘুৰি।
তোমাৰ যিজনা মাতৃ তেওঁ মোৰ আই
তাহাৰ বিয়োগ কৰ্ম কৰিবে লগই।
তাৰ পাছে দুইজনে মহাৰঙ্গ মনে
সখীত্ব কৰিলা তৈতে গুৰুৰ বচনে।
সখি সখি বুলি আলিঙ্গিলা দুইজন
পৰস্পৰে বন্ধু ডোলে হইল বন্ধন।
কৰে ধৰি নৌকাত দুইজন চলি যাই
পথৰ যতেক লোক ঘুৰি ঘুৰি চাই।
পৰম সখা বান্ধৱ মোৰ নাই তুমি সম
আজি হন্তে বন্ধু হলো প্ৰেমে আলিঙ্গন।
নৌকাৰ পৰা উঠি দুই গুৰুৰ পাশক
লাহে লাহে চলি আহে যেন দেৱ লোক।
গজেন্দ্ৰ গমনে দুয়ো পথে চলি গৈলা
ক্ষণেক পিচতে গুৰু গৃহ পাইলা।
হিয়াৰ মাঝে নামৰ ভাণ্ড মুখে বাজ হয়
ৰাম নামে মৰণা মাৰে পাপ কটকৰ ক্ষয়।
এই পদ হৰিষতে গায় দুইজন
শিৰ নমি প্ৰণামিল গুৰুৰ চৰণ।

তাৰ পাছে ভবানন্দ শৰণ লভিলা
যত ভক্ত ছিল তাহাক দক্ষিণাক দিলা।
চাউল দালি সব্জী আনি অন্নক ভুঞ্জাই
ভক্তগণে হিয়া খুলি আশীষ কৰই।
শ্ৰীহৰিৰ তত্ত্ব কথা শুনে এক মনে
শৰণ কাৰ্য্য শেষ কৰি বহি ৰঙ্গ মনে।
কথন মথন কৰি ভাগৱতক বুজাই
আপোনাৰ ধৰ্ম মত বেকত কৰই।
শুনিয়োক ভক্তগণ আমাৰ ধৰম
হৰি নাম বিনে নাই অন্যান্য কৰম।
লাহে লাহে গুৰুজন কয় কথা ধৰি
আমাৰ মতক মই কও ব্যাখ্যা কৰি।
যিটো কথা বুলিলেক কৃষ্ণে উদ্ধৱত
গীতাত কহিলা প্ৰভু পাৰ্থৰ আগত।
আনন্দিত হুয়া সবে বোলয় যুগুতি
ইহাক শ্ৰৱণে মিলে ভকতি মুকুতি।
কথা শুনি ভক্তগণ মৌন হুয়া ৰৈলা
শঙ্কৰে ভক্তিৰ তত্ত্ব শুনাবে লাগিলা।
যত দেখা স্বপ্ন সম সবে মায়াময়
দুৰ কৰা মতিভ্ৰম দেখা হৰি ময়।
জ্ঞান কৰ্ম ভকতি ইয়াৰ বিভেদ
ভক্তিহে পৰম পন্থ দিলো পৰিচ্ছেদ।
নাহিকে উত্তম গতি ভকতিত পৰে
জানি লবা ভকতিহে প্ৰভুক বশ্য কৰে।

*চৰতীয়া - এক অনা

বেদে যিটো কয় তাক শুনা মতিমান
মায়াময় বেদ ধৰ্ম নহ্‌বা পতিয়ণ।
কেৱল কৃষ্ণত মাত্ৰ লৈয়োক শৰণ
একান্ত বিশ্বাসে ভজা তাহাৰ চৰণ।
হৰি বিনে বেদে অন্য শাস্ত্ৰ নবখানে
চাৰিও বেদৰ তত্ত্ব অৰ্থ এহি মানে।
যাহাৰ কটাক্ষে হয় সৃষ্টি স্থিতি লয়
বিশ্ব চৰাচৰ গ্ৰহ সূৰ্য্য চন্দ্ৰ চয়।
কোটী বিশ্ব ব্ৰহ্মাণ্ড ইহেন জগতে
সকলোৰে সৃষ্টি লয় এক ঈশ্বৰতে।
সামান্য বস্তুক দিয়া কি কৰিব তাক
তেৰাৰেই সৃষ্ট বস্তুই পালয় আমাক।
মাত্ৰ তেওঁৰ নাম ললে সবাকে উদ্ধাৰে
সবাকে সন্তুষ্ঠ কৰে ইচ্ছা অনুসাৰে।
নিজৰ স্বাৰ্থৰ হেতু বেদ ব্যাখ্যা কৰে
ভকতি পন্থক এৰি আত্মঘাট কৰে।
কেৱে বোলে বেদে কয় যজ্ঞ ব্ৰত দানে
কেৱে ক্ষুদ্ৰ দেৱ পূজা বলিৰ বিধানে।
কেৱে বোলে বেদৰ অৰ্থ জ্ঞানতহে গতি
যাৰ যিবা গুণ সিটো ধৰয় সম্প্ৰতি।
যত মন্দমতি শাস্ত্ৰৰ নকৰে বিচাৰ
কৰে পূৰ্ব্ব পুৰুষৰ মুৰুখ আচাৰ।
তাকো এৰি লোৱে কতো পাষণ্ডৰ মতি
আচোক আমাক পাইবো যাইবো অধোগতি।
চণ্ডালকো কৰে প্ৰভুৰ ভকতিহে বশ্য
অৰ্জুনৰ আগে কৃষ্ণে বোলয়-ৰহস্য।
সাধুৰ সঙ্গত গৈয়া কীৰ্ত্তন কৰিবা
সাধু সঙ্গে বশ্য হৰি নিশ্চয় জানিবা।
সবাতো অধিক ভক্তে নজানয় আন
যিটোজন ইষ্ট গুৰু ভকতি প্ৰধান।
ভক্ত সম বন্ধু ঈশ্বৰৰ কোন আছে
ভক্তক ৰক্ষা কৰি হৰি ফুৰে পাছে পাছে।
কৃষ্ণক ভকতি যদি কৰে দুষ্ট চিত্তে
তথাপি পাতেক তাৰ দহয় ত্বৰিতে।
নবাছে একোকে পাপে পুণ্য যদি আছে
যেন মহা অগ্নি কেঁচা শুকান নবাছে।
তপ, জপ, সন্ন্যাস পূজা আৰু মহাদানে
নপাৱে ঈশ্বৰ সাধ্য্য যোগ তত্ত্ব জ্ঞানে।
কেৱল ভকতি মাত্ৰ প্ৰভুক কৰে বশ্য
কহিলো তোমাত ইটো পৰম ৰহস্য*।
চাৰি বেদ ৰামায়ণ পুৰাণ ভাৰত
হৰিকেহে বোলে মাত্ৰ সমস্ত শাস্ত্ৰত।
বেদ শাস্ত্ৰ গীতা ভাগৱত আচোক
কোৰাণ বাইবেলে মাত্ৰ কহয় ইহাক।
ইটো কথা পশ্চিমত জানি পালো আমি
সৰ্ব্ব ধৰ্মে সম কথা শাস্ত্ৰই বখানি।
সকলো নদীৰে গতি যি ৰূপ সাগৰ
সকলোৰে স্ৰষ্টা দ্ৰষ্টা বিশ্ব খনিকৰ।
যিটোজনে যাই মাধৱৰ নাম স্মৰি
পাছত ফুৰয় দেৱ-দেৱী স্তুতি কৰি।
মুখত স্মৰিয়া নাম চিত্তে ভজে আন
কদাচিতো সিজনৰ নিসিজয় কাম।

হৰি ভকতৰ সঙ্গ তীৰ্থ মাজে সাৰ
ইহা বিনে শ্ৰেষ্ঠ তীৰ্থ নাই জানা সাৰ।
দেৱতো তীৰ্থতো কৰি ভকতেসে বৰ
ভকতক ভজিলে গুচয় কৰ্ম জৰ।
*কৃষ্ণে উদ্ধৱক বোলে ত্যেজা বেদ পন্থ*
*যিবা জানা শুনা সবে এৰা আন গ্ৰন্থ।*
একমাত্ৰ কৃষ্ণতেহে লৈবাহা শৰণ
নকৰা সন্দেহ হৰি কৰিব ৰক্ষণ।
দ্বাদশ বছৰ ঘুৰি সমস্ত তীৰ্থত
শাস্ত্ৰ, বেদ, বিধি গ্ৰন্থ পঢ়ি পালো কত।

সবাকো জানিয়া স্থিৰ কৰিলো যুগুতি
কৃষ্ণৰ নামেসে সাধে ভকতি মুকুতি।
মাধৱ বান্ধৱ ভবা প্ৰিয় শিষ্য মোৰ
উভাৰিয়া কলো মই কথা অন্তৰৰ।
এই বুলি মৌন হুয়া ৰৈলা গুৰুজন
ভক্তগণে প্ৰণামিলা তাহাৰ চৰণ।
বেলি ডুবিবৰ ক্ষণ এন্ধাৰ আহিল
ভক্তগণে বিদায় লই গৃহত চলিল।
নাৰায়ণ দাসে গৈলা চুনপোৰা এৰি
গুৰু স্মৰি সব লোকে বোলা হৰি হৰি।

>>>>■<<<<

## *নাৰায়ণ দাস আৰু মাধৱদেৱৰ ওপৰত প্ৰচাৰ দায়িত্ব অৰ্পন*

### *ছবি*

যাবৰ সময়ে পাছে আৰা দুইজন কাষে
গুৰু বুলিলেক এক বাণী
মাতৃ শ্ৰাদ্ধ শেষ কৰা মোৰ কথা মনে ধৰা
কৰা কৰ্ম তোৰা দুই জ্ঞানী।
যিসকল ভক্ত নৰে ই ঠাই আহিব পাৰে
আনিবাহা তাহাক ইয়াক
যদি নপৰায় দেহে আহিবাক ইটো স্থানে
তুমি ধৰ্ম দিবা সি সবক।

মাধৱ বান্ধৱ মোৰ প্ৰিয় শিষ্য তোৰা দুই
দেহে প্ৰাণে কৰ্মে লাগি যোৱা
ঘুৰি গ্ৰাম গ্ৰামান্তৰ ধৰ্মক বিলাইবা মোৰ
যতে যতে ভক্ত লগ পোৱা।
তৰ্ক নকৰিবা কতো নিনিন্দিবা অন্য কাকো
সৰ্ব্ব ধৰ্ম নিজে অধিকাৰী
সুকৰ্ম বিকৰ্ম জ্ঞান অভকতৰ নাই জান
দেখি কৰ্ম কৰে মনে ধৰি।
ধৰ্মত নাহিকে ৰতি অধৰ্মত মাত্ৰ মতি
তাহাক নকবা ধৰ্ম কথা
বালিৰ মাজে শালি ৰুই কোনো ফল নধৰই
পৰিশ্ৰম সবে যায় বৃথা।
যদি কোনোজন নৰে কটুবাক্যে গালি পাৰে
তাহাক নামাতা কোনো মতে
আচল লক্ষ্য পৰিহৰি পথে প্ৰান্তে ফুৰে ঘুৰি
মস্তিষ্ক বিহীনে যেন মতে।
কত লোক উদ্ধাৰিব পাপ কৰ্ম এৰি দিব
সুকৰ্মত মিলিব সঙ্গতি
ধৰ্মক বিয়পি যাই মহা সুখ মিলিবই
অৱশেষে পাবা মহা প্ৰীতি।
ধৰ্ম কৰ্মে যাবা যেবে বাধা আছে জানা সবে
প্ৰথম যাত্ৰাত সবাকাৰ
তথাপিতে আগুৱাই খুপি খুপি খোজ লই
অৱশেষে জয় হব তাৰ।

যত দোখা শাস্ত্র চয় সব সাস্ত্রে তাকে কয়
ধাৰ্মিকৰ আগ অন্ধকাৰ
উজুটি বিজুটি খাই লাখুটি হাতত লই
চলি যায় শুদ্ধ পথে আৰ।
অৱশেষে শুভ্ৰ ৰশ্মি পোহৰাই ভাগ্যত আহি
সবে তাৰ অনুগামি হয়
যুগ যুগান্তৰ ধৰি সিজনক থাকে স্মৰি
নৰ নাৰী যত লোক চয়।
গুৰু বাক্য শিৰে ধৰি পাৱে নমস্কাৰ কৰি
দুইজন দুফালে চলিলা
মাধৱ চলে বাৰা দিয়া নাৰায়ণ নৌকা লাগি
গুৰু নামি দুয়ো চলি গৈলা।
শুনা শুনা ভক্তচয় নেৰিবা শাস্ত্ৰৰ লয়
শ্ৰৱণ কীৰ্ত্তন কৰা সাৰ
হৰিপদে কৰা ৰতি গুৰুক আশ্ৰয় পাতি
ৰাম নাম জপি হোৱা পাৰ।



## মাধৱ আতৈ গোপাল আৰু নাৰায়ণ দাস আদিৰ সপত্নীক ধৰ্ম গ্ৰহণ

### পদ

চক্ৰপাণি আতৈ বোলে ভক্তগণ চাই
শৰণ লৈয়া ভবানন্দ গৃহে চলি যাই।
তিনি দিনান্তৰে ভবানন্দ শুদ্ধমতি
নৌকা চৰি চলিলেক আপোন গৃহ প্ৰতি।
চিন্তাত বিভোৰ সতী আই বান্ধৱতী
স্বামীৰ চিন্তাতে কৰে ঈশ্বৰক স্তুতি।
যেতিক্ষণে ভৈলা গৈয়া গৃহে উপনীত
মৰি যেন জীৱ পাইল পত্নীৰ প্ৰাণত।

আথে বেথে ভৰি ধুৱাই আসনক দিলা
মৃদু ভাষে বোলে নাথ কোথায় আছিলা।
এদিনৰ হেতু ওলাই গৈছিলা চলি
তিনি দিন তিনি ৰাতি কোথায় বঞ্চিলি।
অতি মিষ্ট ভাষে বোলে আই বান্ধৱতী
ভবানন্দ বোলে কথা নিজ জায়া প্ৰতি।
এই যাত্ৰা কালে আমি নৱ জন্ম পাই
গুৰু দৰশন কৰি আহিলো ই ঠাই।
ঘৰ-বাৰী, গৰু-গাই সব দেখো ভাল
গুৰু তুষ্ট হলে কাৰো নোহে আহুকাল।
এই বুলি স্নান কৰি নাৰায়ণ দাস
বাৰাবাসী আইৰ প্ৰতি বোলে শুদ্ধবাক।
অন্ন খাই যাইবো আমি গাঁও ফুৰিবাৰে
ভক্ত নৰ বিচাৰ কৰিয়া আনিবাৰে।
সাত দিন ফুৰি সাত জন ভক্ত পাইলা
গুৰুৰ সমীপে আনি উপনীত কৰাইলা।
জয়ন্তী গ্ৰামত পাইলা মধাই নাম ধাৰী
বৃদ্ধ গোপাল নামে লোক আহিলন্ত লৰি।
সাত জন ভক্ত সঙ্গে গুৰুৰ পাশক
আহিবাক লাগি সাজু ভৈলা দিন এক।
বাৰাবাসী আই বোলে আমি ভৈলো পৰ
যাত্ৰাৰ কালতো দেখোন নজানয় ঘৰ।
ভবানন্দ বোলে শুনা প্ৰিয়তমা মোৰ
একে ধৰ্মী হোৱা যদি গুৰুৰ ওচৰ।
মম সঙ্গে লৈয়া যাবো তোমাকো লগত
নগলে জঞ্জাল তুমি নাপাতা যাত্ৰাত।

বাৰাবাসী বোলে প্ৰভু শুনা মোৰ বাণী
সমস্ত গৃহৰে মুৰ নিজেই আপুনি।
মাথা চলি গলে জানো অন্য অঙ্গ ৰয়
ইহেন ঘটনা প্ৰভু দেখিছে কোথায়।
পত্নীৰ বুজিয়া মন ভবানন্দ ৰায়,
পাক হাড়ি চাফ কৰি বস্ত্ৰ ধুই লয়।
শুভ দিন বাৰ চাই পত্নী সঙ্গে লই
ভকত সাত জন সঙ্গে চলিলা সবাই।
চাউল, দালি, তেল, লোণ আৰু সিধা যত
সবাকে যোগাৰ কৰি লৈলেক নাৱত।
নৌকা চৰি দুইজন বৈচা লই যাই
দুইদিন উজাই চুনপোৰা পালে গই।
মধাই গোপাল দুইকো একত্ৰ কৰিয়া
গুৰুৰ আগত বৈলা জানুক পাৰিয়া।
ইটো থানে দুইজনে লৈলেক শৰণ
গুৰুক ভজিলা তেৰা কৰি ৰঙ্গ মন।
বাৰাবাসী আই তেবে গুৰুক দেখিলা
পা চুই গুৰু কাষে প্ৰণাম কৰিলা।
তাৰ পাছে বান্ধৱতী শৰণ লভিলা
পতি-পত্নী এক সঙ্গে গুৰু মুখী ভৈলা।
সপত্নীক গুৰু লভি অতি ৰঙ্গ মনে
চাউল সিধা দিলা পাছে অতীৱ যতনে।
এক দিন এক ৰাতি তথাত থাকিল
ভক্তগণ পত্নী সঙ্গে গৃহক ফিৰিল।
হালধিয়া গৃহে আতা নাৰায়ণ দাস
নিকা পন্থ আচৰিয়া কৰে তাত বাস।

অন্য কত লোক আহি শৰণ লভিলা
মধাইৰ মাধব নাম গুৰুজনে দিলা।
পৰিয়া মাধব আতৈ তান পৰিচয়
গোপাল নামেতে লোক বয়সে প্ৰবীন
কৰ্মৰত লোক এক দেহ ক্ষীণ-মীন।
শৰণৰ পৰে সিটো বুঢ়া নাম লই
বুঢ়া গোপাল আতা নামে সবাই জানই।
নাম-কীৰ্ত্তনৰ ৰোল চৌদিকে উঠিলা
সাক্ষাত বৈকুণ্ঠপুৰী ভকতে বুলিলা।
হৰি নাম ভেদি গৈলা দশোদিশ জুৰি
সবে নাম মুখে লই বোলা হৰি হৰি।

>>>■<<<

## কমাৰকুচিত সত্ৰ স্থাপন

### পদ

শ্ৰীমন্ত গুৰুৰ লীলা পৰম অমৃত
ভক্তগণ পান কৰে হই আনন্দিত।
চুনপোৰা ঠাইখিনি ছিল অতি ঠেক
হাতী ঘৰ বাটচৰা নামৰ বিশেষ।
মনৰ জোখাই সত্ৰ পাতিবাক লাগি
ভুমিক বিচাৰি ফুৰে যত শিষ্য ভাগি*।
ওখ এক ভুমি দেখি পছন্দ কৰিলা
গুৰুক দেখাইবে লাগি নৌকাৰে চলিলা।
কটকতলী নামে আছে সৰু বিলখনি
বিল তীৰে ওখ ভুমি অতীব শুৱানি।
অতীব শুৱনি ঠাই গুৰুজনে পাইলা
মনৰ হৰিষে গুৰু পচন্দ কৰিলা।
ঠাইখনি দেখি গুৰুৰ হৰষিত মন
শিষ্য সবক আদেশিলা কৰিবে যতন।
আজ্ঞা পাই আৰম্ভিলা যত ভক্তগণ
ভাল স্থানে বহি সবে কৰে আলোচন।
নামঘৰ মণিকূট বান্ধে ওখ কৰি
চাৰিফালে বেৰ দিলা আতিপতি কৰি।
বাটচৰা মেলচৰা নাটঘৰ আদি
হাটী ঘৰ বনাইলা ভক্তগণ খাটি।
গুৰুজন থকা ঘৰ মাজত বান্ধিলা
চাৰিফালে চাৰি হাটী ভক্ত বহি গৈলা।
কৰলা বাঢ়েক আনি আসন কাটিল
সপ্ত থাক আসনত আঠাইশ সিংহ দিল।

*ভাগি - সহকৰ্মী

গজ কচ্ছপৰ জোটে আসন ধৰিলা
শুৱনি মণিকুট চুড়া লগাই দিলা।
ওপৰত চন্দ্ৰতাপ বিচিত্ৰ বৰণ
দেখি সব ভকতৰ হৰে প্ৰাণ মন।
এনেদৰে সত্ৰখনি মনোৰম কৰি
নাৰায়ণ দাস আতা পাছে মনপুৰি।
সত্ৰৰ কৰ্ম যত যেবে সমাপ্ত হইল
দিন চাই সবে মিলি গুৰুক আনিল।
কমাৰকুচি থানে গুৰু ধৰ্ম ৰাজ্য পাতি
নানা জন ভকতৰ নাম ধৰ্মে ৰতি।
সৰ্ব্বজয় হৰি জয় ৰাম দাস আদি
বসতি কৰিলা সবে হাটী বাহা ভেদি।
বিলৰ পানী খাইবাক গুৰুই পায় বেয়া
পাট কুৱা এটি ভক্তই দিলেক খান্দিয়া।
টাপাবড়ি নামে গাৱে আছিল এখন
বলোৰাম নামে এক ভকত সুজন।
কমাৰকুচি সত্ৰে গৈয়া শৰণ লভিলা
বলোৰাম আতা নামে খ্যাতিক পাইলা।
নাৰায়ণ দাস চলে মনথৈ গ্ৰামে
হালধিয়া বহু দূৰ আহে কোন সমে।
অকলে আহয় আতা সঙ্গী কোনো নাই
জল-জঙ্গল হিংস্ৰ জন্তু বহু লগ পাই।
এক দিনা মনথৈৰ পৰা আহি বাটে
আহত গছ তলে এক লোক শুই আছে।
আতা কাষ পালে লোকে অতি উচ্চকৈ
কেনি হাত সাৰো মই ওৰে মাকই।

নাৰায়ণ দাস বোলে কৰ লোক তই
টোপনিত মাত কাক একো নজনাই।
লোকে বোলে গোবিন্দ আমাৰ নাম জান
গৰমৌলী বুলি মোক কয় সৰ্ব্বজন।
ভাগ্য দোষ বিষহৰি পূজা কৰো মই
পূজাৰ খৰচত গল ধন সমুদাই।
এখন পূজাৰ বাবে মোৰ ধন নাই
দেহটি শুকাই গল খাবলৈ নাপাই।
তথাপিও নৰ নিৰে দেহ ৰক্ত দানে
সৰ্প ৰূপে বেঢ়ি খায় মোৰ ৰক্ত মানে।
উঠিব নোৱাৰো মই শকতি বিহীন
সপোনতো সৰ্প মই দেখো ৰাতি দিন।
মাৰ পূজা কৰি মোৰ দেহতিও গল
তথাপি নেৰয় মোক সেই মহাকাল।
কপাহ যেন বগা মোৰ শৰীৰ আছিল
এতিক্ষণে সব গই হাড় হে থাকিল।
নাৰায়ণ বোলে যোৱা চুনপোৰা থানে
নৰ ৰূপী নাৰায়ণ শঙ্কৰ ভজা মনে।
তেবেসে পাইবা মুক্তি সৰ্প হস্তে তই
নহলে তোমাৰ আৰ কিছু উপাই নাই।
প্ৰণাম এটি দিও মই আজি নিশা বাবে
চাৰি দিকে চাৰি খুটি মাৰ কৃষ্ণ নামে।
ৰাত্ৰি কালে আহি দেৱী সৰ্প ৰূপ ধৰি
ৰুধিৰ লাগে বুলি কোৱা সৰু সৰু কৰি।
গোবিন্দ বুলিলা চোৱা বন্দী এবে মই
ৰুধিৰ দিবাক লাগি মোৰ শক্তি নাই।

কাষ চাপিবৰ নাই তাহাৰ শকতি
চাৰিফালে মাৰা আছে ধৰমৰ খুটি।
আতৰি পলাল সৰ্প সেইদিন ধৰি
দেৱীৰ কোপৰ পৰা আহিল উদ্ধাৰি।
ৰজনী প্ৰভাতে উঠি গোবিন্দ চলি গৈলা
পুৰা কলৰ থোক এটি কাটি বান্ধি নিলা।
সকলো বৃত্তান্ত তেওঁ গুৰুক জনাই
কথা শুনি গুৰুজন আশ্চৰ্য্য লভই।
পত্নীক মাতিয়া বোলে শুনা প্ৰিয়তম
যিথানত থাকয় ভক্ত সবে কৃষ্ণ মন।

ভক্ত থাকে মোৰ যত উদাৰ চৰিত্ৰ
কীট পতঙ্গকো তথা কৰয় পবিত্ৰ।
নাৰায়ণ নাম ইটো মহা ভক্তজন
আচৰিত বহু কাৰ্য্য সাধয় সিজন।
গোবিন্দক আদৰিয়া গৃহত বহাই
সাদৰি বচনে মাতৃ আদৰ কৰই।
পুৰা কল থোক দিয়া গৃহত ৰাখিলা
গোবিন্দক নিয়া পাছে শৰণ বস্তু দিলা।
শঙ্কৰৰ লীলা কথা অমৃত লহৰী
ভক্তগণ সবে ডাকি বোলা হৰি হৰি।



## বলোৰাম আতৈৰ বৃত্তান্ত

### পদ

এনেদৰে মহানন্দে দিন বই যাই
মাধৱৰ মাতা হেতু ভবানন্দ ৰাই।
মনোৰমা মাতৃৰ শ্ৰাদ্ধ আহিয়া পৰিল
কল আনিবাক ভাৰ সখীক অৰ্পিল।
বাৰদিৰ উত্তৰ ফালে টাপাবড়ি গাঁও
কল অন্বেষণে চলে লই এক নাও।
হলায়ুধ চৌধুৰী নামে লোক একজন
টকা ধাৰে দিয়ে তিনি বোলে মহাজন
তান ঘৰে বলোৰামে টকা ধাৰে নিয়া
হালোৱা চাকৰ হুয়া আছিল বৰ্ত্তিয়া।

পুৱা বেলা হাল বাই খাবলৈ নেদয়
ক্ষুধাতৃষ্ণাই পীড়ি দেহ গইলা শুকাই
এক দিনা হাল বাই ভাগৰ লাগিয়া
নাঙলত মাথা দিয়া আছিল শুইয়া।
ভবানন্দ দেখে দুৰহন্তে ডেকাজন
দলিৰ ওপৰে শুই নিদ্ৰাত মগন।
কিবা নাম তব কিবা পিতৃ পৰিচই
কিবা হেতু শুই আছা গৃহক নযাই।
পথাৰত আছে সাপ আৰু অন্য প্ৰাণী
শয়ণত মিলিব পাৰে অনেক বিঘিনি।

বালক বুলিলা আমাৰ নাম বলোৰাম
আমাৰ জীৱন লাগি নাই কোনো কাম।
কান্দি কান্দি ফেকুৰিয়া বলোই বোলয়
আমাৰ আপোন কোনো নাই মহাশয়।
শিশু কালে পিতৃ-মাতৃ সবাই ঢুকাল
ভাতৃভগ্নী'এক্রোজন কিছু নাথাকিল।
অকলশৰীয়া মই সবে গৈলা এৰি
পিতৃ ঋণত মহাজনে নিলে ঘৰবাৰী।
ঘৰবাৰী মাটি বৃত্তি কিছু মোৰ নাই,
কেৱল জীৰ্ণ দেহ ইটো বৰ্ত্তি আছো ৰই।
ভৃত্য হুয়া আছো মই চৌধুৰীৰ ঘৰে
অল্প দোষে মহাজনে কতনা প্ৰহাৰে।
পিতৃ-মাতৃৰ কিবা নাম কিবা পৰিচয়
কুল পৰিচয় একো নজানোহো মই।
আমাৰ অদৃষ্ট যিটো সুধি লাভ নাই
মৃত্যু হব অল্প কালে বুজি আছো মই।
ঐৰ পৰা গৈয়া কিছু পইতা ভাত খাই
গৰু চাৰিবলৈ যাব লাগিব যে মই।
ৰাতি এক পৰলৈ নানা কৰ্ম কৰি
খাই বই বাৰান্দাত থাকো মই পৰি।
সৰ্প ব্যঘ্ৰ শৃগাল আৰু বন্য প্ৰাণী চয়
চিৰ সঙ্গী এই সব নকৰো যে ভয়।

ৰাতিৰ ভিতৰে কত মিলে আহুকাল
ভাৰ ৰোৱা গাধ সম খাটো চিৰকাল।
ভবানন্দ বোলে বান্ধা খাটি আছ তই
কিমান টকা লৈছিলি কহিও বুজাই।
বলোৰাম বোলে ঋণ টকা এককুৰি
সুত দিব লাগে তাৰ দিনে এক বুৰি✦।
দিনে বিশ বুৰি সুত মাহে ন টকা আৰ
ছয় অনা অধিক হয় ওপৰঞ্চি তাৰ।
মাহে সাৰে সাত টকা দৰমহা মোৰ
দুই টকা ছয় অনা সুত মূলৰ লগৰ।
সুত মূল লগ লাগি চক্ৰ বৃদ্ধি হয়
কিমান টকা ঋণ মোৰ জানা নাযায়।
প্ৰথমতে লৈছিলো টকা এক কুৰি
পিতৃ শ্ৰাদ্ধে আনিছিলো ধৰ্ম দায়ে পৰি।
বলোৰাম সঙ্গে লই ভবানন্দ ৰাই
মহাজনৰ গৃহে গৈয়া পৌশিলেক যাই।
সূতে মূলে যত ঋণ পৰিশোধ কৰিলা
বলোৰামক সঙ্গে লৈয়া গুৰুক শোধাইলা।
বলোৰাম আতৈ বুলি জান পৰিচয়
পাচত পাইবা চৰিত পুথিত মিলয়।
শৰণ লৈলন্ত পাছে বলোৰাম দাস
আল ধৰা হুয়া ৰল সদা গুৰু পাশ।

গুৰুৰ চৰিত কথা শ্ৰৱণ কৰিয়া
হৰি হৰি বোলা নাম মুখত ঘোষিয়া।

*✦বুৰি - পইচা*



# *তিনি ভকতৰ কাজিয়া আৰু গড়মালীৰ দ্বাৰা তিনিওকে বন্ধন*

## *পদ*

চক্রপাণি বোলে পাছে শুনা ভক্তগণ
গোবিন্দ এৰাই বিষহৰিৰ বন্ধন।
গুৰুৰ কাষত গৈয়া শৰণ লইল
গড়মালী ৰাজ কৰ্ম এৰিয়া নেদিল।
বিষহৰি ৰোষ এৰাই সিটো গড়মালী
প্ৰণামিয়া গুৰুক বুলিলা হাত তুলি।
ক্ষেত্ৰত পাইছো আমি বেহৰ* বহুত
গুৰু গৃহে পঠাইবো প্ৰয়োজন যত।
নৌকা কৰি আনিবোহো চাউলখোৱা ঘাট
তাৰ পৰা ভাৰ কৰি আনিবো ইয়াত।
তিনিজন লোক স্থিৰ কৰিয়া ৰাখিব
যথা সময়ত বেহৰ আনিতে লাগিব।
চত মাহত এক দিনা গড়মালী আহিল
তিনিজন লোক লাগে গুৰুক বুলিল।
তিনিজন শৰণীয়া ডেকা শিষ্য ছিল
গড়মালীৰ সঙ্গে যাইবে তাহাক বুলিল।
সতাই, নদাই, বলাই এই তিনিজন
বেতবাৰীৰ পৰা আহি লৈলেক শৰণ।
তিনিদিন ছিল তাৰা গুৰুৰ গৃহত
কিছু কথা সিহঁতৰ নাথাকে মনত।
এক নিষ্ঠা কিছু নাই তামসিক মতি
নৌকাত উঠিয়া জগৰা কৰে ক্ৰুৰ মতি।
আগুৱাল এজন হৈল এজন গুৰিয়াল
মাজৰ জনে বায় নাও গাৱে দিয়া বল।

গড়মালী গোবিন্দই আছে মাজে বহি
তিনিকো মস্কৰা কৰে অল্প অল্প হাঁহি।
হঠাত লাগিল নৌকা গৰাৰ কাষত
আগুৱালে লগাই দিলে নিজৰ ভুলত।
গুৰিয়াল জনে গৰু বুলি দিলা গালি
গুভোটাই দিলে সিও ভেড়া ছাগ বুলি।
মধ্যজনে বোলে যদি পাৱ অপমান
কাষত লাগিলে ভগ্ন হবে নৌকাখান।
নাৱে বঠা লৈয়া হোৱা বলদৰ মতি
বলদৰ গুণ যিটো তোমাত সম্প্ৰতি।
সতাই আগত ছিল খঙত জ্বলিলা
বলাইক ভেড়া বুলি বোকনি মেলিলা।
তিনিজনে দন্দ কৰে এটিক লাগিয়া
নদাই মাতিলে মাত বিৰক্তি লাগিয়া।
প্ৰত্যুত্তৰ পালে গাধ বোলা কাক তই
গুৰি কৰি দিম বঠা নালেৰে কোবাই।
চৰি বঠা এৰি টানা* বান্ধি ককালত
ইজনে সিজনক খেদা মাৰিলা খঙত।
হতাহতি, লঠা লাথি লাগিল নৌকাত
গৰু, গাধ, ভেড়া শব্দ ওলাই মুখত।
পথালি হইল নৌকা লাগিল সিঠাই
নাও বোৱা এৰি তাৰা কৰে হৈ চই।
গোবিন্দ আহিয়া মাঝে তিনিকো এৰাই
গৃহ হন্তে বেহৰ চাৰি বিহিক আনই।

*বেহৰ - সৰিয়হ

*টানা - গামোচা

নৌকা তুলি কমাৰকুচি লাগিয়া চলিলা
গুৰুৰ গৃহত নিয়া নৌকা পৌচাইলা।
পুনৰাই নৌকাত লাগিল তৰ্কবাদ
লাহে লাহে সিহঁতৰ বাঢ়ি গৈলা জেদ।
পূৰ্ব্ববত কাজিয়া কৰিবে আহে ধাই
চাবুক মাৰিলা পাছে গড়মালী ৰাই।
লেজু আনি তিনিকো বান্ধিলা হাত ভৰি
অকলে আনিলা নৌকা নিজে চৰি ধৰি।
চৰিত জোৰ দিয়া যেবে নৌকা আহি পাই
তিনিৰো হাতৰ বান্ধ তেখনে এৰাই।
বেহৰৰ বস্তা অটাই গৃহত ৰাখিলা
তাৰ পাছে গুৰুৰ কাষে গোচৰ তৰিলা।
বেহৰ আনিবাক নিয়া আমাক বান্ধিলা
ভৃত্য সম শৰীৰত চাবুক মাৰিলা।
পুচিলা শঙ্কৰে গুৰু মাতি গড়মালী
কি কাৰণে বান্ধ তুমি কৰা অত পালি।
গড়মালী বোলে বাপ কথা আচৰিত
ভকতৰ মুখত গালি কিনো বিপৰীত।
নৌকা মধ্যে জগৰা লাগিল তিনিজন
কোবাকোবি লথা লথি লাগিল যখন।
থমাইতে নপাৰো বুজনি দিয়াই
কোনোজনে কোনোমতে সৈমান নযাই।
পাষণ্ড মৰ্দ্দন ঘোষা মনত সুৱৰি
কি কৰিব ভাৱি গুনি উপায় বিচাৰি।
নিজে কিছু ত্যাগ আমি কৰিতে নপাৰি
বান্ধিলো তিনিকো আমি হাতে লৈ জৰি।
ৰাজগড়মালী আমি অতি ক্ৰুদ্ধমতি
বেয়া কথা শুনিলেই ক্ৰোধ ফিৰিঙতি।
বান্ধিলো তিনিকে ধৰি হাতে লৈয়া জৰী
যেই হেতু বেয়া কথা সইতে নপাৰি।
ভকত হুয়া যদি কৰে চণ্ডালৰ কৰ্ম
বুজিবা ভক্তৰ ইটো পৰম অধৰ্ম।
আপুনি লিখিত বাক্য মনত সুৱৰি
পাপী তিনিজনক আমি লগাইলো জৰি।
মানুহ হুয়া বোলে ছাগ ভেড়া গাধ আদি
ঘাঁহ পাত খেৰ দিয়া থলো ঘৰে বান্ধি।
মানুহক ব্যৱহাৰ নজানোহো আমি
ৰাজ ভৃত্য ক্ৰুৰমতি কৰ্ত্তব্যক জানি।
এতেকে যতেক শাস্তি দিয়া মোক বাপ
তব ভকতৰ কথাত মনত সন্তাপ।
যিবা দণ্ড দিয়ে বাপ লব মূৰ পাতি
গুৰুই দণ্ড দিব পাৰে শাস্ত্ৰৰ সন্মতি।
বেহৰখিনি দিয়া আমি গৃহে চলি যাও
যিবাদেশ কৰা প্ৰভু শিৰ পাতি লও।
এইবুলি গড়মালী মৌন হুয়া ৰৈলা
গুৰুজনে তাৰ পাছে কিছু নুবুলিলা।
গুৰুৰ চৰিতামৃত শুনা কৰ্ণ ভৰি
যত শুনা তত যায় মন স্বাদ বাঢ়ি।

সেই হেতু সব লোকে এৰা আন কাম
হাতে কৰ্ম কৰি মুখে বোলা ৰাম ৰাম।

>>>>■<<<<

## বাৰাদিত ৰামচৰণ ঠাকুৰৰ জন্ম আৰু মাধৱদেৱৰ বৰদান

### পদ

তাৰ পাছে চক্ৰপাণি বৈৰাগী বোলয়
কেন মতে মাতৃ শ্ৰাদ্ধ গুৰু সমাপয়।
নাম কীৰ্ত্তন মাধ্যমত ছয়মাহ ধৰি
মনোৰমা মাতৃৰ শ্ৰাদ্ধ মাধৱ সামৰি।
তাৰ পৰা আহে মাধৱ শঙ্কৰৰ পাশে
গুৰুৰ আপ ডাল হেতু প্ৰত্যেহ প্ৰত্যুযে*
ৰাম দাস নামে তান ভনীৰ জোঁৱাই
ভগ্নী উৰ্ব্বশীৰ সঙ্গে থাকন্ত তথাই।
হৰি নামে ৰত সদা গুৰু শিষ্য দুই
কমাৰকুচি বাৰদিত পোহৰ কৰই।
পূৰ্ণ গৰ্ভৱতী ছিল উৰ্ব্বশী সুন্দৰী
জন্ম লৈলা ৰাম চৰণ পাষণ্ডৰ অৰি।
পুত্ৰ মুখ দেখি সতী আনন্দ লভিলা
পূৰ্ব্ব কথা সুঁৱৰিয়া কান্দিবে লাগিলা।
এক দুই দিনে মাহ বহি গৈলা যেবে
কান্দোন কৰয় মাতৃ কোলে শিশু লৱে।
ইটো বংশে পূৰ্ব্বত আছিল ব্ৰহ্ম শাপ
সপ্তম পুৰুষে বংশ হইবে বিলোপ।
বংশ লোপ হেতু স্বামী বিষ্ণুৰ নন্দন
বিবাহ কৰিবে লাগি নকৰয় মন।
লাম কণা গিৰি মোৰ পিতা পূজনীয়
অনাথ হইয়া ফুৰে বিচাৰি আশ্ৰয়।
স্বামী মোৰ ৰাম দাস পৰম দয়ালু
আশ্ৰয় দিয়া ৰাখিলেক পৰম কৃপালু।
বাগুকাক যাইবে লাগি স্থিৰ কৰি মন
বিয়া দিলা আমাক যে কৰিয়া যতন।
পূৰ্ব্ব পুৰুষৰ শাপ আমি নজানিলু
বংশ লোপ হব বুলি এবেসে জানিলু।
বিলাপ কৰিয়া কান্দে ৰাম দাস জায়া
বংশ লুপ্ত ভৱিষ্যত অন্ধকাৰ দেখিয়া।
মাধৱ শুনিয়া আহে উৰ্ব্বশীৰ পাশ
কান্দি কাতি নকৰা নিজৰ সৰ্ব্বনাশ।
পানী দেখা নাই পথে কাপোৰ সলাই
যেহেন কৌপিন পিন্ধে পাগল জনাই।
শাপে বৰ হুয়া গৈলা শ্ৰীৰাম পিচৰা
সাত পুৰুষৰ আগ নোহে আপোনাৰ।
এই সাত জনে যদি কৰিছে সুকৰ্ম
ব্ৰহ্মবাক্য কটা যাব বিধাতাৰ ধৰ্ম।
ব্ৰহ্ম শাপে হোৱে যদি সবাৰে অনিষ্ট
ব্ৰহ্ম বৰে হইবে পাৰে সৰ্জ্জনৰ ইষ্ট।

*প্ৰত্যুযে - ধল পুৱাতে

এনেদৰে মাধৱদেৱ কত বুজাইল
তথাপিতো উৰ্ব্বশীৰ কান্দোন নুগুছিল।
তাৰ পাছে মাধৱদেৱ বোলে উচ্চ কৰি
বংশ লোপ শাপ আমি লৈলো আজি ধৰি।
তোমাৰ যিটো গোত্ৰ তাক আমিয়ে লইলো
আমাৰ গোত্ৰ দিয়া মই ভাগিনক ৰাখিলো।
কাশ্যপ গোত্ৰক দিলো ভাগিনৰ শিৰে
অলেমান গোত্ৰ ললো আমাৰ উপৰে।

ৰাম নাম স্মৰি নেতে বালক জনম
এহি হেতু নাম হৈব শ্ৰীৰাম চৰণ।
পৰম পণ্ডিত হৈব অতি গুণী মানী
বংশৰ ধৰণী এওঁ জগতে বখানী।
এত বুলি ভাগিনক কোলে তুলি লই
মুখত চুম্বন কৰে আতি পতি কই।
শ্ৰীগুৰু চৰিত কথা শুনা লোক সব
হৰি হৰিং বোলা সবে কৰিয়া উৎসৱ।



## *কমাৰকুচিত গুৰুজনাৰ কনিষ্ঠা কন্যাৰ পৰলোক স্থান ত্যাগ আৰু পাটবাউসীত সত্ৰ স্থাপন*

### *পদ*

কমাৰকুচি স্থানে গুৰু মহাৰঙ্গ কৰি
হৰি নাম প্ৰৰ্বৰ্ত্তাইলা কৃষ্ণক সুৱৰি।
ইটো থানে থাকি দুই বৰ্ষ বহি যাই
হৰিৰ কীৰ্ত্তনে স্থান ৰজন জনাই।
চুবুৰীয়া লোক এক জাতিত চড়াল
দিগদাৰী দিয়া সিটো কৰে আহুকাল।
শৰণো নলয় সিটো ধৰ্মকো নাচৰে
কেৱল বিলৰ তীৰে মাছ কেহে মাৰে।
মাছ বিকে চাউল আনে সিটো কৰ্মে চলে
ভকতসকলে তাত কিছুই নোবোলে।

মাছ শুকাই ৰাখিলে ভীষণ গোন্ধ হয়
ভকতসকলে তাত বৰ কষ্ট পায়।
কিছু দিন ধৰি কন্যা ৰুক্মিণী সুন্দৰী
শয্যাত পৰিয়া আছে শোথ ৰোগ ধৰি।
হাত ভৰি উখহিয়া উঠিতে নপাৰে
খাইতে বইতে একো ইচ্ছাই নকৰে।
পিছে এক দিনা আই শোৱণী শয্যাতে
শেষ নিশ্বাস ত্যাগ কৰে মাতৃ সমীপতে।
কন্যাৰ সন্তাপে গুৰু পত্নী দেৱী আই
কৰিলা কাকূতি ঠাই এৰি যাব লই।

এতেকতে আলোচিয়া সব ভক্তগণ
সুবিধাজনক ঠাই কৰে অন্বেষণ।
বিচাৰিয়া সবে গৈয়া পাটবাউসীত পাইলা
ওখ বন এক ডৰা গুৰুৱে দেখিলা।
সবে গৈয়া দেখিলেক আতিকে গহন
গোলক কটা কেতেকী গছ উপবন।
কোদোৰ বাহ দুই তিনি দেখিলেক তাত
বৰলৰ বাহ তাত দেখে অসংখ্যাত।
জুই দিয়া বন খণ্ড কিছু পাত লাই
ভাঙিলেক সিটো বন দা কুঠাৰ লই।
বৰল চোঙ বুলি সিটো থান খ্যাতি পাই
সবে লৰি আহিলেক সেই ঠাই লই।
বিষ্ণুপ্ৰিয়া ৰুক্মিণীৰ বিয়োগ শোকত
কান্দন্ত কালিন্দ্ৰী ভুকু মাৰিয়া বুকত।
গুৰু বোলে ধন জন পুত্ৰ কন্যা যত
সব মায়া ময় জানা সবে অশাশ্বত।
তাহাৰ কাৰণে তুমি শোক পৰিহৰা
শিষ্য শিষ্যাই পুত্ৰ কন্যা তাক মনে ধৰা।
ধেনু খান্দা বিলৰ পাৰ অতি অনুপম
ই ঠাই আহিবে লাগি সবে ভৈলা মন।
কমাৰকুচি এৰি গুৰু পাটবাউসী লই
হাতীঘৰ নামঘৰ বান্ধিলেক গই।
সত্ৰ পাতি হাতীঘৰ সবাকে বান্ধিল
অতিকে শুৱনি সত্ৰ ইখনি হইল।
বাটচৰা ফুলনিক পৰিপাটি কৰি
পাটবাউসী থানখানিৰ পাতনি সুন্দৰী।

পঞ্চদশ বৰ্ষ গুৰু ই থানে ৰইল
নানা লীলা ক্ৰীড়া কৰি বিহাৰে চলিল।
তাৰ পাছে ভক্তগণ আতৈত পুছিলা
সব কথা চক্ৰপাণিৰ মুখত শুনিলা।
কমাৰকুচি ক্ষেত্ৰে ৰহিলেক বৰ্ষ দুই
তিনি বিমঙ্গলে দেখি অসন্তোষ হুই।
বিলৰ পানী ঘোলা কৰে মাছমৰীয়াই
ঘটং ঘটং শবদত সদা শান্তি নাই।
মেকুৰীয়ে ডোখৰ পুৰা মাছক আনিলে
ৰন্ধন ঘৰত নিয়া আধা আধি খালে।
ৰাতিপুৱা দেখিলেক ডোখৰ পুৰা মাছ
বিড়ালে আনিয়া ৰাখে গুৰুৰ পাকৰ কাষ।
বিষ্ণুপ্ৰিয়া ৰুক্মিণীও বিচনাতে মৰি
থাকিল ৰাতিত মাত্ৰ শৱ ৰৈলা পৰি।
এতেকতে কমাৰকুচি ত্যাজি গুৰুজন
পাটবাউসী থান লাগি কৰিলা গমন।
পাটবাউসী নাম ইটো কেনমতে হৈলা
গুৰুক পুছন্ত ভকত প্ৰসঙ্গৰ বেলা।
কামৰূপী ৰজাৰ পাট আছিল ই থান
ঘৰ বাৰী বাহা সাজি আছিল তখন।
ৰাজপাট বাহা হেতু পাটবাউসী নাম
তাতে সত্ৰ পাতে গুৰু বান্ধি গৃহ ধাম।
আৰু এক কথা শুনা বৃত্তান্ত পূৰ্ব্বৰ
কন্যা নিবে আহে প্ৰভু কুণ্ডিল নগৰ।
ফিৰি যেবে গৈলা ৰুক্মিণীক সঙ্গে লই
শিমলুৰ তলে পাট পাৰিয়া জিৰাই।

আৰু শুনা কামৰূপৰ ৰজা কামেশ্বৰ
পাট পাতি ইয়াতেই সাধে যত কৰ।
কৰ্মচাৰীৰ বাহা সাজি দিলা স্থায়ী কৰি
এহি হেতু পাটবাউসী নাম আছে ধৰি।
চিৰি লুইত বৰ লুইত মাঝে ইটো ঠাই
লোকৰ বসতি ঘন সীমা সংখ্যা নাই।
বাউসীৰ পটে আহে যত লোকচয়
ৰাস্তা পথ নানা মতে চৌদিকে শোভয়।
বাউসী পৰগণা কেন্দ্ৰ পাটবাউসী থান
উপৰাজধানী যেন হয় এইখান।
গুৰু যেবে এই থানে সত্ৰক পাতিল
পৰিল চৌদিকে ব্যাপি হৰি নাম ৰোল।
বৈকুণ্ঠৰ সম নাম কেলি হয় তাত
অসংখ্য ভকতে নাম ধৰে জাত জাত।

কীৰ্ত্তনৰ ৰোল পাছে চৌদিকে উঠিল
তাল খোল শবদত সবে মজি গৈল।
বল চোঙে বৰল যত বাহত আছিল
গুৰু ভক্তৰ প্ৰবেশতে সবে উৰি গৈল।
বৰলৰ গুণ গুণ আগতে আছিল
ভোমোৰা কুলিৰ মাতে মনক হৰিল।
এতিক্ষণে নাম কীৰ্ত্তন কৰিয়া সতত
চাৰিফালে হৰি নাম ধ্বনি মুখৰিত।
পুব পশ্চিম দিকে নাম নিজৰ বৈ যাই
***গুৰুৰ কীৰ্ত্তনৰ ধ্বনি প্লাবিত কৰই।***
পৰগণা বাউসী ছিল পূৰ্ব্ব প্ৰচলিত
এতিয়াৰ পাটবাউসী ভূৱন বিদিত।
নাম ধৰা এতিক্ষণে সৰ্ব্ব কৰ্ম এৰি
সমস্বৰে সকলোৱে বোলা হৰি হৰি।



## *বাৰাদিত মাধৱদেৱৰ মাতৃৰ শ্ৰাদ্ধ*

### *পদ*

উচ্চস্বৰে বুলি গৈলা আতৈ চক্ৰপাণি
মাধৱদেৱে কৰে শ্ৰাদ্ধ সখীৰ টকা আনি।
ভবানন্দ সাউদ টকা বহু দান দিলা,
সেই টকা ভাঙি মহা✦, বুৰি কৰি লৈলা।

বয় বস্তু কিনি মাগি যোগাৰ কৰিলা
বাৰাদিৰ থানে মাতৃ শ্ৰাদ্ধক পাতিলা।
মাতৃ ঢুকাইল যেবে কাপলাৰ তীৰে
ৰোগ হেতু তাতে শ্ৰাদ্ধ কৰিতে নপাৰে।

✦ *মহা - চাৰিআনাত একচোক বা মহা*

ভক্তগণে ৰোগে পৰি আতুৰ হইলা
মাধৱদেৱে মাতৃ শ্ৰাদ্ধ কৰিবে এৰিলা।
ছয় মাহ পৰে যেবে তিথি আহি পাইল
চৌকিয়া মাজিৰ গৃহে বাহৰ পাতিল।
টকা পইচা বয় বস্ত্ৰ অন্যান্য সম্ভাৰ
ভক্তগণে সকলোকে কৰিলা যোগাৰ।
গাঁওৰ লোকে বোলে ঐত বামুন যে নাই
পুৰোহিত অবিহনে কেমনে হোৱয়ই?
ভক্তগণ বোলে ঐত সব কাৰ্য্য হয়
ধৰ্ম অৰ্থ কাম মোক্ষ নামতে মিলয়।
বেদৰ বিহিন কৰ্ম ইটো কেনে চিত্ৰ
কৰে ইটো কৰ্মে অন্য জাতিকো পবিত্ৰ।
শ্ৰাদ্ধৰ যতেক লাগে বস্তুৰ সম্ভাৰ
চাউল, দালি, বুট, মুগ কৰিলা যোগাৰ।
নাম কীৰ্ত্তন গায় যত ভকতে হৰিষে
লোকৰ কাণত সিটো অমৃত বৰিষে।
দহজোৰ বৰতাল নাগৰা কোবাই
বাৰাদিৰ চতুৰ্দ্দিকে খলক লগাই।
আনন্দ সাগৰে মজি সবে বিয়াকুল
ভক্তগণ মধ্যে গুৰু যেন পদ্ম ফুল।
নীম কীৰ্ত্তন সম্বৰিয়া পোচাক সলাই
পত্নী প্ৰসাদ নাট গুৰু ভাওনা কৰই।
পণ্ডিত ব্ৰাহ্মণ যত তথাত আছিল
নাচ গান দেখি সবে আনন্দে মজিল।
ব্ৰাহ্মণসকলে যাত্ৰা আগে দেখা নাই
আচৰিত ধৰণ কৰ্ম সবাই বোলই।

নটুৱাব নাচ পাছে সবাকে দেখাই
গাদীত শঙ্কৰে আছে আসন শুৱাই।
নাট দেখি বিপ্ৰগণ মনোযোগ দিলা
আগতে নেদেখা কাণ্ড সম্মুখে দেখিলা।
মাহ প্ৰসাদ গুৱাপাণ সবাকো যে দিলা
প্ৰসাদ খাইয়া বৰ তৃপ্তি লভিলা।
এনেদৰে মাতৃ শ্ৰাদ্ধ কৰি সমাপন
ঘৰাঘৰি চলি গৈলা সভাসদ গণ।
বাৰাদি গ্ৰামেতে থাকি গোবিন্দ নন্দন
প্ৰতিদিনে কৰি আহে গুৰুক সেৱন।
একা বেকা পথ ইটো মাজতে জঙ্গল
পথতে আছয় কত পানীৰ দ খাল।
চাৰি পাচ ক্ৰোশ বাট হাঁথি প্ৰতিদিন
পথ শ্ৰমে মাধৱৰ দেহা ভৈলা ক্ষীণ।
বুজি পাই ভক্তগণ মাধৱৰ দুখ
বুলিলা গুৰুৰ আগে ৰাম ৰাই প্ৰমুখ।
গুৰু বোলে ইয়াৰ প্ৰতিকাৰ আমি কৰি
মাধৱৰ এত দুখ সহিবে নপাৰি।
এতেকতে সবে মিলি মাটি বিচাৰিলা
কেওটকুচি শিলা ভেল্লা তথাতো দেখিলা।
তাম্ৰধ্বজ নামে এক সম্পৰ্কীয় জন
তাহাৰ গৃহত আহি থাকিল যখন।
পৰম অনাচাৰী সিটো কদৰ্য এজন
গৃহত নুগুচে সদা কন্দল হাই দন্দ।
মাধৱে আহিয়া বোলে শুনা মহাশয়
গৃহস্থৰ ইটো কাৰ্য্য মুঠে ভাল নয়।

মোৰ সঙ্গে চলা তুমি শঙ্কৰৰ পাশ
পাপ খেদাই পূণ্যই কৰিব বন্ধ নাশ।
হৰি নাম মুখে লইলে গুছে সব ভয়
অনাচাৰ কৰ্ম এৰি চলা মহাশয়।
দুৰ হব যত তব মনৰ বিকাৰ
প্ৰভুৰ কৃপাত আহি মিলে সদাচাৰ।
তাম্ৰধ্বজ ইটো লোক অতি হীন মতি
নিবিচাৰে পাপ পূণ্য গতি বা অগতি।
মাধৱক বুলিলেক খট্ৰাঙ্গ বচন
চিৰকাল পাপী মই নহো পূণ্যবান।
আতা গল পিতা গল আৰু মাতা খুড়া
আমাৰ আধাকাল গল হলো প্ৰায় বুঢ়া।
এতিয়া নহও ভকত নালাগে মুকুতি
পাপীক লাগয় পিঠা এইহে যুগুতি।
কথা শুনি মাধৱৰ বিৰক্তি লাগিল
আপোনাৰ কথা যত গুৰুক কহিল।
শ্ৰীগুৰু বুলিলা চেষ্টা আমিয়ে কৰিব
গণককুচি থানে মাটি বিচাৰি পাইব।
মাধৱ সহিতে পিছে আলাপ কৰিয়া
আমিও যাইবো এদিন মাটি বিচাৰিয়া।
দিনেক দীঘলা কাইথ মাধৱৰ প্ৰতি
কটু বাক্য কৰিলেক হইয়া বিৰকতি।
চৰু, হাড়ি, পাক যত দিলে দলিয়াই
গুৰু গৃহে কৰ্ম কৰি মাধৱ আহি পাই।

দেখি ক্ৰোধান্বিত হইয়া দীঘলা বুলিলা
আজি হন্তে ইয়াত তব চাউল উঠিলা।
আবেলি গৈলন্ত মাধৱ বিষণ্ণ বদন
পুছিলা শঙ্কৰ গুৰু ইয়াৰ কাৰণ।
মাধৱ বুলিলা সব দুখৰ বিবৰণ
শঙ্কৰে কৰাইল চিৰা দধিক ভোজন।
দুইজনে বিচাৰি গৈলেক বিল পাৰে
এক দৰা মাটি আছে গাঁওৰ ভিতৰে।
দৈৱজ্ঞ গণেশ নাথ মাটিৰ মালিক
তাক সুধি চাবলৈকে দুয়ো চলিলেক।
মাটিৰ মালিক দৈৱজ্ঞৰ ঘৰ পাই
দৈৱজ্ঞ দিলেক দুইকো আসন চপাই।
গুৰু বোলে তব মাটিখিনিক দিয়োক
এক তোলা সুৱৰ্ণ তাৰ মূল্য ধৰিয়োক।
দৈৱজ্ঞ দিলেক মাটি সুৱৰ্ণক লই
মাটি পাই দুইজন হৰষিত হই।
গণকৰ মাটি লই বাহাক বান্ধিলা
সেই হেতু গণককুচি থান নাম পাইল।
মাধৱদেৱ আহি তাত বসতি কৰিলা
গণককুচি থান ইটো সুখ্যাতি লভিলা।
ওচৰতে বৰল চোঙ পাটবাউসী থান
বাৰাদিৰ বসতি দেৱ কৰে প্ৰত্যাখ্যান।
মাধৱৰ লীলা মৃত শুনি সৰ্ব্বজন
ৰাম ৰাম বোলা সবে হই এক মন।

# আলধৰা অন্বেষণ আৰু শ্ৰীৰাম আতাৰ শৰণ লাভ

## পদ

শ্ৰীগুৰু চৰিত কথা সুমধুৰ বাণী
আতৈৰ* মুখত শুনে যত ভক্ত জ্ঞানী।
প্ৰেম ৰস উপজিল আন চিন্তা এৰি
দিঠকে সপোনে মাত্ৰ স্মৰে ৰাম হৰি।
পাটবাউসী বৰ ধাম দশোদিশ জুৰি
ভক্তগণ সবে মিলি বোলে জয় হৰি।
পাটবাউসী বৰল চোঙে আছন্ত শঙ্কৰ
গণককুচি ক্ষেত্ৰে বাহা আছে মাধৱৰ।
প্ৰতিদিনে গুৰু গৃহে চলয় মাধৱ
সঙ্গী কেও নাই একা চিন্তয় কেশৱ।
গভীৰ জঙ্গল এক দুই ঠাইৰ মাঝে
অকষ্মাতে পায় লাগ শৃগালৰ জাকে।
বনৰীয়া হাতী মহ কৰে আহ জাহ
সন্মুখে পৰিলে জানা হব সৰ্ব্বনাশ।
তথাপিতো বঢ়াৰ পো ভ্ৰূক্ষেপ নকৰে
প্ৰতিদিনে গুৰু গৃহক আহ জাহ কৰে।
দিনেক দুই ভক্ত সঙ্গে গুৰু গৃহে গৈলা
পথে ভয়ঙ্কৰ গোণা মহক দেখিলা।
ভক্ত দুয়ো সঙ্গ এৰি হাবিত সোমাই
সন্মুখেৰে শ্ৰীমাধৱ চলিয়া আহই।

শঙ্কৰক বোলে আহি ভক্ত দুইজন
গোণা মহৰ সন্মুখেৰে আহে কি কাৰণ।
গুৰু বোলে কিয় আহা বঢ়াৰ নন্দন?
জানি শুনি নকৰিবা বিপদ বৰণ।
মৰো যদি কথা নাই ভাগ্যে যিটো আছে
ৰাখে হৰি মাৰে কোনে ভয় কিনো আছে।
সাপে খাই বাঘে খাই যদি মৰে জলে
যাৰ যিবা হব লাগে নিজ কৰ্মফলে।
তাৰ হাতে মৃত্যু যদি আছয় আমাৰ
পলাই ৰক্ষা নপৰিবো জানো সাৰে সাৰ।
গুৰু বোলে ব্যাঘ্ৰ আগে জন্তু আগে পাই
প্ৰলয় কালত নাশ আয়ু বিচাৰ নাই।
এতেকতে মানা কৰো ইটো নকৰহ
বাচি খোৱা, জাগি শোৱা মনত ৰাখহ।
জানি শুনি কোনো জনে বাঘ মুখে যায়
আত্মহত্যা পাপে জানা তাহাক চোৱয়।
তেল থাকিলেও চাকি বতাহে নুমায়
আৰ দিয়া থলে চাকি কভু নুনুমায়।
ৰাম দাস বাৰাদিত থাকিয়া গইল
অকলশৰে শ্ৰীমাধৱ গণককুচি পাইল।

* আতৈ - চক্ৰপাণি বৈৰাগী আতৈ

নিজে ৰান্ধি বাঢ়ি খাব লাগে যতনাই
খৰিডালো দিব এনে আন লোক নাই।
নিজৰ সমস্ত কাৰ্য্য মাধৱে কৰয়
গুৰু পৰিচৰ্য্যা কাম কদাচ নেৰয়।
ইহাক দেখিয়া শঙ্কৰৰ মনে দুখ
তেওঁৰ ঘাবে বিসৰ্জ্জিলা আপোনাৰ সুখ।
নাৰায়ণ দাস সমে আলচ কৰিয়া
আল ধৰা লাগে এক মাধৱ লাগিয়া।
বিচাৰিবা লোক হয় অতি শান্তজন
কদাচিতো নোহে যেন পাপত মগন।
লোভ দম্ভ অহঙ্কাৰ কিছু নথাকয়
সৰ্ব্বদায় সেৱা কাৰ্য্যে মগন থাকয়।
গৃহস্থী জঞ্জালো নাই পুত্ৰ পৰিবাৰ
নিজৰ বুলিবাৰ একো নাথাকয় আৰ।
পৰম দয়ালু আৰু ধাৰ্মিক পৰম
মালিকৰ সেৱা কাৰ্য্যে ৰাখয় যতন।
বেহা বেপাৰত ফুৰে প্ৰায় গাঁও জানে
নাৰায়ণ দাস বিনা অইনে নজানে।
বিচাৰ কৰিলা ক্ষেত্ৰী বাউসী পৰগণা
আৰু বহু ঠাই গল নিজে জনা শুনা।
মানাহ তীৰৰ গাঁও শিমলুবাৰী নাম
দুখীয়া নিচলা লোক নাই নাম ধাম।
ওপোৰোক্ত গুণী লোক বিচাৰ কৰিলা
লোক মুখে শ্ৰীৰামৰ সন্ধান পাইলা।
দুৰ্ভাগ্য কবলে বাচা লোকৰ ঘৰত
খাটি খুটি থাকে খাই বিষাদ মনত।
এক দিনা বেচেৰাৰ সকলো আছিল
নিজে হাল বাই যাই খেতি কৰিছিল।
বিবাহ কৰাই ঘৰ পাতি লই ভালে
ল'ৰা-ছোৱালীৰ পিতৃ হ'ল এক কালে।
বিধিৰ নিৰ্ব্বন্ধ কোনে এৰাইবাক পাৰে
ভাগ্যৰ লিখনে পুৰুষক লগ ধৰে।
ভাগ্যৰ লিখনে পত্নী পুত্ৰক হেৰাই
লোকৰ গৃহত থাকে হাল বন্ধা হই।
আপোনাৰ বুলিবলৈ পজা ঘৰ এটি
নিহালি এখন মাত্ৰ আৰু ঢাৰী পাটি।
এয়ে গৃহস্থালী লই ৰল শ্ৰীৰাম
মুখত নুগুচে কিন্তু ৰাম কৃষ্ণ নাম।
মনাই নামে লোকৰ গৃহে বন্ধা কাম কৰি
আছে শ্ৰীৰাম তাতে হাল কোৰ মাৰি।
এতিক্ষণে ধান ডোৱা সময় পৰিছে
বোধ হয় লোকজন পথাৰতে আছে।
লোক মুখে বৃত্তান্তক শুনি নাৰায়ণ
সত্বৰে চলিয়া গৈলা শিমলাবাৰী থান।
শিমলাবাৰী গাঁও মাজে মনাইৰ খাট পাই
লোক এক দেখিলন্ত ধান আছে দাই।
কাষ চাপি ভবানন্দ আতি গুৰি লইলা
আপোন দুখৰ কথা শ্ৰীৰাম বুলিলা।
থোকাথুকি মাতে কথা শ্ৰীৰাম বোলয়
চকুৰ লোতক ঝৰি কাপোৰ তিয়ায়।
সান্ত্বনাক দিয়া ভবানন্দ বোলে বাণী
সবাকো পাহৰা তুমি ঈশ্বৰক জানি।

বেকত কৰিলা তাক নিজ অভিমত
ঋণ পৰিশোধ কৰে দিব লাগে যত।
ধান দাই অটাইব বুলি কথা দিয়া
পাচ টকা ঋণ মই আনিছো কৰিয়া।
সেই ঋণ পৰিশোধ হইব যিদিনা
আপোনাৰ সঙ্গে যাব পাৰিবো সিদিনা।
আকে কই মৌন হুয়া অধো মুখে ৰই
হাতে কাচি ললে শ্ৰীৰাম ধান দাবলৈ।
হেন সময়তে মনাই মালিক মাটিৰ
উপনীত হ'ল আহি কৰি খৰ ধৰ।
মনাই বুলিলা ওৰে শ্ৰীৰাম সুজন
পৰিশোধ হল ঋণ তোমাৰ এখন।
এবে চলি যোৱা তুমি সদাগৰ সঙ্গে
শঙ্কৰ গুৰুৰ লগে থাকা মহাৰঙ্গে।
মহা গুণৱন্ত তুমি অতি সাধুজন
মঙ্গল হইব তোমাৰ জানিলো এখন।
মালিকক নমস্কাৰ কৰিলা শ্ৰীৰাম
নৌকাত উঠিলা আহি এৰি নিজ গ্ৰাম।
কঠাখনি আছিলা তাকে বান্ধি লৈলা
বাহ চুঙা এটি মাত্ৰ তাহাকে আনিলা।
গহীন গম্ভীৰ খোজ অতি শান্ত মতি
ভবানন্দ মহাজন নিৰীক্ষিলা গতি।
প্ৰথম দিনা আহি যেবে ৰাত্ৰি হুয়া গল
পাটবাউসী লাগি আৰু উজাই নগল।
হালধিয়া গ্ৰামত থাকিলা এক ৰাতি
জ্ঞাতি বন্ধু সকলক আদৰিলা মাতি।

ৰজনী প্ৰভাত ভৈলা চৌদিক মুখৰি
কৰ্ত্তব্য কৰ্মক লাগি সবে গৈলা লৰি।
নৌকা চলাই আহিলেক ভবানন্দ ৰাই
আবেলি পৰত নৌকা ঘাটত পৌছাই।
ধেনুখান্দা জনে নৌকা পাটবাউসী পাই
হৰি নাম মুখৰিত কৰি আছে ঠাই।
হৰি নাম ৰোল আহি কাণত পৌশিল
শ্ৰীৰাম আহি পাছে গুৰুক প্ৰণামিল।
শঙ্কৰ বুলিলা বোপা শুনিয়ো শ্ৰীৰাম
পৰম ঈশ্বৰৰ নামে তোমাৰেসে নাম।
মাধৱৰ দাস কৰ্ম কৰিবাৰ বাবে
তোমাক আনিলো আমি এইখনি ঠাৱে।
তাহাৰ আলপৈচান তুমি লাগিব ধৰিতে
পাৰা বা নোৱাৰা কোৱা এখান ত্বৰিতে।
শ্ৰীৰাম বুলিলা বাপ কৃপাৰ ঠাকুৰ
তব কাযে আশ্ৰয় পাইলো মোহ ভৈলা দুৰ।
যদি কৃপা কৰি ৰাখে দাসক এবাৰ
তোমাৰ চৰণ বিনে কিনো আছে আৰ।
ঢউত উটি আহি যেন আশ্ৰয় পাইলো
কত ভাগ্যে আপোনাৰ চৰণ দেখিলো।
কৃত দাস হুয়া ছিলো পথাৰৰ মাঝে
আমি এই ঠাই পালো কত ভাগ্যবশে।
পতিত পাবন তুমি গুৰু জগতৰ
তব কৃপা বশে তৰো এভব সংসাৰ।
এই বুলি স্তুতি নতি কতনা কৰিলা
মহাভক্ত এই লোক গুৰুৱে জানিলা।

হাঁহি হাঁহি গুৰুজন সানন্দে বোলয়
আমাৰ কৰ্ম্মৰ তুমি যোগ্য পাত্ৰ হয়।
মাধৱৰ সঙ্গে তুমি গণককুচি যোৱা
তাহাৰ সেবায় তুমি ভক্ত পদ লোৱা।

ভোজন কৰাইলা দুই জনক আশ্বাসী
হৰি নাম শুনি আছে যত আশ্ৰমবাসী।
শ্ৰীৰাম চৰিত্ৰ কথা শুনা কৰ্ণ ভৰি
যত লোক আছা সবে বোলা হৰি হৰি।

:—x—:

## *সপত্নীক মধাই আতৈ বুঢ়া দলৈ আৰু ভাতৃদ্বয়ৰ শৰণ লাভ*

### *পদ*

বৈৰাগী বোলই কথা ভক্তগণ মাঝে
শুনিতে আনন্দ পায় ভকত সমাজে।
গুৰুৰ চৰিতামৃত অতি মধু ময়
শুনি শুনি থাকিলেও ভোক নলাগয়।
জয়ন্তী গাঁওৰ মধাইৰ কথা কলো আগে
এতিয়া পত্নীৰ কথা বুলিবাক লাগে।
গুৰু সঙ্গে মধাই গৈয়া মাধৱ নাম লই
মাহেকৰ বাবে ৰৈলা নাম গুণ গাই।
মায়া চাৰি গৃহত্যাগী ইথানে আহিব
গুৰুৰ চৰণ সেবি জীৱন কটাইব।
এবে এই কথা ভাবি ব্যাকুলিত হই
গুৰুৰ চৰণে সেবি জীৱন কটাই।
কৃপাৰ ঠাকুৰ বাপ আজ্ঞা দিও মোৰে
গৃহ হন্তে বিদায় লই আহো এত পৰে।
আদেশিলা গুৰুজন গৃহে যাইবা কিক
নৌকা লৈয়া চৰে মধাই গৃহ জয়ন্তীক।

পত্নী দুই আছে তাত আপোন গৃহত
নিজৰ সিদ্ধান্ত মধাই কৰিলা বেকত।
দুই পত্নীৰ কাষে গৈয়া পদক মাতিল
বিষয় সুখৰ প্ৰতি বিৰাগ জন্মিল।
বৈৰাগ্যত পৰে ভাগ্য পুৰুষৰ নাই
সাংসাৰিক জনৰ দুখৰ সীমা কোই।
এতেকতে গৃহ সুখ দিয়া জলাঞ্জলি
হৰি নাম অমৃত লইব আকোঁৱালি।
দুই পত্নী বোলে প্ৰভু ইটো কেনে কথা
মায়াৰ বান্ধোন লগাই হৰিলা সৰ্ব্বথা।
দুই অভাগিনী নাৰী কিমত ৰহিব
সংসাৰ গৰ্ত্তত পৰি কিমতে তৰিবো।
সন্তৰ সঙ্গত ৰতি সবাৰেই মন
আমাক ছাৰিয়া কেনে যাবা এতিক্ষণ।
মহাপাপী অনাচাৰী আমি তিৰি জাতি
সুখ বুলি ধৰি লও পাই সঙ্গে পতি।

পেলনীয়া চোবা কিয় কৰহ আমাক
জীৱন মৰণ সঙ্গী বুলি বুটলি লৈয়োক।
পতিক নেদিল দুই মহা সতী এৰি
সঙ্গে চলি গৈলা দুয়ো হাত জোৰ কৰি।
পাটবাউসী থানে গৈয়া গুৰুক দেখিলা
মনৰ আবেগ যত বেকত কৰিলা।
পতিৰ সঙ্গত ৰব খুলিয়া বুলিলা
কাকো ব্যক্ত নকৰিবো অঙ্গীকাৰ কৈলা।
তিৰোতাক ধৰ্ম দান গৰহিত আতি
অৱশ্যে দিবেক পাৰি সঙ্গে আছে পতি।
সুকীয়া এখনি বাহা বান্ধিয়া দিলেক
মধাই আঁতে পত্নী সমে তথা থাকিলেক।
দুই পত্নী গুৰু ভকত সেৱা কৰি ৰৈলা
ভকতৰ দাসী কাম কৰি দুই বেলা।
থাকিলেক বাহা মচি বাচনক ধুই
প্ৰসঙ্গত কাণ পাতি শ্ৰৱণ কৰই।
ভক্তি ধৰ্ম প্ৰৱল যাৰ জাতি লিঙ্গ নাই
শ্ৰীগুৰুৰ চৰণত সবে আশ্ৰয় পাই।
উদাসীন গৃহবাসী কিছু ভেদ নাই
সবে ভক্ত ভক্তি মাৰ্গে সবাৰো আশ্ৰই।
হৰি নাম ধ্বনি শুনি কত পূণ্যবান
চাইবাক লাগি আহে পাটবাউসী থান।
নাম কীৰ্ত্তনক চাই আনন্দ লভয়
সজ সজ সাধু গুৰু সবে বখানয়।
শাস্ত্ৰ পাঠ কৰিবাক লাগি মতি যাই
তাৰ পাছে ধৰ্মলোৰে নাম গুণ গাই।

বুঢ়া দলৈ নামে এক পণ্ডিত সুজন
আঢ্যৱন্ত লোক আতি শান্ত শিষ্ট মন।
প্ৰথম খণ্ডত তেওঁ নিৰীক্ষি আছিল
শাস্ত্ৰত নহহে মন উপাৰ্জনশীল।
আশে পাশে গুৰুজনে শাস্ত্ৰ কথা কয়
তথাপিতো বুঢ়া দলৈ ওচৰ নচাপয়।
মাধৱৰ মাতৃ শ্ৰাদ্ধ যেতিয়া দেখিল
তাৰ পৰে দলৈ বুঢ়াৰ চকু মেল খাইল।
চাপিয়া মাধৱ কাষ বোলে দলৈ দেৱ
এখনে বুজিলো আমি তুমি যে বান্ধৱ।
শাস্ত্ৰ পঢ়িবাক লাগি মোৰ গৃহে যাব
তব মুখে হৰি কথা শ্ৰৱণ কৰিব।
কালি প্ৰভাতে তুমি ভকত সঙ্গে লই
আমাৰ গৃহক যাইবা শাস্ত্ৰ চাবলৈ।
বুঢ়া দলৈৰ নিমন্ত্ৰণ শুনি মাধৱদেৱ
মুৰ জোকাৰিয়া কৰে দলৈ বুঢ়াক সেব।
পৰ দিনা দলৈৰ গৃহে যাইবাক লাগি
শঙ্কৰৰ কাষে চলে যাইবে আজ্ঞা মাগি।
শ্ৰীগুৰু বুলিলা চাবা ঠাই নোহে ভাল
খোজ পিচলিলে পাবা বৰ আহুকাল।
ভকত দুজন সঙ্গে দলৈৰ গৃহে গৈলা
শাস্ত্ৰ পাঠ কৰি দেৱ গৃহক ফিৰিলা।
বুঢ়া দলৈ বুলিলেক কালি যাব আমি
শঙ্কৰৰ ধৰ্ম লইব তিনি অন্তৰ্যামী।
পথেৰে আহিলা চলি বঢ়াৰ নন্দন
আগচিয়া ধৰিলেক পুৰুষ একজন।

মুখাধাৰী শয়তান প্ৰবঞ্চক তই
কোথায় যাইবি আজি তোৰ ৰক্ষা নাই।
মানুহৰ মজে তই নামক বিলাই
পূজা হোম নষ্ট কৰ মিছা কথা কই।
ব্ৰাহ্মণক দিব নিদি তই লৱ ধন
তোহাৰ নিস্তাৰ নাই কৰিব নিধন।
মাংস কাটি আজি তোৰ কুকুৰক দিব
দেখো মই কোনে তোক ৰক্ষানো কৰিব।
মাধৱ চিন্তিল তথা গুৰুৰ বচন
ই ঠাই আহিবে লাগি কৰিছিল বাৰণ।
কথা নুশুনিয়া মই ই থানে আহিলো
প্ৰভু ৰক্ষা কৰে যদি তেবেসে সাৰিলো।
হৰি নাম জপ কৰি মৌন হুয়া ৰৈলা
আষাৰেকো নামাতিয়া দুষ্টক চাহিলা।
গুৰুৰ নুশুনি মাত পাপীষ্ঠ দুৰ্জন
কত বেলি কৰিলেক তৰ্জন গৰ্জন।
কিছু পৰে বোলে ভাই নামাতা যে তই
এত গালি দিলো মই তোৰ ৰাগ নাই।
কিবা ধৰ্ম পাল তই লোকক বিলাৱ
জানিবাক চাও মই তই কিবা কৰ।
তেখনে বুলিলা মাত বড়াৰ কুমাৰ
ভাগৱত ভিন্ন মত নাহিকে আমাৰ।
যদি জানিবাক চোৱা যাইবা গুৰু কাষে
চাই চিতি লবা তাত কিনো কৰি আছে।
তোৰ ভাই বুঢ়া দলৈ ধৰ্মক লইলা
জানিবা তেওঁৰেই গৈয়া ভক্তপদ পাইলা।

প্ৰণাম কৰিয়া দলৈ ধূলি শিৰে লই
অধো মুখে আপোনাৰ গৃহে চলি যাই।
বিপদ ভাবিয়া গুৰু ভক্ত সঙ্গে লই
মাধৱক উদ্ধাৰিবে আগবাঢ়ি যাই।
দেখিলেক আহে লৰি বড়াৰ নন্দন
সঙ্গী সমে লৰি আহে গজেন্দ্ৰ গমন।
শঙ্কৰে সুধিলা পাছে শত্ৰু কেনি গৈলা
জিনিয়া আহিলো বুলি মাধৱে জনাইলা।
কালি আহি লইবে আপোনাত শৰণ
হাত নুতুলিয়া বাপ জিনিলোহো ৰণ।
তযু নাম অস্ত্ৰ বলে ৰণ জিনিলো
নামৰ শকতি বাপ লোককো দেখাইলো।
শত ধন্যবাদ দিয়া কুসুম নন্দন
মাধৱৰ প্ৰতি বোলে আশীষ বচন।
সবে মিলি চলি গৈলা পাটবাউসী থান
তথাত কৰিলা সবে নাম সং-কীৰ্ত্তন।
তাৰ পৰে মাধৱদেৱ গৃহক আহিলা
পিছ দিনা ৰাতিপুৱা গুৰু গৃহে গৈলা।
বুঢ়া দলৈ ভাতৃ আহি চাউল-দালি লই
ফল-মূল কদলি আদি আনিছে গোটাই।
গুৰুক প্ৰণামী দলৈ শৰণ লভিলা
হৰি নাম মাহাত্ম্যৰ সন্ধান পাইলা।
শ্ৰীগুৰু শঙ্কৰ-মাধৱ যুগ অৱতাৰ
ভক্তগণে এই বাণী কৰিলেক সাৰ।
হেন জানি সব লোকে নামক সুমৰি
বৈকুণ্ঠে যাইবে লাগি বোলা হৰি হৰি।

>>>■<<<

## শ্ৰীগুৰুৰ ওচৰত যবন চান্দসাই দৰ্জিৰ ধৰ্ম গ্ৰহণ

### পদ

পাটবাউসীত সত্ৰ পাতি গুৰুজন
হৰি নামে মুখৰিত কৰে সৰ্ব্বক্ষণ।
নাৰায়ণ দাস আৰু মাধৱ সুমতি
প্ৰচাৰিয়া ধৰ্ম বাণী ফুৰে চতুৰ্ভিতি।
ওচৰৰ গাঁও যত পদ ব্ৰজে ঘুৰি
বিলাইলা ধৰ্ম বাণী মাধৱ মুৰাৰী।
এক দিনা মাধৱদেৱ নাৰায়ণ সঙ্গে
নন্দা গ্ৰামে চলি যান্ত তিনিজন ৰঙ্গে।
তথাত আছিল ভক্ত লোক দুইজন
শাস্ত্ৰ চৰ্চ্চা কৰিবাৰে তাহাৰ ভৈল মন।
গুৰুক মাতিলা তাৰা অতি আগ্ৰহ কৰি
দুৰ হেতু গুৰুজন আহিতে নপাৰি।
মাধৱ, নাৰায়ণ দাস আৰু ভক্ত দুই
আহিলেক নন্দা গ্ৰামে অতি কষ্ট কই।
দৈৱৰ ফেৰত এক ঘটনা ঘটিল
পথে তিনি লোকে তাহাৰ বাট আগুৰিল।
দুৰ্গাপুৰ নামে ঠাই অতি বিতোপন
পীৰৰ দাৰগাহ আছে তথাত এখন।
যবন যতেক লোক গ্ৰামেৰ সন্ততি
জাজৰিৰ পৰা আহি কৰয় বসতি।
বটদ্ৰৱা সমীপত গ্ৰাম যে জাজৰি
যবন বসতি গাঁও অতি ৰম্যপুৰী।
সান্দসাই নামে তথা বালক আছিল
দৰজী কাম শিক্ষা হেতু ই ঠাই আহিল।
চুবুৰীয়া লোক সঙ্গে প্ৰীতি ভাৱ নাই
সদা সৰ্ব্বদাই লাগি থাকে দন্দ হাই।
নন্দা গ্ৰামে আহিল যে ভক্ত তিনিজন
বাটত আগুৰি ধৰি বোলয় বচন।
কৈক লাগি যোৱা তহত কিহৰ কাৰণ
আমাৰ আগত কোৱা যাত্ৰাৰ কাৰণ।
মাধৱ বুলিলা আমি শঙ্কৰৰ দাস
ভক্তি ধৰ্ম প্ৰবৰ্ত্তাই কৰি আছো বাস।
মাধৱৰ কথা শুনি তিনি দুৰাশয়
বুলিলা অনেক নিন্দা বাণী অতিশয়।
শুনি আছো আমি তহত অতি দুষ্টজন
ছলে বলে আন হৰি মানুহৰ ধন।
মন আহি গলে লোকে ধন দিয়ে ঢালি
আপোন গৃহস্থীৰ কথা পাহৰে সমূলি।
এনেদৰে তোমালোকে সমাজ কৰ নষ্ট
বুধি কৰি বৰ্ত্তি আছ নকৰিয়া কষ্ট।
তহতক এৰি আজি নিদিবো সমূলি
যিবা আছে টকা পইচা দিয়া এবে খুলি।
মাধৱদেৱৰ হাতে ছিল টকা তিনি
কাবৌ ককালি কৰি দিলে ধনখিনি।

এনেদৰে আৰু কেবাজনো লগ পাই
ভকতসকলক ধৰি জুলুম কৰই।
নাৰায়ণ দাসক এদিন অকলে পাইলা
যিবা ধন আছে সব দিবলৈ বুলিলা।
নাৰায়ণ দাসে বোলে দিম বাৰু মই
কিন্তু মই শুনো তুমি জানহ চিলাই।
মোৰ গুৰুজনৰ হেতু এটি চাব কণ
আৰু তিনি চিলাইবা ভক্ত অন্যজন।
ভাওনাৰ হেতু বস্ত্ৰ চিলাই কৰি দিয়া
যিবা ধন লগে তুমি মোৰ পৰা নিয়া।
আৰু শুনা ভক্তৰ প্ৰতি নকৰা আক্ৰোশ
কোনো ধৰ্মৰ প্ৰতি আমাৰ পন্থৰ নাই ৰোষ।
ইছলামৰ প্ৰতি আমি সন্মান জনাও
এক দেৱ এক সেৱ বুলি মানি লও।
এতেকে তোমাৰ আমাৰ দুই ধৰ্ম এক
ভাষা মাত্ৰভেদ তাত নাই ব্যতিৰেক।
কথা শুনি চান্দসাই গৃহত চলিলা
আতাৰ পৰা একো টকা পইচা নিনিলা।
পিছ দিনা পুৱা গৈলা শঙ্কৰৰ ঠাই
ভক্ত সমে গুৰুজন আছে নাম গাই।
নামৰ অন্তত গুৰু গৃহে আহে যেবে
চান্দসাই গুৰুজন পাৱে পৰি সেৱে।
শঙ্কৰে পুচিলা কথা কৰ পৰা তুমি
কিবা উদ্দেশ্যক লাগি আহি এই ভুমি।
চান্দসাই বোলে বাপ নাৰায়ণ আজ্ঞাত
চাব কণ চিলাই হেতু পাইলো তযু ঐত।
শৰীৰৰ জোখ হেতু আইলু তযু কাষে
চাব কণ চিলাইবো শৰীৰৰ জোখে।
এনে সময়তে আহে নাৰায়ণ দাস
কাপোৰ হাতে লইয়া চাপিলা গুৰুৰ পাশ।
চান্দসাই কাপোৰখিনি হাতত লইলা
প্ৰণামিয়া গুৰুক গৃহক লাগি গৈলা।
মাধৱ, শ্ৰীৰাম আৰু গুৰুজন লাগি
তিনিটা চাব কণ কাটি চিলাই ভাগে ভাগী।
তিনি দিন পিছত চাব কণ আনিলন্ত
দুই গোটা চাব কণ গাৱে মিলি যান্ত।
গুৰুৰ চাব কণ কিন্তু গাৱে নিমিলয়
চান্দসাই দেখে ইটো কেনে কথা হয়।
সিদিনা দেখিলো মই গুৰুৰ শৰীৰ
আজি যিটো দেখো তাৰ নাই কোনো মিল।
যোৱা বেলি দেখিছিলো সাধাৰণ মানুহ
চতুৰ্ভজ ৰূপ আজি পৰম পুৰুষ।
বুজিলো শঙ্কৰ গুৰু নোহয় মানুহ
আল্লা আল্লা খোদা তিনি পৰম পুৰুষ।
আজি হন্তে গুৰু মানি পশিলো শৰণ
আমাক ৰাখিয়ো বাপ তোমাৰ চৰণ।
এই বুলি চান্দসাই কাতৰ কৰিলা
সাত দিন পৰে আহিব তাহাক বুলিলা।
এই সাত দিন ভৈলা সংযম নিয়ম
অনাচাৰী পাপ মতি অধম সিটোজন।
যিটো ধৰ্মে গুৰু মানি যবন বালক
ভকত সজ্জন কত তাড়না দিলেক।

পাপৰ নাহিকে সীমা কতনা অন্যায়
একে একে চান্দসাই স্মৰণ কৰয়।
পূৰ্ব্বৰ যতেক পাপ মনত পৰিলা
ইহাৰ উদ্ধাৰ উপায় বিচাৰি নাপালা।
এতেকে কৰিলা স্থিৰ চান্দসাই দুৰ্মতি
গুৰুৰ পদে শৰণ লব যিবা হয় গতি।
আজি ধৰি এনে কাম কভু নকৰিব
যত দায় দোষ মানে প্ৰকাশ্য কৰিব।
স্বৰূপে ভাবিলো মই সবাই মানুহ
ধৰ্ম ব্যৱসায়ী ইহা ভণ্ড কাপুৰুষ।
আনৰ শ্ৰমৰ উপৰ নিজে পোহ যায়
মন ভাল লগা কথা মাথো দুষাৰ কয়।
ছলে বলে খুজি আনে লোকৰ ধান ধন
হৰি ভক্তি কৰে দেখাই উদৰ পোষণ।
এতিয়া বুজিলো ইহা পুৰুষ পৰম
লোকৰ নিস্তাৰ হেতু লভিছে জনম।
পাপী তাপী সব লোক কৰিব উদ্ধাৰ
চতুৰ্ভুজ নাৰায়ণ ধৰি নৰাকাৰ।
কত পূণ্য ফলে পালো তাহাৰ সমীপ
ধন্য ধন্য ভবানন্দ ভক্ত কুল দীপ।
সাত দিন পৰে সিটো শঙ্কৰৰ ঠাই
শৰণ পাশলৈ আহি যবন চান্দসাই।
চান্দসাইৰ শৰণ কৰ্ম মনত সুৱৰি
সবান্ধৱে ভক্তগণে বোলা হৰি হৰি।



## *হাথীয়া দলৈৰ গুৰু বিদ্বেষ, নামতী বুঢ়ীক দিগদাৰী দান*

### *পদ*

চক্ৰপাণি আতৈ বোলে শুনা ভক্তগণ
বাউসীৰ যত লীলা শুনিও এখন।
বাৰাদি বৰাহ, শিলা বা কুৰিহাদি,
সুন্দৰ দিয়া গণককুচি বহৰি জইনাদি।
ধৰ্ম কথা শুনি বাৰে লোক অসংখ্যাত
দলে দলে লোক আহে বৰল চোঙত
নাৰীগণ আহি মনোযোগে কথা শুনে
শঙ্কৰক ঈশ্বৰ বুলি সকলোৱে মানে।
বৃন্দবানে গোপীগণ বাশীৰ নিনাদে
গৃহ ত্যেজী যায় চলি কৃষ্ণৰ সমীপে।
শ্ৰীকৃষ্ণৰ ৰূপ গুণ ভুৱন মোহন
গোপীৰ মনত যেন হয় আলোচন।
শঙ্কৰৰ গুণ মুগ্ধ মধুৰ ভাষণ
ধৰ্ম ভাৱে আলোচনা কৰে নাৰীগণ।
দলে দলে আহে বুঢ়ী নাম শুনিবাৰে
এক দিনা সাত বুঢ়ী তাতি কুচি পৰে।

বাউসী থানক লাগি আহিল সত্বৰে
পথাবৰৰ পৰা লোকে নিৰীক্ষণ কৰে।
পথে আছে খেতি কৰি হাথিয়া দলৈ
নাৰীগণ দেখি তাৰা আগচি ধৰই।
কৈক লাগি যোৱা তোৰা কৰ নাৰীগণ
কিবা কাৰ্য্য সাধিবাক কৰাহা গমন।
বুঢ়ীগণ বোলে যাও শঙ্কৰৰ পাশ
ধৰ্ম বাণী শুনিবাৰে আমাৰ সদা আশ।
কথা শুনো কৃষ্ণ বাণী আমি নাম গাই
মন প্ৰাণ সব আমি শান্তিক লভই।
তিনি চাৰি জন লোক হাথিয়া সহিত
বেঢ়ি ধৰিলে আহি হইয়া মিলিত।
আজি ফিৰি যোৱা তোৰা নাই প্ৰয়োজন
গৃহে গৈয়া কৰহ নিজ কাম বন।
বুঢ়ীগণ বোলে আমি উলটি নাযাও
নাম ধন বিনা আন ধনক নাচাও।
নামে ধন নামে প্ৰাণ নামে মোৰ গতি
বাঞ্ছা নকৰোহো আমি অন্য ধন প্ৰীতি।
উপায় নাপাইলা যাইতে এই বুঢ়ীগণ
মৃত গৰু দেখাইয়া বোলে দুষ্টজন।
নাম গাই গৰু যদি জীয়াইতে পাৰ
এবেসে আমাৰ হাত এৰাইতে পাৰ।
উপাই নপাই সবে মৃত গৰু বেঢ়ি
নামঘোষা গাই কৰে কীৰ্ত্তনক সুৱৰি।

আচৰিত কাণ্ড গৰু উঠিয়া লৰৰি
কত দুৰ গৈয়া পাছে পৰিলা বাগৰি।
আজিৰ পৰা তোমালোক হোৱা প্ৰীতি
বিশ্বাস ৰাখিবা সদা ভগবানৰ প্ৰতি।
কিছু খোজ কাঢ়ি গৈ বাগৰি পৰিল
বুঢ়ীগণ মহাৰঙ্গে উঠিয়া বুলিলা
নামৰ বলতে গৰু জীৱিত হইলা।
কিন্তু তোমালোক নৰ বৰ দুষ্ট মতি
ভগবান ঈৰ্ষা কৰে তোমালোকৰ প্ৰতি।
জীয়া গৰু তথাপিও বাচি নাথাকিল
অল্প দুৰ গৈয়া সিটো বাগৰি পৰিল।
আজিৰ পৰা তোমালোক হোৱা শুদ্ধমতি
বিশ্বাস ৰাখিবা সদা ভগবানৰ প্ৰতি।
এই বুলি বুঢ়ীগণ শঙ্কৰৰ কাষে
পাইলা গৈয়া সেই স্থান যথা গুৰু আছে।
গুৰু বোলে বেলি এত হল কিয় আজি
বুঢ়ীগণে বোলে পথে অধৰ্মৰ বাজি।
আপোনাৰ খুল* ভাই বন্ধ কৰে আহি
কেনে শঙ্কৰৰ পাশে কিবা কৰো যাহি।
যথাযথ উত্তৰ সবাই দিলো আমি
তথাপিতো অসূয়া কৰয় মন্দ ভাগী।
গুৰুৰ নামক স্মৰি যেবেসে আহিলো
মৰা গৰু আনি আগ ভেটীয়া ধৰিল।

*খুল ভাই - খুড়াকৰ পুতেক

নাম গাই মৰা গৰু জীয়াইতে লাগে
আপোনাক স্মৰি নাম গাইলো উল্লাসে।
জীৱন্ত হইল গৰু কিছুক্ষণ পৰে
আবাৰ পৰিলা গৰু নাতি দুৰান্তৰে।
তেবেসে আমাক দিলা বাট মোকলাই
শুনিয়োক প্ৰভু আমাৰ গাত দোষ নাই।

গুৰু বোলে ধৰ্ম কাৰ্য্যে বাধা প্ৰতি খোজে
ধৈৰ্য্য, সহ্য গুণে জানা সিটো কৰ্ম সিজে।
ভকতক ৰক্ষা কৰে প্ৰভু নাৰায়ণ
বুলিলা বচন শঙ্কৰ বিষাদিত মন।
সমস্ত থানত আছে অসুৰৰ বাস
ধাৰ্মিক জনক চায় কৰিব সৰ্ব্বনাশ।

আকে কই শঙ্কৰদেৱ শান্ত মূৰ্ত্তি ধৰি
ভক্তগণ সমস্বৰে বোলা হৰি হৰি।



## *কোচ ৰজাৰ পৰিচয় আৰু ৰজাৰ ওপৰত শনিৰ দৃষ্টি বুলি ঘোষণা*

### *ছবি*

আত অনন্তৰে বোলে চক্ৰপাণি
বেহাৰ ৰাজ্যৰ কথা
ধাৰ্মিক পৰম প্ৰজা পিতৃ সম
কোচ বেহাৰৰ ৰজা।
বাৰানসী স্থানে নানা শাস্ত্ৰ জ্ঞানে
জ্ঞানী তাৰা দুই ভাই
পুত্ৰ সম পালে কোনো আহুকালে
যাতে প্ৰজাক নাপাই।
চাৰিওফালে অতি সুন্দৰ খেতি-বাতি
দাৰিদ্ৰৰ চিহ্ন নাই
সুখী প্ৰজাগণে ৰজাক বখানে
যুৰে জয় গান গাই।

হঠাতে এদিন জ্যোতিষী দুজন
ৰাজবাৰী প্ৰবেশিলা
শনি দশা আহি ৰজাৰ মিলিছে
অতি সাবধানে চলা।
প্ৰজাগণে পাছে নিৰীক্ষিয়া আছে
নানা অমঙ্গল চিন
বেহাৰ নগৰে কুলক্ষণ ধৰে
প্ৰজাৰ মুখ মলিন।
কাউৰী কলৰবে দিন দুপৰতে
কত ৰঙা চিলা উৰে
গৃহৰ কাষত শৃগালৰ হোৱা
হাপাইও আটাহ পাৰে।

এনে অমঙ্গল দেখিলসকল
ৰজাক জনাইল আহি
শুনা মহাৰাজ কিবা অমঙ্গল
চকুৰ আগত ভাহি।
ঢোৰা কাউৰীগণ ফুৰয় গগণ
আৰ্তাহত কাণ ফাটে
মেঘৰ গৰ্জন বজ্ৰ পৰে ঘন
যেন বসুমতি ফাটে।
নাই বৃষ্টি একো ৰদ নাই তাতো
শস্য পথাৰত নাই
মাৰি মৰকত কত প্ৰাণ মৰে
ঘনে ভূমিকম্প যাই।
ৰজা মল্লৰায় ভাতৃ চিলাৰায়ে
দৈৱজ্ঞ মাতি আনিলা
জ্যোতিষী দলই গণিপিটি চাই
উচপ খাই বুলিলা।
শনি লাগ আহি ধৰিছে ৰজাক
ৰজাৰ উপায় নাই
গৃহত থাকিলে হব ৰাজ্য নাশ
থাকা গোপনে পলাই।
যদি ভাল চাৱ ভেশচন কৰি
গৃহ এৰি চলি যোৱা
ভাতৃ চিলাৰাই যুৱৰাজ হই
শাসন দণ্ড তুলি লোৱা।

পূৰ্ব্ব দিকে গই লুকাই থাকহ
প্ৰজা নিৰীক্ষণ কৰি
যেতিক্ষণে শনি এৰিয়া চলিব
আহিবা ৰাজ্যক ফিৰি।
হাজোৰ কাষত অজ্ঞাত বাসত
ৰজা কোঠ পাতি ৰৈলা
পৌনে■ দশকত শনি চাৰি গৈলা
আহোম ৰাজ্যে প্ৰবেশিলা।
শুক্লবৰ্ণ হাতী তথাত দেখিয়া
আহিল ৰাজ্যক ফিৰি
চিলাৰাইৰ দ্বাৰা ৰাজ্য আক্ৰমিলা
সৈন্য হয় হস্তী জুৰি।
ধন সোণ কত শুক্ল বৰ্ণ হস্তী
সবাকে কাঢ়ি আনই
ৰাজ্য জয় কৰি আহিলেক ঘুৰি
কোচ বীৰ চিলাৰাই।
ৰজাৰ আগত উপহাৰ দিলা
আনন্দ পাইলেক বৰ
শুক্লধ্বজ নামে ভাতৃক তুষিলা
কোচ ৰাজ ৰাজেশ্বৰ।
যেতিক্ষণে ছিল বৰ নগৰত
ৰজাৰ কাষত গই
কিছু টকা ধন সুবৰ্ণ কাঞ্চন
ৰজাক ভেটীলে গই।



■ *পৌনে দশক - সাৰে সাত বছৰ*

# যুৱৰাজ চিলাৰয়ৰ সৈতে গুৰুৰ পৰিচয় আৰু ভুবনেশ্বৰীৰ পাণি গ্ৰহণ

## দুলড়ী

চিলাৰাই পালে গুৰুৰ পৰিচই
মনত সন্তুষ্টি বৰ
বাউসী পৰগণে গোমস্তা পতিলা
কৰিয়া অতি আদৰ।
এক দিন তেবে যুৱৰাজ যেবে
বাউসী পৰগণা আহি
ৰাজঘাটে এক সুন্দৰী দেখিলা
মুখত মিচিকি হাঁহি।
কন্যাৰ ৰূপত কোবৰ ভোল গৈল
দুতক পাচিলা পাছে,
পাটবাসী গ্ৰামে ৰূপে অনুপম
কন্যা এক তৈতে আছে।
শীঘ্ৰে যোৱা তুমি পাটবাউসী গ্ৰামে
কন্যাৰ চিনাকি লই
পাট ৰাণী কৰি বিবাহ কৰিবো
হৃদয়ত দিব ঠাই।
কথা শুনি দূতে আহিল ত্বৰিতে
পাটবাউসী গ্ৰাম লাগি,
জানিত নপাৰে কাৰ কন্যা আছে
কোনেনো দিব চিনাকি।

একোকে নুশুধি মাত্ৰ থাকিলন্ত
গাঁওৰ লোকৰ ঘৰে,
প্ৰভাতে উঠিয়া নদীৰ ঘাটে আহি
চাই থাকে আৰে আৰে।
অনেক যুৱতী পুৱাতেই উঠি
বাহী বনক সামৰি
নদী ঘাটে গৈয়া বনক সামৰি
আহে কত ৰঙ্গ কৰি।
নতুন যুৱতী নতুন বোৱাৰী
কতনা অঙ্গনা আহি
কাপোৰ সলাই শৰীৰ দেখাই
মাৰে মিচিকিয়া হাঁহি।
কামৰূপী গাভৰু দেহ লয় লাস
যেন হৰৰ ডম্বৰু
উঠন বুকুত স্তন দুই উন্নত
ভৰি পতা অতি সৰু।
অনেক ৰমণী নদীৰ তীৰত
দুতে দেখিলন্ত পাছে
সবাৰে মাজত এক কন্যা দেখে
ৰূপে সমস্তকে ৰঞ্জে।

ভেলেকী লাগিয়া দেখিয়া ৰহিল
বয়সীয়া দুত জন
কোমল ঘাঁহনি পালে বুঢ়া গৰু
খাবলৈকে কৰে মন।

এজনীৰ উপৰে দৃষ্টি নিক্ষেপিলা
নিশ্চয় ইটো যুৱতী
যুৱৰাজ মন পাগল কৰিলা
নাপালে হইব খতি।



## ভুবনেশ্বৰী দেৱীৰ ৰূপ বৰ্ণনা

### ছবি

ধনু খান্দা নদী ঘাটে যতেক যুৱতী মানে
হাঁহি মাতি কৰিলন্ত স্নান
দেখে এক ৰূপৱতী ধীৰ লয় লাস গতি
ৰূপে গুণে সবাতে প্ৰধান।
জ্বলে দেহ নিৰুপম কাচা সুৱৰ্ণৰ সম
দেখিলে উঠলে কাম ভাৱ
মুখে মনোহৰ হাসি ললিত বলিত গা
ললিত বলিত হাত পাৱ।
ৰাম কল ডাল যেন উৰু দুই নিৰুপম
কটিত মেখেলা শোভা কৰে
সোলকে উন্নত খোপা খহে মালতীৰ খোপা
খোজে খোজে দুই স্তন লৰে।
কৰ্ণত কুণ্ডল ডোলে চকু তিৰ বিৰ কৰে
গলে সুৱৰ্ণৰ হাৰ জ্বলে
ভৰিত নুপুৰ ধ্বনি কৰে ৰুণু জুণু শুনি
কণ্ঠ শোভে নৱ হেমহাৰে।

মেখেলা পিন্ধিয়া চলি যেন ময়ুৰ ধৰে ছালি
চকু তেৰ কৰিয়া চাৱয়
দাঁত জিলিকনি হাঁহি মুকুতা পৰয় খহি
ইটো নাৰী যিটোজনে পায়।
তাৰ সম ভাগ্যবান নাহি এই ত্ৰিভুবন
জনম সফল হব তাৰ
নিশ্চিত কৰিলো মই অইন যুৱতী নাই
ধ্যান মণি বেহাৰ বজাৰ।
আঠুত পৰয় চুলি গছডালে দিয়ে মেলি
গাঁৱ ধুই চুলিক শুকায়
মৰাপাট ধুই যেন কৃষকে যে লয়টাৰে
আগ গুৰি ওলমি পৰয়।
লাজ কাজ সব এৰি কাষ চাপি গৈলা লৰি
কাহাৰ দুহিতা তুমি আই?
মোহৰ আগত খুলি পিতৃ পৰিচয় বুলি
তান সঙ্গে কথা মোৰ আছই।
লাজে তলমূৰ কৰি মিচিকি হাঁহিটি মাৰি
কন্যাজনী বুলিলা বচন
ৰাম ৰায় কন্যা মই পিতৃ-মাতৃ লোক চই
আছে থানে সম্পৰ্কীয় জন।
ভুবনেশ্বৰী নাম কই মাতে মোক সকলেই
কমল প্ৰিয়া বুলিও মাতয়
জেঠা মোৰ সবাৰে গুৰু ভকতৰ কল্পতৰু
শঙ্কৰ নামে বিদিত সবায়।

কন্যাৰ লগত গই　　　পালে গৃহ ৰাম ৰাইৰ
বহিলা গৃহত গৈয়া তাৰ
ছোৱালী খুজিয়া মই　　　তব গৃহাগত হই
পাও চাব উত্তৰ তোমাৰ।
যুৱৰাজ চিলাৰাই　　　তব কন্যা দেখা পাই
বিবাহ কৰিবে ইচ্ছা আছে
নিদিলে নহব ভাল　　　পৰে পাবা আহুকাল
দিয়া কন্যা যুৱৰাজ কাযে।
এতেক তামোল দিয়া　　　শঙ্কৰক সোধে গৈয়া
দাদা কিবা কৰো ইথা আমি
যুৱৰাজ চিলাৰাই　　　আমাৰ কন্যাক চাই
উপদেশ দিয়া এবে তুমি।
গুৰু বোলে ৰাম ৰাই　　　ইয়াত উপায় নাই
নিবে কন্যা সিটে বল কৰি
কন্যাক কৰিলে দান　　　আমাৰো থাকয় মান
কন্যা হব ৰজাৰ কুৱৰী।
সন্মানিয়া দুতক পাছে　　　ৰাম ৰায় বোলে কাযে
আমাৰ আসূয়া কিছু নাই
কি ৰূপে হইব দান　　　কিবা কথা আছে আন
বিবাহ হইব কোন ঠাই।
চিলাৰাই দৰা সাজি　　　হস্তী হয় লোক আনি
কিমতে আহিব ইটো ঠাই
যিবা কথা যত আছে　　　বুলিও আমাৰ কাযে
বিলম্বত কিছু কাজ নাই।

বিবাহ বাহৰ পাতি          সঙ্গে লৈ হয় হস্তী
দৰা সাজে আহিবন্ত ৰাজ
জনাইব সব কথা          লাগে মাত্ৰ মোক ইথা
কন্যাদান কথা মাত্ৰ বাজ।
দুতক বিদায় দিয়া          সকলে বিবাহ লৈয়া
সকলে কৰয় আলোচন
পাটবাউসী উথলিল          বিবাহৰ ৰোল বোল
আনন্দত সবাই মগন।
বয়োবৃদ্ধ একজন          তাৰ পাছে আহিলন্ত
ৰাজ পক্ষৰ বতৰাক লই,
যুৱৰাজ মনপুৰি          কন্যাক বিবাহ কৰি
ৰাজ ৰাণীৰ সন্মান দেখাই।
নৌকা লৈয়া চলি যোৱা          কোচ ৰাজ্য মধ্য চোৱা
ছত্ৰশাল নামে গ্ৰাম আছে
আতিকে সুন্দৰ ঠাই          তাতে কুঠি পাতি লই
কন্যা বিয়া কৰাইব পাছে।
এহিমতে ৰাম ৰাই          জ্ঞাতি বন্ধু সঙ্গে লই
ভুবনেশ্বৰী কন্যাক লইলা
নৌকা ভাড়া লৈয়া চলি          গৈলা ছত্ৰশাল বুলি
পথে দুই ৰাতি অপেক্ষিলা।
প্ৰফুল্ল বসন্ত কাল          আমোল মোল চাৰিফাল
ভ্ৰমৰে গুঞ্জন্ত ফুলে পৰি
বৃহত্তৰ কুঠি সাজি          ৰাম ৰায় আদি কৰি
কোৱৰক থাকিলা অপেক্ষি।

বেহাৰ নগৰ হন্তে চিলাৰায় চলি আহে
তিনিখনি বৰ নৌকা লই
ঐ গছ তলত ৰই দম্পতিৰ সাজ লই
দৰা সাজে আহে চিলাৰাই।
শুনিয়োক সৰ্ব্বজন এক চিত্ত হুয়া মন
বিষয়ত নকৰিও ধান্দা
গুৰুৰ চৰণ স্মৰি সবে বোলা হৰি হৰি
হৰি নাম হৃদয়ত বান্ধা।



## *চিলাৰাই আৰু ভুবনেশ্বৰীৰ বিবাঃ*

### *পদ*

এহিমতে বিবাহৰ কৰি আয়োজন
চিলাৰাই যুৱৰাজ অতি ৰঙ্গ মন।
বৃহত আকাৰ এক মণ্ডপ সজাই
হয় হস্তী কতখিনি যোগাৰ কৰই।
সবাকে সজাইলা এক চকু লগা কৰি
মণ্ডপ সজাইল যেন ইন্দ্ৰৰ নগৰী।
ঢাক, ঢোল, খোল, তাল কালী যে কতেক
বিধে বিধে নানা বাদ্য বাৱে পৰতেক।
হস্তীক সজাইল যে ইন্দ্ৰ ঐৰাৱত
তাহাৰ উপৰে সাজে ৰথ দোলা ছত্ৰ।
সুবৰ্ণ মুকুট পিন্ধিলেক যুৱৰাজ
ঝুণুক কিঙ্কিণী লগাই সাজে নানা সাজ।
যত লোক গৈলা তাত বিবাহ খাইতে
দধি, দুগ্ধ, ঘনক্ষীৰ, লাৰু ভুঞ্জাইত।
কৰ্পূৰ তামোল দিলা মুখ শুদ্ধি কৰি
দান-দক্ষিণাক কত দিলন্ত উভাৰি।
ইন্দ্ৰৰ অমৰাৱতী বিবাহ বাহৰ
আনন্দ উল্লাসে নাচে লোক নিৰন্তৰ।
হৰি ধ্বনি কৰি দৰা ওলাই আহিলা
কত সহস্ৰেক লোক ওলাই চলিলা।
নানা বাদ্য বাজিলেক গগণ উফৰি
লোক সবে কলবৰ কৰে উচ্ছাস পৰি।
দুই ক্ৰোশ জুৰি বৰ যাত্ৰীয়ে আহিলা
কন্যা পক্ষ তাহাক আলিঙ্গনে আদৰিলা

দৰাক আদৰি আনে কন্যাৰ দেউতা
চামৰে বৰণ কৰি যতেক দুহিতা।
কন্যাদান কৰিলন্ত ৰাম ৰায় ৰাই
ভুবনেশ্বৰী সম কন্যা ত্ৰিভুবনে নাই।
বিবাহ কৰিয়া কন্যা নিলে নিজ গৃহে
আনন্দে বিহাৰ কৰে মনৰ হৰিষে।
ৰাম ৰায়ে পাইলা তিনিখনি গাঁও দান
ৰাম ৰাই কুঠি নামে খ্যাত লোকত প্ৰধান।
সমাজে বিবাহ খালে অতি ৰঙ্গ কৰি
আশীৰ্ব্বাদ কৰি সবে যায় ঘৰাঘৰি।
তাৰ পাছে হৰি আতা আহে সেই ঠাঁই
গুৰুৰ আদেশে তাত সত্ৰ পাতি লই।

মধুপুৰ হন্তে শলা বস্তিক আনিল
সত্ৰশালে থাপিয়া সত্ৰক পাতি লৈল।
চিলাৰায়ে দান দিলা সোণৰ আসন
তাহাতে থাপিল আনি ভাগৱতখন।
চিলাৰাই তাৰ পাছে আহি সেই থান
ৰাস্তা-ঘাট-পদুলিক কৰাইল নিৰ্মান।
এইদৰে শুভ কাৰ্য্য কৰি সম্পাদন
ৰাম ৰাই পাটবাউসী কৰে আগমন।
বিবাহ কাৰ্য্য যেবে সমাপ্ত হইলা
চিলাৰাই কন্যা লই ঘৰে চলি গৈলা।
বিবাহৰ ক্ষেত্ৰে পাইলা ৰাময়কুঠী নাম
হইল প্ৰসিদ্ধ এইটো সত্ৰ মুখ্য ধাম।

বিবাহ খোৱা হইল যেবে এৰা আন কাম
যাত্ৰীগণ সমস্বৰে বোলা ৰাম ৰাম।

>>>>■<<<<

## *চিলাৰাইৰ লগত আহোম ৰজাৰ যুদ্ধ আৰু বাউসী পৰগণাত শঙ্কৰদেৱক গোমস্তা কাৰ্য্যত স্থাপন*

### *পদ*

ৰাম ৰায়ৰ কন্যা বিয়া কৰি চিলাৰাই
বসতি কৰিলে নামা নগৰত গই।
ভুবনেশ্বৰী দেৱী ৰূপৰ আকৰ
ৰূপে আলোকিত কৰে ৰজাৰ নগৰ।
অন্তেষ পুৰত যত আছিল ৰমণী
সবাতে সুন্দৰী আই ভুবন মোহিণী।

ৰাত্ৰি দিন পত্নী সঙ্গে থাকে বাস কৰি
বাসগৃহ সাজিছিল অতি সুন্দৰ কৰি।
এক দিন ৰজা পাছে বাৰ্ত্তাক পঠাই
অসম ৰজাৰ ৰাজ্য লাগে লব লই।
উত্তৰ পাৰে আমি যাইব নদী লুইতৰ
দক্ষিণ পাৰে তুমি যাইবা অধ্যক্ষ সৈন্যৰ।

নৌকাত চৰিয়া যাব পানী সেনাপতি
আহোম ৰাজ্যক লাগি কৰিবাহা গতি।
পত্নীৰ এৰিয়া সঙ্গ ৰজাৰ আদেশ
পালিবে লাগিয়া আছে ধৰি বীৰ বেশ।
অসংখ্যাত হয় হস্তী নৌকাৰ যুজাৰু
মালবাহী নৌকা যায় বৰ আৰু সৰু।
মহা পৰাক্ৰমী বীৰ ভাতৃ দুইজন
বীৰ দৰ্পে ঠেলি যায় যেহেন পবন।
কামপীঠ ৰাজ্য জয় কৰিয়া গোলাই
আহোম ৰাজ্যক লাগি যায় আগুৱাই।
ৰাজ্য জয় কৰি ক্ৰমে আগুৱাই আহিল
ইখন সিখন গাঁও দখলে আনিল।
আহোমৰ সেনা তাতে আছিল তাঁকৰ
তিষ্ঠিবে নোৱাৰি উভটিয়া দিলা লৰ।
পাছে ৰজা দুই মিলি সন্ধি যে কৰিলা
চাম ধৰা পাহাৰত গড় বান্ধি লৈলা।
তাতে সীমা কৰিলন্ত দুয়োখন ৰাজ্যৰ
ধন জন হয় হস্তী দিলেক বিস্তৰ।
শুক্লবৰ্ণ হস্তী আহোম ৰজাৰ আছিল
সিটো হাতী চিলাৰাই কাঢ়িয়া আনিল।
নৰনাৰায়ণ ভাতৃৰ আগত যাচিলা
পৰম সন্তোষে শুক্লধ্বজ নাম দিলা।
অধীৰ ভৈলন্ত তাৰা জয়ৰ আনন্দে
চিকাৰ কৰিয়া ফুৰে বন্ধুগণ সঙ্গে।
এনেদৰে ঘুৰি পকি পাটবাউসী পাই
পূৰ্ব্বৰ শঙ্কৰৰ ঘৰ চকুত পৰই।

ৰজাৰ ভাতৃ অহা বুলি জানিবলৈ পাই
অঞ্চলৰ বাইজ যত আহিল চাব লই।
কোনোজনে ফুল মাল্য কেৱে পুষ্পদান
ৰাজভ্ৰাতা হেতু কৰে যথেষ্ট সন্মান।
তামোল পাণ টকা সিকা আদি হাতে লই
পদূলি মুখত সবে থাকে আঠু লই।
হস্তীৰ ওপৰে চৰি ৰায়ে আহিছিল
শঙ্কৰৰ গাঁও পাই খোজ কাঢ়ি গৈল।
সবাকে প্ৰণাম কৰে কৰি হাত জোৰ
গ্ৰহণ কৰিলা মালা চন্দন প্ৰচুৰ।
তাৰ পাছে ৰাম ৰায়ৰ গৃহক পাইল
পাট বস্ত্ৰ পাৰি ৰয়ে জোঁৱাই আদৰিল।
তিনিদিনে চিলাৰায় শঙ্কৰৰ গৃহত
মহানন্দে কটাইল কুটুম্বৰ মাজত।
পৰিবাৰ সমন্বিতে তথাত বঞ্চয়
দিলেক অনেক দান বস্ত্ৰ আদি চয়।
জোঁৱাইক দিলেক আৰু বস্ত্ৰ গৰু চয়
কন্যা অনুৰূপ দান যতেক আচয়।
তাৰ পাছে জেষ্ঠ পিতা শঙ্কৰ প্ৰণামি
কৰিলেক ভক্তি কত চৰণ প্ৰণামি।
বাউসী পৰগণে গুৰুক গোমস্তা পতিলা
চৌথ চৌমুখী হাট ঘাট বাণিজ্যৰ মেলা।
সবেও শোধাব কৰ শঙ্কৰৰ হাতত
বেপাৰ বাণিজ্য কৃষি আয় যত যত।
শঙ্কৰৰ লীলা মৃত অপূৰ্ব্ব লহৰি
সব লোকে পঢ়ি চাই বোলা হৰি হৰি।



## শ্ৰীমন্ত শঙ্কৰদেৱৰ ঠাইত দামোদৰদেৱৰ পদাৰ্পন আৰু নাম কীৰ্ত্তনাদি শ্ৰৱণ

### পদ

চক্ৰপাণি বোলে শুনা যত ভক্ত নৰ
কেন মতে ভক্ত ভৈলা প্ৰভু দামোদৰ।
উজনীৰ পৰা আহি বাউসীত ৰহিলা
মাটি বাৰী কৰি বিপ্ৰ কৃষি আৰম্ভিলা।
খেতি বাতি কৰে বহু ফচল নাপাই
কোনো মতে বিপ্ৰবৰ পোষণ নাযাই।
হৰি ভক্ত মন তাৰা হৰি নামে ৰতি
ৰৱল চোঙত দেখে সন্তৰ সংহতি।
এক দিন দামোদৰ পদূলিত ৰই
হৰি নাম ধ্বনি শুনি আছিলন্ত চাই।
আনন্দে মজিল হিয়া গৃহে চলি গৈলা
দিবা ভাগৰ যত কথা সপোনে দেখিলা।
আউৰ এক দিন একে থৰে থাকে চাই
নামত মজয় মন কামে ৰতি নাই।
নাম শুনি শুণি ভাবি গৃহক চলয়
পথত নামৰ স্মৃতি জাগিয়া থাকয়।
কত দিন পৰে দেৱ ইথানে আহিলা
কাহাৰ কৰম ইটো জানিবে খুজিলা।
এক জন ভকতক পথে লগ পাইল
তাঙ্ক প্ৰতি দামোদৰ কথাক পুচিল।
কাহাৰ মন্দিৰ ইটো গুৰু কোন জন
কিবা নাম তাহাৰ বুলিও এতিক্ষণ।
ভক্ত বোলে ইটো ঠাই গুৰু শঙ্কৰৰ
প্ৰতিদিনে সমাবেশ ভকত বিস্তৰ।
হৰি নাম ধৰ্ম তিনি লোকত বেহাই
ইটো থানে নাম ধৰ্ম প্ৰচাৰ কৰই।
দামোদৰ বোলে আমি পাবি কি নপাবি
আজ্ঞা লইবে লাগি মোক লোৱা আগবাঢ়ি।
ভক্তজনে দামোদৰক আগত লইলা
শঙ্কৰৰ পাশে গৈয়া পৰিচয় দিলা।
পুচিলা শঙ্কৰে বৃত্তান্তক সমুদায়
বুলিলা যতেক কথা সিটো মহাশয়।
উজনী ৰাজ্যত ছিল মোৰ ঘৰ বাৰী
কছাৰী উৎপাতে তাক আহিলোহো চাৰি।
কামৰূপ ৰাজ্যে আহি থিতাপি লইলু
ভাতৃ-ভগ্নী-পত্নী-পিতা সবাকো হেৰালো।
কোৰ চাহ মাৰি এবে খেতি কৰো মই
ছ হালিচা মাটিৰ খেতি আমাক নুযুৰাই।
শঙ্কৰ বুলিলা এবে কিবা কৰা তুমি
পদূলিত ঠিয় হুয়া কিবা চোৱা গমি।
দামোদৰ বোলে মোৰ হৰিৰ নামে ৰতি
কৰ্মত আজৰি নাই সেয়েহে দুৰ্গতি।
খেতি ধানে আধা জোৰে আধা দিন নাটে
ভিক্ষা কৰি খাব লাগে ছয় মাহ তাতে।

গুৰু বোলে আজি ঘৰে অন্ন আছে নাই?
দামোদৰ বোলে বাপ আজি কিছু নাই।
পাচ পোহা চাউল দিলা তেওঁক সিধা আনি
পাচজন লোক আছে গৃহে তাক জানি।
চাউল আনি দামোদৰ বৌৱেকক দিলা
অল্প চাউল দেখি বৌ সঙ্কুচিত ভৈলা।
এত অল্প চাউল বাপু আটে কেন কৰি
পাচজন লোক হেতু লাগে দহ পুৰি।
দামোদৰ বোলে বৌ আৰ উপাই নাই
যিখিনি আছয় চাউল দিয়োক বহাই।
মন অসন্তোষে চাউলখিনিক সিজাই
অৰ্দ্ধেকে আটিলা চৰু অৰ্দ্ধ গৈলা ৰই।
তাৰ পাছে বৌ বোলে কৰ আচৰিত
ইমান কম চাউলৰ অন্ন এতোধিক।
দামোদৰ বোলে বৌ গুৰুৰ কৃপাত
শ্ৰীশঙ্কৰ গুৰুৰ দানৰ মহিমাও এত।
শত শত লোকে আহি লভিছে শৰণ
আমিও শৰণ লৈবো কৰি আছো পণ।

আজি পৰিচয় আমি নাপাইলো তাতে
কালি গৈয়া পৰিচয় হইবো ভাল মতে।
অনুমান হয় মোৰ সেই শ্ৰীশঙ্কৰ
বটদ্ৰৱা গ্ৰামে জন্ম পুত্ৰ কুসুমৰ।
কছাৰীৰ উপদ্ৰৱে গুচিয়া আহিল
আহিবাৰ সময়তে আমাকো মাতিল।
মাতৃ শ্ৰাদ্ধ হেতু আমিআহিবে নপাৰি
দশ দিন পৰে আইলু এৰি ঘৰ বাৰী।
বিচাৰিয়া শিৰোমণি ভূঞাক নেপালো
কোন দিকে কেনি গল একো নজানিলো।
এহি বুলি মৌন হয়া ৰল দুইজন
প্ৰভাতে উঠিয়া কৰে গুৰুক স্মৰণ।
ইঘৰ সিঘৰ কৰি দ্ৰব্য গোটাইলা
গুৰুৰ কাষক যাইবে সাজু হৈ ৰৈলা।
পিচ দিনা প্ৰভাততে স্নান তৰ্পন কৰি
খোজ লৈলা পাটবাউসী ৰাস্তাক ধৰি।
শ্ৰীগুৰুৰ লীলা কথা শুনা সন্ত মতি
ৰাম হৰি স্মৰা সবে হৰি পদে ৰতি।



## *শ্ৰীশ্ৰীদামোদৰদেৱৰ শৰণ লাভ*

### *পদ*

দৈত্যাৰি বুলিলা কথা অপূৰ্ব্ব বচন
দামোদৰ চৰিত কথা শুনা দিয়া মন।

গুৰুৰ দান তণ্ডুলৰ মাহাত্ম্য দেখিল
পৰিমাণৰ চাউলেৰে অৰ্দ্ধেকে আটিল।

মিঠা অন্ন চাউলৰ যেহেন অমৃত
সেই অন্ন ভক্ষণেতে পৰিয়াল তৃপ্ত।
শুভ দিন শুভ বাৰ শুভ লক্ষণ চাই
দামোদৰদেৱ গুৰু গৃহে চলি যাই।
বৌ দেউ বিধবা ৰত্নাকৰ বণিতা
যোগাৰ কৰিয়া দিলা বয় বস্তু যত।
তাৰ পাছে দামোদৰ ধীৰে খোজ লই
যাত্ৰা কালে শঙ্কৰ গুৰু বুলিয়া স্মৰই।
কিছু পৰ অন্তৰে পাইল সেই থান
যি থানত শঙ্কৰ গুৰু ভক্ত সব ধাম।
ব্ৰাহ্মণক দেখি সবে আচৰিত হই
আথে বেথে আল ধৰা আসন যোগাই।
বিপ্ৰে পাচে প্ৰণামিয়া গুৰু সম্বোধিলা
পাচ পোহা চাউলৰ অৰ্দ্ধেকে আটিলা।
জানিলো আপুনি সেই ভক্ত প্ৰাণ ধন
কৰিছিলা গো সবৰ ক্ষুধা নিবাৰণ।
দ্ৰৌপদীৰ মান ৰাখি কাম্য কাননত
দুৰ্ব্বাসাৰ অন্ন ক্ষুধা নিবাৰিলা তাত।
এতেকে হে প্ৰভু মই পশিবো শৰণ
অনাথক দিয়া প্ৰভু দুখনি চৰণ।
শঙ্কৰ বুলিলা হেৰা বিপ্ৰৰ নন্দন
তাৰ আগে উপদেশ কৰিও গ্ৰহণ।
এই বেলি আধা মাটি চাহ নকৰিবা
এইখিনি সময়ত ধৰ্মক চৰ্চ্চিবা।
আমিও জানিছো তুমি পৰম মহন্ত
ধৰ্ম লৈলে তোমাৰ যে মন হইব শান্ত।

দামোদৰে গুৰু পাৱে নমস্কাৰ কৰি
বুলিবে লাগিল গুৰুক নানা স্তুতি কৰি।
সৰ্ব্ব গুণাকৰ হেৰা পতিত পাবন
পাপী তাপী উদ্ধাৰ কৰ্ত্তা তুমি নাৰায়ণ।
তুমিয়ে কৃষ্ণ ৰাম বুদ্ধ হলধৰ
কলিকালে তুমি ভৈলা শ্ৰীমন্ত শঙ্কৰ।
দণ্ডৱতে চৰণত কৰিয়া প্ৰণাম
গুৰুৰ কাষত গৈয়া হইল দণ্ডমান।
আসনত বহি পাছে বুলিলা বচন
সম্ভবতঃ আপুনি মোৰ সেই প্ৰিয়জন।
শিৰোমণি ভূঞা নামে তব পৰিচয়
ভূঞাৰ নন্দন তুমি জানিলো নিশ্চয়।
বুজিলো আমিও সেই কুসুম নন্দন
কছাৰীৰ ভয়ে তুমি কৰা পলায়ণ।
কুসুম্বৰ শিৰোমণি ভূঞাৰ নন্দন
সত্যসন্ধ্যা উদৰত লভিলা জনম।
সম পৰিয়ালৰ যে সুহৃদ পৰম
মোৰ পিতা সদানন্দ অতি প্ৰিয়জন।
কছাৰীৰ উতপাতে ভটিয়াই আহিলা
আহিবৰ সময়তে আমাক মাতিলা।
মাতৃ শ্ৰাদ্ধ হেতু আমি আহিবে নোৱাৰিলু
জঙ্গলৰ মাঝে ৰৈয়া প্ৰাণক বচালো।
শ্ৰাদ্ধ অন্তে যেবে আমি ভটিয়াই আহিলু
আপোনাৰ সন্ধান যে কতো নপাইলু।
পৰম সৌভাগ্য গুণে কালি লগ পাই
পণ কৰো আজি হন্তে এৰা এৰি নাই।

এই বুলি পাৱে পৰি গুৰুক প্ৰণামি
লৈলন্ত শৰণ দেৱ আত্ম মন সপি।
শৰণৰ অন্তে ভৈলা ভকত এজন
তাৰ পাছে গুৰু বুলি ভৈলা খ্যাতি মন্ত।
সিদিনাৰ পৰা গুৰুৰ সমীপে থাকিলা
আজীৱন শঙ্কৰৰ পদক সেৱিলা।

দামোদৰ হন্তে শিষ্য ভৈলা বহুজন
চাৰি ৰাজ্যে গুৰু ধৰ্ম কৰে প্ৰৱৰ্ত্তন।
শত বৰ্ষাধিক ধৰ্ম কৰিয়া প্ৰচাৰ
বৈকুণ্ঠপুৰত দেহা এৰিলা অসাৰ।
দামোদৰ গুৰু ধূলি শিৰে তুলি লই
হৰি হৰি হৰি নাম ঘুষিও সদাই।

>>>>■<<<<

## শ্ৰীদামোদৰদেৱৰ জন্ম আৰু পূৰ্ব্ব পৰিচয়

### পদ

তাৰ পাছে চক্ৰপাণি আতই বোলয়
দেৱ দামোদৰৰ শুনা পূৰ্ব্ব পৰিচয়।
শঙ্কৰৰ প্ৰিয় সঙ্গী শিষ্য যে প্ৰধান
ব্ৰাহ্মণ কুলত জন্ম ভকত প্ৰধান।
গৌতম ঋষি কুলে জন্ম কৃষ্ণানন্দ নাম
পণ্ডিত পৰম ভক্ত বৈষ্ণৱ প্ৰধান।
কৃষ্ণানন্দ আছিলেক কনৌজ নগৰি
কামৰূপৰ ৰজা আনে পৰম সাদৰি।
গৌড় দেশৰ পৰা তিনি বাগৰি বাগৰি
বসতি কৰিলা আহি লেঙ্গাই মাগুৰি।
হাজো পূণ্য ক্ষেত্ৰ সিটো সমীপস্থ গ্ৰাম
মোকাম পৰ্ব্বত কাষে অতি অনুপম।
লুইত কবলে গাঁও জলে জাহ গৈলা
তাৰ পাছে ৰত্নেশ্বৰ গ্ৰামত আঁহিলা।

কৃষ্ণানন্দৰ পুত্ৰ ভৈলা নাম সিদ্ধানন্দ
তাৰ পুত্ৰ গুণী জ্ঞানী নাম সদানন্দ।
ৰত্নেশ্বৰ গাঁও এৰি উজনী চলিলা
টেম্বুবাণী স্থানে নলচাত গৈয়া ৰৈলা।
নলচাৰ কাষে এক মালচা যে গ্ৰাম
ধৰ্মশীল নামে বিপ্ৰ গুণে অনুপম।
তাহাৰ তনয়া ভৈলা সুশীলা সুন্দৰী
সদানন্দ বিপ্ৰে বিয়া কৰিলা সাদৰি।
প্ৰথম পুত্ৰ জাত ভৈলা নাম সৰ্ব্বেশ্বৰ
দ্বিতীয় পুত্ৰৰ নাম থৈলা ৰত্নাকৰ।
তাৰ পাছে এক পুত্ৰ জনম লভিলা
পৰম হৰিষে দামোদৰ নাম থৈলা।
তাৰ পাছে দামোদৰ মধ্য ভাতৃ সমে
প্ৰবৰ্ত্তিয়া ৰহিলন্ত ৰত্নেশ্বৰ গ্ৰামে।

মধ্য ভাতৃ ৰত্নাকৰ পৰম বিক্ৰমী
বহু ধন মাটি বাৰী লৈলা কত জমি।
তথাত থাকিয়া তিনি বিবাহ কৰাই
পত্নী আনিলন্ত গৃহে আপোন ইচ্ছাই।
পুত্ৰ জন্মিলন্ত এক নাম কৃষ্ণ দেৱ
অতিকে সুন্দৰ পুত্ৰ সম নাই কেৱ।
কিছু কাল তথাত আছিল ৰত্নাকৰ
এক দিনা স্বৰ্গাৰোহন কৰে বিপ্ৰবৰ।
বিধিৰ নিষ্ঠুৰ বিধি কি কৰিব আৰ
পাচ গোটা পৰিয়াল থাকিলন্ত তাৰ।
ৰত্নেশ্বৰ গাঁও এৰি পশ্চিমে আহিলা
নন্দা গ্ৰাম নামে ঠাইত বসতি কৰিলা।
চিৰি লুইতৰ তীৰে ছিল সিটো গ্ৰাম
শস্যে মস্যে ভৰপুৰ অতি অনুপম।
বিবাহ কৰিলা তাতে প্ৰভু দামোদৰ
তথাপিতো দুখ দৈন্য নপৰিল ওৰ।
কিছু দিন পৰে দেৱ পত্নীকো হেৰাই
ভৰ যৌৱনতে প্ৰভু বৰ দুখ পাই।
নদীৰ তীৰত থাকি খেতি ভাল নই
সেই হেতু বিচাৰিয়া চলে আন ঠাই।
শিলা গাঁওৰ পশ্চিমত বসতি চাইলা
ব্যাস পাৰা নামে গাঁও তথাতে ৰহিলা।
তাতে খেতি বাতি কৰি বসতি কৰই
চাৰি গোটা প্ৰাণী মাত্ৰ জীৱিকা চলই।
ডাঙৰ জনী বৌ চলি গৈলা যম ঘৰ
মাজু বৌ কৃষ্ণ আৰু মাত্ৰ দামোদৰ।
চাকৰ-বাকৰ নাই নাই গৰু হাল
মাটিখিনি চাহ কৰা বৰ আহুকাল।

কোদাল মাৰি মাটি চাহ কৰে দামোদৰ
অল্প শস্যে পৰিশ্ৰম হোৱয় বিস্তৰ।
ধান দায় পহৰা দিয়ে কত কষ্ট কৰে
মাজে মাজে টঙ ৰখে শস্যৰ পথাৰে।
ব্ৰাহ্মণ কুলত জন্ম এত পৰিশ্ৰম
তথাপিতো কাতৰ নোহৱে গুৰুজন।
পূৰ্ব্ব জন্ম ভাতৃগণো কেও সঙ্গে নাই
অকলে তিনিটা প্ৰাণী কষ্টে দিন যাই।
আধিয়াৰ খেতি আৰু কোদাল মাৰিয়া
অল্প কিছু ধান পায় ছমাহ জুৰিয়া।
বাকী ছয় মাহ ভাত ভিক্ষা খুজি খাই
তিনিজনে কাটে দিন দুখে সুখে পাই।
কি কৰিব নকৰিব ভাবিতে নপাৰে
দিন এক চলি গৈলা কৃষি কৰিবাৰে।
বৰল চোঙ মধ্যে দিয়া বাট বুলি গৈলা
এক গৃহে বহু লোক সমাগম দেখিলা।
হৰি নাম ৰোল উঠে জাউত কৰিয়া
দেখি বিপ্ৰবৰে তাতে ৰইল থামিয়া।
কত জনে কোন জনে কেনে নাম ধৰে
ভুমুকি মাৰিয়া চায় বস্তিৰ ভিতৰে।
কেবাজনো ভক্তে পাছে তাঙ্ক দেখিলন্ত
তাহাৰ কথাক গুৰুজনক কহন্ত।
ভক্ত পঠাই বিপ্ৰক মাতি কাষৰ চপাই
শৰণ বস্তু দিয়া তাক শিষ্য কৰি লই।
শৰণ লভিয়া পাছে গুৰু পদ পাইলা
কামৰূপ ৰাজ্যে গুৰু পদত থাপিলা।



# উজনীৰ পৰা অহা ভকতৰ আবেদন

## পদ

চক্ৰপাণি আতৈৰ কথা শুনি নিৰন্তৰে
শ্ৰোতা ভক্তগণ হিয়া আনন্দেন ধৰে।
যেন অগ্নিক ইন্ধন দিৱয় যতেক
ইন্ধনৰ স্পৃহা তাৰ বাঢ়য় ততেক।
এইমতে ভক্তগণে চৰিত শুনিয়া
স্পৃহা বাঢ়ি যায় দিনে নাযায় কমিয়া।
দামোদৰ চৰিত কথা অল্প কিছু কই
উজনিৰ ৰাজ্যৰ কথা বুলিলা বৰ্ণাই।
ধোৱাহাটে গুৰুজন ছিলি যেতিক্ষণ
চাৰি কোনে চাৰি বেল কৰয় ৰোপণ।
বেলগুৰি নাম হইলা এহিসে কাৰণ
ৰজা অত্যাচাৰে ঠাই চাৰিলা তখন।
পাটবাউসী থানে গুৰু সত্ৰক পাতিলা
ধোৱাহাটৰ বহু ভূএগ্ৰ ভাঙিয়া নাহিলা।
নাম ধৰ্ম প্ৰবৰ্ত্তিয়া আছিল তথাত
উজনিৰ তিনি ভক্ত তথা উপাগত।
শঙ্কৰক প্ৰণামিয়া বুলিলন্ত বাণী
অভিজ্ঞ পণ্ডিত গুৰু পঠাও উজনি।
আমাৰ উপৰে ৰাজ ক্ষোভ কিছু নাই
নিজ নিজ ধৰ্ম আমি আছো প্ৰৱৰ্ত্তাই।
ধৰ্ম যাজনৰ হেতু গুৰু একজন
উজনিত প্ৰচাৰিবে হয় প্ৰয়োজন।

গুৰু বোলে ভাল কথা তোমাৰা বুলিলা
আলোচনা কৰো আমি তাহাক কহিলা।
ভক্ত তিনিজনে অন্ন ভুঞ্জাইবে কই
শ্ৰীমন্ত শঙ্কৰ পৰে মাধৱক বোলই।
উজনি ৰাজ্যক যোৱা বঢ়াৰ নন্দন
ধৰ্ম ৰাজ্য পতা এবে হুয়া শুদ্ধ মন।
ৰাজ ৰোষ নাই তাত পৰিবেশ ভাল
মোৰ ভক্ত আছে বহু নাই আহুকাল।
গুৰুৰ আদেশ শুনি বঢ়াৰ নন্দন
উজনি ৰাজ্যক যাইবে কৰিলেক মন।
গণককুচি গৈয়া পাছে বান্ধিলা টোপলা
শ্ৰীৰাম আতা সঙ্গে লই যাইবে ওলালা।
হেন সময়তে আইলা নাৰায়ণ দাস
সখীৰ গৃহত গৈয়া কৰিলা প্ৰবেশ।
পিন্ধা উৰা বস্ত্ৰ যোগাৰ দেখিলন্ত পাছে
কিবা হেতু সখী আজি হেন সাজে কাচে।
সখীক প্ৰণামি বোলে বঢ়াৰ নন্দন
উজনী ৰাজ্যক লাগি চলিবো এখন।
তাৰ পৰা আহিলেক ভক্ত তিনিজন
সেই ৰাজ্যে যাইবে লাগি গুৰুৰ প্ৰয়োজন।
গুৰুৰ সঙ্গত বহু ভকত আছিল
কতখিনি ভকত যে তথাত ৰহিল।

লাহে লাহে লুপ্ত হব হয় উপক্ৰম
অত এব ধৰ্ম ৰক্ষাৰ আছে প্ৰয়োজন।
গুৰু আদেশিল মই যাইবাক লাগে
তাহাৰ আদেশে যাইবো উজনিৰ ভাগে।
এহি হেতু সাজি কাচি কৰিছো যতন
তেৰাৰ আদেশ ৰক্ষা মোৰ প্ৰয়োজন।
নাৰায়ণ দাসে বোলে সখী থামিয়োক
গুৰুক দেখা কৰি ফিৰিবে দিয়া মোক।
নলৰিব যখন আমি নিদিব বিদায়
তাৰ পৰে হব কাৰ্য্য উচিত যিটো হয়।
এত বুলি ভবানন্দ চলিলা ত্বৰিত
শঙ্কৰৰ আগে গৈয়া ভৈলা উপনীত।
প্ৰণামিয়া গুৰুক তেওঁ বুলিলা বচন
কোন স্থানে যাইবেক বঢ়াৰ নন্দন।
গুৰু বোলে শুনিয়োক ধৰম নন্দন
ধুৱাহাট থানে এক গুৰুৰ প্ৰয়োজন।
উজনীৰ পৰা তিনিজন লোক আহি
আমাৰ থানত অপেক্ষি আছে ৰহি।
মাধৱ নগলে নেদেখো আন জন
এই হেতু আদেশিলো বঢ়াৰ নন্দন।
হাসিয়া বুলিলা পাছে নাৰায়ণ দাস
উজনীৰ পৰা আমি কৰো বহু আশ।
সোণ ৰূপ পাব আৰু পাব হাতী দাঁত
আৰু মুগা বস্ত্ৰ পাব বস্তু অসংখ্যাত।
অকলে নলয় যেন অংশ লব আমি
এতেকে সখীয়ে গলে হব ভাল জানি।

গুৰু হাঁহি বোলে বোপা ন কৰ্ম এৰা
তোমাক নুশুধি মই নাভাবো কৰ্ম কৰা।
কিন্তু আজি মোৰ সিদ্ধান্তৰ হৈলা ভুল
এতেকে বুলিও বোপা যিটো অনুকুল।
নাৰায়ণ দাসে বোলে সি থানে বাঢ়িব
সি থানে বাঢ়িলে কিন্তু ই থানে টুটিব।
সৰ্ব্ব কৰ্মে সিদ্ধ দেৱ বঢ়াৰ নন্দন
তেওঁ সম ইটো থানে হইব কোন জন।
গুৰু বোলে বোপা তুমি যোৱা শীঘ্ৰ গতি
উজনীৰ চিন্তা স্থগিত থাকোক সম্প্ৰতি।
বাধা কৰা গই তুমি মাধৱদেৱক
আলোচনা কৰি পাছে সব জনাইবেক।
হেন সময়তে শ্ৰীৰাম সহ শ্ৰীমাধৱ
দুয়ো আহি গুৰু পাৱে কৰিলন্ত সেৱ।
বিদায় লইবাৰ বাবে ই থানে আহিলু
গুৰু বোলে মাধৱদেৱ তোমাক বাধিলু।
মাধৱ বুলিলা সখা যিবা কৰ্মে নাই
আমাৰ দিহাতে সব কৰ্ম নুযুৱাই।
গুৰু বোলে উপাখ্যান শুনা সাধুজন
আমি যিবা কহিবোহো শুনিও এখন।
এক ৰজা লোক পঠাই ছয় মাহ খাটি
এক লক্ষ চানখেৰ থৈলা বান্ধি আটি।
নদীৰ ঘাটত এক লোকৰ জিম্মাত
সব খেৰ মেজি বান্ধি তথা ৰাখিলন্ত।
কিন্তু এক ছোৱাল আহি ফিৰিঙি পেলাই
সমস্ত খেৰক তাৰা কৰিলেক ছাই।

চাৰি লোকে ছয় মাহ খেৰক কাটিলা
এক বালকৰ হাতে ভষ্মীভূত ভৈলা।
যেন মতে আমি সবে তিনি দিন ধৰি
আলোচনা কৰিলোহো এই কথাযাৰী।
এক নাৰায়ণ আহি সবাকে থমাই
সমস্তৰে সিদ্ধান্তক দিলে ওলোটাই।
এহি হেতু নাৰায়ণৰ দিহা অবিহনে
নিসিজিব কোনো কৰ্ম আমাৰ এই থানে।

এই বুলি সব লোক কথা শেষ কৰি
বিদায় লইয়া সবে চলে ঘৰা ঘৰি।
তালি টোপলা যতখিনি বান্ধি লৈছিল
সবখিনি হাতে লই গৃহক ফিৰিল।
শ্ৰীৰাম সহ নাৰায়ণ আৰু শ্ৰীমাধৱ
বিদায় লই ফিৰিলেক কৰি গুৰু সেৱ।
ভক্ত তিনিজনে পাছে বিদায় লইলা
গুৰু কাষে বিদায় লই উজনি চলিলা।

শ্ৰীগুৰুৰ লীলা মৃত সৰ্ব্বজনে শুনি
ৰাম ৰাম বোলা সবে অন্যথা নুগুনি।

:—x—:

## ব্যাস কলাইৰ মতিভ্ৰম

### পদ

শ্ৰীগুৰু চৰিত কথা অমৃত লহৰি
চক্ৰপাণি বোলে কথা যত নিজে স্মৰি।
ব্যাস কলাই নামে এক ভকত প্ৰবৰ
যেন মত কৰ্মে গৈ লাগিল জগৰ।
পৰম ভকত ছিল ব্যাস কলাই আতি
তিনিজন পুত্ৰ তাৰ আছিল সন্ততি।
বসন্ত ৰোগত দুই পুত্ৰ গৈলা মৰি
আৰু এক পুত্ৰক ৰোগে ধৰিলা আগুৰি।
ব্যাস কলাইৰ পত্নী এক বিপ্ৰৰ কথাত
এক জোৰা কলা পাৰ বলি দিল তাত।

ভকতৰ পত্নী ইটো অকৰ্ম কৰিলা
আন যত ভক্তগণ ক্ৰুদ্ধ হয়া গৈলা।
তথাপিতো যেতিক্ষণে পুত্ৰ গৈলা মৰি
আন সবে নিন্দা বাদ কৰে হুৰাহুৰি।
গুৰুক লগাইলেক আহি সব ভক্তগণ
ধৰ্মদ্ৰোহী পৰম অভক্ত এইজন।
ইহাৰ সহিতে আমি নুবুলিবো কথা
দণ্ড ব্যাতিৰেকে কৰ্ম নহব অন্যথা।
এত কথা বুলি গুৰু ব্যাসক বুলিলা
মোৰ ধৰ্ম ধৰি তাৰ মূল্য নুবুজিলা।

অনাচাৰ কৰি সিটো নোহে দ্ৰোহী মোৰ
ব্যভিচাৰ কৰিলে পাতক হয় ঘোৰ।
অনাচাৰী ব্যভিচাৰী হীন মতি হই
হৰিক এৰিয়া যদি আনক ভজই।
সঙ্গ ত্যাগ দণ্ড তাৰ অন্য গতি নাই
সমস্ত ভকতে তাক ত্যাজিলেক গই।
ব্যাস কলাই ৰাম ৰায়ৰ কাষ চাপিলা
তিনি কুৰি টকা দণ্ড দিবলৈ খুজিলা।
ৰাম ৰায় কলে কথা দাদা শঙ্কৰক
নাজানি কৰিলে দোষ তাহাক ৰাখক।
শঙ্কৰে সুধিলা বোলে জানি কি নজানি
মোৰ আগে প্ৰকাশিছা এনেকুৱা বাণী।
ৰাম ৰায় বোলে দাদা ক্ষমাই ভূষণ
পুত্ৰ শোকে জৰ্জৰিত কলাই দুইজন।

শঙ্কৰ বুলিলা জৰা মৃত্যু সংসাৰত
ধৰ্মৰ জানিবা স্থান সবাৰ ওপৰত।
এতেকতে ছয় কুৰি টকা দিয়া তই
পাপীৰ কাৰণে পাপ নকৰ দুনাই।
ছয় কুৰি ৰূপ দিয়া পণ্ডিত ৰাম ৰাই
ভকতৰ সঙ্গ লৈলা তথাত দুনাই।
ব্যাস কলাই শ্ৰীক্ষেত্ৰ মুখে চলি গৈলা
অৰ্দ্ধেক বাট গৈয়া পাছে জীৱন হেৰাইলা।
ভক্তগণে ব্যাস কলাইৰ বাতৰি পাইলা
নাম কীৰ্ত্তন কৰি তাৰ শ্ৰাদ্ধ সমৰ্পিলা।
শঙ্কৰৰ মতত অন্য দেৱীৰ স্থান নাই
ব্যাস কলাইৰ উপাখ্যান ইহাকে বুজাই।
ভক্তগণে ইটো কথা মনত সুৱৰি
সঘনে ঘুষিও ডাকি বোলা হৰি হৰি।



## *দামোদৰদেৱৰ প্ৰতি অসূয়া, ব্ৰাহ্মণ, মুদৈৰ দান আৰু শঙ্কৰৰ দ্বাৰা দামোদৰক "দেৱ" উপাধি দান*

### *পদ*

শঙ্কৰৰ সঙ্গ পাই দেৱ দামোদৰ
আনন্দে নধৰে হিয়া মনে ৰঙ্গ বৰ।
প্ৰতিদিনে ধৰ্ম চৰ্চ্চা কৰিবাৰে যায়
এক ৰোজ চাউল শঙ্কৰ তাহাক দি যায়।

এনে ভাৱে কিছু দিন চলে ৰঙ্গ মনে
চাউলৰ সিধা এটি পায় প্ৰতিদিনে।
এক দিন অসন্তুষ্ট ভকত কেৱাজন
গুৰুৰ কাষত গৈয়া কৰে উত্থাপন।

আন ভক্তগণে যদি সিধাক নপায়
দামোদৰে ইটো লাভ কিহেতু লভয়?
এজনৰ বাবে ইটো বৰ অশোভন
ভকতৰ মাজে পিচে ধৰিব ভাঙোন।
চলিওক এনে নিয়ম সবাৰে মাজত
উচ্চ নীচ হয় সিটো ভাগ্যৰ দোষত।
গুৰু বোলে দামোদৰ দুখীয়া ব্ৰাহ্মণ
ঈশ্বৰ ভজিবাক লাগি পালে এহি থান।
এতেকতে ভাগ্য মানি চলি যাবা ভাই
চাউল কঠা সিধা ৰূপে লওক দুনাই।
এই ভাৱে সবে মিলি সবাকে বুজাই
দিলে নিয়া সিধাখিনি গৃহত গতাই।
পাছে গুৰুজনে ইটো কথা শুনি পাই
প্ৰসঙ্গত উত্থাপন কৰিলা দুনাই।
আজি হন্তে আমি বাৰু নিদিও চাউল
ভাগ্যে যাৰ যিটো আছে তাহাকে মানিল।
দামোদৰে কালি আহি চাউল কঠা পায়
কত দিনৰ পৰা আছো আমাৰ নিমিলয়।
এই বুলি অভিযোগ বহুতে কৰিছে
এতেকতে সিধা দিয়া স্থগিত ৰাখিছে।
পিছ দিনাখন এটা ঘটনা ঘটিল
দামোদৰৰ নামে চাউল বহুত আহিল।

লগতে আহিল আৰু দালি লোণ তেল
এজন ভকতৰ নামে বস্তু যে মিলিল।
বস্তুৰ সম্ভাৰ দেখি যত ভক্তগণ
দাঁতাজনৰ প্ৰতি সবে বুলিলা বচন।
দাঁতা বোলে আমি এক মুদৈ ব্ৰাহ্মণ
বাণিজ্য কৰিয়া পালো বহু ধান ধন।
প্ৰতিশালে* মকৰ মাহে মাতিয়া ব্ৰাহ্মণ
ব্ৰহ্ম ভোজ পাতো আমি পঞ্চ শত জন।
সকলো খাদ্যৰে আমি ধৰিলো যোগাৰ
মাছ, মাংস, ঘৃত, দালি যতেক সম্ভাৰ।
সপোনতে গুৰুজনে বুলিলা আমাক
প্ৰয়োজন নাই ভোজন পাপীষ্ঠ সবাক।
পূণ্য বাণ সাধু যদি খুওৱা এজনক
তাতে তুষ্ট হোৱে জানা লক্ষ্মী নাৰায়ণ।
সাধু আছে কোন স্থানে নাই মোৰ জ্ঞান
প্ৰভু বুলিলেক মোকে শঙ্কৰৰ থান।
সাধু সঙ্গ পাইবা তাত ব্ৰাহ্মণ অব্ৰাহ্মণ
দামোদৰ নামে এক সাত্বিক ব্ৰাহ্মণ।
শঙ্কৰ সঙ্গেতে তিনি কৰে অৱস্থান
তাহাক তুষিও হেৰা মহা দানী জন।
হইব তুষ্ট লক্ষ্মী তাতে পাব বহু ধন
এতেকতে ইটো থান বৈকুণ্ঠ সমান।

* *প্ৰতিশালে - প্ৰতিবছৰে*

ইয়াতে কৰিলো আমি ভোজন সিধা দান
দেৱতাক পূজা দান একে কৰ্ম জান।
কথা শুনি সব লোকে নিমাত হইল
দামোদৰৰ নামে এত বস্তু যে মিলিল।
এতেকতে বাদ কৰি কোনো লাভ নাই
দামোদৰ হেতু সিধা দিয়ে যতনাই।
ভক্তগণ সমে সিধা একসাজ খাই
বাকী বস্তু সব গুৰু গৃহত ৰাখই।
এনেদৰে সবে মিলি ভক্তগণ যত
কামৰূপে গুৰু ধৰ্ম দিলে অসংখ্যাত।
লাহে লাহে দামোদৰ ভক্ত সমাজত
প্ৰতিপত্তি বাঢ়িলেক শঙ্কৰৰ সভাত।
শঙ্কৰে দিলেক মান স্থান একোখনি
গুৰুৰ বাম দিকে নিজ কাষত যতনি।
দিনেক তাহাৰ প্ৰতি বুলিলা বচন
বিবাহ কৰোৱা বোপা বয়স যৌৱন।
সন্ন্যাসীৰ ধৰ্ম মোৰ ইটো নাহি জানা
সৃষ্টিকৰ্ত্তা ঈশ্বৰৰ মাত্ৰ উপাসনা।
তোমাৰে সে গুৰু আমি আপুনি সংসাৰী
ডেকা লৰা তুমি যেবে লোৱা এক নাৰী।
দামোদৰ বোলে বাপ ইটো নুবুলিব
মাধৱৰ অনুগামী আমিও জানিব।

ভাই-বন্ধু-পিতৃ-মাতৃ দুখে চলি গৈলা
ইটো সংসাৰত মোক সবাই এৰিলা।
প্ৰিয়তমা পত্নী মোৰ তাইও গৈল চলি
বিধবা দুজনী আছে, তাহাক আছো পালি।
আমি বিয়া কৰাইলে তাৰা পাব কষ্ট
গৃহস্থী জঞ্জালে বেঢ়ি ধৰ্ম হইব নষ্ট।
তোমাৰ প্ৰসাদে বাপ কত ভাগ্যফলে
লভিলো পৰম গুৰু জনম সকলে।
শঙ্কৰ বদতি শুনা সুশীলা নন্দন
স্থিত প্ৰজ্ঞ জ্ঞানী তুমি মহা ভক্তজন।
মাধৱৰ সম তুমি গিয়ানী পৰম
থাকিবা আমাৰ কাষে কৰি বাসস্থান।
ধেনু খান্দা পূব পাৰে বাহা সাজি লোৱা
গোহাইবাৰী হন্তে তুমি স্থিতি বদলোৱা।
আজি হন্তে গুৰু তুমি কামৰূপ ৰাজ্যত
ধৰ্ম দান কৰা তুমি শিষ্যৰ মাজত।
দামোদৰ ময় হোক এই পূণ্য ভূমি
তব হন্তে প্ৰচাৰিত ৰাম নাম ধ্বনি।
দামোদৰ দেউ তুমি হলা আজি ধৰি
প্ৰচাৰিত হব নাম ভাৰতবৰ্ষ জুৰি।
শঙ্কৰৰ আশীৰ্ব্বাদ শিৰে তুলি লই
হৰি ৰাম উচ্চাৰিয়া গৃহে চলি যাই।

দামোদৰ চৰিত কথা শিৰে ধৰি লই
হৰি হৰি বোলা আছ যতেক লোক চই।



# শঙ্কৰ গুৰুৰ ধৰ্ম প্ৰচাৰত চিলাৰাই আৰু ভুবনেশ্বৰীৰ অৱদান

## পদ

চক্ৰপাণি বুলিলেক শুনা ভক্তগণ
ধৰ্ম ৰাজ্য কেন মতে পাতে গুৰুজন।
আতিকে সুন্দৰ ঠাই পাটবাউসী থান
শিষ্য প্ৰশিষ্যক কত দিলা ধৰ্ম জ্ঞান।
হৰি নাম মহাৰত্ন লোকত বেহাই
তিনিও ৰাজ্যত নাম বিস্তাৰ হৱই।
ৰাম ৰায়ৰ কন্যা বিয়া কৰি চিলাৰাই
সমস্ত ৰাজ্যত যুদ্ধ জিনিয়া ফুৰই।
নানা মতে চিকাৰ কৰয় পশুধন
মাংস মাছে তুষি থাকে মহিষীৰ মন।
একদা চিকাৰে গৈলা যুৱ চিলাৰাই
সন্তোষে ফিৰিয়া আহে পশু মাৰি লই।
আহিয়া দেখিলা গৃহে কন্যা শত জনী
তাহাৰ মাজত পত্নী ভুবন মোহিণী।
বকগণ মধ্যে যেন ৰাজহংসী জ্বলে
ভুবনেশ্বৰী তেনেকৈ মাজত উজ্জ্বলে।
সাৰঙ্গ ধৰিয়া গীতা গাৱন্ত সুন্দৰী
গীতৰ জঙ্কাৰে তোলে অমৃত লহৰী।
দূৰত দেখিলা আহি কোচ যুৱৰাজ
ভুবনেশ্বৰী বহি গায় নাৰীগণ মাজ।
*পামৰু মন ৰাম চৰণে চিত্ত দেহ*
*অথিৰ জীৱন কোৰি মৰণ সম্বল লেহু।*

দুৰ হন্তে শুনিলেক কোকিলৰ স্বৰ
যুৱৰাজ বোলে তুমি প্ৰিয়তমা মোৰ।
কাৰ পৰা পালা ইটো কোকিলৰ সুৰ
দুৰ হন্তে শুনি মোৰ দেহ পৰে জুৰ।
ভুবন মোহিণী বোলে মোৰ বৰ পিতা
শ্ৰীগুৰু শঙ্কৰ মোৰ ধৰ্মোপদেশ দাঁতা।
নীতি ধৰ্ম জ্ঞান আদি লোকক বুজাই
মনক পবিত্ৰ কৰে হৰি নাম গাই।
তেতিক্ষণে বুলিলন্ত যুৱৰাজ ৰাই
শঙ্কৰৰ কাষে আমি চলিব নিশ্চই।
ডিঙা নগৰত নিব গুৰুক মতাই
এই বুলি সপত্নীক আহি চিলাৰাই।
ডিঙা নগৰত ৰাজধানীত ৰহয়
শঙ্কৰৰ কাষলৈ দুতক পঠায়।
গুৰুক মাতিয়া তৈতে সভক্তি নিলেক
যথা বিধি মতে তৈতে শৰণ লৈলেক।
শৰণ লইয়া দিলা ৰজত কাঞ্চন
বস্ত্ৰসহ দিলা আৰু তিনি গাভী ধন।
সমস্তকে লই গুৰু আশীৰ্ব্বাদ দিলা
পাটবাউসী ক্ষেত্ৰে তিনি গোমস্তা হইলা।
শঙ্কৰৰ কথা ৰায়ে ৰজাক জনাই
পৰম সন্তুষ্টি পাইলা কথা শুনি লই।

সাধাৰণ ধৰ্ম্ম গুৰু বুলিয়া ভাবিলা
বিশেষ ভাৱে শঙ্কৰক কিছু নজানিলা।
চিলাৰায় দিলা এক নাদ বহুৱাই
পানী দান লইলা গুৰু শঙ্কৰদেৱ ৰাই।
এক দিনা যুৱৰাজ বেহাৰত গৈলা
শঙ্কৰৰ বাবে পৰগণাক আনিলা।
প্ৰতি মাহে যুৱৰাজ গুৰু দৰশনে
আহি থাকে পত্নীসমে হস্তী আৰোহনে
সুবিধা-অসুবিধাক বুজিয়া লৱয়
ধন-ধান যিবা লাগে তাকে দিয়া যায়।
শঙ্কৰৰ লীলা কথা মনে প্ৰাণে ধৰি
সমস্ত সমাজে ডাকি বোলা হৰি হৰি।



## নাৰায়ণ দাস ঠাকুৰ আতাৰ ঠাকুৰত্ব লাভ

### পদ

চক্ৰপাণি মুখে কথা শুনি ভক্তগণ
একচিত্তে কৰে সবে গুৰুৰ কীৰ্ত্তন।
শ্ৰীগুৰু শঙ্কৰ মুখ্য পাটবাউসী থানৰ
শ্ৰীমাধৱ, নাৰায়ণ, দেৱ দামোদৰ।
চাৰিজনে মুখ্য স্থান কৰি অধিকাৰ
সত্ৰ পাতি নাম ধৰ্ম কৰিলা প্ৰচাৰ।
শ্ৰীমন্ত শঙ্কৰ বোলে ভক্তগণ চাই
অধৰ্মীক নেদা নাম নকৰা দুনাই।
যদ্যপি বোলাহা নাম অধৰ্মীৰ আগে
মহা দোষে চুব আন দোষে যে নলাগে।
ৰাম নাম হৰি নাম বোলাইবাহা তাক
নোবোলাতো নেৰিবাহা ধৰি নানা পাক।
এইমতে ধৰমৰ অনেক আজ্ঞা দিয়া
ভক্তগণ মাঝে গুৰু ধৰ্ম প্ৰবৰ্ত্তিয়া।
মন থৈ হস্তে এক দিন নাৰায়ণ দাস
গণককুচিত পাইলেক মাধৱৰ কাষ।
দুইজন মিলি ক্ষেত্ৰ মাঝে আহি আছে
একজন খেতিয়কক হাল বোৱা দেখিছে।
হেঃ আঃ উঃ গৰু আৰু অশালীন
ভাষা উচ্চাৰণ কৰে কৰ্কশ বদন।
নাৰায়ণ দাস বোলে ৰাম ৰাম বল
ইসব অশ্লীল কথা কদাচ নোবল।
হালোৱাই বোলে ভালে ভালে যাৱ চলি
গৰু এৰি তোৰা দুইৰ কান্ধে দিব জুলি।
হাঁহি হাঁহি দুইজনে খণ্ড নকৰয়
ৰাম হৰি বুলিবাক মাত্ৰ যে কহয়।
খণ্ডতে বুলিলা এবাৰ মস্তক উচ্চ কৰি
কলো বাৰু ৰাম ৰাম হৰি হৰি হৰি।

কিনো পালো কিনো খালো মোৰ কিবা হল
তহঁত দুইৰ মাথো সময় এনেই গল।
মাধৱ বুলিলা আমাৰ বহু কাম হল
যদ্যপি আমাৰ বেলি অনেক হইল।
সময়ৰ মূল্য আমি যথেষ্ট পাইলু
যদ্যপি, ইখিনি সময় ইয়াত কটাইলু।
পলম বহুত হল পালে গুৰুৰ পাশ
গুৰু বোলে কি কাৰণত সময়ৰ নাশ।
পুচিলন্ত অল্প খণে সময় কৈত গৈলা
গৃহে কিম্বা পথে এত বিলম্ব কৰিলা।
শীৰ্ষ দুইজন এই সভাৰ মাজত
নহলে নচলে সভা বিষাদ মনত।
দুইজনে বোলে এক অবোধ কৃষক
বুজাইতে হৰি নাম গোৱাই আষাৰেক।
সেই হেতু বহু বেলি সময় যুজিলু
অৱশেষে দুইজনে জিত যে হইলু।
পাচ বাৰ ৰাম হৰি নামক গোৱাইলু
কৰ্ম সিজি পাচে বেগে নামক আইলু।
গুৰু বোলে ধন্য ধন্য তোৰা দুইজন
সময়ত সিটো জনে কৰিব স্মৰণ।
পাছে কিছু দিন অন্তে সেইজন কৃষক
চাউল সিধা সমে আহে গুৰুৰ পাশক।
দণ্ডৱতে পৰি কৰে গুৰুক প্ৰণাম
শৰণ দিয়োক বাপ আমি যে অধম।
দুইজন গুৰু মোকে নাম উচ্চৰিলা
তাৰ পাছে সন্নিপাত ৰোগে লাগ দিলা।
যমদূত দুইজনে বান্ধিবাক ধৰি
চকুৰ আগত দেখি যায় ধাতু উৰি।

সেই সময়ত গুৰুৰ নাম যে আহিল
ৰাম হৰি ৰাম হৰি মনত চিন্তিলো।
দূতগণে পাছে মোক এৰি গৈলা চলি
আৰোগ্য পাইলো মই ৰাম হৰি বুলি।
পাছে গুৰু জন পাশে শৰণ লইলা
সমস্ত ভক্তৰ সঙ্গে স্থানক লভিলা।
বিশিষ্ট আতৈ সিটো ভকত সুজন
গুৰুৰ একান্ত ভক্ত সুযোগ্য মহান।
এক দিন মাধৱদেৱ নাৰায়ণ শ্ৰীৰাম
এক ভকতৰ গৃহে ধৰিবেক নাম।
ভৰ বাৰিষাৰকাল পথাৰত পানী
বাটত আছিল সৰু জুৰি একখনি।
মাছ মৰা লোক এক বয়স নবীন
নৌকা লই আহে চলি ভটিয়াই জান।
দুইজনে বহু বেলি কাকুতি কৰিলা
তথাপিতো নৌকাখনি তাহাক নেদিলা।
বিষন্ন বদনে ফিৰি আহে দুইজন
বেজাৰ কৰিয়া গৃহে কৰিলা শয়ন।
এক দিন কমললোচন চৰাত বহিয়া
পুথি এক পঢ়ি আছে নিৰৱ হইয়া।
সতানন্দ দলৈ আহে লৰিয়া চৰাক
আঠু কাঢ়িলেক তিনি সেৱা কৰিবাক।
কমললোচন বোলে খুড়া কিনো কৰা
আমাক দেখিয়া তুমি সেৱাক নধৰা?
সতানন্দ বোলে মই ভুল কৰি গলো
তোমাৰ দাদাৰ মুখ একেই দেখিলো।
এক বৰ্ণ এক ঠগ এক অৱয়ব
সাক্ষাততে গুৰুজন মুখ যেন তব।

ভুল কৰি কৰা কামে কিছু দোষ নাই
তোমা সব আগে পিতা বুলিছে বুজাই।
এক দিন একাদশীত মাধৱ মহাজন
অসুখৰ বাবে তাৰা নকৰি ভোজন।
পিছ দিনা একাদশী গা ভাল নাই
আঁৰৈ চাউল এক পোহা খাইল সিজাই।
গুৰুজনে শুনি বোলে বঢ়াৰ নন্দন
একাদশী দিনা অন্ন কৰিলা ভোজন?
মাধৱ বুলিলা গুৰু লঘোণ দুই দিন
জঠৰ বহ্নি লাগি মোৰ দেহা ভৈলা ক্ষীণ।
নখাইলে অন্ন বিচনাতে হম লীন
দুৰ্ব্বল হইব মন তনু হইব ক্ষীণ।
শৰীৰ ভালে ৰাখি পাছে ধৰ্ম আচৰণ
শাস্ত্ৰ সন্মত ইটো বিধিৰ বিধান।
গুৰু বোলে আমি কৰো গৰাহিত কৰ্ম
অন্য লোকে বুজিবেক এয়ে মহাধৰ্ম।
একাদশীত নখাইবা কেৱে সিদ্ধ অন্ন
দুগ্ধ, ফল, কদলি, চেনি কৰিবা ভক্ষন।
জটিয়াৰ মধাই আতৈ খায় ভিক্ষা কৰি
গুৰু গৃহে নাহে কিন্তু দুৰে থাকে পৰি।
এক দিনা গৌৰ বস্ত্ৰে ভিক্ষাত চলিয়া
পশ্চিম দিশক গৈলা কিছু নপাইয়।
দৰিদ্ৰৰ বেশ কিন্তু ভক্তৰ লক্ষণ
ধীৰ গতি ধৰি যায় ভকত সুজন।
ভুল ক্ৰমে গৈ থাকি মনথই পাইলা
নাৰায়ণ দাসৰ গৃহে আলহী হইলা।
শঙ্কৰৰ ভক্তা দেৱী বান্ধৱতী আই
চাউল দালি সিধা দিয়া সন্মান জনাই।
প্ৰতি মাহে যাইবাক মাতৃয়ে বুলিলা
এক পুৰা চাউল দালি যোগান ধৰিলা।
ইটো গাৱে ঘৰে ঘৰে হৰি নাম গাই
নাম ধৰ্ম প্ৰচাৰিলা মধাই আতই।

❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖

বুঢ়ীৰ পো গোবিন্দ আতা কুৰ্হি মাছ লই
ৰান্ধি খাব বুলি আনে নিজ গৃহ লই।
গুৰু বোলে একাদশী কিনো কৰ তুমি
আতা বোলে যিটো লেখে তাকে কৰো আমি।
একাদশী উপবাস নলাগয় জানি
মাছ ভাত খাইবোহো তব কথা মানি।
সন্ন্যাসো নালাগে মাথো হৰি নামে সাৰ
কুৰ্হি মাছ খাই নাম লইবো কৰি সাৰ।
গুৰু বোলে ব্ৰত তপ আৰু যে সন্ন্যাস
হৰি ভক্তি কৰিবাৰো লাগয় অভ্যাস।
নিয়ম সংযম মাঝে মনে কৰা সাৰ
ভক্তি ধৰ্ম সিদ্ধ হয় সংযম আছে যাৰ।
তুমি কৰা কৰ্ম যিটো নকৰা প্ৰচাৰ
লোকত ঘটিব সিটো মহা অনাচাৰ।
প্ৰতিটো তিথিৰ মাঝে অখাদ্য খাইলে
খাদ্যৰ বিজুটি হেতু ৰোগ শোক মিলে।
এতেকতে কু-খাদ্যক নকৰা গ্ৰহণ
সু-খাদ্য খাইয়া শুদ্ধ কৰা তনুমন।
শ্ৰীগুৰুৰ বাণী সব লোৱা কৰি সাৰ
বোলা হৰি হৰি হোক পাতক উদ্ধাৰ।

# হৰি আতৈৰ জগৰ আৰু ভকত নিন্দাৰ ফল
# শ্ৰীহৰিদেৱক কণা বোলাৰ পৰিণাম

## পদ

চক্ৰপাণি বুলি গৈলা শুনে ভক্তগণ
নালাগে বেজাৰ সদা কৰয় শ্ৰৱণ।
গুৰুৰ চৰিত কথা পৰম অমৃত
বৰজহা থানে আতৈ কৰয় বিদিত।
একদিন গুৰুজন অসুখ হইলা
অসুখৰ বাবে তেৰা অন্ন নখাইলা।
ৰজনী প্ৰভাতে হব ভীম একাদশী
তাৰ বাবে উপবাস জানিল প্ৰেয়সী।
মাধৱ আহিল আৰু নাৰায়ণ দাস
হৰি আতৈ আহি কাষে কৰিলন্ত বাস।
বুলিলন্ত গুৰু কালি আছে উপবাসে
আজিও নখাই অন্ন শৰীৰৰ অসুখে।
যদি কালি একাদশী বৰ টান পাব
সেহি হেতু শিষ্য সবে সকলো জগাব।
মাধৱ বুলিলা মোক মানা কৰি আছে
গুৰু হন্তে যিবা পাওঁ তাকে লৈব পাছে।
হৰি গৈয়া নিবেদিলা শ্ৰীগুৰু সৱৰ
শুনি গুৰুজন পাছে ক্ৰোধিত অন্তৰ।
ভগবান দিব শাস্তি কৰিলে ভাবিলে
হৰি আতৈ ৰল পৰি ৰাতি পানী শিলে
তিনি পৰ পাচতেহে ভক্তগণে জানে
তাতাতৈয়াকৈ সবে বৈদ্য মাতি আনে।
ৰাতি শিল বৰষুণত আধা মৰা হই
সেই হেতু ভক্তগণে শুশ্ৰূষা কৰই।
যাতে ভুল কথা কেৱে আবাৰ নকয়
কথা ভুল হলেও শাস্তিকেহে পায়।
এনে ভাৱে চলে গুৰুদেৱ নিৰন্তৰ
এক দিনা বলোৰামৰ লাগিল জগৰ।
শঙ্কৰ-মাধৱ বুলি নিতউ মাতয়
সেইদিনা শঙ্কৰ গুচি মাধৱ বোলয়।
মাধৱ-শঙ্কৰ নাম উচ্চাৰিল মুখে
হঠাতে বুজিলা ভুল ৰল মহা দুখে।
ৰাতি সপোনত পাছে গুৰুৱে বুলিলা
মাধৱ আমাৰ ভেদ তুমি নজানিলা।
একে কায় একে মন আমি দুইজন
আগ-পিচ নাই একো কৰিবা স্মৰণ।
এই কথা সপোনত গুৰুৱে বুলিলা
সেইদিনৰ পৰা তাৰ ভুল অন্ত হৈলা।

❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖

আত পৰে শুনিয়োক সাধু মহাজন
ভকতৰ নিন্দা কেৱে নকৰ কোনোদিন।
এক দিনা পথে আহে ভক্ত হৰিজন
মুখ ভঙ্গী কৰিলেক লোক একজন।

পাত চেল্‌কা কুকুৰ বুলি নিন্দা কৰি
আৰোবাৰ মুখ ভঙ্গী কৰি চায় ফিৰি।
মুখ মেলি কিবা কথা বুলিবে চাইল
পুনৰ বাৰ মুখখন বন্ধ নভইল।
পাছে গুৰু গৃহ পৰা ফিৰিয়া আহিল
পিতা-পুত্ৰ-মাতৃ সবে পাৱত ধৰিল।
কিবা হেতু এনে কৰা তোৰা তিনিজন
বোলে মোৰ মুখখনি নভৈল বন্ধন।
মুখে হাত দিয়া ভক্তৰ পিহিয়া দিলেক
ততালিকে মেলা মুখ বন্ধ হইলেক।
বুলিলেক ভকতক নিন্দা নকৰিবা
ভকত ভগবন্ত এক নিশ্চয় জানিবা।
ঠাকুৰ আতা আহি থাকে দিনেক অন্তৰ
মনথৈ হন্তে এত দূৰ পৰিশ্ৰম বিস্তৰ।
সেইদিনা পথে কিছু পলম হইল
অত এব খেতি মাঝে পোনাই আহিল।
গৃহস্থৰ লৰা এক দ্বাদশ বৰ্ষমান
ধান ৰাখি আছে সিটো খেতি মাজ খান।
কটু বাক্য বুলিয়া ৰিঙি পাৰি সিটে
কোন গাঁওৰ কণা সিটো খেতি মাৰে নিতে।
নাৰায়ণ আতা তাক কাণ নকৰিলা
তাৰ পাছে লৰাগোট বাগৰি পৰিলা।
উঠিবে নোৱাৰে বালক দেহে বল নাই
জঠৰ হইয়া সিটো তাতে পৰি ৰই।
পিতা-মাতা দুয়োজন আহিল বিচাৰি
জঠৰ হইল কিয়া বুজিবে নপাৰি।
বুলিলন্ত বাচাকণ ঘটনা বিবৰি
গধূলি পৰত সবে বাট ভেটি ধৰি।
দণ্ডৱতে পৰি সবে সেৱা কৰি ৰৈলা
ক্ষমিও বালক দোষ কাকৃতি কৰিলা।
আতা বোলে তেতিক্ষণ কিছু শুনা নাই
যদি কিবা অপৰাধ গুৰুৰ কৃপাই।
গুচিবন্ত তাৰ ইটো জঠৰ বিপদ
গুৰুৰ সমীপত গলে গুচিব আপদ।
ভাল হবা বাচা তুমি কোনো চিন্তা নাই
কালি প্ৰভাততে যাবা ভক্তৰ সঙ্গ লই।
এই বুলি ঠাকুৰ আতা শীঘ্ৰে চলি গৈলা
গধূলি পৰত গৈয়া মনথই পাইলা।
ৰজনী প্ৰভাত হৈলা সবাই উঠিল
খেতিয়ক পৰিয়াল সাজু হুয়া ৰইল।
ঠাকুৰ মধাই দুয়ো যখন আহিলা
খেতিয়ক পৰিয়াল সঙ্গেতে আহিলা।
তণ্ডুল, কদলি আৰু অন্য ফল-মূল
দধি, দুগ্ধ সৰকৰা আনিলা প্ৰচুৰ।
গুৰুৰ চৰণে নিয়া সবে নিবেদিলা
কিবা হেতু আহি আছা গুৰুৱে পুচিলা।
তাৰ পাছে সব কথা বুলিলা বিবৰি
শঙ্কৰে কাষক নিয়া বোলন্ত সাদৰি।
আজি হন্তে কিছু কথা নুবুলিবি তই
শৰীৰ হইব ভাল ঈশ্বৰ কৃপাই।
এই বুলি গুৰুজনে কাষলৈকে নিলা
গা-মুৰে, চকুই-পিঠি হাতক ফুৰাইলা।

ততালিকে বালগোট শক্তিমান হইলা
মাক-পিতা কৰ মুখে হাঁহি ফুটি গৈলা।
গুৰুক প্ৰণামী সিটো শৰণ লভিলা
ভকতগণৰ মাঝে স্থানক লভিলা।
আনন্দতে ভক্তগণে হৰি হৰি বুলি
কৰ তুলি নাম গায় দুই বাহু তুলি।

❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖

মানেৰীৰ পৰা আহে শ্ৰীহৰিদেৱ।
সাত ক্ৰোশ বাট বুলি সঙ্গে নাই কেৱ।
এক দিন পথে চলি আহিয়া থাকিল
বহু বেলি হোৱা দেখি পোনাই চলিল।
সৰিয়হ এডৰা ছিল পথাৰ মাজত
লোকবালক আছে ৰখি গছৰ ছায়াত।
খেতি মাঝে লোক দেখি ক্ৰোধান্বিত হই
খেতি নেদেখহ জানো কৰ কণা তই।
হৰিদেৱ নকৰিলা একো কৰ্ণপাত
বেগাই আহিলা পাছে বাকী আধা বাট।
পিছ দিনা হৰিদেৱৰ বাহাক দুইজন
ছোৱাল এক সঙ্গে আৰু বৃদ্ধ একজন।
আগন্তুকে আঠু কাঢ়ি প্ৰণাম কৰিয়া
ক্ষমিওক দায় বাপ কৰি আক দয়া।
আঠু কাঢ়ি গদ গদ বাণী বুলি যায়
হৰিদেৱে আতিগুৰি কিছু নজানয়।
পাছে আগন্তুকে সেই লোকক দেখাই
বুলিলেক কণা হল তাহাৰ তনই।
আপোনাক কণা বুলি নিজে কণা হল
কালিৰ পৰা দৃষ্টি শক্তি তেনেই হেৰাল।
হৰিদেৱ বোলে বাচা অবোধ বালক
ভগবানে দৃষ্টি দিব নাই তোৰ দোষ।
এই বুলি চকু মুখে হাত বুলাইলা
লগে লগে বলকেও দৃষ্টি শক্তি পাইলা।
শঙ্কৰ-মাধৱ-হৰিদেৱ-দামোদৰ
চাৰিজন অংশ কলা এক ঈশ্বৰৰ।
একত্ৰ হয়হি আহি শঙ্কৰৰ ঠাই
আবেলি হইলে নিজ ঘৰে চলি যাই।
কত দুষ্টজনে পথে কত নিন্দা কৰে
তাৰ পাছে নিজে আহি চৰণত পৰে।
এনেদৰে কতজন ঠেকত পৰিয়া
আপুনি হোৱয় ধন্য শিষ্যত্ব লভিয়া।
দেৱ আৰু দ্বিজতকৈও ভকতেসে বৰ
ভকতক ভজিলে গুচে সব কৰ্মজৰ।
নাম শুনা নাম ধৰা নাম কৰা সাৰ
হৰি নাম বিনে জানা গতি নাই আৰ।
সাধু সঙ্গ সু-খাদ্য মুখে হৰি ৰাম
কেৱল হৰিক ভজা তেজি আন কাম।
অন্তৰ পবিত্ৰ কৰা দূৰ দৃষ্টি ৰাখি
দয়াময় হৰিয়ে ভকতক ফুৰে ৰাখি।
শ্ৰীগুৰুৰ বাণী সবে লোৱা কৰি সাৰ
হৰি হৰি বুলি হোৱা পাতক উদ্ধাৰ।



# শ্ৰীশ্ৰীহৰিদেৱৰ জন্ম আৰু তেওঁৰ পূৰ্ব্ব পৰিচয়

## পদ

তদন্তৰে পুচিলন্ত যত ভক্তগণ
হৰিদেৱ নাম কাৰ বুলিও এখন।
চক্ৰপাণি বোলে এই যুগে যত জন
মহান পুৰুষৰ জন্ম হইল ই থান।
তাহাৰ মধ্যত হৰিদেৱ অন্যতম
ভাগৱত শাস্ত্ৰত খ্যাত পণ্ডিত সুজন।
পাটবাউসী থানে গুৰু ছিলেন যখন
কিছু দিন পৰে আহে হৰিদেৱ সুজন।
বহৰি, মানেৰী থানে হৰি ৰহিলন্ত
ভাগৱত মাধ্যমে নিজ মত প্ৰচাৰন্ত।
ইজন পুৰুষৰ জন্ম কামৰূপ ৰাজ্যত
নাৰেনপুৰ নামে ঠাই প্ৰসিদ্ধ লোকত।
নৰোত্তম নামে ছিল কুলীন ব্ৰাহ্মণ
কৃষ্ণ দত্ত ভৈল আহি তাহাৰ নন্দন।
তাৰ পুত্ৰ ভৈলা পাছে হৰ দত্ত নাম
কৰ্মত নিপুণ নিজ গুণে অনুপম।
ভাস্কৰ বৰ্মা মহাৰাজে বাৰানসীত পাই
নৰোত্তম পণ্ডিতক আনিলা ই ঠাই।
কামৰূপে আনিয়া অশ্বক্লান্তত থাপিলা
কাল ক্ৰমে তেওঁৰ পৰা বংশ বিস্তাৰিলা।
হৰ দত্তৰ পুত্ৰ এক নাম উমাকান্ত
পণ্ডিত প্ৰবৰ তিনি সবাই জানন্ত।
পঞ্চানন নামে উমাকান্তৰ তনয়
সব লোকে গুণী বুলি সন্মান কৰয়।
নিজ টোলে ছাত্ৰ ৰাখি পোহ-পাল দিয়া
দেৱ ভাষা শিক্ষা দিয়ে যতন কৰিয়া।
সূৰ্য্যবৰ নামে ভৈলা তাহাৰ সন্ততি
শাস্ত্ৰজ্ঞ পণ্ডিত গুণী-জ্ঞানী মহামতি।
পদ্মনাভ অজনাভ যুগল তনয়
সূৰ্য্যবৰৰ গৃহে দুই পুত্ৰ জন্ম লয়।
সূৰ্য্যবৰৰ পুত্ৰ ছিল পুৰুষ উত্তম
ৰাজ সভা মধ্যত পণ্ডিত অনুপম।
অজনাভ বিবাহ কৰে কন্যা পাৰিজাতি
শ্ৰীহৰিদেৱ ভৈলা তাহাৰ সন্ততি।
সুভদ্ৰা ভগিনী অজনাভৰ তনয়া
বাল্যকালে স্তুতি কৰে হব বিষ্ণু জায়া।
হৰিদেৱ জন্ম লাভ যেতিয়া হইল
নানা সুমঙ্গল চিহ্ন দেখিতে পাইল।
জন্মৰ আগদিনা ৰাতি দেখিলা সপোন
দিব্য মহা জ্যোতিষ্মান পুৰুষ এজন।
পাৰিজাতিৰ গৃহে আহি প্ৰবেশ কৰিলা
সপোন দেখি অজনাভ উঠিয়া বহিলা।
চৈধ্যশ পোন্ধৰ শকৰ শুক্লা পঞ্চমীত
ভাদ মাহে হৰিদেৱ আহিলা ভুমিত।

তিনি দিন নাখাই স্তন কান্দি মাথো ৰয়
ঘৰৰ আপোন যত চিন্তান্বিত হয়।
পাৰিজাতি দেৱী পাছে কান্দিতে লাগিল
শুকাই মৰিব পুত্ৰ মনতে ভাবিল।
চুবুৰীয়া বুঢ়ী আই তাহাক বুলিলা
উপদেশে পাৰিজাতি হৰিক চিন্তিলা।
তাৰ পাছে স্তন খাই শিশু তুষ্ট ভৈলা
পিতৃ-মাতৃ আত্মীয়ৰ আনন্দ মিলিলা।
একাদশ দিনা দিন বাৰু গণি চাই
দৈবজ্ঞ মাতিয়া আনি গণনা কৰই।
হৰিদেৱ নাম ভৈলা জগতে প্ৰখ্যাত
হৰি গুণ নাম যশ বিলাইব লোকত।
তাৰ পাছে বিপ্ৰগণৰ বিধি অনুসাৰে
জাত দশ কৰ্ম কৰে বেদৰ আচাৰে।
অত এব জেঠায়েক পণ্ডিত সুজন
শাস্ত্ৰ শিক্ষা দিলা তিনি কৰিয়া যতন।
কিছু শাস্ত্ৰ শিক্ষা কৰি আপোন গৃহত
শিলাত পঢ়িলা পদ্মনাভৰ টোলত।
শাস্ত্ৰ শিক্ষা সাঙ্গ কৰি গৃহক আহিলা
তাহান্তৰে হৰিদেৱৰ পিতৃ চলি গৈলা।
মাতৃও চলিলা পাছে স্বামীৰ লগত
পিতৃ-মাতৃ শ্ৰাদ্ধ দেৱ কৰে ৰীতি মত।
বৰ্ষান্তৰে হৰিদেৱ মিত্ৰৰ বচনে
বিবাহ কৰিলা পাছে অতি ৰঙ্গ মনে।
তিলোত্তমা নামে কন্যা জনাৰ্দ্দন দুহিতা
ৰূপে গুণে অনুপম অতি পতিব্ৰতা।

বিবাহৰ পৰে দেৱ মহা সুখী ভৈলা
দুই কন্যা এক পুত্ৰ জনম লভিলা।
মৰমতে পুত্ৰ নাম থৈলা দামোদৰ
ৰূপত দেখিবা যেন কন্দৰ্প কুমাৰ।
জ্যেষ্ঠজনী কন্যা ভৈলা ভুবনেশ্বৰী নাম
সমনীয়া কন্যা মাঝে ৰূপ অনুপম।
তৃতীয় সন্তান কন্যা নাম বনমালা
ময়ূৰীৰ ৰূপ যেন স্বভাৱ চপলা।
উপযুক্ত বয়সত প্ৰভু হৰিদেৱ
বিবাহ দিলেক জগন্নাথৰ হাতত।
সুপ্ৰসিদ্ধ জ্ঞানী গুণী পণ্ডিত পৰম্
শিষ্য ভৈলা হৰিদেৱৰ অতি প্ৰিয়তম্।
দামোদৰ পুত্ৰৰ ৰূপ কাৰ্ত্তিকৰ সম
লোক সমাজৰ গুৰু প্ৰিয়যে পৰম।
বিধিৰ বিধান কভু নাযায় খণ্ডন
কছুৱা বিলত পৰি হেৰাইলা জীৱন।
পুত্ৰৰ মৃত্যু দেখি দেৱ শোক নকৰিলা
পত্নী-কন্যা সকলোকে সান্ত্বনা হে দিলা।
তাৰ পাছে উদাৰ গোবিন্দ শিষ্য সমে
সুভদ্ৰাক লৈয়া গৈলা তীৰ্থ পৰ্যটনে।
শ্ৰীক্ষেত্ৰ পাই তাতে পাণ্ডা ঘৰে ৰৈলা
এই থানে সুভদ্ৰাই প্ৰাণক ত্যাজিলা।
কিছু দিন পৰে পাইলা বাৰানসী ধাম
তাৰ পৰে বৃন্দাবন ত্ৰিবেণী সঙ্গম।
এনেদৰে হৰিদেৱ তীৰ্থত ভ্ৰমিয়া
পৰম জ্ঞান লভিলন্ত বিস্তৰ কৰিয়া।

পুৰীক্ষেত্ৰে ছয় মাহ ভাগৱত পঢ়িলা
সব লোকে এক মুখে ধন্যবাদ দিলা।
মানুহ নোহয় ইটো পৰম পুৰুষ
যাৰ পাশ পাইলে মিলে পৰম সন্তোষ।
পুৰীক্ষেত্ৰে ছয় মাহ কৰি অধ্যয়ণ
পৰম ভাগৱতী বুলি মাতে সৰ্ব্বজন।
গৃহে আহি ৱনমালাক দিলা তাৰ পৰে
জগন্নাথ বাপু বুলি জোঁৱাই নাম ধৰে।
শ্ৰীগুৰু চৰিত কথা পৰম অমৃত
হৰি হৰি বুলি ডাকি শুদ্ধ কৰাচিত।

✦✦✦✦✦✦✦

## *শ্ৰীমন্ত শঙ্কৰ-মাধৱদেৱৰ লগত হৰিদেৱৰ পৰিচয় আৰু অলৌকিক মহিমা দৰ্শন*

### *ছবি*

তাৰ পাছে ভক্তগণ দৃঢ় কৰি নিজ মন
পুছিলেক কথা বৈৰাগীত,
হৰিদেৱ চৰিত কথা অতি মনোৰম কথা
কোৱা কিছু আমাৰ আগত।
দন্তপুৰ নামে ঠাই মানেৰীয়ে বা কোথাই
যথাত আছিলা হৰিদেৱ
হৰি নাম প্ৰচাৰিলা ভকতক নিস্তাৰিলা
লোক সবে যাক কৰে সেৱ।
দন্তপুৰ গ্ৰাম মাজে এদল খটৰই আছে
বেশ্যা এক তাহাৰ মালিক,
তাইৰ পোষণ হেতু নিতে অপকৰ্ম কৰে
পাপীষ্ঠ দুৰ্জনতো অধিক।
বাটে পথে যাকে পায় বস্তু কাঢ়ি লৈ যায়
ৰাতি সিন্ধি খান্দিয়া নিৱই
এইদৰে খটগণে বাটৰুৱা অগণনৰ
অকালতে জীৱন হেৰাই।

খটগণৰ অত্যাচাৰ সহিব নোৱাৰি আৰ
মানুহ ভাগি অন্যত পলায়
শুনি ইটো কথা চয় হৰিদেৱ মহাশয়
মৰ্মান্তিক ভৈলা অতিশয়।
একদিনা হৰিদেৱ পাইলা খটৰ বাহ
মাতিলন্ত অতিকে সাদৰি
বেশ্যাজনী আহি পাছে বহিল হৰিৰ আগে
চাহিলন্ত চকু থাৰ মাৰি।
হৰিদেৱ মহামতি নচাইল তাইৰ প্ৰতি
তথাপিতো ভুলাইবাক চাই
দাঁত জিলিকাই হাঁহি সন্মুখে বহিল আহি
কিবা লাগে বোলা ভালকই।
ধন দিয়া অল্প কৰি ভোগ কৰি লোৱা নাৰী
পাইবা সুখ সঙ্গমত মোৰ
কত শত ভদ্ৰজন আহি থাকে এইথান
ভোগ কৰে দেহ মন মোৰ।
সব লোকে আহি কয় সঙ্গমত সুখ পায়
কতো নাই মোৰ দেহ সম
মোৰ এই ৰূপখনি ভোগ কৰে কত জনে
দি যায় বহুখিনি ধন।
এনেদৰে কথা কই ভুলাব খোজতে তাই
মুচ কচ গই পৰি গল
খটবোৰে দেখা পাই ধৰি নিলে লাহে কই
ভিতৰৰ বিচনাত থল।

তাৰ পাছে জনে জনে　　　　মুচ কচ যায় ঘনে
সকলোটি ঢলিয়া পৰিল,
বৃদ্ধ দুজন বাকী ৰল　　　　বাকী অচেতন হল
হাঁহাকৰ ঘৰতে মিলিল।
পাছে দুইজনে পৰি　　　　কতনা কাকুতি কৰি
হৰিদেৱৰ চৰণত পৰি
শৰণ পশিলো আমি　　　　বচাওক গুৰু স্বামী
বেশ্যাজনী দিয়া ভাল কৰি।
হৰিদেৱ বোলে পাছে　　　　এনে কৰ্ম নকৰিবা
বেশ্যাজনী ভগিনী সবাৰ
তাই সতে যৌন ক্ৰিয়া　　　　কোনো জনে নকৰহ
শৰণ লোৱা সবাই আমাৰ।
সেইদিনা হন্তে আৰ　　　　খট কৰ্ম পৰিহাৰ
কৰিলেক সেই দুষ্টগণ
সবাই ভকত হইল　　　　হৰি গুৰু পন্থ লইল
হৰি গুৰুৰ সেৱিল চৰণ।
এক দেৱ এক সেৱ　　　　এক ভিন্ন নাই কেৱ
এই ধৰ্ম জানিবা আমাৰ
ঈশ্বৰত ভকতি কৰি　　　　মনত জপিবা হৰি
তেবে হইবা পাপত উদ্ধাৰ।
এক দিন জানিলন্ত　　　　বাউসী পৰগণাত
আছে গুৰু শ্ৰীমন্ত শঙ্কৰ
সঙ্গত মাধৱদেৱ　　　　বিপ্ৰ দামোদৰ দেৱ
পাটি হাট ধৰম ৰাজ্যৰ।

বিচাৰিয়া আহি পাই   শঙ্কৰক দেখা হই
নমিলন্ত দুই পাৱে ধৰি
প্ৰতি নমস্কাৰ কৰি   উঠা বোপা শ্ৰীহৰি
দুই হাতে আলিঙ্গন কৰি।
দুই হাত জোৰ কৰি   বুলিলা প্ৰণাম কৰি
যাইব লাগে আমাৰ থানক
লুইত নদীৰ তীৰে   দন্তপুৰ নামধৰে
তথা লগ পাইব আমাক।
গুৰু বোলে আমি তিনি   সঙ্গত থাকিব চাৰি
মুঠ সপ্ত জনে যাইবো তাক
নাম-কীৰ্ত্তন শাস্ত্ৰ পাঠ   সবাকে কৰিবো তাত
ভালে তুমি মাতিলা আমাক।
কিছুদিন পৰে পাছে   মাধৱ শ্ৰীৰামৰ সঙ্গে
আৰু দেৱ বিপ্ৰ দামোদৰ
সাতজন মিলি-জুলি   দন্তপুৰ গাঁও বুলি
পাইল গৈয়া লুইতৰ ওচৰ।
তিনিদিন তিনি ৰাতি   তথাত থাকিল খাটি
হৰি নাম ধ্বনি পৰে চানি
বস্ত্ৰ ধন দিয়া পাছে   শৰণ লৈলেক তাতে
শঙ্কৰৰ শ্ৰেষ্ঠত্ব বখানি।
শঙ্কৰে বুলিলা হৰি   তুমি আমাক মান্য কৰি
মান কৰি দ্ৰব্য দিলা কত
সেহি কথা স্মৰণত   ইটো থানৰ নাম ৰব
মানেৰি নামেৰে জগতত।

(দীননাথ বেজবৰুৱাৰ বৰচৰিতৰ পৰা)

লুইতত জাহ গৈলা ইটো থান নৰইলা
মানেৰীৰ চিন চাব নাই
কালত সোঁতত খহি গৈলা আজি উটি ভাহি
ধাৰ্মিকৰ মনে আছে ৰই।

এনেদৰে মাহে পথে হৰিদেৱ আহি থাকে
পাটবাউসী শঙ্কৰৰ থান
এক দিন অলক্ষিতে এক মহে বাট ভেটে
ফেৰ পাতি শিং দুই খান।

হাতে ফুলৰ মালা লই হৰিদেৱ আছে ৰই
মহৰ আগত ঠিয় হই
মাথা অৱনত কৰি মালাক গ্ৰহণ কৰি
গোণা মহ আতৰি পলাই।

তাৰ পাছে আউৰ দিন বৰ বাঘ এক দিন
মুখ মেলি খেদিয়া আহিল
হৰিদেৱে হাত তুলি বাঘৰ মুখত বুলি*
বাঘে ভুমিত শুইয়া পৰিল।

বাৰ বিপ্ৰ আহি পাছে ঈৰ্ষাত জ্বলিয়া আছে
পাণ্ডিত্যৰ গৰ্বে ওফোন্দাই
সব লোক আহে যায় তাহাক কেৱে নমানয়
মহাপুৰুষৰ কাষ পাই।

মানেৰী পাটবাউসী লোক সবে ভৰে আহি
পণ্ডিতৰ কাষক নযাই
সেই হেতু কৰে বাদ প্ৰথমতে গুৰু সঙ্গে
পাটবাউসী লাগি চলি যাই।

**বুলি - হাত বুলাই*

যদুমনি জগন্নাথ সন্তদেৱ ভগবান
হৰিচৰণ নাৰায়ণদেৱ
শঙ্কৰে নকৰি বাদ বুলিলা সহজ ভাৱে
মোৰ কথা শুনা বিপ্ৰ সব।
অসি জীৱি মসি জীৱি চুপকাৰ গ্ৰাম যাজক
দণ্ডধাৰী নৃপতি গণৰ
গুৰু আমি নহইব পৰীক্ষাকো নযাইব
এই পণ জানি লবা মোৰ।
ঐত আছে দামোদৰ একে কথা কাম যাৰ
ইয়াত কথা কই লাভ নাই
বহৰিত হৰিদেৱ তাহাৰ কাষক যোৱা
কথা সোধা পোচা কৰা গই।
পাচ তোলা বিষ লই বহৰিত চলি যাই
বিপ্ৰগণে কাষক চাপিলে
যদি বিষ পান কৰি বাচি থকা থকা তুমি হৰি
আমি গুৰু ভজিব সকলে।
নকৰিয়া কিছু ভয় বিষ হতে তুলি লয়
হৰিদেৱে বুলিলা বিনয়ে
মানুহৰ সাধ্য নাই বিষ পান কৰে কোনে
মৰি যাব সব প্ৰাণীচয়।
অত এব দেৱ বিনে সাধ্য কাৰো নাই জান
জানা আমি দেৱতা নহয়
দেবেও নাখালে বিষ মৰিবৰ ভয় হেতু
খালে নীলকণ্ঠ দেৱৰায়।

বিপ্ৰ সবে ভাবিলেক মাৰিবেক শত্ৰু এক
বিষ পান কৰাই কৌতুহলে
একজন মৰিলেও আমাৰ বৈৰী কমি যাব
পিচে পাৰিম শঙ্কৰক বলে।
বুলিলেক বিপ্ৰগণ শুনা তুমি মহা প্ৰাণ
শঙ্কৰে পঠাইছে তোমালৈ
তুমি সৰ্ব্ব শক্তিমান কৰি যাবা বিষ পান
নীলকণ্ঠ সম শক্তি লই।
হৰিদেৱে শুণি পাছে গুৰু পঠাই মোৰ কাষে
পৰীক্ষা কৰিব বিপ্ৰগণ
যিবা হয় হৈ যাব ভগবান সাক্ষী হব
বিষ খাই ত্যজিব জীৱন।
বিষ তোলা হাতে লই হৰিদেৱ পুনৰাই
শক্তি নাই হজম কৰিব
যেহেতু শঙ্কৰ বাণী তাকে ৰাখি খালো আমি
নাৰায়ণে বিচাৰ কৰিব।
বিষ পান কৰি উঠি ঢলি গৈলা হৰিদেৱ
উশাহ নিশ্বাস ৰুদ্ধ হ'ল
বিপ্ৰগণে দেখি শুনি মনতে প্ৰমাদ গণি
হাঁহাকাৰ কৰিবে লাগিল।
*হৰিক প্ৰণাম কৰে চকুৰ লোতক ঝৰে*
*মহা পাপে ডুবি আজি গলো*
*হে প্ৰভু ভগবান হৰিদেৱৰ দিয়া প্ৰাণ*
*আমি সবে ৰক্ষা পাইলো।*

লাহে লাহে হৰিদেৱ উঠিয়া বহিল পাছে
প্ৰণামিল হাত জোৰ কৰি
মনত আনন্দ লাগি বিপ্ৰগণে কৰে তুতি
হৰিদেৱৰ চৰণত পৰি।
তুমি জগতৰ স্বামী তোমাক নজানো আমি
বিহ খুৱাই পৰীক্ষো তোমাক
অগনিত কৰি সাহ দিবয় ফৰিঙে জাপ
পটন্তৰে পাইলেক আমাক।
আমি দ্বিজ বাৰজন ফুৰিলোহো বহু স্থান
পণ্ডিত বুলিয়া লও মান
নাচিলোহো দৰ্প কৰি সবে চুৰিলাহা হৰি
তযু আগে ক্ষুদ্ৰ যে পাতান।
শ্ৰীহৰিদেৱ কৰ্থা ভকতি আনন্দে গঠা
শুনা সবে মনোযোগ কৰি
এৰা বিষয়ৰ ধান্দা নামক মুঠিত বান্ধা
মুখে সবে বোলা হৰি হৰি।

:—x—:

## শ্ৰীশ্ৰীশঙ্কৰ গুৰুৰ গুৰুত্ব দৰ্শন

### পদ

চক্ৰপাণি বোলে পাছে ভক্তগণ সমে
শঙ্কৰ মহিমা ভক্তগণে মাত্ৰ জানে।
গণককুচি হন্তে আহে শ্ৰীগুৰু মাধৱ
গুৰু গৃহ লাগি তেওঁ কৰে আহ-যাহ।
একদা জনৈক বিপ্ৰ আগচি ধৰিলা
সমীপ চাপিয়া মাধৱদেৱক মাতিলা।
কাৰ গৃহে যাব তোৱা কিবা কাৰণত
পুচিলো ইয়াৰ কথা ৰাখিবা মনত।

মাধৱ বুলিলা মই গুৰু গৃহে যাওঁ
শঙ্কৰ আমাৰ গুৰু তাতে শাস্ত্ৰ চাওঁ।
বিপ্ৰে বোলো তব গুৰু শ্ৰীমন্ত শঙ্কৰ
শঙ্কৰৰ কোন গুৰু কোৱা আগে মোৰ।
মাধৱ বুলিলা নমি হেৰা বিপ্ৰবৰ
ইটো কথা সুধিবাক অনুচিত আমাৰ।
মাধৱ বোলে নিজে তুমি যাবা তান ঘৰে
আৰু যত প্ৰশ্ন আছে সুধি লই বাৰে।
*সূৰ্য্যক ইন্ধন কোনে আছন্ত যোগাই*
*উত্তৰ দিবাক জানো পাৰে কোনোবাই।*
বিপ্ৰ বোলে আজি কথা সুধিবা তাহাত
কালি আহি কবা তুমি আমাৰ সাক্ষাত।
আক বুলি বিপ্ৰ পাছে পাটিক এৰাই
মাধৱৰ কাষ হন্তে আতৰি যাৱই।
পলম হইল দেখি গুৰুৱে পুচিল
মাধৱেও প্ৰণামিয়া বৃত্তান্ত বুলিল।
গুৰু বোলে ইটো কথা কবা ভাল কই
ভকতেহে মোৰ গুৰু জানিবা সবাই।
ভকতসকলে মোক শাস্ত্ৰ শিক্ষা দিল
তাহান্তে সে গুৰু মোৰ সবাই জানিল।

ভকতেহে ধন মোৰ ভকতেহে প্ৰাণ
ভকতত ভিন্ন মই নজানোহো আন।
কথা শুনি সব ভক্ত মৌন হুয়া ৰৈলা
নাম গুণ গাই সবে কীৰ্ত্তন কৰিলা।
শঙ্কৰৰ পদে সবে নমস্কাৰ কৰি
ভক্তি ভাৱে সকলোৱে বোলে হৰি হৰি।
আৰো দিন বিপ্ৰ এক আহিল লৰৰি
গীতাশাস্ত্ৰ হাতে লই পথ এক চৰি।
গুৰু গৃহ কাষে গৈয়া ক্ষণেক জিৰাই
শাস্ত্ৰখনি হাতে লই চকু ফুৰাই চাই।
গুৰুৰ পুৰণি বান্দি প্ৰশিষ্যা ছন্দৰি
গীতাৰ অমূল্য গীত গালে সুৰ ধৰি।
*ভগৱন্ত ভক্তি যুক্ত পুৰুষৰ আত্মবোধ*
*মাধৱৰ প্ৰসাদে মিলয়*
*কৃষ্ণৰ কৃপাত এবে গুচয় সংসাৰ ভয়*
*এহিমানে গীতাৰ নিৰ্ণই।*
গীতা শুনি বিপ্ৰবৰ থমকিয়া ৰই
কাহাকো নামাতি একো উলটি চলই।
ভক্তগণে হৰি নাম গোৱা প্ৰাণ ভৰি
আনন্দ মনেতে সবে বোলা হৰি হৰি।



## *জটিৰাম আতৈৰ ধৰ্ম গ্ৰহণ, অনন্ত কন্দলিৰ লগত কথোপকথন*

### *পদ*

চক্ৰপাণি বুলি যায় কথা একাধাৰে
জটিৰাম আতই কিমতে ধৰ্ম ধৰে।

দত্ত কুচি নামে এক ছিল গাঁওখনি
অতীব সুন্দৰ গাঁও মানুহ অগনি।

সেই গাঁওবাসী এক নাম জটিৰাম
যৌৱন কালতে তেওঁ বেৰাৱন্ত গ্ৰাম।
খোজ কাঢ়ি কাঢ়ি তিনি পুৰীক গৈলন্ত
গঙ্গা, গয়া, কাশী ফুৰি ফিৰিয়া আসন্ত।
তাৰ পাছে নবদ্বীপে গৌড় ধৰ্ম ধৰি
যোল্ল নাম জপি ভৈলা মালা ফোটাধাৰী।
ৰাধে শ্যাম বুলি ফুৰে ঘৰ বাৰী এৰি
হৰে কৃষ্ণ হৰে ৰাম ফুৰে ৰাৱ পাৰি।
নাৰায়ণ দাসে তাক লাগ্মল পাইলা
জোট কাটিবাক লাগি দুটি টকা দিলা।
শুভ্ৰ বস্ত্ৰ পিন্ধাইলেক গেৰুৱা গুচাই
ভিক্ষা কৰিবাক লাগি নিদিলা দুনাই।
গুৰুৰ কাষত নিয়া শৰণ কৰাই
এক গুৰুৰ ধৰ্ম আচৰন্ত সঘনাই।
জট কাটি বান্ধি ৰাখে বিচনা ওপৰে
তাকে দেখি ভক্তগণে নানা প্ৰশ্ন কৰে।
গুৰু পুচিলেক জটি বিচনা উপৰে
কিবা বস্তু ৰাখি আছ টোপলা ভিতৰে।
জটিৰাম বোলে বাপ সেয়া কটা চুলি
ৰাখি আছো আমি তাক গঙ্গাত দিম বুলি।
গুৰু বোলে ভক্তগণ নাম জটিৰাম
মনৰ জোট এৰাইবাক নকৰয় কাম।

নাৰায়ণ দাসে বোলে জোট দলিয়াই
এতিক্ষণে চলি আহা গাৱ মুৰ ধুই।
তাহাৰ কথাত গৈয়া জোট পেলাইলা
একমাত্ৰ নাম ধৰ্ম তাতে মন দিলা।

❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖

অনন্ত কন্দলি আহি বোলে এক কথা
মাধৱ কন্দলি পুথি ৰামায়ণ মিথ্যা।
গুৰু বোলে ইটো শাস্ত্ৰ পঢ়িয়া চাইব
যিবা ঘাটি আছে তাক আমি পুৰাইব।
আদি কাণ্ড লিখিলেক গুৰু শ্ৰীমাধৱ
উত্তৰা কাণ্ডক লিখে গুৰু শঙ্কৰদেৱ।
পূৰ্ব্ব অপ্ৰমাদী কবি লিখে ৰামায়ণ
তাৰ পাছে লিখিলোহো আমি অভাজন।
এইখনি শাস্ত্ৰ আনি দিলো এই থানে
ভুল ভ্ৰান্তি শুদ্ধ কৰা যত থাকে মানে।
গুৰু বোলে ৰামায়ণ মাধৱ কন্দলি
লিখিলেক অতি ভাল শুদ্ধ হব বুলি।
পদৰ লালিত্য আৰু ভাষালৈ চাই
এইখন শাস্ত্ৰ বেয়া বুলি কোনে কই।

❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖

এইদৰে শঙ্কৰ গুৰু কন্দলিৰ সমে
ৰামায়ণ খণ্ড লিখে আতিকে যতনে।

শঙ্কৰৰ লীলা মৃত অমৃত আকৰ
হৰি হৰি বুলি তৰা সব ভক্ত নৰ।

## কমললোচনৰ স্বৰ্গ গমন আৰু শ্ৰীগুৰুৰ মাৰ প্ৰতি সান্ত্বনা দান

### পদ

পুনৰপি চক্ৰপাণি বোলয় গম্ভীৰে
কমললোচন স্বৰ্গে গইল কিদৰে।
কিয় বা গইলা স্বৰ্গে যৌৱন কালত
গুৰুজনে কেনে দুখ নকৰে মনত।
ভক্তগণ বোলে বাপ কথাৰ সাগৰ
কিবা কাৰণত মৃত্যু কমললোচনৰ।
চক্ৰপাণি বোলে শুনা ইটো সবিশেষ
গুৰুৰ কনিষ্ঠ সন্তানৰ অৱশেষ।
এক দিন প্ৰভাতে উঠিলা শ্ৰীশঙ্কৰ
পূৰ্ব্ব দিকে উদ্ভাসিত ভৈলা দিবাকৰ।
তপ্ত সুবৰ্ণৰ বৰ্ণ জ্বলে জ্যোতিষ্মান
এই সময়ত গুৰু কৰে নিতে স্নান।
ঘৰৰ পিচফালে ফলন্তি আম গছে
ৰাতুল বৰণ আম্ৰ গছত পকিছে।
কমললোচনে পকা আম দেখি মনে
তলৰ পৰা দেখে বৰ আনন্দ নয়নে।
হিঙ্গুলিয়া পাট বস্ত্ৰ গাৱত বসন
পকা আম্ৰ দেখি তাৰা খাইবৰ মন।
পুৱাতে উঠিয়া চলে আম গছ তলে
গছত উঠিলা তেওঁ মনৰ কৌতুহলে।
পিতাতো অধিক ৰূপ শৰীৰৰ জ্যোতি
সুন্দৰ বালক গোট মনোহৰ কান্তি।
গছত উঠিলা গৈয়া কৰি মহা কষ্ট
বস্ত্ৰখন গাত ছিল সিটো ভৈলা নষ্ট।
এই সময়তে গুৰু স্নান কৰিবাৰে
প্ৰবেশিল লাহে ধীৰে বাৰীৰ ভিতৰে।
বাৰী প্ৰবেশিয়া গুৰু উপৰক চাই
মুৰৰ ওপৰে আছে কমল পুতাই।
গুৰু মাতিলেক পাছে ৰমানন্দ মাক
অদ্‌ভূত কাণ্ড আজি দেখাও তোমাক।
আম্ৰ বৃক্ষে দেখা কেনে সুন্দৰ তপন
নবীন পুৰুষ ইটো বয়সে তৰুণ।
তপন উদিছে চোৱা পূব আকাশত
আৰু এক সূৰ্য্য জ্বলে আমৰ গছত।
চেহেৰা দেখিয়া গুৰু মনতে জানিল
ইটো বালক ভুমণ্ডলে নথাকে চিৰকাল।
সংগোপে বুলিলা হেৰা ৰমানন্দৰ মাক
এওঁৰ বাবে আমি আশা নকৰো অধিক।
তাহাৰ লক্ষণ যিটো গাৱত ফুটিছে
তাকে মই বুজি পালো আয়ুস টুটিছে।
বেচি দিন নাথাকিব ইটো ভু-মণ্ডল
অল্প কালে পাইবগৈ গগণ মণ্ডল।
এই কথা বোলে গুৰু পত্নীক বুজাই
এভৱ মণ্ডলে আৰু স্থিতি কাৰো নাই।

অহা যোৱা মাত্ৰ হয় বিধিৰ বিধানে
সবে মায়া ময় ধৰা যত দেখা মানে।
দুই মাহ অপেক্ষিয়া এদিন দেখিলা
কমললোচনৰ বসন্তই দেখা দিলা।
একে সময়তে আৰু দামোদৰ নাম
বসন্ত ওলাই তেওঁৰ হৈলা বৰ টান।
ভকতসকলে দুইজনক সেৱা কৰে
ৰোগৰ প্ৰকোপে আতৈ চট্‌ফট্‌ কৰে।
কমলি ধৰা দামোদৰ মহান ভকত
গুৰুজন প্ৰতি তেওঁ বিশেষ শ্ৰদ্ধা ৰত।
শঙ্কৰদেৱ তান গৃহে চলিয়া যাৱয়
লাহে লাহে দামোদৰ বিনয়ে বোলয়।
শুনা প্ৰভু গুৰুদেৱ আমাৰ বচন
আমি দুই ৰোগী নেবাচিম কোনোজন।
সপোন দেখিছো মই ৰথত চৰিয়া
কমললোচন সমে গৈছো চলিয়া।
কালি ডেৰ পৰ বেলি হইব যখন
তেতিক্ষণে চলি যাব কমললোচন।
তাহাৰ এপৰ পিছে কমলিক লই
পিছে পিছে চলি যাম আমি অধমেই।

আমি দুইজন হেতু নকৰিবা দুখ
নাম কীৰ্ত্তন গাই সবে থাকা হাঁহি মুখ।
এইবুলি সেইজন ভকত সজ্জন
দূৰহন্তে প্ৰণামিল গুৰুৰ চৰণ।
সবাহকে নমস্কাৰ কৰি দামোদৰ
লাহে লাহে দেহ গোটি ভৈলা থৰ থৰ।
পিছদিনা ডেৰ পৰ বেলি হৈলা যেবে
কমললোচন পৰলোকে গৈলা তেবে।
তাৰ ডেৰ পৰ পাছে ভকত চলিলা
ভক্তগণে মন দুখে সৎকাৰ কৰিলা।
তাৰ পাছে দুইজন গাতত পুতিলা
বসন্ত ৰোগৰ হেতু কাষ্ঠ নকৰিলা।
কালিন্দ্ৰী দেৱী আৰু বৰ দুই ভাই
তিনি বোৰী* কান্দিলন্ত বুকু ভুকুৱাই।
মাতৃ আই পুত্ৰ শোকে পৰি মূৰ্চ্চা গৈলা
শঙ্কৰ গুৰুৰ কিন্তু কান্দোন নাহিলা।
ভক্তগণে কোনো মতে দেৱীক বুজাই
সান্ত্বনা কৰিলা সবে নানা কথা কই।
কিছুদিন পৰে দেৱী শোক পাহৰিলা
মনৰ উচ্ছাস বহু ফিৰাই আনিলা।

শ্ৰীগুৰুৰ চৰিত্ৰ কথা অতিকে মধুৰ
ৰাম হৰি বোলা সবে পাপ হোক দূৰ।

>>>■<<<

*বোৰী - বোৱাৰী

# চাকুলি কুজীৰ ৰোগ নিবাৰণ

## পদ

তাৰ পাছে চৰিত্ৰ বুলিলা চক্ৰপাণি
চাকুলি কুজীক ৰক্ষা কৰে গুৰু জানি।
বাউসীৰ পৰা শ্ৰীশঙ্কৰ সুজন
এক দিন তাতি কুচি কৰিল গমন।
ভীম বায়ন নামে এক মহা ভক্তজন
সংসাৰত মহা সুখী পুত্ৰ-ভাৰ্য্যা ধন।
বায়নৰ পত্নী মহা ভক্তা সাধ্বী সতী
হৰি নাম কীৰ্ত্তনত কৰে সদা ৰতি।
নাম কীৰ্ত্তন কৰে গায় আনন্দ মনত
সদা সৰ্ব্বদায় কৰে গুৰুক স্মৰণত।
শুনিলেক গুৰু এক দিবসৰ বেলা
পত্নীৰ ৰোগৰ হেতু বায়ন জ্বলা কলা।
অনেক দিনৰ ৰোগ ৰাজহাড় বেকা
কুজা হুয়া ফুৰে তেওঁ ঘৰত বোলে হেকা।
এক দিন গুৰুজন তাতি কুচি যাই
সেৱা কৰে চাকুলীয়ে গা বেকা কই।
গুৰু বোলে আই তই এনুৱা কিহেতু
ৰাজহাড় পোন্ধ নহয় কিবা দোষ হেতু।

চাকুলি বুলিলা বাপ আৰদ্ধ পাপত
হাড় বেকা কুজী হলো যৌৱন কালত।
লৰা-চৰা খোৱা-বোৱা মোৰ শান্তি নাই
অধম পাতকী আমি পীড়ে যাত নাই।
যৌৱন কালতে ৰোগ লাগিল লগত
পাপী মই ভুঞ্জি আছো এনেকুৱা ৰোগত।
গুৰু বোলে ঈশ্বৰৰ কৃপাৰ বলত
আৰোগ্য হইবা তুমি জানা অচিৰত।
তাৰা পাছে ৰাত্ৰি কালে সপোন দেখিলা
তাইৰ গাৱে গুৰুদেৱে হাত পৰশিলা।
তেতিক্ষণে পোণ হৈ ৰোগ মুক্ত হল
স্বামী স্বামী বুলি নাৰী উঠিয়া বহিল।
হাত ফুৰাই দেখে তাই হাড় ভাজ নাই
বিষ নাই দুখ নাই গৈলা ভাল হই।
পিছ দিনা পতি সমে গুৰু গৃহে যাই
দুইজনে গুৰু গৃহে শৰণ লভই।
শ্ৰীগুৰুৰ লীলা কথা মধুৰ সমান
সমজুৱা পাঠক গণ কৰানিতে পান।



# ভক্ত মধাই আতৈৰ পৰলোক

## পদ

আত পৰে শুনিয়োক যত ভক্তগণ
মধাই আতৈ কৰিলেক বৈকুণ্ঠ গমন।
পাটবাউসী ম্রিয়মান সবে শোকাকুল
মধাইৰ বাতৰি শুনি ভৈলাহা আকুল।
কমল চলিল আৰু চলিল দামোদৰ
একে ৰোগে চলি গৈলা মধাই ভক্তবৰ।
কমলি ধৰা দামোদৰ আতৈ একজন
কমলৰ সঙ্গে পৰলোকতে গমন।
জতিৰ মধাই আতৈ বসন্ত ওলাই
বাগৰি আছয় ৰামকৃষ্ণ নাম গাই।
বাতৰি পাইলা যত বাউসীৰ ভক্তগণ
পৰিচৰ্য্যা কৰিবাৰে ভক্ত চাৰিজন।
আহিল কাষক লাগি অতি সাৱধানে
মধাইক আপ-ডাল কৰিলা যতনে।
তাহাক দেখিয়া মধাই ভকত সুজন
মনে মনে মাধৱৰ নাম উচ্চাৰণ।
নমিয়া বুলিলা বাপ সখা গুৰুজন
মৃত্যু কালে দেখো যেন গুৰুৰ চৰণ।
ইটো কথা গৈয়া শঙ্কৰদেৱত জনাইলা
পুনৰপি মাধৱক তাকে পঠাইলা।
মাধৱক দেখি চকুপানী বয় জৰি
থাকা থুকি মাতে বুলিলন্ত স্তুতি কৰি।
গুৰুৰ অমৃত ভাণ্ড চকুৰে দেখিলো
পান কৰিবাক আমি আয়ুস নপালো।
ইটো জীৱনত গুৰু দৰশন পাই
অমৃত সম নাম ধৰ্ম কান্ধে তুলি লই।
তাৰ ঘ্ৰাণে মোহিলন্ত আছো বাট চাই
ভুঞ্জিবাৰ সুবিধা নিদিলে বিধাতাই।
সখা সঙ্গী গুৰু তুমি পৰম ভকত
আপোনাৰ পদধূলি লৈলোহো শিৰত।
এহি বুলি কান্দি কান্দি ব্যাকুল হইল
মাধৱৰ চকুপানী ধাৰায়ে বহিল।
চকু মুদ খাই গল বাকৰুদ্ধ হই
শঙ্কৰদেৱ নাম শেষে মুখে উচ্চাৰই।
শৱ কান্ধে লই ভক্তগণ চলি যায়
নদীৰ ঘাটক নিয়া মুখাগ্নি কৰয়।
কাষ্ঠ নকৰয় বসন্তত মৰা হেতু
মাটিত পুতিয়া ৰাখে শৱ দেহ ইটো।
তাৰ পাছে ভক্তগণ আশ্ৰমে আহিলা
শঙ্কৰ গুৰু শুনি পাছে কান্দোন জুৰিলা।
লাহে লাহে গুৰুজন বাগৰি পৰিল
মাধৱ নাৰায়ণ দুয়ো সাৱতি ধৰিল।
পুত্ৰ মৰি গৈলা গুৰু তবু নাকান্দিলা
শিষ্যৰ শোকত পৰি মূৰ্চ্ছা প্ৰায় ভৈলা।



# ৰঘুপতি ধোবাৰ পৰলোক

## পদ

পাটবাউসী থানে যত ভক্ত আছে ৰই
ৰঘুপতি নামে ধোবা কাপোৰ ধুৱই।
সব ভক্তগণে তাক ভক্ত বুলি লয়
সম ভাৱে ভক্তগণে আদৰ কৰয়।
সিধা ভাগ দিয়ে তাক অতি যত্ন কৰি
হাটীৰ মাজতে বাহা দিলন্ত সাদৰি।
মহা ভক্ত জ্ঞানী ধোবা সব লোকে কয়
গুৰুৰ কাপোৰ ধুই কিছু নলবয়।
জ্ঞানী গুণী ধোবা এওঁ নাম ৰঘুপতি
সন্ধিয়া প্ৰসঙ্গে যায় কৰ্ম সমাপতি।
এক দিন সপৰিয়াল কুটুম্বৰ ঘৰে
কৰ্ম উপলক্ষে যায় কতখনি দূৰে।
গৃহৰ ভিতৰতে ধোবা অকলে ৰইলা
দুৰ্ভাগ্যৰ চাকনৈয়া তাহাক ডুবাইলা।
তিনিদিন দুৱাৰ বন্ধা নাই লোকজন
তাহাৰ বাতৰি নজানেয় অন্য জন।
তিনি দিন পৰে আহে পুত্ৰ-পৰিবাৰ
পুচিলন্ত ৰঘুপতি গৈলা কোথাকাৰ?
হাটীৰ ভকত যত কিছু নজানয়
দেখা নাই তিনি দিন সবে ইটো কয়।
ভকতসকলে বোলে নজানোহো আমি
ভাবি আছো দূৰে গৈছা পৰিবাৰে স্বামী।

পত্নী বুলিলন্ত ঘৰে আছে গিৰিজন
আমাৰ সঙ্গত যোৱা নাই অন্য জন।
তিনি দিন দুৱাৰ খোলা আমি দেখা নাই
এক মুখে এই কথা বুলিলা সবাই।
সবে মিলি দুৱাৰ কাটি দেখিলা ভিতৰি
দেখে ৰঘুপতি আছে বিচনাত মৰি।
তিনি দিনৰ মৰা দেহা গাদিছে থৰি
গাৱৰ গোন্ধত ঘৰ পৰিছেহি ভৰি।
পাছে এই কথা সবে গুৰুক জনাইলা।
শুনিয়া দুইজন গুৰু ত্বৰিতে চলিলা।
ৰঘুপতিৰ মৃতদেহ দেখিলা তথাত
পত্নী-পুত্ৰ-কন্যা সবে কান্দিলে শোকত।
শঙ্কৰে বুলিলা ৰঘুপতি কেনে তই
আমাক নমাতি গুচি গৈলি কেলেই।
এইদৰে তিনিবাৰ বাক্য উচ্চাৰিল
চকু মেলি চাই তিনি উঠিয়া বহিল।
সবাৰে মুখলৈ চাই হাত যোৰ কৰি
ক্ষন্তেক পিছতে সিটো ধোবা গৈলা মৰি।
গুৰুজনে ভক্ত মুখে নামৰ মহিমা
দেখাই গৈলন্ত চলি গুৰুৰ গৰিমা।
হাটীৰ ভকতে বোলে কথা বিপৰীত
তিনি দিনৰ মৰাই মাতে কিনো আচৰিত।

এহি বুলি ৰঘুপতিক শ্মশানক নিলা
হাটীৰ ভকত সবে দাহন কৰিলা।
শ্ৰীগুৰুৰ ভক্তৰ লীলা অতি অনুপম
হৰি হৰি বুলি ডাকি সবে লোৱা নাম।

>>>>■<<<<

# ধূৰ্ত্ত নাপিতৰ বিলৈ

## পদ

তাৰ পাছে হাসিয়া বুলিলা চক্রপাণি
খিৰা মৰলৰ এবে শুনিয়ো কাহিনী।
পাটবাউসীৰ পশ্চিমৰ মেদেনি গ্ৰামত
আছিলেক একজন নাপিত ভকন্ত।
ভকত হইল যিটো যৌৱন কালত
টেঙৰালি নুগুচয় সকলো ক্ষেত্ৰত।
মাধৱ, মকুন্দ, গোপাল তিনি পুত্ৰ নাম
ধিতিঙালি কৰি ফুৰে নাই বন কাম।
হৰি নাম নুশুনয় কু-কথাত ৰত
গণ্ডগোল লগাই ফুৰে লোকৰ মাজত।
দিনেক মাধৱ বোলে গোপাল বাপুকণ
গুৰুৰ বাবে আম পাৰি দিয়া কিছুমান।
উপহাস কৰি বোলে মৰল নন্দন
কুঠাৰেক দিলে আম পাৰিবো এখন।
যতখিনি আম আছে সবাকে পাৰিবো
গছৰ যতেক আম এটিও নৰব।
কথা শুনি দুখ কৰি বঢ়াৰ নন্দন
কোনো কালে তোক আৰু নোবোলো বচন।

এক দিনা ঠাকুৰ আতা মহা ভক্তজন
মকুন্দক বুলিলন্ত এষাৰি বচন।
গুৰুৰ ক্ষৌৰ কৰ্ম তোৰাক দিও ভাই
যা কিছু লাগে তোক দিয়া দিবো মই।
মকুন্দ বুলিলা পাছে ভেঙুচালি কৰি
কাটিবো গুৰুৰ ডাঢ়ি এই দাখন ধৰি।
এই বুলি বাঢ় দা এখন দেখাইলা
গালত লগাই নিজে নিলাজ হাঁহিলা।
আতা বোলে উপহাস কৰিবে নলাগয়
ভকতৰ হাতে কৰ্ম অৱশ্যে হোৱয়।
পুনৰপি আতা আৰু তাক নপাছিল
ঠাকুৰ আতা নিজে হাতে ডাঢ়িক কাটিল।
কু-কৰ্মত থাকি সিটো মকুন্দ মাধৱ
বিবাহ কৰাই ভৈলা পত্নীৰ বান্ধৱ।
যেনি তেনি কৰ্ম কৰি পোহে তিৰি-ছলি
ধৰম কৰমে মন নিদিয়ে সমূলি।
ঘৰে নাই খুদ কণ কৰ্ম নকৰয়
লোকৰ আগত বৰ ফিতাহি মাৰয়।

বৃদ্ধ কালে তিৰি ছলি কেৱে নুপুহৱ
ধূৰ্ত্ত ভাবিলেক এক ধূৰ্ত্তামি উপায়।
এক কাপোৰত খোলা কুটি কিছুমান
টোপলা বান্ধিয়া দেখাই পুত্ৰৰ সামান*
যিয়ে ভালমতে পোহে টকা দিব তাৰে
নুপুহিলে এই ধন দিব অন্য ঘৰে।
দুই পুত্ৰ ধন লোভে নানা দ্ৰব্য আনি
ৰিহা কৰি খুৱায় বস্তু ধন পাব জানি।
দধি, দুগ্ধ, ঘৃত, মাছ, মাংস দ্ৰব্য চয়
প্ৰতি ৰোজে একজনে যোগান ধৰয়।
এই ৰূপে সেই ধূৰ্ত্ত হইল অচল
টোপলা কাঢ়িয়া পুত্ৰে লইল সকল।

খুলিয়া দেখিলা মাত্ৰ খোলাবোৰ
বুঢ়াক কৰ্কৰ্থনা গালি পাৰিল বিস্তৰ।
মৃত্যু কালে ভাল ভাবে কেৱে নচাইল
বিষ্ঠা মূত্ৰে লেটি লই লেলাট ভুঞ্জিল।

*শুনা শুনা নৰচয় আন দেৱ নভজয়*
*সদা থাকে এক নিষ্ঠ হৈ*
*জানা সিটো ভক্ত নৰ বিষ্ণু লোক পাইবেক*
*যমৰ হাতত নপৰই।*
*এতেকতে ভক্তগণ সুদৃঢ় কৰা মন*
*হৰি নাম বিনে গতি নাই*
*সৎ গুৰু আশ্ৰয় লই হৰি নাম সাৰ কৰি*
*অপ্ৰয়াসে বৈকুণ্ঠক পাই।*

** সামান - আগত*

## *পৰম বান্ধৱ মাধৱদেৱ*

### *পদ*

কথাৰ মাজতে কথা বোলে চক্ৰপাণি
বান্ধৱ মাধৱৰ কথা এটি লোৱা জানি।
ভক্তগণে পুচিলন্ত কিবা কথা বৰ
শুনিবাক আগ্ৰহ হয় কথা মাধৱৰ।
এক দিন প্ৰাতঃ হন্তে বৃষ্টি ধাৰাসাৰ
লেঠাৰি নিচিঙ্গি বৃষ্টি ধৰিলেক আৰ।
গুৰুৰ শুকান কাপোৰ দুই জোৰ আছিল
দিবাকৰ মৰল গৃহে দুৰত ৰহিল।

ৰাতিপুৱা যদি কালি ৰদ নিদিৱয়
তিতা বস্ত্ৰ পিন্ধিবাক লাগিব নিশ্চয়।
এই কথা যেতিক্ষণে মাধৱ শুনিল
ৰাতিৰ প্ৰসঙ্গ কৰি সবেও উঠিল।
ৰীতি মত খাই অন্ন শ্ৰীমাধৱ লই
মৰলৰ গৃহ মুখে গইলা ওলাই।
তিতি বুৰি খোজ লৈলা মৰলৰ ঠাই
যেন মতে গৈলা ভাবি উপায় নপাই।

তিনি ক্ৰোশ দুৰে আছে মৰলৰ ঘৰ
এবুকু ককাল পানী জঙ্গল বিস্তৰ।
বাট পথ নাই মাত্ৰ জঙ্গলৰ মাজ
নৌকা চৰি যায় দিবা ভাগে বিল মাজ।
ওপৰে বৃষ্টিৰ জল কৰি হৰ হৰ
মেঘৰ গাৰ্জনি মাৰি আছয় বিস্তৰ।
আটাহত বুকুলৰে কপয় মেদিনী
কাৰো মাত কাৰো কথা কোতোৱে নুশুনি।
দুই পৰ নিশা গৈয়া মৰলৰ ঘৰ
পাইল গৈয়া মাধৱ কষ্টত বিস্তৰ।
মৰলক জগাই তুলি বুলিলন্ত বাণী
নিবৰ হেতু আহি পালো গুৰুৰ বস্ত্ৰখনি।
মৰল দেখিয়া চুৰ্ত্তি হেৰাইল গাৱৰ
সচিত সপোন কিছু নকৰে ঠাৱৰ।
জোকে কত খাই গাৱ ৰাঙলী কৰিছে
কাইট লাগিয়া গাত ৰুধিৰ বইছে।
ক্ষত-বিক্ষত ঠেং এৰালি কাটিয়া
ভাবিতে নপাৰি কষ্ট কিহক লাগিয়া।
গা-ধুৱাই বস্ত্ৰ দিয়া জুইত সেকিলা
তাৰ পাছে একোখনি তাম্বুলক দিলা।
সিধা এটি দিয়া মৰল চৰণত পৰি
তাৰ পাছে আনি দিলা গুৰুৰ বস্ত্ৰ জুৰি।
নৌকাত তুলিয়া মৰল গণককুচি নিলা
ৰজনী প্ৰভাতে গৈয়া গুৰু গৃহ পাইলা।
শঙ্কৰ দেখিয়া বোলে কিনো বিপৰীত
সন্ধিয়া প্ৰসঙ্গে দেখো আছিলা ইয়াত।

ৰাস্তা পথ নাই কিছু কিমতে আনিলা
মৰলৰ গৃহ কোন সময়ে পৌশিলা।
এত কষ্ট কৰিবাৰ আদেশ দিয়া নাই
জীৱন বিপন্ন কৰি যোবানো কেলেই।
যিথিনি কৰিলা কষ্ট বৰ্ণাইতে নপাৰি
হলহেঁতেন বহু কম কষ্ট তাত কৰি।
সিকি পাবৰ হেতু টকা খৰচ কৰিলা
মোৰ অল্প কষ্ট ভাবি এত কষ্ট কৈলা।
মাধৱ বুলিলা গুৰু নুসুধিব আৰু
দাসে দাস কৰ্ম কৰে কিবা কষ্ট বাৰু।
গুৰু বোলে প্ৰাণ বন্ধু তুমি বিনে নাই
ভকতসকলে নাম ঘুষিব সদাই।

***দুঃস্বপ্ন নাশন ইটো মাধৱ মাধৱ নাম***
***দুষ্ট গ্ৰহ ভয় বিনাশন,***
***পৰম সম্পদ ৰূপ জানি মাধৱৰ নাম***
***সৰ্ব্বদায় কৰিও কীৰ্ত্তন।***
***যিজনে একান্ত চিত্তে মাধৱক ভজে নিতে***
***ফুৰে মাধৱৰ গুণ গাই,***
***দুৰ্লভ অমৃত যেন সিজনে কৰিলে পান***
***মধুৰ পিবাক আৰ নাই।***

গুৰুজনে ইটো বাণী গদ গদ সুৰে
গাইলেক নিজ মুখে শ্ৰীগুৰু শঙ্কৰে।
মাধৱদেৱে পদ ফাঁকি ঘোষাত ৰাখিলা
বান্ধৱ মাধৱক হিয়াত ৰাখি থৈলা।
মাধৱৰ নাম সদা হিয়াত সুমৰি
নিৰন্তৰে সব লোকে বোলা হৰি হৰি।

# চক্ৰপাণি দ্বিজৰ শৰণ লাভ

## ছবি

চক্ৰপাণি আতৈ ভক্ত বিনয়ে বুলিলা কত
শুনা সাধু সন্ত ভক্তগণ
শিলা নামে গ্ৰামেশ্বৰ লোক এক আছিলন্ত
চক্ৰপাণি নামে মহাজন।
যজ মান যাঠী ঘৰ লই আছে পেট প্ৰবৰ্ত্তাই
বছৰৰ ভাত নিমিলয়
খুজি মাগি আছে খাই আকাল ভড়াল কিছু নাই
অন্য লোকে বিপ্ৰক বোলয়।
শঙ্কৰৰ পন্থা লোৱা যাজনিক এৰি দিয়া
সব লোকে এই পন্থ লৈলা
কৰ্ম কাণ্ডি বিপ্ৰ মই কৰ্ম কৰি খাওতেই
আতা পিতা মোৰ চলি গৈলা।
মানুহৰ মুখে কত শুনি আছো অবিৰত
শঙ্কৰদেৱ গুৰুৰ মাহাত্ম্যক
তাহাৰ পাশত গৈয়া শৰণ পশিয়ো এবে
ভাল বুলি কয় যে প্ৰত্যেক।
বিপ্ৰৰ ভাৰ্য্যা ৰতি মালী গুৰুৰ ধৰ্ম বাণী শুনি
একদা গুৰুৰ গৃহে গৈলা
বিপ্ৰ পত্নী তাত গৈয়া যেহেন ব্যৱহাৰ পাইলা
তাতে বৰ সন্তুষ্টি লভিলা।

ব্ৰাহ্মণী আহিয়া বোলে গুৰুত শৰণ লোৱা
এৰা গ্ৰাম্য যাজকৰ কাম
বিপ্রে বোলে তাক এৰি কিমতে বৰ্ত্তিবো আমি
কোনে খুৱাইবেক ললে নাম।
এক দিনান্তৰে পাছে নাৰায়ণ আতাৰ গৃহে
চক্ৰপাণি বিপ্ৰ চলিলেক
বেদৰ আঠোতা শ্লোক আতাক পুচিল তাতে
তাক অৰ্থ কৰি দিয়া মোক।
আতা বোলে নোহে মই যাও গণককুচি লই
গুৰুক গৈয়া ইটো দেখাইওক
দুই সাজি কাচি পাছে গণককুচি পালে গই
ছোট গুৰু মাধৱ সমীপক।
এই বুলি দুয়োজনে আহিলেক ৰঙ্গ মনে
গণককুচি থানক পাইল
শ্লোকখনি দিয়া হাতে বহিলেক পাছে তাতে
মাধৱদেৱে অৰ্থ বুজাইল।
এইমতে বিষয়ত বিৰাগ হইলা বিপ্ৰ
ময়নবড়ী গ্ৰামে চলি গৈলা
ঠাকুৰ আতাৰ ঠাই কিছু দিন তৈতে ৰই
পুনু আহি শিলা গ্ৰাম পাইলা।
দিন এক পত্নী সমে শঙ্কৰ গুৰুৰ থানে
সিধা পাতি লইয়া আহিল
পুত্ৰ-ভাৰ্য্যা সমন্বিতে গুৰুত শৰণ লৈয়া
দিন এক তথাত ৰহিল।

শুনা সবে লোক সব গুৰু লীলা কথা সব
শৰণ ভজন ধৰ্ম ধৰা
আয়ু যায় আলে জালে কোন দিনা ধৰে কালে
পৰলোক লাগি কৰ্ম কৰা।



## *খল বিপ্ৰ সবৰ ৰজাত গোচৰ আৰু শঙ্কৰদেৱক ধৰিবলৈ গড়মৌলী প্ৰেৰণ*

### *পদ*

তাৰ পাছে চক্ৰপাণি সোধে ভক্তগণ
কিবা হেতু ৰাজ দ্ৰোহী ভৈলা গুৰুজন।
নৰনাৰায়ণ ৰজাৰ অতি প্ৰিয়জন
তেওঁক বন্দী কৰে ৰজা কিহৰ কাৰণ?
চক্ৰপাণি বোলে শুনা মহা ভক্তগণ
মীন মৃগৰ থাকে শত্ৰু যেইটো কাৰণ।
শত্ৰুৰ হেতু দুই প্ৰাণীৰ মৰণ নুগুচয়
যদিও নকৰে দুয়ো কাহাৰো অন্যায়।
সেহি মতে নোহে দোষী যদিও গুৰুজন
স্বাৰ্থান্ধ সবৰ ক্ষতি কৰে জ্ঞানীজন।
পূজা বন্ধ, হোম বন্ধ, নামে মাত্ৰ সাৰ
গ্ৰাম্য যাজকৰ পেশা নচলিব আৰ।
কৰলা বাঢ়ৈ এক মূৰ্ত্তিক সাজিল
চতুৰ্ভুজ বিষ্ণু মূৰ্ত্তি সবাই দেখিল।
গৰুৱে গছকি এক হস্তক ভাঙিলা
অঙ্গ ভঙ্গ দেখি তাক বেদীত থাপিলা।
দৌল আগে বিষ্ণু মূৰ্ত্তি ঘুৰাইবে লাগি
নাপাইল বাঢ়ৈ ইটো গৈলা হাত ভাগি।
ধেনুখান্দা নদীত পেলায় দলিয়াই
বিপ্ৰ সবে দেখি তাক বুটলিয়া লই।
আৰু কত ভকতক পাৰে কত গালি
পথত পাইলে লগ মাৰে পকা দলি।
গালি পাৰি নিন্দা কৰি ভাঙে মনোবল
কুকুৰ লগাই খেদে ভকতৰ দল।
তথাপিতো ভকতক বলেৰে নোৱাৰি
অঙ্গ ভঙ্গ কাষ্ঠ মূৰ্ত্তি আনিলে বিচাৰি।
তাকে লৈয়া শিলা গাঁওৰ বিপ্ৰৰ সমাজ
সবে মিলি আলোচিয়া কৰে এক কাজ।

চক্ৰবৰ্ত্তি, ইন্দ্ৰসেন, কেসেৰে কন্দলি
পাঁচজন মুখ্য বিপ্ৰ হই গলাগলি।
ৰজাক দিলে গৈয়া গোচৰ প্ৰখ্যাত
ইটো দুষ্ট শূদ্ৰই কৰে সৰ্ব্ব ধৰ্ম নষ্ট।
পূজা পাতল নকৰয় মূৰ্ত্তিক নমানে
তাক্তে দেখি দেৱী পূজা নকৰয় আনে।
মূৰ্ত্তি ভাঙি পেলায় নিয়া নদীৰ জলত
ইটো আমাৰ পূজ্য মূৰ্ত্তি দেখিও সাক্ষাত।
জাত পাত বিচাৰ কিছু ইহতৰ নাই
বামুন কৈবৰ্ত্ত কোচ একেলগে খাই।
বেদক নমানি ইহা দেশ কৰে নষ্ট
তাৰ কথা শুনি জাতি কুল ভৈলা ভ্ৰষ্ট।
ৰাজদ্ৰোহ আচৰয় প্ৰজাক শিকাই
ৰজা ব্ৰাহ্মণক কৰ সমূলি নেদই।
দেশত মিলিলা আহি অপায় অমঙ্গল
অনাচাৰে আবেৰিলে দেশ ৰসাতল।
গৰু শস্য হানি ভৈলা মিলিব আকাল
ছত্ৰ ভঙ্গ লৈলা প্ৰজা ৰজাৰ পয়মাল।
ৰজাৰ মঙ্গল বিপ্ৰ চিন্তে সৰ্ব্বদায়
ৰাজ শক্তি বৃদ্ধিক লাগি শক্তিক পূজয়।
চিলাৰাই যুৱৰাজ আছিল দূৰৈত
খল বিপ্ৰৰ মিছা কথা হইলা অৱগত।
বেগতে পঠাইল এক তেওঁৰ অনুচৰ
লুকাই থাকোকক গৈয়া অন্য লোক ঘৰ।
ৰজা শুনি বিপ্ৰ বাক্য ক্ৰোধত জ্বলিলা
দহ জন গৰমৌলি তথাত ভেটিলা।
শিলা গাঁওৰ লৈলা সাক্ষী বিপ্ৰ দুইজন
হিৰাই, মেৰাই শৰ্মা প্ৰখ্যাত দুষ্টগণ।
পাটবাউসী থানে গৈয়া বিচাৰ কৰিলা
কোনো এক ভকতক তাত নেদেখিলা।
গোকুল চান্দ আতা অতি শান্ত শিষ্টজন।
মধ্য ৰাত্ৰি গৈয়া বন্দী কৰে সিটোজন।
তেওঁক মাতি ঘৰে ঘৰে নিলা ভক্ত মাঝে
নপাইলা কাকো গৰমৌলীৰ সমাজে।
মনথৈত পাইলা গৈ নাৰায়ণ দাস
সুধিলা তোমাৰ গুৰু কত কৰে বাস।
নাপাইলা উত্তৰ একো তাহাৰ মুখত
কিবা জানো গুৰুজন ফুৰি থাকে কত।
দুইজন ধৰি নিয়া ৰাজ চৌমুখাত
গছে বান্ধি সুধিবাক লৈলে কথা যত।
মাজে মাজে দুই চাৰি প্ৰহাৰ কৰয়
মুখে ঘোচা মাৰি তাহাৰ ক্ৰোধ পাতলায়।
শ্ৰীগুৰু চৰিত কথা অমৃত লহৰি
গুৰুক সমুৰি সবে বোলা হৰি হৰি।

>>>>■<<<<

# নাৰায়ণ দাস আৰু গোকুল চান্দ আতাক অবৰ্ণনীয় নিৰ্যাটন

## পদ

কান্দি কান্দি বুলিলেক আতৈ চক্ৰপাণি
ঠাকুৰ গোকুল দুইৰ শাস্তিৰ কাহিনী।
নিৰ্যাটিন পাইলা যত ভক্ত দুইজন
সহজতে ইটো কথা নাযায় বৰ্ণন।
ৰজাৰ গৰমৌলী মাত্ৰ দুজন পাইল
অন্য কোনোজন ভক্ত বিচাৰি নপাইল।
নাৰায়ণ দাস সঙ্গে বাৰুৱতী আই
স্বামী অনুগামী হুয়া আহিলা ওলাই।
অনুগামী সতী নাৰী তাতে গৰ্ভৱতী
হৰি গৰমৌলি ৰাখে কৰি আতি পতি।
ৰজাৰ সমীপে নিয়া হাজিৰ কৰিল
চকু পকাই কাজী বাবু তাহাক সুধিল।
কৈত আছে শঙ্কৰ-মাধৱ বিস্তাৰিয়া বোলা
উগ্ৰ শাস্তি পাবা যদি কৰ অৱহেলা।
নাৰায়ণ দাসে বোলে শুনাহে ৰাজন
পথ হন্তে আনিয়াছে আমি দুইজন।
কেনি গৈলা শঙ্কৰদেৱ মাধৱ গৈলা কেনি
তাৰা সবৰ বাৰ্ত্তা আমি কিছুই নজানি।
ৰজাই সুধিলা পাছে শুনা ভক্তদ্বয়
ৰাজ দ্ৰোহ তব গুৰু কিহেতু কৰয়।
বিপ্ৰ ব্ৰাহ্মণ দেৱ দ্বিজ কিয় নমানয়
বিষ্ণু দেৱতাৰ মূৰ্ত্তি কি হেতু ভাঙয়।
পূজা পাতল নকৰয় বেদৰ আচাৰ
শিষ্যগণে কৰে সদা পাষণ্ড আচাৰ।
ৰাজ দ্ৰোহ কৰিবাৰে প্ৰজাক উচতায়
বিপ্ৰ দ্ৰোহী ৰাজ দ্ৰোহী কিবা হেতু হয়।
বিপ্ৰৰ ক্ৰোধত হব ৰাজ্য ছাৰখাৰ
আহিব দুৰ্ভিক্ষ আৰু ঘোৰ মহামাৰ।
ঠাকুৰ বুলিলা তবে শুনহে ৰাজন
অৱতাৰ মহাপুৰুষ শ্ৰেষ্ঠ সিটোজন।
গুৰু ব্ৰাহ্মণক হিংসা নকৰে কদাপি
সবাৰে মঙ্গল চিন্তে হৰি নাম জপি।
ঈশ্বৰৰ মহিমাক সততে প্ৰচাৰে
পৰ ধৰ্ম নিন্দা কিন্তু কদাচ নকৰে।
সুদৰ্শন পুৰুষ তিনি পৰম ঈশ্বৰ
দেখিলেই শ্ৰদ্ধা ভক্তি আহে মানুহৰ।
বেদ, গীতা, ভাগৱত, পুৰাণ শাস্ত্ৰচয়
মাতৃভাষা মাধ্যমত সবাকে বুজায়।
গাঁও সংগঠন কৰি সমাজ পাতয়
সমবেত নামঘৰ বান্ধিবাৰে কয়।
তাল-খোল কৃষ্ণ নাচ আদি কৃষ্টিচয়
সযতনে সমস্তই লোকক শিকায়।
ৰজা বোলে বিপ্ৰগণে আমাক বুলিছে
অনাচাৰী ব্যভিচাৰী বুলিয়া কইছে।

নাৰায়ণ দাসে বোলে নৃপতি মহান
স্বাৰ্থত বাধা পালে খল লগাই দুষ্টজন।
দুৰ্জ্জন সমাজৰ মাঝে সাধু দোষে পৰে
শিঙিৰ মাজত শাল থাকিবে নোৱাৰে।
যুক্তি দিতে নপাৰয় মল্ল নাৰায়ণ
ক্ৰোধ কৰি বোলে শুন নাস্তিক দুইজন।
গো ব্ৰাহ্মণ হিত হেতু দণ্ডৰ ধাৰণ
ব্ৰাহ্মণক ৰক্ষা কৰা কৰ্ত্তব্য মহান।
উচিত নকলা যেবে ৰজাৰ আগত
উগ্ৰ শাস্তি পাবা দুয়ো দুতৰ হাতত।
দুতক চাহিয়া পাছে ৰজাই বুলিলা
উগ্ৰ শাস্তি দিয়া দুইকো বুকে তুলি শিলা।
সোঁহাতখনিক দুতে কোবাই ভাঙিল
আজীৱনৰ হেতু আতা কোঙা হৈ ৰল।
যত মাৰে তত বোলে মাৰা যত মান
যাওক জীৱন মোৰ এই পাপী প্ৰাণ।
গুৰু সেৱাৰ বাবে হাত ব্যৱহাৰ নকৰো
দুই হাত জুৰিবাক কতনা পাহৰো।
ভৰি কোবাই ভাঙিলেক উঠিব নোৱাৰে
তথাপিতো হৰি নাম মুখ হন্তে নেৰে।
চৰ মাৰে, ভুকু মাৰে, টাঙোনে কোবায়
আঙুলিত মাৰে বেজী শিল চেপা দেয়।
সাৰা লগাই ছাল টানি চিৰাচিৰ কৰে
তথাপিতো কোনো কথা ওলাই নপৰে।

ৰজাৰ আদেশ মানি সৌকাৰে কোবাই
কহ কহ বাৰ্ত্তা শঙ্কৰ কত আছে লুকাই।
উত্তৰ নাপাইলে মুখে মাৰে খুন্দা টান
লাগে শঙ্কৰ-মাধৱ বাৰ্ত্তা নিবিচাৰে আন।
কথা বাজ নহৈ দেখি ৰজাক জনাইলা
কঠোৰ শাস্তি বিহিবাক ৰজাই বুলিলা।
কমাৰৰ সাৰাহেৰে* ছাল আনে টানি
চেপা কুন্দা লগাই চেনে দুইৰ দেহখনি।
পাত খুন্দা, মছলা খুন্দা, চাকশালে* চেপি
হৰি নাম জপি মাত্ৰ থাকে চকু জাপি।
কোনোমতে নুবুলিলা গুৰুৰ বচন
সাত দিন নানা শাস্তি কৰি দুষ্টজন।
ৰজাত বুলিলা আমাৰ কৰ্মই বিফল
শাস্তি দিলো সঁচা কিন্তু নফলিল ফল।
এতেকতে অন্য কিবা পথক বিচাৰি
নতুন শাস্তি উদ্ভাৱন কৰা চিন্তা কৰি।
ৰজা বোলে কিবা শাস্তি কৰিয়াছ জানি
তাৰ পাছে নতুন শাস্তি দিবো ভাবি গুণি।
পূৰ্ব্বৰ যতেক শাস্তি সমস্ত বৰ্ণাই
গৰমৌলী বুলিলেক এটা এটা কই।
ৰজা বোলে শাস্তি দেখো ভাবিয়ে নপাই
শঙ্কৰ দস্যুৰ কথা উলিয়াও কেনেকৈ ।
হৰি নামে গৰমৌলী বুকুক ফিন্দাই
কলে আমি সব বাৰ্ত্তা লম বাজ কই।

*• সাৰাহ - চিপি ধৰা যতন•; * চাকশাল - কাঠৰ স্ক্ৰু সদৃশ চেপা যন্ত্ৰ*

এই বুলি খাৰ গৃহে বান্ধি লই গৈলা
বান্দৰ গৃহত নিয়া দুয়োকে বান্ধিলা।
তাৰ পাছে ওঠৰ খাৰ গোটাই খাল কৰি
সেই খালে বান্ধিলন্ত বুকু তল কৰি।
ভক্ত বোলে ওঠৰ খাৰ কাক বোলে বাপ
কেন মতে গোটাই খাৰ কৰে কুণ্ড খাপ*।
চক্রপাণি বোলে শুনা ওহে ভক্তগণ
গৰুৰ গোবৰ, মুত আৰু ঘোঁৰাৰ তেমন।
ছাগৰীৰ লাদ, মুত আৰু গাহৰীৰ
এই চাৰি জন্তু বিষ্ঠা মূত্ৰ কৰি খাৰ।
তাৰ লগত মিহলাই চুন আৰু ছাই
একেটি গাততে তাক দমাই ৰাখই।
বান্ধিয়া ৰাখিলা ভক্ত দুজনক তাত
সাত দিন এইদৰে ৰাখিলা গাতত।
তথাপি এবাৰি কথা বাহিৰ নহৈলো
নিৰ্ব্বিকাৰ দুই ভক্ত অধো মুখে ৰৈলা।

গোকুল চান্দে বোলে দিও বাৰু কই
এনেকুৱা নিৰ্যাটন আৰু নসই।
শিয়াল হই কেশৰীৰ মুণ্ড খাব তই
নীতিৰ কাৰণে কত পুৰুষ মৰই।
গুৰুৰ কথা কই আমি কভু নযাইব
ইহেন সামান্য জীৱন ইয়াতে মৰিবো।
ভাগৰিয়া গৰমৌমলী লগালে ৰজাক
ভোটৰ ঠাইত বেচি দিয়া পাওক মজাক।
এহি বুলি কই হৰি নাথ গৰমৌলী
আহিল ফিৰিয়া ঘৰে নাপাই উৰলি।
সুদৃঢ় বিশ্বাসে গুৰু হৰিক চিন্তিয়া
নাৰায়ণ গোকুল ৰল উগ্ৰ শাস্তি লৈয়া।
সত্যাগ্ৰহী ভক্ত দুই জনৰ কাষত
ৰাজ কৰ্মচাৰী গণ হইল অৱনত।
তেৰা সবাৰ শাস্তি শুনি মনে দুখ কৰি
ভক্তগণ উচ্চৈস্বৰে বোলা হৰি হৰি।

*খাপ - গাত



## *হৰি গৰমৌলীৰ গুৰু নিন্দা আৰু আতা দুজনক ভোটৰ ওচৰত বিক্ৰী*

### *পদ*

চক্রপাণি বুলিলেক ভক্তগণ আগে
যিমত শাস্তি সহিলেক আতা মহাভাগে।

তাহাৰ শাস্তিৰ কথা বৰ্ণন নাযাই
ধাৰাসাৰে সকলোৰে চকু পানী বই।

ওঠৰ বিষাক্ত খাৰ এনে শক্তিমান
এক বিন্দু গাৱে লাগি কৰে গাত খুন।
এই খাৰৰ গাতত বান্ধি ৰাখি সাত দিন
গাৱত হইল খুন দেখি লাগে ঘিন।
বখলা বখলি ছাল এৰিয়া গইল
বিষ জ্বোলা সম জ্বোলা ফুটিয়া উঠিল।
বিষত নাপাই তত ছট্‌ফট্ কৰে
ৰাম কৃষ্ণ বুলি দুয়ো ডাকে উচ্চস্বৰে।
সেই খাৰ পানী দুতে হাতে তুলি লই
ভক্ত দুজনৰ মুখে দিয়ে ছটিয়াই।
যন্ত্ৰণা কাতৰ দুয়ো সহাৰি নাপাই
ভগবানৰ নাম মুখে ঘনে ঘনে লই।
চকু মুখে গোবৰ খাৰ পানী যে পৰিলা
কও বুলি গোকুল চান্দ সইত কাঢ়িলা।
নাৰায়ণ দাসে তাক মুখে বাধা দিল
মনে গুণি দুইজনে কিছু নকহিল।
হৰি গৰমৌলী গৈয়া গুৰুক নিন্দিলা
গুৰু নিন্দা শুনি আতাৰ ক্ৰোধ উঠি গৈলা।
চকু ঠিয় কৰি পাছে নাৰায়ণ দাস
কৰ্কশ মাতেৰে বোলে শুনা ক্ৰীত দাস।
বন্দী মই যি কৰা যিবা কথা বোলা
গুৰু নিন্দা বাণী কিন্তু একোৱেই নোবোলা।
গুৰু নিন্দা কাণে শুনি নাথাকিব আমি
যি হয় যিবা কৰে কৰোক অন্তৰ্যামী।
দুষ্ট গুৰু শৃগাল সদৃশ পলাই পলাই
তাৰ বাবে শাস্তি কিয় ভুগিম্মৰ তই।

এই কথা শুনি ৰজা হাত আজুৰিলা
আজুৰিয়া দুই হাত কৰাক ছিগিলা।
গৰমৌলীক লাগি এক ছিটা পানী মাৰি
চকু কাণ মুখ তাৰ ফেলে কণা কৰি।
এই ৰূপে যেবে পানী মুখত মাৰিলা
নেগুৰ গছকা ফেটী চকিয়া উঠিলা।
কিন্তু তাৰ চকু অন্ধ হই চলি গৈলা
পুনৰায় সেই স্থানে সিজন নাহিলা।
হৰি গৰমৌলী গৈয়া ৰজাক বোলই
আমাৰেহে ভাগৰ লাগিল সিহঁত নলৰই।
গুৰুৰ কথা শুধিলে যিখিনি বোলয়
শঙ্কৰদেৱ অৱতাৰ বুলি কথা কয়।
গুৰুৰ কৃপাতেহে তাৰা শান্তি ওসহিছে
গুৰুৰ কৃপা বলে তাৰা জীৱন ধৰিছে।
হৰিৰ নাম মুখে নেৰে সদা নাম গাই
আন কাকো কোনো কথা কিছু নোবলই।
হাতৰ শিকলি ছিগি খণ্ড হয়া গৈলা
তথাপি গাতৰ পৰা খোজো নলৰিলা।
পাত্ৰ মন্ত্ৰী মাতি ৰজা আলোচ কৰিলা
ভোটিট বিক্ৰী কৰাকেই সিদ্ধান্ত কৰিলা।
হামা আৰু পামা নামে দুই ভোট মাতি
ছয় কুৰি ৰূপ লৈয়া বেচি দিলা দুটি।
ঘোঁৰা দুটি সলাই লৈলা ভকতৰ সলনি
ভোটক সেৱা কৰাইল প্ৰভু বুলি মানি।
ভোটানক লাগি নিলা পিঠিত বোজা দিয়া
পিঠিত বোজা কঢ়িয়াই ভকত দুৰ্ভগীয়া।

সাৰ ভাঙ্গ পাইলা গই বেপাৰীসকল
চকুৰে নেদেখে কেৱে মিলিল আঙ্কমল।
পিছফালে দেখে কিন্তু সন্মুখ নেদেখে
খোজ দিলে গাতে পৰে বিপৰ্য্যয় লেখে।
এনে ভাবে অল্প কিছু বাট আৰু গৈলা
এন্ধাৰ নামিল আৰু আগ নাবাঢ়িলা।
শাস্ত্ৰ কথা বুদ্ধ চৰিত আতই বোলয়
হামা পামা দুইজন মৌন হুয়া ৰয়।
কথাত বুজিলে দুই মহান পুৰুষ
এনে লোকৰ ৰোষত পৰা আমিও মুৰুখ।
পিঠিৰ বোজা কাঢ়ি আনি এঠাইত ৰাখিল
পাৱে ধৰি প্ৰণামিয়া উভোতাই আনিল।
হৰি গৰমৌলী পাইলা পথ মাঝে লাগ
কিবা কাৰণত ফিৰাই আনিলা ইহাক।
হামা পামা বোলে ভাই নকহিব আৰু
মহান পুৰুষ দুই কিনো কম বাৰু।
তই আৰু তোৰ ৰজা বৰই দুষ্মান
বিনা দোষে মহতক দিছা শাস্তি দান।
ফিৰাই লোৱা ভকত দুই দিয়া মোৰ ধন
নতু ঘোঁৰা ফিৰাই দিয়া যদি আছে মান।
হৰি গৰমৈলী পাছে আধা টকা দিলা
নাৰায়ণ গোকুলক ৰাখিয়া থইলা।
গা-পা ধুৱাই মেলি তেল টেঙা ঘঁহি
আদৰি খুৱালে ভাত হৰি খা সন্তোষী।
আতাক নিয়া বান্দৱতী আইক দেখাই
দুইজন পৰম সুখী ভৈলা সিদিনাই।

বন্দী জীৱনৰ কথা আতাই বুলিলা
স্বামী শোকে বান্দৱতী কান্দিবে লাগিলা।
হৰি খা গৰমৌলী পাছে ৰজাক জনাই
মাতিলেক ৰজাই আতাক নিজে চাবলই।
মৌলী বোলে মহাৰাজ ভোট মহাজন
গালি পাৰি কৰি গল আমাক ককৰ্থন।
ভাল মানুহ নিচিনোহো নাই কাণ্ড জ্ঞান
ৰজা প্ৰজা আমি হোৱো অতিকে দুষ্মান।
ৰাজ আজ্ঞা পাই আতা হৰি খা সহিত
দিন অন্তে কৰে গৈয়া ৰজাক সাক্ষাত।
নজানি তোমাক মই দিলো শাস্তি দান
আমাৰ যতেক দোষ ক্ষমিও মহান।
মহাৰাজ বোলে শুনা পুৰুষ প্ৰধান
আমিও আঘাত পালো কৰি শাস্তি দান।
ৰাজ দ্ৰোহ নাচাৰিবা নকৰা বিদ্ৰোহ
আজি হন্তে ক্ষমা দিলো বাকী সব দোষ।
চোৰ, চিন্‌লা, ধুমেচ্ছা ঘামেশ হাট চকী
হাট বাট অন্য কিছু নাথাকিব বাকী।
মুক্ত বিঙ্গম সম ফুৰিবা ৰাজ্যত
ৰজাক জনাবা যদি পৰা বিপদত।
হৰি খা গৰমৌলী সহ নাৰায়ণ আহি
বন্ধুৰ গৃহে উপনীত পৰম হৰিষি।
পত্নীক জনাইল আহি ৰাজ অনুগ্ৰহ
বান্দৱতী বুজি লৈলা কৰিয়া আগ্ৰহ।
কিছু দিনান্তৰে পাছে বান্দৱতী আই
পুত্ৰ এটি জন্ম দিলা আলফুল কই।

দুখৰ দিনত জন্ম হেতু নাৰায়ণ
পুত্ৰৰ দুখীয়া নাম ৰাখিল তখন।
পুত্ৰৰ মুখক চাই ভক্ত পৰিয়াল
দুখ যন্ত্ৰণাখিনি বহুত পলাল।
হৰি খা গৰমৌলী গৃহে আদৰ যত্নত
থাকিলন্ত অতি সুখে দুই মাহ তৈত।
মাসান্তে অশৌচ গৈলা বান্ধৱতী আই
ঠাকুৰ আতা সুখী ভৈলা পুত্ৰ কোলে লই।
যিটো দিনা খলবিপ্ৰগণে বিহাৰত
ৰজাক গোচৰ দিলা অসত্য কথাত।
বিদ্যানিধি বিদ্যাতীৰ্থ চক্ৰবৰ্ত্তি বাগী
সকলোৱে মিলি গৈলা দৰবাৰ লাগি।
শঙ্কৰদেৱৰ বিপক্ষে লগাই কথা যত
ৰাজদ্ৰোহী ধৰ্মদ্ৰোহী আদি অসংখ্যাত।

গৰমৌলী আহি নিলা আতা দুইজন
গোকুল চান্দ বুঢ়া আতা আৰু নাৰায়ণ।
তাহাৰ যতেক শাস্তি বৰ্ণাইলো আমি
শুনিতে লাগয় ভয় যদি আনে শুনি।
চিলাৰাই যুৱৰাজে শুনিলন্ত পাছে
শঙ্কৰদেৱক আনিলন্ত আপোনাৰ কাষে।
ফুলবাৰী নামে ঠাই অতি মনোৰম
তথাত ৰাখিল পাছে গুৰু দুইজন।
চিন্তান্বিত গুৰুজন বিষাদ মনত
আতা দুইজন হেতু কান্দে অবিৰত।
কৰ্ম ব্যস্ত হেতু যাইবে নৰে চিলাৰাই
নাৰায়ণ দাসৰ কথা কিছু নজানই।
ঠাকুৰ আতাৰ দেখা কেনে হইল বিলাই
হৰি হৰি বোলা সবে যতেক লোকাই।

>>>>■<<<<

## *ঠাকুৰ আতাৰ ফুলবাৰীত গুৰু দৰ্শন আৰু দুখীয়াৰ পৰমানন্দ নামাকৰণ*

### *পদ*

তাৰ পাছে বুলিলন্ত আতৈ চক্ৰপাণি
ঠাকুৰ আতাৰ এবে শুনাও কাহিনী।
ফুলবাৰী থানে আছে শ্ৰীগুৰু শঙ্কৰ
বান্ধৱতী দেখিবাৰে ইচ্ছা ভৈলা বৰ।

ৰাজ ৰোষে মুক্তি পাইল নাৰায়ণ দাস
ভাৰ্য্যা পুত্ৰ সমে আহে শ্ৰীগুৰুৰ পাশ।
শিৰে নমি দুইজনে কৰিয়া প্ৰণতি
বৰ্ণাইল যত হইলা ৰজাত দুৰ্গতি।

গুৰু বোলে ধন্য ধন্য ধৰ্মৰ নন্দন
পিতৃ তব ধৰ্ম নাম সফল কাৰণ।
যত নিকাৰ ভুঞ্জিলাহা ধৰ্মৰ কাৰণ
এতনা সহিষ্ণু লোক আছে কোনজন।
উপমা দিবলৈ নাই তোমাৰ দুৰ্গতি
ইমান সহিব পাৰে কাহাৰ শকতি।
প্ৰহ্লাদ হৰিশ্চন্দ্ৰ আদি যত অমৰ সব
তুমি সমকক্ষ লোক জানিবা সিসব।
মোৰ যশ ধৰ্ম সব বঢ়াইলা তুমি
তোমাৰ ওচৰত মই আজীৱন ঋণী।
মোৰ দক্ষিণ হস্ত তুমি হলা আজি ধৰি
ধৰ্মৰ মহিমা বঢ়াইলা আজি ধৰি।
ৰাজশক্তি পৰাভৱ তোমাৰ কাযত
ৰজাক জিনিলা তুমি ধৰ্মৰ বলত।
ধৰ্মৰ লাইখুটা তুমি আখ্যা দিলো মই
কিৰিতি ৰাখিলা তুমি চিৰদিনলৈ।
বান্ধৱতী আই তুমি অতি ধন্যা নাৰী
তোমাৰ গুণ গৰিমাক বৰ্ণাইতে নপাৰি।
কোলে শিশু লৈ আছা আই মোৰ গোসানি
কাৰ শিশু পুত্ৰ ইটো নাপাও যে চিনি।

নাৰায়ণ দাসে বোলে দাসৰে সন্তান
বৰই দুৰ্দিনে ভৈলা ইহাৰ জনম।
দুখীয়া ৰাখিলো নাম এহিসে কাৰণ
আজিহে পাইলো আমি দুখত পৰিত্ৰাণ।
গুৰু বোলে ইটো কভু দুখীয়া নহয়
পৰম আনন্দ দিছে তোমাৰ তনয়।
দুখ এন্ধাৰ পাৰ হুয়া সুখ পোহৰত
জন্মিল তনয় তব শান্তিৰ পাছত।
আয়ু যশ বিদ্যা বুদ্ধি কামনা কৰিলো
এতেকে পৰমানন্দ নামক ৰাখিলো।
গোকুল চান্দক আলিঙ্গন কৰি গুৰু
বুকুত সাবতি ললে ভক্ত কল্পতৰু।
দুইজন মহা ভক্ত হলা আজি ধৰি
সব ভক্ত ধন্য হব তব নাম স্মৰি।
এই বুলি আশীৰ্ব্বাদ কৰি গুৰুজন
ভক্তদ্বয় আৰু আইক বুলিলা বচন।
নিজ ক্ষেত্ৰে চলি যোৱা মহা ভক্তগণ
এক মনে আচাৰিবা ধৰ্মৰ বচন।
দণ্ডৱতে তিনিজনে নমস্কাৰ কৰি
বিদায় মাৰ্গিলা গুৰুৰ চৰণত পৰি।

ঠাকুৰ আতাৰ লীলা কথা মনত সুঁৱৰি
সব ভক্তগণে মিলি বোলা হৰি হৰি।



## নাৰায়ণ দাস আতাৰ মনথৈ প্ৰত্যাগমন আৰু ৰাইজৰ আনন্দ

### পদ

তাৰ পাছে চৰিত বুলিলা চক্ৰপাণি
ৰাজ ৰোষে মুক্তি পাইল আতা শিৰোমণি।
ৰজাৰ সন্মান পাই ধৰ্মৰ নন্দন
গুৰুত বিদায় লৈয়া কুৰে আগমন।
মনথৈ পাইলা আহি ভাৰ্য্যা-পুত্ৰ সমে
খুড়া-খুড়ীক প্ৰণামিলা ধৰ্ম অনুক্ৰমে।
বহু দিন অন্তে পাইল চৈতন্যই তাক
মৃত মানুহৰ যেন মুখে আহে বাঁক্য।
খুড়া-খুড়ী দুইকো প্ৰণামি বহুতৰ
দুখৰ কাহিনী যত বুলিলা বিস্তৰ।
কোলে লৈয়া কেচুৱাক কৰয় চুম্বন
বোৱাৰীৰ কোলা হন্তে আনি সযতন।
কাৰ ঘৰৰ ধন তই জন্ম বিদেশত
উজ্বলাই আমাৰ ঘৰ আহিলি ইয়াত।
নাতি-পুত্ৰ-বোৱাৰী পাইয়া চৈতন
আপোন গৃহতে ভৈলা আনন্দে মগন।
গাঁওৰ যতেক লোক সি থানে আহিলা
ভাৰ্য্য-পুত্ৰ সমন্বিতে আতাক দেখিলা।

সবে বোলে বাপ মোৰ এত কষ্ট পালা
বিনা দোষে কোচ ৰজা নিৰ্য্যাটন দিলা।
ধৰ্মৰ কাৰণে যেনে কশিপু নন্দন
অনল অনীল মাঝে হৈছিল ক্ষেপন।
অত এব সেইমত কোচৰ ৰাজন
নৈতিক যুদ্ধে জয় হৰিপ্ৰিয়া নন্দন।
বাৰাবাসী আই কত মনোকষ্ট পাই
তথাপি স্বামী মঙ্গল কামনা কৰই।
চুবুৰীয়া গণক আতা গুৱা-পান দিলা
ধন্যবাদ কৰি সবে গৃহত চলিলা।
ধন্য ধন্য নাৰায়ণ দাস ধৰ্মৰ নন্দন
ধৰ্মৰ কাৰণে কৰি নিজ জীৱন পণ।
গুৰুৰ চৰণ চিন্তি কষ্টক বৰি লৈলা
জগতৰ ভক্তৰ বাবে চানেকি ৰাখিলা।
প্ৰহলাদ সম তব নাম ধৰ্ম জগতত
উচ্চাৰিব ভক্ত গণে ইহ জগতত।
ঠাকুৰ আতা লীলামৃত সবে শুনি পঢ়ি
তাহাক চিন্তি সব লোকে বোলা হৰি হৰি।

>>>>■<<<<

# কোচ মহাৰাজ নৰনাৰায়ণৰ ভুৱনেশ্বৰী আই প্ৰতি মৰম দৃষ্টি আৰু গুৰুদেৱৰ পৰিচয় লাভ

## ছবি

দেৱী ভুবন ঈশ্বৰী চিলাৰাই প্ৰাণেশ্বৰী
নৰনাৰায়ণ ভাতৃবধু
বীণাত জুৰিয়া তান কুলি কণ্ঠে গায় গান
ৰমণী সবৰ মাজে শুধু।
কোচ যুৱৰাণী আই শঙ্কৰত শৰণ লই
প্ৰতিদিনে প্ৰাৰ্থনা কৰয়
নিষ্ঠাৰে পালিয়া ধৰ্ম আৰম্ভয় যত কৰ্ম
যুৱৰাজে নিৰীক্ষিয়া চায়।
ৰূপৰ তুলনা নাই হাঁহিত মুকুতা যাই
গান গাই ভুবন ভুলাই
এনে জনী কন্যা ৰত্ন ভাতৃ তুমি পাল কত
কোচ ৰাজ্যৰ বোৱাৰী হোৱই।
চিলাৰাই বোলে হাসি কামৰূপ পাটবাউসী
শঙ্কৰৰ ভাতৃৰ তনয়া
সৰ্ব্ব গুণে বিভুষিতা ৰাম ৰায়ৰ দুহিতা
কোচ ৰাজনৰ ভাতৃ জায়া।
ৰজা বোলে এনে গীত শুনি হিয়া পৰে শীত
কোনে ৰচিলেক ইটো গান?
যুৱৰাজে বোলে দাদা শঙ্কৰৰ বৰ দাদা
শঙ্কৰ গুৰু লিখে দিয়ে তান।

অৱতাৰ পুৰুষ তিনি সহস্ৰেক লোক জিনি
তেওঁৰ ৰূপ পৰে যে চকুত
বকৰ মাজত ৰাজ হংস যেন জ্বলি উঠে
জ্বলে সিটো লোকৰ মাজত।
ভাগৱত শাস্ত্ৰ চাই বোলে সব লোক ভাই
পাষণ্ড আচাৰ পৰিহৰা
কৃষ্ণৰ চৰিতা মৃত বোলে সদা অবিৰত
আছে লোক তাক অনুসৰা।
ৰজা বোলে বিপ্ৰগণে ধৰ্মদ্ৰোহী বোলে ঘনে
ৰাজদ্ৰোহী অধম পামৰ
তোমাৰ মুখত মুই কিবা শুনো বুজা নাই
যশস্যাক বোলা সিজনৰ।
ভাতৃ বধু দেখি শুনি নাপাও যে মনে গুণি
শঙ্কৰৰ প্ৰকৃত স্বৰূপ
নিজে চক্ষে দেখি লই তেবেসে বুজিব মই
ব্ৰাহ্মণৰ গোচৰৰ ধুৰূপ।
ৰজাৰ আদেশ পাই যুৱৰাজ চিলাৰাই
শঙ্কৰৰ কাষক চলই
নামা নামে নগৰত কৰিল সাক্ষাত তাত
দুইজনে আলোচ কৰই।
চিলাৰাই ভাবে মনে নোহে ভাল এতিক্ষণে
ৰজা আগে গুৰুৰ সাক্ষাত
ৰজাত সজাত নাই ইটো কথা সবে কই
থাকা গুৰু কিছু কাল ইয়াত।

শুনা সভাসদ চয় কিছু নকৰিবা ভয়
শ্রীগুৰুৰ চৰণত ধৰা
আতা লীলামৃত কথা জুৰোৱা মনৰ ব্যথা
শ্রীগুৰু লীলা শ্রৱণ কৰা।
মল্ল নাৰায়ণ আজ্ঞা নকৰিলা কিছু ৰক্ষা
চিলাৰাই নানিল শঙ্কৰ
পলাল বুলিয়া মিছা ৰজাক জনালে গই
বিপ্রগণে নেৰিলে জগৰ।
লুকাই থাকি নানা ঠাই নাথাকিল একে ঠাই
ভক্তৰ মাঝে লুকাই থাকিল
কিছু দিন বই যাই শঙ্কৰৰ খোজ নাই
ৰজাৰ ক্রমে ক্রোধ চৰিল।
শঙ্কৰক পালে মই ছাল ফালি ডবা ছেই
হাড় আনি ডবা কোবাইব
বিপ্রৰ গুচিব ৰোষ মনত পাইব সন্তোষ
ৰাজ্যত আহি সুশান্তি মিলিব।



## চিলাৰায়ৰ সমীপত গুৰুজন থকা সম্ভেদ নৰনাৰায়ণ ৰজাৰ চিলাৰায়লৈ দূত প্রেৰণ

### ছবি

গুপ্তচৰে বাৰ্ত্তা দিলা মহাৰাজে জানি পাইলা
শঙ্কৰদেৱ চিলাৰায়ে পাশে
পৰম যতন কৰি বাহা সাজি ফুলবাৰী
ৰঙ্গ মনে তথাত ৰহিছে।

পাত্ৰ মন্ত্ৰী মাতি আনি মহাৰাজ বোলে বাণী
শঙ্কৰ আছে ৰাজ ৰক্ষণত
মিছা হাবাথুৰি খাই বিনা দোষীক শাস্তি দিয়া
চলাথ কৰি ফুৰিছে ৰাজ্যত।
কিনো কৰা যাই এবে আলোচনা কৰা সবে
চিলাৰাই ৰাজ ভাতৃ হয়
আমাৰ দক্ষিণ হস্ত ৰাজ্য মূল সেনাধ্যক্ষ
মাতি অনহ'ক চিলাৰায়।
পাত্ৰ মিত্ৰগণে কয় শঙ্কৰো ৰাজদ্ৰোহী নয়
পৰম ভকত মহাজন
লোক মুখে শুন্যো আমি গুণী জ্ঞানী মহামানী
পৰম পণ্ডিত বিজ্ঞজন।
কোনো জনে বোলে কথা যদি হয় জ্ঞানী সিটো
পলাই থাকে কিহৰ কাৰণ
ৰজাৰ দ্ৰোহক লাগি নকৰে জ্ঞানীয়ে ভয়
শুনা দোষ হয় মৰিষণ।
কোনো জনে বোলে ইটো সত্যাসত্য হয় নয়
পঠিওৱা একজন দূত
যদি আছে শঙ্কৰ তাত চিলাৰায় আশ্ৰয়ত
আনা যাওক ৰজাৰ সভাত।
শ্ৰীহৰি নামেতে দূত পঠাই যুৱৰাজ তাত
বুলিবেক কহিলা বচন
সঁচা-মিছা যিটো হয় ৰাজ সন্মান ৰাখিবাক
আহিবাক লাগে গুৰুজন।

যুদ্ধং দেহি মনোভাৱ পৰিত্যাগ কৰে যেন
ৰজাৰ আছে তেওঁৰ প্ৰয়োজন
বিচাৰ কক্ষত আহি বহিবাক নলাগয়
ৰাজসভাক কৰোক আগমন।
শ্ৰীহৰি অশ্ব লৈলা ফুলবাৰী আহি পাইলা
চাউনীত আছে চিলাৰাই
সহস্ৰ সহস্ৰ সৈন্য বেঢ়িয়া আছয় তাঙ্ক
লগ ধৰিবাৰে উপাই নাই।
ৰাজদূত পৰিচয় দিলা পাছে হৰি ৰয়
চিলাৰায়ৰ কাষে লৈ গল
ৰজাৰ চিঠি দেখুৱাই কাৰণ বাৰণ বুজি পাই
মনে মনে বহুত চিন্তিল।
পত্নী ভুবন ঈশ্বৰী শুনি কথা চিন্তা কৰি
কি কৰিব উপায় নাপাই
ৰাত্ৰি কালে শয্যা শুই আলোচনা কৰে আই
জিম্মা* ৰাখি দিয়োক পঠাই।
ভাবি গুণী চিলাৰাই কৰিলা এক উপাই
জামিনত পঠাও ৰাজপুৰী
ৰজাৰ অমাত্য এক অতি প্ৰিয় জ্ঞানী লোক
আনিলা তাহাক নিজ বাৰী।

* *জিম্মা - জামিন*

ৰজাৰ দূতক কৈলা অমাত্যক ৰাখি থৈলা
সেনাপতি ভাতৃ চিলাৰাই
বিচাৰৰ ব্যতিক্ৰমে শঙ্কৰৰ অপমানে
জামিনৰ জানিবা মুক্তি নাই।
খল বিপ্ৰৰ কথা লাগি শঙ্কৰক কৰ দোষী
ভাবি গুণী কৰিবা বিচাৰ
ভালমতে জানো মই শঙ্কৰৰ দোষা নাই
সৰ্ব্ব গুণী লোক অৱতাৰ।
শুক্ল হস্তী অমাত্যক গচ্ছিত ৰাখিলো মই
পঠাইবো গুৰু শঙ্কৰক
অতি সুক্ষ্ম বিচাৰ কৰি পণ্ডিত সম মান্য কৰি
শাস্ত্ৰ জ্ঞানে জিনিবো বিপ্ৰক।
দোলাত চলি যাইবে কৈলা শঙ্কৰ মান্তি নহইলা
খোজ কাঢ়ি যাব ভক্তসমে
শ্ৰীহৰিৰ দাস আমি ৰাজ সুখ নলাগয়
শ্ৰম কৰি থাকো নিজ কামে।
ভক্ত চাৰিজন লৈলা ধীৰে ধীৰে চলি গৈলা
গজেন্দ্ৰ গমনে চলি যায়
ভুবনেশ্বৰী যুৱৰাণী পেলাইল চকুপানী
মনে মনে প্ৰমাদ গণয়।
চিলাৰাই গাত ধৰি দুখ নাই সুন্দৰী
পৰম পুৰুষ ইটোজন
যদি অপমান পাই আমি নেৰো সুদাই
বিপদত পৰিব ৰাজন।

দুই দূত নিয়োজিল ঘনে ঘনে বাৰ্ত্তা লৈল
পৰে পৰে আহিব বাতৰি
যদি পায় অপমান ৰজাৰো নাহিকে ত্ৰাণ
দ্ৰুত বেগে যাবো আমি লৰি।
শুনিয়োক সৰ্ব্বজন কৃষ্ণত অৰ্পিয়া মন
শঙ্কৰৰ লীলা কথা মৃত
আন কথা পৰি হৰি মাধৱক হিয়ে ধৰি
ম্বৰানাম হুয়া একচিত্ত।

♦♦♦♦♦♦♦♦♦♦♦

## *কোচ বেহাৰৰ ৰাজসভাত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ উপস্থিত আৰু ৰজা, ৰাজ অমাত্যগণৰ লগত পৰিচয়*

### *পদ*

ভক্তগণে প্ৰশ্ন কৰে উদ্‌বিগ্ন হই
চক্ৰপাণি বুলি যায় লাহে লাহে কই।
ৰাজসভা যাত্ৰা ইটো অতি গুৰুতৰ
শুনা কেন মতে জয় ভৈলা শঙ্কৰৰ।
শঙ্কৰ আহিছে বুলি দূতে বাৰ্ত্তা দিলা
ৰজাৰ আদেশে সভাসদ সাজু হৈলা।
ফাট ফুট শব্দ নাই যেন নিদ্ৰাপ্ৰায়
মৌন হুয়া সভাসদগণে পথে চায়।
চাৰিজন ভক্ত সঙ্গে শ্ৰীমন্ত শঙ্কৰ
গজেন্দ্ৰ সমনে আহে যেন শশধৰ।
সবাৰো মাথাৰ উপৰেৰে মুখ দেখি
তৰা মাঝে জ্বলে যেন পূৰ্ণিমাৰ শশী।
ঈশত ঈশত হাহি কেকুৰি কেশ চয়
শুভ্ৰ পাত বস্ত্ৰখনি শৰীৰে জ্বলয়।
সিংহদ্বাৰ চাৰি আহে ৰাজসভা মাঝে
বক মাঝে চলি আহে যেন হংসৰাজে।
যখন প্ৰবেশিলা গুৰু সভাৰ ভিতৰ
সব লোক ঠিয় ভৈলা ঠাইতে নিজৰ।
অধো মুখ দেখি পাছে গুৰু শঙ্কৰৰ
ৰজা হাত জুৰি মাতে আহা হে শঙ্কৰ।

লোকৰ হেঁচা ঠেলা লাগি কমলি ধাৱক
নোৱাৰে বাঢ়িব আগ ঠেলিয়া লোকক।
লাহে লাহে গুৰুজন ভবন পাইল
সাত থাক ভবনত পাৱক ফেলিল।
প্ৰথম থাকত খোজ পেলাই গুৰুজন
টৌটয় শ্লোকৰ শাৰী কৰে উচ্চাৰণ।

*মধু দানৱ দাৰণ দেৱ বৰং*
*বৰ ৱাৰিজ লোচন চক্ৰ ধৰং*

দ্বিতীয় থাকত পাছে খোজক পেলাই
দুশাৰী টৌটয় শ্লোক আপুনি গাৱই।

*ধৰণীধৰ ধাৰণ ধ্যেয় পৰম*
*পৰমাৰ্থ বিদ্যা শুভ নাশ কৰং*

তৃতীয় থাকত যেবে পেলাইল ভৰি
গাইল দুশাৰী শ্লোক সমধুৰ কৰি।

*কৰ চুৰ্ণিত চেদিপ ভুৰি ভগং*
*ভগ ভুষণ কোৰ্চ্চিত পাদ যুগং।*

এনে ৰূপে চতুৰ্থ থাকত পেলাই ভৰি
মাতিলন্ত শ্লোক গোট অল্প হাস্য কৰি।

*যুগ নায়ক নাগৰ বেশ ৰুচিং*
*ৰুচি ৰাশেপি ধান শৰীৰ শুচিং*

পঞ্চম থাকত পাছে খোজক পেলাই
পূৰ্ব্ববৎ এষাৰি শ্লোক মাতিয়া শুনাই।

*শুচি শ্যামল শান্তনি সেব্য তনুং*
*তনু মধ্যেগ দ্বেষ সুবেশ হনুং।*

পেলাই চৰণ গুৰু ষষ্ঠ থাকৰ ওপৰে
শ্লোক মাতিলেক গুৰু পূৰ্ব্ব অনুসাৰে।

*হনু মন্ত শৰীৰ সহায় ৰতং*
*ৰত ৰাঙ্গ পৰায়ণ শক্ৰ নতং*

সপ্তম খোজ পেলাই গুৰু শ্লোকক মাতিল
এক লানি শ্লোক ঠিয় হইয়া মাতিল।

*নত বৰ্ত্তুল স্থুল সুদীৰ্ঘ ভুজং*
*ভুজ গাধীপ স্বপ্ন শয়ান সজং*
*হৰি কিঙ্কৰ শঙ্কৰ ঈশ পদে*
*পদ মিচ্চন গায়তি চামৃতদে।*

তাৰ পাছে আঠু কাঢ়িলন্ত গুৰুজন
কৰ যোৰে স্তুতি কৰিলন্ত শ্ৰীৰাজন।

*জয় জয় মল্ল নৃপতি ৰসবান*
*যাকেৰি গুণ গণ সম নাহি আন।*
*নিজ কুল কুমুদ প্ৰকাশিত ইন্দু*
*গহীন গম্ভীৰ ধীৰ পেশিত সিন্ধু।*

সভা মধ্যে সিংহাসনে আছে মহাৰাজ
দেৱতাৰ মাজত বহে যেন সুৰৰাজ।
গুৰুজন স্তুতি নতি যেখানে কৰিলা
প্ৰতি নমস্কাৰ কৰি ৰজা দণ্ডাইলা*।

আপোন ভুজ বলে দণ্ডি প্ৰজাকুল
পাৱত সকলেহি কাষ
জয় জয় ঈশ্বৰ পাদ প্ৰসাদ
মল্লদেৱ কুৰুৰাজ।

**দণ্ডাইলা - ঠিয় হ'ল।*

নাটক ভাটক পশ্চিম দেশক
যত যত পণ্ডিত আৰে
ঘোটক কম্বল বহুত ৰজত
আপোনহি মনপুৰি পাৱে।
অস্ত্ৰত শস্ত্ৰত শাস্ত্ৰত পাৰ্গত
বিপক্ষক আপোন জান
দেৱ ব্ৰাহ্মণক পিতৃক অৰ্চ্চনে
যাকেৰি নাহি সমান।
আপন নৃপবৰ ধৰ্ম যুধিষ্ঠিৰ
বিচাৰত আপোন সুজান।
কাব্য কবিত্ব শশধৰ পণ্ডিত
ধনুৰ্দ্ধৰ অৰ্জুন সমান।
মল্লত যুদ্ধত আপোন দৃষ্টিত
তুহু বিনে নাহি আন।

আপোন গুণ যশে ব্যাপিয়ে ধৰণী
নৃপতি মধ্যত পেখি
নীল উতপল পেশীয়ে শৰীৰক
মৃনাল সদৃশ ভুজ দেখি।
বাহু বক্ষস্থল কটি মধ্যে দেখিয়ে
কামিনী হোৱে বেৰি লাজ
যৈসে ৰাজ হংসীক গমনী
গহীন গম্ভীৰ মৃগৰাজ।
কহলো তযু গুণ হামু শিশুমতি
মৰল সকল মোৰ দোষ
কহয় শঙ্কৰ নাজানো সভাসদ
পাত্ৰ মধ্যে ই কথা পোচ।



## *শ্ৰীমন্ত শঙ্কৰদেৱৰ ৰাজসভাত আসন গ্ৰহণ আৰু প্ৰথম লাগি আলোচনা আৰম্ভ*

### *পদ*

তাৰ পাছে ক্ৰমে ক্ৰমে আতৈ চক্ৰপাণি
বুলিলা অনেক কথা গুৰুক বখানি।
ভক্তগণক সম্বোধিয়া আতৈ যে বোলয়
ৰাজসভাত যি ঘটিল শুনা ভক্ত চয়।
ৰাজস্তুতি ভটিমাক গাইল গুৰুজন
কৰ যোৰে প্ৰণামিল ৰজাৰ চৰণ।
অধোমুখে শিৰ নমি আছয় যখন
গুৰুক সম্বোধি ৰজা বুলিলা বচন।
ৰজা বোলে ঢাৰী পাটি আছে তাতে পাৰা
তথাত বহোক গুৰু নমস্কাৰ এৰা।
গুৰু বোলে মোৰ এক কমলি আছয়
ঢাৰীত বহিবে লাগি মোৰ কষ্ট হয়।

লক্ষাধিক প্ৰজা আহে চাহিবে শঙ্কৰ
চিপাহী চন্তৰীৰ কষ্ট হইল বিস্তৰ।
আদেশিল ৰজা তেবে কমলি আনিতে
লোক ভিৰে কমলি ধৰা নৰে আগুৱাইতে।
সজোৰে বুলিলা ৰজা কমলিক আন
ৰাজ দূতে ওপৰেদি আনে কমলি খান।
ব্ৰাহ্মণগণৰ মূৰৰ ওপৰেদি যায়
লাজ পাই বিপ্ৰগণে ক্ৰোধ কৰি চায়।
পৰ্মানন্দ আহি পাছে কমলি পাৰিলা
ৰাইজক প্ৰণামিয়া গুৰুৱে বহিলা।
টোটয় ভট্টিমা যত বুলিলাহা তুমি
এবে তাৰ অৰ্থ মোক বোলা শাস্ত্ৰ জানি।
শঙ্কৰে বুলিলা ওৰে কোচ মহাৰাজ
ইটো অৰ্থ বুজাওক বিপ্ৰৰ সমাজ।
বিপ্ৰ মাঝে পণ্ডিত লোক আছয় বহুত
অৰ্থ বুজাই দিব পাৰে যতেক পণ্ডিত।
আপোনাৰ সভাত বহুত পণ্ডিত আছয়
আমাৰ অপেক্ষা শাস্ত্ৰ বিস্তৰ জানয়।
আমি বুজাইলে ভুল ধৰিব ব্ৰাহ্মণ
তাহাৰ অৰ্থক আমি নকৰো খণ্ডন।
শাস্ত্ৰ ব্যাকৰণ আনি শ্লোক ব্যাখ্যা কৰি
বিপ্ৰগণে লোকক বুজাওক মনপুৰি।
এক পৰ বিপ্ৰগণ নিমাত থাকিল
হা না কিছু শব্দ মুখত নাছিল।
ৰজা বোলে সময়ৰ ভৈলা অপচয়
বাখ্যা কৰিয়োক শ্লোক যিজনে জানয়।

কোনোজনে কোনো কথা মুখে নমাতয়
ক্ৰোধ কৰি মহাৰাজ বিপ্ৰক বোলয়।
এক গুটি শ্লোক অৰ্থ কৰিতে নপাৰ
সাধাৰণ প্ৰজাৰ কাযে ফিতাহিক মাৰ।
বিনীত কৰিয়া পাছে গুৰুক বোলই
বুজাইও শ্লোক সুৰে লোকক বুজাই।
সভাসদগণ শুনি হৰষিত হই
ভাল ভাল হয় আমিও আছো চাই।
পৰম আনন্দিত হই বোলে মহাৰাজ
ধন্য ধন্য জ্ঞানী তুমি পণ্ডিতৰ মাজ।
যিবা স্তুতি কৰিলাহা ৰাজ সমাজত
এনুৱা মধুৰ স্তুতি শুনা নাই আগত।
মহান পণ্ডিত তুমি এবেসে জানিলো
যেনে গুণ তেনে ৰূপ আজিহে দেখিলো।
তবে এক কথা সোধো বোলা গুৰুজন
বিপ্ৰগণে নাস্তিক বুলি কয় কি কাৰণ।
হোম পূজা যগ যজ্ঞ নামা নাহা তুমি
বেদকো উলঙ্ঘা কৰা ব্ৰাহ্মণ নমানি।
অৰ্চ্চনা নকৰা কোনো দেৱ ঋষিগণ
শাস্ত্ৰক উলঙ্ঘা কৰা নকৰাহা ধ্যান।
প্ৰতিমাক ভাঙি দলিয়াই পেলাই দিলা
তব ভয়ে বিপ্ৰ সবে লৰি পলাইলা।
ৰজাৰ আশ্ৰয় আহি লইছে সিহঁতে
আচৰিছা ৰাজদ্ৰোহ ৰজাৰ অজ্ঞাতে।
শঙ্কৰে বুলিলা শুনিয়োক মহাৰাজ
মিছা অপবাদ দিলা বিপ্ৰে পাই লাজ।

পণ্ডিত বিপ্ৰগণক মই কৰিছো আহ্বান
বেদ শাস্ত্ৰ লই আহক ৰাজ বিদ্যমান।
ব্ৰাহ্মণ নমনা বুলি কয় যিটো জন
আমি বলো সিহঁতেহে নমানে ব্ৰাহ্মণ।
সমস্ত শাস্ত্ৰৰে মই কৰিবো ব্যাখ্যান
বিপ্ৰগণে মিছা বুলি কৰোক প্ৰমাণ।
এত শুনি ৰজা পাছে সবাকে বুলিলা
আজিৰ বাবে ৰাজসভা সমাপ্ত হইলা।
পৰহি আগবেলা বহিবেক সভাখন
বেদ শাস্ত্ৰৰ হইবেক কথন মথন।
বিপ্ৰগণ শাস্ত্ৰ বেদ সবাকে আনিবা
শঙ্কৰদেৱ সাজু হুয়া তুমিও আহিবা।
ভাণ্ডাৰিক আদেশিলা সিধা আনি দিয়া
ভাৰী এক পঠাই চিলাৰায়ৰ গৃহে নিয়া।
ৰজাক প্ৰণাম কৰি গুৰুজন চলিল
চাৰি ভক্ত পৰ্মানন্দ সঙ্গেতে লৰিল।

গৃহত কান্দিয়া আছে ভুবন ঈশ্বৰী
কিজানি জেঠাইক ৰজাই থয় বন্দী কৰি।
চিলাৰাই যুৱৰাজ প্ৰতি দণ্ডে দণ্ডে
অশ্বাৰোহী দূত পঠাই আছয় প্ৰবন্ধে।
যেতিক্ষণে শঙ্কৰ গুৰু আট্টালিকা পাই
সেই সময়ৰ বাৰ্ত্তা পায় চিলাৰাই।
ৰাজ সিংহাসন কাষে কমলিত বহিলা
তেতিক্ষণ চিলাৰাই পুনঃ বাৰ্ত্তা পাইলা।
অশ্বাৰোহী দূতে আহি যেতিয়া বুলিল
আজিৰ বাবে ৰাজসভা ৰজা ভঙ্গ দিল।
সসন্মানে গুৰুজন আহে মহা ৰঙ্গে
ভুবন ঈশ্বৰী দেৱী দাস দাসী সঙ্গে।
আগবঢ়াই নিলেক জেঠাই গুৰুজন
জামাই* গৃহে প্ৰবেশিল সহাস্য বদন।
শ্ৰীগুৰু চৰিত কথা সব ভক্তে স্মৰি
নিৰন্তৰে সব নৰে বোলা হৰি হৰি।



*জামাই - জোঁৱাই

## *ৰাজসভাত বিপ্ৰসকলৰ লগত শ্ৰীশঙ্কৰদেৱৰ তৰ্ক আৰু বিপ্ৰসকলৰ পৰাভৱ*

### *পদ*

চক্ৰপাণি বোলে শুনা ভকত সমাজ
ৰাজসভা পশি গুৰু কৰিলা কি কাজ।

ৰজাৰ নিৰ্দ্দেশ ক্ৰমে তৃতীয় দিন পাইলা
সেই দিনা দোপদৰ* লোকাৰণ্য ভৈলা।

*দোপদৰ - ৰজাৰ মেল চৰা

পাত্ৰ মন্ত্ৰী পাৰিষদ সবেও আহিল
ৰাজ ৰাণী, ৰাজ মাতা কেৱে নৰহিল।
বিপ্ৰগণে হাতে হাতে বেদ শাস্ত্ৰ লই
আপোনাৰ স্থানে উপবেশন কৰই।
ভক্ত সঙ্গে গুৰুজন প্ৰবেশ কৰই
পিছে পিছে কমলি ধৰা চলি যাই।
ৰজাৰ সম্মুখ দক্ষিণ কাষত বহিলা
ৰাইজক প্ৰণামিয়া আসন লইলা।
পাত্ৰ মন্ত্ৰী সমে ৰজা ৰাজ আসনত
উপবেশন কৰিলেক যথা ৰীতি মত।
সমস্ত সমাজে উঠি ৰজাক প্ৰণামই
গুৰু বিপ্ৰ সকলেও আশীৰ্ব্বাদ দেই।
বিপ্ৰগণ বুলিলা পূৰ্ণিমাৰ জোন সম
প্ৰকাশক যশ ৰাশি বিশ্বে অনুপম।
শঙ্কৰে আশীষ দিলা দুই হাত তুলি
দ্বিতীয়াৰ জোন সম যশ বাঢ়ক বুলি।
বিপ্ৰ সবে তেতিয়াই কোঢ়াল তুলিল
ক্ষীণ প্ৰভা হবলৈ ৰজাক শাপিল।
দ্বিতীয়াৰ ক্ষীণ শশী কিছু প্ৰভা নাই
নিজ গাৱ নোপোহৰে কেৱে নেদেখই।
দ্বিতীয়াৰ চন্দ্ৰ প্ৰভাৱ বিস্তাৰিয়া কৱ
কিবা হেতু এনে আশীষ ৰজাক বোলৱ।
গুৰু বোলে আমি দিলো পূৰ্ণ আশীৰ্ব্বাদ
তোমালোকে ৰজাক মাথো দিলা অভিশাপ।
পূৰ্ণিমাৰ পূৰ্ণ শশী নিতে হোৱে ক্ষয়
দ্বিতীয়াৰ জোনে নিতে নিতে বাঢ়ি যায়।

আজি যিটো শক্তি যশ আছয় ৰজাৰ
ধৰি লোৱা এই শক্তি জোন দ্বিতীয়াৰ।
অনুক্ৰমে বৃদ্ধি হোক পূৰ্ণ শশী লই
বিশ্ব মধ্যে মহাৰাজ থাকক বাঢ়ি গই।
অসংখ্য তৰাৰ মাঝে শশাঙ্ক যেমন
প্ৰজ্বলিত হোক ৰজা বিশ্বত তেমন।
এতেকতে শাপ বৰ লৈ চালি জাৰি
বিপ্ৰ আৰ আমাৰ মাঝে লওঁক বিচাৰি।
ৰজা বোলে বিপ্ৰগণ মিছা বাদ কৰ
শঙ্কৰৰ পাণ্ডিত্যক কোনেও নোৱাৰ।
আসনে বহিলা ৰজা চাই সবাকাৰ
উপবিষ্ট সম্মুখত সোফালে ৰজাৰ।
ইন্দ্ৰৰ সভাত বহে যেন বৃহস্পতি
অতীব সুন্দৰ ৰূপ মনোহৰ কান্তি।
আৰম্ভিলা সভা ৰজা গুৰু প্ৰণামিলা
ব্ৰাহ্মণ সবক চাই নমস্কাৰ কৰিলা।
পূৰ্ব্ব দিনৰ অভিযোগ উল্লেখিয়া কই
বেদ শাস্ত্ৰ বাৰু কিয় নমনা একোই।
গুৰু বোলে মহাৰাজ বেদ শাস্ত্ৰ চয়
কাক বোলে ইসব পণ্ডিতে নজানয়।
চাৰি বেদ চৈধ্য শাস্ত্ৰ পঢ়িয়াছো আমি
লিখি আছো বহু শাস্ত্ৰ বেদৰ টিকনি।
হৰি নাম সৰ্ব্বশ্ৰেষ্ঠ ধৰ্ম মাজে সাৰ
হৰিৰ নামত কাৰো নাই অধিকাৰ।
তপ জপ যাগ যজ্ঞ আৰু পূজাচয়
হৰি নাম সৰ্ব্বশ্ৰেষ্ঠ চাৰি বেদে কয়।

যদি আজ্ঞা কৰে ৰজা বাখ্যা কৰিবাৰ
একে একে বুলি যাব সৰ্ব্ব শাস্ত্ৰ সাৰ।
বেদৰ মহিমা যত কহিবো বুজাই
হৰি নাম বিনে শ্ৰষ্ঠ ধৰ্ম যত নাই।
ৰজা বোলে মূৰ্ত্তি ভঙ্গ কৰা কি কাৰণ
আন ধৰ্মে হস্তক্ষেপ কিবা প্ৰয়োজন?
গুৰু বোলে শৰৎকালে পূজা যেবে হয়
তৃণ বাহ মৃত্তিকাৰে মূৰ্ত্তি সাজি লয়।
পূজা অন্তে জলত নিক্ষেপি কৰে শেষ
পাছে আন দেব মূৰ্ত্তি কৰয় প্ৰত্যেক।
প্ৰতিমূৰ্ত্তি প্ৰতি বাৰে জলত উটাই
শেষ কৃত্য সমাপন কৰে বিপ্ৰ ৰাই।
যিটো ভগ্ন মূৰ্ত্তি ৰজা আপোনাক দিছে
তিনি মাহ আগতে তাক জলে নিক্ষেপিছে।
প্ৰমাণ কৰিয়া তাক চাওক ঘুৰাই
এই মূৰ্ত্তি অঙ্গ ভঙ্গ আমি কৰা নাই।
মন্ত্ৰীক পঠাই ৰজা পৰীক্ষা কৰিলা
চাৰি মাহ পুৰণি মূৰ্ত্তি প্ৰমাণ পাইলা।
ত্ৰেতা আৰ দ্বাপৰ যুগ আছিল যখন
ভাগৱত ধৰ্মৰ জ্ঞান নাছিল তখন।
শুকদেৱ হন্তে কলি কালৰ আগত
দ্বাপৰৰ শেষে ভৈলা লোকত বেকত।
সৰ্ব্বশ্ৰুতি শিৰো ৰত্ন গীতা ভাগৱত
তান্ত্ৰিক বিপ্ৰগণে তাৰ নপাৱয় তত্ত্ব।

নানা ধৰ্ম, নানা পূজা, নানা দেব-দেৱী
আপোন স্বাৰ্থ সিদ্ধি কৰে সমাজক ঠগী।
বিস্তৰ প্ৰমাণ আমি দিব পাৰো জানা
যদি মহাৰাজ ঐত নকৰয় মানা।
ৰজা বোলে একে একে প্ৰমাণ কৰিব
বিপ্ৰগণ আপোনাৰ বিতৰ্ক চলিব।
আমাক মধ্যত ৰাখি যাৰ যত জ্ঞান
এই ৰাজসভা মধ্যে কৰিব প্ৰমাণ।
আজি সভা ভঙ্গ হল কাইলৈ বিয়লি
সবেও আহিবা ঐত নিজ শাস্ত্ৰ তুলি।
সেইদিনা ৰাজসভা ভঙ্গ দিলা পিছে
সব লোক চলি গৈলা ৰজাৰ পিছে পিছে।
বিপ্ৰগণ আহি বহে দ্ৰোপদৰ পোলি*
শঙ্কৰক অচিৰতে হটাইৰ বুলি।
শঙ্কৰদেৱ আহি বহে কমলি উপৰ
সবাৰে আগত স্থান ৰজাৰ ওচৰ।
সব বিপ্ৰে দেখি তাক মনত বিষাদ
পৰস্পৰে নিৰেখিয়া কৰে অৱসাদ।
বাৰী চোৱা গোটা দিয়েক পৌশিলাই ঠাই
এক ভাৰ পকা কল সঙ্গেতে লৱই।
ৰজাৰ আগত বাঢ়ি দিলা লাহেকৈ
বিতৰণ কৰি দিবে ৰজাই বোলই।
ৰজাৰ আদেশে বাটি দিলা কল গোট
হাতে পাই পকা কল থইল পেটত।

*পোলি - কোঠালি

শঙ্কৰ নখাইল কল কাষত ৰাখিল
বিপ্ৰ সবে দেখি তাক ৰজাক বুলিলা।
দেখা কেনে অপমান কৰে আপোনাক
আপোনাৰ দান দ্ৰব্য শঙ্কৰ নলৈলেক।
ৰজা বোলে মোৰ দান কেনে নলবয়
আন যত লোক আছে সবাই ভুঞ্জয়।
গুৰু বোলে ইটো দ্ৰব্য চুৱনিত পৰি
লোকক বাটিয়া দিছে ধৌত নকৰি।
বাৰী চোৱা মাতি আনি পুছিলে ৰাজন
সত্য কথা ধৌত কৰা নাই প্ৰয়োজন।
চুৱনিৰ খালত পানী আছয় বহুত
সেই জ্বলে কলখিনি হুয়া গৈছে ধৌত।
বাকলি ওপৰে আছে কিবা প্ৰয়োজন
সাহখিনি নহয় ধৌত নধোৱা কাৰণ।
ৰজা বোলে পানী আনা বাকী কল ধোৱা
যিবা দেখা তোমালোক পতিয়ন যোৱা।
ৰজাৰ হুকুমে তাৰা কলক ধুইলা
বোকা সম কলা পানী বাহিৰ হইলা।
গুৰু বোলে এনে দ্ৰব্য কৰিয়া ভোজন
পেট ৰোগ শূল ৰোগ জানিবা কাৰণ।
বিপ্ৰগণক ৰাজা নিন্দিলন্ত পাছে
লাজ পাই অধো মুখে বিপ্ৰ যত আছে।
❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖
এক বাৰী চোৱা আনি জালুকক দিলা
ৰাজ আদেশ সেই জালুক বাটিয়া লইলা।

হাতে পাই বিপ্ৰগণে জালুক চোবাই খাই
শঙ্কৰে নাখালে দেখ প্ৰকাশ্যে বোলই।
শুনা ৰজা আপোনাৰ আদেশ নমানি
শঙ্কৰে নখাই জালুক কিবা ভাবি গুণি।
শঙ্কৰ বুলিলা চৰাই লাদ আছে ঐত
জালুক বুলিয়া লাদ খাইল বিপ্ৰ যত।
পানীত পেলাই দিলে লাদ ৰব উটি
তলত পৰিয়া ৰব সব জালুক গুটি।
ৰজা বোলে পাত্ৰ আনা চাও ভাল কৰি
পানীত লাগিলে লাদ গলি যাব পাৰি।
ৰজাৰ আদেশে ইটো পৰীক্ষা কৰিল
চৰাইৰ যতেক লাদ গলিয়া পৰিল।
পাএছ ৰজা বিপ্ৰগণক চাহিয়া বোলই
ধিক ধিক বিপ্ৰগণে কাণ্ড জ্ঞান নাই।
এক পাচি জলকীয়া দিলা আনি তাত
ৰজা বোলে ইটো বস্তু বাটিও সবাত।
বিলনীয়া সবে দিলা জলকীয়া বাটি
এক পোহা জলকীয়া সবে লৈলা আটি।
ব্ৰাহ্মণসকলে তাক কোচত লইলা
শঙ্কৰে নলই জ্বালা কাষত ৰাখিলা।
বিপ্ৰে বোলে ইটো বস্তু কেনে নলবয়
ভেজাল নাহি যে একো গোটা গোট চয়।
মহাৰাজ পুছিলা পাছে শঙ্কৰক চাই
জলকীয়াৰ ভাগ গুৰু কিয়বা নলই।

গুৰু বোলে চুৱা বস্তু অপবিত্ৰ হই
এই বস্তু খালে বহু পেট ৰোগ হই।
এই চুৱা বস্তু আমি হাতে তুলি লই
পাছত বাটে-পথে তাক দিম যে পেলাই।
ভাতৰ চৰুত উখাই ৰদত শুকাই
বান্দীগণ ভৰিয়েদি লৰাই চৰাই।
এনেকুৱা বস্তু খালে শূল ৰোগ হয়
অত এব এনে বস্তু খাবলৈ নাপায়।

❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖

সেইদিনা ৰজা পাছে সভা ভঙ্গ দিয়া
বিপ্ৰ সভাসদ যত গৈলন্ত চলিয়া।

## *ৰাজসভাৰ চতুৰ্থ দিন নখ, দাঁত, কেশ, নৰা শুচি-অশুচি বিচাৰ*

### *পদ*

চতুৰ্থ দিবস ৰাজসভা আৰম্ভিল
পাত্ৰ মন্ত্ৰী বিপ্ৰগণ সবাই আহিল।
যথাস্থানে ৰহিলেক যাৰ যি আসন
কমলি উপৰে গুৰু কৰে উপবেশন।
ৰজা আহি পাইলা যেবে সবেও নমিলা
শঙ্কৰেও যথা ৰীতি প্ৰণাম কৰিল।
ৰজা বোলে শ্লোক এক আনিছো হে মই
বিপ্ৰগণ কোনে পাৰে দিয়োক বুজাই।
নখা, কেশা, দন্তা, নৰা, স্থানত্য গন্তি
অপূজ্যক স্পৰ্শে স্নানং শুচী, অশুচি বৰ্ণায়েৎ।
ইটো শ্লাকৰ অৰ্থ বুজাই দিয়া বিপ্ৰবৰ
ধন দিব আমি শুদ্ধ হইলে উত্তৰ।
সব বিপ্ৰ নিৰুত্তৰ অনেক সময়
পিছে ৰজা মাতৃভাষাত শ্লোক ভাঙি কয়।
নখ, চুলি, দাঁত, নৰা যেবে তেজ্য হয়
অশুচি বুলিয়া তাক সবেও ঘিণায়।
সি সবেও শুদ্ধ হয় কোন সময়ত
ইটো তথ্য ভাঙি বিপ্ৰ কৰিও বেকত।
বিপ্ৰেক বোলয় নখ কটা কৰ্ম হয়
অশুদ্ধ হোৱয় হাত ধুইবে লাগয়।
দাঁত সৰি যায় যদি অপবিত্ৰ মুখ
পৰিষ্কাৰ নকৰিলে হোৱয় অসুখ।
চুলি কাটিলেও স্নান কৰিবে লাগয়
ধান কাটি নিলে নৰাৰ মূল্য নাহি ৰয়।
অন্য বিপ্ৰে বোলে ৰজা ইটো শুদ্ধি নয়
দেহত থাকে মানে শুদ্ধ ত্যাগে বিষ্ঠা হয়।
সন্তোষ নহল ৰজা উত্তৰ শুনিয়া
কটাক্ষ কৰিলা পাছে শঙ্কৰক চায়া*।

*চায়া -চাই

গুৰু বোলে দন্ত নখ আৰু কেশ চয়
ব্যৱহাৰে শুদ্ধাশুদ্ধ জানিবা নিশ্চয়।
যদ্যপি মনুষ্যৰ অশুদ্ধ নখচয়
ব্যাঘ্ৰ নখ সবাতকৈ ভয়ঙ্কৰ হয়।
ভয়ঙ্কৰ নখ আৰু শুকৰ ভালুকৰ
ৰজত সুবৰ্ণ খটাই পিন্ধে অলঙ্কাৰ।
কেৱে নিনিন্দয় তাক বুলিয়া অশুচি
ৰজত সুবৰ্ণ যোগে সবে হয় শুচি।
কেশ কাটি পেলাই দূৰে অশুদ্ধ বুলিয়া
ভেড়া কেশ কাটি কমলি লৱয় আবৰিয়া।
সকলোৱে উৰে তাক কেৱে নিনিন্দিয়
কৰ্ম ভেদে শুদ্ধাশুদ্ধ বিচাৰ কৰয়।
হাতী দাঁত অলঙ্কাৰ কৰি যেবে লয়
কত মূল্যবান সিটো সবাই জানয়।
হৰিণৰ নেজৰ চৰে দেৱতা বৰই
কটিৰ নোম বুলি জানো ঘিণে কোনোবাই।
নৰা আনি ছাল চেই কুটিৰ সাজই
পবিত্ৰ কুটিৰে বোলে সান্ত্বনা লভই।
স্বাদ লগা তামোল চোবা যখন পেলাই
ভাল বুলি তাক আৰু বুটলি নলই।
কৰ্মত শুদ্ধাশুদ্ধ জানা সব দ্ৰব্যচয়
ঠাই শুচি কৰে গৰুৰ বিষ্ঠাও গোময়।
অপবিত্ৰ হয় হৰি নাম বিহীন নৰ
কোনো মূল্য নাই হৰি বিমুখ জনৰ।
এনেদৰে আলোচনা বহুত চলিলা
প্ৰতিক্ষেত্ৰে বিপ্ৰগণ পৰাস্ত হইলা।

গধূলি হইল ৰাজসভা গৈল ভাগি
সভা ত্যাগী বিপ্ৰ সব যায় গৃহ লাগি।
ঘৰঘৰা নামেতে জান অতি তীব্ৰতৰ
তাৰো পৰে সাঁকোখন আছিল বাহৰ।
বাহ ভাঙি গৈলা যখন ব্ৰাহ্মণ উঠিল
দহজন ব্ৰাহ্মণ জানৰ পানীত পৰিল।
কৃষ্ণ, ৰাম, হৰি বুলি বিপ্ৰৰ নন্দন
পানী হন্তে তীৰত উঠিল তখন।
শঙ্কৰ গুৰু শুনি নাম বিপ্ৰৰ মুখত
ধন্য ধন্য বখানিলে বাৰ শত শত।
আগদিনা গুৰুজনক চোলা এটি দিলা
চোলা পিন্ধি গুৰুজন সভাত চলিলা।
ঘুৰি আহি হৰি নাম বিপ্ৰ মুখে শুনি
আপোনাৰ চোলা দিলা বিপ্ৰক বখানি।
বিপ্ৰগণে ইটোখান দিলেক ৰজাত
আপোনাৰ দান দিলা দৰিদ্ৰৰ গাৱত।
অৱজ্ঞা কৰিলা ৰজা তব অবদান
ভাবিলা তোমাৰ মূল্য কুত্তাৰ সমান।
পৰদিনা এই কথা ৰজাই পুচিলা
সভক্তিৰে গুৰুজন উত্তৰ কৰিলা।
মোৰ বাক্য শুনা হেৰা কামৰূপ ৰাজন
দানৰ মহত্ব বুজে অতি মহত জন।
গ্ৰহণ কৰিছো মই আপোনাৰ দান
তিনি দিন গাৱত আছে সেইটো বসন।
এই ৰাজ্যে হৰি নাম লোৱে যিটো জন
তব ৰাজ্যে পূণ্য কৰ্ম হোৱে যত মান।

পূণ্যৰ এভাগ ৰজা পাইব সদায়
মোৰ ইটো দানে পূণ্য আপোনাৰ হয়।
ধন-বিত আছে মোৰ কিনি লব পাৰো
দুখীয়া জনেহে পাইলে আপদত তৰো।
যাৰ বিত্ত আছে তাক দান কিকাৰণ
জলৰ ওপৰে জল যেনে অকাৰণ।
তাৰ পাছে মহাৰাজ ক্ৰোধ কৰি মন
বিপ্ৰগণক বুলিলেক কঠোৰ বচন।
প্ৰতিক্ষেত্ৰে, প্ৰতি কাৰ্য্যে লাগি বিপ্ৰগণ
ৰজাৰ কঠোৰ বাক্য কৰিল শ্ৰৱণ।
আজি তিনিদিনে যত অভিযোগ মানে
খণ্ডিল শঙ্কৰে ইহা মোৰ বিদ্যমানে।

যতেক লগাইলা খল সব মিছা ভৈলা
শঙ্কৰৰ মত শুদ্ধ সবাই জানিলা।
ভাগবত শাস্ত্ৰ আমি কৰিলো দৰ্শন
কলি কালে ইহে মুখ্য জান বিপ্ৰগণ।
অত এব ইটো থানে পণ্ডিত কোনজন
তাহাৰ একেটি কথা কৰিবো প্ৰমাণ।
এক ৰাত্ৰি মধ্যে ভাগৱত ৰচিয়োক
যাৰ যিবা আছে জ্ঞান বুদ্ধি খটাওক।
বিপ্ৰগণ অধোমুখে নামাতি থাকিলা
ৰজাক প্ৰণাম কৰি শঙ্কৰ চলিলা।
শ্ৰীগুৰু চৰিত্ৰ কথা শুনি সভাসদ
কায় মন বাক্যে শুনি পাই পৰম পদ।



## *শ্ৰীমন্ত শঙ্কৰ গুৰুৰ হাতীমাৰী ভুৰুকাত ভৰোৱা অদ্ভুত কাৰ্য্য*

### *পদ*

শ্ৰীগুৰু চৰিত্ৰ কথা অতি অনুপম
যাক শুনি পুলকিত হয় মন প্ৰাণ।
যত শুনা মানে মন এৰাইতে নপাৰি
শৰীৰ মন একোৱেই নাযায় ভাগৰি।
ভক্তগণে একচিত্তে ৰই আচে শুনি
অনৰ্গল কই যায় আঁতে চক্ৰপাণি।

গুৰুজন সাক্ষাত হোৱা পঞ্চম দিনত
পাৰিষদগণ সমে আছে বিপ্ৰ যত।
ৰাজসভা মধ্যে আহি আসন লইলা
এটি সৰু চুঙা লৈয়া শ্ৰীগুৰু আহিলা।
নলৰিজুলী* বাহৰ চুঙা হাতৰ মুঠিত
চাৰি আঙুল দীৰ্ঘ চুঙা কেনে বিপৰীত।

** নলৰিজুলী - এবিধ নলৰ সমান ডাঙৰ বাহ।*

বাহৰেই সাফৰ এটি মাৰিয়া যতনে
হিং হাইতলেৰে ৰঞ্জি কৰিছে শোৰ্ভনে।
হাতীৰ ছবি এটি চুঙাৰ গাৱত ক্ষোদিত
ৰজাৰ সম্মুখে ৰাখে কাঠৰ শৰাইত।
পূৰ্ব্ব অনুৰূপে ৰজা সভাত বহিয়া
সুধিলা সবাতে কথা চতুৰ্দ্দিকে চায়া।
ৰজা বোলে বিপ্ৰগণ শুন দিয়া মন
যোৱা কালি কলো কথা কৰিছা শ্ৰৱণ।
ভাগৱত গ্ৰন্থ ৰচিবেক চমু কৰি
এক ৰাতি মধ্যে লিখা থবা শেষ কৰি।
কাৰ হাতে আছে শাস্ত্ৰ চমু ভাগৱত
দিয়োক আমাৰ হাতে উঠিয়া ইয়াত।
সকলে নিমাত ভৈলা মাত-বোল নাই
সেমেনা সেমেনি কৰে ইটে সিটে চাই।
ক্ৰোধ মনে ৰাজা বোলে শুনা বিপ্ৰগণ
মিছাতেহে কৰা সবে বৰ আস্ফালন।
পণ্ডিতালী কৰা আহি মুৰ্খৰ মাজত
শৃগাল সদৃশ হোৱা সিংহৰ আগত।
আজিহে বুজিলো বিপ্ৰ কিছু জ্ঞান নাই
যেহি আহে তাকে বোলা মুখক চোবাই।
সূৰ্য্যকান্ত ভট্ট বোলে শুনা মহাৰাজ
সমস্ত পুৰাণ আছে ভাগৱত মাজ।
মহাপুৰাণ কয় তাক পণ্ডিত সমাজে
ৰাত্ৰি মধ্যে ৰচিবাক কাৰ সাধ্য আছে।
কাঠৰ শৰাই এক ৰজাৰ সভাত
ৰাজ আসন সন্মুখত ৰখা আছে তাত।

বাহৰ সৰু চুঙা এটি সাফৰ মাৰিয়া
হাতী ছবি গাৱে আকি থইছে ৰাখিয়া।
ৰজা বোলে শৰাইখনে কিবা সিটো জানি
ইঙ্গিত কৰিয়া ৰজা দেখাইল আপুনি।
গুৰুদেৱ বোলে শুনা বেহাৰ ৰাজন
হাতী মাৰি ভুৰুকাত ৰাখিছো এখান।
হাসিয়া বুলিলা পাছে শুনি গুৰু বাণী
তোমাৰ পাণ্ডিত্য কথা আমি কিবা জানি।
আকাশৰ তৰা যদি জানিবাক পাৰি
তোমাৰ মহাত্ম্য কথা বুজিতে নপাৰি।
কিবা বস্তু আছে তাত খুলিও সাঁফৰ
প্ৰকাশ পাওক হাতী কতনা ডাঙৰ।
আজ্ঞা পাই গুৰুজন সাফৰ খুলিলা
ভাগৱত গুণ মালা পঢ়ি শুনাইলা।
ভাগৱতে ভগবানৰ যতেক বৰ্ণন
এক এক শাৰী মধ্যে আছে উত্থাপন।
আদি হন্তে অন্তলৈকে বিয়োগ নকৰি
ভাগৱত শাস্ত্ৰখনি লিখিছে সামৰি।
ৰজা দেখি শঙ্কৰক প্ৰশংসা কৰিল
ব্ৰাহ্মণ সমাজক মুৰ্খ বুলি গালি দিল।
ধন্য ধন্য গুৰুদেৱ পাণ্ডিত্য তোমাৰ
তব সম মহাপণ্ডিত কোনো নাই আৰ।
পণ্ডিত শ্ৰেষ্ঠ বুলি ৰাজসভাত ঠাই দিল
ৰাজসভা মধ্যে ৰত্ন বুলি প্ৰশংসিল।
জগত গুৰু তুমি শঙ্কৰ শ্ৰেষ্ঠ ভক্তজন
ধৰাধামে অৱতীৰ্ণ পুৰুষ প্ৰধান।

পিছে ৰজা পহু মাংস সবাকে বাটিল
চাউল সিধা দিয়া বিপ্ৰগণ বিদাই দিল।
পিছ দিনা আগবেলা আহিবে বুলিলা
সব সভাসদগণ জাননী পাইলা।

পূৰ্ব্বাহ্নতে আহিবাক সবে আলোচিল
ৰজাৰ আদেশ যিটো সবাই জানিল।
শ্ৰীগুৰুৰ লীলা মৃত সবে পান কৰি
নিৰন্তৰে সব লোকে বোলা হৰি হৰি।



## *মুখ প্ৰক্ষ্যালন, তীৰ্থ ভ্ৰমণত অনিচ্ছা আৰু কলচি ব্ৰাহ্মণৰ বন্ধন*

### *পদ*

চক্ৰপাণি মুখে শুনে গুৰুৰ চৰিত
মহা ৰস বাণী ইটো কথাৰ অমৃত।
ভক্তগণ শুনে কথা নলাগে আমনি
অৱতাৰ ভৈলা গুৰু লৈলা সবে জানি।
সেইদিনা পূৰ্ব্বাহ্নতে যতেক ব্ৰাহ্মণ
ৰাজসভা স্থানে গৈয়া কৰে উপবেশন।
সব বিপ্ৰ আহি পাইলা ৰজাও আহিল
শঙ্কৰৰ দেখা দেখি তবু নঘটিল।
বিপ্ৰগণে বোলে ৰজা তোমাৰ স্নেহ পাই
স্বেচ্ছাচাৰী ভৈলা ইটো শঙ্কৰ ই ঠাই।
ৰাজ আজ্ঞা আগবেলা চতুৰ্থ দণ্ডত
ৰাজচৰা মধ্যে আহি হৱা উপনীত।
চাৰে ছয় দণ্ড পৰে শঙ্কৰ আহিল
ৰাজ আজ্ঞা লঙ্ঘন হল সবাই বুলিল।
প্ৰণামিয়া হাতজোৰে ৰজাক সম্বোধি
পলম কাৰণ ভাবি সাজিলন্ত বুধি।

ৰজা বোলে দুই দণ্ড পলম কৰিলা
ৰাজ আজ্ঞা উলঙ্ঘন সবাই বুলিলা।
গুৰু বোলে মহাৰাজ স্নান পান কৰি
খন্তেক কাৰণে আমি জপো ৰাম হৰি।
তাৰ পাছে অন্ন পহু ৰাজ অৱদান
গ্ৰহণ কৰিয়া কৰো মুখ প্ৰক্ষ্যালন।
ইয়াতে সময় কিছু লাগয় আমাৰ
এতেকে বিলম্ব দোষ ঘটিল আমাৰ।
বিপ্ৰগণে বোলে মাংস আমাৰো ভক্ষণ
ৰজা দানে মাংস, মাছ কৰিছো গ্ৰহণ।
তথাপিতো আজ্ঞা পালি সময়ক জানি
উপনীত হলো ইহা ৰাজ আজ্ঞা মানি।
গুৰু বুলিলেক শুন নৃপতি মহান
সময়ৰ প্ৰয়োজন মুখ প্ৰক্ষ্যালন।
মাংস, মাছ খাই মুখ দাঁত খৰিকাই
প্ৰক্ষ্যালন নকৰিলে মুখ গোন্ধ পাই।

বিপ্ৰগণ বোলে মুখ সবে ধৌত কৰে
আবোল তাবোল কথা বুলিছে শঙ্কৰে।
গুৰু বুলিলেক বাৰু আনা দনা পানী
খৰিকা আনিও মুখ প্ৰক্ষ্যালোহো আমি।
বিপ্ৰ সবৰ আগে দিয়া দনা আৰু পানী
খৰিকাই ধৌত কৰা চোৱা সেই পানী।
ৰজাৰ আদেশে সবে খৰিকা আনিল
দনা পানী দিয়া মুখ ধুবে আদেশিল।
ৰজাৰ প্ৰহৰীগণ পানী নিৰেক্ষিলা
মুখ ধোৱা পানী সবে পৰীক্ষা কৰিলা।
গুৰুৰ মুখৰ পানী যেন ডাব জল
বিপ্ৰগণৰ মুখৰ পানী থোপাথুপি মল।
ৰজাক জনাইল দূত পানীৰ বৃত্তান্ত
ৰজা বোলে বিপ্ৰগণ তোৰা যে পাষণ্ড।
অন্ন খাই মুখ দাঁত পৰিষ্কাৰ নকৰি
পৰম অধম তোৰা শঙ্কৰৰ বৈৰী।
❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖
তাৰ পাছে তীৰ্থক নামানা অভিযোগ
পুছিলা ৰজাই গুৰু শঙ্কৰদেৱক।
তীৰ্থক নামানা তুমি সত্য কিম্বা মিথ্যা
যিবা কবা জানো মই নহব অন্যথা।
গুৰু বোলে বাৰ বৰ্ষ তীৰ্থত ভ্ৰমিলো
তীৰ্থক্ষেত্ৰে কত দান দক্ষিণা কৰিলো।
আমাৰ সমান ধন আৰু সময় খটি
কৰিছো তীৰ্থত আমি বিস্তৰ বসতি।
তীৰ্থ হন্তে বহু শাস্ত্ৰ জ্ঞান আছো পাই
কোনে বোলে শঙ্কৰদেৱ তীৰ্থ নমানই।

ৰজা বুলিলেক তীৰ্থে যোৱা পুনৰ বাৰ
ভালমতে তীৰ্থ দৰ্শন কৰাহি এবাৰ।
গুৰু বোলে সঙ্গী ভকত বহুত আছয়
সব লোকে নানা ঠাই চাবলৈ খোজয়।
বয়স হইলা বেচি গল বহু দিন
আয়ুস গৈলা টুটি তনু ভৈলা ক্ষীণ।
শক্তি নকুলায় আৰু শ্ৰম কৰিবাৰ
বোজা লই ফুৰা চকা শক্তি নাই আৰ।
বিপ্ৰগণে শুনি কথা গল জয় পৰি
ইজনে সিজনে চায় মুখা মুখি কৰি।
❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖
কলচি নাৰায়ণ এক দৰিদ্ৰ ব্ৰাহ্মণ
ৰজাৰ পৰম ভক্ত জানা সিটোজন।
এক দিনা ভিক্ষা হেতু গৈলা ৰাজদ্বাৰে
অমাত্যক জনাইল নাম বুলিবাৰে।
জনাই অমাত্য গৈয়া ৰজাৰ সম্মুখক
কলচি আহিছে বুলি ৰজাৰ কাষক।
ভাবিলা নৃপতি তেলৰ কলচি লইয়া
ৰাজ যোগনীয়া আহি পাইল এতিয়া।
ৰজা বোলে ভৰালত বান্ধিয়া ৰাখিও
ভালমতে তাৰ তুমি ব্যৱস্থা কৰিও।
সাত দিন ধৰি তাত বান্ধিয়া ৰাখিলা
মৰা যেন হই মুখৰ মাতক হৰিলা।
পুনৰ বাৰ ভড়ালীয়ে ৰজাক জনাই
কলচিৰ অবস্থা বেয়া মাত-বোল নাই।
ৰজা বোলে কোন কলচী কিবা জগৰ লাগে
কি কাৰণে ভড়াল ঘৰে বান্ধি থৈচ তাকে।

অমাত্য আহিয়া বোলে আমি জনাইলু
আপোনাৰ আদেশত বান্ধিয়া ৰাখিলু।
ৰজা বোলে ভাবি ললো কলচি তেলৰ
যতনে ৰাখিব লাগি কলো বান্ধিবৰ।
শীঘ্ৰে আনা ব্ৰাহ্মণক দুইজনে ডাঙি
তেলৰ সাজ যদি আছে নেপেলাবা ভাঙি।
ব্ৰাহ্মণক আনিলা পাছে সভা বিদ্যমানে
ক্ষমাক চাহিলা ৰাজা পৰিষদ মানে।
আপুনি ৰজাই ক্ষমা মাগে হাত জুৰি
নাপিতৰ কাষক পঠাইলা যত্ন কৰি।
ডাঢ়ি খুৰাই গাৱ মাজি চুলিক কাটিলা
তেল টেঙা ঘহি ধুৱাই গাৱক সেকিলা।
তাৰ পাছে অনেক দিন ৰাজ অন্নে পুহি
বস্ত্ৰ ধন দিয়া পাছে ঘৰে পঠাইলেহি।
সাদৰি বিপ্ৰক পাছে বুলিলা বচন
ভুৱা ধৰ্ম কথাক নকৰা কদাচন।
ধৰ্ম দোষী হলে বিপ্ৰ নিজৰ কষ্ট হয়
যেনে প্ৰকাৰেই হওক শাস্তিক ভুঞ্জয়।
কিবা ধৰ্ম দ্ৰোহ তুমি কৰিছিলা বুজি
সেইবাবে শাস্তি পালা নামৰ ভুল বুজি।
শিলাৰ বিপ্ৰগণে আহি খল লগাইল
যাৰ বাবে দুইজন ভকতে শাস্তি পাইল
সত্যক লুকাই অসত্যক প্ৰচাৰই
ধৰ্মৰ বিচাৰে শাস্তি নিজেই ভুঞ্জই।
মহা মহা পুৰুষৰো ভুঞ্জিলেহে ক্ষয়
আৰদ্ধ, পাৰদ্ধ পাপ অনাৰদ্ধ ছয়।

ৰজাৰ মঙ্গল চিন্তি সব প্ৰজাগণ
হৰি হৰি বোলা সবে স্থিৰ কৰি মন।
❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖❖
আহিল পণ্ডিত এক পশ্চিম দিশৰ পৰা
ওঠৰ কুৰি ছাত্ৰ সহ লগত পালি ধৰা।
ৰাজচৰা পাই হৰিধ্বনি কৰি ষৰ
অনুগ্ৰহ পাব বুলি সুধিলে ৰজাৰ।
ৰজা বোলে কবি চন্দ্ৰ পণ্ডিত সুজন
মানি ললো তুমি মহা পণ্ডিত এজন।
কোৱা বাৰু কিবা হেতু আহিছা ই ঠাই
তব সম পণ্ডিত লোক জগততে নাই।
পণ্ডিত বোলে আমি শাস্ত্ৰ আলোচিতে চাই
মোৰ সঙ্গে তৰ্ক কৰা লোক পোৱা নাই।
ৰজা বোলে অভ্যাগত পণ্ডিত সুজন
বিপ্ৰ গুৰু ব্ৰাহ্মণৰ নাই প্ৰয়োজন।
শঙ্কৰ নামেতে মোৰ লঙ্কৰ এজন
তেওঁৰ সঙ্গে কৰ আগে তৰ্ক যুদ্ধখন।
যদ্যপি পণ্ডিত আমি আনিবো প্ৰসঙ্গে
তৰ্কত প্ৰবৃত্ত হোৱা শঙ্কৰৰ সঙ্গে।
পণ্ডিত বোলে চাও আমি শঙ্কৰ কোনজন।
তেওঁক জানিবাক লাগি মোৰ প্ৰয়োজন।
এই বুলি বিপ্ৰবৰ অমাত্যে পুছিলা
শঙ্কৰ কোথায় থাকে তাহাক সুধিলা।
অমাত্য বুলিলা শঙ্কৰ থাকে ফুলবাৰী
প্ৰতিদিন অপৰাহ্ন আহে ৰাজপুৰী।
যত ইচ্ছা ততে লগ পাইবাক পাৰি
সবাকে মাতয় তেওঁ অল্প হাস্য কৰি।

এই ভাবি বিপ্ৰগণ ফুলবাৰী গৈলা
শঙ্কৰক দেখিয়া লইব মনতে ভাবিলা।
ফুলবাৰী হন্তে দেখা বাট বহুদূৰ
কি কাৰণে থাকে দূৰে এৰি অন্তেষপুৰ।
ভকত যোগী সন্ন্যাসী থাকে আশ্ৰমত
অন্তেষপুৰ বিষময় দেখয় সতত।
শ্ৰীগুৰু চৰিত কথা শুনা সাৱধানে
হৰি হৰি নাম স্মৰি থাকা ঘনে ঘনে।

>>>>■<<<<

## *শিক্ষাৰ প্ৰতি নৰনাৰায়ণ ৰজাৰ আগ্ৰহ প্ৰকাশ আৰু পণ্ডিত সকলৰ চিন্তা*

### *পদ*

চক্ৰপাণি বোলে হেৰা গুৰু ভক্তগণ
কোচ ৰজাৰ উদাৰতা কৰিও শ্ৰৱণ।
প্ৰৱল প্ৰতাপী ৰজা মহা বলশালী
মৰমতে পালে প্ৰজা নাই খলখিয়ালি।
শিক্ষাৰ প্ৰসাৰ বঢ়াইবাক লাগি ৰজা
টোলক পাতিবে লাগে বুলিলেক প্ৰজা।
চাকৰি বেপাৰি পিয়ন আদিত যত লোক
টোলত গইয়া সবে সংস্কৃত শিকিয়োক।
নাম চহী পঢ়া কৰ্ম সবে কৰা জানি
গুৰুৰ শ্ৰমক জানি দিব জল পানি।
এতেকতে মোৰ ৰাজ্যে সবে শিক্ষা লোৱা
লিখিব পঢ়িব নৰো* কোনেও নোকোৱা।
ৰজাৰ আদেশ পাইলা যত প্ৰজাগণ
আপত্তি তুলিল তাতে কতনা ব্ৰাহ্মণ।
শূদ্ৰে বৈশ্যে সংস্কৃত পঢ়িবে নাপায়
বেদ শাস্ত্ৰ বিৰোধ কেনে কৰ মহাশয়।
ৰজা বোলে আমি কোচ সংস্কৃত জানো
বেদ শাস্ত্ৰ সবাকেই আমি দোখো মানো।
বিদ্বান হইলে লোকৰ বৃদ্ধি পাব জ্ঞান
ৰজা প্ৰজা সকলোৰে বাঢ়িব সম্মান।
সেইবাবে কোচ ৰাজ্য সব প্ৰজাগণ
টোল পাতি লৈলা সবে দেৱ ভাষা জ্ঞান।
কবি চন্দ্ৰ দেখিলেক কোচ ৰাজ্য পোৰে
সব লোকে সংস্কৃত বুলিবাক পাৰে।
বহু লোকে কথা বাৰ্ত্তা সংস্কৃততে কয়
সংস্কৃত নুবুজা মানুহ ই ৰাজ্যত নোলায়।
প্ৰায় ভাগ লোকৰেই আছে শাস্ত্ৰ জ্ঞান
ৰজা প্ৰজা এই ৰাজ্যত সবেই মহান।

*নৰো - নোৱাৰো*

বেহাৰ নগৰী দেখে মনোৰম অতি
অভাৱ অনাটন নাই ইয়াত সম্প্ৰতি।
প্ৰজা ৰাজ কৰ্মচাৰী সুন্দৰ মিল-প্ৰীতি
খোজ কাঢ়ি কাঢ়ি যায় বিপ্ৰৰ সংহতি।
সব বিপ্ৰগণে চতুৰ্দ্দিকে ঘুৰি চায়
এনুবা সুন্দৰ ঠাই দেখানো নাযায়।

ৰজাৰ আদৰ পাই যত প্ৰজাগণ
মনে প্ৰানে ৰাজ্যৰ কৰে মঙ্গল সাধন।
এইদৰে বিপ্ৰগণে ফুলবাৰী যাই
খোজ কাঢ়ি গৈয়া আছে শঙ্কৰক চাবলৈ।
শ্ৰীগুৰু চৰিত্ৰ কথা শুনা সাৱধানে
হৰি হৰি বুলিয়া ডাকিও ঘনে ঘনে।



## *কবিচন্দ্ৰ আৰু অন্য পণ্ডিতসকলৰ লগত শ্ৰীশঙ্কৰদেৱৰ পৰিচয় তৰ্ক আৰু পণ্ডিতসকলৰ পলায়ন*

### *ছবি*

মুৰৰ চুলি খুৰাই লই চকুৰে টিনকি ৰই
লম্ব ফোট নাকত লবয়
কাঢ় আগ যেন ফোট নাকত ৰাখয় গোট
কপালত তিনি ৰেখা লয়।
বাহুত চন্দন ৰেখা বুকুত তিলক অকা
দেখি সবে বিষ্ময় মানয়
কবিচন্দ্ৰ মহাৰঙ্গে ওঠৰ কুৰি শিষ্য সঙ্গে
শঙ্কৰৰ পাশে চলি যায়।
দেখি সব বিপ্ৰগণে আচৰিত ভাবে মনে
সামান্য নোহয় এই সব
তাৰা সঙ্গে বাদ কৰি নাপাইব আতি গুৰি
তৰ্কত হইব পৰাভৱ।

বঙালী পণ্ডিতগণে অতি হৰষিত মনে
বিচাৰি আহিলা শঙ্কৰক
চিলাৰাই ভবন পাই পুচিলন্ত পুনৰাই
দেখাই দিয়া কৈত সিটো লোক।
চৰাৰ বাৰান্দাত বহি ভাগৱত শাস্ত্ৰ লিখি
শঙ্কৰেও আছিল ব্যস্ত হই
সামান্য মানুহ ভাবি বঙালী পণ্ডিতগণে
গুৰুজনক পুছিলা দুনাই।
শঙ্কৰ কত আছে ৰই আমাক দেখাওক ভাই
শাস্ত্ৰ আলোচিবে চাও আমি
শাস্ত্ৰত বিতর্ক কৰি মহা পণ্ডিত জনে হাৰী
আঁমাক বুলিলা ৰাজ্য স্বামী।
তুমি কোন জন হোৱা আমাক ভাণ্ডি পাতি কোৱা
পৰিচয় আমাৰ লগত
শঙ্কৰক লগ ধৰি দিয়াহে আমাক হেৰি
কত বলী শাস্ত্ৰৰ বলত।
শঙ্কৰ বুলিলা বাণী পণ্ডিতৰ ভাৱ জানি
নহও আমি লস্কৰ শঙ্কৰ
তাহাৰ কিঙ্কৰ আমি বৃদ্ধ বয়সক জানি
ইটো কৰ্ম সপিল আমাৰ।
ভাগৱত শাস্ত্ৰখনি লিখিব ধৰিছো আমি
শঙ্কৰে লিখিব শাস্ত্ৰচয়
তাহাক সহায় কৰি দিও আমি যত পাৰি
হাতে কামে যিখিনি লাগয়।

শঙ্কৰে বুলিল আৰু যিটো লাগে কোৱা বাৰু
আমি দিহা লগাইবাক চাওঁ
পণ্ডিত বিপ্ৰগণে বোলে শূদ্ৰে ভাগৱত লিখে
তাঙ্ক কেন মতে মানি লওঁ।
শূদ্ৰে নাপায় লিখিবাক গীতা ভাগৱত পদ
ইটো কৰ্ম বৰই গৰ্হিত
শঙ্কৰে বুলিলা আৰু কিয়নো নেপাই বাৰু
দ্বিজ বধুৰ ই কৰ্ম ৰহিত।
দ্বিজ বধু বোলে কাক শঙ্কৰত বোলে বাক
হাঁহি বোলে শ্ৰীমন্তশঙ্কৰ
আমি ভাঙি কব কিয় গুৰুতজানিয়া লৈও
হাৰ মানি পাইব উত্তৰ।
দ্বিজ সবে পঢ়ে যদি হোৱে তাৰ মন সিদ্ধি
ইটো মহা ভাগৱত চই,
ক্ষত্ৰিয়ৰ ৰাজ্য লাভ শূদ্ৰে পায় নিধি লাভ
চাৰিও জাতিৰে বাধা নাই।
পণ্ডিত সবক চাই সোধে পাছে শঙ্কৰ ৰাই
কৰ পৰা আহিছা ই ঠাই
কত দিন বুলি বাট উপনীত ভৈলা ঐত
বাটত থাকিলা কোন ঠাই।
পণ্ডিতগণে বোলে শুনি নদীয়াৰ পৰা আমি
খোজ কাঢ়ি আহিলো ই ঠাই
শাস্ত্ৰজ্ঞ বিচাৰি আমি শাস্ত্ৰত ফুৰিছো জিনি
পণ্ডিতৰ সঙ্গে বাদ কই।

শঙ্কৰে বুলিলা হাঁহি                    কত কত ৰৈলা ৰাতি
কাৰ চাউল কৰিলা গ্ৰহণ
কবিচন্দ্ৰ বোলে আৰ                    যতে থাকো ততে খাও
পণ্ডিতৰ নাহিকে মৰণ।
তিনিদিন শূদ্ৰ অন্নে                    টিকিলে ব্ৰাহ্মণগণে
জাত-কূল সব নষ্ট হয়
তিনি মাহ শূদ্ৰ অন্ন                    ভুঞ্জিলাহা বিপ্ৰগণ
তোম্ৰা সবক ভ্ৰষ্টাচাৰী কয়।
প্ৰভাত গুচিল এবে                    দুই পৰ বেলি ভৈলা
স্নান তৰ্পন কৰিলা নিশ্চয়
বিপ্ৰগণে বুলিলন্ত                    কৰা নাই তৰ্পন স্নান
আত পৰে কৰিব নিশ্চই।
গুৰু বোলে বিপ্ৰগণ                    কাক স্নান হব এখন
ব্ৰাহ্মণৰ ইটো নীতি নই
প্ৰভাতে অমৃত জল                    চাৰি দণ্ডে দুগ্ধ জল
ডেৰ পৰে শুদ্ধ জল নাই
অশুদ্ধ জলত স্নান                    জানি কৰা কি কাৰণ
ইটো স্নানে অধোগতি যাই।
তাৰ পাছে কৰে স্নান                    ইটো শোণিতৰ মান
কাক স্নান কৰে ইটো জলে
ব্ৰাহ্মণৰ প্ৰাতঃ স্নান                    গায়ত্ৰী আহ্নিক পান
মধ্যাহ্নত (স্নানত) যাইব ৰসাতলে।

দ্বিজ বধু কথা শুনি　　　　সব ৱিপ্র মনে গুণি
বাগৰাই চায় শাস্ত্র যত
নাপাইলা তাহাৰ তত্ব　　　　সাৰা নিশা পঢ়িলন্ত
দ্বিজ বধু কোন শাস্ত্র মত।
পুৰাণ ভাগৱত গীতা　　　　আৰু যত সংহিতা
কাব্য দৰ্শন আৰু জ্যোতিষ
একে একে পঢ়ি চাই　　　　তাৰ কিছু তত্ত্ব নাই
সব শাস্ত্র চাই কৰে শেষ।
অধ্যাপক বোলে ভাই　　　　ইয়াত থাকি লাভ নাই
শঙ্কৰে কৰিব লঘু সৱ
ৰাত্ৰি মধ্যে শাস্ত্র লই　　　　সব বিপ্র পলাই যাই
বেহাৰ নগৰে নাই কেৱ।
চাউল সিধা হাতে লই　　　　ভৰালী পাইলা গই
দেখে অতিথিৰ শূণ্য ঘৰ
ৰজাত জনাইল আহি　　　　কয় সিটো হাঁহি হাঁহি
অতিথি পলাই দিলে লৰ।
ৰজা শুনি হাসিলন্ত　　　　মনে বুজি ধৰিলন্ত
গুৰু পাশে তাৰা গইছিলে
এক দুই কথা শুনি　　　　পৰাজয় মনে গুণি
ৰাত্ৰি ভাগে পলাই চলিলে।
আবেলিত গুৰুজন　　　　আহিলন্ত ৰঙ্গ মন
কমলিত বহিয়া পৰিল
ৰজাক প্ৰণাম কৰি　　　　শাস্ত্র হাতে লৈল তুলি
প্ৰজা সবে প্ৰণাম কৰিল।

ৰজা চাই বোলে হাসি        সিটো বিপ্ৰ পাইল আহি
সঙ্গে আছে শিষ্য কত জন
শাস্ত্ৰৰ তৰ্ক বাদ কৰি        জিনিবন্ত বসুন্ধৰী
মোৰ আগে উপনীত হন।
তব কাষে পঠাইলু        ৰাত্ৰি আছে বাৰ্ত্তা পাইলু
প্ৰভাতে দেখিল শূণ্য ঘৰ
নিশ্চয় জানিলু মই        গুৰুজনৰ কাষে গই
শাস্ত্ৰত ঘাটি লাজ পাইল বৰ।
গুৰুজন বোলে হাঁহি        পাচজন গৈলা তাত
দুই চাৰি কথা মাত্ৰ হলো
কি কাৰণে গুচি গৈলা        কিবা হেতু ভয় পাইলা
আমি কিন্তু একো নজানিলো।
যত ছিল অমাত্যগণ        সবাৰে হাস্য বদন
সবে হাঁহে শঙ্কৰক চাই
হেন গুৰু নাম স্মৰি        সবে বোলা হৰি হৰি
শঙ্কৰত বিনে গুৰু নাই।



## মল্লযোদ্ধা সকলৰ আগমন আৰু পলায়ণ

### পদ

ভকতসকলক বোলে আতৈ চক্ৰপাণি
কেন মতে খেদাইলা মল্ল যোদ্ধা জিনি।
ৰাজদূতে বোলে আহি শুনহে ৰাজন
যুজিবাক আহি আছে মল্ল চাৰিজন।
বৰ বৰ দৈত্যকায় দেহ থুলন্তৰ
দেখিলে আতঙ্ক হয় যত নাৰী নৰ।
আঠিয়া কলৰ ডাল সম যে শৰীৰ
খোজত বহয় মাটি প্ৰত্যেক জনৰ।

চুটি কৰি কটা কেশ গোফ নাক তলে
ৰক্ত বৰ্ণ চকু জুৰি অগ্নি হেন জ্বলে।
মিঠা বৰণৰ গাৱ আঙুলি সুঠাম
ৰজা ভাবিলেক নাই ইহতৰ সম।
মল্লগণে দম্ভ কৰি বোলে ৰজা আগে
আমাৰ সমে ৰজাৰ মল্ল যুজিবাক লাগে।
শুনি আছো আমি ৰজা মহা মল্ল বীৰ
তব আগে কোনো মল্ল ৰব নোৰে স্থিৰ।
নিজে যুজি ৰাজা মল্ল পৰিচয় দিয়া
নতু যুজিবাক দিয়া বিচাৰি আনিয়া।
মল্ল যুজে নপাৰিলে দিয়া ধন সোণ
যদি দিবে নপাৰহ দিয়া কন্যা ধন।
তাকো যদি নপাৰহ অভিমান ভয়
তেবে ৰজা ৰাজ্য ধন দিবাক লাগয়।
ৰাজসভা মধ্যে আছে যত প্ৰজাগণ
সবে চকু থিৰ কৰে ভয়াৰ্ত্ত বদন।
ৰজা বোলে যুৱা কালে মল্ল যোদ্ধাছিলু
কত কত মল্ল বীৰ যুজে হাৰাইলু।
বৃদ্ধ বয়সত যুদ্ধৰ বাবে শক্তি নাই
আন কোনো মল্ল ৰাজ্যে দেখিতে নপাই।
যদিও নাহিকে মল্ল আছে গুৰুজন
তাহাত উপায় সোধা মোৰ প্ৰয়োজন।
ভাবি গুণি ৰজা পাছে মল্লক বুলিলা
জিৰণি লইয়া থাকা পাছে হব খেলা।
ঘোঁৰাৰ বাহনে ৰজা সন্ধিয়া পৰত
গমন কৰিলা ৰজা চিলাৰাই গৃহত।

ৰজাক দেখি চিলাৰাই বিস্ময় মানিল
কিবা হেতু দাদা আহি ইয়াত পৌশিল।
ৰজা বোলে ভয়ঙ্কৰ বিপদ হইল
চাৰি গোটা ভীম কায় মল্ল আহি পাইল।
মাল যুজ দিব লাগে নতু লাগে ধন
নোৱাৰিলে আঠ গোটা নিব কন্যা ধন।
তাকো যদি নোৱাৰোহো ৰাজ্যৰ অৰ্দ্ধেক
দাবী কৰি ৰই আছে মল্ল বীৰ প্ৰত্যেক।
চিলাৰাই মহাবীৰ মহা ধনুৰ্দ্ধৰ
মাল যুজ নজানয় ক্ষীণ কলেবৰ।
মহাৰাজে নমি বোলে গুৰুৰ সমীপে
ৰক্ষাৰ উপাই দিয়া গুৰুদেৱ মোকে।
অধো মুখে গুৰুজন ক্ষণেক ৰহিলা
ঈশৎ হাসিয়া পাছে ৰজাক বুলিলা।
মোৰ এক উপাই পাব ধৰিও ৰাজন
সিধা বুলি দিয়া গই কিছু উখ ধান।
খৰি বুলি দিবা এক শাল গছৰ ডাল
লাউ আৰ কোমোৰা দিবা কৰি দুই ফাল।
যদি সিহঁত কেচা লাউ খাব নোৱাৰিব
শুকান খেচাৰি দিবা দালি কৰি খাব।
ৰজা আহি ভৰালীক পৰামৰ্শ দিলা
মাল যোদ্ধাসকলক দেখিয়া বুলিলা।
দুই পাচি উখা ধান মালৰ আগে দিলা
শুকান ডাল গছ গোটা কাষতে ৰাখিলা।
বাৰ গোটা বৰ লাউ কাষে নিয়া থই
এক বস্তা গোটা কলাই সঙ্গেতে ৰাখই।

মাল যোদ্ধা বোলে ইসব আনা কি কাৰণ
ভৰালী বুলিলা সিধা খাবৰ কাৰণ।
চাৰিজন মাল যোদ্ধাৰ বাবে প্ৰয়োজন
হিচাব কৰিয়া সিধা ধৰিছো যোগান।
মাল যোদ্ধাগণে বোলে কামৰূপী লোক
ভাত নাখাই ধান খায় কিনো ব্যতিৰেক।
ভৰালী বুলিলা আমাৰ ৰজাৰ মল্লগণ
ধান পিহি দুই হাতে বাজ কৰে অন্ন।
কোনো দিনা চাউল খায় কোনো দিনা ভাত
সিজাব কাৰণে নিদিও আমি তাত।
মাটিত আচাৰি গছ খৰি বাজ কৰে
কুঠাৰ নালাগে তেওঁক খৰি ফালিবাৰে।
কেচাই কেচাই চোবাই মিহি কৰি খাই
কোমোৰা লাউ অমিতাক যিবা হাতে পাই।
মাল যোদ্ধাগণে শুনি ভয় পাইল বৰ
আমাৰ কাৰণে সিধা আনহ সত্বৰ।
চাউল, দালি, লাউ, কোমোৰা আৰু জুই পানী
আমাৰ কাৰণে তুমি শীঘ্ৰে দেহ আনি।
এই বুলি ভৰালীক মল্লই বুলিলা
ভৰালীয়ে সিধা নিয়া মল্লক যোগাইলা।
ৰাতি ভাত-পানী খাই মল্ল যোদ্ধাগণ
শেষ ৰাতি প্ৰাণ ভয়ে কৰে পলায়ণ।
পিছ দিনা দেখিলন্ত মল্ল ঘৰে নাই
বুজিলেক প্ৰাণ ভয়ে গৈলেক পলাই।

শঙ্কৰদেৱ আহি যেবে ৰাজ চৰা পাইল
ধন্য ধন্য বুলি শঙ্কৰক প্ৰশংসিল।
বালি শত চপৰাই হাঁহে খলাখলি
বুদ্ধিৰ সাগৰ গুৰু মল্লক খেদি দিলি।
ৰাজ্য আৰু ৰজাৰ সন্মান বাঢ়িলা বহুত
বুদ্ধিৰ সাগৰ গুৰু কিনো অদ্‌ভূত।
পাচ টকা ৰূপ আৰু বস্ত্ৰ এক জুৰি
আগে থৈয়া শৰাইত নমিলা হাত জুৰি।
মহান পুৰুষ তুমি ঈশ অৱতাৰ
তব সম পুৰুষ মই নেদেখোহো আৰ।
দণ্ডাৱতে পাৰি পুনু কৰিলা প্ৰণাম
ধন্য ধন্য গুৰু তুমি দেৱতাৰ সম।
তান্ত্ৰিক বিপ্ৰগণৰ কথাত ভোল যাই
বহুত কষ্ট দিলো গুৰু ক্ষমিবা সদাই।
নধৰিবা দোষ মোৰ অথবা ৰাজ্যৰ
আপোনাৰ ৰোষে বহু নষ্ট হব মোৰ।
গুৰু বোলে তব দোষ ক্ষমিলোহো মই
উঠা উঠা মহাৰাজ কিছু দোষ নাই।
দুষ্টক দমন কৰা কৰ্ত্তব্য ৰজাৰ
দোষগুণ বিচাৰিয়া দণ্ড দিবা আৰ।
এই বুলি হাত তুলি মাথাত ধৰিলা
গুৰু পদ ধূলি লই ৰজা চলি গৈলা।
শ্ৰীগুৰুৰ লীলা কথা অমৃত সমান
হৰি হৰি বোলা সবে চিন্তা এৰি আন।



## হাতীৰ উপদ্ৰৱৰ পৰা খেতি ৰক্ষাৰ বাবে হস্তী খেদা সমৰ
## শ্ৰীগুৰুৰ ওচৰত ৰজাৰ ক্ষমা ভিক্ষা

### পদ

চক্ৰপাণি বোলে পাছে শুনা ভক্তগণ
এবে শুনা কি কৰিলে নৰনাৰায়ণ।
বনৰীয়া হাতী দলে প্ৰজাৰ ধান খায়
খেদিবাক নপাৰয় নানান উপায়।
এক দিন ৰজা বোলে ওহে গুৰুজন
হাতীৰ উপদ্ৰবে ভৈলা প্ৰজাৰ মৰণ।
হাতীৰ উতপাতে ভৈলা প্ৰজাৰ প্ৰলয়
খেদিবে নোৱাৰি হাতী কি কৰো উপায়।
এক শত হাতী মিলি এক সঙ্গ হই
একোখনি গাঁওৰ ধান শেষ কৰি খাই।
ৰজাৰ প্ৰহৰীগণ এক সঙ্গ হই
খেদিবে নপাৰে হাতী পলাই প্ৰাণ লই।
অৱশেষে ৰজা আহি গুৰুক জনাইলা
কি কৰিব পাৰি গুৰু উপায় সুধিলা।
শঙ্কৰ বুলিলা পাছে লাহে লাহে কই
তিনি শত মান লোক আহক ওলাই।
হাতে হাতে লব এক এক জুই জোৰ
সন্ধিয়া সময়ে আৰম্ভিবে খেদিবৰ।
এনেদৰে তিনি শত লোকে জোৰ লই
ৰাইজৰ খেতিৰ হাতী খেদিবেক গই।
ৰাইজে বুলিজে পাছে জুইৰ সহায়ত
খেদিব পাৰিব হাতী কৰি বুদ্ধি যত।
এনেদৰে হাতীৰ পৰা ৰাইজ ৰক্ষা পাই
খেতিয়ক বহু লোক শঙ্কৰৰ কাষে যাই।
গুৰু মানি সব লোকে লৈলেক শৰণ
শঙ্কৰ শঙ্কৰ নাম কৰে উচ্চাৰণ।
দহ জোৰা বৰ তাল বায় দশ জন
জোঙা বাহ লইলেক বলী কুৰি জন।
যেতিয়া হাতীৰ পালৰ সন্মুখে পৰিল
অতি জোৰে বৰ তাল কেই জোৰ বজাইল।
জুইৰ পোহৰ আৰু বৰ তাল শৱদ
কাণ ঠিয় কৰি চায় মাইকী হাতী সৱ।
চাৰি গোট দঁতাল হাতী আগে খেদি যাই
জোঙা বাহ দিয়া বলি কেজনে খোচয়।
আটাহ পাৰিয়া দঁতাল লৰি পলাইলা
উধাতু খাইয়া সব জাক দৌৰি গৈলা।
এইদৰে হাতী পাল দৌৰিয়া পলাই
তাৰ পাছে কোনো দিনে হাতী অহা নাই।
*শঙ্কৰৰ বুদ্ধি দেখি সবে প্ৰশংসিলা*
*খেতিয়ক যত মানে শৰণ পশিলা।*

*শ্ৰীগুৰুৰ মহিমাৰ কথাক সুৱৰি*
*সব লোকে নিৰন্তৰে বোলা হৰি হৰি।*



# গুৰুৰ ওচৰত বিপ্ৰসকলৰ ক্ষমা ভিক্ষা

## পদ

সেইদিনা ৰাজবাৰী গুৰু চলি যাই
মনে চিন্তি ৰজাৰ পৰা মাগিব বিদাই।
পদুলিত ৰৈয়া আছে বিপ্ৰ কতজন
গুৰুক দেখিয়া সবে নমিল তেখন।
প্ৰতি নমস্কাৰ কৰি গুৰুই বুলিলা
পথ মধ্যে বিপ্ৰগণ কিয় লগ লৈলা।
বিপ্ৰগণে হাত জুৰি নমস্কাৰ কৰি
বুলিলেক মনৰ কথা অতিকে সাৰ্দৰি।
উত্তৰী ছুইয়া আমি কৰো নিবেদন
আমাৰ অন্ন মুঠি দেৱ নকৰ ভিকাচন।
লৰা, বুঢ়া আৰু ডেকা বিপ্ৰ যত ছিল
সবে বোলে ৰজাৰ পৰা মৰণ মিলিল।
বাদত জিনিবে লাগি কত চেষ্টা কৰি
প্ৰতিদিনে প্ৰতি বাৰে যাও আমি হাৰি।
আপোনাৰ সঙ্গে বাদ কৰো অকাৰণ
জিনিবে নপাৰি আমাৰ মিলিল মৰণ।
কোনো দিনে আমি আৰু নকৰিব বাদ
ক্ষমা কৰা বিপ্ৰ সবৰ শত অপৰাধ।

সবিনয়ে শঙ্কৰদেৱ বুলিলা বচন
কদাপি নহব বিপ্ৰৰ লঘোণে মৰণ।
আপোনাৰ বিৰুদ্ধেও নকৰও কদাপি
আমাৰ বিদ্বেষ আৰু নকৰা অদ্যাপি।
ব্যভিচাৰ মত যত সব পৰিহৰা
বিষ্ণুক পূজিয়া নিজ ব্যৱসায় কৰা।
তপ, জপ, যজ্ঞ কৰিবেক যিটোজন
নবাধিব আমি তাক যাচি অকাৰণ।
শাস্ত্ৰক চৰ্চ্চিয়া তোৰা গণ বাচিয়োক
গীতা-ভাগৱত মানি ধৰ্মক চৰ্চ্চিয়োক।
বেদৰ বিহিত কৰ্ম যদ্যাপি নলাগে
হৰি নাম মহা ধৰ্ম জানা মহা ভাগে।
যিটো কৰ্ম হৰিৰ নামক আশ্ৰয়
তাতেসে মিলিব তোৰা নিজ ব্যৱসায়।
এই বুলি গুৰুজন বিপ্ৰক সম্বোধি
বিদায় লৈলেক গুৰু সিদিন অবোধি।
শঙ্কৰৰ লীলা কথা অমৃত লহৰি
মনে প্ৰাণে শুনি সবে বোলা হৰি হৰি।

>>>■<<<

# গুৰুৰ ওচৰত ৰজাৰ ক্ষমা ভিক্ষা আৰু শঙ্কৰদেৱৰ বিদায় গ্ৰহণ আৰু বৃন্দাবনী বস্ত্ৰ বুবলৈ অনুৰোধ

## পদ

তাৰ পাছে আৰু কথা বোলে চক্ৰপাণি
দুবছৰ থাকিল গুৰু বেহাৰ ৰাজধানী।
চিলাৰাইৰ বাসগৃহে অৱস্থান কৰি
নিজ মত প্ৰচাৰিল সব ৰাজ্য জুৰি।
এক দিনা মহাৰাজ চিলাৰাই গৃহত
শুনিলেক এক গীত বোৱাৰী মুখত।
বিচাৰ কৰিয়া ৰজা তখন জানিলা
শঙ্কৰদেৱৰ ওচৰত বহুতো শিকিলা।
ৰজা বোলে বৃন্দাবন নামটো শুনিলো
দেখা নাই বৃন্দাবন গীতত জানিলো।
ভুবনেশ্বৰী দেৱী বোলে দাদা নৰৰায়
কাপোৰত ফুল বাচি বৃন্দাবন দেখায়।
অসমৰ নাৰী নৰ কাপোৰৰ মাঝে
সপোনপুৰী ৰচি তোলে কাপোৰক সাজে।
ৰজা বোলে সঁচা যদি আছে বৃন্দাবন
গুৰুৱে দেখাব পাৰে তীৰ্থ সেইখন।
কাপোৰে বাচিয়া তুলি আমাকো দেখাই
পুৰস্কাৰ দিব আমি কৰ্ম ৰাজী চাই।
তাৰ পাছে জেঠাদেউক কথাটো জনাই
ভালমতে সুধিলেক ভুবনেশ্বৰী আই।
গুৰু বোলে কাম টান তথাপি পাৰিব
ৰজাৰ মনক পুৰি বস্ত্ৰখন দিব।
ছয় কুৰি হাত দীৰ্ঘ এই বস্ত্ৰখনি
তৈয়াৰ কৰিতে লাগে বহুত যতনি।
তাতশাল খুটা আৰু শালৰ যতন
সুকীয়া কৰিব লাগে সবাই নতুন।
তাতিকুচি নামে ঠাই আছেএকখনি
তাহাৰ সঙ্গতে বস্ত্ৰ কৰিব বুননি।
আবেলি পৰত যেবে চৰাত গইলা
সব কথা মহাৰাজ গুৰুত পুছিলা।
ৰজা বোলে দিব পাৰে যদি গুৰুজন
কাপোৰত তুলি লই তীৰ্থ বৃন্দাবন।
আপোনাৰ ওচৰত মোৰ প্ৰজা যত
গুৰু মানি শৰণ লব তব চৰণত।
শঙ্কৰ বোলে আমি দিব তব মনপুৰি
দীৰ্ঘ হব সেই বস্ত্ৰ হাত ছয় কুৰি।
সমস্ত ক্ষেত্ৰক দেখিব তাতে তুলি
কহিলেক ৰজাক গুৰু বস্ত্ৰ বুব বুলি।
ৰজা বোলে ছমাহত দিবা বস্ত্ৰখনি
তৈয়াৰ কৰাৰ দায়িত্ব লইবা আপুনি।
বেদৰ বস্ত্ৰ তৈয়াৰ কৰাৰ দায়িত্ব লইল
ৰজাৰ লগত গুৰু কথা দিয়া ৰইল।
ৰূপ পঞ্চ গোট আৰু বস্ত্ৰ তিনি জুৰি
মহাৰাজে আনি দিয়া সেৱে আঠুকাঢ়ি।

ক্ষমিয়োক গুৰু মোক কপটক এৰি
শিৰ অৱনত কৰে দুই হাত জুৰি।
মই মহা মুৰ্খ সম কৰিলো অকাজ
মুৰ্খ বিপ্ৰগণে মোৰ লগাইল বিপাক।
পৰম পুৰুষ তুমি গুৰু অৱতাৰ
আপোনাক নিচিনি কৰিলো অত্যাচাৰ।
দুষ্ট বিপ্ৰগণে মোক লগাইলা খল
পৰিচয় নোপোৱা বাবে পালে তাৰা ছল।
এহি পাপে নৰকত পৰিবোহো আমি
ৰক্ষা কৰা তুমি গুৰু জগতৰ স্বামী।
তযু পাৱে ধৰি গুৰু পশিলো শৰণ
মোৰ প্ৰতি কপট এৰিবা মহাজন্ত।
এই বুলি মহাৰাজে দণ্ডাৱতে পৰি
কৰিলা অনেক তুতি চৰণত ধৰি।
গুৰু বোলে দুষ্টক দণ্ড ৰজাৰ কৰম
নিয়ম মানি শাসন কৰা মানৱ ধৰম।
কিন্তু ভাল মন্দ কিংবা সত্য মিথ্যা জ্ঞান
সুক্ষ্ম ভাৱে ভাবি সদা বিচাৰিব জান।
দুষ্ট দমন শিষ্ট পালন অৱশ্যে কৰিব
তবে জানিবেক ৰজা আয়ুশ্ৰী বাঢ়িব।
আৰু এক কথা বলো শুনা নৰৰায়
যাৰ যিটো অঙ্গীকাৰ ৰাখিবে লাগয়।

আপোনাৰ অঙ্গীকাৰ হাড় ছাল লোৱা
প্ৰতিজ্ঞা যে ভঙ্গ হল তুমি কিবা কোৱা।
ৰজা বোলে মই কিবা কৰিবো উপায়
সত্য ভঙ্গ হল মোৰ কোনো লাজ নাই।
আপোনাৰ কাষে পৰাজয় ললো মানি
ক্ষমিবা সকলো দোষ আমি যে অজ্ঞানী।
গুৰু বোলে বস্ত্ৰই ছাল জানা মনুষ্যৰ
মনৰ সঙ্কল্প হল হাড় ই দেহৰ।
এতেকে দেহৰ বস্ত্ৰ দিলো এইখনি
এক হাত কাষ্ঠ দণ্ড দিলো হাত গণি।
প্ৰতিজ্ঞা হইল পুৰ মহাৰাজ ধিৰাজ
অন্য দেৱ-দেৱী পূজা নাই কিছু কাজ।
মাটি থলিত কাপোৰখনি ঢাক দিয়া
মাৰি দালে কোবাই দিয়া প্ৰতিজ্ঞা ৰাখিয়া।
মাৰি ডালে কোবাই কাপোৰৰ ডবা গুটি
প্ৰতিজ্ঞা ৰাখিলো বুলি দিবা ঢোল পিটি।
গুৰুৰ চৰণত শত প্ৰণাম কৰিয়া
বিদায় দিলন্ত গুৰুক চৰণে ধৰিয়া।
তাৰ পৰে চিলাৰাই ভুবনেশ্বৰী হন্তে
বিদায় লইলা গুৰু বাউসী যাইতে।
শঙ্কৰৰ লীলা কথা শুনা মন পাৰি
তাহাঙ্ক স্মৰিয়া সবে বোলা হৰি হৰি।



— পঞ্চম খণ্ড সমাপ্ত

# শ্ৰীগুৰু চৰিতামৃত

## ৬ষ্ঠ খণ্ড

## জগত গুৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ কামৰূপ আৰু বেহাৰত ধৰ্ম প্ৰচাৰ আৰু দ্বিতীয় বাৰ তীৰ্থ ভ্ৰমণৰ পৰা অন্তিম কাল পৰ্য্যন্ত লীলা কথা

*হৰি ভকতিৰ পাতিলন্ত হাট শঙ্কৰে জগত জুৰি*
*ৰাম নাম ধন বেকায়া জগতে চলয়ে বৈকুণ্ঠপুৰী।*

*শ্ৰীমাধৱদেৱৰ ফুলবাৰী যাত্ৰা আৰু গুৰু দৰ্শন, পাচত বাণ্ডুকা, বইতামাৰী আৰু ভেলা দোয়াৰ যাত্ৰা, বইতামাৰীত সত্ৰ স্থাপন*

*পদ*

জয় জয় কৃপাময় মহেশ্বৰ
যাৰ আজ্ঞা পালি চলে ব্ৰহ্মা বিষ্ণু হৰ।
পৰম পুৰুষ আদি নিৰঞ্জন দেৱ
কৰ যোৰে কৰি তুৱা পদে কৰো সেৱ।
কৌটী বাৰ প্ৰণামোহো তুৱা পদে পৰি
আমি অনাথক প্ৰভু ৰক্ষা কৰা হৰি।

ভু-ভাৰ ৰক্ষাৰ হেতু নানা অৱতাৰ
নানা ৰূপে নানা স্থানে নানা নামে আৰ।
ধৰি হৰিলাহা তুমি পৃথিৱীৰ ভাৰ
কলিত গুৰু অৱতাৰে উদ্ধাৰা ভুভাৰ।
শঙ্কৰ ৰূপতে পূৰ্ব ভাৰত ভুমিত
অৱতীৰ্ণ ভৈলা প্ৰভু ভুঞাৰ কুলত।

তাহাৰ পদত শত কোটী নমস্কাৰ
অধমৰ শত দোষ ক্ষমিও এবাৰ।
চক্ৰপাণি বোলে শুনা ভক্ত সভাসদ
গণককুচি ক্ষেত্ৰে শঙ্কৰ মাধৱ সংবাদ।
অনেক দিন ৰল গুৰু চিলাৰাই ঘৰে
ঘনে ঘনে পাটবাউসীলৈকে মনে পৰে।
প্ৰাণৰ বান্ধৱ মাধৱক চিন্তা কৰি
কিবাৱস্থা ভৈলা তাৰ জানিতে নপাৰি।
যাকে ধিয়ায় তকে পায় লোক সবে কয়
আহো আহো বুলি গুৰু মনেতে চিন্তয়।
হঠাতে দেখিলে এদিন বান্ধৱ মাধৱ
উপনীত গুৰু পাশে পৰি কৰে সেৱ।
শঙ্কৰে দেখিয়া স্বৰ্গ হাতে ঢুকি পাইলা
কি কাৰণে উপনীত ই ঠাই হইলা।
কত দিনে আহি পালা বেহাৰ এই ঠাই
বাটে পথে ক'ত ক'ত আছিলাহি ৰই।
মাধৱ বুলিলা সাত দিনে আহি পাইলু
সাত দিনে ঠাই পথত থাকিলু।
ৰাম আতৈ সঙ্গে লই আহি ভটিয়াই
কোচ বিহাৰ অভিমুখে আহো ঢপলিয়াই।
দামোদৰ গুৰুৰ হাতে সত্ৰৰ ভাৰ দিয়া
আপোনাৰ সমীপক আহিলো চলিয়া।
গণকুচি এৰি আহি বৰ নগৰ পাইলু
বৰুৱাৰ গৃহত এক ৰাত্ৰি কটাইলু।
আহি পাইলু তাৰ পাছে বইটামাৰী ঠাই
শূদ্ৰা পাটগিৰি গৃহে দুদিন জিৰাই।
শিলৰ থালি চোতাল মুৰতে আছিল
স্নান কৰিবাৰ হেতু আমাক দিছিল।
দুই দিন পৰে পাইলু হাকামাৰ ঠাই
জেমল কছাৰী অতি ভক্তিমান হই।
হাকামাত জেমল গৃহে থাকিলো যখন
পত্নী-পুত্ৰ সমে সবে পশিল শৰণ।
তান গৃহ এৰি আহি শালকোচা পাই
দেৱদত্ত পণ্ডিত গৃহে থাকিলোহো ৰই।
পদূলিৰ কাষে ছিল ছাত্ৰ শিক্ষা টোল
কাষে বকুল ফুল গছ গন্ধে আমোলমোল।
ছাত্ৰৰ পঢ়ায় গুৰু ভাটৌ বিদ্যাপ্ৰায়
বহু দুৰ হন্তে শুনি ডাঙৰ ডাঙৰ কয়।
শুনিয়া আমাৰ বৰ খেদ লাগিলন্ত
ইমান ডাঙৰ কৰি পণ্ডিত শাস্ত্ৰ পঢ়াৱন্ত।
শাস্ত্ৰ পঢ়ে ভাটৌ সম কিছু জ্ঞান নাই
মূঢ়তা নুগুছে তাৰ শুনা ৰাম ৰাই।
স্মৰহু গোবিন্দ মূঢ় বলহু সৰ্ব্বক্ষণ
মৰণ সময়ে পাইলে গোবিন্দ ৰাখিবেন।
ডুকৃঞ কৰণে আৰ কাকো নৰাখয়
এই পদ তথাত ৰচিলো মহাশয়।
বিপ্ৰগণে দেখো মাত্ৰ কৰ্ম কাণ্ড কৰে
নিজ পেট পুহি থাকে কোনেও নতৰে।
জাতি, দেশ, সমাজ ইহঁতৰ জ্ঞান নাই
আপোন স্বাৰ্থৰ হেতু শাস্ত্ৰ আওৰাই।
ছত্ৰশাল পাই আমি তথাত জিৰাই
তাৰ পাছে খোজ কাঢ়ি পালো এই ঠাই।

তৰ্ক শাস্ত্ৰ মহা ব্যাঘ্ৰী ভৈল পুত্ৰ প্ৰায়
সংসাৰ বনত পশি ধেনু ধৰি খায়।
এই দুই, পদ মই বাটত ৰচিলু
আজি প্ৰভাততে আহি ই ঠাই পাইলু।
গুৰুজন সঙ্গে তাত দুই দিন ৰইলা
দুইজনে নানা কথা আলোচ কৰিলা।
ৰজাৰ সভাত কেনে পাইল সন্মান
সবাকে বুলিলা গুৰু মাধৱ বিদ্যমান।
অকণি ভাগৱতখনি হাতে তুলি দিলা
মহাৰঙ্গে মাধৱ গুৰু পঢ়িয়া দেখিলা।
চিলাৰাই যুৱৰাজে বাতৰি পঠাই
সান্ত্বনা দিছিল ঘৰে গুৰু পত্নী আই।
মাধৱ দেখিল আজি প্ৰত্যেক্ষে এখান
বুলিলা সবাই হইব আনন্দে মগন।
পাছে ছোট আতা নমি আসনে বহিলা
শঙ্কৰ গুৰু তেতিক্ষণে মাধৱত পুছিলা।
কিবা কাৰ্য্যে আহি পালা বঢ়াৰ নন্দন?
কিবা কৰ্ম হেতু এবে যাইবা কখন?
মাধৱ বুলিলা গুৰু নানা কথা ভাবি
ইটো ঠাই দুইজনে আহিলো অদ্যাপি।
আপোনাৰ চৰণ যুগল দেখা পোৱা নাই
এহি সেতু ভাবি ললো আহিম গই চাই।
তাৰ পাছে বাগুকাত যাব দুইজন
তহিতে আছয় মোৰ ভাই ভাতিজাগণ।
তাৰা সবে শুদ্ধ ধৰ্ম ধৰে কি নধৰে
চাই চিতি প্ৰচাৰিয়া আহো নিজ ঘৰে।

গুৰু বোলে তথা আছে লোক একজন
শিয়াল কাজি বুলি তাক মাতে সৰ্ব্বজন।
ৰজাৰ লস্কৰ তিনি বুদ্ধিমান আতি
তাহাৰ কাষক যাইবা চাবা গণি পিতি।
ছোট আতা বোলে বাপ ৰাখিম তয়ু বাণী
আহো ফুৰি নিজ ঠাই সব জানি শুনি।
তাৰ পাছে ছোট আতা নমস্কাৰ কৰি
মাগিলা বিদায় গুৰু চৰণত ধৰি।
শিয়াল লস্কৰ গৃহ পাইল যেতিক্ষণ
পদূলিত থাকি দেৱ মাতিলা তেখন।
লস্কৰ ওলাই দেখে মাধৱ আৰু ৰাম
দুইজনক হাত জুৰি কৰিলা প্ৰণাম।
ৰাতি আতৈ সমে দেৱ আগুৱাই চলিলা
ঘৰত আনিয়া বহাই কথা নুসুধিলা।
অতিথিশালাত নিয়া ঠাই ঠিক কৰি
শিৱানন্দ লস্কৰ তাক নগইল ঘুৰি।
তাৰ পাছে চাউল, চৰু, পানী লোটা দিল,
পুনৰাই আহি আৰু কথা নুশুধিল।
সেই ঠাইত দুইজনে বহিয়া থাকিল
চাউল, চৰু, দালি, লোণ তথাতে থাকিল।
ভৃত্য এক আহি পাছে গাৰু পাটি দিলা
বিচনা কৰিয়া দুয়ো শুইয়া ৰহিলা।
প্ৰভাতে উঠিয়া দেৱ* মাগিলা বিদায়
লস্কৰ বুলিলা বাপ কিয় এনে কয়।
দিয়া সিধা পানী দুনি কিছু নখাইল
প্ৰভাততে উঠি কিয় যাবলৈ ওলাইল।

*দেৱ - মাধৱদেৱ*

মাধৱ বুলিলা কালি গাৱ নোহে ভাল
সেহি হেতু খোৱা-বোৱা নকৰো জঞ্জাল।
তাৰ পাছে বস্তুখিনি নিবলৈ বুলিলা
টোপলা ডাঙিয়া নিয়া অসম্ভৱ বুলিলা।
যদি পাৰো দুনাই মই ই ঠাই আহিব
তেতিয়াহে সব বস্তু তুলি লই যাব।
ৰাম আতৈ সঙ্গে দেৱ বিদায় লইলা
তাৰ পাছে বলাই বেজৰ গৃহক পাইলা।
বেজ আহি প্ৰণামিয়া সজোৰে আহই
চৰণত পৰি শিৰে প্ৰণাম কৰই।
চাউল সিধা আনি দিলা আতি পতি কৰি
অন্নক ভুঞ্জিলা দুয়ো অতি মন পুৰি।
মহাৰঙ্গে অন্নক ভুঞ্জিলা দুইজন
ৰাত্ৰি কাল কটাইল কৰিয়া শয়ণ।
ধৰ্ম বস্তু স্মৃদিলা তাতে বেজক সাদৰি
গুৰুক দক্ষিণা দিলা বস্ত্ৰ এক জুৰি।
টকা, বস্ত্ৰ সমে দুয়ো আশীৰ্ব্বাদ কৰি
বিদায় লইলা যাব বাণ্ডুকা নগৰি।

পশ্চিম দিশক লাগি দুয়ো চলি গৈলা
সন্ধিয়া সময়ে গৈয়া বাণ্ডুকা পৌশিলা।
তথাত থাকিল ৰাম আতৈৰ লগত
দেখি বৌ মাতৃ পাইল আনন্দ মনত।
পথৰ ভাগৰ কিছু পলাইব লাগিয়া
কিছুদিন থাকিলেক জিৰণি লইয়া।
পূৰ্ব্বে এক কথা ঐত এৰি আছো আমি
বইতামাৰী নামে ঠাইৰ গুণক বখানি।
শূদ্ৰা পাটগিৰি গৃহে দুদিন আছিল
যিটো শিলে উঠি দেৱ স্নান কৰিছিল।
প্ৰতিদিনে শিলা হন্তে পানী ঝাৰি ৰয়
ৰদ, বতাহতো পানী কভু নশুকায়।
দেখিলন্ত দেৱ পদ শিলে আছে পৰি
সকলোৱে প্ৰণামিল শিল কাষে পৰি।
পাটগিৰি নামঘৰ বান্ধিল তথাত
অতি যত্ন কৰি শিল থাপিল তাহাত।
অদ্যবধি সেই থান নাম বইতামাৰী
অনেক লোকে নাম ধৰে থান নাম স্মৰি।



## *বাণ্ডুকাত শ্ৰীমাধৱদেৱ আৰু ৰাম আতৈৰ পদাৰ্পণ পিছত ভেলা ডোয়াৰত অৱস্থান*

### *পদ*

চক্ৰপাণি আতৈ বোলে শুনাঁ ভক্তগণ
কেন মতে মাধৱদেৱৰ বাণ্ডুকা গমন।

মাধৱৰৰ জ্যেষ্ঠ ভাতৃ নাম দামোদৰ
ঢুকাইছিল কিছু আগে বাণ্ডুকা নগৰ।

বৌ মাতৃ চন্দ্ৰা দেৱী আতিকে উল্লাসে
দেৱৰক দেখি হাঁহে মনৰ উচ্ছ্বাসে।
আদৰি সাদৰি কথা পুছিলা বহুত
কেন মতে আছে কৈত কিনো কৰ্মে ৰত।
মাধৱ বুলিলা বৌ আগে তব কথা
কি কৰিয়া বৰ্ত্তি আছ বাপুকাৰ ইথা।
বৌ মাতৃ বোলে কথা শুনৰে ডেৱৰ
ককাইদেৱে গৈলা চলি আগে তিনি বছৰ।
অনিৰুদ্ধ বোপা তামোল পাণ ব্যৱসায়
কৰি আছে আৰু খেতি ব্যৱসায়।
বিবাহ কৰাই বধু অনাইছো ঘৰে
এই মতে বৰ্ত্তি আছো ইখন সংসাৰে।
ভৰি ধোৱা বাপু এবে কাপোৰ সলাই
দুইজনৰ হেতু অন্ন ৰাখিছো সিজাই।
মাধৱ বুলিলা অন্ন নলইব আমি
মোৰ ধৰ্ম লোৱা যদি ভাগৱত মানি।
বৌদেউ বোলে তোমাৰ পিতৃ পুৰুষৰ
ধৰ্ম ধৰি আছো আমি মানি বেদাচাৰ।
চিৰকালে পিতৃ ধৰ্ম মোৰ যিটো হয়
সেই ধৰ্ম আমি সদা পালিবে লাগয়।
ঐত থাকি কত দিন অন্ন খাইলা তুমি
এবে আমি চুৱা হলো ধৰ্মক নজানি।
এনে কথা কই লাভ কদাপি নহয়
এখন নামানো আমি তব ধৰ্ম চয়।
মাধৱ বুলিলা অন্ন নখাইব আৰ
চলিয়া আহিলো আমি তোৰচাৰ পাৰ।

দশম স্কন্ধক দেখি হাতে তুলি লই
গৃহ হন্তে বাজ হুয়া আহিলন্ত দুই।
তাৰ পৰে দুইজনে তোৰচাৰ জলে
স্নান কৰি চলি আহে বিপৰীত ফালে।
ৰঞ্জন মদন কাজিৰ গৃহে চলি গৈলা
মহা শ্ৰদ্ধা ভক্তি কৰি গৃহেতে ৰাখিলা।
মদন কাজিৰ ঘৰ বিচাৰিয়া গই
পৰম শ্ৰদ্ধায়ে কাজি শৰণ ভজন লই।
টকা বস্ত্ৰ দিয়া কাজি অনেক তুষিলা
পৰিয়াল সহ কাজি শৰণ পশিলা।
তাৰ পাছে বস্ত্ৰ দিলা শঙ্কৰ নাম ধৰি
টকা এটি দিলা গুৰুক অতিকে সাদৰি।
কাজিৰ ঘৰ এৰি আহি তেলি কৃষ্ণ ঘৰ
পাইল আহিয়া গুৰু কষ্ট কৰি বৰ।
তেলি কৃষ্ণৰ ঘৰখন দেখি লাগে ভাল
ধন, ধান, খৰি, তেলৰ নাই আহুকাল।
গুৰুক দেখি আথে-বেথে পাৱ পখালিলা
চাউল সিধা দিয়া গুৰুক দুদিন ৰাখিলা।
শৰণ ভজন লই গুৰুক প্ৰণামী
টকা, বস্ত্ৰ দিয়া তুষিলন্ত পত্নী-স্বামী।
এই ভ্ৰমণ কৰিলাহা তিনি মাহ,
পুনৰপি গৈলা দেৱ শঙ্কৰৰ পাশ।
তোৰচাৰ কিনাৰত যখন আছিল
পানী এক ডবা ডোয়াৰ নামে সৰু বিল।
অনেক ভেলা পৰি তাত চৰিয়া ফুৰয়
এহি হেতু ভেলা ডোয়াৰ বুলিয়া কহয়।

চিলাৰাই সৰু ৰজা ঘৰ বান্ধি দিলা
দ্বাদশ দিনক ধৰি ইয়াতে থাকিলা।
ভেলা হন্তে চলি গৈলা চিলাৰয়ৰ বাৰী
তিনি মাহ দেৱ মাধৱ আহিলন্ত ফুৰি।
শঙ্কৰৰ পদে পৰি কৰি নমস্কাৰ
বুলিলেক যতমানে বাতৰি যাত্ৰাৰ।
শঙ্কৰ বুলিলা হেৰা বঢ়াৰ নন্দন·
কত থাকি কিনো পালা দিয়া বিবৰণ।
দাদা, বৌ, ভাতিজাৰ কিনো ফল পালা
দুই মাহ ধৰি তুমি বেহাৰত ফুৰিলা।
বুলিলা মাধৱ দাদা-বৌ-ভাতিজাগণ
আগচি ধৰিলে গৈয়া পাইলো যখন।
খোৱা লোৱা কৰিবাক যতন কৰিলা
ধৰ্মৰ কথা কোৱা মাত্ৰে আতৰি চলিলা।
এই কথা মাধৱদেৱ বুলিলা যখন
গুৰু বোলে শুনা বোপা বঢ়াৰ নন্দন।
মিত্ৰ বন্ধু, লগ বন্ধু, তেজৰ বন্ধন
এই তিনিত নাথাকয় ধৰ্মৰ চিন্তন।
গৰহিত কৰ্ম আৰু অ-খাদ্য নাখাই
মিত্ৰৰ গৃহত অন্ন পাৰে খাৱলই।
নিজ সমন্ধীয়াগণে কথা নমানয়
নিজে নিজে বৰ ভাৱি উলাই কৰয়।
অনেক বাৰ্ত্তাক পাইলা পাছে গুৰুজন
লস্কৰৰ বাৰ্ত্তাক পুছিল ৰঙ্গমন।
মাধৱ বুলিলা মহা অহঙ্কাৰী জন
ঐশ্বৰ্য্য ভোগত মজি থাকে সদামন।
এইদৰে ভ্ৰমণ বাৰ্ত্তা লই গুৰুজন
কতনা সময় দুয়ো কৰে আলাপন।
তাৰ পাছে ভাগৱত শাস্ত্ৰ আলোচিলা
যত ভক্ত ছিল মানে সবেও শুনিলা।
ৰাম আতৈ সঙ্গীজন মাজতে বোলয়
তেওঁৰ মনৰ বলে মোৰ হইল সহায়।
ভাত, পানী খাই তাতে সব ভক্তগণ
শাস্ত্ৰ আলোচনা শুনে কৰি এক মন।
এইদৰে ফুলবাৰী ৰজনী কটাই
পুৱাইল ৰজনী অতি সুখনয় কই।

গুৰুৰ চৰিত কথা অমৃত সমান
হৰি হৰি বোলা সবে কৰি এক মন।



## শ্ৰীমাধৱদেৱৰ প্ৰত্যাগমন, শিৱানন্দ লস্কৰৰ শৰণ লাভ

### পদ

চক্ৰপাণি বোলে শুনা ভক্ত প্ৰান ধন
তাৰ পাছে কি কৰিলা মাধৱ মহাজন।
শিৱানন্দৰ কথা আগে বুলিলো বিশেষ
এবে শুনা লস্কৰৰ কৰ্ম অৱশেষ।

ভেলা ডোয়াৰ এৰি আহে চিলাৰাই বাৰী
গুৰু সঙ্গে আলোচনা এক ৰাত্ৰি ধৰি।
তাৰ পাছে গুৰুৰ চৰণে কৰি সেৱ
বিদায় লইয়া আহে শ্ৰীমাধৱদেৱ।
সাত দিন খোজ কাঢ়ি বিজাপুৰ পাই
তথাত থাকিল আৰু দুদিন জিৰাই।
তাৰ পাছে আহি মাধৱ গণককুচি পাই
গুৰুৰ কুশল বাৰ্ত্তা মাতৃক জনাই।
এক দিন পৰে পাইলা দেৱ দামোদৰ
বুলিলা যতেক কথা ঘটিলা বিস্তৰ।
দামোদৰ বোলে বাপ আজি ৰক্ষা পাইলু
গুৰুৰ বিজয় বাৰ্ত্তা আজিহে জানিলু।
ৰাজ অনুগ্ৰহে বৰ্ত্তি আছে গুৰুজন
দুই চাৰি মাহ পৰে পাব এই থান।
আৰু কত শাস্ত্ৰ কথা দুয়ো আলোচিল
তাৰ পাছে মাধৱদেৱ বিদায় মাগিলা।
নাম চৰ্চ্চি থাকিলন্ত দেৱ দামোদৰ
কামৰূপ ৰাজ্যত শিষ্য ভৈলা বহুতৰ।
চিৰি লুইতৰ তীৰে যত গাঁও ছিল
প্ৰতি গাৱে বহু শিষ্য দামোদৰ কৰিল।
মাধৱদেৱ গৈয়া গণককুচি জিৰাইলা
নামঘোষা শাস্ত্ৰখনি লিখিতে লাগিলা।
কালিন্দ্ৰী আইৰ হাতে অৰ্থ কিছু দিলা
গুৰু পত্নীক কৰ যোৰ সেৱা জনাইলা।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪

শিৱানন্দ লস্কৰ এক আঢ্যৱন্ত অতি
মাধৱদেৱক অৱজ্ঞা কৰিলে ধনপতি।
গুৰুক জনাই মাধৱ গৃহক আহিল
শিৱানন্দ ধনপতিৰ কুগ্ৰহ মিলিল।
বুদ্ধিমান জ্ঞান বান চতুৰ ৰাজনীতি
শিয়াল লস্কৰ বুলি ৰাজ্যে যাৰ খ্যাতি।
সৰ্ব্ব গাৱ পুৰি মাৰে জিৰণি নাপাই
পত্নী বোলে মাধৱক বিচাৰি আনা গই।
অনেক চেষ্টাৰ ফলে শঙ্কৰক পাইল
নিজৰ দুৰ্গতিৰ কথা গুৰুক জনাইল।
গুৰু বোলে শুনা হেৰা লস্কৰ প্ৰধান
পূণ্য নাথাকিলে ধনে নকৰে একো কাম।
শ্ৰীকৃষ্ণ আহিছিল হস্তিনা ৰাজ্যক
মধ্যস্থতা কৰিবলৈ দুয়োটি পক্ষক।
অতিথি আছিল কৃষ্ণ নৃপতি হস্তিনাৰ
দূৰ্য্যোধনৰ গৃহে পাইল সুবিধা বিস্তৰ।
নাথাকিলা দূৰ্য্যোধনৰ গৃহত মহান
বিদূৰৰ গৃহে গৈয়া কৰিলা শয়ন।
ধন গৰ্ব্বে অহঙ্কাৰে মত্ত যিটোজন
মোৰ ভক্তই তেওঁৰ দান নকৰে গ্ৰহণ।
অৱহেলা কৰি যদি দ্ৰব্য দিয়ে
কদাচিতো সেই দ্ৰব্য ভক্তই নলয়।
যদি তুমি অনুতপ্ত কৰ্মৰ কাৰণ
মাধৱৰ সমীপক কৰাহে গমন।
সন্তুষ্ট হইছো মই নাই কিছু ৰোষ
তোমাৰ ভাল হইলে পাম মনত সন্তোষ।

তাৰ পাছে শিৱানন্দ ওলাই আহিল
মাধৱক বিচাৰিয়া গণককুচি পাইল।
কৰিলন্ত তুতি নতি অনেক প্ৰকাৰ
মাধৱে প্ৰথমে সাৰা* নিদিলন্ত তাৰ।
তাৰ পৰে বুলিলন্ত শুনাহে লস্কৰ
গুৰুক সন্তুষ্ট কৰা কিছু নাই আৰ।
কৰা তুমি মাধৱদেৱ মৰষিছে দোষ
লস্কৰ আৰোগ্য পাইলে মিলিব সন্তোষ।
শিৱানন্দ প্ৰণামিয়া বেহাৰ চলি গৈলা
ৰোগ তাপে দুখে কষ্টে বেহাৰক পাইলা।
বেহাৰ চলি গৈলা সাত দিন পৰে
উপনীত হইল গই চিলাৰাইৰ ঘৰে।

তাৰ পাছে গুৰু পাৱে কৰ যোৰে কৰি
বুলিলা সবাকে গুৰুৰ আগত উজাৰি।
ৰোগে তাপে পুৰে দেহা বাগৰি পৰিলা
শঙ্কৰে দুহাতে ধৰি তাহাক তুলিলা।
ঠিয় কৰি শান্ত কৰে ধুলিক জোকাৰি
গাৱ পিহি মুৰে পানী দিলে গুৰু ধৰি।
শঙ্কৰ গুৰুৰ হাতৰ পৰশনি পাই
শান্ত সুস্থিৰ ভৈলা আহি শিৱানন্দ ৰাই।
দুই চৰণত ধৰি শৰণ পশিলা
শিৱানন্দ লস্কৰৰ দুৰ্গতি গুচিলা।
গুৰুৰ পৰম ভক্ত ভৈলা সিটোজন
অহৰহ শাস্ত্ৰ শুনে আগ্ৰহ সৰ্ব্বক্ষণ।

শঙ্কৰৰ লীলামৃত শুনা কৰ্ণ ভৰি
সঘনে ঘুষিও ডাকি বোলা হৰি হৰি।

**সাৰা - সহায়, সাহাৰ্য্য*

>>>>■<<<<

## *শ্ৰীশঙ্কৰদেৱৰ পাটবাউসী প্ৰত্যাগমন আৰু ৰাজগোমস্তা পদবী লাভ*

### *পদ*

তাৰ পাছে বোলে কথা চক্ৰপাণি ৰাই
এক চিত্তে ভক্তগণে মাত্ৰ শুনি যাই।
আতাই বোলে ইটো কথা শুনা ভক্তগণ
বেহাৰ ৰাজ্যত গুৰু কৰিলা ভ্ৰমণ।
অষ্টাদশ মাহ তাত থাকে গুৰুজন
ভক্তগণে প্ৰমাদ গণন্ত মনে মন।

এত দিন হল গুৰু ফিৰিয়া নাহিল
শুভা শুভ বাৰ্ত্তা আমি কিছু নাপাইল।
এত কথা আলোচনা কৰে ভক্তগণ
ঠাকুৰ আতাৰ কাষে চলে চাৰিজন।
আতা বোলে কিছু ভয় নকৰিবা তুমি
সমস্ত বাৰ্ত্তাকে দিনে পাই আছো আমি।

মহা সুখে ৰাজসভাত আছে গুৰুজন
মাধৱ গইছে বাৰ্ত্তা পাব সৰ্ব্বক্ষণ।
তিনি দিন পৰে দেৱ মাধৱ আহিল
যত ভক্ত ছিল তাতে সবেও মিলিল।
পুছিলা মাধৱ আগে যত বাৰ্ত্তাচয়
শুনিলা গুৰুৰ জয় বাৰ্ত্তা সমুদায়।
বিপ্ৰগণৰ পৰাজয় শুনি আনন্দিত
প্ৰাৰ্থনা কৰিলা চিন্তি শ্ৰীগুৰুৰ হিত।
এনেদৰে এক মাহ সবে চলি যায়
হঠাতে আহিল আৰু চাৰি লোকাচয়।
শঙ্কৰ গুৰুৰ আগমন বাৰ্ত্তাক শুনিলা
চাৰিফালৰ ভক্তগণ আহিয়া মিলিলা।
মাধৱদেৱ আহি পাইলা গণককুচি হন্তে
দামোদৰ আছে ৰই আপোন স্থানতে।
গুৰু অহা বাৰ্ত্তা তিনি সৰ্ব্বাগ্ৰে পাইল
ভকতৰ আগে কথা প্ৰচাৰ কৰিলা।
মনথৈ গ্ৰাম হন্তে নাৰায়ণ দাস
বলোৰাম আহিলেক কৰিয়া আগ্ৰহ।
জয় হৰি জয়ানন্দ আদি ভক্ত যত
বিজয় পৰমানন্দ সবে সমাগত।
শুনিলা গুৰুৰ মুখে যত বিবৰণ
ৰাজসভা মধ্যে কেনে পাইল সম্মান।
আৰু বুলিলেক শুনা যত ভক্তগণ
কোচ ৰাজ্যে তোমাসাৰ বাঢ়িল সম্মান।
বাউসী পৰগণাত মোক গোমস্তা পাতিল
ৰাজকৰ ঘাট বাট সব মাফ দিল।
ৰাজদ্ৰোহ ভিন্ন দোষ কিছু নাই আন
বাকী দোষ মাফ বুলি সব লোকে জান।
প্ৰতি তিনি মাহে কৰ সাধে অন্য যত
আমি গই দিব লাগে বছৰৰ অন্তত।
প্ৰতি তিন মাহে আহি জাইগীৰে নিব
বছৰান্তে আমি গৈয়া ৰজাক দেখিব।
থান সত্ৰ যত আছে নিষ্কৰ পাইব
ধৰ্মোত্তৰ ভূমি দিয়া সত্ৰ চলাইব।
তোম্ৰা সবে শাস্ত্ৰ চৰ্চ্চা কৰিও নিৰ্ভয়
ৰজাৰ অমাত্য হব তাহাতে সহায়।
পাছে মাধৱক এক বুলিলাহা বাণী
জন্ম পুৰাণ ভাঙি কৰা পদ পুথিখনি।
সৰু ৰজা দিলা ইটো গ্ৰন্থক আনিয়া
পদ কৰি দিব লাগে শ্লোকক ভাঙিয়া।
মাধৱ বুলিলা গুৰু ইটো অসম্ভৱ
ইমান কঠিন শাস্ত্ৰ ভাঙিব কিমত।
মই কও মাধৱদেৱ পাৰিবাহা তুমি
চেষ্টাৰ অসাধ্য নাই এই মম বাণী।
আৰু এক কথা আছে সবাৰে মনত
বৃন্দাবনী বস্ত্ৰ লাগে বৰ্ষৰ ভিতৰত।
তাতিকুচি গ্ৰামে বস্ত্ৰ বুৰলৈ লাগিব
ভক্তগণ মনপুতি সবাই লাগিব।
জন্ম ৰহস্য পুথি পাছে লিখি দিলা
গুৰুজনে এই পুথি পঢ়িয়া দেখিলা।
তিনি শত পদ ৰচি লিখিলা শাস্ত্ৰক
প্ৰবন্ধে লিখিলা দেৱ মস্য পুৰাণক।

গুৰু বোলে বঢ়া-টুটা সবাকেই কৰা
বঢ়াৰ নন্দন তুমি সেয়ে নাম ধৰা।
আৰু এক কথা কও শুনা বোপা তুমি
তুমি আমি এক বস্তু মনে লবা জানি।

তাৰ পাছে সবাকে প্ৰণামি গুৰুজন
বিদায় দিলা তাত আছিল যত ভক্তগণ।
হৰি নাম ৰস বই যায় সিদিন ধৰি
দশোদিশ চানি নদী পৰ্ব্বত উজাৰি।

********************

## *বৃন্দবনীয়া বস্ত্ৰখন তৈয়াৰৰ বাবে ভক্তসকলৰ সমাগম*
## *চাকুলী তাতিৰ পাৰ্গতালী দৰ্শন*

### *পদ*

বাউসী পৰগণা থাকি শ্ৰীমন্ত শঙ্কৰ
শৰণ দিলেক আহি শিষ্য বহুতৰ।
কৰ কাটল তুলিবাক লাগিল ইয়াত
বিধে বিধে মানুহ আনি লগাইল তাত।
ৰজাৰ পৰা সূতা পাইল বহুত যোগান
গছ, পাত, শিপা বটি কৰিলা ৰঙীন।
গুৰুৰ অঙ্গীকাৰ ৰাখি যত ভক্তচয়
তাতিকুচি থানে বস্ত্ৰ বুইবে আহয়।
পাটবাউসী কাষৰ সেই তাতিকুচি গ্ৰাম
অনেক বোৱণী আছে কৰে বোৱা কাম।
তাহাৰ হাতেৰে সূতা কটাইবো আমি
তিনি মাহ পৰে বস্ত্ৰ হব মনে জানি।
ৰজাৰ আদেশ আছে সবাৰ উপৰ
সবাই লাগিব যাইবে মাতিলে শঙ্কৰ।
নাৰায়ণ দাস হইল কৰ্মৰ কাণ্ডাৰি
মাধৱদেৱ বুদ্ধিদাতা চতুৰ্দ্দিকে ঘুৰি।

দামোদৰদেৱে বস্তু যোগান ধৰই
খাদ্য বস্তু তৈয়াৰ কৰে আত আৰ আতই।
যতেক ভকত আছে বাউসীৰ থানে
বাৰ্ত্তা পাই আহে সবে গুৰুৰ আহ্বানে।
ইয়াৰ মাজতে বীৰবৰ মৰলক
তিনি মোণ তুলা দিলা ৰাজা ই থানক।
তুলা ধুনি সূতা কাটিবাক কৰ্ম ধৰি
আহিল তাতিকুচি থানে যত ভক্ত নাৰী।
অনন্ত কন্দলি আহি পাইল সেই ঠাই
কৰিলা প্ৰণাম গুৰু পাৱে চুই যাই।
আগতে ছয় কুৰি হাত দীৰ্ঘ লম্বা চালি
খেৰ-বাহ কাটি সাজে সবে মিলি-জুলি।
তাৰ তলে শালখন চোৱা শত হাত
লম্বা কৰি পাতিলন্ত চালিৰ তলত।
বগা, ৰঙা, কলা আৰু হৰিদ্ৰা বৰণ
নানা চিহ্ন তুলি বোৱে সেই বস্ত্ৰখন।

কৃষ্ণ লীলা যত গোপ-গোপী বালগণ
গোৰক্ষ দামুৰী সহ যত গাভীগণ।
কেলি কদম্বৰে তলে ৰাস লীলা কৰে
যমুনাৰ ঘাটে গোপী সব বস্ত্ৰ হৰে।
কদম্বৰ গছে উঠি মুৰলী বজাই
আনন্দতে কৃষ্ণ দেৱ গোপীক ভুলাই।
পুতনাক বধ কৰা দৃশ্য দেখাইল
দৌলত উঠিয়া সবে ফাকুৱা খেলিল।
এনে ভাৱে লাহে লাহে সূতা ৰঙ কৰি
বৃন্দাবনী বস্ত্ৰক বোৱয় শঙ্কৰ মুৰাৰী।
বাটি কাঢ়িবাক লাগি আহে নাৰীগণ
হৰি নামে মত্ত থাকে বৃদ্ধ ভক্তগণ।
সূতা কাটি অটাবে নোৱাৰে নাৰীগণ
আছিল তথাত খোৰা নাৰী একজন।
ভীমা বায়নৰ পত্নী নামত চাকুলি
তাহাৰ মুখত হৰি নাম থাকে বুলি।
বহি বহি পাজি ধৰি সূতাক কাটয়
ইমান মিহি সূতা আনে কাটিবে নৰয়।
গুৰুৰ কৰ্মক তাই শুনিলেক কাণে
কাপোৰ বুইতে যাইবা ভাবি থাকে মনে।
গৃহস্থক খাটে লই যাব বকোচাত
হাঁহি উৰাই দিয়ে বায়ণ নাযায় সঞ্জাত।
গুৰুক সুমৰি তাই সূতাক কাটিল
সূতা দান দিবে লাগি স্বামীক খাটিল।
স্বামী নিদিলেক দান কথা নামানিলা
এক ৰাত্ৰি চাকুলিয়ে সপোন দেখিলা।

দিব্য অঙ্গ বস্ত্ৰ লই আহি গুৰুজন
মৃদু সুৰে চাকুলিক বোলয় বচন।
উঠ উঠ চাকুলি তই লৱ সূতা তুলি
গুৰুৰ বৃন্দাবন বস্ত্ৰে দান দিয়া খুলি।
চাকুলি বুলিলা আমি জনম দুখিনী
আজন্ম বিকল মোৰ ভৰি দুইখনি।
গুৰু বোলে মোৰ হাতে ধৰি উঠ তই
লৰিতে পাৰিবি আৰু তোৰ ভয় নাই।
সপোনৰ আদেশত চাকুলি উঠিলা
সত্যে সত্যে ভৰি দুই কৰ্মঠ হইলা।
ৰজনী পুৱাইল দেখি চাকুলি উঠিয়া
স্নান অন্তে সূতা দানে গইলা চলিয়া।
এক সেৰ সূতা দান কৰিলেক গই
ৰাত্ৰিৰ আগতে তাই ফিৰিয়া আহই।
যাবৰ সময়ত স্বামীৰ আদেশ লইল
যোৱা যোৱা বুলি মাত্ৰ চকু মুদি কৈল।
ভাবিলা বায়নে তাই প্ৰলাব বকিছে
তান্তিকুচি যাব লাগি কৈত শক্তি আছে।
যখন ফিৰিলেক তাই সূতা দান কৰি
দিব্য ৰূপ কন্যা যেন আহিলেক ঘুৰি।
স্বামী দেখি বোলে তুনি এনে ৰূপ ধৰি
কোনে সাজি দিলে আজি ই হেন সুন্দৰী।
অৱশ্যে আছিলা তুমি অতিকে সুন্দৰ
ভৰি দুটি খোৰা মাত্ৰ কান্তি মনোহৰ।
জনমৰ খোৰা তুমি ভৰি ভাজ খোৱা
ইমান সুন্দৰ ৰূপ ভৰিও পোনোৱা।

দেখি যোৱা সপোনৰ কথাক বুলিলা
কথা শুনি বায়নেও আচৰিত ভৈলা।
চাকুলি সহিতে পুনু চাউল সিধা লই
গুৰু দৰশনে ভীমা বায়ন চলি যাই।
দুইজনে গুৰু পাৱে পশিল শৰণ
আজন্মৰ দুখ দৈন্য খণ্ডিলা তখন।
এনেদৰে গুৰুজনে অহা যোৱা কৰি
দিনে একগজ বস্ত্র বোৱে যত্ন কৰি।
ৰঙ কৰি সূতা বাচি অনেক যতনে
বই আছে মহাৰঙ্গে তুলি বৃন্দাবনে।
এক দিন গুৰুজনৰ গাৱৰ অসুখ
বুলিলা মাধৱ আগে কৰি মহা দুখ।
কালি বুইবাহা বস্ত্র তুমি আগ ধৰি
জিবণি লইবো আমি বিচনাত পৰি।
মাধৱ বুলিলা গুৰু মই তব সম
নোৱাৰো বুইবে বস্ত্র ঈশ্বৰৰ কাম।
গুৰু বোলে মোৰ আৰু তোমাৰ শক্তি এক
তুমি আমি দুইজন নোহো ব্যতিৰেক।
আমাৰ সমান তুমি নিশ্চয় পাৰিবা
কৰিলো আদেশ তুমি কাপোৰ বুইবা।
সেই দিন বোৱে কাপোৰ মাধৱ মহামতি
ডেৰ গজ বোৱা হল যত্ন কৰি আতি।
ৰাতিপুৱা প্ৰভাততে গুৰু কাষে গৈলা
কতখিনি আগুৱালে শঙ্কৰে পুছিলা।
মাধৱ বুলিলা প্ৰভু হল ডেৰ গজ
তাৰ বেচি বুবলৈকে শক্তি নাই মোৰ।

শঙ্কৰ বুলিলা তুমি এবেগত বঢ়াই
বুইলাহা বেচি বস্ত্র আমাক চেৰাই।
আমাতকৈ চৰা তুমি বঢ়াৰ নন্দন
সকলোতে আগবঢ়া মোত কৰি জান।
এনেদৰে ছয় কুৰি হাত বস্ত্র হইলা
কৃষ্ণ লীলা স্থানৰ দৃশ্য সবাকে দেখাইলা।
বৰপেটা, তাঁতিকুচি, গণককুচি আৰু
বাউসী, সুন্দৰীদিয়া, বাৰাদি, দণ্ডৰু।
বামুনীয়া, মনথৈয়া, দতকুচি জুৰি
কাপোৰ দেখিবে লোক ধৰিলা আগুৰি।
সবে বোলো ঈশ্বৰ বিনে কাৰো শক্তি নাই
মহান পুৰুষ দুয়ো জানিবা সবাই।
বৈকুণ্ঠৰ দৃশ্য যত দেখিবাক পাইলা
বৈকুণ্ঠ পতিৰ সঙ্গী সবাই বুলিলা।
অত এব সকলোৱে শৰণ লভিলা
ধৰ্ম ৰাজ্য বাউসীত বৈকুণ্ঠ হইলা।
নাম, কীৰ্ত্তনৰ ধ্বনি দশোদিশ জুৰি
সমস্ত লোকৰ মন পেলাইল আবৰি।
গুৰুৰ পুৰণি দাসী আছিল ছন্দৰী
তাহাৰ ভনীৰ জী পৰম সুন্দৰী।
গুৰুৰ গৃহতে থাকি বৃদ্ধ যে হইল
মাতৃ সম ভক্তিমান আজন্ম কাটিল।
ফুৰিবাক গৈছিল কত দিন ধৰি
বস্ত্র বোৱাৰ সময়তে আহিলেক ঘুৰি।
ভগুৰী দেখিল বস্ত্র ধৰিলেক খুত
শঙ্কৰ বুলিলা এই বৰ অদ্‌ভুত।

কিবা ভুল হৈছে আই শঙ্কৰে পুছিলা
খুটি নাতি যিবা আছে বুলিবাক কৈলা।
বুঢ়ী বোলে ভাণ্ডাৰী বট গছ ডালি ভুল
যমুনাৰ বামে আছে জানিবা গোকুল।
সেই বট গছডালি আছে এইখিনি ঠাই
তাত ভিন্ন অন্য ভুল আমি দেখা নাই।
শঙ্কৰ বুলিলা ঠিক স্বীকাৰ কৰিলো
এখনে সূতাৰ তুলিয়ে নপাৰিলো।

পুনৰপি ঢাৰী পাতি কাপোৰ ৰাখিলা
ভগুৰীৰ খুত এত সবে শুদ্ধ কৈলা।
তাৰ পাছে বস্ত্ৰখনি আছে আগুৱাই
লাহে লাহে কৰি বস্ত্ৰ বৃদ্ধি পাই যাই।
প্ৰতিদিনে কত জনে আহে চাহিবাক
বাউসী পৰগণাৰ নাৰী আহে জাকে জাক।
সব লোকে দেখি পাছে আচৰিত হই
চাউল সিধা আনে কত হাতে হাতে লই।

শঙ্কৰৰ লীলামৃত কথা সবে স্মৰি
আনন্দতে সব লোকে বোলা হৰি হৰি।



## *চিলাৰায় আৰু ৰজাক বৃন্দাবনী বস্ত্ৰ দান*

### *পদ*

শ্ৰীগুৰু চৰিত কথা অমৃত লহৰি
আতৈ মুখে ভক্তগণে শুনে কৰ্ণ ভৰি।
গুৰু বোলে শুনা হেৰা প্ৰিয় শিষ্যগণ
বৃন্দাবনী বস্ত্ৰ দিব ৰজাৰ পুৰাই মন।
এই অঙ্গীকাৰ আমি ৰজাৰ আগত
নিজ মুখে ৰাজসভাত কৰিছো বেকত
দুই এদিনতে দূতে সূতাক আনিল
সাত ৰঙে ৰাজি সূতা ৰজা পঠাইল।
বৃন্দাবন পট আমি পত্ৰত আকি লই
তাতে চাই শিল্পীগণ কাপোৰে তুলই।

এক দিনা ৰজা দূতে নৌকাত চৰিয়া
সাত ৰঙ সূতা দিলা গুৰু প্ৰণামিয়া।
বুলিলা ৰজাৰ আজ্ঞা শুনা গুৰুজন
কাপোৰত তুলি তুমি দেখাও বৃন্দাবন।
বৰপেটাৰ কাষে ছিল তাতী কিছু জন।
কাপোৰ বুব আহিলেক লইয়া কিছু ধন।
কুৰি জন তাতি আহি সূতা ভাণ্ডি লৈলা
পোন বাহ জোৰা দিয়া টোলথা কৰিলা।
কুৰি হাত পুতল দীৰ্ঘ ছয় কুৰি হাত
জোখা কৰি শাল পাতে আনি এক তাত।

কুৰিজন তাতি আহি সূতা ভাঙি লৈলা
দীঘে ছয় কুৰি হাত কাপোৰ বাচিলা।
তিনিখন ৰাহ জোৰাই এখন কৰিলা
নতুন বাহে ফুল চেড়ী তৈয়াৰ কৰিলা।
এইমতে তাঁতিকুচি থানে গুৰুজন
কাপোৰ বুইতে লৈলা তুলি বৃন্দাবন।
যমুনা কালিন্দ্ৰী তুলিলেক মধ্য স্থানে
গোবৰ্দ্ধন পৰ্ব্বত তুলিলেক একে কোণে।
কেলিক দম্বক দিলা মাজত বহাই
যমুনা তীৰত আছে গোপিনী সবাই।
একাষত আছে তাতে কালীদহখনি
সৰ্পৰ মাথাত নাচে কৃষ্ণ দীনমনি।
অঘা বকাসুৰ আৰু পুতনা ৰাক্ষসী
স্থানে স্থানে তুলিলেক শঙ্কৰ মহিষী।
গুৰুৰ আদেশে তিনিজন তাতী মিলি
একত্ৰে ৰাহক ঠেলে দুই হাত তুলি।
কৃষ্ণক কোলাত লই বাসুদেৱ ৰায়
শিয়াল হুয়া ভগবান পথক দেখায়।
বৰষুণ পৰিলেক ঝৰ ঝৰ কৰি
বাসুকি ধৰিলা ফণা মাথাক আৱৰি।
পুতনা ৰাক্ষসী আৰু শিশু কৃষ্ণ কোলে
দেখাইল কেন মতে পুতনা শুষিলে।
বকাসুৰ বধ কৰি গৰখীয়াগণ
কিমতে কৃষ্ণই আহি কৰিলা ৰক্ষণ।
চক্ৰবাত অসুৰে ওপৰে তুলি নিলা
গলে চেপি তাহাক ভুতলে পেলাইলা।
ব্ৰহ্মাই নিলেক যত গৰু চুৰ কৰি
মায়া কৰি কৰিলেক গোৰক্ষ দামুৰী।
অক্ৰুৰে কিমতে নিলা মথুৰাক লাগি
গোপীগণে কান্দে কেন মতে হৃদী ভাগি।
প্ৰতিদিনে শঙ্কৰ গুৰু দুই হাত বোৱে
এইদৰে বৃন্দাবনী বস্ত্ৰ তৈয়াৰ হয়।
আৰু এক দিন গুৰু তথাত নাহিল
মাধৱদেৱক আহিবাক যে বুলিল।
গুৰুৰ আদেশে মাধৱ চলিয়া আহয়
সেইদিন পৰামৰ্শ মাধৱে দেৱই।
ডেৰ হাত বস্ত্ৰ হইল এইটো দিনত
অৰ্দ্ধ হাত বেচি তৈৰী ভৈলা সিদিনত।
গুৰুক প্ৰণামি পাছে মাধৱ জনাইল
ধন্য তুমি মাধৱদেৱ আমাক চেৰাইল।
আমাত কৰিয়া বেগত আগবাঢ়ি গৈলা
বঢ়াৰ পো তোমাৰ নাম প্ৰখ্যাত হইলা।
আগৰ পৰা বঢ়াৰ পো মাতিছো তোমাক
আমাত কৰিয়া তুমি সকলোতে আগ।
কিছু কিছু আগবাঢ়ি আহিছা সতত
বঢ়াৰ নন্দন তুমি ভক্ত সমাজত।
ভুৱন বিখ্যাত নাম মাধৱৰ ৰাখিলা
বঢ়াৰ পো নাম তেৰা সসন্মানে পাইলা।
তিনি কুৰি লোক গৈয়া বেহাৰ নগৰত
বৃন্দাবনী বস্ত্ৰ দিলা ৰজাৰ হাতত।
ৰজা বোলে বৃন্দাবন দিয়োক বুজাই
কাঠি দিয়া গুৰুজনে চিহ্ন দেখুৱাই।
প্ৰথমতে দেখাই দিলা নদী যমুনাক
কোলে কৃষ্ণ বসুদেৱ বাসুকী ফণাক।
তাৰ কেলি কদম ৰাস লীলা ঠাই
কালীদহ আৰু গোকুল দিলেক দেখাই।

গিৰি গোবৰ্দ্ধন আৰু যত চিহ্ন চই
একে একে সব চিহ্ন দিলেক বুজাই।
এনে বস্তু মহাৰাজ আগে দেখা নাই
বিস্ময় হইল সবে বৃন্দাবন চাই।
বাউসীত পাতিলা ভূঞা ৰজা চলি গৈলা
তাৰ পাছে চিলাৰাই প্ৰাৰ্থনা কৰিলা।
এক শাস্ত্ৰ বাপ আপোনাৰ জীক
ধৰ্মক জানিবো তেবে সবাতো অধিক।
গুৰু বোলে সত্বৰে কৰিবো এই কাম
মাধৱদেৱ কৰিবেক বেদৰ প্ৰমাণ।
তাৰ পাছে গুৰুজনে মাধৱক বোলই
জনম ৰহস্য পুথি কৰিও শীঘ্ৰেই।
গুৰুৰ আদেশ পালি বড়াৰ তনয়
জনম ৰহস্য পুথি খনিক লিখয়।
সপ্ত শত পদ পুথি জনম ৰহস্য
এই শাস্ত্ৰখনি লিখে মাধৱ নমস্য।
পুথি নিয়া শ্ৰীশঙ্কৰ গুৰুৰ হাতে দিলা
খুলি চাই শঙ্কৰ গুৰু আশ্চৰ্য্য মানিলা।
বুলিলা শঙ্কৰ গুৰু বড়াৰ তনয়
এত লম্বা পুথি কোনে পঢ়িবে পাৰয়।
তিৰোতাৰ গৃহ কাৰ্যে আছে বেমেজালি
দিগদাৰী কৰি থাকে শিশু লৰা ছলি।
এতেকে সুদীৰ্ঘ পুথি কেতিয়া পঢ়িবো
ছুটি সৰু কৰি লিখা সময় মিলিবো।

এইখনি পুথি আমাৰ গৃহে ৰাখি থোৱা
ছুটি পুথি এক লিখি তান হাতে দিয়া।
মাধৱে বুলিল পুথি তাহাৰ কাৰণ
ছুটী কৰি দিব আমি ৰাখি মুলখন।
এই বুলি চাৰি শত পদক কাটিলা
তিনি শত পদ ৰাখি পুথিক লিখিলা।
গুৰুজনে চাই আছে প্ৰশংসা কৰিয়া
প্ৰশংসিলা গুৰুজনে ধন্য ধন্য দিয়া।
বড়াব টুটাব পৰা ছুটীকো বড়াই
সাৰ্থক বড়াৰ পো নাম ৰাখিলো মই।
পুথি লিখা সাঙ্গ কৰি মাধৱে মাতিলা
ৰাম ৰায়ৰ হাতে আনি পুথিখনি দিলা।
ৰাম ৰায় নিয়া পুথি চিলাৰায়ৰ হাতে
এনেদৰে পৰিল গৈয়া ভুবনেশ্বৰী হাতে।
এনেৰূপে ইটো কৰ্ম কৰি সমাপন
গৃহক চলিয়া গৈলা নৰনাৰায়ণ।
তাৰ পাছে শঙ্কৰক বৰভূঞা বুলি
ঢোল কোবাই প্ৰচাৰিলা কোচ ৰাজে তুলি।
এনেকৈয়ে গুৰুজনে ধৰ্মকো প্ৰচাৰি
ৰাজ কাৰ্য্য সাধন কৰে দশ বৰ্ষ জুৰি।
ভক্তগণে নানা তীৰ্থৰ বাতৰি সোধয়
তীৰ্থক সঙ্গে নিব লাগে গুৰুক খাটয়।
গুৰু বোলে তীৰ্থস্থান আছে বহু দুৰ
বিপদ সঙ্কুল পথ বিঘিনী প্ৰচুৰ।

শ্ৰীগুৰুৰ লীলামৃত কথা সবে পান
মুখে ৰাম বুলি হাতে কৰা নিজ কাম।



## দৰ্জি চান্দসাইৰ গুৰুৰ ৰূপ দৰ্শন আৰু শৰণ লাভ

### পদ

চক্ৰপাণি বোলে শুনা যত সাধুজন
শ্ৰীগুৰুৰ লীলামৃত সবে কৰা পান।
চিলাৰাই যুৱৰাজ সৈন্যৰ অধিপতি
তাহাৰ এক দৰ্জি ছিল যবন সন্ততি।
জাতিত যবন তিনি ধৰ্মত্ত ইছলাম
কদাচিতো সিটো নুশুনয় ৰাম নাম।
গুৰুজনৰ কথা সব কাণে নুশুনয়
শাস্ত্ৰ আলাপন কথা শুনি খণ্ড পায়।
ভকত সৱক নিন্দা কৰে বাৰাম্বাৰ
সবাকে সুবিধা বুজি কৰে তিৰস্কাৰ।
ৰজাৰ ভয়ত কিন্তু ফুটাইবে নৰে
ৰজাক আলেঙি মাথো নিন্দাবাদ কৰে।
পৰম তামসিক গুণে কেৱে নাযাই কাষ
লৰা লুৰি পলাই ফুৰে যদি পায় পাশ।
চিলাৰাই এক দিন তাক মাতি আনি
শুনাহে দৰজী চাহেব মোৰ এক বাণী।
দগলা চিলাই দিয়া গুৰুৰ গাৱ চাই
যাতে ভাল শুৱায় তাক মনে আওৰাই।
তাকে শুনি চান্দসাই মনে কিবা জানি
ভাল কৰি নিৰীক্ষিল গুৰুৰ দেহখনি।
তথাপিতো মনে তাৰ পতিয়ন নযাই
শয়নত দেখিবাৰে আছে ছল চাই।
এক দিনা আহিলেক দৰ্জি চান্দসাই
দেখিলা চতুৰ্ভুজ গুৰু আছে ঘুম যাই।
নামাতিয়া দৰ্জি একো ওলাই আহিলা
চাৰিখন হাত লগাই চাবকন কৰিলা।
শঙ্কৰৰ হাতে নিয়া দিলা সেৱা কৰি
দেখিলন্ত গুৰু তাক বাগৰি জুগৰি।
তাৰ পাছে দৰ্জিক বুলিলা ক্ৰোধ কৰি
মোত নুশুধিয়া চোলা চিলাই কেন কৰি।
এইখন চাবকন দেখো হ'ল চাৰি বাহু,
কিবা হেতু চাৰি হাত ভাঙি পাতি কহো।
চান্দসাই বুলিলেক গুৰু ইষ্ট দেৱ
আপোনাৰ সম লোক দেখা নাই কেৱ।
প্ৰথম জোখ লবলৈ শৰীৰ দেখিলু
সন্দেহ উপজি মই আতৰি আহিলু।
পাছে সৰু ৰজা দেৱে বোলে জোৰ কৰি
হেমাহি কৰিছা কিয় চাবকন নকৰি।
সপ্তাহৰ ভিতৰে চোলা নেদেখিলে গাত
শাস্তি পাবা দৰ্জি তুমি আমাৰ হাতত।
তাৰ পাছে জোখ লব কাষক গইলু
শয়নত আপোনাক যেনুৱা দেখিলু।
মই দেখা মতে আহি কৰিলোহো চোলা
গুৰুৰ কৰ্ম মই কভু নকৰিবো হেলা।

যেন মতে বুলিবাহা চিলাই কৰিবাৰ
সেইমতে দিব চোলা মনৰ জোখাৰ।
গুৰু বোলে চোলা দিবা দুই হাত কৰি
ওখ বহল দিবা দেহ সমান কৰি।
চান্দসাই বোলে মই ভুল বুজি ছিলো
ভগবান আল্লা তুমি আগে নজানিলো।

শৰণ দিয়োক মোক চৰণত ধৰো
মন প্ৰাণ দেহ অৰ্পি তোমাক ভক্তি কৰো।
এই বুলি দণ্ডৱতে চৰণত পৰি
চৰণৰ ধুলি লৈলা দুই হাত জুৰি।
শ্ৰীগুৰুৰ লীলামৃত সব লোকে শুনি
হৰি হৰি বোলা পাপ দুৰ হোক জানি।



## *গুৰুৰ মুখে শুনি বুলি ললেহে নামৰ স্বাদ বুজিব পৰা যায়*

### *পদ*

চক্ৰপাণি বোলে কথা শুনে ভক্তগণ
বৰজহা থানে আহে ভক্ত অগমন।
এক দিনা আহিলেক বহু ভক্তজন
হিৰাই, পৰাই, ৰাম, ব্ৰাহ্মণ চাৰিজন।
ৰজাৰ সভাত সবে ভৈলা পৰাজয়
এবে নাম শুনিবাক তাহাতে আহয়।
নাম শুনে গায় আৰু সিধা লৈয়া যায়
ঘৰক আহিয়া পুনু মূৰ্ত্তিক পূজয়।
মনত সংশয় তাহাৰ নুগুচে সদায়
নাথাকে মনত একো যিবা নাম গায়।
দিনে আহি গায় মাত্ৰ কিছু নুবুজয়
মনত সদায় যেন অসূয়া থাকি যায়।
দিনেক সাত পণ্ডিত বিপ্ৰ হই একেতৰ
বিচাৰি আহিয়া পাইলা মাধৱৰ ঘৰ।

আসন বসন দিয়া তাম্বুলক দিলা
আগমনৰ উদ্দেশ্যক মাধৱে পুছিলা।
বিপ্ৰগণ বোলে বাপ বঢ়াৰ নন্দন
নামৰ স্বাদ নাপাও আমি কিহৰ কাৰণ।
ঘৰত নাম গাব দিয়ে তাতো নাই ৰস
নামঘৰে বহি থাকি পাও যে অসুখ।
এতেকতে বোলা বাপ ৰস পাও কেনি
আপোনাক সুধিলো কথা তত্ত্বক নজানি।
ছোট গুৰু বোলে কোৱা হেৰা বিপ্ৰবৰ
গাই দোহা তোৰা সবে বাচন কিহৰ।
বিপ্ৰগণ বোলে বাহৰ কৰিয়া কাটিয়া
তাতে গাই দোহো আমি যতন কৰিয়া।
গুৰু বোলে তাৰ পৰা পায়স কৰয়
কিবা যতনৰ দ্বাৰা পায়স তৈয়াৰ হয়?

কিবা বাচনত পায়স ৰান্ধিয়া তোলয়
আৰু কিবা যতনৰ প্ৰয়োজন হয়?
যিবা প্ৰয়োজন হয় পায়স ৰান্ধিবাক
সেই সব কথা বুজাই বুলিও আমাক।
গাই দহো,কৰিয়াত চৰুত পগাও
চৰুত ৰান্ধো কঠলিৰে লাৰি চাৰি লও।
ছোট গুৰু বোলে বাপ ব্ৰাহ্মণ সকল
চৰু, কঠলি কৰিয়াই কৰয় কেৱল।
সোৱাদ পায় কোনে, কোৱাচোন বুজাই
বিপ্ৰ বোলে যেয়ে খায় সেয়ে সোৱাদ পাই।
ৰান্ধনীও নাখায় যদি সোৱাদ নপাৱয়
যতনবোৰে কেনে স্বাদ কিছু নজানয়।
মাধৱ বুলিলা তেবে শুনা বিপ্ৰগণ
গুৰু মুখে শুনি ললে নাম ৰসবান।
গুৰুত সুধি-পুচি যদি নাম নলৱয়
কদাচিতো কিছু স্বাদ সিটে নপাৱয়।
শৰণ লইয়া আগে ভজনক লোৱা
তাৰ পাছে নাম ললে নামৰ স্বাদ পোৱা।
শৰণ ভজন নাই কেৱল নাম গাই
সেই নাম ললে ফল কিছু নিমিলই।
গুৰু যেবে নামাস্বয় দিবেক বুজাই
তেহে পৰম গতি পায় শুনা বিপ্ৰৰাই।
শৰণ লইয়া আগে ভজনক লোৱা
নাম ধৰ্ম কেনে বস্তু তেবে বুজি পোৱা।
এতেকতে গুৰুৰ পাৱে পশিও শৰণ
সংসাৰ তৰিবা সুখে জানা বিপ্ৰগণ।
এই বুলি মাধৱদেৱ সবাকো নমিলা
বিপ্ৰগণে বিদায় লই গৃহক চলিলা।

>>>>■<<<<

## কালিন্দ্ৰী আইৰ দৰ্পচূৰ্ণ

### পদ

চক্ৰপাণি বোলে শুনা ভক্ত প্ৰাণ ধন
এক দিন গোসানী আই বাদে অকাৰণ।
গুৰুজনে আগবাঢ়ি পদূলিক চাই
এত বেলি বঢ়াৰ নন্দন আহি পোৱা নাই।
গোসানী বুলিলা আমি আছো অকাৰণ
তোমাৰ প্ৰিয় একমাত্ৰ বঢ়াৰ নন্দন।
নেদেখিলে এখন্তেক মন কিবা কৰে
নাভাবাহা পুত্ৰ ভাৰ্য্যা ৰই আছো ঘৰে।
কেৱল মাধৱ বিনে আন কোনো নাই
কোন ভাৰ্য্যা আৰু কোন আছয় পুতাই।।
তাৰ পিছ দিনা গুৰুজনে কিবা গুণি
মৌন হুয়া বহি আছে আপোনা আপুনি।

বেলি দহ দণ্ড গৈলা কানসাৰ নাই
তাকে দেখি মাত দিলা কালিন্দ্ৰী ভাৰ্য্যাই।
গৈলা বহি দহ দণ্ড আছ কিবা ভাবি
ভকতসকলে খণ্ড কৰিব অদ্যপি।
গুৰু বোলে প্ৰিয়া মই কৰিলো অকাজ
তাক ভাঙি কবলৈ মোৰ লাগে লাজ।
খেতি দৰা দেখিবাৰে পথাৰে চলিলো
বৎস এটি খেতি খোৱা তথাত দেখিলো।
মাৰি লই কোব মাৰি দিলো গাৱে যেবে
ধৰ ফৰ কৰি বৎস পৰি গৈলা তেবে।
খন্তেক পিছতে বৎস পৰিয়া মৰিল
গৰ্ত্তমধ্যে পুতি ৰাখি ঘৰত পশিলু।
কালিন্দ্ৰী বুলিলা প্ৰায়শ্চিত্ত লাগিবেক
তিনি দিন তিনি ৰাত্ৰি গৃহে নাহিবেক।
ভকত সজ্জন মাতি ভোজ ভাত দিব
এই ৰূপে শুদ্ধ হইব নিশ্চয় লাগিবেক।
গুৰু বোলে সেয়ে হব কৰিলো অকাজ
তিনি দিন তিনি ৰাতি থাকিম গৃহবাজ।
এই বুলি মৌন হুয়া অধোমুখ কৰি
ভাবি গুনি আছে গুৰু শঙ্কৰমুৰাৰী।
এনে সময়তে আহি বঢ়াৰ নন্দন
পাৱে পৰি নমিলেক সাদৰি বচন।
প্ৰসঙ্গৰ সময় গুৰু যাইব উকলি
এনেদৰে আছে কিয় হাত আকোৱালি।

গুৰু বোলে ইটো কথা কব লাগে লাজ
পথাৰ দেখিব গৈয়া কৰিলো অকাজ।
গৰুৰ পোৱালী এটি আছিল ধান খাই
মাৰিডাল ধৰি মই দিলো যে কোবাই।
খন্তেকতে মৰি গৈলা গৰুৰ পোৱালী
গৰ্ত্তে পুতি ৰাখি আমি আইলু গৃহ বুলি।
মাধৱ বুলিলা হেৰা কুসুম নন্দন
সমস্ত ৰাজ্যৰে তুমি প্ৰিয় গুৰুজন।
ইটো কৰ্ম ঘটা মোৰ নহয় বিশ্বাস
যদি কৰ্ম সঁচা মই দিলো যে আশ্বাস।
নৰককৈ যাব আমি গুৰু কৰ্মফলে
এনেদৰে মন মাৰি নাথাকা অকলে।
প্ৰসঙ্গত যাব লাগে বহু বেলি হল
পুৱাৰ ভটিমা গোৱা উকলিয়া গল।
শঙ্কৰে বুলিল হাঁহি শুনিয়ো পতনী*
মাধৱৰ কথাখিনি লোৱা কাণে শুনি।
গুৰুৰ কৰ্মফলে যাব নৰকে আপুনি
ঘৰত পৌশিবে নেদা প্ৰাণৰ গৃহিণী।
পৰীক্ষা কৰিলো মই মাধৱ আৰু তুমি
প্ৰাণ ভক্ত মাধৱ মোৰ জানা বুকৰ মণি।
মই আৰু মাধৱৰ নাহিকে অন্তৰ
দুইজন একে কায় জানা সাৰে সাৰ।
প্ৰাণৰ কথা দুইজনে সমস্তকে জানো
ব্যতিক্ৰম কথা হলে একোই নমানো।

*পতনী - পত্নী*

তিনি সম আপোন জন নুহি হোৱা তুমি
মাধৱ বিহিনে কৰ্ম নোহে লোৱা জানি।
কালিন্দ্ৰীদেৱীয়ে পাছে অধোমুখ হই
লাজে পৰি গৃহে চলি থাকিলন্ত শুই।

স্নান কৰি গুৰুজন প্ৰসঙ্গত গৈলা
কালিন্দ্ৰীদেৱীৰ তেবে দৰ্প চূৰ্ণ ভৈলা।
শ্ৰীগুৰু চৰিতা মৃত শুনা কৰ্ণ ভৰি
ৰাম ৰাম চিন্তি সবে বোলা হৰি হৰি।



## গুৰুজনৰ দ্বিতীয়বাৰ তীৰ্থযাত্ৰা

### ছবি

শ্ৰীকৃষ্ণৰ বাল্য লীলা গোকুল বৃন্দাবন খেলা
গুৰু মুখে সৰ্ব্বদা শুনয়
ভাগৱত পদচয় গুৰু মুখে শুনি যায়
দেখিবাৰ কৌতুহল হয়।
যৌৱন কালে গুৰুজন দেখিলেক বৃন্দাবন
দেখা কথা বিবৰিয়া কয়
ভক্তগণে আনন্দত কৰে কোৱা কুই যত
দেখিবে আমাৰ মন যায়।
গুৰু বোলে মহা কষ্ট আয়ু ধন হোৱে নষ্ট
তীৰ্থ ক্ষেত্ৰে মিলয় মৰণ
তবু যদি চাব যাৱ লাগিবেক বহু ধন
সবাৰে আছয় জানো ধন।
কাৰ কত আছে ধন পইচা লাগে অগণন
সবে বোলা কাৰ কত আছে
যাবলৈকে কৰা মন যাইবা বাৰু কোন কোন
আলোচনা কৰিবোহো পাছে।

ৰাম দাস, ৰাম ৰাই      ৰাম ৰাম চলি যাই
তাহাৰ হাতত ধন আছে,
উদাৰ গোবিন্দ বোলে      নাই মোৰ কোনো ফালে
তীৰ্থক যাইবাৰ মন আছে।
তোমালোকৰ পদ সেৱা      কৰি থাকি নিতে মই
তীৰ্থ হন্তে আহিম উলটি
নখ যদি জোকাৰয়      তাতে জ্ঞান নদী বয়
ৰাইজ কৰ্মে আহিবোহো খটি।
মাঘৰ দুদিন গৈলা      যাত্ৰাৰ দিন স্থিৰ হৈলা
কালিন্দ্ৰীৰ মনে বৰ দুখ
বুঢ়া কালে তীৰ্থে যাই      কিমান কষ্ট হোৱে চাই
সদা থাকে মন অসন্তোষ।
মাধৱক মাতি আনি      কালিন্দ্ৰীয়ে বোলে বাণী
বৃন্দাবনে নাযাবা কদাপি
ইবাৰ গলে বৃন্দাবন      নকৰে গৃহে আগমন
থাকিব হৰিৰ নাম জপি।
এতেকে কাৰুণ্য কৰো      তোমাৰ হাতত ধৰো
তুমি নাযাইবা বৃন্দাবন
তুমি নগলেই হই      তোমাৰ গুৰু নাযাবই
আহি যাব বাউসী ভুবন।
বয়স গৈছে বাঢ়ি      খোজ কাঢ়িব নপাৰে
বেদনা আহিয়া লৈছে লগ
বুলিললো তোমাক মই      তোমাৰ অবিদিত নাই
তালৈ গলে নাপাবোহো লাগ।

এতেক কাৰুণ্য কৰি মাধৱৰ হাতে ধৰি
কান্দি কান্দি কালিন্দ্ৰী বুলিলা
মাতৃৰ কাৰুণ্য শুনি মাধৱদেউ মনে গুণি
নাযাম বুলি অঙ্গীকাৰ কৈলা।
ছয় কুৰি ভক্ত মিলি নৌকা লৈয়া গল চলি
তোৰচাৰ তীৰত উঠিলা
ঔ গছে নৌকা থই সবেও একত্ৰ হই
পদ ব্ৰজে সবে চলি গৈলা।
সেই দিনা সবে গই মধুপুৰ থানে ৰই
পাৰলি বৃক্ষৰ তলে থাকি
গুৰুৰ মুখে ধৰ্ম কথা ৰাম কৃষ্ণ নাম গথা
সঁবে শুনে এক মনে থাকি।
বৃক্ষৰ ওপৰ হন্তে মধুপৰে টোপাটোপে
সবে মিলি ওপৰক চাই,
বৃক্ষৰ ওপৰে এক বৃহত মধুৰ চাক
মধু ভৰে জিলিকি আছই।
মউপিয়াগণে খাই বিচনাক ভাঙি দেই
মধু পৰি ঠাই গৈলা তিতি
ভ্ৰমৰে গুঞ্জন্ত তাত কোকিলে কাঢ়িছে ৰাৱ
সব লোকে চায় চতুৰ্ভিতি*।
চৰু এক আনিলন্ত মাজে তাতে ৰাখিলন্ত
চৰু ভৰি উপচিয়া গৈলা,
সবে মধু ৰস খাই মাধৱে যে বোলয়ই
ইটো ঠাই মধুপুৰ হৈলা।

*চতুৰ্ভিতি - চাৰিও ফালে

**গুৰু মুখে ভাগৱত মধুৰ সমান ৰস**
**বই আছে কথা নিৰন্তৰ**
**বৃক্ষৰ ওপৰ হন্তে মধু পৰি চৰু ভৰে**
**ইটো থান সত্য মধুপুৰ।**
**গুৰু বোলে ইটো থানে চন্দ্ৰ, সূৰ্য্য থাকে মানে**
**তীৰ্থ এক বৰ্ত্তিয়া থাকিব**
**যত পাপী তাপী গণ জুৰাইব মন প্ৰাণ**
**পূণ্য লাভে ই থানে আহিব।**
**প্ৰভাততে ভক্ত সমে খোজ লৈলা গুৰুজনে**
**জগন্নাথ ধামে চলি যাই**
**গুৰুৰ চৰিত লীলা সবে হৰি ৰাম বোলা**
**হৰি হৰি ঘুষিও সদাই।**



## *ক্ষেত্ৰৰ পথত শিমলু গুৰু আৰু অশ্বত্থ বৃক্ষৰ উপাখ্যান*

### *পদ*

এক মনে ভক্তগণে খোজ কাঢ়ি যাই
মাধৱদেৱ আগে চলে পথক দেখাই।
শঙ্কৰদেৱ পিছে থাকে দলৰ কাণ্ডাৰি
হেন মতে যায় সবে মহাৰঙ্গ কৰি।
পথৰ কাষত এক শিমলু দেখিলা
পিছৰ পৰা গুৰুজনে মাধৱক বুলিলা।

শুনা হেৰা মাধৱদেৱ আমাৰ বচন
শিমলুৰ তলৰ বাটে নাযাবা এখন।
ছায়া নগছকিবা নযাইবা কাষত
ইটো কৰ্ম কৰি সবে যাইবা নৰকত।
গুৰুৰ বচন শুনি সোহাঁতে ঘুৰিল
ছায়া এৰাই ঘুৰি আহি ৰাস্তাত উঠিল।

*অশ্বত্থ - আহত গছ*

মাধৱে পুছিলা বাপ ইনো কি কাৰণ
ছায়া গছকিলে পাপ কিহৰ কাৰণ।
বহু বৃক্ষ আছে পথে কাৰো এনে নাই
পক্ষীগণে হাগি বগা কৰিছে তেনেই।
পাতক নেদেখি তাৰ মাত্ৰ বিষ্ঠাময়
অন্য বৃক্ষ যত আছে কাৰো এনে নয়।
ছায়া পৰাশিলে পাপ হয় কি কাৰণ
বিস্তাৰ কৰিয়া বাপ বুলিও এখন।
এক জুৰি তীৰে গৈয়া সঁবেও জিৰাই
বৃক্ষৰ বৃত্তান্ত গুৰু বুলিবে লাগই।
জুৰি পানী খাই ভক্তগণ শান্ত ভৈলা
মনোযোগে গুৰুৰ কথা শুনিতে লাগিলা।
ইটো বৃক্ষ পূৰ্ব্বতে আছিল গুৰুজন
নাম মন্ত্ৰ বিকি তাৰা লয় তুচ্চ ধন।
ধন নাপাইলে মন্ত্ৰ নিদিয়ে কদাপি
যেয়ে বেচি ধন ধান্য আনি দিয়ে সপি।
তাহাক অধিক স্নেহ কৰে অতিশয়
ক্ৰমে ক্ৰমে সিটো গুৰু নৰকে পৰয়।
নৰকে পৰিয়া পৰে বৃক্ষ হই ৰইলা
শিষ্যগণ পক্ষী হই মুৰত হাগিলা।
গুৰু শিষ্য কোনোজনে উদ্ধাৰ নাপাই
ব্ৰহ্মাণ্ডে ঘুৰিয়া ফুৰে যাতনাক পাই।
কপটীয়া গুৰু যদি হয় কোনোজন
স্বাৰ্থ ত্যাগী নকৰয় নাম মন্ত্ৰ দান।
সিটো গুৰু তাৰ শিষ্য সবে ভ্ৰষ্ট হয়
পক্ষী, বৃক্ষ, শামুক, জোক লই জন্ম লয়।

এই গুৰুজন যখন মনুষ্য আছিল
আপোন স্বভাৱে বিত্ত ব্ৰত নাম পাইল।
চৌৰাশী নৰক সিটো এৰাতে নপাৰে
এত যুগ কৰ্ম ফলে যিবা জন্ম ধৰে।
তেবেসে গুৰুৰ মুক্তি জন্মান্তৰৰ পৰে
নিজ কৰ্মফল কেৱে এৰাইতে নপাৰে।
এতেক বুলিয়া গুৰু উঠিয়া দাড়াই
সব শিষ্যগণে পিছে খোজক লৱই।
বহু পথ অতিক্ৰম কৰি গুৰুজন
শিষ্য সমে পুনৰাই কৰয় বিশ্ৰাম।
জলপান কৰে সবে চিৰা গুড় কল
আৰু যদি পায় কিবা খাদ্যাদি ফল।
প্ৰতিদিন প্ৰত্যুষত উঠি ভক্তগণ,
গুৰুৰ সহিতে যাত্ৰা কৰে আৰম্ভন।
এপৰ বেলিক লাগি খোজ কাঢ়ি যায়
ৰদ তাপ বৰষুণ একো নমানয়।
এনেদৰে যাত্ৰা পথে যি কিছু দেখয়
তাহাৰ বিবৰণ গুৰুজনে বুজাই কয়।
পথত পাইলেক এক বিশাল বিৰিখ
ডালে পাতে সুবৃহৎ দেখিলে হৰিষ।
কাষতে বহয় জুৰি কুলু কুলু কৰি
ঠাইৰ নিৰ্জনতাই নিয়ে মন প্ৰাণ হৰি।
গছৰ তলত গৈয়া সবেও জিৰাই
স্নান তৰ্পন কৰিবাক কাপোৰ সলাই
গাৱ পাৱ প্ৰক্ষালিয়া সবাই বহিল
জা-জলপান যি আছিল খাই অতাইল।

বতাহ লাগিয়া পাত ঝৰ ঝৰ কৰে
মৃদু বতাহৰ স্পৰ্শে মন প্ৰাণ হৰে।
এতেকে সুধিলা প্ৰশ্ন গুৰুজনক চাই
ইটো বৃক্ষ ইটো স্থানে কিহেতু আছই।
গুৰু বোলে ইটো পূৰ্ব্ব জন্মে তৰু বৰ
ৰাজ কৰ্মচাৰী ছিল ই ৰাজ্যৰ ৰজাৰ।
ৰাজকীয় ক্ষমতাত ইটো মত্ত হই
নিৰীহ লোকক কষ্ট দিবয় সদাই।
তাহাৰ কাৰণে বহু অতীষ্ঠ হইল
বৃক্ষ হইবাক লাগি সবাই শাপিল।
সমাজৰ শাপে পাছে ৰাজ কৰ্মচাৰী
বৃক্ষ গোট হই ৰইলা পথ কাষে পৰি।
আপুনি পুৰিয়া ৰদে লোকক ছায়া দিয়া
এই ৰূপে কত বৰ্ষ আছয় চলিয়া।
ছায়া পাই কত প্ৰাণী যেবে তুষ্ট হব
জন্মান্তৰে সিটো প্ৰাণী মনুষ্য হইব।

ইহাঁৰ আগৰ জন্মে ছিল নৰকৰ কীট
তিনি জন্ম কাটি হইল বৃক্ষে পৰিণত।
ইটো পৰে পাইব সিটো পাপে পৰিত্ৰান
ভক্তগণ আমাৰ বচনে দিবা কাণ।
আগৰ জনমে যেয়ে ক্ষমতাৰ বলে
লোকক তাৰয় সিটো কৰি অৱহেলে।
পৰ জনমতো তাৰ নাহিকে নিস্তাৰ
তাড়না ভুঞ্জিবে সিটো জানা সাৰে সাৰ।
এতেকে কহিলো হেৰা মহাভক্তগণ
সব প্ৰতি সম ভাৱ কৰা আচৰণ।
কুকুৰ শৃগাল মেথৰৰো আত্মাৰাম
সি সবকো কদাচিতো নকৰিবা ঘিণ।
এই বুলি গুৰুজন উঠিয়া চলিল
তেৰা সঙ্গ সবেও চলিতে লাগিল।
শ্ৰীগুৰু চৰিত্ৰ কথা এক চিত্তে স্মৰি
গুৰুক সুৱৰি সবে বোলা হৰি হৰি।

>>>■<<<

## ***পথত বিচিত্ৰ ঘটনা, ফান্দ আৱদ্ধ হৰিণ মুক্তি, বনদস্যুৰ বৃত্তান্ত, পাপীৰ পৰিত্ৰান আৰু কল্যানপুৰত নাৰীসৱক পৰিত্ৰান***

### ***পদ***

তাৰ পাছে বুলিলেক আতৈ চক্ৰপাণি
ভক্ত সঙ্গে গুৰুজন চলিছে আপুনি।
লাহে লাহে মনিহাৰী ঘাট পাইল গই
গঙ্গাত নামিয়া সবে স্নান কৰি যাই।

পাৰত আছিল বৃক্ষ তাৰ তলে ৰৈলা
তাৰ পৰে উত্তৰ দিশে সবাই চলিলা।
পাছে গৈলা গয়া ক্ষেত্ৰ লাগি আগবাঢ়ি
চলি যায় ভক্তগণ সবে খোজ কাঢ়ি।

তাৰ পাছে পাইলেক বননী এখন
তৰা নল ফাৰি আগবাঢ়ে ভক্তগণ।
বন মধ্যে আছে কত শত হিংস্ৰ প্ৰাণী
বাঘ্ৰ, সৰ্প, শৃগাল আৰু শুকৰ অগনি°।
বনৰীয়া মৃহ জাক দূৰত দেখই
তাকে দেখি ভক্তগণ একত্ৰ হৱই।
টিকনি মাৰিল যেবে মহ পলাইল
আৰু কত বন্য জন্তু আগতে দেখিল।
হৰি নাম উচ্চাৰিয়া সবে চলি যায়
হৰিৰ প্ৰসাদে একো বিঘিনি নাপায়।
কাষে পাৰ হই আছে কত হিংস্ৰ প্ৰাণী
শুনিলেক সব ভক্তে হৰিণ বেবনি।
বেবনি শুনিয়া সবে শীঘ্ৰে চলি যাই
দেখিল ব্যাধৰ ফান্দে মৃগ আছে ৰই।
ৰচিৰ ফান্দত সোমাই মাইকী হৰিণী
কান্দি কান্দি বেবাৱন্ত পেলাই চকুপানী।
কাষতে আছয় তাইৰ পিয়নি পোৱালী
আৰ্ত্তস্বৰে বেবাৱন্ত উৰ্দ্ধ মুখ তুলি।
ভকত বৎসল গুৰু শঙ্কৰ-মাধৱ
সবাৰো আশ্ৰয় দাতা পৰম বান্ধৱ।
কাষ চাপি জৰি কাটি ফান্দক খুলিলা
তাৰ পাছে মৃগ মাতৃ অৰণ্যে চলিলা।
অল্প দূৰে ঠিয় হই বৎসক পিয়াই
বৎস সমে মৃগ মাতৃ চলিলন্ত ধাই।

ফান্দ কাষে তিনি টকা ৰাখিয়া থইলা
তাৰ পৰা কিছুদূৰ আগুৱাই চলিলা।
ব্যাধ আহি সমস্ত কাৰ্য্যক বুজি পাই
কোনোবা মহান ব্যক্তিৰ কৰ্ম ইটো হই।
পশু মাংস দাম দিয়া হৰিণ এৰি দিল
আমাৰো সাধিল কাৰ্য্য পশু নমৰিল।
মহান পুৰুষজনে ই কৰ্ম কৰিলা
ফাগু লৈয়া ব্যাধ কিছু আগুৱাই লৰিলা।
ছয় কুৰি ভক্ত তাতে লাগল পাৱই
ছাত বহি গুৰুজন আছে তাতে ৰই।
গুৰুৰ চৰণে পৰি প্ৰণাম কৰিলা
দুই কুলৰ উপকাৰ আপুনি সাধিলা।
জ্ঞান শূণ্য পশু জাতি ধন বিত্ত দিয়া
তাহাকো উদ্ধাৰা বাপ কৃপাক কৰিয়া।
দয়াৰ সাগৰ তুমি জগতৰে বাপ
অল্প মান দয়া ভাগ দিয়োক আমাক।
পশু মুক্ত কৰিলাহা তুমি কৃপা কৰি
সংসাৰ বন্ধন হন্তে নিয়া মুক্ত কৰি।
তাৰ পাছে শঙ্কৰত শৰণ পশিলা
ব্যাধ জাতি ঈশ্বৰৰ পৰম ভক্ত ভৈলা।
গুৰু বোলে তব কৰ্ম জানা ব্যাধবৰ
আপুনি নামাৰি কিনি আনিবা সত্বৰ।
তাৰ পাছে লাভ লৈয়া মাংসক বিকিবা
ইটো কৰ্ম কৰি নাম ধৰ্মক নেৰিবা।

°*অগনি - গণিব নোৱাৰ*

অতি জ্ঞান শূণ্য জাতি অধম পামৰ
নামক ঋৰিয়া শিষ্য ভৈলা শঙ্কৰৰ।
হৰি নাম মুখে বোলা ভজা নিষ্ঠ কৰি
সমস্বৰে ভক্ত সমে থাকা নাম ধৰি।
তাৰ পাছে তিনি দিন খোজ কাঢ়ি গৈল
তিনি দিনান্তৰে গয়া ক্ষেত্ৰ ঢুকি পাইল।
তথাত বৃহৎ বৃক্ষ বট যে আছিল
বৃক্ষৰ চাৰি দিকে ছিল গভীৰ জঙ্গল।
জঙ্গলৰ মাঝে এক প্ৰখ্যাত তস্কৰ
অকলশৰে পাই প্ৰাণ লয় বহুতৰ।
তিনি দিন পৰিশ্ৰমে ভক্ত গৈছে লৰি
পাথৰ লইয়া দিলে ফৰ মুটি মাৰি।
বলৰাম পিছত ছিল মুৰতে পৰিল
মাথা ফাটি ধাৰাসাৰে ৰক্ত বহি গৈল।
শিলৰ আঘাতে বল বাগৰি পৰিলা
তিনি গোটা ভক্ত মিলি সাবতি ধৰিলা।
হাতৰ টেকেলি জল দিলেক ঢালিয়া
তাৰ পাছে বনৌষধি দিলেক লিপিয়া
ফটা কাণি বান্ধি দিলা বিষ মৰি যাই
তিনি কুৰি ভক্তই হাবি আগুৰি পেলাই।
কাটি জুৰি জঙ্গলক মোকলাই লই
বন মাজ হন্তে ডাকু আনিল কোবাই।
পুচিলন্ত তাক গুৰু তুমি কোনজন
কি কাৰণে এনে কাৰ্য্য কৰিছা ঘটন?
তীৰ্থ যাত্ৰী আমি সব ভকত সাধুজন
আগ পিছ নাচাই মাৰিছা কি কাৰণ?

বন দস্যু বোলে মোৰ কৰ্ম নাই আন
পথচাৰী মাৰি আমি কাঢ়ো যতমান।
বস্ত্ৰ, টকা, সোণ আৰু আন দ্ৰব্য যত
লুটি লই যাইবো আমি আপোন গৃহত।
সেই মতে পুত্ৰ-ভাৰ্য্যা আৰু কন্যা দুই
পাচজন প্ৰাণী মোৰ জীৱন ধৰই।
আন ব্যৱসায় মই একোৱে নজানো
পথিকক বধ কৰি ধন লুটি আনো।
আজি মোৰ মন্দ ভাগ্য ধৰিতে পৰিলা
গৃহৰ চাৰিটি প্ৰাণী শুকাই মৰিলা।
গুৰু বোলে বলৰাম কিবা কব তই
তোমাৰেহে দোষী ইটো শাস্তি কিবা হই।
বলোৰাম বোলে বাপ পূৰ্ব্ব কৰ্মফলে
তাহাক মাৰিলো আমি ইমতে অকলে।
সুজাইল আজি তাৰ পূৰ্ণ প্ৰতিশোধ
দৈৱৰ লিখন কোনে কৰিবেক ৰোধ।
আৰু যদি আজি সিটো অপৰাধ কৰি
আউৰ জন্মে পাব ফল জানা নিষ্ঠ কৰি।
বিশেষত যদি আমি মাৰিয়া পেলাই
পুত্ৰ-ভাৰ্য্যা-কন্যা সব মৰিব শুকাই।
তিনি টকা ৰূপ দান দিলেক তাহাক
এক সাজ অন্নৰ সিধা দান কৰিলেক।
তিনিজনৰ বাবে তিনিখনি বস্ত্ৰ দিলা,
বস্ত্ৰ লই বন চোৰ গৃহক চলিলা।
এতেকে চাৰোক বাপ যাওক নিজ ঘৰে
ঈশ্বৰে দিবেক শাস্তি মনুষ্যে কি পাৰে।

তাক ছাৰি দিলা যেবে ফেকুৰি ফেকুৰি
চৰণ পৰশিয়া কান্দে দুই হাত জুৰি।
গুৰুৰ পাৱত পৰি কৰি অঙ্গীকাৰ
বুলিলেক এনে কৰ্ম নকৰিবো আৰ।
তিনিজনে তিনি ৰূপ তাক দান দিলা
ব্যৱসায় কৰিবাৰে তাক আদেশিলা।
তেতিক্ষণে প্ৰণামিলা গুৰুৰ চৰণ
কায় মন বাক্যে সিটো পশিলা শৰণ।
ব্যৱসায় কৰিবাক লৈলা সিদিনাই
গুৰুৰ চৰণ স্মৰি থাকিল সদাই।

✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪

গয়া ক্ষেত্ৰে গাঁওৰ মাঝে মলৰ গৰ্ত্তত
লোক এক আছে পৰি বিষ্ঠাৰ মাজত।
কত দিন হল তাৰ জীৱন নাযাই
ছট্ ফট্ কৰে মাত্ৰ যাতনা ভুঞ্জই।
কোনো জন প্ৰাণী তাক ফিৰিয়া নাচাই
পোকে খুলি খায় তাৰ জীৱিত দেহাই।
মহা পাপী সিটো জন মুখে নাম নাই
ইমান শাস্তি পায়ো তাৰ জীৱন নযাই।
কেকনি গেঠনি শুনি দয়ালু শঙ্কৰ
পাপী কাষে হৰি নাম বুলিলা বিস্তৰ।
তাহাৰ উদ্ধাৰ হেতু প্ৰাৰ্থনা কৰিলা
সমবেত প্ৰাৰ্থনাত হৰি তুষ্ট ভৈলা।

তেতিক্ষণে পাপীৰ জীৱ দেহক চাৰিয়া
দেহ এৰি চলিলন্ত বায়ু প্ৰবেশিয়া।
গুৰুৰ বচনে পাছে সবে জুমি চাই
বুলিলন্ত পাপী দেহে প্ৰাণবায়ু নাই।
গুৰুৰ বচনে পৰে গৈলন্ত আতৰি
ভক্তৰ দৰ্শনে পাপী পাপক নিস্তাৰি।
যাত্ৰা কালে এই কথা পথত ঘটিলা
তাৰ পাছে গুৰু ভকত আগুৱাই চলিলা।
কল্যানপুৰৰ ওচৰ পাই কি নপাই
সবে ভীত ভৈলা মুখ ওপৰলৈ চাই।
ভয়ঙ্কৰ কলা মেঘ আকাশ আৱৰি
ঘনে ঘনে মাৰি আছে খাৰী তিৰবিৰি•।
গুৰু বোলে শীঘ্ৰে চলা বঢ়াৰ নন্দন
মুষল⁕ ধাৰেতে বৃষ্টি হব এতিক্ষণ।
মাধৱদেৱ বোলে বাপ যি হয় হব
সুখ দুখ যিটো আছে কোনেনো খণ্ডাব।
হেন সময়তে বৃষ্টি সজোৰে° পৰিলা
আগৰ কিজন কোনো মতে ৰক্ষা পাইলা।
পিছৰ কেইজন সবে গৈলা তিতি বুৰি
কথমপি পাইলা গই কল্যানপুৰ নগৰি।
এক কৃষকৰ গৃহে বহিবাক লইলা
কাপোৰ আটিয়া বস্ত্ৰ সবে সলাইলা।

• *খাৰী তিৰ বিৰ - বিজুলী চমক*
⁕ *মুষল - এবিধ টকোনৰ নিচিনা লোৰ অস্ত্ৰ*
° *সজোৰে - প্ৰৱল ভাৱে*

খুটাত আউজী গুৰু মালাক জপয়
কাষৰ যতেক নাৰী জুমিয়া দেখয়।
গুৰুৰ ৰূপতে ভোল সব নাৰীগণ
গৃহ কৰ্ম এৰি সবে দৰ্শনে মগন।
খন্তেক জিৰাই কাষে সদাগৰ ঘৰে
আতিথি ভৈলেক আহি ভক্ত সব নৰে।
সদাগৰ গৃহে সবে হৰি নাম গাই
আনন্দত মছগুল সুন্দৰ দেখাই।
তাৰ পাছে কাষে ছিল যত কৃষিগণ
সিধা হাতে লৈয়া সবে কৰে আগমন।

এক নাৰী এক জুৰি বস্ত্ৰ হাতে লই
গুৰুৰ আগত ৰাখি প্ৰণামী বোলই।
পূৰ্ণ ব্ৰহ্ম সনাতন° তুমি কৃপাময়
আশীৰ্ব্বাদ কৰা মোক হইয়া সদয়।
গুৰু বোলে তুমি মাতা প্ৰকৃত মহান
কৰিলা তুমিয়ে মাথো সবাকেই ত্ৰান।
তাৰ পাছে মিলি সবে বিদায় লইলা
জগন্নাথ ক্ষেত্ৰ মুখে আগমন হইলা।
তাৰ পাছে আহুকাল তথাত মিলিল
চতন আতৈ খোজ দিবে নপাৰিল।

শ্ৰীগুৰুৰ তীৰ্থ যাত্ৰা সবেও সুৱৰি
দেখা শুনা সব লোকে বোল হৰি হৰি।

*° সনাতন - চিৰন্তন, চিৰস্থায়ী*



## *চতন আতৈ আৰু ঠাকুৰ আতাৰ প্ৰত্যাগমন*

### *পদ*

ভক্ত সমে নানা ৰঙ্গে চলে গুৰুজন
খোজ কাঢ়ি চলি যায় হৰষিত মন।
নানা সাধু কই যাত্ৰা ৰসাল কৰয়
যিটো থানে ৰয় তাৰ বিবৰণ লয়।
কল্যানপুৰ এৰি দক্ষিণ দিশক চলয়
অল্প দূৰে গই পাছে থমকি ৰবয়।
চতন আতৈ ছিল বৃদ্ধ একজন
তীৰ্থত যাইবে লাগি কৰিছিলে মন।

ঠাকুৰ আতাৰ বন্ধু খুৰাৰ সখাজন
একে নামে আছিল দুইৰো চতন।
খুড়া বুলি সম্বোধনে নাৰায়ণ দাস
এক অঞ্চলতে তাৰ কৰিছিলে বাস।
মধুপুৰ এৰি যেৱে সাত দিন গৈলা
তাৰ পাছে চতন আতৈ ভাগৰি পৰিলা।
ভৰি দুইখানি তাৰ ফুলিয়া উঠিল
ঘনে ঘনে দীৰ্ঘ শ্বাসে ফোপাইতে লাগিল।

এক দিন এক ৰাতি তথাত ৰহিল
তথাপি চতন বুঢ়া আৰোগ্য নপাইল।
গুৰুজন বোলে এবে বিপদ মিলিল
বুঢ়াক নিবলৈ আমাৰ উপায় হাৰিল।
অকলে এৰিয়া যাইবে নলাগয় ভাল
এৰি গলে সবাৰে মিলিব আহুঁকাল।
কোনে থাকি ফিৰি যাবা এখান বলহ
নহলে অদ্যপি যাত্ৰা স্থগিত ৰাখহ।
কোনেও নমতা দেখি ঠাকুৰ আতাই
সাগ্ৰহে বুলিলা আমি থাকিব একাই।
নাৰায়ণ দাস ছিল বুদ্ধিমান আতি
সাহসী পৰম ভক্ত প্ৰত্যুৎপন্ন মতি*।
তেওঁক এৰি যাবলৈকে ইচ্ছা নভইল
কিন্তু কোনোজনে তাত ৰব নচাইল।
গুৰু বোলে ভবানন্দ তুমি জ্ঞানী জন
তোমাৰ লগত আছে বুদ্ধি আৰু ধন।
কুৰিজন যাত্ৰীৰ বাবে যতেক ভৰষা
অকলেই তোমাতেই কৰো মই আশা।
তুমি ফিৰি গলে যদি পৰো বিপদত
ধনে, বলে, বুদ্ধি কোনে সাহিব° দলত।
আতা বোলে কোনোজন নাহে আগবাঢ়ি
বৃদ্ধৰ অৱস্থা বুজি জনালো সহাৰি।
অনুমতি নকৰিলে নাযাও ফিৰিয়া
বৃদ্ধৰ গতি যিবা হব চাওক গুনিয়া।

হাথিতে নপাৰে যদি সাঙি কৰি নিব
দুইজন মানুহ আনি দৰমহা দিব।
আনে নপাৰিব দৰমহা দিব লই
ভাৱি গুণী চাওক বাপ কি কৰো উপাই।
অৱশেষে পৰম দয়ালু নাৰায়ণ
গৃহক ফিৰিয়া আহে লইয়া চতন।
বেতন দিয়া দুইজন কৰমী জোৱান
পাচিত সাঙি বান্ধি লই কৰে আগমন।
সাত দিন পৰে আহি মধুপুৰ পাই
তাতে আতা কিছুদিন চিকিৎসা কৰই।
বাকী সবে পুৰী ধাম মুখে চলি গৈলা
নাৰায়ণ দাস ঠাকুৰ আতা গৃহক আহিলা।
চতন বুঢ়াক লগত মইছে চলি গৈলা
বেজ, ওজা লগাই বুঢ়াক চিকিৎসা কৰিলা।
দধি, দুগ্ধ, কল আৰু নানান পাচলি
খুৱাইল কত বস্তু আতাই প্ৰাণ খুলি।
চতন আতই পাছে সবল হইল
নাম, কীৰ্ত্তন কৰি তাতে এমাহ থাকিল।
এক দিন দুইজনে পাটবাউসী পাই
যাত্ৰাৰ যিখিনি বাৰ্ত্তা মাতৃক জনাই।
মাতৃ বোলে নাৰায়ণ তুমিহে ভকত
পতিত পাবন তুমি সাক্ষাতে মহন্ত।
নৰৰ সেৱাতেই নাৰায়ণ সেৱা হয়
তীৰ্থ স্নানে ইটো ফল কেৱে নপাৱয়।

*প্ৰত্যুৎপন্ন মতি - আকস্মিক বুদ্ধি সম্পন্ন, উপস্থিত বুদ্ধি থকা, °সাহিব - সাহ কৰি আগবাঢ়িব*

পাপী পৰশনে তীৰ্থ কলুষিত হয়
পূণ্যবানৰ পৰশতে তীৰ্থ শুদ্ধ হয়।
তুমি সম পূণ্যবানৰ প্ৰয়োজন নাই
তীৰ্থত নাহিকে কাজ হৰি নাম বিনাই।
চতন বুঢ়া লাগি তোমাৰ যাত্ৰা ৰল পৰি
গৃহতে পাইবা তীৰ্থ চিন্তা ৰাম হৰি।
শ্ৰীগুৰু চৰিত কথা অমৃত লহৰী
ভক্তগণে এক মুখে বোলা ৰাম হৰি।

>>>>■<<<<

## কবিৰাৰ নাতি দৰ্শন

### পদ

হেন মতে গুৰুজন তীৰ্থে চলি যাই
অনেক প্ৰবন্ধে কবিৰাৰ গৃহ পাই।
কবিৰাৰ বাসগৃহ যথাতে আছিল
সবে মিলি তাতে গৈয়া উপনীত ভৈল।
কবিৰাৰ নাতিনীয়ে তথাত আছিল
প্ৰণাম কৰিয়া তাই গুৰুক মাত দিল।
কবিৰাৰ নাতিনী আমি অধম পামৰ
ধৰ্ম, কৰ্ম কিছু জ্ঞান নাহিকে আমাৰ।
ককাইদেউ এৰি গৈলা এই ভিঠা এটি
হাতে আনি দেখাইলা কবিৰাৰ পাগটি
ভেটীৰ ওপৰে ছিল কবিৰাৰ পাগ
ভকতসকলে তুলি মাথাত লৈলা তাক।
নাতিনী বুলিলা প্ৰভু স্বামী গৃহে নাই
দুৰ্ভগীয়া জন বুলি কান্দিলা দুনাই।
নেদেখিলা গুৰু ভকতৰ শ্ৰীচৰণ
এইবাবে ভৈলো মই অতি দুখ মন।
স্বামীৰ পাগুৰী আনি ভক্ত আগে দিলা
পদধূলি দিয়া বুলি সবাকে বুলিলা।
নাতিনী বুলিলা তোৰা ভক্ত মহাজন
স্বামীৰ পাগ* মাথাত তোলহ কি কাৰণ।
পদধূলি দিয়া সবে পাগত মচিয়া
কৃতাৰ্থ হইব আমি পদৰেণু লৈয়া।
সব ভক্তগণে বোলে গুৰুজন দিয়োক
আমি সবে কৰিবাক নোৱাৰো ইহাক।
গুৰুজনে আঙুলিৰে পদধূলি দিল
কবিৰাৰ নাতি তেবে কৃতাৰ্থ হইল।
তাৰ পাছে চলিলন্ত জগন্নাথ পুৰী
আগে মাধৱ পাছে গুৰু ভক্ত ছয় কুৰি।

*পাগ - পাগুৰি*

তাৰ পৰা চলি গৈলা ভকত সমাজ
পথত পুছিলা পাছে কৌতুহল বাজ।
যবন আছিল হেনো ইটো মহাজন
তাৰ গৃহে যাইবাৰ কিহৰ কাৰণ?
গুৰু বোলে শুনা এবে তাৰ বিবৰণ
অতীব আশ্চৰ্য্য ছিল সিটো মহাজন।
ব্ৰাহ্মণৰ ছিল এক বিধবা সুন্দৰী
কৃষ্ণৰ প্ৰিয় নাৰী থাকে তপ কৰি।
যৌৱন কালতে তিনি স্বামীক হেৰাই
পিতৃ গৃহে বাস কৰে কৰ্ম কৰি খাই।
সেৱা পূজা কৰে নিতে কৃষ্ণক সুঁৱৰি
প্ৰসাদ ভুঞ্জয় নিতে ধৰ্মক আচাৰি।
এক বিপ্ৰে যৌৱন ক্ষুধাত মত্ত হই
বমন কৰিবে যত্ন সৰ্ব্বদা কৰই।
এক দিনা প্ৰসাদ খাইবে লাগিয়া সুন্দৰী
সন্ধ্যা সময়তে আহে মন্দিৰ ভিতৰি।
প্ৰসাদ হাতে দিয়া বিপ্ৰে ধৰিলন্ত পাৰি
নাৰীৰ অসন্মতি হেতু ৰমিবে নপাৰি।
প্ৰসাদৰ ওপৰতে ৰেতঃ পাত ভৈল
ব্ৰাহ্মণ কুমাৰী তাক দেখিতে নপাইল।
অৱশিষ্ট প্ৰসাদ সব পেলাইল খাই
খাদ্যৰ লগত বিন্দু গৰ্ভতে সোমাই।
ক্ৰমে ক্ৰমে বিধবাৰ নব মাহ ভৈল
নৱম মাহত এক পুত্ৰ উপজিল।
লজ্জা ভয়ে বিপ্ৰবৰ ঘৰে নৰাখিল
যবনৰ বস্তি মধ্যে ৰাখিয়া আহিল।
প্ৰভাততে যবন শিশু দেখিবাক পাই
অতীব ধুনীয়া শিশু বুটলি আনই।
ৰূপবান গুণবান দয়াৰ সাগৰ
যবনেও কোৰাণ আদি পঢ়াইল বিস্তৰ।
সপ্তম বছৰে শিশু বহু জ্ঞান পাইলা
ব্ৰাহ্মণ নন্দন বুলি তেখানে জানিলা।
শাস্ত্ৰ জ্ঞান ৰীতি-নীতি শিকিলা বিস্তৰ
ভেদ কিছু নাই পাইল ৰাম ৰহিমৰ।
সৰ্ব্ব ধৰ্ম এক সম এজন ঈশ্বৰ
মানৱতাই ধৰ্ম শ্ৰেষ্ঠ সবে মানবৰ।
আচাৰ-বিচাৰ তেওঁ অনেক বাঢ়িল
মাছ, মাংস আদি খাদ্য সবাই ত্যজিল।
মহা সদাচাৰী ভক্ত কবীৰ এজন
নানা শাস্ত্ৰ জ্ঞানী ভক্ত মহা বিজ্ঞজন।
যবনৰ খাদ্য সিটো সমুলি নেখাই
নিৰামিষী ভোজী মাত্ৰ শাক অন্ন খাই।
খল যবন কিছুমানে নবাবত কৈলা
আল্লাদ্ৰোহী খোদাদ্ৰোহী গোচৰ তৰিলা।
নবাবে ধৰিয়া তাক সুধিলা বচন
শৈশৱ কালৰ খাদ্য এৰা কি কাৰণ?
যবনৰ খাদ্য খাই যৌৱন লভিলা
এতিক্ষণে ইটো খাদ্য জুঠা কেন ভৈলা?
কবীৰ বুলিলা আমি ব্ৰাহ্মণী নন্দন
ব্ৰাহ্মণৰ অখাদ্য খাইবে কি কাৰণ?
নবাব বুলিলেক আজি তোৰ নিস্তাৰ* নাই
মোৰ সতে একে থালে লাগে খাবলই।

*নিস্তাৰ - ৰক্ষা

নহলে পঠাই দিম যমৰ ঘৰলই
কবিৰা বুলিলা তেনে কথা কিয় কই?
মানুহৰ এক ধৰ্ম এক ভগবান
এক ধৰণ কৰণ মাত্ৰ ভাষা ভেদ জ্ঞান।
এজন পিতাই সব মানুহ স্ৰজিছে
এক সূৰ্য্যই সকলোকে পোহৰ বিলাইছে।
বায়ু জুই পোহৰত জাতি ধৰ্ম নাই,
মানুহে কৰিছো ভেদ ধৰ্মৰ গইনা লই।
কিন্তু জনাব ৰজা-প্ৰজা একে থালে খাই
এনে হেন কথা জানো শুনিছে কোনোবাই?
ৰজা বোলে মোৰ সঙ্গে লাগে খাবলই
একেলগে খাও আহা সোণৰ থালে লই।
দুইজন মুখা মুখি একেখনি থালে
কবিৰাৰ সঙ্গে ৰজা খাবলৈ বহিলে।
ভাত, ভাঞ্জা দুই ভাগ কৰিয়া লইলা
মাজৰ ফাকত আঙুলিৰে ৰেখা দিলা।
ৰেখাডাল দিয়া যেবে অন্ন হাতে লইলা
থাৎ কৰে সোণৰ থাল দুফাল হইলা।
আচৰিত হইয়া নবাব ভাতক নখাই
কবিৰাক অকলশৰে দিলে খাবলই।
তাৰ পাছে বস্ত্ৰ সোণ অনেক দান কৰি
নবাব পঠালে তাক অতি মান্য কৰি।
নবাবৰ নিৰ্দেশ পাই কবিৰ সুজন
গৃহত পৌশিল গৈয়া লই বস্ত্ৰ ধন।
এনেদৰে হিন্দু মুছলমান মাজে মিলি
অভেদ্য মতক প্ৰচাৰ্ কৰে শাস্ত্ৰ তুলি।

এক দেৱ এক সেৱ এজন ঈশ্বৰ
এজনে কৰিছে সৃষ্টি বিশ্ব চৰাচৰ।
বিষ্ণু আল্লা ৰাম ৰহিম নাই কিছু ভেদ
ধৰ্ম এক সবাৰো মাত্ৰ আচৰণ প্ৰভেদ।
যিটো লোকে কবিৰাৰ মতক ধৰয়
কোনো ধৰ্ম কোনো লোক ঘৃণা নকৰয়।
চৈতন্য সহিতে পিতামহ আলোচন
দুইজনে বহু শাস্ত্ৰ কৰিল মন্থন।
ধৰ্মক প্ৰচাৰি আৰু নীতিক আচৰি
কবিৰ আৰু শ্ৰীচৈতন্য ধৰ্মক প্ৰচাৰি।
মৃত্যকালে কবিৰক হিন্দু বুলি কয়
কোৰাণ, বাইবেল মানে মিঞা বুলি লয়।।
চৈতন্য শুনিয়া পাছে কবিৰক নিয়া
কবৰ দিলেক নিয়া মুখাগ্নি কৰিয়া।
নব দ্বীপ অধিপতি বৈষ্ণৱ ৰাজন
চৈতন্যৰ কৰ্মে ক্ৰোধ কৰে সিটোজন।
চৈতন্যক পুছিলা কথা ইটো কি কাৰণ
যবনক কাষ্ঠ কৰে নৈষ্ঠিক ব্ৰাহ্মণ।
চৈতন্য বোলে মহন্ত হয় যিটোজন
জাতি কুল ধৰ্ম বিচাৰ নাই প্ৰয়োজন।
ক্ৰুৰ মতি সিটো ৰজা নাযায় পতিয়ণ
প্ৰভু বোলে দেখিয়োক আপোন নয়ন।
চৈতন্যৰ সঙ্গে ৰজা চলিয়া আহিলা
কবিৰৰ কবৰ খান্দি সবাকে দেখাইলা।
সুগন্ধি চন্দন কষ্ঠ গোন্ধে মোল মোল
শব দেহ নাহি তাত চন্দন আৰু ফুল।

চৈতন্যৰ প্ৰতি ৰজা সদয় হইল
ধন বস্ত্ৰ দান কৰি গৃহে চলি গৈল।
শঙ্কৰ বুলিলা কবিৰ মহন্তৰ আখ্যান
ৰাম ৰাম বুলি ডাকি বোলা সৰ্ব্বজন।

>>>>■<<<<

## শ্ৰীগুৰু শঙ্কৰদেৱ সহ ভক্তগণৰ পুৰী অভিমুখে গমন

### পদ

কবিৰৰ ৰাজ্য চাৰি গয়া ক্ষেত্ৰ পাইল
গয়াসুৰ মাথে পিণ্ড সবে দান দিল।
গুৰু বোলে পিণ্ড দানে প্ৰয়োজন নাই
ফুল, তুলসী দান গয়াত কৃষ্ণক অৰ্চই।
সেহি হেতু পিণ্ড দান প্ৰয়োজন নাই
যিবা দিলা বাকী আৰ নলাগে দিবলই।
গয়া এৰি যাত্ৰীগণ নেলাইহাট পাই
কোন ক্ষেত্ৰে যাইবা বুলি আলোচন কৰই।
অধিক ভকত সবে বৃন্দাবন যাই
শ্ৰীকৃষ্ণৰ লীলা ক্ষেত্ৰ চকুৰে দেখই।
মাধৱ বুলিলা বৃন্দাবন নযাইব
আজি আৰু মাধৱক তাত নেদেখিব।
অনেক সময় ধৰি বাক যুদ্ধ ভৈল
মাধৱৰ মত কেৱে খন্দিতে নাৰিল।
তথাত ৰইল এক ৰাতি নিৰন্তৰ
প্ৰভাতে উঠিয়া স্নান কৰিলা সবাৰ।
তাৰ পাছে কটোৱাতে ৰাতি কটাইল
গঙ্গা স্নান কৰি দান দক্ষিণা কৰিল।
গঙ্গা নদী হন্তে সাত দিন বাট কুৰি
মহা নদী তীৰ পাইল কটক নগৰি।
কটকতে দিন এক জিৰণি লইয়া
সব লোকে পুৰীধামে গইল চলিয়া।
এক দিন পৰে পাইল জগন্নাথ পুৰী
অতি মনোৰমা ঠাই শ্ৰীক্ষেত্ৰ নগৰী।
সন্ধ্যা বেলা শ্ৰীক্ষেত্ৰে সবাই ৰহিল
প্ৰভাততে সমূদ্ৰতে স্নানিবাক গৈল।
এইদৰে সব লোকে পুৰীত ৰহিল।
নানা দিকে লক্ষ্য কৰি চাইতে ফুৰিলা
দিন ৰাতি আছে কেনে তাক নজানিলা।
প্ৰথম দিনৰ ৰাতি এনে চলি গৈলা
ৰজনী প্ৰভাতে যেবে সূৰ্য্য দেখা দিলা।
পাণ্ডাৰ সহাৰি পাই যত ভক্ত নৰ
স্নান কৰি প্ৰবেশিল মন্দিৰ ভিতৰ।
স্নান কৰি আহি যেবে সব ভক্ত জাক
প্ৰবেশিল মন্দিৰ জগন্নাথ দৰ্শিবাক।

পূবৰ দ্বাৰত গৈয়া উপনীত হই
কৰুণ সুৰে গাণ গাই প্ৰাৰ্থনা কৰই।
গুৰু সমে গৈছিলে যত ভক্তগণ
মন্দিৰৰ পূব দ্বাৰে কৰে অৱস্থান।
দক্ষিণ খুটাত গৈয়া ধৰি আকোৱালী
ক্ষণেক জিৰাই তাতে বাম হাত মেলি।

জগন্নাথ সম্বোধিয়া গীত এক গাই
সব ৰাইজ আছে ৰই একে থৰে চাই।
অতি সুললিত গীত সুৰ মনোহৰ
তথাত আছিল যাত্ৰী বিভিন্ন দিশৰ।
ৰূপ দেখি বিমোহিত সব যাত্ৰীগণ
চাহিয়া ৰহিল থিৰ কৰিয়া নয়ন।

মূৰ্ত্তিক দেখিয়া এক শ্লোক ৰচিলন্ত
শ্লোক অন্তে এক গীত তাতে গাইলন্ত।



## *জগন্নাথ মন্দিৰত শিষ্য সমে বৰগীত পৰিবেশনঃ*

*মোকে দেখিও নাকেন ওহে জগন্নাথ*
*মই বৰ পাপেৰ পাপী*
*সংসাৰ কুপতে পৰিয়া তোমাৰ*
*চৰণে নধৰো চাপি।*
*দেবে নাহি পায় মনুষ্য হইবাৰ*
*মই পাপী আসিয়া পাইলু*
*তোমাৰ ভকতি অমিয়া ত্যেজিয়া*
*বিষয়ী গৰল খাইলু।*
*কত তপ খাই নৰতনু পাই*
*গোৱাইলু বিষয়া ভোলে*
*যেন চিন্তামনি অমূল্য ৰতন*
*বিকাইলু কাঁচেৰ মূলে।*

*ক্ৰোধ, মদ, কাম, মোহ, লোভ, মান*
*ই-সব বৈৰীৰ সঙ্গে*
*আপোন ইচ্ছায়ে পাপ আচৰিলো*
*বেৰাইলো মনৰ ৰঙ্গে।*
*পৰ তিৰি পৰ ধনৰ আশায়ে*
*সদায় কুল ভৈলো।*
*তুমি মহা ধন তোমাক নেসেবি*
*জনম বিফলক কৈলু।*
*আয়ু আলে জালে গৈলা পালে কালে*
*প্ৰাণ কোন দিনা পৰে*
*যমৰ যাতনা শুনিয়া হৃদয়*
*কম্পিত হই গৈলা বৰে।*

*তোমাৰ অভয় চৰণে শৰণ*
*বিনে নাহি আন গতি*
*তুমি দয়াময় জানিয়া কহয়*
*মাধৱ মুৰুখ মতি।*
হাত এখন ৰাখিছিল দক্ষিণ খুটাত
পৰি থাকিল হাতৰ ছাপ এটি তাত।
অদ্যপি আছয় চিহ্ন সেই দেবালত
পূব ফালৰ দুৱাৰখনিৰ সমীপত।
গীতৰ পৰে নাটঘৰে সবাই বহিল
পাণ্ডা আহি প্ৰসাদ লৈ তাত প্ৰবেশিল।
গুৰু বোলে সিদ্ধ অন্ন প্ৰসাদ যে হয়
ফুৰা গাৱে খোৱা ইটো উচিত নুহয়।
প্ৰসাদ লইয়া আমি বাহা চলি যাও
স্নান কৰি আহি আমি প্ৰসাদক খাওঁ।
পাণ্ডা বোলে কেনে কথা কোৱা সাধুজন
মহা প্ৰসাদত নাই নিয়ম কানুন।
জাতি কুল বিচাৰ ইয়াত কিছু নাই
পাইলে মাত্ৰ খাইবে অন্ন তেবে মোক্ষ পাই।
গুৰু বোলে সব দেশে আছে লোকাচাৰ
স্নান কৰি অন্ন লোৱা আমাৰ বিচাৰ।
এতেকতে স্নান কৰি প্ৰসাদ ভুঞ্জিব
তাৰ পৰে প্ৰদক্ষিণ কাৰ্য্যক কৰিব।
আকে কই সব ভক্ত প্ৰসাদ হাতে লই
মাৰ্কণ্ডেয় হ্ৰদ তীৰে বেগে চলি যাই।
শৌচ স্নান কৰি তাতে প্ৰসাদ ভুঞ্জিলা
পানী কিছু খাই তাত বিশ্ৰাম কৰিলা।
প্ৰথম দিনৰ বাবে কৰ্ম কৰি শেষ
বিশ্ৰামৰ বাবে বাহৰ কৰিলা প্ৰবেশ।
শ্ৰীমন্তশঙ্কৰ গুৰু সঙ্গত মাধৱ
ৰাত্ৰিৰ আহাৰ অন্তে নিদ্ৰা গৈলা সব।
প্ৰথম দিনৰ কথা ইয়াতে সামৰি
সব নৰ লোকে ডাকি বোলা হৰি হৰি।



## *মন্দিৰ প্ৰবেশ আৰু বেত্ৰাঘাট গ্ৰহণ*

প্ৰভাতি উঠিয়া বহি ভক্তসমে গুৰুজন
স্নান তৰ্পনাদি কাৰ্য্য কৰি
মন্দিৰত প্ৰবেশিল আগুবাই চলি গৈল
খোজে প্ৰতি হাত জোৰ কৰি।

এক পাণ্ডা বেত ধৰি　　　　কোবাইল লাহে কৰি
সবে মৌন হইয়া ৰইল
ৰেতৰ প্ৰহাৰ পাই　　　　পণ্ডিত মাধৱ ৰাই
ছন্দ বদ্ধ পদক ৰচিল।
শ্ৰীহৰিৰ গৃহদ্বাৰে　　　　বেত্ৰৰ প্ৰহাৰ পাইল
ব্ৰহ্মা ইন্দ্ৰ আদি দেৱজাক
হেনয় দ্বাৰত পশি　　　　প্ৰহাৰ পাইবাৰ যোগ্য
হও আমি কমন বৰাক।
মাধৱৰ বাক্য শুনি　　　　পাণ্ডাগণ মনে গুণি
অধোমুখে বহিয়া পৰিল
লাজ পাই নামাতিল　　　　লাহে ধীৰে চলি গৈল
পাছে থাকি মাধৱ বুলিল।
কৰ্ত্তব্যত লাজ নাই　　　　নকৰিবা কিছু ভয়
অসন্তোষ কৰা নাই আমি
কি কাৰণে বেত এৰি　　　　বাহিৰক যাৱ লৰি
কথাতে পৰিছ ঘামি জামি।
পাণ্ডগণে বোলে বাপ　　　　আমিহে পাইছো লাজ
মহন্তক কৰিয়া প্ৰহাৰ
ইটো কৰ্ম নকৰিব　　　　বেত আমি নধৰিব
বেত আমি নধৰিব আৰ।
শঙ্কৰ বুলিলা শুনা　　　　বৈকুণ্ঠপুৰীত জানা
ভগবান ভক্তগণ যত
বিষ্ণু গৃহদ্বাৰে গলে　　　　বেত্ৰৰ প্ৰহাৰ পায়
দোষ কিছু নধৰয় তাত।

পৰম ভাগ্যবান বুলি কোব লয় গাৱ তুলি
নোকাবালে মাতি নিয়া লয়
এতেকতে বেত ধৰা অসন্তোষ পৰিহৰা
সৎ কৰ্মত কিছু পাপ নায়।
তোৰা সব ভাগ্যবান বৈকুণ্ঠৰ দূতগণ
শ্ৰীক্ষেত্ৰে আছ দাস হুই,
কতজনে হাঁহি হাঁহি এই শ্ৰীক্ষেত্ৰে আহি
মহা প্ৰভু ক্ষেত্ৰে বেত খাই।
শঙ্কৰৰ বাণী শুনি পাণ্ডাগণে মনে গুণি
পাৱ চুই প্ৰণাম কৰিয়া
বেত হাতে তুলি লুই গৃহে প্ৰবেশিল গই
লাহে লাহে গইল চলিয়া।
শুনা শুনা সন্ত নৰ তীৰ্থযাত্ৰা শঙ্কৰৰ
মহানন্দে মন্দিৰ প্ৰবেশি
সাত বাৰ প্ৰদক্ষিণ কৰিলেক সেহি দিন
তাৰ পাছে বহিলেক আহি।
মন্দিৰৰ মজিয়াত ভক্তগণ অসংখ্যাত
সবে মিলি ধৰ্ম আলোচয়
তাৰ মাঝে বহি গুৰু আপোন ধৰ্মৰ কথা
সব আগে বিবৰিয়া কয়।
ৰমানন্দ হৰি ব্যাস নিত্যানন্দ আদি যত
ভাৰতৰ মহাপুৰুষগণ
তাহাৰ যতেক শিষ্য পুৰীক্ষেত্ৰে কৰে বাস
সবে ধৰ্মালোচনাত মগন।

শুনা সভাসদ যত কৃষ্ণ পদে হোৱা ৰত
বিষয়ৰ আশা পৰিহৰা
নেৰিবা শাস্ত্ৰ নীতি হইবা ক্ষমাৱন্ত অতি
ৰাম ৰাম বুলি সুখে তৰা।



## *বিবিধ আলোচনা আৰু নৃত্য দৰ্শন*

### *পদ*

নাটঘৰ মাঝে বহি মহা ভক্তগণ
বিবিধ ধৰমৰ কথা কৰে আলোচন।
চৈতন্যৰ প্ৰিয় শিষ্য নাম গদাধৰ
উদৰ্দ্ধ বাহু তুলি ভাষণ দিয়ে দীৰ্ঘতৰ।
যোল্ল নামী ভক্তি ধৰ্ম বাখ্যা কৰি কয়
প্ৰেম ভক্তি ৰসে সৰ্ব্ব কৰ্ম সিদ্ধ হয়।
শঙ্কৰ বুলিলা প্ৰেম ভক্ত কোনজন
কাৰ সঙ্গে প্ৰেম ভক্তি কৰিলা কখন?
ধৰ্ম মানে কিনো বস্তু বুলিও আমাক
ধৰ্ম আৰু প্ৰেম এক কেনে দেখিবাক।
কোন শাস্ত্ৰে যোল্ল নাম কৰিলা প্ৰচাৰ
পোৱা নাই আমি তাক কৰিয়া বিচাৰ।
নিগম শাস্ত্ৰৰ মূল গীতা ভাগৱত
প্ৰেম ভকতিৰ তাত নাই কোনো তত্ত্ব।
কৃষ্ণৰ পৰম ভক্ত উদ্ধৱ মহন্ত
দাস্য কৰ্ম কৰি ভৈলা ভকত একান্ত।
তাহাৰ আদৰ্শ লৈয়া ভৈলোহো ভকত
উদ্ধৱক বুলিলা কৃষ্ণে পৰমাৰ্থ তত্ত্ব।

শ্ৰীকৃষ্ণ প্ৰয়াণ পৰে উদ্ধৱ থাকিলা
জ্ঞান, বিজ্ঞান, তদঙ্গ ৰহস্যক জানিলা।
যত পৰমাৰ্থ তত্ত্ব উদ্ধৱত এৰি
নৰ নাট সামৰি গল বৈকুণ্ঠ নগৰী।
শঙ্কৰৰ যুক্তিত নমাতিলা গদাধৰ
অন্য থানে চলি গৈলা নিশব্দে তাৰ পৰ।
আলোচনা চলিয়া থাকিলা যে সবাৰ
নৰ্ত্তকী এজনী নাচ কৰিলা আবাৰ।
এক বাৰ পেচ লাগি নৰ্ত্তকী এজনী
সভা মধ্যে সুলকিলা পিন্ধা বস্ত্ৰখনি।
ভকত সমাজ যত কিছু নামাতিলা
শঙ্কৰৰ মুখে আহি হাঁহি বিৰিঙিলা।
অন্য যত ভক্তগণ আছে মৌন হই
জনৈক বুলিলা গুৰু কথা ভাল নই।
আকষ্মিক বিপদত নাই কিছু দোষ
হাস্য যদি কৰো সবে পাইব অসন্তোষ।
শঙ্কৰ বুলিলা আমি কৰা নাই ভুল
নৰ্ত্তকীৰ নাচোন চাই নহও বাতুল।

পাকঘৰে এক কাণ্ড ঘটিয়াছে জানি
ঈষত হাসিয়া আমি থাকিলো এখানি।
ভক্ত একজনে সোধে কৰিয়া ৰহস্য
কিবা জানি কৰা তুমি এনে অল্প হাস্য।
পাণ্ডা যেৰে ভোগ থালি হাতেৰে নমাই
চিটিকি পৰিলা ভোগ এক চিতা গই।
এৰিব নোৱাৰে থালি ভোগ যায় পৰি
ভোগ চিতা নেৰাইলে হাত যায় পুৰি।
এইবাবে জিভা লগাই ভোগ চেলেকিলা
ইটো কথা দেখি মোৰ হাঁহি উঠি গৈলা।
প্ৰমাণ চাহিবাক লাগি তেখনে চলিলা
সত্য কথা দেখি তাৰা বিস্ময় মানিলা।
এত দূৰ শিলা গৃহ কিমতে জানিলা
কথা শুনি সব লোক আচৰিত ভৈলা।
বিস্ময় হইয়া সব সভাসদগণ
ধন ধন্য বুলি প্ৰশংসিলা সৰ্ব্বজন।
তাৰ পৰে আহি সবে প্ৰসাদ ভুঞ্জিলা
শঙ্কৰৰ সমে সবে গৃহত ৰহিলা।
প্ৰভাতে উঠিয়া সবে স্নান পান কৰি
স্নান কৰে ৰীতি যত সমুদ্ৰত বুৰি।
স্নান পৰে ভক্তগণ প্ৰসাদ ভুঞ্জিলা
তদন্তৰে সবে মিলি শাস্ত্ৰ আলোচিলা।
শ্ৰীক্ষেত্ৰৰ ভক্ত যত শাস্ত্ৰ বাখ্যা শুনি
বোলয় শঙ্কৰ গুৰু ঈশ্বৰ আপুনি।
এতেকে শৰণ লৈবো কৰিয়া বিচাৰ
দৌল গৃহ নপৌশিল শঙ্কৰদেৱ আৰ।

ভক্তগণ বোলে গুৰু মন্দিৰ নগৈল
পুৰী ধাম আহিবাৰ কিবা ফল ভৈল।
লক্ষ শাল গ্ৰাম আছে ভেটীৰ তলত
দুৱাৰৰ ভিতৰ পশি মুক্তি পাবা কত।
পাণ্ডাগণ বোলে ইটো পুৰুষ মহান
সাক্ষাত ঈশ্বৰ শক্তি ভিন্ন নোহে আন।
এতেক জানিয়া সবে লৈলন্ত শৰণ
জগন্নাথ ধামে ছিল পাণ্ডা বাৰজন।
শুক, শুক দন্ত, হৰি, হৰি দাস, ৰাম
জয়, জৰ মুনি, শ্ৰীৰাম, যদু, কৃষ্ণ কাম।
বাৰজন শিষ্য ভুঞ্জাই শঙ্কৰ তথাত
তিনি মাহ কাল বঞ্চিলেক যে তথাত।
শ্বেত গঙ্গা মাৰ্কণ্ডেয় হ্ৰদত স্নানিলা।
ইন্দ্ৰদ্যুম্ন সৰোবৰ আদি পৰশিলা।
চন্দন সৰোবৰ লোক নাথ তীৰ্থচয়
উত্তৰাক, দক্ষিণাক, কোনাৰ্ক তীৰ্থচয়।
এই সব তীৰ্থে স্নান কৰে ভক্তগণ
তীৰ্থৰ মাহাত্ম্য গুৰু বুজাই তখন।
তীৰ্থ বুলি জগতত যত স্থান আছে
অতীত ইতিহাস তাত জড়িত কৰিছে।
মহা মহা মানৱৰ পদৰেণু পৰি
ধন্য হই থাকে সেই ঠাই ধূলিগুৰি।
তাৰ পৰে পুৰী এৰিলন্ত ভক্তগণ
উত্তৰ দিশক লাগি কৰিলা গমন।
শঙ্কৰ গুৰুৰ তীৰ্থযাত্ৰা অমৃত লহৰী
মুখে নাম উচ্চাৰিয়া বোলা হৰি হৰি।



# শ্ৰীক্ষেত্ৰৰ পৰা প্ৰত্যাবৰ্ত্তন, ৰূপ সনাতনৰ উপাখ্যান

## পদ

তাৰ পাছে কথা বুলিলন্ত চক্ৰপাণি
শ্ৰীক্ষেত্ৰ কথা বাপ ভাল লাগে শুনি।
কত দিন ছিল তাত শ্ৰীমন্ত শঙ্কৰ
কিবা কৰ্ম সাধিলেক বুলিও বিস্তৰ।
চক্ৰপাণি বোলে শুনা মহা ভক্তগণ
শ্ৰীক্ষেত্ৰ ধাম কথা নাযায় বৰ্ণন।
সিটো স্থানে ৰৈলা গুৰু শ্ৰীমন্ত শঙ্কৰ
পাণ্ডাৰ সমীপত বাহৰ দিন পয়সত্তৰ।
তাৰ পাছে গল গুৰু অন্য ক্ষেত্ৰ ধামে
তিনি চলিলন্ত ছয় কুৰি ভক্ত সমে।
তাৰ যত শিষ্য আগবঢ়াই থইল
অপৰ তীৰ্থক লাগি আগুৱাই চলিল।
চাতি গোপালপুৰ পাইল তিনি দিন পৰে
জিৰাইল সবে গৈয়া লখাইৰ ঘৰে।
তাৰ পাছে আশ্ৰমতে প্ৰসঙ্গ কৰিলা
দুইজন সন্ন্যাসীক তৈতে লগ পাইলা।
দেখি গুৰু ভাবিলেক পূৰ্ব্ব দিশেৰ লোক
হাত পাৱ সুঠাম চকু তেজো উদ্দীপক।
গুৰু সুধিলেক সাধু তোৰা কোনজন
কোন দেশ হন্তে ইহা কৰিছা আগমন।
সন্ন্যাসী বুলিলা গুৰু পাহৰি আমাক
ৰূপ সনাতন নাম দিয়াইছিল যাক।

পুনৰূপি পাইলো লগ কত ভাগ্যবলে
গুৰুৰ পদধূলি দুয়ো শিৰে তুলি ললে।
ৰাজপাট ভুগাইলো আমি দুই ভাই
এতিক্ষণে ৰাজপাটে কিছু ৰতি নাই।
আমাৰ পৰিচয় দেহো শুন বিবৰণ
যতেক ঘটিল এবে কহিলো বচন।
গৌৰেশ্বৰ ৰাজা ছিল গৌড় অধিপতি
বাহু বলে জিনিলেক অনেক ভুপতি।
পূৰ্ব্ব দেশ জিনি বহু ৰাজ্য কৰি জয়
পূৰ্ব্ব ভাৰতৰ একছত্ৰী ৰজা হয়।
কিন্তু এক দুখ ৰজাৰ নাছিল সন্ততি
গৃহে থাকিবাক লাগি নাই তাৰ মতি।
এক দিন ছলে ৰজা মৃগ কৰিবাৰে
দেখে এক বিধবা মহ খিৰাই বাৰে।
ৰচি চিঙি বাচুৰ যে মুকলি হইলা
গৰ্ভৱতী নাৰী বাচুৰ গছকি ৰাখিলা।
স্বাস্থ্যবান মহ পোণা লৰিতে নাৰিল
অনায়াসে গৰ্ভৱতী দোহন কৰিল।
নাৰীৰ বিক্ৰম দেখি গৌড় অধিপতি
বিষ্ময় হইয়া সবে সুখ পাইল আতি।
গৃহতে আহিয়া পাছে গৌড় ঈশ্বৰ
বাৰীতে আনিলা নাৰী কৰি আৰম্বৰ।

ক্ষত্রিয়ৰ বিধবা নাৰী সুন্দৰ যুৱতী
বিবাহৰ বচৰান্তে মৃত হলি পতি।
গৰ্ভতে আছিল তাৰ যমজ সন্তান
মহ পালি দুগ্ধ বেচি ৰখাইছিল প্ৰাণ।
ভাগ্যবশে লগ পাই গৌৰ অধিপতি
ৰাজবাৰী মাতি আনি লগাইলা স্থিতি।
ৰজাৰ নাছিল যেবে সন্তান আপোনাৰ
যমজ সন্তানে মোহ লুৰাগিল তাহাৰ।
ধৰ্ম পুত্ৰ কৰিলেক ৰজা আপোনাৰ
শিক্ষা-দীক্ষা দিয়া কৰে পণ্ডিত অপাৰ।
কালক্ৰমে কৰে ৰাজা পৰলোকে গতি
ৰাজপাটে বহিলন্ত বিধবা সন্ততি।
মাতৃ দত্ত নাম তাৰ ৰূপৰ কুমাৰ
সনাতন নাম ৰাখে কণিষ্ঠ তাহাৰ।
ৰূপ কুমাৰ ৰজা হল কালৰ ক্ৰমত
স্নেহ বশে পালে প্ৰজা ধনী দুখী যত।
দিনেক ঘটিল তাৰ দৈৱৰ ঘটন
বসন্ত উৎসৱে হস্তী যুজাই তখন।
দুই দুই দঁতাল হাতী মহা বলশালী
একোটা আচৰে আনে বৃক্ষক উভালি।
সেই হস্তীক গাজা খুৱাই মাতাল কৰিলা
প্ৰতিদ্বন্দী হস্তী সমে যুদ্ধ আৰম্ভিলা।
মহা ক্ৰোধে যুদ্ধ কৰে দুই গজৰাজ
দাঁতৰ কোবত হয় প্ৰচণ্ড আৱাজ।
মাটি দল দোপ কৰে হাতী খোজ ভৰে
শুৰে শুৰে ধৰি দুই দুইকৌ আচৰে।

ওপৰে আছন্ত বহি দুইৰো মাউত
অঙ্কুশ ধৰিয়া হানে খোচাই পিঠিত।
এইমতে দুই হস্তী মহা যুদ্ধ কৰি
এক বেলা পৰে দুয়ো পৰিল ভাগৰি।
বলবান যিটো হস্তী পাৰে গছকিল
হস্তী মাউত উভয়কে গছকি মাৰিল।
মাউতৰ ভাতৃ এক চিপাহী আছিল
কাষতে আছিস সিটো ভাতৃক দেখিল।
আসন্ন মৃত্যুৰ মুখে জেষ্ঠ্য সহোদৰ
বচাইবে লাগি লৰি আহি ভাতৃবৰ।
দুই ভাই মৃত্যু মুখে পৰিব বুলি জানি
দদাই বুলিলা এক ভাতৃ প্ৰতি বাণী।
সাৰ ভাই সাৰ এইবাৰ সাৰ
নতু কাৰো ৰক্ষা নাই আৰ।
কোনোজনে কাকো এৰি আতৰি নগৈলা
হস্তীৰ লগত দুই ভাই মৰি গৈলা।
ৰাইজৰ আগ আৰু ৰজাৰ সন্মুখে
দুই ভাই কৰ্মচাৰী মৰি গৈলা দুখে।
ৰজাই দেখিয়া এই অপূৰ্ব্ব ঘটন
অকাৰণে প্ৰাণ বিসৰ্জ্জিব কোনজন।
ৰজাৰ আদেশ হেতু হস্তী যুজ হৈলা
যুজৰ অৱশেষে লোক সবে কিনো পাইলা।
এই ভাবি জেষ্ঠ্য ভাতৃ এৰি ৰাজপাট
সন্ন্যাসীৰ বস্ত্ৰ আনি পিন্ধি ললে গাত।
তীৰ্থৰ ভ্ৰমণ হেতু চৰাই গৃহে* যাই
পথৰ চৰাই গৃহে গুৰুক লগ পাই।

*চৰাই গৃহে - আতিথি শালা*

জেষ্ঠ্য ভাই ৰূপ যেবে ৰাজ্য এৰি গৈলা
পাত্ৰ মন্ত্ৰীগণে সনাতনক পাট দিলা।
অবিবাহিত যুবা বৌদিৰ লগত
এক শয্যাত শয়ন কৰে অন্তেষপুৰত।
যিটো মনে ভাবিছিল সনাতন ৰাই
পত্নী সত্যৱতীৰ তেনে কামনা যে নাই।
এক শয্যাত থাকে কিন্তু সঙ্গমে নেদই
পতিৰ কাৰণে চিন্তে সদা সৰ্ব্বদাই।
এহি হেতু সনাতন মনে দুখ পাই
বৌ দেৱী লই তীৰ্থে গমন কৰই।
কত দিন পৰে লগ পাইলা ৰূপক
বুলিলেক স্ত্ৰী লই আহিলা কিহক।

সনাতন বোলে দাদা বৌ মাতৃ আই
তোমাৰ চৰণ বিনা আন চিন্তা নাই।
এৰি যাব নলাগয় এনে মহাসতী
তেওঁৰ অশান্তিতে আমি যাম অধোগতি।
মহাসতী নাৰী যদি মনে দুখ পায়
সিটো পুৰুষ জানা দাদা নৰকে পৰয়।
এইবাবে তিনিজনে যাম তীৰ্থ লাগি
তিনিও একেলগে সুখ দুখৰ ভাগী।
গুৰুৰ সমীপে কথা সনাতন বুলিলা
শিৰ নমাই গুৰু পাৱে প্ৰণাম কৰিলা।
ৰূপ সনাতন দুই পৰিচয় পাইলা
গুৰুৰ চৰণে ধৰি শৰণ পশিলা।

এই আখ্যান পঢ়ি সবে মনে কৰি সাৰ
হৰি হৰি বোলা সবে গতি নাই আৰ।

:—x—:

## কটক নগৰত ভক্তসৱৰ অৱস্থান

### পদ

গুৰুৰ তীৰ্থযাত্ৰা কথা অমৃত সমান
চক্ৰপাণি বোলে ভক্তগণ দিবা মন।
গোপালপুৰ ত্যেজি গুৰু কটক পাইলা
অপূৰ্ব্ব সুন্দৰ ঠাই সবাই দেখিলা।
মহানদী তিনি ফালে বেঢ়িয়া আছয়
ব্ৰাহ্মণী নদীৰ পানী তথাত মিলয়।

অতীব সুন্দৰ ঠাই দেখি মনোৰম
শিষ্য সমে গুৰুজন থাকিলা তখন।
অন্ন ভুঞ্জিবাক লাগি সিধা কিনা বাবে
দুটি টকা লৈয়া চলে পোহাৰীৰ কাষে।
ধেলি নামে বৰ পোহাৰী পৰম ধাৰ্মিক
তীৰ্থযাত্ৰীগণক ভক্তি কৰে অত্যধিক।

তাহাক দিলন্ত টকা শ্ৰীৰাম আতাই
টকা দুটি পোহাৰীয়ে হাতে তুলি চাই।
আচৰিত টকা দুটি বুঢ়ী হাতে লই
তাহাৰ চিহ্নত আছে গোকুল কানাই।
বুঢ়ী বোলে টকা নালাগে আমাক
যত সিধা লাগে মই দিবো আপোনাক।
দুই ৰোজ বাবে সিধা বুঢ়ীয়ে দিলন্ত
বিনামূল্যে সিধা পাই ৰঙৰ নাই অন্ত।
অন্ন খাই সব ভক্ত শয়ন কৰিল
কৈত সিধা পালা বুলি শঙ্কৰে পুছিল।
শ্ৰীৰাম বোলে বাপ পোহাৰী দিলেক
টকা লই বুঢ়ী দেখো ফিৰাই দিলেক।
গুৰু বোলে ইটো বুঢ়ী পৰম ধাৰ্মিক
দানৰ ফল পাইবো বুঢ়ী বহুতো অধিক।
ভক্তগণ তাতে আৰু তীৰ্থযাত্ৰী কত
এনে দান ফল মিলিবেক গুণ শত।
এতেকে জানিবা বুঢ়ী নিজ কৰ্ম ফলে
বৈকুণ্ঠ পাইব অন্তে এৰি ৰসাতলে।
অন্ন দান সম দান ত্ৰিভুৱনে নাই
অশ্বমেধ যজ্ঞৰ ফল ইহাতে লভই।
ইটো বুলি গুৰুজন মৌন হুয়া ৰইল
ভক্তগণে মিলি জুলি শয়ন কৰিল।
গুৰুৰ পাৱ মসাৰিল মাধৱ সজ্জন
মাধৱৰ পাৱ মলে শ্ৰীৰাম ভক্ত ধন।
তাৰ পাছে সব ভক্ত নিদ্ৰা মগ্ন হুই
প্ৰভাতে উঠিয়া ছলে কিছু আগুৱাই।

পৰ দিনা ৰৈলা আহি মহানন্দা তীৰে
বট গছ তলে ৰৈলা জহাদত পুৰে।
সিধা আনিবাক লাগি পইচা বিচাৰিল
ধঞ্জয় সঞ্জয় ভক্ত দুই টকা দিল।
ধেলি বুঢ়ীৰ দানৰ কথা আগদিনা শুনি
প্ৰতিজনে দিয়ে দান আপোন মনে জানি।
দান দিয়া পইচা তোলা কাজত লাগিয়া
ভক্তগণ মাঝে যায় কাজিয়া লাগিয়া।
ধেলিৰ আখ্যান পৰে ইটো কথা নাই
অন্ন দিবে লাগি সবে আহে আগুৱাই।
এক জনে এক কাহন যদি দান দেই
আউৰ জনে দুই কাহন আহে দিবলই।
দান কৰিবাৰ হেতু গণ্ডগোল হয়
মোৰ লোৱা মোৰ লোৱা বুলি সবে কয়।
সেইদিনা গুৰুজনে অন্নক খাইয়া
ভকতগণৰ সঙ্গে বিচনা বহিয়া।
গুৰুজন বোলে এক শুনিয়ো কাহিনী
দান কৰে যেয়ে তাৰ ফল আছে জানি।
কৃপনৰ ধনৰ মূলৰ কিছু নাই জানা
প্ৰাণ ৰক্ষা হেতু মাত্ৰ ধৰ্ম লাগে জানা।
কাহিনী বুলিবো আমি নেপাল ৰাজ্যৰ
সেয়ে কও ইটো আখ্যান শুনা ভক্তবৰ।
ইয়াকে কই গুৰুজন বুলিবে লাগিলা
সব ভক্তগণ মিলি শুনিব ধৰিলা।
শ্ৰীগুৰুৰ তীৰ্থযাত্ৰা আতি মনোৰম
হৰি হৰি বোলা সবে কৰি এক মন।



# মৃগপতি ৰজাৰ আৰু বালোচৰ বন্দৰত বিধবা বুঢ়ীৰ আখ্যান

## পদ

শ্ৰীগুৰু বুলিলা কথা শুনা আত পৰ
মৃগপতি নামে ৰাজা নেপাল ৰাজ্যৰ।
এক দিনা পাত্ৰ মন্ত্ৰী লইয়া সঙ্গত
সসৈন্য পশিলা ৰাজা ঘোৰ অৰণ্যত।
চতৰ মাহৰ ৰদ পুৰিয়া মাৰয়
তৃষ্ণায় আতুৰ ভৈল মৃগপতি ৰায়।
পাৰিষদগণক বুলিলা এক বাণী
বিচাৰি দেখহ কোন থানে আছে পানী।
দহ কাওন কড়ি দিলা তাহাৰ হাতত
নপাইলা জলাশয় বনৰ মাজত।
চলাথ কৰিলা সবে পানীক বিচাৰি
মহ লেটি এটি মাত্ৰ পাইলা বিচৰি।
মাত্ৰ দুই দিন আগে বৃষ্টি আহিছিল
বৰষুণৰ পানীতাতে জমা হুয়া ৰৈল।
সবে মিলি সেই পানী পান কৰি লৈলা
ৰজা সমে সব সঙ্গী সুস্থিৰ হইলা।
নৃপতি বুলিলা পাছে সঙ্গীগন চাই
কোৰ খন্তা টুকুৰী আনিব লাগে যাই।
কুলি কামলা কিছু মাতি আনা এই ঠাঁই
জলাশয় নিৰ্মাণ কৰি দান দিব মই।
আকে ভাবি নৃপতি গৃহ আহি পাইলা
পাত্ৰ মিত্ৰ মন্ত্ৰী মাতি আলোচ কৰিলা।
বন মধ্যে এক ডাঙৰ খান্দি জলাশয়
মৃগ কৰিবাক লাগি যত লোক যায়।
পানী খাই পাব শান্তি কষ্ট দূৰ হব
মৃগয়াক অহা লোকে আমাক প্ৰশংসিব।
এই ভাবি সিটো স্থানে পুখুৰী নিৰ্মিলা
উৰ্ছ্গা কৰিবে লাগি পুৰোহিত মাতিল।
তপস্বী ব্ৰাহ্মণ এক পুৰোহিত ছিল
যজ্ঞ এক কৰি ৰাজা পূৰ্ণাহুতি দিল।
নিমন্ত্ৰণ দিলা যেবে পুৰোহিত ৰাই
নৰয় ৰজাৰ মুৰত উৰি উৰি যাই।
ব্ৰাহ্মণ বুলিলা ইটো কথা অদ্‌ভূত
এত পূণ্য কৰ্মে কিয় বায়ু বিপৰীত।
উৰি উৰি যাই পুষ্প মুৰত নপৰে
ইটো কৰ্ম ঘটিয়াছে কিবা অথন্তৰে।
ভাৱি গুণী বিপ্ৰবৰ ধ্যানত বহিলা
ধ্যান যোগে ঋষিবৰ সব জ্ঞাত হইলা।
ইটো গৰ্ত্ত প্ৰথমতে টুণি চৰাই পৰি
কেলি কৰি খান্দিছিল ধূলিত বাগৰি।
ধূলিৰ মাজত এক গাত হইয়া ৰই
শুকৰ এটিয়ে সেই গাতে লুটি লই।
শুকৰৰ লেটিত ভুমি কিছু দ হইল.
বনৰীয়া মহে তাতে পুনঃ লেটি লইল।

এনেদৰে সিটো গৰ্ত্ত ক্ৰমে দবা ভৈলা
ৰজা পানী খাই পাছে পুখুৰী খান্দিলা।
কিন্তু সেই জলাশয় টুণি আৰম্ভিলা
সেইবাবে প্ৰথম পূণ্য টুণিয়ে পাইলা।
দ্বিতীয়ে শুকৰে পাইলা তৃতীয়ে মহিষ
ৰজা পাইল চতুৰ্থত জানা সৰ্ব্বশেষ।
টুণি আৰম্ভিলা গৰ্ত্ত ৰজা পানী পাই
আগে পাইল উপকাৰ পৰে কাৰ্য্য হই।
পূণ্যৰ সিংহ ভাগ পাছে টুণি চৰাই পায়
এতেকে প্ৰথম কৰ্মে মহা পূণ্য হয়।
অনুকৰণীয় কৰ্মে আধা পূণ্য ধৰে
স্বাৰ্থ ৰাখি দান কৰে কিছু ফল নধৰে।
গুৰুৰ বচন শুনি সব ভক্তগণ
একে একে বুজি লৈলা বিনম্ৰ বচন।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
মহানন্দা এৰি আহি বন্দৰ বালোচৰ
অতীব শুৱনি গাঁও গঙ্গাৰ তীৰৰ।
সন্ধিয়া পাইলা আহি বলোচৰ গ্ৰাম
তথাত থাকিলা সবে ধৰি হৰি নাম।
ধেলিৰ আৰ্হিত টকা দুইজনে দিলা
দেখিলেক বজাৰ দোকান বন্ধ কৰি থৈলা।
বজাৰ নাপাই লোকে গ্ৰামে চলি যাই
এক গৃহে এক বুঢ়ী কান্দিছে বিনাই।
শুনিয়া মাধৱদেৱ কাষে চলি যাই,
হাত জোৰ কৰি দেৱ বুঢ়ীক মাতই।
কান্দিছা কিহেতু আই মনে কৃৰি দুখ
কাৰ বাবে কৰিয়াছ মনে অসন্তোষ।

বুঢ়ী বোলে একেটি পো সিও ৰণে গৈলা
শুনি আছো মাৰাঠাই ইটো দেশ লৈলা।
আজি কিছু দিন হন্তে খবৰকে নাই
তাহাৰ শোকতে আমি কান্দিছো বিনাই।
মাধৱ বুলিলা তোৰ পুত্ৰ বাৰু কেনে
দেখি আছো তব সদৃশ লোক একজনে।
পচিশ বৰ্ষিয় যুৱা ডাঢ়ি গোফ নাই
তোমাৰ পুত্ৰ এনেকুৱা হই কি নহই।
বুঢ়ী বোলে সত্য মোৰ পুত্ৰ ডাঢ়ি নাই
পচিশ বৰ্ষিয় যুৱা অৱশ্যে হোৱই।
চেপেটা নাক উজলা দাঁত কলীয়া বৰণ
ঘোঁৰাত আহি আছে তেনে পুৰুষ একজন।
বুঢ়ী বোলে সত্য বোপা মোৰ লৰা হই
মৰিছিলো আজি পালো জীৱন ঘুৰাই।
নালাগে সিধাৰ দাম কিছু ধন মোক
শুভ বাৰ্ত্তা দিলা সিধা এনেই দিলো তোক।
সমস্ত লোকৰে সিধা যত লাগে দিলা
মহাৰঙ্গে সিধা পাই সবাই ভুঞ্জিলা।
খাই বই গুৰুজন সুধিলন্ত পাছে
ৰাত্ৰি কালে কোন জনে সিধা দিয়া আছে।
মাধৱ বুলিলা পাছে পূৰ্ব্ব বিবৰণ
বজাৰ ভাগিলা সিধা নপালো তখন।
গাঁওৰ ভিতৰে গৈয়া বুঢ়ীক লগ পাইলু
এনে কথা বুলি পিছে সিধাক আনিলু।
গুৰু বোলে মিছা কথা কিয় কোৱা তুমি
ভকতসকলে নিন্দা কৰে আক জানি।

কত লগ পালা তুমি পুৰুষ ইটোজন
তব ভিন্ন লগ পোৱা নাই অন্য জন।
মাধৱ বুলিলা গুৰু কথা মিছা নাই
যিটো কথা কলো তাক অসত্য নহই।
চকুৰে নেদেখি মাত্ৰ মনেৰে দেখিছো
সব লক্ষণ যুক্ত ধাৰী তোমাক বুলিছো।
এক শৰণ নাপাই যিটো জন্ম জন্মান্তৰ
শৰীৰ আত্মা কলা হোৱে বোলে সব নৰ।
চেপেটা শৰীৰ হয় অভকত নৰ
যোনি চেপাত চেপেটা গোট কলেবৰ।
ভকত হইলে লোক গোট যুক্ত হয়
সমস্ত পাতক গুচি নিৰ্ব্বাণ লভয়।
বুঢ়ীৰ মনৰ দুখ কিছু পাতলিব
কিছু দিনৰ বাবে বুঢ়ী সান্ত্বনা লভিব।

গুৰু বোলে সব ভক্ত প্ৰাৰ্থা এক বাৰ
পুত্ৰ আহি গুচায়োক মাতৃ হাঁহাকাৰ।
এইমতে সব ভক্ত প্ৰাৰ্থনা কৰিল
বুঢ়ী পুত্ৰ আহিয়াছে প্ৰভাতে শুনিল।
গুৰু বোলে ভক্তগণৰ বাক্য নলঙ্ঘয়
ভকতৰ বশ্য হৰি সকলে জানয়।
ভকতৰ কথা ৰাখি লৰাক পঠাইল
এতেকতে আশীৰ্ব্বাদ বুঢ়ীৰ ফলিল।
বালোচৰা এৰি সবে উত্তৰে আহিলা
দামোদৰ তীৰ পাই তথাত ৰহিলা।
তাৰ পাছে উজাই আহি বৰ্দ্ধমান পাই
তথাত নদীৰ তীৰে ৰাতিটো কটাই।
গুৰুৰ চৰিত কথা অমৃত লহৰি
সঘনে ঘুষিও ডাকি বোলা হৰি হৰি।



## তীৰ্থযাত্ৰাৰ পথত বিভিন্ন স্থানত অৱস্থান

### পদ

এইদৰে নানা স্থানে ৰই গুৰুজন
সতীৰ্থ সবাৰে কৰে তীৰ্থত ভ্ৰমণ।
আগত মাধৱ চলে পিছত শঙ্কৰ
ভাৰ ভেটী লই চলে যত ভক্ত নৰ।
বিবৰিয়া বুলি আছে আতই চক্ৰপাণি
যত ভক্ত আছে ৰই কাণ পাতি শুনি।

শুনে মানে একোতেই ভাগৰ নলাগই
নভাগৰে কথা বুলি চক্ৰপাণি আতই।
আহি আহি গুৰুৰ দল নদীয়া পাইল
কমাৰ পুখুৰীয়া গ্ৰামে অৱস্থান কৰিল।
বলোৰাম আতই সিধা কিনিয়া আনিল
সেই দিনা অন্ন ভুঞ্জি সবাই ৰহিল।

নদীয়াৰ পৰা আহি শান্তিপুৰ পাই
ভক্তগণ শান্তিপুৰে বিশ্ৰাম কৰই।
শান্তিপুৰ চাৰি গৈয়া কটোৱাত ৰই
আতা ৰায় খৰচ কৰি সিধাক আনই।
গোপীনাথ মন্দিৰত দৰ্শন সম্পাদিলা
কটোৱাত নিশা ভাগ বিশ্ৰাম কৰিলা।
তথাত থাকিয়া গুৰু ভকত যত জন
তৃপিনী নদীত গৈয়া কৰিলেক স্নান।
সবে মিলি স্নান দান তথাত কৰিলা
তাৰ পাছে কাচেমগঞ্জ নগৰে চলিলা।
কচেমগঞ্জ এৰি আহি মছজিদ পাইল
তাতে থাকি ভক্তগণ ৰাতি কটাইল।
বলভদ্ৰ, জাতি ৰাম, গোপাল, গোবিন্দ
নাৰায়ণ, শ্ৰীৰাম, শ্ৰীদান, অৰবিন্দ।
প্ৰতিজনে দুই টকা খৰচ কৰিলা
এনেদৰে সাত দিন সাত ৰাতি গৈলা।
মুৰ্চিদাবাদ নগৰত এক ৰাতি ৰৈলা
সৰু বলোৰাম তাতে খাদ্যক যোগাইলা।
তাৰ পাছে আহিলেক কিষানগঞ্জক
গোকুল চান্দ দিলা টকা আনিবে সিধাক।
সাত কুৰীয়া নাৰায়ণ এক বেলি দিলা
সেইদিনা সব যাত্ৰী তথাত ৰহিলা।
সুশম্মা নামেতে বৃন্দাবনযাত্ৰী এক
ৰাত্ৰি কাল থাকি গাইলা আৰতি মস্তক।

ৰাতি প্ৰভাততে গায় ৰাধা কৃষ্ণ জপ
গুৰুজনে শুনিলেক ইহাক প্ৰত্যেক।
স্তুতি শুনি শঙ্কৰ গুৰু মাধৱত কহিলা
মাধৱদেৱ ভট্টিমাক প্ৰভাতে গাইলা।
গঙ্গাৰ তীৰৰ ঠাই নাম জঙ্গিপুৰ
তাতে গৈয়া ৰহিলন্ত এক দিনান্তৰ।
চৈতন্যৰ শিষ্য দুই বঙালী ভাষাত
সুললিত সুৰে গাইলা যুগলচৰিত।
ব্ৰহ্মাণ্ডৰ পতি কৃষ্ণ ধেনুক চৰাই
ৰাধিকাক লাগি বীণা বাই নিৰেখই।
চাৰি গোটা লোকে মিলি বাদ্যক বজাই
ললিত সুৰত ৰাগ চানিয়া গাৱই।
এনেদৰে গোৱা দেখি শঙ্কৰ মহান
মাধৱক আদেশিলা ৰচিবাক গান।
মাধৱ ৰচিলা গীত প্ৰভাত নিৰেখি
যমুনাৰ তীৰে গোপাল পেখলো আখি।
আহিলেক ভক্তগণ পুখুৰী গঞ্জত
তাৰ পাছে ৰহিলেক পুখুৰী গোলাত।
ভক্তিপুৰ ঘাটে পদ্মা নদী পাৰ ভৈলা
জাহ্নবী তীৰত আহি স্নান দান কৈলা°।
খয়ৰপুৰত আহি এক ৰাতি ৰই
চন্দ্ৰাগঞ্জে ৰহিলা কালিন্দ্ৰী পাৰ হই।
তদন্তৰে চিলিমপুৰে অৱস্থান কৰি
দিনাজপুৰত আহি ৰহিলন্ত হৰি।

*° কৈলা - কৰিলা*

কৰতোয়া পাৰ ভৈলা গোবিন্দগঞ্জত
তথাত দেখিল এক কাণ্ড অদ্‌ভুত।
শূলধাৰী সন্ন্যাসী আছিল একজন
বৰ চৰু এটি লৈয়া কৰয় ভোজন।
দহ সেৰ চিৰা আৰু দৈ দহ সেৰ
দহ আখি কল আৰু গুড় এক সেৰ।
ভোজন কৰিল সেই সন্ন্যাসী সুজন
গুৰু বোলে ইটো খাদ্য হস্তীৰ ভোজন।
কুৰিজনে খাওঁ আমি ই খিনি খাদ্যক
নিজে কিন্তু উপাৰ্জন নোৱাৰে কৰিবাক।
ৰাত্ৰি কালে পেট ফিকি বাগৰা বাগৰি
কৰিলেক সন্ন্যাসীয়ে আটাহক পাৰি।
মাধৱ দেখিলা সিটো লোক মৰি যাই
গুৰুৰ আদেশে এক কৰিলা উপাই।
পকা পান ৰস আৰু চেনি মিহলাই
নিমখ সহিতে তাক দিলেক খুৱাই।
কিছুক্ষণ পৰে বহু শৌচ কৰিলা
তেতিক্ষণে সন্ন্যাসীয়ে ৰক্ষা পাই গৈলা।
গুৰুৰ চৰণে আহি লৈলেক শৰণ
কায় বাক্য মনে সেৱে গুৰুৰ চৰণ।
সন্ন্যাস পন্থক এৰি ভক্তি পন্থ লৈলা
নিজৰ গৃহক গৈয়া বিবাহ কৰিলা।
বুলিলেক গুৰু কাযে নিজ পৰিচয়
দ্বাৰভাঙ্গা গ্ৰামে সিটো বসতি কৰয়।
জাতত ক্ষত্ৰীয় তাৰ নাম যদুবৰ
বহুভোজী বাবে কৰে ঘৰৰ বাহিৰ।
যতে যায় বহু খায় লোকে কৰে ভয়
কুৰিজনৰ খাদ্য খোৱা ৰাক্ষস হয়।
মাধৱৰ আদেশে এটি কঠাৰ জোখ লই
প্ৰতি সাজে গৃহিনীয়ে ৰান্ধিয়া দেয়ই।
লাহে লাহে তাহাৰ অৱস্থা ভাল হইলা
কায় বাক্য মনে গুৰুৰ চৰণ সেৱি ৰৈলা।

গুৰুৰ চৰণ বিনে গতি আন নাই
হৰি হৰি বোলা সবে এক চিত্ত হই।

>>>■<<<

## সিঙ্গিয়াগঞ্জৰ কাহিনী
## চোৰ, ডাকু আৰু সন্ন্যাসীৰ উপাখ্যান

### পদ

আহি আছে গুৰুজন আৰু ভক্তগণ
সিঙ্গিয়াগঞ্জত আহি কৰে পদাৰ্পন।
কোচ আৰু গৌৰ ৰাজ্য সীমান্ত নগৰ
তাতে আহি উপনীত ভৈলা গুৰুবৰ।

গধূলি বেলা সাজ লাগি ভাগি যায়
হাট বাট বন্ধ হল পোহৰ নাহি কয়।
যেতিক্ষণে পাইল আহি সিঙ্গিয়া নামে গ্ৰাম
ঘৰ, বাৰী বন্ধ কতো নাহিকে দোকান।
গুৰুজন বোলে শুনা বড়াৰ নন্দন
লঘোণ থাকিব আমি আজিৰ কাৰণ।
মাধৱ বুলিলা বাপ কৰিব উপাই
চাৰিজন ভক্ত আমি সঙ্গে লৈয়া যাই।
এই বুলি চাৰিজন ভক্ত লৈয়া গৈলা
আমি যিটো কম তাকে কৰিবাক কৈলা।
কাম কৰি থকা এক পুৰুষ দেখিলা
চাৰিজনে তাক ধৰি মাধৱক দিলা।
মাধৱ বুলিলা তোৰ কিছু ভয় নাই
তোৰ অধিপতি মোক দিয়াহে দেখাই।
কৃষক নিয়া তাৰা সব ঠাকুৰীয়াৰ ঘৰ
মাধৱ সহিতে হৈলা পৰিচয় তাৰ।
ধমকি বুলিলা তাক বড়াৰ নন্দন
ৰাজ শহুৰ ইটো ঠাই আহিছে দুজন।
তাহাৰ খবৰ তুমি নৰখা কেলেই
চিলাৰাই সৰু ৰজা কহিব সবাই।
ঠাকুৰীয়া বোলে বাপ আমি জনা নাই
মোৰ গৃহে ঘৰ আছে আহোক ই ঠাই।
লোক চাৰি গৈয়া পাছে সবাকে মাতিলা
গুৰু সঙ্গে ভক্তগণ তথাত আহিলা।
দুই দিন ৰাখি তাতে অন্নক ভুঞ্জাই
আৰু এক সিধা দিলা পথে খাবলই।
গুৱা পান দিলা আৰু অনেক সম্ভাৰ
তৃতীয় দিনৰ বাবে চিন্তা নাই আৰ।
সিঙ্গিয়া চাৰিয়া সবে আহিলা উজাই
নলয়া তীৰত আহি উপনীত হই।
কাঞ্চিপুৰ নামে ঠাই পৰম সুন্দৰ
সন্ন্যাসী আশ্ৰম তাত পাইল বহুতৰ।
যেতিক্ষণে উজাই আহি কাঞ্চিপুৰ পাইল
সন্ন্যাসী সবক দেখি তথাত ৰহিল।
পৰম হংস সন্ন্যাসীৰ যতক জানিবে
তথাত যতেক বস্তু ৰাখিলন্ত সবে।
সন্ন্যাসীৰ ধৰ্ম আৰু নীতি জানিবাৰে
সব ভক্ত ৰল তাত আগ্ৰহ অন্তৰে।
পাছে আহি গুৰুজন সিটো ঠাই পাই
অমান্তি হইল তাত থকা ইচ্ছা নাই।
বেলি মণ্ডল নামে লোক তথাত আছিল
তাহাৰ গৃহত আহি অতিথি হইল।
গুৰুক সন্মুখে ৰাখি প্ৰসঙ্গ কৰিলা
শৰণ ছন্দৰ ঘোষা গাইতে লাগিলা।
ঘোষা শুনি মণ্ডলৰ মনত সন্তোষ
শৰণ লভিবে লাগি কৰিলা প্ৰকাশ।
গুৰু বোলে ভাল কথা ভকত তুমি হোৱা
এক শৰণ নাম ধৰ্ম জানি বুজ্জি লোৱা।
মণ্ডলে শৰণ লৈলা অতি আগ্ৰহ কৰি
সিধা পাতি আনি দিলা দানক উভাৰি।
ৰান্ধি, বাৰী খাইলা সবে হৰষিত মন
জিৰণি লইয়া সবে কৰে আলোচন।

সেই সময়ত গুৰু বুলিলা আখ্যান
সাধু কথা কওঁ আমি শুনা দিয়া মন।
সেই দেশে এক মহা ডকাইত আছিল
তাহাৰ উৎপাতে প্ৰজা সবাই ভাগিল।
এদিনাখন পালে ডাকু ঋষি এজনক
পথ সঙ্গী ৰূপে দুয়ো চলে অৰণ্যত।
কাকো নপাই ডাকু ঋষি সঙ্গত চলিলা
মাঝে মাঝে ডাকুজনে মনত ভাবিলা।
আমাৰ ভয়তে লোক দিনতে পলাই
ইটো জনে কেনেমতে মম সঙ্গে যাই।
ভয় ভীত নকৰয় নিৰ্জন কাননত
একা আহি আছে অমানিশাৰ কালত।
এতেকে মহান এওঁ পুৰুষ প্ৰধান
ইটো দেশে লোক নাই ইহাৰ সমান।
এহি বুলি ৰাখিলেক কৰিয়া আদৰ
ৰাত্ৰি কালে অন্ন সিধা দিলেক বিস্তৰ।
প্ৰভাততে আগবঢ়াই থৈলন্ত আগত
এইদৰে ৰাত্ৰি গৈলা ঘোৰ অৰণ্যত।
যদ্যপি আছিল ডাকু মহাপাপীজন
অতিথিক ৰাখি পূণ্য পাইল অকন।
কালৰ প্ৰমাণে দুইজন চলি গৈলা
অৱশেষে যমৰ নগৰী আহি পাইলা।
চিত্ৰগুপ্তৰ টিকা চাই ধৰ্মৰাজ বোলই
তোৰা দুইজনৰ বিপৰীত লীলা ভাই।

এজন ডাকু জীৱন যোৰা পাপৰেই বাস
মাত্ৰ এদিন আলহীৰ আছিল আবাস।
অন্যজন মহাপূণ্যশালী মহাসন্ত
জীৱন যোৰা সৎ কৰ্মৰ কই নাপাও অন্ত।
এদিন মাত্ৰ পাপীৰ অন্ন ভুঞ্জি কৰে পাপ
জীৱন যোৰা পূণ্যে সিটো পেলাইল দাগ।
ধৰ্মৰাজ বোলে তোমালোকে নিজে কোৱা
কোনজনে আগে পাপ পূণ্য ভুঞ্জি লোৱা।
ব্ৰাহ্মণে বুলিলা অল্প পাপ ভুঞ্জি লও
তাৰ পাছে অক্ষয় পূণ্য সুখত কটাও।
শৈশৱ কালৰ কষ্টে বিদ্যা উপাৰ্জন
যুৱা, বৃদ্ধ কালে সুখ ভুঞ্জে জ্ঞানীজন।
এক বেলাৰ বাবে নৰ্ক ভুঞ্জিবাক তৰে
চিনা জোক এক ভৈলা সিটে বিপ্ৰবৰে।
কপিলী গাভীৰ তেজ পিয়াইবাক ধৰি
লইলন্ত বিপ্ৰবৰে পাপ বৃদ্ধি কৰি।
অনন্ত কালে সিটো মুক্তি নাপাইলা
অল্প পাপে বিপ্ৰবৰে চিৰ নৰক পাইলা।
ডকাইতে অল্প পূণ্য ভুঞ্জিবাৰ হেতু
এদিনৰ বাবে ৰজা ভৈলা নৰ কেতু।
সেইদিনা দুখী দৰিদ্ৰক দান দিলা
আৰু বহু পূণ্য কৰ্ম সিদিনা কৰিলা।
কৰ্মৰ ফলতে ডাকুৰ পূণ্য বাঢ়ি গল
পাপৰ পাহাৰ যত সবে গৈলা তল।

এতেকতে পাপীৰ অন্ন ভুঞ্জিবে নপায়
পাপীৰ স্পৰ্শে পূণ্যশীলৰ পূণ্য হোৱে ক্ষয়।



# মহাতত্ত্বৰ কথা

## পদ

বুলিলন্ত গুৰুজন ভক্তৰ আগত
প্ৰকৃতিৰ 'সৃষ্টি তত্ব মাহাত্ম্য যতেক।
চাৰি মুঠি জীৱ স্ৰজে বিশ্ব খনিকৰ
মায়া প্ৰকৃতিৰ হাতে দিলে তাৰ পৰ।
উৰণ বুৰণ আৰু গজন ভ্ৰমণ
এই চাৰি মুঠি জীৱ শুনা সন্তগণ।
ভ্ৰমণক চাৰি ভাগ কৰিলেক আৰু
জ্ঞান দিয়া মনুষ্যক ৰাখিলেক বাৰু
মনুষ্যক চাৰি ভাগ আৰু কৰি লৈলা
সৰ্ব্বোত্তম উত্তম অনু অধম কৰিলা।
সৰ্ব্বত্তোমে সদা সত্য কৰ্মক কৰই
অল্প গুণ বিস্তৰ কৰি লোকক বুজাই।
তথাপিতো সিটো অহঙ্কাৰ শূণ্য হয়
উত্তমে আনৰ মাত্ৰ গুণকেহে কয়।
দোষাদোষ কিছু সিটো বিচাৰ নকৰয়
মধ্যমে বিচাৰি কৰি দোষ গুণ লয়।
গ্ৰহণ কৰয় সিটো চালিজাৰি চাই
অধমজনে মানুহৰ দোষহে দেখই।
গুণ থাকিলেও তাৰ কাষ নচাপয়
অধমৰ গুণ ইটো জানা ভক্তচয়।
এই ৰূপে সৃষ্টিকৰ্ত্তা প্ৰাণীক স্ৰজিল
পাপ-পূণ্য, সুখ-দুখ তাহাতে ৰাখিল।
পূণ্য কৰ্মে বৈকুণ্ঠত পাপতে নৰক
এইদৰে মনুষ্যত ৰাখিল প্ৰত্যেক।
পাপীৰ পৰশে পূণ্য সব নষ্ট হয়
পাপী ঘৰে দান লোৱা উচিত নহয়।
নৰাধম যিটোজন কাণ্ড জ্ঞান নাই
ধৰ্মা-ধৰ্ম, পাপ-পূণ্য কিছু নজানই।
পাপ কৰ্মে জানা নীচ যোনি জাত হয়
পূণ্য কৰ্ম কৰি লোক দেৱত্ব লভয়।
পাপীৰ দান গ্ৰহণত পাপ বৃদ্ধি হয়
পূণ্যবানৰ দানত দাতা গ্ৰহিতা উভয়।
উৰ্দ্ধ লোকে গতি কৰে জানা মহাজন
মোক্ষ লাভ হয় দাতা গ্ৰহিতা দুজন।
এত বুলি গুৰুজন মৌন হুয়া ৰইল
ভক্তগণ নিমাত হুয়া শয়ন কৰিল।
এনেদৰে নানা গল্প নানান আখ্যান
অনেক শাস্ত্ৰৰ পৰা কৰে তত্ত্বক বাখ্যান।
ছয় মাহ কাল মাত্ৰ তীৰ্থত ফুৰিল
বৃদ্ধ কালে দূৰ ঠাই লাগি নগইল।
নানা যুক্তি বলে গুৰু প্ৰত্যয় আনিল
ধন দেহ ক্ষয় কৰি তীৰ্থৰ যিটো ফল।
মহৎ লোকৰ সমীপ তাহাত অধিক
জ্ঞান পূণ্য দুই লাভ হয় ততোধিক।

গুৰুৰ অমৃত বাণী শুনি নৰচয়
হৰি হৰি বোলা হোক পাপৰ প্ৰলয়।



## মদাৰগঞ্জত খট দুজনৰ অত্যাচাৰ

### পদ

ৰাত্ৰি অৱসানে গুৰু আৰু ভক্তগণ
কাঞ্চিপুৰ এৰি পূবে কৰে আগমন।
তাৰ পৰা মদাৰগঞ্জ বুলিয়া আহয়
বাটত মিলিলা এক প্ৰচণ্ড বিপৰ্য্যয়।
পিছফালৰ পৰা এক চমক বাতৰি
জনৈক ভকত আহে আটাহক পাৰি।
সবে মিলি বোলে কিনো আশ্চৰ্য্য ঘটিল
দহ জন ভক্ত মিলি পশ্চাতে ঘুৰিল।
দেখি দুইজন খট গৰু হাড় লই
বলোৰাম আতৈক খেদি আহিয়া কোবাই।
কোব খাই আতৈৰ গাৱে ৰুধিৰ বহিল
হৰি ৰাম গুৰু বুলি আটাহ পাৰিল।
ভক্তগণে দেখি গৈয়া টকোনে আগুৰি
ভৰিত কোবাই তাক পেলায় বাগৰি।
ৰচি আনি বান্ধিলেক দুই হাত ভৰি
গুৰুৰ সমীপে নিলা টানিয়া চুচৰি।
ডেকা ভক্তগণে মাৰিবাক সাজু হৈলা
গুৰুজনে হাত তুলি তাহাক বাধিলা।
বলোৰাম আতৈক পুছিলা কিবা কৰি
আতৈ বুলিলা তাক হাত যোৰ কৰি।
ভকতৰ ক্ষমাই ধৰ্ম জানা নিষ্ঠ কৰি
এতেকতে তাহাক দিবলৈ লাগে এৰি।

আতৈৰ বচন শুনি বঢ়াৰ নন্দন
হাস্য কৰি কৰি এক বুলিলা বচন।
তোমাক মাৰিলা দুই দুৰ্জ্জন পামৰ
দোষ উপযুক্ত দণ্ড লাগে ইহঁতৰ।
শত্ৰুক ছাড়িয়া দিলে শত্ৰুই পায় লাই
শস্তি পালে এনে কৰ্ম নকৰে দুনাই।
বলোৰাম বোলে বাপ নকহিবা আৰু
ইন্ধনত জুই নুমাই যাইবনে বাৰু।
জুইত ঢালিলে পানী জুই নুমাই যায়
মহন্তৰ ক্ষমাই ভূষণ জানিবা নিশ্চয়।
বলোৰাম আতৈৰ এনে মহৎ কথাত
শঙ্কৰ গুৰুৰ হাঁহি উঠিল হঠাত।
ধন্য ধন্য ভক্ত বুলি গাৱক পিহিলা
গুৰুৰ চৰণ ধূলি শিৰত লইলা।
তাৰ পাছে দুই খটক গাৱক পিহিয়া
শঙ্কৰদেৱে নিজ হাতে দিলেক চাৰিয়া।
দুইজনে চকু পানী মচি ধাৰাসাৰে
গুৰুৰ পাৱক চুম্বি নমিলেক শিৰে।
দণ্ডৱতে পৰি দুয়ো লভিলা শৰণ
কৃষ্ণৰ কৃপাক যেন পাইল পৰম।
সিটো দিন ধৰি দুয়ো ভকত হইলা
হৰি গুণ নাম গাই লোকত ফুৰিলা।

তাৰ পাছে সিধা আনি ভকতক দিলা
ভকতৰ সঙ্গে অন্ন আপুনি ভুঞ্জিলা।
নানা উপদেশ দিয়া দুইকো তাত এৰি
বেহাৰ প্ৰবেশিয়া পাছে পাইল মধুপুৰী।
তোৰচা তীৰত সেয়া মধুপুৰ গ্ৰাম
দুই দিনান্তৰে আহি পাইল সিটো থান।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
তাৰ পাছে ভক্তগণ মধুপুৰ পাই
পাৰলি বৃক্ষৰ তলে ৰইলা জিৰাই।
শঙ্কৰ বুলিলা বাপ সব লোকে শুনা
কোন পিনে যাবা এবে সবে মনে গুণা।
ভক্তগণ বোলে আমি যাইবো বৃন্দাবন
দশমৰ কথা সব দেখিবাৰ মন।
মথুৰা, পুৰীক যাবো জন্মস্থান দেখিব
তেবেসে আমাৰ যাত্ৰা সফল হইব।
আৰু কত তীৰ্থ আছে উত্তৰ দিশত
আপোন নয়নে দেখি মন কৰো শাত।
গুৰু বোলে মোৰ কথা নকহিবা ভাই
অনুসৰি যাবো আমি মাধৱ যেনি যাই।
মাধৱ বুলিলা বাপ আগে কৈছো আমি
আৰু নাযাও তীৰ্থ লাগি এৰি নিজ ভুমি।
যদ্যপি যাইবে ইচ্ছা আছে কাৰোবাৰ
ইয়াৰ পৰা যাব লাগে কৰা কাৰবাৰ।
বৃন্দাবন মথুৰা ক্ষেত্ৰ সঁচা দেখা নাই
এতিয়া তৃণময় মাত্ৰ একো কিছু নাই।
নাই সেই শ্ৰীকৃষ্ণৰ মধুৰবাহী তান
আজি নাই গোপী সবৰ ভুবন ভুলা গান।
যমুনাৰ তীৰত আজি নচাৰয় গৰু
জোপোহা সহিতে নাই সেই কদম তৰু।
যমুনাৰ বালিত ক্ৰীড়া নাই মাধৱৰ
সমস্ত বৃন্দাবন আজি জঙ্গল ভৰপুৰ।
তথাপিতো যেয়ে যোৱা দিলো অনুমতি
গুৰুজন সহ কৰিম পূৰ্ব্ব দিকে গতি।
এই বুলি সমিধান দিলা মাধৱদেৱ
নাপালে সাধুৰ দৰ্শন তীৰ্থলে নাযাব।
ৰাত্ৰি কালে গুৰুজন গীতক ৰচিলা
বাহৰত মুৰ উৰ্দ্ধে তাক ৰাখি থৈলা।
প্ৰভাতে উঠিয়া সবে প্ৰসঙ্গ কৰিল
মাথাৰ উপৰে কাকত সবাই দেখিল।
ৰাম ৰাম গুৰু আনি পঢ়িয়া দেখিলা
তীৰ্থভ্ৰমণৰ আশা সবে বিসৰ্জ্জিলা।
আন সবে বোলে আমি কিবা আছে চাও
কিবা শুভ কথা আমি জানিবাক পাওঁ।
ৰাম ৰাম গুৰু গীত পঢ়িয়া শুনাই
তীৰ্থ ভ্ৰমণৰ অসাৰত্ব বুজি পাই।
গুৰুজনে নিজ মুখে গীতক গাইলা
ভক্তগণে শুনি বৰ আনন্দ পাইলা।

*গীত*

*নাহি নাহি ৰাময়া বিনে*
*পাপ তাৰক কোই*
*পৰমানন্দ পদ মকৰন্দ*
*সেবহু মন মোই*
*তীৰ্থ বৰত তপ জপ*
*যাগ যোগ যুগুতি*

*মন্ত্ৰ পৰম ধৰম কৰম*
*কৰত নাহি মুকুতি*
*মাতু পিতু পত্নী তনয়*
*জানয় সবে মৰণা*
*চাৰহু ধন্ধ মানস্*
*অন্ধ ধৰতু হৰিচৰণ*
*কৃষ্ণ কিঙ্কৰ শঙ্কৰ কহ*
*বিচাৰি বিষয় কাম*
*ৰাম চৰণে লেহ শৰণ*
*জপ গোবিন্দক নাম।*

গুৰুৰ অন্তৰৰ কথা ভক্তগণে পাইলা
তীৰ্থ ভ্ৰমণৰ আশা সবাই এৰিলা।
গুৰুৰ কাষত গৈয়া নিবেদন কৰি
ৰাম ৰাম বোলে আমি আৰ নাযাও ফিৰি।
গৃহক চলিয়া যাইবো এৰি তীৰ্থ আশ
হৰি নাম গাই থাকি কৰো গৃহবাস।
ভক্তৰ বচন শুনি কৃপালু শঙ্কৰ
বুলিলা অনেক উপদেশ মনোহৰ।
তাৰ পাছে ভক্ত সবে উজাই আহিলা
সোণ কোষ নদীৰ তীৰে বাহৰ পাতিলা।
তাৰ পৰে পাচ দিন ধৰি খোজ কাঢ়ি
সব তীৰ্থ যাত্ৰীগণ গৈলা ঘৰাঘৰি।
ছয় মাহ অন্তে আহি পাটবাউসী পাই
আই গোসানীৰ সেৱা কৰিলেক যাই।
মাধৱ বুলিলা আই তব কথা ৰাখি
গুৰুক আনিলো ফিৰাই অন্ন তীৰ্থ দেখি।।

ঠাকুৰ আতা দামোদৰে গুৰু অহা জানি
অনেক সম্ভাৰ গৈয়া ধৰিলেক আনি।
মাধৱৰ আগে পাছে বাৰ্ত্তাক পুছিলা
তীৰ্থৰ বৃত্তান্ত যত সবাকে বুলিলা।
দামোদৰ আহি পাছে সবাকো সম্বোধি
পুছিলন্ত বাৰ্ত্তা নানা কথা সুধি-পুছি।
নাৰায়ণ ঠাকুৰ আৰু দেৱ দামোদৰ
তীৰ্থত থাকোতে কৰ্মশ্ৰী গুৰুজনৰ।
নাম প্ৰসঙ্গকে ধৰি গৃহ প্ৰক্ষালন
যতেক আছিল কৰ্ম কৰয় যতন।
গুৰু পত্নী কালিন্দ্ৰীক শুশ্ৰূষা কৰিল
তীৰ্থ হন্তে আহি গুৰু সবাকে দেখিল।
ধন্যবাদ জ্ঞাপন কৰিলা দুইজন
দামোদৰ নাৰায়ণ হৰষিত মন।
ঠাকুৰে বোলন্ত তীৰ্থে যিবা দেখি
আমাক বুজাই বোলা যি পালা নিৰেখি।
পোৱালী বিকে, গোবৰ কিনে পাইলু নিৰেখি
উচিষ্টৰ বাবে ঝগৰা কুকুৰৰ লেখি।
তীৰ্থত পাণ্ডাক লাগে বৰ ধনৰ মোনা
ধৰ্ম কৰ্ম বিচাৰ কৰা মাথো বিৰম্বণা।
গুৰুক ধুৱাই ভৰি বহাইলা আসনে
গণককুচি আহিলা শ্ৰীৰাম আতা ৰঙ্গমনে।
আন সবে মিলি প্ৰণামিলা শ্ৰীচৰণ
আপোনাৰ গৃহে চলি যায় ৰঙ্গমন।
গুৰু তীৰ্থযাত্ৰা কথা সামৰি সুতৰি
পাঠকসকলে ডাকি বোলা হৰি হৰি।



# শ্ৰীমাধৱদেৱৰ কালিন্দ্ৰী আইৰ প্ৰতি উচ্ছাস বাণী

## ছবি

মাধৱে বোলয় বাণী শুনা দেৱী আই গোসানী
আপোনাৰ বাক্যক ৰাখিলো
শ্ৰীক্ষেত্ৰ গয়া কাশী প্ৰদক্ষিয়া ত্ৰিবেণী
বৃন্দাবন আৰু নগৈইলু।
ভক্তগণে ক্ষোভ কৰি খণ্ডিলা আমাক ধৰি
ভাগৱত বৃন্দাবন সাৰ,
স্বচক্ষে দেখিব লাগি তীৰ্থ কাম প্ৰয়াসী
নেদেখিলা বৃন্দাবন আৰ।
দুয়োজনে মিল হই বৃন্দাবনে ন-গ-ই
ছয় মাহে ফিৰিয়া আহিলু
তীৰ্থৰ অসাৰতা গাই ভকতসকলে পাই
মনক প্ৰবোধিয়া ঘুৰি আইলু।
জনমে জনমে যেন তুমি হেন বন্ধু পাওঁ
প্ৰভুক খাটিলো শত বাৰ
ধন্য ধন্য মাধৱদেৱ তুমি বিনে নাই কেৱ
ভকতৰ তুমি কৰ্ণধাৰ।
গোসানীৰ বাক্য ৰাখি মিছা কথা কৈলো সখি
গুৰুক ফিৰাই আনাৰ কাৰণ
সবে মন কষ্ট পাইলা কিছু কথা নবুলিলা
তীৰ্থে যাব নকৰিলা মন।

কালিন্দ্ৰী বুলিলা হাসি তযু গুণে পালো আজি
প্ৰভু নগৈলেকে বৃন্দাবন
তোমাক বিশ্বাস ৰাখি পঠাইলো বৃদ্ধগণে
ফিৰাই পাইলো পতি ধন।
প্ৰাণৰ বান্ধব তুমি কত ভাগ্যে পালো আমি
জোঁৱাই ৰূপে পাইবে চাইলো
তথাপিতো বন্ধু ৰূপে আমাক ৰাখিলা তুমি
কত পুণ্যে বান্ধৱ পাইলো।
এতেকে কাকুতি কৰি মাধৱৰ নাই উচ্চাৰি
কালিন্দ্ৰী নমিল বন্ধু ভাৱে
মাধৱেও প্ৰণামিয়া মাতৃৰ চৰণে চুইয়া
প্ৰণামিলা বিনম্ৰ স্বভাৱে।



## *উদাৰ গোবিন্দ গুৰু গৃহে আগমন আৰু বলোৰামৰ ঔউ কিল ছবি*

দিন এক গৈলা পাছে সব ভক্ত বহি আছে
উদাৰ গোবিন্দ আহি পাইল
শৰীৰৰ দুখ দেখি সবে বোলে নিৰেখি
কিনো অপৰাধ ইটো ভৈল।

দেহাৰ যে নাই অৱস্থা কানি কাপোৰ ফটা-ছিটা
সৰ্ব্ব গাৱ বখলা বখলি
কিবা হেতু এনে ভৈলা সবে সুধি পুছি লৈলা
নিজ দোষে নষ্ট পাইলু বুলি।
মোনাত আছিল ধন সুধিলন্ত গুৰুজন
কত ধন আছে কিবা নাই
আঁসে মাতিবা বোলে কিছু নাই হাত তলে
গুৰু আগে আঁসে মাতই।
পৰে সিধা আনি দিলা গুৰু আচৰিত ভৈলা
কিবা হেতু মিছা বোলা তুমি
তোমাত সজাত নাই ভক্ত সঙ্গে স্থান নাই
অকলশৰে ফুৰা তীৰ্থ ভ্ৰমি।
বন মাঝে লুকাই গাৱ ফুৰিলা তীৰ্থত তেওঁ
আৰে আৰে চলিলা সদাই
হাবি বনে গাৱ কাটি কৰিলেক কষ্ট আতি
আজি আহি উপনীত হই।
শঙ্কৰে বুলিলা বাপ আৰু তব নাহি পাপ
গাৱ পখালিয়া আহা গই
অন্ন খাই জিৰাই লোৱা গাৱে তেল ঘহি লোৱা
দুদিনান্তে যাইবে শুকাই।
গুৰুৰ অভয় বাণী উদাৱে নিজ কাণে শুনি
পাইলন্ত অতিকে আনন্দ
গুৰু পাৱে নমাই মাথ ক্ষমিওক জগন্নাথ
মহানন্দে কৰিলা প্ৰস্থান।

এক দিন প্ৰসঙ্গত      বলোৰাম বোলে মাত
কিনো মোৰ বিধি বিড়ম্বন
ঐ টেঙা চাবলই      ঐ তলে গলো মই
চাপৰিয়া বহিলো তখন।
উৰ্দ্ধ মুখে ফল চাই      গছ ডালে নিৰেখিয়া
অধো মুখে ফল বিচাৰিলো
এটি ফল বিচাৰিয়া      জলোঙাত ৰাখি থই
কুজা হই মই চাপৰিলো।
গছ হন্তে তিনি ঔউ      পিঠিত পৰিলা আহি
আগ পিচ কৰি এক ঠাই
যত দুখ পাম বুলি      মনত ভাবিলো মই
একো দুখ অনুভৱ নাই।
আচৰিত কথা ইটো      একেলগে তিনি গোটা
ঔউ পিঠিত পৰিল কেলেই
আগ পিচ কিছু নাই      পৰে ইটো সিটো কই
স্থান চ্যুতিৰ সময়েই নাই।
বিধিৰ বিৰম্বনা ভাৱি      মনতে ঈশ্বৰ জপি
ঔউ তিনি বুটলি আনিলো
ঔউ পৰা কষ্ট মোৰ      মনত নাহিকে একো
ভগবানৰ নামক জপিলো।
হে প্ৰাণ গুৰু মোৰ      কিবা কৈলো সেৱা চোৰ
কিনো অপৰাধে কিল খালো
সদা ঔউ তলে যাওঁ      একো কিছু নাহি পাওঁ
আজি কিবা অপৰাধ কৈলো।

শঙ্কৰে মাতিল হাসি	মোৰ কাষে বহা আহি
কোন স্থানে ঔউ পৰি গল
সব দুখ দুৰ হোক	গাৱত পিহিলো তোক
বলোৰামৰ দুখ দুৰ হল।
ঈষত হাসিয়া বোলে	পৰম কৃপালু গুৰু
পূৰ্ব্ব জন্মৰ ফল ইটো জান
কোনো বিনা অপৰাধী	কিলাইছিলা তেতিক্ষণে
প্ৰতিশোধ লৈলে সেইজন।
যিটো বৃক্ষ ঔউ গছ	পূৰ্ব্বতে আছিল এক
পৰম দুষ্ট গোপাল কুমাৰ
নানান দুষ্টালি কৰি	লোকৰ ফল কৰে চুৰি
অতপালিৰ সীমা নাই তাৰ।
এক দিন অন্য বালক	নিলে তোমাৰ তামোল
ইয়াক ধৰি তিনি কিল দিলা
বিনা অপৰাধে মাৰ	খাইয়া মনত তাৰ
মহা অসন্তোষ থাকি গৈলা।
ঔউ গছ হুয়া সিটো	থাকিল ভুমিত গজি
আপোনাক পাইলা তলত
পূৰ্ব্ব প্ৰতিশোধ লই	খন্দিলা তোমাৰ দাই
আয়ু শেষ বৎসৰ মধ্যত।
এক ধনী মানী লোকে	এই গছ কিনি লব
ভকতক ভুঞ্জাইব অন্ন
খৰি ফালি দিব গছ	ঔউ গছ আয়ু শেষ
. তাৰ পাপ হইব মোচন।

গুৰুৰ পৰশ পাই বলোৰাম ভক্ত ৰাই
পাৱে পৰি কৰিলা প্ৰণাম
হৰি উচ্চাৰিয়া লৈলা নিজ স্থানে চলি গৈলা
উচ্চাৰিয়া কৃষ্ণ গুণ নাম।



## *গুৰুসকলৰ সমূহীয়া কৃষিতলী বনাম নামতলী*

### *পদ*

কাতিৰ মাহত সব ভক্তগণ আহি
পাটবাউসী থানে গৈয়া মিলিলা হৰিষি।
সবে মিলি আলোচিয়া সৰিয়হ সিচিব
হাল গৰু কোৰ ধৰি খেতিক কৰিব।
মাহ কলাই আলু কচু কৰিব বিস্তৰ
ভাত আঞ্জাৰ হাঁহাকাৰ গুচিব সবাৰ।
এইমতে ভক্তগণে আলোচ কৰিলা
পাটবাউসী কৃষিক্ষেত্ৰে হালক বাইলা।
হাল বাই উঠি সবে স্নানাহাৰ কৰি
জিৰণি গৃহত সবে ঢাৰী পাটি পাৰি।
গুৰুজনে আহি পাছে আসনত বহি
ভাগবত শাস্ত্ৰ বাখ্যা কৰয় হৰিষি।
মাধৱ পঢ়য় শাস্ত্ৰ গুৰু বাখ্যা কৰে
সব ভক্তে হৰি হৰি কৰে উচ্চস্বৰে।
হৰি নাম ধ্বনি শুনি চুবুৰীয়া গণ
তথাক লাগিয়া সবে কৰে আগমন।
উদাৰ গোবিন্দ আতে অসূয়া কৰয়
একে কথা তিনিবাৰে খুচৰি থাকয়।
এইদৰে হাজাৰ বিষা মাটিক চহাই
ধান, মাহ, সৰিয়হ অনেক পাবই।
এক দিনা আলোচনাত গধুলি হইলা
পশ্চিম আকাশে বেলি ৰঙা পৰি গৈলা।
মেঘ দিলা আকাশত বৃষ্টিৰ সম্ভাৱনা
শাস্ত্ৰ সম্বৰিবে লাগি গুৰুৰ কামনা।
উদাৰ গোবিন্দ কৰে শাস্ত্ৰত অসূয়া
দুইবাৰ গুৰুজনে দিলে বুজাইয়া।
তথাপিতো সন্তোষ নভৈল সিটোজন
অসূয়া কৰিয়া প্ৰশ্ন তোলয় নানান।
সব ভক্তগণে তাক ক্ৰোধ কৰি চায়
তথাপি অবুজ সিটো মন নকৰয়।
গুৰু বোলে তুমি নাম ধৰিছা উদাৰ
মস্তিষ্ক নাহিকে তোৰ তেনেই গুদাৰ।

বেলি মাৰ যাইবে এবে আহে অন্ধকাৰ
ধৰণী গ্ৰাসিব আহি কলীয়া এন্ধাৰ।
তাতে মেঘ আহি আছে হব বৃষ্টি ধাৰ
কিমতে যাইবো আমি কৰিও বিচাৰ।
পাষণ্ডৰ মতি তোৰ সদা সৰ্ব্বদাই
বিনা কাৰণতে বাদ কৰিছা সদাই।
গুৰুৰ দেখিয়া ক্ৰোধ উদাৰ পলাই
সাত দিন ধৰি তাক দেখিতে নপাই।
সৰিয়হ মাঝে থাকে বনকঁ উভালি
জাবৰ গুচাই খেতি চাফ কৰয় আকুলি*।
গুৰু বোলে সাত দিন উদাৰ দেখা নাই
পৰম ভকত সিটো জানিবা নিশ্চয়।
কথা বুজিবাৰ তাৰ লাগয় পলম
গুৰুজনে বুজাই দিয়া শাস্ত্ৰৰ নিয়ম।
এক ভক্ত গৈয়া তাক মাতিয়া আনিলা
গুৰু বোলে উদাৰ বোপা কোথাই চলিলা।
সাত দিন নেদেখিয়া মনে দুখ পাও
ভক্তক নেদেখিলে মন থৌকি-বাথউ*।

উদাৰে বোলয় বাপ আমি মূঢ়জন
একেবাৰে সমজিব নোৱাৰো কথন।
ৰাগ দেখি আতৰিয়া খেতিক গইলু
আপোনাৰ ভয়ে মই ইয়াক নাহিলু।
আজি হন্তে কিছু কথা তোক নকহিব
তোমাৰ প্ৰশ্নৰ উত্তৰ তিনিবাৰ দিব।
ৰাম চৰণ, হৰি চৰণ আৰু পৰ্মানন্দ
পুৰুষোত্তম আদি সবে কৰে আগমন।
সৰিয়হ তলী ভৈলা নাম খোলা বৰ
মাধৱ বান্ধৱ আৰু আহে দামোদৰ।
নাৰায়ণ দাস হয় সব দিহাকাৰী
সৰ্ব্ব কৰ্ম কৰি যায় পৰি পাটি কৰি।
নদন-বদন খেতি দেখি লাগে ভাল
তুলিলেক খেতি দৰা নাই আহুকাল।
খেতিক চপাই পাইলা পৰম আনন্দ
কৰ্ম অন্তে সন্তোষিত ভৈলা সৰ্ব্বজন।
নামৰ প্ৰচাৰি চৰ্চ্চা আৰু পন্থ ধৰি
সব ভক্তগণ মিলি বোলা হৰি হৰি।

*'আকুলি - টানি-আজুৰি,  *থৌকি-বাথউ - উগুল-থুগুল*



## *কণ্ঠভুষণৰ বাদ আৰু গোবিন্দ, নৰোত্তম আদিৰ শৰণ*

### *পদ*

এনে মতে চক্ৰপাণি এটি এটি কৰি
কই যায় সব কথা লগাই আতিগুৰি।

বাউসীত আছয় গুৰু শাস্ত্ৰ চৰ্চ্চা কৰি
নিমন্ত্ৰণ পাইলা এক লেঙ্গাই মাণ্ডৰি।

কণ্ঠভূষণ নামে বিপ্ৰ তথাত আছিল
শাস্ত্ৰ আলোচনা হেতু গুৰুক মাতিল।
পাটবাউসী থানে গুৰু কেতেকী ৰুইলা
সেই সময়ত এক কেতেকী ফুলিলা।
কেতিকীৰ গোন্ধে কৰে সবাকে আমোল
দেখিয়া চিণ্ডিলা গুৰু হইয়া বিভোল।
হাতে লৈয়া চলি যায় আলফুল কৰি
গুৰু ৰুৱা কেতেকী গোন্ধ বৰ্ণাইবে নপাৰি।
বাট ওলাই চায় যত পুৰবাসীগণ
সিটো ৰূপ কাৰো সঙ্গে নহয় বৰ্ণন।
গোবিন্দ নামেতে এক গাৰোৰ সন্তান
কাষ চাপি আহিলেক পাই ফুল ঘ্ৰাণ।
গুৰুৰ চৰণে ধৰি প্ৰণাম কৰিলা
দুদিন পৰে আহিবাক গুৰুৱে বুলিলা।
দিনান্তৰে পাইলা গই লেঙ্গাই মাগুৰি
সমাজ পাতি পণ্ডিতগণ আছে বাখ্যা কৰি।
শাস্ত্ৰ আলোচনা কৰে বিপ্ৰ সবে বেঢ়ি।
বন্ধ মুকুট কাক বোলে কয় বিস্তৰ কৰি
কোনো মতে সাধ্য নাই অৰ্থ বুজাবৰ
প্ৰতি প্ৰতি শব্দ অৰ্থ গুৰু প্ৰশ্নোত্তৰ।
আধাখিনি অৰ্থ বিপ্ৰে উত্তৰ নেদিলা
তাকে দেখি শঙ্কৰ গুৰু ঈষত হাসিলা।

তাৰ পাছে গুৰুজন মুকুট বাখ্যা কৰি
বন্ধ মুকুটৰ কথা বোলে আতিগুৰি।
তাৰ পাছে জীৱ মুকুট বাখ্যা যে কৰিলা
সত্য মুকুট পৰম মুকুট বুজাই বুলিলা।
মহা মুকুট মুখ্য মুকুট এই ছয়খানি
বাখ্যা কৰি বুজাইলা সমস্ত জুৰি।
লাজ পাই বিপ্ৰবৰ কণ্ঠভূষণ ৰাই
কৰিলা প্ৰতিজ্ঞা তিনি কাশী যাবলই।
কাশীধামে গৈয়া তাত শাস্ত্ৰক পঢ়িবো
পণ্ডিত হুয়া আহি মই শঙ্কৰক জিনিবো।
শূদ্ৰ হাতে বাৰে বাৰে লাজ পাও আমি
পণ্ডিত শ্ৰেষ্ঠ হইব আমি শঙ্কৰক জিনি।
পূৰ্ব্বে সাৰ্ব্বভৌম নামে এক বিপ্ৰবৰ
বৰ দৰ্প কৰেছিল জিনিতে শঙ্কৰ।
বাৰানসী গৈয়া পাছে শাস্ত্ৰক পঢ়িলা
তথা হন্তে শঙ্কৰৰ পৰিচয় পাইলা।
পুনৰপি কণ্ঠভূষণ চলে বাৰানসী,
উলটিয়া আহি থাকে গুৰুক উপাসী।
গৰ্ব্ব অহঙ্কাৰ সব কাটি কৰি থই
শঙ্কৰৰ চৰণত শৰণ লবই।
শ্ৰীগুৰুৰ লীলামৃত অমৃত লহৰী॰
পঢ়ি শুনি পান কৰি সবে বোলা হৰি।



# কণ্ঠভুষণৰ জ্ঞান লাভ আৰু ব্ৰহ্মানন্দৰ আদেশত শ্ৰীশঙ্কৰদেৱৰ পাশে প্ৰত্যাবৰ্ত্তন

## পদ

ভক্তগণ সোধে পাছে চক্ৰপাণিৰ প্ৰতি
কণ্ঠভুষণৰ কথা বুলিও সম্প্ৰতি।
কিবা ভাবি গৈলা তিনি তীৰ্থ বাৰানসী
কিবা হেতু গুৰুত শৰণ লয় পুনু আহি।
চক্ৰপাণি বোলে কথা শুনা ভক্তগণ
বাৰানসী ধামে চলে শ্ৰীকণ্ঠভুষণ।
তিনি পক্ষ পৰে পাইল সেইটো ভুবন
ব্ৰহ্মানন্দ নামে পণ্ডিত আছিল সি থান।
দুই মহলীয়া ঘৰ ছাত্ৰ বহু শত
সংস্কৃত শাস্ত্ৰ শিক্ষা দিয়ে অবিৰত।
ভাগৱত শাস্ত্ৰ বাখ্যা কৰে ভালমতে
দশম স্কন্ধে ব্ৰহ্মমোহন নৰে বুজাইতে।
আবোল তাবোল কৰি অৰ্থক বুজাই
কোনো মতে গুঢ় অৰ্থ তাহাৰ নোলাই।
নীচ স্থানে শুনি আছে শ্ৰীকণ্ঠভুষণ
লাহে কৰি বোলে শুনা পণ্ডিত সুজন।

### ঝুমুৰি

*ব্ৰহ্মাও মৰন্ত    দেখি ভগৱন্ত*
*ৰূপ ঢাকিলন্ত    দুনাই জিলন্ত।*
*কেশৰী শৰীৰ    ভৈলা চিৰাচিৰ*
*কৃষ্ণে বিপাটিলা    চিন্দাল বুলিলা।*
*কৰি খণ্ড খণ্ড    হাতে চক্ৰদণ্ড*
*কথাক বুলিলা    উদ্ধৱে শুনিলা।*
*ব্ৰহ্মজ্ঞান পাই    উদ্ধৱ দুনাই*
*আত্ম সমৰ্পিলা    বদৰি চলিলা।*

ব্ৰহ্মানন্দ শুনি বোলে ক'ৰ লোকজন
কিবা হেতু ইটো ঠাই অহাৰ কাৰণ।
শ্ৰীকণ্ঠ বুলিলা আমি কামৰূপীজন
শাস্ত্ৰ জ্ঞান লাভ হেতু আইলু এই স্থান।
ব্ৰহ্মানন্দ পণ্ডিতৰ নাম আছো শুনি
তাহাৰ কাষত পাইব এই মনে গুণি।
শ্ৰীকণ্ঠ বুলিলা বাপ তুমি কোন জন
চাওঁ শুনিবাক আমি তব বিবৰণ।
পণ্ডিত বুলিলা কথা অতি পৰিপাটি
মম পূৰ্ব্ব পৰিচয় শুনিলো সম্প্ৰতি।
মহাভাগৱত শাস্ত্ৰ অতি অনুপম
নাৰায়ণ হন্তে বাজ হোৱে যেতিক্ষণ।
শুনিয়োক সাধুজন আমাৰ বচন
এক অংশে নাৰায়ণ ভৈলা চাৰিজন।

কালপুৰীয়া একজন হংস নাৰায়ণ
সুষম মণ্ডলি আৰু শ্ৰীনাৰায়ণ।
প্ৰথমতে পালে বিষ্ণু আদি নাৰায়ণ
তাৰ পৰে পাইল শিৱ-ব্ৰহ্মা দুইজন।
ব্ৰহ্মাৰ মুখৰ পৰা শুনিলা নাৰদত
ব্যাসদেৱ পাইলা জ্ঞান সেই পুৰুষত।
ব্যাসদেৱে বুজাই কলে তনয় শুকত
শুকে বুলিলন্ত পৰীক্ষিতৰ আগত।
আঠাইশ সহস্ৰ ঋষি ভৈলা সমাগত
তাৰ পাছে ভাগৱত থাকিলা সুতত।
সুতৰ পৰা ৰল শাস্ত্ৰ মনোহৰ মনত
মনোহৰৰ প্ৰিয় শিষ্য আচাৰ্য্য শঙ্কৰ
ভাৰত প্ৰসিদ্ধ তেওঁ পণ্ডিত প্ৰবৰ।
শঙ্কৰ আচাৰ্য্য শাস্ত্ৰ তাহাতে পঢ়িলা
তান শিষ্য শ্ৰীধৰ স্বামী জ্ঞান নাপাইলা।
ভাস্কৰ আচাৰ্য্য নামে তাহাৰ তনয়
তান পুত্ৰ ভৈলা পৰ্মানন্দ মহাশয়।
শ্ৰীৰত্ন ভাৰতী ছিল শিষ্য যে প্ৰধান
তাৰ শিষ্য ভৈলা আহি মহাতী এজন।
পুৰুষোত্তম নামে শিষ্য মহা ভাৰতীৰ
তান শিষ্য বিষ্ণুপুৰী জ্ঞানত গম্ভীৰ।
তাহাৰ ছাত্ৰৰ আমি ব্ৰহ্মানন্দ নাম
বিদ্যালয়ে শত ছাত্ৰৰ শিক্ষা দিয়া কাম।
এতিক্ষণে কোৱা বাপ তুমি কোন জন
কিবা হেতু ইটো স্থানে অহাৰ কাৰণ।

শ্ৰীকণ্ঠ বুলিলা মই কহিলো আগত
কামৰূপী লোক আমি ব্ৰাহ্মণ কুলত।
শঙ্কৰ নামেতে এক শূদ্ৰ গুৰুজন
সৰ্ব্ব শাস্ত্ৰে জ্ঞানী নাহি সম একজন।
নোৱাৰি জিনিব আমি শাস্ত্ৰত তাহাক
জ্ঞান লাভ হেতু আমি আহিলো ইহাক।
ব্ৰহ্মানন্দ বোলে শুনা কামৰূপী তনয়
পৰম গুৰু অৱতাৰ মানুহ নোহয়।
কেইখানি হস্ত তুমি দেখিছা তাহাৰ
নিৰেখিয়া জানো চাই আছা একবাৰ।
ভুষণ বুলিলা আমি দেখো দুইখান
সুদীৰ্ঘ সুঠাম কায় দেখিতে শোভন।
ব্ৰহ্মানন্দ বোলে তেওঁ চাৰি হস্ত হয়
দুই হস্ত লুকাই ৰাখি দুইক দেখায়।
শুনিয়োক বিপ্ৰ আমি কও বাৰাম্বাৰ
পূৰ্ব্বতেই গুৰুজনে কহিছে আমাৰ।
ব আদি গ্ৰাম নাম শ আদি নাম
পূৰ্ব্বৰ দেশত হৰি ধৰিব জনম।
বাৰানসী বুলি আমি চিন্তিয়া আছিলো
তোমাৰ মুখৰ পৰা আজিহে জানিলো।
মোৰ গুৰু বিষ্ণুপুৰী আমাক বুলিলা
ভক্তি ৰত্নাৱলী গ্ৰন্থ তলত ৰাখিলা।
ওপৰত ভাগৱত তলে [illegible]পি ৰাখি,
সাফৰ মাৰিয়া পেৰা খুলিলা হৰিষি।
যিটো দিনে শ্ৰীবিষ্ণু শিৱ নাম ধৰি
পূবৰ দেশত ক্ষেত্ৰ কুলে অৱতৰি।

সমস্ত শাস্ত্ৰৰ তত্ত্ব যত ভেদ ভাঙি
কৰিব প্ৰচাৰ ধৰ্ম ভাগৱত জানি।
দেখা যাওক ইটো কথা যদিহে মিলিছে
সত্যই জানিলো গুৰু জনম ধৰিছে।
এই বুৰ্লি শাস্ত্ৰ পেৰা নমাই আনিলা
সাফৰ খুলিয়া সেই শাস্ত্ৰক দেখিলা।
ওপৰত ৰত্নাৱলী তলে ভাগৱত
গুৰুজনে কোৱা কথা মিলিলা সাক্ষাত।
ব্ৰহ্মানন্দ বোলে বোপা নোৱাৰ জিনিব
অৱতাৰ পুৰুষ তেওঁ পৰা নাই চিনিব।

শাস্ত্ৰ লই যোৱা তুমি কামৰূপ ৰাজ্যক
তান আগে ৰাখি শাস্ত্ৰ সোধিবা তাহাক।
শৰণ লইবা তুমি পৰম গুৰু মানি
তানহন্তে প্ৰচাৰিব এই শাস্ত্ৰ খনি।
কণ্ঠভুষণ বোলে ইটো কথা বিপৰীত
নিচিনিয়া গুৰু মই কৰিলো গৰ্হিত।
অধোমুখ বিপ্ৰবৰ নিমাত হইলা
শঙ্কৰত শৰণ লোৱা মানস কৰিলা।
শ্ৰীকণ্ঠভুষণ কথা আলোচনা কৰি
সব ভক্তগণে ডাকি বোলা হৰি হৰি।



## খগেশ্বৰ ব্ৰহ্মচাৰীৰ পলায়ণ

### পদ

তাৰ পাছে বোলে কথা আতৈ চক্ৰপাণি
গুৰুৰ চৰিত কথা সবে লোৱা শুনি।
সৰ্ব্ব গুণাকাৰ গুৰু শ্ৰীমন্ত শঙ্কৰ
সেয়ে গুৰু ভৈলা তেওঁ এই জগতৰ।
ৰজাৰ কাষত আছে শ্ৰীমন্ত শঙ্কৰ
কত শত লোক আহে তাক দেখিবাৰ।
যেন জগন্নাথ ক্ষেত্ৰে বিগ্ৰহ দেখিবে
হাবাথুৰি খাই যায় দৰ্শন কৰিবে।
এক দিন আহিল এক সন্ন্যাসী পৰম
ভীষণ ওখ ষাড় গৰু তাহাৰ বাহন।

এক জন লোক সঙ্গে লইয়া বেৰায়
ষাড়ৰ পিঠিত সিটো চৰিয়া ফুৰয়।
শাস্ত্ৰ যত জাপি লৈয়া ষাড়ৰ পিঠিত
তাৰোপৰে পাৰে বস্ত্ৰ যেহেন ঘোৰাত।
ঘোৰাৰ পিঠিত যেন জিনক লগাই
আৰোহীয়ে বহি তাতে চৰিয়া ফুৰই।
সেইমতে শাস্ত্ৰত বহি ষাড়ৰ বাহনে
সন্ন্যাসী বেৰাৱে দেশত যত পাৰে মানে।
ৰাজ অনুমতি লৈয়া গুৰুৰ পাশে গৈলা
তাৰ কৰ্ম দেখি গুৰু ক্ৰোধান্বিত ভৈলা।

পুছিলন্ত গুৰু পাছে তান পৰিচয়
খৰ্গেশ্বৰ সন্ন্যাসী বুলি সবেও মাতয়।
কিবা হেতু শাস্ত্ৰাসনে কৰা বিচৰণ
পুছিলন্ত গুৰুজন তাহাৰ কাৰণ।
গো ব্ৰহ্ম, শাস্ত্ৰ ব্ৰহ্ম আৰু ব্ৰহ্ম আমি
ব্ৰহ্মাৰ ওপৰে ব্ৰহ্ম কিবা দোষ জানি।
শুনিলন্ত গুৰুজন উত্তৰ তাহাৰ
মনে ক্ৰোধ কৰি গৈলা ঘৰৰ ভিতৰ।
লিগিৰা আছিল এক নামত হৰাম
বুলিলা শঙ্কৰে তুমি কৰা এক কাম।
চৰ মাৰি দিয়া তাক মাটিত গিৰাই•
তাৰ আগে ভিতৰত ৰই থাকো মই।
গুৰুৰ ইঙ্গিতে হৰাম মাৰিলেক চৰ
বাগৰি পৰিলা ব্ৰহ্মাচাৰী খগেশ্বৰ।
মাটিত পৰিয়া তিনি বাৰ লুটি খাই
উঠিল পাছত বাপু কেকাই গেথাই।
শুনিয়োক দেৱ মোক মাৰিলে লিগিৰা
কি দোষে মাৰিলা মোক তুমি বিচাৰ কৰা।
গুৰু আহি আথে বেথে হাতেৰে তুলিলা
ধূলি বালি জোকাৰিয়া তাক বহুৱাইলা।
ক্ৰোধ কৰি বোলে ইটো দুৰ্জ্জন পামৰ
বিনা দোষে মাৰিলা আমাক দীৰ্ঘচৰ।

অভিশাপ দিবো আমি নাপাবো নিস্তাৰ
মোৰ শাপে বেটা তই হবি চাৰখাৰ।
গুৰু বোলে ব্ৰহ্মাচাৰী নকৰিবা ক্ৰোধ
মুৰুখ বালক সিটো তেনেই অবোধ।
ব্ৰহ্মাচাৰী বোলে সিটো অবোধ নহয়
পৰম দুৰ্জন বালক জানিলো নিশ্চয়।
বিনা দোষে আমাক কৰিলা অপমান
ব্ৰহ্মাশাপে আমি তাৰ দিবো প্ৰতিদান।
সবিনয়ে বোলে গুৰু শুনা ব্ৰহ্মাচাৰী
ইটো বালক মহা দোষী হয় কেনেকৰি।
গো ব্ৰহ্ম, শাস্ত্ৰ ব্ৰহ্ম, ব্ৰহ্ম তুমি ইনি•
ব্ৰহ্ম স্পৰ্শে ব্ৰহ্ম পতন কিবা দোষ জানি।
সন্ন্যাসী বুলিলা গুৰু কেনে আচৰণ
বি দোষে আমাক কৰিলে অপমান।
তথাপি বুলিলা তুমি তাৰ দোষ নাই
মহাপাপীক ব্ৰহ্ম বুলি প্ৰশংসা কৰই।
সন্ন্যাসী পাইয়া লাজ অধোমুখ হই
বৃষভে চৰিয়া পুনু উলটিয়া যাই।
ইটো বাৰ্ত্তা পাছে গৈয়া ৰজাই পাইলা
ধন্য ধন্য গুৰু বুলি প্ৰশংসা কৰিলা।
গুৰুজনৰ লীলামৃত সবে কৰি পান
হৰি হৰি বোলা সবে এৰি কাম আন।

*•গিৰাই - বগৰাই*

*•ইনি - এওঁ*

## ৰাজ অন্তেষপুৰত বৃন্দাবনী বস্ত্ৰ প্ৰদৰ্শন, পুৰ নাৰী আৰু ৰাজ কৰ্মচাৰী সকলৰ শৰণ লাভ ৰামবিজয় নাট প্ৰদৰ্শন আৰু মহী কাপ সম্বৰণ

### পদ

ভক্তগণ সোধে পাছে অতি নম্ৰ কৰি
তাৰ পাছে কি কৰিলা মহী কাপধাৰী।
চক্ৰপাণি বোলে পাছে শুনা ভক্তগণ
অন্তেষপুৰত সবে চায় বৃন্দাবন।
অনেক নিৰীক্ষি কিছু বুজিতে নপাই
তথাপিতো বস্ত্ৰ চাই আনন্দ লভই।
কিমান আনন্দ পাইলা কেৱেঁ নজানই
বস্ত্ৰখনি দেখিবাক সবেও আহই।
বস্ত্ৰখনি দেখি ভৈলা সবে চমকিত
মতিয়া পঠাইলা সৰু ৰজাক ত্বৰিত।
আহে চিলাৰাই শুনি বচন ৰজাৰ
কৰ যোৰে বোলে মতা কাৰণ কিহৰ।
শুনিয়োক ভাই তুমি আমাৰ বচন
বস্ত্ৰ দিয়া তীৰ্থ ক্ষেত্ৰে গৈলা গুৰুজন।
বস্ত্ৰৰ বৰ্ণনা আমি বুজিবে নপাৰি
শঙ্কৰক মাতি আনা অতি শীঘ্ৰ কৰি।
এই বুলি তিনিজন গড়মৌলীক পঠাই
বৃন্দাবনী বস্ত্ৰ বুজাই দিয়াহি ই ঠাই।
তাৰ পাছে চিলাৰাই মানুহ পঠাই
নৌকা লৈয়া তিনিজন বেহাৰ পাৱই।
শঙ্কৰ গুৰুক লই বেহাৰ পাইলা
সাত দিন নৌকা চৰি ই ঠাই আহিলা।

সৰু ৰজা চিলাৰাইৰ ঘৰে গৈয়া ৰই
বৃন্দাবনী বস্ত্ৰখনি সবাকো দেখাই।
গুৰু আগমনে সবে গুৱা শৰাই লই
বস্ত্ৰ দেখিবাৰ হেতু আহিলা ওলাই।
পুৰ নাৰী যত ছিল ৰজাৰ মহিষী
সবে ওলাই আহে চাব পৰম হৰিষি।
বস্ত্ৰ দেখি সব লোক আচৰিত ভৈলা
পৰম পুৰুষ গুৰু সবাই জানিলা।
বৈকুণ্ঠৰ কল্পতৰু ইটো দৃশ্যচয়
জানিলোহো শঙ্কৰ গুৰু মানুহ নোহয়।
ৰচি টানি বস্ত্ৰ মেলি থলে ওলোমাই
দূৰত থাকিও যেন মানুহে দেখই।
নিলগৰ পৰা দেখি স্বৰগৰ পট
মৰ্ত্ত্যত নামিয়া আহি কৰিছে উদ্ভট।
সবাকো বুজাই গুৰু কাঠিৰে দেখাই
সবে বোলে এনে দৃশ্য আগে দেখা নাই।
বৃন্দাবন দেখাই আৰু নদী যমুনাক
গিৰি গোবৰ্দ্ধন দেখাই মনুষ্য গনক।
ধেনু আৰু ধেনু বৎস সবাকে দেখাই
অঘাসুৰ বকাসুৰ আদিক বুজাই।
ৰাস ক্ৰীড়া কৰে তাত সব গোপীগণ
বাহী বজাই ভুলাবন্ত গোপী সবজন।

বহু টকা সোণা বস্ত্ৰ গুৰুক অৰ্পিলা
তিনি দিন ধৰি তাত বস্ত্ৰক দেখাইলা।
তাৰ পাছে ৰজা দেশে বেহাৰত গৈ
দোলা তুলি মহাৰাজে গুৰুক লই যাই।
ৰাজসভা মধ্যে সসম্মানেতে আনিলা
জয় গুৰু শঙ্কৰ বুলি হৰি ধ্বনি দিলা।
ৰাজসভা আৰম্ভিলা গুৰুক বহাই
ধন বস্ত্ৰ দিয়া ৰজা প্ৰণাম জনাই।
বৃন্দাবনী বস্ত্ৰ মেলি বেৰে আৰি থই
যত যিবা চিহ্ন আছে দিলেক বুজাই।
মিলিল আনন্দ আহি সব ৰাজপুৰী
নাৰীগণ আহি চায় বৃন্দাবন নগৰী।
একে একে গুৰুজন দিলেক বুজাই
গিৰি গোবৰ্দ্ধন আদি যতে আছে ৰই।
আচৰিত হুয়া সবে দেখে প্ৰজাগণ
সাক্ষাতে দেখিলো আমি সেই বৃন্দাবন।
গুৰু বোলে মহাৰাজ ৰাখা সাত দিন
দেখিতে আহোক প্ৰজা সবে আগ্ৰহীন।
এনেদৰে সাত দিন ৰজাৰ পুৰীত
চলি গৈলা মহা মেলা সবে আচৰিত।
মানুহ নোহয় ইটো বৈকুণ্ঠৰ দেৱ
মৰ্ত্ত্যত দেখাই কেনে বিভূতি বৈভৱ।
এক শত ৰূপ দিলা গুৰুৰ হাতত
ৰজত সুবৰ্ণ আৰু বস্ত্ৰ অসংখ্যাত।
যত লোকে চায় সবে গুৰুক চাৱয়
প্ৰণামী দক্ষিণা দিয়া গুৰুক সেৱয়।

অসংখ্যাত চাউল সিধা পালি প্ৰজাৰ
জিৰাইল শয্যা শুই ইঙ্গিতে ৰজাৰ।
পুৰ নাৰীগণ সহ তিনি চাৰি শত
সবে শৰণ লৈলা আহি গুৰুৰ চৰণত।
যত আৰু নাৰীগণ বেহাৰ নগৰী
শৰণ লৈলেক সবে গুৰু পায়ে পৰি।
ফুলবাৰী নামে ঠাইত সত্ৰক পাতিলা
নামঘৰ মণিকূট সব সজাইলা।
সণ্ঢৰা কাজিৰ বাৰীৰ গছক কাটিলা
ফুলবাৰী সত্ৰখনি তাতেই থাপিলা।
মণিকূট হাটী বাট সব সজাই লই
তাতে থাকে গুৰুজন ভক্ত সঙ্গে লই।
নানা শাস্ত্ৰ আলোচিয়া তৈতে গুৰুজন
অনেক লোকক দিলা ধৰ্মত শৰণ।
শ্ৰীকৃষ্ণৰ লীলা যত দেখি শুনি পাই
পৰম আপ্লুত নৰনাৰায়ণ ৰাই।
ৰজা বোলে কৃষ্ণ লীলা অনেক দেখিলু
শ্ৰীৰামৰ লীলা কিছু বুজিতে নপাইলু।
অত এব ৰাম লীলা দেখাইও আমাক
ৰামায়ণ শাস্ত্ৰৰ কথা লাগে জানিবাক।
শ্ৰীমন্ত শঙ্কৰদেৱ এই কথা জানি
ৰামবিজয় নামে নাট লিখিলা এখনি।
বেহাৰত দেখাইবে এইখনি নাট
বাউসী হন্তে নিলা কত শিল্পী লোক তাত।
আতা আতৈগণ মিলি চলিলা তথাত
ৰামবিজয় নাটক তথা দেখাইলা মঞ্চত।

নৰানাৰায়ণ বোলে ধন্য গুৰুজন
বহুত শ্ৰম কৰি কষ্ট পাইলা এখন।
গুৰু বোলে নাট, শাস্ত্ৰ আৰু নেলেখিবো
বয়স নাহিকে আৰু জিৰণি লইবো।
ৰচন, বচন কৰিবাৰ নাহিকে শকতি
সামৰিলো কাপ, মহী সাচিপাত সম্প্ৰতি।
এই বুলি গুৰুজনে মহী কাপ এৰি
চুঙা ধুই সাচিপাত থইলা সামৰি।

*শ্ৰীশঙ্কৰ ক্ষিতি তুৰঙ্গ গুণেন্দু শাকে*
*জাতো গাবো হৰি পদং খাবিলম্বি চন্দ্ৰে।*
ৰামবিজয় নাটখনি লিখনিৰ শেষত
লিখিলেক এই শাস্ত্ৰ বেহাৰ ৰাজ্যত।
ৰজাৰ আগত পাছে কৰে অঙ্গীকাৰ
সামৰিলো মহাৰাজ মহী কাপ আৰ।
শ্ৰীগুৰুৰ লীলা মৃত অমৃত সমান
যত লোকে গায় শুনে শুদ্ধ হোৱে মন।

হেন জানি সব লোকে আন কাম এৰি
শ্ৰীশঙ্কৰ মাধৱ স্মৰি বোলা হৰি হৰি।



## *কোচ বেহাৰৰ পৰা গুৰুজনৰ প্ৰত্যাবৰ্ত্তন*
## *হিড়িম্বেশ্বৰ গোবিন্দ সিংহৰ ধৰ্ম গ্ৰহণ*

### *পদ*

চক্ৰপাণি বোলে শুনা বান্ধৱসকল
বেহাৰত গুৰুজন তিনি মাহ ৰল।
বৃন্দাবনী বস্ত্ৰক বুজাই কতজন
দেখি যেন হাতে পাইলা সেই বৃন্দাবন
ৰামৰ বিজয় পৰশুৰাম পৰাজয়
ইটো নাট দেখি বৰ আনন্দ মিলয়।
ভুবন ঈশ্বৰী দেৱী দেৱান মহিষী
শঙ্কৰ ভাতিজা কন্যা পৰম হৰিষি।

আহিবাক মানা কৰে বাৰে বাৰে আহি
ইয়াত থাকিও পিতা নাযাইবা বাউসী।
গুৰু বোলে তোমাসাৰ যেনে ৰাজ্যখান
আমাৰো আছয় এক ধৰ্মৰ দোকান।
দাযিত্ব দিয়া আহি আমি ৰব এই ঠাই
থাকিবে নপাৰো আমি নলই বিদাই।
এনেদৰে তিনি মাহ বহি গৈলা যেবে
নাওবৈচা লৈয়া বাউসী আহি পাইল তেবে।

হিড়ম্বপুৰৰ ৰজা গোবিন্দ যে নাম
কছাৰীৰ অধিপতি গুণে অনুপম।
লোক মুখে শুনিলন্ত গুৰুৰ খিয়াতি
দেখিবাক ইচ্ছা ভৈলা গুৰুক সম্প্ৰতি।
লখৰঙ্গ নামে এক মিকিৰ সুজন
শঙ্কৰৰ প্ৰিয় শিষ্য আছিল এজন।
তাহাক পঠাইল ৰাজা গুৰুক নিবাৰে
প্ৰণামিয়া লখৰঙ্গ সকাম ব্যক্ত কৰে।
গুৰু বোলে নৌকা বিনে অচল শৰীৰ
হিড়ম্বপুৰক যাইবে নহসে শৰীৰ।
নাৰায়ণ মাধৱ তোৰা সখী দুইজন
হিড়ম্বপুৰক লাগি কৰাহে গমন।
আদেশ পাইয়া চলি গৈলা দুইজন
দশ দিনে প্ৰবেশিলা হিড়ম্ব ভুবন।
ৰজাক কৰিলা দেখা পাছে দুয়োজন
অতিকে আদৰি দিলা বহিবে আসন।
পাদ্য অৰ্ঘ্য দিয়া তুষিলন্ত দুইজন
পৰম শ্ৰদ্ধাৰে ৰজা বুলিলা বচন।
পুতেকক দিলা ৰাজ্যৰ দায়িত্ব গোটাই
হৰিৰ সেৱা বিনে অন্য কথা নিচিন্তই।
জ্ঞাতি বন্ধু মাতি আনি বুলিলা ৰাজন
আমাৰ ৰাজ্যক এৰি গৈলা গুৰুজন।
যেতিয়া চলিলা গুৰু উজনি ৰাজ্যত
নানা অমঙ্গল আহি মিলিলেক ঐত।
কপিলীৰ পূৰ্ব্ব দেশ হেৰুৱাইলু আমি
নগা উপদ্ৰবে কত মিলাইলা বিঘিনি।
এনেদৰে মাৰি মৰক আৰু আহি পালে
বহু লোক মৰি গৈলা লুইতৰ জলে।
এতেকতে গুৰু কৃপা মাগিলোহো আমি
তুষ্ট হুয়া ক্ষমা কৰা প্ৰভু অন্তৰ্য্যামী।
তোমাৰক চৰণে আমি পশিলো শৰণ
ৰক্ষা কৰি ধৰ্ম দিয়া ঈশ্বৰ সুজন।
এই বুলি বহু স্তুতি কৰিলা ৰাজন
প্ৰণাম কৰিয়া দিলা বস্ত্ৰ আৰু ধন।
লগুৱা পঠাই মাতে অমাত্য যতেক
লোক সবে আহি দুই পুৰুষ দেখিলেক।
মাধৱ বুলিলা বোপা হিড়ম্ব ৰাজন
কেৱল পূজা স্তুতি নতিত নিসিজে কৰম।
যদি তুমি সিংহাসনে বহি দণ্ড লোৱা
সত্য, ক্ষমা, দয়া সমে শাসন কৰি যোৱা।
সম, দম, ক্ষমা, দয়া, দান, সত্য আদি
অহিংসা ভগবানাশ্ৰয় আদি গুণৰাজি।
ৰজা হইলে দুষ্ট দমন লাগিব কৰিবে
শিষ্টক পালন হেতু প্ৰাণী বধ হবে।
এতেকতে ৰাজধৰ্ম আমাৰ নহয়
বুলিলা বুজাই আনি হেৰা নৰ-ৰায়।
বিশেষত ৰজা প্ৰজাৰ চলন এক নয়
ৰজাৰ হিংসা কৰ্ম আছে জানা মহাশয়।
সবে আহি আঠু লই প্ৰণাম কৰিল
সবাকে হিয়াক বুৰাই আশীৰ্ব্বাদ দিল।
বুলিলা বিনয়ে ৰজা ধৰ্ম লইব আমি
দিয়োক তত্ত্ব দান হেৰা মহা জ্ঞানী তুমি।

মাধৱ বুলিলা হেৰা কছাৰী ৰাজন
নোহো সেই শ্ৰীশঙ্কৰ আমি দুইজন।
তেৰাৰ শিষ্য মাত্ৰ আমি জ্ঞানে গুণে হীন
সূৰ্য্য আৰু চন্দ্ৰ যেন তেৰা সতে ভিন।
শত বৰ্ষ ভৰি গৈলা বয়স প্ৰবীন
তাহাৰ তুলনাত আমি কত গুণে হীন।

আপোনাৰ নিমন্ত্ৰণ ৰক্ষা কৰিবাৰে
পঠাইছে আমাক তিনি অতিকে সত্বৰে।
ৰজা বোলে ৰাজ কাৰ্য্য ত্যজিবোহো আমি
বৃদ্ধ কালে ৰাজ ধৰ্মে নোহো ৰাজ্যকামী।
মুক্তি লাগে মাত্ৰ আজি লাগয় সদ্‌গতি
মাগোহো আপোনাৰ কাযে নিৰ্মল ভকতি।

এই বুলি গোবিন্দই লৈলেক শৰণ
হৰি হৰি বোলা সবে কৰি এক মন।

>>>>■<<<<

## *ঠাকুৰ আতাৰ মহিষীৰ ত্যাগৰ মহিমা*

### *পদ*

একাধাৰে বোলে কথা আতৈ চক্ৰপাণি
গুৰুৰ চৰিত কথা লোকে থাকে শুনি।
নাৰায়ণ দাস আতা বুদ্ধিত চতুৰ
কৰ্মত পাৰ্গত তেওঁৰ ঐশ্বৰ্য্য প্ৰচুৰ।
ধানৰ ভড়াল সাত গৰু এক কুৰি
সোণা ৰূপা কাহী বাটি আছে ঘৰ ভৰি।
চাৰি পুত্ৰ পঞ্চ কন্যা আতাৰ সন্তান
সবে বোলে ঠাকুৰ আতা বৰ ভাগ্যবান।
এক দিনা শঙ্কৰ গুৰু সুধিলা আদৰি
বোলা নাৰায়ণ দাস তব আতি গুৰি।
কিমতে চলিছে এবে গৃহস্থী তোমাৰ
পুত্ৰ কন্যা কত জন আৰু পৰিবাৰ।

আতা বোলে ভাৰ্য্যাই জানে মোৰ জ্ঞান নাই
পুত্ৰ কন্যা কেবে মোৰ কাষ নাচাপই।
বান্ধৱতী আই পাছে আহিলা সি ঠাই
বুলিলেক সন্তান কত জনাই আই।
বান্ধৱতী বোলে বাপ নবটি সন্তান
লগুৱা চাকৰ বহু এই ঘৰখান।
গুৰু বোলে নাৰায়ণ দাস যে চতুৰ
ধৰ্ম কৰ্ম সব ৰক্ষা কৰিছে প্ৰচুৰ।
তথাপি ভকতৰ বাবে শ্ৰদ্ধা আছে বৰ
বখানোহো আমি সবে তোমাসাৰ ঘৰ।
তথাপি দেখিছো সখি গৃহ চিন্তা নাই
ধৰ্মৰ বাবেহে মন থাকে সৰ্ব্বদাই।

আই বোলে ইটো কথা কভু সত্য নয়
গৃহ আৰু পত্নীৰ চিন্তা অধিক কৰয়।
নাৰায়ণ দাস বোলে প্ৰাণ প্ৰিয়তম
তুমি কভু নোহে গুৰু ভকতৰ সম।
তোমাত কৰিয়া মই চিন্তো ভকতক
গুৰু বিনে শ্ৰেষ্ঠ কাকো নকৰো মনক।
বাৰুৱতী বোলে বাপ ইটো সঁচা নয়
আমাৰ দেহতে সোণা ছ তোলা আছয়।
ইমানখিনি অলঙ্কাৰ নিবিচাৰো আমি
ভকতক দান দিব পাৰো আধাখিনি।
গুৰু বোলে ধন্য ধন্য তোমাৰ গৃহিনী।
বাৰুৱতী আই সত্যই ধৰ্মৰ নন্দিনী
নাৰায়ণ দাসে সব বস্তুক আনিলা।
অলঙ্কাৰ বয় বস্তু গুৰুক অৰ্পিলা
গুৰুজনে দুই ভাগ কৰিলেক তাত
সমান দুই অংশ কৰি ৰাখিল বটাত।
এক ভাগ ৰাখি অৰ্দ্ধ ভাগ ফিৰাই দিলা
পতি পত্নী দুইজনক সবে প্ৰশংসিলা।
নাৰায়ণ দাস শ্ৰেষ্ঠ পুৰুষ হইল
আতা শ্ৰেষ্ঠ ঠাকুৰ বুলি খিতাপক দিল।
ঠাকুৰ বুলিয়া মান্য সমাজত পাইল
নাম-কীৰ্ত্তন গাই গুৰুজনেও চলিল।
জনীয়া থানত আহি বসতি কৰিলা
বৰপেটা সুন্দৰীৰ নিকট পাইলা।

ঠাকুৰ আতাই যতখিনি ত্যাগক দেখাই
মহাপুৰুষৰ ধৰ্ম প্ৰচাৰ কৰই।
ত্যাগ কষ্টৰ তুলনা নাই ত্ৰিভুবনে
ধন্য ধন্য বুলি শলাগিলা সৰ্ব্বজনে।
মায়া মোহৰ সংসাৰত আৱদ্ধ দুয়োজন
মায়াৰ সংসাৰে লিপ্ত নোহে কোনোজন।
ধন জন পুত্ৰ কন্যা সকলো আছয়
সি সবত আসক্ত কিন্তু কোনোজন নহয়।
পত্নী স্বামী দুইজনৰ মহান হৃদয়
বাৰ গুণে বিভূষিতা বাৰাবাসী আই।
সংসাৰৰ বস্তু সব সকলো আছয়
একো বস্তু নাই বুলি কোনো দিন নকয়।
সংসাৰৰ যত বস্তু মানুহক লাগয়
নাই বুলি কথাষাৰি মুখেৰে নোলায়।
সকলো প্ৰভুৰ দান প্ৰভুৰ বাহানি
ৰক্ষক আমিহে মাত্ৰ আক আছো জানি।
ভক্তগণে ধন্য ধন্য সবাই বুলিলা
ভক্ত শ্ৰেষ্ঠ বুলি সবে প্ৰশংসা কৰিলা।
নৰ নাৰায়ণ ৰাজা কত শাস্তি দিলা
প্ৰভুৰ কৃপাত গাৰ নোম ও নলৰিলা।
ভকত শ্ৰেষ্ঠ ঠাকুৰ বুলি স্বীকৃতিক দিলা
এই ৰূপে ঠাকুৰ আতা খিতাপ পাইলা।
নাৰায়ণ দাসৰ কথা মনে প্ৰাণে শুনি
হৰি হৰি বোলা সবে তাক জানি গুণি।



## ৰমানন্দ, হৰিচৰণ, উৰ্মিলাৰ বিবাহ

### পদ

ভকত সকলে আছে আনন্দতে শুনি
গুৰুৰ চৰিত কথা বোলে চক্ৰপাণি।
যত শুনে ততখিনি শুনিবাৰে মন
লগৰ ভকতে মুঠেই নগনয় ক্ষণ।
ভক্তৰ অনুৰোধে কথা বোলে চক্ৰপাণি
আৰম্ভ কৰিলো কথা একমনে শুণি।
এহিমতে বাউসী থানে আছে গুৰুজন
ভাটি বয়সত তাৰা আউল জাউল মন।
কৰিব লাগিবে বহু আছে জগত খন
বঢ়াৰ নন্দন মাধৱ আৰু নাৰায়ণ।
কীৰ্ত্তন পুথিৰ আছে আউল বহুখিনি
দামোদৰ নিষ্ঠ ভক্ত বিদ্যা অল্পখিনি।
তোমাৰ ওপৰে দায়িত্ব বঢ়াৰ নন্দন
মোৰ অন্তৰ প্ৰতিচ্ছবি শাস্ত্ৰ সেইখন।
কেবাঠাই কেবা খণ্ড ৰই ৰই গৈলা
ভক্তগণে পঢ়িবাক আহুকাল ভৈলা।
আৰু মোৰ বহু দায়িত্ব আছে সংসাৰৰ
বিবাহ হোৱা নাই মোৰ পুত্ৰ এজনৰ।
এতেকতে ৰমানন্দ হৰিচৰণৰ
বিবাহ পাতিবাক লাগি কৰা খৰধৰ।

জগত মেধি নামে আছে কায়স্থ সুজন
সুমতি নামেতে তাৰ আছে কন্যাধন।
বিবাহ কৰাইলা কন্যা জগত দুহিতা
শঙ্কৰৰ পুত্ৰবধু ৰমানন্দৰ বণিতা।
পুত্ৰক বিবাহ কৰি আনিলা বোৱাৰী
অতি সুখী ভৈলা গুৰু সবাকে আদৰি।
ৰমানন্দৰ পুত্ৰ ভৈলা পুৰুষ উত্তম*
পৰিয়াল মধ্যে তান সুখী অনুপম।
আলাসৰ লাডু সিটো সৰ্বজন প্ৰিয়
সুমতি তনয় ইটো অতি গুণময়।
তাৰ পাছে বিবাহ পাতে হৰিচৰণৰ
উৰ্মিলা নামেতে কন্যা পবিত্ৰ বংশৰ।
অতএব হৰিচৰণ ঠাকুৰক লাগি
উৰ্মিলাক বিবাহ কৰাইলা মন লাগি।
জোৰণ পিন্ধায় গয়া পাণিৰ দুহিতা
পুত্ৰক বিবাহ কৰাই ৰঙ্গে গুৰু আতা।
বিবাহত চিৰা খাইলা সাত গুৰু বহি
ছন্দৰী বান্দীয়ে বোলে ধৰ্ম ইটো নহি।
সাতজনে খোৱা বোৱা যেবে শেষে ভৈলা
সাতজনে জুই কাবে আগুৰি বহিলা।

* পুৰুষ উত্তম - পুৰুষোত্তম

ছন্দৰী বুলিলা হেৰা বাপ গুৰুগণ
চিৰা ভাত একে বস্তু তিতিব যখন।
এই বস্তু খোৱাত জানো জাত কুলনাই
এই বুলি সাত কাহী বাটি ধুইলই।
কহুৱা ফুলেৰে তাক দিলেক কোবাই
সাত খন কাহী নাচি নাচিয়া উঠই।
সাত খন কাহী উৰি স্বৰ্গে চলি গৈলা
ভকত সকলে দেখি আচৰিত ভৈলা।
ধৰ্মবল দেখাইল গুৰুক সবাই
ছন্দৰীয়ে ধৰ্মবল লোকক দেখাই।
এইদৰে উৰ্মিলাৰ বিবাহ শেষ ভৈলা
শঙ্কৰেও বোৱাৰীক ঘৰক আনিলা।

যথাবিহিত কৰ্মক কৰিলা গুৰু জন
পুত্ৰ আৰু পুত্ৰ বধুক কৰাইল শৰণ।
দুই বছৰ পৰে এক পুত্ৰ লাভ হইল
নাতিৰ নাম গুৰুজনে চতুৰ্ভুজ ৰাখিল।
সন্ধৰাৰ পুত্ৰ তাৰ নাম ধনবৰ
গননা কৰিয়া নাম ৰাখিলা নাতিৰ।
এনেদৰে বিবাহ কাৰ্য্য ভৈলা সমাপন
জ্ঞাতি মিতিৰ কুটুম্ব বাঢ়িল বহুজন।
বিবাহ কৰ্ম শেষ ভৈলা নাতিক দেখিলা
গুৰু আৰু আই দেৱৰ মহাৰঙ্গ ভৈলা।
শ্ৰীগুৰুৰ লীলা মৃত অমৃতৰ স্বাদ
পঢ়ি শুনি পাই সবে পৰম আমোদ।



***গুৰুজনৰ শেষবাৰ বেহাৰ যাত্ৰাৰ আয়োজন! ধৰ্মৰ সৰ্ববস্ব জ্ঞান মাধব দেৱত অৰ্পণ, দামোদৰ মাধবদেৱক ধৰ্মাধিকাৰী আৰু ঠাকুৰ আতাৰ ওপৰত পৰিচালনাৰ দায়িত্ব অৰ্পণ আৰু ধৰ্মৰ লাইখুটা বুলি ঘোষণা।***

## *লেচাৰি*

হাত জুৰি বোলে চক্ৰপাণি কাণ পাতি শুনে যত জ্ঞানী
ভকত ভ্ৰমৰে আনন্দ মনে কাণ পাতি
শেষ বাৰ হেতু বেহাৰক কিমতে চলিলা শুনা তাক
চিলাৰাইৰ পৰা বাৰ্ত্তা আহে দিনে প্ৰতি।

—o—

বয়স গৈলা এবে ই দেহৰ　　　　শকতি নাহিকে চলিবৰ
স্থায়ী ভাৱে এবে বেহাৰত থাকি যোৱা,
অহা যোৱা কাম কষ্ট কৰ　　　　দেহৰ শকতি নাহি আৰ
পাটবাউসী ধামে মাৰক থাকিবে কোৱা।

———=o=———

শ্ৰীমন্ত শঙ্কৰদেৱ হৃৰি　　　　বাউসীত ওঠৰ বৰ্ষ ধৰি
প্ৰভুৰ কীৰ্ত্তন কৰিয়া একান্ত মনে
কৃষ্ণ কথা বিনে আন নাই　　　　ৰাতি দিনে হৰি গুণ গাই
পৰম আনন্দ শুনে যত ভক্তগণ।

———=o=———

শঙ্কৰে কহিলা ভাগৱত　　　　বঢ়া ভাষ্যখিনি পঢ়িলন্ত
উঠিলা যুগুতি তাহাৰ অৰ্থ বিচাৰ,
মাধৱে সোধয় শঙ্কৰত　　　　মোক বাপ তাৰ কোৱা তত্ত্ব
দেবাপি মৰুৰ থান ক'ত এতিয়াৰ।

———=o=———

কোন দিকে আছে বুলিয়োক　　　　শুনো ভাল কৰি আমি তাক
কোনোবা দেশত বুলিও কলাপ গ্ৰাম,
শঙ্কৰে বুলিলা শুনা পাছে　　　　কও ইটো ঠাই যত আছে
পৰম পবিত্ৰ থান ইটো অনুপম।

———=o=———

হেমন্তগিৰিৰ দক্ষিণত　　　　ব্ৰহ্মপুত্ৰ নৈৰ উত্তৰত
তাক লোক সবে বোলয় কল্যানপুৰ,
পৃথিৱী পাতাল পশি দুই　　　　যোগ চিন্তি আছে উৰ্দ্ধ হুই
কামৰূপ ৰাজ্যৰ নুহি কয় সিটো দুৰ।

———=o=———

আশ্ৰম সহিতে তল গৈল উপৰত বৰ বিল ভৈল
যোগ বলে সিটো জলক খেদিয়া থৈলা
কোনো লোকে তাক নজানয় অন্যান্য দেশৰ কথা কয়
দেখা তাহ্য দুইকো উপৰে জল ঢাকিলা।

—=o=—

পৰ্ব্বত উপৰে আছে বিল তৃণ বণে কৰে হুল ফল
তাৰ লোক যত সদা সুখী নিৰন্তৰ
সেই হ্ৰদৰ পৰা বই যাই যত জল মানে এক ঠাই
তাকে ব্ৰহ্ম জল বোলে যত নাৰী নৰ।

—=o=—

ই কথা জানিবা মিছা নই সত্য যুগে আছে গঙ্গা হই
হৰিবেক পাপ লোক সব নিস্তাৰিব,
পাণ্ডু নৃপতিৰ পত্নী তথা আছে তাত তাৰ কও কথা
নাৰায়ণপুৰ তথাত আছে জানিব।

—=o=—

আৰ এক কথা থাক শুনি ঋষ্য শৃঙ্গ নামে মহামুণি
তাহাৰ আছিল শিঙৰি পৰ্ব্বতে ঠাই,
দেৱাদি দেৱ মহামতি অদ্যপি মন্দিৰে লই স্থিতি
আজি তাত আৰু ঋষ্য শৃঙ্গ মুনি নাই।

—=o=—

শিঙৰিৰ কৈলা এহি কাজ আছিলেক যত ঋষিৰাজ
তাহাৰ নামত পববত ভৈলা শিঙৰী,
দক্ষিণ কুলৰ এক কথা আছিল কপিল ঋষি তথা
ঋষিৰ নামত কপিলী আছে নাম ধৰি।

—=o=—

সন্ধ্যা কান্তা তীৰে ঋষিবৰ　　　　আশ্ৰম বশিষ্ঠ মুণিবৰ
বশিষ্ঠ আশ্ৰম নাম আছে সবে ধৰি,
বশিষ্ঠ নামে মহাঋষিজন　　　　আশ্ৰম পাতিল এই থান
ইয়াতে থাকিয়া নিতে স্মৰন্ত হৰি।

———=o=———

কলি যুগে আত কিছু নাই　　　　যতে হৰি ভজা ততে পাই
এক চিত্তে মাথো থাকা হৰি নাম গাই,
সবে ভূমি তীৰ্থ ভূমি সম　　　　সবে জল নদী গঙ্গা সম
হৰিৰ নামৰ সবাৰ ওপৰে ঠাই।

———=o=———

ঈশ্বৰ কৃষ্ণৰ জন্ম জাতি　　　　শুনে সৰ্ব্বজনে কাণ পাতি
আদি অন্ত তাৰ কহিবেক কোনজন
তাহাৰ মহিমা নজানয়　　　　কুল ক্ৰিয়া মাথো বিচাৰয়
শাস্ত্ৰৰ সন্মত জানা ইটো ভাগ্য হীন।

———=o=———

কুৎসিৎ শুকৰ ৰূপ ধৰি　　　　আনে পৃথিৱীক দেৱ হৰি
শূকৰ বুলিয়া তাহাক কেৱে নকয়
যাৰ গুণ গায়া ভৱতাৰী　　　　তাক ফুৰে পাপী নিন্দা কৰি
এতেকে আমাক শূদ্ৰ বুলি কোনে কয়।

———=o=———

নিজ অংশে আহি অৱতৰি　　　　শ্ৰীমন্ত শঙ্কৰদেৱ হৰি
তাৰ গুণ সব জগততে প্ৰচাৰিলা
মনুষ্যৰ ছলে লীলা কৰি　　　　লোকক ছলিলা ছদ্ম কৰি
বাৰে বাৰে পৃথিৱীত কৰি লীলা।

———=o=———

এনে মতে শাস্ত্ৰ বাখ্যা কৰি শ্ৰীমন্ত শঙ্কৰদেৱ হৰি
লোকক বুজাই শাস্ত্ৰৰ কৰিলা অন্ত
ভকত সবত বিদাই লই গুৰুজনে পাছে লোক চাই
দুদিন পাছত বেহাৰে চলিয়া যান্ত।

—————=o=—————

দামোদৰ গুৰু আহি পাইলা সব কথা তেওঁক জনাইলা
দুখত লাগিয়া ভুমিত বহি পৰিল
মুখে হায় হায় শব্দ কৰি চকুলো পৰিল জৰি জৰি
হুমুনিয়াহ কাঢ়ি গুৰুৰ নাম স্মৰিল।

—————=o=—————

## পদ

পাছে মাতিলন্ত গুৰু ভকত সজ্জন
সবাকে সম্বোধি গুৰু বুলিলা বচন।
নৰ নাট সামৰিবে মনে ইচ্ছা কৰি
মনত আলচে প্ৰভু শঙ্কৰ শ্ৰীহৰি।
যত ভক্ত যত আছে মাতিলা সবাক
বৃদ্ধ বয়সত মাত দিয়োক আমাক।
ইটো বুলি গুৰুজনে সবাকে জনাই
মেলা এক পাতিলন্ত পাটবাউসী ঠাই।
দামোদৰ আহিলেক আৰু বংশীদেব
মাধৱ শ্ৰীহৰিদেৱ, বাকী নাই কেৱ।
নাৰায়ণ ঠাকুৰ আৰু ভক্ত বলৰাম
পৰ্মানন্দ, হলিৰাম আৰু ৰাম ৰাম।
চান্দসাই কালীৰাম মতিৰাম আদি
লগ লাগে ভক্ত কত নাই অন্ত আদি।
সবে লগ লয় আহি শ্ৰীগুৰু পাশ
মাতিলা গুৰুৱে পাছে কৰিয়া অশ্বাস।
এইবাৰ গৈলে আমি নাহো কিছুদিন
হ্ৰাস পাইলা শকতি যে দেহা ভৈল ক্ষীণ।
যেয়ে যিটো থানে আছা ততেই থাকিবা
কাৰ্য্য কৰ্ম হেতু অন্য থানকো যাইবা।
শুনা দামোদৰ তুমি পৰম ভকত
গুৰু পাতি থলো মই কামৰূপ ৰাজ্যত।
মাধৱ আৰু তুমি দুয়ো শাস্ত্ৰত পণ্ডিত
বুজাবা শাস্ত্ৰৰ তত্ত্ব শিষ্য অগনিত।
উজনীৰ দুইজন ভকত আহিব
তাৰা সবে উজনীত ধৰ্ম প্ৰচাৰিব।
উত্তৰে দক্ষিনে সত্ৰ হইব বিস্তৰ
আমাৰ ধৰ্মক ধৰিবেক সব নৰ।

বাকলিপো ৰামে বোলে প্ৰভু গুৰুজন
আপোনাৰ মতক বাখ্যা কৰে নানাজন।
আন দেৱ পূজে আৰু প্ৰসাদ ভুঞ্জয়
আপোনাৰ শিষ্য বুলি দঢ়াইয়া কয়।
গুৰু বোলে শুনা হেৰা বাকলি নন্দন
বিভিন্ন শাস্ত্ৰত লিখা আমাৰ বচন।
এক, দেৱ এক সেৱ, এক ভিন্ন নাই
নিৰাকাৰ, নিৰ্ব্বিকাৰ হৰি দয়ামই।
শ্ৰৱণ কীৰ্ত্তন সৰ্ব্ব ধৰ্ম মাঝে সাৰ
কীৰ্ত্তন, দশম, একাদশে লিখা সাৰ।
দুগ্ধ মথি ঘৃত যেন কৰয় বাহিৰ
শাস্ত্ৰ পঢ়ি পন্থ সবে কৰি লবা স্থিৰ।
পৰৰ ধৰ্মক নিন্দা নকৰা কদাচিত
সাধ্যমতে কৰি যাবা সকলোৰে হিত।
ভাগৱতী নাম ধৰ্ম ভকতিহে পন্থ
ইয়ে সাৰমৰ্ম গীতা ভাগৱত গ্ৰন্থ।
চাৰি বেদ মাঝে জানা হৰি নাম সাৰ
কলিত হৰি নাম বিনাই গতি নাই আৰ।
পুনৰাই সবে ত্যেজিবেক বেদ পন্থ
যিবা জানা যিবা শুনা এৰা আন গ্ৰন্থ।
একমাত্ৰ কৃষ্ণতেহে লৈবাহা শৰণ
সমস্ত প্ৰাণীকে কৃষ্ণে কৰিব ৰক্ষণ।
সপ্ত গাড়ী সুবৰ্ণ লক্ষ গৰু দান
প্ৰয়াগ গঙ্গাত স্নান কৰে প্ৰতিদিন।
সহস্ৰেক যজ্ঞ কৰে কত অন্ন দান
ৰেণু মাত্ৰ কৃষ্ণ নামৰ নোহয় সমান।
তপ, জপ, যাগ, যজ্ঞ সবে বিড়ম্বন
কেৱল ভক্তিত তুষ্ট হোৱে নাৰায়ণ।
দ্বাদশ বৎসৰ কৰি তীৰ্থ পৰ্য্যটন
কৰিলো কতনা আমি শাস্ত্ৰ অন্বেষণ।
চাৰি বেদ, চৈধ্য শাস্ত্ৰ, ওঠৰ পুৰাণ
দৰ্শন, মীমাংসা আদি শাস্ত্ৰ যত মান।
সবাকে একান্ত মনে কৰি অধ্যয়ন
পালো আমি এই মত এইটো দৰ্শন।
সুদৃঢ় বিশ্বাসে মাত্ৰ লোৱা হৰি নাম
পুৰাইব ঈশ্বৰে আছে যত মনস্কাম।
এক দেৱ, এক সেৱ, এক ভিন্ন নাই
যত শাস্ত্ৰ আছে মানে শেষ সিদ্ধান্ত এই।
বেদ আৰু শাস্ত্ৰৰ সাৰ গীতা ভাগৱত
ভক্তি পন্থ এই দুই শাস্ত্ৰৰ সম্মত।
মোৰ হিয়াৰ যত বস্তু মাধৱত ৰাখিলো
বিচাৰিবা তেওঁৰ কাষে সবাকে বুলিলো।
নূন্যতম পঞ্চ শত বৰিষ থাকিবো
এত দিন ধৰা ধামে ধৰ্ম প্ৰৱৰ্ত্তিবো।
মাধৱ উঠিয়া বোলে প্ৰভু গুৰুজন
পঞ্চ শত বৰ্ষ আয়ু অতি অল্প জান।
পঞ্চ জন পুৰুষতে পঞ্চ শত যাই
এত অল্প আয়ু কোনো ধৰ্মৰেই নাই।
গুৰু বোলে হেৰ বোপা বঢ়াৰ তনয়
তব কৃপা বলে ধৰ্ম বাঢ়িবে পাৰয়।
কোৱা বাৰু কত দিন ইটো ধৰ্মচয়
ধৰণীত প্ৰচাৰ আৰু বিস্তৃতি লভয়।

মাধৱ বুলিলা ধৰ্ম মহাপুৰুষৰ
তত দিন থাকিব যাবৎ চন্দ্ৰ দিবাকৰ।
পঞ্চ শত বৰিষত শোধন হইব
সমাজৰ দ্বাৰা দেশ শাসন হইব।
এনেদৰে বহু কথা কৰি আলোচন
বুলিলা শেষত গুৰু বিনয় বচন।
কীৰ্ত্তন, দশম, একাদশ, ভাগৱতে
পাইবা আমাক লাগ প্রয়োজন মতে।
ভকতসকলে কৰি ইটো আলোচন
বিদায় লইলা সবে নমি গুৰুজন।
তাৰ পাছে মাতিলন্ত নাৰায়ণ দাস
শুনা বোপা দুয়ো এবে চপা মোৰ কাষ।
মাধৱ বান্ধৱ আৰু তুমি দুয়োজন
সখা দুইজনে কৰা ধৰ্মক ৰক্ষণ।
কালি আমি যাইবন্ত বেহাৰ ৰাজ্যক
নৌকাখনি বিচাৰিয়া আমাক দিয়োক।
নাবিকৰ শ্ৰেষ্ঠ তুমি জানা সব কথা
ভালমতে বস্তু তুলি দিয়া নৌকা তথা।
নাৰায়ণ দাসে এক নৌকাক আনিল
দিব লগা যত বস্তু নৌকাত তুলিল।
ৰমানন্দ সতে গুৰু গল ভটিয়াই
কান্দিয়া থাকিলা কালিন্দ্রী দেৱী আই।
কিছুক্ষণ পৰে আহি গণককুচি পাইলা
নাৰায়ণ দাস সমে তথাত নামিলা।
গুৰুক নমিয়া ঠাকুৰ আতা চলি যাই
খোজ কাঢ়ি পাইল গৈয়া সত্ৰ মনথই।

ৰাত্ৰি কালে গুৰু বোলে বঢ়াৰ নন্দন
তুমি অন্ন ৰান্ধা আমি কৰিবো ভোজন।
মাধৱ বুলিলা বাপ কৰি যোৰে হাত
এনে কথা কদাচিতো নকৈব আমাত।
পুনৰপি বুলিলন্ত মাধৱ সবিনই
কোনো দিনে আমি অন্ন পাক কৰা নাই।
আজি যদি ৰান্ধি দিও আমি তব অন্ন
ধৰ্ম ৰাজ্যে হয়তো বেয়া পাব বহুজন।
ৰমানন্দে ৰান্ধিওক আমি ধৰোঁ আল
তেবে কোনো নঘটিব কথাৰ পয়মাল।
ৰমানন্দে ৰান্ধে অন্ন চাৰিজনে খাই
আল ধৰি আছিল মাধৱ শ্ৰীৰাম আতাই।
চাৰিজনে একেলগে অন্নক ভুঞ্জিলা
গুৰুৰ অৱশেষ পাছে মাধৱে খুজিলা।
মাধৱক অৱশেষ দিলা গুৰুজন
ভক্ত অৱশেষ গুৰু কৰিলা ভোজন।
শক্তি ভক্তি যত ছিল দিলা মাধৱক
সৰ্ব্বস্ব উদণ্ডাই দিলা মাধবদেৱক।
গোপ্য বস্তু যত আছে সবাকো অৰ্পিলা
মাধৱদেৱক এক আত্মা স্বীকাৰ কৰিলা।
একেখনি বিচনাতে কৰিলা শয়ন
সাৰা ৰাতি আলাপন কৰে দুইজন।
ধৰ্ম আলাপন আতা আৰু ৰমানন্দ
নুবুজিলা একো তত্ত্ব আৰা দুইজন।
শঙ্কৰ-মাধৱ এক বস্তু বুলি কৰি জ্ঞান
সমস্ত জগতে ইটো আছয় প্ৰমাণ।

তেল টেঙা ঘহি গুৰুৰ চৰণত দিলা
গুৰুৰ চৰণ বন্দি শয়ন কৰিলা।

গুৰুৰ যতেক বিত্ত পৰলোক ধন
পাইলা সমস্ত বস্তু বঢ়াৰ নন্দন।

শ্ৰীগুৰু ৰহস্য কথা শুনি কৰ্ণ ভৰি
নিৰন্তৰে সব নৰে বোলা হৰি হৰি।



## *জগতগুৰু শ্ৰীশঙ্কৰদেৱৰ মাধৱদেৱ ঠাকুৰ আতা, হৰিদেৱ, দামোদৰদেৱ শ্ৰীৰাম আতা আদিৰ পৰা বিদায় গ্ৰহণ*

### *ছবি*

ৰাত্ৰি অৱসান ভৈল
গুৰু দুয়ো বাজ ভৈল
স্নান শৌচ সবাকে কৰিলা
সেৱা নাম গাই পাছে
জলপান কৰিলন্ত
বেহাৰক যাইবে সাজু ভৈলা।
ঠাকুৰ আতা আহি পাইল
গুৰু পাৱে প্ৰণামিলা
চকুৰ লোতক বহি যাই
দুই পাৱ তিতি গৈলা
মাত থোকা থুকি ভৈলা
কথা আলোচনে ভাষা নাই।
মাধৱক বোলে বাণী
শুনা বোপা গুণমণি
নামঘোষা লিখিবা এখন
হাজাৰেক পদ দিয়া
সকলোকে সামৰিবা
বৈকুণ্ঠৰ বস্তু সেইখান।

দামোদৰ, হৰিদেৱ     আহিলেক দুইজন
জানুপাৰি কৰে নমস্কাৰ
চকুপানী মাচি কয়     গুচি যাব দয়াময়
এই ঠাই হ'ল অন্ধকাৰ।
তিনিদেৱক ৰাখি গলো     মাধৱ, হৰি, দামোদৰ
ধৰ্মৰাজ্য চলাবা ভালকৈ
মতৰ ভিন্নতা নাই     একদেৱ সেৱ মানিলেই
আলোচিবা তিনি লগ হই।
আহিলা কালিন্দ্ৰী আই     কন্দোনৰ সীমা নাই
চকুৰে নেদেখে পথচয়,
ঝৰ, ঝৰ, ঝৰ কৰি     নয়নৰ নীৰ পৰি
আপোনাৰ বস্ত্ৰক তিতয়।
চৰণত লগাই মাথ     এৰিলা আমাক নাথ
আপোনাৰ ক্ষেত্ৰে চলি গৈলা,
দিবস ৰজনী আমি     কিমতে কটাও জানি
আমাক অনাথ কৰি গৈলা।
দণ্ডবটে নমাই মাথ     কৰি মোক অনাথ
গুচি যাব ওলালে কৃষ্ণই
চিঙিয়া মায়াৰ জাল     এৰিলা গৃহ জঞ্জাল
আৰু ফিৰি নাহিব দুনাই।
গুৰু বোলে নাভাবিবা     সকলো বস্তুকে পাইবা
ভক্তগণে তোমাক সেৱিব
ইটো ধৰ্মৰাজ্যে তুমি     থাকিবা সবাকে চুমি
সাধ্য মতে ধৰ্ম আচৰিব।

পুত্ৰ পতি পৰিবাৰ কোনো কাৰো নোহে আৰ
অবাবত নকৰা বেজাৰ
পৰ কাল বিত্ত লাগি কৰ্ম কৰা লাগি ভাগি
তেহে হইবা ভব নদী পাৰ।
কান্দি কান্দি শ্ৰীৰাম পাৱে কৰিয়া প্ৰণাম
তুমি গলে থাকো কোন মতে
প্ৰাণহীন শৰীৰৰ কিবা মূল্য থাকে তাৰ
গেলি-পচি যাই দুদিনতে।
কান্দোনৰ উঠিল ৰোল গুৰু বোলে হৰি বোল
সব দুখ যাব পাতলাই,
আউৰ সময় পালে যদি আমি থাকো ভালে
পুনৰায় আহিব দুনাই।
এই বুলি গহনীই বোলে বাপ গিৰিবাই
বৈচাক নাও মেলিবাৰে,
আদেশ কৰিলা যাই চইৰ তললৈ যাই
বহিলেক বিচনা উপৰে।
নাৱত উঠিয়া গই চৰণত শিৰ থই
এটি টকা গুৰু কৰ দিলা,
মুখত নোলায় মাত অধো মুখে জুৰি হাত
গুৰুৰ চৰণত প্ৰণামিলা।
ৰমানন্দ পিছে চাই সকলোকে দেখা পাই
চকু থিৰে সবে আছে চাই,
নয়ন নুঘুৰি আৰ সবে চায় চকু থিৰ
নদী ভাজে দৃষ্টি হেৰুৱাই।

সবে হুমুনিয়াহ কাঢ়ি বোলে সবে ৰাম হৰি
ফেকুৰিয়া কান্দিলা যে আই,
হিয়াত বাজিল মোৰ নাহিবন্ত স্বামী আৰ
মোক এৰি গৈলা দুৰ লই।
বৃন্দাবনে গোপীগণ একালত যেন মন
কৃষ্ণ যেবে মথুৰাক যাই,
কৃষ্ণ বুলি গেৰিয়াই প্ৰাণ হৰি, হৰি যাই
আমাৰ প্ৰাণক কোনে নেই।
মাধৱে বুলিলা আই কান্দি আৰু কাজ নাই
কোনো কাৰো নহয় আপোন
অকলে আহিছে সবে অকলে যাইবো এবে
দুদিনৰ বাবেহে আপোন।
যদি দেহ থাকে ভালে গুৰু আহিবেক ফিৰি
জানো আমি মৰম কিমান
যদ্যপি নোহয় ভাল যদি মিলে আহুকাল
নিয়তিয়ে দিয়ে দুখ দান।
বেজাৰ নকৰা আই নিয়তিৰ ৰোধ নাই
হৰি নাম সবে কৰ সাৰ,
আয়ু যাব আলে জালে সবাকো যে পাব কালে
পাবা গৈয়া বৈকুণ্ঠৰ পাৰ।

✦✦✦✦✦✦

## *গুৰুৰ যাত্ৰা কালত যোগীঘোপা, বিষ্ণুপুৰ খাগৰিকটা আদি ঠাইত পদাৰ্পন*

### *পদ*

তাৰ পাছে বোলে কথা আতৈ চক্ৰপাণি
গুৰুৰ বেহাৰ যাত্ৰা শেষ বাৰ গণি।
প্ৰথম দিনত সুদ্ৰা পাটগিৰি গ্ৰামে
ৰাখিলন্ত নৌকাখনি ভক্তগণ সমে।

ৰামপুৰী নামে বৃদ্ধ শুভদ্ৰাৰ পিতা
গুৰু আগমন কথা কহিলা তহিতা।
চাউল সিধা দিয়া পাছে গুৰুক তুষিলা
চৰণত পৰি বৃদ্ধ শৰণ লভিলা।
গুৰু বোলে বৃদ্ধ তব ভাগ্য পৰিষ্কাৰ
আজি ৰাতি হবা তুমি ভব নদী পাৰ।
স্বৰগৰ পৰা এক নৌকা যে আহিব
তোমাৰ আত্মাক প্ৰভু বৈকুণ্ঠে লইব।
এই বুলি ৰামপুৰীক মৰ্ম জনাই
নাও মেলি গুৰুজন গৈলা ভটিয়াই।
তাৰ পাছে গৈয়া যোগী ঘোপাত ৰহিলা
লুইতৰ জলে মৰা মাছক দেখিলা।
ৰমানন্দক চাই গুৰু বুলিলা বচন
মৃত মাছ জানা আমি কৰিব ভক্ষণ।
ৰমানন্দে চাই বোলে মাছ তেনে গেলা
পেট চলা ৰোগ হব ইয়াৰ পৰ বেলা।
গুৰু বোলে গেন্দেৰীপাত আনা একমুঠি
তৰকাৰী ৰান্ধি দিবো খাই পাবা জুতি।
বিষ্ণুপুৰ থানে একৰাতি থাকি গল
গুৰুৰ হাতৰ লাঠি তাতে ৰই গল।
খাগৰিকটা নামে ঠাই অতি বিতোপন
নৌকা বান্ধি ৰই গল ৰাতিৰ কাৰণ।
কেবাজনো লোক আহি চাউল সিধা দিলা
পৰে সত্ৰ হব বুলি বাক্য ৰাখি গৈলা।
বিলাসী পাৰা গ্ৰামে একদিন ৰই
তথাতে জিৰণি ললে ভাগৰ পলাই।
ভেলাদুৱাৰ পাইলা গুৰু দশমদিনত
আহিলা দুদিন ৰাজবাৰী সমীপত।
তাৰ পাছে গুৰুজনে পাদুকা পিন্ধিবে
হাত ভৰি ধুলে গৈয়া অতি শুদ্ধ ভাবে।
হাত ভৰি ধুই পাছে পাদুকা পিন্ধিয়া
নামঘৰে চলি গৈলা কীৰ্ত্তন কৰিয়া।
বেহাৰৰ লীলা গুৰু কৰিলা বিস্তৰ
সাধিলা অনেক কৰ্ম ৰজাৰ প্ৰজাৰ।
গুৰুজন লীলা কথা অমৃত সমান
হৰি হৰি বোলা সবে এৰি আন কাম।
বেহাৰ পাইলা গুৰুজন শেষবাৰ
পৰম অমাত্য ভৈলা কোচ নৃপতিৰ।
গুৰুৰ চৰিত কথা শুন কৰ্ণ ভৰি
সমস্ত সমাজে ডাকি বোলা হৰি হৰি।

>>>>■<<<<

## *কাকত কূটাত কৌমুদী শাস্ত্ৰ খণ্ডন ৰজাৰ দ্বাৰা গুৰুজনক প্ৰশংসা*

### *পদ*

পুছিলা পিচত কথা সব ভকতগণ
চক্ৰপাণি আতৈ কথা কৰয় বৰ্ণন।
বেহাৰ ৰাজ্যত পশি আছে গুৰুজন
নানাজনে নানা ঠাই কৰে অন্বেষণ।

এনেদৰে মায়ামাৰী ঘাট পাইলা গই
দুইজনা ব্ৰাহ্মণ বাদে আহে পুব লই।
ব্ৰাহ্মণ দুইজনে তাত স্নান যে কৰিলা
আচমন কৰিয়া সবে পাৰত উঠিলা।
চাৰিদিকে নাও চাই দৃষ্টিত পৰয়
সন্মুখত এক ভক্ত আহিয়া আছয়।
ভক্ত দেখি বোলে হেৰা ডাঙৰীয়া জন,
এই নদী পাৰ হৈব কৰিয়া কেমন।
বকালি পো ৰাম আতৈ আছিল তথাত,
বোলে তোৰা কৈৰ পৰা আহিছা ইয়াত।
কলৈ যাবা কিবা কাৰ্য্য বুলিও বৰ্নাই
তবে আমি পাৰ হইবাৰ বুলিব উপাই।
বিপ্ৰ দুই বোলে আমি শাস্ত্ৰজ্ঞ ব্ৰাহ্মণ
শঙ্কৰৰ পাশে যাইবো সিপাৰে কেমন।
ৰাম আতা বোলে হেৰা বিপ্ৰ দুইজন
কিবা হেতু গুৰু পাশে কৰিবা গমন?
যদি বাদ কৰিবাৰে যাবা আন ঠাই
নদী পাৰ হইবাৰ কোনো উপাই নাই।
আৰ যদি ইচ্ছা আছে শৰণ লভিবাৰ
এক আঠু পানী হইব যাবা সিটো পাৰ।
ব্ৰাহ্মণ বুলিলা আমি শৰণ লভিব
প্ৰথমতে আমি কিছু প্ৰশ্নক কৰিবো।
উত্তৰ পাইলে আমি শৰণ লভিবো
তৰ্ক বাদ ঝগৰা কিছু নকৰিবো।

আতা বোলে নামি আহা নহয় গভীৰ
অনায়াসে আহি পাবা ইটো নদী তীৰ।
আতা দেখিলেক পাছে বিপ্ৰ দুইজন
এক আঠু পানীত তাৰা কৰে আগমন।
পাৰ পাইল বিপ্ৰ দুই তীৰত উঠিল
শঙ্কৰৰ বাৰ্ত্তা লই কাষত চলিল।
গুৰুছিল নিকটতে এটি পৰিয়ালে
শৰণ দিবাৰ হেতু গৈছিল সেইফালে।
সাক্ষাত কৰিলা আহি বিপ্ৰ দুইজন
পুচিলা গুৰুৱে বোলে কিয় আগমন।
বাগীশ বুলিলা আমি পণ্ডিত ব্ৰাহ্মণ
নবদ্বীপ ধাম হন্তে ইহা আগমন।
ৰঘুনন্দন নামে আছে পণ্ডিত প্ৰবৰ
বিশ্লেষণ কৰিলেক শাস্ত্ৰ সমূহৰ।
তন্ত্ৰ শাস্ত্ৰ যত আছে সংস্কাৰ কৰি
কৰিলা প্ৰচাৰ তিনি চতুৰ্দ্দিকে ঘুৰি।
পীতাম্বৰ নামে পণ্ডিত প্ৰশিষ্য তাহাৰ
বেদান্ত বাগীশ বুলি সবাতে প্ৰচাৰ।
প্ৰেত, পূজা, দহা, ক্ৰিয়া, শ্ৰাদ্ধ বিধি আদি
অষ্টাদশ লিখিলেক তান্ত্ৰিক কৌমুদী।
অতএব আমি দুয়ো প্ৰশিষ্য তাহাৰ
তান্ত্ৰিক পন্থা লোক মাঝে কৰিছো প্ৰচাৰ।
বাদে যদি জিনিবাক পাৰিবে আমাক
শৰণ লভিবো আমি কৈলো সত্যবাক।

গুৰু বোলে তোৰাগণৰ বুদ্ধি বিচক্ষণ
কাম কৰা মাত্ৰ তোৰা স্বাৰ্থৰ কাৰণ।
শৰণ লম বুলি হৈছ তোৰচা নদী পাৰ
এতিয়া বুলিছা যাত্ৰা বাদ জিনিবাৰ।
শুনা তেনে বিপ্ৰগণ আমাৰ বচন
তোৰা সঙ্গে কৌমুদী আছে কেইখন?
অষ্টাদশ কৌমুদীক লগত আনিছো
পীতাম্বৰ সিদ্ধান্তক গুৰু প্ৰণামিছো।
গুৰু বোলে যদি হয় তৰ্কে পৰাজয়
কৰিব লাগিব এই শাস্ত্ৰৰ প্ৰলয়।
সমস্ত শাস্ত্ৰক জানা ফালিবে লাগিব
তোৰাচাৰ জলেপিচে নিক্ষেপ কৰিব।
যদি ৰাজি আছ বিপ্ৰ কৰো আলোচন
নতুবা এখানে কৰা স্বস্থানে গমন।
বিপ্ৰ বোলে আমাৰ কতো নাই পৰাজয়
যদিহে জিনিবো আমি তোমাৰ কিটো হয়।
ইটো ৰাজ্য এৰি গুৰু যাইবা পূৰ্ব্বত
নকৰিবা অবস্থান বেহাৰ ৰাজ্যত।
এই বুলি তিনিজনে তৰ্ক আৰম্ভিলা
প্ৰতিটো প্ৰশ্নতে বিপ্ৰে সমূলি ঘাটিলা।
শঙ্কৰে বুলিলা বিপ্ৰ শাস্ত্ৰ কত খানি
সমস্ত শাস্ত্ৰৰ মধ্যে কাক শ্ৰেষ্ঠ মানি।
বিপ্ৰে বোলে শাস্ত্ৰ মধ্যে গীতা ভাগৱত
সমস্ত শাস্ত্ৰৰ সাৰ বেদৰ সম্মত।
গীতা ভাগৱতে শ্ৰেষ্ঠ ধৰ্ম কিটো কয়
উচিত কৰিয়া তাক বোলা মহাশয়।

বিপ্ৰে বোলে চাৰিবেদ শাস্ত্ৰ চৈধ্যখনি
গীতা ভাগৱত শাস্ত্ৰ মধ্যে সাৰ জানি।
বেদ শাস্ত্ৰ মধ্যে শ্ৰেষ্ঠ গীতা ভাগৱত
সমস্ত শাস্ত্ৰৰ সাৰ বেদৰ সম্মত।
গুৰু বোলে কোন ধৰ্ম দুই শাস্ত্ৰে কয়
সবাতো অধিক কিবা ধৰ্ম আচৰয়।
বিপ্ৰ বোলে হৰিনাম সবাতো অধিক
গীতা ভাগৱতে কয় আৰু কিবাধিক।
শ্ৰেষ্ঠ শাস্ত্ৰে শ্ৰেষ্ঠ ধৰ্ম বুলি যিটো কয়
তাক এৰি অন্য কৰ্ম কিয় মহাশয়।
বিশেষতঃ হৰিভক্ত লোক যিটোজন
প্ৰেত পূজা জল পিণ্ড কিহৰ কাৰণ।
আপোন কৰ্মৰ বলে বৈকুণ্ঠে চলয়
তাৰ বাবে কাৰো সেৱা পূজা নলাগয়।
হৰি ভক্তি মান লোক বৈকুণ্ঠে চলয়
কৌমুদীৰ প্ৰয়োজন তাৰ বাবে নথাকয়।
কৌমুদী পঢ়িয়া গুৰু বুলিলা তখন
এইবোৰ নোহে ধৰ্ম শাস্ত্ৰৰ লক্ষণ।
বিপ্ৰসবৰ স্বাৰ্থ হেতু ইসব ৰচনা
অন্তৰ সাৰ শূণ্য ইটো লোক প্ৰবঞ্চনা।
কাষেছিল মহাৰাজ নৰনাৰায়ন
সমস্তকে ৰজাই কৰিল দৰশন।
ৰজা বোলে শাস্ত্ৰ সব কাটি-কুটি খোৱা
তোৰচাৰ জলে তাক নিক্ষেপিব কোৱা।
ৰজাৰ আদেশ পাই পৰীয়া তখন
সবশাস্ত্ৰ-কাটি-কুটি কৰে খণ্ড খণ্ড।

তোৰচাৰ জলে দিলা কাকত
দিন হন্তে কাকত কূটা ভৈলা সিটো ঠাঁই।
কাকত কূটা নাম ভৈলা বিদিত জগতে
গুৰুজনে শেষ লীলা কৰে সি থানতে।
লাজ পাই দুই বিপ্ৰ উলটিয়া গৈলা
সমস্ত সমাজে তাহাক টিকি দিলা।

ৰজাই প্ৰশংসা কৰি গুৰুক বোলই
আপোনাৰ সম গুৰু জগততে নাই।
জগতৰ গুৰু তুমি শ্ৰীমন্ত শঙ্কৰ
লোক মাঝে অৱতাৰ পুৰুষ বিষ্ণুৰ।
গুৰুজন লীলা কথা শুনা কৰ্ণ ভৰি
সব নৰে সমস্বৰে বোল হৰি হৰি।



## *ৰজা নৰনাৰায়নৰ পৰম পুৰুষ লক্ষণ পৰীক্ষা, শৰণ দিয়াৰ প্ৰাৰ্থনা ৰজাৰ সতে গুৰুৰ আলোচন, ৰাজ কৰ্মচাৰী আৰু পুৰনাৰী সকলৰ শৰণ লাভ, আৰু ৰজাক শৰণ দিয়াত আপত্তি*

পদ

তাৰ পাছে বোলে কথা আতৈ চক্ৰপাণি
গুৰুৰ অন্তিম কথা সবে লোৱা শুনি।
শাস্ত্ৰক আলচি বোলে আতৈ চক্ৰপাণি
শ্ৰীগুৰুৰ অন্তিম লীলা কথাষাৰ মানি।
একদিনা মহাৰাজ বহি সিংহাসনে
ধৰ্মশাস্ত্ৰ আলোচনা কৰে বিপ্ৰগণে।
ভাগৱত চৰ্চ্চা কৰিলন্ত বিপ্ৰগণ
শঙ্কৰদেৱ সতে সবে কৰে আলোচন।
ঈশ্বৰ লক্ষনীয় পুৰুষ ভাগৱতে পাই
নৰ নাৰায়ন ৰজা পুচিলা দুনাই।
নৰমধ্যে ঈশ লক্ষণ কাহাকে বোলই
কোন নৰ ঈশ শক্তি বুলিও বুজাই।

গুৰু বোলে ঈশ্বৰত সজ্জন লক্ষণ
কেনমতে থাকে কওঁ শুনা বিবৰণ।
নাক তিলফুল আৰু অধৰ ৰাতুল
হস্ত দীৰ্ঘ কায় দীৰ্ঘ মুখ যে বৰ্ত্তুল।
আজানু লম্বিত বাহু ককাল যে সৰু
কটি দেশ জানা ৰাজা হৰৰ ডম্বৰু।
ৰজা বোলে কাৰ দেহ কত সুলক্ষণ
পৰীক্ষা কৰিয়া আমি চাব এতিক্ষণ।
সবে ঠিয় হোৱা বিপ্ৰ শূদ্ৰ নিৰন্তৰ
মই নিজে চাম কাৰ লক্ষণ ঈশ্বৰৰ।
প্ৰথমতে বিপ্ৰগণ গাৱ খালি কৰি
দেখুৱালে কেনে গাৱ সবে আতিগুৰি।

হেতা মুৰ মেচা গাৱ সৰু চকুজুৰি
হাত ছুটি বক্ৰভৰি আছে সবে ডৰি।
দুই এক বিপ্ৰতবে দেখিতে সুন্দৰ
তথাপিতো ঈশ গুণ নোহে কলেবৰ।
ৰজাক চাই গুৰু বোলে আপোনাৰ আছে
সব পুৰা নহলেও ক্ষতি নাই পাছে।
ৰজা বোলে গুৰুজন গাৰ বস্ত্ৰ থোৱা
আমিও দেখিব আপুনিনো কেনে হোৱা।
ভৰি নখ হস্তে চাই আৰম্ভ কৰিলা
দেখে সবে হৰি ময় ৰজাই বুলিলা।
ৰজা বোলে সাক্ষাততে কৃষ্ণ অৱতাৰ
সামান্য মানুহ বুলি নাভাগুিও আৰ।
আমি কণা হাহ মাত্ৰ পতান দিয়াই
আমাক ঠগিয়া আছে গকুল কানাই।
নিশ্চয় বুলিলো হেৰা পশিবো শৰণ
আপোনাৰ ভিন্ন কোন আছে ঈশ আন।
গুৰু বোলে শুনা বোপা বিশ্বৰ নন্দন
ৰজাহুয়া বৈষ্ণৱ হলে নকৰে শোভন।
ৰজাৰ ৰাজ ধৰ্ম কিন্তু বৰই গৰ্হিত
দোষ পাইলে পুত্ৰ ভাই কৰয় দণ্ডিত।
ৰাজধৰ্ম ৰক্ষা হেতু তৰোৱাল ধৰি
কত প্ৰাণ লব লাগে নাই আতিগুৰি।
কাৰ হাত কাটে কাৰ চকু কৰে কণা
ৰাজ ধৰ্মে এনে কৰ্ম সবেজনা শুনা।
বিশেষতঃ নাই তব ডাঙৰ সন্তান
যাহাৰ ওপৰে ৰাজ্য কৰিব অৰ্পন।

অত এব শুনা ৰজা লইয়া বুজনি
নেৰিবা আপোন ধৰ্ম আগগুৰি গুনি।
তুমি ৰাজ্য এৰিলে শত্ৰুৱে পাব লাই
যবনে পীড়িবে ৰাজ্য আছে ছেগ চাই।
ৰজা বোলে আৰু কত কৰিবো অন্যায়
বয়স দিলে ভাটি ধৰ্ম কাৰ্য্যৰ সময়।
ৰাজা বুলি যদি দেব নেদাহা শৰণ
পৃথিবীৰ ৰজা যত নৰকে গমন।
স্বৰ্গও নহয় কাম্য নৰকো নহয়
গুৰু পদৰেনু মাত্ৰ মোৰ কাম্য হয়।
ৰজা বোলে ৰাজ কুলে আছে একজন
বয়স পাইছে চিলাৰাইৰ নন্দন।
তাহাক পাতিব ৰজা কোচ অধিপতি
চিন্তা কৰি আছো মই ইহাকে সম্প্ৰতি।
ৰঘুদেৱ কোৱৰক দিয়া ৰাজ্যভাৰ
আত্মাৰ সদগতি কৰ্ম লাগে কৰিবাৰ।
এতেকতে গুৰুবাৰে লভিবো শৰণ
মঙ্গল বুধবাৰে গুৰু কৰা অৱস্থান।
এই বুলি মহাৰাজে হাত যোৰ কৰি
গুৰুক প্ৰণামী চলে ৰাজ অন্তঃপুৰী।
গুৰুও চলিয়া গৈলা সৰু ৰজাৰ ঠাই
চিন্তান্বিত গুৰুজন কি কৰে উপাই।
সিংহাসনে থাকি ইটো ধৰ্মত শৰণ
প্ৰজাগণ সমে বহা নকৰে শোভন।
ধৰ্ম ক্ষেত্ৰে সৰু বৰ নাই ভেদাভেদ
পিচে নাথাকিব শান্তি লাগি যাবজেদ।

তথাপিতো পিচ দিনা ৰাজবাৰী গৈলা
ছয়ৰাণী দাসী সহ শৰণক দিলা।
একদেৱ একসেৱ এক গুৰু জানি
এক শাস্ত্ৰ ভাগৱত গীতাসাৰ মানি
কৃষ্ণই বুলিলা অৰ্জ্জুন উদ্ধৱৰ আগত
পৰম ৰহস্য নাম ধৰ্ম ভাগৱত।
এই ধৰ্ম ধৰি থকা ভিতৰে বাহিৰে
জানিবা উত্তম ধৰ্ম নাই আত পাৰে।
যতেক আছিল লোক ৰাজ অন্তঃপুৰে
পুৰুষ নাৰী সকলোৱে শৰণক ধৰে।
এইমতে মঙ্গলবাৰে কৰিলা গমন
সিয়ো দিনা ৰজা সতে কৰে আলোচন।
কৰ্ম সাঙ্গ কৰি গুৰু বাহা চলি গৈলা,
চিন্তাই পীড়িল দেহ জ্বৰ উঠি গৈলা।
পিচদিনাৰ পৰা গুৰু বিচনাত পৰিলা
গুপ্ত অঙ্গে এটি ফোঁহা উঠা বুলি কৈলা।
ৰমানন্দে ৰান্ধি বাঢ়ি দিয়া আছে অন্ন
জল, দুধ ভিন্ন গুৰু নকৰে ভোজন।
ৰমানন্দে বুজি পালে পিতৃ লক্ষণ
পাৰ্য্যমানে পিতৃক সুধিলা সিটোজন।
গাধুৱায় আহাৰ খুৱায় শোৱায় পাটিত
অৱশ্যে ফুৰায় পুৱা গধুলিতে নিত।
প্ৰসঙ্গকো যাইবে নপাৰন্ত গুৰুজন
দিনৰাতি কৰে মাত্ৰ বিচনাত শয়ন।
বহু নাৰী পুৰুষ শৰণ লাভ আশা কৰি
শৰণ লাভ হেতু কাষে আছে আঠুকাঢ়ি।

পানী ছটিয়াই গুৰু আশীৰ্ব্বাদ দিল
পৰে শৰণ দিব বুলি তাহাক আশ্বাসীল।
সেৱা নাম বস্তু দিয়া তাহাক তুষিলা
বস্ত্ৰ আৰু সুবৰ্ণক অনেক পাইলা।
সবাৰে সেৱাক লই বিদায় যে দিলা
হিয়া উবুৰাই পাছে আশীৰ্ব্বাদ কৰিলা।
পুনৰপি ৰজা সঙ্গে কৰি আলোচন
শুনা মহাৰাজ তুমি ধাৰ্মিক মহান।
শাসন দণ্ড ধৰি আছা নিতে প্ৰজাপালি
তথাপিতো কতজনে কৰে অত পালি।
দুষ্টক দমন হেতু অস্ত্ৰৰ ধাৰণ
ৰজাৰ কৰ্ত্তব্য ইটো গীতাৰ বচন।
ভাতৃবধি পুত্ৰবধি হয় ৰজাগণ
কৰ্ত্তব্যৰ দাস মাত্ৰ ধৰ্মে নাই মন।
হংস ছাগ কাটি মাংস কৰিবা ভক্ষণ
শৰীৰৰ বল ৰজা বাঢ়িব তখন।
অস্ত্ৰধাৰী গণ যত ৰাজ কৰ্মচাৰী
ভক্ষণ কৰিব সিটো পশু পক্ষী মাৰি।
অহিংসা ধৰমে যদি লোৱা হয় শৰণ
ৰাজ্য, দেশ, জাতি ৰক্ষা হইব কেমন?
বিদেশত গলে খাব অখাদ্য দ্ৰব্যক
ৰণে গলে সুৰা মাংস লাগে খাইবাক।
হিংসাক হিংসাৰে ঠেলি ৰাজ্য ৰক্ষা কৰে
বৈষ্ণৱ ভকতে ইহাক কৰিতে নাপাৰে।
পূৰ্ব্বতে আমিও এক কৰি আছোঁপণ
তিনি গুণী চাৰি জনাক নিদিও শৰণ।

দণ্ডধাৰী ৰাজা আৰু বিপ্ৰ কৰ্ম কাণ্ডী
সাধবা যুৱতী আৰু অসিজীৱি দণ্ডি।
এই চৰি শৰণক আমাৰ বৰ্জ্জিত
প্ৰতিজ্ঞাক ভঙ্গ কৰ্ম কৰা যে গৰ্হিত।
ৰাজা বোলে ৰাজদণ্ড ত্যাগীবোহো আমি
পৰকাল লাগি কৰ্ম কৰিবো এখনি।
এতেকতে আজি থাওক কালিলৈ শৰণ
লইবো শৰণ আমি কৰি আছো মন।
গুৰু চলি যায় ধীৰে ধীৰে গজগতি
কি কৰিবো উপায় ভাবি নাপাওঁ সম্প্ৰতি।
চিন্তাই পীড়িলা গুৰুক জ্বৰ উঠি গৈলা
হাত ভৰি ধুই গুৰু বিচনাত পৰিলা।
নৰনাট এৰিবাৰে সময় আহিল
সৰুৰজা চিলাৰাইক মাতিয়া আনিল।
ৰাজ্য ৰক্ষাৰ হেতু উপদেশ দিলা
ভুবনেশ্বৰী দেৱী আইক মৰম কৰিবা
ৰঘুদেৱৰ প্ৰতি সদা যতন ৰাখিবা।
ৰাজ্যৰ কাৰণে তুমি নকৰা কন্দল
দেশসেৱা কৰি যোৱা সবাৰে মঙ্গল।
ৰঘুদেৱক ৰাজ্য দিব ৰজাই বুলিছে
কমলাৰ* গৰ্ভেজাত পুত্ৰ এটি আছে।
ৰাজ্য বিভাজন হেতু ঝগৰা নকৰি
জাতি দেশ ধৰ্মৰ স্বাৰ্থ চাবা আগধৰি।
কন্দি কান্দি দম্পতীয়ে বিদায় লইলা
যাবৰ সময়ত ফিৰি ফিৰিয়া চাইলা।

*কমলাৰ - নৰ নাৰায়ন ৰজাৰ সৰুৰাণী*

ৰমানন্দে যত্ন কৰি কৰিলা ৰন্ধন
অল্পমাত্ৰ অন্ন গুৰু কৰিলা ভোজন।
মুহ দি কৰিয়া পাছে কৰিলা শয়ন
ধৰফৰ কৰে মাত্ৰ নহয় শয়ন।
ৰমানন্দে খাই বই শয়ন কৰিলা
মধ্য ৰাত্ৰি গুৰুজনে মাতিবে লাগিলা।
গুৰু বোলে ৰমানন্দ গাৱ নোহে ভাল
চুবুৰীয়া ভক্তগণক মাতি আনা ভাল।
ৰাতিৰ এন্ধাৰ যাৰা নিকটে আছিল
তাহাক মাতিয়া ৰমানন্দ যে আহিল।
পিতৃৰ অৱস্থা দেখি মনত সংশয়
সুধিলা গুৰুত পিতা মোৰ কি গতি হয়।
আপোনাৰ বিত্ত মই কিছু নাপাইলো
সঙ্গত থাকিয়ো দেখো সব হেৰুৱাইলু।
গুৰু বোলে সুবৰ্ণ কাহ পিতল যতেক
তোমাৰেই অধিকাৰ, নাই কোনো আত।
ৰমানন্দ বোলে ইহ কাল বিত্ত নয়
পৰকালৰ বাবে বিত্ত আমাক লাগয়।
গুৰু বোলে এতদিন থাকিলা কাষত
এবাৰতো নুখুজিলা এই খিনি বিত্ত।
ৰমানন্দ বোলে তিনি ৰাজ্য জুৰি গল
আপোনাৰ বস্তু ৰাজ্যে উভৈনদী হ'ল।
আমাৰ কাৰণে নাই কণিকাও এটি-
ভাগ্যহীন আমি হলো পামৰ যে অতি।

পাছে গুৰু বুলিলেক উপখ্যান এটি
সুজন গোকুলা নামে ছিল ভাই দুটি।
চাৰি গাভী দুইজনে ভাগ কৰি লই
দুই দুই গাভী ৰাখে নিজা নিজ কই।
সুজান আছিল বৰ মৰমীয়াল জন
গাভী দুটিক মাত্ৰাহীন কৰয় যতন।
গাভীৰ প্ৰতি যত্ন তাৰ লেখ জোখ নাই
নিজে দুহি দুগ্ধ পায় বিকে যত্ন কই।
গোকুলো এলাহে তাৰ গাভী নচাৰয়
তাৰ গাভী দুটিৰ দুধ কিছু নপাৰয়।
মাধবে পুছিল কথা অতি যত্ন কৰি
তাৰ বাবে ৰাখি থলে বস্তু আতি গুৰি।
*সুত মৃত একভাৱে নিৰ্গত হৱই*
*সুতে যশ তোলে মৃত নিচে বই যাই।*
আজিহে বুজিলো বোপা তুমি মম সুত
এত দিনে ভাবি আছো তুমি কেৱল মৃত।
আজি আৰু বস্তু দিয়া মোৰ যে শকতি
অন্ত হুয়া গল দেহ অবসন্ন অতি।
হিয়াৰ সৰ্ব্বস্ব ৰাখি আছো মাধৱত
গুৰু মাণি ভালমতে লবা তুমি তাত।
বস্তুখিনি আছে নাৰায়নৰ* কাষত -
মাধবেসে গুৰু হইব জানিবা সতত।

ৰজনী পুৱাইলা পাছে ৰাত্ৰি অন্ত ভৈলা
পুবাৰ বাতৰি আনি ফেহু জালি দিলা।
অনেক ভকত আহি পাইলা সেই ঠাই
সবাকে নামিয়া গুৰু বাতৰি বোলই।
শুনা বোপা ভক্তগণ আজৰি বচন
চাৰি দণ্ড বেলি হলে যাব ই জীৱন।
দেহা ভৈলা অৱসান কৰ্ম ভৈল শেষ
অখ্যাতি সুখ্যাতি আৰু কৰ্মৰ অৱশেষ।
আজি দেহৰ পৰা মোৰ প্ৰাণ পখী যাই
আপোনা সবক আৰু নেদেখো দুনাই।
থান সত্ৰ যি হৈলা সকলো থাকিব
ভকত সকলে মিলি কীৰ্ত্তন কৰিব।
সলাবন্তি জ্বলাই ৰাখি সত্ৰক চলাব
সমস্ত ভকতে তাতে হৰি গুণ গাব।
কীৰ্ত্তন ঘৰ বান্ধিবা আৰু নাম প্ৰচাৰিবা
সত্য ধৰ্ম ভিন্ন অন্য ধৰ্ম নাচাৰিবা।
শ্ৰবণ কীৰ্ত্তন বিনে অন্য ধৰ্ম নাই
কোনো দেৱ দেৱতাক নিদিবাহি ঠাই।
এই বুলি গুৰুজন নমাতি থাকিলা
ভক্তগণে দেখে প্ৰাণ বায়ু চলি গৈলা।
মাটিত পৰিয়া সবে জুৰিলা ক্ৰন্দন
স্থিৰ ভাবে নাথাকিল কোনো একজন।

শঙ্কৰৰ পদৰেণু মস্তকত ধৰি
নিৰন্তৰে সবলোকে বোলা হৰি হৰি।

*নাৰায়নৰ - নাৰায়ন দাস, ঠাকুৰ আতা*

>>>>■<<<<

## *জগতগুৰু শঙ্কৰদেৱৰ বিয়োগত ভকত সমাজৰ মাজত ক্ৰিয়া প্ৰতিক্ৰিয়া*

### *পদ*

পাছে চক্ৰপাণি বোলে সমাজক চাই
যেইদিনা জগত গুৰু বৈকুণ্ঠক যাই।
ভাদমাহৰ শুক্লপক্ষ দ্বিতীয়া তিথিত
সেইদিনা গুৰুজন গৈলা বৈকুণ্ঠত।
বেলি চাৰি দণ্ড হৈলা বতাহ বলিলা
আকাশত কাউৰীয়ে কাকা মাতিলা।
যত ভক্তে শুনিলেক সবে আহে ধাই
চকু পানী মচে মাত্ৰ মাতবোল নাই।
গুৰুবাৰ আৰ্দ্ৰা নক্ষত্ৰৰ ভৈলাস্থিতি
নৰদেহ এৰি গুৰু বৈকুণ্ঠক গতি।
বুকুপোৰে হাত জুৰি ওপৰক চাই
চকুমুদি গুৰুজন বৈকুণ্ঠক যাই।
ৰমানন্দ, পৰ্মানন্দ লাপনি বায়ন
বৰিয়াল ঠাকুৰ সমে ভক্ত চাৰিজন।
বিচনা সহিতে গুৰুক আনে বাহিৰত
চুবুৰীয়া লোকে বেঢ়ি দেখিলা সতত।
ৰজাৰ ঘৰত পাছে খবৰ পাইলা
কি ভৈলা কি ভৈলা বুলি সবাই জাগিলা।
পাছে দুতগণ মুখে বাৰ্ত্তা যে পাইলা
শঙ্কৰ গুৰু দেহ এৰি বৈকুণ্ঠে চলিলা।
চিলাৰাই সঙ্গে আহে ভুবনেশ্বৰী
দুইজনে কান্দিলন্ত গুৰু পাৱে পৰি।

যতেক ৰমণী মানে সবাই আহিলা
কান্দি কান্দি সব নৰ ব্যাকুল হইলা।
তাৰ পাছে ৰজা আহি দেখিয়া গুৰুক
শোকে মুৰ্চ্ছা গৈয়া ৰজা কান্দে হুক্‌হুক্।
চাৰিজনে কান্ধে তুলি নিলা নদী তীৰ
কাক কূটা গ্ৰামে তথা তোৰচাৰ নদীৰ।
ঢোল খোল বজাই আগে পাছে চলি যাই
অগনন লোক চলে হৰি নাম গাই।
তোৰচাৰ তীৰে চিতাখনি সাজি লৈলা
ৰমানন্দে কাষে বহি কান্দিয়া থাকিলা।
পৰ্মানন্দ লাপনি বৰিয়াল আদি যত
শুক্ল কাষ্ঠ পৰিপাটি লগালে চিতাত।
ৰজাই দিয়া চন্দন কাঠ চিতাত জাপিলা
ৰমানন্দে জোৰ জ্বলাই চিতাত জুই দিলা।
হৰি বোল হৰি বোল সবে উচ্চাৰিলা
সাতবাৰ প্ৰদক্ষিনী চিতাত জুই দিলা।
দাউ দাউ কৰি জ্বলে গুৰুৰ চিতা জুই
হৰি ধ্বনিৰ শব্দ স্বৰ্গৰ পৰাও শুনই।
নৰনাট সামৰিয়া গুৰু চলি গৈলা
সুবৰ্ণ সুন্দৰ দেহা ভস্মীভুত হৈলা।
শ্ৰীগুৰু শঙ্কৰে কৰে বৈকুণ্ঠেগমন
হৰি হৰি বোলা সবে সভাসদ গণ।

## জগতগুৰু শ্ৰীশঙ্কৰদেৱৰ বিয়োগত ৰজা আৰু ৰাজভ্ৰাতাৰ বিলাপ আলাপ

### ছবি

শ্ৰীগুৰুৰ মৃত্যুশুনি ৰজাই মনত গুনি
বহিয়া পৰিল ভুমিতলে
মুখৰ নাহিকে মাত জ্বৰ যেন উঠে গাত
ঘনে ঘনে মাথা মাত্ৰ দোলে।
হায় হায় বিধি মোৰ অপৰাধ কৈলো ঘোৰ
মোৰ সম নাই পাপী আৰ
শৰণ লভিবো বুলি থাকিলো লঘোণ খটি
মনো বাঞ্ছা অপূৰ্ণ আমাৰ।
শৰণ নিদিও বুলি কত কৈলা প্ৰাণ খুলি
ৰাজ ধৰ্ম বৈষ্ণৱৰ নহয়
তথাপি নামনো কথা মনত লাগিল ব্যথা
আমাক এৰি গৈলা গুৰুৰায়।
জগত পবিত্ৰকাৰী তুমি মহা উপকাৰী
তুমি গুৰু অগতিৰ গতি
তুমি সম মহাজ্ঞানী জগতত নাই জানি
তযু পদে মাগিলো ভকতি।
কতনা শিকাইলা মোক, জ্ঞান বিদ্যা সাংখ্য যোগ
সব জ্ঞান লভিলোহো মই
শৰণ নাপাই আৰ সব জ্ঞানেই অসাৰ
ভিতৰ শূণ্য অমৃত ভাণ্ডাৰ প্ৰাই।

**ঝৰ ঝৰ পৰেনীৰ** তিতিল বস্ত্ৰ **শৰীৰ**
মাত থুকি থুকি কৰি কয়,
মৃত্যুৰ কাৰণ মই বুজিলোহো সমুদাই
ৰজাক শৰণ যে নেদয়।
চিলাৰাই মহাবীৰ **ঝৰ ঝৰ পৰে নীৰ**
মাটিত বাগৰি কান্দিলন্ত
পৰম পিতৃ তুল্য মোৰ **অপৰাধ কৰিলো** ঘোৰ
আমাক এৰিয়া চলিলন্ত।
বুদ্ধিৰে সকলো জিনি খেদিলা পণ্ডিত থিনি
আৰু খেদিলন্ত মালজাক,
কিনো অপৰাধ কৰি খেদিলো পৰম হৰি
গুৰু এৰি গৈলন্ত আমাক।
চন্দন খৰি ঘৃত দিলা ধুনা ধুপ যোগাইলা
বস্ত্ৰ আৰু যতেক সমল
ৰজাৰ দানক পাই জ্বলাই চিতা পুতাই
গুৰুৰ সৎকাৰ যত কৈলা।
ৰজা বোলে বাপ গুৰু আপুনি পৰম গুৰু
জগতৰে গুৰু শঙ্কৰদেৱ
ৰজাৰ নহলা গুৰু প্ৰজাৰ তুমি কল্পতৰু
তুমি বিনে শ্ৰেষ্ঠ নাই কেৱ।
হৰি নাম প্ৰচাৰিলা পাপী তাপী নিস্তাৰিলা
শান্তি বাণী লোকত প্ৰচাৰি
মনুষ্যৰ মাঝে হৰি **শঙ্কৰ স্বৰূপ ধৰি**
আনিলাহা জগত উদ্ধাৰি।

তীৰ্থ পৰ্য্যটন কৰি                    শাস্ত্ৰক বিচাৰ কৰি

জ্ঞান সত্য ধৰ্ম হৰি নাম,

লোক মাঝে বিলাই                    দিলা সবাকে বুজাই

নামবিনে গতি নাই আন।

শুনিয়োক সৰ্ব্বজন                    গুৰুৰ বৈকুণ্ঠ গমন

জানা ইটো মহা কথা ৰস,

হৰি নাম মণ্ডসিংহ                    শুনিলো তাহাৰ ৰিঙ্গ

শঙ্কৰৰ পূণ্য জ্যোতি যশ।

কোটী শত তীৰ্থ স্নান                    ৰাম নাম মহা দান

কোটী ভাগো সমতাৰ নুই

ৰাম বোলে একজনে                    তাৰ ধ্বনি শুনে মানে

সবাৰো পাপত লাগে জুই।

এহি বুলি মৌন হয়া                    গাৰুত মস্তক থৈয়া

ৰজা শুই থাকিল শয্যাত

নখাইল অন্ন পান                    নকৰিলা স্নান দান

একদিন শয়ন কক্ষত।

গুৰু বৈকুণ্ঠক গৈলা                    পৃথিবীত ধৰ্ম ৰৈলা

ভক্ত এবে ৰৈলা অসংখ্যাত,

জগত গুৰুক স্মৰি                    সবে বোলা হৰি হৰি

সবলোকে ভকত সাক্ষাত।



## *ৰজাৰ পানী ভাৰিৰ গুৰু সাক্ষাত আৰু সৰু ৰজা চিলাৰায়ৰ বিলাপ*

## *ৰমানন্দৰ বাউসী গমন, পথত মাধৱ নাৰায়নৰ সহযোগ*

### *পদ*

তাৰ পাছে বুলিলেক আতৈ চক্ৰপাণি
অদভুত এক কথা সবে "লোৱা শুনি।
ৰজাৰ আছিল দশজন পানী ভাৰি
নদী হন্তে পানী আনি থাকে যোগান ধৰি।
গুৰুৰ পৰম ভক্ত সেই দশজন
কৰ্ম বিৰতিত কৰে শাস্ত্ৰে সদা মন।
অশিক্ষিত দশজন সহজ সৰল
পানী দিয়া পোহে ভাৰ্য্যা পুত্ৰ যে সকল।
পানী আনিবাক লাগি নদীতীৰে যাই
ৰাজগৃহ জল যত যোগান ধৰই।
হালিয়া, মালিয়া, নন্দা, ভোদা, চন্দাৰাম
কতিয়াস বাতিয়া, খাতা আৰু পৰশুৰাম।
দহজনে একহুয়া উষাকালে উঠি
শিকা বাংকা কলসীৰ ভাৰ কান্ধে উঠি।
শৰণ লইছিলে তাৰা গুৰু চৰণত
গুৰুৰ বৈকুণ্ঠ গমন নোহে অবগত।
তথাত দেখিলা দহজনে এক ঠাই
শুভ্ৰ বস্ত্ৰে গুৰুজনে বৈকুণ্ঠক যাই।
আগে যায় গুৰুজন পিচে পৰ্মানন্দ
দুইজনে খোজ কাঢ়ে মনত আনন্দ।

আমাক দেখি গুৰুজন আগুৱে চলিলা
পৰ্মানন্দ কমলি লই পিচত ৰহিলা।
গুৰুক দেখিয়া আমি সবে ৰলো চাই
অকণিও আমাৰ ফালে ফিৰিয়া নাচাই।
দেখো বাৰু গুৰু জন হয় কি নহই
নিজ চকু দহজনে ভুল কেনেকই।
ৰজা বোলে তোৰা সব বৰ ভাগ্যবান
গুৰুক দেখিলা যাত্ৰা কালত নয়ন।
আমি ভাগ্যহীনে কিন্তু একো নপাইলু
মিছা ৰাজ্য ভোগে আমি সবাকে হৰাইলু।
থাকিলে হেতেন গুৰু আৰু কতদিন
আমাত লাগি অনন্ততে হইলবিলীন।
জগতৰ গুৰু শঙ্কৰ আমাৰ নহয়
এইহেতু মৰ্ত্ত্য চাৰি গৈলা ধৰ্মৰায়।
পৰম ব্ৰহ্ম গতি কৰে পৰম পুৰীলৈ
মৰ্ত্ত্যৰ লীলা শেষ কৰি বৈকুণ্ঠক যাই।
জন্ম মৃত্যু নাই তেওঁৰ নাই অন্ত আদি
চিৰন্তন জগতত গুৰু যে অনাদি।
পূৰ্ণ ব্ৰহ্ম অৱতাৰ শ্ৰীমন্ত শঙ্কৰ
এক মাত্ৰ শ্ৰেষ্ঠ গুৰু এই জগতৰ।

পানী ভাৰী দশজনে কান্দিবে লাগিলা
ৰজাই প্ৰবোধ দিয়া অনেক বুজাইলা।
বুজনি পাইয়া তাৰা গৃহে চলি যাই
গুৰুৰ বাবে এক নিশা লঘোণে থাকই।
শোকৰ উঠিল ঊৰ্মি বেহাৰ ৰাজ্যত
সৰু ৰজা চিলাৰাইৰ বাসভবনত।
খাৱন শোৱন এৰি থাকে কান্দি কাতি
ৰাজ কৰ্মে নাই মন ভাৰ্যা পুত্ৰে মতি।
কান্দি কান্দি উক ধুক বাট নেদেখয়
ঘৃত চন্দনৰ হাতে শ্মশানক যাই।
তোৰচাৰ তীৰে গৈয়া সবাকে দেখিলা
ঘৃত ঢালি সবলোকৰ পিচত থাকিলা।
প্ৰতিদিনে একোসাজ লঘোণ থাকিয়া
নিৰামিষ খাই ৰায় ব্ৰত আচাৰিয়া।
ৰমানন্দক লগ ধৰি বুলিলন্ত বাণী
যত লাগে চাউল দালি ঘৃত দিবো আমি।
ইয়াতেই কৰা কৰ্ম গুৰুৰ আদ্যশ্ৰাদ্ধ
প্ৰজা শিষ্যগণ হব অনেক সশ্ৰদ্ধ।
ৰমানন্দ বোলে ভাতৃ ঐত নাপাৰিবো
জ্ঞাতি বন্ধু মিত্ৰ আছে তথাত যাইবো।
আমিহে অকলে আছো ভাই বন্ধু নাই
শ্ৰাদ্ধ কৰিবাক লাগি আছে মোৰ আই।
পিতাৰ মৃত্যুৰ খবৰ এবে নাই জনা
শীঘ্ৰে যাইবাক লাগে নৌকাখনি আনা।
গোৰ মৌলী মাতি ৰাজা নৌকা একখনি
বয় বস্ত্ৰ ঘৃত দালি আৰু কতখিনি।
শ্ৰাদ্ধৰ যতেক দ্ৰব্য নাও বোজাই কৰি
ৰমানন্দক পঠাইলা বাউসী নগৰি।
দুখনি চেৰেঙা নৌকা মাঝি চাৰিজন
চিলাৰায়ে যোগাৰ কৰিলা তেতিক্ষণ।
দধি, দুগ্ধ, ঘৃত, গুড়, তেল আৰ তাম্বুল
বিধে বিধে বস্তু বোজাই ভাগ কৰি লৈল।
ভৰ্ত্তি দুই নাৱ বস্তু বাউসী পঠাইলা
ভুবন ঈশ্বৰী দেবী কতনা কান্দিলা।
সাতদিন ৰাতি উজাই নৌকা চৰি মাৰি
ৰমানন্দ আহি পাইলা বিজয় নগৰি।
অন্য বস্ত্ৰ নাই গাৱে গামোচা এখনি
মুৰত বান্ধি আহি আছে বুলি ঘৰখনি।
ৰমানন্দক দেখি সবে বুজিব পাৰিলা
ইহলোকে নাই গুৰু বৈকুণ্ঠে চলিলা।
নৌকা চৰি ৰমানন্দ আহিলা উজাই
পথে পথে কান্দিলন্ত পিতৃক ধিয়াই।
মোৰ সম দুৰ্ভগীয়া সংসাৰত নাই
নিজৰ বস্তুখিনিকো যে নিদিলা পিতাই।
এই বস্তু নপাইলে মোৰ কাম নাই
পথে ঘাটে সবে মোক হাহিব সদাই।
উচুপি উচুপি কান্দে গুৰুৰ কুমাৰ
শোকে পাৰকুল নাই সবে অন্ধকাৰ।
পিতৃৰ আচল ধন আমি নপাইলো
তেৰা সঙ্গে ইটো জন্ম বৃথাত গোৱাইলো।
ভাত পানী নাই মাথো ফল মুল খায়
প্ৰবোধ বচন বোলে নাওৰীয়া সবায়।

এনেদৰে আঠদিন ৰাতি দিনে চৰি
পৌচিলেক আহি ঠাকুৰ আতাৰ গৃহপুৰী।
যেতিক্ষণে ঠাকুৰ দাদা বুলিয়া মাতিলা
গুৰু অহা বুলি আথে বেথে চলি গৈলা।
দেখে ৰমানন্দৰ মুখে আছে ডাঢ়ি
বিবৰ্ণ বদন গাৱে গামোচা ডুখুৰি।
অকল ৰমানন্দ আৰু অন্য জন নাই
আতা বোলে গুৰুজন গৈলা কোথাই।
ৰমানন্দ বোলে দাদা কিনো সোধা আৰু
মোক দেখি পিতৃ কথা ধৰি লোৱা বাৰু।
বুকুত সাবতি ধৰি ভবানন্দ ৰাই
কান্দে ৰাব পাৰি আৰু বুকু চপৰাই।
বাৰুৱতী আই আহি স্বামী গাৱে পৰি
সবে মিলি একসঙ্গে কান্দে হুৰাহুৰি।
তাৰ পাছে সুস্থ হুয়া মাটিত বহিলা
ৰমানন্দ সতে আতা বাউসী চলিলা।
দুইজনে এক সঙ্গে উজাই আহিলা
খটখটি জানে গই গণককুচি পাইলা।
ব্ৰহ্মা মুহুৰ্ত্ততে আহি গণককুচি পাই
মাতিলন্ত মাধবক থোকাথুকি কই।
আথে বেথে উঠি আহে বঢ়াৰ নন্দন
সুধিলা মাধবে গুৰু আছে কোন থান।
ৰমানন্দ বোলে মোক চোৱা ভাল কৰি
সুধিব নালাগে আৰু পাইবা বাতৰি।

দেখি বিমৰ্ষিত হৈলা বঢ়াৰ নন্দন
বহিয়া পৰিলা আধোমুখে তেতিক্ষণ।
কান্দিবে লাগিলা গুৰুৰ গুণক সুৱৰি
ত্যজি গৈলা প্ৰভু মোক অকলেই এৰি।
কোনোদিনে নেদেখিব সেই চন্দ্ৰমুখ
কিনো ভাগ্য মোৰ মৃত সময়ত দুখ।
মৰণ কালত নেদেখিলো চকু ভৰি
বেহাৰত অকলশৰে প্ৰভু গৈলা এৰি।
আপোনা আপুনি ৰচিলন্ত দুই গীত
তাকে গাই জুৰাইলা আপোনাৰ চিত।
*আলো মঞি কি কহবো দুখে*
*পৰম নিগঢ়ে নেদেখিলো চান্দ্ৰমুখে।*
*প্ৰাণনাথ নকৰা বঞ্চিত*
*তোমাৰ বিৰহে দেহাদোহে মোৰ চিত।*
ৰমানন্দ আৰু নাৰায়ন সঙ্গ কৰি
আপুনিও চলি যায় বাউসী নগৰি।
একপৰ গৈয়া পাছে বাউসী পাইলা
প্ৰভাত মুহূৰ্ত্তে তিনি জনে প্ৰবেশিলা।
ৰমানন্দৰ মাত বুজি কালিন্দ্ৰী মা আই
আথে বেথে আহি পাইলা হাতে লোটা লই।
গুৰুৰ বাতৰি পাই শোকে মূৰ্চ্চা গৈলা
হাতৰ পানী জাৰি লোটা খহিয়া পৰিলা।
গুৰুজন লীলা মৃত শুনি কৰ্ণভৰি
সমস্ত সমাজে ডাকি বোলা হৰি হৰি।



— ষষ্ঠ খণ্ড সমাপ্ত —

# শ্ৰীগুৰু চৰিতামৃত

## ৭ম খণ্ড

## সুন্দৰী থানৰ লীলা

## শ্ৰীশ্ৰীমাধৱদেৱায় নমঃ

*মাধৱ, মাধৱ নাম বচনত উচ্চাৰয় মাধৱ, মাধৱ হৃদয়ত*
*নিৰন্তৰে সাধু সবে মাধৱ, মাধৱ নাম উচ্চাৰয় সমস্ত কাৰ্য্যত*

### জগত গুৰুৰ বিয়োগত বাউসী শোকাকুল
### আৰু কালিন্দ্ৰী আইৰ বিলাপ

### লেচাৰি

বাৰ্ত্তা শুনি যত পুৰবাসী গুৰুৰ চোতাল পাইল আহি
সবাৰে চকুৰ লোতক বহিবে লৈলা
কাৰো মুখে নাই মাত বোল সবাৰে মুৰ হইল তল
অধো মুখে সবে হায় হায় শব্দ কৈলা।

ৰমানন্দে মুৰ তল কৰি    মাটিৰ ওপৰে ঢলি পৰি
আৰা চাৰিজনে তেতিয়া তাক ধৰিলা
ছন্দৰী বুঢ়ীয়ে বাৰ্ত্তা পাই    যেন অগনিত পুৰি যাই
থৰ থৰি কপি মাটিত মুৰ্চ্ছিত ভৈলা।
কালিন্দ্ৰী আইৰ মুখ চাই    সব লোকে কৰে হায় হায়
সবাৰে চকুলো পৰে গিৰ গিৰ কৰি,
কত জন লোক সমবেত    কাহাৰো মুখত নাই মাত
সবে কান্দে মাথো মনত ফেকুৰি ফেকুৰি।
হায় প্ৰাণ নাথ এৰি গৈলা    আমাক এষাৰি নুবুলিলা
মৰণ কালত নেপালো মুখক দেখা,
স্বামী বিদেশত গৈলা এৰি    নাপাইলু মুখৰ মাতাবাৰি
হায় বিধি মোৰ কপালে আছিল লেখা।
কৈত থাকো মই কৈত যাওঁ    দিয়া উপাই কিছু নপাও
জলে জাম্প দিয়া স্বামীৰ লগত যাওঁ
নতু গৰল বিষ আনি খাও    স্বামীৰ সঙ্গিনী হুয়া যাওঁ
ইটো শোক মই কেন মতে পাতলাও।
ঐত থাকি আৰু লাভ নাই    এক পুত্ৰ আগে চলি যাই
এতিক্ষণে গৈলা আপোন স্বামীও এৰি
মোৰ সম দুখী কেও নাই    অঠাই সাগৰে পালো ঠাই
স্বামীৰ লগতে যোৱা ভাল আমি মৰি।
ভক্তগণ যত ততে আছে    আইক ধলি গাবৰ কাযে
পুৰ নাৰী সবে পানীক ঢালিবে লৈল
আপুনি ফেকুৰি নাৰীগণ    আনক সান্ত্বনা দিয়ে কেমন
তথাপি প্ৰবোধ দিয়ে ভক্ত মনোবল।

ভক্তগণে আহি বোলে ৰাণী শুনা গুৰু পুত্ৰ মহামাণী
পিতৃৰ কাৰণে আৰ শোক নুজুৰায়
জন্ম, মৃত্যু, জৰা, যুৰা আদি মানৱ সকলে ভুঞ্জে আহি
কাল কৰ্ম দৈৱ পতিয়ে আনি মিলায়।
সসাগৰা ধীপ মহাৰজা কোটী কোটী যাৰ আছে প্ৰজা
দাস দাসী কত কৰ্মী যত নিৰন্তৰ,
সবাকে তিয়াগী যাই চলি ৰাজ্যৰ কাৰণে হয় বলি
মানৱ জীৱনে হয় কত অথন্তৰ।
নৰ ৰূপ ধৰি নাৰায়ণে কৰিলা ভুতলে লীলা মানে
বৈকুণ্ঠক চলি গৈলা দেহা অৱসানে,
হৰি নাম ভাণ্ড ভাণ্ডি দিলা মানৱ মাজত প্ৰচাৰিলা
আপুনি গুৰুজন চলে বৈকুণ্ঠ ভুৱনে।
এবে দুখ কৰি লাভ নাই দুখ শোক এৰি উঠা আই
পুত্ৰ দুইজন পালিয়ো অতি যতনে
কান্দি কান্দি দেহা ভাগৰত কৰি মহা দুখ এই মত
টোপনিত পৰি থাকিলা এৰি জ্ঞানে।
গুৰু শঙ্কৰক সবে স্মৰি নিৰন্তৰে বোলা হৰি হৰি
আয়ু চুৰি হয় হৰি নাম লোৱা ভাই
তেবেসে তৰিবা সংসাৰত দুখ শোক আদি যন্ত্ৰণাত
হৰি নাম বিনা অন্যত্ৰ উপাই নাই।



## ভাস্কৰ গুৰুৰ গুৰু দৰ্শন আৰু পাটবাউসী আগমন

### পদ

তাৰ পাছে বোলে কথা আতৈ চক্ৰপাণি
গুৰুৰ বৈকুণ্ঠ যাত্ৰা সবে লোৱা শুনি।
গুৰুৰ প্ৰসিদ্ধ শিষ্য দ্বিজ যে ভাস্কৰ
তীৰ্থে ভ্ৰমি আহিলেক আপোনাৰ ঘৰ।
কান্দি কাটি বহি আছে সব ভক্তগণ
হেন সময়তে ভাস্কৰ গুৰুৰ আগমন।
আচৰিত গুৰুজন সবাকে দেখিলা
সচিততে ইটো যেন সপোন মিলিলা।
মাধৱদেৱ সুধিলন্ত কিয় আগমন
ভাস্কৰ বুলিলা কালি পাইলো দৰশন।
পৰমানন্দৰ সতে শ্ৰীমন্ত শঙ্কৰ
আমাক বুলিলা কালি ইহা আহিবৰ।
পথ মধ্যে পালো মই গুৰু দৰশন
পৰমা নন্দনৰ সতে যায় গুৰুজন।
শ্ৰীমাধৱ বুলিলা তোৰা অতি ভাগ্যবান
যাবৰ সময়ে গুৰু দিলা দৰশন।
দুৰ্ব্বসনা দুৰ হল যিবা ছিল আৰ
এতিক্ষণে সব দুখ কৰা পৰিহাৰ।
গুৰুজনে দেখা দিলে আৰু বহু জন
কমলি ধৰাৰ সতে কৰিছে গমন।
পথে প্ৰান্তে সব লোকে প্ৰণাম জনায়
বহুতকে গুৰু কিন্তু ফিৰিয়া নাচায়।
সভা কক্ষে আছিল যত ভকত সুজন
আদ্যশ্ৰাদ্ধে আহিবাক কৰে নিমন্ত্ৰণ।
ভাস্কৰদেৱ কথা শুনি মাটিত বহিলা
চকুপানী ধাৰাসাৰে বহিবে লাগিলা।
শ্ৰীগুৰু চৰিত কথা অমৃত সমান
আক জানি সব লোকে লোৱা হৰি নাম।

:—x—:

## গুৰুজনৰ আদ্যশ্ৰাদ্ধ, মাধৱদেৱৰ ওপৰত গুৰু শঙ্কৰৰ উত্তৰাধিকাৰীত্ব অৰ্পন

### পদ

গুৰুৰ চৰিত কথা অমৃত মথানি
চক্ৰপাণি বুলি যায় কথা বলকনি।
দশম দিনৰ শ্ৰাদ্ধ কৰি শাস্ত্ৰ মতে
আলোচিলা সবে আদ্যশ্ৰাদ্ধৰ নিমিত্তে।

ইষ্ট বন্ধু গঞাৰ জ্ঞাতি সবাকে দিল জান
একাদশ দিনে আহিবা পাটবাউসী থান।
দশম দিনত মাত্ৰ মুখ্য শিষ্যগণ
মাধৱ, দামোদৰ, হৰি আত্ম কেইজন।
সবে মিলি এক কথা কৰে আলোচন
ভাগৱত মতে শ্ৰাদ্ধ হইব সমাপন।
নানা জনে নানা কথা কৰি উত্থাপন
যুক্তি তৰ্ক কৰি লৈলা সিদ্ধান্ত এখন।
একাদশ দ্বাদশ আৰু ত্ৰয়োদশ দিন
অখণ্ড নাম চলিবেক সাৰা ৰাতি দিন।
সেইমতে চতুৰ্দ্দিকে সবাকো দিলা জান
শিষ্য সবে আনে সজাই শৰাই একোখন।
সপ্তদশ শৰাই আহি পাইল এক ঠাই
ভকত সকলে হৰি নাম গুণ গাই।
আৰু কতজনে থাকে তাল-খোল বাই
ৰাত্ৰি কালে কৰে নাট ৰামবিজই।
নটুৱা নাচিলা আৰু নাচে সূত্ৰধাৰ
মাধৱ নাৰায়ণ দাস কৰ্মৰ কৰ্ণধাৰ।
সব কৰ্ম শেষ হল বিতৰণ বাকী আছে
ৰমানন্দত সোধে কথা সমাজৰ মাঝে।
সুধিলা ঠাকুৰ আতা শুনা গুৰু সুত
পিতাৰ অন্তিম কালত আছিলা কাষত?
ৰমানন্দ বোলে দাদা আছিলো কাষত
খুজিছিলো আমি পিতৃত পৰলোক বিত্ত।
পিতৃ বুলিলেক আজি মোৰ শক্তি নাই
এতিক্ষণে প্ৰাণবায়ু যাইব ওলাই।

আগে নুখুজিলা বিত্ত আছা এত দিন
অল্প পৰে আমি হম শূণ্যত বিলীন।
অৰ্দ্ধ মুদা নয়নেৰে আমাক বুলিলা
পৰ কালৰ বিত্ত কিয় আগত্তে নললা।
মোৰ হিয়াৰ শক্তি বস্তু শিষ্য মাধৱত
ৰাখিয়া আহিছো যি আছিল সমস্ত।
এজনে কৰিলা প্ৰশ্ন পুনৰ দুনাই
সমস্ত ঘটনা তুমি বোলাহা বৰ্ণাই।
ৰমানন্দে তেতিক্ষণে পুনৰ বুলিলা
ৰজাৰ আগ্ৰহে পিতাৰ কাল চপাইলা।
ৰাজসভাৰ পৰা আহে সন্ধিয়া সময়
গাৰ বেয়া বুলি মোক আগতে জনায়।
এক মুঠি অন্ন মই দিলো যেবে আগে
খাইলা ব্যঞ্জন সতে পিতৃ মহা ভাগে।
মধ্য ৰাত্ৰি পিতৃদেৱ আমাক জগাই
বুলিলেক বোপা মই যাও ঘৰলই।
ঘন ঘন নিশ্বাস বয় কপয় শৰীৰ
কি কৰো উপাই মই বুদ্ধি নোহে স্থিৰ।
মাগো পৰোলোক বিত্ত দি যোৱা বুলি
কাঁহ-পিতল বস্ত্ৰ যত দেখাই আঙুলি।
সব বস্তু দিলা ইহলোক বিত্ত যত
বুলিলো পৰলোকৰ বিত্ত পালো কত।
পিতৃ বোলে সুত মুত এক দ্বাৰে যায়
সুতেহে বঢ়ায় যশ মুতে মলি হয়।
আজিহে বুজিলো তুমি মোৰ নিজ সুত
সমন্ধ ঘটিল আজি নোহে তুমি মুত।

প্ৰভাত চাৰি দণ্ড বেলি যাম আমি চলি
নাথাকিব মোৰ চিন চাব যে সমূলি।
ভকতে শুৱাব থান চিৰ দিন লই
আমাৰ ৰইব দেহ প্ৰাণ হীন হই।
তাৰ পাছে পিতৃ মোক বুলিলে বুজাই
আজি আৰু দিবলৈ মোৰ সময় নাই।
হিয়াৰ সৰ্ব্বস্ব দান কৰি মাধৱত
মোৰ অবিহনে দিব বিলাই ৰাজ্যত।
মই আৰু মাধৱৰ নাই ভেদাভেদ
এক মত, এক কায় বস্তু এক যত।
দাদা তব, গুৰু মানি লবা মাধৱত
মোৰ যত শক্তি ভক্তি তাহাৰ দেহত।
পাব ভক্তগণে বিচাৰি মাধৱত
এই কথা বুলি পাছে আমাক বোলই
চাৰি দণ্ড বেলি হলে যাম ঘৰলই।
এই মতে পিতৃদেৱ বৈকুণ্ঠ চলই
শেষ সময়ত মোৰ দেখা কথা এই।

নাৰায়ণ দাস বোলে শুনা ভক্তগণ
অতি দূৰদৰ্শী আমালোকৰ গুৰুজন।
পাতি গৈলা নিজে নিজ উত্তৰাধিকাৰী
ইয়াৰ পৰে আমি আৰু বুলিবে নপাৰি।
তিনি ৰাজ্যৰ ভক্তগণ শুনি কাণপাতি
তাৰ পাছে প্ৰসাদ কল খালে ভাগবাতি।
জলযোগ কৰিলে সব লোক সবে গই
ঠাকুৰ আতা, ৰমানন্দ সবে আঠু লই।
মাধৱদেৱ ঠাকুৰ আতা প্ৰণামী উঠিলা
সমাজক চাই নাৰায়ণ কথা কৈলা।
আজিৰ পৰা বাপ সব গুৰু মাধৱদেৱ
তিনি ৰাজ্যৰ অধিপতি ধৰ্মৰ গুৰি দেৱ।
শ্ৰীশঙ্কৰ গুৰুৰ তিনি উত্তৰাধিকাৰী
ধৰ্ম ৰাজ্যৰ অধিপতি হল আজি ধৰি।
জয় ধ্বনি দিয়া সবে গৃহে চলি গৈলা
জয় জয় মাধৱদেৱ সবে উচ্চাৰিলা।

>>>>■<<<<

## *চিলাৰায়ৰ গৌড় ৰাজ্যত বন্দী, কালাপাহাড়ৰ মন্দিৰ ধবংস, চিলাৰায়ৰ মুক্তি আৰু মহাপ্ৰয়াণ*

### *পদ*

চক্ৰপাণি বদতি শুনিয়ো সাধুগণ
কেন মতে চিলাৰায় হইল বন্ধন।
কি প্ৰকাৰে মুক্ত হইয়া আহে বীৰবৰ
কিয় ধ্বংস কৰে পাহাড়✦ হিন্দুৰ মন্দিৰ।

অলপ বয়সে চিলাৰায়ৰ পৰলোক
নৰনাৰায়ণক দিলা নিদাৰুণ শোক।
চক্ৰপাণি বোলে ইটো কথা বিপৰীত
শুনিলেই শৰীৰ বাপ হয় ৰোমাঞ্চিত।

✦ *পাহাড় - কালাপাহাড়*

যেতিক্ষণে গুৰুজন বৈকুণ্ঠে চলিলা
বেহাৰ ৰাজ্যত কিছু প্ৰমাদ মিলিলা।
কোচ ৰাজ্যৰ পশ্চিমত গৌড় ৰাজন
কমতা দখল কাৰী হোচেন যবন।
তাহাৰ তনয় আহি কৰি আক্ৰমন
কোচ ৰাজ্যৰ পশ্চিম সীমাত লগাইল ৰণ।
দুই ৰাজ্যেৰ লাগিলেক ঘোৰতৰ যুদ্ধ
চিলাৰায় হৈ আছিল শোকতেই দগ্ধ।
শত্ৰু খেদিবাৰে বীৰ সাজি কচি গৈলা
ভয় পাই যবনেও উলটি পলাইলা।
পিছে পিছে সেন খেদা দিলা বীৰবৰ
কৌশল বুজি নাপাইল ঠগ যবনৰ।
লুকাই থাকি পিছ ফালৰ পৰা আক্ৰমিলা
অল্প দেহৰক্ষী কেইটা সবাই মৰিলা।
বন্দী কৰি লৈয়া গল গৌড় সেনাপতি
কৌশলেৰে বীৰবৰৰ ৰোধিলেক গতি।
লোহাৰ শিকলি লগাই নিলে বান্ধি ধৰি
প্ৰথম পৰাজয়ৰ গ্লানি ললে সিদিন ধৰি।
চিলাৰায়ক ৰাখিলন্ত গৌৰ নগৰী
পোতাশালৰ বন্ধনত বহু দিন ধৰি।
গৌৰ ৰজাৰ সেনাধ্যক্ষ জাতিত ব্ৰাহ্মণ
বেহাৰ ৰাজ্যৰ মন্দিৰ যত কৰে আক্ৰমন।
হিন্দু মন্দিৰ যত ছিল ভাঙি লুট কৰি
সোণ ৰূপ লৈয়া গল গৌড় নগৰি।
ৰজা বাধা নিদি কেৱল ঘৰতে ৰহিল
মনৰ দুখত ৰজা কিছু নামাতিল।

পাছে ভক্তগণে সোধে কৰ যোৰ কৰি
হিন্দুই হিন্দুৰ মন্দিৰ ভাঙে কিবা ধৰি।
আতৈ বোলে এওঁ আছিল বিপ্ৰৰ নন্দন
মহাবলশালী বীৰ বুদ্ধিত প্ৰবন।
হেন দেখি যবন ৰাজা কৰে মনে স্থিৰ
কৰিব যবনে দীক্ষা এই মহাবীৰ।
আপোনাৰ ছোৱালীক তাহাক যাছিলা
কত্তনা যতনে কন্যা তাক বিয়া দিলা।
তথাপি বুলিলা বীৰ বিপ্ৰৰ নন্দন
প্ৰায়চিত্ত কৰা মোক যিমত বিধান।
সবাকে ধৰ্মে দীক্ষিত কৰিলা যবন
একজনী কন্যা মাত্ৰ দিয়া ধৰ্ম দান।
পৰম পতিব্ৰতা কন্যা এৰন নযাই
দেহ মন আত্মা অৰ্পণ কৰিছে কন্যাই।
কিন্তু হিন্দুগণে তাৰ কথা নামানিলা
সেই ৰাগে হিন্দুৰ মন্দিৰ বিধ্বংস কৰিলা।
তাৰ পাছে ঘটিলন্ত যিবা কথা চয়
ছয় মাহ অন্তে চিলাৰাই মুক্ত হয়।
পোতাশালে ছয় মাহ বহি যাই যেবে
প্ৰভুৰ কৃপাত দিন আহিলন্ত এবে।
চিলাৰাইৰ পত্নী যত হৰিক চিন্তিলা
সপোনতে একজন পুৰুষে বুলিলা।
কালি সন্ধিয়াতে ৰায় খালাচ হইব
পৰহিৰ পৰ দিনা গৃহতে পৌচিব।
বিধিৰ নিৰ্ব্বন্ধ চক্ৰ ৰথৰ চকৰি
সুখ-দুখ সমন্বিতে থাকে সদা ঘুৰি।

সৰ্পই দংশিলা আহি নবাবৰ বেগম
কোনো বেজ নোৱাৰিলা কৰিতে নিবাৰণ।
চিলাৰাই বোলে মই জাৰি চাব পাৰো
কৃপা হইলে ঈশ্বৰৰ নিবাৰিতে পাৰো।
ৰাজ মাত্যৰ হুকুমত আহি চিলাৰাই
বেগমৰ সৰ্পৰ বিষ জাৰি নিবাৰই।
সন্তুষ্ট হইয়া ৰাজ পৰিয়ালগণ
আদেশিলা মোকলাই দিব তেতিক্ষণে।
তাৰ পাছে চিলাৰাই মুকলি হইলা
অস্ত্ৰৰ কৌশল বহু তাহাক দেখাইলা।
প্ৰশংসিয়া নাৰী আৰু ৰাজমাত্যগণ*
পুৰস্কাৰ দিলা বহু সুবৰ্ণ কাঞ্চন।
বেহাৰ নগৰে নিয়া থৈলা আগুৱাই
অধিকৃত ৰাজ্য সব দিলেক ফিৰাই।
মিত্ৰতা কৰিলা দুয়ো ৰাজ্যে প্ৰজাপতি
মুছলমান প্ৰজাৰ সতে ঘটিলা সংহতি।
শিল্প আৰু কাৰুকাৰ্য্য অনেক শিকিলা
দুই ৰাজ্য প্ৰজা মধ্যে সৌহাৰ্দ্দ ঘটিলা।
তাৰ পাছে দুই ভাই আহি আগুৱাই
ভগ্ন মন্দিৰ যত হৈলা মেৰামত কৰই।
কামাখ্যা মন্দিৰ আৰু মন্দিৰ হয়গ্ৰীৱ
মহামায়া মিনাক্ষী বিষ্ণু সদাশিৱ।
আৰু যত ভাঙি ছিল কালাপাহাড় ৰাই
সব মন্দিৰ নতুনাই বান্ধিয়া পেলাই।

মন্দিৰ বান্ধিয়া আহি বিশুৰ নন্দন
টান নৰিয়াত ভুগিলন্ত তেতিক্ষণ।
মহাবীৰ চিলাৰাই ৰোগত পৰিয়া
পৃথিৱীক এৰি বীৰ গইলা চলিয়া।
চিলাৰায়ৰ লোকান্তৰ দেখিয়া ৰাজন
শোকে মুৰ্চ্চা গৈয়া কৰে ভুমিত শয়ন।
শৱক সাবতি কৰে কতনা চুম্বন
যেহেন বাতুল প্ৰায় ভৈলাহা ৰাজন।
হুৱা ৰাৱে কান্দে কত বুকু ভুকুৱাই
সান্ত্বনা দিবলৈ কেৱে উপাই নাপাই।
একশত মহিষীৰ পতি চিলাৰাই
সবে আহি কান্দোন জুৰিলা লগ হই।
কান্দোনৰ ৰোল গৈয়া গগন ভেদিল
সহস্ৰ সহস্ৰ নৰ নাৰী আহি পাইল।
বেহাৰ ৰজাৰ বৰ প্ৰমাদ মিলিলা
নানাৰূপ অমঙ্গল আহি দেখাদিলা।
সোণাবৰ ৰূপাবৰ ৰজাৰ আমাত্য
দেখাত ৰজাৰ মিত্ৰ চিন্তয় অহিত।
দুইজনে কৌশল কৰিয়া নানা ছলে
চিলাৰাই সৰু ৰজাক মাৰে কৌতুহলে।
আৰু তাৰা ৰাজ্যত ঘটায় অমঙ্গল
তাৰ পৰে আহি পায় গৃহৰ কন্দল।
চৰিত্ৰামৃতৰ কথা অমৃত লহৰী
আন কাম এৰি সবে বোলা হৰি হৰি।

*ৰাজমাত্যগণ - ৰজা আৰু অমাত্য বৰ্গ

## *বিপ্ৰসকলৰ শ্ৰী মাধবদেৱৰ ওপৰত ক্ৰোধ, ৰামৰায় বনগয়াগিৰি আদিৰ অসন্তোষ আৰু দামোদৰদেৱৰ নতুনকৈ সত্ৰ নিৰ্মাণ*

### *পদ*

আতপৰে ভক্তসবে পিটিকি সুধিলা
কিবা হেতু জ্ঞাতি বৰ্গই হিংসা আৰম্ভিল।
বিপ্ৰগণে কিকাৰণে পাইল অসন্তোষ
গুৰু জ্ঞাতি গণে কিয় কৰিলন্ত ৰোষ।
কিবা হেতু দামোদৰ গুৰু এৰি গৈলা
মাধৱদেৱ তাৰ পাছে কি কৰ্ম কৰিলা।
সবাকে সম্বোধি সুধিলন্ত চক্ৰপাণি
যি ঘটিল তাৰ পৰে সবে লোৱা জানি।
মাধৱদেৱ হইল ধৰ্ম ৰাজ্যৰ অধিপতি
শ্ৰী গুৰুৰ আছিলা পুত্ৰ সন্তান দুগুটি।
জেষ্ঠ ৰমানন্দ হৰি চৰণ কণিষ্ঠ
কমললোচন ছিল সবাতে কণিষ্ঠ।
যৌবন কালতে সিটো স্বৰ্গগামী ভৈলা
পিতৃ মাতৃৰ আগত দুইজনহে ৰহিলা।
আৰু ভাতৃ বনগএগ বিমাতা নন্দন
খুড়াৰ তনয় ৰামৰায় অন্যজন।
কেৱে নপাইলা হইবে উত্তৰাধিকাৰী
বৰলা মাধৱদেৱ ধৰ্মৰ কাণ্ডাৰী।
এই হেতু যত ছিল বংশৰ ভুএগগণ
সবাই বিতুষ্ট ভৈলা মাধবৰ কাৰণ।

মাধবদেৱৰ ঐত কিছু দোষ নাই
সমাজত গুৰুভাৰ অৰ্পিছে সবাই।
কালিন্দ্ৰী দেবীও আতে কিছু নজানয়
তথাপিতো জ্ঞাতি সবে তাহাক হিংসয়।
ৰামৰায় বনগএগ ভাতৃ শঙ্কৰৰ
কুৎসা ৰটনা কৰে মাতৃ মাধবৰ।
************************************
************************************
বিপ্ৰহে ধৰ্মৰ গুৰি বোলে সৰ্ব্বজন
কতো নাই অধিপতি অনাবিপ্ৰগণ।
মথুৰা, দ্বাৰকা তীৰ্থ, পুৰী বাৰানসী
হৰিদ্বাৰ হৃষিকেশ বদ্ৰীনাথ যোশী।
বিপ্ৰভিন্ন অধিপতি নাই অন্য জাতি
কামৰূপে কিমতে শূদ্ৰ ধৰ্মৰ অধিপতি।
শ্ৰীবিষ্ণুৰ বক্ষত আছে বিপ্ৰ পদচিহ্ন
বেদৰ অধিপতি বিপ্ৰ আৰ নাই ভিন্ন।
কেনেকৈ ব্ৰাহ্মনৰ গুৰু হয় শূদ্ৰগণ
দামোদৰে পাইবাৰ যোগ্য মুখ্য ধৰ্মাসন।
নমানিবো মাধবক সত্ৰক নযাইব
পৃথকে পাতিবো সত্ৰ আমি বিপ্ৰসব।

আৰু আছে শিষ্য যত দামোদৰ গুৰুৰ
সবাৰেই একমত কথাৰ এক সুৰ।
শ্ৰীশঙ্কৰ জগত গুৰু ৰজাৰ বিচাৰ
তেৰাই আমাৰো গুৰু নমস্য সবাৰ।
এই বুলি আলোচিয়া সবে এক হই
ৰামৰায়ৰ কাষে গৈলা মাটি লবলৈ।
একদৰা মাটি লৈলা ওখ বিচাৰিয়া
দশ নল নিলগত পূৰ্ব্বত কৰিয়া।
ৰাম ৰায়ে দিলে মাটি সত্ৰৰ কাৰণ
সবে সঙ্গ লৈলা যত বিদ্বেষকাৰী গণ।
সবে আলোচিয়া বোলে সত্ৰ নিৰ্মানিবো
পূৰ্ব্বত কৰিয়া বৰ নাম ঘৰ বান্ধিবো।
দামোদৰক গুৰু পাতি সবাকে দেখাইবো
তোৰাৰ মাধ্যমে যত ধৰ্ম প্ৰচাৰিবো।
এই বুলি আলোচিলা যত ভক্তগণ
দামোদৰ গুৰুৰ পক্ষ ছিল যত জন।
গছ খুটা বাহ কাটি যোগাৰ কৰিলা
প্ৰকাণ্ড নামঘৰ এটি সাজিয়া তুলিলা।
দামোদৰৰ প্ৰিয় শিষ্য আৰু ভূএগণ
মাধৱ বিদ্বেষী ভক্ত আৰু শিষ্যগণ।
হাটী সাজি চতুৰ্দ্দিশে গৃহক বান্ধিলা
নাম ঘৰ উন্মোচনে সবে সাজু ভৈলা।
তাৰ পাছে দামোদৰ গুৰুক জনাইলা
সহজতে দামোদৰে সন্মতি নিদিলা।
তবে ভক্তগণৰ মনৰ বাঞ্চাক পুৰাই
তৈৰ পৰা বহাহন্তে আহিবোহো মই।
গুৰু পত্নী গুৰু গৃহৰ সমীপ নেৰিবো
তোৰাসবৰ সঙ্গে গৈয়া ধৰ্ম আলোচিবো।
যতদিন থাকিবো আমি কামৰূপ ৰাজ্যত
ততদ্দিন বসতি কৰিম বৰলচোঙাত।
গুৰুৰ আদেশ আমি পালিব সদায়
কদাচিতো নপাহৰো উপদেশ চয়।
কামৰূপে ধৰ্ম ৰাজ্য পাতিবাৰে প্ৰতি
গুৰুৱে বুলিলা বাণী আমাক সম্প্ৰতি।
এই হেতু বৰল চোঙ খুটি কৰি মোক
নাম ডোলে এৰাল দিয়া বান্ধি থইলেক ।
বিপ্ৰসবক সম্বোধিয়া বুলিলেক বাণী
নামত উচ্চ নীচ কৰে তত্ত্বক নজানি।
সবে সম অধিকাৰ হৰিভকত জিনি
অন্য দেৱ দেৱতাক একোতে নমানি।
শঙ্কৰৰ জ্ঞাতিগণে কৰি মহা ক্ৰোধ
আই গোসানীৰ বাৰ্ত্তা নলয় কৰি ৰোষ।
এই হেতু ধৰ্ম ত্যজি গুৰু শঙ্কৰৰ
স্বীকৃতি দিলেক পন্থ লই দামোদৰ।
কিন্তু শঙ্কৰ দামোদৰৰ ভিন্ন কিছু নাই
এক নাম ধৰ্ম প্ৰচাৰ কৰিছে সবাই।
গুৰু আসন থাপি তাতে বন্তি জলাইলা
পাটবাউসীৰ নতুন থানে নাম উথলিলা।
নাম ধ্বনি উঠিলেক দশোদিশ জুৰি
সমস্বৰে সব নৰে বোলা হৰি হৰি।

>>>■<<<

## দামোদৰ গুৰু ফালৰি কাটি যোৱাৰ বিবৰণ

### পদ

আতপৰে কথা বুলিলেক চক্ৰপাণি
দামোদৰে পৃথক সত্ৰ পাতিলা কেমনি।
কিবা হেতু দামোদৰে ফালৰি কাটিলা
কি কাৰণে জ্ঞাতিগণে আইক নিন্দিলা।
অতি নিষ্ঠাবান গুৰু পৰম ধাৰ্মিক
সবাত কৰিয়া মান পাইল অধিক।
গুৰু গৃহ পূবে ধেনু খাগুাৰ পূবত
বাহা সাজি থাকিলেক গুৰুৰ পাশত।
গাৰ সতে ছায়েন সৰ্ব্বদা থাকয়
শঙ্কৰৰ সঙ্গে দামোদৰ সদাৰয়।
কামৰূপ ৰাজ্যত পাতি ধৰ্ম অধিকাৰী
প্ৰচাৰ কৰিলা ধৰ্ম পৰিপাটি কৰি।
যত দিন শঙ্কৰ আছিল বাউসী থানে
তিনিও ৰাজ্যৰ লোকে গুৰু বুলি মানে।
সবে মাথা নত কৰে শঙ্কৰৰ কাষে
শীলাৰ ব্ৰাহ্মন সবে মাথোবাদ সাধে।
ৰজাত লগাই খল শঙ্কৰক নিলা
কৃষ্ণৰ কৃপায়ে গুৰুবাদত জিনিলা।
সব শিষ্যগণ ৰঙ্গে হৰিনাম গাই
থাকিলা সবেও বৰ্ত্তি কৰ্ম কৰি খাই।
মুখ্য শিষ্য মাধবদেৱ নাৰায়ন দাস
দামোদৰ তিনি জনে কৰে ঐতবাস।
সবাৰো একেই মত ভেদাভেদ নাই
শঙ্কৰ ছত্ৰৰ তলে সবেও ৰহুই।
বেহাৰক চলি গৈলা শ্ৰীমন্ত শঙ্কৰ
শ্ৰীমাধব নাৰায়ন আৰু দেৱ দামোদৰ।
বাউসী পৰগনা থাকি ধৰম প্ৰচৰি
শ্ৰীশঙ্কৰ গুৰুৰ মত ধৰ্ম শিৰে ধৰি।
শীলা ক্ষেত্ৰী ধৰ্মপুৰ তান্ত্ৰিক আছিল
তলে তলে এৰাসবে দ্ৰোহ আচৰিল।
ছলে বলে ইটোদলে দ্ৰোহ আচৰয়
শাস্ত্ৰৰ তত্ত্বক কিন্তু কিছু নজানয়।
দেখিলা পণ্ডিত বিপ্ৰ যতেক আছিল
সবে গৈয়া শঙ্কৰৰ লগহে লাগিল।
জাতি জ্ঞাতি বুলি নানা বুদ্ধিছল কৰি
নানা ছিদ্ৰে ফুৰে গুৰুৰ বিৰুদ্ধে প্ৰচাৰি।
যখন মাধৱ ভৈলা উত্তৰাধিকাৰ
তখন সুবৰ্ণ সুযোগ মিলিল তাহাৰ।
নানা কূট কথা লগাই বৰ্ণ শ্ৰেষ্ঠ বুলি
শূদ্ৰৰ সেৱক তোৰাগণ কিয় হুলি।
কথা শুনি দামোদৰ নোহে বিচলিত
শঙ্কৰ গুৰুৰ মত কৰয় বিদিত।
নিজা মত গুৰুৰ ইটো নোহয় অকল
গীতা ভাগৱত কথাৰ জানা অবিকল।

পূৰ্ব্বে শুকদেৱে কয় পৰীক্ষিত আগে
ভাগৱত শাস্ত্ৰ কথা শুনা মহাভাগে।
পৰীক্ষিত উপলক্ষ জগতকে লাগি
বুলিলা সমস্ত কথা শাস্ত্ৰ তত্ব ভাগি।
একমনে একচিত্তে সবে নুশুনিলা
মাথো সুত হীন মাতৃৰ সন্তানে ৰাখিলা।
আঠাইশ সহস্ৰ ঋষি বেদত পাৰ্গত
গুৰুমানি পিচত শুনিলা ভাগৱত।
বত্ৰিশ হাজাৰে নুশুনিলে একো কথা
তান্ত্ৰিক হুয়া ৰল সেই শ্ৰেণী লোক ইথা।
অৰ্জুন নহয় বিপ্ৰ ক্ষত্ৰীয় সন্তান
উদ্ধবো নো হয় বিপ্ৰ অথবা ব্ৰাহ্মণ।
বিদুৰো নোহয় জানা ব্ৰাহ্মণ সন্তান
সিহঁতে হে পালে কৃষ্ণৰ পৰমত্ব জ্ঞান।
তাক পাই শঙ্কৰ গুৰু বেকত কৰিলা
জাতি বৰ্ণ নিৰ্ব্বিবাদে সবাকে প্ৰচাৰিলা।
এতেকে মতৰ ভুল কদাপি নোহয়,
গুৰুৰ নিন্দা কথা মোৰ কভু নসহয়।
কথাশুনি দ্বিজগণ তন্ত্ৰৰ সাধক
দামোদৰ গুৰুৰ প্ৰতি বুলিলন্ত বাক।
যদিহে তোমাৰ গুৰু ইমান উদাৰ
স্ত্ৰী শূদ্ৰ জাতি কুল নকৰে বিচাৰ।
মাধৱত কৰি জানো অতি হীন তুমি?
নাপাতিলা অধিকাৰী শাস্ত্ৰক নমানি।
বঙালী সন্তান সিটো কতনা পণ্ডিত
মাধৱকহে দিয়া গৈলা পৰকালৰ বিত।
আজীৱন গুৰু মানি শূদ্ৰ সেৱা কৰা
স্বজাতিৰ কথা তুমি অকনো নধৰা।
তথাপিতো দামোদৰে সত্য কথা কইলা
মাধৱ শ্ৰেষ্ঠ পণ্ডিত বুলি নিজে বখানিলা।
দলে দলে বিপ্ৰ আহে দামোদৰৰ ঠাই
তাহাৰ সঙ্গত আহিল হাথিয়া, ৰাম ৰাই।
লাহে লাহে দামোদৰ ৰাস্তা বদলাই
ভাগৱত ধৰ্ম কিন্তু কদাপি নেৰই।
এইদৰে দামোদৰে দৃঢ় মত ধৰি
শ্ৰীমন্ত শঙ্কৰ বাক্য থাকে ৰক্ষা কৰি।
পৰম ভকত দামোদৰ মহাসন্ত
শঙ্কৰ গুৰুৰ শিষ্য পণ্ডিত মহন্ত।
দুষ্ট চক্ৰ পাকে পৰি মতক টিলাই
এক শৰণত স্থিৰ অন্যত্ৰ নোহই।
দুষ্ট চক্ৰই স্বাধীন গুৰু বুলি প্ৰচাৰিলা
সিসকলে দামোদৰক ভুল প্ৰচাৰিলা।
মাধৱৰ সঙ্গ এৰিলন্ত দামোদৰ
ৰামৰায়ৰ পৰা মাটি লৈলেক বিস্তৰ।
ঐত আনি পাট বাউসী সত্ৰক পাতিলা
ভট্টদেৱ সহিতে তাতে ধৰ্ম প্ৰচাৰিলা।
নিজৰ বসতি বৰল চোঙাতেই ৰইলা
নাম ঘৰক লাগি মাথো যাতায়ত কৰি
প্ৰসঙ্গ কৰয় মাত্ৰ অহা যোৱা কৰি।
চাৰিদিকে চাৰিজন মুখ্য প্ৰচাৰক
উত্তৰত ৰাখিলন্ত ভগবান দেৱক।
পূৰ্ব্বদিকে বংশীদেৱ ধৰ্ম প্ৰচাৰিলা
দক্ষিনত সন্তদেৱ মুখ্য কৰি থৈলা।

পশ্চিমত বলদেৱে থাকে ৰক্ষা কৰি
চাৰি দিকে চাৰিজনা ধৰ্মৰ অধিকাৰী।
গুৰু লীলামৃত সবে শুনা কৰ্ণ ভৰি,
সভাসদগণে ডাকি বোলা হৰি হৰি।



## *চিলাৰায়ৰ বাৰ্ত্তা লবৰ বাবে মাধৱদেৱৰ বেহাৰ যাত্ৰা আৰু ৰজাক পৰামৰ্শ দান*

### *পদ*

আতপৰে যিবা কথা বোলে চক্ৰপাণি
ভকতগণে একমনে থাকি লন্ত শুনি।
যখন শুনিলে বাৰ্ত্তা মৃত্যু চিলাৰাই
ভকতগণে শোকানলে দগধ হোৱই।
যাহাৰ কৃপায়ে বেহাৰত ধৰ্ম লৈলা
যিজনৰ কথাতে মহাৰাজে নত ভৈলা।
গুৰুক ৰাখিলা লুকাই আপোন কক্ষত
নিদিলা গুৰুৰ এৰি ৰজাৰ আগত।
গুৰুৰ ভতিজা কন্যা বিবাহ কৰিলা
পাত্ৰ মন্ত্ৰী সমে সবে ধৰ্ম আচৰিলা।
একশত পত্নী যাৰ ভৈলেক বিধবা
ভুবন ঈশ্বৰী আই বুলিবন্ত কিবা।
সব ভকতগণে কান্দে গুণক সুৱৰি
হায় সৰু মহাৰাজা আমাক গৈলা এৰি।
বিচাৰলৈ গল গুৰু জামিন পণ্ডিত
শঙ্কৰৰ অন্যায় হলে জামিন দণ্ডিত।
এনে পৰম বন্ধু তাতে ভুঞাৰ জোৱাই
বীৰ অগ্ৰগণি সৰু ৰজা চিলাৰাই।
শঙ্কৰৰ শোকে ছিল সবে বিয়াকুল
এবে মৃত্যু ভৈলা ৰায়ৰ সবে শোকাকুল।
মাধব বুলিলা শুনা মহা ভকতগণ
বেহাৰ লাগিয়া আমি যাইবো এতিক্ষণ।
ভুবন ঈশ্বৰী আইক সান্ত্বনাক দিবো
ৰজা প্ৰজা সকলোৱে খবৰ কৰিবো।
এই বুলি সম্বোধিয়া বঢ়াৰ নন্দন
বেহাৰ চলিলা পাচে চাই শুভক্ষণ।
গনককুচি এৰি গৈয়া জনীয়া পাইল
ঠাকুৰ আতাৰ গৃহে এদিন থাকিল।
তাৰ পৰে খোজ লৈলা পশ্চিম দিশক
লেংটি ছিগা পাৰ ভৈলা পোনাই বাটক।
বইটামাৰী নামে ঠাইত এদিন থাকিল
তাৰ পৰে বিষ্ণুপুৰত এদিন কটাইল।

খাগৰি কটাত থাকি আৰু দুইদিন
ৰামৰাই কুঠী পাইল গৈয়া বুলি* সাতদিন।
দহদিন পৰে পাইল বেহাৰ নগৰী
প্ৰথমতে পাইলা ক্ষেত্ৰ নামে ফুলবাৰী।
ভুবন ঈশ্বৰী সহ যতেক মহিষী
মাধবক ভক্তি শ্ৰদ্ধা কৰিলা হৰিষি।
কান্দি কান্দি আই পাছে মিনতি কৰয়
অকালতে মোৰ ভাগ্যত মিলিল প্ৰলয়।
ভুবন ঈশ্বৰী আৰু বড়াৰ তনয়
দুইজনৰ চকুপানী ধাৰাসাৰে বয়।
বিধিৰ লিখন কোনে খণ্ডাইতে পাৰে
সুখ দুখ পায় নৰে লিখন অনুসাৰে।
নকৰা বেজাৰ মাতৃ এৰা দুখ শোক
পুত্ৰ দুইকো পালিপাবা মনত সন্তোষ।
ৰাজ পৰিয়ালে থাকি ধৰ্ম আচৰিবা
পৰদ্ৰব্য লাগি লোভ কভু নকৰিবা।
দম্ভ অহঙ্কাৰ কিছু নানিবা মনত
তেবে ভাল পাইব নাৰী সমাজত।
এই বুলি সান্ত্বনা দিলন্ত গুৰুজন
তাৰ পাছে চলি গৈলা ৰজাৰ ভুবন।
মহাৰাজে প্ৰথমতে চিনি নাপাইল
শঙ্কৰ জীৱিত কালে মাধৱ নগইল।
ৰজাক প্ৰণাম কৰে কৰ আঠু জুৰি
ৰজাই নিচিনে যেবে নাই আতিগুৰি।

যথাযোগ্য সতকাৰ জনালে ৰজাই
বুলিলেক মোৰ আৰু বন্ধু কোনো নাই।
পাছে গুৰু দিলা যেবে নিজ পৰিচয়
কৰ যোৰে গুৰু জনে মিনিতি কৰয়।
ভাতৃ এৰি গৈলা মোক শক্ৰই পায় লাই
বিশ্ববীৰ ভাতৃ মোৰ পৰাজয় নাই।
গুৰু বোলে শোক এৰা বিশুৰ নন্দন
সমস্ত প্ৰজাৰে তুমি মুকুটৰ ধন।
বুদ্ধি বলে মনো বলে কৰিবা শাসন
সৈন্য সেনা কৰ্মচাৰী আছে অগনন।
ধনবল অস্ত্ৰবল যদিহে থাকয়
শাৰিৰীক বলৰ কিবা প্ৰয়োজন হয়।
মৃদুভাব নলইব ৰাজ্য শাসনত
বুঢ়া ডেকা নাই ভেদ ৰাজাৰ মনত।
দণ্ডহাতে ললে ভাবা সিংহ শক্তি গাত
ৰাজ্য শাসন কৰা ৰজা গুৰুৰ কৃপাত।
মৃদু ভাব নলইবা ৰাজ্য শাসনত
মৃদু যেন পালে সবে উঠিব মুৰত।
ৰাজশক্তি তেতিক্ষণে ছাৰখাৰ হব
তলৰ লোকেও ৰজা বিদ্ৰোহ কৰিব।
মৃদু স্বভাবৰ হেতু প্ৰকাণ্ড বাৰণ
পিঠিত উঠি চলাই নিয়ে ক্ষুদ্ৰ নৰগণ।
এই বুলি মাধবদেৱ ৰজাক নমিলা
তাৰ পাছে পাটবাউসী চলিয়া আহিলা।

*বুলি - খোজকাঢ়ি*

>>>>■<<<<

# জগত গুৰুৰ সাম্বৎ সৰিক তিথি মহোৎসৱ আৰু মাধৱদেৱৰ পাটবাউসী যাত্ৰা

## পদ

গুৰু আদ্য শ্ৰাদ্ধ পাছে সমাপন কৰি
যত ভকতগণ ছিল গৈলা ঘৰাঘৰি।
মাধৱক গুৰুমানি লন্ত সব নৰ
বুজিলেক এওঁ হব দ্বিতীয় শঙ্কৰ।
গনক কুচি থানে আছে মাধৱ মহন্ত
ৰমানন্দ মাতৃ সমে বাউসী আছন্ত।
যেবে জগত গুৰু গৈলা বৈকুণ্ঠক চলি
শিষ্যগণে মাতৃ প্ৰতি নাচায় সমূলি।
থকা ঘৰ ভাগি গৈলা উৰুষে সদাই
খৰি পাত যোগান ধৰোতা কোনো নাই।
গুৰুৰ শোকত আই* সদাম্রিয়মান
কাম বন কৰিবাক কিছু নাই মন।
ৰমানন্দ, হৰিচৰণ, উত্তম* চতুৰ্ভুজ
প্ৰতিজনে চিন্তাশীল নকৰে একো কাজ।
ৰমানন্দে বোলে মাতৃ এৰা আল জাল
এনে কৰি থাকিলে হইবে আছকাল।
উত্তৰাধিকাৰী নাপাই বনগঞা গিৰি
শঙ্কৰৰ ক্ৰোধে কাকো নচাৱন্ত ফিৰি।

ৰামৰায়ৰ আইৰ প্ৰতি শ্ৰদ্ধালোহে ভাল
সবে ঘৃণা কৰে আইক আৰু যে ছোৱাল।
হালি থকা ৰাহ যেন আগে ধৰি টানে
গুৰু পৰিয়াল দশা পাইল আহি তেনে।
এক দিনা ৰমানন্দ মাতৃক বুলিলা
এনেদৰে মাতৃ তুমি জঠৰ কিয় হলা।
কালি মাতি আনো মই দাদা মাধৱক
নিশ্চয় কৰিব যত্ন আমি ইসবক।
এই বুলি ৰমানন্দ গনককুচি যাই
পৰিয়ালৰ সবদশা বুলিলা বৰ্নাই।
মাধবে বুলিলা ভাল কালি যাবো আমি
যত পাৰো কৰি দিবো চাফ বস্তি জমি।
মনথৈ আছিল আতা নাৰায়ন ঠাকুৰ
বুলিলা ভাল কৰি দিম পাৰো যতদুৰ।
আবেলিতে মাধবদেৱ মাতিয়া পঠাই
ধ্বজা, বলোৰাম আৰু ছয় ভক্ত চই।
দহজন মিলি মাধব পাটবাউসী গৈলা
গুৰুৰ ভগ্ন গৃহযত মেৰা মত কৈলা।

* *আই - কালিন্দ্ৰী আই*
* *উত্তম - ৰমানন্দৰ লৰা - পুৰুষোত্তম*

চাউল খৰি দিলা আনি কত যত নাই
ছয় মাহ লাগি আৰু কোনো চিন্তা নাই।
ভাদ মাহ আহি পাইলা গুৰু তিথি দিন
শুক্ল দ্বিতীয়া তিথি জানে সৰ্ব্বজন।
তিনি চাৰি সহস্ৰ লোক বাউসী আহিলা
গুৰুৰ তিথিক লাগি চাউল আনিলা।
খৰি ভাৰি দিলা যত্নে খৰিক আনিয়া
মাহ, চাউল, কল আনে নাৰিকল লৈয়া।
উভৈনদী ভৈলা বস্তু থবৰ ঠাই নাই
ভক্তগণে থলে বস্তু অতি যত নাই।
শঙ্কৰৰ প্ৰিয় শিষ্য যিমান আছিল
সকলোৱে একোভাৰ বস্তুক আনিল।
আৰু যতে যতে খেল দল সত্ৰ ছিল
একোখন শৰাই সাজি মাথাত আনিল।
সমদলে আহিলেক নামগুন গাই
কাচাকল, কোমোৰা, ঔ কত যে আনই।
দধি, দুগ্ধ, কল, গুড় মূল চয়
ভাৰে ভাৰে শিষ্য সবে কঢ়িয়াই আনয়।
সবাকে ভুঞ্জাইল দ্ৰব্য যত মনপুৰী
লোকে লোকাৰণ্য ভৈলা বাউসী নগৰি।
শিষ্য শ্ৰেষ্ঠ অন্যতম্ বিপ্ৰ দামোদৰ
নেদেখিয়া আলোচনা ভৈলন্ত বিস্তৰ।
প্ৰতিজনে প্ৰশ্ন কৰে ইটো সিটো কই
দামোদৰ গুৰুক আমি কিয় দেখা নাই।
মাতিলা কি নামাতিলা নাহিল কিবা গুনি
সবে বোলে মাতিয়োক হৰিয়ে এখনি।

হৰিচৰন গৈলা পাছে নাহিল দামোদৰ
নেমাতিলা গুৰু পুত্ৰক থাকিল ভিতৰ।
তাৰ পাছে মাধৱদেৱ ভকত পাছিল
দামোদৰ গুৰুক গৈয়া ভকতে মাতিল।
অভিমান কৰি বোলে দেৱ দামোদৰ
মাল বস্তু পঠাইব নৌকাৰ উপৰ।
গুৰুৰ কৰভাৰ খনি অৱশ্যে যোগাব
তাৰ পাছে সিটো ঘৰ আমি নযাইব।
অৱশেষে নাৰায়ন দাস চলি গৈলা
দেখি দামোদৰে আসনক পাৰি দিলা।
আমাৰ থানক বাপ কিয়বা আহিল
দেখি নাৰায়নে পাছে বুলিবে লাগিল।
কিবা হেতু পিঠিদিলা গুৰুৰ গৃহক
ইসব সম্পত্তি কোনে দিলেক তোমাক।
কোনে থাপিলেক গুৰু কামৰূপ ৰাজ্যত
কাৰ যশত প্ৰবেশিলা ধৰ্মৰ ৰাজ্যত।
কামলা কৰি ফুৰিছিলা লোকৰ ঘৰে ঘৰে
তোমাৰ সমস্ত দুখ গুচাইলা শঙ্কৰে।
পাহৰি থাকিলা তুমি ইসব কথাক
তুমি আগে যাব লাগে গুৰুৰ শ্ৰাদ্ধক।
কথা শুনি দামোদৰ ভৈলন্ত বিমন
বাৰু মই তব কথা ৰাখিম নাৰায়ন।
অল্প আগে চলি গৈলা ঠাকুৰ নাৰায়ন
দামোদৰ চলি গৈলা পাছতে তখন।
যত কৰ্ম আছিল তাতে যোগদান দিলা
ভকতগণৰ সঙ্গে অন্নক ভুঞ্জিলা।

কৰ্ম শেষ হইল পাছে সবে চলি গৈলা
সভাস্থলিৰ যত ৰাইজ বিদায় মাগিলা।
তাৰ পাছে পুছিলেক বঢ়াৰ কুমাৰ
কিবা হেতু নাহা ইয়াত তুমি দামোদৰ।
তিনি গোটা কথা ইয়াত কোৱা শুনো আমি
কেনেকৈনো গুৰু গিৰি প্ৰবৰ্ত্তৱা তুমি।
তেতিক্ষনে দামোদৰে বোলে মাধৱত
বোলে আমি প্ৰচাৰিছো ভাগৱত মত।
আৰু দুটি কথা বাৰু সুধিলো তোমাক
ভাবি গুণী সদুত্তৰ জনাইবা আমাক।
এক বৰ্ষ হল গুৰু বৈকুণ্ঠে যাইবাৰ
ইমানতে লৰিল মতি জানিলো তোমাৰ।
কৰ্মকাণ্ডি কৰ্মমত ধৰি লাহা যাই
কলিকালে তাক আচৰণে গতি নাই।
*পৰুৱাই পালে পখিক পথক এৰয়*
*অৰণ্যে পশিয়া জীৱন বিপন্ন কৰয়।*
আপোনাৰ নিজ মত প্ৰচাৰিও গই
তোমাৰ আমাৰ প্ৰীতি সম্ভাষণ নাই।
গুৰুৰ শ্ৰাদ্ধত নাহা আজিহে জানিলো
তোমাৰ মনৰ কথা অৱশ্যে বুজিলো।
দামোদৰে বোলে শুনা বঢ়াৰ নন্দন
সাজু হুয়া আদ্য শ্ৰাদ্ধে ওলালো যখন।
এক মাজু বৌ আছে আমাৰ ঘৰত
বিধবা ভৈলন্ত তিনি যৌবন কালত।
মাতৃ সম জ্ঞান কৰি ৰাখি আছো আমি
পাচে যিবা কৈলে তেওঁ শুনা অন্তৰ্য্যমী।
ব্ৰাহ্মণৰ লৰা ব্ৰাহ্মণ বিহীন কৰ্মত
তাঙ্ক লাগি যোৱা বাপু নোহয় উচিত।
উত্তৰ কৰিলো আমি বিপ্ৰ কত আছে
ৰাম ৰাম গুৰু কণ্ঠ ভুষণ বহিছে।
ভাস্কৰদেৱ আছে এক বিপ্ৰৰ মহন্ত
ৰাম সৰস্বতী আৰু কন্দলি অনন্ত।
মহা মহা পণ্ডিত আৰা বিপ্ৰযে সজ্জন
তাক লাগি নথাইবো কিবা প্ৰয়োজন?
মান্না কৰি বৌ বোলে আহক যতজন
মই যাবৰ হেতু তোক কৰিলো বাৰণ।
বিপ্ৰ বহুজন আহি কৰিছে যুগুতি
নাযায় যেন আদ্য শ্ৰাদ্ধে দামোদৰ সম্প্ৰতি।
ইমান বিপ্ৰৰ বাধা নামানি যাবা তুমি
কৰ্মৰ আগে আগ পিচ চাবা ভাবি গুণি।
বামুন বিহীন শ্ৰাদ্ধ য'ত পূজা নাই
ব্ৰাহ্মণৰ সন্তান যোৱা শোভা নাপাৱই।
ইমান বিপ্ৰগণৰ বাধা নামানিয়া তুমি
পূজা ব্ৰাম্মন বিহীন কৰ্মে যাবা জানি শুনি।
অত এব বাপু মই কৰিছো বাৰণ
যেনে ভাল দেখা তুমি কৰহ এখন।
এতে কতে বাধা পাই নগইলু আমি
গৃহে নাম জপি আছো গুৰু কথা মানি।
গুৰু আদেশে নাম কীৰ্ত্তন আদি কৰি
কোনো দিনে দেৱ দেবী পূজাক নকৰি।
কিন্তু যিবা লোকে হয় মোৰ শিষ্যগণ
নাৰায়ন পূজা সেৱা নকৰো বাৰণ।

হংস, ছাগ, বলি কাটা সবাকে ঘিনাওঁ
কোনো দিনে দেৱ দেবী পূজাক নযাও।
বৌজনী কয় বাপু কৰিছো বাৰণ
যেনে ভাল দেখা তুমি কৰাহা এখন।
এই ভাল পথ বুলি বাচি ললো আমি
মোৰ পথ বুজি পায় প্ৰভু অন্তৰ্য্যামী।
অৱশ্যে গায়ত্ৰী মন্ত্ৰ জপ কৰো আমি
বিষ্ণু যাগ যজ্ঞ কৰো শাস্ত্ৰ সাৰ জানি।
আৰু এক কথা দেৱেঁ বুলিবাক লৈলা
অন্যলোকে স্তব্ধ আছে শুনিয়া থাকিলা।
বান্দী বান্ধা আছে বহু এক গৃহস্থৰ
আজ্ঞা পালি খেতি বাতি কৰয় বিস্তৰ।
এক দিন গৃহস্থই বোলে হালোৱাক
ঘুৰি পকি দেখাইল ভুইৰ সীমাক।
সমস্ত কৃষিৰে দায়িত্ব তোমাৰ উপৰ
বেতন বৃদ্ধি হব খেতি কৰিলে বিস্তৰ।
এই কথা যেবে তাক গৃহস্থই বুলিলা
নিজা মাটিৰ ওপৰঞ্চি বহুত চাষিলা।
পৰম চতুৰ সিটো হালোৱা মহন্ত
এই বুলি মাধৱক দিলন্ত সিদ্ধান্ত।
কথা শুনি মাধবদেৱ ৰাগচণ্ডালিয়া
টান মাতে বুলিলন্ত তৰ্জনী জোকাৰিয়া।
শুনা দামোদৰ তুমি আৰু কিবা কোৱা
গুৰুৰো অধিক বুলি পণ্ডিত দেখুৱা।
আন ভক্তগণে থৈলা সীমাক চোৱাই
গুৰু বাক্য এৰি গৈলা সীমাক চেৰাই।

ভক্তি আৰু পাণ্ডিত্যত গুৰুকো চেৰালা
শঙ্কৰৰো অধিক তুমি ভক্তি বঢ়াইলা।
বেজী বুলি আঙুলিৰে ফটা কানি শিয়া
ইসব দৃষ্টান্ত তুমি মোৰ আগে দিয়া।
আপোনাৰ নিজা মত প্ৰচাৰিও যাই
তোমাৰ আমাৰ প্ৰীতি সম্ভাষণ নাই।
গুৰুৰ কামত নহা আজিহে জানিলো
তোমাৰ মনৰ কথা অৱশ্যে বুজিলো।
নাম কীৰ্ত্তনৰ ধ্বনি গগন চানিল
নাচি বাগী বহি উঠি নামক গাইল।
তাল কৰতাল বাজে নাগৰা দুন্দুভি
খোল আৰু বাজে ডবা গগনক ভেদি।
নাম কীৰ্ত্তন গাই সবে প্ৰসাদ খাইলা
তাৰ পাছে সিদ্ধ অন্ন সবাই ভুঞ্জিলা।
এই ৰূপে গুৰু গৃহে তিনি দিন ধৰি
উৎসবৰ ধুম ধাম পৰগনা জুৰি।
সাজি সাজি ঠগী শৰাই প্ৰতি থানহন্তে
তাল খোল বাই আহে ভকত সহিতে।
চাউল দালি উভনদী হইয়া পৰিল
উৎসবৰ শেষে বস্তু অনেক ৰইল।
ঘৰ দুৱাৰ মেৰামতি কৰি শিষ্যগণ
বন্তি জ্বলাইবাক তেল দিলা একটিন।
এইদৰে কিছুদিন বহু বস্তু পাই
গোসানীয়ে চলি যায় কিছু চিন্তা নাই।
গনক কুচি হন্তে মাঝে মাঝে মাধবদেৱ
কিছু বস্তু দিয়া কৰে গোসানীক সেৱ।

দুই বছৰ গৈলা পাছে ভাগ্যৰ ঘটন
ৰাম আতৈ ৰমানন্দ আৰা দুইজন।
বসন্ত ৰোগত আহি আক্ৰান্ত হইল
মাধবদেৱে যত্ন ত্ৰুটি বহুত কৰিল।

বন্ধু বান্ধৱ শিষ্য যত আহিয়া চাৱই
কিন্তু ৰোগ ক্ৰমে ক্ৰমে টান হুয়া যাই।
শ্ৰীগুৰুৰ লীলা মৃত শুনি সাধুগণ
হৰি হৰি বোলা সবে কৰি একমন।



## ৰমানন্দ আৰু বোকালিপো ৰাম আতৈৰ পৰলোক

### পদ

অতঃপৰে বহু কথা বোলে চক্ৰপাণি
ৰমানন্দ ঠাকুৰৰ পৰলোক গণি।
অন্ন বস্ত্ৰ ঘৰবাৰী আইৰ চিন্তা নাই
কিন্তু দুৰ্ভাগ্যই লগ সহজে নেৰই।
পিতৃৰ শ্ৰাদ্ধৰ কৰ্ম ব্যস্ততাৰ অন্তত
ৰমানন্দ ঠাকুৰৰ জ্বৰ উঠে গাত।
ভয়ঙ্কৰ জ্বৰ উঠি বিচনাত পৰিল
পৰে দিন গাৱত বসন্ত দেখা দিল।
বসন্তৰ প্ৰকোপত ছটফট কৰি
দেখিয়া কালিন্দ্ৰী আই বিমোৰত পৰি।
মাধবক মাতিবে লাগি হৰি চৰণক
পঠাইলা গণককুচি তাঙ্ক মাতিবাক।
শুনিয়া মাধৱ দেউ চিন্তিত হৃদয়
তাতে এক জঞ্জালত পৰিয়া আছয়।

বকালিৰ পুতেক ৰামৰদশা এক
দুইজন একে ৰোগী মুমুৰ্ষ প্ৰত্যেক।
তিনি দিন ধৰি মাধব দুইফালে যায়
আগবেলা নিজ বহা বেলা ভাটি যায়।
এনেদৰে গনককুচি আৰু বৰলচোঙা
মাকুৰদৰে গুৰুজন কৰে অহাজহা।
গুৰুজনে দেখিলেক ৰক্ষাৰ উপায় নাই
গাড়ী ভাড়া কৰি আতৈক বৰলচোঙে নেই।
বৰলচোঙে ৰাখি দুইকো একোটা ঘৰত
শুশ্ৰূষা কৰিলা মাধৱ সদা অবিৰত।
আহিনৰ মাহ পাই ছয় দিন গৈলা
দুয়োজন ঠাকুৰ তেৰে বৈকুণ্ঠে চলিলা।
শোকে মুৰ্চ্ছা গৈলা তেবে কালিন্দ্ৰীগোসানী
ভৈলা অচেতন আৰু বোৱাৰী এজনী।

নৰোত্তম কন্যা দেৱী সুমতি সুন্দৰী
ৰমানন্দ চলি গৈলা পুত্ৰ ভাৰ্য্যা এৰি।
বুকত বান্ধিলা শেলে স্বামী পুত্ৰ শোকে
বোৱাৰীক দেখি দেৱী ভুকুৱাই বুকে।
নাতি পুৰুষোত্তম তেনে নাবালক ছোৱাল
কোনে বাৰু ইসবক কৰে প্ৰতিপাল।
ৰামৰায় আছে গুৰুৰ খুড়াৰ পুত্ৰ ভাই
জগৰ লাগিছে ধৰ্ম বস্তুক নাপাই।
বনগঞা বৈমাত্ৰেয় ভাই একজন
তেওঁ একো নপাইলা গুৰুৰ কাৰণ।
উদাৰ শঙ্কৰ গুৰুই দিলা মাধৱত
সৎ, ত্যাগী, ভক্ত, পণ্ডিত জানিয়া সাক্ষাত
যেবে মাধৱ ভৈলা আহি ধৰ্মৰ কাণ্ডাৰি
ভাগী জ্ঞাতিগণে ইটো সহিতে নপাৰি।
ৰমানন্দই নাপাইলা অবহেলা গুনে
অনুতাপে দগ্ধ হুয়া থাকে ৰাত্ৰি দিনে।
পৰকালৰ বিত্ত আৰু উত্তৰাধিকাৰ
ৰামৰায় ৰমানন্দ বনগঞা আৰ।
কোনোজনে নপাইলা লাগিল আক্ৰোশ
গুৰু পত্নী পুত্ৰক নচাই মনে বৰ ৰোষ।

মাধবেহে পাইলা গুৰুৰ উত্তৰাধিকাৰ
সামান্য কেৱলীয়া সিটো কিবা আছে তাৰ।
ভিতৰুৱা কন্দল জানি খল বিপ্ৰগণ
ইজন সিজনক লগাই ঘটায় অঘটন।
ৰমানন্দ ঢুকাইল ৰামৰায় এৰিলা
দামোদৰৰ লগ লাগি উত্তৰে চলিলা।
বনগঞা নিন্দে সদা গুৰু মাধৱক
বঙালীৰ সন্তান মুঢ় জাহান্নামে য'ক*।
ডাংবৰলা কেৱলীয়া কেন থাকে ঐত
এই বুলি নিন্দা কৰে লোকৰ মাজত।
হৰিচৰণ ঠাকুৰ ভৈলা চিন্তাত ব্যাকুল
ভাবি গুনি নাপাই একো হইল আকুল।
মাধবে ধৰিয়া আনি বিচনাত থয়
বনৌষধী আনি তাহাৰ মাথাত লেপায়।
বৈদ্য বিচাৰিয়া আনে বহুদুৰ হন্তে
নিজৰ কাৰনে চিন্তা নকৰে একোতে।
পৰিয়ালৰ সাতজন লোকৰ বাবে চাই
মাধব দেৱৰ দেহা যায় শুকাই ক্ষীনাই।
মাধব গুৰুৰ নম্ৰ চৰিত্ৰ সুৱৰি
সবান্ধবে সকলোৱে বোলা হৰি হৰি।

* য'ক -যাওক



# বনগএগ্ৰা গিৰীৰ শঙ্কৰদেৱ পৰিয়ালৰ ওপৰত উৎপীড়ন

## ছবি

চক্ৰপাণি বুলি যায় ভক্তগণে শুনি পায়
এই কেনে নীতি জগতৰ
পৰে আপোন হয় আহি আপোন চলয় এৰি
নিজ ভাতৃ গণ হয় পৰ।
গুৰুজনে সঙ্গে লই যত জ্ঞাতি বৰ্গ চই
উজান ভাটিয়ে চলি যাই
ঘৰবাৰী সত্ৰ পাতি বাউসীত কৰে বসতি
সঙ্গে থাকিল যত জ্ঞাতি চই।
খুড়া জয়ন্ত মাধব তেৰাৰ সঙ্গৰ বান্ধৱ
ৰামৰায় তাহাৰ নন্দন
বনগএগ্ৰাগিৰি আৰ নিজ ভাতৃ বিমাতাৰ
ছেগবুজি প্ৰতিশোধ লহন✦।
বাউসী নগৰে যত ভুই মাটি কতশত
ৰজাৰ অনুগ্ৰহত মিলাই
দাস দাসী কতশত খেতিবাতি অসংখ্যাত
পৰগনাৰ সবাই জানই।
গুৰুভাৰ নাপাইলা ইয়াতে ৰোষিত ভৈলা
ৰামৰায় আৰু বনগিৰি
সম্পত্তিৰ অধিকাৰী সিহঁতে নাচাৰে ফিৰি
কালিন্দ্ৰীক নচাৱন্ত ফিৰি।

✦লহন - লয়

কিবাকিবি ছলকৰি বোৱাৰী হৃতক ধৰি
ৰজাৰ লোকক দিতে চায়
অতি সাবধান হুয়া নিজে বাহিৰা নযাইয়া
ভিতৰত বহিয়া থাকয়।
প্ৰপন্ন শিষ্যগণ আহি চাউলখৰি দিয়ে যাচি
আইৰ পৰম আনন্দ মিলাই
গলে আতবৰ লোক মনত মিলয় শোক
মাধব বিনে চাওঁতাও নাই।
শিষ্যগণে দিয়ে ধান খৰি বস্ত্ৰ কত খান
গুৰু ঘৰে ভৰিয়া থাকয়,
যেবে নাই গুৰুজন নাই বস্ত্ৰ নাই ধান
অঁন্ন ৰন্ধা খৰিও নাপায়।
মাটিৰ ধান যত হয় জ্ঞাতি ভাগি লৈ যায়
আইক নেদয় একদোন,
বোলে শিষ্য গনে দিব আটি জুৰি মিলি যাব
নালাগে মাটিৰ কিছু ধান।
কমললোচন পত্নী লক্ষ্মী মাতৃ মহামতি
সতীসাধবী আছিল এজনী
ফুলতে বিধবা ভৈলা সঙ্গ সুখ নপাইলা
তথাপিতো বোৱাৰী ঘৰিণী।
ৰূপেগুণে অনুপম সাক্ষাত উৰ্ব্বশীসম
ৰূপ লাবণ্যৰ তুল্য নাই,
ৰজাৰ পাৰিষদগণে চাৱয় লুভীয়া মনে
আই কান্দি ম্লান পৰিযাই।

জ্ঞাতিৰ যত লোকচয় ৰজাৰ লোকক কয়
আছে নাৰী অতি ৰূপৱতী,
নাই স্বামী পুত্ৰধন সদায় চঞ্চল মন
লৈ যাবা বলকৰি ৰাতি।
দিবস নাযায় মনে নুপুৰৈ ৰজনী ঘণে
নাযাই দিন আৰু কালৰাত্ৰি
ভাবনাৰ শেষ নাই চকু পানী মুচি যাই
ঈশ্বৰক থাকে মাথো খাটি।
কতদিন কালিন্দ্ৰী আই বন গঞাক মাতি কই
ওৰে বাপু শিৰোমণি ভাই
নাবালক বালক গণে বিধবা বোৱাৰী মানে
ৰক্ষা কৰা মোৰ উপাই নাই।
মোৰ কিছু নাহি কয় সিও হাঁহি হাঁহি কয়
কেনেকৈ চাম তব ঘৰ
গৃহৰ জঞ্জাল মোৰ এদিনো নপৰে ওৰ
নিজে কৰা সমস্যা ওৰ।
খাওতা পিন্ধোতা মোৰ আছে বহু ভৰি ঘৰ
সবাৰো পালক বুঢ়া মই
নিজ গৃহ চম্ভালিব আমাৰ শকতি নাই
তোমাক চাব পাৰো কেনেকই।
এই বুলি হাঁহি মনে গুচি যায় জ্ঞাতি গণে
আই পায় মনত সন্তাপ,
এনেদৰে যাই দিন তনুমন হয় ক্ষীণ
ভাবি থাকে পাই মনস্তাপ।
মাধবদেৱ আহি বোলে নাভাবিবা আই একো
এই দাস আছো যেবে ৰই,
এন্ধাৰ আতৰি গলে পোহৰ আহিয়া পাব
বিধাতাৰ সৃষ্টি তত্ব এই।

জগত গুৰুৰ পত্নী তুমি অতি ভাগ্যৱতী
ৰজা প্ৰজা সকলোৰে আই
ইমান দুৰ্ব্বল মনা হলে হাঁহিব যে শত্ৰু দলে
পৃথিবীত নাপাবা যে ঠাই।

>>>■<<<<

## গুৰু পৰিয়ালক সেৱাৰ বাবে মাধবদেৱৰ পাটবাউসী গমন

### পদ

ভক্তগণে সুধিলেক আতৈ মহা জ্ঞানী
তব মুখে চৰিত কথা আমি পালো শুনি।
চক্ৰপাণি বোলে শুনা মহাভক্তগণ
গুৰু পৰিয়ালে ভৈলা বিপদ আচন্ন।
চাকৰ বাকৰ বান্ধা যতেক আছিল
একে একে সব লোকে আতৰি পলাল।
ধ্বজা আতৈ আছিল এক বৰ্ষ কৰ্ম্মেৰই
টকা পইচা লৈয়া গৈলা তীৰ্থ চাৰলৈ।
এক দিনা পুৰুষোত্তম পাত কাটিবাৰে
কাচি খনি চৰিত লগাই যেবে টান মাৰে।
কাচি পৰি ফুটি গৈলা মাথাৰ মাজত
হাহাকাৰ লাগি পৰে গুৰুৰ গৃহত।
ৰমানন্দৰ খুড়া শুনে তবু নচাৱয়
নিজ খুড়া বন গএগ দুৰতে পলায়।
গুৰুজন কৃপাবলে সবে ছিলু খাই
তাহাৰ অবিহনে আজি কেৱে নচাৱই।
হৰিচৰণ চতুৰ্ভুজ সমে আলোচিয়া
মাধব গুৰুক তেবে আহিল মাতিয়া।
মাধব শুনিয়া ততালিকে গৈলা লৰি
বনৌষধি লিপি দিলা অতি যত্ন কৰি।
তেজ বন্ধ ভৈলা বেদনাও নাই
তিনি দিন পৰে ঘাৱ গইলা শুকাই।
তাৰ পাছে মাধব গুৰু গৃহক আহিলা
সত্ৰ চলাইবাক লাগি শ্ৰীৰামক দিলা।
আতাক গতাই বোলে গনক কুচি থান
এক বৰ্ষ থাকা বাপ পালি সত্ৰ খান।
গুৰু পৰিয়াল হেতু আমি যাও চলি
বাউসী থানে থাকো গৈয়া মাতৃ আজ্ঞা পালি
এই বুলি মাধবদেৱ বাউসী চলিলা
গোসানীৰ সব কৰ্মৰ দাস সম ভৈলা।
এক বৰ্ষ থাকি গুৰু পৰিয়াল চাই
স্বচ্ছল অৱস্থা পাছে আনিলা ফিৰাই।

কালিন্দ্ৰী মাতৃৰ সুখ অনেক হইল
নাতি পুত্ৰ সবে যেন গুৰুকেহে পাইল।
জ্বৰে এৰিলেও কৰ্পতীয়ে যে নেৰই
ভাগ্যৰ লিখন কভু খণ্ডন নযাই।
বামৰায় বনগঞা আৰু কতজন
সবে আহি বুলি যায় কু বাক্য বচন।
ঢোকা ৰাখি আছ ইটো কালিন্দ্ৰী গোসানী
উদাসীন বৰলা তাক বিশ্বাস নমানি।
গৃহতে আছয় তিনি বিধবা গাভৰু
এনে গৃহে উদাসীন বিশ্বাস কেনে কৰো।
ফুলতে বিধবা হোৱা কমল পৰিবাৰ
পুত্ৰবধু গৃহে আছে গুৰু শঙ্কৰৰ।
বিৰাই নামেতে এক ধনী মহাজন
পৰগনা চৌধুৰী অশেষ সম্মান।
ৰূপ দেখি ভোল গৈলা নিবে মন যায়
মাতৃক সুধিলা পাছে সতানন্দ ৰায়।
কন্যা বোলে হওমই শঙ্কৰৰ বোৱাৰী
এই ঘৰৰ কত সম্মান এৰাইতে নপাৰি।
সতানন্দ বোলে তোৰা* মালিক মাধব
উদাসীন ঢোকা তোৰা পৰম বান্ধব।
হাথিয়া দলৈ ধৰে একে কথা কয়
মাধবৰ পৰামৰ্শ ইহা সদা লয়।
জ্ঞাতি বৰ্গে সদা হিংসা কৰে মাধবক
বাৰী পাতি ঘৰ বান্ধি দিলা ইসবক।

তাৰ পাছে বুলিলেক দুৰে যোৱা চলি
ভাগিন ভনী আছে গাওঁ গুৱাগাছা বুলি।
তাকে লাগি যাব আমি ইয়াত নৰও
কালি হন্তে বিদায় লই আমি খোজ লও।
আই বোলে এত দুৰে নযাইবা চলি
যাব খোজা যদি যোৱা সুন্দৰীক বুলি।
মাধব বুলিলা গুৰু জনৰ বাধা আছে
সুন্দৰীৰ সুন্দৰী গন হাহিবেক পাছে।
মন ভুলাই কৰিবেক মোক অপবাদ
সেই বাবে নযাইবো সুন্দৰীৰ পাশ।
এতেকতে গুৱাগাছা গ্ৰামে চলি যাও
ভনী ভাগিন আছে তাত আশ্ৰয় গৈ লও।
আই বোলে সুন্দৰীত থাকা বোপা তুমি
পুৱা আবেলিৰ বাৰ্ত্তা পাই থাকো আমি।
ৰাজ আজ্ঞা পালো মই গুচি যাব লাগে
এই ঠাই নেৰিলে ৰজাৰ জগৰ লাগে।
ৰজাত লগাইছে কথা গুৰুৰ জ্ঞাতি গণ
সঙ্গে আছে তাহাৰ আৰু খল বিপ্ৰগণ।
সুন্দৰীক যাইবে লাগি বাধা আছে মোঁৰ
গুৰু জনৰ যেবে বাধা আছিলে পূৰ্ব্বৰ।
আই বোলে গুৰুজনে বাধিছে তোমাতে
আমি আজ্ঞা দিলো তুমি থাকিবা তথাতে।
যদিহে সুন্দৰীগণে কৰয় জুলুম
ছাৰ খাৰ হৈয়া যাব নাৰীৰ কুসুম।

*তোৰা - তহঁতৰ*

মাতৃৰ হুকুম ৰাখি সুন্দৰীত গৈলা
ৰামচৰণৰ ঘৰে থাকিবাক লৈলা।
থোকা থুকি মাতে কান্দে শঙ্কৰৰ জায়া
জলৰ মাজত আশ্ৰয় ছিল তোমাক পায়া।
আজিহে মৃৰিলো আমি আশ্ৰয় হেৰাই
মাত দিলেই কৰ্ম কৰি কোনে দিব যাই।
মাহে পষে কৰ্ম কৰি যাম আহি মই
গুৰু পৰিয়ালক কভু পাহৰি নযাই।
মাধবদেৱ ৰল আহি থান সুন্দৰীত
পাটবাসীত ভৈলেক কথা বিপৰীত।
সুন্দৰীৰ থান পাই প্ৰভু মাধবদেৱ
নীতি মতে বস্তি জ্বলাই কৰে গুৰু সেৱ।
খীৰা মৰলৰ জমি বাৰীৰ ভিতৰ
তথাত আছয় ৰামচৰনৰ ঘৰ।
তান গৃহে আশ্ৰয় লই থাকিলা মাধৱ
আপোন ভাগিন তিনি পৰম বান্ধৱ।
অন্য ঘৰ নাই আছে পাট গোহালি এটি
তলে গৰু ওপৰে চাঙে দিলা পাৰি পাটি।
গুৰু বাক্যে ৰত্নাৱলী পদ ৰচি লিখে
এই মতে নিজ কৰ্ম কৰিছে হৰিষে।
কুটৰ্কি হাথিয়া দলৈ দেখিয়া বুলিলা
শঙ্কৰে লিখয়ে শাস্ত্ৰ তুমিও লিখিলা।

শঙ্কৰে লিখিলে শাস্ত্ৰ সকলে পঢ়িব
তোমাৰ শাস্ত্ৰক বাপু কোনেনো দেখিব।
মাধবদেৱ বোলে ইটো গুৰুৰ আদেশ
পঢ়ে বা নপঢ়ে তাৰ কোনে লব লেশ।
তথাপি শৰণ ভজন ভক্তিক দেখাই
লিখে ৰত্নাৱলী শাস্ত্ৰ পদক বন্ধাই ।
কণ্ঠ ভুষন আনিছিলে বাৰানসী হন্তে
ভাঙনি পদক দেখাও তেওঁকো আগতে।
দলডোবোৰা গাবেছিল ভুষনৰ ঘৰ
দেখুৱালে ৰত্নাৱলী শাস্ত্ৰ মাধবৰ।
পণ্ডিতে পঢ়িয়া বোলে অতি চমৎকাৰ
সংস্কৃততকৈও বেচি ৰস আছে ইয়াৰ।
বিচক্ষন শাস্ত্ৰ ইটো আলোচনা নাই
সংস্কৃত শাস্ত্ৰৰ বাদ মুঠে পৰা নাই।
ভকত সৰ্ব্বস্ব ইটো ভাগৱত সাৰ
ৰত্নৰ আলি প্ৰেম ময় বোৱা নাই তাৰ।
ৰত্নাৱলী গ্ৰন্থ খনি ভকতৰ অমূল্য
কণ্ঠভুষন প্ৰসংসিলা বুজি তাৰ মূল্য।
কুটৰ্কি সকলে তাক নিন্দা কৰিবাক
পণ্ডিতৰ বাক্যই তাৰ মুদা মাৰিলেক।
শঙ্কৰ মাধৱৰ লীলা কথা ভাগৱত ৰত্ন
হৰি হৰি বোলা সবে কৰি মনে যত্ন।



# সুন্দৰীদিয়া থানৰ বৰ্ণনা

## পদ

চক্ৰপানি বোলে কথা শুনা কানপাতি
ভাগীৰ বৈৰীতায় আই শোকাকুল অতি।
মাধব চলিয়া গৈলা সুন্দৰ দিয়া ধাম
কেন মতে ভৈলা ইটো সুন্দৰ দিয়া নাম।
জল সুন্দৰ স্থল সুন্দৰ, সুন্দৰ আৰু নাৰী
এতেকতে থানৰ নাম ভৈলন্ত সুন্দৰী।
সুন্দৰীৰ পানী যেন ফাটিকৰ ধাৰ
ব্যবহাৰে সবলোৱে পায় চমৎকাৰ।
অতিকে নিৰ্মল চেচা পানী সুন্দৰীৰ
খাই ধুই পায় লোকে সুন্দৰ শৰীৰ।
চিৰি লুইতৰ পাৰ সুন্দৰীৰ মাটি
অতীব সাৰুৱা সেয়ে ভাল আলু খেতি।
বালিবোৰ যেন পোৱাল বাখৰৰ কণী
জিলিকায় নৈৰ কাষ আৰু যত পানী।
নাৰীগণ সুন্দৰ তাহাৰ সুহাস্য বদন
তাহাক দৰশনে দেৱতাৰোহৰে মন।
পূৰ্ব্বত নৰকাসুৰ কামৰূপ নৃপতি
বান্ধিয়া ৰাখিলা ষোড়শ হাজাৰ যুৱতী।
শ্ৰীকৃষ্ণ আহিল, তাৰা সব মুকাল হ'ল
দ্বাৰকা নগৰী লাগি সবে চলি গ'ল।
তিনিজনা ৰল ভুল কেনেবা হইল
বাট হেৰাই সুন্দৰীত তাৰা যে ৰইল।

সেই হেতু সুন্দৰীৰ থান ইটো ভৈলা
সুন্দৰীৰ দিয়া বুলি সঙ্কেতক দিলা।
সুন্দৰ খাগৰী বন ৰঙা নীলা পাত
হৰিণাৰ ৰম্যস্থলী ইযে অসংখ্যাত।
দীঘলে পুতলে থান অতি অনুপম
পূৰ্ব্ব দেশে নাই থান এই থান সম।
তিনি ফালে চিৰি লুইত জলে আছে বেঢ়ি
গোকুলক বেঢ়ি যেন আচয় কালিন্দ্ৰী।
অতীব সুন্দৰ ইটো লুইতৰ দিয়া
ৰঙা বগা খাগৰীয়ে আছয় বেঢ়িয়া।
ঝাউবন আছে তাতে পানীৰ তীৰত
জলচৰ পখী খেলে নদীৰ মাজত।
নাৰীগণে ঘৰে বহি তাত শাল বয়
নদী ঘাটে আছে বাণিজ্যৰ নৌকাচয়।
মৃতিকাৰ কাৰিকৰ আছে বহুজন
আকাল ভড়াল নাই শান্ত শিষ্ট মন।
খীৰা মৰল নামে এক ধনী মহাজন
মাটিবাৰী ধান পান গৰু অগণন।
ৰজাৰ অমাত্য হেতু ৰাজ গৃহে যাই
সচা মিছা নানা কথা ৰজাক লগাই।
এই গ্ৰামে আহিলেক পণ্ডিত মাধব
শংকৰৰ প্ৰিয় শিষ্য বুকুৰ বান্ধব।

সুন্দৰীৰ ভয়ে গুৰু ইয়াত নৰইল
এতিক্ষণে মাধব আহি সুন্দৰী পাইল।
ভক্তগণে খেৰ কাটি উলুবাহ আনি
নামঘৰ হাটী বাহা বনাইল আপুনি।
উত্তৰ কাষত আনি গুৰুক বাহ দিলা
তাহাৰ উত্তৰে ভকত হাটীক বান্ধিলা।
পাটকুৱা এটি দিলা দক্ষিণ ফালত
চাৰি ফালে গৃহ বান্ধি ৰৈলা ভক্ত যত।
পীষুন বোৰে মাধবৰ পিচ কিন্তু নেৰয়
পৰীক্ষা কৰিবৰ হেতু সুন্দৰী পঠায়।
ৰজাৰ আদেশে পঞ্চ সুন্দৰী আহিলা
বসন ভুষণ বেচ যেহেন পখিলা।
গাৱে মুগা ৰিহা বস্ত্ৰ দেখি যেন সোন
সুবৰ্ণ ৰূপৰ গহনা কৰে ৰুণ জুন।
কপালে সেন্দুৰৰ ফোট নাকত নাকফুল
স্বৰগৰ অপ্সৰা তাৰ সমনোহে তুল।
মাধবক দেখি সবে নমস্কাৰ কৰিলা
তাকে দেখি মাধৱদেৱে নমিয়া বুলিলা।
পুত্ৰৰ কাষক মাতৃ আহিতে পাৰয়
বেশ ভুষন নলাগয় যেন মাতৃ ময়।
এহি বুলি মাধব গুৰু আশীৰ্ব্বাদ দিলা
নিৰ্মালি দিবাক লাগি শ্ৰীৰামক বুলিলা।
তাৰ পাছে আৰু বহু শাস্ত্ৰক বুজাই
ধৰ্ম অৰ্থ গুৰু নাম দিলেক বুজাই।
যদি মাতৃগণ আহা কুৎসিৎ মন লই
সুন্দৰ মুখ খনি যাব বান্দৰী যেন হই।
পবিত্ৰ চিত্তেৰে আহা এই ধৰ্ম লই
ধৰ্ম অৰ্থ কাম মোক্ষৰ বাবে শিক্ষা পাই।
পীষুনৰ কথা নুশুনিবা কদাচিত
মাতৃ সবে সৰ্ব্ব কালে কৰে লোকৰ হিত।
সন্তানৰ জনম দি য়া কত কষ্ট পাই
দশমাহ কত কষ্টে গৰ্ভত ৰাখই।
নকৰে অনিষ্ট মাতৃ সন্তান সবৰ
সৰ্ব্বদাই কল্যান চিন্তা কৰে সন্তানৰ।
লক্ষ্মী সৰস্বতী আৰু শক্তিৰূপী আই
ধনে জ্ঞানে বিপদ কালে আছে ৰক্ষী হই।
মাতৃ, ধাত্ৰী, ধৰীত্ৰী, কন্যা আৰু অন্নদাত্ৰী
ইসব গুণৰ আধাৰ হয় জগত মাতৃ।
ধৰিত্ৰীৰ উপৰে আমি কত অত্যাচাৰ
কৰি আছো ৰাতি দিনে নাই লেখ তাৰ।
তথাপি সহিছে আই শস্য মস্য দানে
ফল পুষ্প বৃক্ষ পত্ৰ বায়ু পানী সমে।
ইহেন আদৰ্শ লই আহিব মনত
পৰকাল হেতু বিত্ত মিলিব ইয়াত।
তাৰ পাচে একদিন ডেকা একজাক
পটলুঙ পিন্ধিয়া যায় গুৰুৰ কাষক।
গুৰু নবুলিলা একো দিলা আশীৰ্ব্বাদ
মানুহ হোৱা সুখী হোৱা বলো সত্যবাক
সৎচিন্তা সৎভাব চিন্তিবা সদাই
তেহে পাবা তোমালোকে দুই জন্মলৈ।
সুখত থাকিবা আৰু ধৰ্মে হব মতি
ভাল ভাবে আহিবা হেৰা সন্তৰ সন্ততি।

বুঢ়া ভকতত আহি পাছে বচন বুলিলা
এনে পোচাকেৰে যাব বাৰণ কৰিলা।
এতিক্ষণে যোৱা সবে কৰো আশীৰ্ব্বাদ
শুদ্ধ হোক মতি হেৰা যুবক সমাজ।

যুবাগণে সেই দিন ধৰিয়া আহয়
কদাচিত অশুদ্ধ বস্ত্ৰ পিন্ধিয়া নাযায়।
শ্ৰীগুৰু চৰিত কথা অমৃত মহান
আক শুনি জ্ঞানী হোৱা সবে ভক্তগণ।



## *কোচ ৰাজ্যৰ অবনতি, হাথিয়াদলৈৰ গুৰু পৰিয়ালক উৎপীড়ন*

### *পদ*

অতঃ পৰে গুৰু জনৰ কথাক বুলিলো
কোচ ৰাজ্যে কিবা ভৈলা তাৰ কথা কৈলো।
বৃদ্ধ কালে ভাতৃ শোক পাই নাৰায়ণ*
মণিহীন ফণি যেন বিষন্ন বদন।
মোগলৰ সতে মিত্ৰ যদিবা হইল
গৌড় ৰাজ্য ধবংস কৰি বিভক্ত কৰিল।
কৰতোয়া পূবে ছিল যত ৰাজ্য চয়
সেই সব ৰাজ্য কোচ ৰাজে ভাগ পায়।
বৃহত কোচ ৰাজ্যৰ ৰজা নাৰায়ণ
তথাপিতো শান্তি নাই মনত অকন।
বৃদ্ধ কালে পাইলা পুত্ৰ লক্ষ্মী নাৰায়ণ
ৰজা অবিহনে কিবা হয় যে চিন্তন।
চিলাৰাই ভাতৃ ছিল যেন এক কায়া
নকৰিলা বাদ তিনি সিংহাসন লাগিয়া।

তাৰ পুত্ৰ ৰঘুদেৱ অল্পমতি মান
ভাবিছিলে সিয়ে পাব কোচ সিংহাসন।
যখন দেখিলা লক্ষ্মী ডাঙৰ হইল
সিংহাসন লাভৰ সপোন ব্যৰ্থ যে ৰইল।
বিদ্ৰোহ আচৰিলে শুক্ল ধ্বজেৰ নন্দন
দল গোটাইয়া ৰাজ্য কৰে আক্ৰমণ।
বৃদ্ধ নৰ নাৰায়ণ ৰজাই তখন
সৈন্য সেনাপতি গণক কৰই বাৰণ।
ৰাজ্য ভাগ কৰি দিব দ্ৰোহ নাচৰিবা
পূৰ্ব্বাশেং পাতিব ৰাজা নিশ্চয় জানিবা।
বুঢ়া ৰজা নাৰায়ণ সোন কোষ ধৰি
তৰোৱাল পেলাই সীমা দিলা বান্ধি ধৰি।
সোণকোষ হব সীমা দুইখন ৰাজ্যৰ
পূৰ্ব্বদেশে হইব ৰাজ্য শ্ৰীৰঘুদেৱৰ।

* *নাৰায়ণ - ৰজা নৰনাৰায়ন*

পশ্চিম কৰতোৱা নদী জুৰি এইখন
ইয়াতে হইব ৰজা লক্ষ্মী নাৰায়ণ।
বৰ নদীৰ পৰা সোণ কোষ নদী তীৰ
দক্ষিনত গাৰো পাহাৰ ৰাজ্যৰ বাহিৰ।
ৰঘুদেৱক পাতি লন্ত কামৰূপৰ ৰজা
অতি উৰ্তনুৱা ডেকা পীড়া কৰে প্ৰজা।
স্বেচ্ছাচাৰী ডেকা ৰজা নাৰীৰ লুভীয়া
ৰঘুদেৱ তেনে বৃত্তি সুন্দৰী লাগিয়া।
হাথিয়া দলই আহি ৰজাত লগাই
মোৰ কাষে দুইজনী সুন্দৰী আছই।
তাহাৰ সম সুন্দৰী কতো দেখা নাই
আনিয়োক মহাৰাজ অন্তেষ পুৰ লই।
হাথিয়াৰ কথা শুনি ৰঘুদেৱ ৰায়
কুৰিজন ভৃত্য তবে দিলেক পঠাই।
চক্ৰপাণি বোলে পাছে ভক্তগণ প্ৰতি
তাৰ পাছে গুৰু পত্নীৰ কি ভৈলা দুৰ্গতি।
ৰমানন্দ ঢুকাইলা হৰিৰ মতি ভ্ৰম
পুৰুষ চতুৰ্ভুজ দুইৰ বয়স অতি কম।
বিধবা বোৱাৰী আছে সুমতি সুন্দৰী
এটি সন্তানৰ মাতৃ পূৰ্ণ যুবা নাৰী।
অতীব সুন্দৰী আই ৰমানন্দৰ জায়া
জগত ভুএগ্ৰৰ জীউ সোণ বৰ্ণ কায়া।
হৰিচৰণৰ ভাৰ্য্যা উৰ্মিলা সুন্দৰী
মাধবৰ ভগ্নী কন্যা ৰামচৰণৰ সহোদৰী।
তাহাৰ ৰূপৰ তুল নাই জগতত
স্বামী আছে হেতু আছে কপালত ফোট।
কিন্তু আই দেৱৰ বেলা সুখ নাই
হৰিচৰণ ঠাকুৰ ফুৰে অনাই বনাই।
ছোৱাল কালতে বিয়া কমলে কৰাই
শান্তি বিয়া নোহোতেই বৈকুণ্ঠে চলই।
শাশুৰ পৰিচৰ্য্যা হেতু ইয়াতে বোৱাৰী
বাৰী ভাত খাই তবু আছে ধৈৰ্য্য ধৰি।
চাকৰ বাকৰ গৈলা ধন লই পলাই
গোহালিৰ গৰু দুষ্টে চুৰ কৰি নেই।
আছিল মাধৱ গুৰু বিপদে আশ্ৰয়
হিংসা কৰি জ্ঞাতি বোৰে তাহাক খেদয়।
গুৰুৰ কনিষ্ঠ ভাতৃ বন গএগ্ৰগিৰি
দুৰ্যোৰ শত্ৰু হয় নাপাই উত্তৰাধিকাৰী।
হাথিয়া দলৈ নিজ ভাগী এক জন
ৰাম ৰায় খুড়াৰ পুত্ৰ পৰম শত্ৰু হন।
হাথিয়া বুঢ়াই পাছে কৰিলেক মন
শঙ্কৰৰ ভেটী মাটি কৰিবেক চন।
শঙ্কৰ আমাৰ একো বান্ধৱ নোহয়
যেনেতেনে কৰি যাব তাহাৰ অন্যায়।
প্ৰথমে ৰজাৰ কাষে গোচৰক দিলা
বৰলা মাধবে নাৰীৰ সঙ্গে কৰে খেলা।
শঙ্কৰৰ গৃহে আছে বিধবা তিনজনী,
তাতে ৰই আছে মাধৱ ভৃত্য বুলি গণি।
বিধবাৰ সঙ্গে সিটো কৰে ব্যভিচাৰ
আতৰাব লাগে তাক প্ৰাৰ্থনা আমাৰ।
ৰজাই শুনিয়া কথা হাথিয়া বুঢ়াৰ
মাধৱক দিলা হুকুম আতৰ হইবাৰ।

এই কথা মানি গুৰু সুন্দৰী পাইলা
শঙ্কৰ গুৰুৰ পৰিয়াল বিমোৰে পৰিলা।
তদন্তৰে ৰজাক দেখাই নাৰী লোভ
বোৱাৰী গনক দিয়া ৰজাক সন্তোষ।
এই দুই যুৱতীক ৰজাক লগাই
দিব যদি পাৰো মোৰ বৰ লাভ হই।
এই ভাবি হাথিয়া ৰজাৰ কাষে যায়
বোলে সিটো ঘৰে দুটি বিধবা আছয়।
আপোনাৰ ভোগ্য বস্তু আনায়োক যাই
অতিকে সুন্দৰী কন্যা তুলনা যে নাই।
হেঙা, ৰিহা নামে দুটি সাৰা যে আছিল
কুৰিজন লোক সহ তাহাক পঠাইল।
পাটবাউসী পাই দুই কন্যাক ধৰিলা
মাজু আই চন্দ্ৰাৱতী দাঁত উভালিলা।
বুঢ়ী যেন ভৈলা আই সাৰাই এৰিলা
বৰ আই সুমতিকজোৰ কৰি নিলা।
হায় হায় প্ৰভু মোৰ কি হ'ল বিলাই
শশুৰ অবিহনে যাতনাৰ সীমা নাই।
দঙৰ কুচি মাজ পাইলা দুত সহ আই
কিঙ্কিনা চৌধুৰী পথে আহিলা ওলাই।
বুলিলেক ইটো মোৰ দাদাৰ নন্দিনী
শঙ্কৰৰ পুত্ৰ বধু অতি গুণীমানী।
পশ্চাতে চলিলা লই টকা বস্তু কত
প্ৰাৰ্থনা কৰিলা গৈয়া ৰজাৰ ভাৰ্য্যাত।
ৰাণী বোলে ইটো কন্যা শঙ্কৰ বোৱাৰী
পিতৃগুৰুৰ বধু তুমি আনা কেনে কৰি।
ফিৰাই দিবে লাগি ৰাণী ৰজাক বুলিলা
কথা শুনি ৰঘুদেৱ তাক চাৰি দিলা।
ডেৰবৰ্ষ ৰইলেক পিতৃৰ গৃহত
পুৰুষোত্তম আছে ৰই মাতৃৰ লগত।
অতি দুখ মনে আই তাহাক জনাই
নাতি আৰু বোৱাৰী মোৰ তাতে আছে ৰই।
চৌধুৰী বোলে মই বহু টকা দিয়া
অতি যত্ন কৰি ভনী আনিলো ফিৰিয়া।
এতদিনে কিয় তোমাৰ খা খবৰ নাই
আজি বিচাৰিছা মাত্ৰ বোৰী নাতি দুই।
তাকে যাবলৈকে মই নিদিও কদাপি
আহিবলৈ পাৰে দুখ তথাত অদ্যপি।
সুমতি মাতৃয়ে পাছে কাতৰ কৰিয়া
পুত্ৰ সমে পাট বাউসী আহিল চলিয়া।
পুত্ৰ নাতি পাই আইৰ হৰষিত মন
কালিন্দ্ৰী আইৰ ৰঙ্গ বাঢ়িল তখন।
বাৰ্ত্তা পাই নাৰায়ণ দাস আতা চলি যাই
নৌকা ভৰাই ধান কল খৰিক ভৰাই।
তাৰ পাছে আহে আৰু বেহাৰৰ পৰা
ধন ধান লৈয়া আহে আতৰৰ পৰা।
এনেদৰে আই মাতৃৰ চলি যায় দিন
ভাবনা চিন্তাতে আইৰ তনু ভৈলা ক্ষীন।
তথাপিতো ধৈৰ্য্য ধৰি তথাত থাকিলা
অতঃপৰে কলে আতৈ গুৰুজনৰ লীলা।
এইসবে কথাক আমি এহিমানে এৰি
শ্ৰোতা সবে সমস্বৰে বোলা হৰি হৰি।



# দক্ষিন কুলীয়া বৰবিষ্ণু আতাৰ পৰিচয় আৰু শৰণ লাভ

## পদ

চক্ৰপাণি বোলো শুনা মহাভক্তগণ
কিমতে শৰণ লৈলা বিষ্ণু মহাজন।
বৰ কবৈবাৰী গ্ৰাম কমতা ৰাজ্যত
গৌৰাঙ্গ মণ্ডলৰ গৃহ ভুবন প্ৰখ্যাত।
ধন ধান হয় হস্তী মাটিবাৰী কত
ৰজাৰ সম্পত্তি যেন আছে অসংখ্যাত।
গৌৰাঙ্গৰ পুত্ৰ তান গৌৰী নাম ধৰে
সৌৰী নামে তান তনয় জন্মিলন্ত ঘৰে।
হিৰমল নামে ভৈলা তাহাৰ নন্দন
অহিৰ মল জনমিল প্ৰখ্যাত ভুবন।
বীৰমল নামে ভৈলা তাহাৰ তনয়
নীৰমল পুত্ৰ তাৰ সবাই জানয়।
কংসাৰি নামেতে পুত্ৰ জন্মিলেক তাৰ
দুষ্ট ৰাজ কৰ্মচাৰীক লগাইল মাৰ।
ৰজাৰ ৰোষত পৰি এৰি ঘৰ বাৰী
পলাই আহিল ৰাতি নিজ কবৈবাৰী।
হহকা নামেতে নদী পথতে আছিল
এন্ধাৰ সময়ে আহি নৌকা মেলি দিল।
ঘোৰ অন্ধকাৰ ৰাতি কিছু নেদেখয়
বালিচৰে গছ মুঢ়া লুকাই আছয়।
নাও লাগি গৈলা আহি গছৰ মুঢ়াত
উলটিয়া গৈলা নৌকা হহকা নদীত।
কংসাৰি সাতুৰি গৈয়া পাইলা নদী তীৰ
পাৰত উঠিয়া দেখে বিবস্ত্ৰ শৰীৰ।
শশীপ্ৰভা নামে পত্নী লগত আছিল
হহকা সলিলে তাই লীলা সামৰিল।
বয় বস্তু যত ছিল সব ছলি গৈলা
অকলে কংসাৰি বাপু তীৰত উঠিলা।
মাছ মৰা দুই লোকে হঠাতে দেখিয়া
নৌকা এৰি ভুত বুলি পলায় দৌৰিয়া।
কংসাৰি ৰিঙিয়াই বোলে আহা মোৰ পাশ
মনুষ্যৰ বেটা মই ঘটিল সৰ্ব্বনাশ।
বস্ত্ৰ একখনি দিয়া ককালে মেৰাও
পাৰত উঠিয়া মই গ্ৰামে চলি যাওঁ।
নদীয়ালে আনি দিলা বস্ত্ৰ একখনি
তাকো পিন্ধি চলি গৈলা ভগ্নী গৃহ গনি।
তথাত থাকিলা অৰ্দ্ধ বৰ্ষ কাল ধৰি
তাৰ পৰা গৈলা ভুজ মলাৰ নগৰি।
মালচাত ভিক্ষা চায় সোদৰ মাজি ঘৰে
আশ্ৰয় লইয়া থাকি বন্ধা কৰ্ম কৰে।
মাজিৰো বাঢ়িলা বয় বস্তু অংখ্যাত
কংসাৰিৰ যত্নে হয় খেতি শস্য যত।
মাজু কন্যা চকৰিক দিলা মাঝি বিয়া
গৃহ জোৱাই হুৱা ৰল মালচা থাকিয়া।

জন্মিলেক বৰ পুত্ৰ গোপাল যে নাম
তাৰ পাছে মাঝি পুত্ৰ কৰিলা কি কাম।
একো বস্তু নিদি ঘৰৰ বাহিৰ কৰি দিলা
তাৰ পৰা ওলাই গৈ অন্যত্ৰ চলিলা।
খুজি মাগি কৰ্ম কৰি পেট প্ৰবৰ্ত্তাই
খেৰ বাহ কাটি আনি গৃহক সজাই।
ঢেকী শাল ডুলি পাচি যোগাৰ কৰিলা
গৰু আনি খেতি বাতি কৰিবে লাগিলা।
লাপনীয়া বাঙনবীৰ চাপনীয়া আৰু
চাৰিজনে টঙি ৰখি গীত গাই বাৰু।
একডৰা মাটি লৈলা কড়ি চাৰি পোন
বেঙেনা বেচিয়া তেওঁ সুজিলন্ত ঋণ।
একবৰ্ষ পৰে বিধান বিচাৰিয়া যাই
লুইত পাৰ হুয়া পাছে গৈলা যে মনথৈ
ৰাতি থাকি গাইলা তাতে ভকতি প্ৰদীপ
গাই গাই শুই ৰল ৰাত্ৰিতে অধিক।
ঠাকুৰ আতা শুনিলেক গীত প্ৰদীপৰ
প্ৰভাতে সুধিলা পাছে এই গীত ক'ৰ?
উত্তৰ দিলা এই গীত নাৰৱীয়া গাই
আমি গাওঁ এই গীত ঠিকনা নাপাই।
আতা বোলে অন্ন খোৱা ধানক নিচিনা
হাতত পায় তাকে খায় যেন চকু কণা।
কংসাৰি বুলিলা বাপ পৰিচয় দিয়া
কোনজনে এনে গীত লিখিলা ৰচিয়া।
ঠাকুৰ আতা বোলে তেওঁ পুৰুষ মহান
ৰই আছে অদ্যবধি সুন্দৰীৰ থান।

তাহাৰ মাহাত্ম্য কথা কহন নাযায়
পৰম পুৰুষ তেওঁ মানুহ নোহয়।
কংসাৰি বুলিলা বাপ পথ দিয়া কই
বিক্ৰয় যাইবো আমি বুলিলো সত্যই।
ঠাকুৰ বুলিলা হেৰা কংসাৰি সুজন
বিধান লইয়া তুমি যোৱা এতিক্ষণ।
খেতি বাতি শেষ কৰি জিৰণি পাইবা
দহদিন পৰে আহি ইয়াতে থাকিবা।
মোৰ সতে দুয়ো যাম সুন্দৰীৰ থান
কৰ্ম কৰি বাক লাগি চলিও এখন।
এই বুলি কংসাৰিও গৃহে চলি গৈলা
খেতি কৰ্ম শেষ কৰি পুনৰ আহিলা।
ৰাতি থাকিলেক তৈতে আতাৰ গৃহত
লঘোন খটিলে দেৱ শৰণ আশাত।
পৰে দিন যেবে ৰাতি প্ৰভাতে হইলা
দুয়োজনে সুন্দৰীক লাগিয়া চলিলা।
খিৰা মৰলৰ ঘৰে মাধব গুৰুজন
শাস্ত্ৰি লিখি বহি আছে হুই একমন।
সুন্দৰ পুৰুষ ৰত্ন কিযে শোভিছয়
পুৰুষৰ ৰূপ দেখি বৰ্ণনা নাযায়।
অভয় চৰণে তেওঁ পশিলা শৰণ
আঠু কাঢ়ি সেৱা কৰি লন্ত দুয়োজন।
পৰিচয় লৈলা পাছে ঠাকুৰ আতাত
এওঁ কোণ বুলি প্ৰশ্ন কৰিলা বেকত।
ঠাকুৰ বুলিলা বাপ নাম যে কংসাৰি
মালচৰা গাওঁ মোৰ খাও কৃষি কৰি।

শৰণ লাভৰ আশা লইয়া মনত
মোৰ থানে প্ৰভাতে কৰালো দণ্ডাৱত।
গুৰু বোলে বোপা হেৰা নিৰমল নন্দন
আমাৰ ধৰ্ম বস্তু লই পশিলে শৰণ।
একমত যদি নোহে বাপ ভাতৃগণ
ভাৰ্য্যা পুত্ৰ সবে যদি নকৰয় মন।
সবাকো তিয়াগী যদি আহিবা ওলাই
তেহে বস্তু পাবা বাপু শৰণক লই।
কংসাৰি বুলিলা মোৰ ভাই বাপ নাই
পত্নী যদি নলয় মানি এৰিবো সত্যই।
মাধবদেৱ নাম বস্তু ধৰ্ম দীক্ষা দিল
কংসাৰি নামক সলাই বিষ্ণু নাম দিল।
যেক্ষণে আহিলা তুমি আমাৰ পাশক
বিষ্ণুক স্মৰিলো মই মুখে লইলোবাক।
এতেকে তোমাৰ নাম বিষুদেৱ থাকিব
বিষ্ণু ভক্ত বৃদ্ধি কৰি সন্মান কৰিব।
সমস্ত উজাৰি দিলা আতা যে বুলিলা
মহন্তৰ সতে গুৰু আগে ঠাই দিলা।
হৰি নাম বস্তু লই গৃহক নযাই
মায়া পাশে বন্দী হব কিছু ইচ্ছা নাই।
মাধৱদেৱ বোলে বিষ্ণু গৃহে চলি যোৱা
সিটো পাৰে হৰি নাম লোকত বিলোৱা।
ৰাত্ৰিকালে দুয়ো আতা তথাত থাকিল
পৰ্মানন্দ পাছে এক অদ্ভুত দেখিল।

## *মজিয়ালিৰ সুখ*

ৰজনী প্ৰভাত ভৈল তপন উদয়
গুৰু সমে দুই আতা আলোচ কৰয়।
ৰাত্ৰিকালে ঢাৰী পাৰি শুলে দুইজন
মধ্যত আছিলা গুৰু শোৱে কি কাৰণ?
ভাৰ্য্যা পুত্ৰ এৰি মই থাকিবো ই ঠাই
কিবা হেতু গুৰুজনে আমাক বাধই।
গুৰু বোলে গৃহে যদি ভাৰ্য্যা পুত্ৰগণ
সুখ শান্ত শুদ্ধ মতি ধাৰ্মিক সুজন।
সবে যদি পিতৃক মানয় দেৱ বুলি
পত্নী যদি স্বামী গুৰু ধৰে আকোৱালী।
পিতৃক দেখয় যদি দেৱতাৰ সম
তাৰ বিনাদেশে কিছু নকৰয় কৰ্ম।
পত্নী যদি শুদ্ধ মতি প্ৰিয়ম্বদা* হয়
স্বামীৰ সন্তোষে সুখ বুলি ধৰি লয়।
পুত্ৰ কন্যা ভৃত্যগণ তাহাৰ সেৱক
প্ৰতিজনে ভাৱে যেন পিতৃহে পালক।
সবে যদি সদালাপী শান্ত মতি হয়
স্বৰগৰ সুখ আহি গৃহতে মিলয়।
এতেকে হে ভক্ত বাচা নিৰমল নন্দন
ভাৰ্য্যা পুত্ৰ সমন্বিতে কৰা আলোচন।
যিটো গৃহে মাধৱৰ ভকতি সাধয়
গৃহশ্ৰম স্বৰ্গ তুল্য সিটো গৃহ হয়।
কদাপি নেৰিবা সিটো গৃহ কোনোজন
চাৰি পুৰুষাৰ্থ মিলে জানা মহাজন।

* *প্ৰিয়ম্বদা - সুভাষীনি, ভাল লগা কথা কওতাজনী*

*জগতত যতেক আছে সজ্জন সকলে*
*গৃহ বাস এৰি যদি সন্ন্যাস ধৰ্ম ললে।*
*বংশ বৃদ্ধি হব মাত্ৰ চোৰ ডকাইতৰ*
*সৃষ্টিৰ উদ্দেশ্য নষ্ট হব বিধাতাৰ।*
*পদ্ম পত্ৰ জলে জন্মি জল মাঝে ৰয়*
*জলৰ পৰশে তাক তিয়াইতে নাৰয়।*
*মায়াৰ গৃহতে থাকি হলে মায়াহীন*
*সেইজন পৰম ভক্ত জ্ঞানত প্ৰবীন।*
বিশেষতঃ দক্ষিন কুলে তোমাক পাতিলো
পালি পোখা শিষ্য হব বাক্যক বুলিলো।
শখা সত্ৰ পাতি তাতে ধৰ্ম প্ৰবৰ্ত্তাই
আমাৰ আৰ্হিতে কৰ্ম কৰিবা সদাই।
ভকতি প্ৰদীপ শাস্ত্ৰ আগত থাপিবা
এই আৰ্হি লৈয়া তুমি শৰণ ভজন দিবা।

বৰ বিষ্ণু আতা নাম দক্ষিন কুলৰ
তিনিও ৰাজ্যত খ্যাতি বাঢ়িব তোমাৰ।
আমি যিটো তোৰা দুই একে গুৰুজন
সেই হেতু এক শয্যাত কৰিলো শয়ন।
প্ৰতি জনৰ হাত ভৰি প্ৰতিতে লাগিল
আমাৰ মাজত উচ্চ নীচ নাথাকিল।
সখী মই আৰু তুমি এই তিনিজন
একেদেহ একে মন একে ধৰ্ম জ্ঞান।
নাৰায়ন দাসে বোলে কথা এই মানে
সখী সমে মজিয়া লীত পালো তিনিজনে।
নাৰায়ন দাসে বোলে কথা এহি মানে
সপোনতে মজিয়ালিত পালো তিনিজনে।
গুৰুক প্ৰণাম কৰি চলে দুইজন
নৌকা চৰি মনথৈ কৰিলা গমন।

বিষ্ণু আতা শৰণ কথা মনত সুৱৰি
গুৰু পদে দিয়া মন বোলা হৰি হৰি।

:—x—:

## বৰ বিষ্ণু আতাৰ গৃহসুখ আৰু স্ত্ৰী পুত্ৰৰ শৰণ লাভ

### ছবি

চক্ৰপাণি বোলে পাছে, আতৈ গৈলা গৃহ পাৰ্শ্বে
পত্নী পুত্ৰ গৃহে আছে ৰই
মনৰ পৰীক্ষা হেতু গৃহক নযাই পাছে
পদূলিত থাকিয়া চিন্তই।

পাছে আগবাড়ি গৈয়া বগৰীৰ তলে ৰৈয়া
তলমুৰ কৰি বহিঁৰৈলা,
ভাৰ্য্যা পুত্ৰগণে আহি আচৰিত হুয়া সোধে
পিতৃ কেন গৃহক নগৈলা?
কংসাৰিৰ পুত্ৰ তিনি গোপাল, হৰি যদুমনি
মাতৃকাষে সুধিলন্ত গই
তিনি দিন পৰে আই গৃহৰ ভিতৰে নাহি
গছতলে আছে ঠিয় হই।
আতা বোলে মৰমেৰে বেহালো হাট সংসাৰে
মূল নাঠি নগৰত পশি,
মহাজনে লগ পাই দিলে মোক শোধই
বেহা কৰি ধাৰ মৰা আজি।
বেহাব নেপাৰ যদি আহিবা দুনাই ফিৰি
সোধ মহাজনে শুজাধাৰ
কি কিৰো উপাই নাই কত থাকি কত যাই
কোন থানে উঠি পাও পাৰ।
পুত্ৰ তিনিজনে পাছে মাতৃত বুলিয়া আছে
কিবা কওঁ পিতাৰ কাষত
আমি যদি সজ নই গুচি যাব পিতাদেউ
সজ হলে থাকিবা ঘৰত।
মাতৃ সুবোধিনী আই বুলিলেক নম্ৰ হই
আগ বাড়ি কাষত বহিলা,
ভাৰ্য্যা পত্ৰ আছে চাৰি আৰু আছে মাটি বাৰী
গৃহ বনিজ কৰিবে খাটিলা।

আইৰ দেখি শুদ্ধ মতি    বুলি লন্ত বিষ্ণু আতা
পাক চৰু সব তেনে ধুৱা
আমিয়ে সিজাব অন্ন    হৰিত নলৈ শৰণ
নহব যে আমি অন্ন খোৱা।
সুবোধিনী আই বোলে    তিৰিছলি সঙ্গে গলে
লুইত পাৰ  হইব কিমত,
শৰণ লভিবে লাগি    নহয় সহজে যোৱা
আছে বাধাই কিছু দিনত।
আতা বোলে প্ৰিয়জনী    মোৰ কথা লোৱা মানি
নালাগে যাইবাক দুৰলই,
যিমতে যি কৰ্ম হয়    শিকি আছো নিজে মই
কালি পাৰিবাহা শৰণ লই।
আই বোলে আজি আমি    লঘোনে থাকিব স্বামী
মাতা পুত্ৰ মাত্ৰ তিনি জন
ৰাত্ৰি কালে লঘোণ খাটি    কালি আনো শৰাই পাতি
পুৱালেই লইব শৰণ।
এই বুলি লঘোণ দিয়া    আই সুবোধিনী প্ৰিয়া
পুত্ৰ দুই আৰা তিনিজন
ভক্তি প্ৰদীপ শাস্ত্ৰ লই    থাপনা গৃহ সজাই
তিনিজনে লৈলেক শৰণ।
ধৰিলা সহজ ব্ৰত    লৈলা শঙ্কৰৰ মত
অন্যায় কাম কাৰো নকৰয়,
সদায় সত্যত থাকি    ঈশ্বৰত বিশ্বাস ৰাখি
কাৰো ঘৰে ফুৰি নুফুৰয়।

সজ কাম সজ বৃত্তি দেখিলেক সবে অতি
আচম্বিতে কংসাৰি গৃহৰ
পুচিলা সবাই আহি বিস্ময় গৈলন্ত চলি
গুৰু কৃপা ভৈলা ইসবৰ।
নাম গুণ মাধবৰ শুনিয়োক সব নৰ
গুৰুৰ কথাত দিয়া মন
আয়ু যাই আলেজালে কেতিক্ষণে ধৰে কালে
কোনো দিনা পৰয় জীৱন।



## লাপনিয়া আধলিয়া বাঙন আতৈৰ শৰণ খাটা গোপাল আদিৰ ধৰ্ম গ্ৰহণ

### পদ

কতদিন বিষ্ণু আতা থাকিলা গৃহত
ভাৰ্য্যা পুত্ৰ অনুগামী সদা ধৰ্মে ৰত।
শাস্ত্ৰ চৰ্চ্চা ধৰ্ম চৰ্চ্চা নাম কীৰ্ত্তন কৰি
ভাৰ্য্যা পুত্ৰ গণ সমে থাকে কৃষ্ণ স্মৰি।
কাৰো ঘৰে অন্ন জল নকৰে গ্ৰহণ
বিবাহ কৰ্ম শ্ৰাদ্ধাদিত নাযাই কখন।
লাপনীয়া, বাঙ্গনীয়া আধলিয়া তিনি
তিনিওৰে ভাৰ্য্যা যায় নদীৰ পানী আনি।
কংসাৰিৰ ভাৰ্য্যা দেখে অতিকে গহীন
চলন ফুৰণ মৃদু কৰ্মত প্ৰবীন।
ঘৰবাৰী চিকুনাই গাৱপাৱ ধুই
আঠু কাঢ়ি কিবা কৰা সবেও দেখই।
সদা সৰ্ব্বদাই সজ আচৰণ কৰি
একান্ত চিত্তেৰে সদা জপে ৰাম হৰি।
তিনি ভাৰ্য্যা আহি পাছে কংসাৰি জায়াত
কিবা কথা দেখো আমি কৰিও বেকত।
সুবোধিনী বোলে ভনী মোৰ স্বামী গুৰু
মহাপুৰুষৰ শিষ্য ভক্ত কল্পতৰু।
তাহাৰ চৰণে গৈয়া লভিছে শৰণ
এতেকতে কৰো নিতে কৃষ্ণৰ কৰম।
লাপনীয়া আধলীয়া বাঙ্গনৰ জায়া
বিষ্মিত ভৈলাহা আহি খবৰ শুনিয়া।
স্বামীত কহিলা বিবৰণ সমুদায়
আতাত পুচিলা পাছে যত কথাচয়।

আতা বোলে নিজ কথা ললো কৰি স্থিৰ
যদি লাগে বস্তু যোবা চিৰি লুইত তীৰ।
সুন্দৰীত আছে প্ৰভু বিষ্ণু অৱতাৰ
তাহাত আশ্ৰয় লৈ হোৱা ভব নদীপাৰ।
একদিনা আতা সমে গৈলা চাৰিজন
ঠাকুৰ আতাবাৰী সবে কৰিলা গমন।
তাৰ পৰা পাঞ্চ জনে সুন্দৰীত গৈলা
তিনি সঙ্গী হুয়া পাছে শৰণক লৈলা।
শৰণৰ পৰে সোধে মাধব মহান
কি কাৰণে এত কষ্টে অহা এই স্থান।
তিনি সঙ্গী বোলে বাপ গুৰু অৱতাৰ
দৰ্শনৰ হেতু আহে ইচ্ছা থাকে যাৰ।
গুৰু বোলে ইহা আহা নাই প্ৰয়োজন
বিষ্ণুত অৰ্পিয়া দিছো যত বস্তুমান।
তাহাৰ কাষক গিয়া পশিবা শৰণ
লুইত পাৰ হই অহা নাই প্ৰয়োজন।
শুনা বাপ গণ সবে বুলিবা সবাই
বিষ্ণু আৰ আমাৰ মধ্যে কিছু ভেদ নাই।
তাৰ পাছে খাটা গোপাল আঢ্য বন্ত অতি
ধন ধান মাটিবাৰী বৰই সুখ্যাতি।
কংসাৰি ধৰিছিল কড়ি গোপালৰ পাশে
এটিও নিদিলে তাক গোপাল মহাভাগে।

তাৰ পাছে হৰি শিবানন্দ যে গোপাল
লটি মা, নাৰায়ন ৰাম আৰু যশপাল।
সবেও আতাৰ কাষে শৰণ লভিলা
দক্ষিণ পাৰে সত্ৰ স্থাপন মানস কৰিলা।
যেবে আন লোক সবে পশিলে শৰণ
গোপালৰ মহাখেদ লাগিল তখন।
বিষ্ণু আতা কাষে লৈয়া বহু ধন ধান
ভাৰ্য্যা সমে তাৰ কাষে লইলা শৰণ।
গোপাল বুলিলা আমি পালো বৰ খেদ
এতিয়া বুজিলো গুৰু ধৰ্মৰ সম্ভেদ।
ধন ধান লাগে সত্য ধৰ্ম লাগে আৰু
সুন্দৰীক যাবো আমি চাই লম গুৰু।
এক দিন সব ভক্ত মিলি এক হই
মাধবৰ পাশে আহি সাক্ষাত কৰই।
ভক্ত চাৰি বোলে বাপ পালো দৰশন
আজিহে সফল ভৈলা আমাৰ জীৱন।
এক দিন থাকি তাতে ভক্ত চাৰিজন
মনথৈ গ্ৰামে সবে কৰিলা গমন।
ঠাকুৰ আতাৰ কাষে সাক্ষাত কৰিলা
তাহাক দেখি ঠাকুৰ আতাবৰ ৰঙ্গ পাইলা।
গুৰুৰ চৰিত কথা অমৃত লহৰী
ভক্ত গণে একচিত্তে বোলা হৰি হৰি।

>>>>■<<<<

## গুৰু মাধবদেৱৰ নাম ঘোষা ৰচনা, ভাগিন ৰামচৰণক শিক্ষাদান আৰু কমলাপতিৰ শৰণ

### পদ

ভক্তগণে পাছে কৰ যোৰে যে বোলয়
সুন্দৰীত মাধৱ গুৰু কি কৰ্ম কৰয়।
কিবা কিবা কৰ্ম কৰি কটাইল কাল
কোনে কোনে ললে ধৰ্ম ভকত সকল।
চক্ৰপাণি বোলে শুনা হেৰা ভক্তগণ
সুন্দৰীত যি কৰিলা বঢ়াৰ নন্দন।
নামঘোষা কলুপ ঘোষা আদিক লিখিলা
গুৰু ভট্টিমাক দেৱ ৰচনা কৰিলা।
ইসৰত মনোযোগ কৰিল যখন
ধৰ্ম প্ৰচাৰত গতি লেহেম তখন।
ঠাকুৰ আতা আছিলেক গ্ৰাম মন্থই
সুবিধা পাইলে ভক্ত মাতিয়া আনই।
দুই চাৰি লৰা মাতি আখৰ শিকাই
পঢ়িব লিখিব জনা কৰিলা গোসাই।
দামোদৰে সঙ্গে চাৰিজন ভক্ত লই
ঘৰে ঘৰে হৰিনাম ফুৰিলা বিলাই।
চাৰিফালে থাপিলন্ত সন্ত চাৰিজন
বহল কৰিলা দেৱ ধৰ্ম ৰাজ্য খন।
নাম মন্ত্ৰ দিয়া মাথো শিষ্যক বঢ়াই
নীতি নিয়ম খাদ্যাদিত বেচি ৰাপ নাই।
বঢ়াইলা বহু শিষ্য দামোদৰ ৰ্বাই
মাধবদেৱৰ শিষ্য সংখ্যা বেচি বঢ়া নাই।
কিন্তু ভক্তগণে আখৰৰ জ্ঞান পায়
কীৰ্ত্তন নাম ঘোষা অৰ্থ আয়ত্ব কৰয়।
যত উপনিষদ আছে সবাকে পঢ়িলা
নামঘোষা শাস্ত্ৰ খনি ৰচনা কৰিলা।
একদিনা ৰামচৰণ কথাক নুশুনি
নিলিখে নপঢ়ে মাত্ৰ থাকে মনে গুনি।
খুটা বান্ধি ঠেলা মাৰি ভাগিনক মাৰিলা
মুৰ ফাটি এক বিন্দু শোণিত বহিলা।
উৰ্ব্বশী মাতৃয়ে বোলে বৰ দুখ পাইলা
ভাগিনক প্ৰহাৰ কৰি কি কৰ্ম কৰিলা।
মাধব বুলিলা শিক্ষা দানে দোষ নাই
ছাত্ৰক তাড়না কৰে গুৰুৱে সদাই।
এইদৰে জব্দ কৰি ভাগিনক পঢ়াই
আৰ কিছু বালক যে লগতে শিকাই।
একদিনা মোমায়েকৰ তাড়নাৰ ভয়ে
পলাইলা ৰাম চৰণ সান্ধিয়া সময়।
জোৰ লই মাতৃ পাছে বিচাৰি নাপাই
বুলিলেক মাধৱত ভাগিনা যে নাই।
মাধব বুলিলা জোৰ দিয়া বাৰু মোক
ক'ত পলাইব ৰাম বিচাৰ কৰিয়োক।
জোৰ লই মাধব দেৱ চলাথ কৰিলা
কুহিয়াৰ তলীৰ মাঝে বিচাৰি পাইলা।

তাৰ পাছে মাতৃ দেৱী উৰ্ব্বশীক দিয়া
বোলে কিছু নুবুলিবা থাকিব পঢ়িয়া।
এনেদৰে ভাগিন আৰু ল'ৰা দুই চাৰি
পঢ়াইলা মাধবদেৱে বহু যত্ন কৰি।
তাৰ পাচে এক কথা শুনা দিয়া মন
কিমতে শৰণ লৈলা তেলী নাৰায়ন।
কাৰাকুচি নামে গাওঁ কাপলা উত্তৰে
হৰিপদ আতৈ ভক্ত সুখে বাস কৰে।
তান বস্তিত থাকে এক উদাসীন লোক
তেলপেৰা বিক্ৰি কৰা নিজৰ পালক।
একবাৰ তেল লৈয়া মাটি সাজে থৈ
বেৰাইয়া সুন্দৰী দিয়াতে ওলায় গই।
গুৰুৰ মুখৰ অমৃত ময় বাণী শুনি
থমকি ৰইলা তাতে আপোনা আপুনি।
তেলৰ সুগন্ধ চাৰি দিকে বই যাই
গুৰুৰ কথাত মাত্ৰ কাণ পাতি ৰই।
শঙ্কৰৰ কথা তাতে সাঙুৰি বোলই
কৃষ্ণ আৰু শঙ্কৰৰ পৃথকতা নাই।
কথা অৱসানে গুৰু মাধবে মাতিলা
কোণ কোণ আছে গৃহে জানিবে খুজিলা।
কমলা বুলিলা মোৰ গৃহে কোনো নাই
ঢুকাই গৈলা তিৰি ছলি আমি অকলেই।
তেল বিক্ৰি কৰি আছো আমি অকলেই
তব কথা মৃতে মোৰ মনক জুৰাই।
গুৰু বোলে ইটো কৰ্ম কৰা ঐত থাকি
হৰি কথা মৃত শুনা খাবা তেল বিকি।

ঘৰে গৈয়া কানি কাপোৰ দুই এচুখুৰি
লইয়া আহিল তেওঁ থান যে সুন্দৰী।
গুৰুৰ গৃহত থাকি শৰণ লভিলা
তাহাৰ চৰণে মন প্ৰাণক অৰ্পিলা।
প্ৰসঙ্গৰ অন্তে যায় তেল বিকিবাৰে
সন্ধিয়া প্ৰসঙ্গ আগে আহে ফিৰি ঘৰে।
এইৰূপে একচিত্তে গুৰু ধৰ্ম্ম ধৰি
ধৰ্মৰ তত্ত্বক লৈলা অতি আগ্ৰহ কৰি।
তাৰ পাছে একদিন কাৰাকুচি গৈলা
এক পক্ষ থাকি তাত পুনৰ আহিলা।
মাধবৰ পাৱে ধৰি পশিলা শৰণ
সাদৰি মাতেৰে গুৰু বুলিলা বচন।
এতদিন বাৰু তুমি আছা কোন ঠাই
কিবা কৰ্ম কৰি আছা বুলিও বুজাই।
কমলা বুলিলা বাপ আছো নিজ গ্ৰামে
সবলোক ভোল গৈলা নিশা হৰি নামে।
সজ কৰ্ম বুলি লোক সবে প্ৰশংসিলা
শুনিবাৰ আগ্ৰহ কৰি মোক ৰাখি থৈলা।
হৰিপদ নামে এক লোক যে প্ৰধান
মুখীয়াল লোক তিনি গোটেই গাওখন।
অতীব আগ্ৰহে শুনে মোৰ হৰি নাম
এৰিবে নপাৰি দেখি আগ্ৰহ এতখান।
মাধব গুৰুই বোলে কালিলৈ যাইবা
আগ্ৰহ কৰি আহে যদি মাতিয়া আনিবা।
পৰদিনা গৈলা সিটো কাৰাকুচি গ্ৰাম
গুৰুই মাতিছে বুলি কহিলা সকাম।

কমলা পতিয়ে বোলে হৰিপদ ৰায়
মাধব গুৰুই বাপ মাতিছে তোমায়।
হৰিপদ বোলে মই সাজু যাইবাৰ
অন্য কিবা আছে যদি কোৱা একবাৰ।
কমলাপতিয়ে বোলে মোৰ সঙ্গে যাইব
টকাবস্ত্ৰ চাউল কিছু লগত লইব।
পিচদিনা দুইজনে সুন্দৰী পাইলা
গুৰুৰ আদেশে দুই দিনকু বঞ্চিলা।
দিবা ভাগে শৰণ লই ৰাত্ৰিও থাকিল
যতেক ৰহস্য তত্ত্ব সবাকে বুজাইল।
অহা যোৱা কৰিবা বুলি আদেশিলা
গুৰুৰ বচনে কমলা পতিয়ে আহিলা।
হৰিপদ আতৈ কাৰা কুচি থান পাইলা
কমলাপতিয়ে বহু টকা বস্ত্ৰ দিলা।
বুলিলেক চাউল সিজা কোনেনো কৰিব
হৰিপদ বোলে আই চাউল সিজাব।
একে নাম একে শৰণ একে কলেবৰ
একে কায় একে ধৰ্ম নাৰী পুৰুষৰ।
হৰিপদ থাকিল কিছুদিন ধৰি তাত
দুই চাৰিজন ধৰ্ম ধৰিলে ইয়াত।
হৰিপদ আতৈ আৰু কমলাৰ পতি
কৰিলা অনেক শিষ্য ঘুৰি দিবা ৰাতি।
মাধবক গুৰু দেখাই আনে বহুজন
নিষ্ঠা কৰি কৰে সদা ধৰ্ম আচৰণ।
কাৰাকুচিৰ পৰা ধৰ্ম প্ৰচাৰে বহুত
কমলাপতি হৰিপদ ধৰ্মক দিয়াই কত।
মাধব গুৰুৰ লীলা শুনি কৰ্ণভৰি
সব সাধুগণে ডাকি বোলে হৰি হৰি।



## বৰবিষ্ণু আতাৰ চিহ্নযাত্ৰা আৰু দক্ষিণপাৰত সত্ৰ থাপনাৰ বাবে মাধবদেৱৰ আজ্ঞা দান

### পদ

মালচাত থাকে বিষ্ণু আতাই যখন
অসংখ্য ভকতগণে লভিলা শৰণ।
সঙ্গী হুয়া দুই তিনিজনে শৰণ লয়
আন গুৰু থকা বুলি মনে নমানয়।
একদিনা মাধবদেৱ বিষ্ণুক মাতিলা
কৰ্মব্যস্ত থকা হেতু আহিবে নোৱাৰিলা।
পিচে একদিন আহি বিষ্ণুই বুলিল
কৃপালু গুৰু বাপ কথাক জানিল।

আপোনাক গুৰু দেখাই বুলিলো বচন
বোলে আপোনাত ভিন্ন নলৈব শৰণ।
মাধৱ বুলিলা চিহ্ন যাত্ৰা পাতিয়োক
সখী সমে তিনিজন আমি যাইবেক।
গুৰুৰ আদেশে বিষ্ণু মালচা চলিলা
নৰসিংহ বধ যাত্ৰা ভাওনা পাতিলা।
শিষ্যযত আছিলেক সবাকে জনাই
ৰভা তোৰণ সাজিবাক সজোৰে বোলই।
দিন এক মালচাত চিহ্ন যাত্ৰা পাতি
গুৰুক আহি মাতিলেক নাৰায়ন সহিতি।
মুখ্য বাদ্য তাল খোল পোচাক আদি নিলা
গায়ন বায়ন মুখা গদা ঐৰ পৰা নিলা।
মাধবক দোলাত নিয়া বৰণ কৰিলা
গায়ন বায়ন ঢোল খোল বজাই আনিলা।
শ্ৰীৰাম আতা বলোৰাম সঙ্গে চলি যায়
মাধবৰ কাষত ঠাকুৰ আতাই বহয়।
হীৰাদলৈ কশিপুৰ ভাওনা লইলা
প্ৰহ্লাদ সাজিয়া গোবিন্দক দেখাইল।
ৰাম চৰন ঠাকুৰদেৱ আলধৰাত প্ৰায়
এইমতে ঠাকুৰদেৱ মালচাতে যায়।
দোলাত নিয়া মাধবক বৰণ কৰিলা
গাদী পাৰি নিয়া কাপোৰত বহাইলা।
কাষত বহিলা গৈয়া নাৰায়ন দাস
বাকী ভক্তগণে কৰে আনন্দে উচ্চাস।
ছল কৰি একবাৰ মাধব বোলয়
ইমান ভুল কৰা কিয় বিষ্ণুক কহয়।

বিষ্ণু বোলে বুলিওক দোষ কিবা ভৈল
কৃত্ৰিম খণ্ড দেখাই গুৰু মাধবে বুলিল।
নাটকৰ দোষ ক্ৰটী বুজাই কহিলা
কৰযোৰে বিষ্ণু আতা প্ৰণাম কৰিলা।
সভাসদ গণে বোলে গুৰু এইজন
গুৰুৰ গুৰু পৰম গুৰু জানিলো এখন।
তাৰ পাছে দৰ্শকগণ মনতে ভাবিল
আমাৰ গুৰুৰ গুৰুজন সবাই দেখিল।
গৌড় বৰণ কায় নাক তিল ফুল
শিৰে কলা চুলি আৰু অধৰ ৰাতুল।
ধীৰ স্থিৰ মতি বুদ্ধি দীপ্ত যে নয়ন
স্ত্ৰী পুৰুষ সবাকাৰে কাঢ়ি লয় মন।
প্ৰণামীক দিয়া সবে সেৱা জনাইলা
দক্ষিণ পাৰৰ বহুলোক শৰণ লভিলা।
হিৰানক্ষ বধ কৰি দুই ঠেঙ ফালি
দেখুৱাই গুৰুজনে চিহ্ন অবিকলি।
মানুহ ফলা বুলি সবে আতৰি পলাই
ঠাকুৰ আতা জোৰে মাতি সবাকে বুজাই।
ভাওনাৰ ভাও দেখি নাযাবা পলাই
মিছাকৈয়ে কটা মৰা লোকক দেখাই।
তাতে আতৈগণে পাছে টকা বস্ত্ৰ পাই
এনেদৰে মালচাত ভাওনা দেখিলা
সবলোকে ভাওনাত বিস্ময় মানিলা।
পিচদিনা কতজনে আহি গুৰুক চায়
দণ্ডবতে সবলোকে প্ৰণাম জনায়।

বহু ধন বস্তু বস্ত্র কতনা মিলিলা
তাৰ পাছে উজাই গই হেৰেমদ পাইলা।
ছয় মাহ হেৰেমদত থাকিল গুৰুজন
কছাৰীৰ ৰজা লাগ পাইলা তখন।
ৰাম আতৈ পানী আতৈ লাৰুবা বায়ন
কছাৰীৰ পৰা আতৈ হইল তিনিজন।
ৰজাৰ শৰণ লবৰ দেখিয়া আগ্ৰহ
ফিৰিয়া আহিল গুৰু ঘুৰি মালচাক।
পথমধ্যে ভেট ফুল ডবা এটি পাইলা
ৰামচৰণৰ আগ্ৰহ তথাতে ৰহিলা।
মনোমোহা ভেট ফুল কেবাটি লইলা
নৌকা ৰাখি গুৰুজন তথাতে থাকিলা।
বাক্য বুলি লাহা গুৰু ইখানি থানত
সত্ৰ একখনি হব হেৰেমদ নামত।
তাৰ পাছে পানী কুম্ভি নামে ঠাই পাই
এক ৰাতি ৰৈলা তাতে নাওক ৰখাই।
বুলিলা গুৰুৱে সত্ৰ হব এই ঠাই
নাম ধৰ্ম প্ৰচাৰিব সকলো প্ৰজাই।
সৰু হেৰেমদ সত্ৰ যি থানে হইলা
যত প্ৰজা আছিলে গুৰুৰ ধৰ্ম লৈলা।
কলখোৱা নামে বিল সেই নাম পালে
কুলচী থানত থাকি আৰু ভটিয়ালে।
মালাকাৰ গছ লতা দেখি এক ঠাই
মালৈবাৰী সত্ৰ খনি সিটো থান পাই।

বেতনি দেখিয়া ভৈলা সত্ৰ বেতবাৰী
এনেদৰে ৰাখে নাম সত্ৰ কাৱেমাৰী।
যথা যথা গুৰুজন ক্ষণেক জিৰাই
তাহাতে এখনি সত্ৰট থাপনা কৰই।
শিকাৰহাটী, ঢোপগুৰি, নগৰা, মৰহাট
গুৱালবড়ি দীঘলকুচি আৰু গুৱালহাট।
নহাটী, নহৰি, জটীয়া কান্দপুৰ
এনেদৰে সত্ৰ তাত হইলা প্ৰচুৰ।
একচামা বৰ বৃক্ষ আকাশ লৰিয়া
সেই ঠাই সত্ৰ হৈলা নাম চমৰীয়া।
মালৈবাৰী বেতবাৰী কাতৰিবাৰীয়া
হৰিপুৰ দলগোমা আৰু যে নলগুা।
এইমতে দক্ষিন কুলত সত্ৰ পাতি
সোহিথানে বিয়পিলা মাধৱদেৱ জ্যোতি।
ঘুৰি মালচাত ৰই আহিলা সুন্দৰি
দক্ষিন পাৰত সত্ৰ ভৈলা ডেৰকুৰি।
যথা যথা গুৰুজন ক্ষনেক জিৰাই
তথাতে এখনি সত্ৰ থাপনা কৰই।
সুন্দৰি পাইলা আহি ছমাহৰ অন্তে
নাম শলা বন্তি জ্বলি আছিলা তথাতে।
মাধবদেৱৰ লীলা এহিমতে থওঁ
আতা পুৰুষ সব কথা আৰু কিছু কওঁ।
গুৰুৰ চৰিতা মৃত সবে মনে ধৰি
ডাকিয়া ঘোষিও সবে বোলা হৰি হৰি।

>>>>■<<<<

## গোপাল আতাৰ চৰিত্ৰ উপাখ্যান

### পদ

বিয়পি প্ৰসঙ্গ যেবে অন্ত পৰি গৈলা
ভক্তগণে চৰিত কথা আতৈত সুধিলা।
শুনা ওৰে সাধু সব কথা সাৰ তত্ব
গোপাল আতা নামে একছিল বৰ ভকত।
পূৰ্ব্ব পুৰুষৰ সবে শুনা পৰিচয়
কনৌজ কায়স্থ পুত্ৰ ইজন হোৱয়।
লেঙ্গা মাগুৰীৰ পৰা আহে চণ্ডীবৰ
এনে মতে উজাইলা কাইথ ৰুদ্ৰেশ্বৰ।
তাহাৰ পিতৃ আছিলেক কলিতা কুলৰ
জন্মীলেক তান পুত্ৰ নাম খন্তেশ্বৰ।
খন্তেৰৰ পুত্ৰ পাইল গোপেশ্বৰ নাম
বিৰোচন ভৈলা পুত্ৰ গুনে অনুপম।
চতন গিৰি নামে জন্ম বিৰোচন নন্দন
তনয়ৰ নাম থৈলা শ্ৰীশঙ্কৰৰ্ষন।
নৰদেৱ নাম ভৈলা তাহাৰ তনয়
পুত্ৰ জনমিল তাৰ কামদেৱ মহাশয়।
কামদেৱৰ অন্য নাম গিৰিকামেশ্বৰ
লোক মধ্যে খ্যাতি মন্ত নাৰায়নপুৰৰ।
পিতৃৰ সম্পত্তি পাই সন্তোষ লভিলা
কামেশ্বৰ গিৰি ভুঞা প্ৰখ্যাত লভিলা।
বজ্ৰাঙ্গি নামেতে কন্যা অতি ৰূপৱতী
বৃদ্ধ শংকৰ নামে এক বুঢ়াৰ সন্ততি।

বিবাহ কৰিলা বুঢ়া কামেশ্বৰ গিৰি
কন্যাৰ ৰূপেৰ কথা বৰ্ণাইতে নপাৰি।
অনেক দিন ধৰি তাৰা সন্তান নাপাই
মনৰ দুখতে কাল কটালে সদাই।
সন্তান হীন দেখি স্বামী কামেশ্বৰ গিৰি
বৈমাত্ৰী কৰিলে বিয়া জীউ বৰ হৰি।
বৈমাত্ৰেয় ভাতৃ এক জন্মিল তাহাৰ
ডাঙৰ হল পৰে যেবে কৰ্ম কৰিবাৰ।
গৰ্ভাস্থিত ভৈল যেবে পুত্ৰ সন্তান এক
আহিনত কামেশ্বৰ চলিল স্বৰ্গলোক।
সতীনীৰ পুত্ৰ জেদ কৰি লাহা বৰ
টকা সোণ ভগাই দিয়া বৈভৱ পিতৃৰ।
ৰজাৰ দূতৰ সঙ্গ লইলা দুৰ্জন
বিমাতাক নানা ছলে কৰে উৎপীড়ন।
উপায় নাপাই মাতৃ পলাই আহিলা
চাৰিদিন খোজ কাঢ়ি নাজিৰা পাইলা।
ধনীয়া দলই নামে লোক মহাজ্ঞানী
তাহাক আশ্ৰয় কৰি পাতিলা খোপনি।
মতান্তৰে এক কথা শুনা বন্ধুগণ
মিৰি ডফলাৰ উৎপাত বাঢ়িল যখন।
তিষ্টিবে নপাৰি তৈতে ভুঞা কামেশ্বৰ
পত্নী সহ চলি যায় নাজিৰা নগৰ।

বয় বস্তু ধন বস্ত্ৰ কিছু নলইলা
অকলশৰে দুইজনে তথাতে চলিলা।
গাঠিত আছিলা ধন আৰু অল্প সোণ
তাকে লই সৰু পোহাৰ কৰে আৰম্ভন।
একদিন দিখৌ নদীৰ সিপাৰে গইলা
হঠাতে বান আহি নদী উপচি পৰিলা।
পাচজনে এক নাও লই পাৰ হয়
অনুৰোধ কৰিলে মাতৃ তেওঁ সঙ্গে যায়।
নাৱৰীয়া বোলে নাৱে নুঠিবাহা তুমি
তুলুঙা নাওত পাচ জন আছো আমি।
অধিক হইলে নাওঁ ডুবিয়া যাইব
সবাকে সলিলে আজি সমাধি ঘুটিব।
এই বুলি নাওখনিৰ আগ এৰি দিলা
পিচৰ কৰিতে নাও বজ্ৰাঙ্গি ধৰিলা।
বজ্ৰাঙ্গীৰ ভৰে নাও চলিতে নপাৰে
পাছে সবে বোলে উঠাপাৰ হইবাৰে।
নাজিৰাতে বৰ্ষ এক থাকিল যেখানে
বহাগ মাহত জন্ম লৈলা একটি সন্তানে।
মাজৰাতি বজ্ৰাঙ্গিৰ সন্তান সময়
হাতী ঘোৰা চিএৰয় গৰু হেম্বেলয়।
শঙ্খ ডবা কাহ ঘন্টা আপুনি বাজিল
ৰজা বোলে ৰাজ্যে কিবা অপায় মিলিল।
জ্যোতিষী সকলে চাই বুলিলেক বাক
আজি জাত শিশু যত মাৰিবে ৰজাক।
আদেশিলে চাউডাং মাৰ শিশু যত
জনমিলে ৰাত্ৰি ভাগে ৰাজ্যে শিশু কত।

বাৰীৰ মাজত কঠা জাপিয়া ৰাখিল
চাউডাঙ গণে পাছে তাক নেদেখিল।
লাহে লাহে শিশুগোট ডাঙৰ হইলা
তিনিমাহ পৰে ৰাজ পুত্ৰ জনমিলা।
ৰাজ মহিষীৰ স্তনে গাখীৰ কিছু নাই
স্তন বৰ ধাই এক আনিবে বলই ।
বজ্ৰাঙ্গি আইৰ দেখি স্তন বৰ অতি
ৰাজ পুত্ৰৰ ধাই হবে চলিও সম্প্ৰতি।
পাচ বৰ্ষ তাতে মাতৃ ৰাজধাই হৈলা
ৰাজশিশু সঙ্গে গোপাল খেলিয়া ফুৰিলা।
একো পথ্যে নপাৰয় ধাই কুমাৰক
উপায় নাপাই সাচে মনৰ মাজত।
গুজৰি গুমৰি ৰাজ পুত্ৰ গণে কয়
এদিন আমি নিশ্চয় তোৰ ঘটাম প্ৰলয়।
ৰজাৰ কোৱৰে শোধ লইব পাছত
এতেক চিন্তিয়া মাতৃ গুনিলা মনত।
সাবধানে চলি যাবা ৰজাৰ লৰা সতে
বিপদ ঘটাবে তাৰা পাৰয় সততে।
আন লৰা যত আছে সবাকে চেৰাই
অতি হৃষ্ট পুষ্ট বালক গঢ়িয়া উঠই।
ৰজাৰ কাপোৰ বোৱে বজ্ৰাঙ্গী সুন্দৰী
অতি ভাল শিপীনিৰ পাইলা ধন্য নাৰী।
গোপালে খেলিয়া থাকে ৰজা লৰা সতে
কোনো খেল মাল যুজে নোৱাৰে একোতে।
লাহে লাহে পাইলা ভয় ৰাজ পৰিয়াল
কিজানি বালক ইটো ঘটায় পয়মাল।

বলবান লৰা যদি ৰাজগৃহে থাকে
কাঢ়ি লব পাৰে ৰাজ্য বিশ্বাস নথাকে।
ঘিলা, ঢোপ, বাঘধৰা হাউখেলা আদি
ভটা গুটি, ফটিক গুটি হাফলা বৰাদি।
কোনো মতে কোঁৱৰ সবে গোপালক জিনি
আগুৱাইতে নপাৰয় মিলয় বিঘিনি।
এনেদৰে ঘাটি ৰাজ কোঁৱৰে কৰে খেদ
নিশ্চয় মাৰিব ইয়াক বুলি ললে জেদ।
একদিনা বজ্ৰাঙ্গী কাপোৰ বই আছে
কাষে থাকি গোপালদেৱে ঢোপক খেলিছে।
হস্তী পৃষ্ঠে চৰি ৰাজ কোঁৱৰ বেৰাই
গোপালক দেখি তাৰ সতে তুলি লই।
কোঁৱৰ সহিতে তাতে গলা গলি কৰে
ছলে ধৰি চায় তাক বগৰাই বাৰে।
দুইজনে হাতে হাতে সাবতি আছিল
হস্তী পৃষ্ঠ হন্তে দুয়ো খাৱৈত পৰিল।
হস্তীৰ সুঁৰত ধৰি টানিবে লাগিলা
দুই হাতে টানি হস্তী দহ হাত অনিলা।
ৰজা আৰু অমাত্যৰ মাঝে উঠে মাত
কৰ লৰা ইটো কেনে কাৰ্য্য অদভুত।
গোপন আলচ ভৈলা গোপাল মাৰিবাৰে
ৰজাৰ বাৰীৰ লোকে কণাকণি কৰে।
মাতৃৰ হাতত ধৰি পলাই আহিল
বহু কষ্টে আহি তাৰা জকাই চুক পাইল।
হৰাই বৰা দেৱৰ গৃহে থাকে ছমাহ ৰই
তাৰ পৰা উজাই গজপুৰ গাওঁ পাই।

তান্তি বৰা হৰি মৰলৰ গৃহে ৰই
অৰ্জুন গুৰি চলি গৈলা ইঠাইৰ পৰাই।
কিছুদিন থাকিলেক বেচাই মাৰাত
চৈধ্য মাহ ৰৈলা গৈয়া পাকৰিগুৰিত।
নমাহ ৰৈয়া তাতে অলপ উজাই
নাৰায়ণপুৰৰ কাষে বছৰেক ৰই।
ভোট অকা ডফলাই উতপাত কৰে
তাৰ পৰা আহে আতা পলাই অতি ডৰে।
নাৰায়ণপুৰ এৰি দৰঙ্গাত সাত মাহ
দৰঙৰ পৰা শিঙৰাত কৰে বাহ।
পাছে দুয়ো আহি পাইলা সুন্দৰীৰ কাষ
হৈতঙ্গ তালুকদাৰ গৃহে কৰিলন্ত বাস।
এনেদৰে ঘুৰি পকি কিশোৰ হইল
সুবিতা সন্ন্যাসী সতে ছমাহ ঘুৰিল।
এনেতে হইল এটি বিধিৰ বিপাক
কালিন্দ্ৰী আই খবৰ দিলা মাধৱৰ কাষ।
পানী খাবলৈ আইৰ কোনো উপাই নাই
খেনু খান্দা জানৰ পানী নোৰে খাবলই।
বোৱতী জান এইখন পানী পৰিষ্কাৰ
পাৰত বসতি আছে অনেক প্ৰজাৰ।
সেই জানৰ পানী প্ৰজা সবে তুলি খাই
গা ধোৱে, কাপোৰ ধোঁৱে ব্যৱহাৰ কৰই।
কিন্তু নদীয়ালগণে যেবে মাছ মাৰে
বিলৰ সমস্ত পানী তেনেই ঘোলা কৰে।
বাধা দিলে নমানই উচিতো নহয়
কিন্তু পানী ব্যৱহাৰ কৰিতে উপাই নাই।

এই কথা আহি গুৰু মাধৱত কহিলা
কথা শুনি মাধৱদেৱ চিন্তান্বিত ভৈলা।
কলীয়া দলৈ এক ধৰ্ম প্ৰাণ অতি
তাহাৰ গৃহত গৈলা শ্ৰীৰাম সহিতি।
বুলিলন্ত মাধৱদেৱ জগত মাতৃৰ
পানী কষ্টে দুখ পায় নসহে শৰীৰ।
পাট কুৱা এটি দানে সহায় কৰিও
গোসানীৰ দুখ বাপ মোচন কৰিও।
কলীয়া বলিলা বাপ দিব পাৰো মই
আৰু দুই তিনি সপ্তাহ পলম হবই।
মেনা ৰামে হাতে ললে কৰ্ম হব কালি
অত এব তাৰ গৃহে যাও আমি চলি।
তিনিজন ভক্ত প্ৰাণ পথত দেখিলা
মেনা ৰামে গৃহে নিয়া আদৰি বহাইলা।
তথাত আছিলে গোপাল মাতৃৰ সঙ্গত
গুৰুক দেখি আদৰিয়া প্ৰণাম কৰন্ত।
মাধৱ সুধিলা বোপা তুমি কোনজন
কৰ পৰা আহি আছ কুমাৰৰ থান।
গোপাল বোলে বাপ মই ভূঞা বংশধৰ
জন্ম হৈলা নাজিৰাত এই অধমৰ।
মাতৃসহ নানা ভয়ে ই থানে আহিলো
সন্ন্যাসীৰ সঙ্গে গৈয়া বাপক দেখিলো।
দেখা মাত্ৰে বাপ মোৰ সফল জনম
দাস কৰি লোৱা মোক মই যে অধম।

গুৰু বোলে কালি আমি বাউসী যাইবো
গোসানীৰ বাবে এটি পাট কুৱা দিবো।
কুমাৰ মেনা ৰামে দিব এই পাটখিনি
ভক্ত সমে কুৱা দিব যাইবাহা তুমি।
পিছ দিনা মাধৱ গুৰু শ্ৰীৰাম চলিলা
মেনা ৰাম দলৈ আৰু গোপাল আহিলা।
দিন মান খাটি কুৱা দিলা শেষ কৰি
চিৰা, দুগ্ধ, কল, গুড় দিলেক আদৰি।
ঘৰতে খুন্দিছিল চিৰা অতি যত্ন কৰি
গোসানী মাতৃয়ে আৰু দুই গোটা বোৰী*।
চিৰা মধ্যে পালা এটি ধানৰ বাকলি
মাধৱ বুলিল চিৰা নেৰিবা সমূলি।
মাতৃ ভাণ্ডাৰৰ বস্তু নেৰিবা কদাপি
গুৰুৰ প্ৰসাদ বুলি লোৱা মনে সপি।
গোপালক আদৰিয়া বুলিলা মাধৱ
কেৱল কৰ্মতে তব বন্ধ নিছিগিব।
তাৰ পাছে লঘোণ দিয়া টকা, চাউল আনি
মাধৱত শৰণ লৈলা দেৱ গুৰু মানি।
বুলিলা মাধৱদেৱ বুজি পালো মই
বাঢ়িব গুৰুৰ ধৰ্ম তোমাৰ পৰাই।
থান, সত্ৰ পাতি তুমি ধৰ্ম প্ৰচাৰিবা
এবে গৃহ কৰ্ম যত ই খিনি কৰিবা।
মাধৱৰ বাক্যে গোপাল গৃহক চলিল
পজা এটি বান্ধি তাতে দুয়োজন থাকিল।

গুৰুৰ চৰিত কথা অমৃত সমান
হৰি হৰি বোলা সবে এৰি আন কাম।

*বোৰী - বোৱাৰী*

:—x—:

## গোপাল আতাৰ গুৰু সেৱা

### দুলড়ী

শৰণ লইলা ইমতে গোপাল
গুৰুৰ চৰণে আহি
কুমাৰ গাওঁ থাকি মৰল গৃহত
দিনে প্ৰতি উপাসী।
প্ৰভাতে উঠিয়া স্নান কৰিয়া
চলয়ে গুৰুৰ পাশে
গুৰু জিৰাইলে ভাত মুঠি খাই
বেগতে উঠিয়া আহে।
গুৰুৰ আগতে বহিয়া থাকয়
মাধব যেবে উঠিলা,
বোলে তুমি অন্ন খালা কি নাখালা
কৰ্মও শেষ কৰিলা।
মৰলে বুলিলা আধা সিজা চাউল
তাৰাতাৰী অন্ন খায়
লোণ খাৰ মাত্ৰ তাহাৰ ব্যঞ্জন
অন্যত্ৰ কিছু নাচায়।
এনে দুখ দেখি পৰম কৃপালু
মাধবৰ দয়া লাগি
বুলিলা গোপাল ঐত থকা ভাল
কুমাৰ হাটী এৰি আহি।

মাধবৰ বাক্য শিৰোধাৰ্য্য কৰি
গোপাল আহিল চলি
গুৰুৰ সমীপত সদা ৰহি লন্ত
গুৰু সেৱা কৰো বুলি।
খৰি খেৰ কাটি ঠাই সাৰি পুচি
গুৰুৰ আল ধৰিলা
দেহক নচাই কৰ্মক কৰই
হাতত জোলা ফুটিলা।
গুৰুৰ ভোজন দ্ৰব্য বস্তু যত
আগে গোপালক দিয়ে
হেনমতে চলি গুৰু সেৱা কৰি
সুন্দৰীত দিন নিয়ে।
হঠাতে এদিন নাৰায়ন ঠাকুৰ
দেখিলা আতাক পাছে,
আগে তুমি খাই গুৰুই পাচে লই
তোমাৰ দোষ সিজিছে।
বহা এটি কৰি পৃথকে থাকিয়া
গুৰুৰ যতন লোৱা
তেবেসে ভকতি সিজিব তোমাত
মোৰ কথা শুনি যোৱা।

পূবৰ হাটিত বাহাক সজাই
গোপাল ৰইল তাত
প্ৰভাতে আহিয়া গুৰু কৰ্ম কৰি
অতাই থাকে গৃহত।
নতুন বৰ্হাত গুৰুক নিলন্ত
ভকত সমে আদৰি
মাধবে বুলিলা শুনিয়ো গোপাল
বহা ঘৰ দিয়া ত্ৰৈৰি।
ঈষত হাসিয়া গোপালে বোলয়
দান কৰি নিজ ঘৰ
সেই বহা ঘৰে বৃদ্ধ এজনক
ৰাখিলন্ত গুৰুবৰ।
পশ্চিম হাটীত বাহাক সজাইলা
অতি কষ্টে গাত পুতি
আতিকে যতনে গৃহক বান্ধিলা
কৰি অতি আতিপতি।
ঘৰ ওলাই গৈলা সবাকে মাতিলা
গুৰুকো আনে সাদৰি,
সিটো গৃহ গুৰু দানে খুজি লৈলা
গোপালক হাত জুৰি।
তাৰ পাছে গুৰু হাটীৰ পূবত
বাহাৰ দিলন্ত ঠাই
মাউতে সহিতে হাতী তল যায়
পুতিবৰ উপায় নাই।
তথাপি আতাই অতি শ্ৰম কৰি
বাহাক সাজি লইল
গুৰু ভকত মাতি ইটো বাহা লই
গোপাল থাকিয়া গৈল।
মাধবদেৱ আৰু ঠাকুৰ আতাই
গোপালক বোলে বাণী
ধন্য ধন্য গোপাল্য গুৰুৰ কৃপাত
তুমি হবা মহামানী।
যত কষ্ট কৰি বাহাদান দিলা
গুৰুৰ বাণী ৰক্ষা কৰি
সত্ৰ থান খনিৰ সৌন্দৰ্য্য বঢ়াই
তুমি হাতে কষ্ট কৰি।
নাম আয়ু যশ বাঢ়িব তোমাৰ
সমস্ত জগত জুৰি
আমাৰ ধৰ্মৰ লগতে তোমাৰ
নাম থাকি যাব ৰই
এহি বুলি গুৰু গোপালক বৰ
দিলন্ত হাত উঠাই।
তিনি বাহা সাজি দিলে গোপাল
নিজ দেহে শ্ৰম কৰি
তোমাৰ নামক সদাই স্মৰিবো
পাবা দেৱতাৰ শাৰী।
শুনিয়োক নৰ গোপাল দেৱৰ
মহিমা জানা অদভুত
তাক জানি শুনি হৰি নাম ধৰি
পাপ কৰা পৰাভূত।

হৰি ভক্তি ধৰি ধৰ্মক আচৰি
গোপাল বহাত ৰই
দুয়োজনা গুৰু আহিলন্ত ফিৰি
গোপালক মৰম জনাই।

মাধবৰ লীলা সমস্তে দেখিলা
সুন্দৰী সত্ৰৰ লীলা
আন কৰ্ম এৰি বোলা হৰি হৰি
গোপাল মাধবৰ খেলা।



## বজ্ৰাঙ্গীৰ ক্ষোভ ভঙ্গ

গোপালৰ ধৰ্ম ভাৱ দেখি মাতৃ মনে ভাবে
মোৰ পুত্ৰ সংসাৰ এৰিল
বংশ লোপ হ'ল মোৰ অন্যায় কৰিলা ঘোৰ
ইটো কৰ্ম মাধবে কৰিল।
মাধবক গালি পাৰি থাকে সদা মুখ ভৰি
কাষৰ লোকে শুনি ৰাগ কৰে,
বজ্ৰাঙ্গীয়ে খণ্ড কৰি লোকৰ ঘৰত গৈয়া
অবাচ্যক মুখেৰে উচ্চৰে।
একদিন গোপালদেৱ চৰণত কৰিসেৱ
মাধবৰ আগত বুলিলা
বাপ মোৰ মাতৃদেবী কি কৰো নাপাও ভাবি
আমি দুইক অবাচ্য বুলিলা।
মাধব বুলিলা তুমি কিছুদিন গৃহে থাকি
কঠা কাণি সামৰিয়া লোৱা
লোকক বলাই মাত বুলি বা কথা সবাত
গৃহে আৰু নহইব ৰোৱা।

বৃন্দাবনে গুচি যাইব সন্ন্যাসী হইয়া ৰব
গৃহে আৰু নাহিম ফিৰিয়া,
এৰাই সংসাৰ মায়া সন্ন্যাসীৰ বেশ লৈয়া
যোগ ধ্যান কৰিবোহো গৈয়া।
আক তাক বুলিলন্ত মাৱে কথা ভাবিলন্ত
কিবা কৰো ভাৱে মনে মনে
সুধি ললো একদিন কিবা শুনো দিনে দিন
যাইবা তুমি ক্ষেত্ৰ বৃন্দাবনে।
গোপাল বুলিলা এবে মিছা কথা নোহে আই
ধৰ্মত থাকিয়া ভাল পাওঁ,
ঐত থাকি শুনো গালি গুৰুকো অবাচ্য বুলি
সেই হেতু দুৰে চলি যাও।
ভাল মতে থাকা আই ভাবা তব পুত্ৰ নাই
অপুত্ৰকো কত জনী আছে,
তুষ্টহলে নাৰায়ন পাবা মোক্ষ ইকাৰণ
প্ৰভুক ধ্যান কৰি যাবো তাতে।
মাতৃৰ শিহৰি গাৱ ৰোমাঞ্চিত হাত পাৱ
এবে মই হেৰাও পুত্ৰ ধন
ঐত থাকি চায় মোক চাউল খৰিৰ নাই দুখ
কেনমতে ধৰিবো জীৱন।
ভাবি গুনি বজ্ৰাঙ্গিনী মাধবৰ চৰণ চুমি
বুলিলেক বিনয়ে বচন
বাধা দিয়া ৰখা তাক আপুনিয়ে দিওঁক হাক
নতু মোৰ মিলিব মৰণ।

মাধব বুলিলা আই থকা হেতু এই ঠাই
তিৰস্কাৰ শুনি আছো আমি
কাকো মই ধৰা নাই কাৰো দোষ কৰা নাই
নিজে পথ বাচি লব জানি।
আপোনাৰ পুত্ৰ মই এই ঠাই ৰখা নাই
নাই তাত একো বন্ধা ধৰা
পুত্ৰক বাধিলে আৰ ইয়াত নাথাকে ৰই
নোহে ধৰ্ম হকা বাধা কৰা।
আই বোলে বোপা মোৰ অপৰাধ কৰিলো ঘোৰ
নবাধিম আহিবই ঠাই
পুত্ৰ সঙ্গে মইও বাপ কৰিম ধৰ্মৰ কাম
অনুক্ৰমে যাম ধৰ্ম লই।
গুৰুবোলে আই তুমি শাপ দিয়া কথা শুনি
মই কিয় ৰাখিম ই ঠাই
বিৰক্তি লাগিয়া সি বৃন্দাবনে গুচি যাই
ঘুৰি আহিবৰ ইচ্ছা নাই।
মাধবৰ সমীপতে গোপাল আছিল তাত
মাতি আনি দিলা সমিধান
গোপালও কথা দিল নায়াও বুলিয়া কৈলা
বিদায় লই গল নিজ স্থান।
মাধব গোপালৰ লীলা সুন্দৰীৰ ধৰ্ম লীলা
ইটো কথা আতিব মাধুৰী
আকজানি নৰগণ কৰা সবে একমন
নিৰন্তৰে বোলা হৰি হৰি।

>>>■<<<

# দামোদৰদেৱৰ ধৰ্ম প্ৰচাৰ, সত্ৰ নিৰ্মান, বৈকুণ্ঠ নাথ ভট্টচাৰ্য্য বলদেৱ সন্তদেৱ আৰু বংশীদেৱৰ চমু পৰিচয়

## পদ

চক্ৰপাণি বোলে বাপ মহা ভক্তগণ
কি কৰিলা দামোদৰ কৰাহে শ্ৰবন।
মাধবৰ লগত হ'ল মনৰ বিবাদ
উত্তৰাধিকাৰী হেতু লাগিলন্ত জেদ।
ৰামৰায়, হাথিয়া, বনগঞা জ্ঞাতিগণ
শঙ্কৰৰ পত্নী পুত্ৰক হিংসে সৰ্ব্বক্ষণ।
গনককুচি এৰি গুৰু সুন্দৰী চলিলা
পাটবাউসী লাগি আৰু কেৱে নগইলা।
প্ৰতিজন আতাৰে আছয় নিজ থান
চন পৰা ভেটি যেন বাউসী সত্ৰ থান।
দামোদৰ কাষে ছিল মনে কৰি ৰোষ
নাম কীৰ্ত্তন নাই যেবে মাতৃৰ অসন্তোষ।
মাজে মাজে ঠাকুৰ আতা ধন ধান দিয়া
মাতৃৰ অভাৱ কিছু পুৰণ কৰিয়া।
হাথিয়া, বনগঞা, ৰায় আৰু বিপ্ৰগণ
উত্তৰত নিৰ্মিলেক সত্ৰ একখন।
ৰামৰায় দিলা মাটি সত্ৰ পাতিবাৰে
ওখ নাম ঘৰ বান্ধে তাহাৰ ওপৰে।
হাটী, বাটীচৰা মণিকূটক বান্ধিলা
নতুন সত্ৰ খনি পাছে জক্‌মক্‌ইলা।

কিন্তু দামোদৰ গুৰু উঠিয়া নাহিল
পূৰ্ব্বৰ ভেটীৰ পৰা আহযাহ কৰিল।
সত্ৰখনি যেবে গৈলা ৰজন জনাই
চাৰিফালে বহু শিষ্য শৰণ লবই।
বৈকুণ্ঠ নামেতে এক পণ্ডিত ব্ৰাহ্মন
কালদিয়া নদীৰ তীৰে লভিলা জনম।
বিচান কুচি নামে গাওঁ প্ৰসিদ্ধ সবাৰ
বজালী পৰগনা মধ্যে অতি চমৎকাৰ।
কবি সৰস্বতী নাম কুলিন ব্ৰাহ্মন
শাস্ত্ৰজ্ঞ বিপ্ৰলোক আছিলে তখন।
কালক্ৰমে দুই পুত্ৰ জনম লভিলা
জ্যষ্ঠ জনৰ নাম জয়সৰস্বতী থৈলা
বৈকুণ্ঠ ৰাখিলা নাম কণিষ্ঠ জনৰ
ৰাম লক্ষ্মণ যেন ভাতৃ দশৰথ ৰজাৰ।
ভেৰা গ্ৰামে গৈলা দুয়ো পঢ়িবাকলগি
জয় সৰস্বতী আহে গৃহলৈকে ভাগি।
বৈকুণ্ঠ পঢ়িলা ভেৰা গ্ৰামৰ টোলত
লাহে লাহে খ্যাতিমন্ত ভৈলা সমাজত
কাব্য উপনিষদ যত অধ্যয়ন কৰি
তাতেই অধ্যাপনা দেৱ কৰে মনপুৰি।

তাৰ পাছে জানিলা শ্ৰীমন্ত শঙ্কৰ
সমস্ত শাস্ত্ৰতে তেওঁ পণ্ডিত প্ৰবৰ।
দামোদৰ, মহেন্দ্ৰ, কন্দালি, যে প্ৰধান
অনেক পণ্ডিত বিপ্ৰে লভিছে শৰণ।
ব্ৰাহ্মনৰ লৰা হই শূদ্ৰত শৰণ লয়
এই কথা বিপ্ৰসবে সহিবে নৰয়।
এতেকে দিনেক আহে পাটবাউসী ধাম
তথাত জানিল ভক্ত দামোদৰৰ নাম।
তাহাৰ লগত পণ্ডিত আলোচ কৰিল
অৱতাৰ শঙ্কৰ গুৰু তেৰাই জানিল।
দামোদৰৰ ওচৰত শৰণ লভিলা
ভাগৱত ধৰ্মৰ তত্বতেৱে বুজি লৈলা।
বজালীৰ পৰা সব পৰিয়াল সমে
বসতি কৰিল আহি ইটো ভেৰা গ্ৰামে।
তাৰ পৰা আহে পণ্ডিত পাটবাউসী থান
তিনি চাৰি দিনে তথা কৰে আন যান•।
গীতা ভাগৱত শাস্ত্ৰে পাৰদৰ্শি ভৈলা
হৰি নাম মহাধৰ্ম সুদৃঢ়ে জানিলা।
ৰামৰায় পাতিলা নতুন পাটবাউসী থান
ভট্টদেৱক মুখ্য পাতি কৰে আলোচন।
লাহে লাহে আহিলেক পাটবাউসী গ্ৰামে
বসতি কৰিলা আহি দামোদৰ সমে।
দামোদৰ গুৰু যেবে বেহাৰে চলিলা
অধিকাৰী পতি ভট্টদেৱক ৰাখিলা।

মুখ্য থানৰ অধিকাৰী ভট্টদেৱ সন্ত
উত্তৰ দিশত থলে ভগবান মহন্ত।
হিমালয়ৰ পাদদেশ শ্ৰীপুৰনামে গ্ৰামে
কুলীন ব্ৰাহ্মন এক নাৰায়ন নামে।
তাহাৰ গৃহত জন্মিলেক পুত্ৰ এক
শান্তশিষ্ট ধাৰ্মিক আৰু প্ৰজাৰ ৰঞ্জক।
ধৰ্মচৰ্চা শাস্ত্ৰচৰ্চা মনে ইচ্ছা কৰি
থাকিল শ্ৰীপুৰ গ্ৰামে ধৰ্মক আচৰি।
জনমিল পুত্ৰ এক অতিকে সুন্দৰ
শুভ্ৰ ওখ বলিষ্ঠ কান্তি মনোহৰ।
পঢ়িল অলপ শাস্ত্ৰ পিতাকৰ টোলে
পাইলন্ত শাস্ত্ৰ জ্ঞান অতি কৌতুহলে।
যেবে পিতৃ চলি গৈলা বৈকুণ্ঠ ভুবন
ভেৰা গ্ৰামে বসতি কৰিলা তখন।
বৈষ্ণৱ আন্দোলনৰ কথা তথাত শুনিলা
শঙ্কৰ মাধবৰ নাম জানিবে পাইলা।
তাহাৰ সঙ্গত আছে দেৱ দামোদৰ
বিপ্ৰৰ সন্তান এক ভক্তিমান বৰ।
পূজা পাতি নকৰয় হৰি নাম বিনে
ভাগৱত অধ্যয়ন কৰে ৰাতি দিনে।
দামোদৰৰ সঙ্গে গৈয়া আলচ কৰিলা
তদান্তৰে বিপ্ৰবৰ শৰণ লভিলা।
বংশী গোপাল নামে এক বিপ্ৰৰ নন্দন
নাৰৱীয়াৰ কৰ্মচাৰী অতি গুণবান।

• *আন যান - অহাযোৱা*

ছোৱাল কালতে গৈলা বণিকৰ সঙ্গে
বাউসী পৰগণাত দেখা শঙ্কৰৰ সঙ্গে।
তাৰ পাছে গৈলা কুমাৰ বেহা কৰিবাৰে
বণিকৰ দাস হুয়া আইলা নিজ ঘৰে।
আত পৰে, ধৰ্মক বিচাৰি ফুৰে গই
থাকিলন্ত বাইদেউৰ ঘৰে আশ্ৰয় লই।

পৰে তাৰ শঙ্কৰক বিচাৰি আহিলা
দামোদৰ মাধবক তথাতে দেখিলা।
শৰণ লইলা দেৱদামোদৰ কাষে
উজনীক চলি গৈলা গুৰুৰ আদেশে।
কুৰুৱাবাহী সত্ৰ প্ৰতিষ্ঠা কৰিলা
চাৰিজনা গুৰুৰ তিথি পালিয়া থাকিল।

এইৰূপে উজনীত ধৰ্ম প্ৰচাৰিল
কুৰুৱা বাহীৰ সমে চাৰি সত্ৰ ভৈল।



*পাঠশালা সাহিত্য সভাৰ স্মৃতিগ্ৰন্থ "বজালী দৰ্পন" ত*
*প্ৰখ্যাত সংস্কৃত পণ্ডিত ৰজনীকান্ত শৰ্মাৰ প্ৰবন্ধৰ সহায়ত।*



## *নিৰ্গুন ভকত শ্ৰীৰাম আতাৰ আদৰ্শ*

### *পদ*

অতঃপৰে শুনা হেৰা মহা ভক্তগণ
শ্ৰীৰাম আতাৰ কথা কহিবো এখন।
অচ্যুত নামেতে বিপ্ৰ হাজোত আছিল
নদীয়াতে পঢ়িবাৰে গমন কৰিল।
শ্ৰীৰাম আতাৰ কথা জানা সৰ্ব্বজন
পৰম ভকত তিনি নিৰ্মল নিৰ্গুন।
অচ্যুত বিপ্ৰযেবে যায় নবদ্বীপ থান
চিৰি লুইতেৰে যায় কৰি নৌকা যান।

সুন্দৰীৰ ঘাট যেবে আহিয়া পাইল
ঘাটে গৈয়া শ্ৰীৰাম আতা তাহাক দেখিল।
পুছিলেক আতা বাপ কোথায় যাবা বুলি
শান্তিপুৰ যাইবো বুলি কয় মুখ তুলি।
পঢ়িবাক যাওঁ আমি নদীয়া শান্তিপুৰ
তথাতে পঢ়িলে জ্ঞান হইব প্ৰচুৰ।
আতা বোলে গুৰু কাষে যিটো লাভ হব
অন্যত্ৰ থানত গলে কিছু নাপাইব ।

আক শুনি অচ্যুত শৰ্মা ফিৰিয়া আহিলা
শ্ৰীৰামৰ সঙ্গে মাধবৰ কাষে গৈলা।
গুৰুৰ কাষত থাকি শাস্ত্ৰক শিকয়
অল্প দিনে বহু শাস্ত্ৰ আয়ত্ব কৰয়।
সমস্ত শাস্ত্ৰতে যেবে হইল পাৰ্গত
গুৰু ভাৰ দিয়া থইলা ৰত্নেশ্বৰ থানত।
বহাগ মাহত বৃষ্টি হয় ধাৰাসাৰে
বৰ্ষাজলে বিল খাল উপচিয়া পৰে।
বিলৰ যতেক মাছ বামে উঠি যায়
আনন্দতে মতা মাইকী বিহাৰ কৰয়।
একদিন বৰষুণ ভৈলা ধাৰাসাৰে
বৰ বিলৰ মাছ আহি উলুবন ভৰে।
আতা আহি বৃষ্টিজলে গৰু এৰাইবাৰ
পাইলা উলুৰ মাঝ জলৰ ভিতৰ।
দেখিলা অনেক মাছ বামত উঠিছে
বৰষুণৰ জল পাই খেলি কৰি আছে।
দৈবাৎ এৰিলা বৃষ্টি পানী শুকাই গল
উলুবনিৰ মাঝে মাছ বামে পৰি ৰল।
চিলনী, মাছ ৰোকা, বাজ নিয়ে থাপ মাৰি
মাছৰ দুখ দেখি শ্ৰীৰাম কান্দে ৰাম পাৰি।
খন্তেকীয়া বিষয় সুখত বামত উজাই
এতিয়া মৰহ সবে পেট ওলোটাই।

সংসাৰৰ যত জীৱ আগপিচ নুগুনি
চগা যেন মৰে পুৰি জলন্ত আগনি।
আচলেৰে ধৰি নিয়া পানীত জীয়াইল
সমস্ত মাছক ধৰি পানীত এৰি দিল।
এটি মাত্ৰ মাছ খচকণিত মৰিল,
তাকে লই শ্ৰীৰাম আতা বাহাক চলিল।
প্ৰসঙ্গৰ সময় যে নষ্ট হৈয়া গৈলা
মাধবদেৱে দেখি পাছে প্ৰশ্নক সুধিলা।
প্ৰসঙ্গৰ সময়ে শ্ৰীৰাম কত লুকাইছিলা
আছল সময়খিনি পাৰ কৰি দিলা।
আতাবোলে অজ্ঞান জীৱৰ বিলাই
উলুৰ মাঝৰ মাছ জীয়ালোহো মই।
মাত্ৰ এটি কাৰে মাছ খচকনিত মৰিল
তাকে আনি কিবাকৰো সংশয় লাগিল।
গুৰু বোলে সৰিয়হ বটা আঞ্জাত দিয়া
সেই আঞ্জা ভকত সকলক বিলাই দিয়া।
মৰাটিয়ে পাব গই মুক্তি সদগতি
আগে মৰিল যদিও আচল জীয়া সিটি।
গুৰুৰ আদেশে সৰ্ব কৰ্মক কৰিলা
নিৰ্গুণ ভকত শ্ৰীৰাম নাম পাইলা।
এতেকতে হৰিনাম থাকা সবে স্মৰি
সমস্ত ভকতে ডাকি বোলা হৰি হৰি।

:—x—:

# দৈৱজ্ঞ হৰিহৰ আতাৰ চমু উপখ্যান

## পদ

ভক্তগণে বোলে বাপ ভক্তৰ নন্দন
তবমুখে বহু কথা কৰিলো শ্ৰবন।
চাৰিমাহ হব মাত্ৰ বাকী সাতদিন
এত কথা ৰাখি আছ যোৱা নাই জীন•
চক্ৰপাণি বোলে কথা ভক্তগণ আগে
হৰিহৰ আতাৰ কথা শুনা মহাভাগে।
ভূঞাৰ ৰাজ্যত ছিল দৈবজ্ঞ এজন
হৰেশ্বৰ নামছিল তাহাৰ নন্দন।
তাৰ পুত্ৰ ভৈল আহি নাম নৰেশ্বৰ
নৰেশ্বৰ দলৈৰ পুত্ৰ নাম ধনেশ্বৰ।
ধনেশ্বৰৰ পুত্ৰ ভৈল কামদত্ত নাম
ৰামদত্ত পুত্ৰ আৰ গুণে অনুপম।
তাহাৰ তনয় তিনিজন যে আছিল
হৰিবৰ, হৰিহৰ, হৰিচৰণ শীল।
মুঢ়াভাঙ্গা নামে গ্ৰামে তাহাৰ বসতি
ফুকন হাট নাম দিয়ে অসম নৰপতি।
অতি আঢ্যবন্ত লোক সকলে বিদিত
ধন জন ধান তাৰ গৃহে অসংখ্যাত।
ধান ভৰা ভড়াল তাৰ পূৰ্ণ নৱতম
নটি পৰিয়ালক ৰাখে কিনা ভৃত্য সম।

হৰিবৰ পণ্ডিত বৰ জ্যোতিষী প্ৰধান
গননাৰ কথা তেওঁৰ হুবহু প্ৰমান।
ধনু শৰত তীক্ষ্ণ দৃষ্টি তিনিজন ভাই
লক্ষ্য কৰি মাৰে শৰ কভুব্যৰ্থ নাই।
ধনী মানী পৰিয়াল আভিজাত্য আতি
ছলি তিৰি ফুৰে সদা অতি পৰিপাটি।
শুনি খোৰা ৰজা এদিন তাহাক বুলিলা
জ্যোতিষ গনিয়া নেদেখাকো ধৰি দিলা।
যদি মই লুকাও তই দে উলিয়াই
তেবেসে পতিয়ন যাও হয় কি নহই।
হৰিবৰ বোলে কথা যদিও সচাই
ইটো কৰ্মে অল্প দিনে হব আয়ুক্ষয়।
তাৰ পাছে ৰজা লুকাই থাকিলা গৰ্ত্তত
গণি পিতি ধৰি দিলে হৰিবৰ তৈত।
জঙ্গল বণ ভড়ালঘৰ যতেই লুকায়
হৰিবৰৰ গননাত ধৰা পৰি যায়।
একদিন ৰাতি কালে ৰাজপুৰী কাষে
এন্ধাৰত এক ফেঁচা কুৰুলিয়াই আছে।
ৰজা বোলে ৰাত্ৰি কালে ফেচা বধে যিনি
বৰুৱা ফুকন বাব পাই যাব তিনি।

•, জীন - হজম

হৰিবৰ বোলে বাৰু আনে ধনু কাড়
ৰাতিৰ ভিতৰে ফেঁচা যাব যমঘৰ।
ধনুকাৰ লই পাছে শৰক জুৰিলা
একে শৰে ফেঁচা মৰি ভুমিত পৰিলা।
ৰজাৰ মনৰ শঙ্কা বাঢ়িল বহুত
শত্ৰু হই দাৰাইলে হম পৰাভুত।
এতেকতে বিষ বৃক্ষ পুলিতে উভালি
পেলাব লাগিব আমি ইহাক সমূলি।
চাউডাং পঠাই হৰিবৰক নিয়াই
বধ্যভুমি নিয়া বধ কৰালে ৰজাই ।
খাটত আছিল তাৰ কণিষ্ঠ দুইজন
বাৰ্ত্তা পাই সব এৰি কৰে পলায়ন।
গৃহৰ যতেক লৰা লুৰি যে সবাই
ৰাত্ৰিৰ ভিতৰে সবে পলাইয়া যাই।
আহোম ৰাজ্য এৰি কাম ৰূপত আহিলা
বাউসী ধামে গুৰু কাষে বসতি কৰিলা।
তাৰ পৰা মুদৈ নাৱে পশ্চিমত চলি
বাৰ বৰ্ষ তীৰ্থ ভ্ৰমি আহে ৰাজ্য বুলি।
অন্যে অন্যে কোনো স্থানে বসতি কৰিলা
হৰিহৰ অচ্যুত দুই সুন্দৰী আহিলা।
গুৰুৰ পাশত গৈয়া পশিলা শৰণ
আতা বুলি পৰিচয় পাইলা তখন।
গোপাল যদুমনি পাছে পথক হেৰাই
হাজো ধামে ভ্ৰমি তিনি আহি লগ পাই।
গুৰু বোলে এক সঙ্গে আহা ছয়জন
কিবা হেতু এত দেৰি কিহৰ কাৰণ।

যদুমনি বুলিজন্তে পথক হেৰাই
কোনো মতে আহি পালো ঘুৰি বহু ঠাই।
এই মতে ছয়জনে পশিল শৰণ
উপদেশ দিলা গুৰু প্ৰচাৰৰ কাৰণ।
হৰি হৰ আতা পাছে বাহাত* থাকিল
প্ৰসঙ্গৰ বহু দায়িত্ব মুৰত পৰিল।
গোপাল আৰু যদুমনি ভকত দুইজন
মাধব দেৱত আহি পশিল শৰণ।
দুইজনক দিলে গুৰু বস্ত্ৰ দুইখন
ভাগ কৰি ললে নত শিৰে দুয়োজন।
গুৰুৰ দান বস্ত্ৰ খনি গোপাল লইলা
ফুলাম দেখিয়া মনে ভাল নাপাইলা।
ফুলখিনি কাটি মুৰী গাৰত লাবই
যদুমনি কিন্তু বস্ত্ৰ একো নকৰই।
দুয়োজনে বস্ত্ৰ ললে দুইৰকম কৰি
দেখি গুৰুজনে পাছে বুলিলা সাদৰি।
গোপাল নিৰাশ্ৰমী যদুমনিৰ আশ্ৰম
ভিন ভিন কৰ্মে ৰত থাকোক দুইজন।
দুইজনে একশৰণ নাম প্ৰবৰ্ত্তাই
গৃহ আৰু আশ্ৰমত প্ৰচাৰ কৰই।
সলিয়া, নাৰায়ন, লাইঠিয়া, শ্ৰীহৰি
ছয়জন ভক্ত হৈলা গুৰু ধৰ্ম ধৰি।
তাৰ পাছে হৰিহৰ তীৰ্থত চলিলা
পথ ভুল কৰি অনাই বনাই চলি গৈলা।
কতদিন পৰে আহি পশিল সুন্দৰী
গুৰু বোলে পইচা নাই কেন মত কৰি।

*বাহাত - সত্ৰত উদাসীন ভকত থকা ঘৰ

ইমান ঘুৰিলা বোপা নাই আতিগুৰি
সহজতে নাপাইবা ভকতৰ শাৰী।
বহুদিন পৰে পাছে ভজনক দিলা
আতা বুলি সকলোৱে সন্মান কৰিলা।
হৰিহৰ আতা আৰু অন্য ভক্তগণ
সুন্দৰীত ধৰ্ম ৰাজ্য কৰিলা ৰজনজন।
ইটো কথা সকলোৱে মনে প্ৰাণে স্মৰি
নিৰন্তৰে সকলোৱে বোলা হৰি হৰি।



## *গোপালদেৱৰ বিবাহ আৰু বংশী গোপালৰ শৰণ লাভ*

### *পদ*

চক্ৰপাণি বোলে কথা ভক্তগণ আগে
গোপালৰ বিবাহ কওঁ শুনা মহা ভাগে।
সুন্দৰী থানত গুৰু সঙ্গে বাহ কৰি
গোপাল থাকিলা তাতে কেৱল ধৰ্ম ধৰি।
গুৰু সঙ্গে কথা বাৰ্ত্তা বেচি নোবলয়
নাম প্ৰসঙ্গতে মাত্ৰ যোগদান কৰয়।
মাতৃয়ে বুলিলা বোপা বিয়া কৰা ভাল
তোমাৰ কাৰণে মোৰ চিন্তা সৰ্ব্বকাল।
মাতৃৰ কাৰণে গোপালৰ জুলুম অতি
যেহেতু মাতৃৰ তেওঁ অকলে সন্ততি।
বিবাহ নকোৰোৱা হেতু মাতৃৰ অসন্তোষ
গোপালৰ হেতু গুৰু জনতো কৰে ৰোষ।
লাহে লাহে এই কথা মাধবে শুনিলা
গোপালৰ কাষত বহু প্ৰশ্নকো তুলিলা।
মাধব বুলিলা বোপা সাগৰৰ তীৰে
জোৱাৰ উঠিবে লাগি কোনে আজ্ঞা কৰে।
আপোনা আপুনি যেবে জোৱাৰ উঠিব
জোৱাৰ ভাঁটাৰ ফল তীৰ বাসী পাব।
সত্য কথা বুলি বাপ মাধবে বোলয়
তীৰবাসী ভাল বেয়া ফলক পাৱয়।
সেইদৰে আমি আৰু সঙ্গী ভক্তগণে
তবহেতু ককৰ্থনা শুনো অকাৰণে।
বোৱতী নদীয়ে এক বাটে বই যায়
পাৰৰ লোকে মাছ পানী ব্যৱহাৰ কৰয়।
প্ৰকৃতিৰ দানে যেবে আহি যায় ঢল
কৃষিৰ কাৰণে দিয়ে আপোনাৰ জল।
গুৰুজনে দুই বাৰো বিবাহ কৰাইলা
বিষয় জঞ্জালে জানো ৰাখিবে পাৰিলা।
এতেকে গোপাল তুমি মাতৃ কথা লোৱা
গুৰুৰ আদৰ্শেৰে তুমি বিয়া কৰাই যোৱা।
আতা বোলে মায়া পাশে বন্ধ যদি হওঁ
ঈশ্বৰ চিন্তিবে লাগি সময় কত পাওঁ?
গৃহবাস মানে জানা ভাৰ্য্যাৰ সবে দাস
পত্নীৰ ইঙ্গিতে দিয়ে বান্দৰৰ নাচ।
ঈশ প্ৰাণ ব্যাক্তিক কৰ্মই নকৰে অনৰ্থ
ভুমি সঁচা ভজা ধান গজিবাৰ অসমৰ্থ।

ঈশ্বৰত নিমগ্ন মন গৃহত নহয় নষ্ট
জলজ পদুম পত্ৰই জল নকৰয় স্পৰ্শ।
এতেকে গোপাল তুমি মাতৃ কথা লোৱা
মাতৃৰ আদেশে তুমি বিয়া কৰাই লোৱা।
মানাহ নদীৰ তীৰে কালজাৰ গ্ৰাম
হাউৰা কায়স্থৰ গৃহ অতি অনুপম।
বৃন্দাৱতী নামে কন্যা আছিল তাহাৰ
কণিষ্ঠ অনুজা তাইৰ নাম ললিতৰা
স্বাস্থ্যবান বাহুবলী গোপালক দেখিয়া
দুইজনী মন প্ৰাণ দিলে সমৰ্পিয়া।
যেবে একজনী কন্যা জোৰণ পিন্ধাইলা
সৰু জনী বোলে যাম গৃহ প্ৰবেশিয়া।
যেহেতু অৰ্পিছো মন দেখা দিনহন্তে
এবে আমি নোৱাৰিম কভু এৰাইতে।
বিমোৰে পৰিলা তেবে হাউৰা গৃহপতি
জ্যেষ্ঠা এৰি কণিষ্ঠা বিয়া গৰ্হিতা কামইটি
আৰু এক কথা হল নেৰে দুয়ো জনী
কন্দল কৰয় গৃহে ভাই আৰ ভগিনী।
বৃন্দাৱতী, ললিতৰা হাউৰাৰ তনয়া
আনিলা দুইকো গোপাল বিবাহ কৰিয়া।
বিবাহৰ আগে গৈয়া ভবানী পুৰতে
বাহাকৰি আছিল গোপাল নিজ মাতৃ সতে।
তাহাতে মাৰিলা এক ধৰমৰ খুটি
গৃহবাসী ভৈলা দুই ভাৰ্য্যাৰ সহিতি।
শশুৰৰ নাছিল আৰু অন্য লৰালুৰী
শাশু শুশুৰৰ গৃহত তেওঁ ঘৰমুৰী।

দুইখন ঘৰ গোপাল অকলে চাবয়
ভবানী পুৰৰ পৰা আহ জাহ কৰয়।
হেনমতে চলা ফিৰা কৰিলা গোপাল
লাহে লাহে বৃদ্ধি পাইলা সংসাৰৰ পাল।
মাটিবাৰী অনেক হল আৰু ঘৰবাৰী
তাকে লই গোপাল দেৱ হইলা সংসাৰী।
প্ৰথমা ভাৰ্য্যাৰ নাম ছিল বৃন্দাৱতী,
দামোদৰ পুত্ৰ ভৈলা তাহাৰ সন্ততি।
পদ্মপ্ৰিয়া নামে কন্যা তাহাৰ তনয়া
জন্ম দিলা কমললোচন আতাৰ সৰু জায়া।
ধৰ্ম চৰ্চা কৰিলা ভকত বহু লই
অনেক ভকতে আতাত শৰণ লভই।
শ্ৰীৰাম আতা গৈয়া পাছে কৰে নীৰিক্ষণ
অতি মনো গ্ৰাহী শাস্ত্ৰ কৰে বিশ্লেষণ।
কেবাদিনো ধৰি শ্ৰীৰাম ইয়াতে থাকয়
গোপালৰ মুখে কথা অনেক শুনয়।
শ্ৰীৰাম আতা গৈয়া যেবে সুন্দৰী পাইলা
গোপালৰ যশস্যাক বিশদ বৰ্ণাইলা।
তাহাৰ আগত আগে কৰি নিমন্ত্ৰন
মাতি আনি মাধবক কৰে সম্ভাষণ।
যত শিষ্য আছে মানে সবাকে জনাই
পৰম গুৰু তোৰা সবাৰ আহিব ই থাই।
কলপুলি পুতিলেক পদুলি মুখত
ফুলে জ্যোতিষ্কাৰ কৰে কল পুলি যত।
দোলাত তুলিয়া গুৰু ভক্তগণে বয়
তাল, খোল, টাকা আৰু মৃদঙ্গ বজায়।

শ্ৰীৰাম আতা টুপলি লৈয়া ভবানী পুৰক
পাছে পাছে যায় আৰু কত ভক্তলোক।
একমাহ থাকিয়া গুৰু আহিলা ফিৰিয়া
ধান, বস্ত্ৰ, ধন দিলা নৌকাত ভৰিয়া।
এনেদৰে ভবানীপুৰ সত্ৰক পাতিলা
এই সত্ৰে গোপালক প্ৰতিষ্ঠা কৰিলা।
দুই ভাৰ্য্যা তিনি পুত্ৰ কন্যা আৰ জননী
মহাৰঙ্গে থাকে আতা কৰি নাম ধ্বনি।
এই ৰূপে কত কাল বৰ্ষ চলি যাই
সুন্দৰী ভবানী পুৰ চলে আহি যাই।
অনেক বৰিষ আতা তথাত থাকিলা
ভবানী পুৰীয়া গোপাল নামে খ্যাতি পাইলা।

গোপাল চৰিত্ৰ কথা শুনা সবে নৰ
হৰি হৰি বুলি ডাকি পাপ কৰা দুৰ।

>>>>■<<<<

## *বুঢ়া গোপাল আতাৰ উপাখ্যান*

### *পদ*

চক্ৰপাণি বোলে কথা শুনা ভক্তচয়
বুঢ়া গোপালৰ এবে কহো পৰিচয়।
থোকৰা পুখুৰী পাৰে বৰুৱা গৃহত
বুঢ়া বিৰাই নামে লোক সমাজে প্ৰখ্যাত।
বিৰাইৰ তনয় বিৰিঞ্চি নাম ধৰে
তাৰ পুত্ৰ বিৰোচন জানে সব নৰে।
বিৰূপাক্ষ নামে ভৈলা তাহাৰ নন্দন
বীৰচাঁদ পুত্ৰ তাৰ জানে সৰ্ব্বজন।
বীৰচাঁদ তনয় গোপাল নাম ধৰে
আঢ্যৱন্ত লোক মহা জানে সবাকাৰে।
হঠাতে আহিলা এক প্ৰচণ্ড মাৰক
ৰোগতে মৰিলা তাৰ দশজন লোক।
বীৰসাদ ৰৈল বাচি প্ৰভুৰ কৃপাত
অকলশৰীয়া প্ৰাণী বস্তু অসংখ্যাত।
চাকৰ নাকৰ বিত্ত বৰ আঢ্যৱন্ত
শত্ৰুগণে লোভে হিংসা কৰয় সতত।
গএগ্ৰা জ্ঞাতি বন্ধু বিপদত কেওঁ নাই
সম্পদত আগুৰিয়া মাত্ৰ ভোজ খাই।
ৰবলৈ নোৱাৰি পাছে ভটিয়াই আহিলা
কলিয়া বৰত আহি ছমাহ থাকিলা।

তাৰ পৰা চলি গৈলা মিছামাৰী মুখ
বাহ বন্ধ কৰা কৰ্মে পাই বৰ দুখ।
দুই বৰ্ষ কাজলি মুখত কৰে বাস
পাতি দৰঙত ৰল মাত্ৰ ছয়মাহ।
তাতি কুচি আহি পাই বসতি কৰিলা
ভালকৈ ঘৰ বাৰী তাতেই বান্ধিলা।
দুই বৰ্ষ হল যেবে তাতি কুচি গ্ৰামে
বিবাহ কৰিলা এক কন্যা শান্তা নামে।
শ্ৰীহৰি মৰলৰ কন্যা অতি গুণৱতী
সাদৰি আনিলা যাই বীৰচাঁদ সন্ততি।
গননা কৰিয়া গোপাল তাতি কুচি গাওঁ
ওঠৰ জন সঙ্গীতাহাৰ উঠি বৰ নাও।
জীবিকাৰ হেতু তাতী কৰ্মক কৰই
ওজাপালি হই নিমি সংবাদ গাৱই।
গুৰুজনে লিখা পদ পুথিও গাবয়
ভাগৱত পদ চৰ্চ্চা কৰিয়া ফুৰয়।
সংকীৰ্ত্তন গাই ফুৰে মৃদঙ্গ বজাই
বঙালী ভাষাৰ গীত আতি গুৰি নাই।
নিমি নৱসিদ্ধ গীত আনন্দতে গাই
উল্লাসতে নাচে ভক্তগণ জপিয়াই।
এনেদৰে গীত গাই মনথৈ পাইল
ঠাকুৰ আতা শুনি বহাই আশ্বাসিল।
বুলিলা নাৰায়ন দাস গোপালক চাই
যিটো গীত গাই আছা আগ গুৰি নাই।
কিবা শাস্ত্ৰৰ পদ ইটো ৰচনা কাহাৰ
কিবা অৰ্থ কৰে তাৰ কোৱা এটিবাৰ।

গোপাল বুলিলা আমি কিছু জানা নাই
কাৰনো ৰচনা বাপ বুলিও বুজাই।

**ফকৰা**

*অজনাৰ আগত সজ্জন বোলা ইচ্ছা*
*লোকৰ লোণ চাউল তেল খাই*
*ভাৰত বৰিষত যি গতি ধৰিছে*
*কি কই গাৱ সাৰি যাই।*

ফকৰাৰ নুবুজি অৰ্থ গোপাল চাইলা
ঠাকুৰ আতাৰ কাষে উত্তৰ সুধিলা।
আতা বোলে আমিও নজানো ভাল মতে
ইটো ৰাজ্যে আছে গুৰু বুজি লোৱা তাতে।
বিশিষ্ট গুৰুনো কোন গুৰু কেই বিধ
সুধি লোৱা ভাল ইটো জনাও উচিত।
গোপাল বোলে বলাচোন আমি দেখো যাই
নজনা কথাক আমি সোধো ভালকই।
আপুনি দেখাওক পথ লগত আমাৰ
গুৰু দেখাওক বাপ লাগে চাহিবাৰ।
মাধব বুলিলা আগে দীক্ষা লৈলা ক'ত
ভাঙি কোৱা জানিবাক লাগে ভাল মত।
গোপাল বুলিলা আমি চৈতন্য পন্থৰ
সংকীৰ্ত্তন গাই ফুৰো সেইটো ধৰ্মৰ।
মাধব বুলি হাঁহি কিয় ধৰা আন
নিজ ধৰ্ম এৰি আন ধৰ্ম ধৰা টান।
স্বধৰ্মে নিধন শ্ৰেষ্ঠ পৰৰ ভয়ঙ্কৰ
যেন নিজ বাহা এৰি যায় পৰৰ ঘৰ।

কাউৰীৰ বাহত কণী কুলিয়ে পাৰয়
নিজৰ অজ্ঞাতে কাউৰী কুলি জনমায়।
আমাৰ অজ্ঞাতে আহে পৰ ধৰ্ম চয়
সংস্কৃতিৰ সতে খাপ কভু নিমি লয়।
গাই আছা যিবা গীত নিমি সিদ্ধাখ্যান
কাহাৰ ৰচনা ইটো তোৰা সবে জান।
গোপাল বোলে নাজানোহো ৰহস্য ইয়াৰ
ছেদি ভেদি বোলা বাপ ইয়াৰ তত্বসাৰ।
আতা বোলে সুন্দৰীতি সমস্ত পাইবা
তাত গলে যত তত্ব দিব লৈ পাৰিবা।
আতাৰ কথা শুনি সবে উলটি আহিলা
সুন্দৰীৰ খানত গৈয়া গুৰুক দেখিলা।
ওঠৰ জন ডেকা ভক্ত আগে উপনীত
গুৰু বোলে কিবা লাগি আহি আছা ঐত।
গোপাল বুলিলেক আমি গুৰুক বিচাৰি
মনথৈ হন্তে আমি আহিলো লৰৰি।
নাৰায়ন দাসৰ মুখে বাৰ্ত্তাক পাইলো
এই হেতু তব পদ বিচাৰি আহিলো।
গুৰু বোলে ভাল কথা আমাক বিচাৰি
তাত পৰে কিবা কৰ্ম কোৰা আগগুৰি।
যদি এই শাস্ত্ৰৰ তত্ব জানিবাক পাৰো
তাহাৰ চৰণে আমাৰ দেহ বিক্ৰি কৰো।

গুৰু বোলে ঠাকুৰ আতা কিবা কথা কই
আগপিচ কৰ্ম আছে বুলিবো বুজাই।
গোপাল বুলিলা আমি আছো উপবাসে
যেনমতে কৰো কৰ্ম তান উপদেশে।
মাধব বুলিলা আগে দীক্ষা লৈলা যত
যদি আমাক মানা গুৰু এৰা সি সবত।
নিশ্চয় এৰিলো বাপ বলো সত্য কৰি
কেৱল আপুনি গুৰু বোলো নিষ্ঠ কৰি।
তবে তাৰা সবৰ নাম ভুমি লিখি দিয়া
হাতে লিখি ভৰি তুলি মোহাৰিয়া নিয়া।
গোপাল বোলে গুৰু বাপ নহয় সহজ
প্ৰাথমিক গুৰু যিনি তাক থও ক'ত।
খাল পাই যেন ভৰি ধৌত কৰি লৈলো
নদী পাই স্নান কৰি বিশুদ্ধ হইলো।
গঙ্গা পালো ভক্তি ভাৱে স্নান তৰ্পন কৰি
ভৰি ধোৱা পানী জানো দিবো প্ৰসাৱ কৰি।
গুৰু বোলে গোপাল তুমি উচিত ভকত
তোমাত বুলিবো আমি আছে তত্ব যত।
তাৰ পাছে গুৰুজন নাম ঘৰে গৈলা
গোপাল সমে ওঠৰজনক শৰণক দিলা।
অধম ঘনকান্তই লিখে গুৰুৰ চৰিত
হৰি নাম স্মৰি সবে কলি যুগ বিত।



## বুঢ়া গোপাল আতাৰ খৰিদানৰ বিবৰণ

### পদ

আলোচনা কৰে নিতে গুৰুৰ চৰিত
চক্ৰপাণি বোলে নতুন কথা নিতে নিত।
পাটবাউসী থানে আছে কালিন্দ্ৰী গোসানী
সঙ্গে আছে নাতি পুত্ৰ বোৱাৰী তিনজনী।
সুন্দৰী থানত আছে মাধৱ মহন্ত
তানসঙ্গে শ্ৰীৰাম আতা আৰু পাচজন
বৰপেটা থানে আছে বুঢ়া গোপাল আদি
ভবানী পুৰত গোপাল মাতা বজ্ৰাঙ্গী।
ধৰ্ম ৰাজ্য খনি তবু বহল হোৱা নাই
প্ৰতিজনে নাম জপি আছে ঠায়ে ঠাই।
নাৰায়ন দাস আতা অতীৱ মহান
মনথৈ থাকিয়া সদা কৰে আন জান•।
ধৰ্ম লাইখুটা আতা ধৰ্মৰ নন্দন
তেওঁৰ পৰা ধৰ্ম লাভ হয় বহুজন।
সুন্দৰী থানত খৰি পাবলৈ যে নাই
খৰিৰ অভাবে গুৰুৰ অন্ন নিসিজাই।
লুইতৰ কাষে নল খাগৰি বিস্তৰ
ঝাউবন আদি কৰি হৰেক ৰকমৰ।
যত ভক্তগণ আছে সবে আলচ কৰি
সাতদিনে দুইজনে যোগাবন্ত খৰি।
বুঢ়া গোপাল আতা খৰি প্ৰায় আনি দেই
মাধৱদেৱ বোলে বোপা মহাভক্ত তই।
কিন্তু এক মহাদোষ খৰিৰ আচয়
বন খৰিৰ জুই ঘৰ বিনষ্ট কৰয়।
কাঠ খৰি আনিবাৰে নৌকা তিনি লৈলা
ছয়জন ভক্ত সমে মানাহে চলিলা।
শুকান গছ পাইলা এক বৰই ডাঙৰ
কুঠাৰেৰে ফালি লৈলা নৌকাৰ ভিতৰ।
অতি বৰ বৃক্ষ দালি কাটি ফালি লৈলা
কৰ্ম শেষ নোহোতেই বেলি মাৰ গৈলা।
জঙ্গলৰ ভিতৰৰ নদীৰ মাজত
ঘৰিয়াল শিশুকত আছে অসংখ্যাত।
জঙ্গলত বাঘ ভালুক গাহৰি অনেক
জোক মহ ডাহ সৰ্প বিষাক্ত যতেক।
হাতত দা কুঠাৰ মাত্ৰ অন্য কিছু নাই
হৰিনাম স্মৰণ বাদে উপাই নাপাই।
গভীৰ অৰণ্য আৰু তাতে মাজ নদী
হিংস্ৰ জন্তুগণ আহি লগপাৱে যদি।
ভাবি গুনি বালিচৰে নাওক বান্ধিলা
অল্প অন্ন ৰান্ধি তাক বটিয়া খাইলা।

•আন জান - অহাযোৱা, অনা নিয়া

ৰাত্ৰিকালে ধুমুহা আহিলা অতি জোৰে
বৰষুণ বতাহ বিজুলি চাট্ মাৰে।
মেঘৰ গৰ্জনে কানফলা শব্দ কৰে
থৰকি থৰকি উঠে মুখে নাম স্মৰে।
শিলা বৃষ্টি আৰম্ভ হইল সঙ্গেতেই
ইজনে সিজনে কাকো কোনো নেদেখই।
ধান খেৰৰ জুইমুঠি° আছিল হাতত
ঢাকিয়া ৰাখিলা গছ পাতৰ তলত।
এক নাৱ খৰি বালিচৰত তুলিলা
খালি নাৱ তুলিতৰক• আনিলা।
বালিচৰে তুলি নাৱ উবুৰি কৰই
তাৰ তলে বিৰিণাত বহিয়া থাকই।
নৌকা তলে ৰাত্ৰি কাল কটাই ভক্তগণ
ৰজনী পুৱাইলা তাতে কৰিয়া শয়ন।
বালিৰ উপৰে তাত বিৰিণাক পাৰি
উজাগাৰে কটাইলা সাৰা নিশা জুৰি।
পৰে দিন ভক্ত ছয় গধুলি সময়
খৰি তিনি নাৱ লৈয়া সুন্দৰী পাৱয়।
মাধৱদেৱ সহ ঐত সব ভক্তগণ
খৰি কটীয়াৰ হেতু কৰয় চিন্তন।

বহামধ্যে ভক্তগণ গুৰুৰ সহিত
ৰজনী পুৱাইলা বহি হই চিন্তান্বিত।
প্ৰভাতে উঠিয়া সবে আগবাঢ়ি যায়
কিজানিবা গোপাল সহ তাৰা আহি পায়।
যেতিক্ষণে খৰিসহ আহিল ভক্তগণ
মৃতপ্ৰায় গুৰু শিষ্য পাইলা জীৱন।
মাধৱ বুলিলা হেৰা বীৰ সাদ নন্দন
তব সঙ্গে আছে আৰু ভক্ত পাচজন।
কৃষ্ণ সঙ্গে সখীগণ সন্দীপাণি গৃহে
খৰিহেতু যাওঁতে পীড়ে বৰষুণ বতাহে।
বৰষুণ বতাহত জঙ্গলৰ মাজত
ৰজনী কটাইল প্ৰভু সখীৰ লগত।
তাৰ পাছে গুৰু বৰে সবে জ্ঞান পাইল
শাস্ত্ৰজ্ঞ পণ্ডিত হুয়া গৃহক আহিল।
সেই ৰূপে আপোনালোকও কৰি শ্ৰম
অতি কষ্টে দিলা খৰি শ্ৰীকৃষ্ণৰ সম।
বৰ দিলো আমি তোৰা থাকা চিৰকাল
ভক্তৰ মাজত জ্বলি যেন মহীপাল।
বুঢ়া গোপাল আতাৰ কথা শুনি একমনে
বোলা হৰি হৰি সবে সভাসদ গণে।

°*জুইমুঠি - ধানখেৰৰ জুইৰখা যতন। ভুটা।*

•*তৰক - বামক*



# লক্ষণ ওজাৰ জাপি দান

## পদ

সুন্দৰীৰ গুৰু লীলা শুণে ভক্তগণ
একাধাৰে কৈ যায় চক্ৰপাণি সুজন।
বৰভাগ পৰগণে এক কলিতা সুজন
কমাৰকুচি গ্ৰামে ছিল শিল্পত মগন।
বাহ কাটি ঢাৰী বুই কৰ্ম কৰি খাই
পুত্ৰ পাৰিবাৰ ভিন্ন অন্যলোক নাই।
শুনিয়া গুৰুৰ নাম সুন্দৰী আহিলা
মাধবদেৱৰ পাশে শৰণ পশিলা।
আয়ু যশ ব্যবসায় বৃদ্ধি হোক বুলি
আশীৰ্ব্বাদ কৰে নিজ অন্তৰ খুলি।
সুখে দিন কটাই ভক্ত গোবিন্দ সুজন
আয়ু অন্তে পৰলোকে কৰিল গমন।
জীবিত কালতে গোবিন্দ ভক্তজন
পুত্ৰ ডাঙৰ হৈছিল নামত লক্ষণ।
পুত্ৰক বিবাহ কৰাই বোৱাৰী আনিল
অতি গুণৱতী বধু গোবিন্দই পাইল।
বোৱাৰীৰ নাম ছিল সত্যবতী আই
ৰূপে গুণে কন্যা সম সি গ্ৰামত নাই।
সৰ্ব্বদায় চিন্তে তিনি ৰাম কৃষ্ণ নাম
আৰু সঙ্গে ৰন্ধা বঢ়া অন্য যত কাম।
শহুৰক নাম লৈবে দিছিল যত নাই
তাৰ পাছে সিটো গৃহে নাম কীৰ্ত্তন নাই।

পত্নীয়ে বুলিলা এবে লক্ষণক চাই
তোমাৰ নামত কিয় শুদ্ধমতি নাই।
গুৰুজনৰ প্ৰিয় আপোনাৰ পিতাদেৱ
অহৰ্নিশে গুৰু দেৱতাক কৰে সেৱ।
লক্ষণ বুলিলা মোৰ দিব কিছু নাই
কিবা লৈয়া যাব আমি নেদেখো উপাই।
হস্ত শিল্প জানে ভাল সিটো শুদ্ধমতি
সেই কথা জানি বোলে পত্নী সত্যৱতী।
গৃহস্থৰ তৈয়াৰী বস্তু গুৰুক দান দিয়ে
গুৰুৰ আশীৰ্ব্বাদে গৃহী শুভ ফল পাৱে।
যদি গুৰু তুষ্ট হোৱে তব জাপি লই
হইব অনেক পুণ্য বাঢ়িব ব্যৱসাই।
ভাল চাই বাহ গোট কাটিয়া আনিলা
অতি সুক্ষ্ম কৰি তাৰে দইক তুলিলা।
অতিকে সুন্দৰ জাপি তৈয়াৰ কৰিয়া
একদিন গৈলা চলি সুন্দৰী লাগিয়া।
অতি সুক্ষ্ম দই তুলি জাপিক বুইছে
হেঙুল বৰণ কৰি শুৱনি কৰিছে।
জাপি লৈয়া চলে যেবে আনন্দিত মন
তুলিয়া দিলেক জাপি গুৰুৰ চৰণ।
জাপি পাই খুচি হৈলা দেৱশ্ৰী মাধব
ভকত জনৰ বন্ধু প্ৰাণৰ বান্ধব।

বহুদিন অন্তত দেখিয়া তানমুখ
মাধবৰ মনত মিলিলা মহাসুখ।
শৰণক দিয়া পাছে শ্ৰীমাধব ৰাই
একশৰণ নাম ধৰ্ম দিলেক বুজাই।
তিনিদিন থাকি তাতে শাস্ত্ৰক শুনিলা
ধৰ্মৰ পৰম তত্ত্ব অনেক জানিলা।
পাচে এক আপত্তি জনাইলা কাৰিকৰ
মূঢ় আমি জ্ঞান নাই তেনেই নিৰক্ষৰ।
মাধব বুলিলা বোপা আহাঁ এই ঠাই
অক্ষৰ জ্ঞান দিয়া হেতু ব্যৱস্থা আছই।
জাপি বুৰা ব্যবসায় কৰিয়া থাকিবা
সুললিত মাত তোমাৰ ভাল গান গাবা।

পৰামৰ্শ দিয়া গুৰু লক্ষ্ণ চলিলা
সপত্নীক সুন্দৰ দিয়া গ্ৰামক আহিলা।
গুৰুজন গৈলা যেবে বৰপেটা ধাম
তান সঙ্গে চলি যায় পত্নী পুত্ৰ সম।
শ্ৰীৰাম সহিতে তাক ওজাক শিকাইলা
ভাগৱত দশম পদ গাবলৈ ধৰিলা।
সুললিত কণ্ঠস্বৰে গীতক গাৱয়
অন্য অন্য লোকৰ মন মোহিত কৰয়।
সত্ৰত ভাগৱত গাই ওজাপালি নাচ
ৰীতি বহি গৈলা বৰপেটাৰ সমাজ
ওজা বংশ নামে ফৈদ তেখনে হইল
আজি ধৰি এই নামে খিয়াতি ৰইল।

মাধব গুৰুৰ লীলা কথা সব লোকে স্মৰি
সমস্ত সমাজে ডাকি বোলা হৰি হৰি।



## *শ্ৰীৰাম আতাৰ বস্থ ভোজনৰ হ্ৰাস*

### *পদ*

অতপৰ পাছে বুলিলেক চক্ৰপাণি
শুনা ভক্তগণ এক হাস্যকৰ কাহিনী।
পৰম ভকত শ্ৰীৰাম আতা সবে জান
মাধবৰ প্ৰিয় শিষ্য আলধৰাজন।
গুৰুৰ সেৱাত যাৰ কিছু ত্ৰুটী নাই
তাহাঁৰ সেৱাত মগ্ন সদা সৰ্ব্বদাই।

বৰ নগৰ পৰগণা গাওঁ শিমলুৰ গুৰি
তাৰ পৰা আনে ঠাকুৰ আতা মনপুৰি।
সবাই সন্তুষ্ট তেৰাৰ সেবাৰ কৰ্মত
গুৰুও পৰম সুখী তাহাৰ যত্নত।
সৰ্ব্ব গুণী দাস্য ভাব শ্ৰীৰাম আতাৰ
সেৱা কৰ্মে মন প্ৰাণ আকৰ্ষে সবাৰ।

কিন্তু এক দোষ তাৰ সবাই জানই
প্ৰতিদিন একদোণ চাউলৰ ভাত খাই।
বহুত ভোজনকাৰী সিটো ভক্তজন
খাদ্যৰ অভাব হয় বাহাত সৰ্ব্বক্ষণ।
ছয় সাত জনৰ ভাত একজনে খাই
ভাণ্ডাৰে নথাকে চাউল থাকিব শুকাই।
দুই একজনে তাক খোলাভাৱে কয়
সেই হেতু আতা মনে বৰ দুখ পায়।
কোনো কোনো দিনে অন্ন সমুলি নেখাই
কামকৰি থাকে পৰি পেটক পেলাই।
লাহে লাহে কৰি কথা মাধবে নিৰিখি
লাউ খোলা ডোন দিলা কাটি চাউল জুখি।
শ্ৰীৰামক আদেশিলা শিলত ঘহিবা
তিনিবাৰ ডোন ঘহি চাউল জুখিবা।
গুৰুৰ আদেশ পালি লাউ খোলা আনি
কৰিলেক ডোন এটি নিজে অনুমনি।
প্ৰতিদিনে একোডোন চাউল জুখি লয়
লোৱাৰ আগতে শিলে তিনিবাৰ ঘহয়।
চাউলৰ পৰিমাণ সেই মতে যায় কমি
সেই অন্ন খায় শ্ৰীৰাম গুৰুক প্ৰণামি।

অন্য কৰ্ম কৰি থাকে অন্য দিনে যত
অন্ন কম হোৱা ভাব নলয় মনত।
এনেদৰে ছয় মাহ বহি গৈলা যেবে
ডেৰ পোৱা চাউল ধৰা হল গৈ তেবে।
তাৰ পাছে গুৰুজনে ঘহা মানা কৰি
ডেৰ পোৱা চাউল খাদ্য হয় সিদিন ধৰি।
এনেন চাউল খোৱা আতে ডেৰ পোৱা খাই
কিন্তু নিজে চাউল কমা গমকে নপাই।
এইমতে মাধব গুৰু নিজ কৌশলত
সমাধান কৰে ভক্তৰ সমস্যা যত।
বলেৰে নোৱাৰা কৰ্ম বুদ্ধিৰে কৰিবা
বুদ্ধি বলে জগত জিনে নিশ্চয় জানিবা।
শাস্ত্ৰ পাঠ কৰে আৰু নীতি কথা যত
সদায় উপদেশ দিয়ে ভক্তৰ আগত।
গুৰু উপদেশ ভক্তে মনে প্ৰাণে ধৰে
সেই উপদেশে বহু কাৰ্য্য সিদ্ধি কৰে।
অতএব ভক্তগণ ৰাখিবা মনত
শৰণ লইবা সৎ গুৰুৰ চৰণত।
মাধবৰ গুণ স্মৰি মায়া পৰি হৰি
সমস্ত সমাজে ডাকি বোলা হৰি হৰি।

## *চিলা ভকতৰ উপাখ্যান*

### *পদ*

হৰিগতি নামে এক নিম্নভক্ত জন
উদমৰা গাৱে তাৰ বসতি প্ৰধান।
চাৰি পাচ ভাই তাৰ আঢ্যৱন্ত অতি
কৃষি কৰ্মে মন তাৰ শ্ৰমে মনপুতি।

পাচ জনা মধ্যে হৰি কনিষ্ঠ সবাৰ
শুনিলা লোকৰ মুখে গুৰু কথাযাৰ।
ধৰমৰ প্ৰতি তেওঁৰ মন আকৰ্ষিলা
শৰণ ইচ্ছায়ে আহি সুন্দৰী পাইলা।
গুৰুৰ পদৰ ধূলি শিৰত লইয়া
আপোনাৰ মনৰ চিন্তা বিদিত কৰিয়া।
গুৰুৰ কথা শুনি তেওঁ শৰণ লভিলা
সুন্দৰীত বাহা সাজি তথাত ৰহিলা।
তাৰ পাছে দেউতাক যেবে ঢুকাইল
আতৈক খবৰ দিয়া ঘৰে শ্ৰদ্ধ সমৰ্পিল।
চাউল মাছ শাক আনি গুৰুক দান দিলা
অভকতৰ দান দেখি গুৰুৱে নলৈলা।
যদ্যপি ভকত হৰি গতি একজন
পৰম অধৰ্মি তাৰ ভাই চাৰিজন।
যেবে চলি গৈলা সিধা গুৰুক দান কৰি
মাধৱ বুলিলা ইটো গ্ৰহিতে নপাৰি।
মহা অভকত পিতৃ পুত্ৰ চাৰিজন
ধন গৰ্ব্বে মত্ত তাৰা সঙ্কুচিত মন।
জয় হৰি, শ্ৰীহৰি আতৈক মাতিয়া
বুলিলা জংঘল মাঝে থোৱা চাউল নিয়া।
চাউল থৈয়া গছে উঠি দুৰত দেখিবা
যিবা দেখা সব কথা আমাক বুলিবা।
হৰি গতি নাছিলে তেতিক্ষনে যে ইয়াত
নাজানিল ইটো কথা নিজ অসাক্ষাত।
দুইজনে চাউল নিয়া দুৰত ৰাখিল
গছৰ উপৰে উঠি দুয়ো নিৰেক্ষিলা।

কৰবাৰ পৰা এক ঢোৰা কাউৰী আহি
কা-কা কৰি মাতে চতুৰ্দ্দিক নিৰেখি।
কাক বাৰ্ত্তে হাজাৰেক কাউৰী আহিল
নিমিষতে চাউল ভাৰ উদণ্ড কৰিল।
সব কথা বুলিলেক গুৰুৰ আগত
কিবাহেতু ইটো কাণ্ড ভৈলা সমাগত।
গুৰু বোলে গোপ্য কথা বুলিলো তোমাক,
জ্ঞাতি বৰ্গ মাত্ৰ জানা এই কাউৰী ঝাক।
প্ৰথম জনা কাউৰী তাহাৰ আপোনা পিতাক
তাহাৰ উপৰি পুৰুষ সব কাউৰীঝাক।
ইটো বংশে কোনো দিনে হৰি ভক্ত নাই
তামসিক কৰ্মেৰত জানিবা সবাই।
তাৰ পাছে গুৰুজনে আখ্যান বুলিলা /
কেবাজনো ভক্ত আহি তথাত মিলিলা।
চিলা নামে এক মহা ভকত প্ৰধান
হৰিক আৰাধে নিতে থাকি নিজ থান।
জঙ্গলৰ মাজে এক পাতিয়া আশ্ৰম
ভক্তি মাৰ্গে সাধে নিতে আপোনাৰ কৰ্ম।
তাহাৰ আদৰ্শ পথ দেখিবাক লাগি
একদিনা চলে নিজ ভক্ত মহা ভাগী।
তিনিজন ভকতে নিজে তিনি গুণ ধৰে
একজনে নাম লৱে অতি উচ্চ স্বৰে।
একজনে গাৱে নাম মধ্যম সুৰত
তৃতীয় জনে নাম লৱে নিবিড়ত।
তিনিজনে সংকীৰ্ন পথে ধৰি যায়
বন মাজে তিনিজন চোৰে লগ পায়।

পুছিলা তাহাত তোৰা কৈক লাগি যোৱা
এই পথে গ্ৰাম নগৰ একেকে নোপোৱা।
বুলিলা ভকত যাও চিলা বাপৰ ঠাই
মহাভক্ত জনক দেখিবাৰ ইচ্ছা যাই।
তিনি চোৰে বোলে আমি তবসঙ্গে যাও
কেনেকুৱা ভকত তাক নিৰীক্ষিয়া চাওঁ।
এই বুলি ছয়জনে একে লগ হই
উপনীত হ'ল গৈয়া চিলা ভক্তৰ ঠাই।
চিলা নামে ভক্ত ভূত ভবিষ্যত জানে
লোক দেখি তাৰ কৰ্ম জানয় আপুনে।
সংসাৰৰ বিষয়ক কৰে তুচ্চ জ্ঞান
হৰি বিনে নিচিন্তয় দেৱতাক আন।
ছয়জন লোক দেখি সবাকে জানিলা
নিবীড় কীৰ্ত্তনীয়া জনক কুশাসন দিলা।
মধ্যম সুৰে নাম লোৱাই বাহ ঢাৰী পালে
উচ্চ স্বৰে নাম লোৱাক ভগা ঢাৰী দিলে।
তৃণ পাৰি দিলে বাকী তিনি জন চোৰক
মিঠা এঠা দৈ চিৰা নিবিড় জনক।
শৰাইৰ ওপৰে দিয়ে তলে পাত পাৰি
ওপৰে ঢাকনি দিলা আতিপতি কৰি।
মধ্যমীয়া জনক দিলে দৈ চিৰা খিনি
বাটি এটিত চিৰা দিয়া মাটিত থলে নি।
উচ্চস্বৰে নাম গোৱাক পাতে চিৰা দিলা
তিনিজন চোৰক মাত্ৰ চাউল গুড়া দিলা।
বাৰীৰ দোৱা গছ পাত কাটিয়া আনিলা
মাটিৰ ওপৰে দোৱা পাতত গুড়াথৈলা।

মান্য কৰি দিয়া জনে বুলিলেক বাণী
ছয় জনৰ এনে হীন ভেদি কিয় জানি?
ভকত বুলিলা শুনা আগন্তুক ছয়জন
ছয়জন চাৰি গুণী ইয়াৰ কাৰণ।
পূৰ্ব্ব জন্মে যিয়ে যিটো ফলক আৰ্জিছে
পৰজন্মে সেই ফল অৱশ্যে ভুঞ্জিছে।
নিবিড়তে লোৱা নাম মহা ভক্তজন
আত্মাৰূপী ভগবান স্মৰয় সৰ্ব্বজন।
আৰা দুই জনে আত্ম তত্ত্বক নাপায়
বাহিৰত আছে হৰি বিচাৰি ফুৰয়।
চোৰ তিনি পূৰ্ব্ব জন্মে এজন শূকৰ
বিষ্ঠা ভুঞ্জি ফুৰিছিলে গাওঁ ও নগৰ।
এইজন্মে বিষ্ঠা সদৃশ দ্ৰব্য চুৰি কৰি
ভৰ্য্যা পুত্ৰ পালে মাত্ৰ নোবালয় হৰি।
একজন ছাগছিল আগৰ জনমত
গুৰু অনুগ্ৰহে নৰ ইটো জনমত।
তথাপি নোলয় নাম লুপ লুপাই ফুৰে
যতে যিটো পায় আনে কূট কৰ্ম কৰে।
ইৰিয়া অসুয়া তাৰ কভু নুগু চই
পৰজন্মে গতি হব হীন ছাগতকৈ।
শেষ জন হস্তী জন্ম আছিল পূৰ্ব্বত
গুৰু অনুগ্ৰহে জন্ম ললে মানৱত।
এতিয়াও তেনে কৰ্ম কভু এৰা নাই
নীচ যোনি পেহী, মাহী একো নবাচই।
চুৱা চৰু লুটি ফুৰে এই বয়স পাই
এইটো স্বভাব যিয়ে এতিয়াও এৰা নাই।

কথা শুনি ছয়জন ভৈল বিপৰীত
ছয় সৰ্ব্বগুণি ধাৰ্মিক বিপৰীত।
এতেকে শৰণ লৈলা ভকতৰ ঠাই
কুকৰ্ম সবক তাৰা এৰিয়া পেলাই।
শুদ্ধ ধৰ্মে মতি কৰি ভকত হইল
সাধু সঙ্গ অনুসৰি ভক্ত পদ পাইল।
অনুক্ৰমে আয়ু শেষ ভকত সবৰ
এৰাইল যতেক পাপ পূৰ্ব্ব জনমৰ।
এক কথা শুনা আৰু একাদশ স্কন্ধৰ
কৃষ্ণে বাৰ্ত্তা কৈলা যেবেনিয়া উদ্ধবৰ।
কোনোজনে পাপ কৰি যদি অনুতাপে
একান্তে হৰিক চিন্তি মাত্ৰ নাম জপে।
সিও গৈয়া মহা ভক্ত হয় সিটো নৰ
মহাপাপী ছিল যেনে দস্যু ৰত্নাকৰ।
একান্তে শৰণ লই জপে অবিশ্ৰাম
গুৰু উপদেশ পাই কেৱল ৰাম নাম।
অৱশেষে সিজন মহা ঋষি ভৈলা
পূৰ্ব্বৰ যতেক পাপ সব কাটি গৈলা।
চিলা ভকতৰ আখ্যান মনত সুৱৰি
নিৰন্তৰে সবলোকে বোলা হৰি হৰি।



## *মুৰাৰী বৰ কোচৰ অন্যায় আচৰণ,আৰু শ্ৰীৰাম আতাৰ প্ৰতি গুৰুৰ উপদেশে*

### *পদ*

তাৰ পাছে কথা আৰম্ভিলা চক্ৰপাণি
শ্ৰীৰাম চৰিত এক লোৱা কিছু জানি।
সেই দিনা বাহাত মিলিলাহি অপায়
গুৰুৰ খাদ্য ভড়াল যেবে ভৈলা শূন্য প্ৰায়।
চাউল শাক দালি লোণ কিছু একো নাই
চলিলা শ্ৰীৰাম আতা ভিক্ষা পাত্ৰ লই।
কিছু ঘৰ ফুৰি পাছে কিছু নপাইলা
বৰকোচ মুৰাৰীয়ে টাঙোন ফৰ্মুটিলা।
ঠেঙত লাগিয়া আতা বৰ দুখ পাই
ফিৰিয়া চলিলা গৃহে ভিক্ষাক নাপাই।
বুলিলা মাধবৰ আগে দুখৰ কাহিনী
গুৰুই বুলিলা আতাক একহিত বাণী।
শুনিয়ো শ্ৰীৰাম তুমি যোৱা পুনৰবাৰে
যিবা দলিমাৰে তাক আনিবা সাদৰে।
পৰে দিন গৈলা আতা সেই গৃহ লই
দুৱাৰ মুখে ভিক্ষা মাগি আছে ৰহি ৰই।

সোহি বেলা চেৰা ঢেকি থোৰাক মাৰিলা
ভৰি ডাঙি আতা পাছে ৰক্ষা পাই গৈলা।
কিন্তু থোৰা আনি আতা গুৰু হাতে দিলা
খৰি ফালি এক চোলা সবাকে বিলাইলা।
আৰু পৰ দিনে গৈলা বৰ কোচৰ ঠাই
দেখি ৰাগান্বিত ভৈলা বৰ কোচ ৰাই।
শুকান আলতীয়া এক চপৰা যে বৰ
মাৰিয়া দিলেক গাৱে আতা পুৰুষৰ।
চপৰা পৰিয়া গাৱে বৰ দুখ পাইলা
পিঠি হেট্ কৰি আতা মাটিত পৰিলা।
উহ্ উহ্ বুলি দুখ কৰে আতা দেৱ
তাৰ পাছে হাত জুৰি কৰিলেক সেৱ।
চপৰা লইয়া বাহা আহিলা শ্ৰীৰাম
পিঠিক পিহিয়া আতা বোলে ৰাম ৰাম।
মাটি আনি গুৰুৰ কাষত যেবে থৈলা
গোবৰ মিহলাই মাটি বাটি* বাক কৈলা।
মাটিৰ চপৰা কোবাই গুৰি কৰি লই
গোবৰ মিহলাই মাটি আটায়ে ভগাই।
সেই মাটি দিয়া ভকত সবে ঠাই মুচি
পাকঘৰ মজিয়াক কৰিলেক শুচি।
আৰু দিনা গৈলা পাছে বৰকোচৰ ঠাই
খণ্ডে এগাল খুদ চাউল দিলে কোচৰাই।
আৰু এদিন গৈয়া বৈলা বৰ কোচৰ ঘৰে
টাঙোন পাৰিয়া দিলা কোচনি সাদৰে।

প্ৰতিদিনে খেদি আছো তবু থকা আহি
আজি খেদি নেদো বাৰু থাকা তাত বহি।
আতা বোলে পোহনীয়া কুকুৰ সততে
কোব মাৰি দিলে যায় আহে যেবে মাতে।
লোক গৃহে ভিক্ষা মাগি আমি আছো খাই
কোনো দিনে কোনো জনে নেদেক্ষতি নাই।
সেই দিনা বৰকোচ কাষত বহিলা
কত আছে গুৰুজন আতাত পুছিলা।
আতা বোলে সুন্দৰীত আছে গুৰুজন
দেখিবাক পাবা তুমি যদি কৰা মন।
আতাৰ লগত গৈয়া সুন্দৰী পাইলা
কোন এওঁ আহিল বুলি গুৰুৱে পুচিলা।
আতাবোলে বৰকোচ নামত মুৰাৰী
আজি চাৰি দিনে গৈয়া ললো সঙ্গ কৰি।
গুৰু বোলে স্নান কৰি বাক পানী দিয়া
তেল ঘহি গা ধুৱাই জনপান খুওৱা।
জনপান দিয়া এওঁক অতিথি আমাৰ
দৈ চিৰা কল গুড় বস্তু খাই বাৰ।
গা পা ধুই কোচে গুৰুক নমিলা
তাৰ পাছে দৈ চিৰা কল গুড় খাইলা।
সন্তুষ্ট হইয়া কোচে বহিলা যখন
হাত জোৰ কৰি বোলে ক্ষমিবা দোষণ।
সত্য কৰি বুলি লোহো বাপ গুৰু জন
অহা কালি আহি আমি লৈ বোহো শৰণ।

*বাটি - ভাগকৰি

মাধব বুলিলে বোপা ই নিয়ম নহয়
গৃহ শুদ্ধি কৰি লবা আগতে তোমায়।
মদ সুৰা, শুকৰ, মুৰগী, পাৰ আদি যত
সবাকো ত্যাজিয়া হবা হৰিৰ ভকত।
মন শুদ্ধি কৰি পৰিবাৰ সতে তুমি
আহিবা ইথানে শৰণ লবমনে গুণি।
সেই মতে বৰ কোচে সবাকো ত্যাজিলা
চতুৰ্থ দিনত আহি শৰণ লভিলা।
শ্ৰীৰাম বুলিলা পাছে মাধবঁক চাই
এঘৰ শিষ্যৰ হেতু বহু কষ্ট হই।
ইমান কষ্ট কৰি কেই ঘৰ শিষ্য পাব
হৰি বিমুখীয়াৰ বাবে লাগে কষ্ট খাব।
মাধব বুলিলা পাছে ভক্ত শ্ৰীৰাম
কষ্ট কৰি ধন অৰ্জা লোৱা ধনী নাম।

পাছে মুৰাৰীৰ পৰা আৰু কিছু জন
কৰিলা মাধৱদেৱ শিষ্যৰ বৰ্দ্ধন।
আৰু দিন মুৰাৰীয়ে কিছু বস্তু লই
আহিলেক গুৰু ঘৰে ভাৰ ভেটী লই।
পাছে গুৰু শ্ৰীৰামক বুলিলা বচন
শুদ্ধ সত্ব গুণী শিষ্য জানা এইজন।
মুৰাৰী কোচক গুৰু শৰণ কৰাই
পৰিবাৰ ভাই সমে দিলে আগুৱাই।
ধনবিত চাউল দিয়া পৰিবাৰ সমে
অহা যোৱা কৰি থাকে থানক সঘনে।
মাধৱ গুৰুৰ লীলা কথা কই অন্ত নাই
হৰি হৰি বোলা সবে পাপ পলাই যাই।
হৰি ৰাম হৰি ৰাম হৰি ৰাম সাৰ
এই হৰি নাম বিনে গতি নাই আৰ।



## *হৰিকৃষ্ণ যদুমণিৰ শৰণ লাভ আৰু প্ৰস্থানত পথ বিপৰ্যয়*

### *পদ*

পাছে বুলিলন্ত কথা আতৈ চক্ৰপাণি
নতুন নতুন শ্ৰোতা নিতে আছে আহি শুনি।
হিৰণ কাজিৰ পুত্ৰ নামত বিৰণ
অতি ধৰ্মশীল ব্যক্তি ভক্তি পৰায়ন।
অৰ্জ্জিমল নামে পুত্ৰ জন্মিল তাহাৰ
তাৰ পুত্ৰ ধীৰ মল জগতে প্ৰচাৰ।

হৰিমল নাম ধৰে তাহাৰ নন্দন
তেওঁৰ পুত্ৰ কৃষ্ণ মল জানে সৰ্ব্বজন।
কৃষ্ণমলৰ চাৰি পুত্ৰ কোহো বৰজন
দ্বিতীয়ে ভৈলেক হৰি কৃষ্ণ যে মধ্যম।
বিষ্ণু সৰু যদুমণি বোলে সৰ্ব্বলোকে
চাৰিজনে খোজে পাছে ধৰ্ম ধৰিবাকে।

নিজ অভিপ্ৰায়ে আইলা গুৰুক বিচাৰি
নৌকা লইয়া উজাই আহে শঙ্কৰক বিচাৰি।
সেই সময়ত ইয়াত দুটি ফাল হয়
দামোদৰে নাম ধৰ্ম প্ৰচাৰ কৰয়।
তাহাৰ প্ৰপন্ন শিষ্য ফুৰে বহুজন
মানুহক মাতি আনি লোবায় শৰণ।
দামোদৰ শিষ্য চাৰিজনে লগ পাই
মাতি নিলে হৰি কৃষ্ণ ভক্ত দুই ভাই।
দামোদৰ দেৱৰ কাষে লোবাহে শৰণ
আৰা দুয়ো বোলা বাপ এওঁ কোনজন।
বুলিলা ইহঁতে শ্ৰেষ্ঠ জাতিত ব্ৰাহ্মণ
সেহি হেতু শিষ্য আহে কতশত জন।
হৰি কৃষ্ণ জানি কথা আতৰি চলয়
উপনীত ভৈলা গৈয়া মাধৱৰ ঠাই।
নাট সূত্ৰ লিখি গুৰু জন বহি আছে
আঠু কাঢ়ি প্ৰণাম কৰিলেক পাছে।
বুলিলেক কৰ যোৰে ওহে গুৰুদেৱ
শঙ্কৰ গুৰুৰ ধৰ্ম আমি লভিবেক।
তাহাৰ উত্তৰাধিকাৰী আপোনাক জানি
লভিবো শৰণ আমি তৱপদ নমি।
গুৰু বোলে পিতৃ মাতৃ আছে কিবা নাই
এই ধৰ্ম ললে পূজা বলি কিছু নাই।
আন ধৰ্ম এৰি এক হৰিত শৰণ
কায় মন বাক্যে লৈবা তাহাত শৰণ।
হৰিকৃষ্ণ বোলে বাপ বেহাৰৰ পৰা
তেৰদিনে আহি পালে ধৰ্মৰ বাট চুৰা।

সবত্যেজি তবু পদ কৰিবো আশ্ৰয়
আপোনাৰ কাষে আমি যাইবো বিক্ৰয়।
তাৰ পাছে পূৰ্ব্বাপৰ নিয়মানুসৰি
শৰণ দিলেক গুৰু মনোবাঞ্ছা পুৰি।
চাউল বস্ত্ৰ দিয়া পাছে কৰি নমস্কাৰ
বিদায় লইলা গুৰুক কৰি সতকাৰ।
সেৱা কৰি ধৰ্ম বস্তু লৈলা তিনিজন
তাৰ পাছে কৰযোৰে বুলিলা বচন।
আমাৰ চুবুৰীয়া বস্ত যদি ধৰ্ম লই
কেমনে পাইবো ধৰ্ম কি কৰিম উপাই।
গুৰু বোলে যদি তাৰা হয় কদাচাৰী
কদাচিতো তাক ধৰ্ম দিবাক নপাৰি।
দুৰ্জনৰ সঙ্গ লোৱা নাই প্ৰয়োজন
সঙ্গ দোষে দোষী হোৱে জানে সৰ্ব্বজন।
যদিও তোমাৰ মতি হয় স্থিৰ বৰ
তথাপি কৰিবে পাৰে সঙ্গ দোষে লৰ।
ঘহোঁতে পিহতে যেন শিলো ক্ষয় হয়
ভাল লোক নষ্ট হয় দুষ্টৰ সঙ্গ পায়।
আৰু যদি তাৰাশান্ত শিষ্ট ভদ্ৰজন
চলাফিৰা কৰা অন্ন নকৰা গ্ৰহণ।
আপোনাৰ গোপ্য কথা কভু নুবুলিবা
নিজক চণ্ডালি তোৰা সতত চলিবা।
আৰু পাচে যদি তাৰা আমাৰ ধৰ্ম লয়
এক সঙ্গে চলি যাবা মিলি হাত হয়।
যদুমণি বোলে সিহঁত কিমতে আহিব?
পোন্ধৰ দিনৰ পথ কেনেকৈ হ্যাথিব?

পথত আছয় বন জঙ্গল বহুত
এনেকুৱা পথ অতি ক্ৰমিব কিমত?
গুৰু বোলে শুনা হৰি কৃষ্ণ যদুমনি
একাদশ স্কন্ধ শাস্ত্ৰ দিলো এইখনি।
ইয়াক আগত থাপি বন্তিক জ্বলাই
মাহ প্ৰসাদ দিয়া পাছে পতিবা শৰাই।
যেনেদৰে বাক্য দিলো তোমাৰ সবক
সেইমতে শৰণ দিবা অন্যান্য লোকক।
কোচৰাজ্যে শৰণ লব আৰু যতজন
এইক্রিয়া সমাপনে দিবাহা শৰণ।
শৰণ লভিলে সবে হইব একাকাৰ
জাতি কুল বুলি আৰু নকৰা বিচাৰ।
এতিক্ষণে যোৱা বাচা ঘটিব মঙ্গল
পথত ঘটিব পাৰে তিনি অমঙ্গল।
হৰি নাম মুখে লই বুদ্ধি স্থিৰ কৰি
একেলগে বলদিয়া যাবা কৰ্ম কৰি।
সৰিয়হৰ মূল্য অতি সস্তা যেন দেখি
কিনিয়া লইলে বহু মনৰ হৰিষি।
নৌকা বোজাই দিয়া তিনি চলিলাত্বৰিতে
চিৰি লুইতেৰে ভাটি মুখে পাল দিতে।
মানাহৰ মুখ পাই চৰত লাগিলা
একদিন শ্ৰম কৰি নৌকা মেলি দিলা।
কোদাল ধৰি খান্দিলেক যত বালিচয়
বহুশ্ৰমে খান্দি খান্দি নৌকা লই যায়।
কিছু দুৰ গৈয়া পাছে আৰু বিপৰ্য্যয়
গছৰ মুঢ়াত লাগি নৌকা পথালি হোৱয়।
তিনিজনে সাতুৰিয়া নৌকাক এৰাই
বিপদৰ পৰা কোনো মতে সাৰি যাই।
আগ বাঢ়ি পাইলা গৈয়া পাৰত বননি
তিনি গোটা দস্যু দেখে কৰে কণাকণি।
হাতে দাৱ লাঠি লৈয়া মাৰিবে খেদয়
কচ মাৰিবাক লাগি ভক্ত সাজু হয়।
ককালে টঙালি বান্ধি হৰি নাম স্মৰি
নৌকাৰ উপৰে উঠি কচ দৃঢ় ধৰি।
শিল গুটি মাৰিলেক দুই চাৰি গোট
ভয় পাই দস্যু গণ পলাল দূৰত।
আতে সবে বোলে তিনি বিপদ মিলিলা
গুৰু জনে এই কথা কিদৰে জানিলা।
পৰম পুৰুষ তাৰা নোহন্ত মানুষ
তাহাৰ সান্নিধ্যে আহি পাইলো পৰম সুখ।
তিনি দিন গৈ পাইলা হিলৈদাৰী ঘাট
নাও বান্ধি তিনিজনে ৰহিলন্ত তাত।
গৃহক লাগিয়া  কোনো জনেও নযাই
ভাৰ্য্যা পুত্ৰ আহিলে এটি কথা কই।
কলিয়া কাজিত দিয়া ছিল একভনী
আহিলা তাহাৰ কাষ ইটো কথা শুনি।
কিবা হেতু গৃহে নযাই নদীৰ চৰত
বাহা কৰি আছা ভাই কোৱা কিবা মত।
ভাতৃগণে বোলে বাই চিন্তা নকৰিবা
যদিহে নধৰা ধৰ্ম সবেও মৰিবা।
নলইলে ধৰম সবে যাবা অধো গতি
ধৰম লইলে তব লাভ হব অতি।

ভাৰ্য্যা সমে ভগ্নী পাছে আলোচ কৰিল
পতিৰ ধৰম নীতি তাহাৰা লইল।
তাৰ পাছে গইলা তিনিজনে গৃহ লাগি
কুটুম্ব সহিতে হ'ল ধৰমৰ ভাগি।
সৰিয়হ তুলিয়া তিনিজনে গৃহে গৈলা
বাণিজ্য কৰিয়া তাৰা বহু ধন পাইলা।
গুৰুৰ মাহাত্ম্য কথা লোকত বলাই
এইমতে কতজনে ধৰ্মক ধৰাই।
তাহাৰ পৰা পালো ধৰ্ম পশ্চিম দিশত
দীক্ষা দিলা তথাত লোক আৰু বহুত।
এতে কতে সবলোকে মাধবক স্মৰি
নিৰন্তৰে সৰুনৰে বোলা হৰি হৰি।



## *বেহেৰীয়া বিষ্ণু আতা আৰু যদুমণিৰ ধৰ্ম গ্ৰহণ*

### *পদ*

চক্ৰপাণি বোলে শুনা সব ভক্তগণ
বিষ্ণু আৰু যদুমণি লৈলেক শৰণ।
গৃহে থাকি ভাতৃ ভাতৃবধুক নোচোৰে
তানে চোবা চিৰা পিঠা বস্তুকো নেখায়।
ছয় মাহ অন্তে পাছে আতা যদুমণি
মাজিৰ নাৱতে উঠি আহিলা আপুনি।
সুন্দৰীত আহি দেখে মহা প্ৰেম লীলা
দুৰহন্তে শুনে গুৰুৰ হৰিনাম খেলা।
স্থিৰহুয়া গুৰু বাস ঝুমৰা দেখিল
আৰা গুৰু ব্যস্ত হুয়া দুৰতে শুনিল।
মাতি আনি বহিবাৰে দিলেক আসন
সুধিলা কিহৰ হেতু ইহা আগমন।
যদুমণি বোলে বাপ কৃপাৰ সাগৰ
অধমক কৃপা দৃষ্টি কৰা একবাৰ।
আপোনাৰ প্ৰসাদত হৰি কৃষ্ণ দুই
আমাক ঘৃণায়ে আৰা কিছু নোবলই।
এতেকতে তযু পদে দিয়োক শৰণ
সফল হওক আমাৰ মানব জনম।
ইঠাই আহিলো আমি ইহেন আশাই
তযু পদ ধূলি শিৰে পাব কাম নাই।
মাধবে বুলিলে বাচা পুৰাইবে আশ
আমাৰ সমীপে তুমি কৰা নিজে বাস।
কিছুদিন ৰাখি পাছে শিক্ষা দীক্ষা দিলা
যদুমণি আতা এবে শৰণ লভিলা।
দিব্যজ্ঞান লভি আতা ধন্য যে হইল
আৰু কত দিন ধৰি সিথানে ৰইল।
সজ বুদ্ধি চিধা লোক একোৰে নজানে
নানা কথা শিকাইলা ঐত গুৰুজনে।

মিঠা জ্বলা দিয়া গুড়া কূটে গুৰু লাগি
প্ৰমাণৰ হেতু খায় একগাল আহি।
এই কথা পাছে ভাঙি বুলিলা উৰ্ব্বশী
দাদা লাগি কুটো গুড়া ইটে খায় আহি।
গুৰু শুনি প্যাছে ইটো নিষেধ কৰিলা
সেই দিন ধৰি আৰু কিছু নখাইলা।
তাৰ পাছে গৃহে আহি গৃহকৰ্ম কৰি
থাকিলেক যদুমণি ধৰ্মক আচৰি।
কণিষ্ঠ বিষ্ণুৰ সঙ্গে কিছু নখাবয়
প্ৰতি কাৰ্যে তাহাক ইহঁতে ঘিণাবয়।
তাকে দেখি বিষ্ণুদেৱ বিমৰিষ মন
কৰিলেক ইচ্ছা তিনি লইতে শৰণ।
খিৰাই মাজি নামে এক বণিক প্ৰধান
বেপাৰ কৰি নৌকা কৰে আহান যান*।
একদিন মাঝি নাৱে বিষ্ণুদেৱ চৰি
আগমন কৰিয়া তিনি পাইলা সুন্দৰী।
তাৰ আগে যদুমনি আহিয়া আছিল
গুৰুৰ আগে ভাতৃ বুলি পৰিচয় দিল।
শৰণ দিলেক গুৰু পূৰ্ব্ব পৰিচিতি
হাটিত থাকিবে লাগি পাইল অনুমতি।
অন্য ভক্ত যত আছে সুন্দৰীৰ থানে
নাম কীৰ্ত্তনত ঠাই লইছে আপুনে।

কিন্তু বিষ্ণুদেৱ তাক লাগিযোৱা নাই
পুচিলা মাধৱে কিয় নামক নাযাই।
বিষ্ণুদেৱ বোলে বাপ নাম কীৰ্ত্তনত
ভাগ নাই বুলি কয় সমস্ত ভকত।
এইহেতু নাম কৰ্মে যাব পৰা নাই
আপোনাৰ পদ তলে পাই আছো ঠাই।
কেবাদিনো গলো মই বাহিবাক মনে
কাবত বাহিবকে নিদিয়ে কোনোজনে।
বোলে ভাগ লই আগে বহিবা পিচত
সঙ্গ নলইলে থান নাই সমাজত।
গুৰু বোলে সব কথা আজিহে বুজিলো
এইখিনি কথা মই আগে নজানিলু।
চাৰিটা আখ্যান কথা বুলি যাবো আমি
তাৰ পৰে চলি যাবা সব কথা জানি।
এই বুলি গুৰু জনে বুলিবে লাগিলা
বিষ্ণু আতা একমনে সবাকে শুনিলা।
গুৰু জনে বোলে কথা শুনা কৰ্ণভৰি
সবলোকে একমনে বোলে হৰি হৰি।
বেহেৰীয়া বিষ্ণু আতাৰ চৰিত্ৰ অমৃত
ভক্তগণ শুনি হোৱে পৰম আনন্দিত।
গুৰু জনে বোলে কথা লগাই আতিগুৰি
নিৰন্তৰে সব নৰে বোলা ৰাম হৰি।

*আহান যান - অহাযোৱা



# বেহাৰীয়া বিষ্ণুৰ প্ৰতি গুৰুৰ উপদেশ

## দুলড়ী

মাধব বোলন্ত শুনা বিষ্ণু সন্ত
ইটো জগতৰে কথা
সৃষ্টি ৰহস্য বুজি লবা তুমি
নহলে পাইবা ব্যথা।
ইটো জগতত চলা ফিৰা কৰা
আছে বহু জানিবাক
কেৱল শাস্ত্ৰক জানিলে নহয়
সংসাৰত আহে বিপাক।
মাটি অভ্যন্তৰে জলৰ ভাণ্ডাৰ
আছে সবলোকে জানে
সেই জল আনি জীৱন ধাৰন
কৰি থাকে সৰ্ব্বজনে।
শিৰ বুজি যদি খান্দি লোৱা খাল
পাবা খাবলৈকে পানী
যেনি তেনি খান্দি বিফল শ্ৰমত
নিমিলয় খোৱা পানী।
সময়ৰ শৰ বুজি কৰ্ম কৰা
কৰ্মৰ মিলিবে ফল
আহিন মাহত ৰুলে শালিধান
তাহাৰ শ্ৰম বিফল।

সোহিমতে জানা কাষ্ঠত অগনি
সকলো কাঠতে আছে
কিবা বুধি কৰি অগনি ওলাব
তাক জানি লব লাগে।
তুলা ধুনা লই ঘৰ্ষণ নকৰিলে
অগনিক নপাবই
এহিটো কৌশল জানিব লাগিব
শুনা বিষ্ণু দেৱৰাই।
পৰ্ব্বত টিঙত শালিখেতি ৰুলে
কদাপি তাত নহই
যতে থাকে পানী তাতে ঠাই বুজি
কৃষিক কৰিবা ভাই।
গাভী গোটা যদি আহাৰ পানী দিয়া
ওহাৰে দহন কৰে
খাদ্য পানী নাই যতনো নলই
গোৱালক লাথি মাৰে।
সেহিমতে জানা সমাজৰ সঙ্গে
মত বুজি চলা ভাই
যিটো ভাল পায় তাকে মানি চলি
তেবেসে সুখক পাই।

ভকত গণৰ মাজত মিলিবা
নিজে বৰাই নকৰি
তেহে মিলিজুলি সুখক পাইবা
যাবা এইমতে চলি।
মাধবৰ চাৰি উপদেশ শুনি
প্ৰণামিল পাৱে ধৰি
আপোনাৰ গৌৰব এৰিয়া মিলিলা
ভকতৰ সঙ্গে লৰি।

ভকত গণেও বৰ সুখ পাইলা
ভাল আচৰণ পাই
সঙ্গত লইয়া কৰ্ম শিকাইলা
ভক্তগণে ভালকই।
মাধবৰ লীলা সমস্তে জানিলা
এৰি সবে আন কাম
পাতোক চাৰোক মুখত নেৰোক
ডাকি বোলা ৰাম ৰাম।

>>>>■<<<<

## শ্ৰীশ্ৰীমাধৱদেৱৰ পাচটি উপদেশ আৰু আই মাতৃক দৰ্শনত বাধা দান

## ছবি

ইমতে সুন্দৰী থানে যতেক ভকত মানে
মাধৱৰ আশ্ৰয় লইলা,
পৰীক্ষা-নীৰিক্ষা কৰি থানত ৰাখিল গুৰু
জ্ঞান, বিদ্যা, ধৰ্মশিক্ষা দিলা।
নিত্য প্ৰসঙ্গতে তেনিতে কতজনে ৰঙ্গ মনে
সঙ্গত বহিয়া নাম ধৰে,
এইমতে ভক্তগণ শৰণ লোৱে কতজন
ধৰ্মশাস্ত্ৰ আলোচনা কৰে।
এক দিন বিষ্ণুদেৱ গুৰুক কৰিয়া সেৱ
নিবেদিল এক তুতি বাণী
আই মাতৃক দেখা নাই যাব খোজো তান ঠাই
আদেশ কৰোক আপুনি।

মাধৱ বুলিলা হাসি  শুনা ভক্ত প্ৰাণ সখি
এবে নুহি যাবৰ সময়
যেবে আহে শুভ দিন  তেবেসে মিলিব ক্ষণ
যাইবা তেবে মাতৃক সেৱায়।
বিষ্ণুদেৱ বোলে গুৰু  আমি সদা আশা কৰো
তান পদ দৰ্শনৰ হেতু
অনুমতি দিয়া বাপ  পুৰিবো মনৰ আশ
আজ্ঞা দিবে চৰণে কাতৰো।
গুৰু বোলে শুনা এবে  হইব সময় যেবে
যাইবাহা আই মাতৃ ঠাই
নহলে উজুটি খাই  পিচলিবা তাক যাই
এবে যোৱা কভু ভাল নই।
এই বুলি গুৰুজনে  উপমাক দিয়া বোলে
শুনা পাচ উপমা যে সাৰ,
এটি এটি কৰি কও  তোমাৰ আগত মই
খেদ তুমি নকৰিবা আৰ।
ৰাঘব ৰৱালীপোণা  হাজাৰ হাজাৰ জানা
এজনেই খাবলৈকে পাৰে
বুঢ়া হলে তাৰ মাংস  শত ছয় কুৰি জোৰে
ইটো দেখা তাৰ পটন্তৰে।
দ্বিতীয়াৰ চন্দ্ৰকলা  চকুত নপৰে জানা
যেবে পূৰ্ণ নোহৱয় শশী
সেই মতে তুমি ভাই  নযাইবা সিটো ঠাই
আগে নিজে সব লোৱা বুজি।

ভলুকা বাহৰ গাজ     শিশুই ভাঙে কৰে ভাজ
পৈণত হলে ধৰে যিটো ৰূপ
শকতিৰ অন্ত নাই     কত কৰ্ম কৰা হই
ঘৰ বাৰী খুটাৰ স্বৰূপ।
বাঘৰ পোলাৱীক মাৰে     লুকাই লই পলাৱে
বাঘা বাঘে খাব পাৰে বুলি,
বয়স পৈণত হলে     মহকো মাৰিব পাৰে
সেই পোণা বাঘৰ পোৱালী।
পৈণত ভকত হোৱা     এই ঠাই এৰি যোৱা
ধৰ্ম দিয়া আন ৰাজ্যে গই,
তেহে সিদ্ধ হইব কৰ্ম     জগত জুৰিব ধৰ্ম
তাত পৰে আন গতি নাই।
বুলিলা মাধৱদেৱ     কৃষ্ণ পদে কৰি সেৱ
বিষ্ণুদেৱ আগে উপদেশ
পটন্তৰ দিয়া গুৰু     ভকতৰ কল্পতৰু
নযাইবে গোসানীৰ পাশ।
বিষ্ণুদেৱ বুজি পাইলা     আৰ কিছু নুবুলিলা
গুৰুক প্ৰণামী আঠু কাঢ়ি
মাধৱৰ বাক্য ধৰি     মনত জপিলা হৰি
হৰি ৰাম মনত উচ্চাৰি।



## বেহেৰীয়া বিষ্ণু আতাৰ পত্নীৰ সন্তান লাভ আৰু পৰলোক গমনৰ· বাতৰি শ্ৰৱণ আৰু আতাৰ বেহাৰ যাত্ৰা

### পদ

চক্ৰপাণি বোলে কথা অপূৰ্ব্ব কথন
বিষ্ণুদেৱ আতাৰ ভাগ্য কৰাহে শ্ৰৱণ।
ভক্তগণে বোলে বাপ কিনো অঘটন
ভাগ্যৰ কথাকো আমি কৰিছো শ্ৰৱণ।
থাকিলন্ত আতা যেবে সত্ৰ যে সুন্দৰী
বেহাৰৰ পৰা এক আহিল বাতৰি।
কানাই নামে লৰা এটি তাহাৰ জন্মিল
সাত দিন পৰে মাতৃৰ মৰণ হইল।
শুনি বিষ্ণুদেৱ পাছে গুৰুক প্ৰণামি
বিদায় লইলা গৈয়া পাৱ দুই নমি।
আমাৰ মহিষী ভাৰ্য্যা পৰলোকে গৈলা
সাত দিন আগে এটি পুত্ৰ জনমিলা।
ভাৰ্য্যা গল কথা নাই শিশু যে ৰহিল
শিশুটিৰ বাবে মোৰ মন যে লৰিল।
যাব খোজো বাপ মই পুত্ৰৰ কিবা হল
গুৰু হাঁহি বোলে বিষ্ণু নহবি বাউল।
পুত্ৰৰ কাৰণে তুমি নহবা আকুল
ভাল আছে পুত্ৰ তব পাই আছে কুল।
ভগবান দিছে জন্ম পালিব তেৰাই
তাৰ বাবে চিন্তা কৰা প্ৰয়োজন নাই।
বিষ্ণুদেৱ বোলে বাপ মনে যে নেমানে
নিজৰ পুত্ৰক লাগি কান্দি আছে প্ৰাণে।
কথা শুনি গুৰুজন উঠিয়া বুলিলা
তব পুত্ৰ পেহীৰ ঘৰে পালন হইলা।
তাহাৰ তনয় কিম্বা তনয়া যে নাই
পালিয়া ৰাখিব পুত্ৰ অতি যতনাই।
যদ্যপি নমনা তুমি চাই আহা গই
পুত্ৰৰ মায়াত কিন্তু নাথাকিবা ৰই।
আদেশ পাই বিষ্ণুদেৱ হৰষিত মন
বেহাৰ যাত্ৰাৰ বাবে কৰে আয়োজন।
ঈষত হাসিয়া তেবে গুৰুৱে বোলয়
পেহীয়ে ৰাখিছে পালি নকৰিবা ভয়।
এদিন হইব মানুহ কিছু চিন্তা নাই
বয়স হইলে এদিন আহিব ই ঠাই।
এই বুলি গুৰুজন সবাকে চাহিলা
তিনিটা আখ্যান গুৰু বুলিবে লাগিলা।
শুনা ভক্তগণ মোৰ প্ৰথম আখ্যান
চম্পকত আছিলন্ত সাউদ একজন।
প্ৰথমা ভাৰ্য্যাৰ নাই সন্তান সন্ততি
মনৰ খেদতে আনে আৰু ভাৰ্য্যা এটি।
আপোন জ্ঞাতি বন্ধু তাৰ কোনোৱে নাছিল
দুই এটি পৰিয়াল দুৰতে থাকিল।
সুবৰ্ণ কাপোৰ ধন বস্ত্ৰ আৰে ৰাখি
পিছ ফালে বুঢ়ীজনীক ৰাখি গৈলা সাক্ষী।

বুলিলা যদিবা কান্দে আমাৰ পোণাই
চাবা তুমি মোৰ কিছু দেৰি হব আই।
সাৰ পাই শিশু পাছে কান্দিবে লাগিল
বুঢ়ী আহি দুৱাৰ খুলি শিশুক তুলিল।
দেখিল সুবৰ্ণ দুই ভৰি আছে তাত
ৰজতৰ মুদ্ৰা কিছু আছয় লগত।
মুদ্ৰা ধন সব লই বুঢ়ীয়ে ভাবিলা
বিপ্ৰবৰে শিশু পুত্ৰ আমাক থাপিলা।
তীৰ্থক্ষেত্ৰে গৈলা পুত্ৰ ত্যাগী বিপ্ৰবৰ
আমাক কৰিলা ধাই পুত্ৰ পালিবৰ।
এই বুলি নিজ ঘৰে শিশুক চণ্ডালি
সাত বৰ্ষ বয়স পাইল বিপ্ৰৰ ছল্কি।
বামুনৰ পোণা হই কোচৰ ভাত খালি
এই বুলি মস্কৰা কৰই গৃৰ্‌খা ছলি*।
কথা শুনি গুণিলন্ত বিপ্ৰৰ নন্দন
বুঢ়ীক পুছিলা পাছে আমি কোনজন।
বুঢ়ী বোলে বোপা তুমি বিপ্ৰৰ সন্তান
আমাক গতাই বিপ্ৰ গৈলা তীৰ্থ স্থান।
অদ্যবধি বিপ্ৰবৰ ঘুৰিয়া নাহিলা
আমাৰ ঘৰতে তুমি ডাঙৰ হইলা।
বিপ্ৰ পুত্ৰে খেদ লাগি বিপ্ৰ সমাজত
ধন দিয়া প্ৰায়শ্চিত্ত ভৈলা বিধিমত।
তাৰ পাছে পণ্ডিতৰ টোলত পঢ়িলা
খ্যাতিমন্ত এক ব্যক্তি সমাজে হইলা।

ৰজাৰ সভাত গৈয়া পণ্ডিত সমাজে
শ্ৰেষ্ঠজন বুলি মান্য কৰে মহাৰাজে।
চাৰি বেদ, চৈধ্য শাস্ত্ৰ, ওঠৰ পুৰাণ
দৰ্শন, জ্যোতিষ, অঙ্ক, ভূগোল, বিজ্ঞান।
সকলো ক্ষেত্ৰতে জানা সৰ্ব্ব গুণীজন
ৰাজ্যৰ প্ৰজাৰ মাঝে লভয় সন্মান।
বিবাহ কৰাইল এক বিপ্ৰৰ নন্দিনী
ধনে, ধানে, মানে, খ্যাতি ৰাজ্যে অগ্ৰগণি।
ৰজাৰ সভাত গৈয়া সৰ্ব্বদা থাকয়
ৰাত্ৰি কালে আহে বিপ্ৰ ধন সোণ পায়।
এক দিনা এক বৃদ্ধ ব্ৰাহ্মণ আহিলা
পণ্ডিত কৈত আছে বুলি বধুত পুছিলা।
বুলিলা ব্ৰাহ্মণে হেৰা শুনা আইজনী
বাৰীৰ কঠালগুৰি খন্দাইবা তুমি।
কথা কই চলি গৈলা বৃদ্ধ বিপ্ৰজন
ৰাত্ৰি কালে ভাৰ্য্যা স্বামীক বুলিলা বচন।
কঠালগুৰি এক বিপ্ৰে খান্দিবে বুলিলা
পৰে দিনা পণ্ডিতে কঠালগুৰিক খান্দিলা।
কত গাড়ী কাহ পিতল বাচন পাইল
পণ্ডিতে দেখিয়া কথা সকলো বুজিল।
পিতাক অন্বেষণ হেতু লোক নিয়োজিলা
সাত দিন পৰে বুঢ়াক ঘৰক আনিলা।
তাৰ পাছে মাধৱদেৱে বুলিলা বচন
তব পুত্ৰ কানাই আছে থাকিব এখন।

*গৰ্‌খা ছলি - গৰখীয়া ল'ৰা

বয়স হইলে পাছে আহিবই ঠাই
থাকিব তোমাৰ পুত্ৰ কোনো চিন্তা নাই।
তাৰ পাছে কানাই যেবে দশবৰ্ষ পাইল
সুন্দৰীক লাগি তাক গুৰু অনাইল।

কানাইৰ শিক্ষাৰ দায়িত্ব গুৰুৱে লইলা
শাস্ত্ৰ শিক্ষা দিয়া তাক পণ্ডিত কৰিলা।
মাধৱৰ বচন মনত সবে স্মৰি
হৰি হৰি বোলা সবে আন কাম এৰি।

>>>>■<<<<

## *অনিৰুদ্ধ, সনাতন, মকুন্দ মাধৱ, জয়ানন্দ আতৈৰ শৰণ লাভ বৃত্তান্ত*

### *পদ*

চক্ৰপাণিত কথা সুধিলেক ভক্তগণ
কিমতে শৰণ লৈলা ভক্ত সনাতন।
বুলিলেক চক্ৰপাণি শুনা ভক্তগণ
আতিকে গৰীব লোক ভক্ত সনাতন।
মানাহৰ পশ্চিম ফালে বেত নামে গ্ৰাম
তথাত আছিল ঘৰ, ঘাহ কটা কাম।
চাৰিপুত্ৰ, দুই কন্যা আৰু তাৰ জায়া
একে একে গৈলা মৰি জহনীত পৰিয়া।
মনৰ দুখতে বাচা ঘৰবাৰী এৰি
এক দিনা চলি গৈলা গ্ৰাম যে সুন্দৰী।
হৰি বল্লভ আতৈৰ কাষে খাটনী ধৰিলা
ধৰ্ম লভি তাৰ পাছে ভকত হইলা।
খিৰা মৰলৰ বেটা মকুন্দ মাধৱ
নামত ভকত কিন্তু অন্তৰ অশুদ্ধ।
নাম গায় হাত দাঙি বৰ কথা কয়
যাকে তাকে টান কথা কহিবে পাৰয়।

গুৰু বোলে নোহে ইটো ভকতৰ কৰ্ম
অন্তৰ শুদ্ধ স্থিৰ চিত্ত সিটো আচল ধৰ্ম।
লাহে লাহে ভক্ত সবে স্থিৰ বুদ্ধি ভৈলা
আসুৰি স্বভাৱ এৰি শান্ত শিষ্ট ভৈলা।
সনাতন আনিছিলে টকা এক কুৰি
বিবাহত গা ধন দিবে ধাৰ কৰি।
টকাখিনি পুৰা কৰি সুজি দিব ঋণ
যদ্যপি নহয় সুজা খাটি দিব দিন।
এক পাল গৰু ছিল সেই বামুনৰ
দিনে ৰাতি প্ৰতিপাল কৰে একেশ্বৰ।
ঘাহ কাটে, গোবৰ পেলায়, দোহন কৰে
তথাপিতো প্ৰতি কৰ্মে তাৰ দোষ ধৰে।
পুত্ৰ, ভাৰ্য্যা মৰি গৈলা ঔষধ নপাই
আপদাল কৰিবাকো সময় নাপাই।
তথাপি নাপায় শান্তি নানা গালি খাই
আদহীয়া বয়স হল দেহ ক্ষীণাই যাই।

সব এৰি গুৰুৰ কাষে শৰণ লইল
হাটীত বসতি কৰি নাম লগাইল।
লাহে লাহে ভাল হল দেহ কান্তি শ্ৰী
বামুনৰ গৃহস্থী কিন্তু গইলা হতশ্ৰী।
⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛
⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛
ঢোপৰগুৰি গ্ৰামে ঘৰ আছিল দুই ভাই
মকুন্দ মাধৱ নাম ঢোলক বজাই।
গুৰুৰ বাতৰি পাই আহিলা সুন্দৰী
শৰণ লইলা আহি অতি ভক্তি কৰি।
বিয়াৰ ঢুলীয়া দেখি নাচি উঠে গাৱ
গুৰু বোলে কিবা হেতু এনুৱা কৰৱ।
মকুন্দ মাধৱ বোলে আছিলো ঢুলীয়া
ঢোলৰ বাজনাতে আমাৰ নাচি উঠে গা।
গুৰু বোলে ৰচি দিবো হৰিৰ কীৰ্ত্তন
ঢোল কোবাই নাচিবাহা আনন্দিত মন।
বাইজাৰ মাতিয়া দুটা ঢোল যে কৰিল
মৃগ চৰ্মে সেই ঢোল তৈয়াৰ কৰিল।
গুৰুজনে গীত ৰচি নামক লগায়
ভকতে ধৰয় নাম মকুন্দে নাচয়।
এজনে বজাৱে ঢোল নামে হুয়া মত্ত
চাপৰি ধৰে তাল মাৰে সমস্ত ভকত।
তাকে দেখি আন কত মানুহ আহই
গুৰুৰ কাষত গৈয়া শৰণ লভই।
জয়ানন্দ নামে এক জনজাতি লোক
ৰজাৰ হাতীৰ ফান্দি হাতীৰ চালক।
ঘৰ-বাৰী নাই তাৰ নাই ছলি তিৰি
কৰ্ম কৰি খাই থাকি পৰিল ভাগৰি।
বৃদ্ধ কাল পাইল আহি দেহে বল নাই
এই হেতু সিটো কৰ্ম ত্যেজিয়া আহই।
শুনিলা গুৰুৰ কথা লোকৰ মধ্যত
সুন্দৰী থানত আহি ভৈলা উপাগত।
গুৰুৰ চৰণে সিটো শৰণ লভিলা
একান্ত চিত্তেৰে নাম ধৰ্ম আচৰিলা।
অনেক দিন ৰৈলা তিনি গুৰুৰ লগত
বেহাৰক যেবে গৈলা অনেক ভকত।
তাৰা সঙ্গে জয়ানন্দ বেহাৰে চলই
শত বৰ্ষ থাকি হৰি নামে ৰত হই।
গোবিন্দ আতৈ মধুপুৰে অধিকাৰ
হিয়াৰ বান্ধৱ আতৈ ভৈলন্ত তাহাৰ।
হিয়াৰ মুকুট বুলি স্বীকৃতি চলিল
জয়ানন্দ হিয়া মুকুট স্বীকৃতি পাইলা।
⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛
⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛⊛
হাৰদিয়া নামে ঠাই হাজোৰ কাষত
সনাতন আতৈ আছিল তথাত ভকত।
তাৰ পৰা আহি ধৰ্ম ধৰিলা সুন্দৰী
বহাত থাকিল গুৰুৰ আদেশক ধৰি।
তিনি বৰ্ষ ভৈলা যেবে ই ঠাই থাকিয়া
ইচ্ছা কৰিলেক গৃহে যাইবাক লাগিয়া।
গুৰুক সুধিলা আতৈ দিয়োক বিদাই
কিছু দিন হাৰদিয়া গ্ৰামে থাকো গই।

গুৰু বোলে শুনা বোপা নব ভক্ত জন
ধৰ্ম চৰ্চ্চা লাগি যদি তোৰ থাকে মন।
সি থানত থকা যদি সকলো ভুলিবা
গ্ৰাম্য কথা মাত্ৰ তুমি চৰ্চ্চাহে কৰিবা।
সত্য খাই বুলিলেক ৰূপ সনাতন
আপোনাৰ বাণী কভু নকৰো বৰ্জন।
ঈষত হাসিয়া পাছে বোলে গুৰুজন
শুনা বোপা কও দুটি পক্ষীৰ আখ্যান।
সঙ্গ দোষে দোষী হয় লোক সৰ্ব্বজন
অসতীৰ সঙ্গে সতীৰ হয় মতিভ্ৰম।
ৰাম, লক্ষ্মণ নামে দুটি চৰাই পোৱালী
মাতৃক বধি এক ব্যাধে ৰাখিলন্ত পালি।
ভাটৌৰ সাৱক দুটি দুইজনে নিল
নিজ গৃহে পালি তুলি ডাঙৰ কৰিল।
ডাঙৰ পোৱালী এক পণ্ডিত গৃহত
নানা কথা শিকি জ্ঞান পাইলা বহুত।
আহক, বহক, খাওক আৰু ধৰ্মবাণী
শ্ৰৱণ কৰিয়া পক্ষী হইলা বহু জ্ঞানী।
কোনো লোক গৃহে গলে পক্ষীয়ে দেখয়
আহক, বহক শবদেৰে আদৰ কৰয়।
পক্ষীক দেখিবে লাগি অনেক সুজন
গৃহস্থৰ গৃহে সবে কৰে আগমন।
কণিষ্ঠ নিলেক এক দস্যু লোক জন
মাৰি ধৰি কাটি ধন কৰে উপাৰ্জন।

গৃহত থাকিয়া মদ, গাজা, সুৰা খায়
মাতাল হইয়া নানা অবাচ্য বোলয়।
এই ঘৰে থাকি সৰু পক্ষীৰ নন্দন
তাহাৰ মাত ব্যৱহাৰ শিকে সৰ্ব্বক্ষণ।
ডাঙৰ পক্ষী পোণা এক ৰজাই আনিল
তাৰ বিনয়ে ব্যৱহাৰে মুগুধ হইল।
মহাৰাজে সুধিলন্ত তোৰা কেইজন
কোন খানে কোন থাকে বল এতিক্ষণ।
ৰজাৰ বচনে পক্ষী বৃত্তান্ত বুলিলা
পূৰ্ব্বৰ যতেক কথা বিবৰি কইলা।
লক্ষ্মণ পক্ষীক ৰজা আনিল বিচাৰি
দুইজনে দুইধৰ্ম থাকয় আচৰি।
ৰাম পক্ষী সদা জ্ঞানী সৎ ব্যৱহাৰ
লক্ষ্মণৰ কঠুৱা মাত বচন কদাচাৰ।
ৰামে কয় বহক, উঠক, খাওক, নমস্কাৰ
লক্ষ্মণে বোলয় বান্ধ, ধৰ আৰু মাৰ।
লক্ষ্মণৰ ব্যৱহাৰে আচৰিত হই
কিবা হেতু দুই পক্ষী এনুৱা হোৱই।
পুৰোহিত আগে ৰজা সুধিলেক বাণী
সঙ্গ দোষে এই গঢ় বোলে শাস্ত্ৰ বাণী।
আখ্যান কহিয়া গুৰু আতৈক বুলিলা
প্ৰয়োজন নাই যাব বুলি কথা দিলা।
গুৰুৰ বচন মানি আতই নগইল
সুন্দৰীত থাকি ধৰ্মে মনক মজাইল।

ইহেন আখ্যান সবে মনে প্ৰাণে জানি
ৰাম নাম স্মৰি মুখে বোলা হৰি বাণী।



# *শ্ৰীৰাম আতাৰ আগত চাৰিবিধ জীৱৰ তত্ত্ব বৰ্ণনা আৰু টুণি চৰাইৰ আখ্যান*

## *পদ*

চক্ৰপাণি বোলে গুৰু চৰিত বচন
ভকত অভক্ত মিলি শুনে কতজন।
ক্ৰম অনুসাৰে কথা বোলে চক্ৰপাণি
ওপাৰ উপৰি প্ৰশ্ন কৰে কত জ্ঞানী।
মাঝে মাঝে দুই এটা আখ্যান কহয়
আখ্যান মাধ্যমে কথা ৰস বাঢ়ি যায়।
এক দিন প্ৰসঙ্গৰ পৰে ভক্তগণ
আধ্যাত্মিক কথা কিছু কৰে আলোচন।
প্ৰসঙ্গতে শ্ৰীৰাম আতা প্ৰশ্নক তুলিলা
চাৰিবিধ জীৱ কেনে গুৰুক পুছিলা।
গুৰু বোলে সৰ্ব্বত্ৰতে প্ৰাণী চাৰিগণ
উৰণ, বুৰণ আৰু গজণ, ভ্ৰমণ।
আকাশত চৰি ফুৰে যত জীৱ চয়
উৰণ বুলিয়া তাক সব লোকে কয়।
জলত বসতি কৰে যত প্ৰাণীগণ
বুৰণ বুলিয়া জানে সব প্ৰাণীগণ।
মাটিত গজিয়া উঠে উদ্ভিদ সমস্ত
গজন বোলয় এই প্ৰাণীক সমস্ত।
জলে স্থলে অন্তৰীক্ষে বিচৰণ কৰে
বায়ু সমুদ্ৰত মাত্ৰ সব চৰা চৰে।
ইহাক ভ্ৰমণ জীৱ নৰ লোকে কয়
চাৰিও প্ৰাণীৰ কথা কলো সমুদায়।
প্ৰতি বিধ জীৱৰ আছে চাৰিটি লক্ষণ
তাহাক বৰ্ণাই আমি বুলিব এখন।
মানুহৰ মাজে চাৰিবিধৰ চৰিত্ৰ
তাহাৰ বৰ্ণনা আমি কৰি যাব মাত্ৰ।
সৰ্বোত্তম, উত্তম আৰু অনুত্তম, অধম
চাৰি শ্ৰেণীৰ মনুষ্য আছে ইটো ধৰা ধাম।
তাহাৰ চৰিত্ৰ আমি কৰিবো বৰ্ণন
অত এব মন দিবা যত ভক্তগণ।
লক্ষ জন মধ্যে এক মানুহ আছয়
আতিকে চৰিত্ৰবাণ শান্ত সহৃদয়।
সংসাৰৰ মায়া মোহে স্পৰ্শ নকৰয়
অথচ সংসাৰে ভ্ৰমি সব কৰ্ম কৰয়।
আৰু এক শ্ৰেণী আছে উত্তম চৰিত্ৰ
ভাল মন্দ কথা বুজি চলি যায় মাত্ৰ।
বেয়াৰ মাজত যিটো ভাল বোলা হয়
নিৰ্ব্বাচন কৰি ভাল গ্ৰহণ কৰয়।
বেয়াৰ পিনে নেচায় নেযায় কদাচিত
ভাল ভাৱে কৰি যায় অন্য লোকৰ হিত।

নিস্বাৰ্থ ভাৱেতে সেৱা কৰে সৰ্ব্বজন
প্ৰকৃত উত্তম লোক জানিবা সিজন।
উচ্চ-নীচ, জাত-পাত নিবিচাৰে কুল
সকলোৰে ওপৰতে দৃষ্টি সমতুল।
এইজন উত্তম লোক জান ভক্তগণ
সুখে, দুখে মুখে নেৰয় হৰি নাম।
এক শ্ৰেণী আছে লোক গতানুগতিক
ভালত ভাল, বেয়াত বেয়া ক্ৰোধ অধিক
নিজৰ স্বাৰ্থ সিদ্ধি হেতু মিছা কথা কয়
উদ্দেশ্যপূৰণৰ হেতু কৰয় অন্যায়।
আপোনাৰ মতক শ্ৰেষ্ঠ বুলি ধৰে
স্বাৰ্থপূৰণৰ বাবে গৰ্হিত কৰ্ম কৰে।
এনুৱা লোকৰ সংখ্যা সবাতে অধিক
কলিযুগে এনে লোক হব মাত্ৰাধিক।
অধম যিজন তাৰ কাণ্ড জ্ঞান নাই
সৰ্ব্বদায় বেয়া কৰ্ম সিজনে কৰই।
গৰু মাৰে, তিৰি মাৰে, পৰ দ্ৰব্য হৰে
কোনোটো কৰ্মকে গৰ্হিত বুলিয়া নধৰে।
ধন লাগে, বস্তু লাগে যেনেকৈয়ে পায়
লোকৰ লগত সদা খৰিয়াল কৰয়।
মানুহ পশুৰ মাজে কিছু ভেদা ভেদ নাই
পশুৰ চৰিত্ৰ তাৰ সকলে জানই।
এইটো অধম লোক জান ভক্তগণ
কলিৰ শেষে এনে লোক হবে অগণন।
আৰু এক আখ্যান বুলিলা গুৰুজন
চাৰিবিধ জীৱ কেনে কৰিবা শ্ৰৱণ।

মাধৱ বুলিলা হাতে কামে বুজাইব
মনোযোগ দিলে কৰ্ম সবাই বুজিব।
এক দিন ব্যাধে এক চৰাই আনিলা
মূল্য দিয়া চৰাইজনী গুৰুৱে ৰাখিলা।
ঠেঙে কলা সূতা বান্ধা শ্ৰীৰামক বুলিলা
সেহি মতে আতা বান্ধি মোকলাই দিলা।
ধান দিয়া পৰে দিন জালক পাতিলা
পূৰ্ব্ব দিনৰ সেই টুনি জালত পৰিলা।
গুৰু বোলে আজি ঠেঙত ৰঙা সূতা বান্ধ
পিছ দিনা ধান দিয়া পাতিলেক ফান্দ।
সিও দিন সেই পক্ষী ফান্দত পৰিল
গুৰুৰ আদেশে ৰঙা সূতা বান্ধি দিল।
পিছ দিনা অনুৰূপে পৰিল ফান্দত
হালধিয়া সূতা বান্ধে সিদিনা ঠেঙত।
তিনিদিনে তিনি বৰণ সূতা বান্ধি দিল
তথাপিতো টুনি চৰাই ভয় নকৰিল।
কলা, ৰঙা, হালধিয়া গাৱৰ বৰণ
এহি হেতু বৰ্ণে নাই ভয়ৰ কাৰণ।
চতুৰ্থ দিনত ধৰি বগা সূতা দিলা
বগা সূতা দেখি পক্ষী ঠোটেৰে চিঙিলা।
সূতা চিঙি টুনি চৰাই ফান্দক এৰাই
পিছ দিনা পাতে ফান্দ নাহিল দুনাই।
শ্ৰীৰাম সুধিলা এই নাহাৰ কাৰণ
কলে গুৰু চাৰিবিধ জীৱৰ লক্ষণ।
অন্য অন্য ৰঙা, নীলা ৰঙত মজিয়া
নাপাইব এই কৰ্মে বৈকুণ্ঠক গৈয়া।

পৰম নিৰ্মল ভক্তি শুদ্ধ সত্ত্ব জ্ঞান
লভি চলে বৈকুণ্ঠক ইটো কথা জান।

সেহি মতে বগা সূতা দেখি টুণি গোটে
নাহিল ফান্দক লাগি এৰি সূতা টোটে।

মাধৱৰ তত্ত্ব কথা আতা সবে শুনি
ভৈলন্ত আনন্দ হৰি মনে গুণি।



## পয়োনিধি আতৈৰ মায়া ভাণ্ডাৰ হৰণ

### ছবি

হৰি আতৈ বোলে বাপ এক কথা শুনা তাক
পঁয়োনিধি ধনৰ কুবেৰ
শৰণ লই ধৰ্ম ধৰি থাকিল এই সুন্দৰী
ঘৰে নেৰে কদাচিতো তাৰ।

——————=o=——————

পাপৰ ভাণ্ডাৰ সিটি খৰচ নকৰে এটি
সুদা চাউল ভিক্ষা কৰি খাই
ভক্তৰ বুজিলা দোষ গুৰু নকৰিলা ৰোষ
ৰাম, হৰিক পঠালে সি ঠাই।

——————=o=——————

বুলিলা গুৰু আদেশ ধনখিনি দিয়া মোক
লই যাব লাগিব সুন্দৰী
গুৰুৰ আদেশ বাণী দিয়া মোক ধনখিনি
নতু ধন চোৰে নিব হৰি।

——————=o=——————

পয়োনিধি দিলা ধন          অলপ বিতুষ্ট মন
পূৰ্ব্ব বৎ ভিক্ষা মাগি খাই
লোকে বোলে ধন সাচি          পৰক ভেটিলা আজি
আগতে যে মৰিলা নেখাই।

——————=০=——————

আতৈ বোলে বাপগণ          ইটো মোৰ নোহে ধন
আছিলো যে পৰ বস্তু ৰখি
গৃহস্থই নিলে তাক          মই কেনে দিম হাক
থাকিম মই কেচা ফল ভক্ষি।

——————=০=——————

অকনো নাহিকে দুখ          সদাই আনন্দ মুখ
হৰি নাম নুগুচে মুখত,
ধনৰ কাৰণে চিন্তা          নকৰে খনেকো ঐত
সৰ্ব্বদাই হৰিষ মনত।

——————=০=——————

নিষ্ঠা দেখি ভকতৰ          মাতিলেক গুৰুজন
তব ধন নিয়া ওভোটাই
নেলাগে থাকিব ৰখি          খৰচ কৰিবা তুমি
ধন থাকি কষ্ট খাৱ তই।

——————=০=——————

অল্প অল্প কৰি ভাঙি          ধনখিনি খাবা তুমি
পিন্ধ-উৰা কাপোৰ কানি লই
মুখকৰ দৰে সাচি          এদিন যাইবা গুছি
সাচা ধন তাতে পৰি ৰই।

——————=০=——————

গুৰুৰ বচন মানি পয়োনিধি আক জা...
ধনখিনি লাহে লাহে কৰি
খৰচ কৰিয়া খাই সুখে জীৱনক যাই
সুখী ভৈলা সিদিনাক ধৰি।

=o=

পয়োনিধি সাচা ধন গুৰুক অৰ্দ্ধেক দিয়া
অৰ্দ্ধ ধন খৰচ কৰি খাই,
খোৱা, লোৱাত ভাঙে ধন ধৰম কৰমে ম...
সাধু সঙ্গে ফুৰে নাম গাই।

=o=

কিছু ধন ঘৰে এৰি এদিনাখন গৈলা মৰি
কিছু ধন জমাতে ৰইল,
ভকতসকলে পাই আদ্য কৰ্মে ভাঙি ল...
তাহাৰ ধন তাতে খটাইল।

=o=

শুনা এবে বন্ধুগণ কাৰ ভাৰ্য্যা কাৰ ধ...
সবে মাত্ৰ হৰি মায়াময়
হৰি নাম সাৰ কৰি সুখে সংসাৰক তৰি
পাবা মোক্ষ কহিলো নিশ্চয়।

# ঠাকুৰ আতাৰ পিতা-পুত্ৰৰ বাক্-বিতণ্ডা

## ছবি

এক দিন গুৰুজন ধৰ্মতে মজিয়া মন
শাস্ত্ৰলিখি বহিয়া আছয়
ঠাকুৰ পৰমানন্দ দুইজনে কৰি দন্দ
মাধৱৰ নিকট চাপয়।
গুৰুক প্ৰণাম কৰি বুলিলা বিনয় কৰি
পৰমাই কৰে অপমান
মোৰ নিজ পুত্ৰ হই আমাক কৰয় হেয়
পিতাকক দিয়ে দুখ দান।
চাহিয়া বোলয় মোক অ-ভাগ্যবন্ত লোক
সি কিন্তু ভাগ্যবান বৰ
অৰ্দ্ধেক ভকত আমি সি কিন্তু পূৰ্ণ ভকত
কয় সি নিজে শ্ৰেষ্ঠতৰ।
শঙ্কৰ সূৰ্য্য গুৰু মোৰ অৰ্দ্ধেক বয়সে পাওঁ
তুমি গুৰু প্ৰাণ সখি মোৰ
ভকত সমাজে মোক শ্ৰেষ্ঠজন বুলি মানে
পুত্ৰই কৰে অপমান ঘোৰ।
পিতৃ দত্ত নাম মোৰ আছিলন্ত ভবানন্দ
গুৰু দিলে নাৰায়ণ দাস
তুমি গুৰু শ্ৰেষ্ঠজন শঙ্কৰৰ সম জ্ঞান
তথাপিতো সঙ্গে কৰো বাস।

বেটাৰ কটুবাক্য শুনি　　　এৰি আমি ভাত-পানী
কাষ চাপি আহি আপোনাৰ
ইয়াতে কটাইবো দিন　　　গৃহস্থীক কৰো ঘিন
ভাৰ্য্যা-পুত্ৰ সবাই অসাৰ।
আতাৰ দুখত গুৰু　　　ভকতৰ কল্পতৰু
মাধৱ পুছিলা যে পৰ্মাত
কিয় কষ্ট দিয়া তুমি　　　কিবা হেতু বোল জানি
কিবা অৰ্থে অৰ্দ্ধেক ভকত।
আধা সেৰি ভক্ত আছে　　　তাহাক জানিবা পাছে
ঠাকুৰ আতা সবাতে অধিক
আতা মধ্যে শ্ৰেষ্ঠজন　　　গুৰু দিলে বৰদান
তুমি বোপা পুত্ৰ ধিক ধিক।
পৰ্মা বোলে পাৱে ধৰি　　　দুহাতে কাতৰ কৰি
শুনিয়োক আমাৰ বচন
মোৰ পিতা ভক্তজন　　　ভকতৰ শিৰোমনি
জানো আমি তিনি শ্ৰেষ্ঠজন।
তাহাৰ ঔৰসে মই　　　ধৰাত জনম পাই
তব গুৰু লভিলো সাক্ষাত
মোৰ পিতৃ সাধুজন　　　আছে শিষ্য অগণন
পিতা স্বৰ্গ আমাৰ মনত।
পিতাই সন্তুষ্ট হলে　　　সব দেৱ অবহেলে
জানো ইটো শাস্ত্ৰৰ সন্মত
তথাপি বুলিলো আমি　　　বুজাইবো কথা স্বামী
কেন অৰ্থে অৰ্দ্ধেক ভকত।

**ককাদেউ ধৰ্মকান্ত** নোহে ভক্ত একান্ত
**গুৰু** সঙ্গে নাই যে সাক্ষাত
**পৰম অধৰমীজন** আছিল ধন লোভে মন
কৃষি কৰ্মে মোকলাই ভাত।

**তাহাৰ ঔৰষে তিনি** জন্মিলেক মাতৃ যোণি
ভক্ত বীৰ্যে নোহে তোৰা কায়
**অৰ্দ্ধেক** বয়স পৰে ভক্তি মাৰ্গ পাই যেবে
পূৰ্ণ ভক্ত কেন মতে হয়।

গুৰু বোলে বুদ্ধি তোৰ অলপ নোহয় বুজি
পিতৃ কৰা নাই তিৰস্কাৰ
বুলিলা মাধৱ ৰাই সখীৰ মুখক চাই
যুক্তিপূৰ্ণ পৰ্মা কথাষাৰ।

কৰা নাই হেয় জ্ঞান পিতৃৰ বঢ়ালা মান
তোৰ জন্ম ভক্তৰ বীৰ্য্যত
সেহি হেতু পূৰ্ণ ভৈল সিটো কথা মানি লৈল
কৰিলেক সখীক সন্মত।

*যাৰ পিতৃ পূণ্যবান* *তাৰ পুত্ৰ ভাগ্যবান*
ইটো কথা শাস্ত্ৰৰ সন্মত
পিতাৰ কাৰণে গুৰু ভকতৰ কল্পতৰু
সন্মান পাইল ৰজাৰ সভাত।

ৰজাৰ শাস্তিকো লই সসন্মানে ফিৰি গই
গুৰুক জনাই নমস্কাৰ
ধৰ্মৰ লাইখুটা বুলি দুই হাতে আকোৱালি
থাপিলন্ত থানত তাহাৰ।

পিতৃৰ পাৱত চুই পৰ্মানন্দে নমি গই
মোৰ আৰু নধৰিব দোষ
বাদত জিনিলো মই শ্ৰেষ্ঠজন হলি তই
শ্ৰেষ্ঠ পিতৃ আমাৰ ভাগ্যত।
এইদৰে তুতি নতি কৰিলে পিতাৰ প্ৰতি
সব ক্ষমা কৰিলে ঠাকুৰ
নাই মোৰ ৰোষ আৰু জ্ঞানী পুত্ৰ পালো মই
ভক্তি ধৰ্ম বঢ়োক প্ৰচুৰ।
মাধৱে বোলন্ত বোপা শুনা বাৰবাসী বেটা
পিতৃ-মাতৃ সৰ্ব্বদাই গুৰু
গুৰুৰ সঙ্গত বাদ কদাপি নাপায় শোভা
পিতৃ-মাতৃৰ কাষে হবা সৰু।
আদি গুৰু পিতা-মাতা যদ্যপি পণ্ডিত মোটা✦
হোৱা তুমি লোক সমাজত
পিতৃক অৱমান্য কৰি সমাজত ফুৰা ঘুৰি
আয়ু শ্ৰীহই যাব হত।
পিতা-পুত্ৰ দুয়ো মিলি ধৰ্মৰ পথত বুলি
চলাই যোৱা কৰ্ম অভিযান
শুনা সখি কথা ইটো নকৰিবা কদাচিতো
নিজ পুত্ৰৰ প্ৰতি হেয় জ্ঞান।
গুৰুক প্ৰণাম কৰি পিতা-পুত্ৰ গৈলা লৰি
নৌকা চৰি চলি জইনাক
সিদিনাৰ পৰা নাই পিতা-পুত্ৰ মিলি গই
কৰে ধৰ্ম কৰ্ম যে সবাক।

✦ *মোটা - ডাঙৰ , শ্ৰেষ্ঠ*

শুনিয়োক সাধুজন ধৰ্মত ৰাখিয়ো মন
ভক্তি ধৰ্ম মনে কৰা সাৰ
আয়ু যায় আলে জালে কেতিক্ষণে ধৰে কালে
সুখে হোৱা ভৱ নদী পাৰ।



## সুন্দৰী থানত মহাপুৰুষ মাধৱদেৱৰ লীলা বাঘ-হৰিণ কাহিনী, ফান্দত পৰা হৰিণ উদ্ধাৰ নদীয়ালগণৰ মাছ দান, জয়ন্ত গোৱালৰ দুধ দান আদি বিচিত্ৰ কাহিনী

### পদ

সিহয়া* বিলৰ কাষে বহি গুৰুজন
ভক্ত সমন্বিতে কৰে ধৰ্ম আলোচন।
আলোচনাৰ পৰে সবে নামক গাইলা
তাল, নাগৰা লই নাম গাইতে লাগিলা।
নাম ধ্বনি গৈলা যেবে বৈকুণ্ঠক চৰি
মত্ত হুয়া ভক্তগণ নাচে হৰা হৰি।
কাষত আছিল এক জোপা কাহীবন
পাত সলাই কুমলীয়া হইছে তখন।
তথাতে চৰিছে এক হৰিণা পোৱালী
কি যে মনোহৰ ৰূপ খায় মুৰ হালি।
মৃগ ৰূপ দেখি ভক্তগণ যে চাইল
তাকে দেখি হৰিণাই অল্প আতৰিল।
ফুটুকা ফুটুকি ছাল সুস্নিগ্ধ চাৱনি
সবে বোলে এই হৰিণ নিমাষিত প্ৰাণী।
অন্যায় নকৰে কাৰো কোমল ঘাহ খায়
সদা সচকিত চকু ঘুৰি ঘুৰি চায়।
নাম ধ্বনি চাৰিফালে ধ্বনিত হইল
মুৰ দাঙি হৰিণাই নামক চাইল।
হঠাতে আহিল ব্যাঘ্ৰ কাল ৰূপ ধৰি
অকস্মাতে হৰিণাটি পেলাইল মাৰি।

**সিহয়া - কলীয়া বিলৰ আগৰ নাম*

ভক্তগণে দেখি সবে টিকি ৰিঙি দিলা
তেজ খাই বনৰজা অৰণ্যে চলিলা।
মাধৱদেৱে বোলে হেৰা শুনা ভক্তগণ
নাম ধ্বনিৰ মাঝে হইল ইহাৰ মৰণ।
পূণ্যময়ী জীৱ ইটো হৰিণৰ কায়া
মাংসখিনি খোৱা সবে ভাগ বাটি লৈয়া।
ভক্তগণে বোলে ব্যাঘ্ৰ অৱশেষ খাই
কি জানিবা পাপ হয় জ্ঞানিবাক চাই।
গুৰু বোলে ইটো জীৱ পৰম ৰহস্য
পিছত বুলিব আমি যত তাৰ তথ্য।
ভক্তগণ বোলে আগে শুনিবাক চাও
কিবা তথ্য আছে আমি এবে জানি লও।
গুৰু বোলে ইটো তথ্য পৰম ৰহস্য
এক মনে শুনা সবে নকৰিবা হাস্য।
শ্ৰীৰাম মাৰিলেক বালি সুগ্ৰীবৰ হেতু
পিছ দিয়া চাই বোলে বান্দৰৰ কেতু।
সীমা বৈৰী, নাৰী বৈৰী নোহে মই তোৰ
কিবা হেতু মাৰিলি তই কৰি অন্যায় ঘোৰ।
খাদ্য বস্তুৰ বাবে জীৱে বিনা অপৰাধে
আপোনাৰ খাদ্য প্ৰাণী অনায়াসে বধে।
মই কিন্তু খাদ্য জীৱ নাছিলো যে তোৰ
তথাপিতো অন্যায় কৰিলি কিয় মোৰ।
যজ্ঞত নালাগে মাংস বানৰ পঞ্চনখী
ভক্ষণ কৰাহা মাংস শাস্ত্ৰক উপেক্ষি।
ৰামে বোলে ক্ৰোধে এৰা কিস্কিন্ধ্যা ৰাজন
জটায়ুৰ উপদেশ ইয়াৰ কাৰণ।

পিতৃ সম মান্য মোৰ গৰুড় নন্দন
পথে পাই উপদেশ দিলা দুইজন।
তবে ঘোৰ অন্যায় মই কৰিলোহা সচা
যাৰ যেন থাকে ইচ্ছা পুৰাইব বাঞ্চা।
তোমাৰ মঙহ মই ভক্তক খুৱাবো
তেবেসে তোমাৰ বাণী সফল হইবো।
সেই বালী ধৰিলেক হৰিণৰ কায়া
ব্যাঘ্ৰ ৰূপী ৰামে বধিলেক কৰি মায়া।
এতেকে ভক্তৰ কথা শ্ৰীৰাম ৰাখিল
মাংস খুৱাইবাক লাগি ই কৰ্ম কৰিল।
এই বুলি ভক্তগণক বুলিলা তখন
হৰিণৰ মাংস লৈয়া চলিও এখন।
ছালখনি ভাল মতে শুকাই লইবো
নামঘৰে ডবা সাজি আমি বজাইবো।
তাহানিৰ পৰা প্ৰথা ই হেন হইল
নামঘৰে ডবা ৰখা প্ৰচলন কৰিল।
ডবাৰ নিয়ম গুৰু সবাকে শিকাই
গৃহ মাজন প্ৰসঙ্গতে ডবাক কোবাই।
প্ৰতিটো প্ৰসঙ্গে যেবে আহে ভক্তগণ
ডবা কোবাই আগ জাননী জানিবা তেখন।
মাত্ৰ তিনি কোব দিব এই সময়ত
সাতবাৰ কোবাইব বিদায় পৰত।
প্ৰতিবাৰ প্ৰসঙ্গতে এই নিয়ম মানি
ডবা বজোৱা নিয়ম সবে লবা জানি।
অসময়ৰ ডবা শব্দ সত্ৰত বিঘিনি
ডবা বজাবৰ নিয়ম ভক্তই ললে জানি।

বুলিলো সবাকে ইটো ৰহস্য গুপুত
মাধৱৰ ধৰ্ম তত্ত্ব অতি অদভূত।
০০০০০০০০০০০০০০০০০০০০০০০
এক দিন গুৰুজন ভক্তগণ সঙ্গে
বামুণাৰ ফালে যায় কথাৰ প্ৰসঙ্গে।
বিল তীৰে একে ব্যাধে ফান্দক পাতিয়া
ৰখিছিল সাৱধানে আলেঙে বহিয়া।
হঠাতে মাইকী হৰিণ ফান্দত পৰিলা
পোৱালীক লাগি মাতৃ চিঞৰিবে লৈলা।
মাতৃৰ চিঞৰ শুনি পোৱালী আহিলা
মাতা-পুত্ৰ উভয়কে বিয়াধে ধৰিলা।
মাৰিবাক লাগি তাৰা টকোন তুলিলা
হেন সময়তে ভক্তগণ আহি পাইলা।
বাধা দিয়া বুলিলেক মাধৱ সুজন
নামাৰিবা ইটো প্ৰাণী বুলিলো বচন।
ব্যাধে বোলে মোৰ ভাত নেকাঢ়িবা তুমি
মাংস বেচি প্ৰৱৰ্ত্তাইছো পুত্ৰ-ভাৰ্য্যা আমি।
তিনি দিন ৰখি আজি চিকাৰ পাই
এৰি দিলে জানো ভাত দিব কোনোবাই?
গুৰু বোলে বৎস হেতু এৰি দিয়া তুমি
মাংস মূল্য কত লাগে দিব খোজো আমি।
ব্যাধ বোলে মাংসৰ দাম ধৰা বন্ধা নাই
এদিনতে দহ দিনৰ খোৰাক লও মই।
যদি মূল্য দিয়ে গুৰু মাংস জোখ কৰি
অনুমান মূল্য হব ছয় কাওন কড়ি।

তাকে যদি দিয়া আমি এৰি দিব পাৰো
মাংসৰ দাম ছয় কাওন বুলি থিৰ কৰো।
নাপালে ছয় কাওন ধন মাৰি পশু আজি
ঘৰে ঘৰে সলাইবো ধান চাউল লাগি।
ছয় কাওন কড়ি পাছে গুৰু গণি দিলা
ধন পাই ব্যাধে গৈয়া পশু চাৰি* দিলা।
বৎস সমে ৰঙ্গ কৰি পশুৰ মাইকী
চলি গৈলা অতি বেগে জঙ্গলক লাগি।
০০০০০০০০০০০০০০০০০০০০০০০
আন দিনা ভক্তগণে কৰে আলোচন
সবে বোলে সিহঁতৰ মাছ খাইবে মন।
পিছ দিনা সুযোগটি আপুনি মিলিল
পাচ জনা নদীয়াল তথাতে আহিল
তাহাক বুলিলা গুৰু বঢ়াৰ নন্দন
মাছ দিয়া আমাক যাইবা বাছাগণ।
দিম বোলে আনন্দেৰে নদীয়ালগণ
আজি পোৱা ডাঙৰ মাছ বোলে ভক্তগণ।
যেতিক্ষণে বিলে গৈয়া জাল পেলাইলা
সেই দিনা নদীয়ালে বহু মাছ পাইলা।
প্ৰকাণ্ড বৌ মাছ এটি দুইজনে লই
ভক্তগণৰ আগে আনি দিলেক পেলাই।
দাম লৈয়া যোৱা বুলি গুৰুৱে বুলিলা
নালাগে আমাক দাম মুৰ জোকাৰিলা।
নদীয়ালগণে বোলে ভকতৰ কৃপাই
বহু মাছ মাৰিয়াছো বিক্ৰীও নযাই।

**চাৰি - (কামৰূপী) এৰি দিয়া*

এটা মাছৰ দাম ভকতগণক নধৰিবো
আশীৰ্ব্বাদ পালে মাছ বহুত মিলিবো।
গুৰু বোলে মনোবাঞ্ছা হইব পূৰণ
ধৰমত মতি হোক বোলে গুৰুজন।
সিদিনাৰ পৰা সেই নদীয়ালগণ
মাছ পালে তোষণ কৰে ভকতৰ মন।
তাহাৰ মাজৰ পৰা ভকত ওলাই
গুৰু ভকতৰ সঙ্গে প্ৰসঙ্গ কৰই।
এইদৰে ভক্তগণে পৰম সুখত
ৰাইজৰ স্নেহ মৰম পায় অবিৰত।

✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪

জয়ন্ত নামেতে ভক্ত দুধ দান কৰে
প্ৰতিদিনে দুগ্ধ লৈয়া যায় গুৰু ঘৰে।
এক দিন পথে এক বৃদ্ধ লোক জন
সাবতি ধৰিল আহি সুহাস্যবদন।
ভাল কৰ্ম কৰি আছ বুলি ৰাপগণ
গুৰু ভক্তক তুষি আছ দিয়া দুগ্ধ দান।
তাৰ পাছে জয়ন্ত যে সুন্দৰী আহিল
দুগ্ধ চুৰা বুলি কথা গুৰুক বুলিল।
গুৰু বোলে কি কাৰণে দুগ্ধ চুৰা হল
আপুনি আনিছা দুগ্ধ কিবা অমঙ্গল।
জয়ন্ত বুলিল বাপ কৃপাৰ ঠাকুৰ
অচিনাকি বৃদ্ধে কথা বুলিলে প্ৰচুৰ।
সাবটি ধৰিয়া পাছে দুগ্ধ যে চাইল
এইহেতু মোৰ দুগ্ধ সব চুৰা গৈল।
গুৰু বোলে বোপা পৰম ধাৰ্মিক সেইজন
বেয়া কথা কোৱা নাই ভাল কৰ্মে মন।
ইটো দুগ্ধ কলহ চুৰা হইব কেমন
চালেই জানো চুৰা যায় সব দ্ৰব্যগণ।
নজানি দোষীছা তুমি আমাৰ ভক্তক
কদাচিতো নকৰিবা খণ্ড সিজনক।
তাহাক লগত পাইলে জনাবা প্ৰণাম
ভকতিৰ প্ৰতি ধাউতি বাঢ়িব তখন।
এনেদৰে বহু লীলা সুন্দৰী থানত
কৰিলেক গুৰুজন প্ৰচাৰি নিজ মত।
মাধৱৰ লীলা কথা অটাব নোৱাৰি
নিৰন্তৰে সব লোকে বোলা হৰি হৰি।

▶▶▶▶■◀◀◀◀

## *বৰগোবিন্দ আতৈ, গঞা ঠাকুৰীয়া, খৰো ৰাম, জকা ৰাম, গঞা গোবিন্দ আদিক শৰণ*

### *পদ*

তাৰ পাছে বোলে কথা আঁতৈ চক্ৰপাণি
ভকতসকলে যায় এক মনে শুনি।
বুলিলা বৈৰাগী আতৈ শুনা ভক্তগণ
সুন্দৰীত চৈধ্য বৰ্ষ ৰহে গুৰুজন।

কত শত ভক্ত আহি লৈলেক শৰণ
হৰিষতে আহি কত কৰে দৰশন।
দণ্ডৰা বিলৰ পাৰে ডণ্ডৰকুচি গাঁও
মাধৱৰ নাম শুনিলেক কেঁও কেঁও।
কোনোজনে কয় বোলে ঈশ্বৰ সাক্ষাত
কোনেজনে নিন্দে বোলে অধৰমী জাত।
গোবিন্দ নামেতে লোক কৃষি কৰ্ম কৰে
মাধৱৰ পাশে আহি শৰণ ধৰ্ম ধৰে।
সন্ধিয়াৰ পৰে আহে নাম প্ৰসঙ্গক
ৰাত্ৰি কালে নতু যায় ভাৰ্য্যাৰ সঙ্গক।
মাধৱৰ উপদেশে এক ভাৰ্য্যা আনি
দেখুৱালে মাধৱৰ চৰণ দুখানি।
ৰাতি হলে যায় পতি পাশে সুন্দৰীৰ
কাৰণ হইল সন্দেহ ভাৰ্য্যা দুজনীৰ।
ৰাত্ৰি কালে যায় পতি সুন্দৰীক লাগি
বহু ৰাতি হলে আহে বোকা জঙ্গল ভাগি।
চুৰ কৰে বিত্ত নতু কোনো পৰ নাৰী
লাঠি জাপি লয় মাথো ভণ্ডবেশ ধাৰী।
এই হেতু গুৰুজনে উপদেশ দিলা,
তান উপদেশে পত্নীক লগত আনিলা।
গুৰু বুলিলন্ত আই গোবিন্দৰ জায়া
চুৰ কৰে ইটো ঠাই কেনে দেখা পায়া।
লাজ পাই আইদেউ গৃহে চলি যায়
দুইজনী মিলি আহি গুৰু ধৰ্ম লয়।
তাহাৰ আচৰণে দুই চাৰি নিন্দা কৰে
গঞা নামে ঠাকুৰীয়া গাঁওৰ ভিতৰে।

গোবিন্দৰ প্ৰতি ক্ৰোধ উপজিল বৰ
হিংসা কৰি গোবিন্দক কৰে অনাদৰ।
এক দিন সুন্দৰীক লাগি আহি পাইলা
বৰষুণে তিতি সিটো নামঘৰে গৈলা।
নাম প্ৰসঙ্গৰ কৰ্ম চকুৰে দেখয়
ভকতৰ আচৰণে মানিলা বিষ্ময়।
পৰে দিন আহি সিটো লভিল শৰণ
হাঁহ, পাৰ, ছাগ যত কৰিল বৰ্জন।
ঠাকুৰীয়া ভকত বুলি জগতেই জানে
কত জনে ধৰ্ম ললে তাক অনুক্ষণে।
এক বৃদ্ধ মালভোগ কল কাটিলেক
মনে ভাৱি বুঢ়া এক বাক্য বুলিলেক।
যদি কালি পকে কল গুৰু ঘৰে নিব
কল, চাউল দিয়া গুৰুত শৰণ পশিব।
পিচ দিনা দেখে কল পকিছে সুন্দৰ
বুঢ়া বোলে কালি কল কাটিছো সত্বৰ।
আঠ, দহ দিন কমে কল নপকয়
মুখে বাক্য বুলি নেদে দোষ আচৰয়।
কল, চাউল লৈয়া সপত্নীক চলি গৈলা
মাধৱৰ কাষে গৈয়া শৰণ পশিলা।
জকা ৰাম নাম পাইলা গুৰুৰ কাষত
সৰ্ব্বস্ব আনিয়া দিলা গুৰুৰ পাৱত।
এই মতে ডণ্ডৰকুচি গাঁও লোক চাপি
গুৰুৰ শুদ্ধ ধৰ্ম তাত পৰিল বিয়পি।
দুই এক জনে নিজে চাবলৈ আহয়
সজ কৰ্ম দেখি তাৰা গণ ভোল যায়।

এক বৃদ্ধ খাৰ পুৰি কাষতে আছিল
পোৰা শেষে বৃষ্টি আহি হঠাতে পাইল।
তাৰা তাৰি* খাদাত আনিয়া ঘৰে থৈলা
পিছ দিনা খাদা দেখে অৰ্দ্ধেক পুৰিলা।
ৰাতি প্ৰভাততে বুঢ়া হাল লৈয়া যাই
সঙ্গৰ হালোৱাক কাণ্ড বিবৰি বোলই।
সিটোজন বুদ্ধিমান বুলিলা কথাক
হালুৱা গৰুই মোৰ বস্ত্ৰে মুতিলেক।
বাটে বটে মুতি যায় লৰুৰে কোবাও
লাইন ভাঙা লৰুৱা বুলি তাক কও।
ইটো জনে বোলে তই খাদাক পুৰিলি
খাদা পোৰা খৰুৱা বুলি নাম পাইলি।
দুইজনে আলোচিয়া সুন্দৰীত গই
কিবা অৰ্থ ইয়াৰ যে তত্ত্বক নপাই।
গুৰু বোলে তুমি হাউলা গুৰুক খেদিলা
মুতি গৈ থাকোতে পিন্ধা গামোচাত পৰিলা।
মাটি ৰাখিছিলা বস্ত্ৰ যুৰিবাক হাল
গৰুই মুতিয়া পাছে লগাই পয়মাল।
আৰু তুমি বুঢ়া খাৰ পুৰিয়া আছিলা
বৰষুণ আগমনে পাচিত তুলিলা।
খাৰৰ জুইত তোৰ খাদা গৈলা পুৰি
আলচি আহিলা দুয়ো প্ৰবন্ধক কৰি।
লাইন ভাঙা লৰুৱা আৰু খাদা পুৰি
খাদা পোৰা খৰুৱা শ্লোক ৰচিলাহা জুৰি।
ঈশ্বৰ মানি দুইজনে গুৰুক নমিলা
তাৰ পাছে সবে আহি শৰণ পশিলা।

*তাৰা-তাৰি - ততাতৈয়াকৈ

কথা শুনি আৰু বহু ভকত সুজন
মাধৱদেৱ সমীপত লৈলেক শৰণ।
ডঙৰকুচি বেতবাৰী যুগীৰ পামত
মাধৱদেৱৰ শিষ্য হইল বহুত।

✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪

ভক্ত শ্ৰেষ্ঠ ঠাকুৰ আতা সুন্দৰীত আহি
শ্ৰীৰাম আতাৰ বাহাত লাঠি জাপি ৰাখি।
সঙ্গে আহে এক জন ভাৰ বোৱা লোক
গুৰুক লাগি লাউ, কচু আৰু আদা, শাক।
বস্তু আনি শ্ৰীৰাম আতাৰ গৃহত ৰাখয়
কিছু খায় কিন্তু বস্তু পচিয়া যাবয়।
এক দিন ঠাকুৰ আতা চালে ভিতৰখন
বহাৰ ভিতৰে দ্ৰব্য আছে অগণন।
আধা আধি পচি যায় খাই নোহে শেষ
ঠাকুৰ বুলিলা ইটো গুৰু অৱশেষ।
ভক্তগণ যত ছিল সবাকে দেখাই
সবে বোলে অৱশেষ লোৱাহে বিলাই।
গুৰুত পুছিলা সবে বিনয় বচন
অৱশেষ বস্তু আমি কৰো বিতৰণ।
গুৰু বোলে ভাল কথা কৰা এক কৰ্ম
হৰি নাম কীৰ্ত্তন কৰাটো পৰম ধৰ্ম।
প্ৰসঙ্গৰ সময়ে যত দ্ৰব্য আনি থোৱা
যাবৰ আগতে দ্ৰব্য বিতৰিয়া লোৱা।
এই প্ৰথা আগলৈ চলিয়া থাকিব
গুৰু গৃহে জমা বস্তু ভকতে খাইব।
চাউল ভজনীয়া প্ৰথা ইয়াকে বোলয়
ই দানিং এই প্ৰথা চলিয়া আছয়।

✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪

তাৰ পাছে ৰাম চৰণ আপোন ভাগিন
তাহাক মাতিয়া আনিলেক এক দিন।
পুছিলন্ত কেৱল ধৰ্মক ধৰা তুমি
অন্ন ৰান্ধি দিব লাগে ভুঞ্জিবোহো আমি।
উত্তৰ কৰিলে তিনি বিবাহ কৰিবো
কেৱলীয়া পথ তাৰা কদাপি নলবো।
এই বাক্য তিনি বাৰ বুলিলা যখন
গুৰু বুজিলেক ৰাম চৰণৰ মন।
বুলিলেক তুমি বোপা শৰণক লোৱা
ৰন্ধন, বাঢ়ন, দিয়ন, মন্ত্ৰ শিকি যোৱা।
পিছে আতা সবে শুনি মান্তি নহইল
গৃহবাসীৰ হাতে অন্ন কেমন লইলা।
মাধৱ বুলিলা শুনা যত ভক্তগণ
গৃহবাসী হইলে তাত নাহিকে দোষণ।
আমি বিষয়ত বিৰাগ দেখি নধৰিবা
গৰ বান্ধি পিছে ৰাখি সন্মুখে যুজিবা।

ঘৰত ঘৰিণী ৰাখি আপোন স্থানত
ভক্তি ধৰ্ম প্ৰচাৰিবা লোকৰ মাজত।
সিংহৰ শকতি দেখা সবাতকৈ বৰ
তথাপিতো শৃঙ্গাৰত নাই আশ তাৰ।
বছৰত এবাৰ মাত্ৰ শৃঙ্গাৰ কৰয়,
সিংহিনীৰ প্ৰতি ধাউতি অতীব নহয়।
শৃঙ্গাৰ বুলিয়া আশা নাথাকে যে তাৰ
ক্ষুদ্ৰ ঘনচিৰিকা পক্ষী দিনে কতবাৰ।
বৈদ্যৰ মন্ত্ৰৰ বলে সৰ্প নাচে ঘুৰি
অন্য লোকে নপাৰয় আছে ফণা ধৰি।
সেই মতে বৈদ্য সম ক্ষমতাক ধৰা
আপোন ক্ষমতা বলে কাম বশ্য কৰা।
যাৰ ইচ্ছা আছে তাৰা বিবাহ কৰাই
ভাৰ্য্যা সমে ভক্তি ধৰ্ম পালা গৃহে ৰই।
চোৱা জগত গুৰুই দুইবাৰ বিবাহ কৰি
জগতত থই গল ধৰ্মক প্ৰচাৰি।
চোৱা তান সম কোণ আছে জগতত
সৰ্ব্বগুণী জ্ঞানী সৰ্ব্ব শাস্ত্ৰতে পণ্ডিত।

মাধৱ বুলিলা বাণী ভক্তি ধৰ্ম সাৰ
হৰি হৰি বোলা সবে গতি নাই আৰ।



## গঞা গোবিন্দৰ উপাখ্যান

### পদ

লোকৰ মাজত ধনী-মানী একজন
গঞা ঠাকুৰীয়া নামে বিদিত সৰ্ব্বজন।

গুৰুৰ সহিতে ঘৃণা কৰে ভক্তগণ
লাহে লাহে ঠাকুৰীয়াৰ কুমলীল মন।

নামঘৰৰ ফাললৈকে যায় ঘনে ঘন
সবাকে থাকয় চাই প্ৰসঙ্গে তখন।
এক দিনা ভাৰ, ভেটী, চাউল, দালি, কল
লৈ আহি গোবিন্দই ঠিয় হই ৰল।
গোবিন্দ নামেতে ভক্ত আগত আছিল
পিছুৱাই আহোঁতে তেওঁ বাগৰিয়া গল।
মাধৱদেৱ বোলে তোমাৰ পিছত মানুহ
বহিব নিদিয়া তোৰা কেনেনো পুৰুষ।
গঞা বোলে গোবিন্দ লগুৱা আছিল
পূজনীয় গোসাই বুলি ভক্তি কৰিছিল।
গুৰুৰ সান্নিধ্য পাই বৰভকত হল*
পূৰ্ব্বৰ মালিকৰ কথা পাহৰিয়ে গল।
তাৰ পাছে গুৰু এক আখ্যান বুলিলা
ভকতসকলে কথা শুনিবে লাগিলা।
বাৰ হাত জালখনিৰ তেৰ হাট ফুটা
ভাল মাছ মাৰিলাহি ঐ বাপৰ বেটা।
বৌ, বৰালী যত সৰকিয়ে গল
পুঠি আৰু খলিহাহে জালে বাজি ৰল।

আমাৰ ধৰ্মক লই পুঠি, বৌ হল
বৰ বৌবোৰে এবে সৰকীয়া গল।
সৰুই বৰ ভক্ত হল গুৰু ধৰ্ম লই
শ্ৰেষ্ঠজনে তাৰ কাষ চাপিবে নৰই।
বৰ দেউৰী, বুঢ়া ভকত আছে যত জন
পূৰ্ব্বত আছিল ঘৰে দুখী একোজন।
মাধৱ বোলয় কাৰ্য্য ক্ষেত্ৰ ভিন ভিন
সৰুই হোৱয় বৰ মোটাই হয় ক্ষীণ।
ধৰ্মত দিয়েহি মন দৰিদ্ৰসকল
ভগবান সেই হেতু দিয়ে তাৰ ফল।
কোনো দিনে কাকো সৰু বুলি নাভাবিব
ঈশ্বৰৰ কাষে সম সবাই জানিব।
এই বুলি মাধৱদেৱ আসনক দিলা
ঠাকুৰীয়া বহি তাতে আলাপ কৰিলা।
শুনিয়োক ভক্তগণ মাধৱৰ লীলা
ভকত সহিতে তাৰা ধৰ্ম ৰাজ্য লৈলা।
মাধৱদেৱে উপদেশ দিলা মন পুৰি
সমস্ত ভকতে আহি বোলে জয় হৰি।



## শ্ৰীমাধৱদেৱ আৰু শ্ৰীৰাম আতাৰ পটি কিনিবলৈ যাত্ৰা
## বনমালী আতৈক যমদূতৰ হাতৰ পৰা উদ্ধাৰ
## শ্ৰীৰাম আতাৰ পটি চড়ালিনীক দান

### পদ

পাছে চক্ৰপাণি আতৈ ভক্তক বোলয়
সুন্দৰীৰ থানে গুৰু কি কৰ্ম কৰয়।
আজি কালি কৰি দশ বৰ্ষ চলি গৈলা
আশে পাশে বহু লোকে ধৰ্মক ধৰিলা।
আঘোন মাহ পাইলে আহি পৰি গৈল জাৰ
ভক্তগণে পাইল কষ্ট নৰহে শৰীৰ।
যদ্যপি থাকয় জুই সবাৰে গৃহত
উজাগাৰে থকা হেতু হোৱে স্বাস্থ্য হত।
মাধৱ চিন্তি কিছু আনা হোক পটি°
সোণ তোলা দিলে পাব পটি ছয় কুৰি।
অত এব শ্ৰীৰাম আতা সতে লগ লই
মানাহ নদীৰে দুয়ো গইলা উজাই।
নাও বাই যায় দুয়ো নাই অন্য মন
হঠাতে দেখিল গামোচাৰ আচলখন।
সোণৰ মোহৰ এটি বান্ধি লৈছিল
অল্প বাট গৈয়া গুৰু আচল দেখিল।
সুধিলা শ্ৰীৰামত পাছে মাধৱ সুজন
কৰবাত পৰি গৈল পটি কিনা ধন।
উলটি আহিয়া পাছে ৰাম চৰণক
বুলিলেক বোপা মোহৰ আজি· হেৰাইলেক।
ৰাম চৰণ বোলে মামা পৰিল মজিয়াত
বুটলি ৰাখিয়া থৈছো বিচনা তলত।
ধন্য ভাগিন ধন্য বুলি মাধৱে উচ্চাৰি
নহলে চান্দ্ৰায়ন প্ৰায়শ্চিত্ত ব্ৰত ধৰি।
এই কথাতেই এক আখ্যান বুলিলা,
লীলাৱতী ব্ৰাহ্মণৰ আখ্যান কহিলা।
তাৰ পাছে অন্য দিন পুনৰ চলয়
মাধৱ, শ্ৰীৰাম দুইজনে উত্তৰ দিকে যায়।
উজাই গই দেখিলেক নৌকা একখনি
তিনিজনে বাই আছে এই নৌকাখনি।
কৃষ্ণ বৰ্ণ লোক তিনিজনে বাই যায়
গুৰুৰ নাও দেখি মনে কৰয় সংশয়।
বেগাই চলিয়া নাও সিখন ধৰিলা
তিনিজনে নৌকা এৰি পলাই লৰিলা।
হঠাতে দেখিলে এক অদ্ভুত ঘটন
শ্মশানৰ পৰা আহে লোক একজন।

*° পটি - নোমৰ তৈয়াৰী উৰা কাপোৰ*

মৰাই জীয়া দেখি পাছে ভাবি গুৰুজন
জীয়া মানুহ চিতাত তুলিলে কি কাৰণ?
ব্যক্তিজনে কাতৰ কৰি বুলিলা বচন
কিবা ঘটিল আজি নপৰয় মোৰ মন।
মাথো যেন সপোন এটি দেখা পালো মই
তিনিজন যমদূতে বান্ধি ধৰি লই।
লৈ গল নৌকাত আহি নেদেখা ৰাজ্যক
লোহাৰ মাৰীৰে কোবাই পিঠি ককালত।
হঠাতে দেখিলে আপোনা লোক দুইজন
ভয়ে পলাই গৈলা এৰি মোক কি কাৰণ।
আপোনা সবক দেখি দূত পলাই গল
পৈত্রিক দেহাটি মোৰ ইয়াতেই ৰ'ল।
পুত্র, ভাৰ্য্য সব আছে গাঁওৰ মাজত
এতিয়া আমাৰ নাই স্পৃহা সি সবত।
আঠু কাঢ়ি বৃদ্ধ পাছে চৰণত ধৰি
নানান বৰ্ণনা গাই কৰয় কাতৰি।
আজি মই বিক্রী গইলু তযু চৰণত
নেপাম ই হেন গুৰু ইহ জনমত।
গুৰু বোলে পুত্র, ভাৰ্য্যা সবাই থাকিল
আজি হন্তে তুমি সঙ্গী ভকত হইল।
তাৰ পাছে গুৰু নাৱে লগত চলিলা
সিদিনাৰ পৰা বনমালী নাম পাইলা।
জাবৰিকুচি গাঁও পাই বিচাৰ কৰিলা
সতানন্দ নামে লোক লগত লইলা।
মোহৰ ভাঙিয়া লৈলা সতানন্দৰ ঠাই
তাহাৰ লগত ফুৰি ই ঠাই সি ঠাই।

পাছে লগ পাই কতজন গৃহস্থক
পঢ়ি কিনি লব বুলি বুলিলন্ত বাক।
তথাত কিনিলা পঢ়ি ছকুৰি দুখন
পঢ়ি কিনি তিনিজনে আহে ৰঙ্গ মন।
ছয় কুৰি ভকতক গাই প্রতি একোখন
বিতৰণ কৰিলা গুৰু প্রতি ভক্ত জন।
গাই পতি প্রতিজনে পাইল একোখন
জাৰত পৰিল ৰক্ষা ভক্তৰ জীৱন।
এনেদৰে ভক্তগণে ধৰ্ম চৰ্চি আছে
পুহ মাহ কঠোৰ শীত পাইলা আহি পাছে।
দিনেক শ্ৰীৰাম আতা ভকত সুজন
পানী আনিবাক লাগি কৰিলা গমন।
বকুল তলে এক বৃদ্ধ চড়ালিনী নাৰী
দুটি নাতি শিশু লৈ কষ্টে আছে পৰি।
আশ্রয়হীন বিধবা আছে শিশু দুটি
ঘৰবাৰী বানত পৰি সব গৈছে উটি।
তাৰ আগে পতি মৰিল জহনী ৰোগত
দিন হাজিৰা কৰি খোৱা লোকৰ ঘৰত।
মোৰ দুখৰ কথা কি কম বৰ্ণাই
ঘৰবাৰী ভাই বন্ধু কেও কিছু নাই।
কষ্ট দেখি শ্রীৰাম আতা মনে অসন্তোষ
বৃদ্ধা আৰু শিশু দুটিক কৰে নানা তোষ।
গা, মুৰ পিহি তাহাক জুই ধৰি দিলা
সুমিষ্ট বচনে আতা তাহাক তুষিলা।
গাৱৰ পঢ়ি দুখণ্ড কৰি দুজনক দেই
তাৰ পাছে উদং গাৱে পানী তুলি লই।

লৰালৰি কৰি আতা আহে ঘৰলই
বনবাৰী সামৰিলা উদং গাৱৰেই।
যেতিক্ষণে জুই ধৰি কাষত বহিলা
মাধৱদেৱ আহি পঢ়িৰ বিচাৰ কৰিলা।
বুলিলা আতাই বাপ কৃপাৰ ঠাকুৰ
আপোন দেহতকৈও কষ্ট সি দুইৰ।
দুই তিনি বছৰীয়া কোমল বালক
পুহ মাহৰ জাৰ জানো পাৰে সহিবাক।
বৃদ্ধ আমি সহিষ্ণুতা আছয় আমাৰ
নাবালক শিশু দুটিৰ হোক উপকাৰ।

সবে বোলে ধন্য ধন্য ভকত শ্ৰীৰাম
ত্যাগী, দানী, উদাসীন নাই তব সম।
মোৰ তাত আছে আৰু এখনি কাপোৰ
তাকে লই গাৰ জাৰ কৰিওক দূৰ।
উদাসীন ভক্তবীৰ আতা শ্ৰীৰাম
পৰোপকাৰ যাৰ সদা মনস্কাম।
এনুৱা ভকত নাই এই ত্ৰিভুবন
সোশৰীৰে পাব এওঁ বৈকুণ্ঠ ভুবন।
শ্ৰীৰাম আতা পুৰুষক নমস্কাৰ কৰি
সবভক্তগণ ডাকি বোলা হৰি হৰি।



## *বালক দাস গোবিন্দ আদিক আৰু অন্যান্য ভক্তসকলক উপদেশ আৰু সৌদাস ৰজাৰ আখ্যান*

### *পদ*

তাৰ পাছে ভক্তগণে আতৈক বোলয়
উদাসীন ভক্তৰ ধৰ্ম কেনেকুৱা হয়।
গৃহস্থী কৰ্মতো থাকি হোৱে উদাসীন
ইটো হাস্যকৰ বুলি সবে কৰে ঘিন।
এই কথা ভেদ ভাঙি বুলিও বুজাই
কিবা হেতু ইটো ধৰ্মে উদাসীন হই।
আতৈ বোলে সব কথা বুলিব এখন
একে একে বুলি যাবো যত কথা মান।

ভিক্ষা হেতু এক দিন আতৈ হৰি গতি
কাৰাকুচি গ্ৰামে গৈয়া ৰল এক ৰাতি।
যথাত থাকয় ভক্ত জানে সৰ্ব্বজন
প্ৰাতঃ সন্ধ্যা কৰি থাকে নাম ও কীৰ্ত্তন।
সমস্ত ৰাইজে যত চুবুৰীয়াগণ
শুনিলা ভকতগণৰ নাম সংকীৰ্ত্তন।
বালক দাসৰ ঘৰ তথাত আছিল
নাম প্ৰসঙ্গৰ বাবে নামঘৰ সাজিল।

হৰি গতি গৈয়া তাত প্ৰসঙ্গ কৰিলা
চুবুৰীয়াগণে নাম চাবলৈ আহিলা।
সবে বোলে বাপ নাম গোৱা উচ্চ স্বৰে
আনন্দ কৰিবো আমি হৰিষ অন্তৰে।
ভকতে বোলয় বাপ বান্ধৱসকল
উচ্চ স্বৰে মাতিব শৰীৰে নাই বল।
শকতি নহলে ধৰ্ম কিমতে কৰিবো
স্মৰণ ভক্তি কৰি আমি জীৱন কটাইবো।
কটু কথা বুলি গৈলা চুবুৰীয়াগণ
নামাতি থাকিলা আঁতে অতি দুখ মন।
ৰাত্ৰি কালে শঙ্কৰ গুৰু স্বপ্নে দেখা দিলা
ভকতৰ প্ৰতি তেওঁ শ্ৰদ্ধা নকৰিলা।
উপদেশ দিলা যাৰা ভক্ত মহাজন
আটাহ পাৰি নাম গোৱা নাই প্ৰয়োজন।
অন্তৰত হৰি ভজি মুকুতি পাইব
শ্ৰদ্ধা ভক্তি নকৰিলে পাপ হে বাঢ়িব।
০০০০০০০০০০০০০০০০০০০০০০০
গোবিন্দ নামেতে এক ভকত একান্ত
ভক্তি ধৰ্মে শৰণ লৈ গৃহে চলি যান্ত।
গৃহস্থী কৰ্মক কৰে কোনো বাধা নাই
পত্নী বা বোৱাৰী হাতে একোকে নেখাবই।
গৃহিণী বুলিলা স্বামী তুমি আৰু মই
একে কলেবৰ বুলি সৰ্ব্বশাস্ত্ৰে কই।
দুইজনে মিলি এই সংসাৰ কৰিলু
পুত্ৰ, কন্যা জন্ম দিয়া বৃদ্ধাৱস্থা পাইলু।
আপুনি আৰ্জয় বিত্ত মই তৈৰী কৰি
পুত্ৰ, কন্যা সমে ভোগ কৰো আজি ধৰি।
আপোনাক সেৱা কৰা স্ত্ৰীৰ মহা ধৰ্ম
ৰান্ধি, বাঢ়ি, ধুই, বুই পালি আছো কৰ্ম।
আজি কিয় আপুনি নো অন্নক নলই
নিজে ৰান্ধি খায় অন্ন অতি কষ্ট পাই।
গোবিন্দ বুলিলা তুমি লোৱা নাই ধৰ্ম
তোমাৰ হাতে অন্ন লোৱা মোৰ পাপ কৰ্ম।
পত্নী বোলে বলা তেবে গুৰু ঘৰে যাও
যিবা নিয়ম আছে মানি শৰণক লও।
গোবিন্দ বুলিলা পথ সজ আছে আৰ
ইমান তাৰা তাৰী তালৈ নলাগে যাইবাৰ।
গুৰু ঈশ্বৰত শৰণ লোৱা আগে তুমি
তবে অন্ন ৰান্ধি দিলে খাব পাৰো আমি।
এক দিন নাম মাঝে বুলিলা মাধৱ
আগাপিচা হলে একো দোষ যে নহব।
আগাপিচা ভুল শুদ্ধ প্ৰভু নজানয়
এক চিত্তে বহি যদি হৰিৰ নাম গায়।
আপোন নামত তুষ্ট ভগবন্ত হয়
অনায়াসে সিটোজন বৈকুণ্ঠে চলয়।
সিদিনাৰ পৰা দুয়ো শান্ত হয়া ৰৈলা
সবাৰে পিছত বহি নাম গাব লৈলা।
০০০০০০০০০০০০০০০০০০০০০০০
কনৰাৰ পৰা আহে কমলা বাঢ়ই
নাও লৈয়া প্ৰসঙ্গক আহে আৰু যাই।
এক বৰ্ষ ধৰি নাম গাইতে থাকিল
নাম ধৰ্মৰ কথাৰ কিন্তু তত্ত্বক নপাইল।
মাধৱত বুলিলেক অতি বিনয় কৰি
গুৰুজন বুলিলা ইটো সহজে নপাৰি।

কৰ্মক কৰিছা মাত্ৰ নাহিকে ভকতি
দুই চাৰি দিন তুমি থাকিও সম্প্ৰতি।
বাক্য শুনি সাত দিন বহাত থাকিলা
সপ্ৰেম, নিৰলা, নিৰ্গুনা তত্ত্ব লৈলা।
ভকতি প্ৰদীপ শাস্ত্ৰ সবাৰে আগত
বাখ্যা কৰি বুজাইলা তত্ত্ব কথা যত।
০০০০০০০০০০০০০০০০০০০০০০০০০
জীৱন চন্দ্ৰ আঁতে নামে ভক্ত প্ৰাণধন
সব ত্যেজি বহা থাকি কটাইল জীৱন।
গুৰুৰ সমীপে তাৰা কথা নিবেদিলা
গৃহে থাকি লব নাম আগে জনাইলা।
গুৰু বোলে তব ইচ্ছা নবাধিবো মই
বিষয়ত মত্ত হবা আহিছা এৰাই।
তবে যদি যাব খোজা মাত্ৰ তিনি মাহ
তথা থাকি আহি যাবা এৰি সব আশ।
সেই মতে জীৱন আঁতে হাৰদিয়া গৈলা
গৃহে গৈয়া পুত্ৰ বধু আনিয়া লইলা।
ভাৰ্য্যাক বুলিলা সুখে থাকি যাবা তুমি
বৎসৰ মধ্যে এক দিন আহি যাবো আমি।
গৃহস্থীৰ লগাই আত আঁতে চলি গৈলা
তিনি মাহৰ অন্তে আহি সুন্দৰী থান পাইলা।
০০০০০০০০০০০০০০০০০০০০০০০০০
উজনীৰ যদুমনি আতা পুত্ৰ আৰ
গুৰু ধৰ্ম ধৰি ভক্তি আচৰে সুন্দৰ।
তাকে দেখি তাহাৰ মালিক আছিল এজন
মেনা ঠাকুৰীয়া নাম ধনী-মানী জন।
ধুতি অলঙ্কাৰ পিন্ধি গুৰু কাষে গৈলা
মেনাক দেখি গুৰুজন ফিৰি নচাইলা।
যখন আহিল আতা গুৰুৰ কাষলৈ
বুলিলা বচন পাছে আতালৈ চাই।
কেনে লোক আচৰণ চলন ফুৰণ
কেনে ধৰণ কৰণ আৰু খাৱন শোৱন।
আঁতে বুলিলা বাপ কৃপাৰ ঠাকুৰ
দেখোতে সুন্দৰ কিন্তু হৃদয় অতি চুৰ।
অভ্যক্ষ ভক্ষণ কৰে দুখীক তাড়ন
তলতীয়া কৰ্মচাৰীক কৰয় পীড়ন।
পাছে ৰজা ঢেকেৰিপাৰা* পিয়লৰ বাবে
পাচিলে মেনাক এই কৰমৰ বাবে।
চিৰি লুইতৰ পাৰে বাহৰ সাজিবা
তাতে থাকি তুমি লোকপিয়ল কৰিবা।
আজ্ঞা পাই ঠাকুৰীয়া সুন্দৰী আহিলা
চিৰি লুইতৰ পাৰে বাহৰ পাতিলা।
যদুমনি আতা আৰ পুত্ৰৰ মুখত
শুনি আছে মাধৱৰ গুণ কৰ্ম যত।
এক দিন ঠাকুৰীয়া গুৰু দৰশন হেতু
ধুতি, চোলা, ভুনি, পাগ, লাঠি হাতে পটু।
হাতে অলঙ্কাৰ জোতা পাৱত পিন্ধিলা
ধুতি, চোলা, চাদৰ লৈ গুৰু কাষে গৈলা।

*ঢেকেৰিপাৰা - পশ্চিম কামৰূপ, বৰপেটা অঞ্চল

ভিতৰৰ পৰা দেখিলেক গুৰুজন
শ্রীৰাম আতা দিলা মাত কিয় আগমন।
ঠাকুৰীয়া বোলে বাপ পশিবো শৰণ
এই বেশ ভুষা নোহে ভকত সজ্জন।
যদি শৰণ লোৱা বাপ আছে তব মন
চাদৰ, ধুতি গলা বস্ত্র ইহাই ভুষণ।
পিছ দিনা আহিলেক ভকতৰ সাজে
চাউল, কল, বস্ত্র আদি ভাৰ ভেটী আছে।
তাৰ পাছে গুৰু এক বুলিলা আখ্যান
ৰজাৰ পাট হস্তী আছিলে এক থান।
পকী ঘৰে বান্ধে সুন্দৰ ৰচিক লগাই
ৰজা ঘৰে থাকি সদা ৰজভোগ খাই।
এক সময়ত হস্তী যুদ্ধে লৈয়া গৈলা
বয় বস্তু টানিবাক কামত লগাইলা।
হঠাতে এদিন গৈলা গভীৰ অৰণ্যক
মাউত এৰা দিয়া ফুৰে হস্তীৰ পালক।
বন্য হস্তীগণে জানি সঙ্গত নিনিলা
পুনৰায় হস্তী ৰাজগৃহক আহিলা।
মাউতে দেখিয়া বোলে ৰজাৰ আগত
ৰজাৰ আদেশে বান্ধে যথা পূৰ্ব্ববৎ।
তুমি যদি ধৰ্ম ধৰা ভাবি গুণি চোৱা
ৰজাৰ হাতীৰ তুল্য কদাপি নোহোৱা।
ঠাকুৰীয়া বোলে বাপ যদিহে যাইব
আপোনাৰ পদ তল পকী ঘৰ পাইব।
গুৰু বাক্য অঙ্কু শেৰে হাতীক চলাই
পৰমাত্মা মাউতৰ আজ্ঞা শিৰে লই।

মোৰ মন হস্তীক এই থানে বান্ধিব
শঙ্কৰ গুৰু মহাৰজা তাঙ্ক বৈ নিব।
তাৰ পাছে দুইজনে কৰে আলোচন
গৃহ এৰি গুৰু ঘৰে থাকিবো কেমন।
ঘৰৰ চাৱ ছলি আছে চাৰি পাচ জন
তাহাক এৰি ধৰ্ম কৰ্মে নবহিব মন।
ঘৰখন যদি মোৰ নষ্ট হুয়া যায়
তথাপিতো মোৰ মনে কষ্ট নকৰয়।
কিন্তু কেন মতে চলি যাবো লোক মাঝে
আমাৰ মনত গুৰু শঙ্কা আহি বাজে।
গুৰু বোলে শুনা বোপা ৰাজকৰ্মচাৰী
যদি যাবা মোৰ গুৰুৰ ধৰ্ম ধৰি।
পৰ্ব্বতৰ টিঙে জল কদাপি নৰয়
দ হোলা ঠাইত বহু পানী জমা হয়।
সম ভুমি হলে জানা সম জল ৰয়
নানা শস্য গজে তাত প্ৰাণী সবে খায়।
ঐশ্বৰ্য্য থাকিলে থাক কিছু কথা নাই
হৰি ভক্তি সবে মিলি হোৱে এক ঠাই।
***কৃষ্ণৰ কিঙ্কৰ জন সেহি মত হয়***
***উচ্চ নীচ হীন অস্পৃশ্য নজানয়।***
এতেকতে বোপা তুমি যদি ধৰ্ম লোৱা
উচ্চাত্মিকা অভিমান আতৰ কৰি থোৱা।
ধন, ধান ভড়ালত আছে যতখিনি
সমাজ আৰু নিজ কৰ্মে কৰিবো খাটনি।
এই বুলি ঠাকুৰীয়া শৰণ লভিলা
গুৰু উপদেশ মানি গৃহত থাকিলা।

পত্নী-পুত্ৰ, দাস-দাসী যদিও প্ৰচুৰ
তথাপি নকৰে তাহান্তক ঘৃণা চুৰ।
ঐশ্বৰ্য্য বিভূতি সমে কৃষ্ণক ভজয়
কৃষ্ণৰ দাস কৃষ্ণই দাস সিজনৰ হয়।

তাক জানি পুত্ৰ, কন্যা, পত্নীৰ লগত
হৰিৰ কীৰ্ত্তন কৰা হুয়া ধৰ্মে ৰত।
গুৰুৰ চৰিত্ৰামৃত ঐশ্বৰ্য্য লহৰী
সব ভক্তগণে ডাকি বোলা হৰি হৰি।



## *বৰবিষ্ণু আতাৰ দ্বাৰা হীৰা দলৈক ত্যাগ ধৰ্ম শিক্ষা দান*
## *সৌদাস ৰজা আচাৰ্য্যৰ আখ্যান*

### *পদ*

হীৰা দলৈ ছিল এক ৰাজ কৰ্মচাৰী
অনেক দাস-দাসী আৰু ভূমি অধিকাৰী।
ৰাজ কৰ্মে থাকি সিটো বহু ধন পায়
ভাৰ ভেটী কতজনে কত না খুৱায়।
প্ৰজাক তাড়না কৰি কত ধন লয়
এনেদৰে দিনে প্ৰতি ধনাগমন হয়।
ভাৰ লৈয়া এক দিন বিষ্ণুৰ সমীপে
বুলিলা আমাক শৰণ দিও বাপে।
বিষ্ণু আতা বোলে ইটো ধনৰ ভাণ্ডাৰ
আমি নোৱাৰিম চলা চিৰি লুইতৰ পাৰ।
দুইজনে লগ লাগি সুন্দৰী আহিল
হীৰা দলৈ মনৰ কথা গুৰুত বুলিল।
গুৰু বোলে বাপ তুমি কিবা কৰ্ম কৰ
এত ধন আনিছা আৰু আছে যে ভাণ্ডাৰ।

মুৰ দুপি দলৈ বোলে পাও কিছু ধন
এতিয়া আমি গুৰুত শৰণ লৈবে মন।
কথা জানি বুজি বোলে গোবিন্দ নন্দন
এক ৰজাৰ চৰিতৰ বুলিবো আখ্যান।
সৌদাস আছিল ৰজা বিম্বিষাপুৰত
ধনে সোণে ভৰপুৰ ৰজাৰ গৃহত।
ধৰ্ম দীক্ষা দিবৰ হেতু আনি মুনিবৰ
লক্ষ সুবৰ্ণক দান দিলা ৰাজ্যেশ্বৰ।
মুনি বোলে এত ধন কৈত পালা তুমি
ৰজাই বুলিলা প্ৰজাগণে দিয়ে আনি।
প্ৰজাৰ ধনৰ মাত্ৰ তুমিহে ভাণ্ডাৰী
দান দিবৰ হেতু তোমাৰ নোহে অধিকাৰী।
এই ধন দান লব নোৱাৰিম আমি
কায়িক শ্ৰম কৰি দান দিয়া ৰাজ্য স্বামী।

আনৰ ধন ললে দান গ্ৰহিতাৰো পাপ
দিও তাৰো নাই ফল পায় মনস্তাপ।
ৰজা বোলে ভাল বাক কৰ্ম কৰো আমি
যিবা পাও তাকে দিবো আগ ধনখিনি।
ছদ্মবেশে, নৌকা বাই সাত দিন ধৰি
খাই, বই বল মাত্ৰ এটি ৰূপ কড়ি।
তাকে আনি ৰজা দিলা বিপ্ৰৰ হাতত
ৰঙ্গ মনে লৈয়া গই হল্ গৃহাগত।
পত্নীৰ হাতত নিয়া সিটো কড়ি দিলা
খঙে পত্নী নাভাবিয়া দলিয়াই দিলা।
কড়ি গৈয়া পৰিলেক গেৰেকনি মাজ
ব্ৰাহ্মণেও নিৰিচাৰী মনে পাই লাজ।
গৃহিণীক খঙে ব্ৰাহ্মণ কড়ি নাচাইলা
কড়িৰ পৰা এক লাউ পুলি গজিলা।
এক মাত্ৰ এটি লাউ লাগিল তাহাত
অতীৱ প্ৰকাণ্ড লাউ অঞ্চলে প্ৰখ্যাত।
পৈণত হইলা লাউ চিঙিয়া আনিলা
লাউ আনি বিপ্ৰৰৰ পত্নী হাতে দিলা।

দুই ফাল কৰি দেখে কথা বিপৰীত
ৰজতৰ সাহ আৰু কাঞ্চন গুটি গোট।
গুটিখিনি সুবৰ্ণৰ এটি এটি কড়ি
ৰূপৰ সাহখিনি তাক ৰাখিছে আবৰি।
এক সেৰ সুবৰ্ণ যে কুৰি সেৰ ৰূপ
পাইলেক লাউ মাঝে বিস্তৰ সোণ ৰূপ।
এক লক্ষ কড়ি ৰাখি বাকী গোটা লই
ৰজাৰ আগত উপহাৰ দিলে গই।
সেই ৰূপে তুমি দলৈ যোৱা গৃহলই
আপোন শ্ৰমেৰ ধন অন্ন আনা গই।
চাউল, মাহ, শাক, লোণ যিবা আছে আন
তাতেসে সন্তুষ্ট আমি সব লোকে জান।
গুৰুৰ বচনে দলৈ গৃহে চলি গৈলা
নিজ হাতে কৰ্ম কৰি ধনক সঞ্চিলা।
যেতিক্ষণে কৰ্মৰ ফল ধান্য ধন পাইলা
বহুবাত্তে আহি দলৈ শৰণ লভিলা।
এতেকতে ভক্তগণ কুপথ আশা এৰি
নিৰন্তৰে সব লোকে বোলা হৰি হৰি।



## কমললোচন আতৈ আৰু নৱ বাঘিনীৰ কথা

### পদ

ভক্তগণ আগে চৰিত আৰম্ভ কৰয়
পৰম ভকত চক্ৰপাণি মহাশয়।

জয় জয় শঙ্কৰ-মাধৱ গুৰু কৃপাময়
তৱ অনুগ্ৰহে পাপী তাপীও তৰয়।

বুদৰু টুপ গ্ৰামে ছিল সাউদ ৰমনী
সৎ চৰিত্ৰা পতি প্ৰাণা সতী বহু জ্ঞানী।
বিবাহ কৰাইবাৰ স্বামী তিনি বৰ্ষ ভৈলা
তেতিক্ষণো পত্নী গৰ্ভে সন্তান নজন্মিলা।
হাতেৰ ধন উদং হল ডেকা সাউদৰ
বয় বস্তু আছে জমা নৌকা বাণিজ্যৰ।
পিতা-মাতা সাউদৰ পৰলোকে গৈলা
ভাই-ভনী কোনো নাই তেওঁহে একলা।
পত্নীৰ প্ৰতি সাউদৰ সদায় চিন্তন
তথাপি বাণিজ্য যাইবে কৰিলেক মন।
ভৰ যৌৱনতে স্বামী বাণিজ্য যাইব
অকলশৰে সাউদ পত্নী কিমতে বঞ্চিব।
কান্দি কান্দি সাউদ পত্নী স্বামীক বুলিলা
ভৰ যৌৱনতে মোক এৰিবে ওলালা।
কৰ্ম গতি নজানোহো যদি কিবা হয়
কি কৰিবো তেতিক্ষণে কহিও উপায়।
স্বামী বোলে বিদেশলৈ বাণিজ্যে যাইবো
অদৃষ্টৰ পৰিহাস কোনেনো জানিব।
তিনি বৰ্ষ চাই যদি আমি নাহো ঘুৰি
সন্ত ধীৰ পুৰুষক লইবা স্বামী কৰি।
সতী বোলে কোন সন্ত আমি কি জানিবো
যেয়ে আহে কাষ চাপি তাকেসে ভজিবো।
স্বামী বুলিলেক হেৰা প্ৰেয়সী আমাৰ
সন্ত ধীৰ জ্ঞানী জন এইয়েই বিচাৰ।
বহু দূৰে যদি শৌচ কৰিবাৰে যায়
পৰ নাৰীৰ মুখৰ পিনে চকুক নেদয়।

সিটো পুৰুষক তুমি স্বামী কৰি ভজা
জানিবা গহন ধীৰ যোগ্য স্বামী বুজা।
তিনি বৰ্ষ বহি গৈলা স্বামী নাহিল ঘুৰি
সতী ভাৱে এক পুৰুষ লইব স্বামী কৰি।
কমল আতৈ ৰোজ দূৰে শৌচে যায়
চোতালৰ পৰা নাৰী সদা নীৰিক্ষয়।
স্বামী যিটো কৈছিলে ঠিক তেনে দেখি
কাষৰ পৰা ভাল কৰি চাৱয় নিৰেখি।
ধীৰ, স্থিৰ, শান্ত মূৰ্ত্তি অৰ্দ্ধ মাইল দুৰ
শৌচ কৰিবাৰে যায় হই তলমুৰ।
গৌৰ বৰ্ণ শৰীৰ তাৰ কান্তি মনোহৰ
সুঠাম শৰীৰ, বলি, দেখিতে সুন্দৰ।
দুই দিন লগ ধৰি খোজে ঋতু দান
কোনো মতে আতৈৰ কতো নলৰিল মন।
বুজাই কয় পৰদাৰা কৰা মাতৃজ্ঞান
পৰদ্ৰব্য আবৰ্জ্জনা বস্তুৰ সমান।
এই দুই বস্তুক জ্ঞানী জনে নলৱয়
স্পৰ্শ মাত্ৰে পাপ আৰু হাত মালিন হয়।
জ্ঞানী লোক দুৰে থাকে ইয়াক জানি লৈ
তোমাৰ গাৱ স্পৰ্শ মই কৰো কেনেকৈ।
কন্যা বোলে সতী নাৰী সৎভাব লই
সৎ পুৰুষৰ কাষে খোজে ঋতু গই।
ধৰ্ম আৰু বংশ ৰক্ষা ইয়াৰ মাজে আছে
নিদিলেহে মহাপাপ পুৰুষৰ সিজে।
অম্বিকা অম্বালিকা জায়া বিচিত্ৰ বিৰ্য্যৰ
যুবাকালে মৃত্যু ভৈলা ৰাজ কোৱৰৰ।

বংশ ৰক্ষা কৰিবাৰে মাতৃ সত্যৱতী
ভাই শশুৰ ব্যাস দেৱক আনিলেক মাতি।
ঋষি পৰনাৰীৰ সঙ্গে ৰমন কৰি লই
বংশ ৰক্ষা হেতু ঋতু দান দিলে গই।
পাপ জানো নজানয় এনে জ্ঞানী জন
সৎ কৰ্মত শাস্ত্ৰই বাধা নকৰে কখন।
কুন্তী আৰু দ্ৰৌপদী দুই নাম জ্বলা সতী
দুয়োৰে গণিলে পাবা একাদশ পতি।
মিছা কথা মহাপাপ শাস্ত্ৰৰ বৰ্জন
মিছলীয়া নৰক গামী কয় সৰ্ব্বজন।
কিন্তু এযাৰ মিছাই আনৰ কৰে উপকাৰ
অন্যায় নকৰে কাৰো এনে কথাবাৰ।
পাপ পুণ্য ন্যায় অন্যায় কৰাচোন ক'ত
বহু শাস্ত্ৰে এনেযুক্তি পাবা অসংখ্যাত।
এনেদৰে দুয়োজন নানা তৰ্ক কৰি
সেইদিনৰ বাবে দুয়ো গল ঘৰে ফিৰি।
তৃতীয় দিনত নাৰী হাতে ছুৰী লই
বুলিলেক গলে ছুৰী দিব আগে মই।
যদি তুমি ঋতু দান নিদিৱা আমাক
আপোন গল নিজে কাটি দেখাব তোমাক।
নাৰী বধ পাপ ভাগী তেবে হব তুমি
পৰ জন্মে নিশ্চয় কৰি হবা মোৰ স্বামী।
এই বুলি নাৰী আতৈৰ চৰণে ধৰিল
চৰণত মাথা লগাই কান্দিবে লাগিল।
হাতে আকোৱালি ধৰি দিলা ঋতু দান
কাম শেষে ভকতৰ আহি পালে জ্ঞান।

গাই ধন সৰ্পে ধৰে যেন চিকাৰ মেৰাই
সাবতি ধৰিলা তেনে মতে চৰণ ধুই।
এৰাই আহিবে আতৈৰ নহল শকতি
ঋতু দান দিবে লাগি হইল সন্মতি।
সুন্দৰ সুকোমল বন ঘাঁহৰ ওপৰ
গালিছা পৰিছে যেন প্ৰকৃতি নিজৰ।
ভোমৰাই গুণ গুণ কৰে চৰ্তুভিতি
কোকিলে গাইছে গান বৃক্ষে লই স্থিতি।
এহালি কপৌক দেখে বৃক্ষৰ ওপৰ
দুই প্ৰাণী মুৰ লগাই আলাপে প্ৰেমৰ।
এহেন সুন্দৰ ঠাই অতি ৰম্যপুৰী
সাবতি ধৰিলা আতৈ আলফুল কৰি।
উঠন বুকুৰ দুই স্তন বুকুত লাগিল
সমস্ত শৰীৰ স্পৰ্শে গাৱ ৰোমাঞ্চিল।
ঋতু দান দিলা আতৈ সুন্দৰীৰ যোণিত
তেবে তাইৰ মন প্ৰাণ ভৈলা পুলকিত।
ৰেতঃপাত পৰে আতৈৰ লাগিল ভাগৰ
মনে ভাৱে গুৰুৰ কাষে লাগিব জগৰ।
বনেৰ নৰ বাঘিনী মোৰ শত্ৰুক তোষিল
সাংসাৰিক অথন্তৰ নিশ্চয় লাগিল।
যদি ইটো নাৰী এবে আন্তঃসত্বা হয়
পোষণৰ দায়িত্ব মোৰ লাগিব নিশ্চয়।
স্নান কৰি আহি পাছে প্ৰসঙ্গে চলিলা
প্ৰসঙ্গান্তে সব কথা গুৰুক নিবেদিলা।
নৰ বাঘিনীয়ে মোৰ শত্ৰুক শোষিল
কিমতে ধুইবো বাপ ই হেন পঙ্কিল।

গুৰু বোলে নোহে পাপ নহয় পঙ্কিল
নিদিলেহে ঋতু দান হইবো মস্কিল।
সতী সাধ্বী নাৰী যদি স্বামী আজ্ঞা পালি
কোনো পুৰুষক আহি ধৰে আকোৱালি।
বংশ ৰক্ষা বাবে যদি খোজে ঋতু দান
জগতত দান নাই ইহাৰ সমান।
স্নেহ চুম্বন কৰি তুমি কৰা ঋতু দান
এই দান যজ্ঞ দান একেই সমান।
ব্যাস মুনি মাতৃ সত্যৱতীৰ আদেশত
তিনি পুত্ৰ জন্ম দিলা পৰ ভাৰ্য্যাৰ গৰ্ভত।
বংশ ৰক্ষা, ধৰ্ম ৰক্ষা, ৰাজ্য ৰক্ষা হল
ইটো কৰ্মে কাৰো কিছু ক্ষতি নহল।
সতী নাৰী সেই কন্যা স্বামীৰ আজ্ঞা পালি
ঋতু দান ললে আজি তোমাক আকোৱালি।
নিশ্চয় জন্মিব পুত্ৰ তেওঁৰ গৰ্ভত
উদ্ধাৰিব দুই কুল পুত্ৰ হুয়া জাত।
চিন্তিত নহবা তুমি নাই কোনো দোষ
পুত্ৰ লাভে মিলি যাব মনত সন্তোষ।

এই বুলি যেবে গুৰু মাধৱ বুলিলা
আনন্দিত হুয়া আতৈ বহাত ৰহিলা।
দশ মাহ পৰে এটি পুত্ৰ জনমিল
কাহাৰ হাতৰ পুত্ৰ সমাজে ধৰিল।
সমস্ত ঘটনা নাৰী বুলিলা বৰ্ণাই
বহুজনৰ এই কথা মনে নধৰই।
গুৰুত লগাইলা আহি গাঁওৰ কত লোক
গুৰু বোলে জানো মই নাই কাৰো দোষ।
তবে যদি সদাগৰ ঘুৰি নাহে আৰ
কমলে যাইবে পাৰে সঙ্গক তাহাৰ।
গৃহাশ্ৰমী ভক্ত বুলি স্বীকৃতি পাইব
সত্ৰৰ ভকত সঙ্গে প্ৰসঙ্গ কৰিব।
গুৰু উপদেশে কমল গৈলা নাৰী পাশ
সাউদৰ গৃহে গৈয়া কৰিলেক বাস।
চৰিতৰ ইটো কথা অমৃত সমান
পঢ়োতা শুনোতা সবে পাবে মহা জ্ঞান।
এতেকতে ভক্তগণ মাধৱক সুমৰি
নিৰন্তৰে সব লোকে বোলা হৰি হৰি।



## *পৰিয়া মাধৱ আতৈৰ প্ৰত্যাগমন আৰু ধৰ্ম গ্ৰহণ*

### *পদ*

লুইতৰ দক্ষিণ পাৰ আতিকে সুন্দৰ
বৃক্ষ, বন, শস্যশালী গুণে শ্ৰেষ্ঠতৰ।
উৰুপোতা নামে গাঁও তথাতে আছয়
তথাত জন্মিল ভক্ত পৰিয়া মহাশয়।

গৃহ কৰ্মে ৰতি নাই ধৰ্ম কাৰ্য্যে মন
সন্ন্যাসীৰ লগত কৰে তীৰ্থ পৰ্য্যটন।
ভাৰতৰ তীৰ্থ ভ্ৰমি নেপালে চলিল
যমদণ্ড গিৰি তীৰ্থে পুৰুষেক পাইল।

সুন্দৰ পুৰুষ তাৰ নৈলা পৰিচয়
সিটোজনে সব কথা লাহে লাহে কয়।
পৰ্ব্বত বগাই তীৰ্থ কৰা বৰই দুষ্কৰ
ইটো তীৰ্থ সহজ সাধ্য নোহে পুৰুষৰ।
খোজ পিচলীয়া যদি গহ্বৰে পৰয়
অৱশ্যে ঘটিব মৃত্যু অন্যথা নহয়।
ইটো ক্ষেত্ৰে পৰলোকে স্বৰ্গ সুখ হয়
মুকুতি নোহয় কাৰো আহিব দুনাই।
আপোনাৰ দেশে আছে লোক একজন
অৱতাৰী পুৰুষ তিনি লোক যে গহীন।
শৰণ লইলে তাত পাবা মোক্ষ ধাম
তাত লাগি যোৱা তুমি আত নাই কাম।
এই ঘোষা গাবা তুমি তাহাৰ আগত
ঘোষা মাতি তাহাত হইবা শৰণাগত।
*হৰি গুৰু পদ সেৱা খান্দা ডাঠি ধৰা*
*মনবৈৰী মাৰি সুখে ভৱ নদী তৰা।*
ই উপদেশ পাই আতৈ আহিল গৃহত
ৰাম, শিৱ, শম্ভু বুলি ৰল চোতালত।
ভাতৃ বধু দেখি ঘৰে গল দ্বাৰ মাৰি
মাত নিদি ৰুদ্ধ দ্বাৰে থাকিল ভিতৰি।
পৰিয়া বুলিলা ইটো কিনো অদ্‌ভূত
মোক দেখি ভাতৃবধু লুকাল গৃহত।
তীৰ্থ ঘুৰি আহিলো মই সাক্ষাত ঈশ্বৰ
আমাক দেখি পবিত্ৰ হোৱে যত নৰ।
এওঁৰ আচৰণ দেখো তেনে বিপৰীত
গৃহে ঘুৰি আহি ভুল ভৈলা মম চিত।

ভাতৃবধু বোলে আমি ভষ্মী জোটাধাৰী
সি সবক দেখিলে পলাও তাৰা তাৰী।
গুৰু আমাক শিকাইছে এই পদ ৰাগ
গঙ্গা গয়া মিলে যত নামৰ প্ৰকাশ।
বাহিৰত দিলা অন্ন চলিলা মাধৱ
সুন্দৰীক চলি গৈলা লৈ এক নাৱ।
বাট গৃহে অপেক্ষিলা তাৰা তিনি দিন
কেৱে নমাতয় তাত সবে কৰে ঘিন।
চতুৰ্থ দিনত ঠাকুৰ আতা যে আহিল
বাট গৃহে সন্ন্যাসীক আহিয়ে দেখিল।
সুধিলেক আতা কৈৰ পৰা আহি আছ
পৰিয়া মাধৱ বোলে গুৰু লগে কাজ।
তিনি দিন অপেক্ষিলো দেখিবে নপাই
ভোক, পিয়াহ লাগি দোখো মোৰ প্ৰাণ যাই।
কৃপা কৰি বৃদ্ধ ভক্ত চোৱা মোৰ পিনে
গুৰু সাক্ষাত কৰি দিয়া মোক আজি দিনে।
আতা বোলে ভক্তজনৰ নোহে এনে বেশ
ধুই পখালিয়া আহা কাটি জোটা কেশ।
আতাৰ উপদেশে জোট তেতিয়া কাটিল
ভষ্ম ধুই ধুতি পিন্ধি পুনৰ আহিল।
শৰণ দিলেক গুৰু ৰাখি তিনি দিনে,
তাৰ পাছে পঠাইল দক্ষিণ দিক পিনে।
হেৰেমদৰা নামে ঠাই অতি বিতোপন
তথাত থাকিলা আতৈ লই শুদ্ধ মন।
তাৰ পাছে আহিলেক উত্তৰ দিক লাগি
ইচ্ছা হল তাৰ শাস্ত্ৰ জানিবাক লাগি।

ইন্দ্ৰ ভট্টাচাৰ্য্য পণ্ডিত তন্ত্ৰক পঢ়াই
পুজিবাক দিলে দেৱী বলিক কটাই।
দূৰ্গা, কালী পূজা আহিন মাহত আহিলা
হাঁহ, পাৰ, ছাগ কাটি দেৱীক পূজিলা।
যাদবেন্দ্ৰ ভট্টৰ পন্থ সমস্ত বুজিলা
সেই বাবে পঢ়া এৰি পুনৰ ফিৰিলা।
গুৰু কাষে আহি কলে সমস্ত বিবৰি
খণ্ডে গুৰু চাহিলন্ত চকু টেৰ কৰি।
ক্ৰোধ কৰি গুৰুজন বুলিলা বচন
দেৱী পূজা দেৱী দেখা প্ৰসাদ ভক্ষণ।
সেৱা কৰা গৃহে যোৱা সব অনাচাৰ
তিনি মাহ ধৰি নাই নামে অধিকাৰ।
বাজ কৰিলেক তাৰা হল অন্তৰীণ
তিনি মাহ দুখে শোকে দেহা ভৈলা ক্ষীণ।
দাড়ি, চুলি লম্বা ভৈলা বিবৰ্ণ শৰীৰ
নিতে নিতে বয় তাহাৰ চকুৰ অশ্ৰু নীৰ।
এক দিন সুন্দৰীৰ পথত থাকিল
হেন কালে ঠাকুৰ আতা আহি লগ পাইল।
সব বিবৰণ তিনি ভাঙি পাতি কৈলা
ঠাকুৰ আতা মাধৱ সতে আলচ কৰিলা।
বোলন্ত আতাই পাছে উচ্চ হাস্য কৰি
পৰিয়া মাধৱক মাতি আনা শীঘ্ৰ কৰি।
শাস্তি দিলে কোনে বাৰু ধৰ্মক ধৰয়
অনুতাপে আত্ম শুদ্ধি সৰ্ব্ব শাস্ত্ৰে কয়।
পাছে পৰিয়াক মাতি মাধৱ আনিলা
দাড়ি. চুলি কাটি স্নান কৰিবে চলিলা।

সেই মতে দাড়ি, চুলি কাটি স্নান কৰি
প্ৰণাম কৰিয়া বহে গুৰুৰ কাষৰি।
উপদেশ দিয়া গুৰু আশীৰ্ব্বাদ দিলা
পুনৰপি হেৰেমদৱা থানক চলিলা।
কৃষ্ণ আতৈ, হৰি আতৈ, পৰিয়া মাধৱ
তিনিজন এক সঙ্গী পৰম বান্ধৱ।
হেৰেমদ থানত থাকি ধৰ্ম প্ৰচাৰয়
গুৰুৰ প্ৰসাদে সিটো মহা থান হয়।
কৃষ্ণ ভকত ভৈলা এক পবিত্ৰ পৰম
নাম ধৰ্ম প্ৰচাৰিলা গুৰু বাক্য সম।
কৃষ্ণ আতৈ নামে বৃদ্ধ শুদ্ধ ধৰ্ম লই
হেৰেমদোৱা থানে পত্নী, কন্যা সমে ৰই।
তাহাৰ আল ধৰা হৰি কনিষ্ঠ ভকত
গুৰুৰ শৰণ লৈয়া আচৰে শুদ্ধ মত।
দুইজনে শুদ্ধ ধৰ্ম প্ৰচাৰ কৰিলা
হেৰেমদোৱা থানৰ শিষ্য বহুত বাঢ়িলা।
এক দিনা হঠাতে মিলিলা সংঘাট
ভাৰ্য্যাক কৰিলা আহি সৰ্পই আঘাট।
সৰ্পৰ দংশনে আইৰ মৰণ মিলিলা
এক কন্যা মাত্ৰ এৰি স্বৰ্গগামী ভৈলা।
সেই সময়তে আহি পৰিয়া মাধৱ
গৃহস্থৰ ভৈলা আহি পৰম বান্ধৱ।
মাতৃক কাষ্ঠ ক্ৰিয়া কৰ্মত কৰি বহু শ্ৰম
ভৈল সিটো কৃষ্ণ আতৈৰ পৰম প্ৰিয়তম।
সত্ৰত আছিল মাত্ৰ এটি নামঘৰ
আতৈ সাজিলেক এক মণিকূট বৰ।

বাট চৰা বান্ধিলেক আৰু বাহা ঘৰ
বাহা ঘৰ সজা হৈলা পৰিয়া মাধৱৰ।
এই ৰূপে দুই তিনি বৰ্ষ যেবে গৈলা
কৃষ্ণ আতৈৰ কন্যা পূৰ্ণ যৌৱন পাইলা।
পিতৃ কৃষ্ণ বুঢ়া ভৈলা হইল অচল
কন্যাই যত্ন কৰি যোগান ধৰে অন্ন, জল।
খৰি পাত অন্য বস্তু পৰিয়া মাধৱ
সঙ্গে যত দ্ৰব্য লাগে আনুই ইসব।
পৰিচৰ্য্যা কৰে কৃষ্ণক তাহাৰ দুহিতা
নবীন যৌৱনা নাৰী ৰূপে বিভুষিতা।
পৰীয়া মাধৱ সঙ্গে মনৰ মিলন
লাহে লাহে কথা জানি গৈলা সৰ্ব্বজন।
খল কিছুমানে গৈয়া গুৰুত লগাইল
বিষম দেখিয়া কৃষ্ণ ভাবিতে লাগিল।
হৰিক পঠাই দিয়া গুৰুৰ পৰামৰ্শ লই
সঙ্গৰ বন্ধুগণৰ সঙ্গে আলোচ কৰই।
সবাৰে সন্মতি লৈয়া ব্যৱস্থা কৰিলা
পৰিয়াক গৃহ জোঁৱাই বুলি মানি লৈলা।
তাৰ পাছে নিজ গৃহে আনি বাস দেই
কন্যাৰ গৰ্ভত চাৰি পুত্ৰ জন্ম লই।

জেষ্ঠ্য ভৈলা গোপাল আৰু ভোলা মাজুজন
তৃতীয় মুৰাৰী ভৈলা কণিষ্ঠ নিৰঞ্জন।
দিনেক মাৰিলা খটে মুৰাৰীক ধৰি
জঙ্গলৰ মধ্যত হাতে গলে বান্ধি জৰি।
নাম কীৰ্ত্তন কৰি তাৰ শ্ৰাদ্ধক কৰিলা
ই সব কথাক মাধৱত জনাইলা।
এই ৰূপে নিজ ধৰ্ম পালিয়া আছয়
আতৈৰ পৰিয়াল থানে সুখ্যাতি লভয়।
দিনেক মাধৱদেৱ বাৰ্ত্তাক পঠাইল
পিতৃ তিথি নাম কৰ্মে কলক খুজিল।
পাচ দিন পৰে এক ভাৰ পকা কল
মাধৱৰ থানে দিলা আৰু কিছু ফল।
কল পাই মাধৱদেৱ তুষ্ট ভৈল বৰ
আশীৰ্ব্বাদ দিলা আয়ু বাঢ়োক গোপালৰ।
ধন ধান টকা কড়ি আন দ্ৰব্যচয়
সৰ্ব্বক্ষেত্ৰে গোপালৰ হব জয় ময়।
তাৰ পাছে গোপাল আতৈ গৃহক আহিল
ধৰ্ম, কৰ্ম গৃহী কৰ্ম সব আচৰিল।
হেৰেমদৱাৰ লীলা কথা শুনা কৰ্ণ ভৰি
শ্ৰোতাগণে সমস্বৰে বোলা হৰি হৰি।



## উদাৰ গোবিন্দ আতৈৰ অদ্ভুত দৰ্শন

### দুলড়ী

চক্ৰপাণি কয় শুনা ভক্তচয়
উদাৰ গোবিন্দৰ কথা
ধুসৰিত ঘৰ আহিলেক এৰি
ভাৰ্য্যা, পুত্ৰ আদি তথা।
শঙ্কৰৰ সঙ্গে পাটবাউসী ধামে
উদাসীন ভক্ত হই
অষ্টাদশ বৰ্ষ থাকিল সি থানে
ভকতৰ শাৰী• লই।
মাধৱৰ পাশে আহিলা সুন্দৰী
তথাতো শাৰীতে ৰৈলা,
আয়ু দিলা ভাটি শৰীৰ পৰিলা
জৰা আহি লগ লৈলা।
তথাপি ভকতে পাপৰ ভয়ত
শৌচ কৰয় যথাত,
দোষ হব বুলি জিভা চেপি ধৰে
যাবৎ নকৰে ধৌত।
শৌচ কৰি থকা সময়ত যদি
মুখে আহে হৰি নাম
হব ধৰ্ম ভ্ৰষ্ট শৰীৰ হব নষ্ট
ইটো গৰহিত কাম।

তাৰ পাছে কথা ভকতে জানিল
পুছিলা মাধৱ আগে,
সঁচা নেকি বাপ শৌচৰ কালত
জিভা চেপিবাক লাগে?
শৌচ কৰি থাকি যদি নাম আহে
দেহ অপবিত্ৰ হয়
এতেকে হৰি নাম জিভাত ধৰিয়া
বন্ধ ৰাখিবে লাগয়।
মাধৱে বোলন্ত ই কথা অদ্ভুত
নামে কিছু দোষ নাই
স্থান, কাল নাই যথা তথা গাই
দোষৰ হাত এৰাই।
সমস্ত চুৰাকো নামে শুদ্ধ কৰে
পাত্ৰ-অপাত্ৰ নচাৰে
এতেকে নামৰ নিষেধ নাহিকে
যথা তথা সৱে লৱে।
উদাৰক মাতি মাধৱে বোলন্ত
শুনা ভক্ত মহাজন
নামৰ মহিমা জানিও নেজান
নোহে অশুদ্ধ কথন।

*•শাৰী - সঙ্গ (ভকতীয়া ভাষা)*

উদাৰ গোবিন্দে সবাকো বুজিলা
নিজ মতৰ যিটো দোষ
সেহি দিন ধৰি সকলো সময়ে
নামে নাই অসন্তোষ।
যিটে গৃহ এৰি অষ্টাদশ বৰ্ষ
বাউসী সুন্দৰী আছন্ত
পুত্ৰ, নাতি বহু বংশ বৃদ্ধি পাইলা
উপাৰ্জ্জনো অসংখ্যাত।
বংশৰ নাতিয়ে আতাক দেখিবে
বস্তু সংগ্ৰহিয়া লয়,
আলু, শাক আদি মাহ, কচু বান্ধি
ভাৰে ভেটী সমে যায়।
এক নাতি এদিন আহিয়া দেখিল
গোবিন্দৰ জ্বৰ লাগি
বিচনাত পৰিয়া কেকাই আছন্ত
কাষে নাই ভাই ভাগি।
ঘৰক ছলিয়া খবৰক দিলা
তিৰি, ছলি আইল লৰি
তেল টেঙা দিয়া পানী তপতাই
খাৰ জাল দিলা কৰি।
তিনি দিন পৰে গাৱ ভাল পাই
যেবে বহিলেক উঠি
কৰ যোৰে পত্নী স্বামীক বুলিলা
বলা যাও নিজ ভিঠি।

গুৰুক পুছিলা বাধা নকৰিলা
হাঁহি অনুমতি দিলা
দুই ময়ুৰ চকা হাতে তুলি দিয়া
আৰু আহিবা বুলিলা।
বিষয় সমন্ধ এতে সুখ পায়
সমস্ত প্ৰাণীয়ে জানা
আক নকৰিলে সৃষ্টিও নহয়
সৃষ্টি পাতিবে কোনজনা
কৃষ্ণৰ ভকতি কোনেও নাপায়
সাধু সঙ্গ অবিহনে
বুজিব পাৰিবা চকুৰে দেখিবা
গৃহে থাকি এক দিনে।
এক দিন দুই দিন থাকি গৈল
পাক পাত্ৰ মচি ধুই,
নিজ পত্নী বুঢ়ী অন্ন ৰান্ধি দেই
খায় পুত্ৰ নাতি লই।
এক দিন বুঢ়াৰ মনত পৰিল
ময়ুৰ চকাৰ কথা
নাতি পুত্ৰ সবে আগতে ভুঞ্জিলা
বুঢ়া বুঢ়ী এৰি তথা।
পাছে দুইজনে গাৱ ধুই আহি
অন্নক খাইবে লইলা,
ময়ুৰ চকাৰ মধ্যেৰে দেখিলা
সুকৰৰ বহা লৈলা।

বুঢ়ী যে সুকৰী ই বোৰে পোৱালী
বিষ্ঠা ভুঞ্জি সবে আছে
দেখি আতে চক খাইতে লাগিল
পাত এৰি গৈলা পাছে।
সবাকে চাৰিয়া সুন্দৰী চলিলা
আচৰিত পৰিয়াল
বুঢ়াই বুলিলা খেদ নকৰিবা
গৃহে থকা পয়মাল।
নাতি নাতিনীৰ এত ৰঙ্গ বৰ
হঠাতে মলিন ভৈল
ককাদেউ বুলি ৰিঙিয়াই মাতি
পিছে পিছে চলি গৈলা।
সুন্দৰী পাইল আতাই বুলিল
আৰু নাহিবা এই ঠাই,
মায়াৰ বান্ধোনে আবৰিলে মোক
এবেসে জানিলো মই।
থানত উঠিল নামঘৰ মাজে
ভকত নাম গাই আছে
তথাত ময়ুৰ চকাৰে দেখিল
কৃষ্ণ বলই নাচিছে।

ভকতৰ মাজে কৃষ্ণ বলৰামে
চালি ধৰি নাচি আছে
এনে সুখ ত্যজি সুকৰৰ মাজে
গৈলো মই মিছা কাজে।
গুৰুই বুলিলা কি কৰ্ম কৰিলা
কিয় আইলা তুমি ফিৰি
উদাৰে বুলিলা বৰ দোষ কৈলো
প্ৰণামো চৰণে ধৰি।
এই বুলি আতা গুৰুৰ চৰণে
উবুৰি খাই পৰিল
সিটো দিন ধৰি গৃহক নযাই
ভকতৰ সঙ্গে ৰল।
শুনা সাধুচয় ইটো মায়া ময়
সংসাৰক পৰি হৰা
হৰিৰ কীৰ্ত্তন সাৰোগত কৰি
সুখে সংসাৰক তৰা।
চক্ৰপাণি দেউ আতই বুলিলা
মোৰ কথা নোহে মিছা
ভকতৰ সঙ্গে হৰি নামে মজি
স্বৰগ সুখত মজা।



# শ্ৰীৰাম আতাৰ পৰীক্ষা

## ছবি

সুন্দৰীৰ থানে কত　　　　ভক্ত আছে অসংখ্যাত
গুৰুৰ কৃপাত বৰ্ত্তি ৰই
খৰি খেৰ যোগাৰ কৰি　　　　বাহা বান্ধে শ্ৰম কৰি
আৰু থাকে নাম গুণ গাই।
মাধৱৰ আল ধৰা　　　　শ্ৰীৰাম আতা শ্ৰম কৰা
বয়সত তিনি শ্ৰেষ্ঠজন
তথাপিতো ৰিহা ধৰে　　　　শ্ৰীৰামে কৰ্ম নকৰে
পৰিশ্ৰমী আমি কেইজন।
কৰ্ম্মী মউ সম আমি　　　　তিনি মাধৱৰ স্বামী
গুৰু কাষে বহিয়া থাকয়
আমি মৰো কৰ্ম কৰি　　　　জিৰণি টোপনি এৰি
শ্ৰীৰাম আতা বহি বহি খায়।
এই কথা কাণে পৰি　　　　মাধৱ ভাবিল হৰি
গুণিৰ গুণ নকৰে স্বীকাৰ
মানুহ হিংসুক জাতি　　　　পৰশ্ৰীকাতৰ অতি
বেয়াক নকৰে পৰিহাৰ।
এক দিনা গুৰুজনে　　　　বগৰী এপাচি আনি
দিলা সব ভকতক বিলাই
বুলিলা গোপণ বাণী　　　　সবে কথা লবা মানি
খোৱা কাৰ্য্য কেৱে নেদেখই।

কেৱে বস্ত্ৰ আৰে লৈলা কেৱে ভিতৰক গৈলা
কেৱে খালে বাৰীৰ মাজত
নেখালে শ্ৰীৰাম আতা কলে মাধৱত কথা
ইটো কৰ্ম সাধ্যৰ অতীত।
বস্ত্ৰৰ আৰত খালে চৈধ্য ইন্দ্ৰিয়ৰ আগে
বাহিৰত সূৰ্য্য দেৱগণ
ঘৰৰ ভিতৰে হৰি আছে সদা লক্ষ্য কৰি
চোৰ কৰ্ম কৰো কোন থান।
মাধৱে বুলিলা এবে দেখা ভক্তগণ সবে
চোৰ কৰ্ম নকৰে শ্ৰীৰাম
কুকৰ্মত নাই মতি হৰি ভকতিত ৰতি
হৰিময় দেখে সব থান।
ভক্তগণ লাজ পাই শ্ৰীৰামৰ গুণ গাই
বোলে ধন্য পবিত্ৰ ভকত
আমালোকৰ মাজে তিনি শ্ৰেষ্ঠ লোক সৰ্ব্ব গুণি
আৰু শ্ৰেষ্ঠ লোক সমাজত।
মাধৱদেৱে এনেদৰে ভক্তৰ সন্মান ৰাখি
প্ৰচাৰিলা নিৰ্মল ভকতি
যাক ধৰি সব লোকে নাম ধৰ্মে মজি থাকে
শুদ্ধ হোৱা হৰি ৰাম বুলি।



## ভেৰভেৰী থানৰ ভকত মেলা আৰু কলয়া বিলৰ জন্ম

### পদ

চক্ৰপাণি বুলিলেক সাধু ভক্তগণ
কিমতে কলয়া বিল ভৈলা উতপন।
বাহিৰৰ যত ভক্ত গোটাবৰ মনে
মাতিলন্ত গুৰুজনে সুন্দৰীৰ থানে।
চাৰিওফালৰ ভক্ত সবাই আহিল
নিৰলে আলোচ হব গুৰুৱে বুলিল।
ভেৰভেৰী নামে ঠাই পৰম নিৰল
অতিকে সুন্দৰ ছায়া গছৰ যে তল।
জঙ্গল কাটিল লোক লগাই বহুত
আতিকে সুন্দৰ ইটো ঠাই অদ্‌ভূত।
বয়োবৃদ্ধ মাধৱ সখা ঠাকুৰ আতাই
আগবাঢ়ি গৈয়া পাছে দেখিলন্ত ঠাই।
বুঢ়াগোপাল মধাই ভবানীপুৰীয়া
গোপাল আহিলা ইহা ভক্ত সঙ্গে লৈয়া।
মালচাৰ বিষ্ণু আতা ই ঠাই আহিয়া
আন যত শিষ্য আহে ভাৰ ভেটী লৈয়া।
নীৰৱে আহিয়া বহিলেক নিজ ঠাই
গুৰুজনে তত্ত্ব কথা বুলিবে লাগই।
সমস্ত ভকতগণ তন্ময় হইল
শয়ণ ভজন এৰি তথাত ৰহিল।
একেৰাহে সাত দিন হৰি কথা ৰসে
ভক্তগণে শুনিলেক পৰম উৎসাহে।

এইদৰে থাকি সাত দিন বহি গৈলা
এক দিন এক ৰাত্ৰি বুলিহে ধৰিলা।
পানীৰ অভাৱ বুলি সব ভক্তগণ
জলাশয় এটিৰ ঐত অতি প্ৰয়োজন।
তাৰ পাছে কল আনি হৰি ৰামে দিলা
কল খাই ভক্তগণে বাকলি পেলাইলা।
গোটেই বাকলি ৰাখিলা এক ঠাই
ৰাতিৰ ভিতৰতে এক বিল হই যাই।
অল্প অল্প ভুমিকম্প জোকাৰণি হৈলা
ভেৰভেৰী মধ্যে সৰু বিল সৃষ্টি ভৈলা।
ভুকম্পনে কলীয়া বিলৰ সৃষ্টি কৰে
মধ্যত পানীত উটি কল বাকলি ঘুৰে।
কি ঘটিলা কেনে বিল নজানে কোনোজন
অনুভৱ কৰিছিল মাথো সৰু ভুকম্পন।
অষ্টম দিনা ভক্ত সব ঘৰা ঘৰি গল
হৰি নাম কীৰ্ত্তন গাই সবে সুখী হল।
নাৰায়ণ ঠাকুৰ আতা জনীয়া গৈ পালে
বান্ধৱতী দেৱী আই আছিল অকলে।
আতাক দেখিয়া পাছে সুধিলন্ত বাণী
এই সাত দিন প্ৰভু আছিল কোনখিনি।
ঠাকুৰ বুলিলা তুমি কিবা কথা কোৱা
ইয়াৰ পৰা গলো মই যোৱা কালি পুৱা।

আই বোলে তুমি জানো গাজা খাইছিলা
সাত দিন অনাহাৰে শুই কটাইলা।
আতা বোলে গাজা খোৱা গালি দিছা তুমি
এক দিনত সাত দিন তুমিও আছা ঘুমি।
সপোনতে দেখা পালা সাত দিন গৈলা
সেই হেতু মোক আহি কথা শুনাইলা।
নাথামিয়া আতা পাছে আহিলা সুন্দৰী
গুৰুত পুছিলা পাছে সব আতিগুৰি।
মাধৱদেৱ বোলে সখী সখীনী ধন্য
সাত দিন সাত ৰাত্ৰি আঠ পৰৰ গণ্য।

কোনো নজানিল ইটো খোৱা শোৱা এৰি
সমাধিত পালা জ্ঞান অতি মান্য কৰি।
ঠাকুৰ আতা গৈয়া পাছে আইক বুলিলা
ধন্য পৰমানন্দ মাতৃ আমাক চেৰাইলা।
সখী আহিবেক ইহা আৰু এক দিন
তোমাক দিবেক ধন্যবাদ উচ্চাসন।
পৰম ৰহস্য কথা বাৰাবাসী আই
হৰি নাম ৰসে মত্ত গৃহত থাকই।
এতেকতে সব লোকে হৰি নাম স্মৰি
নিৰন্তৰে নৰে ডাকি বোলা হৰি হৰি।

:—x—:

## *সুন্দৰী থানত যক্ষ খেদা পালনাম*
## *প্ৰথম, দ্বিতীয় আৰু তৃতীয় দিন*

### *পদ*

দ্বাদশ বৰিষ গৈলা সুন্দৰী থানত
প্ৰতি দিনে নাম গাৱে অনেক ভকত।
বাহাৰ ভকত সবে প্ৰসঙ্গক কৰি
তাৰ পাছে যোগাৰ কৰে শাক আৰু খৰি।
যোগাৰ কৰিবে লাগি চতুৰ্দ্দিকে যায়
না না স্থানে কত শত বিঘিনী মিলয়।
বৰবিলা থানে গৈলা গাৱ ধুইবাৰ
শ্ৰীৰাম আতা সদা যায় শৌচ কৰিবাৰ।

এক দিন স্নান কৰি হাবি কাষে ৰল
যক্ষ ৰক্ষ পিশাচৰ মেল শুনা গল।
ভকতক কিলাই মাৰি পঠাও যমঘৰ
ইহঁতৰ বাবে আৰু নোৱাৰো থাকিবৰ।
এক ভক্ত আহি আছে বিলত স্নানিবাৰে
ধৰি আনি মাৰ কিল কৰহ আমাৰে।
এই বুলি চাৰি যক্ষ যেবে আলোচিলা
শ্ৰীৰাম আতা শুনি ৰাম ৰাম নাম লৈলা।

ৰাম নাম শুনি যক্ষ পানীত পৰিল
জল শব্দে জানিলেক দূৰে চলি গৈল।
কমলা বাঢ়ই নামে ভক্ত একজন
অন্য কিছু নজানয় শাস্ত্ৰতহে মন।
এক দিনা শাস্ত্ৰ লৈয়া বিতৰ্ক চলিল
হৃৰি, চিৰি. বলাই, বলো, শাস্ত্ৰক শুনিল।
পথে এক দিব্য পুৰুষ লাগাল পাইলা
কৰ পৰা অহা বুলি চাৰিও সুধিলা।
কমলা বাঢ়ই গৃহ ভঙা কথা কলে
সেইবাবে নথাকিয়া অন্য ঠাই চলে।
পাছে চাৰিজনে আহি চাক্ষুস দেখিল
ঘৰ-দুৱাৰ আছে ঠিক কিছু নলৰিল।
বাঢ়ে বোলে মোৰ প্ৰভু মোক এৰি গৈলা
শাস্ত্ৰ বাদে দোষী হলো প্ৰভু নজানিলা।
শ্ৰীৰাম আতা তেৰা গৃহ যেবে প্ৰবেশিলা
পূৰ্ব্ব দোষ মাৰ্জনীয়া গৃহক আহিলা।
তাৰ পাছে এক কথা শ্ৰীৰাম বোলয়
বৰ বিলা তীৰে যোৱা উচিত নোহয়।
যক্ষ সবে বহু লোক বিলত মাৰিছে
মাছ মৰা লোক সবে প্ৰমাদ গণিছে।
আৰু বহু লোকে কয় ইটো কথা সঁচা
গুৰুদেৱে শুনি বোলে হইব ব্যৱস্থা।
এই বুলি বিল তীৰে ভেটীক বান্ধিলা
পালনাম পাতিবাক লোকক জনাইলা।
পূৰ্ব্বে শ্ৰীশঙ্কৰ দেউ ধোৱাহাট-গ্ৰামে
পাতিছিল পালনাম সাত দিন ক্ৰমে।

এই স্থানে সাত দিন মাধৱ পাতিলা
বাৰাদি বামুনাৰ লোক মাতিয়া আনিল।
গণককুচি, ডগুৰকুচি আৰু তাতিকুচি
সব লোকে দিলে দান যাৰ যেনে ৰুচি।
বিল হন্তে যক্ষগণ নদী চলি গৈলা
যক্ষজান নামে এক জান সৃষ্টি ভৈলা।
ছাগমৰা নামে বিল বনৰ মাজত
তাতে গৈয়া জিৰাইল যক্ষগণ যত।
হিচাব কৰিয়া চায় সব আছে নাই
খোৰা যক্ষ এটি পাছে বিচাৰি নাপাই।
যক্ষ চাৰি আহি তাক চকুৰে দেখিলা
বান্ধিয়া ৰাখিছে টঙি খুটাত দেখিলা।
কিবা হেতু বান্ধিছা বুঢ়া কি লাগে তোক
যি লাগে লোৱা ইয়াৰ বান্ধ খুলিয়োক।
বহু ধন সোণ লই মাটিৰে মাজত
বাও, আহু ধান নষ্ট কৰিলেক কত।
ধানৰ মূল্য দিব লাগে তাকে তোৰা দিয়া
নতু মাৰি পেলাম ইয়াক লাঠি কোবাইয়া।
নাৰায়ণ ভকত বুঢ়া বামুনা গ্ৰামৰ
টঙ্গি ৰখি থাকিছিল আহু, বাও ধানৰ।
ধানৰ মাজেৰে যক্ষ যেবে গুছি যাই
গোবাট সম ঠাই ধান মৰি যাই।
চাৰি যক্ষ বোলে এক ঘটি ধন দিও
এৰি দিয়া তাক আমি লই যাও।
বুঢ়া বোলে দুই কলহ ধন দিয়া মোৰে
নতু নাপাইবা বন্দী যাব যম ঘৰে।

এনেদৰে বহু সময় বাদানুবাদ হল
আৰু দহজন যক্ষ তাত আহি গল।
আগ পিচ নাচাই বান্ধ খুলিলা যক্ষৰ
বাধা দিলে বুঢ়া মন্ত্ৰ হৰিল মুখৰ।
মাৰি কিলাই লৈ গল খোৰা যক্ষজন
নাৰায়ণ বুঢ়া মাটিত পৰিল তখন।
তেতিয়াও নামৰ ধ্বনি উঠি চাৰি দিক
বহুতৰ নাহি জ্ঞান দিক বিদিক।
নাৰায়ণ পৰি ৰল টঙ্গিৰ তলত
উঠিব নোৱাৰে তত নাই শৰীৰত।
জোক, মহ, ডাহে খাই ক্ষত বহু হৈলা
দুই পুত্ৰ আহি পাছে বুঢ়াক দেখিলা।
যেতিক্ষণে পৰিল বুঢ়া মাটিত চলিয়া
তেতিয়াহে হৰি হৰি মুখে উচ্চাৰিয়া।
কান্ধে তুলি লই গল বামুনাক লাগি
যক্ষে কিলাই বুঢ়াৰ হাত ভৰি থৈলা ভাগি।
যদি ৰাম হৰি বোলে যক্ষ পলাই যাই
হৰি নাম ধৰ্মে ইটো লোকৰ বিশ্বাস নাই।
ভক্তগণে শুনি পাছে বিচাৰ লইলা
দুইজনে ধৰি আনি নামত বহাইলা।
ভক্তগণ আহি পাছে বিচাৰিয়া নিলা
আগ ৰাতিৰ যত কথা বৰ্ণাই বুলিলা।
তেতিয়াও নামৰ ধ্বনি উঠে চাৰি দিক
বহুতৰ নাই জ্ঞান একো দিক বিদিক।
তাৰ পাছে যিবা দেখিলেক যিটোজন
নাৰায়ণ দাস পাছে বুলিলা বচন।

মাজ ৰাতি পালনাম ধ্বনি চৰি যাই
সুবৰ্ণৰ পক্ষী এক আকাশে উৰাই।
পক্ষীৰ উপৰে এক পুৰুষ প্ৰবৰ
সুবৰ্ণ মাণিক কায় মহা জ্যোতিষ্কাৰ।
শিৰে হীৰা মুকুতাৰ কিৰীতি জ্বলিল
চাবকে নোৱাৰি চকু মুদিয়া থাকিলো।
উৰি উৰি থাকিল ঘুৰি চাবকে নোৱাৰি
উত্তৰে আছিল এক আহত গছ জুৰি।
তথাতে পৰিল সেই সুবৰ্ণৰ পখী
গুৰুজন ভিন্ন আন কোনেও নেদেখি।
গৰুড়ৰ ভাৰ গছে সহিব নোৱাৰি
দক্ষিণ দিশত গছ পৰিল উভাৰি।
হৰিক লৈ পূব দিকে উৰাও মাৰিলা
গন্ধ চন্দনৰ গোন্ধত আমোদ কৰিলা।
পূবব দিকলই গৰুড় উৰা মাৰি যাই
সেই ফালে কোটী সূৰ্য্য যেন পোহৰাই।
কি ভৈলা কি ভৈলা বুলি ধৰিবে নপাৰি
ইটো কাণ্ড দেখো মই টঙিৰ তলে পৰি।
পৰি থাকো যেতিয়াই হই আধা মৰা।
গুৰু বোলে নাজানিলা মহা ভক্তগণ
ভকতৰ মাঝে হৰি নাপাইল স্থান।
বহা মেলা ঠিক নাই ভক্তগণ মাঝে
নামৰ মাজত শাৰী থাকিবাক লাগে।
কেন মতে নাম গাবা কিমতে পাতিবা
সব কথা কব আমি বুজাই জানিবা।
চতুৰ্থ দিনত গুৰুজনে ভাল কই
শাৰী পাতি দিলে ভকত বহে যেনেকই।

নাম খোলাৰ দুই কাষে আলি বান্ধি দিলা
মাজ ঠাইখিনি হৰিৰ কাৰণে ৰাখিলা।
পাৰ নোহৱয় কেৱে খোজ নেপেলাই
গুৰু আসনৰ অগ্রে ৰাখে এই ঠাই।
দুই কাষে দুই শাৰী পাঠক থাকিল
নামাঞ্জনীয়া পাঠক গুৰত বহিল।
দুয়ো কাষে তিনি তিনি শাৰী ভক্তচয়
বাকী পূৱ মুখ কৰি পাছত বহয়।
দীঘে পথালিয়ে এই মতে শাৰী শাৰী
এনে মতে বহিলেক ভক্ত ছয় কুৰি।
সন্মুখ ভাগৰ ফালে উত্তৰ দিশত
কঠত বহিলা গুৰু সবাৰে আগত।
ৰামচৰণ ঠাকুৰদেৱ দক্ষিণে বহিল
এই মতে পালনামৰ আৰ্হিক পাতিলা।
প্রতিদিনে ভক্তগণ অসংখ্যাত হয়
চাউল, মাহ, বুট, মুগ ডালা নধৰয়।
তাল বায়, হাত চাপৰি আৰু টকা বায়
নাগৰা কোবায় আৰু খোল বজাৱয়।
নামে মত্ত ভক্তগণ গায় প্রতিদিন
এনেদৰে হৰি নাম চলে সাত দিন।
তৃতীয় দিনতে হৰি গৰুড়ত চৰি
তাৰ পাছে ভক্তগণ গৈলা ঢলি পৰি।
এনে মতে সাত দিন পালনাম গাই
দেৱ সবে ৰথে চৰি আকাশত চাই।
যেহি মতে পালনাম গোৱা প্ৰথা কৈলা
সুন্দৰী থানৰ পালনামৰ আৰ্হি ভৈলা।
যতেক আহিলা লোক ভাৰ ভেটী লই
নাম কীৰ্ত্তন কৰি সবে খাই বই যাই।
দুৰ দুৰণিৰ পৰা আহে ভক্তগণ
এক ৰাতি শুনি যায় নাম আৰু কীৰ্ত্তন।
মাধৱদেৱৰ লীলা সুন্দৰীৰ থান
বোলা হৰি হৰি সবে এৰি কৰ্ম আন।



## *ডাউকী গ্ৰামৰ জিনৈ বুঢ়া আৰু ৰঘু আতৈৰ আখ্যান*

### *পদ*

ডাউকী নামেৰে গাঁও অতি মনোহৰ
তথাত আছিল জিনৈ নামে এক নৰ।
বুঢ়া-বুঢ়ী দুইজনে বাহৰ কাম কৰে
পাচি, খৰাহী বুই জীৱিকাক তৰে।
বুঢ়াই বোৱে পাচি আৰু বুঢ়ী বিক্ৰী কৰে
বাহৰ বাচন লই ফুৰে নগৰে নগৰে।
এক দিন আহি পালে সুন্দৰীৰ থান
মহা ভক্তগণে কৰে কৰ্মৰ থান বান।

ভুকলি, পাচি, ডলা ৰাখে চাউল ধান দিয়া
নাম শুনি প্ৰসাদ খায় সবাকে দেখিয়া।
আতৈ সবে কৰে কৰ্ম বাচন যে নাই
অধিক বাচন লাগে বোলে আনা যাই।
দেখে বুঢ়ী যত বাচন ইয়াত বিক্ৰী হয়
অহৰহ বাচন আনি কৰয় বিক্ৰয়।
এক দিন শ্ৰীৰাম আতা জিজ্ঞাসিলবাণী
কোন কোন আছে তব কোৱা মই জানি।
বুঢ়া-বুঢ়ী আমি দুই মাত্ৰ পৰিয়াল
এই হেতু আমাৰ ঘৰে নাই পয়মাল।
তেনে তোমালোক দুয়ো আহা এই ঠাই
ইয়াত থাকিলে একো অসুবিধা নাই।
গৃহে গৈয়া বুঢ়া-বুঢ়ী কৰে আলোচন
পৰে আহি পাই গৈলা সুন্দৰীৰ থান।
বুঢ়াই বাচন বোৱে বুঢ়ী হাতে দিয়ে
বিক্ৰী কৰি বুঢ়ী আই যিটো ধন পায়।
বুঢ়াক বুলিলে বুঢ়ী নাম গোৱা গই
নগৈলে গাবলৈ নাম ভাত নেদো মই।
দুই চাৰি দিন আগে বুঢ়া নামে গৈলা
ঘৰে আহি ভাত দিয়া বুঢ়ীক খুজিলা।
কি নাম গাইলি আজি কোৱা মোৰ আগে
সেই নামৰ ভাগ মোক দিবলৈকে লাগে।
বুঢ়া বোলে কিছু কথা নজানিলো আমি
লগে সঙ্গে গালো নাম মনে কিছু নানি।
বুঢ়ী বোলে কালি নাম নকৰি ইয়াত
আমাৰ হাতৰ পৰা নপাইবি ভাত।

পিছু দিনা সেইদৰে নামক পুছিলা
পূৰ্ব্ববৎ বুঢ়াই পাছে নোৱাৰো বুলিলা।
বুঢ়ী বোলে ভাত নাই জানি আহা গই
বলভদ্ৰ আতৈ দেখি কথাক পুছয়।
কিবা হেতু পুনৰ আহিলি বুঢ়া তই
নাম নকইলে বুঢ়ী ভাত নিদিয়ই।
হৰি ৰাম হৰি ৰাম এই মূলমন্ত্ৰ
কলিত নাহিকে তপ, জপ, যজ্ঞ, যন্ত্ৰ।
এই নাম শিকি আহি বুঢ়ীক বুলিলা
এইদৰে বুঢ়া মহা ভকত হইলা।
তাৰ পাছে বুঢ়া তাল বাই নাম গায়
সত্ৰৰ ভিতৰে পাঠক বুলি খ্যাতি পায়।
জিনা আতৈ নাম পাইল সমাজে প্ৰখ্যাত
গুৰু স্মৰি থাকিল বুঢ়া কৰি নাম পাত।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
ৰঘু আতৈ নামে এক ভকত আছিল
সুন্দৰীত আহি বহু বছৰ থাকিল।
বৃদ্ধ কালে ঘৰে যাবলৈকে কৰে মত
ৰোগ, শোক, জৰা, ব্যাধি ধৰিছে লগত।
গুৰুত পুছিলা আজ্ঞা যদি যাব পাৰি
গুৰু বোলে দুসঙ্গে থাকিবা কেন কৰি।
হৰি নামে ৰত হয়া ঐত আছ ভাই
ইয়াত পুত্ৰ, ভাৰ্য্যা কাৰো টান কথা নাই।
এনে ভাৱে ভক্ত সঙ্গে কিছু দিন ৰল
তাৰ পাছে বিৰক্তিতে গৃহত নগল।
হৰি কথা অমৃতৰ শেষ কতো নাই
বোলা হৰি হৰি যত সমস্ত লোকাই।



# অমৃতা কৰ দলৈৰ ভকত মেলা

## পদ

লুইতৰ সমীপত অতি অনুপম
মহাচৰা* নামে গ্ৰাম কৃষিত উত্তম।
সেই গ্ৰাম মধ্যে বাস অমৃত আকৰ
নামে কামে সত্যবাদী মধু সমসৰ।
মাধৱত শৰণ লৈলা অতি ভক্তি কৰি
বহুৱাস্তে আহিলেক সত্ৰ যে সুন্দৰী।
গুৰুত পুছিলা কথা বিনয় বচনে
এক ধৰ্ম সভা পাতিবৰ ইচ্ছা মনে।
আপোনাৰ যত শিষ্য প্ৰশিষ্যসকল
পদধূলি লৈয়া কৰো জনম সফল।
শিষ্যৰ বুজিয়া মন গুৰু ইষ্টদেৱ
সাদৰে বুলিলা বাণী শুভ কৰ্ম সেৱ।
দিন বাৰ চাই দলৈ মাগিলা বিদাই
যোগাৰ কৰিলা দ্ৰব্য চাউল মাহ কলাই।
গুৰুজনে পঠাইল ভক্ত দুইজন
অমৃত দলৈৰ সভা লাগি ৰাখি নিমন্ত্ৰণ।
এক নৌকাত চলি গৈলা গুৰু শ্ৰীমাধৱ
সঙ্গত থাকিল একশ ভকত বান্ধৱ।
খবৰ পঠাইল নাৰায়ণ আতা লাগি
মাধৱৰ প্ৰিয় সখা কৰ্মে আগ ভাগী।
মনথৈৰ পৰা আহে নৌকাত চৰিয়া
সঙ্গত থাকিল জয় বলাই ৰাম হৰিয়া।
জনিয়া গ্ৰামত ছিল খাট পাম এখন
কৃষি কৰ্ম চলাইত দাস পুত্ৰগণ।
তথাত ৰহিল তিনি জিৰাই এক দিন
দেখি গুৰুৰ নাতি মলিন গহীন।
আতা বোলে শুনা বাপু পুৰুষ উত্তম
দলৈৰ সভা লাগি জানো নাই নিমন্ত্ৰণ।
পুৰুষোত্তম বোলে শুনা খুড়া মহাজন
দুখৰ দিনে সমীপ নাচাপে কোনোজন।
শুনি আছো বৰ সভা দলৈৰ থানত
পষেক থাকিব ভক্ত শিষ্যগণ যত।
ৰাম ৰায়, বনগএগ তথাতে আছিল
মৌন ৰইল যদিওবা মুখ কলা ভৈল।
সাত দিন দলৈৰ গৃহে সভা যে চলিলা
প্ৰসাদ অন্ন ভুঞ্জি সবে বৰ খুচি পাইলা।
চাৰে যোল্ল বৰ্ষ পাইলা পুৰুষ উত্তম
আচাৰ্য্য হইল তেবে শাস্ত্ৰৰ নিয়ম।
বস্ত্ৰ, অলঙ্কাৰ ৰূপ শৰাই আদি যত
গুৰু ৰূপে পাইলা বহু অৰ্থ ধন বিত।

*মহাচৰা - বৰ্ত্তমানে ব্ৰহ্মপুত্ৰৰ বুকৰ এটি পমুৱা বসতিপূৰ্ণ চৰ

নৌকা তুলি লই ঠাকুৰ মনথে চলিলা
জনীয়া সত্ৰত পুৰুষোত্তমক থইলা।
অমৃতা কৰ দলৈক প্ৰশংসে সৰ্ব্বলোক
গৌৰৱ বাঢ়িলা দলৈৰ বখানে প্ৰত্যেক।

হৰি নাম ধ্বনি পাছে অঞ্চলে চৰাই
অনেক আহিল লোক ইটো ধৰ্ম লই।
মাধৱৰ লীলা মৃত শুনি সৰ্ব্ব লোক
হৰি হৰি বুলি মন পবিত্ৰ কৰোক।



## কলীয়া দলৈৰ প্ৰতি হিংসা

### পদ

মহ চৰা নগৰতে পালনামৰ খ্যাতি
থাকিল অনেক দিন প্ৰতিজনৰ মতি।
সবাই বখানে দলৈক বৰই উদাৰ
কাম, কৰ্ম কৰে যিটো লাগে চমৎকাৰ।
এই কথা সব লোকে মুখে মুখে কয়
কাৰো কাৰো তেৰাৰ প্ৰতি হিংসা উপজয়।
সেই অমৃতৰ ভাতৃ সোদৰ কণিষ্ঠ
অমৃতৰ প্ৰতি তেওঁ তেনেই বিপৰীত।
কৰিলা প্ৰতিজ্ঞা এক সমাজৰ আগে
অমৃতৰ গৌৰৱক নমাইবে লাগে।
এক পক্ষ হব নাম কলীয়া মাতিলা
যত ভক্ত ধৰ্ম গুৰু সবাকে জনাইলা।
গাখীৰ, পিঠা পৰমান্ন চেনি, গুড় কত
সংগ্ৰহিলা কলীয়া দলৈৰ গৃহত।
তাৰ পাছে নৌকা পঠাই ভকত পাঠক
আনিলা যতন কৰি আপোন গৃহক।

পাটবাউসী থান হন্তে শঙ্কৰৰ নাতি
নৌকা পঠাই আনিলেক কৰি আতি পতি।
পায়স পৰমান্ন পিঠা কত ভুঞ্জাইল
সব লোকে কলীয়াক ধন্যবাদ দিল।
গৰ্ব্বিত ওফন্দি সিটো কথাক বোলয়
একে একে ভক্তগণ আতৰি চলয়।
লাহে লাহে দলৈৰ ভাৱ গুৰুৱে বুজিলা
অতি দৰ্পে হত লক্ষা মনে মনে কৈলা।
ভকতক সোধে কাৰ কৰ্ম শ্ৰেষ্ঠ হয়
তেওঁৰ শ্ৰেষ্ঠ বুলি কলে বহু ৰঙ পায়।
দশম দিনত ভাতত ভেকুলি পৰিল
ওপত আঞ্জাৰ থালিত পৰি নিগনি মৰিল।
পায়সৰ থালি তলাত লাগি দেই গল
পাকঘৰে এক দিন কুকুৰ সোমাই ৰল।
ভাত, আঞ্জা সব বস্তু তাতে চুৰা গৈলা
কোমল চাউল খাই সব অন্নক পেলাইলা।

তাৰ পিছ দিনে দালিত জেঠী পৰি গৈলা
গুৰু বোলে অহঙ্কাৰে তোমাক লগ
অহঙ্কাৰ কৰি কোনো ধৰ্ম্ম নিসিজয়
সৎ চিন্তা লই কৰ্ম কৰিবে লাগয়।
দ্বাদশ দিনতে সব ভক্ত গুছি গল
সমস্ত কৰ্মৰ ফল একোই নহল।
কৰ্ম ফল ভস্ম ভৈলা ভক্তগণে কয়
এনে কৰ্মে গৃহস্থৰ অন্যায় কৰয়।
যেবে ভক্তগণ সব গৃহে গৈলা ছলি
কান্দি কান্দি ৰৈলা দলৈ মুৰক আফালি।
মাধৱৰ লীলা কথা শুনি সৰ্ব্বজন
হৰি হৰি বোলা সবে কৰি এক মন।

➤➤➤➤■◄◄◄◄

## ঘাঘৰি মাজিৰ দ্বাৰা গোমুৰা সত্ৰ নিৰ্মান

### পদ

তাৰ পাছে চক্ৰপাণি আতৈ বুলিলা
কেন মতে ঘাঘৰি মাজিক লগ পাইলা।
উজনি ৰাজ্যত মাধৱ আছিল যখন
আতিকে দুখৰ কাল আপদৰ দিন।
ঘাঘৰি মাজিৰ ঘৰে ৰই কত দিন
তাৰ পাছে গৈলা বাণ্ডুকাৰ পূৰ্ব্ব দিন।
বাণ্ডুকাৰ পৰা আহি বাণিজ্য কৰিলা
মাতৃৰ বিপদে ঘৰে উপনীত ভৈলা।
ভনী জোঁৱাই সমে গুৰু দৰ্শন লভিলা
তাৰ পৰা মাধৱদেৱ পাটবাউসী লৈলা।
ঘাঘৰি মাজিৰ কথা স্মৰণ আছিল
লগ ধৰিবাৰ কোনো উপায় নাছিল।
পিছে মাজি থাকিল আহি মাজুলী থানত
আহোমৰ ৰজা কৰে তাহাক উৎপাত।
বিচাৰি শঙ্কৰ গুৰুক ভটিয়াই আহিল
কৈত থাকে গুৰু সব কেৱে নজানিলা।
হতাশ হই থাকিলেক গোমুৰাৰ ঠাই
মাছ মাৰি, পছু মাৰি, বিক্ৰী কৰি খাই।
অনেক প্ৰবন্ধে বহু বিচাৰি থাকিল
মাধৱৰ সন্ধান মাজি কতো নপাইল।
কিন্তু গুৰু মাধৱদেৱ ই কথা শুনিলা
ক্ষেত্ৰী মধ্যে আছে মাজি সম্ভেদ পাইলা।
নীচ কৰ্ম কৰে যেবা লোকে নজানয়
কৈবৰ্ত্তৰ গৃহ মাত্ৰ তাকেহে বুজয়।
জানিয়া মাধৱদেৱ পঠাই তিনিজন
আপদ কালৰ বন্ধু পৰম মিত্ৰজন।
চতুৰ্ভুজ, বালক দাস আৰু নাৰায়ণ
ঘাঘৰি মাজিক গৈয়া কৰা অন্বেষণ।

তিনিও চলিলা পূবে খৰালি কালত
পদব্ৰজে বিচাৰিলা ক্ষেত্ৰী অঞ্চলত।
দৰিদ্ৰ দুখীয়া প্ৰজা আৰু ধনী মানি
কত লোকত সুধিলেক একোৱে নজানি।
উজনিয়া অহমিয়া মাছ মাংস মাৰে
অৱস্থা স্বচ্ছল কিন্তু লোকে ঘৃণা কৰে।
ৰাত্ৰি আহি ভৈলা কিন্তু বিচাৰি নপাই
তিনিও থাকিলা এক গৃহস্থৰ ঠাই।
চাউল, খৰি, সিধা দিলা তাহাক সাদৰি
তুষ্ট হুয়া তিনিও বুলিলা হাত জুৰি।
গুৰুৰ ভকত আমি গ্ৰামক বেৰাই
অন্নক নাখাও এবে থাকো মাত্ৰ শুই।
মাজি বোলে কোন গুৰু কিবা তেৰা নাম
কিবা ধৰ্ম ধৰি আছা কৰা কিবা কাম।
মাধৱদেৱ আমাৰ গুৰু শিষ্য শঙ্কৰৰ
প্ৰচাৰিলা ভক্তি পন্থ কলিৰ কালৰ।
মাজি সোধে কোন স্থানে থাকে গুৰুজন
তাহাক পাইবে আছে আমাৰ কাৰণ।
ভক্তগণ সুধিলেক গৃহী মহাজন
কিবা নাম কিবা কাম বোলা এই ক্ষণ।
সবিনয়ে বোলে আমি ছিলো উজনিত
বিচাৰি মাধৱ গুৰু ইয়াত হলো স্থিত।
আজিলৈকে মাধৱৰ সন্তেদ নপাই
কৃষি কৰ্ম মাছ মাৰি পেট প্ৰবৰ্ত্তাই।
তিনিও বুলিলা দেৱ তোমাক বিচাৰি
পঠাইল মাধৱদেৱ অতি আগ্ৰহ কৰি।

গুৰুৰ বান্ধৱ যেবে অন্ন খাইব আমি
যোগাৰ কৰিও পাক কৰিব এখানি।
তেতিক্ষণে উভয়ৰে আনন্দ মিলিল
ঋণ দান কৰি সবে সুইয়া পৰিল।
প্ৰভাতে উঠিয়া তাৰা সঙ্গে চলি গৈলা
সুন্দৰীৰ থানে মাধৱক লগ্ন পাইলা।
তিনি দিন পৰে মাজি ঘুৰিয়া আহিলা
মাধৱদেৱৰ বাৰ্ত্তা গৃহত কহিলা।
এক মাহ পৰে গুৰু ভক্ত সঙ্গে লই
ঘাঘৰি মাজিৰ গৃহে উপনীত হই।
ভক্তগণে মাধৱক সবাই দেখিল
সভক্তিৰে প্ৰণামিয়া প্ৰাৰ্থনা কৰিল।
টকা বস্ত্ৰ ধন দিয়া শৰণ লভিলা
ছয় মাহ ধৰি গুৰু তথাত থাকিলা।
সত্ৰ পাতিবাক লাগি কৰিলা যতন
কৰিলেক ওখ, বহল মাটি অন্বেষণ।
মাটি দেখিলেক আল্লা নদীৰ কাষত
ওখ ঠাইখিনি নদীৰ কিছু আতৰত।
তথাত বান্ধিলা সুন্দৰ ওখ ভেটী
তাৰ পাছে বান্ধিলা ধুনীয়া নামঘৰটি।
সত্ৰ থাপনৰ বাবে আয়োজন চলিলা
সুন্দৰী থানক লাগি মানুহ পঠাইলা।
গোপাল, শ্ৰীৰাম আৰু ঠাকুৰ আতা আদি
নৌকা চৰি পাইল গৈয়া সেই আল্লা নদী।
হাত, ভৰি, ধুই সবে গোমুৰা চলিলা
মাজিৰ গৃহত মহা উৎসৱ মিলিলা।

আসন পাতি ভাগৱত শাস্ত্ৰক থাপিলা
যথা স্থানে ভক্তগণে বহিয়া পৰিলা।
এনেদৰে সাত দিন কীৰ্ত্তন চলয়
তাৰ পাছে পালি পহৰীয়া চলি যায়।
মাধৱদেৱ আহিবাৰে ছয় মাহ ভৈলা
কালিন্দ্ৰী আইয়ে কিছু বাৰ্ত্তাক নপাইলা।
চিন্তিত হইয়া দুই ভক্তৰ লগত
চতুৰ্ভুজক পঠাইল মাধৱ আছে যত।
নাম কীৰ্ত্তনৰ মাজে হ'ল উপনীত
দেখি ভক্ত সবৰ মন চিত্ত পুলকিত।
মাধৱৰ মনতো বৰ আনন্দ মিলিল
সুদূৰৰ গঙ্গা জল নিকটে পাইল।
বসন ভুষণ দিয়া গাদীত বহাই
শিৰে মাল্য দিয়া বোলে মাধৱ গোহাই।
আজি হন্তে ই থানৰ তুমি অধিকাৰী
থাকিবা গোমুৰা থানৰ ধৰ্ম ছত্ৰ ধৰি।

প্ৰচাৰিবা ভক্তি ধৰ্ম ক্ষেত্ৰী পৰগণে
শিৰ নত কৰিবেক লোক সৰ্ব্বজনে।
কেন্দ্ৰ কৰি গোমুৰাত পাতিল ধৰ্মহাট
সুন্দৰীৰ পৰা চলে নৌকাৰ পথ ঘাট।
গুৰুজনে শিলত উঠি স্নান কৰিছিল
সেই শিলখণ্ড নিয়া মন্দিৰে থাপিল।
কৰ পাত তুলিবাক প্ৰজা সাত কুৰি
কাৰাকুচি, হাৰিয়াদি আৰু সৰ্থেবাৰী।
ভড়ালী, মজুমদাৰ আৰু কাকতি পাতিল
ছয় মাহৰ পৰে গুৰু সুন্দৰী চলিল।
চতুৰ্ভুজ আহি বৈলা মাতৃৰ লগত
ঘাঘৰি মাজিয়ে থাকে গোমুৰা থানত।
পৰম পবিত্ৰ ইটো গোমুৰা যে ধাম
সব লোকে গুৰু স্মৰি বোলা ৰাম ৰাম।
হৰি ৰাম হৰি ৰাম এই মন্ত্ৰ সাৰ
হৰি নামে তৰি যাবা এভব সংসাৰ।



## *মাধৱদেৱৰ ৰাজ আজ্ঞা পালি নীলাচল, মণিকূট অশ্বক্ৰান্ত দৰ্শন, হাজো দৰ্শন আৰু গোপাল আতা সঙ্গে বিবাদ*

### *পদ*

কোচ ৰাজ ৰাজ্যত যত বিগ্ৰহ আছিল
সব ক্ষেত্ৰে ৰাজা নিস্কৰ ভুমি দিল।
মেৰামতি কৰে যত মঠ আৰু মন্দিৰ
সব ক্ষেত্ৰে পূজাৰী পাতিলা দেৱ-দেৱীৰ।

দ্বিজ সব পূজাৰী ভৈলন্ত মন্দিৰৰ
ৰজা প্ৰজা যত আছে আহোক মন্দিৰ।
কোচ ৰজা পৰীক্ষিত দিলন্ত আদেশ
মন্দিৰত গৈয়া সবে হোৱা সমাবেশ।

গোবিন্দ বুলিলা বাপগণ ক্ষান্ত হোৱা
অন্ন মুঠি আমাক মাত্র খাবলৈকে দিয়া।
যত আছে বস্ত্র আৰু যত টকা কড়ি
সবাকে দি যাবো আমি তলি উদং কৰি।
ভাগ্যে যদি আছে ধন পুনৰাই আহিব
আপোনা সবক আমি কিছু নুবুলিব।
দুইজনে অন্ন খাই জিৰণি লইল
নাওবৈচাগণ যত আতৰি পলাইল।
তামোল কাটি গুৱা পান আৰু গুড়, চেনি
খট্টৰ সবক দিলা আপুনি গোসানী।
প্ৰত্যেককে দৈ, চিৰা খাবলৈকে দিলা
খাই বই খট্টৰগণ সন্তুষ্টি লভিলা।
লাহে লাহে নীতি কথা আতৈয়ে বুলিলা
খট্টৰগণ এই কথা কাণ নাপাতিলা।
কোনোজনে পাতে কাণ কেৱে উলাই কৰে
কেও বোলে কথা কৈ আমাৰ হাত সাৰে।
কেৱে বোলে ধন লাগি আহিছো যে আমি
কিবা ধৰ্ম বোলে কাক একোই নজানি।
আতৈ বোলে সব নিয়া মাথে ধৰ্ম ধৰা
শঙ্কৰ-মাধৱৰ বাণী সাৰোগত কৰা।
লাহে লাহে ৰামায়ণ ৰত্নাকৰ কাহিনী
গল্প কৰি শুনাইলা আতৈৰ গৃহিণী।
খট্টৰগণে মৌন হৈয়া গল্পক শুনিলা
প্ৰভাততে স্নান কৰি গুৰু ধৰ্ম লৈল।
সবে মিলি নিজ গ্ৰামে সত্ৰক পাতিল
খটৰা নামেতে সত্ৰ প্ৰখ্যাত হইল।
নৌকা কৰি আনিলন্ত গুৰু মাধৱক
খটৰা সত্ৰত মাহ ধৰি থাকিলেক।
তাৰ পাছে গুৰুজন সুন্দৰী আহিল
খটৰা সত্ৰৰ কথা প্ৰচাৰ কৰিল।
গোবিন্দ মাধৱ লীলা সব লোকে স্মৰি
পাতক গুচোক ডাকি বোলা হৰি হৰি।



## *গোবিন্দ আতাৰ চমু বিবৰণ*

### *পদ*

ভক্তগণে পুছিলন্ত বৈৰাগী আতই
গোবিন্দৰ পৰিচয় বুলিও বুজাই।
অল্প কিছু বুলিলেক আতৈ চক্ৰপাণি
গোবিন্দৰ পৰিচয় মাত্ৰ লোৱা জানি।
ধুপৰগুৰি থানে শ্ৰীমাধব গুৰু হৰি
সত্ৰপাতি আছিল যখন ধৰ্মক প্ৰচাৰি।
অনেক শিষ্য আহি তাতে শৰণ লইলা
পঢ়িয়া মাধব লক্ষ্মীকান্তও আহিলা।

লেচাকণি নামে গাওঁ লখাই তৰা তীৰে
দুৱেণি-মুৱেণি টিলা মাজ অভ্যন্তৰে।
তথাত আছিল এক কৃষক সন্তান
অল্প পঢ়ি শুণি কিছু লভিলেক জ্ঞান।
এক দিনা গুৰুজনৰ বাৰ্ত্তাক পাইলা
তাহাৰ কাষত আহি শৰণ লইলা।
গুৰু ধৰ্ম দিয়া মাধৱ দৰঙ পঠাই
নোৱা নদীৰ তীৰে থান পাতিবে চলই।
চাই দুৱাৰ নামে ঠাই দৰঙৰ উত্তৰ
থাকিলা প্ৰচাৰি ধৰ্ম তান অভ্যন্তৰ।
কিন্তু ৰোগে পীড়া কৰে আৰু ভোটগণ
অঞ্চলৰ লোকক সদা কৰে উৎপীড়ন।
ভটীয়াই আহিলা তেওঁ নৌকা ভাড়া কৰি
জীয়া ধন শিৰিৰ পাৰে জীৰাই ভাগৰি।
খটে আহি আগুৰিলা আই বুদ্ধিমতী
খট দমাই বুদ্ধি বলে নিজে লৈলা স্থিতি।
সুমিত্ৰা সুন্দৰী আই কলিতা দুহিতা
আতাৰ দ্বিতীয় ভাৰ্য্যা পদ্মপাণি মাতা।
সুমিত্ৰাৰ দুই পুত্ৰ জনম লভিল
কিন্তু ভাগ্যবশে আই বৈকুণ্ঠে চলিল।

মন দুখে আতা আহি পাতি দৰঙ পাই
কিছুদিন তাতে আহি জিৰণি লভই।
তথাত পাতিল থান আৰু একখনি
সুন্দৰী থানৰ নামে সুন্দৰী শাল জানি।
কিছুদিন তাতে থাকি ধৰ্ম প্ৰচাৰিলা
পুনৰাই এক পত্নী বিবাহ কৰাইলা।
কোচ ৰাজ বংশী কন্যা অতি গুণৱতী
একপুত্ৰ জন্মিলেক তাহাৰ সন্ততি।
কিন্তু শিষ্যগণে তাত নপাইলা ভাল
জাতি ভ্ৰষ্ট ব্যভিচাৰী বোলয় সকল।
মনোদুখে আতা আহি বজালী পাইল
বেলনা নামেতে ঠাইত গৃহ সাজি ৰৈল।
পুত্ৰ পাৰিবাৰ সতে ধৰ্ম প্ৰচাৰিল
বহু শিষ্যগণ সমে ধৰ্মৰাজ্য ভৈলা।
বৃদ্ধ কালে জ্যেষ্ঠ পুত্ৰ পদ্মপাণি ৰাই
পিতৃক আদৰি লৈয়া খটৰা চলই।
প্ৰাপ্ত বয়সতে আতা সেইখনি থানে
বৈকুণ্ঠে চলিলা আতা কৰ্ম অৱসানে।
শ্ৰীলক্ষ্মী, সুমিত্ৰা, গঙ্গা দেৱী তিনি আই
তিনিজনী ভাৰ্য্যাৰ চাৰি পুত্ৰ এৰি থই।

তাহাৰ নামক সবে মনে প্ৰাণে স্মৰি
সব ভক্তগণে ডাকি বোলা হৰি হৰি।



## শ্ৰীশ্ৰীদামোদৰদেৱৰ দ্বাৰা ভগবানদেৱ, সন্তদেৱ, বলদেৱক ধৰ্মাধিকাৰী স্থাপন আৰু বংশী গোপালদেৱক উজনি ৰাজ্যলৈ প্ৰেৰণ

### পদ

তাৰ পৰে এক কথা বোলে চক্ৰপাণি
দামোদৰদেৱৰ কথা কিছু লোৱা জানি।
পৰম ভকত সন্তদেৱ দামোদৰ
এক নিষ্ঠ শিষ্য ভৈল শঙ্কৰদেৱৰ।
যত দিন শঙ্কৰ গুৰু বাউসীত আছিল
এক সঙ্গে দামোদৰ তথাতে ৰহিল।
কিন্তু গুৰুৰ আদ্যশ্ৰাদ্ধে দামোদৰ নাই
মাধৱ প্ৰমুখ্যে সবে খণ্ডতে বোলই।
দামোদৰৰ কাষে গুৰুৰ ধৰ্ম নৰহিল
শঙ্কৰৰ শিষ্য বুলি চিন নাথাকিল।
ৰাম ৰায়ৰ পৰা কিছু মাটিক লইলা
ব্যাসপাৰা নামে সত্ৰ তথাত থাপিলা।
ধেনুখান্দা জানৰ পূব তীৰত থাকিয়া
আহা, যাহা কৰে দেৱ সত্ৰক লাগিলা।
ভট্টদেৱ থাকিলেক সঙ্গত তাহাৰ
শঙ্কৰৰ মতবাদ কৰয় প্ৰচাৰ।
হিমালয়ৰ পাদ দেশে শ্ৰীপুৰ দেওৰ নাম
বাস্কা অঞ্চলত এক অনুপম গ্ৰাম।
তথাত আছিল বিপ্ৰ অতি পূণ্যবান
কণ্ঠাকানি নামে তিনি ভকত প্ৰধান।
তাহাৰ তনয় ভগবান নাম ধৰে
মুখ্য এক প্ৰচাৰক পাতে দামোদৰে।
শ্ৰীপুৰতে সত্ৰ পাতিলেক একখন
সৰ্ব্ব লোক পূজনীয় দেউ ভগবান।
কিন্তু তথা মিলিলেক নানা অমঙ্গল
ভুটীয়া, কছাৰী সবে লাগই পয়মাল।
থাকিব নোবাৰি গুৰু ভটিয়াই আহিল
গোবিন্দপুৰতে থামি সত্ৰক পাতিল।
এইদৰে বাউসীৰ উত্তৰ দিশত
ধৰ্ম কেন্দ্ৰ পাতিলেক দেৱ ই থানত।
সেই দিকে ভগবান আচাৰ্য্য হইল
তাৰ পাছে ভালুকীত সত্ৰক পাতিল।
দক্ষিণ পাৰে পঠাইল ভক্ত সন্তদেৱ
প্ৰচাৰিলা নাম ধৰ্ম এক দেৱ সেৱ।
পশ্চিমত বলদেৱ আচাৰ্য্য হইল
দামোদৰে ধৰ্মগুৰু তাহাক পাতিল।
পূৰ্ব্ব দিকে বংশীদেৱ ধৰ্ম প্ৰচাৰিলা
সেই ফালে নাম ধৰ্ম প্ৰচাৰ কৰিলা।
যেতিয়া আছিল গুৰু বেহাৰ ৰাজ্যত
উজনিৰ এক ভক্ত বাউসী উপনীত।
পৰম ভকত তিনি উদাৰ স্বভাৱ
নাম ধৰ্ম লভিবাৰে কৰি মনোভাৱ।
ব্যাঘ্ৰপিণ্ড নামে গাঁও অতি মনোহৰ
তথাত আছিল বিপ্ৰ নামে হৰিবৰ।

তাহাৰ তনয় ছিল ধৰ্মাই নামত
ভূঞাগণ সহ বন্ধু দক্ষিণ কুলত।
দিঙিঙীয়া ৰজা সহ কৰিলেক ৰণ
যুদ্ধে ঘাটি উত্তৰ পাৰে কৰে পলায়ন।
মালীপুৰ নামে ঠাইত বসতি কৰিলা
তাৰ পৰা নাও আদিৰ বেপাৰ কৰিলা।
চতুৰ্দ্দশ সোতৰ শকে ফাগুন মাহত
যমুনাদেৱীৰ গৰ্ভে বংশীদেৱ জাত।
শিশু কালে পিতৃমাতৃ সবাকে হেৰাই
বায়েকৰ প্ৰতি পালে জীৱন ধৰই।
তাৰ পৰা অল্প কিছু দৰমহা লই
মুদৈ সঙ্গত গৈয়া বাণিজ্য কৰই।
এক দিন নৌকা চৰি বাউসী পাইল
শ্ৰীশঙ্কৰ গুৰুৰ সঙ্গে ভেটা ভেটী ভৈল।
যদ্যপি লইল শৰণ শঙ্কৰদেৱত
গৃহক ফিৰিয়া যাইবে হল অসম্মত।
সঙ্গীগণে বোলে হেৰা অবোধ বালক
জ্ঞান হীন হই কিয় দোষহ আমাক।
তোৰ বন্ধুগণে পাছে আমাক দোষিব
তোমাক নিব নোৱাৰিলে কাজিয়া কৰিব।
যদি ইচ্ছা আছে মনে বলা গৃহ লাগি
তাৰ পৰা আহি পাছে হইবা বৈৰাগী।
এই বুলি লই গৈলা নাৱত তুলিয়া
কিছু বৰ্ষ পৰে আহে ই ঠাই ঘুৰিয়া।
নৌকা চৰি পাটবাউসী গণককুচি পাইল
শ্ৰীশঙ্কৰ গুৰুক দেখা আৰু নপাইল।

অত এব তীৰ্থ দৰ্শন মনে ইচ্ছা কৰি
সন্ন্যাসীৰ সঙ্গে গৈয়া আহিলেক ঘুৰি।
জটাধাৰী গাৱে ভস্ম সানিয়া লৈলেক
তীৰ্থ পৰ্য্যটন পৰে বাউসী পাইলেক।
আঢ়ে বৰ্ষ ধৰি বিপ্ৰ বংশী গোপালদেৱ
গুৰুজন সঙ্গে থাকি কৰে নিতে সেৱ।
তাৰ পাছে গোসানীৰ সঙ্গত থাকিল
দামোদৰ সঙ্গে গৈয়া ধৰ্ম আলোচিল।
জটি হুইয়া নখ ৰাখি সন্ন্যাসী হইলা
ভুল বুজি পাছে মাধৱৰ কাষে ৰইলা।
আই মাতৃ পাছে এদিন বুলিলা বচন
জটি ব্ৰতী নখীৰ নাই বিশুদ্ধ আচৰণ।
মাছ খাব পাৰি ইটো গুৰুৰ ধৰ্মত
ইটো দেশৰ হাৱা পানী মৎস সমে ৰত।
বৈষ্ণৱ হইও যদি মৎসক ভুঞ্জয়
তথাপিতো গুৰু ধৰ্ম ব্যভিচাৰ নোহয়।
আই মাতৃ দামোদৰ সঙ্গে আলোচিল
গোপাল, যদুমনিদেৱ তথাত আছিল।
বংশী গোপাল, যদুমনি তাৰা দুয়োজন
প্ৰচাৰ কৰিবে ধৰ্ম বোলে মাতৃজন।
দামোদৰ সঙ্গে মাতৃ আলোচনা কৰি
বংশী, যদুমনিক পঠায় উজনি নগৰী।
উজাই আহিল দেৱ সৌমাৰ পীঠত
পাতিলেক সত্ৰ এক দেবেৰা পাৰত।
তাৰ পৰে কাহিকুচী আৰু কলাবাৰী
কুৰুৱাবাহীত সত্ৰ পাতে যত্ন কৰি।

বংশী গোপালৰ যত্নে উজনি ৰাজ্যত
গুৰু ধৰ্ম ধৰিলেক প্ৰজা শত শত।
পাটবাউসী এবাৰ পূৰ্ব্বে জট নখ কাটি
শুদ্ধ ভক্ত পৰিছন্ন, পৰিধান চাদৰ ধুতি।
কিন্তু ৰোষ কৰিলাহা খল বিপ্ৰগণ
ৰজাত লগাই ঘটায় অনেক অঘটন।
তথাপিতো গোপালদেৱ হতাশা নোহই
চৌষাত্তৰ বৰ্ষলৈ ধৰ্ম প্ৰচাৰ কৰই।

চাৰি দিকে চাৰি জন ধৰ্মাচাৰ্য্য পাতি
বিয়পাই নিজ ধৰ্ম দামোদৰ মহামতি।
মধ্যত থাকিল কেন্দ্ৰ বাউসী সত্ৰখনি
বহু শিষ্য হল আহি তাহাক গুৰু মানি।
পাতিলা ধৰ্মৰ হাট প্ৰভু দামোদৰ
নাম প্ৰসঙ্গত নিয়ম কৰিলা বিস্তৰ।
দেৱ দামোদৰ আৰু মাধৱক স্মৰি
সব লোকে ভক্তগণে বোলা হৰি হৰি।



*◆ স্বৰ্গীয় শ্ৰীশ্ৰী বংশী গোপালদেৱৰ চৰিত আৰু অধ্যাপক স্বৰ্গীয় তীৰ্থ নাম শৰ্মাদেৱৰ আউনীআটি সত্ৰৰ বুৰঞ্জীৰ পৰা লোৱা হৈছে।*



## শ্ৰীমাধৱদেৱ গুৰুৰ স্বপ্ন দৰ্শন আৰু বুঢ়া ভকত ৰোষাইক অপমান

### ছবি

সুন্দৰী থানত ৰই ধৰ্ম শাস্ত্ৰ প্ৰবৰ্ত্তাই
মাধৱদেৱ আছে ধৰ্ম ধৰি,
ভক্ত সঙ্গে নাম গাই সত্ৰ পাতি আছে ৰই
সঙ্গে থাকে কত নৰ নাৰী।
যদি কেৱে ধৰ্ম লয় তাহাক জুখিয়া চায়
হয় নয় শুদ্ধ সদাচাৰী,
তেহে ভক্ত কৰি লয় কাৰো কাষে নজাৱয়
নিকা ধৰ্ম আছয় প্ৰচাৰি।

বোষাই নামে ভক্তজন কেৱল শাস্ত্ৰত মন
ভিক্ষা লাগি গৈলা এক দিন
বাট, পথ কিছু নাই নতুন খেতিৰ মাঝে যাই
বাধা দিলে এক লাঠিবান।
আমাৰ খেতিক ৰখি থাকো আমি দিন ৰাতি
কোমল ধান গচকিচ তই
চকু থাকোতেই কণা কথা কলেও নমনা
কোন থানে অহা এনে কই।
আতৈ বোলে গুৰুজনে অন্ন, বস্ত্ৰ অন্বেষণে
ভিক্ষা লাগি পঠালে আমাক
দিনে ভিক্ষা কৰি খাও বাট নাই কেনি যাও
বাধা যেন নিদিয়া আমাক।
গুৰু বোলে পোণে যাবা কাকো কিছু নুবুলিবা
গালি গালজ নুশুনিবা কাণে
এতেকতে আমি যাও ভিক্ষা কৰি আনি খাও
আমি আৰু গুৰুজন সমে।
কথা শুনি ক্ৰোধ ভৈলা চুলিত ধৰিয়া লৈলা
মুৰ ঘুৰাই গল ধাক্কা দিল
মুকুন্দ মাধৱ দুই ভকতক প্ৰহাৰিলা
আৰু কত কু-বাক্য বুলিল।
ফিৰি আহি ভক্তজন মাধৱত বুলিলন্ত
পথৰ যতেক বিবৰণ
সান্ত্বনা কৰিলা পাছে গাৱে হাত দিয়া আছে
ক্ৰোধক কৰিলা সম্বৰণ।

শুনা শুনা ভক্তগণ মহা পাপী কতজন
ই থানত পৰি গৈলা পাছে
কাৰো কিছু বংশ নাই ঐত আহি খুজি খাই
মৃত্যু কালে নযাই কেৰে কাষে।
পিছত শুনিবা তুমি সেই মহা হীন জ্ঞানী
পথে পাই কৰে অপমান
অন্ত কালে কণা হই পথ বিচাৰি নপাই
পান্থে পৰি হৰাইব প্ৰাণ।

## দুলড়ী

হৰিৰ পৰম প্ৰিয়তম নাই
হৰি ভকতত পৰে,
হেন ভকতক বিজনে নিন্দয়
হৰিকেহে নিন্দা কৰে।
এই বুলি বাণী কৰিলা মাধৱ
ভকতক আশ্বাসিয়া,
ৰোযাই ভকতে ভিক্ষাক চলিলা
অন্যত্ৰ পথ ধৰিয়া।
কিন্তু মাধৱদেৱ চিন্তিত হইল
আৰু এক কথা ভাবি,
কি কৰে উপাই ভাবিয়া নপাই
মুখে বোলে কিবা কিবি।

এনে সময়তে ঠাকুৰ আতাই
কাষে উপনীত হই
বুলিল সম্বোধি কিবা দেখো আজি
সখিৰ ভাৱনা চাই।
আসনক দিয়া বহিবে বুলিয়া
মাধৱ বুলিলা পাছে
সপোন দেখিয়া আছো যে ভাবিয়া
বুলিলা সখীৰ কাষে।
ঠাকুৰে সুধিলা সপোনৰ কথা
কিনো দেখিলাহা তুমি
নিশাৰ সপোন শূণ্যতে মিলিব
নাথাকিবা ভাবি গুণি।

তথাপিতো শুনো কিবানো দেখিলা
বিচিত্ৰ সপোন তুমি
আমাৰ আগত কোৱা ভাঙি পাতি
পলম নকৰা জানি।
মাধৱে বুলিলা বামুনা গাৱত
ভকতক প্ৰহাৰিল
ভকতৰ দুখে পৰাণ নসহে
মুখত আশ্বাস দিলো।
ৰাতিৰ সপোন এবে বলো সখী
শুনিয়ো তাৰ কাহিনী
সোনৰ জখলা বৈকুণ্ঠৰ পুৰা
ই থানে লাগিছে আহি।
শ্ৰীগুৰু শঙ্কৰে নামিয়া আহিছে
সুন্দৰী থানক লাগি
আমাৰ সন্মুখে ঠিয় দি থাকিলা
ওপৰলৈ হাত দাঙি।
কঠ, ঢাৰী দিয়া বহাইলো নমিয়া
অনেক তত্ত্বক বুলিলা
যাবৰ সময়ে আমাক কহিলা
তুমি একো নকৰিলা।
কিছু পৰ ৰই বৈকুণ্ঠে চলিলা
আমাক হাতে বিদাই
পিছত চলিলো আমি অভাজনে
কিছু পৰে ফিৰি চাই।

কি কাৰ্য্যে আহিলা বঢ়াৰ নন্দন
আমাসাক অনুধাই
আমাৰ আদেশৰ বহু কৰ্ম বাকী
অহা সময় হোৱা নাই।
আমিও বুলিলো গুৰুক চাহিয়া
আমাক লগতে নিয়া
ইখানি ভাৰক বব যে নোৱাৰো
দুষ্ট শঠক লাগিয়া।
বিপ্ৰ সবে নিতে ভকতক নিন্দে
কত অপমানে কৰে
আমাত গোচৰ দিয়া সবে যাই
অন্যায় একো নকৰে।
সুচকগণে যত কু-কথা গাইল
ৰজাত লগাইল গই
ৰজাই পীড়িলা ভকত পলাইলা
থাকিবৰ ঠাই নাই।
গুৰুৱে বুলিলা বঢ়াৰ নন্দন
অধোদিকে চোৱা ফিৰি,
খৰালি কালত মাছৰ বিলাই
কৈবৰ্ত্ত বগলী ধৰি।
হাড়গিলা আদি শেন মাছৰোকা
কৈবৰ্ত্তে চাঙে শুকায়,
বেচেৰা মাছৰ জীৱন বিফল
অকাৰণে কষ্ট পায়।

ই মতে জীৱৰ বিলাই ঘটিছে
মৰতত দেখা তুমি
তুমি আমি হন্তে মুকুতি লভিছে
কত জন শুদ্ধ প্ৰাণী।
সময় হৈ গল আমি যে আহিলো
সময়ত আহিবা তুমি
আমি দুয়োগলে অনৰ্থ ঘটিব
ফিৰি যোৱা আক জানি।
তুমি কল্পতৰু ভকতিৰ গছ
আমাৰ দেহৰ অংশ,
তোমাসাৰ হন্তে ডালপাত বাঢ়ি
বাঢ়িব ভক্তৰ বংশ।
*পঞ্চ শত বৰ্ষ উমি উমি জ্বলি*
*তাৰ পাছে পোহৰাব,*
*জগত জুৰিয়া পোহৰ হইব*
*আমাৰ মত মানিব।*
দুষ্ট বিপ্ৰ সব অধো মুখ হব
নপাৰে আমাক বলে,
ধৰ্ম ধ্বজাখনি উপৰে উঠিব
ইটো ভুমিৰ মণ্ডলে।
দামোদৰ হন্তে কিছু প্ৰচাৰিব
বিপ্ৰে লগাব আউল
সত্যৰ কিৰণ দুষ্ট কাল মেঘে
ঢাকি কৰে পয়মাল।

অৱশ্যে সময় সবাকো বুজাইব
আমাৰ মত ধৰিব
ভাগৱত শাস্ত্ৰ সৰ্ব্বত্ৰ প্ৰচাৰি
বিশুদ্ধ ধৰ্ম ধৰিব।
চন্দ্ৰ দিবাকৰ থাকে মানে জুৰি
থাকিব আমাৰ ধৰ্ম
ভক্তগণে যহি পিহি নিকা কৰি
কৰিব ধৰম কৰ্ম।
গুৰু গৈলা এৰি আমি ৰৈলো পৰি
হাত জুৰি প্ৰণামিলো
ক্ষণেক পিছত ৰজনী পুৱাইল
নিদ্ৰা ভাঙি সাৰ পাইলো।
তোমাৰ চৰণ ছত্ৰৰ ছায়াক
কেতিয়ানো দিবা মোক
কহিও উপাই কিমতে এৰাও
নিদাৰুণ দুখ শোক।
এহি বুলি গুৰু অধো মুখ হই
কান্দিবে লাগিল পাছে,
সন্মুখতে বহি সখী ঠাকুৰ আতা
সবাকো নিৰেক্ষি আছে।
মাধৱ বান্ধৱ বুলি সব লোক
কৃষ্ণত ভকতি কৰা
আন কাম এৰা সুবুদ্ধিত ধৰা
হৰি হৰি মুখে ধৰা।

>>>>■<<<<

# নাৰায়ণ দাস আতাৰ লগত মাধৱদেৱৰ বাদানুবাদ
# (হিঙ্গসদাগৰৰ আখ্যান)

## পদ

চক্রপাণি হাস্য কৰি বোলে ভক্তগণ
এক ৰহস্যৰ এবে শুনা বিৱৰণ।
ই হেন ৰহস্য শুনিয়োক মন কৰি
লাগিল যিমত তৰ্ক লোঁৱা আতিগুৰি।
সপোনৰ যত কথা শুনি নাৰায়ণ
বুলিবে লাগিল অতি বিনম্র বচন।
মাধৱ গাইল গীত কৰিয়া প্রণতি-
বিপদ কালত মাত্র তুমি মোৰ গতি।

*গীত*

*"নাৰায়ণ মাগো চৰণে ৰতি তেৰা*
*ই তিনি ভুৱনে তুমিহি ঠাকুৰ*
*নাহি জানত মতি মেৰা"*

ঠাকুৰ বুলিলা সখী ভাবো মই আন
গুৰুৰ বচন তুমি ৰাখিবে নজান।
দেখা দামোদৰে কেন মতে প্রচাৰিল
সহস্র সহস্র লোকে ধৰ্মক ধৰিল।
আচাৰক ঢিলাই কিছু সহজক আনি
লোকত প্রচাৰে মাত্র নীতিক নমানি।
সংখ্যা বৃদ্ধি পাইলে লোক থাকিতে পাৰয়
দুৰ্জন পীযুষ কেৰে পীড়িবে নৰয়।
কেৱল ধৰ্ম ধৰি মাত্র গীত ঘোষা ৰচি
ধৰ্ম বচাই ৰাখিবলৈ নোৱাৰিবা সখি।
মাধৱ বুলিলা খণ্ডি হেৰা গৃহীজন
গৃহত নধৰে তব চানা পোণাকণ।
তাক পালি আছা মাত্র মুখে নাম ধৰি
গুৰু ধৰ্ম তুমি বাৰু ৰাখা কেন কৰি।
গৃহিণীৰ খাৰু জোকৰা* ভাতক খাইছ
দিনে ৰাতি ধন লাগি বেৰাই ফুৰিছ।
ঠাকুৰ বুলিলা সখি চোৱা গমি পিতি
হৱ পাৰে আমাৰ পুত্র, কন্যা, নাতি।
তথাপিতো প্রচাৰিছো গুৰু ধৰ্ম যত
লগ সঙ্গ নপাইলে একা যাও কৈত?
অকলেই থানে ৰই নহৱ প্রচাৰ
অন্য ধৰ্ম প্রবৰ্ত্তিবো কলো সাৰে সাৰ।
মাধৱ বুলিলা হাস্য কৰি এক কথা
নিজ ভৰি লুকাই ৰাখি আনক বোল গধা।

*জোকৰা - জোকাৰি লৰ চৰ কৰি

গীত, নাট, ভটিমাক কত শ্ৰম কৰি
লিখি আছে গুৰু বাণী অন্য কৰ্ম এৰি।
আপুনি কৰিছে কিটো ভাণ্ডি পাতি কোৱা
নিজে শুই থাকি মাত্ৰ আনক জগাই লোৱা।
আতা বোলে সখি তুমি নকৰিবা খণ্ড
এক আখ্যান বলো আমি শুন দিয়া মন।
এই বুলি ঠাকুৰ আতা আখ্যান বুলিলা
মন দিয়া মাধৱদেৱ আখ্যান শুনিলা।
হিঙ্গসদাগৰৰ আখ্যান ঠাকুৰে কহয়
সুন্দৰীৰ যত ভক্ত কাৰত বহয়।
ঠাকুৰ বুলিলা শুনা বঢ়াৰ নন্দন
দামোদৰদেৱৰ শিষ্য বাঢ়িল অগণন।
সংখ্যা বৃদ্ধি হলে পাছে কথাক মানিব
আচল সত্য পিছে ওলাই পৰিব।
এক সদাগৰে হিঙ্গ কিনিয়া আনিল
শুদ্ধ হিঙে বহু দাম কেৱে নিকিনিলা।
এক বুঢ়া বোলে শুনা সাউদ কুমাৰ
নকল হিঙ্গ সতে ইয়াক মিলোৱা এবাৰ।
সস্তা দাম পাইলে লোকে হিঙক কিনিব
নকলি আস্‌লি বিচাৰ কেৱেই নকৰিব।

সেইমতে হিঙ্গ আনি দুয়োকে মিলাই
সস্তা দামে বিকিলন্ত সবে কিনি লই।
মূলধনৰ তিনি গুণ বেপাৰ হইল
সদাগৰ এনেদৰে হিঙ্গ বিকাইল।
নাটক নটুৱা আৰু অঙ্কীয়া ভাওনা
দেখাই লোকৰ মাজে লোক মাতি আনা।
তেবেসে সকলো লোক ই থানে আহিব
গুৰুৰ ধৰ্মক মানি ই ধৰ্ম ধৰিব।
বিশুদ্ধ সোণক গৃহে বন্ধ কৰি থয়
গহণা নাপাইলে কিন্তু কেৱে নিকিনয়।
অলঙ্কাৰ কৰি সোণ লোকত বিকাই
তেবেসে সোণাৰী সাউদ লাভবান হই।
এতেকতে মন লাগি ধৰ্মক প্ৰচাৰি
গুৰু উপদেশ পালা এক নিষ্ঠ কৰি।
সমস্ত বস্তুকে দান গুৰুৱে কৰিলা
বেহা নকৰিয়া তাক বাকচে ৰাখিলা।
এতেকতে সখি তুমি সম্পদ বেহাই
সহায় কৰিবো আমি কোনো চিন্তা নাই।
এই বুলি ঠাকুৰ আতা চলিয়া গইল
মাধৱদেৱ বাহা গৃহে প্ৰবেশ কৰিল।

ই হেন আখ্যান কথা সবে মনে ধৰি
নিৰন্তৰে সব নৰে বোলা হৰি হৰি।



## শ্ৰীমাধৱদেৱৰ সুন্দৰী থান পৰিত্যাগ আৰু বৰপেটা গমন

### পদ

চক্ৰপাণি বৈৰাগী আতই বোলে বাক
ভকতৰ নাই ইচ্ছা তাক এৰিবাক।
যতেক বুলিছে কথা গুৰুৰ চৰিত
কেৱে ইচ্ছা নকৰে এৰিবে সন্নিহিত*।
ৰঘুদেৱ ৰাজা ভৈলা বৰ্ষ নগৰত
এৰিলা সমন্ধ যত গুৰুৰ লগত।
কুটৰ্কি ব্ৰাহ্মণ সবে কূট লগাইল
সত্ৰে সত্ৰে দুৰ্গা পূজা কৰিবাক দিল।
সুন্দৰীৰ নাৰীগণে কৰে অপমান
ৰাজ ভৃত্যৰ দ্বাৰা কৰে গুৰুক প্ৰমাণ।
পাছে ভক্তগণে আহি গুৰুক পুছয়
কিবা পৰীক্ষা কৰে ৰাজভৃত্যচয়।
চক্ৰপাণি বুলিলন্ত সংক্ষেপ বচন
এক দিন সুন্দৰীৰ যুৱতী চাৰিজন।
মাধৱক প্ৰণামিয়া বচন বুলিলা
আঠু কাঢ়ি কৰ যোৰে প্ৰণাম কৰিলা।
পিন্ধনত অলঙ্কাৰ ৰঙীন বসন
খোপাত মালতী ফুল চঞ্চল নয়ন।
হৰি কথা শুনিবাৰে ই থানে আইলু
গৃহ কৰ্ম হেতু দিবা আহিবে নোৱাৰিলু।

সন্ধিয়া থাকিবো আমি ৰাত্ৰিত যাইবো
আমাক নিবৰ হেতু স্বামীয়ে আহিবো।
তাক শুনি মাধৱদেৱ বুলিলা বিনয়
পুত্ৰৰ কাষে আহে মাতৃ এই ৰূপে নহয়।
শাস্ত্ৰ শুনিবাক তোৰা যদি কৰা মন
প্ৰসঙ্গত আহিবা একেলগে সবগণ।
পৰিষ্কাৰ বস্ত্ৰ কিন্তু ধুন পেচ নহই
চাধা চিধা বস্ত্ৰ পিন্ধি আহিবা ই ঠাই।
যদি কু অভিপ্ৰায়ে আই অহা হয়
ধুনীয়া মুখখনি হব বান্দৰীৰ প্ৰায়।
কু মতলবে যিটো আহে এই ঠাই
বিকলাঙ্গ হব মুখ নিস্তাৰ নাপাই।
তাৰ পাছে নাৰীগণে লাজ পাই কৈলা
গোপন ৰহস্য যত ভাঙি পাতি কৈলা।
আঠু কাঢ়ি প্ৰণামিলা গুৰুৰ চৰণত
নকৰিবো এনে কৰ্ম ইটো জীৱনত।
তথাপিতো মাধৱদেৱ কিছু নললিল
নিত্য প্ৰসঙ্গক চলাই তথাত থাকিল।
তাৰ পাছে পূজাৰ যে আদেশ পাইল
নকৰিলে গৃহ ভঙ্গ হুকুম জানিল।

*সন্নিহিত - কাষ

এদিন আহিল ৰাজ অমাত্য এজন
গুৰুক সম্বোধি তেওঁ বুলিলা বচন।
দুৰ্গা, কালী, লক্ষ্মীপূজা ই থানত পাতা
হোম যজ্ঞ কৰিবাক পুৰোহিত মাতা।
ইসব পুজিলে ৰাজ্যে শক্তি, ধন বাঢ়ে
জয় ময় সবপিনে ৰজাৰে প্ৰজাৰে।
নামানিলে ৰাজ আদেশ গৃহ ভাঙি দিবো
বন্দী কৰি ভকতক বেতেৰে কোবাব।
টিকিবে নোৱাৰি গুৰু মনত চিন্তিলা
গুৱা গাছা চলি যাব মনতে ভাবিলা।
কাহী, বাটি, কঠা, চৰু সবাকে বান্ধিলা
সুন্দৰীৰ ভক্তগণত বিদায় মাগিলা।
কান্দি কান্দি আহিলন্ত সব ভক্তগণ
নাৰী আৰু লোক সবে কৰয় ক্ৰন্দন।
কৃষ্ণ যেন গৈলা চলি এৰি বৃন্দাবন
কান্দিছিল গোপীগণে পৰি তৃণ বন।
সেই মতে সুন্দৰীত ক্ৰন্দন উঠিল
চকুৰ লোতক মচি গুৰুও বহিল।
হেন সময়তে আহে বুঢ়া গোপাল ধাই
পুছিলন্ত বাপ এবে যাইবো কলৈ?
গুৰু বোলে গুৱা গাছা ভাগিনৰ ঠাই
এই ঠাই এৰি যাবো তাহাৰ কাষলৈ।
গোপাল বুলিলা তাত থাইব গুৱাপান
সেই হেতু এৰি যাব বাউসীৰ যত থান।
সদ্যহতে অহা যাও বাউসীৰ থানক
পাছে চিন্তা কৰি যাবো যতে ভাল হক।

এই বুলি ভাৰ ভেটী কান্ধে তুলি লই
চলি গৈলা গোপালদেৱ বৰপেটালে।
ভক্তগণ যাৰা ছিল সবাই চলিল
বুদৰুৰ টুপ এৰি জান পাৰ ভৈল।
সুন্দৰীৰ যত লোক চলে আগবাঢ়ি
চকু পানী মুচেকত ফেকুৰি ফেকুৰি।
তাৰ পাছে গুৰুজন বৰপেটা পাইলা
লক্ষণ ওঝা প্ৰমুখ্যে ওঠৰ ভক্ত ৰৈলা।
সন্ধ্যা বেলা নাম গাইল ভকতসকল
গুৰু মাধব মৌন হৈয়া শুনিলা সকল।
চকুৰ লোতক পৰে ধাৰাসাৰে আহি
যেন শোক সমুদ্ৰত গুৰু আছে ভাহি।
চতুৰ্দ্দশ বৰিষ যি থানত থাকিল
সেই থান এৰি প্ৰভু যিবা দুখ পাইল।
মনৰ বেদনা গুৰু প্ৰকাশ নকৰি
দিনে ৰাতি অধোমুখ জপিলন্ত হৰি।
বুঢ়াগোপাল লাৰুৱা বুঢ়া আৰু জয় হৰি
কমললোচন শ্ৰীৰাম আতা আছে আলধৰি।
ভকতসকলে পাছে নাম গুণ গাই
গুৰুৰ পাশক যায় সবে এক হই।
সন্ধিয়াৰ প্ৰসঙ্গত বহু ভক্তগণ
একত্ৰে বহিয়া কৰে হৰিৰ কীৰ্ত্তন।
সবাকে আশ্বাসি গুৰু বুলিলা বাক
সবাৰে কল্যাণ হোক ই ঠাইৰ লোক।
অষ্টাদশ ভকত মিলি নাম গাই গাই
গুৰুক প্ৰণাম কৰে সবে আঠু লই।

তেতিয়াহে গুৰুজনে সবাকে বুলিলা
আমাৰ মনৰ দুখ এবে পাতলিলা।
এতিয়া মনত মোৰ লাগি আছে ৰঙ্গ
আপোনা সবক পাই ভকতৰ সঙ্গ।
জয় জয় মাধব গুৰু সবে গাই গাই
আনন্দতে সবে হৰি নাম উচ্চা ৰই।

মাধব গুৰুৰ লীলা আতিকে উত্তম
মাধব মাধব স্মৰি বোলা ৰাম ৰাম।
সপ্তম খণ্ডৰ ঐত হইল সমাপন,
আহিল মাধব গুৰু বৰপেটা থান।
কৃষ্ণ গোকুলক ত্যাগী আহে মথুৰাক
বুকু ভুকুৱাই কান্দে গোপিনীৰ জাক।



— সপ্তম খণ্ড সমাপ্ত —

# শ্ৰীগুৰু চৰিতামৃত

## ৮ম খণ্ড

## বৰপেটা থানৰ আৰু ধুপৰগুৰি থানৰ লীলা

**পূব প্ৰান্তৰ কাশীপুৰী অমিয়া অযোধ্যাপুৰী অসমৰ বৰপেটা ধাম**
**ৰই যোৱা বাটৰুৱা পৰাণ জুৰাই যোৱা শুনি যোৱা ঈশ গুণ গান**

**শৈল ৰাজখোৱা**

## বৰপেটা থানৰ মাধৱদেৱৰ লীলা

**মাধৱৰ ৰাঙ্গা দুই চৰণে ধৰিয়া,**
**ৰাম নাম ৰস পিয়ো আঞ্জলি ভৰিয়া।**

### বৰপেটা থানৰ পূৰ্ব্ব কথা আৰু থানৰ বৰ্ণনা

**পদ**

সুন্দৰী থানৰ লীলা কৰি সমাপন
বৰপেটা থানত আহিলা গুৰুজন।
বুঢ়া গোপাল আনিলেক ভাৰ কঢ়িয়াই
শ্ৰীৰামসহ আহিলেক মাধৱ গুৰু ধাই।
বৰপেটা নামে থান অতি বিপৰীত
চিৰি লুইতৰ বাম কাষে অৱস্থিত।

নদী হন্তে কিছু দূৰ পিতনি এখন
মাছ কাছ উভৈনদী অতীৱ গহীন।
খট খটী জান চিৰি লুইতৰ পৰা
বিলৰ কাষেৰে বয় বাৰিষাৰ ধাৰা।
যমুনাৰ তীৰে যেন মথুৰা নগৰী
পৰম পবিত্ৰ থান বৰপেটাপুৰী।

পশ্চিমে গলয়া বিল মাছ কাছ পাই
দ ঠাই হেতু ঘাঁহ থাকয় সদাই।
গাখীৰ মাছ উভৈনদী বৰপেটা থানে
স্বাস্থ্য ভাল বলবান লোক এই খানে।
শস্যে মস্যে অনুপম বৰপেটা ঠাই
ত্ৰিলোক মাজত যেন অমৰাৱতী হই।
চিৰি লুইতৰ পৰা জান এটি বই
চুনপোৰা থানখনি স্পৰ্শ কৰি যাই।
এই ঠাইৰ আছে এটি পুৰণি কাহিনী
জানি থোৱা সব লোকে ইটো কথা মানি।
যেতিয়া ভীষ্মক ৰজা ৰুক্মিনী দেৱীক
বিয়া দিবে লাগি সয়ম্বৰ ঘোষিলৈক।
যদিও হইব ৰুক্মিনীৰ সয়ম্বৰ
পিতা-ভাতৃ পছন্দ কৰে ছেদীশ্বৰ।
ৰুক্মিনীৰ ধ্যান জ্ঞান কৃষ্ণতে বিলীন
কৃষ্ণ বিনে অন্য ৰজাক কৰে মনে ঘিন।
জানিলা যেতিয়া মন পৰিয়াল সবৰ
বিৰহত কান্দি উঠে ৰুক্মিনীৰ অন্তৰ।
বেদ নিধি নামে বিপ্ৰ ৰাজ পুৰোহিত
কান্দি কান্দি বোলে দেৱী খুলি মন চিত্ত।
আমাৰ কল্যান যদি নিচিন্তে গুৰুজন
গৰল খাইয়া আমি ত্যেজিব জীৱন।
শীঘ্ৰ কৰি তুমি যোৱা দ্বাৰকাক লাগি
নগলে তুমিয়ে হবা মোৰ বধ ভাগী।

কথা শুনি বেদ নিধি বিপ্ৰ চলি গৈলা
ৰুক্মিনীৰ মনৰ কথা কৃষ্ণক জনাইলা।
শীঘ্ৰ গতি ৰথ জুৰি কুণ্ডিলা আহিল
বায়ু বেগে শ্ৰীকৃষ্ণৰ ৰথখনি চলিল।
ৰথে তুলি আনে বেদ নিধি বিপ্ৰবৰ
উল্কা বেগে চলে ৰথ ভুমিৰ ওপৰ।
কৃষ্ণ মহাৰথী আৰু সাথথি দাৰুক
বিপ্ৰৰ শৰীৰে সহ্য নকৰে এত বেগ।
সেয়ে বিপ্ৰ বেদ নিধি ঢলিয়া পৰিলা
ৰথৰ ওপৰে বিপ্ৰৰ জ্ঞান হেৰাইলা।
ৰথক নমাইল দাৰুক কৃষ্ণৰ কথাত
শৰাঘাটে পাতাল হন্তে তেল আনিলন্ত।
তেল পানী মিহলাই মাথাত ঢালিলা
তেবে বিপ্ৰ বেদ নিধি সুস্থ হৈ বহিলা।
যি থানত দাৰুক ৰথাইল ৰথখনি
তাতে অভ্যন্তৰ ভেদি আনে তেল পানী।
শ্ৰীকৃষ্ণৰ শৰৰ ছিদ্ৰ অদ্যাপি আছয়
সেই হেতু তেল ভাণ্ডাৰ কভু নাই ক্ষয়।
প্ৰতিদিনে পাচ লিটাৰ তেল পোৰা হয়
ততোধিক তেল ভড়ালত জমা হয়।
এনে হেন থানক লাগি মাধৱদেৱ আহিল
বৰপেটা থানৰ লীলা আৰম্ভ কৰিল।
বৰপেটা থানৰ হৰিৰ নামক সুমৰি
সব নৰ লোকে ডাকি বোলা হৰি হৰি।



# শ্ৰীশ্ৰীমাধৱদেৱৰ আদেশত বৰপেটাত ৰঙ্গিল গৃহ নিৰ্মাণ আৰু বজালীৰ পৰা বাহ আনয়ন

## পদ

তাৰ পাছে বোলে কথা আতৈ চক্ৰপাণি
ৰঙ্গিল গৃহ নিৰ্মাণ কথা সবে লোৱা জানি।
বুঢ়া গোপাল যেবে আহি শৰণ লইলা
ওঠৰ সঙ্গীক আনি শৰণ কৰাইলা।
যতেক আছিল লোক সিখন গাৱত
সবে আহি শৰণ লইলা মাধৱদেৱত।
ত্ৰিশ ঘৰ লোক ছিল তাতিকুছি গ্ৰামে
তাতি কুমাৰ হীৰা আৰ নদীয়াল সমে।
সব লোকে মাধৱক গুৰু বুলি মানে
অন্যায় নকৰে আহি মাধৱৰ থানে।
পাছে গোপাল সমে মাধৱদেৱ আলোচিলা
বৰ নামঘৰ বান্ধিবাৰে মনভৈলা।
যেহেতু সচঙ্গ ঘৰে বহা ঠাই নাই
নামঘৰ এটিৰ বাবে প্ৰয়োজন আছই।
গুৰু বোলে প্ৰথমতে মাটি দৰা চোৱা
তাৰ পাছে ঘৰ বান্ধা কথা ভাবি লোৱা।
বুলিলা মাধৱদেৱ গোপালক চাই
পাৰিম নেকি এক দৰা মাটি লবলই।
লাৰুৱাৰ আছে মাটি আমি শুনি পাও
প্ৰথমতে আমি ভাল চেষ্টা কৰি চাও।

লাৰুৱা বুঢ়া নামে এক ভকত আছিল
এখন বৰ ভাওৰ বস্তি তেওঁ ৰাখিছিল।
তেওঁৰ পৰা দহ বিঘা মাটি খুজি লৈলা
মাটিৰ বিনিময়ত বুঢ়া কিছু নলইলা।
গোপাল বুলিলা বাপ দহ বিঘা মাটি
তাতেই মাৰিব গুৰু ধৰমৰ খুটি।
কত মূল্য চোৱা তুমি এই মাটি ডৰা
অথবা কৰিবা দান ভাবি ঠিক কৰা।
লাৰুৱা বুলিলা বাপ কৃপাৰ ঠাকুৰ
এক দৰা মাটি মাত্ৰ নোহয় প্ৰচুৰ।
ধৰ্মৰ পুতিব খুটি গুৰু এই ঠাই
নাম, যশ থাকি যাব বহু দিন লই।
গুৰু বোলে ভাল কথা যশস্যা বাঢ়ক
অল্প মাটি অল্প শ্ৰমে বিস্তৰ লভক।
তাৰ পাছে ভক্তগণে আলোচনা কৰি
গছ বাহ বেত কাটি আনে যোগাৰ কৰি।
পোণ ৰুৱা ভাল কামি পৈণত বাহ চাই
কেকুৰা কেকুৰি বাহ অঞ্চলত আছই।
গুৰি ডাওৰ আগ খণ্ড তেনেই চিচা বৰ
তাৰতম্য হয় কামি নোহে ভাল ঘৰ।

উত্তৰ অঞ্চলৰ ফালে আছে ওখ ঠাই
ভাল বাহ আছে তাত বিচাৰি আনগৈ।
মাধৱদেৱ ঠাকুৰ আতা যাবলৈ ওলালা
বুঢ়াগোপাল, লাৰুবা গোপাল চলিলা।
পহুমাৰা নদীৰে নাও আহিলে উজাই
বামাখাটা নামে গাওঁত ভাল বাহ পাই।
বজালী প্ৰসিদ্ধ ঠাই আম, কঠালৰ
জামু আৰু অন্য ফল ইয়াতে দেখাৰ।
খেতি-বাতি শস্যশালী মনোৰম ঠাই
বামাখাটা গ্ৰাম সুধি আহিলা উজাই।
পাইলা এখনি বিল অতিকে বহল
তাৰ কাষে আছে এক গহীন জঙ্গল।
দহ বাৰ জন লোক বিলৰ তীৰত
একত্ৰে বাইছে হাল পথাৰৰ মাজত।
লাৰুবা মাতিলা পাছে তাহাক বিঙিয়াই
বামাখাটা গাওঁখনি কোন পিনে হই।
কিন্তু চহাগণে কিছু মাত নামাতিলা
যৰে লোক তাকে যোৱা সমিধান পাইলা।
মাধৱদেৱ বোলে সখি ধৰ্মৰ নন্দন
ফিৰি বলা উজাই যোৱা নাই প্ৰয়োজন।
এইখনি বিলৰ তীৰে অদুৰত ৰই
সত্ৰ থান হব এক ভৱিষ্যত লই।
থান হন্তে প্ৰচাৰ হব হৰি নাম ধৰ্ম
বুলিলো আমিয়ে বাক্য শুনা তাৰ মৰ্ম।
কড়ি চাৰি পোণ ইয়াত দিয়াহি পেলাই
চাৰি পুণিয়া নামে খ্যাত হব এই ঠাই।

তাৰ পাছে নৌকাখনি ঘুৰাই বাইল
বেলনা নামেতে ঠাই এখনি পাইল।
তথাতে আছিল কেহো নামে লোক এটি
বহু বাহ আছে বুলি লোক মাঝে খ্যাতি।
তাৰ পৰা গুৰুজনে কেহোক মাতিলা
কিবা প্ৰয়োজন আছে সবাকে সুধিলা।
মাধৱ বুলিলা বোপা আমি ধাৰ্মিকজন
বাহ, বন বহু আছে জানিলো এখন।
ধৰ্ম ৰাজ্য পাতিবাৰে কাৰণৰ হেতু
বৰ নামঘৰ লাগে চিন্তা কৰি আছো।
ভাল বাহ লাগে আমাক ঘৰ বান্ধিবাৰে
ধন লোৱা তুমি বাহৰ মূল্য যিটো লাগে।
কেহো বোলে বাপ বাহ কোন চুপা লোৱা
পছন্দ কৰিয়া আগে আমাৰ আগে কোৱা।
নাওৰ পৰা উঠি গুৰু পাৰক আহিলা
বাহ দেখিবাৰে হেতু বেলনা চলিলা।
দুই চুপা বাহ তাতে পছন্দ কৰিলা
হাজাৰ দুই বাহ হব ঠাকুৰ বুলিলা।
এক চুপা বাহৰ মূল্য দহ টকা লই
আন চুপা বাহ দান দিলে গুৰু লই।
দুই চুপাত দুই হাজাৰ বাহ কাটি লই
চাব্ বান্ধি লই গল বৰপেটা লই।
তাৰ পাছে কামি চাচি জোখ কৰি লৈলা
গোপাল আতা আহি ঘৰ বন্ধাত লাগিলা।
তাতিকুছি বৰপেটা পিতনি মাজত
খটখটি জান এটিৰ পশ্চিম পাৰত।

দহ বিঘা ওখ মাটি লাৰুৱাই দিলা
আশীৰ্ব্বাদ কৰি মাটি গ্ৰহণ কৰিলা।
দীঘে ছয় কুৰি হাত পথালিতে তিনি
কুৰি হাত লই ভেটি লইলেক গণি।
বৰ ওখ কৰি ভেটী সজাই লইলা
হাজোৰ পৰা দুইজন মিস্ত্ৰি আনিলা।
জোখ মাফ কৰি ভেটীৰ ওপৰত ঘৰ
ভকত আতা সবে মিলি কৰে খৰ ধৰ।
মজবুট কৰিয়া ঘৰ বান্ধি উলিয়াই
ছয় কুৰি হাত দীঘ অতি বৃহৎকায়।
ৰুৱা কামিখিনি হিঙ হাইতলে ৰাজিলা
তাৰ পাছে বৰ খুটা তেৰ জোৰ দিলা।
নটী মাৰলী আৰু খুটা ছয় শাৰী
ওপৰত ফুলচটী লগায় যত্ন কৰি।
তিনিখন কাঠী আৰু দুৱাৰ তিনিখন
সুন্দৰ শুৱনি ঘৰ দেখিতে শোভন।
তাৰ পাছে বেৰ দিলা ইকৰা কাটিয়া
পঞ্চনখী কামি দিলা বেৰত চাটিয়া।
হিঙ হাইতল ৰাংপাতা বেৰত লগাই
অতীব শুৱনি ঘৰ সাজি উলিয়াই।
বৰ নামঘৰ ইটো দেখি লাগে ভাল
ভক্তগণে নাম থলে গৃহ ৰঙীয়াল।
দলে দলে ভক্তগণে নাম, কীৰ্ত্তন গাই
নামঘৰ চাবলৈকে সবে চলি যাই।
বিভীষণ আতৈ ছিল সুদক্ষ কাৰিকৰ
নজৰ দিয়াত কোনো নাই তাৰ সমসৰ।

ৰাম, বিভীষণ, গোপাল আৰু শ্ৰীৰাম
দায়িত্ব লই কৰে সবে নামঘৰৰ কাম।
বৰপেটা, তাতিকুছি এক লগ কৰি
হাতীৰ ভকতে তাত সাজে ঘৰ-বাৰী।
উজনি-নামনি গৃহৰ খ্যাতি বই যাই
উজনিৰ লোক আহে সত্ৰ চাবলই।
কোচবিহাৰ, কামৰূপ আৰু নগাঁও
পাতিদৰং, শোণিতপুৰ আৰু ছয়গাঁও।
বাহিৰে ভিতৰে নাম গায় সবে আহি
আনন্দত ভক্ত সবে চং কৰে হাঁহি।
সত্ৰৰ চাৰিওফালে বাহৰ জেওৰা দিলা
ভিতৰত চাৰিহাটী ভক্তে বাহ লৈলা।
বাহা ঘৰ চাংঘৰ আৰু ভড়াল ঘৰ
অতিথিৰ বাবে কৰে আৰু এটি ঘৰ।
দৌলটি ৰাখিয়া আছে উত্তৰ পশ্চিমত
হাতী বান্ধিলেক সবে সত্ৰৰ বাহিৰত।
দক্ষিণহাটী, দহাটী, হাটী, ইচ্ছাপুৰ
কেম্বলীয়া নহাটী আৰু যে মাজৰ।
গলীয়াহাটী, মুখীহাটী, হাটী বিলটাৰী
খাটনিয়াৰ বাম হাটী হাটী আমবাৰী।
বৰহাটী, পাঠকহাটী, ফাটা আৰ গায়ন
ৰঙ্গপুৰ, পালঙদি, হাটী বৃন্দাবন।
দলাহাটী, কুমাৰ হাটী আৰু যোগনিয়া
বিলৰটাৰী, মেটুৰাকুছি, বাইশখনীয়া।
বৰ নামঘৰ ইটো দেখি লাগে ভাল
সবলোকে নাম থলে গৃহ ৰঙিয়াল।

দলে দলে আহে ভকত সকল হাটীৰ পৰা
দেখিলেই লাগে ভাল কিনো ৰূপ ধৰা।
মাধৱ গুৰু কৰিলা অতিকে সাদৰি
তাল-খোল বাদ্য ভণ্ড বজাই চাপৰি।

বিলবতাৰী পূব ফালে ক্ষণেক জিৰাই
গৰখীয়া লবাৰ গীত নাচ চায় ৰই।
এনে হেন বৰপেটা সত্ৰ অনুপম
তাক স্মৰি ভক্ত সৱ বোলা ৰাম ৰাম



## বজালীত বাহ আনোতে চাউলীয়া বুঢ়াৰ লগত আলোচনা
## বজালীৰ সান্দহ ভক্ষণ

### পদ

তাৰ পাছে বোলে কথা আতৈ চক্ৰপাণি
নিতে নিতে নতুন মানুহ আহে কথা শুনি।
বাহ আনিবাৰে গুৰু যেতিয়া আহিলা
নাৰায়ণ শ্ৰীৰাম গোপাল সঙ্গে চলিলা।
বজালী পৰগণা মধ্যে বেলনা গ্ৰামেতে
কেহো কলিতাৰ বাহ লাগিল আনিতে।
দুই চুপা বাহ কাটি আতা সবে গণি
আৰু কিছু বাহ আনে ভাল ভাল গণি।
গৃহিণী বুলিলা বাপ নকৰা নিধন
আমাক লাগিয়া বাহ এৰা কিছুমান।
নিজৰ প্ৰয়োজন হেতু বাহ খেতি কৰি
এক বিঘা মাটি বাহ ৰাখিছো আগুৰি।
এতেকতে বেচি বাহ নকৰিবা নষ্ট
খৰি বেৰা হেতু আমাৰ হইব বৰ কষ্ট।

ভকতগণ বোলে আৰু নাই প্ৰয়োজন
পৈণত পোণ বাহ আমি কাটিছো এখন।
সৰু বাহ চাটি আমি কৰি লব ৰুৱা
ডাঙৰ বাহ ফালি কামি কৰিব চাচিয়া।
বৰ বৰ গোটা বাহ মাৰলী হইব
এইখিনি বাহ আমাক তথাত লাগিব।
বেচি বাহ নিলে বুলি কেহোহি ভাবিলা
বুঢ়ীজনী ওলাই আহি কান্দিবে লাগিলা।
মাধৱ বুলিলা আই বেচি কটা নাই
প্ৰয়োজন মতে বাহ সৰু বৰ চাই।
প্ৰতিটো চুপাতে কটা হ'ল দুই চাৰি
বৃদ্ধি পাব তিনি গুণ কটা বাহত কৰি।
চাউলীয়া নামেতে বুঢ়া কাষতে আছিল
কেহোক বুজাই তেওঁ সান্ত্বনা কৰিল।

বুলিলেক ধৰ্ম্মৰ হেতু দিছা এই বাহ
বাহত বাঢ়িব বহু কৰি লোৱা আশ।
বুঢ়ীয়ে আটাহ পাৰে কথা নুশুনিয়া
কোথাৰ ভকত তোৰা এত বাহ নিয়া।
কুৰি বৰ্ষ ধৰি বাহ ৰাখি আছো আমি
একে দিনে শেষ কৰ মূল্যক নজানি।
পিছে মাধৱদেৱ গুৰু বুঢ়াক বুলিলা
এই দেহা পৰি যাব এৰি ভব লীলা।
শুনা প্ৰিয় বুঢ়া-বুঢ়ী আমাৰ বচন
জেং মাটি দিয়া বাহ কৰিবা ৰক্ষণ।
তবে তিনি বৰ্ষে বাহ সমান হইব
আপোনাৰ কৰ্ম লাগি আকাল নহইব।
বহুখিনি বাহ আছে বস্তিৰ ভিতৰ
দুই চুপা বাহ লাগি নহবা কাতৰ।
ইটো থানে একখনি সত্ৰ যে হইব
বেলনা নমেতে সত্ৰ জগতে জানিব।
গোবিন্দ নামেতে ভক্ত আহিব ই ঠাই
পবিত্ৰ হইব গাঁও বাক্য দিলো মই।
চাউলীয়া বুঢ়াই পাছে বুজাই বুলিলা
মহাপুৰুষ গুৰু বুলি পৰিচয় দিলা।
কেহোৰ পৰিয়ালে গৈয়া বস্ত্ৰ এক দিয়া
সংকাৰ কৰিলে তেওঁ গলা বস্ত্ৰ হুয়া।
তাৰ পাছে চাউলীয়া মাতিয়া আনিলা
গুৰা সান্দহ গুড় কল দধি আনি দিলা।
বজালীৰ সান্দহ গুড়া ভক্তগণে লই
বোলে এনে স্বাদ গুড়া খাই পোৱা নাই।

মাধৱদেৱ বুলিলা বুঢ়া তুমি ভক্তজন
এনে সোৱাদ লগা বস্তু কৰাইলা ভক্ষণ।
তোমাৰ কাৰণে বহু হইব ধন ধান
আমাৰ থানত গৈয়া লভিবা শৰণ।
শ্ৰীৰাম বুলিলা গুড়া নযাইব আটি
দুই দুই মুঠি গুড়া ললো আমি বাটি।
বুঢ়া বোলে পানী দিয়া খন্তেক জিৰাও
আটিব নাটিব গুড়া তেবে বুজি লও।
সেই মতে কৰ্ম কৰিলেক চাৰিজন
বাতি ভৰ্ত্তি হই গৈলা গুড়া তেতিক্ষণ।
মহানন্দে সান্দহ গুড়া ভক্ষণ কৰিল
হাত মুখ ধুই গুৱাপাণ মুখে দিল।
কদলি কুহিয়াৰ গুড় দধি মিশ্ৰ কৰি
কৰিলা ভক্ষণ চাৰিজনে স্ফূৰ্ত্তি কৰি।
অমৃত সদৃশ বস্তু খাইলা ভক্তগণ
গুৰুজনে বোলে অমৃত কৰিলো ভক্ষণ।
এক টোপোলা সান্দহ গুড়া ভক্ত সবক দিলা
মাহ অন্তে মাঘ মাহত যাব বুলি কৈলা।
চাউলীয়াৰ ঘৰে সান্দহ কৰিয়া ভোজন
মহানন্দে গুৰু সমে আহে ভক্তগণ।
বজালীৰ বাহ নিয়া ৰঙ্গিল গৃহত
ৰুবা কামি পাই সবে ভৈলা আনন্দিত।
কিছু দিন পৰে বুঢ়া-বুঢ়ী থানে গৈলা
মাধৱদেৱ গুৰুৰ কাযে শৰণ লইলা।
বজালীত ভাল বাহ আছে সবে জানি
অদ্যবধি বৰপেটা কৰে আমদানী।

ৰঙ্গিল গৃহত মন পাৰি লাগি গৈলা
তিনি মাহ ভিতৰে গৃহ উঠিয়া পৰিলা।
বৰপেটা সত্ৰৰ কথা মনত সুৱৰি
সব ভক্তগণে ডাকি বোলা হৰি হৰি।



## হেৰেমদৰ পৰা ৰাংপাতা বালিচন্দা অনাৰ বাবে উদ্যোগ বুঢ়া গোপালৰ মহত্ত্ব আৰু গুৰুৰ উপদেশ

### পদ

ভক্তগণে বোলে বাপ বুলিলা বচন
দুৰহন্তে বাহ খেৰ কৰিয়া যতন।
আনিলেক গুৰুজন আৰু ভক্তগণ
আৰু কিবা আনিলেক বোলহ এখন।
চক্ৰপাণি বোলে হেৰা বাপ ভক্তগণ
বালিচন্দা ৰাংপাতা কৰে অন্বেষণ।
বাৰাদিত আছে খেৰ যত লাগে মানে
ভক্তগণে কাটিয়া আনিল অল্প দিনে।
বেৰত লগাইব চুণ কামিত ৰাংপাতা
নানান কল্পনা কৰে গুৰু আৰু আতা।
দক্ষিণ পাৰে হেৰেম দৰা সত্ৰ যে পাতিল
তাতে আছে ৰাংপাতা গুৰুৱে জানিল।
হীৰা মাটি আছে তাত অতি সুচীকণ
খিৰাই হৰি কৃষ্ণাই মাধ গৈলা চাৰিজন।
ৰাংপাতা বালিচন্দা হীৰামাটি আনি
ৰঙ্গিল গৃহ বান্ধিবাৰে দিলেক উদ্‌গনি।
যদুমনি গোপাল বাহ কাটিবাক লৈলা
বেত কাটি সৰু কৰি ছালক বান্ধিলা।

মাৰলী উপৰে ছাল বান্ধিব কেমনি
কান্ধ পাতি ডাণ্ডি বান্ধে গোপাল যদুমনি।
বেৰত দিলেক ৰং হীৰা বালিচন্দা
ছটীত কাটিলে ফুল ছাল কৰা বান্ধা।
বিভীষণ কৃষ্ণাই দুয়ো দৰজা কাটিলা
দ্বাৰ পাটে লতা ফুল জিলিকি উঠিলা।
লতা কাটি দ্বাৰত যে থৈলা দুইজন
গুৰুজনে নাম লগাই কৰে গুণ গুণ।
জিলমিল কৰে বেৰ যেন ভৰা বচা
পঞ্চ নখী কামি বেৰা বান্ধি আছে সঁচা।
এক দিন দক্ষিণ পাৰৰ ৰাম কাৰিকৰ
আহিয়া কৰিল দ্বাৰ দুইটা ফালৰ।
কুম্ভকৰ্ণ লতা কটা দেখে গুৰুজন
বুলিলা নামক গাই অনেক বচন।
জয় বিজয় কাটিলেক দুই দ্বাৰ পাল
দামোদৰ বলাই বোলে ইটো ভুল হল।
বিজয়ক বামে ৰাখি দক্ষিণত জয়
দুই বালক আহি বোলে ইটো ভুল হয়।

দামোদৰ বলাই দুয়ো ই কথা বুলিলা
গুৰুজনে শুনি পাছে মনত চিন্তিলা।
দুয়ো বুলিছিল যদি দক্ষিণে বিজয়
বামে জয় থাকিলেহে দ্বাৰ শুদ্ধ হয়।
আশ্চৰ্য্য বুলিলা গুৰু ভাবিলন্ত মনে
পাছে গোপালক বুলিলন্ত কাণে কাণে।
ইহঁত চলিয়া যাব আশা নকৰিবা
জয় বিজয় আৰা দুই মনত ৰাখিবা।
এনেদৰে ৰঙ্গিল গৃহ জক্ মক্ কৰি
জ্বলিয়া উঠিল গৃহ বিচিত্ৰ শোভা ধৰি।
বৈকুণ্ঠপুৰীৰ দৃশ্য মৰ্ত্তে শোভা পায়
বৰপেটা থানৰ যশ বিয়পিয়া যায়।
দেশৰ দূৰৰ প্ৰজা আহি গৃহ চায়
ঈশ্বৰ ভাবিয়া মাধৱত শৰণ লয়।
ছয় সাত কুৰি লোক লগে আঠু কাঢ়ে
গুৰুজনৰ কথা পাছত কাণত নপৰে।
আগে থাকে গুৰুজন গোপাল পাছত
দুইজনে মাতে নাম পৰয় কাণত।
ভকতসকলে সিধা ভাৰ বান্ধি আনে
খৰি চাউল লোণ তেল দালি ভিনে ভিনে।
যতেক দূৰৰ যাত্ৰী অন্নক ভুঞ্জয়
ৰাত্ৰি কালে নামঘৰে শুইয়া পৰয়।
এই ৰূপে নামঘৰে থাকে যাত্ৰীগণ
পাক পাত্ৰ লেতেৰা কৰয় সৰ্ব্বক্ষণ।
গোপাল আহিয়া সব ঠাই চাফ কৰে
পাক পাত্ৰ চুৱাপাত বাঢ়নিৰে সাৰে।

ভকতসকলে কয় ইটো ভাল নয়
যাৰে তাৰে চুৱাপাত গোপালে পেলায়।
আহল বহল ঠাই বহুত সময়
চাফ কৰি গোপাল নাম লবকে নপায়।
নিন্দা কৰে ভক্তগণে ইটো কাৰণত
গোপালে বোলয় চুৱা জাতি আছে ক'ত।
অসূয়া কৰয় নিন্দে কটু কথা কয়
আক শুনি গোপাল কৰ্ম চাৰিয়া দেবয়।
উজনি নামনি তিনি ৰাজ্যৰ প্ৰজাগণ
ৰঙ্গিল গৃহে আহি কৰে গুৰু দৰশন।
তাৰা সবক চাউল চৰু দিয়ে ভক্তগণ
গৃহৰ ভিতৰে ৰান্ধে কৰয় ভক্ষণ।
ভাত ৰান্ধি খাই কোনোজনে চাফ কৰে
কোনোজনে ভাত খাই তাতে পাত এৰে।
সব ঠাই কৰে চাফ গোপাল মহাজন
তথাপি কৰয় নিন্দা অন্য আতৈগণ।
এৰিলেক ইটো কৰ্ম নামে দিলা মন
প্ৰসঙ্গ কৰিতে যায় যথা অন্যজন।
দেখিলেক সত্ৰখনি চুৱনিহে হ'ল
গৃহৰ চাৰিফালে মাখি কৰে ৰোল।
এক দিনা চতুৰ্ভুজ ঠাকুৰ আহিল
সিধা দিয়া গুৰুজন তাহাক বুলিল।
ঠাই নাপাই ৰঙ্গিল গৃহে শুইয়া থাকিল
প্ৰভাততে মাধৱদেৱ বাতৰি লইল।
ৰাত্ৰি লঘোণৰ কথা গুৰুক বুলিলা
গুৰু বোলে গোপালৰ দায়িত্ব আছিল।

কিবা হেতু অতিথিয়ে লঘোণ পৰিল
মাধৱদেৱ গোপাল দুয়ো কিছু নজানিল।
জিজ্ঞাসিল গোপালক ইহাৰ কাৰণ
বোলে বাপ ইটো কৰ্মে নিন্দে আনজন।
সময় অসময় নাই, নাই জাত পাত
সবাৰে পেলায় খাই এৰা চুৱা পাত।
সেইবাবে প্ৰসঙ্গতে কৰি যোগদান
কৰ্ম এৰি আছো আমি নামে সপি প্ৰাণ।
গুৰু বোলে দাস কৰ্ম ইটো সৰু নয়
দাস কৰ্মে যত পুণ্য নাম গাই নপায়।
পেটে অহং ভাৱ ৰাখি মুখে নাম লয়
জানিবাহা সিটোজন ভকত নোহয়।
মনে প্ৰাণে দাস কৰ্ম কৰে যিটোজন
সংসাৰৰ মধ্যে ভক্ত জানা সিটোজন।
মাধৱ বুলিলা তব নিজ ঠাই বুলি
ইটো দাস কৰ্ম তুমি নেৰিবা সমূলি।
মাধৱৰ উপদেশ মনে প্ৰাণে ধৰি
গোপাল থাকিল থানৰ দাস কৰ্ম কৰি।
ভক্তগণে গোপালৰ নিন্দাক এৰিল
হৰি হৰি নাম স্মৰি সব ভক্ত ৰইল।



## *বুঢ়া গোপাল আতাক মথুৰা দাস উপাধি দান আৰু দাসী পুত্ৰ নাৰদৰ উপখ্যান কথন*

### ছবি

তাৰ পৰে গুৰুজন গোপালৰ বুজি মন
দাস কৰ্মে মন নিয়োজিল
গুৰুৰ বচন মানি প্ৰভাতৰ কৰ্মখিনি
সদা চাফ কৰিবে লাগিল।
চুৱাপাত খৰি আদি চাফ কৰিলেক যদি
গোবৰ-জাৱৰ নিতে দলিয়াই
গোপালক দেখি তেনে ডেকা ভক্ত চাৰিজনে
সহায় কৰিবে যে লগাই।

মাধৱ বুলিলা পাছে শুনা ভক্ত যত আছে
জগতৰ গুৰু একজন
নাৰদৰ কথা শুনা তাহাক সবাই জানা
দেৱ ঋষি বুলি খ্যাতিমান।
চাৰি সিদ্ধৰ দাস হই জগতত আছে ৰই
দাসী পুত্ৰ ব্ৰহ্মাৰ নন্দন
জন্মান্তৰে পালে গই ব্ৰহ্মাৰ ভৈল তনই
ভ্ৰমি ফুৰে চৈধ্যই ভুবন।
তাহাৰ কথা কিছু কবো সকলোৱে জানি থব
সেৱা ধৰ্ম অতি শ্ৰেষ্ঠতৰ
ৰাজসূয় যজ্ঞ স্থানে জগতেশ্বৰ শ্ৰীকৃষ্ণে
পদ ধুওয়া দায়িত্ব কৰ্মৰ।
এহি বুলি গুৰুজন নিজে হুয়া একমন
প্ৰতিদিনে প্ৰসঙ্গ অন্তত
আখ্যান বুলিবে লৈলা ভক্তগণে শুনি গৈলা
নিজে মন নিয়োজে কৰ্মত।
বুঢ়া গোপাল উঠি নিতে দিবা ভাগ প্ৰত্যুষেতে
সাৰি মচি কৰে পৰিষ্কাৰ
চতুৰ্দ্দিকে চাফ কৰি সময়ত স্নান কৰি
প্ৰসঙ্গতো যাই চলি আৰ।
তাহাৰ হাতৰ কৰ্মে সত্ৰৰ জেউতি চৰি
ৰমক জমক হইলন্ত থান
নাম কীৰ্ত্তন বাদ নিদি টোপনিকো নেওচিয়া
দাস কৰ্মে সদাৰত মন।

এক দিন গুৰুজন　　　　বুলিলেক ভক্তগণ
নাৰায়ণ নিৰ্ম্মিলেক চাৰি
থান চাৰিখন তৈতে　　　　শ্ৰীকৃষ্ণ নিৰ্ম্মিলন্তে
গোকুল, বৃন্দা, মথুৰা নগৰী।
দ্বাৰকা নিৰ্ম্মিল পাছে　　　　অদ্যবধি জ্বলি আছে
কামৰূপতো কৰো চাৰি থান
পাটবাউসী সুন্দৰী　　　　বৰপেটা বাৰাদী ধৰি
ইয়াতো হইব চাৰিখান।
মথুৰা সদৃশ ইটো　　　　বৰপেটা থান হইব
তাৰ দাস হইল গোপাল
আজি হন্তে তান নাম　　　　মথুৰাৰ দাস ভৈলা
জ্বলিয়া থাকিব চিৰকাল।
ভকতসকলে পাছে　　　　হাত বজাই সমৰ্থিলা
আছিলন্ত যত লোক তাত
সুপ্ৰসিদ্ধ এই নাম　　　　দেশ জুৰি ব্যাপি গৈলা
গোপাল ভৈলা মথুৰাৰ দাস।
শুনা সবে কথা ইটো　　　　বৰপেটা থান যিটো
মথুৰাপুৰীৰ হইব সম
চন্দ্ৰ সূৰ্য্য থাকে মানে　　　　থাকিব জিলিকি ইটো
সুপ্ৰসিদ্ধ বৰপেটা ধাম।

## পদ

তাৰ পাছে বুলিলন্ত মাধৱ মহাজন
দাস কৰ্মে ভৈল আহি দেবৰ্ষি মহান।
দাসী পুত্ৰ শুচি ভৈল বিষ্ণু পাৰিষদ
ভাগৱতৰ প্ৰাৰম্ভতে পাবা ই সম্বাদ।
অতি প্ৰাচীন কালে ছিল বিপ্ৰ মহাজন
সযত্নে পাতিয়া ৰাখে আশ্ৰম এখন।
ধৰ্ম চৰ্চ্চা কৰে বিপ্ৰ তাহাৰ নিজ স্থান
দাসী এক ৰাখিছিলে পৰম মহান।

দাসীৰ আছিল এক সুন্দৰ তনয়
পঞ্চ বৰ্ষ বয়সতে পিতৃ হীন হয়।
ব্ৰাহ্মণৰ গৃহে শিশু থাকিল যখন
এক দিন উপনীত সিদ্ধ চাৰিজন।
ভৰ বাৰিষাৰ দিনে চাৰি মাহ সময়
বিপ্ৰৰ আলহী ৰূপে সিদ্ধগণ ৰয়।
দাসী সঙ্গে আল পৈচান বালক ধৰিল
চাৰি মাহ পূৰ্ণ হৈলা সিদ্ধগণ গৈল।
হৰি ভক্তি শ্ৰবণ কাৰ্য্য বালক কৰিলা
কৃষ্ণ প্ৰেমে পুলকিত আপুনি হইলা।
আলপৈচান দাস কৰ্ম কৰিয়া বালক
মনৰ আনন্দে ধন্য বোলয় নিজক।
সিদ্ধগণৰ দাস কৰ্ম কৰি চিৰকাল
কটাইৰ এই জন্ম পৰে হব ভাল।
মাহ চাৰি অন্তে সিদ্ধগণ যেবে গৈলা
পঞ্চবৰ্ষ দাসী সুত পিছতে লৰিলা।
অনেক দুৰক গৈলা কাকো নমানয়
সিদ্ধগণে দেখি পথে অপেক্ষা কৰয়।
বালকৰ সঙ্গে পুনু উভতি আহিল
তিনি দিন গৃহে থাকি হৰি নাম দিল।
হৰি নাম মন্ত্ৰ লৈলো কৰিলেক ধ্যান
হৃদয়ত ভগৱন্ত ভৈলা বিদ্যমান।
পৰম জ্যোতিৰ্ময় ৰূপ দেখি বিপৰীত
আনন্দতে পুলকিত দাসী পুত্ৰ চিত্ত।
খন্তেক পাছুতে হৰি ভৈলা অন্তৰ্দ্ধান
কান্দি কান্দি বালকে কৰিলে বহু ধ্যান।

দেখা দিয়া অন্তৰ্দ্ধান দৈৱ হৰি
কৰিলা অনেক স্তুতি কত দিন ধৰি।
তাৰ পাছে দৈৱবাণী শুনিলন্ত কাণে
নাপাবা আমাক তুমি ইটো যোগ ধ্যানে।
ইটো দেহা এৰি তুমি পৰলোকে যোৱা
ব্ৰহ্মাৰ শৰীৰে গৈয়া তাতে ঠাই লোৱা।
হইবা মানস পুত্ৰ দেৱ সৃষ্টিকৰ
তাৰ পৰে হব জন্ম দেৱতা কুলৰ।
যেবে জন্ম পাবা তুমি দেৱতা কুলত
পাৰিষদ হবা আহি ইটো বৈকুণ্ঠত।
আমাৰ অনুগ্ৰহে তুমি দেৱতা হইবা
ত্ৰিজগত ভ্ৰমি নাম ধৰ্ম প্ৰচাৰিবা।
এহি মতে দেৱ ঋষি দাসীৰ কুমাৰ
ত্ৰিলোকত অবাধ গতি জানিবা তাহাৰ।
দাস কৰ্ম কৰি তিনি দেৱৰ্ষি হইলা
সৰ্ব্ব দেৱ প্ৰিয় পাত্ৰ স্বীকৃতি পাইলা।
এতেকতে কও শুনা যত ভক্তগণ
দাস কৰ্মে বাঢ়ে পূণ্য জানে সৰ্ব্বজন।
বিপদত আশ্ৰয় দান ভোকত দিয়ে অন্ন
মুমুৰ্ষক শুশ্ৰূষা কৰা অতি পূণ্য কৰ্ম।
*প্ৰসৱ সময়ে প্ৰসূতিক সেৱা কৰে*
*ঘৃণা নকৰিয়া যদি আলপৈচান ধৰে।*
*শত যজ্ঞ কৃত পূণ্য সিজনে লভয়*
*সেৱা ধৰ্ম জানিবা সবাতে শ্ৰেষ্ঠ হয়।*
এতেকতে ভক্তগণ কৰা সেৱা ধৰ্ম
ভকত সজ্জনৰ সঙ্গে কৰা দাস কৰ্ম।

পূণ্য হব জানিবাহা অযুত যজ্ঞ সম
অনায়াসে পাবা গৈয়া বিষ্ণুৰ অজ ধাম।

হৰি নাম মুখে লৈয়া নিজ কৰ্ম কৰা
হৰি হৰি বুলি সবে সুখে ভৱ তৰা।



## ভাটৌ কুচীয়া কেশৱচৰণ আতাৰ বৃত্তান্ত

### পদ

মাধৱদেৱৰ মুখ্য শিষ্য একজন
যাহাৰ প্ৰসিদ্ধ নাম কেশৱ চৰণ।
সেইজন আতা ছিল ভক্ত অতিশয়
তাহাৰ বিবৰণ কিছু বুলিবাৰ হয়।
কোচ ৰাজ্যৰ দক্ষিণত বাগুকা নগৰ
তথাত আছিল কাইথ ধনী একঘৰ।
টেপাই নামে ছিল সিটো আঢ্যৱন্তশীল
চিৰাখা বিৰাখা নামে পুত্ৰ উপজিল।
নন্দন কুমাৰ নামে তাহাৰ তনয়
গাভৰু নামেতে পুত্ৰ তাৰ উপজয়।
দীঘলা নামেতে ভৈলা নন্দন তাহাৰ
টেপু চতুৰ্ভুজ দুই পুত্ৰ ভৈল যাৰ।
টেপুৰ তনয় কেশ অতি শান্ত ধীৰ
বাৰ ভূঞাগণৰ বংশ বুলি কৰে স্থিৰ।
গুৰুৰ উপৰি বংশ যখন উজাই
তাহাৰ লগতে সবে আহিলা উজাই।
উজনীত থাকিল দুই কুৰি যে বৎসৰ
ৰজাৰ শাসনে তাহাৰ মনত অস্থিৰ।

গুৰুজনে আহোম ৰাজ্য যখন এৰিল
সঙ্গ বিচাৰিয়া বহু পিছুতহে আহিল।
প্ৰজা ৰাজ্য এৰি যায় ৰজা পাইল লাজ
চাউচাঙক মাতি বোলে কৰা এক কাজ।
কেসেৰা নামেতে সিটো অতি বলবান
যদ্যপি চাউডাঙ তাৰ আছে বহু জ্ঞান।
সৰল ভাবে বুজাই বঢ়াই লোক বোলয়
নিজ ৰাজ্য এৰি গলে সম্মানো হেৰায়।
এতেকতে যতে আছা ততে থাকি যোৱা
ই ঠাই এৰি গলে সুখ কতোৱে নোপোৱা।
প্ৰজাগণ ৰাখে বুজাই যাবলৈ নিদিলা
নিজ ধৰ্ম আচৰিয়া থাকিবে বুলিলা।
কঠাল কুচীয়া বিপ্ৰ ছিল বালিহাট
খেতি-বাতি কৰি থাকে তাহাৰ জমিত।
এক দিন বিল বুকে মাছ মাৰিবাৰে
দেখিল এক বৃদ্ধ আছে সিটো বিল পাৰে।
কথা বিনিময়ে দুয়ো হল পৰিচয়
আনন্দিত ভৈলা দুয়ো বন্ধু হুয়া ৰয়।

দুইজনে কৰে নিজ কন্যা বিনিময়
দুই ঘৰৰ কন্যা দুইবো বোৱাৰী হোৱয়।
আলোচনা কৰি দুয়ো কৰিলেক স্থিৰ
ভটিয়াই চলি যাবো দুয়ো ঘৰ মিতিৰ।
কঠাল কুচিয়া বিপ্ৰ আৰু টেপুৰাই
একত্ৰে মিলিয়া আহি ভাটৌকুচি পাই।
তাহাতে জন্মিল পুত্ৰ কেশৱ চৰণ
শান্ত ধীৰ স্থিৰ মতি বালক সুজন।
যখনেতে কেশৱ চৰণ ডাঙৰ হইল
সৰু ধন ভূঞাৰ কন্যা বিবাহ কৰিল।
ভটিয়াই আহিলা পুনঃ নামনিৰ ফালে
আহি আহি হাজো কাষে বৰদধি পালে।
তাৰ পৰা বৰ বিষ্ণু আতা থানে গৈলা
দুই বৰ্ষ তাতে ৰই ফিৰিয়া আহিলা।
তাৰ পাছে পাইলা আহি বৰপেটা থান
গুৰুত শৰণ লৈলা লই ধৰ্ম জ্ঞান।
মাধৱদেৱ চিনি পাই পুৰুষ সুজন
কেশৱ আতৈ বুলিয়া নাম দিলা সিটোজন।
অতি গুণশীল ব্যক্তি আছে শাস্ত্ৰজ্ঞান
ভাটৌকুচীয়া কেশৱ আতৈ বোলে সৰ্ব্বজন।
তাৰ পাছে কেশৱ আতৈ উজনি চলিল
বহু থানে বহুজনে ধৰ্মক ধৰিল।
পদ্মকান্ত নাম এক গুণী জ্ঞানীজন
তাহাক আনিল আতা কৰিয়া যতন।

কেশৱ আতাৰ বাণী মনে প্ৰাণে ধৰি
নিৰন্তৰে সব লোকে বোলা হৰি হৰি।

**********

## *লক্ষ্মীকান্ত আতৈৰ বৃত্তান্ত*

### *পদ*

মধ্যম কামৰূপৰ ঠাই নাম ধৰ্মপুৰ
সেই অঞ্চলত ঘোৰা ঘাট মহাপুৰ।
ঘোৰা ঘাট নাম ইটো সুপ্ৰসিদ্ধ অতি
পুষ্কৰ নামেতে লোক কৃষক সন্ততি।
বিয়া কৰাই ভাৰ্য্যা সমে ছিল মহাৰঙ্গে
তিনি বৰ্ষ কটালে দুইজন এক সঙ্গে।
পুত্ৰ এক উপজিল ভৈলা তিনি মাহ
সেই সময়ত মাতৃক ৰোগে লৈলা বাহ।
সিটো ৰোগে মৰি গৈলা পুষ্কৰৰ জায়া
দুই মাহ কটাইলা বৰ দুখ পাইয়া।
এনেদৰে আছিলন্ত সিটো মহাজন
তীৰ্থ লাগি যাইবাক কৰিলেক মন।

এক তোলা সুবৰ্ণ আছিল তাৰ ঘৰে
মনে ভাবে যদি তনয়ৰ আল ধৰে।
তাকে দিয়া যাইবো তেওঁ তীৰ্থ পৰ্য্যটনে
সন্তানৰ বাবে কিন্তু চিন্তা কৰে মনে।
দেখিলেক'এক দিন ঘৰ ছাল হন্তে
পৰিলে মকৰা গোট বিড়ালৰ আগতে।
ধৰি খাই বিড়ালে তাক পোণা চলি যাই
ছালত উঠিল পোণা বগ্মই বগাই।
বহু পোণা ছালে উঠি ভৈলা থান-বান
দেখিয়া পুষ্কৰ আতে উদাসীন মন।
গ্ৰামেতে আছিল দীন বিধবা ৰমনী
নাছিল সন্ততি তান নন্দন নন্দিনী।
ভিক্ষা কৰি দিন মান পেট প্ৰবৰ্ত্তাই
শিশু লৈয়া পুষ্কৰ তাহান পাশে যাই।
বুলিলা ভগিনী ধৰা তোমাৰ ছোৱাল
পুত্ৰ জ্ঞান কৰি তুমি কৰা প্ৰতিপাল।
এক তোলা সুবৰ্ণক দিলো মন পুৰি
লগতে থাকিবা ঐত মোৰ ঘৰ পুৰী।
মাটিৰ আধিয়া দিবা ফচল পাইবা
বস্তিৰ ফচল যত তুমিয়ে খাইবা।
তীৰ্থক্ষেত্ৰে চলি গৈলা বাৰটি বছৰ
বুঢ়ীৰ যত্নতে শিশু হইল ডাঙৰ।
লক্ষ্মীকান্ত নাম ৰাখে অতি যত্ন কৰি
অল্প বিদ্যা জ্ঞান পাইলা গ্ৰাম্য টোলে পঢ়ি।
বাৰ বৰ্ষ বয়স তাৰ যেতিয়া হইল
সমনীয়াগণে তাক মস্কৰা কৰিল।
মা-বাপ নাই তোৰ মাউৰী বালক
পৰমাতৃ খুন্দা মাৰি ৰাখি আছে তোক।
মাতৃত সুধিলা কথা বিনয় বচন
কহিয়োক মাতৃ কোন পিতৃ কোনজন।
কৈত ঘৰ-বাৰী মোৰ কোন বংশে জাত
এতিক্ষণে আমাৰ পিতৃ-মাতৃ ক'ত।
সমনীয়াগণে মোক ভেঙুচালি কৰে
ঢোকা ছলি মাউৰা ছলি কথাৰ বাণ মাৰে।
বুঢ়ী বোলে এই গৃহ এই মাটিবাৰী
এই ঘৰে জন্ম তব জানা নিষ্ঠ কৰি।
এই গৃহৰ পাৰ্শ্বে যিটো গৃহ আছে
মোৰ পজা ঘৰ সিটি জানি সবা পাছে।
তিনি মাহ বয়সত মাতৃ গৈলা চলি
পিতৃও গৈলা বিস্তৰ তীৰ্থ চাও বুলি।
মকৰাৰ পোণা দেখি তোমাক এৰিলা
এক তোলা কাঞ্চন সহ আমাক গতাইলা।
এবে তুমি যুৱা ভৈলা জনাইলু আজি
আমাৰ সান্নিধ্য তুমি নযাইবা ত্যজি।
পঞ্চাদশ বৰ্ষ যেবে হইব তোমাৰ
দেখিবা পিতৃক তুমি জনাইলো ইবাৰ।
লাজ পাই যুৱা গৈলা মাধৱৰ পাশ
শৰণ লভিয়া বাহাত কৰিলন্ত বাস।
পঞ্চদশ বৰিষ কাল যেবে বই যাই
তীৰ্থ হন্তে পুষ্কৰেও ফিৰিয়া আহই।
পুত্ৰৰ চিন্তাত তাৰ বিগলিত মন
বুঢ়ীৰ পাশক গৈয়া কৰে অন্বেষণ।

পুত্ৰ কেনি গল আই আছে কিবা কৰি
ব্যাকুলিত ভাৱে সোধে পুত্ৰৰ বাতৰি।
বুঢ়ী বোলে বৰ্ষ আগে পুত্ৰ গৈলা এৰি
আমাক ত্যজিয়া গৈলা বৰপেটাৰ পুৰী।
বিচাৰি পুত্ৰক পাছে পুষ্কৰ চলিল
কেচুৱা যে যুৱা ভৈলা চিনি নপাইল।
গুৰুত পুছিলা সব বৃত্তান্ত জনাই
মাধৱ বুলিলা তুমি ঐত থাকা ৰই।
ইটো থানে ৰই আছে তোমাৰ তনয়
দুই চাৰি দিন পৰে পাবা পৰিচয়।
যিটো বাসস্থানে লক্ষ্মী আশ্ৰয় লইল
সিটো বাসস্থান গুৰু পুষ্কৰক দেখাইল।
তিনি দিন ধৰি পুষ্কৰ অপেক্ষা কৰিলা
যুৱা এজন আহে যায় তাক নামাতিলা।
এক দিন বাহা ঘৰে পুষ্কৰ আছে ৰই
লক্ষ্মীকান্ত সোমাইল সিটো ঘৰে গই।
তুমি কোন বুলি পুষ্কৰ প্ৰশ্ন যে কৰিলা
মাউৰা অভাগা আমি উত্তৰ পাইলা।
পুষ্কৰৰ পুত্ৰ আমি দধি গ্ৰামে ঘৰ
তিনি মাহ বয়সে মাতৃ এৰা দিল মোৰ।
পাচ মাহ বয়সে মোক পিতৃ গৈলা এৰি
চুবুৰীয়া মাতৃৰ যত্নে আহিলো যে বাঢ়ি।
সেই বুঢ়ী মাতৃ মোক কৰিলা পালন
সমনীয়াৰ নিন্দা বাণে এৰি আইলু স্থান।

গুৰু কাষে শৰণ লই ইয়াতে থাকিলো
বুঢ়ীৰ ঋণ শুজিবাক মই নোৱাৰিলো।
পুষ্কৰ বুলিলা মই অধম পামৰ
জন্ম দিয়া পোণা এৰি বেৰাইলো নগৰ।
মকৰাৰ পোণা দেখি পোণাক এৰিলো
যৌৱন কালত আহি আজি দেখা পালো।
লক্ষ্মীক সাবতি ধৰি কৰিলা ক্ৰন্দন
মোক পিতা নুবুলিবা আমি যে অধম।
পিতা-পুত্ৰ দুইজন চিনাকি হইল
শৰণ লভিয়া দুয়ো দধি চলি গৈল।
হাতে পইচা ছিল যিবা লোণ কিনি লৈলা
প্ৰতিজনক বিলাই দিয়া ভক্ত শাৰী লৈলা।
তাতেই পাতিলা সত্ৰ দধি নাম ধৰি
গাঁওৰ মানুহ আছিল যিবা থাকিল ধৰ্ম ধৰি।
নামঘৰ হাঁটী বাহা বান্ধিলা তথাত
শৰণ লইলা আহি আতা দুজনত।
আচাৰ্য্য পাতিলা পাছে ধৰ্মপুৰ থানে
প্ৰায় লোকে শৰণ লয় তাহাৰ চৰণে।
লক্ষ্মীকান্ত আতৈ গুৰু ভৈলা অনুপম
দধি সত্ৰ পাতিলেক কৰি হাতে কাম।
সত্ৰৰ ভকত যত সিধা পাতি লই
নামঘৰে আহি সবে হৰি নাম গাই।
ধৰ্ম বিয়পিল ধৰ্মপুৰ অঞ্চল জুৰি
গুৰু স্মৰি সব লোকে বোলা হৰি হৰি।



# মেঘৰাম চাৱলীয়া আতৈৰ পৰিচয়

## পদ

তাৰ পাছে বোলে কথা আতৈ চক্ৰপাণি
বৰপেটা থানে উঠে হৰি নাম ধ্বনি।
তাল খোল শবদত সঘনে উঠে ৰোল
লোকৰ মুখত মাত্ৰ হৰি হৰি বোল।
এই থান ৰমক্ জমক্ ভৈলা আহি যেবে
চাৰিওফালৰ ভকত আহি গৈলা তেবে।
সত্ৰত আছিল ভক্ত মেঘ নাম খ্যাত
মেঘ চাৱলীয়া বোলে সবে জনাজাত।
কিছু দিন বাহা থাকি লাগিল আমনি
বিদায় মাগিল গৃহে যাইবো এখনি।
গুৰু বোলে যোৱা বাৰু তুমি ঘৰলৈ
ছাটিকে বাটচৰাত এৰিবা ই ঠাই।
লোকজন ছিল সজ বুদ্ধিক নজানে
ছায়াক বোলয় থাকা তুমি এই থানে।
কতবাৰ থাকিবাক ছায়াক বুলিলা
তথাপিতো ছায়াই কভু লগক নেৰিলা।
একো একোবাৰে ৰাগ কৰিয়া বোলয়
ছায়াৰ উত্তৰ মেঘ কিছু নপাৱয়।
কোনো দিনে কাবৌ কৰে ছায়া চুই চুই
কোনো দিন মাৰে গোৰ কিয় যাব তই।

এক দিন গুৰু কাষে বুলিলা বচন
ছায়াই নাথাকে বাপ কি কৰো এখন।
দক্ষিণ ফালে কি জানিবা অন্নক মিলয়
ছায়াই নাথাকে দেখো কি কৰো উপায়।
গুৰু বোলে দক্ষিণ ফাল ঘোৰ অৰণ্যত
অকলে নাযাবা তুমি সিফালে বনত।
সঙ্গী কিছু লৈয়া যাও তেবে কৰ্ম্ম হব
তথাপিতো পূৰ্ব্ব কৰ্ম ফল যে থাকিব।
পূৰ্ব্ব কৰ্ম ফলে পাবা ই জন্মত সুখ
যদি ফল জমা নাই পাবা বহু দুখ।
ই জন্মৰ আৰ্জিত ফল কিছু ভোগ হয়
আৰু কিছু পৰ জন্মে জমা হুয়া ৰয়।
মন পুতি বুদ্ধি খাটি কৰা ঐতে কৰ্ম
সুখ পাবা শান্তি পাবা হব মহাধৰ্ম।
কায়াৰহে ছায়া তাৰ অস্তিত্ব যে নাই
অতিকে অবুজ তুমি কিছু জ্ঞান নাই।
মেঘ ছাৱলীয়া পাছে সিটো ধান্দা এৰি
কৰ্মত লাগিলা গুৰু উপদেশ ধৰি।
মাধৱৰ বুদ্ধি গুণ কৰ্মৰ মহিমা
সামান্য মনুষ্যে তাত কৈত পাইব সীমা।

হেন জানি ভক্তগণ আন ধান্দা এৰি
মাধৱক স্মৰি সবে বোলা হৰি হৰি।

: —x—:

## চিলা আতৈৰ আখ্যান

### পদ

তাৰ পাছে বোলে কথা আতৈ চক্ৰপাণি
বৰপেটা থানৰ লীলা বোলয় বখানি।
একে একে বোলে কথা আছে যতমান
এবে শুনা সুখুনা ভকতৰ আখ্যান।
সব ভক্ত মিলি বিলে মাছ মাৰি খাই
সাংসাৰিক সি সব লোক দোষণ নযাই।
বাহাৰ উদাসীন ভক্তগণকো দিবয়
উদাসীন গণে তাক ভাগ কৰি লয়।
যিজন ভকতে ইটো ভগা কৰ্ম কৰে
সিটোজনে বেচি ৰাখে ঘৰৰ ভিতৰে।
ভকতসকলে মাছ খায় কম কৰি
দেউৰী আতৈ খায় বহু বেচি ধৰি।
কালক্ৰমে ভকতৰ আয়ু সমাপত
পৰ জন্মে জন্মিল গৈয়া চিলাৰ গৰ্ভত।
ভকতসকলে যখন মাছ মাৰি থয়
খালৈৰ পৰা থাপ মাৰি মাছ নিয়া খায়।
খোলা ভাবে থলে নিয়েদুই তিনি গোট
ভকতসকলে বোলে চিলা অদ্‌ভূত।
একে দিনা ভক্তগণে কথাৰ মাজত
চিলাৰ কথাক কয় বুলিয়া অসত।
খালৈৰ পৰা নিয়ে মাছ ৰাখিবে নপাৰি
খোলা ভাবে ৰাখিলেও নিয়ে কম কৰি।

খালৈ বগৰায় আৰু ভাল মাছ নিয়ে
খোলা ভাবে ৰখা হলে দুটা এটা খায়।
ইটো চিলা হন্তে ৰক্ষা পৰো কেন কৰি
কৰিলে জুলুম আমাক বহুৰেক ধৰি।
মাছমৰীয়াক বহু কৰিলে যাতনা
কত মাছ নিয়া খালে নহয় গণনা।
চিলাৰ উৎপাত হেতু মাৰিবে নপাৰি
ইয়াক খেদাও প্ৰভু কিনো উপাই কৰি।
গুৰু বোলে আজি এক কাম কৰা বাৰু
কোনো কালে চিলা ইয়াক নাহিব যে আৰু।
খেৰৰ মুঠিয়া বান্ধি জুই আঙঠা থোৱা
মুঠিয়াৰ ওপৰত মাছ এটি থোৱা।
মুঠিয়াৰ লগত মাছ বান্ধা ভাল কৰি
মাছ সতে মুঠিয়া যেন সঙ্গে যায় উৰি।
সেইদিনা ভকত সবে মুঠিয়া বান্ধিল
শুকান খেৰ বান্ধি পাছে অটাই বান্ধিল।
তাৰ মাজে আঙঠা এটি ৰাখি সযতনে
ওপৰত এটি মাছ বান্ধিল সাৱধানে।
খোলা ঠাইত ৰাখি দিলা ইটো বন্ধা মাছ
চিলা আহি মাছ দেখি মাৰিলেক থাপ।
মাছ লৈয়া চিলা বাপু আকাশে উৰিল
বতাহ লাগি জুই মুঠি আপুনি জ্বলিল।

জুই জ্বলি পাখী পুৰি চিলনী মৰিল
সেই দিন ধৰি ভক্তগণেও সাৰিল।
তাৰ পৰে নাই আৰু ভক্তৰ দুৰ্গতি
মাছ মাৰি আনি খাই নাই কোনো ক্ষতি।
চিলাৰ মৰণ শুনি মাধৱদেৱ বোলয়
গামোচা নিৰ্মালি দিয়া পুতিবে কহয়।

ভক্তগণ সেই মতে গামোচা সহিতে
চিলাক কবৰ দিলা বিলৰ পাৰতে।
ভক্তগণে মাধৱত সুধিলা পাছত
চিলাক মাৰিলো আমি নিজ কাৰণত।
ইয়াৰ কাৰণে জানো আমাৰ দোষ নাই
মাধৱদেৱে সব কথা বুলিলা বুজাই।



## *গোবিন্দ আতৈৰ মাকৰ সেৱা*

### *পদ*

চক্ৰপাণি বোলে বাচা মহা ভক্তগণ
বৰপেটাৰ লীলা কথা কৰিলা শ্ৰৱণ।
আন আন কথা যত এহিমানে থওঁ
বুঢ়ীৰ পো গোবিন্দ আতৈৰ কথা কওঁ।
কৰৈবাৰী নামে গাঁও অতি সুচীকণ
সুদাম নামেতে বুঢ়া ধৰ্ম কাৰ্য্যে মন।
ৰতি প্ৰিয়া নামে কন্যা তনয়া তাহাৰ
গোবিন্দপুৰ গ্ৰামে বিয়া দিলে নৰ বৰ।
পৰম বিনয়ী কন্যা গৃহতে থাকিল
গোবিন্দ নামেতে পুত্ৰ তাহাৰ জন্মিল।
পুত্ৰ পাই সন্তোষিত সুদাম দুহিতা
ভাগ্যৰ লিখন কিন্তু কভু নাযাই কটা।
ছয় মাহ বয়সতে পিতৃ গৈলা এৰি
ককাকৰ যত্নে বাঢ়ে সেই দিন ধৰি।

পিতৃহীন লৰা তাতে অন্য গাৱৰ ছলি
সমনীয়াবোৰে তাক মাতে ঢোকা বুলি।
কাৰো সৈতে খেলা-ধূলা কৰিবে নেদয়
এই হেতু গোবিন্দই মনে কষ্ট পায়।
সঙ্গে ভাত নেদে আৰু নোচোৱয় কাকো
নকৰে ধৰম কৰ্মে যোগদান একো।
এজনী বিধবা মাতৃৰ এজন সন্তান
মৰম কৰিয়া চায় সিটো ৰাত্ৰি দিন।
ঘৃণা কৰা হেতু ৰাতি বুলিলা ককাক
গুৰু গৃহে ৰাখা আলধৰীয়া তাহাক।
বৰপেটাক লাগি আনি মাধৱক দিলা
অতি নাবালক লৰা মাধৱে দেখিলা।
গুৰু বোলে ইটো বাচা অতি সুকোমল
নাই হোৱা কৰ্ম কৰিবাক গাত বল।

কাৰ বাচা কিবা হেতু আনিছা ই ঠাই
ইয়াৰ পৰিচয় মোক কহিও বুজাই।
সুদাম বুলিলা ইটো আমাৰ দৌহিত্ৰ
মোৰ কন্যা জামাইৰ একমাত্ৰ পুত্ৰ।
শৈশৱ কালতে তাৰ পিতৃ গৈলা এৰি
অভকতৰ লৰা বুলি সবে ঘৃণা কৰি।
এতেকতে ইটো ঠাই ৰাখি থও আমি
কৃপা কৰি দিও বাপ চৰণ দুখানি।
গুৰু বোলে নাবালক মাতৃৰ তনয়
মাতৃ বুকু উদং কৰা উচিত নহয়।
তবে এক কৰ্ম কৰা আনা দুয়োজন
শৰণ লভিয়া তাৰা শুদ্ধ হোক মন।
তোমাৰ পাশত থাকিওক কিছু দিন
বয়স হইলে আহি ধৰিব পৈচান।
গুৰুৰ আদেশ মতে দুইজনেই আহিলা
কিছু দিন থাকি সেৱা কৰ্মক কৰিলা।
বাহাৰ কাষত থাকি মাতা-পুত্ৰ দুই
আল ধৰিয়াৰ কাম কৰিয়া থাকই।
তাৰ পাছে গোবিন্দই কাটিলেক নল
গুৰুৰ বাহাত খৰি যোগান ধৰিল।
মাধৱদেৱে সেই খৰি চাউল সিজায়
এই মতে মাতা পুত্ৰ দুইজন ৰয়।
মাতৃয়ে সাৰয় চোতাল মুচে কাথি-ঘৰ
প্ৰভাতে উঠিয়া কাম কৰে খৰধৰ।
তাৰ পাছে প্ৰসঙ্গত যোগদান কৰি
সোনকালে আহি বাহাত পানী যোগান ধৰি।

দুখে শোকে পকে চুলি বুঢ়ী যেন হল
সবে বুঢ়ী বুলি ডাকি কৰে মাত বোল।
এদিন হঠাতে হল বিষ ককালৰ
পৰি ৰল শেতেলিত কপি থৰ থৰ।
গুৰু শুনি বোলে বাৰু নালাগে মুচিব
বেমাৰ নাপাইলে ভাল নালাগে সাৰিব।
তিনি দিন কৰা নাই সাৰা-মুচা কাম
পৰি আছে শেতেলিত কৰি ৰাম ৰাম।
তথাপি কিন্তু ঠাই সৰা-মুচা হয়
দোকমোকালিতে ইটো কোনে কৰি যায়।
গুৰুৰ আদেশে শ্ৰীৰাম আতা সুধিলন্ত
বুঢ়ী বোলে গুৰু বাক্যে উলঙঘা নহন্ত।
প্ৰসঙ্গত বুলিলেক আতা সমুদাই
বিনা আদেশত বুঢ়ী কৰ্ম নকৰই।
তিনি দিন ৰখি আতা কিছু নেদেখয়
তাকে দেখি মনে মনে হৰি নাম লয়।
সিদিনা দেখিল আতা অপূৰ্ব্ব ঘটন
বিজুলীৰ চমক যেন বুঢ়া-বুঢ়ী দুজন।
কাষ চাপি গৈলা দুয়ো অন্তৰ্দ্ধান ভৈলা
ৰাতি দেখা কথাখিনি গুৰুক বুলিলা।
গুৰু হাঁহি বোলে এবে বুঢ়ীক কোৱা গই
যদি ইচ্ছা আছে সেৱা কৰোক ই ঠাই।
সিদিনাৰ পৰা বুঢ়ী ভক্তা জনী হ'ল
বুঢ়ীৰ পো গোবিন্দ আতে বুলি খ্যাতি ৰল।
ভক্তৰ মহিমা কেনে দেখা বিপৰীত
হৰি নিজে দাস হয় ভক্তৰ চিন্তি হিত।

এতেকতে সব লোকে হৰি নাম লোৱা
অন্য ধৰ্ম চিন্তা সবে কাটি কৰি থোৱা।
হৰিৰ একান্ত ভক্তৰ কতো দুখ নাই
এতেকতে থাকা সবে হৰি গুণ গাই।
ৰাম কৃষ্ণ বোলা সবে তাহাক সুৱৰি
সব লোকে সমস্বৰে বোলা হৰি হৰি।

>>>>■<<<<

## উদাসীন ভকতসকলৰ বৃত্তান্ত

### *পদ*

কথা বুলি যায় ক্ৰমে আতৈ চক্ৰপাণি
যত কথা বুলি আছে নাপায় আমনি।
এহি মতে ৰই আছে মাধৱ মহন্ত
উদাসীন কত ভক্ত তথাত আছন্ত।
গুৰুৰ আদেশে সবে কৰে নিত্য কৰ্ম
প্ৰসঙ্গকে আদি কৰি যত সেৱা ধৰ্ম।
যদুমনি আতৈ চিৰা ভাজি কুটি থয়
গুৰুক লাগিয়া চিৰা অতি যতনায়।
ভাল মণ্ড কিবা হ'ল পৰীক্ষাৰ হেতু
দুটি মান উলিয়াই মুখে কুটে কিন্তু।
দেখি শ্ৰীৰাম আতা বুলিলন্ত পাছে
আগে খোৱা তুমি গুৰুক উচিষ্টহে দিছে।
গুৰুৰ আগত কথা শ্ৰীৰাম বোলই
গুৰু বোলে যদুমনি হই কি নহই।
বোলে যদুমনি বাপ আলাগতে আনি
ভাল মন্দ জানিবাৰে চাকি চাও আমি।
পৰীক্ষা নকৰি চিৰা ভাজিবাৰে নৰি
নহব সি কৰ্ম যদি থাকে দোষ ধৰি।
গুৰু বোলে ইটো কৰ্মে দোষণ নাযাই
ভকতৰ অৱশেষ আমি থাকো খাই।
ভকতৰ অৱশেষ আমি জীৱ প্ৰাণ
ইয়াক এৰয় যিটো বধৰ সমান।
ভকতৰ অৱশেষ শ্ৰেষ্ঠ বস্তু হই
তাক ভুঞ্জিবাৰ সখি মোৰ ইচ্ছা যাই।
এই কথা কৃষ্ণে বোলে সখী অৰ্জুনত
যদুমনিৰ দোষ নধৰিবা এতেকত।

✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪

ৰাম আতৈ আছিলন্ত ভক্ত একজন
সদায় তাৰ ক্ৰোধ চিত্ত বিচলিত মন।
কছাৰী জাতিৰ লোক যদিও খণ্ডাল
স্বভাৱ সৰল আৰু মন ফৰকাল।

তেওঁৰ পত্নী দানী মানী অতিকে সাদ্ধ্বী
ভকতৰ বাবে নিয়ে চাউল পিঠা গুৰি।
প্ৰতি দিনে এক মুঠি চাউল সাচি থয়
টেকেলি ভৰিলে আনি গুৰুক দিয়য়।
সি কাৰণে ৰাম আতৈ সদা পাৰে গালি
তথাপিতো সাচে চাউল ৰাখয় চণ্ডালি
অন্তিম কাল পালে আহি ভকত চলি গৈলা
গালি পাৰা হেতু সৰ্প জন্ম পাইলা।
নামঘৰৰ কাঠিত উঠি হৰি নাম শুনে
এইদৰে সৰ্প গোট আহে প্ৰতিদিনে।
সৰ্পৰ চৰিত্ৰ ভক্তগণে বুজি পায়
কলপাতে প্ৰসাদ ভোগ বস্তু আনি দিয়ে।
এক দিনাৰ বামুনাৰ ভক্ত চাৰিজন
সাক্ষাত কৰিবে গৈলা বৰপেটা থান।
গুৰু দৰশন হেতু বেগাই চলয়
দূৰৰ পৰা পিছত অহা সৰ্প দেখা পায়।
পথ হন্তে দেখিলেক বৰ সৰ্প গোট
পিছত আহিছে ধাই তুলি উচ্চ ফেট।
ভক্তগণে বোলে ইটো কাল বিষধৰ
ইয়াক নামাৰিলে হব অনিষ্ট লোকৰ।
চপৰা মাৰিয়া সিটো সাপক মাৰিলা
তাৰ পাছে নামঘৰে আহিয়া বহিলা।
প্ৰসঙ্গৰ শেষ ভৈলা প্ৰসাদ বাটিল
মাধবদেৱ বোলে সৰ্প ভক্ত যে নাহিল।
কোন সৰ্প ভক্ত আছে সোধে কতজনে
বুলিলা মাধৱ সৰ্প আহে ইটো থানে।

ভক্ত চাৰিজনে বোলে আমাৰ পাছত
আহিছিলে বিয়গোম সৰ্প এক গোট।
দংশন ভয়ে মাথাত মাৰিলো দলি তাৰ
মৰি গৈলা সৰ্প গোট আঘাতে আমাৰ।
গুৰু বোলে নিৰমালী বস্ত্ৰ লৈয়া যাহ
গাতখানি সবখিনি তাতে পুতি থহ।
যেইমতে গুৰুজন আদেশ কৰিল
ভক্তগণে সৰ্প গোট পুতিয়া ৰাখিল।
দ্বাৰে দ্বাৰে সেৱা জনাই ফুৰিছে লোকত
ৰাতি কালে ভক্তগণে দেখে সপোনত।
প্ৰভাতে প্ৰসঙ্গ কালে সবে আলোচিলা
পোহাৰীৰ ৰাম আতৈ বৈকুণ্ঠে চলিলা।
তাকে শুনি গুৰুজন পদ নিবন্ধন
কৰিলেক সেইমতে শুন দিয়া মন।
*উটে যেন মাথে বোজা লৈয়া*
*অঠাই জলত নামে গৈয়া*
*উটে বোজা কত নাপায় তাৰ উমান*
*সেহি মতে দান ব্ৰত যত।*
*আজন্মে কৰিছে ক'ত ক'ত*
*ক্ৰোধে কৰে তাৰ সমস্ত ফল নিৰ্যান।*
ইহা বুলি গুৰুজন সবাকে বুলিলা
ক্ৰোধ ত্যাগ কৰিবাক সবাক কহিলা।
দেহৰ পৰম শত্ৰু কাম ক্ৰোধ লোভ
অতীতক লাগি কেৱে নকৰিবা ক্ষোভ।
সুদূৰ ভৱিষ্যত নকৰিবা পতিয়ন
অতীতক মৰিল বুলি কৰা বিসৰ্জ্জন।

ক্ৰোধ পৰিমশক্ৰ জানিবা আমাৰ
আকজানি সবে ক্ৰোধ পৰিহাৰ।

বৰপেটা থানৰ লীলা সবে নিজে পঢ়ি
সব লোকে সমস্বৰে বোলা হৰি হৰি।



## তিনি অখট বুঢ়াৰ শৰণ লাভ

### ছবি

এহি মতে গুৰুজন      থাকিল বৰপেটা থান
অনেক জঞ্জাল আহি পৰে
এটা সমাধান কৰি      অন্য এটা আহে লৰি
সমস্যাৰ ওৰকে নপৰে।
দুজন লোকে খৰি হেতু      শুকান গছ কাটিলেক
পৰে দুইজনে কৰে বাদ
শেষে ভৈলা হতাহতি      কিলা-কিলি গতা-গতি
ভাগৱত লাগে অবসাদ।
গুৰুক গোচৰ দিলা      মনৰ কথা বুলিলা
নিজ নিজ পক্ষ সমৰ্থিয়া
গুৰু বোলে নোহে ভাল      বস্তু লাগি কোলাহল
সব বস্তু থাকিব পৰিয়া।
ৰাখে হৰি মাৰে কোনে      মৰিলে ৰাখিব কোনে
সবে ছায়াবাজী মৰিচীকা
দেহা গোট যাব মৰি      খ্যাতাখ্যাতি ৰব পৰি
কেবে নাচায় মৃত্যুৰ বেলিকা।

হৰি নাম দ্ৰোহী যিটো ভকতক দ্ৰোহ কৰে
ভগবানে নকৰয় ৰক্ষা
ভকতৰ দ্ৰোহী যিটো হৰি নাম দ্ৰোহ কৰে
নামৰ দ্ৰোহী নাযাইব কক্ষা।

এতেকতে দুয়োজন নোহয় ভকত সুজন
পৰম অধম যে পামৰ,
ইহা হন্তে গুচি যোৱা অন্য ঠাই বাচি লোৱা
ইটো ঠাই মাত্ৰ ভকতৰ।

দুয়োজনে শৰণ লই গুৰুৰ চৰণ চুই
খৰিখিনি গুৰুক দানিল
অন্য খৰি কাটি আনি যোগাই আপোন ঘৰে
দুইজনে আতই° হইল।

০০০০০০০০০০০০০০০০০

অখট নামে বুঢ়া এক ডণ্ডৰকুচি আছিলেক
শুনি পালে গুৰুজন কথা
লোকক শৰণ দিয়া পাপ হন্তে নিস্তাৰিয়া
প্ৰচাৰিছে শৰণ সৰ্ব্বথা।

হাল লই প্ৰভাততে চলি গৈলা এক দিন
গল বেকা বেকি গৰু মুতি
মনত ভাবিলে ইটো কই দিব পাৰে যদি
কথাৰ ৰহস্য ভাণ্ডি পাতি।

তাৰ পাছে বুঢ়া লোক বুঢ়ীক কথা বুলিলেক
চাউল দালি ৰাখিবা যোগাৰ
অহা কালি প্ৰভাততে চলিবো বৰপেটা থানে
শৰণ লম যদি পাও উত্তৰ।

*°আতই - একেলগে শৰণ লোৱা বান্ধৱ*

সিমতে অখট বাপ		প্ৰভাতে চাপিল কাষ
বৰপেটা থানে মাধৱৰ
শুনা বাপ মহামানী		যিবা বোলো লোৱা জানি
কেৰমেৰ লৰুৱা কাহাৰ।
ইটো বস্তু কিবা হয়		নজানিলা লোকচয়
ভাঙি পাতি বুলিও আমাক
শৰণ লইবো আমি		যদি কথা কোৱা ভাঙি
ইটো নাম বোলই কাহাক।
গুৰু বোলে হাস্য কৰি		হালুৱা যাৱয় লৰি
বাটে বাটে মুতে কেৰ মেৰ
হালুৱা লৰুৰে মাৃৰে		কোবাই যায় পৃষ্ঠপোৰে
কেৰ মেৰ লৰুৱা নাম তাৰ।
তেখনে অখটে আহি		দুই হাত জুৰি নমি
গুৰু কাষে সিধা দিলা আনি
চৰণে শৰণ লৈলা		একো বস্তু নমাগিলা
মাত্ৰ লাগে চৰণ দুখানি।
গুৰুত শৰণ লই		গৃহক চলিয়া যাই
জীৱন সাৰ্থক আজি মোৰ
গুৰুক পাইলো লগ		ভজিলো মনে তাহাক
মুক্ত ভৈল পথ বৈকুণ্ঠৰ।
ooooooooooooooooo
বেতবাৰী গাওঁ মাজে		বুঢ়া এক লোক আছে
মলমতি অতিকে দুৰ্জন
যদি ধাৰে আনে বিত		সদা তাৰ পাপ চিত্ত
ধাৰ সুজা নহয় কদাচন।

ডেকা কাল ছিল যেবে        কাকো নমানিলে তেবে
গৰ্হিত কৰ্মক সদা কৰে
সিটো অপৰাধে তাৰ        কদাচ নাই নিস্তাৰ
যমদুতে আহি গলে ধৰে।
এক দিনা শয়নত        ধৰে বুঢ়াৰ গলত
তিনি যমদূতে বান্ধি নেই
আটাহ পাৰিলে বৰ        বুকু কৰে ধৰফৰ
আই আই বুলি গেৰি দেই।
জী এক আছিলেক        বৰপেটা গ্ৰামে বিয়া
দিয়া ৰাখি আনিছিল ঘৰে
পিতৃৰ শুনিয়া ৰাব        ৰহ কোন বুলি যায়
যমদূত পলাই লৰ মাৰে।
পিতৃ বোলে শুনা আই        ইহঁত নৰ নোহই
দেখিলো সাক্ষাত যমদূত
কিন্তু কথা আচৰিত        তোমাক দেখিয়া ঐত
লৰ মাৰিল কিনো অদ্ভূত।
বালিকা বুলিলা কথা        যমদূত গৈলা ইথা
ভকতক দেখি কৰে ভয়
অভকত বুলি জানি        তোমাক ধৰিলা আহি
অভক্তৰ এই দশা হয়।
গুৰুৰ কাষত গই        হৰি নাম মন্ত্ৰ লই
শৰণ লই হোৱা ভক্তজন
তেবেসে পাইবা মুক্তি        বুলিলো এইয়া উক্তি
অভক্তৰ নৰকে গমন।

বুঢ়া বোলে গুৰু কত কিবা নাম নাজানোহো
নাই মোৰ তেওঁৰ পৰিচয়
ভকত হয় কেনেকৈ যাও কোন পথ লই
গুৰু ভক্ত কাহাক বোলয়।
কন্যা পিতাকক কয় বৰপেটা থানে ৰয়
মহাপুৰুষ মাধৱ নাম যাৰ
তাহাত শৰণ লৈয়া এতে ঈশ্বৰক পায়া
পাবা গৈয়া বৈকুণ্ঠৰ দ্বাৰ।
কন্যাৰ বচন শুনি ইটো বুঢ়া অজ্ঞানী
মাধৱৰ সমীপ চলিলা
গুৰুত শৰণ লৈয়া ভক্তৰ সঙ্গত গৈয়া
যমৰ হাত এৰাই আহিলা।
শুনা হেৰা নৰগণ নামতহে দিয়া মন
হৰি নাম সবে কৰা সাৰ
আয়ু নাই আলেজালে কেতিক্ষণে ধৰে কালে
হোৱা সবে ভব নদী পাৰ।

✦✦✦✦✦✦

## *বৰপেটাত ভকত সম্মিলন আৰু জ্ঞানী ভকতৰ অৰ্থদণ্ড*

### *পদ*

তাৰ পাছে কথা বোলে বৈৰাগী অতই
জাকে জাকে নতুন ভক্ত কথাক শুনই।
বৰপেটা থানত লীলা কৰে গুৰুজন
এক দিনা তথা আহে ভক্ত সাতজন।
হৰিহৰ, বুঢ়া আতা সঙ্গে পৰশুৰাম
নাৰায়ণ ঠাকুৰ আতা আৰু শ্ৰীৰাম।
কেশৱ লক্ষ্মীকান্ত একত্ৰ মিলিল
গুৰুৰ সমীপে গৈয়া সবাই বহিল।

মাধৱ বুলিলা কথা গুৰুদেৱ নাম
ধৰ্ম অৰ্থ কাম মোক্ষ বস্তু অনুপম।
কথা ৰসে মজগুল সব ভক্তগণ
কিছু পৰ পিছুত আহিল জনাৰ্দ্দন।
দুৱাৰ বন্ধ কিবা কথা গুৰুজনে কয়
বাহিৰৰ কথা কিন্তু কেৱে নুশুনয়।
জনাৰ্দ্দন নামে আতে পলম কৰিল
আহিল যদিও ভকত বাহিৰতে ৰইল।
ধ্যান ভঙ্গ হব বুলি কাকো নামাতিল
দ্বাৰ কাষে শুই শুই কথাকে শুনিল।
মহে খায়, কাহ উঠে তবু শব্দ নাই
এনেদৰে ধৈৰ্য্য ধৰি আতই আছে ৰই।
তাৰ পাছে মধ্য ৰাত্ৰি সভা ভঙ্গ হল
গুৰুজনে বোলে ঘৰে চোৰ প্ৰৱেশিল।
জনাৰ্দ্দন বোলে বাপ চোৰ নহয় মই
ধ্যান ভঙ্গ ভয়ে আছো দ্বাৰ কাষে শুই।
হাত ভৰি কেনমতে বান্ধি আছ তই
মহ জানো কামুৰিয়া দিগদাৰী কৰা নাই?
ধন্য ধন্য ভক্ত তই সংযম শক্তি তোৰ
অন্য ভক্তগণৰ আগে স্থান হইব তোৰ।
মাধৱৰ কথাত অনুক্ষণে প্ৰীতি বাঢ়ে
যেন কামাতুৰে স্ত্ৰীৰ আলাপ নচাৰে।
জনাৰ্দ্দন পৰম ভক্ত বুলিয়া ঘোষিল
আন ভক্তগণৰ আগত ঠাই দিল।
তাৰ পাছ আৰ দুই ভক্তৰ মহিমা
শুনি লোৱা সবে তাহাতৰ জ্ঞান সীমা।
ধেনুখান্দা তীৰে দুই ভকত আছিল
দুইজনে দুই দৰা কৃষিক কৰিল।
দল ফল কৰে খেতি শ্যামল বৰণ
খেতি দেখি হৰষিত কৃষকৰ মন।
হঠাতে এদিন এজন ভক্ত কৃষকৰ
গৰু এৰাই খালে শস্য কাষৰ জনৰ।
ৰাগান্বিত হই বোলে শুনৰে দুৰ্জ্জন
গৰু এৰি দিছ তই অন্যায় কৰি মন।
গৰু দোষী নহয় তই অধম পামৰ
খেতি খুৱাই গৰুক তই হিংসা কৰ মোৰ।
গুৰুজনৰ আগত বৰ ভকত দেখাই
আগ শাৰী লোৱা গই তোৰ লাজ নাই।
ভকতে নকৰে জানা পৰৰ অন্যায়
পাৰ্য্য মানে উপকাৰ কৰিবাক চায়।
বিপদ আপদত কৰে পৰম সহায়
এই কথা সততেই গুৰুজনে কয়।
হিৰাই নামেৰে ভক্ত যদিও মহৎ
খণ্ড দমাই ৰাখিবাৰে নোৱাৰে সতত।
বেগতেই উঠে খণ্ড বেগে মাৰ যায়
খনে ৰুষ্ট ক্ষণে তুষ্ট সবাই জানয়।
খেতিৰ অন্যায় দেখি সিটো খেদি গৈলা
বীৰাই দেখিয়া কাণ্ড বুজাই বুলিলা।
তোৰ দৰে ৰাগী জনা ভকত নহই
ভকতৰ খণ্ড নামে চণ্ডাল বোলই।
নামত ভকত কিন্তু কৰ্ম চণ্ডালৰ
অল্প দোষে খণ্ড তই কৰহ বিস্তৰ।

জানি শুনি গৰু মই এৰি দিয়া নাই
পঘা চিঙি গল সিটো নজানিলো মই।
গৰু যেন অজ্ঞান প্ৰাণী কিছু নজানয়
আপোন পৰ শত্ৰু মিত্ৰ কিবা জ্ঞান হয়।
গৰুই খাইলে খেতি জানিলোহো মই
ভকতক ধৰি নিন্দা কৰ কিয় তই।
তয়ো ভক্ত, ময়ো ভক্ত ভক্ত দুয়োজন
ভকতে ভকত নিন্দে কেনেনো দুৰ্জন।
***ওপৰ মুখে থুই দিলে নিজ গাৰে পৰে***
***এই কথা তোৰ জানো মনত নধৰে।***
এইদৰে বুলিলা কথা বীৰাই ভকত
গৰু খেদি আনিবাক আগবাঢ়ি যান্ত।
হিৰাই বুলিলা কিয় খেদি আহ তই
তোৰ গৰু এৰা দিয়া মোৰ খেতি খাই।
তয়েই আহিলি আকৌ মোক মাৰিবাৰে
ভালমতে মতে আজি মই শিক্ষা দিব তোৰে।
এই বুলি খেদি গৈয়া গল ধাক্কা দিল
ধাক্কা খাই ভক্ত বীৰাই বাগৰি পৰিল।
মৰিলো মৰিলো বুলি কান্দিবে লাগিল
হীৰাই ধৰিয়া বোলে মোৰ দোষ ভৈল।
সামান্য কথাতে তোক প্ৰহাৰিলো মই
অমোচন পাপ হল মোৰ ৰক্ষা নাই।
ধৰিয়া তুলিলা পাছে হীৰাই সুজন
ভৰি চুই প্ৰণাম কৰিলা তেতিক্ষণ।
জানি শুনি পাপ কৰ্ম কৰিলো অনেক
দুৰ্জন মনক মোৰ শত ধিক্ ধিক্।

গৰু খেদি নিলা পাছে গৃহে বান্ধি থই
প্ৰসঙ্গক যাইবে লাগি সাজু হল গই।
দুইজনে প্ৰসঙ্গত আহিয়া বহিল
নাম প্ৰসঙ্গৰ ক্ৰীড়া সব সাঙ্গ ভৈল।
প্ৰসঙ্গৰ অন্তে কথা হীৰাই বুলিলা
আজি পুৰা মোৰ বাপ বৰ দোষ ভৈলা।
অকাৰণে বীৰাই বাপক প্ৰহাৰিলো মই
এই পাপৰ কোনো দিনে মোচ নযাই।
বীৰাই বোলয় বাপ ক্ষমিলো যে মই
যদ্যপি হিৰাই মোক ধাক্কা দিল গই।
দুইজনে একেলগে আছো এক ঠাই
কাজিয়া কৰিয়া থাকি কোনো লাভ নাই।
***কামত থাকিলে বাদ এদিন লাগয়***
***বিপদৰ দিনা কিন্তু সিজনকহে পায়।***
এতেকতে জেদ বাদ নৰাখিবো মই
হীৰাই ভক্তৰ খণ্ড ধান খেৰৰ জুই।
গুৰু বোলে দুইজনে অনুতপ্ত হই
প্ৰায়শ্চিত্ত ভৈলা দুয়ো আৰ দোষ নাই।
আপুনি আপোন বন্ধু শত্ৰুও আপুনি
হৰি ভজিলেহে তৰে আক জানি শুনি।
তথাপিতো ধৰ্ম দণ্ড লাগে যে দিবাক
অৰ্থ অন্ন দিয়া সেৱা কৰা ভক্তজাক।
গুৰু উপদেশে দুয়ো অৰ্থ দণ্ড দিল
প্ৰণামিয়া সবাক প্ৰণিপাত কৈল।
আশীৰ্ব্বাদ দিলা সবে নামক উচ্চাৰি
নিৰন্তৰে সবে শুনি বোলা হৰি হৰি।



# নাৰায়ণ, নিৰঞ্জন, আতৈৰ শৰণ, কৃষ্ণাইৰ বিদায় ৰাম গুৰু আতৈৰ আখ্যান

## পদ

চক্ৰপাণি বোলে পাছে শুনা ভক্তগণ
ভক্তগণ যত আছে বৰপেটা থান।
কতজনে থানৰ কাষে বাহ সাজি লয়
কত জনে গৃহে থাকি আহ জাহ কৰয়।
নাৰায়ণ, নিৰঞ্জন আৰা দুই ভাই
বৰ কবৈবাৰী থাকে সুখ শান্তি নাই।
গঞাগিৰি নামে এক তান্ত্ৰিক মহান
তাৰ অত্যাচাৰে দুইৰ নসহয় প্ৰাণ।
এক দিন গুৰু কাষে চলে দুয়ো ভাই
বুলিলেক চৰণত আমাক দিয়া ঠাই।
গঞাৰ অত্যাচাৰে তাত ৰবকে নোৱাৰি
আহিলো আমি চৰণত আশ্ৰয় বিচাৰি।
বাউলা ভকতৰ গৃহে আশ্ৰয় চাপিয়া
তিনি সঙ্গে আমি দুয়ো আহিলো লৰিয়া।
গুৰু কলে ঈশ্বৰত লবাহি আশ্ৰই
অহা কালি আহি যাবা উপবাস লই।
সেই মতে দুই ভাই আশ্ৰয় চাপিলা
মাধৱক গুৰু মানি শৰণ লভিলা।
গঞাগিৰিৰাই তাহাক কৰে অত্যাচাৰ
দুই ভাই থাকিবলৈ নোৱাৰিলে আৰ।

মাধৱত আহি সবিনয়ে যে বুলিলা
মাটি খুজি দুই ভাই আশ্ৰয় মাগিলা।
ঠাই এডুখুৰি দান দিয়া জিৰাইবাৰ
দুই ভাই ৰয় ইয়াত ত্যাগী অত্যাচাৰ।
গুৰু বোলে এই ক্ষেত্ৰে কিছু ঠাই নাই
খাল এটা আছে মাত্ৰ পিতনি ঢাক খাই।
হাতী মাউত একেলগে ডুবে যে খালত
তেনে এটি খাল আছে মাত্ৰ ই থানত।
নাৰায়ণ বোলে সেই খালক দিয়ক
শ্ৰম কৰি পুতি লম গভীৰ খালক।
গুৰু উপদেশে নল খাগৰী কাটিলা
বুন্ধা বান্ধি আনি সেই খালত ৰাখিলা।
ভাৰে মাটি আনি সিটো খালক পুতিলা
অতি দ খালত তাৰা ভেটিক তুলিলা।
তদন্তৰে দুই ভাই বজালী চলই
দুই কুৰি ভাল বাহ কাটিয়া আনই।
আহল বহল দুটি গৃহক বান্ধিল
পাকঘৰ সমে তিনি গৃহক সাজিল।
গছ কাটি আনি খুটা চটিক লগাই
অতিকে সুন্দৰ গৃহ সাজিলা দুই ভাই।

চটিৰ বহল কাঠ ৰল এড়ুখুৰি
গুৰুজনে বোলে লাগে কাঠ এড়ুখুৰি।
বেৰত আউজিলে লাগে মাটি কাপোৰত
এতেকতে বিচাৰিবা বহল কাঠ যত।
পাছে এক দিনা গুৰু ফুৰিবাকে যাই
খাল নেদেখিল দুই ঘৰ শোভা পাই।
ঘৰৰ কাষত এক কাঠ আছে পৰি
আহল বহল কাঠ দীঘল হাত চাৰি।
গুৰু বোলে কাৰ গৃহ খালৰ ওপৰে
দ ঠাইত নতুন ঘৰ কিনো শোভা কৰে।
শ্ৰীৰাম বোলে নাৰায়ণ নিৰঞ্জন দুই
খাল পুতি বান্ধে ঘৰ অতি যত্নাই।
বজালীৰ বাহ আনি গৃহক বান্ধিলা
এই হেতু ঘৰ দুটি ধুনীয়া হইলা।
ভকতসকলক মাতি কীৰ্ত্তন কৰিয়া
প্ৰবেশিল দুই ভাই নব গৃহে গৈয়া।
গুৰুজনক মাতি আনি চৰণ ধুৱাই
সেই নতুন গৃহে বাস কৰে ভালকই।
দেখিলেক চোতালত কাঠ আছে পৰি
বহল বেগত সম দীৰ্ঘ হাত চাৰি।
গুৰু বোলে কাঠখিনি দিয়োক আমাক
ফুল কাটি আউজা কাঠ কৰিবো ইহাক।
কাঠ আনি ফুল কাটি কাঠিত পুতিলা
প্ৰতিদিনে তাতে আউজী গুৰুৱে বহিলা।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪

কাম কৰি আনে ধান এই দুই ভাই
ধান থোৱা হেতু ডুলি এটি সাজি লই।
এক দিন কোনোবাই ডুলি কৰে চুৰ
নিৰঞ্জন আতৈৰ খণ্ড উঠিল প্ৰচুৰ।
গালি পাৰিবাক লাগি উদ্যত হইল
নাৰায়নে বুজাই পাছে তাক নিবাৰিল।
বোলে ভাই ক্ৰোধ সম শত্ৰু আন নাই
ভকতৰ ক্ষমাই ধৰ্ম গুৰুজনে কই।
এক দিন ভক্তগণে খৰি লাগি গৈলা
বুৰি লুইত পাৰ হই আগুৱাই আহিলা।
ভকতসকলে খৰি কাটি বান্ধি লই
সন্ধিয়াৰ আগে ঘৰ পৌশিলেক গই।
নাৰায়ণ, নিৰঞ্জনৰ ভাৰ নভৰই
কথা ৰসে খৰি কাটে কাণাসাৰ নাই।
সন্ধিয়া পৰত পাছে বাট নেদেখিল
খাগৰীৰ মাঝে দুই ৰাতি কটাইল।
জাৰ হিম ঝৰে পীৰিলা নিশা ভাগ
ভাগ্য ক্ৰমে হিংস্ৰ জন্তু নপাইলা লাগ।
পৰে দিন ভক্তগণ বিচাৰিয়া পাইলা
খৰি সমে দুইজনে আহিয়া আছিল।
গুৰুৰ চৰণে নমি সেৱাক জনাই
দধি কল চিৰা দিলা খালে দুই ভাই।
এইদৰে কিছু কাল চলিল তথাত
এক দিনা নাৰায়ণ চলিল হঠাত।
বেমাৰত ৰথীয়া আছিল কিছুজন
তাহাৰ সঙ্গত আছিলেক নিৰঞ্জন।

ৰাম বুলি নাৰায়ণ নিশ্বাস কাঢ়িল
ৰাত্ৰি কালে নিৰঞ্জন কাকো নামাতিল।
নৌকা তুলি লৈ গৈ কাষ্ঠ কৰিবাক
নদী তীৰে ৰাম ঠাইত শৱ ৰাখিলেক।
কাহাকো নামাতি একা শৱ খৰি দিয়া
প্ৰভাততে গাৱ ধুই আহিল ঘুৰিয়া।
ভকতসকলে পাছে গুৰুক বুলিলা
আমাক নামাতি একা শৱ খৰি দিলা।
শৱ খৰি দিলা নিজান স্থানত নিৰঞ্জন
মথুৰা দাসে গই পাইল প্ৰমাণ।
কাষ্ঠ কৰি আহি একনিষ্ঠ নিৰঞ্জন
গৃহে থাকি সৰ্ব্ব কৰ্ম কৰে এক মন।
ভকতসকলে তাতে অসূয়া কৰিল
গুৰুৰ আদেশে পাছে আশৌচ ধৰিল।
নাম ধৰ্ম কৰ্মে পাছে মাতি ভক্তগণ
আদ্যশ্ৰাদ্ধ কৰিলেক ভকত নিৰঞ্জন।
*এই নাম ধৰ্মে আৰু অন্য দেৱ নাই*
*সৰ্ব্ব কৰ্ম হোৱে সিদ্ধ নামৰ দ্বাৰাই।*
নাৰায়ণ নিৰঞ্জন একান্ত ভকত
তাহাৰ শ্ৰাদ্ধৰ কৰ্ম শাস্ত্ৰৰ সম্মত।
এক নাম ধৰ্ম ধৰা আন যত এৰি
পাতক ছাৰোক ডাকি বোলা সবে হৰি।
পাছে আতৈ বোলে এক অপূৰ্ব্ব কথন
ৰাম আতৈ নামে এক ভক্ত মহাজন।
গৃহ ত্যাগ কৰি গৈলা ক্ষেত্ৰ জগন্নাথ
সমুদ্ৰ তীৰত থাকে কাষে লোকনাথ।
পৰ্য্যটন কৰে তীৰ্থ ক্ষেত্ৰত থাকিয়া
পাছে প্ৰৱেশিলা আতৈ ঘুনুচাবাৰী গৈয়া।
তাত গৈয়া ভক্তজনে চায় ভাবি গুণি
ইয়াৰ পৰা পৰ্য্যটনে যাইবো কাহানি।
কাৰ সঙ্গে চলি যাবো কাহাৰ আশ্ৰয়
ভাৱি গুণি ভক্তে পাছে নাপান্ত উপায়।
হঠাতে পাইল লগ পুৰুষ দুইজন
দিব্য কান্তি মনোহৰ দেখিতে শোভন।
ৰাম আতৈ বোলে হেৰা ভক্ত দুইজন
কোন তীৰ্থে যাবা ঐৰ পৰা এতিক্ষণ।
বদৰিকা শ্ৰমে যাম আমি দুইজন
পথে ভ্ৰমি যাবো আমি অযোধ্যা ভুৱন।
আতৈ বোলে বলা যাও আমিও লগত
ভাৰত বাৰিষে তীৰ্থ আছে যত যত।
তাহাৰ সঙ্গে চলিলন্ত বদৰিকা শ্ৰম
পথত পাইল গৈয়া কেদাৰ আশ্ৰম।
আৰ এক দিন বোলে চকু মুদি থাকা
নেমেলিবা দুই চকু আচলেৰে ঢাকা।
তাৰ পাছে পাইল এক অপূৰ্ব্ব কানন
ভক্ত সমে বহি আছে পুৰুষ একজন।
প্ৰসাদ লইবে লাগি বুলিলা বচন
আতৈ বোলে এবে মই কৰা নাই স্নান।
স্নান কৰিবাক লাগি পুৰুষ বুলিল
জাপি বস্ত্ৰ লৈয়া সৰোবৰে বুৰ দিল।
স্নান কৰি উঠি দেখে নাহিকে প্ৰসাদ
কান্দি কান্দি ভক্তবৰ লাগে অৱসাদ।

তাৰ পৰে ভাগৱত টোপনি আহিলা
সপোন দেখিয়া আতৈ চমকি উঠিলা।
শ্ৰীকৃষ্ণ আহিয়া বোলে শুনা মহাজন
মহন্তৰ সঙ্গে তুমি কৰাহে গমন।
আতৈ বোলে মহন্তক কৈত লগ পাব
কৃষ্ণ বোলে সব কথা আমিয়ে বুলিব।
উজাই গই থাকা তুমি জাপি কঠা লই
যিটো থানে স্নান হেতু বুৰ দিবা গই।
এই লাউপাত তুমি ঐতি এৰি যোৱা
যিটো ঘাটে স্নান অন্তে লাউপাত পোৱা।
সেই মহন্তৰ ঘাট জানা নিষ্ঠ কৰি
তাহাত শৰণ লৈবা অতি ভক্তি কৰি।
কথা শুনি ভক্তবৰ প্ৰীতি পাইল
তাৰ পাছে নিদ্ৰা হন্তে উঠিয়া বহিল।
সপোনৰ যত কথা মনতে সুঁৱৰি
উজাই আহিল আতৈ গুৰুক বিচাৰি।
সীতাকুণ্ডে আহি বহু সন্ন্যাসী পাইলা
অশ্বত্থ বৃক্ষৰ তলে মন্দিৰ আছিলা।
তাতে গৈয়া পুৰোহিতক বোলে জুৰি হাত
তুমি শ্ৰেষ্ঠ মহন্তক পাইলো ঐত লাগ।
গুৰু বোলে ভিতৰত থাকি দেখা তুমি
বাহিৰত থাকি একো নাপাবা উমানি।
এক ৰাতি সেই থানে থাকে ভক্তবৰ
ৰাতি কালে দেখে এক কাণ্ড ঘোৰতৰ।
ভয়ঙ্কৰ মূৰ্ত্তি ধৰি সন্ন্যাসীৰ দল
হাতে অস্ত্ৰ লই ধন লুটিবাৰে গল।

ধন লই ৰাতি ঘুৰি আহিল সবাই
আৰু দুই নাৰী ধৰি আনিল তাহাই।
নাৰীক লাঞ্ছনা কৰি গুপ্ত কক্ষে নিলা
দেখি আতৈ অতি ভয়ে কম্পিত হইলা।
চকু মুদি ভয়ে ভয়ে ভক্ত প্ৰাণ ধন
তিনি মাহ উজাই আহি উপনীত হন।
বাটত পাইলা এক ভক্ত লাঠিধাৰী
সুধিলেক কাৰ শিষ্য কোৱা শীঘ্ৰ কৰি।
লাঠিধাৰী বোলে তুমি কৈক লাগি যোৱা
কিবা অন্বেষণে আছা ভাঙি পাতি কোৱা।
মহন্ত বিচাৰি আমি বেৰাইছো দেশ
কতনা জটীক পালো সন্ন্যাসীৰ বেশ।
মালা ফোটা জোটাধাৰী হুয়া দিগম্বৰ
ত্ৰিশূল কমণ্ডলু ভস্ম সনা কলেবৰ।
দিবা ভাগে মহা যোগী যেন মহেশ্বৰ
ৰাত্ৰি কালে দেখো তাৰা দস্যু ভয়ঙ্কৰ।
এতেকতে মহন্তৰ অন্বেষণে ঘুৰি
এই ঠাই আহি পালো বহু বাট ফুৰি।
বুঢ়া বোলে দামোদৰ আছে এই ঠাই
এওঁ সম ভক্ত জন বিচাৰি নপাই।
শঙ্কৰ গুৰুৰ এওঁ মুখ্য অধিকাৰী
ধন্য হোৱা ভক্ত নৰ তান ধৰ্ম ধৰি।
ৰাম গুৰু আতৈ বোলে পাইবো প্ৰমাণ
যদ্যপি মহন্ত এওঁ পুৰুষ প্ৰধান।
এই বুলি ধেনুখান্দা জানে বুৰ দিলা
উঠি আহি প্ৰভুৰ মতে পাত নপাইলা।

আঁতে বোলে মিছা বাক্য ভাগিছা আমাক
মহন্ত নোহয় তবে সাধু সন্ত লোক।
আউৰ মহন্ত ইয়াত আছে একজন
কৃপা কৰি কোৱা মোক ক'ত সেইজন।
তেবে বুঢ়া বোলে যোৱা বৰপেটা ধাম
ওখ গছ দেখি পাবা তাতিকুচি নাম।
উপদেশ পাই ৰাম গুৰু সন্তজন
বৰপেটা তাতিকুচি কৰে আগমন।
সত্ৰৰ ভকত যত এহি সময়ত
খৰি আনিবাক লাগি যাব বাহিৰত।
ওখ, দীঘল, বহল, সুন্দৰ ৰঙ্গিল ঘৰ পাই
ভাবিলে ই থানে কোনো মহন্ত থাকই।
ভকতসকলে দেখি ৰাম বুলিলেক
এখন ভাল দা বাপ দিয়োক আমাক।
আপোনা সবৰ সঙ্গে খৰি আনিবাক
চলি যাবো আমি বাপ নকৰিবা হাক।
তাৰ পাছে ভকতৰ সঙ্গে চলি গৈলা
মেট মৰা এটি বোজা কঢ়িয়াই আনিলা।
বোজা থই শঙ্কৰ গুৰুৰ খবৰক লই
শুনিলে জগতগুৰু ই জগতে নাই।
খবৰ লই মাধৱৰ সমীপ চাপিলা
গুৰু সোধে বোপা কৰ পৰানো আহিলা।
আগে পৰিচয় নাই দিছা খৰি আনি
কাৰ বাবে আনিলা তুমি এই খৰিখিনি?
ৰাম বোলে বাপ আমি ৰব এই ঠাই
কৃষ্ণ উপদেশ আছে এটি আমালই।

প্ৰমাণ পাইলে আমি শৰণ লইবো
গুৰু পাদ পদ্ম শিৰে ধাৰণ কৰিবো।
ভক্তগণ সঙ্গে আগে খৰি আনো গই
এই ভাবি গলো আমি আদেশ নলই।
জগন্নাথ ক্ষেত্ৰ হন্তে আহিছো উজাই
দেৱতাৰ উপদেশ শিৰে তুলি লই।
মাধৱদেৱ বোলে বোপা তব ইচ্ছা হয়
থাকা বা নাথাকা ইটো আমাৰ নহয়।
ভক্ত দৰশনে মোৰ গুছে কৰ্ম বন্ধ
যেন সূৰ্য্যোদয় ভৈলে চকুৰ গুছে অন্ধ।
এই সময়ে মাত্ৰ তুমি আলহী আমাৰ
পলম নকৰি মাত্ৰ কৰা স্নানাহাৰ।
মাধৱক প্ৰণামিয়া ৰাম চলি গৈলা
শুদ্ধ গুৰু পাইলো বুলি মনতে ভাবিলা।
যদ্যপি নাপাও ঐত সেই লাউপাত
গুৰু ভজি ৰবো আমি নুবুলিবো বাট।
বহু কষ্ট হল আৰু নসহে শৰীৰ
সপোনৰ কথা মাত্ৰ স্থিৰ নে অথিৰ।
খটখটী নামি পাছে স্নানক কৰিলা
স্নানান্তে উঠিয়া লাউপাতক দেখিলা।
মন দৃঢ় ভৈলা পাইল মহন্ত সুজন
শৰণ লৈবেক লাগি দৃঢ় ভৈলা মন।
শ্ৰমৰ অন্তত ফল যেহেন ফলয়
কৰ্ম ফল পালে বহু আনন্দ মিলয়।
এই মত ফল মোৰ মিলাইলা হৰি
ভগবান প্ৰাপ্তিৰ পথ মুক্ত আজি ধৰি।

তাৰ পিছদিনা গুৰুত শৰণ পশিলা
ভকতগণৰ সঙ্গে বাহাত থাকিলা।
মাধৱৰ বৰপেটা লীলা যে অমৃত
হৰি হৰি বুলি সাধা আপোনাৰ হিত।



## *বিলাতক্ষেত্ৰৰ লীলা*
## *মাধৱদেৱৰ সিদ্ধ ৰাক্য বিপ্ৰ কণ্ঠভুষণ আতৈৰ গুৰু ভক্তি*

### *পদ*

বৰপেটা দক্ষিণ পাৰে বিলৰ পাৰত
আছিলেক নদীয়াল লোক অসংখ্যাত।
গুৰুক মাতিয়া নিলা শিষ্য সমে আহি
তথাত আছিল এক আসনত বহি।
গএগ্রা সমে আলোচনা কৰে গুৰুজন
সবে বোলে আমালোকৰ শৰণীয়া মন।
কিন্তু একজন ব্যক্তি নাম বিদ্যাধৰ
অনেক শাস্ত্ৰ জ্ঞান আছে পণ্ডিত প্ৰবৰ।
ধৰ্মশাস্ত্ৰ বাখ্যা কৰে শাস্ত্ৰক বুজায়
এহি মতে বিদ্যাধৰে পেট প্ৰবৰ্ত্তয়।
গুৰু বোলে আনা মাতি দেখো লোকজন
কেনে ৰীতি কেনে জ্ঞান কেনেকুৱা মন।
মাতিয়া আনিলা লোকে পণ্ডিত বিদ্যাধৰ
জটীয়া আৰ মালাধাৰী যেন দিগাম্বৰ।
গুৰুৰ সমীপে নিয়া আসনে বহাই
প্ৰণামিয়া মাধৱদেৱ প্ৰশ্নক সোধই।
কাক চিন্ত, কাক ভজ, গুৰু কোন জন
কিবা সেৱা পূজা কৰা কেনে আচৰণ।
বিদ্যাধৰ বোলে আমি থাকো ইটো থান
বাৰ গুৰু চিন্তো গাঁও তান গুণ গান।
মাধৱ বুলিলা বাপ কথা আচৰিত
বাৰ গুৰু কত আছে নাজানো কিঞ্চিত।
বৰপেটাৰ কাষে আছে বাৰ মাজিগাঁও
বাৰ খেল, বাৰ গএগ্রা, বাৰ কুৰি নাওঁ।
বাৰ স্কন্ধ ভাগবত বৈষ্ণৱ বাৰ জন
দ্বাদশ আদিত্য আছে গগণ ভুৱন।
বাৰ ৰাশি আছে জানা বৰ্ষ বাৰ মাহ
বাৰ গুৰু থাকে ক'ত নাপাও তাৰ আহ।
অত এব তুমি মিছা গুৰু নাম কোৱা
কোন শাস্ত্ৰে বাৰ গুৰু আমাক জনোৱা।
বিদ্যাধৰে নামাতিয়া থমকি থাকিলা
কোন থানে বাৰ গুৰু কিছু নুবুলিলা।

তাৰ পৰে গুৰুজনে পুনৰ সোধই
কাক স্মৰি কৰ কৰ্ম, খাব অন্ন ভাই?
স্ৰষ্টা, দ্ৰষ্টা পালোতা সবাতে কোন জন
ইসবত আছে বাৰু কোন বাৰ জন।
তথাপিতো বিদ্যাধৰে কিছু নামাতিলা
ইফালে সিফালে চাই বহিয়া থাকিলা।
তেতিক্ষণে গুৰুজনে বুলিলন্ত চাই
বুজি পালো অন্ন যোনি তোৰ বিচাৰ নাই।
ভক্তিমাৰ্গ নাজানহ পৰমাৰ্থ গুঢ়
ভ্ৰষ্টাচাৰী বামাচাৰী তুমি এক মুঢ়।
এই বুলি শিষ্য সমে নামাতি থাকিল
বিদ্যাধৰ পণ্ডিত তেবে উঠিয়া চলিল।
পাছে গুৰুজনে ঠাই এৰে শিষ্য সমে
এক জন চৌধুৰী আছে সনাতন নামে।
তেওঁৰ আমন্ত্ৰণে গৈয়া বস্তিত পৌশিল
সনাতন চৌধুৰী যেন স্বৰ্গ ঢুকি পাইল।
পাদ্য অৰ্ঘ্য লৈয়া গুৰুৰ চৰণ ধুৱাই
সনাতনে কৃত্য ভৈলা পাদোদক লই।
সাত দিন থাকে গুৰু চৌধুৰী পাশত
বিলাত ক্ষেত্ৰত শিষ্য ভৈলা সাত শত।
তবে বিদ্যাধৰ পণ্ডিত দৈবজ্ঞ মহান
গুৰুৰ পাশত আহি লৈলেক শৰণ।
গুৰু বোলে হৰিণ মুণ্ড সম্মুখত ৰাখি
গো মাংস বিক্ৰী কৰ তুমি বন্ধ ৰখি।
হৰি নাম প্ৰচাৰত কৰা দৃঢ় মতি
তেবেসে এৰাইবা পাৰ পাবা পৰম গতি।

সাত দিনান্তৰে গুৰু বৰপেটা আইলা
ভক্ত সমে নাম ধৰ্মে মন নিবেশিলা।
এহি মতে মাধব গুৰু শাস্ত্ৰ মত ধৰি
মোহিলা সমস্ত ভক্ত শাস্ত্ৰক প্ৰচাৰি।
শ্ৰীগুৰু মাধবদেৱ ভক্ত প্ৰাণ ধন
তাহাৰ নিসৃত বাক্য নোহয় স্খলন।
ৰাম দাস নামে ভক্ত আতিকে পৰম
প্ৰতিদিনে প্ৰসঙ্গত হাঁহে অনুপম।
একাদশী দিনে কল আখি ভক্ত লাগি
আনি দিলে দান কৰি মনৰ হৰিষি।
এক দিন একাদশী আহিয়া পাইল
অনেক বিচাৰি আতে কল নপাইল।
সুদা হাতে উপনীত প্ৰসঙ্গে হইলা
গুৰুজন বোলে বোপা কল যে নানিলা।
ৰাম দাসে বোলে কল বিচাৰি নপাই
পৰম দুৰ্ভাগ্য মোৰ আজি কল নাই।
সাত দিন আগ হন্তে অনেক বিচাৰি
নপাইলো কল মই কত খোজ কৰি।
মাধব বুলিলা হাসি গৃহৰ মুধত
মনোহৰ কল থোক পকি আছে যত।
কথা শুনি ৰাম দাস আহিলা লৰৰি
মনোহৰ কল থোকা আছে তাতে পৰি।
গছ কাটি কল থোক কাটিয়া আনিল
সেই আখি কল নিয়া গুৰুক ভেটিল।
মাধব হাসিয়া বোলে এখানে মিলিলা
ৰাম দাস বোলে বাপ চালো তিনি বেলা।

পৈণত নহয় কল তেতিয়া দেখিলো
আপোনাৰ বাক্যে কল পকা যে পাইলো।
আৰু এক দিনা গুৰু ৰাম আতৈক চাই
অল্প কিছু পোণা মাছ আনি দিয়া যাই।
গুৰুৰ কথা শুনি ৰাম আতৈ যে বুলিলা
পুহ মাহ বিল খালৰ পানী যে শুকাইলা।
ইটো সময়তে মাছ পোণা যে নপাই
কতো মাছ পোণা নাই কি কৰো উপাই।
গুৰু বোলে বিল মাঝে ডোঁবা এক আছে
তাতে গৈয়া জাকৈ বাই দেখিওক পাছে।
জাকৈ হাতে লই আতৈ বিলত চলিলা
অৰ্দ্ধ খালৈ পোণা মাছ মাৰিয়া আনিলা।
গুৰুৰ প্ৰসাদে তিনি পোণা মাছ পাই
পুহৰ মাহত মাছ পোণা মিলি যাই।
বলাই আতৈ আছিল এক গুড় খেতিয়ক
বছৰান্তে গুড় দান কৰয় গুৰুক।
এক বাৰ সব গুড় দৈবৰ ফেৰত
দহিয়া লাগিল তিতা কেৱে নখাৱন্ত।
মনৰ লাজত গুড় গুৰুক নেদই
মাধৱ বুলিলা গুড় নানিলা বলাই।
বলাই আতৈ বোলে সব গুড় দহি গৈলা
খাবলৈ নোৱাৰি গুৰ কলহত থৈলা।
মাধৱ বুলিলা ইটো কথা মিছা হই
দৱা গুড় কিছু আনি মোক দিয়া গই।
গুৰুৰ উপদেশে দৱা গুড় আনি দিলা
ভক্ত সমে গুৰুজন গুড়ক খাইলা।

আপুনি বলাই গুড় কৰিলা ভক্ষণ
সুন্দৰ সুস্বাদু গুড় দোৱা নাই অকন।
তাৰ পাছে বলাই প্ৰতি কলহ দেখিলা
পৰীক্ষা কৰি খাই দোহা নপাইলা।
এক কলহ গুড় আনি গুৰুক ভেটিল
দোৱাই যোৱা সব গুড় সুস্বাদু হইল।
কলহ দেখিয়া বোলে মধ্যে ঔ আছে
গুড়ৰ মাজত ঔ আনিলা কি কাজে।
আতৈ বোলে বাপ আত কিছু আনা নাই
গুড় ভৰ্ত্তি কলহ মুখ বান্ধি আনা যাই।
গুৰু বোলে কলহ ভাঙি অন্য পাত্ৰে থোৱা
আছে কিম্বা নাই ঔ বিচাৰিয়া চোৱা।
তবে এক পাত্ৰ আনি কলহ ভাঙিল
গুড়ৰ মাজত ঔ ওলাই পৰিল।
গুৰু বোলে ঔ তলে পগাইছিলা তুমি
বতাহে পৰিলা ঔ কেৱেত নজানি।
আতৈ বোলে সত্য বাপ বতাহ বলিছিল
অতৰ্কিতে ঔ আহি থালত পৰিল।
এক দিন শ্ৰীৰাম আতা সতে গুৰুজন
মনথৈৰ বাটে চলি গৈলা ৰঙ্গমন।
সখীৰ বাৰ্ত্তাক লাগি চলিল সত্বৰ
ঠাকুৰ আতা দেখি দুইক কৰে নমস্কাৰ।
মাধৱত পুছিলন্ত সবাৰে বাতৰি
ভাল বুলি জনাইল মাধৱ সাদৰি।
শ্ৰীৰামক নমস্কাৰ কৰি ঠাকুৰদেৱ
দুই হাত জুৰি মাথা নমি কৰে সেৱ।

ভাল বুলি প্ৰতি নমস্কাৰ কৰিলেক
ঠাকুৰ বুলিলা তুমি ভাল ভৈলা কেৱ।
আতা বোলে হৃদয়ত আছন্ত শ্ৰীহৰি
তাতেসে ইন্দ্ৰিয় সহ দেহ আছে ধৰি।
আমাক নহয় বাপ আত্মাক প্ৰণাম
কৰিলা যিহেতু কৰো ভাল মনস্কাম।
এই বুলি গুৰু সমে বিদায় লইলা
নিৰ্গুনী শ্ৰীৰাম আতা ধন্যবাদ পাইলা।
মাধৱক মনে ধৰি আন চিন্তা এৰি
গুৰুক সুৱৰি সবে বোলা হৰি হৰি।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
শুনিয়োক পাছে এক কথা পুৰুষৰ
কণ্ঠভুষণ নামে এক ছিল বিপ্ৰবৰ।
লেঙ্গাইমাগুৰি ঠাই অতি পুণ্য ধাম
তথাত আছিল বিপ্ৰ ভূষণ যে নাম।
শঙ্কৰৰ প্ৰিয় শিষ্য কুলীন ব্ৰাহ্মণ
গুৰু সঙ্গে আহি ঐত কৰে বাসস্থান।
কালৰ নিয়মে জগত গুৰু যে চলিলা
লেঙ্গাইমাগুৰি গ্ৰামে বিপ্ৰ যে ৰহিলা।
বৃদ্ধ বয়সত বিপ্ৰ মাধৱক মাতি
শিষ্য সমে আহি প্ৰভু থাকোক সম্প্ৰতি।
নিমন্ত্ৰণ ৰক্ষা কৰি মাধৱ আহিলা
চৈধ্য জন শিষ্য গুৰু লগত আনিলা।
সিটো সময়তে বিপ্ৰে পূজাৰ কাৰণ
কঠত বসিয়া পূজা কৰে আৰম্ভণ।
ৰঘু, ৰাজা জোৰ কৰি পূজাক কৰাই
ফুল, তুলসীক বোৰে ৰাজ লগুৱাই।
বিষ্ণু মূৰ্ত্তি পূজে মাত্ৰ আন নজানই
তথাপিতো গুৰু আগমন বাৰ্ত্তা পাই।
নাম মাত্ৰ পূজা কৰি বিপ্ৰ লৰি আহি
গুৰুৰ আগত কথা কয় হাঁহি হাঁহি।
উৱা নাপাই ভুৱা মাৰো ৰজাক দেখাই
অন্তৰত গুৰুদেৱ বিনে আন নাই।
যেন বালিৰাজ দেখি প্ৰভুৰ কৰম
যদুপতি বুলি গৃহে কৰিলা অৰ্চ্চন।
যিজন গুৰুৰ পাৱে কৰিছো আশ্ৰয়
গৃহাগত হই আছে সেই কৃপাময়।
তাক এৰি জড় পূজা মিছা অকাৰণ
অত এব ইটো পূজা কৰি সম্বৰণ।
আপোনাৰ অভই পদে প্ৰণিপাত কৰি
এৰাইব দোষ আমি পাতক নিস্তাৰি।
তান পত্নী আহি গুৰুৰ চৰণ ধুৱাই
পাদোদক লৈলা শিৰে অতি যতনাই।
গুৰুৰ আদেশে তেওঁ অন্ন সিজাইল
দেৱীৰ হাতৰ অন্ন ভকতে ভুঞ্জিল।
আপুনি গুৰুও লৈলা ভকতৰ অন্ন
মাতৃৰ হাতৰ ৰন্ধা কৰিল গ্ৰহণ।
আঠু কাঢ়ি অন্ন ব্যঞ্জণ দিয়ে ভক্তি ভাৱে
তিনি পক্ষ ৰল গুৰু ভূষণৰ ঠাৱে।
পৰম আনন্দে গুৰু থাকিল তথাত
এক দিন সপোন দেখিল অকস্মাত।
তান গৃহে গোপ সমে ছোৱাল কানাই
ভোজন কৰয় নিতে খিৰ, লাৰু, দই।

বৃন্দাবন চৰিত্ৰ তুলি কহয় মাধৱ
শুনা এবে মোৰ কথা পৰম বান্ধৱ।
ভক্তগণে খেলা কৰে নাম কীৰ্ত্তন গাই
সাক্ষাতত বৃন্দাবন জানা সেহি ঠাই।

এইমতে তিনি পক্ষ থাকিল তথাত
ধন, ধান বস্ত্ৰ লৈয়া আহে বৰপেটাত।
মাধৱৰ লীলামৃত শুনা কৰ্ণ ভৰি
পাতোক ছাৱোক ডাকি বোলা হৰি হৰি।



## বৰপেটা থানত কেবাজনে বিভিন্ন চৰিত্ৰৰ ভকতৰ সমাগম, তেৱাঁ সবৰ প্ৰতি মাধৱদেৱৰ উপদেশ

### পদ

শ্ৰীগুৰু চৰিত কথা অমৃত সমান
চক্ৰপাণি আতৈ কয় শুনে ভক্তগণ।
বৰপেটা থানে যেবে ছিল গুৰুজন
সমবেত হয় তথা ভক্ত অগণন।
বিভিন্ন চৰিত্ৰ লোক ভিন্ন ভিন্ন মত
ভক্ত বেশে আহে গুৰুজন সমীপত।
এক চোৰৰ বৃত্তান্তক কৰিলা বৰ্ণন
নিকিনি খোৱা বুলি মাতে সৰ্ব্বজন।
চোৰ বৃত্তি কৰে সিটো সদায় কুমতি
প্ৰৱঞ্চক খল অতি পৰস্ত্ৰীতে ৰতি।
এক দিন চোৰ কামে এক গৃহস্থৰ
গৃহ পাৰ্শ্বে আছে চুপি সেই দগধা চোৰ।
গৃহস্থৰ তিৰিজনী পাছে ওলাই গৈয়া
এন্ধাৰত চোৰৰ গাৱে দিলেক মুতিয়া।

গাৱে মুৰে পৰি মুত তেনেই তিতিল
মুখত পৰিলা মুত আলাহ লাগিল।
চোৰ বৃত্তি কৰি সিটো জীৱিকা চলয়
আন কৰ্ম কৰিবাক বুদ্ধি নাহি কয়।
সহজ উপায় পাইলা শৰণ লভিল
বৰপেটাহাটী বাহাত থাকিবে লাগিল।
চোৰে নেৰে চোৰ বৃত্তি শহাই নেৰে শৰ
হাটীত থাকিও নেৰে এই কৰ্ম চোৰ।
কাৰো লোটা কাৰো বাটি কাহী চুৰ কৰে
কাৰো চাউল খৰি পালে সুবিধাত নেৰে।
ভকতসকলে যেবে প্ৰসঙ্গক যাই
শৌচ কৰিবাক লাগে বুলিয়া চলই।
দুই এক পদ বস্তু গৃহত গোটাই
লৰালৰি কৰি পাছে প্ৰসঙ্গক যাই।

লাহে লাহে ভক্তগণ সবেও জানিলা
মাধৱদেৱ সমীপত গোচৰ কৰিলা।
মাতিয়া আনিলা ইটো চোৰ ভকতক
বুলিলা কি কর্ম কৰি আছাহ ইয়াত।
সব ভক্তগণে এবে তোমাক জানিছে
মাথা খুৰাই চুণ দিব সবাই পাণ্ডিছে।
পৰস্ত্রীৰ মুত মুখে পৰিল এদিন
জানি আছো সব কথা তুমি অতি হীন।
এই বৃত্তি এৰো বুলি যদি শপত খোৱা
নতু এই ঠাই এৰি শীঘ্রে গুছি যোৱা।
গুৰুৰ পাৱত ধৰি প্রণাম কৰিল
চোৰ বৃত্তি নকৰিব শপথ খাইল।
পূর্ব্ব স্বভাৱ আমি কৰিব উচ্ছাদ
তোমাৰ চৰণে মাগো এতেক প্রসাদ।
গুৰু বোলে সব ভক্তৰ আগে চলি যাবা
সবাৰে পাছত তুমি গৃহক আহিবা।
ভকতৰ আল ধৰিয়াৰ কর্ম কৰা
পূর্ব্বৰ সঞ্চিত পাপ সমস্তকে হৰা।
আশীর্ব্বাদ কৰো তুমি শ্রেষ্ঠ ভক্ত হোৱা
ভকতৰ পদধূলি শিৰে তুলি লোৱা।
পৰম ভকত ভৈলা সেই দিন ধৰি
চোৰ বৃত্তি এৰি মাথো চিন্তে ৰাম হৰি।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
উদাসীন ভক্ত এক নাম জয় ৰাম
গৃহবাসী এক ভক্ত তাৰো একে নাম।
দুইজন পৰম মিত্র বান্ধৱ হইল
ইটো সিটোৰ গৃহে চলে সবাই দেখিলা।

এক দিন দুইজনে গুৰুত পুছিলা
ইষ্ট মিত্র হুব দুই উভয়ে বুলিলা।
গুৰু বোলে ইটো বন্ধু উচিত নহব
কিছু দিন পৰে দুই পৰম শত্রু হব।
সীমা বৈৰী, স্ত্রী বৈৰী ধন বৈৰী আৰ
অৱশ্যে লগায় এদিন ঘোৰ হাঁহাকাৰ।
তেতিক্ষণে যাবা তুমি কুটুম্বৰ ঘৰ
গৃহীজনে যেবে যাইব খেতিৰ পথাৰ।
বন্ধু পত্নী হাঁহি মাতি গুৱা পান দিব
চাৰি চকুৰ মিল জানা তেবেসে ঘটিব।
উদাসীন মন আৰু তেবে নৰহিব
মায়া জালে বন্দী হই ভক্তি হৰাইব।
ছয় গোটা ইন্দ্রিয় এই মহা শত্রু ঘোৰ
মহামায়া নাৰী পাশে ধ্বংস হব তোৰ।
এই বুলি গুৰুজন তাক প্রবোধিলা
সেই দিন হন্তে সি মত বিসর্জ্জিলা।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
দিংবৈ নাৰায়ণ নাম ভকত প্রধান
নানা কর্মে নানা ভাৱে কটায় জীৱন।
অশিক্ষিত ব্যক্তি জন অস্থিৰ হয় মন
শৰণ বস্তু কি পালে নহয় স্মৰণ।
কর্ম পৰি-পাতি নাই দুখিত জীৱন
হতাশাতে সর্ব্বকাল যায় তাৰ দিন।
গুৰুক বুলিলা পাছে প্রণামী চৰণ
পাহৰিলো সব বস্তু নোহৱ স্মৰণ।
গুৰু বোলে শুনা বোপা এক উপাখ্যান
গাঁওত আছিল কৃষি কৰমী এজন।

এলেহুৱা দিহা হীন কৰ্মী সিটোজন
পৰিশ্ৰম অথলে যায় নাহে হাতে ধন।
বেঙেনা ৰুইছিল তেওঁ মাজে পথাৰত
ৰক্ষাৰ বাবে বেৰা নিদিয়ে তাত।
বেৰ নাই সাৰ নাই নাই প্ৰতিপাল
নালাগে বেঙেনা মোৰ কৰে আহুকাল।
আন এক খেতিয়াক অতি সুচতুৰ
বেঙেনা বিকিয়া ধন ঘটয় প্ৰচুৰ।
এলেহুৱা জনে বোলে মোৰ কিয় নাই
বুলিলা সুচতুৰ জনে সবাকো বৰ্ণাই।
বেৰা নাই, চাহ নাই খন্তিকো নামাৰ
সাৰ নাই, পানী নাই ফচল ক'ত পাৱ?
খেতি যদি কৰ আগে বেৰা দিবা ভাল
তাৰ পাছে মুঠি টানি বাই যাবা হাল।
খৰালিৰ খেতিত সাৰ দিবা ভাল কৰি
পানী দিবা, খুচৰিবা, চাবা মন পাৰি।
ফচল পোৱাত পাছে নোহে আহুকাল
যতনতহে মিলে জানা কৃষিৰ ফচল।
সেইদৰে তুমি চিত্ত মন স্থিৰ কৰি
এক মনে নাম লই থাকা মন্ত্ৰ স্মৰি।
সাত দিন শুক দেৱে ৰজাৰ আগত
বাখ্যা কৰি বুলিলেক মহা ভাগৱত।
কোনে কিনো পালে কোনে আহি কিনো নিল
নীচ যোনি জাত সূতে সবাকে ৰাখিল।
এতেকতে আজি মই বুলিলো তোমাক
হৃদয়ত চিন্তি থাকা পাইবা সবাক।

✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪

ধীৰাই আতৈ নামে তথা ভক্ত ছিল এক
দুষ্ট বুদ্ধি চতুৰ প্ৰসিদ্ধ চালাক।
প্ৰসঙ্গ কৰিয়া এক কোবে গৃহে যায়
আনে নেখাওতেই ভাত খাইয়া উঠয়।
অনেক ভকতে কথা গুৰুক বুলিল
কিবা মায়া জাল আছে গুৰুৱে বুজিল।
এক দিন শ্ৰীৰাম আতা তথাত চলিলা
বেৰৰ জলোঙা ফাকে ৰান্ধনী দেখিলা।
এক গোটা মাইকীয়ে ৰান্ধি আছে ভাত
চাৰিফালে কেচু পোক ঘুৰি আছে তাত।
দেখা পাই শ্ৰীৰাম আতা গুৰুক বুলিলা
সেই দিন হন্তে তাক খেদি পঠাইলা।

✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪

মেঘ চাৱলীয়া এক বাহাৰ ভকত
বাৰিষা বতৰে জ্বৰ হইল গাৱত।
কিছু দিন জ্বৰ হুয়া দুৰ্ব্বল হইলা
মাছ ভজা দিয়া বাপ মাহেকৰ বেলা।
মাছ, মাংস ভজা খাইবে বৰ ইচ্ছা মোৰ
অত এব চলি যাওঁ আপোনাৰ ঘৰ।
পত্নী পুত্ৰ আছে মোৰ মাছ, মাংস খৰি
গা ভাল পালে মই আহি বোহো ঘুৰি।
গুৰু বোলে ভাল পাইবা থাকা দুই দিন
মহন্তৰ সঙ্গে পাবা অমৃত মধু মীন।
ৰাম নাম গাই আৰু প্ৰসাদ ভুঞ্জিয়া
কিছু দিন থাকা মাত্ৰ পাইবা বুজিয়া।

সাত দিন থাকি পাছে গাৱ ভাল পাই
বুলিলা আমাৰ আৰু যাবৰ ইচ্ছা নাই।
গুৰু বোলে ৰাম নাম পৰম অমৃত
সন্তৰ সঙ্গত পিয়া মন কৰা থিত।
মায়া ময় জিহ্বাৰ লালসা অসাৰ
হৰি নাম অমৃত মাথো সবা তেসে সাৰ।
চাৰলীয়া নগৈল মনক ডাঠ কৰি
তাকে দেখি আন দুই চাৰি বৈলা পৰি।
ⴰⴰⴰⴰⴰⴰⴰⴰⴰⴰⴰⴰⴰⴰⴰⴰⴰⴰⴰⴰⴰ
ভজনত সঙ্গ লাগে গুৰু উপদেশ
এতেকতে দুইজনে সঙ্গে কৰা বাস।
যাৰ সঙ্গে মিলে মন বান্ধিও মিতুৰ
আতৈ হলে আত্মা মিল আদেশ গুৰুৰ।
জয়ানন্দ নামে উদাসীন ভক্তজন
তাৰা সঙ্গে সঙ্গী ভক্ত নাই কোনোজন।
কৃষ্ণাই আতৈ বাহিৰতে থাকি ধৰ্ম ধৰে
প্ৰতিদিনে বাহে উঠি যোগদান কৰে।
গুৰু উপদেশে কৃষ্ণাই গৃহক আহিল
অহা-যোৱা কৰি নাম প্ৰসঙ্গে থাকিল।
জয়ানন্দ পৰি গল টান নৰিয়াত
শৌচ, বমি, জ্বৰ একেলগে ভৈলা গাত।
লাহে লাহে আতৈ দেৱৰ তনু ভৈলা ক্ষীণ
শৌচ, বমি ভৈলা হৈ বিচনাত লীন।
নিজ সুহৃদ নাই যেবে আপ ডালকাৰী
ক্ষন্তেক থাকিয়া যায় লইলা বাতৰি।
শুনিলন্ত মাধৱদেৱ বাতৰি তাহাৰ
শ্ৰীৰামক পঠাইল আপডাল কৰিবাৰ।

কাহাক আশ্ৰয় কৰি থাকিবে খোজয়
জয়ানন্দ বোলে মোৰ গুৰুই আশ্ৰয়।
পাছে প্ৰশ্ন কৰে তুমি দয়া কাৰ চাহ
উত্তৰ পাইল মোৰ গুৰুতেহে আশ।
আৰু প্ৰশ্ন কৰে সিধা বস্তু দিয়া কাক
জয়ানন্দ বোলে মাত্ৰ গুৰুক দিও তাক।
তাৰ পাছে আহি শ্ৰীৰাম বৃত্তান্ত বুলিলা
শুনি গুৰুজন মনে দয়া উপজিলা।
পৰিচৰ্য্যা কৰিলেক লাগি দুইজন
শ্ৰীৰাম আতা আৰু মাধৱ গুৰুজন।
পেট চলা ৰোগে বস্ত্ৰ সমস্ত তিতিল
আপোনাৰ বস্ত্ৰ গুৰু আতৈ গাৱে দিল।
বিষ্ঠা মূত্ৰ দুইজনে পৰিষ্কাৰ কৰি
কাপোৰ ধুইল খাৰে উহাই জুই ধৰি।
সেকি, পুৰি পথ্য দিয়া তেল টেঙা দিলা
আৰোগ্য পাইলা আতৈ উঠিয়া বহিলা।
দহ দিন ধৰি আতৈক অন্ন ৰান্ধি দিলা
তেতিক্ষণে ভক্তগণ আশ্চৰ্য্য মানিলা।
গুৰু বোলে বিপদত যিয়ে বন্ধু হই
তেওঁৰ সম পূণ্যবন্ত জগতত নাই।
মুমুৰ্ষ ৰোগীৰ মিত্ৰ প্ৰসূতি নাৰীৰ
তাক সেৱা কৰে যিটো সেয়ে পূণ্য বীৰ।
নলাগে তীৰ্থক যাইবে দান ব্ৰত আদি
প্ৰসূতি মুমুৰ্ষ ৰোগী সেৱা কৰা যদি।
অন্ন হীনক অন্ন দান দৰিদ্ৰক সেৱা
ইটো কৰ্মে মহা পূণ্য নকৰিবা ঘৃণা।
ⴰⴰⴰⴰⴰⴰⴰⴰⴰⴰⴰⴰⴰⴰⴰⴰⴰⴰⴰⴰⴰ

জয়হৰি শ্ৰীহৰি দুই মিত্ৰবৰ
একেটি ঘৰতে বাহা ভক্ত দুজনৰ।
দুইজনৰ দুটি পাক এটি মাত্ৰ ঘৰ
অন্যায় নকৰে কাকো নাই ভিন পৰ।
কেৰেলা দুগুটি পাই শ্ৰীহৰি আনিলা
ঘৰৰ ভিতৰে নিয়া যতনাই ৰাখিলা।
তাৰ পাছে শ্ৰীহৰি ভিক্ষা মাগিবাৰে
অন্য গ্ৰামে চলি গৈলা দিন দিনান্তৰে।
কেৰেলা দেখিয়া জয়হৰি খালে ভাজি
শ্ৰীহৰি আহিয়া বস্তু নপাইল খুজি•।
নুসুধিয়া পৰ বস্তু তই কৰ চুৰ
গুৰুৰ আগত কথা লগাইল প্ৰচুৰ।
মাধৱ মাতিয়া বোলে কিয় খালি তই
চোৰ বৃত্তি তোৰ আজি বুজি পালো মই।
এতেকতে বাহা এৰি এবে গুছি যোৱা
কঠা কানি যিবা আছে টুপুলিত লোৱা।
জয়হৰি গুছি গৈলা নিজ বাহা এৰি
তাকে দেখি গুছি গৈলা বন্ধু শ্ৰীহৰি।
মাধৱ বুলিলা তুমি যোৱা কিয় আৰু
বন্ধু যদি হয় চোৰ কৰে কিয় বাৰু।
শ্ৰীহৰি বোলে বাপ অপোনাৰ আদেশ
দুইজন এক আত্মা গুৰুৰ নিৰ্দ্দেশ।
একে আত্মা যদি হয় আমি দুজনৰ
মই কিম্বা তেওঁ খালে ক্ষোভ নাই মোৰ।
আত্মাৰ এফাল যদি অন্যে চলি যাই
অন্য ফাল কেনে ৰব কহিও উপাই।

শিষ্যৰ মধ্যে চণ্ডালৰ নিবিচাৰি কুল
দাতাত চোৰত যাৰ দৃষ্টি এক তুল।
গুৰুজনে কীৰ্ত্তনঘোষাত লিখা এই বাণী
আমিও চলিব লাগে গুৰু কথা মানি।
শিষ্যৰ মহত্বে গুৰু বিস্মিত হইল
জয়হৰি আতৈক পুনু ফিৰাই আনিল।
শ্ৰীহৰিৰ ত্যাগ দেখি ভকতসকল
শত ধন্যবাদ দিলা দেখি জ্ঞান বল।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
খিৰা মৰলৰ বেটা নামত মাধৱ
মাধৱৰ একে নামী পৰম বান্ধৱ।
গুৰু মিত্ৰ বুলি মাতে মাধৱ মহন্ত
কামত সহায় কৰে সেই জন সন্ত।
এক দিন আহি গুৰুৰ সমীপ চাপিলা
পেট ভাতে নোজৰয় দুখ কৰি কৈলা।
গুৰু বোলে কিবা দোষ কৰি আছা তুমি
সেই হেতু নোজৰয় চোৱা ভাৱি গুণি।
মৰল বুলিলা বাপ এত শ্ৰম কৰো
ৰাতি বাকী দুই দণ্ড তেবে জুই ধৰো।
গৃহিণী উঠিয়া পাছে চাউল সিজয়
এক মুঠি অন্ন লই হাল জোৰা যায়।
দুবাৰ গাই খিৰাই দামুৰী বান্ধি ৰাখি
তথাপি নিমিলে অন্ন কি বুলিবো সখি।
গুৰু বোলে সাক্ষাতে দেখিলো পাপচয়
ৰাতিৰ পৰা হাল বালে মহা পাপ হয়।

• *খুজি - বিচাৰি*

গৰুই শাপে কষ্ট পাই ৰাতিৰ পৰাই
বেলি ভাটি দিয়ে দিনে হালক এৰাই।
অতি শ্ৰম জীৱজন্তু খাইতে নপাই
বছৰে বছৰে তব গৰু মৰি যাই।
তিৰি আৰু গৰু যাৰ সঘনাই মৰে
সিটো লোকে কোনো কালে উন্নতি নকৰে।
ইহকালে কষ্ট তাৰ সিকালে নৰক
এতেকতে কৰ্ম কৰা শুনা মোৰ বাক।
প্ৰভাতে উঠিয়া তুমি প্ৰভু নাম স্মৰি
স্নান কৰি জলপান কৰিবাহা ধৰি।
পুৱা হাল নিবা আৰু বেলি ঠিক আগে
গৰু এৰি দিয়া গাৱ ধুৱাইবে লাগে।
এবাৰ গাই দুবা মাত্ৰ দামুৰী পালিবা
যিবা ফল হয় তাক আমাক জনাবা।
গুৰু উপদেশে তিনি কৰ্মক কৰিল
ইটো বৰ্ষে ফচল কিন্তু দুগুনে বাঢ়িল।
ফচলৰ বৃদ্ধি দেখি মাধৱ মৰল
গুৰুক দিলেক দান এডুলি ফচল।
দুখৰ পৰিলা অন্ত সুখৰ উদয়
গুৰু উপদেশে সিটো মহা সুখী হয়।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
গৃহী ভকত আছিলেক ডঙৰকুচি গ্ৰামে
গুৰুত শৰণ লৈলা হৰিষ পৰমে।
কিন্তু কালে সংসাৰিল ভাৰ্য্যা-পুত্ৰচয়
অত এৱ তাৰ মাত্ৰ ধৰ্মে মতি হয়।
কিন্তু এক লেঠা তাৰ গৃহত থাকিল
ৰাহি ধন বেচি পাচ গুটি টকা পাইল।
সেই ধনৰ মায়াতে মজিয়া থাকে মন
নামৰ পৰা উঠিও আহয় ঘনে ঘন।
এক দিন গুৰুজনৰ চকুত পৰিল
কিবা হেতু যোৱা উঠি প্ৰশ্নক সুধিল।
ভকত বুলিলা বাপ মায়া এনাজৰি
পাচ গুটি টকাৰ মোহ এৰাইতে নপাৰি।
গুৰু বোলে দিয়া আনি আমাৰ হাতত
লাগিলে ফিৰাই পাবা দিবহি সতত।
সেইমতে ভক্তজনে ধনক আনিলা
পাচ গোটা টকা আনি গুৰুৰ হাতে দিলা।
টকাৰ চিন্তা গুছি ভক্তৰ প্ৰত্যয় বাঢ়িলা
এক চিত্তে নাম ধৰ্মে মন নিমজাইলা।
পাছে গুৰুজনে বোলে তব ধন লোৱা
ভক্তজন বোলে প্ৰভু ভাণ্ডাৰত থোৱা।
ভকত সবে পাব ফল আমাৰ ধনৰ
আজি হন্তে ধনৰ মায়া কৰো পৰিহাৰ।
যতেক বাঢ়য় ধন মৃত্যু বাঢ়ে তেবে
আপদে নেৰয় লগ ধন থাকে যেবে।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
আৰ এক ভক্ত ছিল বাহাৰ মাজত
কিছু দিন থাকি গৈলা নাম প্ৰসঙ্গত।
তাৰ পাছে ভক্তজনৰ মনত বিষাদ
কিবা ভৈলা তাৰ একো নজানে সম্বাদ।
লাহে লাহে ভক্তজনৰ শৰীৰ শুকাল
ভাবি থাকে কিবা কিবি কিছু নুবুলিল।
এক দিন মাধৱ গুৰু তাক মাতি আনি
সুধিলেক প্ৰশ্ন কিনো থাকা ভাৱি গুণি।

হাড়, ছাল ওলাই গৈলা মনত বিষাদ
বাহাৰ সুখক লাগি নাহিকে অস্বাদ।
ভক্তে বোলে কলে লাজ নকলে চিন্তাই
পুৰি মৰে অগনিত উপায় নাপাই।
আজি মই বেকত কৰিলো আপোনাত
চৈধ্য টকা নিলা মোৰ ভাবি নাপাও তত।
এতেকতে ধনৰ চিন্তাই শৰীৰ দগ্ধ কৰে
শুকাল শৰীৰ ভাত নাযায় ভিতৰে।
গুৰু বোলে তব ধন ৰাখি থৈছা ক'ত
বিচাৰ কৰিয়া দেখা কাষৰ ভক্তত।
ভক্তে বোলে সুধিছিলো কেৱেই নজানে
উপায় নাপাও আমি কি কৰিব মনে৷
গুৰু বোলে খট্ খটী ঘাটে কাপোৰ ধোৱা
তাহাক সুধিয়া কথা জানি বুঝি লোৱা।
ঘাটে কাপোৰ ধোৱা জনক সুধিলেক যেবে
উত্তৰ দিলেক তেওঁ শুনা কথা এবে।
খোৱা বস্তু বুলি ডালশলীয়াৰ জাক
লাউ ফুল যেন বগা বস্তু নিচে তাক।
গুৰু বোলে নলৰ মাজে কদ্দৈ গছ আছে
গছৰ গুৰে বহুতবোৰ ডালশলীয়া আছে।
গুৰু বুলিলেক ডালশলীয়াৰ বাহ চোৱা
তাহাক নামাৰা কিন্তু পোৱা বা নপোৱা।
গুৰুৰ আদেশে পাছে শলীয়া বাহ চাই
চৈধ্য গুটি টকা গোটা তাতে আছে ৰই।
কুৰি গুটি টকা তাতে পৰিয়া আছয়
নিজৰ ধনৰ উপৰি ছয় অধিক পাৱয়।

বুটলি আনিলা টকা শলীয়া নমাৰি
তাৰ পাছে গুৰুক ভেটিলা টকা কুৰি।
গুৰু বোলে নালাগে মোক পিছত লইবো
নিজে হাতে ৰাখি পাছে দান কৰি দিবো।
পিছত লৈলেক ধন দেখাই ভকতক
এতিয়া তই বাহে গৈয়া দেখা শলীয়াক।
ভকতে দেখিলা বাহে শলীয়া মৰিল
অদ্ভুত দেখিয়া কথা গুৰুক বুলিল।
গুৰু বোলে সাচি থোৱা ধন মোহে পায়
সেই ধন হেৰাইলে দেহা হয় ক্ষয়।
এই শলীয়া কেইটা কৃপণ লোক ছিল
সাচি ৰাখি ধন তাৰা কাকো নিদিছিল।
মাটিত পুতিয়া ধন ৰাখিলা বহুত
ভূমিকম্পে মাটি কৰে ওলটপট।
ধন হেৰাই হাৱ ৰাৱ কৰে কৃপণগণ
পৰে আহি পাইলেক ডালশলীয়া জীৱন।
ধনৰ আক্ৰোশে যেন শলীয়া মৰিল
তোমাৰো অৱস্থা এনে ধনেই কৰিল।
ধনখিনি ভকতৰ মাজে বিলাই দিয়া
তেবেসে পাইবা শান্তি মুকুতি লভিয়া।
ধন দানে ভকতৰ মনত সন্তোষ
শৰীৰৰ কান্তি পাইলে এৰি অসন্তোষ।
মিছা ধন জন ইটো ছায়াবাজী প্ৰায়
হৰিৰ নামত মাত্ৰ লৈয়োক আশ্ৰয়।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
আৰু এক ভক্ত ছিল ভেকুলীয়া নাম
উনৈশ টকা সাচিছিলে কৰি নানা কাম।

মৃত্যুৰ সময়তো কথা কাকো ন কৈল
আপোনাৰ ধন লাগি চিন্তাতে মৰিল।
যমদূতে নিয়া তাক ৰজাক শোধাই
বিচাৰ কৰিলা চিত্ৰগুপ্ত টিকা চাই।
বোলে এই জন লোক পাপী যে নহই
সংসাৰত বেয়া কৰ্ম কিছু কৰা নাই।
কিন্তু মৃত্যু কালে নলৈলেক হৰি নাম
ধনৰ চিন্‌তাতে ইটো এৰে নিজ ধাম।
এতেকতে তাক ঐত নালাগে আনিব
ফিৰাই পঠোৱা জীৱ পুনঃ মৰ্ত্ত্যে যাব।
যমদূতে তাহাক ঘুৰাই পৃথিৱী পঠাই
দেহা গোট বন্ধুগণে পুৰি কৈলা চাই।
চুকৰ ভেকুলি হয়া টেকেলি উপৰ
তথাত আছিল ধন ভুৰুকা ভিতৰ।
প্ৰতিদিনে কৰাত ভেকুলী মাতই
কেৱে নচায় তাক কিছু নভাবই।
সেই বাহা গোট পাছে ডাৰিকাক দিলা
ডাৰিকাৰ গোবিন্দ আতৈ বাহাক লইলা।
চুক ভেকুলীৰ শব্দ ৰাতিও শুনয়
টোপনি ভাঙিয়া যাই উঠিয়া বহয়।
দিনেক বুলিলা আতৈ ভকত সমাজে
মোৰ বাহাত এক গোটা চুক ভেকুলী আছে।
ৰাত্ৰি কালে থাকে মাতি টোপনি ভাঙয়
দেখা নাই কিন্তু তাক কতে বা থাকয়।
গুৰু বোলে এক দিন মাতিবেক যেৱে
ভাল কৰি নিৰেক্ষিবা কৰা মোৰ আগে।
এক দিন সন্ধ্যা কালে ভেকুলী মাতিলা
সেই দিনা ঠাইখিনি নজৰে পৰিলা।
পৰে দিন গুৰু কাষে কথা জনাইল
তিনি ডেকা ভক্ত গৈয়া ভেকুলী পাইল।
গুৰুৰ উপদেশে তাক মাৰিয়া পেলাই
খান্দিলেক অৰ্দ্ধ হাত ডেক থকা ঠাই।
তাহাত্তে দেখিলা নগদ কুৰি টকা আছে
মৃত্তিকা বাচনে ভৰাই পুতিয়া ৰাখিছে।
তুলি আনি ধনখিনি ভাণ্ডাৰত থৈলা
ভেকুলীক বস্ত্ৰ দিয়া দেহ আবৰিলা।
নিৰ্মালিক দিয়া পাছে পুতিয়া ৰাখয়
সেই ৰাতি ভক্তগণে সপোন দেখয়।
গুৰুৰ প্ৰসাদে গৈলা বৈকুণ্ঠ ভুবন
দ্বাৰে দ্বাৰে বিদায় লৈলা যাত্ৰাৰ কাৰণ।
এতেকতে ভক্তগণ মনে কৰা সাৰ
সাচিবে অনিত্য ধন কৰা পৰিহাৰ।
শিশু কাল পাৰ ভৈলে যৌৱন আহিব
আৰ্জ্জিত যি ধন তাক সৎ কৰ্ম কৰিব।
যৌৱন কালে সৎ কৰ্মে অধিক ফল পাৱে
বৃদ্ধ কালে ধৰ্ম কাৰ্য্যে ধন ক্ষয় হয়
সেই ধন পৰকালৰ সাচনীয়া ৰয়।
নিমন্ত্ৰণ কৰি আনি কৰে অন্ন দান
সেই দান অশ্বমেধ যজ্ঞৰ সমান।
পেলনীয়া হইলে অন্ন যদি দান কৰে
সিটো অন্ন দান ফল কদাপি নধৰে।
গৃহী ভক্ত, শুকনা ভক্ত আৰু ভেকুলীয়া
নিজ ধনৰ মায়া ত্যেজি মুক্তিক পাইয়া।

গুৰুৰ প্ৰসাদে গৈলা বৈকুণ্ঠক চলি
সালোক্য মুকুতি পাইলা লই ভক্ত ধূলি।
এতেকতে ভক্তগণ শুনা সাৱধানে
অনিত্য ধনক লাগি নকৰিবা মনে।

আৰ্জনত খোৱা, লোৱা আৰু কৰা দান
তেবেসে পাইবা গতি বাঢ়িব সন্মান।
গুৰুৰ কথাক সবে মনে প্ৰাণে ধৰি
নিৰন্তৰে সব লোকে বোলা হৰি হৰি।



## *পান কটা মিত্ৰ ভকত জীৱনা আতৈৰ প্ৰসঙ্গ আৰু গোবিন্দ তাতি আতৈৰ চৰিত্ৰ কথন*

### *পদ*

গুৰুৰ চৰিত্ৰ কথা শুনে ভক্তগণ
যত কয় তত শুনে বাঢ়ি যায় মন।
চক্ৰপাণি বোলে শুনা সব ভক্তগণ
বৰপেটা থানে গুৰু থাকে যত দিন।
বহু বিধ লীলা-খেলা কৰিয়া দেখাই
সাধাৰণ ভকতগণে আচৰিত হই।
দুই ভক্ত পৰম মিত্ৰ জয় আৰ বিজয়
ওচৰা ওচৰি দুই গৃহত থাকয়।
তাহাতৰ গাঁওত নাই কাৰো পান গছ
বিজয়ৰ এডাল পানৰ ছিল মাত্ৰ সচ।
পৰম মিত্ৰ দুই ঘৰ নাই ভেদাভেদ
যিবা পায় বাটি খায় নকৰয় জেদ।
তাহাৰ মিলৰ কথা সব লোকে কয়
হৰিহৰ আত্মা বুলি সবে বখানয়।
এক দিনা জয় গৃহে কুটুম্ব আহিল
বিচাৰিয়া কতো তিনি পান নপাইল।

কুটুম্বক তামোল দিবে লাগি পান নাই
ভাবি গুণি একো সিটো উপাই নাপাই।
গছত উঠিবে লাগি জখলাও নাই
কেন মতে আনে পান ভাবিয়া নাপাই।
মিত্ৰৰ গৃহত তাৰ পত্নী যে আছিল
দা এক খুজি আনি এফাল কাটিল।
টানি আনি পান ডালি ছিঙিয়া লইলা
গৃহিণী তাকে দেখি একো নামাতিলা।
তাৰ পৰে বিজয় ভক্ত আহে গৃহ লাগি
পানৰ এফাল নাই মন গৈলা ভাগি।
একে দালি পান গছ এফাল কাটিল
পান কটা শত্ৰু কৰ্ম কোনে বা কৰিল।
গৃহিণীক পুছিলন্ত ভকত বিজয়
ইটো ঘোৰ অন্যায় কাম কোনে বা কৰয়।
গৃহিণী বুলিলা পান বন্ধুৱে কাটিল
মোৰ হস্তে দাৱ খুজি ই কৰ্ম কৰিল।

বিজয় বুলিলা তুমি কু-বাক্য বুলিছা
যদ্যপি নাহিকে বোলা উচিত কৰিছা।
যদিহে পাৰিছা গালি তোৰ ক্ষমা নাই
বন্ধুৰ চৰণে পৰি ক্ষমা খোজা গই।
গৃহিণী বুলিলা আমি কিছু বোলা নাই
পান কাটি নিছে তেওঁ আপোন ইচ্ছাই।
ভকত বুলিলা মোৰ কোনো ক্ষোভ নাই
বন্ধু, মিত্ৰ, ভক্ত, ভাতৃ সম আপোন নাই।
পানতো অধিক যদি চাহে কিবা আন
তাকো দিবা পাইবো আমি নপাইবো টান।
মাধৱদেৱ শুনি পাছে ভক্তৰ কাহিনী
প্ৰসঙ্গৰ পৰে ধন্য দিলা মহা জ্ঞানী।
সাৰ্থক বিজয় নাম ধৰি আছা তুমি
আমাতো অধিক তুমি মহা জ্ঞানী মানি।
আৰু ধন্যা তব পত্নী মহা জ্ঞানৱতী
তেওঁক লই পাইবা তুমি মহা সুখ শান্তি।
ধন্য ধন্য ভক্ত তুমি বান্ধৱ পৰম
পত্নীসহ পাবা তুমি বিষ্ণুৰ গোলকধাম।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
মাঘৰ মাহত এদিন সব ভক্তগণ
পথ মধ্যে পালে লগ বতাহ বৰষুণ।
প্ৰসঙ্গ কৰিবে লাগি যাইবে নপাৰি
দুই এক ভক্ত মাত্ৰ গৈলেক লৰৰি।
নিমন্ত্ৰণে গৈছিলে অন্য এক ঠাই
আহোঁতে পৰিল বেলি কৰ্মক অতাই।
জীৱনা আতৈ ছিল বৃদ্ধ একজন
তিতি বুৰি কপি জপি পাইল বাহাখন।

সৱে বোলে আজি এক পৰম দুৰ্দ্দিন
নোৱাৰো যাইব প্ৰসঙ্গক কোনোজন।
প্ৰসঙ্গ কৰিবে লাগি নোৱাৰিব আৰু
গৃহে থাকি জুই ধৰি আজি থাকো বাৰু।
গুৰুক বুলিলা গৈয়া জীৱনা আতই
প্ৰসঙ্গক আহিবাৰ আজি শক্তি নাই।
বন্ধ হ্ৰেক আজিৰ বাবে কোনো ক্ষতি নাই
নোৱাৰিলে দুৰ্দ্দিনত নাথাকে উপাই।
গুৰু বোলে ইটো দিন দুৰ্দ্দিন. নোহয়
মেঘ, বতাহ, বৰষুণ যিদিনা বহয়।
প্ৰকৃতিৰ এনে দিন অৱশ্যে হইব
মনুষ্যৰ মুখ্য কাৰ্য্য বন্ধ নাথাকিব।
কিন্তু যদি হৰি কথা আলাপ নহয়
সেহিসে দিনক মাত্ৰ দুৰ্দ্দিন বোলয়।
গুৰুৰ কথাক শুনি যেবা যথা ছিল
প্ৰসঙ্গে বসিয়া হৰি কথাক চৰ্চ্চিল।
হৰি কথা ৰসে যেবে মজি গৈলা মন
দুৰ্দ্দিনকে সুদিন বুলিলা সৰ্ব্বজন।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
গোবিন্দ নামেতে এক তাতি যে আছিল
ভাৰ্য্যা, স্বামী দুইজনে বস্ত্ৰক বুইল।
কাপোৰ বই দুইজনে বানচ লৰয়
তথাপিতো সিহঁতৰ আকাল নুগুচয়।
তাৰে বুলি মাধৱদেৱ সন্মান কৰয়
মাজে মাজে চাউল কড়ি সাহাৰ্য্য কৰয়।
তথাপিতো অনাটন নুগুচয় তাৰ
গুৰুত পুছিলা পাছে কাৰণ ইহাৰ।

শুৰু বোলে কিবা পাপ কৰা জানি শুনি
সেই হেতু কোনো দিনে নুশুছে নাটনি।
গোবিন্দ বুলিলা বোপা বঢ়াৰ নন্দন
পাপ কৰ্ম লাগি আমি নেমেলোহো মন।
অজানিত কিবা পাপ যদি আছো কৰি
সেইটো পাপৰ আমি নাপাই আতি গুৰি।
শুৰু বোলে অধিক সূতা আনা মিছা কই
সেইখিনি সূতা লোৱা পাপ কৰ্ম হই।
গোবিন্দ বুলিলা সূতা আৰু যে নলও
তোমাৰ বাক্যক ৰাখি উচিত বেচ লও।
মিছা কই কোনো দিন সূতা নাৰাখয়
দিনে দিনে অৱস্থা তাৰ বাঢ়ি যায়।
আঢ্যবন্ত ভৈলা আতি ধৰমত মন
মাধৱৰ প্ৰসাদত বাঢ়ি গৈলা ধন।
বৰপেটা লীলা কথা পৰম অমৃত
হৰি নাম গাই নাচা ভক্তগণ যত।

>>>>■<<<<

## *অকাল নাহৰৰ ফুল*
## *আই গোসানীৰ ঘৰ মেৰামতি আৰু লাউজুপিৰ সযত্নে ৰক্ষণ*

### *পদ*

মাধৱ গুৰুৰ লীলা পৰম অমৃত
যত শুনা যায় তত শুদ্ধ হোৱে চিত।
এক মাহে তিনি বাৰ আইৰ বাৰ্ত্তা লই
শ্ৰীৰাম আতা অহা যোৱা কৰিয়া থাকই।
এক দিন বোলে আতা শুনা ভক্তজন
বিশ্বাসত মিলে হৰি জানিবা সুজন।
শ্ৰীৰাম আতা শুদ্ধ জন বিশ্বাস গভীৰ
মাধৱদেৱ বুলিলেক মন নোহে থিৰ।
এক দিন সোধে গুৰু শ্ৰীৰাম আগত
বিশ্বাসত নাহৰ ফুল ফুলেনে অকালত।
শ্ৰীৰাম বুলিলা নাভাবি আতি গুৰি
ফুলিব পাৰিব ফুল বিশ্বাস থাকে যদি।
গুৰু হাঁহি মাত্ৰ ৰল কিছু নুবুলিলা
ক্ষণেক পাছত শ্ৰীৰাম মনত গুণিলা।
ইটো কথা কলো মই নাভাবিয়া বৰ
পুহৰ মাহত জানো ফুলিব নাহৰ।
ৰাত্ৰি কালে ধৰ ফৰ কৰে ভক্তবীৰ
ক্ষণেক ভাবিয়া কথা নোকোৱা জটিল।
*গুৰু শঙ্কৰৰ এটি বাণী যে আছয়*
*তপ কৰে উত্তৰ দিয়া উচিত নহয়।*

*কথাৰ উত্তৰ দিবা ভাবি গুণি চাই*
*তেবেসে পাইবা মূল্য কথাই কথাই।*
ৰজনী প্ৰভাত ভৈলা আতা বাজ ভৈলা
বৰ হাবিৰ কাষে গৈয়া নাহৰ দেখিলা।
পাচ গোটা ফুল ফুলি একেটি ডালত
দুটি ঢোপা, দুটি অৰ্দ্ধ এটি প্ৰস্ফুটিত।
সৰু বৃক্ষডালি ফুলি প্ৰমাণ দেখাই
আলফুল কৰি আতা ডাল ভাঙি লই।
গুৰুক দেখাইল বাপ ইটো আচৰিত
বিশ্বাসত নাহৰ ফুল ফুলে কদাচিত।
ভক্তৰ বাক্যক হৰি পালন কৰিলা
অকালত নাহৰ গছে ফুলক ধৰিলা।
গৃহক আহিয়া ফুল গুৰুক দেখাই
বুলিলন্ত বাপ দেখক নাহৰ ফুল চই।
আগে জানো কেতিয়াবা ফুল দেখিছিল
এই জোপা নাহৰ ফুল পুহ মাহে ফুলিল।
মাধৱদেৱ বোলে বোপা ভকত সুজন
ভকতৰ বাক্য ৰাখি থাকে ভগবান।
সেই হেতু নাহৰ জোপা পুহত ফুলিছে
এই ফুলা ফুল তোমাৰ হাতত পৰিছে।
এক দিন শ্ৰীৰাম আতা খবৰ পাইলা
আই গোসানীৰ বাৰ্ত্তা যেবে লব গৈলা।
ঘৰটি উৰুখে বুলি গোসানী বুলিলা
ব্যৱস্থা কৰিব লাগে বুলি জনাইলা।
বৰপেটা আহি শ্ৰীৰাম গুৰুক জনাই
গৃহৰ উৰুখা হেতু টোপনি নহই।
মাতৃৰ কষ্ট হৈছে বুলি শ্ৰীৰামে জনাইলা
প্ৰসঙ্গৰ পৰে সবে আলোচ কৰিলা।
সকলো ভকতে পাছে আলোচনা কৰি
গোসানীৰ ঘৰটিক চেইবা* কেন কৰি।
ভকতসকলে বোলে খেৰ, বাহ নিব
বাহ গছ কাটি আমি গৃহক বান্ধিব।
আলোচন কৰিয়া সবে বাৰ দিন গণি
প্ৰভাতে প্ৰসঙ্গ হ্ব সবে লোৱা জানি।
একাদশী ব্ৰত দিনা হাল পাত নাই
সব ভক্তগণ তেবে আহিবা ওলাই।
এই বুলি সবে গৈলা প্ৰসঙ্গ ভাঙিয়া
গৃহে চলি গৈলা কথা সিদ্ধান্ত কৰিয়া।
যোৱাৰ আগতে সবে মনে ভাবি চাই
ছালৰ ওপৰে লাউ এজুপি আছই।
সমস্ত গৃহকে ঢাকি আছে লাউজুপি
ফল, ফুল আছে লাগি বহু থোপাথুপি।
লতা গছ জুপি কটা যদিহে হোৱয়
আই বৰ দুখ পাব জানিবা নিশ্চয়।
এতেকতে ভাবি গুণি বোলে সৰ্ব্বজন
গুৰুৰ লগত এবে কৰো আলোচন।
মাধৱদেৱ বোলে আগে কৰ্মক্ষেত্ৰে গই
চাই চিতি কৰা ভাল যিটো উচিত হই।
ওলাই আহা অহাকালি গৃহ বান্ধিবাৰে
তেহে যদি আই গোসানী মন ভাল কৰে।

** চেইবা - ছালত নতুন খেৰ লগোৱা*

# ছবি

| | |
|---|---|
| গুৰু নিগদতি পাছে | যত ভক্তগণ আছে |

মাধৱৰ শিষ্য বৰ্গচয়

| | |
|---|---|
| দা, কুঠাৰ হাতে লই | বাহ, খেৰ যি পাই |

পাটবাউসী চলিলা সবায়।

| | |
|---|---|
| ব্ৰহ্ম মুহুৰ্ত্ততে উঠি | গুৰুজনে বোলে বোপা |

শ্ৰীৰাম তুমি আগে যোৱা

| | |
|---|---|
| ছকুৰি ভকত গই | খেৰ, বাহ, টঙাল লই |

গৃহ মেৰামতি হব কোৱা।

| | |
|---|---|
| গুৰুৰ বচন শুনি | শ্ৰীৰাম মহা জ্ঞানী |

টোপ্‌লাক বান্ধিয়া লইলা

| | |
|---|---|
| গুৰুক নমিয়া পাছে | আগে চলি যায় আজি |

গোসানীক বাতৰি জনাইলা।

| | |
|---|---|
| মথুৰা দাসক মাতি | বাতৰি দিয়াহি হাটী |

গৃহ বান্ধিবাক ধন লাগে

| | |
|---|---|
| যাৰ বাহ, খেৰ আছে | সবাই লইলা পাছে |

মাধৱ চলিলা আগে আগে।

| | |
|---|---|
| গোপাল আতা বাহু বলী | একশ খেৰৰ বোজা তুলি |

মাথাত তুলিয়া গইলা লই

| | |
|---|---|
| নাৰায়ণ দাস আহি | এক নাৱ বাহ, খেৰ |

গোসানীৰ চোতালে পেলাই।

| | |
|---|---|
| ভবানীপুৰীয়া গোপাল | গুৰু কাষে চলিছিল |

হাতত নাছিল কিছু ধন

| | |
|---|---|
| এশ খেৰ ধাৰ কৰি | লৈ গৈলা মাথা ভৰি |

আহি পালে বস্তু অগণন।

বুঢ়া আতা লৰি গই খাগৰি আনিল গই
বৰপেটা বিলৰ পাৰৰ
ৰুৱা কমি চাচি লৈলা ছাল ছাতি খেৰ দিলা
হৈলা গৃহ যেন নতুনৰ।
আগ বেলা কাম কৰি ভেটী তুলি চটি ধৰি
সুন্দৰ গৃহক সাজিছিল
দুপৰীয়া ভৈলা যেবে কাম সাঙ্গ ভৈলা তেবে
ভক্তগণে জলপান ভুঞ্জিল।
কোনো জনে অন্ন খাইলা আই মাতৃ সিজাইলা
পৰিমাণ নজানিল তাত
চৰুৰ শবদ জানি মাধবদেৱ মহা জ্ঞানী
শেষ হল আঞ্জা আৰু ভাত।
মাধৱ চৰিত্ৰ বুলি ভোজন বিহাৰ কৈলা
ভোজনৰ সময় হইল
নতুন অন্ন তৈয়াৰ হই দিলে আথে বেথে কই
অন্ন খাই সবে তৃপ্তি পাইল।
আই বোলে মাধৱ ৰাই শ্ৰীকৃষ্ণই যেনে কই
দ্ৰৌপদীক সিটো কাম্য বনে
মাজ নিশা আহি পাই ৰক্ষা কৰি চলি যাই
মহা ক্ৰোধী দুৰ্ব্বাসাৰ সনে।
পাচ বেলা চাঙ পাতি বস্ত্ৰ থৈলা পৰি পাটি
চুচ ফালি চিলিঙক দিলা
যত ছিল দ্ৰব্যচয় সজাই পৰাই থয়
পৰি পাটি সবাতে কৰিলা।

গোসানীৰ সাধি কাম বৰপেটাৰ ভক্তগণ
সন্ধিয়াৰ আগতে ফিৰিলা
শিৰে নমি গোসানীক মাধৱ চলিয়া গৈলা
প্ৰসঙ্গৰ যোগাৰ কৰিলা।
যাবৰ সময়ে এক হাস্য কৰি বুলিলেক
পাৰা যদি লাউ দিয়া তুলি
আজ্ঞা খাবা ভাল কৰি তুমিয়ে উদৰ পুৰি
জুতি লগাই লাউ পাল্লা বুলি।
আপোনাৰ ঘৰবাৰী দিলো মেৰামতি কৰি
লাউ জিকা ভোল হব ভাল
ভকত কুটুম্ব আহি জুতি লগাই খাব বহি
আপোনাৰ মৰিব আহুকাল।
ইটো কথা হাস্য কৰি মাধৱ বুলিলা লৰি
গৃহক লাগিয়া চলি যাই
সবে ভক্তগণ মিলি প্ৰণিপাতে গল চলি
গোসানীক মাথা চপৰাই।
তাৰ পাছে কালিন্দ্ৰীৰ আজ্ঞা ভাতৰ অথন্তৰ
কোণত ৰুইলা লাউ পুলি
লহ পহ কৰে পাত অতি ডাঙৰৰ জাত
মাৰি পুতি দিলা আই তুলি।
লাহে লাহে উঠি যাই ছালত বগালে গই
ডালে পাতে অতি জ্যোতিষ্কাৰ
তিনিটা লাগিল লাউ সৰু বৰ নাই কেউ
তিনিওটি এমোন ওজনৰ।

কেইদিন মান পৰে — শ্ৰীৰাম আতা আছে ঘৰে
লবলৈ খবৰ গোসানীৰ
বাপুলৈ মৰমত — লাউ দিলা এক গোট
প্ৰথমতে লগা যিটো কৰ।
ঐত আহি মাধৱৰ — বোলে খবৰ গোসানীৰ
লাউ গোটা আগত ৰাখিলা
দেখিয়া মাধৱ ৰাই — এনে লাউ দেখা নাই
পথ মধ্যে কোতেনো পাইলা।
ছালত লাগিছে তাত — আই থকা বৰ ঘৰত
তাৰে ইটো গাৱে গোটা বৰ
একে সম তিনি লাউ — আগে খোৱা নাই কেউ
পঠাইল আপোনাৰ ওচৰ।
খণ্ডিয়া মাধৱ বোলে — খতি হৈ ভক্তসকলে
ঘৰ সাজি দিলা কোনো মতে
লাউ তুলি দিলা এবে — পচি যাব দুদিনতে
ভাল কৰি লব কাৰ হাতে?
মথুৰা দাসক মাতি — মাধৱে বুলিলা পাছে
গোসানীৰ লাউ জুপি কাটি
টানি আনি ছাল হস্তে — মাটিত বগৰাই দিবা
জুৰি দিবা ডাল মূল কাটি।
আহিলা মথুৰা দাস — ভাবিয়া মাধৱ বাক
নাকাটিলে গুৰুক লঙ্ঘন
কাটিলে দোষিব আই — কি কৰো উপাই নাই
স্থিৰ কৰি লইল এক মন।

আইৰ গৃহক গৈয়া হাতে খান দা লৈয়া
মাধৱৰ বাক্য যে বুলিলা
শুনিয়া বুলিলা আই গুৰু বাক্য ৰাখি থই
কাটিবাক আদেশ কৰিলা।
তেওঁৰেই কথা ৰাখি লাউ জুপি ৰুলো মই
এবে যদি খণ্ড কৰে মোক
ক্ষতি লাভ প্ৰশ্ন নাই আদেশ ৰাখিয়া থই
লাউ ডালি টানি কাটিয়োক।
বাৰীৰ বাহ দুটি কাটি গছৰ ডাল কাটি কুটি
হেদালি এখনক সাজিল
অলপো নকৰি ক্ষতি সাৱধানে আতি পতি
লাউ দালি হেদালিত থৈলা।
সৰুডাল কাটি থই সেৱা সৎকাৰ কৰি থই
লাউডালি ৰাখিবাক কই
বিলম্বন কৰি তাত চলয় মথুৰা দাস
বৰপেটা বুলি বেগে যাই।
মথুৰা দাসক পঠাই পঠাইল গুৰু পাছে
নানা কথা ভাবিতে লাগিল
খণ্ডৰ বেগত মই একেবাৰতে পঠাই
যদি কাটে অন্যায় হইল।
আইৰ ক্ৰোধত মই জ্বলিয়া পুৰিয়া মৰো
মোৰ আৰু নিস্তাৰ যে নাই
কেতিয়া আহিব আতা আছে বাট চাই ৰই
মথুৰা দাসক দেখা পাই।

কাটিলানে লাউডালি পাৰিলেনে আই গালি
মনে বৰ পালো অসন্তোষ
আনক উপদেশ দিও নিজে কিন্তু ঘাটি খাও
আই আজি কৰিব যে ৰোষ।
মথুৰা দাসক পাই বোলয় মাধৱ ৰাই
কাটিলানে লাউ গছডালি
বুলিলা মথুৰা দাস নাকাটিলো মূল ভাগ
সৰুডাল পেলাইলো উভালি।
আপোনাৰ বাক্য ৰাখি হেদালিক দিয়া পাছে
লাউ জুপি বগৰাই থই
সৰুডাল উফৰিয়া আপোনাৰ বাক্য ৰাখি
আইৰ তেবে মনক জুৰাই।
ধন্য ধন্য ভক্ত তুমি তুমি মোৰ অন্তৰ্য্যামী
মনৰ কথাক বুজি লৈলা
দুই কুল ৰক্ষা কৰি সসম্মানে আহি ঘুৰি
ভকতৰ সন্মান বঢ়াইলা।
তব এই সত্ৰ খনি মথুৰাৰ সম হৈব
ধনৰ অক্ষয় ভড়াল হই
উজান ভাটি দশদিশ তোমাৰ খিয়াতি ৰব
মোৰ বাক্য খণ্ডিত নহই।
আশীৰ্ব্বাদ দিয়া পাছে গুৰুজন বহি আছে
মথুৰাই নমি হাত জুৰি
প্ৰসঙ্গ যাই চলি মাধৱ চলিল পাছে
মুখে উচ্চাৰিয়া ৰাম হৰি।

যাবৰ সময়ে গুৰু বুলিলাহা মথুৰাক
সন্ধিৰ বাহ বুধিৰে কাটিলা
সেই হেতু তব নাম দিলো মই আজি হন্তে
তিনি ৰাজ্যৰ আতা যে বুলিলা।
শুনা শুনা সৰ্ব্বজন ইটো কথাত কৰা মন
ভাবি গুণি কামক কৰিবা
মনত আলোচ কৰি ভাবি চাবা দণ্ড চাৰি
হৰিক ভাবি কৰ্মত ধৰিবা।



## *দক্ষিণকুলীয়া বৰবিষ্ণু আতাৰ প্ৰসঙ্গ আৰু হৰিচৰণ কণ্ঠভূষণ সম্বাদ*

### *পদ*

ভক্তগণ পাছে এক সুধিলা বচন
বৰবিষ্ণু আতাৰ কহিও বিবৰণ।
অতি মনোহৰ ঠাই শস্য মস্য কত
ধান, মাহ আদি খেতি হয় অসংখ্যাত
বাৰীত তামোল পান গছ নানা বিধ
পথাৰত আছে খেতি যতেক উদ্ভিদ।
চমৰীয়াৰ বাৰীৰ মাঝে ঢেৰ কলাগছ
মহী কৰি বিকে সবে ৰাখি তাৰ সচ।
শিলিখা গছৰ গুটি গোমুতে পচাই
তাৰেই কৰয় মহী অতি ভাল হই।
এক দিনা বিষ্ণু আতা মালচাৰ পৰা
নানা দ্ৰব্য আনিলেক ভাৰি দুই কৰা।
গুৰু বোলে দুইদিন থাকা বোপা তুমি
শাস্ত্ৰৰ আলাপে হোক ইটো পূণ্যভূমি।

এই মতে দুই দিন মাধৱ সমীপে
শাস্ত্ৰৰ আলাপে ৰত গুৰুৰ সমীপে।
তাৰ পাছে বিষ্ণু আতা বিদায় মাগিলা
মহী আনিবাক লাগি গুৰুৱে বুলিলা।
এক মাহ পৰে বিষ্ণু পুনৰ আহিল
এক কলহ মহী আনি গুৰু পাৱে দিল।
মহী লৈয়া আহোতে বাৰাদি তৈতে ৰৈলা
ৰদ টান দেখি তাত ক্ষণেক জিৰাইলা।
আহিবাৰ সময়ত মহী কলহ বৈ গল
গোবিন্দ আলধৰা কিন্তু পাছুত থাকিল।
গুৰুৰ সম্মুখ পাইলা আতা আগ ধৰি
প্ৰণাম কৰিলা গুৰুৰ চৰণত পৰি।
গুৰু বোলে মহী আনা হইলে নে নাই
সন্মতি জনাইলা আতা মুৰ দুপিয়াই।

পাছে আলধৰা সিটো গোবিন্দ যে নাম
তাৰা বোলে কথা দিয়া সাধো আমি কাম।
কলহ চাই দেখিলেক মহী কলহ নাই
আহোতে বাটত জানো আহিলা পেলাই।
গুৰু হাঁহি বোলে কত জিৰাইলা তুমি
গোবিন্দক বোলে ভালদৰে চোৱা গমি।
বাৰাদিৰ কাষে সেই গছৰ তলত
সম্ভৱ এৰিলো তাতে মহী কলহ গোট।
এতেকতে শীঘ্ৰে যোৱা কলহ আনিবাৰে
অন্য কিবা জন্তুই পালে ভাঙ্গিবাক পাৰে।
গোবিন্দ গৈয়া মহী কলহ আনিল
বাৰাদিত থকা বুলি কেনেকৈ জানিল।
সৰ্ব্বজ্ঞাত, সৰ্ব্বজান, গুৰু অৱতাৰ
শঙ্কৰ, মাধৱ গুৰু সৰ্ব্বদা আমাৰ।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
এক দিন বল বিষ্ণু নালীৰ পাৰত
তথাত আছিল বুঢ়া গ্ৰামীন ভকত।
ভকতৰ ঘৰে আহি এন্ধাৰ হইল
ৰাতি কাল থকা হেতু তথাত ৰইল।
অতি পৰিশ্ৰীমী বুঢ়া কিছু নজানয়
কোনো দিনে গুৰু ভক্তৰ খবৰ নলয়।
বিষ্ণু দেৱ বহি বোলে গুৰুৰ খবৰ
কোৱা এবে মোক কথা জুৰাও মনৰ।
বুঢ়া বোলে তিনি মাহ মই যোৱা নাই
সেই হেতু তিনি মাহ কোনো নজানই।
আতা বোলে ভক্তি কিমান এতিয়া বুজিলো
অত এব তব গৃহ এতিয়াই ত্যজিলো।

ফটিক বিহাৰ নামে অন্য ভক্তজন
মহা দুখী কিন্তু ভজে গুৰুৰ চৰণ।
তাহাৰ ঘৰত গৈয়া ৰজনী বঞ্চিল
প্ৰভাততে উঠি আতা বৰপেটা গৈল।
ক্ষণেক পাছত বুঢ়া নালীৰ পাৰৰ
ভাৰ ভেটী লৈয়া পাইল গুৰুৰ ওচৰ।
নিলগত থৈয়া ভাৰ গুৰু প্ৰণামিল
দেখিয়া মাধৱ পাছে বৰ প্ৰীতি পাইল।
গুৰুজন সমে আতা প্ৰসঙ্গে ৰহিল,
প্ৰসঙ্গতে ভাগৱত আলোচ কৰিল।
কৃষ্ণানন্দ নামে ভক্ত নমো বিষ্ণু কৰি
নাহৰৰ ফুল দহ দিলে দলি মাৰি।
বৰবিষ্ণু আতাৰ গৈয়া মুৰত পৰিল
গুৰু বোলে সাক্ষাত বিষ্ণু পূজাক পাইল।
এনেদৰে নানা ৰঙ্গে বৰপেটা থানে
তথাত থাকিল আতা দহ দিন মানে।
ইসব কথাক আমি এই মানে এৰি
কণ্ঠভুষণৰ কথা কও দু আষাৰি।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
লুইতৰ দক্ষিণত সৰু এক গাঁও
চলিলেক তথা এদিন লৈয়া এক নাও।
শ্ৰীগুৰুৰ* সৰু লৰা শ্ৰীহৰি চৰণ
দক্ষিণ দিশত আছে শ্ৰীকণ্ঠভুষণ।
পিতাৰ প্ৰিয় শিষ্য সেই বিপ্ৰবৰ
টেম্বুৰাণী এৰি আহি পাতে ঘৰ বৰ।
গুৰুই দিছল তাক নাম মন্ত্ৰ জপ
তাকে লই গুৰু গিৰি কৰে সিটো লোক।

*শ্ৰীগুৰু - শ্ৰীশঙ্কৰ

যেবে গৈলা হৰি, কৰি বহুমান
বয় বস্তু ভৰাই দিলে নৌকা একখান।
দান পাই হৰি মহাৰঙ্গ পাইল
বিদায়ৰ বেলা পাছে নৌকাত বহাইলা।
কণ্ঠভুষণ বোলে বাপ শৰণ দিও মই
তব পিতা আৰু মোৰ শৰণ মিল নাই।
একশৰণ মন্ত্ৰ জপ কেৱে নকৰয় .
মন্ত্ৰ জপ দেৱ পূজা তাতে ৰস পায়।
হৰি বোলে বাপ শৰণ পালা ক'ত
হৰি নাম সতে পূজা সাঙোৰ যিহত।
তোমাৰ "মই বৰ" ভাৱ দেখা পালো মই
তোমাৰ দ্ৰব্যৰ দানে মোৰ স্পৃহা নাই।
বিধৰ্মীৰ দান মই নকৰো গ্ৰহণ
ভৰি হেঁচি ডুবাই দিলে বোজাই নৌকাখন।
যত ছিল দ্ৰব্য বস্তু সবাই ডুবিল
নিজ নৌকাখনি লৈ গৃহক চলিল।

মাধৱত জনালেহি সমস্ত বৃত্তান্ত
শুনিয়া মাধৱ পাছে পৰম সুখী হোন্ত।
উপাখ্যান বুলিলা কৃষ্ণ বিপ্ৰ দামোদৰ
দান বস্তু নলৱয় অভক্ত জনৰ।
জল আৰু ফুল মাত্ৰ ভক্তে দান দেই
পৰম হৰিষ হয় গুৰু তাকে পাই।
অভকতে নানা দ্ৰব্যে হৰিক পুজিলে
তথাপি নলয় তাক আৱৰ্জনা বোলে।
এই কথা মাধৱদেৱ বুলিলা তাহাক
ভকত পঠাইলা এক নৌকা আনিবাক।
এক নৌকা আনি পাছে ভড়ালৰ পৰা
ভৰ্ত্তি কৰি দিলে ধান যত নৌকা ধৰা।
বৰপেটা হন্তে মাধৱদেৱ পঠাইল
গোসানীক মাতি পাছে হৰিয়ে নামিল।
হৰিচৰণ মাতৃ আগে বৃত্তান্ত কহিল
শুনি আই গোসানীয়ে বৰ ৰঙ্গ পাইল।

গুৰুৰ চৰিত্ৰ কথা অমৃত লহৰি
হৰি হৰি বোলা সবে যাওক পাপ ডৰি।



## *বৰবিষ্ণু আতাৰ গৃহ জঞ্জাল আৰু ঠাকুৰ আতাৰ পৰামৰ্শত গোপালক শাসন*

### *পদ*

চক্ৰপাণি আতৈ কয় চৰিত্ৰ আতাৰ
ভক্তগণে প্ৰশ্ন কৰে মাজতে তাহাৰ।

আতৈ বোলে শুনা এবে এক বিবৰণ
বৰবিষ্ণু আতাৰ পুত্ৰ ছিল দুইজন।

ডাঙৰ দীঘল হইল তাৰা নবীন জোৱান
সুঠাম শৰীৰ ডেকা অতি বলবান।
অতীব সুন্দৰ ৰূপ কান্তি মনোহৰ
হৃষ্ট পুষ্ট শৰীৰ আৰু উচ্চ কলেবৰ।
তাৰ সঙ্গী হইল এক কুচৰিত্ৰবান
দক্ষিণ কুলৰ ৰাজ কৰ্মী যে এজন।
কলিম চৌধুৰী নাম অতি দুষ্টজন
সুৰাপায়ী বেশ্যা শক্ত পৰস্ত্ৰীতে মন।
বৰবিষ্ণুৰ জ্যেষ্ঠ পুত্ৰ গোপাল নাম ধৰে
সৰ্ব্বদায় থাকে গোপাল চৌধুৰী ঘৰে।
চৌধুৰী আৰু গোপাল সঙ্গী দুইজন
সুন্দ-উপসুন্দ সম মিলিল তখন।
তাৰা দুইজনে ৰজা ইটো অঞ্চলত
মানুহৰ অন্যায় দুয়ো কৰে ইচ্ছামত।
মেল সোধে, টকা লয় ন্যায়-অন্যায় নাই
যেয়ে টকা দিব তাকে জয়ী বুলি কই।
চৌধুৰী আছিল এক হীন মান্য জন
আত্মসাৎ কৰি সিটো লয় পৰ ধন।
পৰস্ত্ৰীক ঘৰে আনি ৰাখে দুই দিন
মাতিব নোৱাৰে কেৱে ক্ষমতা বিহীন।
উপভোগ কৰে যত নবীন গাভৰু
মদ খাই কাৰোবাৰ পিঠিত ভাঙে লৰু।
তাৰ সঙ্গী গোপাল ভৈলা ভক্তৰ নন্দন
কলিম চৌধুৰী বলে বলী সিটো জন।
লোকে নিন্দা পিতাকক নানা কথা কয়
পিতৃ হাক দিলেও সি কথা নমানয়।

এক দিন এই কথা গুৰুত লগাই
পুত্ৰ দোষে দোষী মই কি কৰো উপাই।
গুৰু বোলে সখীক কহিও বিবৰণ
আমাৰ মধ্যত তিনি বুদ্ধিমান জন।
কথা শুনি বিষ্ণু আতা জনীয়াত গৈলা
ঠাকুৰ আতাৰ আগে সব কথা কৈলা।
পৰে দিন দক্ষিণ পাৰে চলিল দুইজন
পাতিলেক অজামিল ভাওনা একখন।
পোন্ধৰ দিন তালিম কৰিল তখন
দিনেক ভাওনা তাত পাতে ভক্তগণ।
গোপালক যমদূত ভাও এটি দিলা
বিষ্ণু আতা বিষ্ণু দূতৰ ভাও এটি লৈলা।
ঠাকুৰ আতা ধৰ্মৰাজ ভাওনা দেখাই
ভাওনা চাইবাক লাগি বহু লোক হই।
বিষ্ণুদূতে অজামিলক যমদূত হস্তে
গদাৰে কোবাই কাঢ়ি লবলৈ ধৰোতে।
এমন কোবাই যেন হাড় যায় ভাগি
পাইল শৰীৰে দুখ ভাও লৈয়া আজি।
কৰিলা উচিত শাস্তি দেহে টান পাই
মাৰ খাই থাকে বাচা কেকাই গেথাই।
লগৰ দুজনক কিন্তু কিছু নামাৰিলা
গাৱত লগাই মাত্ৰ ভাওনা কৰিলা।
বৰ দুখ পালা বুলি ঠাকুৰ আতাই
বোলে আৰু কুকৰ্মক নকৰিবি তই।
তাৰ পাছে কোনো দিনে চৌধুৰী লগত
নফুৰে নাযায় আৰু গৃহীৰ মেলত।

ছোৰ্ট ভাই হৰিচৰণ আৰু পিতৃ সঙ্গে
চমৰীয়া আহিলেক তিনিও মহাৰঙ্গে।
চমৰীয়া আহি তাতে জঙ্গল কাটিলা
নামঘৰ বান্ধিবাক যতন কৰিলা।
এক দিন জঙ্গল গৈলা শৌচ কৰিবাৰে
কৰবাৰ নাৰী এক ওলাই লৰ মাৰে।
হাল বোৱা লোকে দেখি আতাক বুলিলা
তোৰ বেটা পৰস্ত্ৰীক ৰমন কৰিলা।
নিজ চক্ষে দেখো আমি-তিনি চাৰিজন
আপোনাৰ সন্তান হুয়া ই কাৰ্য্য কেমন?
আতা বোলে সত্য যদি ইটো কথা হয়
মোৰ মনত কিন্তু সন্দেহ ওপোজয়।
তথাপি বুলিলা পুত্ৰক গৃহ হন্তে যোৱা
এখন্তেকো ইটো থানে থিতাপি নপোৱা।
কান্দি কান্দি হৰিচৰণ সুন্দৰী পাইলা
তাৰ পাছে গুৱা গাছা থানত চলিলা।
লোক সবে সুধি বোলে কিবা শাস্তি দিলা
সঁচা-মিছা, ন্যায়-অন্যায় কিছু নুবুজিলা।
আতা বোলে গুৰু বাক্য নকৰো লঙ্ঘন
উদাস হুয়া পৰ দ্বাৰা ছোৱে যিটোজন।
হাত লৰৰ সঙ্গত নফুৰা কদাচিত
সঙ্গ দোষে দোষী তুমি জানিবা সঠিক।
আশ্ৰমীৰ অন্যায় মন দোষ অতিশয়
জানিবাহা ইয়াৰ সঙ্গে কেৱে নাথাকয়।
আতা বোলে মোৰ গৃহ যদি দোষী হয়
ইটো শুদ্ধ সত্য ধৰ্ম কভু নথাকয়।
দুখ মনে হৰিচৰণ গুৱা গাৰ্ছা ৰৈলা
আতাই জানিও তাক গৃহক নিনিলা।

পৰে এক কৰ্ম হেতু মাধৱ সুজন
ভাল আখৰ লিখা লোক লাগয় এজন।
বলিচলন শাস্ত্ৰখনি নকল কৰিব
ভাল ভাৱে লিখি তাক সযত্নে ৰাখিব।
শ্ৰীৰাম আতা বোলে বাপ উত্তম লিখক
হৰি চৰণ তাতে আছে ধুনীয়া বালক।
দক্ষিণ কুলীয়া বিষ্ণু আতাৰ নন্দন
পিতৃ খেদি পঠাইল দেখি কুলক্ষণ।
মাতি আনি মাধৱদেৱ তাহাক পুছিলা
পিতৃ গৃহ এৰি কিয় ই থানে আহিলা।
হৰিচৰণ বোলে বাপ মিছা দোষ জাপি
পিতৃক লগাই খল মোক দিলা খেদি।
নিৰ্ব্বাসন দিলা পিতৃ ওলাই আহিলো
তব ভাগিনৰ গৃহে বছৰ থাকিলো।
গুৰু বোলে তুমি বাৰু এইখনি লোৱা
বলিচলন ইয়াৰ নাম নকল কৰি যোৱা।
তাৰ পাছে জয় আৰু কৃষ্ণাই ভকত
তাৰা দুইৰ আগে কথা কৰিলা বেকত।
পঠাইল দুই ভক্ত চমৰীয়া লাগি
বুলিলেক হৰিচৰণ নহয় দোষ ভাগী।
মিছা অপবাদে পুত্ৰ দিছা বনবাস
গুৰুদেৱে জানি তাক কৰিলা আশ্বাস।
বৰপেটা থানে আনি ৰাখিছে তাহাক
বলিচলন শাস্ত্ৰখনি দিছে লিখিবাক।
আতা বোলে জানো মই ছলি দোষী নয়
লোক বাদে পুৰি মৰো নাপাও উপায়।
গুৰুই জানে সব কথা যেন অগ্নি সম
ইয়াৰ লোক সবে কিন্তু নাপায় তাৰ গম।

ৰামে জানিছিল সীতা দোষী যে নহই
তথাপি অগ্নিত জাপি দিলেক জীয়াই।
কৃষ্ণ হেন ঈশ্বৰ মনি চোৰ আখ্যা পাই
ভয়, শঙ্কা এৰি ভালুকৰ গৰ্ত্তে যাই।
উত্তম লোকে কৰে যদি গৰহিত কৰ্ম
সাধাৰণে ধৰি লব ইটো মানৱ ধৰ্ম।
*মৰিবাকে লাগি বোপা নাহিকে সংশয়*
*লোক অপবাদ লাগি লাগে বৰ ভয়।*
*বিশেষতঃ সাধু লোক যিটো জন হয়*
*প্ৰতি লোম কুপে শত্ৰু সিজনৰ হয়।*
অত এব থাকোক সিটো বৰপেটা থান
পাছত আনিবো আমি পুত্ৰক এইখান।
গৃহাশ্ৰমী সজাই তাক ইয়াতে ৰাখিবো
সদ্যহতে তাৰ হাতে অন্ন নখাইবো।
এই কথা ভাবি আতা গৃহ সজাইলা
পুত্ৰ হেতু বৰপেটা থানক চলিলা।
পৰমা কুমাৰ গৃহে ৰাত্ৰিটো কটাই
প্ৰত্যুষতে আতা চলি যাবে সাজু হই।
উত্তম ভকত জানি পুছিলা বাতৰি
গুৰুজন কেনে আছে কোৱা ভাল কৰি।
বৌৰবাত গৃহ তাৰা গ্ৰামীন ভকত
গৃহ মধ্যে সাত জন লোক আছে তাত।
বুলিলন্ত গুৰু ভাল আছে কালি আমি
ভাৰ ভেটী লৈয়া যাই আহি পালো জানি।

ৰাত্ৰি বৈলা আতা কিন্তু পাক নকৰিলা
প্ৰভাতে উঠিয়া যেবে যাবলৈ ওলালা।
গ্ৰামীণ ভকতে বোলে বাপ মহাজন
ঘৃণালে আমাক অন্ন নাখালে ই থান।
মোৰ গৃহ অস্পৃশ্য বুলিয়া ঘিনাই
চাউল এমুঠিও ইয়াত নেখালে সিজাই।
পাছে আতা স্নান কৰি অন্নক সিজায়
পৰিয়াল লোক সমে অন্নক ভুঞ্জয়।
অন্ন দুধ ছিল মাত্ৰ সিটো গৃহস্থৰ
এজনেই খালে অন্ত পৰে নাটে আৰ।
আতা বোলে পানী দিয়া সবে বাটি খোৱা
পানী, গুড় মিহলাই ভাগে ভাগে দিয়া।
অমৃত সদৃশ স্বাদ সবাই পাইল
আতা বোলে একা খালে বিষহে হইল।
ভগাই খালে স্বাদ পাইব জানিবা নিশ্চয়
এতেকতে স্বাদ পাইবা বলো মহাশয়।
*সত্য ধৰ্ম সজ নোহে সদা থাকে কষ্ট*
*সত্য ভ্ৰষ্ট ভৈলে সবে যাইবেক নষ্ট।*
অন্ন খাই উঠি আতা বিদায় লইলা,
আবেলি পৰত আহি বৰপেটা পাইলা।
আতাৰ চৰিত্ৰ কথা শুনা সবে নৰ
হৰি হৰি বোলা সবে এৰি ভিন পৰ।
এতেকতে শুদ্ধ সত্ব নামক উচ্চাৰি
সব নৰে মুখে উচ্চাৰিও হৰি হৰি।



## জয়ৰাম আতৈৰ পত্নীৰ ধৰ্ম গ্ৰহণ আৰু তিনি ভক্তৰ হৰি নামত বিশ্বাস গ্ৰহণ

### পদ

চক্ৰপাণি বোলে কথা গুৰুৰ চৰিত
শুনা ভক্তগণ যত সাৱধান চিত্ত।
ধৰ্ম প্ৰচাৰিল আতা বৰবিষ্ণু নাম
মালচা, কাঠনি আৰু চমৰীয়া ধাম।
বহু শিষ্য ভৈলা তথা মহাপুৰুষৰ
হৰি নামে ৰতি ভৈলা প্ৰতি ঘৰে ঘৰ।
এক খন গ্ৰাম ছিল হেৰেমদৱা নাম
ধান, মাহ আদি শস্য মস্যে অনুপম।
জয়ৰাম আতৈ ভক্ত তথাত আছিল
প্ৰথমে লোৱা নাই ধৰ্ম তীৰ্থত চলিব।
ভাৰ্য্যা বোল ইটো কেনে আচৰণ তব
এতিয়াই আচৰা ধৰ্ম ভাৰ্য্যা কি কাৰণ?
ভৰ যৌৱনৰ এই উত্তাল সময়
পুৰুষ, স্ত্ৰী উভয়ৰে সম্ভোগ ইচ্ছা হয়।
বিবাহ কৰায় বংশ ৰক্ষাৰ কাৰণ
সম্ভোগে উৎপন্ন হয় পুত্ৰ-কন্যাগণ।
গৃহাশ্ৰম চাৰি আশ্ৰমতে শ্ৰেষ্ঠ হয়
ধৰ্ম অৰ্থ কাম মোক্ষ ইয়াতে মিলয়।
তাহাক নেওচি বৈৰাগীৰ ধৰ্ম ধৰে
কদাচিতো সিটো নৰে বিবাহ নকৰে।
আৰু কোনোজনে যাই বৃদ্ধ বয়সত
পুত্ৰ-কন্যা-পত্নীক আশা নকৰে সতত।
আপুনি কৰিয়া বিয়া মোক অকাৰণ
যৌৱন কালত ত্যজি যোৱা কি কাৰণ?
জয়ৰাম বোলে মই নেৰো যে তোমাক
মাতৃ অস্থি দিতে যাওঁ গঙ্গাৰ তীৰ্থক।
যাবৰ বেলিকা দিলো উপদেশ ভাৰ্য্যাক
কদাচিতো নেৰো মায়া মৰম তোমাক।
পিতৃ-মাতৃক উদ্ধাৰ কথা পুত্ৰৰ ধৰম
শক্তি থাকোতেই কৰে ইসব কৰম।
মানৱ জনম আৰু দুষ্প্ৰাপ্য যৌৱন
নষ্ট কৰিবাৰে আমি কৰিলো বাৰণ।
তিনি বৰ্ষ যদি আমি আহি নাপাও ঘৰ
বিশিষ্ট লোকক স্বামী লবা জীৱনৰ।
গুৰু ভাৱে লোৱা যদি বৃদ্ধক ভজিবা
স্বামী ললে যুৱকক আত্ম দান দিবা।
আত্ম দান দিলে যদি সুখী হোৱা তুমি
সেইজনী সুখী যাৰ উপযুক্ত স্বামী।
এই বুলি জয়ৰাম পশ্চিমে চলিলা
চাৰি বৰ্ষ কাল ইটো ই ঠাই নাহিলা।

বিষয় সুখত তাই নকৰিলা আশ
বিষ্ণু আতাক গুৰু মানি শৰণ লৈলেক।
তাৰ পাছে জয়ৰাম গৃহত আহিলা
কাষ চাপিবাক লাগি পত্নী হাক দিলা।
এক সঙ্গে দুইজনে নকৰে ভোজন
জয়ৰাম বেলে ইটো কিহৰ কাৰণ?
পত্নী বোলে গুৰু লই দেহ শুদ্ধি কৰা
শঙ্কৰৰ শুদ্ধ ধৰ্ম আচৰণ কৰা।
পত্নীৰ শুনিয়া কথা ভক্ত জয়ৰাম
শুদ্ধ ভাবে থাকি কৰিলন্ত সিটো কাম।
বিষ্ণু আতাৰ কাষে গৈ শৰণ লইলা
নিয়ম সংযম মানি চলিবে লাগিলা।
গুৰু উপদেশে দুয়ো পশি সংসাৰত
পুত্ৰ-কন্যা ধন-ধান পাইলা বহুত।
গুৰু বোলে শুনা বোপা ভাগৱত বাণী
বিপ্ৰগণে পাইলা কৃষ্ণ পত্নীয়েদি চিনি।
বৃদ্ধ কালে থাকিল গৈ ভক্তৰ বাহাত
নাম প্ৰসঙ্গতে মজি থাকে অবিৰত।
আতৈ জয়ৰাম হইলা ভকত এজন
তাহাৰ আদৰ্শ লোৱা সব নৰগণ।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
তিনি ভক্ত চলি গৈলা দক্ষিণ পাৰত
আতাৰ কাষক যাব সংশয় মনত।
এক গোঁটা সৰু নাওঁ তিনিজনে লৈলা
আহাৰ মাহৰ জলে নৌকা বুৰি গৈলা।

তিনিজনে জলে পৰি হৰিত আশ্ৰয়
দুইজনে মুখ ভৰি মাত্ৰ নাম লয়।
সাতুৰি ভাগৰ লাগি অৱস হইল
দৈৱৰ ফেৰত এক বৃক্ষ লগ পাইল।
তাতে ধৰি দুইজনে আহে ভটিয়াই
এজনৰ মুখে কিন্তু হৰি নাম নাই।
নামত বিশ্বাস নাই মহা অহঙ্কাৰী
আত্ম গৰ্ব্বে মত্ত হই থাকে সিটো ঘুৰি।
ফেনে ফটোকাৰে নদী আছয় উঠলি
গছ জাজি ভাহি আহে মাছৰ কিৰিলি।
ভয়ঙ্কৰ শব্দ কৰে মৎস, শিশুচয়
ঘড়ীয়াল, হাঙৰ আদি জলচৰ আছয়।
নাম লোৱা দুইজনে গছে ধৰি যাই
নাম অবিশ্বাসী গছ বিচাৰি নাপাই।
আচৰিত কথা সিটো গছক নেদেখে
আহ্ উহ্ মাৰিলো বুলি শব্দ কৰে মুখে।
গছ ক'ত, গছ ক'ত দুজনক সোধয়
তথাপিতো হৰি নাম মুখত নোলায়।
সাতুৰি সাতুৰি তাৰ ভাগৰ লাগিল
ৰাহাম ৰাম শব্দ তাৰ মুখত আহিল।
তেতিয়াহে গছ দেখিলন্ত সিটোজন
ধৰিলেক খামুচি যথাত দুইজন।
টৌৰ কোবত গৈয়া পাৰত লাগিল
গছ এৰি পাৰ উঠি খোজ কাঢ়ি গৈল।
গাৱৰ কাপোৰ যত গাৱতে শুকাই
যথা সময়ত পাইলা বিষ্ণু আতা ঠাই।

আতাই আদৰি তাত ৰাখি তিনি দিন
নৌকা দিয়া পঠাইলা পাছত এদিন।
হৰিৰ নামৰ বলে ভবনদী পাৰ
ভক্তগণে হোৱে তাক বিশ্বাস থাকে যাৰ।

এতেকে স্মৰিয়া সবে চিন্তিওক হৰি
গতি মুক্তি পাইবা জ্ঞান কৈলুনিষ্ঠ কৰি।
কলিৰ কালত মাত্ৰ হৰি নামে সাৰ
নাম বিনে কোনো জনে নাপাব নিস্তাৰ।

হৰি স্মৰি নদী পাৰ পাইল ভক্তগণ
এতেকে ঘোষিও ৰাম নাম সৰ্ব্বজন।



## *ভবাণীপুৰীয়া গোপাল আতাৰ হাতত বান্দৰৰ অকাল আম্ৰ দান*

### *পদ*

পল্লা নদী তীৰে আছে ভবাণীপুৰ থান
তাতে পাতিলেক ধৰ্ম ক্ষেত্ৰ একখান।
গোপাল নামেতে ভক্ত আছিল তথাত
গুৰুজন সমেছিল সুন্দৰী থানত।
কোকিলা গুৰুৰ গৃহ একেই থানত
দুইজনে আহিলেক বৰপেটা থানত।
চাউলখোৱা তীৰে এক ঝাৰণি আছিল
তাতে এক বৃহদাকাৰ বান্দৰ পাইল।
কপি দিলা এটি আম তাহাৰ হাতত
আম গোটা দিয়া যেন গুৰু মাধৱত।
আতাবোলে কপিৰাজ তুমি কোন জন
ভকতক দিবে লাগি তোৰ ভৈলমন।
বানৰ বুলিলা মোৰ পৰিচয় নাই
বন মধ্যে থাকো মই এইয়ে পৰিচই।

গোপাল আনিলা ফল শ্ৰীৰামক দিলা
গুৰুক দিম বুলি ফল নিৰিখি দেখিলা।
নখাঘাট দেখি পাছে আতাই ভাবিল
আঢ়া আম গুৰুক দিয়া উচিত নভৈল।
স্নান প্ৰসঙ্গ কৰি যেবে বাহা ৰল
একফাল আম কাটি খাবৰ মন হল।
এক ফাল খাই বাকী কৰণিত ৰাখিলা
পিচে পৰে খাব বুলি মনতে ভাবিলা।
পিচ দিনা গুৰু জনে শ্ৰীৰামক সুধিলা
কপি দিয়া পকেনে আম প্ৰশ্নক সুধিলা।
শ্ৰীৰাম বুলিলা বাপ তুমি সৰ্ব্বজ্ঞান
তোমাক ভাণ্ডিবে কোনে লোক আছে আন।
নখাঘাট দেখি আঢ়া বুলিয়া ভাবিলো
এতেকে এফাল আম খাইয়া পেলালো।

বাকী ফাল আছে তাক দিও কেন কৰি
পাপীৰ অৱশেষ জানো লইবাক পাৰি।
মই আগে খালো পৰে দিবো কেনমতে
উচিষ্ট্ৰ বস্তু ইটো নলয় যে ভকতে।
তাতে আকৌ গুৰুক ভেটিব কেন কৰি
এনে কৰ্ম কৰি যাব নৰকত পৰি।
মাধব বুলিলা ইটো আম যে অমৃত
অকালৰ আম দিছে কপি মহাভক্ত।
কিয় বা নাখাইব আমি ভক্ত অৱশেষ
ভগবানে লয় নিজে ভক্ত অৱশেষ।
কৃষ্ণই অৰ্জুনৰ পৰা দ্ৰব্যক বিচাৰি
দ্ৰৌপদীৰ শাক কন খাইল ৰঙ্গ কৰি।
মহা সঙ্কটত পাণ্ডৱ পাইল উদ্ধাৰ
ভক্তৰ অৱশেষ আঢ়া* নহয় জানা আৰ।
আধাখিনি আম আতা বাকলি গুচাই
টুকুৰা টুকুৰ কৰি পাতে কাটি লই।

আথে-বেথে আনি আম গুৰু হাতে দিল
দুইজনে আম খাই গুটিক ৰোপিল।
কেতেকী ফুলৰ মাঝে গুটি ৰুই থৈলা
সেই বৃক্ষডালি পৰে বৃহত্তৰ ভৈলা।
অদ্যাপি আছয় গছ সিটো পূণ্য ঠাই
কতজনে তাৰ ফল পাৰি আনি খাই।
মকৰ সংক্ৰান্তিৰ মাঝে আম ৰোপন কৰে
অদ্যাপি এই থানে আহি কত ভক্ত নৰে।
ঘৃত, দীপ লগায় সবে পূণ্য আশা কৰি
অদূৰত সেই ঠাই বৃন্দাবন নাম ধৰি।
তাৰ পাছে ভোকলাক হাত্ত ফুৰাইয়া
তুলি পঠাইল গৰু খোজ হস্তে গৈয়া।
মৃত্যু হাত সাৰি সিটো নিৰ্ভয় হইল
গুৰুজনে ভোকলাক উদ্ধাৰ কৰিল।
মাধৱৰ লীলামৃত শুনি লাগে ভাল
হৰি হৰি বোলা ডাকি এৰাই যম কাল।

***আঢ়া - চুৰা উচিষ্ট, খাই এৰা সদৃশ*

>>>>■<<<<

## *বৰ বৈকুণ্ঠ আতৈৰ গৃহ ত্যাগ*

### *পদ*

চক্ৰপাণি আতৈ বোলে শুনা ভক্তগণ
বৰপেটা থানে আছে ভক্ত কতজন।

তাৰ মধ্যে শুনা আৰ ভক্ত একজন
গৃহ ত্যাগ কৰি আহি পাইল এই থান।

কুৱাপাণি নামে ঠাই অতি বিতোপন
বৈকুণ্ঠ নামেতে ভক্ত ছিল একজন।
খেতি-বাতি কৰি সিটো পেট প্ৰবৰ্ত্তাই
কৃষি দ্ৰব্য বিকি মাত্ৰ ধনক কমাই।
এই ৰূপে যুৱা কালে ধন উপাৰ্জ্জিল
নিকটৰ ছোৱালী এটি বিবাহ কৰাইল।
তিনি বৰ্ষ চলি গৈলা গৃহস্থী সুখত
লাহে লাহে ভাৰ্য্যা আহি ভৈলা আন্তসত্ব।
দহ মাহ চলি গৈলা চত মাহ হই
প্ৰসব বেদনা ভুঞ্জি ভাৰ্য্যা আছে ৰই।
তেতিক্ষণে পথাৰত কৃষি কৰ্মে ৰত
প্ৰসব বেদনা পত্নীৰ ইটো সময়ত।
পথাৰৰ পৰা আহে দুখ ভোক লাগি
দেখিলা ভাৰ্য্যাৰ দুখ নৰকত ভুগি।
লাৰিলেও চুৱা বুলি নাৰী সবে কয়
আতৰৰ পৰা মাথো দেখিয়া আছয়।
পীড়া এক আনি পাৰি বহিবাক লৈলা
সন্মুখতে জেঠী কণী পাৰি ভাগি গৈলা।
পোৱালী জন্মিয়া এক বিজালক খাই
কিছু পৰে এক ম'হ ধৰিয়া খাৱই।
তাৰ পৰে চলি গৈলা ছালৰ ওপৰ
কাৰ কণী কোনে পালে আপুনি জীৱৰ।
ব্ৰহ্ম অংশী জীৱ ব্ৰহ্মা পালিছে যাহাক
সেই জীৱ পালিবেক স্ৰষ্টাই তাহাক।
মায়া পাশে বদ্ধ হৈ ইয়াতে থাকিয়া
ক্ৰমে ক্ৰমে কাল নাগে ধৰে মেৰাইয়া।
ইয়াকে ভাবিয়া সিটো ঘৰৰ বাজ হই
দহ গুটি টকা ছিল বিচনাত থই।
তাৰে পাচ গুটি টকা আপুনি লইল
পাচ গুটি লৈয়া সিটো শ্বশুৰ গৃহে গৈল।
পাচ গুটি টকা মাত্ৰ ককালত বান্ধি
শাহুৰ আগত কৈলা জীয়েক আছে কান্দি।
শাহু আহি দেখে জীয়েক ভুমিত বাগৰি
শিশু এটি কাষে ৰক্তে লতুৰি পুতুৰি।
আতি পতি কৰি পাছে দুয়োকে তুলিলা
বৈকুণ্ঠ কেনি গল কেৱে নজানিলা।
আতি পতি কৰি বুঢ়ী কৰি আপডাল
নাতি আৰু জীয়েকক কৰিলেক ভাল।
হাঁহি মাতি ফুলে নাতি সুদৰ্শন ছোৱাল
চুবুৰীয়া লোকে কয় লৰা বৰ ভাল।
লাহে লাহে বাল গোট ডাঙৰ হইল
মাতৃ সমে লৰা গৈ মামা গৃহ ৰৈল।
গৰু আছিল এক হাল আৰু গাই এটি
তাকো বিকি পালে মাত্ৰ ৰূপ কুৰি গুটি।
দহ টকা লগে নিলে দহ টকা এৰি
পিন্ধা বস্ত্ৰে গুছি গৈছিল অন্য সব ছাৰি।
মানুহ নাই, গৰু নাই ঘৰ গৈল ভাগি
কৰ্ম কৰে পৰিবাৰে পুত্ৰ পোষণ লাগি।
পিছত জানিলা পৈয়ে বৰপেটা আছে
গুৰুৰ আশ্ৰয়ত থাকি কৰ্মক কৰিছে।
পিতৃৰ গৃহে কন্যা পুত্ৰ হাতে ধৰি
তিনি বৰ্ষ কটাইলা হাতে কৰ্ম কৰি।

তাৰ পাছে জানি পাইল বৰপেটা ধাম
মাধৱদেৱ কাষে আছে লই হৰি নাম।
কেচুৱাক হাতে ধৰি বৰপেটা পাইলা
সত্ৰৰ বাহাত আহি বৈকুণ্ঠক দেখিলা।
প্ৰথমে সুধিলা এনে কৰ্ম কি কাৰণ
বিয়া কৰাই এনে কৰ্ম কৰে কোন জন।
সম্ভোগ কৰিলা নাৰী যৌৱন কালত
ভালপোৱা দেখুৱাইলা কতনা মুখত।
স্ত্ৰীৰ গৰ্ভে ৰাখি থইলা সন্তানৰ বীজক
জন্মৰ সময়ত পলাই আহিলা কিহক?
ভ্ৰমৰগণে পুষ্প মধু আহে পান কৰি
সম্পৰ্ক এৰিয়া আহে এবাৰ স্পৰ্শ কৰি।
ভ্ৰমৰ নহয় তুমি মানুহৰ সন্তান
বিপদত এৰি অহা তুমি জন্তু সম।
নিলৰ্জ নিৰ্দ্দয়গণে এনে কৰ্ম কৰে
সভ্য লোকে মানুহ বুলি গণনা নকৰে।
বিপদত পত্নী এৰি পলায় যিটো জন
স্ত্ৰী বধি, শিশু বধি নাৰকী সেইজন।
গালি শুনি মাধৱদেৱ কি কথা সুধিলা
আপোনাৰ পূৰ্ব্ব কথা বৈকুণ্ঠে বুলিলা।
গুৰু বোলে হাতে জানো আছে তোৰ ধন
বৈকুণ্ঠ বুলিলা আছে কুৰি টকা মান।

দহ টকা দিয়া তাৰে পুত্ৰ-ভাৰ্য্যক দান
ভাত, পানী দিয়া ৰাখা এক সপ্তাহ মান।
ভাত খায়, বস্ত্ৰ খায় উদৰ পুৰীয়া
সাত দিন পৰে গৈলা বিদায় মাগিয়া।
বছৰান্তে আহিবা আই পুনৰায় তুমি
তোমাৰ অভাৱ কিছু পুৰাইবো আমি।
তুষ্ট হৈয়া বৈকুণ্ঠৰ পুত্ৰ পৰিবাৰ
চলি গৈলা নিজ ঘৰে কৰি নমস্কাৰ।
এনেদৰে বছৰত একো একো বাৰ
মাতা পুত্ৰ দুয়ো আহি কৰে নমস্কাৰ।
বৈকুণ্ঠৰ কৰ্ম গুৰু পছন্দ নকৰি
বুলিলা নকৰা অনাথ বিবাহিতা নাৰী।
গৃহস্থ্যাশ্ৰমতো ধৰ্ম আছে জানা তই
নাৰায়ণ সখিক তুমি চোৱা ভাল কই।
গোপাল আতা বিষ্ণু আতা আদি ভক্তগণ
সবাৰে আছয় সুন্দৰ সংসাৰ একোখন।
আমাৰ আৰাধ্য গুৰু শ্ৰীমন্ত শঙ্কৰ
জ্ঞাতি সবে বিবাহ কৰাই দিলে পুনৰবাৰ।
এতেকতে এনে কৰ্ম নকৰা অন্য জনে
ধৰ্মত মিলিব বিঘ্নি কয় গুৰুজনে।
গুৰুৰ চৰিত কথা অমৃত সমান
হৰি হৰি বোলা সবে এৰি আন কাম।



## ধীলাই বিপ্ৰৰ শৰণ লাভ, বৰপেটা থানত অনেক ভকতৰ সমাগম আৰু নানা ৰকম উৎসৱ লীলা

### পদ

পাছে বুলিলেক কথা আতৈ চক্ৰপাণি
এক মনে ভক্তগণে আছে শুনি শুনি।
যতেক শুনয় তত স্পৃহা ব্যাঢ়ি যায়
শুনিতে ইচ্ছাৰ কভু নিবৃত্তি নহয়।
ভেল্লা নামে গ্ৰামে এক বিপ্ৰৰ নন্দন
ধীলেন্দ্ৰ বুলিয়া তাক মাতে সৰ্ব্বজন।
কেচুৱা কালতে তাৰ পিতৃ গৈলা মৰি
গৃহ কৰ্ম হেতু বালক পঢ়িতে নপাৰি।
ভনী তিনিজনী তাৰ বিবাহক দিলা
এক ভাতৃ মাত্ৰ স্কুলে পঢ়িবাক দিলা।
ভাতৃ-ভনী যেবে তাৰ থানে থানে গৈলা
বিদ্যা শিকিবাক লাগি তাৰ মন ভৈলা।
গাৱৰ টোলত সিও নামক লগাই
পঢ়িলেক সংস্কৃত মনোযোগ কই।
শিলাগ্ৰামে আছিলেক টোল একখনি
তথাত শিকিলা বিদ্যা বিপ্ৰ ধীল মনি।
কিন্তু সিটো বয়সীয়াল মানুহ বুজন
নানা অৰ্থ সোধে কিন্তু নাযায় পতিয়ণ।
আদ্য মধ্য পঢ়ি যেবে জ্ঞানক পাইল
উপাধিত ভাগৱত অধ্যয়ন কৰিল।
গুৰুক সুধি অৰ্থ তাৰ পতিয়ণ নাই
অনেক বিচাৰি আহি মাধৱৰ কাষ পাই।
মাধৱ কৰিলা ৱাখ্যা যুগ ধৰ্ম খনি
ভৈলন্ত বিস্ময় ধীলাই গুৰুক বখানি।
অত দিনে এই অৰ্থ বুজাইতে নপাৰে
লোকে ইটো তত্ত্ব পাইলে নিজ স্বাৰ্থ হৰে।
অত দিন কটাইলো বয়স দিলা ভাটি
শাস্ত্ৰক নজানে ইহা কোন বিপ্ৰ জাতি।
গুৰুত শৰণ লৈলা হই এক মতি
হইল পৰম ভক্ত বিপ্ৰৰ সন্ততি।
হৰি নাম হৰি নাম হৰি নামে সাৰ
তপ, যাগ, যজ্ঞ, দানে গতি নাই আৰ।
এতেকতে ভক্তগণ হৰি নাম লোৱা
অন্য কৰ্ম যত আছে কাটি কৰি থোৱা।
সফল মনুষ্য জন্ম বিফল নকৰি
পদধূলি লোৱা গুৰুৰ যাবা ভৱ তৰি।
এই বুলি বিপ্ৰে গুৰুৰ পাৱত প্ৰণামি
হৰি নাম প্ৰচাৰিল নামৰ সঙ্গী ৰাখি।

○○○○○○○○○○○○○○○○○○○○○○○

মাধৱদেৱ গুৰু জানা মহান পুৰুষ
আত্ম লঘু কৰি নিজে বোলই মুৰুখ।
সৰ্ব্ব গীত, সৰ্ব্ব শাস্ত্ৰ ৰচনা কৰয়
মাধৱ মুৰুখ মতি সৰ্ব্বদা বোলয়।
ভক্তগণে গায় গীত ভনীতা নাগায়
গুৰুক মুৰুখ বুলি কেনেকৈনো কয়।
কেহো আতৈ নামে গায়ন তথাত আছিলা
গীত গোৱা দোষ নাই তাহাক বুলিলা।
তাৰ পাছে গুৰুজনে কহিলা বুজাই
সঙ্গীত পাঠ্য শাস্ত্ৰে লিখা মাতাত দোষ নাই।
তিনি ৰাজ্যে বোলে মোৰ গুৰুজন
চাৰি বেদ, চৈধ্য শাস্ত্ৰ আৰু অগণন।
সৰ্ব্ব শাস্ত্ৰ বিদ তেওঁ মুৰুখ নোহয়
নিজে কিন্তু মুৰ্খ বুলি মিছাকৈ বোলয়।
মুৰুখ নুবুলি তাতে পণ্ডিত কহয়
কোনো জনে লিখা কথা বুলিবাক কয়।
মাধৱ জানিল পাছে কহিলা বুজাই
আমাৰ ৰচিত গীতে কিছু দোষ নাই।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
এক ভক্ত ছিল দুৰে কোকিল নাম ধৰে
লৰা লুৰি ভাই-ভনী নাই তাৰ ঘৰে।
গুৰুত শৰণ লৈয়া ভকত হইল
দিনে এক সেৰ দুধ গুৰুক আনি দিল।
তাহাৰ দুগ্ধত আৰ কিছু দোষ নাই
মাধৱদেৱ খায় দুগ্ধ নিতে সজ কই।

এক দিন তেৰা দুগ্ধ আনিতে নপাৰি
মুখ বান্ধিলেক পাত্ৰ বেৰত থৈলা আৰি।
ৰাত্ৰি কালে সপোনত আতৈ দেখিলা
বাল কৃষ্ণ আহি সিটো দধি ভাণ্ড খাইলা।
সপোনৰ কথা আতৈ মনত নেভাবি
অতি যত্নে দধি ভাণ্ড মুখ থৈলা বান্ধি।
হাতে দধি লই আতৈ গুৰু আগে থই
আড়া হোৱা বুলি তাক নেচাবন্তে কই।
আতৈ বোলে মোৰ ঘৰে ছলি পলি নাই
মাত্ৰ বুঢ়া-বুঢ়ী দুই কোনেবা চুৰই।
গুৰু বোলে চোৱা খুলি আঙুলিৰ সাঁচ
যদিহে নেখায় কেৱে কেন মতে আছ?
শিশুৰ আঙুলিৰ ছাপ দেখি আচৰিত
আতৈ বোলে ইটো কথা কেনে বিপৰীত।
হাঁহি হাঁহি গুৰু বোলে ৰাত্ৰিৰ ভাগত
দেখিছিলা কিবা তুমি নৈশ সপোনত।
আতৈ বোলে কৃষ্ণ ছোৱাল দুগ্ধক খাইলু
কোব মাৰিবাক লাগি আমি খেদি আইলু।
গুৰু বোলে থিক কথা দুগ্ধ আড়া নই
বাটি দিয়া ভকতক সবে মিলি খাই।
ঈশ্বৰৰ অৱশেষ লইব সবে আমি
ইটো মহা ভোগ তুল্য আমি সবাই জানি।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
আৰু এক দিনা ইটো কোকিলা ভকত
গুৰু গৃহে আহিবাক ভৈলা উপাগত।

দিগজোৰা বৰ কল এটি থোক লই
মাৰীত ডোল লগাই আনে এফলীয়াকৈ।
বিজয়পুৰ হন্তে আহে ভক্ত চাৰিজন
পথৰ মাজত লগ পাইল আতৈজন।
আতৈ বোলে তোৰা সব যাবা কৈক লাগি
পিছৰ পৰা গোপাল আতা মাতিলা আহি।
আমি লোক ভকত যাও গুৰু দৰশনে
বিজয়পুৰ হন্তে আহি পালো এই খানে।।
তিনি সন্ধ্যা উপবাস গাব নচলই
কিবা খাম, কিবা পাম নাপান্ত উপাই।
গোপাল বুলিলেক বাপ কল চিঙি দিয়া
এই চাৰি ভকত আহে অস্থিৰ হইয়া।
কোকিলা আতৈয়ে বোলে গুৰু কাষে দিব
ইহঁতক দি আঢ়া কল মই কি কৰিব।
আতা বোলে গুৰু ভকত জানা এক কায়া
গুৰুই খাব ভকত যাব শুকাই মৰিয়া?
ভকতে লইলে বস্তু গুৰুৰ নাই ৰোষ
ভক্তে কষ্ট পাইলে পায় গুৰু অসন্তোষ।
তাকে শুনি বাৰ কল চিঙি নিয়া দিল
আঢ়া* কল বুলি বাকী ভড়ালে ৰাখিল।
পিছ দিনা প্ৰসঙ্গ মাধৱে পুছিলা
যোৱা ৰাতি গুৰু এক সপোন দেখিলা।

শ্ৰীমন্ত শঙ্কৰ গুৰু বিষ্ণু ৰূপ ধৰি
বুলিলা আমাক তেওঁ পূৰ্ণ ব্ৰহ্ম হৰি।
ভকতে আনিলা কল বাৰ গোট পালো
এক থোক কল বাকীখিনিক নাপালো।
কোকিলা বুলিলা বাপ আঢ়া জানো নই
আঢ়া বুলি চাঙে তুলি থলো ভাল কই।
মাধৱদেৱ বোলে ইয়ে পবিত্ৰ পৰম
ভকতৰ অৱশেষ বিষ্ণু প্ৰসাদ সম।
গীতা শাস্ত্ৰে ইটো কথা আছে ভাল কই
জানি লোৱা সবে কিটো আঢ়া চুৱা হই।
এই বুলি কল থোকা উলিয়াই আনি
গুৰুক দিলেক আগে সব কলখিনি।
কপট কৰিয়া যদি কিবা বস্তু দিয়ে
যিবা বস্তু দান কৰি মনে কষ্ট পায়।
বাধ্য হৈ দিলে বস্তু মনে নিদিয়ই
অভকতে কিছু ৰাখি কিছু বস্তু দেই।
এই সব আঢ়া বস্তু নকৰা গ্ৰহণ
নেদো বুলি দান দিয়া নাই প্ৰয়োজন।
শ্ৰীৰাম আতাৰ হাতে তাক বাটি দিল
ভক্তগণে মহাৰঙ্গে কলক ভুঞ্জিল।
মাধৱৰ লীলা সবে শুনা কৰ্ণ ভৰি
সঘনে সযত্নে নাম লবা হৰি হৰি।



*আঢ়া - উচিষ্ট, খাই এৰা সদৃশ

# গলয়াৰ সুখ আৰু ৰহস্য ভেদ

## পদ

দিনেক মাধৱদেৱ সবাকে বুলিলা
গলয়া বিলৰ তীৰে ঠাই এক লৈলা।
আগ দিনা আহি পালে কোকিল গোপাল
প্ৰভাততে আহিল ঠাকুৰ আতা ভক্ত পাল।
লগে লগে আহি পালে বৰবিষ্ণু দেৱ
বলাই আতৈ বুঢ়া আতা যদুমণি দেৱ।
গলয়া বিলৰ তীৰে মুকলি খেতৰ
আতিকে নিজান ঠাই অতি মনোহৰ।
ৰিব ৰিব মলয়াৰ সমীৰ বহই
কঠাল বগৰী জুপি আছে সেই ঠাই।
আহত বৃক্ষজোপা অতি বহল ডালপাত
সুবিমল ছা পেলাই ৰই আছে তাত।
সেই থানৰ প্ৰতি গুৰুৰ আকৰ্ষণ ভৈলা
ভক্তগণ গৈয়া তাতে সমবেত হৈলা।
কিন্তু এক লেঠা আহি হঠাতে পৰিল
গুৰু মাধৱদেৱৰ গা-জ্বৰত কপিল।
যাব নোৱাৰিলা তেওঁ গলয়া পাৰক
নিজে নেযাই পঠাইলা ঠাকুৰ আতাক
আতা গৈ গলয়াৰ পাৰত বহিলা
ভাগৱত শাস্ত্ৰ তাতে বুজাইতে লাগিলা।

মাধৱৰ গা যেবে বেয়া গৈ গল
হৰি বল্লভ আতৈ তেওঁক পৰিচৰ্য্যাত ৰল।
কিন্তু গলয়াৰ সুখে ছিল অতি মন
গলয়াৰ কথা মুখে কয় ঘনে ঘন।
গুৰু বোলে হৰি বল্লভ এবাৰ যোৱা গই
যেহেতু যাবৰ ইচ্ছা তোমাৰ আছই।
শৰীৰ ঐত ৰহিয়াছে মন গলয়াত
যাবলৈ নাপালে পাবা মনত আঘাট।
এতেকতে যাবৰ হেতু আদেশিলো মই
ভালে আছো যেবে আৰ চিন্তা একো নাই।
এই বুলি মাধৱদেৱ যেবে আজ্ঞা দিলা
হৰি বল্লভ সেৱা কৰি গলয়া চলিলা।
তাতে দেখে মাধৱদেৱ চৰ্চ্চিছে ভাগৱত
কোন পথে, কোন ক্ষণে আহিলা ইয়াত।
আচৰিত হয়া বল্লভ উভতি চলিলা
ক্ষন্তেকতে গৈয়া গুৰুৰ বাহাত পৌছিলা।
দেখে গুৰুজন তাতে শুই পৰি আছে
চকু মুদি দীঘল দীঘল উশাহ টানিছে।
বিশ্বাস কৰিব টান পালে যে আতই
কিছু সময় গুৰুৰ পিনে আছে মাথো চাই।

হঠাতেই গুৰুজনৰ টোপনি ভাগিল
ফিৰি অহা কাৰণ কি আতইক সুধিল।
আতৈ বোলে গুৰুদেৱ কৃপাৰ ঠাকুৰ
আপোনাৰ মায়া মই নাপাও আতি গুৰ।
গুৰু বোলে বাৰু তুমি পুনৰাই যোৱা
গলয়াৰ পাৰত গই শাস্ত্ৰ জানি লোৱা।
তীৰ বেগে পুনৰাই আতৈ চলিল
তাতে গৈ মাধৱক পুনৰ দেখিল।
নিজৰ চকুক বিশ্বাস কৰিব নোৱাৰি
ক্ষিপ্ৰ গতিত বাহালৈকে আহিলন্ত লৰি।
দেখে মাধৱ গুৰু আছে পূৰ্ব্ব সদৃশ পৰি
টোপনিও অহা নাই গা লৰি চৰি।
উপৰা উপৰি বল্লভ কিয় অহা তই
জানিলো শাস্ত্ৰত মতি তোৰ দেখো নাই।
বল্লভ বোলে গুৰুদেৱ তোমাৰ মহিমা
আমি অধম জনে চাই কি পাবো সীমা।
গুৰু বোলে শ্ৰীকৃষ্ণ আৰু বলোৰাম
অক্ৰুৰৰ ৰথে চৰি মথুৰাক যান।
যমুনাৰ ঘাট পাই তথাত ৰহিল
গা ধুৱে লাগি অক্ৰুৰ জলত নামিল।
জলমধ্যে দেখে ৰাম কৃষ্ণ দুই ভাই
পানীৰ মাজত আছে খেলন খেলাই।
তাৰ পাছে পাৰে উঠি তৰতো দেখিলা
সাক্ষাত ঈশ্বৰ দুয়ো অক্ৰুৰে ভাবিলা।
শুনা বল্লভ এটি কথা তুমি জানি লোৱা
মোৰ আৰু সখীৰ কায় এক ধৰি লোৱা।
মোৰ সখী নাৰায়ণ আৰু এই মই
একে দেহ, একে মন ভেদা-ভেদ নাই।
ঠাকুৰ আতাৰ প্ৰভাৱ জ্ঞান বুজি পাই
মাধৱৰ সম দেখে সকলো ভক্তই।
গলয়া বিলৰ পাৰে ইটো চৰ্চ্চা কই
গলয়াৰ সুখ ইটো সবাকে জনাই।
মাধৱ আৰু নাৰায়ণ দুই একে কায়
ইজনক এৰি অন্য জনে নথাকয়।
এতেকতে ভক্তগণে ইটো মনে ধৰি
নাৰায়ণ, মাধৱ চিন্তি বোলা হৰি হৰি।



## দুৰ্ভিক্ষৰ সময়ত ঠাকুৰ আতাৰ সাহায্য

### পদ

চক্ৰপাণি বোলে শুনা ভক্ত প্ৰাণ ধন
নাৰায়ণ দাস ঠাকুৰৰ ত্যাগৰ বিবৰণ।
গৃহৰ যতেক বস্তু ভকতে ভাগ পায়
তিৰি ছলিৰ বাবে এটা অংশ মাত্ৰ ৰয়।

খোজ কাঢ়ি বাৰ মাইল প্ৰসঙ্গে আহই
এনে নিষ্ঠাবান ভক্ত জগততে নাই।
ভক্তৰ পৰীক্ষা ভগবানে কৰি যায়
উত্তীৰ্ণ হইয়া ভক্ত প্ৰমোচন পায়।
এক বাৰ দুৰ্ভিক্ষ মিলিল লোক মাঝে
বৰপেটা অঞ্চলত নিমিলে এসাজে।
ভক্তগণে খুজি, মাগি কিছু নপাৱই
অনাহাৰে পেটৰ ভোকে ভকত মৰই।
মাধৱ গুৰু মাতি আনি ঠাকুৰক সুধিলা
এটি ভড়াল দান দিব ঠাকুৰে বুলিলা।
মাধৱ বুলিলা তোমাৰ অকলে নহই
সম পৰিশ্ৰমী ভাৰ্য্যা তেওঁক সোধা যাই।
শীঘ্ৰ কৰি ঠাকুৰ আতা জইনা চলিলা
গৃহে গৈয়া বান্ধৱতী আইক বুলিলা।
ভাৰ্য্যাত কহিলা পাছে বিনয়ী বচন
এটি কৰ্ম কৰি আইলু নুসুধি অকন।
ভড়াল এটি দান দিলো এই আকালত
শুকাই আছয় দুদিন থানৰ ভকত।
তুমি আমি সমভাগী এই ভড়ালৰ
মতামত দিয়া প্ৰিয়ে আমাৰ কৰ্মৰ।
বাবাবাসী বোলে প্ৰভু ধৰ্মৰ কাৰণ
দাসীৰ মহামত লোবা নাই প্ৰয়োজন।
চাবি গুটি ভড়ালৰ এটি মাত্ৰ দিলা
দানৰ দক্ষিণা এটি দিবলৈ নাপালা।

দক্ষিণা স্বৰূপে দিলো আৰু এটি মই
কথা শুনি ঠাকুৰ আতা বৰ ৰঙ্গ পাই।
নৌকা ভৰাই ধানখিনি বৰপেটা নিলা
দুইটি ভড়ালৰ ধান উদঙ্গ কৰিলা।
ভকতসকলৰ সঙ্গে আৰু কতজন
দুইটি ভড়ালৰ ধান কৰিলা গ্ৰহণ।
এইদৰে আকালত অন্ন দান কৰি
দয়ালু ঠাকুৰ আতা মনে ৰঙ্গ কৰি।
আপোন গৃহত আই অন্নক ৰান্ধয়
দুখীয়া মানুহক মাতি ভাত আঞ্জা খুৱায়।
ভক্তগণে হৰি নামে ভাতক পাৱই
খেতি কৰি শ্ৰমিক সব শুকাই থাকই।
আৰু ভাবি কতজন খেতিয়ক আহি
প্ৰসঙ্গত থাকি অন্ন ভুঞ্জিলেক বহি।
অন্ন খাই আৰু কিছু গৃহক চলই
তিৰি ছলি লাগি অন্ন গৃহত খুৱাই।
অন্ন দান মহা দান ত্ৰিভুৱনে নাই
শত শত যজ্ঞৰ ফল দানত মিলই।
ঠাকুৰ আতাৰ দানৰ কথা সবে শিক্ষা লোৱা
অকালত ভাত আৰু কাপোৰক দিয়া।
*ভোকত দিবা ভাত পিয়াহত পানী*
*উলঙ্গক দিবা বস্ত্ৰ নিজ মনে জানি।*
এই কথা ঠাকুৰ আতা সদাই বোলয়
আপুনিও বস্তু আনি ভক্তক দিৱয়।

এইজন পুৰুষক সবে মনে প্ৰাণে স্মৰি
নিৰন্তৰে ভক্তগণে বোলা হৰি হৰি।



## ভবানীপুৰীয়া গোপাল আতা আৰু দামোদৰ মাতৃৰ গুৰু সেৱা, ভবানীপুৰত জন্ম যাত্ৰা নাট অভিনয়

### পদ

চক্ৰপাণি বোলে শুনা সব ভক্তগণ
অন্য এক থানৰ কথা শুনা দিয়া মন।
অল্প সময়ৰ বাবে বৰপেটা থওঁ
ভবানীপুৰৰ কথা অল্প কিছু কওঁ।
উল্লেখিলো কথা মই সুন্দৰী থানত
ভবানীপুৰীয়া গোপাল থান আছে যত।
সুন্দৰী থানত চাৰি মাহ যে থাকিলা
তাৰ পাছে ভবানীপুৰ থানক আহিলা।
মাজে মাজে আহি থাকে গুৰুৰ কাষক
প্ৰয়োজন মতে আহে গুৰুৰ কাৰ্য্যক।
মাধৱৰ ধৰ্মৰাজ্য প্ৰচাৰ ক্ষেত্ৰত
চাৰি দিকে ৰাখিলন্ত চাৰি মহন্তক।
উত্তৰে ভবানীপুৰত গোপালক ৰাখিলা
দক্ষিণত বিষ্ণু আতা মালচাত থাকিলা।
পশ্চিমত থাকিলন্ত নাৰায়ণ দাস
বংশী গোপাল থাকিলেক পূৱ দিকে বাহ।
এইদৰে থাকিলন্ত নাম প্ৰৱৰ্ত্তাই
সমস্ত থানতে হৰি নাম গুণ গাই।

এক দিন গুৰুজন ভক্ত সমন্বিতে
উপনীত হল গৈয়া ভবানীপুৰতে।
তথাত আছিল ভক্ত গোপাল আতাজন
সুপণ্ডিত কথা শিল্পী অতি সুশোভন।
তেওঁৰ প্ৰিয়তমা পত্নী নামত সুভাগী
পৰিয়া মাধৱ কন্যা গুণান্বিতা বাগ্মী।
দ্বিতীয় পৰিবাৰ ছিল বৃন্দা নাম ধৰে
প্ৰথমা শাহুৰ নামে একে নাম দুয়োৰে।
দুয়ো ভাৰ্য্যা ধৰ্মশীলা দান শীলা অতি
গুৰু দৰশনে আশা আছিল দিন ৰাতি।
এক দিন তিনি কুৰি শিষ্য সঙ্গে লই
মাধৱ চলিল থান ভবানীপুৰলৈ।
গোপাল আতা লোকসমে পুত্ৰ পৰিবাৰ
আছয় ধৰ্মক পালি শিষ্য সমে আৰ।
তিনি জন ৰোগী শিষ্য গুৰু মাধৱৰ
ৰাত্ৰি কালে সিদ্ধ অন্ন নাখাই দেৱৰ।
কথা সুখে আছে ৰই গুৰুৰ সহিত
ব্যৱস্থা লইলা যত ভাৰ্য্যা দুয়ো ৰত।

তথাপিতো মাজে মাজে কৰয় সাক্ষাত
অন্ন চাউল শাক দালি পাক পাত্ৰ যত।
সবাকে দিলেক অন্ন ৰন্ধন যতন
গুৰুজনে ৰান্ধি অন্ন কৰে বিতৰণ।
গোপাল আতা ভাগ্যবান এনে পত্নী পাই
যিবা আছে যিবা লাগে সবাকে জানই।
সদা সৰ্ব্বদাই গোপাল হৰি কীৰ্ত্তন গাই
সন্ধিয়া পৰত গৃহ আহি চপাবয়।
খেতি-বাতি, মাছ, শাক দিয়ে দুয়ো আই
ভাগে ভাগে কৰ্ম কৰি পোহে গৰু গাই।
এক দিন আহি গুৰু ভবানীপুৰ পালে
দামোদৰে লৰা সঙ্গে জগৰ লগলে।
লৰাৰ মাকে হাতে ধৰি মাকক সকিয়াই
বোলে অনাথৰ নাথ আহিয়া ৰৰই।
এই বেটা দামোদৰ গুচি যাব তই
মাতৃ পিহি শান্ত কৰি লৰাক পঠাই।
এই জনা সুভাগী আই পঢ়িয়া দুহিতা
গোপালৰ প্ৰিয় পত্নী দামোদৰ মাতা।
অল্প কালে চলি গৈলা এৰি নিজ কায়া
শোকে কান্দে গোপাল আতা পত্নীক হেৰাইয়া।
ভকতসকলে আহি বাতৰি লইলা
সবাৰো আগত কান্দি আতা যে বুলিলা।
শুনা ওৰে বাপ সব পত্নী একজনী
*কাৰ্য্যে মাতৃ, কৰণে দাসী, ঘৰত ঘৰিণী।*
*ৰমণত বেশ্যা হয়, ভোজনে মাতৃ সম*
*জানিবা আপোন পত্নী একাত্মা পৰম।*
তথাপিতো সুপত্নী যাৰ সিটো ভাগ্যবান
পত্নী এক ক্ষাল আৰু বস্তু যত আন।
ইত্যাদি বুজাই আতা আৰু ভক্তগণ
মাতৃৰ প্ৰথমা শ্ৰাদ্ধ কৰে সমাপণ।
ভক্তগণ মাতি আনি নাম কীৰ্ত্তন গাই
গোপালৰ পৰা পাছে লইলা বিদাই।
দামোদৰৰ মাতৃ বিয়োগ মাধৱ জানিয়া
ভক্ত দুইজন তাত দিলে পঠাইয়া।
বাতৰি আনিয়া পাছে কাতৰি কৰিলা
সম দুখী আমিও গোপালক জনাইলা।
তথাপিতো গুৰুজনে জনাইছে আমাত
ধন, জন, পুত্ৰ, ভাৰ্য্যা সবাই অশাশ্বত।
দুদিনীয়া মৰীচিকা প্ৰভুৰেহে মায়া
তাহাৰ সৃজিত সব যেন মেঘ ছায়া।
আতা বোলে সঁচা কথা বুজি পালো আমি
দুখ এৰি পালি আছো ধৰ্ম সাৰ জানি।
অত এব সেই দুখ পাতলাব হেতু
কৰিম জন্ম যাত্ৰা নাট দুখ দূৰ হেতু।
ভাদৰ মাহত আমি বৰপেটা যাইবো
তথা হইতে গুৰুজন ই ঠাই আনিবো।
এই কথা ভাবি আছো আমি ভাল কৰি
তথাপিতো পঠাইলো বাৰ্ত্তা আগ ধৰি।

সময়ত আহিলা পাছে নিজে গুৰুজন
জন্ম যাত্ৰা নাটখনি দেখুৱাৰ মন।
পাচ দিন ধৰি তাতে নাটক চলিল
লোক সবে দেখি তাক আনন্দ পাইল।
মাধৱক দেখিবাৰে কত জনে আহি
ধৰ্ম বস্তু লোৱে সবে তান কাযে বহি।
বিদায় বেলিকা গোপাল চৰণ তিয়াই
কান্দি কান্দি চাৰিজনে দিলেক বিদাই।
আশীৰ্ব্বাদ কৰিলেক গোপালক চাই
প্ৰাণ বন্ধু গোপাল তুমি আমাৰ স্নেহাই।
গোপাল গোপাল পালয় কৃপাময়
তুৱা পাৰে মোৰ গতি মতি যেন ৰয়।
কৰি আছো আমি যিটো আশা চিৰকাল
নকৰিও ভঙ্গ তাক ওহে মোৰ গোপাল।

গুৰুৰ জন্ম যাত্ৰা ৰচি লোকক দেখাই
এনুৱা অমৃত বস্তু কতো পোৱা নাই।
অমৃত পান কৰাই মোক সন্তুষ্ট কৰিল
ভগবান তুষ্ট হোক তোমাৰ চিৰকাল।
আমাৰ বস্তু লই তুমি এই পৃথিৱীত
যশ কীৰ্ত্তি প্ৰচাৰিবা গোটেই ভাৰত।
চন্দ্ৰ, সূৰ্য্য সম প্ৰকাশ হব তব গুণ
নদী সম বহিবেক ধাৰা শত গুণ।
ভবানীপুৰত গুৰু আনন্দে থাকিলা
অনেক লোকক তাত ধৰ্ম বস্তু দিলা।
সাত দিন ৰাখি গুৰুক বিদাই যে দিল
মহা মোহ এৰি দুইজনে বিদায় লইল।
গুৰুৰ চৰিত কথা ভবানীপুৰত
শুনা সব লোকে বেঢ়ি কথাৰ অমৃত।



## *পুত্ৰ, কন্যা সমে গোপালদেৱৰ বৰপেটা গমন*

## ছবি

এক দিন গোপালদেৱ প্ৰত্যুষতে কৰি সেৱ
সৰু পুত্ৰ দুহিতাৰ সঙ্গে
বৰপেটা চলি গৈলা আবেলি পৰত পাইলা
গুৰুক সেবিলা মহা ৰঙ্গে।

পুত্ৰৰ হাতত এক বস্ত্ৰ তুলি নিছিলেক
জাহ্নদিয়া কল এক থুকি
গুৰুৰ আগত থৈয়া হেট মাথে নমাইয়া
সেবিলন্ত চক্ষু মুখ ঢাকি।

———o=o———

বোলয় মাধৱদেৱ কল থোক ক'ৰ পৰা
আনি আছা ভকতক লাগি,
গোপাল বুলিলা পাছে স্নান কৰা ঠাইত আছে
আপোনাৰ পাদ জল লাগি।
চিন্তা কৰি গুৰুজনে বুলিলেক এক মনে
কল থোক বিশুদ্ধ নোহয়,
সুধি পুছি চাবা তুমি চোতাল সাৰোতাজনী
বাঢ়নীৰ আগ লাগি যায়।

———o=o———

অপবিত্ৰ মনে জানি গোপাল পাছে ভাবি গুণি
কন্যাত সুধিলা কথাচয়
পদ্ম প্ৰিয়া আই তেবে ইটো কথা সত্য বুলি
পিতৃৰ আগত ভাঙি কয়।
জহাদি কলৰ গছ চাপৰ আতিকে ইটো
তাতে কল থোকাও ডাঙৰ
গাত খানি দিলো মই মাটিত সোমাই বাঢ়ি যাই
জাৱৰ পৰে খালৰ ভিতৰ।

চোতাল সাৰোতে ধূলি  কল থোকে পৰে গৈয়া
বাঢ়নীৰে কল চাফ কৰি
নজানো ইসব কথা  ই কৰ্মত লাগে লেঠা
দোষী ভৈলো ইটো কৰ্ম কৰি।
সবাই আশ্চৰ্য্য ভৈলা  কিবা কৰি জানি পাইলা
ঈশ অৱতাৰ গুৰুজন
কল থোকা কিঁ কৰিব  সুধিলা গুৰুক পাছে
ঈশ্বৰত নকৰা অৰ্পন।
তাৰ পাছে গুৰুজনে  সবাৰে তুষিল মন
কল থোক ধুইয়া পেলাই,
সবাকে বাটিয়া দিল  নিজে কিন্তু নেখাইল
ভক্তগণে লইলা বিলাই।
সপোন দেখিলা ৰাতি  গুৰু লইলা ভাগ বাটি
গুৰু ভক্ত সবে কল লই,
খাইল আপোন মনে  নেপেলাইলেক ঘিণে
গুৰু ভকতৰ ভেদ নাই।
গোপাল সন্তুষ্ট ভৈলা  গুৰুজনে কল লইলা
আনন্দতে হাঁহি ৰল
ভক্তৰ মাহাত্ম্য দেখি  আতা পাছে বোলে হাসি
মোৰ বস্তু অথলে নগল।

শুনা শুনা সৰ্ব্বজন　　　　　কৃষ্ণত অৰ্পিয়া মন
সংসাৰ জঞ্জাল লেঠা মাৰি
আউল জাউল দেহা ইটো　　　　　কেনি পৰে ক্ষণেকতো
ইটো জানি বোলা হৰি হৰি।



## *গোপাল আতাৰ প্ৰায়শ্চিত্ত আৰু মাধৱদেৱৰ ভৱানীপুৰ গমন*

### *পদ*

এক দিনা গোপাল আতা অন্ন দিলা দান
নিজ হাতে সেই অন্ন কৰিলা ৰন্ধন।
কলপাতে গুৰু অন্ন ভোজন কৰয়
খোলা মেলা পাতে পখীৰ মলয়া থাকয়।
সেই হেতু পাত আনে বিচাৰ কৰিয়া
তাতে মহা সুখ পায় ভোজন কৰিয়া।
পাত বিচাৰিয়া গৈলা ভকত জয়হৰি
অনেক সময় গৈলা পাতক বিচাৰি।
তাৰ পাছে পাত আনি ৰান্ধনিক দিলা
দেৰি হেতু গোপাল তাক আঙুলি টোবাইলা।
গুৰু দেখি গোপালক বুলিলা বচন
ভকতৰ এনে কৰ্ম অতীৱ দোষণ।
পাপ দেশে কৃত পূণ্য দেশে বিনশ্যতি
পূণ্য দেশে কৃত ব্ৰজলেপ ভৱিষ্যতি।
যি কাৰণে ভৈলা জয়-বিজয়ৰ পতন
অত এব এনে কৰ্ম নোহয় শোভন।
গোপাল বুলিলা বাপ পাপ অমোচন
কিবা প্ৰায়শ্চিত্ত হম ইয়াৰ কাৰণ।
সিজিল যিহেতু পাপ ইয়াতে আমাৰ
কি কৰ্মে এৰাও ইটো বুলিও এবাৰ।
গুৰু বোলে ভকতক কৰা অপমান
জানিবা এইটো পাপ তেনেই অমোচন।
আঙুলি দেখাইছা যিটো কাটিবা তাহাক
উচিত প্ৰায়শ্চিত্ত ইটো কৈলো সত্যবাক।
*অবোধে নজানি যদি গৰ্হিত কৰ্ম কৰে*
*পাপ বুলি তথাপি তাক কেৰেই নধৰে।*
*জানি শুনি জ্ঞানী জনে কৰিলে কু কাম*
*ইহ পৰকালৰ বাবে থাকিলে দুৰ্নাম।*

নৰকে পৰিব সিটো ধৰ্মৰ বিচাৰ
প্ৰায়শ্চিত্ত নকৰিলে গতি নাই তাৰ।
সঙ্কোচ নকৰি আতা টাঙোন আনিলা
দা এখনেৰে কাটিবাক সাজু ভৈলা।
টাঙোন উপ্পৰে আঙুলিক স্থিতি কৰি
বাম হাতে দা খনি কাটিবে উফৰি।
গুৰু দেখি বোলে বোপা প্ৰায়শ্চিত্ত শেষ
আমাৰ বাক্যত দুখ পাইলা অশেষ।
অনুতাপ ভৈলে প্ৰায়শ্চিত্ততো অধিক
তব কৰ্ম ভৈলা আজি তেনে মাত্ৰাধিক।
গুৰু কৰ্ম শেষ কৰি থাকি সাত দিন
বৰপেটা বুলি আহে ঘুৰি এক দিন।
দুৰ ভবানীপুৰ হন্তে বৰপেটা নিত
অনেক ভকত লোক যায় অসংখ্যাত।
কত লোকে গুৰুক থানৰ বাৰ্ত্তা কয়
কিছুমানে দুই এদিন থানত ৰৱয়।
সি সবৰ মুখে জানিলন্ত কথাচয়
গোপালদেৱ ভাগৱত চৰ্চ্চিয়া আছয়।
মাধৱ শুনিয়া বোলে পৰম উত্তম
কেন মতে ভাগৱত চৰ্চ্চয় দশম।
শ্ৰীৰামক সঙ্গে লই আবেলি চলিলা
সন্ধ্যা সময়ত ভবানীপুৰ প্ৰবেশিলা।
প্ৰসঙ্গৰ পৰে কথা চৰ্চ্চা ভাগৱত
সন্মুখত বহি আছে অনেক ভকত।
ভক্তগণে এক মনে কথা শুনি আছে
গোপালে শাস্ত্ৰৰ বাখ্যা কৰিব ধৰিছে।

কিন্তু এক বিলক্ষণ হয় সৰ্ব্বক্ষণ
অন্য দিনৰ দৰে কথা নহয় স্মৰণ।
প্ৰতি বাক্য প্ৰতি কথাই বাধা লাগি যায়
গোপাল বোলয় মোৰ এয়া কিনো হয়।
আন দিনা কথা আহে সৰ সৰ কৰি
আজি দেখো কথা কিয় বুলিতে নপাৰি।
পুত্ৰক বুলিলা বোপা চোৱা বাহিৰত
আজি কিয় কথা বাজে আমাৰ মুখত।
জ্যেষ্ঠ পুত্ৰই চাই বোলে কাকো দেখা নাই
কাৰোবাৰ ভৰিৰ শব্দ মাথো শুনা যাই।
বিচাৰিয়া দমোদৰ হঠাতে দেখিল
বেৰৰ আৰত মাধৱদেৱক দেখা পাইল।
গোপাল আতা পাছে গুৰু চৰণত পৰি
দাসক কিয় ভাণ্ডা প্ৰভু নিদি পদ তৰি।
আপোনাৰ আগমন সঙ্কেততে পাই
তব আগমন কথা জানিছো আগেই।
এই বুলি গোপালদেৱ চৰণে ধৰিল
মাধৱদেৱ আহি পাছে কঠত বহিল।
তোমাৰ চৰ্চ্চাক মই শুনিবে আহিলো
তাৰ বাবে লুকাই থাকি কথা শুনি ললো।
চাৰি বেদ চৰ্চ্চি বাৰ নাই প্ৰয়োজন
ভাগৱত চৰ্চ্চাতে থাকোক সৰ্ব্বজন।
গোপাল বোলে সূৰ্য্য আগে চাকিটো যেমন
সেয়ে জানি আছো আমি তব আগমন।
শাস্ত্ৰক চৰ্চ্চিয়া থাকা নাই কোনো ভয়
তব মুখে সব কথা শুনি আছো মই।

পিছে এক কথা কও আতিকে গুপুত
যাৰে তাৰে আগে কথা নকৰা বিদিত।
যিটো জনে নিন্দা কৰে কথা নুশুনয়
শুনা কথা অন্য ৰূপে অন্য আগে কয়।
ভাগৱতো মলিন হব অধৰ্মী জনত
ধৰ্ম ভ্ৰষ্ট হব পাছে লোক সমাজত।
এই ৰূপে উপদেশ গুৰুজনে দিলা
একান্ত মনেৰে থাকি গোপাল শুনিলা।
তাৰ পাছে এক মাহ থাকি গুৰুজন
ভাগৱত ব্যাখ্যা আৰু পঢ়য় কীৰ্ত্তন।
অনেক লোক আহি ঐত শৰণ লভিলা
ভবানীপুৰত সত্ৰ প্ৰতিষ্ঠা কৰিলা।
লোক মাঝে নাম ধৰ্ম কৰিয়া প্ৰচাৰ
পাইলা অনেক দ্ৰব্য অতি চমৎকাৰ।
পুনৰ বাৰ আহিবাৰে কৰে নিমন্ত্ৰণ
সেই হেতু পুনঃ পুনঃ আহে গুৰুজন।
আঠ বাৰ গুৰুজন ভবানীপুৰ যায়
তাৰ পৰে বৰপেটাত বিঘিনী মিলয়।
মাধৱৰ উপদেশ হৃদি মাঝে ধৰি
সব লোকে সমস্বৰে বোলা হৰি হৰি।



## *জনীয়াৰ ঠাকুৰ আতাৰ গৃহত গুৰুজনৰ পদাৰ্পণ আৰু বৰপেটাত ৰাস, ভাওনা দৰ্শন*

### *পদ*

চক্ৰপাণি বুলিলন্ত ভক্তগণ চাই
শুনিয়োক কি কৰিলা মাধৱদেৱ ৰাই।
এক দিন মাধৱ গুৰু জইনা চলিলা
বিলৰ তীৰে হেদালিত তিয়হ দেখিলা।
দীঘল হেদালি একখনি যে সুন্দৰ
তথাত লাগিয়া আছে তিয়হ বিস্তৰ।
লম্বা লম্বা সৰু বৰ অনেক আছয়
দেখিলেই সবাৰে খাবলৈকে মন যায়।
গাঁৱৰ জনৈক লোক বিলত আছিল
কাৰ তিয়হৰ বাৰী তাহাক পুছিল।
নাৰায়ণ দাসৰ ইটো তিয়হৰ বাগান
মহা পৰিশ্ৰমী লোক ভকত মহান।
বাগান পাতিয়া তিনি নানা খেতি কৰে
কৃষি, বাণিজ্যতো বহু উপাৰ্জ্জন কৰে।

মাধৱদেৱে বোলা যাও বাগান ভিতৰ
শ্ৰম, ক্ষুধা লাগি মোৰ লাগিছে ভাগৰ।
এই বুলি শ্ৰীৰাম সহ বাগান সোমাই
ঢাপ এক আছিলেক তথাত জিৰাই।
চাৰি গোটা, তিয়হ আনি দুজনে খাইল
শৰীৰৰ ক্লান্তি কিছু পাতল পাইল।
দুৰ হন্তে দেখে আতা নাৰায়ণ দাস
কৰ চোৰ তইঁতৰ আজি কুৰিম সৰ্ব্বনাশ।
কাষ পাই দেখে আতা তান গুৰুজন
কু-বাক্য বুলিলা চোৰ তহত আদি হেন।
পাৱে পৰি প্ৰণামিয়া ক্ষমিও দোষ
দুৰ হন্তে নিচিনিয়া কৰিলোহো ৰোষ।
অমোচন পাপ মোৰ সিজিল নিশ্চয়
ক্ষমা কৰি মৰষিয়ো দোষ মহাশয়।
গুৰু হাঁহি পদ মাতে গুৱালৰ গেৰি
চোৰ আমি চোৰ বুলি ৰিঙিয়াই পাৰি।
মাতয় ধ্ৰুতালি বাক ভয় কৰো কাক
তই চোৰ মই গিৰি উভতাই মোক।
আতা বোলে সত্য প্ৰভু আপুনিহে গিৰি
আমি ভৃত্য তযু দ্ৰব্য ৰাখি আছো ধৰি।
তাৰ পাছে তিনিজনে ঠাকুৰ গৃহক
খোজ কাঢ়ি চলি গৈলা তিনি হুয়া এক
গৃহত বহিয়া নানা শাস্ত্ৰ আলোচয়
মধুৰ বচনে হাঁহি সবাকো মাতয়।
তাৰ পাছে তিনি জনে গৃহ প্ৰবেশিলা
খল খলি শব্দ আহি কাণত পৰিলা।
কিহৰ শবদ ইটো গুৰুৱে পুছিল
জীয়া মাছ ৰখা বুলি আতাই বুলিল।
এনেদৰে তিনি দিন আতাৰ গৃহত
মহা সুখে শ্ৰীৰাম সহ কটাইলা ৰঙত।
তাৰ পাছে মাধৱ গুৰু পৰমাক বুলিলা
বিলৰ নাও দেখিবাক আদেশ কৰিলা।
পৰ্মা বোলে নৌকা তুলি ৰাখিছো তৰত
শুকান নাওত বিচাৰিয়া মাছ পাম ক'ত।
বিলৰ পাৰত গৈয়া নৌকাখনি চোৱা
গুৰু বোলে মোৰ কথাষাৰ শুনি লোৱা।
মাধৱৰ বাক্যক ৰাখিলা ঠাকুৰ সুত
বিলৰ পাৰে দেখে গৈ কথা অদ্ভূত।
চিলনী, বগলী, চাকৈচকোৱা যে আৰু
মাছৰোকা আৰু কত পক্ষী বৰ সৰু।
বিল ঢাকি মাছ খায় পানীত পৰিয়া
হাড়গিলাগণে ঠোটে বাণক মাৰিয়া।
এফালৰ পৰা খেদি হাড়গিলাগণ
বৌ, বৰালী মাছ খায় অগণন।
পানী এৰি কিছু মাছ জাপ মাৰি গৈ
নৌকাৰ ভিতৰে পৰি আছে তাতে ৰৈ।
পৰ্মানন্দ নৌকাখনিৰ কাষত গইলা
এক খালৈ ভৰ্ত্তি মাছ বুটলি আনিলা।

*বাণমাৰি - শাৰী পাতি খেদি খোৱা*

ভক্তগণে দেখি বৰ আনন্দ পাইল
মাছ ৰান্ধি বাৰুৱতী সবাকে খুৱাইল।
এনেদৰে সাত দিন ঠাকুৰ গৃহত
থাকিলন্ত গুৰুজন জইনা থানত।
আৰু কেবাজনো ভক্ত সঙ্গত আছিল
সাত দিন সাত ৰাতি শাস্ত্ৰক শুনিল।
অষ্টম দিনত গুৰু মাগিলা বিদায়
চাউল খৰি লোণ তেল আজ্ঞা কত দিয়ে।
নৌকাত বোজাই কৰি বস্তুক আনিলা
দুই মোচৰ ঠাকুৰ আতা লগত চলিলা।
তাৰ পাছে উভতিয়া গৃহক আহিল
সাত দিনৰ স্মৃতি কথা মনত থাকিল।
মাধৱদেৱ, ঠাকুৰ আতা সখী দুইজন
এক আত্মা এক বন্ধু হৰি হৰ সম।
তাহাৰ নামত ধৰ্ম প্ৰচাৰ হইলা
সুখী-দুখী সকলোৱে ধৰ্মক ধৰিলা।
যাবৰ সময়ে গুৰু মাধৱ বোলয়
বৰপেটা থানে ৰাস লীলাৰ সময়।
গোপালক আহিবলৈ মাতিয়াছো মই
আপুনিও যাইবো সখি ভাও লবলৈ।
ৰাস ভাওনা পাতিবলৈ ইচ্ছা যে সবাৰ
অত এব যাবা সখী সপৰিবাৰ।
বৰপেটা আহিল গুৰু জইনাৰ পৰা
সত্ৰ চলি আছে ঠিকে গতি পৰম্পৰা।
মাধৱদেৱ বটদ্ৰৱা আৰ্হিক ধৰিয়া
ৰাস, ভাওনা কৰিবাক মনত চিন্তিয়া।

সব ভক্ত মাতি আনি কৰিলা বেকত
বোলে আমি ৰামলীলা দেখাব লোকত।
শ্ৰীৰামৰ লীলা যত যাত্ৰাত দেখাইব
জন্ম হন্তে প্ৰয়াণলৈ সবাকে কৰিব।
ঠাকুৰ আতা ভাও লৈলা ৰজা দশৰথ
ৰমানন্দ পৰমানন্দ লক্ষ্মণ ভৰত।
গোপাল মথুৰা দাস হনু জাম্বৱন্ত
হৰি আৰু হৰি হৰ বশিষ্ঠ বিশ্বামিত্ৰ।
হৰি বল্লভ ভৈলা সীতা বলাই মন্দোদৰী
শ্ৰীৰাম আতা জনক সুগ্ৰীব হল হৰি।
সূত্ৰধাৰ স্বৰূপে থাকিল গুৰুজন
পাচ নিশা এক নাটক কৰে সমাপন।
সবেও অদ্ভুত দেখিলা ইটো থানে
মাধৱৰ ঈশ্বৰত্ব সবেও বখানে।
সত্যই জানিলো এওঁ মানুহ নোহয়
পূৰ্ব্বৰ ৰামচন্দ্ৰদেৱ অৱতাৰ হয়।
সঙ্গীবৃন্দ সঙ্গে লৈয়া পশিল ধৰাত
দেখাইল মনুষ্য ৰূপ ইয়াতে সাক্ষাত।
ৰাম লীলা নাটক চাই সবে বখানয়
মানুহক বান্দৰ সাজে মাধৱ কৃপাময়।
আচৰিত এনে কৰ্ম কতো দেখা নাই
কেৱে কয় শঙ্কৰ গুৰু আগতে দেখাই।
ৰঘু কুল পঙ্কজ দিনকৰ ৰাম
দেখিও নয়ন ভৰি নব ঘনশ্যাম।
মাধৱৰ লীলা এবে সব লোকে চাই
ৰাম কৃষ্ণ বুলি সবে ঘোষিও সদাই।

▸▸▸▸■◂◂◂◂

## মৎস ভক্ষণ, ভক্তগণৰ প্ৰশ্ন

### পদ

ভক্তগণে প্ৰশ্নতোলে মাছৰ কথাক
গুৰুজনে মাছ খায় হইলো অবাক।
বৈষ্ণৱগণে মাছ মাংস কিছু নাখাবয়
অবৈষ্ণৱৰ খাদ্য মাছ সবলোকে কয়।
আমাৰ পৰম গুৰু বৈষ্ণৱ একান্ত
মাছ ভক্ষণ কৰে তেওঁ কথা জানো সত্য?
তেৱেঁই মাছ মাংস যদি কৰয় ভক্ষণ
ভাগৱতী বৈষ্ণৱ তেওঁ হ্ইব কেমন?
আতে বোলে পূৰ্ব্বে কথা কলে গুৰুজন
যিবা দেশে যিবা বস্তু হোৱে উতপন।
শস্য, মৎস বিবিধ বিবিধৰ এই দেশ
আপুনি উৎপন্ন হয় নাই তাৰ লেশ।
খৰালীতে খালবিল পথাৰ শুকাই যায়
জিৰ জিৰ কৰি জুৰি নদী মাত্ৰ বয়।
কৈবৰ্ত্তকে আদি কৰি অধিবাসী গণ
খাল বিল সিচি মাছ মাৰে অগণন।
বাৰিষাতে পথাৰ বিল পানী পূৰ্ণ হয়
আপোনা আপুনি মাছৰ বংশ বৃদ্ধি পায়।
যদি এই দেশৰ লোকে নকৰে ভক্ষণ
ডাঙৰ মাছৰ বংশ বৃদ্ধি হব অগণন।

সেই মাছে মানুহৰ ছলি পলি খাব
যেহেতু মৎসই লোকক ভয় নকৰিব।
যিবা দেশে যিটো বস্তু হয় উতপন
জাতিৰ খাদ্য বুলি তাক খায় প্ৰজাগণ।
উৰণ, বুৰণ, গজন, ভ্ৰমণ চাৰি প্ৰাণী
ধান, ফল, মাছ, আক যতেক বাহানি।
সবে জীৱ ইটো সিটোক কৰয় ভক্ষণ
ধৰ্ম শাস্ত্ৰৰ বিচাৰ ইটো জানে সৰ্ব্বজন।
ঠাণ্ডা দেশে ফল শস্য অতি কম হয়
মাংস তাৰ মূল খাদ্য সবাই জানয়।
দেশ কাল, পাত্ৰ ভেদে খাদ্যৰ বিচাৰ
ধৰ্মশাস্ত্ৰই কৰিছে স্থিৰ ইহাৰ ওপৰ।
এতেকতে মাছ ভক্ষণ কামৰূপী লোকৰ
জাতীৰ খাদ্য বুলি গণ্য কৰে সব নৰ।
ই দেশৰ লোক সবে চাউল মাছ খায়
নিজৰ খাদ্যত আছৰ বিচাৰ কভু নথাকয়।
ই দেশত শস্য মৎস উৎপাদন হয়
সেই খাদ্য শাস্ত্ৰ মানি লোক সবে খায়।
যিটো দেশে যিটো খাদ্য বস্ত্ৰ প্ৰচলন
ধৰ্মই নকৰে বাধা জানা ভক্তগণ।

চুবুৰীয়া ম্লেচগণ কুকুৰক খায়
যবনে গৰুৰ মাংস উৎসৱে লগায়।
চীনালোকে কুকুৰ আৰু মেকুৰীকো খাই
বুদ্ধ ধৰ্মী লোক তাৰা সবাই জানই।
এতেকতে মাছ খাদ্য জাতিৰ আমাৰ
তাৰ বাবে অসূয়াভাব কৰা পৰিহাৰ।

কিন্তু এক কথা কও শুনা ভক্তগণ
যতে ততে সব বস্তু নকৰা গ্ৰহণ।
ভক্তগণে খাদ্যবস্তু বিচাৰিয়া খায়
কুকুৰাই খাদ্য শস্য খিচিৰিয়া লয়।
খাদ্য বা অখাদ্য বস্তু লইবা বিচাৰি
ভক্তগণ একচিত্তে বোলা হৰি হৰি।

(ইলাৰাম দাস আৰু মনোৰঞ্জন দাসৰ প্ৰবন্ধৰ সহায়ত)।



## *ঠাকুৰ আতাৰ জনীয়া থানত বিচিত্ৰ লীলা*

### *পদ*

চক্ৰপাণি বুলিলেক ভক্তগণ আগে
জনীয়াৰ কথা আউৰ শুনা মহা ভাগে।
এক বাৰ মাধবদেৱ জইনা এৰি আহি
মনত ভাবিলা কিবা পীড়ালিত বহি।
সখী আৰু মোৰ কিছু ভেদা ভেদ নাই
বছৰান্তে একোবাৰ সখী গৃহে যাই।
এক বাৰ তাত গৈয়া পাইলা একাদশী
অন্ন নাই দৈ, চিৰা লইব সবে বহি।
বান্ধৱতী আইক চিৰা খুন্দিবাক কই
কথা ৰসে বান্ধৱতী পলম কৰই।

শাস্ত্ৰ আলোচনা যেবে সাঙ্গ হৈ গৈলা
ঠাকুৰ আতা উঠি তেবে গৃহক আহিলা।
চিৰাৰ যতন কৰ্ম শেষ ভৈলা ভাবি
পৰ্মাৰ মাক দিয়া চিৰা ভক্তগণ লাগি।
আই বোলে সব জোগাৰ কৰি আছো মই
চিৰা কেইটা বাকী মাত্ৰ তৈয়াৰ হোৱা নাই।
ক্ৰোধে আতা বান্ধৱতীক মাৰিবাক গৈলা
ইটো কথা মাধবদেৱ মনতে জানিলা।
পিছে পিছে গৈলা গুৰু বাৰণ কৰিয়া
সখীনিক প্ৰহাৰিলে যাইবো গুছিয়া।

ঠাকুৰ আতা বোলে বাপ কথাক নমানি
চিৰা তৈৰী কামত গাফিলি এত খানি।
ভকতক চিৰা দিতে পলম কৰিলা
অৱহেলা হেতু ভক্তগণে কষ্ট পাইলা।
গুৰু বোলে একাদশীত লঘোণ খাটিলে
কষ্ট নাই বৰং পূণ্য উপবাস কৰিলে।
শাস্ত্ৰ আলোচনা বাপ কৰিছে আপুনি
গৃহিণীৰো একে ধান্দা আছে শাস্ত্ৰ শুনি।
অত এব দিব চিৰা দুই দণ্ড পৰে
কাজিয়া কৰিলে অধিক পলম হইতে পাৰে।
গৃহস্থীৰ কত কৰ্ম দেখিয়াছো আমি
ছলি পলি চণ্ডালীয়া চিৰা দিব আনি।
এতেকতে সখি ক্ৰোধ নকৰিবা তুমি
ভকতৰ কষ্ট নাই সহিষ্ণুতা মানি।
আতা সভক্তিৰে আহি গুৰু প্ৰণামিলা
অপৰাধ বিনাশন গুৰু আৰম্ভিলা।
*অপৰাধ বিনাশন তযু নাম নাৰায়ণ*
*জানিয়া সবাই আমি পশিলো শৰণ।*
ঘোষা শুনি নাৰায়ণ বৰ লাজ পাইল
হৰি কথা ৰসে গুৰু শাস্ত্ৰ আৰম্ভিল।
বাৰুৱতী ধান ভাজি দিলা ঢেকীশালে
ঠাকুৰ আতা ঢেকী বান্ধি চিৰাক কুটিলে।

দধি, কল, গুড় দিয়া চিৰাক ভুঞ্জাই
পাইল পৰম শান্তি সবে চিৰা খাই।
আৰু এক দিন গুৰু চলিবাৰ মনে
আই বোৱা তাতখনি চাৰি আঙুল মানে।
কাটি থৈ গৈলা পাছে আই জোৰা দিলা*
উচ বাচ্য কিছু কথা মুখে নামাতিলা।
সূতা জোৰাই পাছে কাপোৰ বুইলা
জোৰা দিয়া সূতা বুলি কেৱে নজানিল।
ৰাগ নকৰিয়া গুৰুক শুশ্ৰূষা কৰিলা
মাতৃৰ আতিথ্য গুৰু সাদৰে গ্ৰহিলা।
আৰু এক দিন আতা আছে পথাৰত
মন দিয়া কৃষি কৰ্ম কৰে যত যত।
গুৰু গৃহে গৈয়া যেন লৰালি কৰিল
পদূলি মুখৰ পানখিনিক চিঙিল।
পৰ্মানন্দ দেখি গৈয়া মাতৃক বুলিলা
মাধৱ আহিয়া আমাৰ পানক চিঙিলা।
সৰু চেকনিক ধৰি তাহাক কোবাই
আখা চাউল ভাঙি দিলে মাৰি দলিয়াই।
তথাপিতো বাৰুৱতী একো নামাতিলা
আই গুণ দেখি গুৰু ঈষত হাসিলা।
তাৰ পাছে আতা আহি দেখিল সাক্ষাত
পানডালিৰ পাত নাই কাহাৰ উৎপাত।

**কোনো কোনো চৰিত পুথি মতে শ্ৰীৰাম আতাৰ হতুৱাই কটাইছিল।*

পৰ্মানন্দ কান্দি কান্দি ধূলিত বাগৰি
দেখিলেক মাতৃ আছে নতুন চৰু ধৰি।
আতা বোলে কিনো কাৰ্য্য সবে আচৰিত
সমস্ত কৰ্মৰে দেখো গতি বিপৰীত।
মাতৃ কান্দি বোলে গুৰু ইথানে আছিল
পান চিণ্ডি লৰা মাৰি চৰুকো ভাঙিল।
আতা বোলে এতিয়ানো বৈ আছে ক'ত
নামঘৰে আছে বুলি কৰিলা বেকত।
পথাৰৰ পৰা শ্ৰম কৰি অহা জন
গুৰুৰ চৰণে পৰি কৰিলা প্ৰণাম।
মাধৱদেৱ বোলে সখি তুমি ভক্তজন
ইটো থানে ভক্ত নাই তোমাসাৰ সম।
পান কাটি লৰা মাৰি চৰুকো ভাঙিলো
বান্ধৱতীৰ পৰা এযাৰ কথা নুশুনিলো।
শ্ৰমৰ পৰা আহি তুমি ৰাগ নকৰিলা
আমাক শুশ্ৰূষা হেতু লৰিয়া আহিলা।
ধন্য ধন্য বান্ধৱ মোৰ পৰীক্ষা কৰিলো
তোমা দুই ভক্ত বান্ধৱ কি ভাগ্যে পাইলো।
উভতিয়া মাধৱ গুৰু দুইকো সেৱিলা
নানা ৰঙ্গে নানা শাস্ত্ৰ আলোচ কৰিলা।
ঠাকুৰ আতা সম ভক্ত ত্ৰিভুৱনে নাই
গুণি, ত্যাগী, পণ্ডিত ভক্ত যত বিৰাজই।

দধি, চিৰা, পিঠা, গুড় আনন্দে ভুঞ্জিল
শ্ৰীৰাম আতা বান্ধৱতী সবাকে বাটিল।
ভোজন সময় গুৰু সখীক পুছয়
আজি মোৰ তিনি শৰ ব্যৰ্থ হৈ বয়।
ঠাকুৰ বুলিলা আমি দুপাত নাপালো
এক পাত কাণৰ কাষে যোৱাটো জানিলো।
দুপৰীয়াৰ ভাত কেইটা নপাইলে খাব
পৰিশ্ৰমী ভাগৰুৱা দেহাই নসব।
মাধৱ বিস্মিত আতি মহিমা দেখিয়া
ঠাকুৰ সম ভক্ত জন বিচাৰি নপাইয়া।
তুমি অন্তৰ্যামী মোৰ বিশ্বস্ত মহান
তুমি সম সহ্য গুণি দেখা নাই আন।
তুমি চিত্ত বৃত্তি প্ৰৱৰ্ত্তক নাৰায়ণ
পৰম প্ৰিয়তম অতি বান্ধৱ মহান।
সম, দম, দয়ধৰম, দত্ত গুণধাৰী
পৰম বান্ধৱ সখী জানিলো আজি ধৰি।
বান্ধৱতী আই মাতৃ লক্ষ্মী সম তব
প্ৰমাণ কৰিও দোষ নেদেখিলো কেৱ।
অন্ন খাই তৃপ্তি পাই গুৱা-পান কৰি
দুইজনে খন্তেক কাল বিশ্ৰাম কৰি।
নাৰায়ণ মাহাত্ম্যক সব লোকে স্মৰি
নিৰন্তৰে নৰ লোৰে বোলা হৰি হৰি।



## *জনীয়া থানত গুৰুজনৰ নানা লীলা*

### *পদ*

চক্ৰপাণি বোলে পাছে শুনা ভক্তগণ
ঠাকুৰ আঁতা হেন ইটো পুৰুষ মহান।
মনথৈ এৰি আহি জইনা ৰইলা
চতুৰ্দ্দিকে সব লোকে সাহায্য কৰিলা।
ৰজাৰ শাস্তিত যাৰ হাঁতি খুনী ভৈল
সেই আতা জনীয়াত সত্ৰক পাতিল।
পৰ্মানন্দ, শিবানন্দ আদি পুত্ৰচয়
জগতানন্দ নামে পুত্ৰ ওপোজয়া
খবৰ লোবা হেতু চলে গুৰু জইনা থান
দেখিল কেচুৱা কৰে পাচিত শয়ন।
বান্ধৱতী মাতৃ ঘৰে কৰ্মত মগন
শিশুৰ ক্ৰন্দন লাগি কৰা নাই মন।
এই সময়ত গুৰু তথা উপনীত
তৰ্জনী আঙুলিৰ আগ দিলেক মুখত।
আঙুলি চুহিয়া শিশু ক্ৰন্দন চাৰিলা
বান্ধৱতী পিছে বাহিৰে আহিলা।
দেখিল গুৰুই বহি আঙুলি খুৱাই
ৰাখিছে শিশুক তাতে কান্দোন থমাই।
বান্ধৱতী বোলে বাপ অশৌচ যোবা নাই
পোন্ধৰ দিন মাত্ৰ আজি শিশুৰ হোৱই।

গুৰু বোলে শিশু কান্দি পালে কষ্ট বৰ
চুৱা বুলি নেচাও যদি অধৰ্ম হব মোৰ।
*মাক চুৱা, পিতৃ চুৱা আৰু চুৱা ঘৰ*
*শিশুৰ গাত নাই চুৱা নিয়মৰ আতৰ।*
*সদ্য জাত শিশু তথা প্ৰসূতী নাৰীক*
*আপ ডাল কৰা তীৰ্থ স্নানত অধিক।*
পূণ্য লাভ হয় সখি ধৰ্ম শাস্ত্ৰই কয়
ইটো কৰ্ম পৰম ধৰ্ম জানিবা নিশ্চয়।
গা ধুই পেলাম আমি ফুৰা গাৱ যেবে
শিশুক দেখিয়া মোৰ স্নেহ লাগে এবে।
তাৰ পৰে ঠাকুৰ আতা পুছিলা গুৰুত
অশৌচ আমাৰ ঘৰে পাক কৰে ক'ত?
গুৰু বোলে সখি আৰু মোৰ ভিন্ন নাই
উভয়ৰে অশৌচ ধৰা ইয়াতে অন্ন খাই।
শ্ৰীৰাম ৰান্ধিব অন্ন কৰিব যোগাৰ
তব গৃহ মম গৃহ সব একাকাৰ।
শ্ৰীৰাম আতা যোগাৰ কৰি অন্নক ৰান্ধিলা
গুৰু সমে পৰিয়ালে অন্নক ভুঞ্জিলা।
তাৰ পিছ দিনা এক বুঢ়ীয়ে আহিলা
এক দোন চাউল আনি গুৰুৰ বাবে দিলা।

ঠাকুৰ আতা বান্দৱতী আইক বোলয়
অভকতে চাউল দিলে গুৰুই নলয়।
যদি কেৱে দিয়ে সিধা অভকত জানি
গুৰুত সুধিহে দিবা লৈবা কথা মানি।
এক দিন কহিৰাম ঠাকুৰীয়াৰ মাৱ
বুলিলা মাতৃক বোলে পৰ্মানন্দ মাৱ।
এক কঠা চাউল দিও গুৰুজন লাগি
সামান্য দানেৰে আমি হও পুণ্যভাগী।
বান্দৱতী মাতৃ বোলে শুনা বুঢ়ী আই
অভকত হলে চাউল গুৰুৱে নলই।
যদি চাউল দিব খোজা তান শিষ্যা হোৱা
তেবে দ্ৰব্য গ্ৰহিবেক আগে জানি থোৱা।
মাতৃ বোলে জান শৰণ লইব আমি
বাণিজ্যৰ পৰা আহি পাইলে মোৰ স্বামী।
ছয়, সাত দিনে আহি ইটো কথা কয়
এক দিন বান্দৱতী কথা মানি লয়।
এক সন্ধ্যা সিধা দিলা গুৰুৰ কাৰণ
তিনি বাৰ বাচিলেক কুলাত তখন।

কলা চাউল খুদ আৰু আন দ্ৰব্যচয়
অন্নৰ সহিতে আছে খাৱন নাযায়।
শ্ৰীৰাম আতা অন্ন ৰান্ধি দিলা মোক
এবে সব অন্নখিনি দূৰে পেলাইওক।
আতা শুনি বান্দৱতী মাতৃক পুছিল
কাৰ চাউল গুৰুজনাক ৰান্ধিবাক দিল।
মাতৃ বোলে কহিৰাম ঠাকুৰীয়াৰ মাৱ
হাতে চুই ধৰে মোক সাত দিনে পাৱ।
এতেকন্তে চাউল দিব আমিয়ে বুলিলো
জানি শুনি আমি আজি পাপক সিজাইলো।
তবে শুনা স্বামী হেৰা পৰ্মানন্দ পিতা
তিনি বাৰ বাচি দিছে ঠাকুৰীয়াৰ মাতা।
আতা বোলে অভকত সেয়ে গ্ৰাহ্য নয়
ভকতৰ দান হলে দোষ যে নৰয়।
কথা শুনি ঠাকুৰীয়া মাতা লাজ পাই
গুৰুৰ চৰণে আহি শৰণ লভই।
তাৰ পাছে দিলে সিধা কিছু দোষ নাই
গুৰুৰ কৃপা নলভিলে দান নিসিজই।

শ্ৰীমাধৱ লীলামৃত শুনি সৰ্ব্বজন
হৰি হৰি বোলা সবে স্থিৰ কৰি মন।



# মহাপুৰুষ মাধৱদেৱৰ কাৰিকৰী বুদ্ধিৰ নমুনা

## পদ

বুলিলন্ত ইটো কথা হাঁহি চক্ৰপাণি
মাধৱ গুৰুৰ্ব কাৰিকৰী বুদ্ধিক বখানি।
কত দিন কত শিষ্য বুদ্ধি হত হয়
মাধৱৰ উপদেশত বুদ্ধি যে মিলয়।
এক দিন জইনাত শ্ৰীৰাম সহিত
ঠাকুৰ আতাৰ গৃহে ভৈলা উপনীত।
বাৰুৱতী আই বস্ত্ৰ বোৱতে মগন
জনা নাই তথাত আহিছে গুৰুজন।
অনেক সময়ে মৌনে ঠিয় হুয়া আছে
শ্ৰীৰাম আতা লাহে কৰি মাতিলন্ত পাছে।
ফিৰি চাই দেখা আই গুৰু দণ্ডমান
উঠিয়া আহিল গৃহে এৰি তাতথান।
গুৰু উপদেশে শ্ৰীৰাম যি কৰ্ম কৰিল
বোৱা বস্ত্ৰৰ সূতা দুই ফালেও কাটিল।
আঠ আঙুল সূতা কাটি গুৰুৱে ৰহিলা
দেখি আই কি কৰিব মৌন হুয়া ৰৈলা।
নমাতি একোকে আই গুৰু শুশ্ৰূষাত
কৰ্ম কৰি গই আছে নিজ সাধ্য মত।
ৰাতি কালে ঠাকুৰ আতা গৃহক আহিলা
সখী আগমন হেতু বৰ সুখী হৈলা।
আতা বোলে বাপ দোষ ক্ষমিওক মোৰ
বাণিজ্যে পঠালো দুই ভগীয়া আমাৰ।
তাহাক উপদেশ দিবে ঘাটক গইলু
সেইবাবে আপোনাৰ সঙ্গ নপাইলু।
ৰাতিকালে বাৰুৱতী অতি সঙ্গোপত
কাপোৰৰ কথা কলে আতাৰ আগত।
আতা বোলে তুমি বাৰু কিবা কথা কৈলা
নাই কোৱা বুলি আই কান্দিবে লাগিলা।
একোকে নকই মাত্ৰ গুৰু শুশ্ৰূষাত
দুই দিন দুই ৰাতি কটাইল গৃহত।
চতুৰ্থ দিনত আই কাপোৰ খুলিলা
কটা সূতা কোনোখানে চকু নপৰিলা।
খট্ খট্ কৰি আই বুইতে লাগিল
ছিগা ভগা কতো একো চিন নাথাকিল।
গুৰুক স্মৰিয়া পাছে কাপোৰ বুইলা
একখানি অধিক ধুতি কাপোৰ পাইলা।
বঢ়াৰ নন্দন মোক বস্ত্ৰ দিলা দান
তাহাৰ চৰণ বিনে নিচিন্তোহো আন।

✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪

এদিন জগতানন্দ ঠাকুৰ নন্দন
একে কাহ বাটি দুটি জাপি যখন।
উলিয়াব নোৱাৰি এটি ভাঙিবে লইলা
গুৰুজনে হঠাৎ দেখি বাৰণ কৰিলা।
ওপৰৰ বাটি গোট গৰম কৰি লোৱা
আপুনি ওলাব বাটি প্ৰমাণ কৰি পোৱা।

গুৰুৰ উপদেশ সিটো বাটিক গৰমী
ওলাই পৰিল বাটি আপোনা আপুনি।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
দিনেক জগতানন্দ শিৱানন্দ আৰু
লস্কৰ বেটা জিনা ৰাম উমলিছে বাৰু।
বাৰুৱতী আই আনি কল হাতে দিল
একে উশা শতে কল গিলিবাক গৈল।
গলত বাজিল কল ভিতৰ নাযাই
উগাৰিয়া কল এবে বাহিৰ নহই।
চকু উলটাই দিলা লস্কৰ তনয়
ঠাকুৰ আতা বোলে প্ৰভু কি হব উপায়।
গুৰু বোলে গলৰ তলে দিয়া ভুকু মাৰি
বাহিৰ হইয়া কল পৰিব উফৰি।
গুৰুৰ আদেশে আতা ভুকু মাৰি দিল
বাহিৰ হইয়া কল চিটিকি পৰিল।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
কড়ি খেলি আছিল শিৱানন্দ বালসমে
নাকে সোমাই গল কড়ি এটি দৈৱক্ৰমে।
শ্বাস ৰুদ্ধ হই লৰা চকু উলটাই
চট্ ফট্ কৰে মাতৃ মুখ পিনে চাই।
নাৰায়ণ ঠাকুৰ গৈয়া গুৰুক জনাইল
হাচুটিৰ ফুল গুৰু নাকে সোমাইল।
ততালিকে হাঁচি মাৰি যেবে জোৰে দিলা
আপুনি ওলাই কড়ি দূৰত পৰিলা।
জগত পালনকাৰী পৰম ঈশ্বৰ
তাহাকে জানিলে নাথাকে জানি বৰ।

এতেকে পৰম গুৰু সখা মাধৱৰ
নজনা একোৱে নাই মনে কৰ সাৰ।
এই বুলি পাৱে পৰি প্ৰণাম কৰিলা
উভটিয়া মাধৱৰ চৰণে নমিলা।
মাধৱৰ লীলা এবে মনে প্ৰাণে স্মৰি
তাহান মতক সবে থাকিওক ধৰি।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
নাৰায়ণ দাস আতা অতি ভক্তজন
ইটো ৰাজ্যে ভক্ত নাই তাহাৰ সমান।
গুৰু মাধৱৰ সখি এক আত্মা সম
তাহাৰ গৃহত গুৰু থাকে ৰঙ্গ মন।
তিৰি ছলি চাকৰ কত সীমা সংখ্যা নাই
ধান পান শাক ফচল উভৈনদী হই।
গুৰু দান কৰে বস্তু মাহে মাহে কত
পৰম সন্তুষ্ট হুয়া ৰহয় গৃহত।
কাপোৰ কাটি ছলি কোবাই পানক কাটিল
তথাপিতো ঠাকুৰ আতা খঙ নকৰিল।
গৈলা এক দিন কাতি মাহৰ মাজত
এক জোপা লাউ ছালে কলি অসংখ্যাত।
উভালিয়া থৈলা গুৰু শ্ৰীমাধৱদেৱ
দুপৰ সময় আহি ক্ষেত্ৰ কৰ্ম শেষ।
ঠাকুৰ দেখিয়া পাছে ক্ৰোধ উপজিল
এনে সুন্দৰ লাউ জুপি কোনে উভালিল।
আই মাতৃ বাৰুৱতী ওলাই বুলিলা
গুৰু মাধৱদেৱ আহি লাউক তুলিলা।
নাৰায়ণ বোলে মোক পৰীক্ষা কৰিলা
একখানি কষ্ট মোক কেনেকৈনো দিলা।

তথাপিতো সোধ পোচ কৰি নাৰায়ণ
খুৱালে বোৱালে আতা কৰিয়া যতন।
যাবৰ সময় শ্ৰীৰাম লাউ পুতি থৈলা
পিছ দিনা দেখে লাউ জকমক্ ভৈলা।
ওলাই যাওতে দেখে পদূলি মুখত
দক্ষিণ ফালে ঢাপ দিয়া কল ৰুলে কত।
দুই চাৰি ডালি কল থোক যে পৰিল
অতীব চেহেৰা তাৰ ডিল ও ফুটিল।
তাকে দেখি মাধৱদেৱ হাঁসিয়া সুধিলা
কদলি ৰোপণ কাৰ বাবে নো কৰিলা।
আতা বোলে সখি সব ভক্তৰ কাৰণ
ইয়াৰ মালিক তুমি আৰ ভক্তগণ।
গুৰু বোলে যদি মোৰ এতিয়াই লও
দা আনি তাৰ ব্যৱস্থা কৰি থও।
আতা বোলে ভক্তগণে পাত ফল লব
অকলে আপুনি লৈলে ৰোপন কি পাব।
গুৰু বোলে তেনে কিয় আঁসে মাতা তুমি
ভকতৰ বস্তু তাত হাত নেদো আমি।
তাৰ পাছে গুৰুজন বিদায় লইলা
পৰে দিনা আতা লাউ জুপিক দেখিলা।
অন্য এক দিন আহে শ্ৰীৰাম সহিত
শাক ৰোৱা হেতু কোদাল মাৰিছে ভুমিত।
দুইজনে লক্ষ্য কৰে আতাৰ কৰ্মক
এত শ্ৰম কৰে নাই দুখ ভাগৰ এক।
কাষ পাই মাধৱ পদ এফাঁকি মাতিলা
নাৰায়ণ মুৰ দাণ্ডি প্ৰণাম কৰিলা।

বিষয়ত ভৈলা অতি আসকতি যাৰ
কৃষ্ণক পাইবাৰ আশা নিৰৰ্থিল তাৰ।
যেন বায়ু পূৰ্ব্ব দিকে বস্ত্ৰ লই যাই
পশ্চিমে ধাইলে জানো বস্ত্ৰক পাৱই।
কোদাল ঘুৰাইল পাছে মাথাৰ উপৰ
দলি মাৰি ৰাখি দিল বস্তিৰ ভিতৰ।
গুৰুজন গৈয়া যেবে বহে পীড়ালিত
গা ধৌত কৰি আতা গুৰু সমীপত।
দুই সখি লগ লাগি আলচ কৰিলা
কৰ্মে গতি হই নই গুৰুত পুছিলা।
গুৰু বোলে গীতাত কৃষ্ণে অৰ্জুনক বুলিলা
নিষ্কাম কৰম ব্ৰত কৰিবে বুলিলা।
কৰ্মে থাকি বিষয়ত আসক্তি নাই যাৰ
সাধু সঙ্গে থাকি কৰে ঈশ্বৰ বিচাৰ।
সৰ্ব্ব ধৰ্ম এৰি মাত্ৰ ভক্তিত তৎপৰ
গুৰুৰ সম্মত সখি তেৰাই ঈশ্বৰ।
সম্পূৰ্ণ ভকত তুমি প্ৰিয় সখা মোৰ
তোমাৰ আমাৰ আত্মা ভিন্ন নহি তাৰ।
*কৰ্মে ৰত ঐকান্তিক ভকত হইলে*
*হস্তিক বাধিব জানো মকৰাৰ জালে।*
তাৰ পাছে গুৰুজন ভৰি প্ৰখ্যালীলা
কীৰ্ত্তন কৰিবাৰ হেতু কঠত বহিলা।
নাম কীৰ্ত্তন কৰি গুৰু শাস্ত্ৰ খুলি চাই
গীতাৰ কৰ্ম যোগ কথা আলোচ কৰই।
কৰ্মে গতি মনুষ্যৰ গীতা শাস্ত্ৰে কয়
কৰ্ম এৰি উপদেশ প্ৰাণীৰ জীৱন ধৰয়।

কিন্তু এক উপদেশ দিয়া আছে জান
*তস্মাত্রৰ বশীভূত নহবা কদাচন।*
*যদি হোৱা বশীভূত মায়াই নেৰই*
*নেৰিলে মায়াই লগ ভক্তি নিসিজই।*
*ভকতি পৰম গতি জানি আছো আমি*
*কৰ্মত থাকিও ভক্তি আৰ্জে যত জ্ঞানী।*
এইদৰে মাধৱদেৱ আহে কত বাৰ
জনীয়া সত্ৰক লাগি কীৰ্ত্তন কৰিবাৰ।

মাধৱ, ঠাকুৰ আতা সংবাদ সুৱৰি
সব লোকে এক চিত্তে বোলা হৰি হৰি।



## *পৰমানন্দ ঠাকুৰৰ বন্ধু-বান্ধৱৰ পৰীক্ষা আৰু ঠাকুৰ আতাৰ বিৰিণাঘাট, শ্ৰীৰাম আতাৰ গুৰু ভক্তিৰ নিদৰ্শন*

### *পদ*

জনীয়া সত্ৰত আছে সখী নাৰায়ণ
বহু বাৰ তাঁলৈকে গল মাধৱ সুজন।
দুইজন এক আত্মা বান্ধৱ পৰম
ধৰম ৰাজ্যৰ লাই খুঁটা দুয়োজন।
এক দিনা ঠাকুৰ আতা বাৰীত সোমাই
বন, জাবৰ চাচি আছে সাৱধান কই।
পৰ্মানন্দ বৰবেটা বহু বন্ধু তাৰ
নানা জনে আহে নানা বস্তু খাইবাৰ।
আতাৰ বস্তিত তামোল-পান নাৰিকল কত
বতৰত আম ফল পকে কত কত।
ৰবাব, সুমথিৰা, জৰা, মাটিকঠাল আদি
বাৰ মাহে আছে ফল বস্তিৰ গছে লাগি।
বতৰত তিয়হ, বাঙি, কেৰেলা অনেক
সজ্জী, জিকা, ভোল, বাংনা আৰু নানা শাক।
লেটেকু, পনীয়াল ফল পকী পকী ৰয
পৰ্মাৰ বন্ধু লৰা কত আহি পাৰি খায়।
*সম্পদৰ বন্ধু বেচি জানে সৰ্ব্বজন*
*বিপদ হলেহে বুজি আহে কেইজন।*
প্ৰমাণ চাবৰ হেতু ঠাকুৰ আতা ৰাই
গাত খানি জাবৰ কিছু পুতে ভাল কই।
গৰু নেজ সদৃশ ৰচি পুতিয়া ৰাখিলা
গৰু পোতা বুলি কব মনতে ভাবিলা।
পুত্ৰক দেখিয়া পাছে দুখেৰে বোলয়
কুকৰ্ম কৰিলো আজি ইয়াত ৰক্ষা নাই।

কৰোবাৰ টেকেনা গোট বাৰীত সোমাল
প্ৰহাৰ কৰোতে সিটো গৈলা সেই ফাল।
সেই হেতু গাতখানি পুতিয়া ৰাখিলো
ই কৰ্মে মই পাপ নৰকে মজিলো।
তোমাৰ যতেক বন্ধু চুবুৰীয়া গণ
সবাকো সন্ধিয়া লাগি তুমি মাতি আন।
***নাম কৰ্মে প্ৰায়শ্চিত্ত বোলে গুৰুজন***
***কিন্তু ঐত লাগিবেক সমাজৰ সমৰ্থন।***
এই বুলি আতা পুত্ৰক গ্ৰামে পঠাইল
পৰ্মানন্দে যত বন্ধু সবাকে মাতিল।
কিন্তু সন্ধ্যা সমাগত কোনোজন নাই
পিতা-পুত্ৰ পদুলিত আছে বাট চাই।
নাহিল কোনোজন সেই দিন ইটোবাৰী
বহু কথা শুনাইল পিতৃ নিন্দা কৰি।
কেৱে বোলে জ্ঞানী বিজ্ঞ পণ্ডিত প্ৰবৰ
এনে লোকৰ এনে কৰ্ম অতি গুৰুতৰ।
কেৱে বোলে ভকত মাত্ৰ নামতেহে সাৰ
আপোন গৃহস্থী বিনে চিন্তা নাই যাৰ।
চুলি ৰাখি ফোটা মাৰি লোকক দেখাই
লাঠি জাপি লৈ ফুৰে হিংসাক নেৰই।
কেৱে বোলে পৰ গৰু গতিকে মাৰিল
আপোন গৰুৱে খাইলে তবে কি কৰিল।
কেৱে বোলে ঠাকুৰ আতা অবিবেকী ভৈল
লোকক ধাৰ্মিক দেখাই ভণ্ড সাধু হৈল।

আপোন গৃহৰ কৰ্মে সদা যাৰ ৰতি
কেনে হব পাৰে তাৰ যি আছে সন্ততি।
আতা বোলে বোপা ঐত কাকো নপাইলা
আমাৰ বিপদে মাত কেৱেই নিদিলা।
পৰ্মানন্দে বোলে সবে মুখক ঘুৰাই
ভাল উপদেশ ইহা কোনেও নেদই।
আতা বোলে চলি যোৱা বৰপেটা থান
আমাৰ বিপদৰ কথা কোনে বুজে আন।
যেনে তেনে আহিবেক মোৰ কাষ লাগি
আমাৰ দুখত তিনি হইব সমভাগী।
দুপৰ সময় আহি বৰপেটা পাইলা
খাবৰ সময়ে গুৰু পৰ্মাক দেখিলা।
হাত ধুই বোলে বোপা তিয়াই অহা গাৱ
পাছে অন্য কথা আগে অন্ন মুঠি লৱ।
পৰ্মানন্দ বোলে বাপ কথা গুৰুতৰ
আপোনাৰ গৃহে অন্ন দোষ হব মোৰ।
মাধৱদেৱ বোলে হাসি ভাল বেয়া মোৰ
অন্ন লই কবি কথা যিবা আছে তোৰ।
এই বুলি পৰমাক ভাত বাঢ়ি দিলা
তাৰ পাছে যিটো কথা গুৰুক বুলিলা।
গুৰু বোলে শুনা মোৰ প্ৰশ্ন দুই গোট
দেখিছেনে কোনোবাই বৎসক সাক্ষাত?
সাক্ষাতে দেখিছে আনে ইটো কৰ্মচয়
বাচুৰৰ* বৰণ বাৰু কেনেনো হোৱয়?

** বাচুৰৰ - গৰুৰ পোৱালী*

পোৱালীৰ মালিক গিৰিহঁতে কিবা কয়
বাচুৰৰ মূল্য বাৰু কিমাননো চাবয়?
পৰমাই উত্তৰ দিলে মুৰটো জোকাৰি
কাৰ গৰু কিবা বৰ্ণ জানিতে নপাৰি।
বিচাৰ লোৱা নাই কেৱে মালিক ওলাই
গৰ্ত্ত খুলি কোনো নাচায় মাটিক গুচাই।
মাধৱ হাসিয়া বোলে চলা যাও আমি
চিন্তা নকৰিবা একো আমি সব জানি।
তাৰ পাছে সন্ধিয়াতে গুৰু গৈয়া পাইল
ঠাকুৰ আতা হাঁহি হাঁহি পুত্ৰক জনাইল।
আমাৰ পৰম বান্ধৱ এই সখা মোৰ
গুৰু, বন্ধু, উপদেষ্টা, কৰ্ণধাৰ মোৰ।
তোৰ বন্ধুগণক মই পৰীক্ষা কৰিলো
বিপদত কোনো নাই কাৰ্য্যে দেখুৱালো।
ষাঠীজন সঙ্গী ইষ্ট মিত্ৰ ৰাখি থই
বিপদত আজি দেখো কেৱে মাতা নাই।
তাৰ পাছে প্ৰেমানন্দে ৰাতি কটাইল
প্ৰত্যুষে উঠিয়া গুৰু বৰপেটা পাইল।
যাবৰ সময়ে গুৰু সখীক বলই
বহু কাম আছে যাবা অহাকালিলৈ।
সোনকালে পায় যেন প্ৰভাত সময়
পলম কৰিলে পিছে নহব উপায়।
জনীয়াৰ পৰা সদা বাট কুৰি বাই
বৰপেটা থানে আহে ঠাকুৰ আতাই।
সেইদিনা প্ৰসঙ্গৰ সময় হয় পাৰ
পোন বাটে আহে আতা মাঝে বিৰিণাৰ।

পৈণত বিৰিণা আৰু টাঙাখৰি পাত
আতাৰ উৰুত লাগি পাইল আঘাত।
শ্ৰীৰাম দেখি বোলে বাপ বান্ধি দিও মই
বনৌষধি বান্ধি দিলা অতি যতনাই।
গুৰু বোলে পোনে আহি পাইল আঘাত
আতা বোলে ইটো বাপ সামান্য পত্ৰাঘাট।
ইটো ইটো সময় ধৰি তেজ ৰোৱা নাই
আতি পতি কৰি আছে শ্ৰীৰাম আতাই।
পাছে গুৰুজনে বোলে ধৰ্মৰ নন্দন
আমি জাৰি ৰোগ ভাল কৰিব এখন।
এই বুলি ঘাৰ ওপৰে হাত লগাইল
হাত লাগি বেদনা যে সবাই গুচিল।
হৰি নাম উচ্চাৰিয়া হাতক বুলাই
ঠাকুৰ আতা বোলে আৰু বেদনা যে নাই।
গুৰুৰ কৃপাত আমি আৰোগ্য পাইলু
আমাৰ ভৰিৰ বেদনা সবাকে গুচাইলু।
তাৰ পাছে শ্ৰীৰাম আতা হাতে দা লই
জনীয়া ঘাটলৈ বাট দিলে মোকলাই।
দাৰে কাটিলা যত টাঙা বিৰিণা আদি
পৰিষ্কাৰ কৰিলা বাট শ্ৰীৰাম ধৰ্ম জেদী।
সন্ধিয়া পৰত আতা গৃহক আহিলা
দুখ ভাগৰ নাই ক্ষন্তেক বিশ্ৰামো নকৰিলা।
মাধৱ পুছিলা পাছে শ্ৰীৰাম বোপাই
আজি প্ৰসঙ্গত কিয়া যোগদান নাই।
আতা বোলে বন কাটি ৰাস্তা উলিয়াই
তাৰ বাবে আহিবৰ নাপালো সময়ই।

গুৰু বোলে ধন্য ধন্য ভক্ত প্ৰাণ ধন
কষ্ট কৰি কাটিলা তুমি হাবি আৰু বন।
ধন্য ধন্য শ্ৰীৰাম ধন্য তব মন
ধন্য তব সেৱা ধৰ্ম সফল জীৱন।

শ্ৰীৰাম আতাৰ আদৰ্শক ভক্তগণে ধৰি
সবে হৰি হৰি বোলা নাৰায়ণ স্মৰি।



## আদৰ্শবাদী ভক্ত দাস শ্ৰীৰাম আতা

### পদ

পাছে ভক্তগণে কথা দুনাই সুধিলা
চক্ৰপাণি বৈৰাগীয়ে বুজাই বুলিলা।
বৰপেটা থানে গুৰু বৰ সুখ পাইল
গুৰুৰ কীৰ্ত্তনত পৰে ভাওনা পাতিল।
নাম কীৰ্ত্তনৰ পৰে ভোজন বিহাৰ
ৰাত্ৰি কালে দধি মথন পাতিব ই বাৰ।
নাৰায়ণ ঠাকুৰ আৰু পৰ্মানন্দ দুই
প্ৰভাত কালতে আহি বৰপেটা পাই।
শ্ৰীৰাম আতা দেখি বোলে আপুনি অকল
মাতৃক সঙ্গত আনা অৱশ্যই ভাল।
আতা বোলে গৃহত বয় বস্তু অসংখ্যাত
সৱ্ব ছলি কোলে লই আহিব কিমত?
কিবা কৰি ঘৰ চাব আতাই বুলিলা
দেখুৱাব লাগে আইক দধি মথন খেলা।
লগে লগে শ্ৰীৰাম বাহাক আহিল
কাপোৰ সলাই গৈয়া জনীয়া পাইল।
আইক ওলাব কৈলা বৰপেটা থানে
সাজু ভৈলা বাৰ্দ্ধৱতী হৰষিত মনে।
জগ্যানন্দ কোলাত শিৱানন্দ ছোৱাল
শ্ৰীৰাম বোলে মই আগুৱাই যোৱা ভাল।
বৰপেটা সমীপলৈ শিৱানন্দক লই
বুলিলেক আতা আইৰ প্ৰতি চাই।
মোৰা বাহ্য খোলা আছে দুৱাৰ জপাই থোৱা
বোপা দুইজনক লৈ তাতে সোমাই যোৱা।
নাম কীৰ্ত্তন চলি আছে এনে সময়ত
শ্ৰীৰাম আতাৰ বাহ্যত আই ভৈলা উপাগত।
দুৱাৰ খুলি ভিতৰ সোমাই আই লৈলা ঠাই
কঠত বহিলা তিনি দুই বৎস লই।
ঠাকুৰ আতা দেখি বোলে ঘৰখন এৰি
কাৰ হাতে দিয়া তুমি ই ঠাই আহিলা লৰি।
আই বোলে শ্ৰীৰাম দেখো গৃহত ৰহিলা
আমাক আহিবে লাগি আগুৱাই থৈলা।

বাৰুবতী দেখিলেক বৰপেটা ধাম
মৰ্ত্ত্যত অমিয়াপুৰী অম্ৰাৱতী সম।
নামঘৰ মণিকূট বাট চৰা আদি
হাঁটী ভকতগণৰ বাহা চাৰি লানি।
ৰঙ্গিল গৃহ দেখিলেক অতি মনোহৰ
যেহেন বৈকুণ্ঠপুৰী মৰ্ত্ত্যত ভিতৰ।
দিবা ভাগে নাম কীৰ্ত্তন চলিলা
ভোজন বিহাৰ নাট কীৰ্ত্তনে কৰিলা।
ৰমক জমক নাট সবাকে দেখাই
দধি, দুগ্ধ, কল, গাখীৰ সবে বাটি খাই।
ৰাত্ৰি কালে বন্তি জ্বলিল গগণ জিলিকাই
অম্ৰাৱতী যেন শোভা আগে দেখা নাই।
দধি মথন ৰাতি কালে ভিতৰে পাতিলা
বৰপেটাৰ লোক যত উপভোগ কৰিলা।
এইদৰে মহাৰঙ্গে ৰাতিটো কটাই
প্ৰভাতে উঠিয়া আহে বাৰুবতী আই।
দুপৰ সময়ে আহি জনীয়া পাইল
পৰ্মানন্দ বৰ পুত্ৰ লগত আহিল।
শ্ৰীৰাম আতা আইৰ বাবে আছে বাট চাই
পদূলি মুখত আহি আইক দেখা পাই।
সেৱা কৰি শ্ৰীৰাম আতা বিদায় মাগিলা
বাৰুবতী আই পাছে গৃহে প্ৰবেশিলা।
দেখিলেক ঘৰ-দুৱাৰ আতি পতি কই
চাচি মুচি শ্ৰীৰাম আছে অতি যতনাই।

গা ধোৱা খাল আৰু চাঙক পাতিলা
চাৰিফালে বাহ ফালি তাৰ বেৰ দিলা।
দুটি স্নানাগাৰ পাতিলন্ত শ্ৰীৰাম
ভাগ-ছিগা বেৰৰ কৰে মেৰামতি কাম।
গৃহৰ চাৰিওফাল চাচি মুচি থই
ঘৰৰ ভেটী মচিলেক মাটিৰে যতনাই।
ঢকুৱাৰ বেৰ দিলা বস্তিৰ চাৰি ফাল
বস্তিৰ বন বাত গুচাই কৰে ফৰকাল।
ৰাতিৰ কাৰণে চাউল ধুই যতনাই
শাক, পাত, মাছ বাচি আতি পতি কই।
বিচনাৰ কাপোৰ যত সবাকে ধুইলা
আইৰ মেখেলাকো ধুই পৰিষ্কাৰ কৰিলা।
এনেদৰে দহ পৰ ঠাকুৰ গৃহত
দাস কৰ্ম কৰে শ্ৰীৰাম নিজ ভৃত্য মত।
আবেলি পৰত যেবে আই আহি পাইলা
লৰালৰি শ্ৰীৰামেও বিদায় মাগিলা।
ৰাত্ৰি কালে আহিলন্ত আতা নাৰায়ণ
বাৰুবতী আই কৈলা যত বিবৰণ।
প্ৰতিদানে এক মুঠি চাউলো নিনিলা
সন্ধিয়াৰ ভয়ে বেগা বেগীকৈ চলিলা।
পিছ দিনা ঠাকুৰ আতা পৰমানন্দ হাতে
চাউল, শাক, মাছ পঠাই দিলা সাধ্য মতে।
পৰমাই সব কথা গুৰু আগে কৈলা
শুনি মাধৱদেৱ গুৰু বৰ ৰঙ্গ পাইলা।

এনুৱা সেৱক শ্ৰীৰাম আতাক সুৱৰি
সকলোৱে এক মুখে বোলা হৰি হৰি।



## ঠাকুৰ আতা আৰু বাৰুবতী আইৰ গৃহ বাসী সপ্ৰেম ভক্তি

### পদ

ভক্তগণে সোধে পাছে বৈৰাগীত কথা
আমোদ মিলিলা শুনি চৰিতৰ কথা।
ঠাকুৰ আতা একজন পৰম ভকত
কিন্তু সদা থাকে তিনি আপোন গৃহত।
এক পক্ষ হ'ল আতা ঠাকুৰ সুজন
বৰপেটা অহা নাই কিহৰ কাৰণ?
কেৱে বোলে আতা গৃহ মায়াতে মগন
কেও বোলে অৱহেলা কৰে সৰ্ব্বক্ষণ।
কেৱে বোলে ভাৰ্য্যা, পুত্ৰ দাস সমে ৰতি
কেৱে কয় সৰ্ব্বদায় কৰ্মে থাকে খাটি।
মাধৱ বুলিলা যদি নহয় ই কাৰণ
অসুখ-বিসুখ সঙ্গে থাকে সৰ্ব্বক্ষণ।
যাহোক দিব আমি শ্ৰীৰামক পঠাই
যিবা হেতু সখি এই ঠাই অহা নাই।
শ্ৰীৰাম চলিলা জনীয়াক লাগি বুলি
মাথে জাপি পৰিধান হাতে লাঠি তুলি।
দুৰ হন্তে দেখে শ্ৰীৰাম তিয়হ বাগান
কোৰ মাৰি আছে আতা আনন্দিত মন।
হৰি নাম গুণ গুণ মুখত গাৱয়
হাতে কাম মুখে নাম সৰ্ব্বদা লৱয়।
গুৰু ভটিমাক মুখে বুলিছে সৰ্ব্বদা
কোৰ মাৰে যেন নাম তাল মান গথা।
শ্ৰীৰাম গৈয়া পাৱে পৰি প্ৰণাম কৰিল
সংবাদ নাপাই গুৰু আমাক পঠাইল।
এহি হেতু দাস আহি ই ঠাই পৌছিলু
ঠাকুৰ বোলে তোমাক পাই কৃত্য কৃত্য ভৈলু।
প্ৰতি নমস্কাৰ কৰে ঠাকুৰ সুজন
তোমাৰ কাৰণে ব্যস্ত ভৈলা গুৰুজন।
ঠাকুৰ বোলে কৰ্মে থাকি গুৰু দৰশনে
অৱহেলা কৰি আছো জানি গুৰুজনে।
বাৰ্ত্তা হেতু পঠাইলা শ্ৰীৰাম সুজন
আমাক লাগিয়া সখীৰ বিগলিত মন।
অত এব দহ গোটা তিয়হ পঠাই
গুৰুৰ কাৰণে দিলা ঠাকুৰ আতাই।
তিয়হ বাৰ্ত্তা লৈয়া চলে শ্ৰীৰাম সুজন
গুৰুৰ আগত বাৰ্ত্তা কৰিল প্ৰেৰণ।
মনে প্ৰাণে চিন্তি আছে শ্ৰীগুৰু চৰণ
মুখত নেৰয় নাম জানা সৰ্ব্বক্ষণ।
মন প্ৰাণ আছে ঐত ভেল মাত্ৰ তাত
ভক্ত প্ৰাণ মহাজন আছয় আমাত।
গুৰু বোলে শ্ৰীৰাম সব জানা তুমি
সখীক দেখি কাৰণেহে জানিছা আপুনি।
যিজনৰ হিংসা, দ্বেষ নাই অন্তৰত
সৰ্ব্ব লোক নিজ সম দেখে বাহিৰত।
ৰাজসূয় যজ্ঞ যুধিষ্ঠিৰে যে কৰিল
ভাল মন্দ দুইজন চাহিতে বুলিল।
যুধিষ্ঠিৰে নাপাইল মন্দ একজন
আপোনাতকৈও শ্ৰেষ্ঠ দেখে সৰ্ব্বজন।

দুৰ্য্যোধনে দেশে সবাই মন্দ চাতুকাৰ
তাসম্বাত কৈ শ্ৰেষ্ঠ কোনো নাই আৰ।
কৰ্মত থাকিয়া লোকে হৰি নাম লয়
শ্ৰেষ্ঠ ভক্ত সিটো জন গুৰু যে বোলয়।
সপ্ত দশ দিনা আইলা ঠাকুৰ সুজন
গুৰুৰ সমীপে গৈয়া নমিল চৰণ।
আনন্দে লোতক ঝৰে প্ৰেমা শ্ৰু বহিল
দেখি ভক্তগণ মহা আনন্দিত ভৈল।
হৰি ভক্তি ৰসে সব মজিয়াত থাকিলা
মাধৱদেৱ শ্ৰীৰামক বচন বুলিলা।
বাৰুৱতী আই যিটো সখী পত্নী মোৰ
কেন কৰি পালি আছে ছলি পলিবোৰ।
গৃহে থাকি বাৰুৱতী কি কৰ্ম কৰিছে
পৰীক্ষা কৰিয়া তুমি আহা গৈ নিজে।
শ্ৰীৰাম চলিলা জনীয়াৰ থান লাগি
বাৰুৱতী আইক পৰীক্ষা লৈবে লাগি।
বাহিৰত ৰৈয়া আতা শুনিতে পাইল
আই মাতৃ বাৰুৱতী খেদ কৰি কৈল।
ঠাকুৰ থাকিলা হৰি ভক্তি ৰসে মজি
গুৰুৰ অমৃত বাণী সাৰ কথা সাজি।
অমৃতৰ ভাণ্ড মেলি আছে গুৰুজন
দক্ষিণ দিশত আছে ঠাকুৰ সুজন।
পূৰে শ্ৰীৰাম আতা পশ্চিমে হৰিহৰ
উত্তৰে মথুৰা দাস সম্মুখে লহকৰ*।

কেশৱ চৰণ আতা পাছে ৰহিছে সাদৰি
ভক্তি ৰসে মজি আছে যেন অমৰাপুৰী।
এই বৈকুণ্ঠৰ সুখ আমি নপাইলু
মায়া ময় পুত্ৰ-কন্যাত বন্দী হুয়া ৰইলু।
শ্ৰীৰাম শুনিলা আইৰ প্ৰাৰ্থনা কাতৰ
দুই এখোজ পিচুৱাই হইল আতৰ।
বৰপেটা আহি গুৰু মাধৱক নমিল
জনীয়াৰ যত কথা গুৰুক বুলিল।
গুৰু বোলে ভগৱন্তত সপ্ৰেম ভকতি
সখী আৰু বাৰুৱতী অতি ভাগ্যৱতী।
ঐশ্বৰ্য্য বিভূতি যত আৰু ৰল সমে
জানে যিটো কৃষ্ণক সিটো নৰোত্তমে।
উভয়ে উভয়ৰ কাষত ভৈল বৈশ্য
জানা ইটো মাত্ৰ মোৰ পৰম ৰহস্য।
শ্ৰীৰাম বোলে বুলিলা আই গৃহতে থাকিয়া
বৰপেটাৰ যত কৰ্ম আছয় দেখিয়া।
গুৰুৰ সমীপে কোন জন কোন থানে
বহি থকা কথা আই কেনেকৈ নেজানে।
সাধনাত সিদ্ধ আই দেখাত গৃহবাসী
দ্ৰৌপদী সাবিত্ৰী সম আই বাৰাবাসী।
এই বুলি গুৰুজন শিৰ নমাইল
বাৰুৱতীৰ উদ্দেশ্যত প্ৰণাম কৰিল।
গুৰুৰ চৰিত কথা অমৃত লহৰি
আক জানি সব লোকে বোলে হৰি হৰি।

*লহকৰ - ৰামচন্দ্ৰ লহকৰ



## গাৰোৰ গোবিন্দ আতৈৰ শৰণ লাভ আৰু কৃষ্ণাই জগতানন্দৰ কাহিনী

### পদ

গোবিন্দ নামেতে গাৰো ভক্ত একজন
দুধনৈ নামে গ্ৰামে আছিল তখন।
দক্ষিণ পাৰৰ বহু গাৱত ঘুৰিলা
চমৰীয়া চিকাৰহাটী সত্ৰক দেখিলা।
ভক্তগণে নাম, কীৰ্ত্তন কৰে সদা বসি
সবাকো প্ৰণাম কৰে বাটে পথে দেখি।
গোবিন্দ দেখিয়া তাৰ মনত লাগিল
ইটো ভাল কৰ্ম বুলি হৃদয়ে ধৰিল।
কিছু দিনান্তৰে তিনি বৰপেটা পাইলা
ভকতৰ নিত্য কৰ্ম প্ৰত্যেক্ষ কৰিলা।
সবাৰে লগত তিনি ভৈলা পৰিচয়
কাজ, কৰ্ম কৰি ভক্তক সাহায্য কৰয়।
এক দিনা গুৰু কাষে সিটো শুদ্ধ মতি
শৰণ লইব বুলি কৰিল আপত্তি।
গুৰু বোলে ঐত থাকি শুদ্ধাচাৰী হোৱা
তাৰ পাছে ইচ্ছা হলে শৰণখিনি লোৱা।
এক মাহ ভক্ত সমে বঞ্চিল গোবিন্দ
ৰীতি-নীতি সদাচাৰ সমস্ত জানন্ত।
এক দিনা গুৰুৰ গৈয়া ওচৰ চাপিল
গোবিন্দ আহিছু বুলি গুৰুৱে মাতিল।
গুৰু বোলে কি কাৰণে আহিলা ই ঠাই
সকামৰ কথা মোক বুলিও বুজাই।

তোৰ কাষে সেৱা লব আহিলো যে মই
শৰণক দিয়া মোক কৰ শিষ্য তই।
ঈষত হাসিয়া পাছে গুৰুই বুলিলা
পৰ দিনাখন গুৰুই শৰণক দিলা।
লগৰীয়া আতাবোৰে বুলিলা বুজাই
তোক, তই, বুলিবাক গুৰুক নপাই।
গোবিন্দ সুধিলা পাছে কি বুলিব লাগে
অধম, মুৰুখ আমি বুজাই কব লাগে।
তুমি বা আপুনি বুলি কৰা সম্বোধন
তই, তোক বুলি মাতা ঘোৰ অপমান।
তাৰ পাছে গোবিন্দ গৃহক চলি গৈলা
ভাৰ, ভেটী লৈয়া তিনি দিনান্তে আহিলা।
গুৰুৰ কাষত নিয়া ভাৰখনি থই
আঠু কাঢ়ি সেৱা কৰিলেক লাহে কই।
গুৰু বোলে গোবিন্দ আহিলা পুনৰ বাৰ
প্ৰণামিয়া বোলে আইলু তুমি বুলিবাৰ।
আমি মূঢ় মতি নাজানোহো সম্বোধন
ক্ৰুৰ, ক্ৰুদ্ধ মতি গাৰো মহামুঢ়জন।
এতেকতে ক্ষমিওক দোষক আমাৰ
তোমাৰ চৰণে কৰো শত নমস্কাৰ।
গুৰু বোলে তই বোলা অশুদ্ধ ভাষাই
কিবা শুদ্ধা শুদ্ধ যোগা মোৰ বিচাৰ নাই।

তই বুলি মাতিলেও বেজাৰ কিছু নাই
কিছু ভাষাত সম্বোধন একে শব্দতেই।
মান্য তুচ্চ সেই ভাষাত প্ৰয়োগ নহয়
এতেকতে তোমাৰ বোপা কিছু দোষ নয়।
এই বুলি গুৰুজন প্ৰসঙ্গে চলিলা
গোবিন্দক খুৱাই বুৰাই গৃহে পঠাইলা।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
কৃষ্ণাই নামেতে এক ডেকা ভক্তজন
দেউৰি কৰে কিন্তু উতঙ্গিয়া মন।
শৰাই পাতা শিক্ষা দিয়ে পাহৰিয়া যায়
এক দিনা গুৰুজনে তাক দাবী দিয়ে।
দাবী খাই গুৰুজনৰ আগত নোলাই
ঠাকুৰ আতা আহি পালে আতাক জনাই।
এক দিনা গুৰুজনে পাত আনিবাক
পাচিলা গুৰুই এক পাত আনিয়োক।
আতৈ বোলে বাপ পাত পাবলৈকে নাই
কত দূৰ যাও কিন্তু পাতক নপাই।
গুৰু বোলে দিবা ভাগে দেখিয়াছো আমি
তব ঘৰ পিছে আছে কলপাত এখনি।
ঠাইখিনি লেতেৰে যদি পাত কাটি আনা
গা ধুব লাগিব, বাহাক আহা মানা।
কৃষ্ণাই বোলে দেখা নাই পোহৰ থকাত
কাটিব নোৱাৰো আমি ক'ত আছে পাত।
এই বুলি তাৰ পৰা লুকাই ফুৰিলা
গা ধুব লাগে হেতু পাত নাকাটিলা।
বচনে কেবল মাত্ৰ লোৱয়ে শৰণ
অন্তৰেৰে কৰে আন দেৱক ভজন।

অধম পামৰ ইটো জানিবা নিশ্চয়
সিটোজন নোহে ভক্ত দুৰ্নামিহে হয়।
শ্ৰীৰাম আতা গৈ পাছে পাতক কাটিলা
গা ধুই আহি পাতে গুৰুক অন্ন দিলা।
আতৈ সবে কৃষ্ণাইক বাহাৰ বাজ কৰি
আতৰাই পঠাইলা সবে আলচ কৰি।
জগতানন্দ ঠাকুৰ নন্দন আছিল
ঘৰ হন্তে সত্ৰ চাব দিনেক আহিল।
অন্য অন্য দিন আহে কিছু কথা নাই
দুপৰ সময় এদিন বাহাত বহই।
বাহাৰ ভড়ালী ছিল মনপুৰ আতই
কটু বাক্য বুলিলা আতই শুনাকৈ।
মাহেকত এওঁ আহে কুৰি দিন কৰি
পিতা-পুত্ৰ-ভাই আহে আগ পিচ কৰি।
বাহাৰ যতেক চাউল আধা তাৰা খায়
ভক্তগণে খুজি পেট পুহিবে লাগয়।
জগতানন্দ আতৈ লইলা বিদায়
সাজি কাচি ভক্তজন যাবলৈ ওলায়।
মাধৱদেৱ দেখিলন্ত ঠাকুৰ নন্দন
কাৰ ভয়ে যোৱা তুমি কিহৰ কাৰণ?
ঠাকুৰৰ ভাত পেটে সবাৰ আছে ৰই
যিজনৰ ত্যাগ, কষ্ট দুখৰ সীমা নাই।
ৰাজ অত্যাচাৰ যিয়ে মূৰ পাতি লই
জগত গুৰু শঙ্কৰক ৰাখিলে জীয়াই।
যাৰ ধান, চাউলে ভক্ত সবে কত খায়
তাৰ পুত্ৰ শুকাই গৃহে উভতিয়া যায়?

ঢেকেৰা কুকুৰ তই কিবা জান মোল
কাৰ ত্যাগ আছে অত ঠাকুৰ আতা তুল?
ধৰ্ম্মৰ লাইখুটা যাৰ দানৰ সীমা নাই
লঘোনে উলটি যাব তাহাৰ পুত্ৰই।
অত এব তুমি বোপা ইয়াত ৰই যোৱা
বাহাত থাকিয়া দিবা অন্ন মুঠি লোৱা।
জগতানন্দক ৰাখি মাধৱ মহন্ত
অন্নক ভুঞ্জাই পাছে গৃহে পঠাইলন্ত।

মাধৱৰ লীলা কথা সব লোকে শুনি
ভক্তগণ সবে মিলি বোলা হৰি হৰি।

## গোমাৰ আৰু লেচাকেনীয়া গোবিন্দৰ বস্ত্ৰ দান বৰপেটা থানত বিভিন্ন ভকতৰ লীলা

### পদ

তাৰ পাছে চক্ৰপাণি ভক্তগণ চাই
এটি এটি কৰি চৰিত ক্ৰমে কই যাই।
গোমাৰ গোবিন্দ দুই শিষ্য যে প্ৰধান
নাৱে মাল লই দুয়ো কৰে আগমন।
মাৰ নাৱে আছে গুৰু তিথিক লাগিয়া
পানী কমি নৌকাখনি ৰৈ গল বাজিয়া।
যেবে বোজাই নৌকাখনি যাবে নোৱাৰই
কুঠাৰ ধৰিয়া মাজ কাঠক কাটই।
কাঠ কাটি নৌকাখনি দুখণ্ড কৰিলা
গোট গোট কৰি পাছে দ্ৰব্যক আনিলা।
মাধৱদেৱৰ আগে দ্ৰব্য জমাই ৰাখয়
মুৰ ঘুৰাই মাধৱদেৱ দ্ৰব্য নচাৱয়।
মাধৱ গুৰু দ্ৰব্যখিনি গ্ৰহণ নকৰি
বোলে দ্ৰব্য বস্ত্ৰ লই যোৱা তোৰা ঘুৰি।
কাতৰ কৰিয়া দুয়ো সাদৰে বুলিলা
খণ্ড কৰা কাৰণ কিবা বুজিবে নাৰিলা।
গুৰু বোলে দুইজনে কাজিয়া কৰিলি
গুৰুৰ তিথিক আহি নৌকাও ভাঙিলি।
সেই বস্ত্ৰ গ্ৰহণ কৰিবে নোৰি আমি
ফিৰাই নিয়া দ্ৰব্যচয় আনিছা যিথিনি।
গোমাৰ গোবিন্দ বোলে আনিছিলো মাৱে
পানী কমি যোৱা হেতু আনিতে নপাৰে।
দুই খণ্ড কৰি আমি বস্তুক আনিলু
ইটো কৰ্ম্মে আমি কিবা দোষক কৰিলু?
গুৰু বোলে তেনেহলে কোনো দোষ নাই
অৰ্দ্ধ ত্যাগ নিৰুপায়ৰ পৰম উপাই।
বাহাত ৰাখিয়া বস্ত্ৰ তিনি দিন থাকিল
সভা অন্তে পিছ দিন বিদায় মাগিল।
ভুল বুজি তোমা সবক মন কষ্ট দিলো
খং এৰি যাবা তোৰা কাতৰ কৰিলো।
OOOOOOOOOOOOOOOOOOOOOO

এক দিনা কুড়ি মাছ তিনি গোটা পাই
ৰান্ধি থলে ভালদৰে পাত ঢাকি থই।
তাৰ পাছে সবে মিলি প্ৰসঙ্গে আছিল
নাম গাই পাঠ পঢ়াত টোপনি লাগিল।
চুহ্ চুহ্ কৰি তাৰা হঠাতে মাতিলা
ভক্তগণে শব্দ শুনি কি কাৰ্য্য হইল?
আৰাই আতে চুহ্ কিয়বা মাতিলে
নাম অন্তে ভক্তগণে প্ৰশ্নক তুলিলে।
আৰা আতে বোলে বাপ মাছ ৰান্ধি থই
কলপাতে ঢাকি থৈছো মেকুৰীয়ে খাই।
টোপনিৰ জালত মই মেকুৰী দেখিলো
সেই হেতু মুখৰ মাঝে চুহ্ বুলি কলো।
গুৰু বোলে আজি হন্তে ৰন্ধা ভাত খাই
নামক আহিবা তুমি চিন্তা শূণ্য হই।
মনৰ বিড়ালে কৰে অধিক অন্যায়
অত এব তুষ্ট হই অহা ভাল হয়।
০০০০০০০০০০০০০০০০০০০০০০০০০
বসাই আতে নামত যদি ৰাতি বহি যায়
টোপনিত নাম ধৰিবাক নপাৰয়।
গুৰুজনে পাছে হাক দিয়া বুলিলা
টোপনি লাগে কয় প্ৰসঙ্গৰ বেলা।
টোপনি নৰকৰ পথ বোলা সত্য কৰি
পাছত বসাই নামক আহে টোপনিক মাৰি।
হৈদাহ নামেত্তে লোক অতি পূণ্যবান
গুৰুত শৰণ লৈলা বৰপেটা থান।
হৰি কথা শুনিবাৰে সন্ধিয়া আহয়
টোপনিত পৰিলে লোক ফিৰিয়া চলয়।

মুৰাৰী আতে এজন কথাত পাৰ্গত্ত
হৈদাসে শুনয় কথা আতৈৰ মুখত।
সদা সৰ্ব্বদায় আহে চাউল শাক লই
কিছু পৰ হৰি কথা শ্ৰবণ কৰই।
এক দিন পুহ মাহ বতাহ বৰষুণে
হৈদাহ আহিল কথা শুনিবাৰ মনে।
কাপোৰ তিতিয়া গৈলা জাৰত্ত কপয়
জুইশালে বহি আতে চিন্তিয়া আছই।
হৈদাহ আহি আছে বাহিৰত ৰই
মাত্তি আছো কিন্তু কাৰোমাত বোল নাই।
বুলিলা কঠোৰ বাণী বৰই ভকত
এক পৰ বেলি ঠিয় দিলো বাহিৰত।
তথাপিতো দুৱাৰখন খুলি দিয়া নাই
জুইশালে বহি আছে মুৰাৰী আতই।
বুঢ়া লোক গাৱ কোচা আহিবে নোৱাৰে
হৈদাহ চৌধুৰী তবু তিৰস্কাৰ কৰে।
ওৰে আতে জানো তই বৰ অহঙ্কাৰী
শীতৰ প্ৰকোপে ঐত থাকিবে নোৱাৰি।
গাৰ বস্ত্ৰ তিতি আছে বৃষ্টিৰ জলত
তিতি বুৰি ৰই মই আছো বাহিৰত।
আতে আহি পাছে দুৱাৰ খুলিলা
চৌধুৰীক গৃহে নিয়া কাপোৰ সেকিলা।
খুৱাই বুৱাই পাছে কথা আতে বুলিলা
পিছত আহিব আৰু বাৰণ কৰিলা।
আতৈৰ পৰা সিটো জনে সকলো পাইল
তত্ত্ব জ্ঞান লভি পাছে ভকত হইল।

গোবিন্দ নামেতে ভক্ত ছিল একজন
নামত বিশ্বাসী অতি ভকত সুজন।
টোপনিত থাকোতে তেওঁক সৰ্পে যে দংশিল
ঔষধ বৈদ্য বিচাৰিয়া কিছু নপাইল।
হৰিৰ নাম সাৰ মানি শুইয়া ৰহিল
হৰি হৰি নাম জপি বাগৰি থাকিল।
ভাত-পানী এৰি মাত্ৰ হৰি উচ্চাৰয়
সৰ্প বিষ এৰা দিয়া সুস্থ হই ৰয়।
তাৰ পাছে গোবিন্দই হেৰেমদ চলিল
হৰিৰ নাম বিষ মৰ্দ্দন ৰজাই শুনিল।
ৰজা বোলে ভকতক ধৰি আন গই
সত্য কথা বিচাৰিব হই বা নহই।
কছাৰীৰ ৰজা সিটো নাম নজানয়
হৰি নামত বিষ নাশ আশ্চৰ্য্য মানয়।
ৰজাৰ আগত গৈয়া বোলে সত্যবাণী
শুদ্ধ চিত্তে হৰি নাম বিষৰ নাশিনী।
ৰজা বোলে হৰি নামত যদি নাশ হয়
সৰ্প বিষ হৰি নামে নাশ কৰি থয়।
অন্য বিষও নাশ হব ধৰ্মৰ বলত
পৰীক্ষা কৰিব আমি সত্য বা অসত্য।
এই বুলি গোবিন্দক মাতিয়া লইল
কণী বিষ এক গুটি খাবলৈকে দিল।
ৰাম কৃষ্ণ চিন্তা কৰি বিষ হাতে লই
নাৰায়ণ বুলি বিষ পেলাইলে খাই।
ৰাম নামি চিন্তা কৰি আতৈ আছে শুই
কত জনে আহিয় চায় আতৈৰ কাষ লই।

চকু মুদি শুই আছে মাত বোল নাই
গাৰ মুখৰ বৰণ হ'ল কলা ছাই।
এণ্ডাৰ বৰ্ণ শৰীৰ দেখি আন ভক্তগণ
ভাবিলে মিলিল ইবাৰ আতৈৰ মৰণ।
হায় হায় বুলি সবে মনে দুখ কৰে
গোবিন্দ আতৈ আৰ উঠিবাক নৰে।
বাতৰি লইলা আহি কত ভক্তগণ
দেখিলেক ঢাৰীত শুই আছে ভক্তজন।
এক দিন এক ৰাতি শয়ন কৰিলা
ভক্ত সবে নাম গাই কাষত ৰখিলা।
ৰাতিপুৱা দেখে আতৈৰ উজ্জ্বল বৰণ
চকু মেল খালে বুলি হাহে সৰ্ব্বজন।
ৰাম নাম স্মৰি আতৈ উঠিয়া বহিল
ভক্তগণ আনন্দত হাহে খিল খিল।
ৰজাক জনালে গই আতৈ উঠিল বুলি
আচৰিত কথা শুনি ৰজা আহে চলি।
ৰজাক দেখিয়া আতৈ প্ৰণাম কৰিলা
ৰজায়ো আতৈৰ পাৱে ধৰি প্ৰণামিলা।
টকা কৰি ধান আৰু বস্ত্ৰ আনি দিলা
সন্মান কৰিয়া ৰাজা এমাহ ৰাখিলা।
হেৰেমদৰ যত লোক আচৰিত ভৈলা
দলে দলে আহি আতৈত শৰণ লভিলা।
এই দক্ষিণ পাৰখনি ধৰ্মৰাজ্য ভৈলা
চাৰি পাচখনি সত্ৰ তথাত থাপিলা।
গোবিন্দ গোবিন্দ নাম সবাই সুমৰি
নিৰন্তৰে সব লোকে বোলা হৰি হৰি।

# দৈৱজ্ঞ বলভদ্ৰ আতৈৰ কাহিনী

## পদ

বৰপেটা থানে গুৰু আছিল যখন
হাৰিদিয়া জানৰ পাৰে ভক্ত একজন।
জাতিত দৈৱজ্ঞ তিনি জ্যোতিষ ৰতন
কিন্তু অৰ্থলোভী বিপ্ৰ সমতাৰ মন।
ভকতসকলৰ গৈয়া মৃত্যু দিন চায়
অৰ্থ, চাউল, কড়ি যত প্ৰত্যহ মিলয়।
কাকো বোলে ছয় মাহ পৰে মৃত্যু হব
কাকো বোলে দুই মাহ আয়ু আছে তব।
কাৰোবাৰ বছৰান্তে আয়ু হব ক্ষয়
কাকো বোলে নমাহে পাবা যমালয়।
গ্ৰহবিপ্ৰক দিবা ভোজ্য দান কিছুখিনি
গুচিব গ্ৰহৰ দোষ নাশিব বিঘিনী।
এনেদৰে ভক্তগণ হতাশ হৱই
মৃত্যুৰ শঙ্কায় কাম কিছু নকৰই।
শুনিয়া কাহিনী এই ভক্ত জ্যোতিষীৰ
মাধৱদেৱ হইলেক খণ্ডত অধীৰ।
বিপ্ৰক মাতিয়া আনি বুলিল বচন
লোকৰ অনিষ্ট তুমি চিন্ত কি কাৰণ?
সমস্ত ঘটনা মই জানিবে পাৰিলু
অন্যায় কৰিছা তুমি আগতে জানিলু।
জ্যোতিষ শাস্ত্ৰ মাত্ৰ এটি সিদ্ধান্তহে হয়
বিজ্ঞান সদৃশ সত্য কভু ই নহয়।
চিৰ সত্য কথা কিন্তু জ্যোতিষে নকই
জ্যোতিষৰ কথা বহু লৰচৰ হই।
মানুহৰ আয়ু জ্যোতিষতে কৰে স্থিৰ
কৰ্ম্ম জৰিয়তে নিৰ্ণয় ক্ষতি বা বৃদ্ধিৰ।
এক আখ্যান কও মই শুনা ভক্তগণ
পূৰ্ব্বতে আছিল দেশে ৰাজ্য দুইখন।
বীৰবল নামে ৰজা কুশান ৰাজ্যৰ
ভুধৰ নামে সেনাধ্যক্ষ আছিল তাহাৰ।
বাহু শক্তি নামে ৰজা নিকটে আছিল
সেই ৰাজা আহি কুশান ৰাজ্যত আক্ৰমিলা।
বৈহগু নামেতে গ্ৰহ বিপ্ৰ একজন
সৰ্ব্বদায় ৰাখে কাষে কুশান ৰাজন।
বৈহগু বুলিলা গুৰু দশমে আমাৰ
শনি দৃষ্টি আছে তাতে মহা ভয়ঙ্কৰ।
এতেকতে মহাৰাজ বলো কথাযাৰ
বাহু শক্তি সমে যুদ্ধ কৰা পৰিহাৰ।
সেই ৰাজ্য সমে যেবে যুদ্ধ আৰম্ভিল
ভুধৰ সেনাপতি তাৰ শক্তিক জানিল।
গোপনে জানিল তাৰ শক্তিৰ প্ৰমাণ
ভুধৰ হইল দৃঢ় নিজে শক্তিমান।
বাহু শক্তি নোবাৰিবে ঘটাবে তাহাক
ৰজাৰ আগত গৈয়া বোলে দৃঢ়বাক।

শুনা মহাৰাজ ভয় নকৰিবা মনে
বাহু শক্তিৰ পৰাজয় হইব এই ৰণে।
আমাৰ সেনাৰ সংখ্যা জানিবা অধিক
বলশালী আমি বাহু শক্তি ৰাজ্যধিক।
অনায়াসে পৰাজয় কৰিম তাহাক
নির্ভয়ে থাকিও ঘৰে কৈলো সত্যবাক।
ৰজা বোলে বৈহগুৰ মানা আছে বৰ
যুদ্ধ হৈলে প্ৰলয় মিলিব ঘোৰতৰ।
জ্যোতিষীৰ কথা আমি উলাই নকৰি
যুদ্ধ জয় হব বুলি ভাবিতে নপাৰি।
ভুধৰ ভাবিল বাধা জ্যোতিষী প্ৰধান
অস্ত্ৰেৰে লইব আমি তাহাৰ প্ৰমাণ।
এই ভাবি ভুধৰ কপিলা থৰ থৰ
মুৰ্খ ৰজা বীৰবল অন্তৰায় ঘোৰ।
প্ৰত্যুষে উঠিয়া সিটো জ্যোতিষী নিকট
উপনিত ভৈলা গৈয়া বৈহগু গৃহত।
বৈহগুক পুছয় কথা ভুধৰ বীৰজন
ৰজা ৰাজ্যৰ ভাগ্যৰ কথা বলহ এখন।
ভালদৰে গণি পিটি চাই কবা তুমি
সৈন্য বল তাহাতৰ বুজিয়াছো আমি।
বলা জয় পৰাজয় আগত যুদ্ধত
কৰিলেক দৃঢ় প্ৰশ্ন জ্যোতিষীৰ আগত।
বৈহগু বুলিলা গণি চাই আছো আমি
নহব কদাপি জয় দৃষ্টি আছে শনি।
ভুধৰ বুলিলা তোৰ আয়ু বৰ্ষ কত
গণি পিটি কোবা বাপু আমাৰ আগত।
জ্যোতিষী বুলিলা মোৰ সত্তৰ বছৰ
আয়ু লিখা আছে জন্ম কোষ্ঠীৰ ভিতৰ।
এবে মাত্ৰ পালো আহি পঞ্চাশ বছৰ
আৰু বাকী আছে মোৰ বিংশতি বছৰ।
খাপ হন্তে তৰোৱাল তখন তুলিল
মুহুৰ্ত্ততে জ্যোতিষীৰ মুণ্ডক ছেদিল।
ভুধৰে যুজিলা বাহু শক্তি ৰজা সমে
পৰাজয় কৰিলা ৰণে কুশান ৰাজনে।
বাহু শক্তিক পৰাজিয়া ৰাজ্য লৈলা কাঢ়ি
বীৰবলৰ অন্ধবিশ্বাস গইলা আতৰি।
আক শুনি বলভদ্ৰ পুথি পাজি লই
চলিলা মানাহ তীৰে উটাই দিবলই।
গুৰু বোলে থামা তুমি নহবা অধীৰ
সব কথা মিছা নয় জানো জ্যোতিষীৰ।
সূৰ্য্য, চন্দ্ৰক ৰাহু গিলে বৰ্ষে একবাৰ,
জ্যোতিষ শাস্ত্ৰ গণি বোলে বহু আগে তাৰ।
বিজ্ঞান জ্যোতিষ মিল বহু দেখা যায়
সেই হেতু জ্যোতিষ উলাই কৰানো নাযায়।
কিবা কিছু হব পাৰে মুহুৰ্ত্তৰ পৰে
সাধাৰণ নৰে তাক জানিবে নপাৰে।
ইটো সৃষ্টি ৰহস্য প্ৰভুৰ সৃজন
ইহাক ভেদিবে নপাৰয় কোনজন।
মানুহৰ আগত কই হতাশ নকৰা
ভক্তি বলে হব পাৰে আয়ুস টুটা বঢ়া।
তাৰ পাছে গুৰুজনৰ পাৱত ধৰিল
কিছু কথা নুবুলিব অঙ্গীকাৰ কৈল।

এক দিন বিপ্ৰত পুছন্ত গুৰুজন
বুলিও জ্যোতিষী মোৰ কত আছে মন।
কথা শুনি গণি পিটি জ্যোতিষী বুলিলা
প্ৰভুৰ মনৰ স্থিতি বুজিবে লাগিলা।
এক বাৰ বুলিলেক আছে বৃন্দাবন
আৰু বাৰ বোলে আই মাতৃৰ চৰণ।
আৰু একবাৰ গণি বলেন বচন
আপোনাৰ মনকুঞ্জে কৰিছে ভ্ৰমণ।
গুৰু বোলে সত্যাসত্য বুজি পালো মই
তোমাৰ অজ্ঞাত কথা ঐত কিছু নাই।
পুত্ৰ-কন্যা বংশবৃদ্ধি হওক তোমাৰ
কোথাকেনি মৃত্যু হব বুলিও আমাৰ।

জ্যোতিষী বুলিলা ঐত তিনি বৰ্ষ ৰই
তাৰ পৰে বেহাৰ ৰাজ্যত পাব ঠাই।
তোৰ চাৰ তীৰে ভাদ কৃষ্ণ পঞ্চমীত
বৈকুণ্ঠ চলিয়া যাইব বোলয় গণিত।
সত্যে সত্যে জ্যোতিষীৰ আয়ুস চলিল
দুই বৰ্ষ পৰে শয্যাত সৰ্পই দংশিল।
তিনি দিন নেদেখি দুৱাৰ খুলি দেখিলা
সৰ্প গোট সমে তাক শয্যাত দেখিলা।
ভকতসকলে আনি কাঠক কৰই
দশ দিন পৰে নাম কীৰ্ত্তন হোৱই।
আদ্যশ্ৰাদ্ধ ভকতগণ দূৰত নাযাই
নাম, কীৰ্ত্তনে শ্ৰাদ্ধ কৰিলা বিদাই।

মাধৱদেৱৰ লীলা অতি চমৎকাৰ
হৰি হৰি বোলা নাম স্মৰি শত বাৰ।



## *সুন্দৰী থানৰ সমীপত গোবৰ্দ্ধন যাত্ৰা কৃষ্ণ শৰ্মাৰ শাস্তি, মুঢ় ব্ৰাহ্মণৰ দন্তালী চূৰ্ণ*

### *পদ*

ভকতগণে সোধে পাছে চক্ৰপাণি আগে
কিবা লীলা দেখাইলা মাধৱ মহাভাগে।
চক্ৰপাণি বোলে কথা এবে লোৱা শুনি
মনে যত আছে বুলি আছো ভাবি গুণি।

ভক্ত সমে গুৰুজন যষ্ঠতম বৰিষ
বৰপেটা থানে বৈলা মনৰ হৰিষ।
সহস্ৰেক ভক্ত আহি শৰণ লৱই
চতুৰ্দ্দিকে বৰপেটাৰ নাম ফাটি যাই।

কেৱে ভিক্ষা, কেৱে কৃষি, কেৱে বেহা কৰে
কোনোজনে ধৰ্ম কৰ্ম যাজনাত ধৰে।
উজ্জনীৰ কতজন ই থানে আহিল
নদীৰ সমীপে গৈয়া বসতি কৰিল।
সত্ৰখনি বান্ধিলা চকুত লগা কৰি
গুৰু আসন বৰ গাছা ডবা ঘন্টা আৰি।
সমগ্ৰ ভাৰতে এনে বস্তু কতো নাই
সু দুৰৰ ভক্তগণে আশ্চৰ্য্য দেখই।
তাৰ পাছে ভক্তগণে আঁলোচ কৰিলা
আঠাইশ হাটীৰ মাজে ৰাস্তাক বান্ধিলা।
হাটী প্ৰতি হাটীঘৰ একোটা কৰিল
বুঢ়া আতা সমস্তৰে দায়িত্ব লইল।
এক বৰ্ষ জেঠ মাহ বৃষ্টি অহা নাই
ৰাস্তা, ঘাট, কৃষি ভুমি সবে ধূলি ময়ী।
বটদ্ৰৱা থানে ভূএগ আৰু গুৰুজনে
যি কৰ্ম কৰিলা তাক জগতেই জানে।
অত এব সবে লৈলা গুৰুৰ আশ্ৰয়
তুমি কৃপা কৰা গুৰু যেবে মঙ্গল হয়।
মাধৱ বুলিলা সবে এক মন হোৱা
শুকিলা দশমী তিথি সবে মানি লোৱা।
মুকলি পথাৰে এক মুকলি মঞ্চত
দিবা ভাগে কীৰ্ত্তন কৰিও ৰীতি মত।
ৰাতি ভাগে গোবৰ্দ্ধন যাত্ৰাক কৰিব
প্ৰভু তুষ্ট হুয়া ঐত বৰ্ষা নমাইব।
যদ্যপি নকৰা ইটো বৃষ্টি নহইব
অনাহাৰে প্ৰজাগণ লেলাট ভুঞ্জিব।
দশমীত ভৈলা স্থিৰ নদীৰ তীৰত
বৰপেটা সুন্দৰীৰ মাজ পথাৰত।
গোবৰ্দ্ধন যাত্ৰা তাতে সবাই কৰিব
তেবেসে জানিবা ভুমিত বৃষ্টিও আহিব।
গুৰু বোলে বৃষ্টি নাহে যদি এটি নয়
কুলীন বিপ্ৰৰ প্ৰথম পুত্ৰক লাগয়।
জ্যেষ্ঠ পুত্ৰ হুয় তাৰা পুংসবন কৰ্মৰ
তেনুৱা ব্ৰাহ্মণ লৰা কৃষ্ণৰ ভাওৰ।
উত্তৰ বৰপেটা গ্ৰামে কৃষ্ণ শৰ্মা নাম
সুদৰ্শন পুৰুষ এক ৰূপে অনুপম।
বৈষ্ণৱ পুৰুষৰ সিটো আতিকে চতুৰ
নিন্দে ভক্তগণক সদা কুবাক্যে নিষ্ঠুৰ।
জ্যেষ্ঠ লৰা পুংসবনে মাতৃৰ গৰ্ভত
ইটো লৰা আছিল মাত্ৰ এই মুলুকত।
সুধিলেক লোক সবে কৃষ্ণ হুই নই
আনন্দে বুলিলা আমি ৰাজী আছো ভাই।
জেঠ মাহ ভৈলা শুক্লা দশমী তিথিত
বৰপেটা সুন্দৰীৰ মধ্যস্থ স্থানত।
বাহ গছ কাটি তাত ৰভা সজাইলা
ওখ গছ সম উচ্চ পৰ্ব্বত সাজিলা।
পৰ্ব্বত উপৰে বহি থাকিবৰ বাবে
সুন্দৰ আসন পাতিলেক ভাগে ভাগে।
কৃষ্ণ শৰ্মা পণ্ডিত শ্ৰীকৃষ্ণৰ ৰভাও লই
কৃত্ৰিম গোবৰ্দ্ধন গিৰিত উঠিলেক গই।
দধি, দুগ্ধ, চিৰা, পিঠা, লাৰু আদি কৰি
সমস্ত সমাজে তুলি লৌলা যত্ন কৰি।

সুত্ৰধাৰী ভাও লই গুৰুও উঠিলা
মেঘ মণ্ডলৰ ৰাগ আৰম্ভ কৰিলা।
বায়নে বজায় খোল, গায়নে যে তাল
গগণ ব্যাপী ধ্বনি উঠে নাম কোলাহল।
তাৰ পিছে বীণা হস্তে কৃষ্ণ শৰ্মাদেউ
বৰুণ ৰাগ জুৰিলেক বীণাৰ ছেও ছেও।
গোবৰ্দ্ধন ওপৰতে নাচিতে লাগিলা
সুললিত স্বৰে বীণা বাইতে লাগিলা।
বীণাৰ ঝঙ্কাৰে মেঘ আকাশে উঠিল
আকস্মিক ভাৱে বৃষ্টি ধাৰা যে নামিল।
শিলাবৃষ্টি হৈলা পাছে মণ্ডল উপৰ
সমজুৱা গণ লৰি যায় লোক ঘৰ।
কাষত সুন্দৰী গাঁওখন লোকালয়
ৰাইজে লইলা গই তাহাতে আশ্ৰয়।
জখলা নমাই ৰাখে যাত্ৰা আৰম্ভত
শৰ্মাৰ গাৱত পৰে শিলাবৃষ্টি যত।
পৰ্ব্বত উপৰে সিটো বৃষ্টিতে ৰহিল
লোক সব কোনোজনে তাক নাভাবিল।
গুৰুজন বুঢ়া আতা দুয়ো এক হই
টকৌ পাত মাথে লই পৰ্ব্বতত ৰই।
টকৌ পাত মাথে গাৱে বতাহ নলাগিল
দুয়োজনে ৰক্ষা পালে কিছু নিভিজিল।

বেচেৰা কৃষ্ণ শৰ্মা শিলাবৃষ্টি জলে
আধা মৰা যেন হই পৰিয়া ৰহিলে।
জখলা নাপাই সিটো নামিতে নৰিল
শ্ৰীকৃষ্ণৰ ভাও নিয়া ভাল শিক্ষা পাইল।
বৰষুণ থামিলা যেবে ৰাইজে ওলাই
তিনিজনক বিচাৰিয়া চলাথ কৰাই।
গুৰু আৰু মথুৰা দাস ওলাই আহিলা
শিল বৰষুণে কষ্ট কিছু নপাইলা।
জখলা লগাই পাছে উপৰক যাই
পৰ্ব্বত শিখৰে বিপ্ৰ পৰিয়া আছই।
মাত বোল নাই তাৰ কাল ধাতু মাত্ৰ
শিলে খুন্দি কৰিলেহি যেন শিল পাত্ৰ।
হাতে ধৰি বিপ্ৰক যে তুলিয়া আনিল
জুইৰ কাষত নিয়া ভালকৈ সেকিল।
ভকতসকলে গৰম পানী আৰু দুধ
খুৱাই তুষ্ট কৰিলেক বিপ্ৰ যে প্ৰবুধ।
ৰাইজে আগুৰি ধৰি ধন্যবাদ দিলা
ধন্য বিপ্ৰবৰ আমাৰ উপকাৰ সধিলা।
তাৰ পাছে মাধৱত শৰণ পশিলা
সিটো দিন হন্তে নিন্দা অসূয়া এৰিলা।
কৃষ্ণ বিপ্ৰ সমে আছে যত ভক্তগণ
হৰি হৰি বোলা সবে কৰি এক মন।

>>>>■<<<<

## মুঢ় ব্ৰাহ্মণৰ দম্ভালী চূৰ্ণ আৰু ৰজাৰ আগত খল লগন

### পদ

অসূৰালি ছিল এক পণ্ডিত ব্ৰাহ্মণ
অল্প বিদ্যা' ভয়ঙ্কাৰী জানে সৰ্ব্বজন।
এক দিন আহি পাইলা মাধৱৰ ঠাই
আপোনাৰ পণ্ডিতালী গুৰুক শুনাই।
বিপ্ৰাহং ভাৱ দেখি বুলিলা মাধৱ
এনে ভাৱ সজ্জনৰ নহয় স্বভাৱ।
যিহেতু আহিলা বিপ্ৰ পণ্ডিত সুজন
কিবা কাৰণৰ হেতু বুলিও সজ্জন।
পণ্ডিত বুলিলা মই জানো ভাগৱৰ্ত
কেটা মান শ্লোক বলো তোমাৰ আগত।
গুৰু বোলে হৰি বল্লভ পণ্ডিত সুজন
টীকা লিখি থৈ গৈছে তেৱেঁই এখন।
সেই টীকাখনি তুমি কৰি অধ্যয়ণ
আমাৰ সহিতে বাপু কৰ আলোচন।
পণ্ডিত বুলিলা টীকাৰ নাই প্ৰয়োজন
কণ্ঠস্থ আমাৰ ভাগৱত গ্ৰন্থখন।
এই বুলি দম্ভ কৰি মাধৱক কয়
শ্লোক মাতিবাক খোজে মুখত নোলায়।
দুই শ্লোক যেবে মাতিলন্ত সি ব্ৰাহ্মণ
চাৰি গোটা ভুল শুদ্ধ কৰে গুৰুজন।
তাৰ পাছে শ্লোক আৰু বুলিবে নৰয়
বক্ বক্ কৰি কথা বাজিয়া ৰহয়।
তাৰ পাছে এক শ্লোক মহা ভুল কৰি
যেবে বুলিলেক তাৰ নাই আতি গুৰি।

তাকে দেখি হাহি মাৰি বুলিলা মাধৱ
শুনা বিপ্ৰবৰ মোৰ গুৰুৰ যিটো মত।
*আপুনিও সন্ত নোহয় মহন্ত*
*নপুচয় কদাচিত*
*তাৰ উপদেশে কেৱে নতৰয়*
*আপুনি ভৈলা বঞ্চিত।*
*সেহিসে চতুৰ সিটো পুণ্যৰ নিদান ভুত*
*নাৰায়ণ নামক সুমৰে,*
*অচতুৰ সিসি অতি পাপৰ নিদান ভুত*
*নামে অৰ্থবাদ যিটো কৰে।*
পণ্ডিতক বুলিলা মাধৱ মহাসন্ত
শ্লোক অৰ্থ কৰিবাক এবে নোৱাৰন্ত।
দম্ভ মাৰি ফুৰ মাত্ৰ কিবা কিবি কই
গুঢ় শাস্ত্ৰ জ্ঞান তব কিছু মাত্ৰ নাই।
মুঢ়জন তুমি বিপ্ৰ শাস্ত্ৰ জ্ঞান নাই
নিজে পণ্ডিত বুলি ফুৰ কৰিয়া বৰাই।
মাধৱৰ কথা শুনি অসুৰ ব্ৰাহ্মণ
দপ্‌দপাই ফুৰিলন্ত ক্ৰোধ কৰি মন।
ভুচুং পহু ভৈলা সিটো মাধৱৰ আগে
ঘামি জামি গৈলা লৰি লাজ পাই ৰাগে।
অল্প দূৰ গৈয়া পাছে আঙুলি টোৱাই
দেখুৱাম শক্তি মোৰ বুলিলা বিপ্ৰই।
হৰি হৰ বিপ্ৰ পুত্ৰ হেম বৰ নাম
ভট্টাচাৰ্য্য শক্তি কত এদিন দেখুৱাম।

বেগে চলি যান্ত বিপ্র ঘন খোজ তুলি
মুখে দান্ত কামুৰিয়া কিবা কথা বুলি।
গৃহক নাযাই চলি গৈলা ৰাজপুৰী
লগত লইলা বিপ্র দুই এক কৰি।
বিজয়পুৰত গৈয়া ভৈলা উপনীত
নানা কথা লগালে গই ৰজাৰ আগত।
কৰ যোৰ কৰি বোলে শুনিয়ো ৰাজন
বৰপেটা থানে আছে শূদ্র একজন।
বিবাহ নকৰাই সিটো কেৱল ধৰ্ম ধৰি
মানুহক অধৰ্মত আছে ভ্রষ্ট কৰি।
দেৱ দেৱী নমানয় পূজা নকৰই
পৰস্ত্রী যৌৱন আপি আনি নচুৱাই।
শ্রাদ্ধ বিধি এৰিলেক আন বেদ কৰ্ম
নাম মাত্র গায় মুখে সেয়ে যথা ধৰ্ম।
যৌৱন ছোৱালী আৰু লৰাক নচুৱাই
ধৰ্ম বুলি প্রচাৰ কৰে মাহ চাউল খাই।
সমস্ত প্রজাৰে যদি এনে মতি হয়
পাষণ্ডে পীড়িব দেশ প্রজা হব ক্ষয়।
ছত্র ভঙ্গ হব ৰজাৰ ৰাজ্যে অমঙ্গল
ৰাজ পৰিয়ালে ঘোৰ মিলিব পয়মাল।
ৰাজদ্রোহী দেশদ্রোহী হব প্রজাগণ
ৰজাই হেৰাব ৰাজ্য যাইবে মাগন।
লক্ষ্মী পূজা নকৰয় ধান্য নাহি হব
আন শস্য মস্য যত লুপ্ত হুয়া যাব।
শক্তিক নমানে যদি ই ৰাজ্যৰ ৰাজন
অন্য ৰজা আহি ৰজাক কৰিব নিধন।

ৰাজ্য কাঢ়ি লব ৰজা আপোনাক খেদাই
হইব অনৰ্থ ঘোৰ বুলিলো বুজাই।
এতেকতে মহাৰজা শীঘ্রে মানি লোৱা
ধৰ্মদ্রোহী ৰাজদ্রোহীক উচিত শাস্তি দিয়া।
এত বুলি খল বিপ্রে লগাইল বহুত
জ্বলিয়া উঠিল ৰাজা হুয়া ক্রোধান্বিত।
ব্যাভিচাৰী অনাচাৰীক ধৰিয়া আনিব
কঠোৰ শাস্তি দিয়া তিলে তিলে মৰাইব।
সুৰানন্দ নামে এক বিপ্রৰ তনয়
ৰাজগৃহে থাকি সিটে কৰ্ম কৰি খায়।
তাহাক বুলিলা ৰাজা চিলাৰাই তনয়
বন্দী কৰি আনাগৈ সিটো দুৰাশয়।
হাজিৰ কৰাহা আনি বিজয়পুৰত
শাস্তি দিয়া মাৰিবোহো প্রজাৰ আগত।
পলাই যায় যদি চাবা নেৰিবা সিজনক
জৰুৰ আনিব লাগে বিজয়পুৰক।
দুই কুৰি ৰূপ দিব ধৰোতাজনক,
যিটোজনে আনে ধৰি দুষ্ট মাধৱক।
সুৰানন্দৰ প্রতি ৰজা বুলিলা বচন
পলম নকৰিবা তুমি যোৱাহি এখন।
সঙ্গে লৈয়া যোৱা গৰমৌলী কুৰিজন
খবৰ পঠাবা যদি অধিক প্রয়োজন।
সুৰানন্দক পঠাইলা ৰজা পৰীক্ষিত
কূটৰ্কি হেমবৰে সাধে গুৰুৰ অহিত।
মাধৱদেৱ গুৰুৰ পাৱে কৰ যোৰে ধৰি
নিৰন্তৰে সবলোকে বোলা হৰি হৰি।



## সুৰানন্দ দলৈৰ বৰপেটা আগমন আৰু সত্ৰৰ নামঘৰ নীৰিক্ষণ

### ছবি

ৰজাৰ আদেশ পাই সুৰানন্দ বিপ্ৰ ৰাই
বৰপেটা চলিয়া আহিল
সঙ্গে কুৰিজন লোক হাতে ডাঙ্গ আনিলেক
সব লোকে নীৰিক্ষি চাইল।
কোনোবা দুৰ্জন লোক ৰজাৰ অন্যায় কৰি
অনৰ্থ ঘটালে ই ৰাজ্যত
ৰজাৰ অন্যায় কৰি কোনেবা থাকিব ৰই
মৰি যাব কোটালৰ হাতত।
এনে ভাবে কণাকণি কৰে সব প্ৰজাগণে
সুৰানন্দ বৰপেটা পাইল
বৰ নামঘৰ গোট দুৰহন্তে দেখিলেক
আগে তাক চাহিতে লাগিল।
কাষ পাই দ্বিজে পাছে গৃহক নীৰিক্ষি আছে
অতি ওখ সুন্দৰ বৰ ঘৰ
তেৰ জুৰি কাঠ খুটা লগাই আছে মূধা ফুটা
সাত হাত অন্তৰ অন্তৰ।
মাৰলী বান্ধিল টানি তাতে পঞ্চনখী কামি
চটি ফুলচটী কটা চাই
হিঙ্গুল বৰণ কৰি ৰঙ্গ কৰে চটী জুৰি
চালে লোকে চকু ৰই যাই।

চটীত লতা ফুল কাটি ৰঙ লগাই পৰি পাটি
সবাকে মোহিল গুৰুজন
বেৰ দিলা ইকৰাৰ ৰঙ লগাই সুবৰ্ণৰ
দেখিলেই হৰে মন প্ৰাণ।
দৰজা লগাই তাত মাৰিলা লোৰ কপাত
ডাঙগ লগাই বান্ধিয়া থৱয়
শিৰত আসন পাতি বুকুৰ উপৰে থাপি
তাতে শৰাই পাতিয়া ৰাখয়।
গুৰু আসনত থাপি শাস্ত্ৰক থাপিলা আনি
নাম লগাই ভকত সকলে
তালৰ উঠয় ৰোল নুশুনয় মাত বোল
মন হৰে নামৰ কল্লোলে।
আয়তিসকল আহি কাঠিত শাৰী পাতি বহি
উল্লাসতে নাম গীত গায়
নামত মজিয়ামন নাচি উঠে মন প্ৰাণ
জাত জাত চাপৰি বজায়।
আবেলি সময় হ'ল গায়ন-বায়নৰ দল
তাল-খোল লইয়া আহিল
মাথে শুভ্ৰ পাগ মাৰি খোল বায় চালি ধৰি
খোলে তালে খলক লাগিল।
দলে দলে ভক্ত আহে সেৱা কৰি সিংহদ্বাৰে
মুৰ দোৱাই নামঘৰ পায়
তাতে পুনু সেৱা কৰে কাথিত বসিয়া পৰে
প্ৰসঙ্গত যোগদান কৰয়।

নাম প্ৰসঙ্গৰ ধ্বনি চৌদিকে উঠে ছানি
বহু দূৰ ভেদি শব্দ যাই
এনুবা ৰঙ্গৰ থালি ভকতগণে হালি জালি
ৰঙ্গ মনে চাপৰি বজাই।
গুৰুক দেখিল পাছে আগত বসিয়া আছে
গুৰু আসনৰ কাষতেই
চাৰি পাছ বন্তি জ্বলে পোহৰত মুখ জ্বলে
যেন ব্ৰহ্মা সভাত বহই।
নামঘৰে হৰি নাম বাহিৰত হৰি নাম
হৰি নাম সবাৰে মুখত
এনুবা নামৰ মাঝে সবে যেন মজি আছে
দুখ ভাব নাহিকে মনত।
সুৰানন্দে ভেবা লাগি নাম, কীৰ্ত্তন চাই থাকি
পাছে কৰ্ত্তব্যক থিৰ কৰি
গুৰুৰ মুখক চাই বুলিলন্ত বিপ্ৰ ৰাই
মাধৱ গুৰুক লক্ষ্য কৰি।
ভক্ত সমে গুৰুজন সবে আহি এক মন
কীৰ্ত্তন ঘৰে পাতিল আসন
নিজ আসনত বহি সুৰানন্দ অল্প হাসি
ধীৰে ধীৰে বোলচ বচন।
শুনা ভকতগণ যত ৰাজ আদেশ যিমত
কও আমি সবাকো বুজাই
কামাখ্যা শুকিলশ্বৰ উমানন্দ দীৰ্ঘেশ্বৰ
তোৰা সবে কাকো নমানই।

ৰজাৰ আদেশ ইটো　　　　পূজা কৰিবাক সিটো
দেৱ দেৱী যতেক আছয়
মানিবাহা বিপ্রচয়　　　　তাৰা সবে যিটো কয়
ৰজাই যাক মানিয়া আছই।
ইটো গৃহ সুবর্ণৰ　　　　বেৰ বোৰেও ৰজতৰ
ইটো ধন কৈত পালা তুমি
ৰাজ ঐশ্বৰ্য্যকো জিনি　　　　কৰিছহা ইটো খানি
আপোনাৰ বিপদ নগনি।
নাৰীক নছাইছ তুমি　　　　যুৱতী সৱক আনি
কেনে ইটো পাষণ্ড আছাৰ
কিবা হেতু এনে কর্ম　　　　নহয় সাধুৰ ধর্ম
ইটো তব ঘোৰ ব্যভিচাৰ।
বলে লস্কৰ ৰূপাবৰ　　　　ৰজাৰ অমাত্য বৰ
ইহাক সন্তুষ্ট কৰা তুমি
অন্যায় মিলিব ঘোৰ　　　　নাই উপায়ত তৰিবৰ
আপোনাৰ মঙ্গল বিধানী।
এই ৰূপে সুৰানন্দ　　　　পাইলেক নিৰানন্দ
প্রমাণ কৰিব আজ্ঞি আমি
যদিহে প্রমাণ হয়　　　　তব গল নথাকয়
ৰাজ আজ্ঞা সবে লোৱা জানি।



## সুৰানন্দ দলৈয়ে গুৰুজনক ধৰি নিয়ে
## গোপাল জনাৰ্দ্দনৰ গুৰু সঙ্গে গমন

### পদ

ৰাতি কালে সুৰানন্দ তথাত ৰহিল
অতিথি সৎকাৰ কৰে ভকতসকল।
ৰজনী বঞ্চিল সুখে ভক্তৰ মাজত
মাছ, ভাত, দধি, দুগ্ধ ভুঞ্জন্ত বহু।
প্ৰভাতে উঠিল আগে মাধৱ গুৰুজন
ভক্তগণ প্ৰতি তাৰা বুলিলা বচন।
বাম অঙ্গ নাচে মোৰ আজি প্ৰভাতুত
নিশ্চয় পৰিব আজি কিবা বিপদত।
সূৰ্য্যোদয়ৰ আগে ব্ৰহ্ম মুহূৰ্ত্ত পৰত
ঢোৰা কাউৰী ডাকি আছে শুকান ডালত।
অত এব আগন্তুক বিপদ জাননী
সাৱধান হবা সবে আগপিচ গুণি।
নাম প্ৰসঙ্গক সবে আগে কৰি লৈলা
তাৰ পাছে প্ৰতি ঘৰে ভকত চলিলা।
জলপান কোমল চাউল আগে সাজি লই
হেন সময়তে গৰমৌলী আহি পাই।
ৰজাৰ বিষয়া আহি আছে বুলি কৈলা
অঞ্চলৰ লস্কৰক লগত আনিলা।
কৃপাবৰ লস্কৰ আছে সঙ্গত তাহাৰ
নিশ্চয় ৰজাৰ ক্ৰোধ মিলিছে আমাৰ।
সুৰানন্দ আহি পালে গুৰুৰ চোতাল
অতি মান্য কৰি পাৰি দিলেক কম্বল।
বৰ পীড়া এখনি আনিলা আথে বেথে
তাহাৰ উপৰে কম্বল পাৰিলা হৰিষে।
পীড়াত বহিল সুৰানন্দ বিপ্ৰবৰ
তাহাক উচ্ছ্বাস কৰে কৃপাবৰ লস্কৰ।
সুৰানন্দ বোলে শুনা মাধৱ সুজন
ৰাধা-কৃষ্ণ ৰাস নৃত্য দেখিব এখন।
চালি নৃত্য দেখো এবে কেন মতে হয়
বিপ্ৰগণে কোবা কথা হয় কি নহয়।
মাধৱ নামাতি যেবে থাকিলন্ত বহি
ৰাধা নৃত্য ৰত এক নাৰী পাইল আহি।
নৃত্য কৰি লয়লাসে ভঙ্গিমা জুৰিলা
সবাকে মোহিত কৰি নৃত্যক দেখাইলা।
তাৰ পাছে গোপীজাক যুৱতী প্ৰধান
ষোড়শী ৰূপহী একোজনী যে প্ৰমাণ।
উঠন বুকুত ডোলে স্তনৰ যুগল
দেখি কামাতুৰ গণ হোৱয় পাগল।
আউল জাউল চুলি বান্ধি খোপা টানি
কোনোজনী চুলি চুটি গাঠি লৈছে বেণী।
খামুচি ককাল আৰু নয়ন যুগল
হৰিণৰ দৃষ্টি কৰি নাচিছে সকল।
তাৰ পাছে কৃষ্ণ আহি বাহীত ফুক দিল
গোপী সব লৰি গৈয়া আগুৰি ধৰিল।

হাতে সুবৰ্ণৰ মুঠি বেগত প্ৰমাণ
কাণত কুণ্ডল জ্বলে দিব্য আভৰণ।
কটিত মেখেলা তাতে মুগাৰ ফুলনি
তিৰ বিৰ কৰে ফুল নাচয় নাচনি।
ৰাধা-কৃষ্ণ গোপী মিলি ৰাস নৃত্য দিল
তাৰ পাছে সুৰানন্দ গোপীক বুলিল।
সত্য কথা দেখো গুৰু আপোনাৰ ধৰ্ম
গাভৰু নাচয় আহি ইটো কেনে কৰ্ম।
ব্যভিচাৰ কৰা দেখো সত্য কথা হয়
ধৰ্মক্ষেত্ৰ নোহে দেখো বেশ্যাক্ষেত্ৰ হয়।
নৃত্য ৰত যত নাৰী অপ্সৰা যেমন
দেখা মাত্ৰে পুৰুষৰ হৰে প্ৰাণ মন।
গুৰু বোলে শুনা বাপু ৰজাৰ অমাত্য
সাজোন কাচোন আগে পৰে হয় নৃত্য।
প্ৰতিজনী নাচনীক পৰীক্ষা কৰোক
স্ত্ৰী কিম্বা পুৰুষ তাক জানিয়া লৈয়োক।
তাৰ পাছে সুৰানন্দ ৰাধাক আনিল
যুগল স্তনত ধৰি পৰীক্ষা কৰিল।
স্তন নহয় কাঠৰ কৃত্ৰিম তৈয়াৰী
কাপোৰ মেৰাই ৰাখে আতি পতি কৰি।
চুলি চাই দেখে সব মৰাপাটৰ আহ
কলা ৰঙ দিয়া তাকে কৰিছে বিলাস।
টান মাৰি ভাৱৰীয়া চুলি খহাইলা
সুন্দৰ যুৱক এক উদ্ঘাটন ভৈলা।
মুঠি খাৰু কেৰু সব বালিচান্দা মাত্ৰ
ৰূপ, সোণ কিছু নাই কৃত্ৰিম অলং গাত্ৰ।

পৰীক্ষা কৰিয়া সুৰানন্দ মিছা জানি
ধন্য বুদ্ধি গুৰু তব বুদ্ধিক বখানি।
গুৰু বোলে ইটো কৰ্মে মানুহ গোটাই
ঈশ্বৰৰ লীলা খেলা বুজাই দিয়া হই।
গুৰু শঙ্কৰৰ ইটো কৌশল মহান
তাহাৰ চৰণ চিন্তি কৰো ইটো কাম।
সুৰানন্দ বোলে শুনা ৰজাৰ আদেশে
তোমাক বান্ধিব লাগে ভাল নাগ পাশে।
ভক্তগণ সমে সৌকা বেতেৰে কোবাই
ৰজাৰ সম্মুখে নিয়া দিবাক লাগই।
নামঘৰৰ বেৰ ভাঙি পৰীক্ষা কৰিল
বালিচান্দা লগা বেৰ সাক্ষাত দেখিল।
শ্ৰীৰাম আতা মনপুৰ দুই পেট চলা বুলি
গুড় পানী মিহলাই মজিয়াত ঢলি।
ঢাৰী পাৰি দুইজন শুইয়া ৰহিল
মাখি ভেন্ ভেন্ কৰি উৰিতে লাগিল।
সুৰানন্দৰ ভাব ভঙ্গী দেখি দুইজন
নপৰাই বেমাৰী ৰূপ কৰিলা ধাৰণ।
মেচবোৰে ভকতৰ বাহাক লুটিলা
ভাল বাচন কাপোৰ কানি সব গোটাইলা।
বয় বস্তু শৰাই আৰ চৰিয়া যতেক
লুটিয়া দমাইল আনি ঘৰ যে প্ৰত্যেক।
ৰোগ ভয়ে মাত্ৰ শ্ৰীৰাম গৃহক নগৈল
তাহাৰ সামান্য বস্তু কেৱে নলাৰিল।
গুৰুৰ বস্তু কিছু নিয়া ৰাখিল তথাত
এনেদৰে মেচে কৰে থান লুটপাত।

পাছে কৃপাৰৰে বোলে শুনিয়ো মাধৱ
ৰজাৰ অমাত্য এওঁ পৰম বান্ধৱ।
সন্তুষ্ট কৰাহা তুমি ইহাক সম্প্ৰতি
তেওঁ যদি ৰাখ ভালে নোহে অধোগতি।
নতুবা হইয়ে পাৰে ঘোৰ অঘটন
মোৰ কথা ৰাখি তুমি কৰাহে যতন।
বাহাৰ চাঙৰ খুটাত টকা দুকুৰি আছিল
তাকে খান্দি আনি সুৰানন্দৰ হাতে দিল।
ভকতগণ যত ছিল পলাল দিহা দিহ
বিচাৰিয়া সুৰানন্দে নাপাই উবা দিহ।
খাই বই উঠা সবে অতি শীঘ্ৰে যাও,
নাও বাই গৈয়া শীঘ্ৰে ৰজাক লগ পাও।
গুৰু বোলে কাহী, বাতি, ঘটি কিছু নাই
কেনেকৈ খাব অন্ন সিজাব কোথাই।
কোনেবা ৰান্ধিব অন্ন ৰান্ধনি পলাই
অন্নৰ ব্যৱস্থা ইয়াত আমাৰ কিছু নাই।
সুৰানন্দে বোলে কাহী বাতি বাচি লই
ৰান্ধনিক মাতি আনা ভকত এজন গই।
ভাত ৰান্ধিবৰ বাবে ৰামচৰণ আহি
সিজাইল অন্ন মুঠি তাতিৰ গৃহে ৰহি।
তাৰ পৰে ৰামচৰণ অন্যান্যসকল
ভাত, পানী নেখাই আটাইবোৰ গুছি গল।
গুৰুক প্ৰণাম কৰি মাধৱ বুলিলা
শ্ৰীশঙ্কৰ নাম ধৰি যাইতে লাগিলা।
দুই মেচ আনি বোলে সুৰানন্দ ৰাই
অতি সযতনে থোৱা গুৰুক বহাই।
দাণ্ডি নিলে মেচ দুয়ো হাত দোলা কৰি
বহুৱাই ৰাখিলেক নাওৰ ভিতৰি।
গোপাল আৰু জনাৰ্দ্দন দুজন ভকত
সেই সময়তে ছিল গুৰুৰ লগত।
গুৰু বোলে তোৰা দুই বয়সে নবীন
ডেকা লৰা যেহেতু কষ্ট দিব বহু দিন।
তাৰা দুয়ো বোলে বাপ আমিও যাইব
আপোনাৰ সঙ্গে থাকি শাস্তিক লইব।
গুৰু বোলে হেৰা বোপা কতজন গল
আপদ কালত আজি কোনেও নৰল।
ডেকা লৰা তোমালোক বয়সে নবীন
খাবৰ লবৰ বাবে আছে বহু দিন।
যোৱা বোপা মোৰ বাবে নকৰা বেজাৰ
যিবা হব লাগে হব গতি যেআমাৰ।
গুৰু বোলে নাথাকিবা সঙ্গত আমাৰ
যোৱা বোপা মোৰ সঙ্গ কৰা পৰিহাৰ।
ৰাখে হৰি মাৰে কোনে উত্তৰ আহিল
নিজৰ দৃঢ়তা দুইবো কিছু নকমিল।
তিনি দিন মুৰে নৌকা বিজয়পুৰত
উপনীত ভৈলা গৈয়া ৰজাৰ ঘাটত।
সুৰানন্দে গুৰুক আনিলা যেতিক্ষণ
লগত আছিল মাত্ৰ গোপাল জনাৰ্দ্দন।
দুইজনে গুৰুক দাণ্ডি নৌকাত তুলিলা
ভৰি পখালিয়া পাছে নমস্কাৰ কৰিলা।
নৌকাত আল পাচনি ধৰিলা দুইজন
গুৰুৰ সেৱাত বৰ প্ৰফুল্লিত মন।

কটোৱাল মেচগণে ভয়ক দেখাই
দুইকো ফালিব ছাল বেতেৰে কোবাই।
বুঢ়া মাধৱক মাত্ৰ অকলে ৰাখিব
বৃদ্ধ বাঘে এতিয়ানো কি চিকাৰ ধৰিব।
গুৰু যদি ছিল মাধৱ সমস্ত ভকতৰ
প্ৰাণ ভয়ে পলাই কিয় জঙ্গল ভিতৰ।
গুৰুক যদি মাৰি আমি পানীত পেলাই
তহতৰ ভক্তগণে কিছু নজানই।
ভকতৰ মৰণ ভয় থাকিব নালাগে
জানি আছো সব ভক্ত ভণ্ডামিত থাকে।
চাউল, মুগ মাহ মাত্ৰ কদলি সহিত
ভয়াতুৰ সবে খায় প্ৰাণ কাতৰত।
গোপাল বুলিলা পাছে হেৰা মেচ ভাই
ধৰ্ম-অধৰ্মৰ জ্ঞান থাকিবে লাগই।
ৰাজ কৰ্মচাৰী ৰজা, প্ৰজা, বিপ্ৰচয়
জগতৰ সকলো জানো মানুহ নোহয়।
***মই বৰ, তই সৰু, তেওঁ উচ্চজন***
***প্ৰভুৰ সৃষ্টিত ইটো নহয় সৃজন।***
***জন্মৰ লগত কেও ব্ৰাহ্মণ নহয়***
***ব্ৰহ্ম জ্ঞান নাথাকিলে সিও মেচ হয়।***
তোৰা সবে যদি হোৱা ভকত এখন
বিপ্ৰত কৰিও শ্ৰেষ্ঠ শাস্ত্ৰৰ বিধান।
মানুহৰ আছে মাত্ৰ উচ্চ নীচ জ্ঞান
প্ৰভুৰ সৃষ্টিত কিন্তু সবাই সমান।

সকলোৱে পায় বায়ু ভেদাভেদ নাই
জুই, পানী, ৰদ, বতাহ সমভাবে পাই।
মানুহে কৰিছে ভেদ আছে যতমান
উচ্চ নীচ সৰু বৰ মানুহৰ সৃজন।
মাছবোৰে কোনো জীৱ হিংস নকৰে
তথাপি মাছক হিংসে ইতৰ আৰু নৰে।
সেহি মতে ভক্ত সবে কাকো নিহিংসয়
তথাপি ভক্তক হিংসে তান্ত্ৰিক বিপ্ৰচয়।
ৰজাৰ আগত দিয়ে মিছা কথা খল
বিচাৰ কৰিয়া নাচায় শাসকসকল।
বিষ্ঠা মূত্ৰ আৰু কষ্টে থাকে প্ৰাণীচয়
মৃত্যুক লাগিয়া ভয় তথাপি আছয়।
বিনা দোষে ভক্তগণে কষ্ট মাত্ৰ পায়
সচা মিছা ৰজাগণে বিচাৰ নকৰয়।
ভকতৰ দ্ৰব্য লুটি আনি তোৰা সব
ভকত নমৰে কিন্তু শুনা ভাই সব।
তুমি আমি এক ভাই নাই জাতি ভেদ
ভকতে বোলয় ইটো বিপ্ৰ সবৰ জেদ।
মেচগণে তেতিক্ষণে অধোমুখ ভৈলা
মাধৱৰ পাৱে ধৰি নমিবে লাগিলা।
ভকতৰ উদাৰতা জানি মেচগণ
সদয় ব্যৱহাৰ কৰে আৰা তিনিজন।
এক ভাতৃ সম ভাৱ সকলোৱে লই
প্ৰতিদিনে গুৰুক পাৱে নমিয়া সেৱই।

মাধৱৰ লীলামৃত সব লোকে পঢ়ি
যত আছা নৰ নাৰী বোলা হৰি হৰি।



## *বিজয়পুৰত গুৰুৰ অৱস্থান, ভাটৌকুচীয়া কেশব চৰণ, যদুমনি আৰু বৈকুণ্ঠ আতাৰ আগমন*

### *পদ*

গোপালৰ কথা শুনি যত ম্লেচগণ
গুৰুৰ কথা শুনিবাৰে ব্যাকুলিত মন।
সুৰানন্দে বুলিলেক কথা-বেয়া ভৈলা
দুই ভক্তে মেচগণক যাদুমন্ত্ৰ কৈলা*।
সুৰানন্দে বোলে যদি মৃত্যু দণ্ড হয়
কোন গুৰু ৰাখিবাক ইহাক পাৰয়।
গুৰু বোলে সুৰানন্দ শুনিও বচন
অৰণ্যতো নোহে মৃত্যু ৰাখে ভগবান।
গৰ্ভতো যে মৃত্যু হয় হৰি নাৰাখিলে
সবে ৰক্ষা পৰে হৰি সন্তুষ্ট হইলে।
ৰাম সঙ্গে লঙ্কাক চলিলা কপিগণ
উলটিলা সব হানি নাই একজন।
প্ৰভুৰ কৃপাত মৰা সবে জীৱ পাইলা
ৰাক্ষস কুল ধ্বংস হল কেবে নাবাচিলা।
এনেদৰে নৌকা গৈয়া বিজয়পুৰ পাই
নৌকা হন্তে গুৰুক খাৰ ঘৰে দিলা ঠাই।
মহাপুৰুষৰ শিষ্য মাঝি একজন
গন্ধৰ্ব্ব নামেতে খ্যাত ৰাজ প্ৰিয়জন।

নৌকা সেনা মাঝে দশ হাজাৰৰ উপৰ
বৰুৱা পাতিছে ৰাজা মাজি গন্ধৰ্ব্বৰ।
মাজি আহি আদৰ কৰিলা ভক্তগণ
যত বস্তু লাগে মাঝি ধৰিলা যোগান।
দুগ্ধ, ঘৃত, তণ্ডুল, কদলি অনেক
একেলগে দিলা আনি গন্ধৰ্ব্ব সবক।
মাজিৰ আদেশে চৈ ধৰা একজন
ঘৰ দুৱাৰ বেড়ি দিলা কৰিয়া যতন।
স্নান ঘৰ পাইখানা ৰান্ধনিৰ ঘৰ
সবাকে যতন কৰি দিলা মাজি বৰ।
এই মতে মাজি বৰ সুবিধা কিছু কৰি
গুৰু সমে ভক্তগণ সংস্থাপিত কৰি।
মাজিৰ যত্নতে সবে সুবিধা পাইল
কল্যান হওক বুলি গুৰু আশীৰ্ব্বাদ দিল।
গন্ধৰ্ব্ব মাজিৰ যত্নে গুৰুৰ যত দুখ
কিছু নহইল মাত্ৰ হইল মহা সুখ।
চেনি, গুড়, গাখীৰ, মাছ যতই লাগিল
খাদ্যৰ সম্ভাৰ সবে সমস্ত পাইল।

*কৈলা - যাদুমন্ত্ৰত মুগ্ধ কৰিলা*

তাতে লগ লাগে আহি আৰু তিনিজন
যদুমনি, বৈকুণ্ঠদেব কেশৱচৰণ।
জনাৰ্দ্দন বোলে বাপ শাস্ত্ৰ চৰ্চ্চা কৰা
বামুনৰ মত সব এবে খণ্ডন কৰা।
কথা শুনি মাধৱদেৱ শিষ্যক বুলিলা
কাক লাদৰ তুল্য সিটো দূৰ কৰি ফেলা।
শব্দ জ্ঞান লাভ মাত্ৰ ভকতি বিহীন
বাজী গাই পোহা কৰ্ম লাভ অতি ক্ষীণ।
এই ৰূপে গুৰুজন ছয় মাহ থাকিল
লাজ পাইবাৰ ভয়ে ব্ৰাহ্মণ নাহিল।
ছয় মাহ শেষ হ'ল শৰত কালত
ভোট নামি লুট-পাট কৰে অসংখ্যাত।
হাজাৰা আতৈক ধৰি যুদ্ধক পঠাই
বহু ভোট বহু সৈন্য নিপাত কৰাই।
ভোটক খেদিয়া আইলা হাজাৰা আতই
ৰণ হন্তে আহি গৃহে ক্ষণেক জিৰাই।
তাৰ পাছে আতৈ আৰু অন্য সেনাগণ
মাধৱৰ কাষ চাপি পশিলা শৰণ।
তাত থাকি বহু ভক্ত শৰণ লইল
মাধৱদেৱৰ যশ বহু বিয়পিল।
কোচ সেনা ৰণ জিনিল গুৰুৰ কৃপাত
এই বিশ্বাস তাৰা সবে লইল মনত।
কেহো আতৈ গৈছিল সঙ্গত তাহাৰ
কথমপি বাচি আহিল মৃত্যু নহল তাৰ।
অসংখ্যাত কোচ সেনা ৰণত পৰিল
ভোটক খেদিয়া কিন্তু পৰ্ব্বতত তুলিল।

তাৰ পাছে কেহো আৰু হাজাৰা মহান
গুৰুৰ চৰণে পৰি পশিল শৰণ।
গন্ধৰ্ব্ব মাজিয়ে ধৰে খাদ্যৰ যোগান
একোৰে আকাল নাই মাধৱ মহান।
হাজাৰাৰ পত্নী আৰু পুত্ৰ গোপীনাথ
শৰণ লইলা আহি মাধৱৰ পাশ।
বিজয়পুৰৰ বেচি সংখ্যক লোকৰ মাজত
ধৰ্ম প্ৰচাৰিলা গুৰু ৰজাৰ আজ্ঞাত।
সবে মিলি কুৰবীক ধৰিলা তখন
মাধৱক এৰি দিব খাটিছো এখন।
প্ৰাৰ্থনা কৰিছো মাৰ আমি বহুজন
মহৎ লোকক কষ্ট নিদিয়ে ৰাজন।
ৰজাক বুলিও এৰি দিব লাগে তাঙ্ক
নৌকাত চৰাই নিজ থানত থৈয়োক।
প্ৰমোদ কাননে ৰাণী ৰজাক বুলিলা
বুলিও আমাক ভোগ শ্ৰেষ্ঠ কোন বেলা।
ৰজা বোলে ৰাজপাটে থাকি আছো আমি
সৰ্ব্বদায় ৰাজ সুখ সময় নজানি।
তথাপিতো তুমি কাষে যেবে থকা ৰই
তব সঙ্গ সম সুখ নপাও অন্য ঠাই।
আহাৰ নিদ্ৰা মৈথুন কাৰ্য্য তব সঙ্গে হয়
এই তিনি মহা সুখ সব লোকে কয়।
ৰাণী বোলে এই সব যি কটাক্ষ নকৰে
ভগবান মাত্ৰ স্মৰে পবিত্ৰ অন্তৰে।
মনুষ্য সবক তাৰা হৰি নাম বিলায়
তাক কেনে জন বুলি আপুনি কৰয়?

ৰজা বোলে আহাৰ নিদ্ৰা মৈথুন যাৰ নাই
তেৱেঁই পৰম পুৰুষ যদ্যপি নৰ হই।
ৰাণী বোলে বৰপেটাৰ মহন্ত সুজন
নিদ্ৰা খাদ্য মৈথুনত কিছু নাই মন।
যিয়ে যিবা দিয়ে তাক কৰয় গ্ৰহণ
সংসাৰ বিৰাগী সিটো জানে সৰ্ব্বজন।
তাক ৰাখি মহা পাপ কৰি আছা তুমি
সাক্ষাতে ঈশ্বৰ এওঁ মনে লবা জানি।
তেতিয়াই সুৰানন্দক মাতিয়া আনিল
বৰপেটাত আনি থব তাহাক আদেশিল।
বাসুদেৱ বিপ্ৰ নামে ভক্ত একজন
শঙ্কৰৰ প্ৰিয় শিষ্য আছিল তখন।
ৰজাৰ অমাত্য সিটো বিদ্বান পুৰুষ,
তেওঁ আহি ৰজাক খাটিলা বিশেষ।
তাৰ পাছে সুৰানন্দৰ পিতৃও আহিলা
মাধৱক মুক্তি দিব ৰজাক বুলিলা।
ৰজা বোলে তোৰ পুত্ৰ আমাক বোলয়
বৰ অনাচাৰী লোক মাধৱ হোৱয়।
এবে তুমি বলা তাক বৰ সদাচাৰী
নিজ ঘৰে ৰাখা নিয়া অতি যত্ন কৰি।
সুৰানন্দক মাতি পাছে ৰজাই বুলিলা
বৰপেটা থানে নিয়া ৰাখিবাক কৈলা।
ৰজাৰ আদেশ পাই বোলে সিটোজন
এতিয়াই যাব লাগে বোলয় ৰাজন।
গুৰু বোলে ৰাজ আজ্ঞা যিবা হয় হব
তোমাৰ আদেশ আমি কভু নাপালিব।

তাৰ পাছে টকা বস্ত্ৰ লৈয়া আহিলা
গন্ধৰ্ব্ব মাজিয়ে ঘৰে উপনীত ভৈলা।
নৌকাত তুলিয়া দিলা সবে সেৱা কৰি
আহিলেক গুৰুজন ৰাজগৃহ এৰি।
ভক্ত সমে আলোচিয়া আহিল এত দূৰ
নৌকা চৰি আহিলেক ঘাট বিজয়পুৰ।
হৰি কৃষ্ণ আতৈ তাতে ওঠৰ কুৰি ঘৰ
স্ত্ৰী, বাল্য, বৃদ্ধ শিষ্য আছয় বিস্তৰ।
অনেক দিনান্তৰে তাৰা গুৰুক দেখিল
ধন ৰত্ন বস্ত্ৰ দিয়া সবাই সেৱিল।
বিজয়পুৰী লোকসকলে প্ৰণামী
ধন, বস্ত্ৰ দিয়া গুৰুক প্ৰণামিলা নমি।
সুৰানন্দৰ পিতৃ-মাতৃ শৰণ লইলা
তাহাৰ গৃহত কিন্তু একো নেখাইল।
পাছে সিটো জনে চৈদিয়া নাও আনি
মাধৱক বহাইলা শিষ্য সমে নমি।
কেশৱ, গোপাল, যদুমনি, জনাৰ্দ্দন
বৈকুণ্ঠ সহিতে আহে ভকত পঞ্চজন।
উজাই আহি কুমাৰ গাৱী যখন পাইল
নৌকা বান্ধি ৰাত্ৰি কাল তথাত থাকিল।
নৰসিংহ আতৈৰ গৃহে বাহাক সাজিলা
গোপাল জনাৰ্দ্দন দুই নাৱত থাকিলা।
ৰাত্ৰি কালে প্ৰচণ্ড ধুমুহা আহি পাই
নৌকাৰ চৈখানি সব নিলে উৰুৱাই।
ৰাতি থাকি তাৰা দুই বৰ কষ্ট পাইলা
উষা কালে গুৰুজন দেখিবাক গৈলা।

ভক্তগণ উঠি পাছে তাহাক দেখিয়া
ঘৰৰ ভিতৰে নিলা হাতত ধৰিয়া।
জুইত সেকি কাপোৰ কানি যখন শুকাই
তাৰ পাছে সবে মিলি আহিলা ওলাই।
শিষ্যগণে হাত জুৰি বিদায়ক দিলা
নৌকা চৰি আহি যোগীঘোপা ঘাট পাইলা।
সুৰানন্দে নৌকাখনি যাইবা মানা কৰি
ভিতৰ সোমাই সিটো থাকিল মন মাৰি।
মাধবদেৱ পাছে তাক বচন সুধিলা
কিবা হেতু নৌকা চলা বন্ধ কৰি দিলা।
সুৰানন্দ বোলে বাট ভেটী যোগীগণ
মাৰা মাৰী কাজিয়া লগাইব এতিক্ষণ।
মোৰ প্ৰতি সিহঁতৰ আছে কিবা জেদ
দেখা নিদি লুকাই আছো নাই অন্য খেদ।
গুৰু আহি যেতিক্ষণে আগত ওলাল
যোগীগণে প্ৰণামিয়া নৌকা এৰি দিল।
তথা হন্তে নাও বাই সবে আগুবাইলা
বৌৰামুখ পাই নাও বান্ধি ৰাতি ৰৈলা।
চাউল, চিৰা কিছু নাই সবে ক্ষুধাতুৰ
ভকত মেচ গৰমৌলী ক্ষুধাত আতুৰ।
গুৰু বোলে হৰি নাম কৰাহে কীৰ্ত্তন
ক্ষুধা তৃষ্ণা নাথাকিব তুষ্ট হইব মন।
সবে মিলি হৰি নাম গায় উচ্চ স্বৰে
দুই ভাই নৌকা লই উজাই কাবেৰে।
নাম শুনি অল্প সময় নৌকাত ভন্তিল
শেষ হলত তেৰা দুয়ো কথা বুজি পাইল।

ক্ষুধা আতুৰ সবে আলোচন কৰয়
তেবে দুই ভাই ভক্তৰ কথা বুজি পায়।
এক বস্তা চিৰা দিয়া প্ৰণাম কৰিলা
এক কলহ গুড় আৰু তাৰ সঙ্গে দিলা।
পাচ আখি পকা কল আগত ৰাখিয়া
প্ৰণামিল দুয়ো গুৰুৰ চৰণে ধৰিয়া।
চলি গৈলা তীৱ বেগে হইল নেদেখা
ইজন সিজনে মাত্ৰ চায় মুখ মুখা।
তাৰ পাছে ভাগ বাটি চিৰা গুড় খাই
ৰাতিৰ কাৰণে সবে থাকিলন্ত শুই।
প্ৰভাতে উঠিয়া সবে নৌকাক মেলিলা
এক বেলা উজাই আহি গজিয়া পাইলা।
তাতে নৌকা বান্ধি গৈলা সমাজৰ ঠাই
দালি, মাহ, কল, চাউল সংগ্ৰহ কৰই।
দুপৰীয়া সবে মিলি অন্নক ভুঞ্জিলা
ক্ষণেক জিৰাই পাছে আগুৱাই আহিলা।
আবেলি পৰত আহি বৰপেটা পাই
ৰাতি কালে দেখে তাত কোনো লোক নাই।
ৰজনী প্ৰভাত ভৈলা সবাই উঠি যাই
নদীৰ ঘাটত সবে গাৱ পখালই।
সুৰানন্দ বিপ্ৰ সেই কুটৰ্কি অধম
মেচ লগাই ভক্ত সবক মাৰে ধমাধম্।
লাজ এৰি ভকত সবক ধনক খোজয়
নপাইলে চৰ লাঠি কোবক মাৰয়।
গুৰু বোলে তোমাক মই বুলিলো তথাত
যিবা ধন লাগে এবে বুলিও আমাত।

ঋণ কৰি আনি ধন দিবোহো তোমাৰে
ত্যাগী দেখাই নুবুলিলা ৰাজ শক্তি ডৰে।
এবে এই শূণ্য থানে কিবা কৰা যাই
ভকতগণক কিয় দুখ দিয়া তই।
ৰামচৰণ গৈয়া পাছে সি ঠাই পাইল
প্ৰতিজনে এক টকা তাক দিয়া দিল।
সুৰানন্দে টকা পাই উভতিয়া চলে
পথে মৃত্যু হব তোৰ সব ভক্তে বোলে।
দুইজনী তিৰোতাৰ ছলি বাৰজন
প্ৰথমতে দুয়োজনীৰ লাগিলন্ত দন্দ।
গৃহস্থ আহিয়া দুই জনীকে মাৰিলা
ছলি পলি আটাইৰে কন্দল লাগিলা।
সুৰানন্দে উভতিয়া মেচগণ লই
যতে যাকে পাই মাৰে বেতেৰে কোবাই।
সন্ধিয়া হইলা পাছে কাকো নেদেখই
যেয়ে যেনি পায় তকে গইলা পলাই।

জন শূণ্য বৰপেটা কেওকতো নাই
হেন সময়তে তিনি ভক্ত আহি পাই।
বিজয়পুৰৰ হন্তে পদব্ৰজে চৰি
সেই সময়তে পাইল বৰপেটাপুৰী।
আপদ বেলাত গুৰু সমে ভক্তগণ
সুন্দৰীক লাগি সবে কৰিলা গমন।
শুনিলা বিজয়পুৰে সুৰানন্দ ৰাই
ভকতৰ শাপে পাপী যমপুৰে যাই।
সুন্দৰ ৰঙ্গিল ঘৰৰ খেৰ উৰলি আছয়
বন, খেৰ গজি চোতাল লেতেৰা হোৱয়।
তথাপিতো দুই চাৰিজন যেবে ছিল
সুৰানন্দ অহা জানি সবে পলাইল।
কাকো নাপাই গুৰুজনে মনে পাই দুখ
অৱস্থা দেখিয়া গুৰু হইলা বিমুখ।
ভাগিনৰ গৃহে গৈয়া আশ্ৰয় চাপিল
ছয় মাহ কাল পাছে তথাত ৰহিল।

মাধৱৰ লীলামৃত সবেও সুৱৰি
ভক্তগণ এক মুখে বোলা হৰি হৰি।



## *পুনৰ সুন্দৰীত ছয় মাহ আৰু ৰামদিয়া, হাজো গমন*

### *পদ*

চক্ৰপাণি বোলে পাছে ভক্তগণ চাই
বিজয়পুৰৰ পৰা আহি বৰপেটা পাই।
সুৰানন্দে পুনৰাই উৎপাত কৰিলা
তাৰ ভয়ে ভক্তগণ সবে পলাইলা।

বৰপেটা থানে কোনো লোকা লোক নাই
সুন্দৰী চলিয়া গৈলা উপায় নাপাই।
ৰামচৰণৰ গৃহে আশ্ৰয় চাপিলা
অৱস্থা বুজিয়া গুৰু তথাতে থাকিলা।

ৰজাৰ পীড়াৰ ভয়ে প্ৰজা ভাগি যাই
নামঘৰ ভাগি গৈলা কেৱে নচাৱই।
উৰ্ব্বশী আইৰ যত্নে তথাত থাকিলা
তথাপিতো হিংসুকৰ হাত নেৰাইল।
মকুন্দ মাধৱ দুয়ো গুৰুক হিংসয়ই
খিৰামৰলৰ বেটা আৰা দুই ভাই।
হিংসুক পীষুণ দুয়ো বৰই দুৰ্জ্জন
চুবুৰীয়াগণক হিংসা কৰে সৰ্ব্বক্ষণ।
গুৰুক দেখিয়া হিংসা লাগিল তাহাৰ
যতে ততে নিন্দা বাক্য বোলে বাৰেবাৰ।
এক দিনা প্ৰত্যুষতে আৰা দুয়ো ভাই
হাল চাষ হেতু পথে গৰু লৈয়া যাই।
পথত কোনো দুষ্ট লোকে শৌচ কৰিছে
ইহত দুয়ো দেখি বোলে মাধৱ কৰিছে।
উদাসীনগণে বহু বহু ভাত খাই
যতে ততে হাগি ফুৰে আন কৰ্ম নাই।
এই মাধৱ যতে থাকে আপদ মিলই
পুনৰপি বাগৰীয়া আহিছে ই ঠাই।
ঘোৰ আপদ মিলি যাব সুন্দৰীগ্ৰামত
মাৰি খেদি পঠাই দিম যতেক ভকত।
কথা শুনি গুৰুজন দুখিত বদন,
মাতিয়া আনিল গুৰু গোপাল জনাৰ্দ্দন।
ইয়াত নাথাকো আমি ৰজাক জনাই
নিৰাপদ ঠাই এক দিয়োক ৰজাই।

ঘাগৰিজানক পাই বিজয়পুৰ পথত
স্নান কৰি গুৰু সেৱা কৰে ৰীতি মত।
সেই সময়তে আহে সুৰানন্দ পিতা
আসুৰালি নাম গুৰুজনৰ প্ৰিয় মিতা।
কাৰণ সুধিলা কিয় আহিলা ই ঠাই
তোমালোক দুয়ো মাত্ৰ গুৰু কিয় নাই।
ইহঁত দুয়ো বাপ গুৰু মাধৱদেৱ
বিচাৰিছে এক ঠাই সত্ৰ পাতিবেক।
ভট্টাচাৰ্য্য বোলে মই নিজে কম গই
নালাগে খাটিব কাকো ৰজাৰ কাষলৈ।
খোজা মতে কলে গৈ ৰজাৰ আগত
পবিত্ৰ ভুমিক লাগে মাধৱ মহন্তক।
ৰজা বোলে মোৰ ৰাজ্যত আছে কোন ঠাই
পবিত্ৰ ঠাই বুলি তাক সকলে কহই।
ভট্টাচাৰ্য্য বোলে সেয়া কাশী বৃন্দাবন
মথুৰা দ্বাৰকাপুৰী আছে অগণন।
ৰজা বোলে সিটো ঠাই পঠাই দিয়া গই
ধন লাগে যদি নিব দি দিবো আমাই*।
ভট্টাচাৰ্য্য আহি পাছে দুইকো বুলিলা
মথুৰাক যাইবে লাগি আদেশ কৰিলা।
বৰা লস্কৰ আৰু আছে হাজাৰা আতৈ
গন্ধৰ্ব্ব মাজিও গৈয়া তাতে আছে ৰই।
দোপদৰ* সভাত ৰজা ঘোষণা কৰিলা
মাধৱদেৱ যিবা খুজে ৰজা তাক দিলা।

*আমাই - মই

*দোপদৰ - ৰজাৰ মেলচৰা

গন্ধৰ্ব্ব মাজিয়ে বোলে শুনা মহাৰাজ
পণ্ডিতক আন ৰাজ্যে আপুনি কৰে বাজ।
ৰাজা বোলে মোৰ ৰাজ্যে পবিত্ৰ ঠাই নাই
ক'ত আছে এনে ঠাই দিওক দেখাই।
মৰ্দ্দন, কাজি, ৰূপাবৰ, লস্কৰ বোলই
পূণ্য ভূমি গুৰুজন মুঠে খোজা নাই।
নিজগ্ৰাল ঠাইখন খুজিছে ৰজাত
আৰু পূণ্য ঠাই আছে আপোন ৰাজ্যত।
দোপদৰ সভা মধ্যে সবে আলোচিলা
হাজাৰা, কলীয়া, পদ্মনাভ আদি বৈলা।
হৰি, কৃষ্ণ, মৰ্দ্দন, কাজি, ৰূপাবৰ, লস্কৰ
সবে বোলে কিছু দোষ নাই মাধৱৰ।
পণ্ডিত সুজন আৰু মহন্ত প্ৰধান
তেওঁক দূৰলৈকে খেদা নাই প্ৰয়োজন।
ওচৰতে আছে সিটো হাজো পূণ্যস্থান
তাহাৰ ওচৰে গৈয়া কৰোক অৱস্থান।
এইমতে নৌকা দিয়া ৰজাই বুলিলা
হাজোৰ কাষে থাকিবলৈ ৰজাই বুলিলা।
নৌকাত উজাই আহি ভক্তগণ সমে
শুৱালকুছি ঘাট পাই তথাতেই নামে।
শিয়ালৰ হোৱা আহি কাণত পৰিল
ভক্তগণে হাঁহি হাঁহি তথাত থাকিল।
তিনি দিন পৰে গৈয়া ৰামদিয়া পাই
ইটো ৰাজ্যে থাকিবৰ গুৰুৰ মন নাই।
অধৰ্মী খলুৱা ৰাজ্য কামৰূপ এইখন
ধৰ্মৰ কাৰ্য্যতো তাৰা ঘটায় অঘটন।

ৰামদিয়া বালিত থাকি সত্ৰক পাতিলা
তাৰ সমাজত গুৰু কিছু দিন ৰৈলা।
ৰামদিয়াৰ বালিত থাকি পাছে গুৰুজন
উজনীত যাইবাৰ কৰিলেক মন।
বংশীগোপাল নামে এক বিপ্ৰৰ তনয়
শঙ্কৰক বিচাৰিয়া পাটবাউসী পায়।
তথাত আছিল মাধৱ গুৰু দামোদৰ
নপাইলা লগ তিনি শ্ৰীমন্ত শঙ্কৰ।
মাধৱৰ আদেশত শৰণ লভিলেক
দামোদৰ গুৰুৰ ঠাইত গুৰু ভজিলেক।
উজনীত গৈয়া কুৰুবাহী থান পাতি
আছিলন্ত বংশী তাতে ধৰ্ম ৰাজ্য পাতি।
মাধৱদেৱ আহিলন্ত নাৱেৰে উজাই
কিছু দিন থাকিলেক ঢেকীয়া শাক খাই।
ঢেকীয়া খোৱাত অনেক দিন ৰই যাই
দেখিলা আহোম ৰাজ্য নিৰাপদ নহই।
তিনি পক্ষ থাকিল গুৰু ঢেকীয়া খোৱাত
তাৰ পৰে আহিলেক হাজো মণিকূট।
হাজোৰ মন্দিৰে উঠি দৰশন হয়
থিয়ানী বুদ্ধৰ মূৰ্ত্তি সবাই জানয়।
বিষ্ণু মূৰ্ত্তি নোহে ইটো মাধৱ হয়গ্ৰীৱ
তাৰ পাশে আছে মন্দিৰ লিঙ্গ সদাশিৱ।
চাৰি কাওন কৰি আনি বিপ্ৰক দিবাৰে
সনাতন আতৈৰ হাতে দিবলৈ বিচাৰে।
দুই কাওন ৰাখি আতে দুই কাওন দিলা
হৰি বিমুখীয়া দেখি সমুদাই নিদিলা।

একাদশী দিনা গুড় চিৰা আনি লই
ভক্তগণৰ বাবে কড়ি ভাঙিলে আতই।
গুৰু বোলে তুমি কড়ি কোথাত পাইলা
কিবা ধন ভাঙি গুড় চিৰাক আনিলা।
আতৈ বোলে আধা দিয়া আধাক ৰাখিলো
ভকত সবৰ বাবে খৰচ কৰিলো।
গুৰু বোলে অভকতৰ এৰাক খুবাই
মোৰ বাক্য নেৰাখিলা লোকে যে নিন্দই।
এই বুলি গুৰুজনে তাহাক খণ্ডিলা
বাক্য এৰি ভক্ত বুলি নিজে প্ৰশংসিলা।

প্ৰতিষাৰ বাক্য ৰাখে যদি থাকে দূৰে
তথাপি সিজন পৰম আত্মীয় আমাৰে।
লগে সঙ্গে থাকে কিন্তু কথা নৰাখয়
গুৰু বাক্য লঙ্ঘী বুলি শাস্ত্ৰই তাক কয়।
যা হওক এনে কৰ্ম নকৰা দুলাই
অধৰ্ম হইব বোপা জানিবা নিশ্চই।
হাজোৰ মন্দিৰ এৰি ধুপৰ গুৰি পাই
লখাই তৰা তীৰে থাকে গুৰু মাধৱ ৰাই।
তাহাৰ মহিমা স্মৰি যত ভক্তগণ
হৰি হৰি বোলা সবে হয় এক মন।



## *চাৰি কলাৰ আখ্যান*

### *ছবি*

মাধৱদেৱ মহা জ্ঞানী ভকতৰ কথা শুনি
বুলিলেক একটি আখ্যান
শুনা শুনা ভক্তগণ স্থিৰ কৰি এক মন
চাৰিজন কলাৰ আখ্যান।
লুইতেৰে নাও লই লখাই তৰাৰে গই
লাহে লাহে উজাই আহিলা
নিচিনা এখন ঠাই সম্মুখতে দেখা পাই
কোদাল মৰা লোকজন দেখিলা।

গোপাল জনাৰ্দ্দন পিছে　　　লাহে লাহে মাতি আছে
লোকজনে ফিৰিয়া নাচাই
ক্ৰোধান্বিত ভক্তগণ　　　নেমাতিলা তেতিক্ষণে
বেগে নৌকা চলিয়া লবই।
আউৰ একজন পাই　　　সুধিলা মাধৱ ৰাই
কি কাৰণে নেমাতে আমাক
লোকজনে বোলে হাঁহি　　　নমতা কাৰণ কহি
কলা বুলি জনাই তাহাক।
সবাৰে উঠিলা হাঁহি　　　গুৰুজনে বলে ৰহি
চাৰি কলাৰ আখ্যান বুলিল
এক সময়ে এক স্থান　　　কলা ছিল চাৰিজন
ভিন্ন ভিন কৰ্মত আছিল।
প্ৰথম কলাজনে গই　　　পথাৰত ভেড়া লই
টোপনিয়াই চৰাবে লাগিল
টোপনিতে ভেড়া গই　　　বনৰ মাজ পালে যাই
ৰখীয়াৰ নেদেখা হইল।
ভেৰা চৰা আগুৱাই　　　বিচাৰি বিচাৰি গই
পথাৰত লোক একজন
খৰ ধৰ কোৰ মাৰি　　　ভুই আলি দিছে শাৰী
ভেৰা চৰা মাতিলে সিজন।
মই চৰা ভেড়া জাক　　　কোন ফালে গৈলা তাক
কব পৰা নেকি তুমি ভাই
কোৰ মৰাজনে ভাৱে　　　মোৰ মাটিৰ সীমা সোধে
· আঙুলিৰে টোৱাই দেখাই।

উত্তৰতে নদীখনি　　　　　দক্ষিণতে বাৰীখনি
পূব দিকে ঢাপ মৰা আছে
পশ্চিম দিশত আলি　　　　　চাৰি সীমা বুজি পালি
কৃষি কৰ্ম আমাৰ চলিছে।
ৰখীয়া কলাই ভাৱে　　　　　মোৰ সেই ভেড়াজাকে
এইপিনে ঘুৰি ঘুৰি গৈলা
এনেকৈ ঘুৰি যাই　　　　　পশ্চিমৰ পিনে যাই
আমগুৰি গাঁওখনি পাইলা।
তাৰ পাছে ৰখীয়াই　　　　　ঘুৰিয়া ঘুৰিয়া গই
আমগুৰি গাঁওৰ মাজত
জন এক লোক পাই　　　　　হাত থাৱে দেখুৱাই
মোৰ ভেড়াজাক গৈলা ক'ত।
তাহাৰ মুখ ভঙ্গী পাই　　　　　গাৱলীয়াই ভাৱি লই
ভেড়া লাগে নিশ্চয় ইহাক
খোৰা ভেড়া এক জনী　　　　　তাহাক দিলেক আনি
এনেই দান কৰিলো তোমাক।
ইটোজনে মনে গুণে　　　　　ভাঙিলো মই টেঙখনি
সেয়ে ভেড়া দেখালে আমাক
নোহে ইটো ভেড়া মোক　　　　　ভঙা নাই ঠেঙ তাৰ
দায়ী কৰ বুলি মিছা বাক।
এনেদৰে দুইজনে　　　　　কৰে দন্দ ঘনে ঘনে
কাৰো কথা কেৱে নুশুনয়
হতা হতি হৈলা পাছে　　　　　চলিলা চৌধুৰী কাষে
আঠু কাঢ়ি বিচাৰ চাৱয়।

চৌধুৰী ছিল বহি পত্নীৰ ওপৰে খঙি
তিনি দিনে ভাত নাই খোৱা
দুয়োজনে সেৱা লই গোচৰক দিলা গই
ইটো কথা বিচাৰ কৰি কোৱা।
চৌধুৰী কলাই হেৰা কৰ তইঁত আধা মৰা
বৰ লোকে কাবৌ কৰি মোক
তব ভাত খোৱা নাই তইঁতে কৰহি আহি
ভাত খাব বোলহ আমাক।
মুৰে গাৱে লাঠিয়াই দিলে খেদি দাবিয়াই
কাৰো কথা কেৱে নুবুজিলা
মোৰ গুৰু ধৰ্ম ইটো নুবুজিলে কত লোকে
কাণ থাকি যেন ভৈলা কলা।
চৌধুৰীৰ টেকেলাজন আছিল অতি বুদ্ধিমান
কথা কাণ্ড দেখিয়া আছিল
কাষ চাপি আহি পাছে বুলিলা দুইৰো কাষে
দুই বুঢ়া থমকিয়া ৰল।
বুদ্ধিমান লোকজন বুজিলা তাহাৰ মন
থাৰে কথা বুলিলা তাহাক
এই পিনে ভেড়া জাক গই আছে ঘাহ খাই
লৰি গলে তুমি পাইবা লাগ।
বুজাইলা দুইৰো কথা চিঙিল দুইৰো লেঠা
খোৱা ভেৰা লইয়া চলিল
মনৰ ভাৱ ধৰা পৰি মিলি জুলি গৈলা লৰি
তেবে কথা সমাপ্ত হইল।



# দ্বিতীয় বাৰ হাজো হয়গ্ৰীৱ দৰ্শন

## ছবি

ধুপৰগুৰিত ৰই গুৰু মাধৱদেৱ ৰাই
সত্ৰ পাতি বসতি কৰিল
এক দিন চাৰিজন ভক্ত আহি এই থান
ৰামদিয়া বুলি লাগি নিলা।
ৰামদিয়া বালি পাই কত লোক আহে যাই
গুৰুৰ ৰাখক অগণন
তিনি দিন ৰই তাত ধুপগুৰি ফিৰি যান্ত
সঙ্গে চলে সব ভক্তগণ।
এক দিন ভক্তগণে বুলিলা নম্ৰ ৰচনে
মণিকূট লাগি বাপ যাওঁ
আপুনিও সঙ্গে গই আমাক দিয়া দেখাই
তেবে সব কথা বুজি পাওঁ।
ভক্তৰ কথাত ৰই মণিকূট পালে গই
পাহাৰত উঠিয়া চলিল
চাৰি পোন কড়ি দিয়া মাধৱক প্ৰণামিয়া
বাহিৰত বহিয়া ৰহিল।
ভীমা বায়ন একজন জগন্নাথ অন্য জন
এই থানে আহি লগ পাই
ধুপগুৰি নামে ঠাই তথাত থাকিল গই
নাচ বাজনা চৰ্চ্চাক কৰই।

মৰা মাধৱৰ ঠাই — কোনো লোকে নাযাবই
জী.য়া মাধৱক সবে চায়
বস্ত্র বস্তু ধন লই — অন্ন বস্ত্র অর্ব্বুদই
বয় বস্তু উপচি পৰয়।
ধুপৰগুৰি সত্র পাতি — তাতে গুৰু দিনে ৰাতি
গুৰু লীলা নাচক শিকাই
কত লোকে বোলে হাঁহি — ইয়াত মিলিল আহি
জীৱন্ত মাধৱ ইটো ঠাই।
পাণ্ডাবোৰে আহিয় কয় — মন্দিৰক নযাৱয়
মাধৱৰ সমীপ চাপিয়া
দান-দক্ষিণা নাপাই — তাহাৰ চকু পুৰি যাই
আমাৰ আকাল মিলিল আহিয়া।
হয়গ্ৰীৱ নাম ভাই — ধ্যানী বুদ্ধ আছে ৰই
বিপ্ৰ সবে মাধৱ বোলয়
ভোট বৌদ্ধ আহে যত — সবাৰো একেই মত
বুদ্ধ বুলি প্ৰাৰ্থনা কৰয়।
মাধৱৰ লীলা শুনি — হৰিক মনত গুণি
ৰাম নাম মনে কৰা সাৰ
আয়ু যাই আলে জালে — কেতিক্ষণে ধৰে কালে
হৰি নামে হবা ভৱ পাৰ।



# ধুপৰগুৰিত সত্ৰ স্থাপন, ধৰ্ম প্ৰচাৰ আৰু সুমালিনী বুঢ়ীৰ আখ্যান

## পদ

ভক্তগণ চাই বোলে আতৈ চক্ৰপাণি
তাৰ পাছে যি কৰিলা সবে লোৱা শুনি।
লখাইতৰা নদীৰ কাষে থান ধুপগুৰি
তাতে আছে গুৰুজন ধৰ্ম চৰ্চ্চা কৰি।
কত জন লোক আহে কথা শুনিবাৰে
কতজনে আহে আৰু নৃত্য চাহিবাৰে।
ভীমা আতৈ বায়ন হল খোলত পাৰ্গত
জগন্নাথ গায়ন ভৈলা তাল বাজনাত।
কতজন লৰা আহি নটুৱা নাচই
সাজি কাচি কতজনে ৰাধিকা হোৱই।
কৃষ্ণ হোৱে কতজনে মাথাত পাখী লই
গায়ন বায়ন সবে মাথে পাগুৰী মাৰই।
সূত্ৰধাৰে সূত্ৰধৰে গোৱালে নাচয়
বড়গীতৰ তালে তালে বাজনা বজায়।
এনেদৰে ভক্তগণ আৰু কতজন
ভাৰ ভেটী সমে আহে প্ৰজা অগণন।
কেৱে ৰান্ধে কেৱে বাঢ়ে খায় আৰু চায়
যেহেন শশী ইন্দ্ৰ বিহীন অম্ৰাৱতী প্ৰায়।
হয়গ্ৰীৱ কেদাৰ থান স্নান পৰি যাই
বিপ্ৰগণে তাকে দেখি অসূয়া কৰই।
ইটো থান হয়গ্ৰীৱ সাক্ষাত বিষ্ণুপুৰী
ইয়াক ঢাকি প্ৰচাৰিলে থান ধুপগুৰি।

এক দিন হীৰা জাতিৰ নাম সুমালিনী
হৰিষতে আহে লৰি বুঢ়ী একজনী।
অতিকে সুন্দৰ কল পকা দিগজোৱা
কতজনে এনে কল দেখা নাই পোৱা।
গুৰুৰ চৰণে নিয়া কৰি নিবেদন
ধুপগুৰি সত্ৰে চলে হৰষিত মন।
এক বিপ্ৰ পাইল লগ পথৰ মাজত
বুলিলেক আনা কল হয়গ্ৰীৱ থানত।
হয়গ্ৰীৱ মাধৱ থান জগতে জানয়
যত দ্ৰব্য আনা তাতে দিবাক লাগয়।
বুঢ়ী বোলে হয়গ্ৰীৱে কল জানো খাই
তহতে ভক্ষণ কৰ মুৰ্ত্তি আগে থই।
যিজনে নকয় কথা বস্তুক নাখাই
তাহাক দিবাৰ কিছু প্ৰয়োজন নাই।
মৃতকৰ বাবে যেন পিণ্ড আনি দেই
মাছ, পোক, ভেকুলীয়ে তাহাক ভক্ষই।
সেইমতে মৰা মাধৱৰ আগে থই
পূজাৰীসকলে মাত্ৰ বস্তুক ভুঞ্জই।
মোৰ গুৰু মাধৱ যে চৈতন্য স্বৰূপ
নিৰ্গুন পৰম ব্ৰহ্ম মনুষ্যৰ ৰূপ।
দিলে বস্তু বাঞ্চে যিবা তাকে সবে পাই
সেই জীয়া মাধৱ বিনে মোৰ গুৰু নাই।

বাট কুৰি বাই গৈয়া ধুপগুৰি পাই
আগতে ৰাখিল কল সেবাক জনাই।
সমস্ত কথাক বুঢ়ী ভাঙি কৈলা তাত
ভকতসকলে বোলে গোপিনী সাক্ষাত।
মাধৱে ৰচিলা ঘোষা শাস্ত্ৰক জানিয়া
জড়ক ভজিয়া মৰে চৈতন্য ত্যেজিয়া।
সেই দিন হন্তে বুঢ়ী আই বোলে সবে
সবাৰেই পূজ্য মাতৃ সেবা কৰে সবে।
সত্ৰ্ৰ বাহাত বুঢ়ীৰ বুৰ প্ৰীতি পাইল
সুমালিনী বুঢ়ী মাতৃ সবে গুণ গাইল।
মন্দিৰৰ একজন লোক তথা যায়
মাধৱক প্ৰণামিয়া বাজনা শিকয়।

নাচ, গান, বাজনা শিকে বৰ ৰঙ পায়,
গৃহে গৈয়া দুই এজন লৰাক শিকায়।
এনেদৰে গুৰুজনে থাকি ধুপগুৰি
গঢ়িলেক সত্ৰখনি যেন ৰম্যপুৰী।
দুৰহন্তে কত লোক সত্ৰক আহই
সবেও সন্তোষ পায় নাম কীৰ্ত্তন চাই।
কতজনে আহি পাছে বাজনা শিকই
ৰাগ, তাল, মান শিকি পাৰদৰ্শী হই।
সাক্ষাতে জীৱন্ত মাধৱ সবাই বুলিলা
এই মতে ধুপৰগুৰি তীৰ্থক্ষেত্ৰ ভৈলা।
বহু লোক আহি ঐত শৰণ লভই
আপোনাক ধন্য মানি কৃত্য কৃত্য হই।

মাধৱৰ লীলা কথা স্মৰণে সুৱৰি
সব লোকগণে ডাকি বোলা হৰি হৰি।

>>>>■<<<<

## *হৰি গুৰু আতৈৰ সংসাৰ ত্যাগ, লক্ষ্মীকান্ত আৰু পঢ়িয়া মাধৱৰ শৰণ লাভ*

### *পদ*

তাৰ পাছে আৰু কথা বোলে চক্ৰপাণি
ধুপৰগুৰি ভক্তগণক সবে লোৱা জানি।
লক্ষ্মীকান্ত পঢ়িয়া মাধৱ দুইজন
মাধৱদেৱৰ পাশে লভিলা শৰণ।
মাধৱ বুলিলা পাছে হেৰা ভক্তগণ
তোৰা সবৰ হন্তে ধৰ্ম হইব প্ৰসাৰণ।

দুইজনে গুৰু কাষে যেবে ধৰ্ম লৈলা
সমস্ত কৰ্মকে গুৰু তাহাক শিকাইলা।
যেবে বেহাৰক লাগি গৈলা গুৰুজন
ই দুই ভক্তৰ হাতে কৰিলা অৰ্পন।
আমি এৰি যাব থান তোমাৰা থাকিবা
গুৰু ধৰ্ম সাধ্য মতে প্ৰচাৰ কৰিবা।

যত দিনে এই থানে ছিল গুৰুজন
পৰি মাধৱ লক্ষ্মীকান্ত সেৱয় চৰণ।
চিৰকালে কৃষ্ণ কথা শুনে দিয়া মন
সবে বোলে এই ঠাই পবিত্ৰ পৰম।
উদাৰ গোবিন্দ আহি পালে সেই ঠাই
শঙ্কৰৰ মহা ভক্ত তান সম নাই।
গুৰুৰ বহা কম্বলখনি মাথাত ৰাখিয়া
দেশে দেশে ফুৰে সিটো ধৰ্ম প্ৰচাৰিয়া।
গুৰুৰ কাষত আহি ভৈলা উপনীত
পাৱত ৰাখিল শিৰ হয়া অৱনত।
গুৰু বোলে উদাৰ ভাই আমাৰ ভাগ্যত
প্ৰবাস খাটিব লাগে বুঢ়া বয়সত।
উদাৰ বুলিলা পাছে গুৰু মুখ চাই
ডকাইতৰ সঙ্গে বাপ তুমি আছা ৰই।
কষ্ট পাইবা লাগি তুমি কৰিছা যতন
গুৰুৰ চৰণে কিছু দিয়া নাই মন।
গুৰু বোলে মনুষ্য জনমত কষ্ট খাই
আউৰ যদি কষ্ট হয় অন্য জন্ম পাই।
এইদৰে বহু কথা আলোচ হইল
শঙ্কৰৰ চৰিত দুইজনেই কৰিল।
উদাৰে পাট চালি আনে মাধৱত মাগি
মাধৱে দিলন্ত তাক ভাৱি মহাত্যাগী।
তাৰ পাছে উদাৰ গুৰু ভটিয়াই আহিল
পথ মাঝে হৰি আতৈ ভেটা ভেটী হইল।
হাতত দেখিলা কিছু বন লতা গছ
উদাৰ বুলিলা ভাই এইনো কি সচ।

হৰি বোলে সচ নই ঔষধক দিয়া
মন ভাল কৰা হেতু হৰি নাম লোৱা।
এই বুলি উদাৰ চলিলা পশ্চিমত
হৰি আতৈ হৰি নাম গাইল বহুত।
পাছে ভীমা জগন্নাথ গুৰুক পুছিলা
ইটোজনে আমাক কিয়া ডকাইত বুলিলা।
মাধৱ বুলিলা নোহে আছ ভুল বুজি
সম্পত্তিৰ মাজত মই আছো নিতে মজি।
সেই হেতু ডকাইতৰ সঙ্গ আখ্যা পাই
পৰম নিৰ্মল ভক্ত উদাৰ বিনে নাই।
কঠা কানি লাওলোটা বাহ চুঙা সাৰ
ইহা ভিন্ন বস্তু কিছু নাই আৰু তাৰ।
কাকো কিছু নোবলয় ইটো মহাসন্ত
গুৰুৰ কমলি ধৰা উদাৰ মহন্ত।
তাৰ পাছে হৰি গুৰু আতৈ যিবা ভৈলা
তাক শুনিয়োক বাৰু নকৰিও হেলা।
হৰি আতৈৰ পত্নী যেবে আৰোগ্য হইল
পৰম আনন্দ লভি দুজন ৰইল।
এক দিন তিনিজন ভকত গৃহে গৈলা
ভকত দেখিয়া আতৈ বৰ ৰঙ পাইলা।
ৰাতি থাকি চাৰিজনে হৰি নাম গাই
অন্নক ভুঞ্জিলা সবে পাত পাৰি লই।
ভোজনান্তে হৰি আতৈ পত্নীক বুলিলা
সবখিনি চুৱাপাত পেলাবে আদেশিলা।
পত্নী বোলে ইটো কৰ্ম নকৰোহো মই
শালৈ জাতিৰ মানুহৰ চুৱা নেপেলাই।

আতে বোলে আমি নিজে পেলাম চুৰাপাত
হৰি ভকতৰ কিছু নাই কুল জাত।
এই বুলি আতে নিজে পাতক পেলাই
মাথাত লইয়া চুৰাপাত নিজে গই।
তাৰ পাছে আতে আহি পত্নীক বুলিলা
শ্ৰীকৃষ্ণই গীতাত অৰ্জুনক বুজাইলা।
ধনঞ্জয়ৰ আগত বোলন্ত দেৱহৰি
কলিত বৈষ্ণৱে বিষ্ণু জানা নিষ্ঠ কৰি।
বহু দিন বহু কৰ্মে কৰিলা দিগদাৰী
আজি মই চলি যাবো এই গৃহ এৰি।
অসতী নাৰীৰ সঙ্গে কিছু সুখ নাই
মিছাতেহে পুহি আছো যেন বাজী গাই।
তিৰোতা পুৰুষ যদি একমন নোহয়
সংসাৰত নাই সুখ গাধৰ আলয়।

সঙ্গম কালতে গাধই গাধীৰ লাঠি খাই
তথাপি নেৰয় সঙ্গ মৈথুন কৰই।
এই বুলি হৰি আতে গৃহক ত্যাগিলা
পত্নী-পুত্ৰ গৃহ চাৰি বনক চলিলা।
এক দিনা নাতিনীক পথত দেখিলা
সূতা অল্প লাগে বুলি তাহাক খুজিলা।
আবুক ত্যাজিলি কিয় গৃহস্থী এৰিলি
সূতা লাগে কাক বোলে কেনেকৈ চিনিলি।
আতই শুনিয়া মাথা চপৰাই পাছে
চলি গৈলা পথ ধৰি যথা গৃহ আছে।
কল চোচনিৰ সূতা আনি কঠা সিয়া
তাকে লই হৰি আতই গৈলা চলিয়া।
মায়া ময় ইটো গৃহ সংসাৰ নোহে ভাল
হৰি হৰি বুলি সবে এৰা মায়া জাল।



## *হাজোত বিপ্ৰসবৰ অসূয়া আৰু বেহাৰ গমনৰ উদ্যোগ*

### *পদ*

হাজোৰ নিকটে গুৰু তিনি বৰ্ষ ৰৈলা
সহস্ৰেক লোক আহি শৰণ লভিলা।
শুৱালকুছি হন্তে ছিল যত তাতীগণ
সবে আহি লৈলা মাধৱ গুৰুত শৰণ।
ৰামদিয়া চৰে আছে যত কৃষকগণ
তাৰা সবে আহি লৈলা মাধৱত শৰণ।

বৰদধি ক্ষুদ্ৰদধি আৰু কত গ্ৰাম
সকলো গাওঁৰলোকে লৈলেক শৰণ।
লক্ষ্মীকান্তদেৱ আৰু পঢ়িয়া মাধৱ
সকলোৱে আহি গুৰুত কৰে সেৱ।
ভাৰ ভেটী আনে কত চাউল কদলি
শাক, লাউ কত আনে ভৰে পাচি ভুলি।

তাকে দেখি বিপ্ৰগণৰ হিংসা উপজিল
শিষ্যগণ বাটে ধৰি নিন্দাবান কৈল।
মৰা মাধৱ জীয়া মাধৱ বুলি নিন্দা কৰে
দেখিলেই ভক্তগণ কত গালি পাৰে।
বাটে ঘাটে সিহঁত আহি কাজিয়া লগাই
কত নিন্দাবাদ কৰে কহি অন্ত নাই।
শুনি গুৰুজনে মনে দুখ পাইল বৰ
কথা যাব কোথা ৰব কৰিলা খবৰ।
হাজো কামাখ্যাক লাগি আহে কতজন
বেহাৰৰ পৰা লোক আহে অগণন।
আই, ধাই আৰু তৈতে গুৰুৰ ভকত
শুনিয়া পাইল দুখ অনেকে মনত।
ৰাম ৰাম তেলী কৃষ্ণ হাজাৰা গোপাল
বলাই আতৈ নৰসিংহ মাইয়ুসুবাল।
সবে শুনি দুখ পাই কাৰুণ্য কৰিয়া
গুৰুক আনিবে লাগি পঠাইল বৰুৱা।
ৰাম ৰাম আতৈ আহি গুৰুক বুলিলা
বেহাৰত চলি যাব বাক্য যে বুলিলা।
হাজো স্থানে ছয় মাহ আৰু ৰই গল
তাফ পাছে গুৰুজন যাবৰ সাজু হল।
ভক্ত সমে বয় বস্তু নাৱত তুলিলা
সবে মিলি নৌকা লৈ ভটিয়াই আহিলা।

প্ৰথম দিন আহি পায় মন্দিয়াৰ ঘাট
তিনি দিন জিৰাইয়া থাকিল তথাত।
পঢ়িয়া মাধৱ আতৈ তাতে লগ লই
সঙ্গত যাইবে লাগি বুলিলা বিনাই।
গুৰু বোলে তুমি তাত নালাগই যাব
সবে গুছি গলে ধৰ্ম বস্তু লোপ পাব।
প্ৰাণ ভয়ে নথাকয় কত কথা কয়
অনেক যত্নৰ মুৰত কথমপি ৰয়।
নামঘৰ, কীৰ্ত্তনঘৰ সৰ্ব্বদা বান্ধিবা
তাতে থাকি ভক্তি মূলক ধৰ্ম আচৰিবা।
ওপৰত মেঘ দেখি মৰা নৃত্য কৰে
সূৰ্য্য দেখা দিলে পঙ্কজ পাহি মেল ধৰে।
চন্দ্ৰৰ পোহৰে ভেট ফুলিয়া উঠয়
আমি দুৰে থাকে তবু সমন্ধ নেৰয়।
এই বুলি গুৰুজন ভটিয়াই চলিল
পঢ়িয়া মাধৱ পাছে ইয়াতে ৰহিল।
চাৰি পুত্ৰ পঢ়িয়াৰ সঙ্গত আছিল
বৰুপত্ৰ, গোপাল, ভোল মধ্যম হইল।
নিৰঞ্জন মুৰাৰী দুই তৃতীয় চতুৰ্থ
চাৰি পুত্ৰ সমে আতৈৰ মিলে বহু অৰ্থ।
এই মতে আছে তাতে গুৰু ধৰ্ম ধৰি
ভক্তগণ সবে মিলি বোলা হৰি হৰি।

>>>>■<<<<

# বেহাৰ যাত্ৰাৰ পথত গুৰুজন

## পদ

চক্ৰপাণি আতৈত পুছিলা ভক্তগণ
কিহেতু, বেহাৰ ৰাজ্যে চলে গুৰুজন।
আতৈ বুলিলেক হেৰা মহা ভক্তগণ
যতে থাকে ততে হিংসে তান্ত্ৰিক বিপ্ৰগণ।
হাজোৰ মাধৱ স্থানে আহে যাত্ৰীগণ
ধুপগুৰি গৈয়া কৰে মাধৱ দৰশন।
মৰা মাধৱৰ স্থান গিৰি মণিকূট
দৰশন হোৱে সবে মাহাত্ম্য অদ্ভুত।
কিন্তু যাৰ মাত বোল লৰচৰ নাঁহি
প্ৰস্তৰ শিল মূৰ্ত্তি আছে মাথো ৰই।
লখাইতৰা তীৰে থাকে জীৱন্ত মাধৱ
ভকতজনৰ তিনি পৰম বান্ধৱ।
ইহকাল পৰকালৰ বাবে আছে ৰই
উপদেশ পাইবা তৈতে যাকে যি লাগই।
এই কথা সিটো স্থানে কয় লোকচয়
বিপ্ৰ সবে শুনি কিন্তু সহ্য নকৰয়।
হিংসা কৰে বিপ্ৰগণ গুৰু মাধৱক
নানা কূট মিছা কথা লগাই সমাজক।
বেহাৰ ৰাজ্যত আছে গুৰুৰ প্ৰিয়জন
শুনিয়া আছিল কথা তৈতে অগণন।
আই, ধাই মহাভক্তা আৰু কতজন
খবৰ পঠাইল যাইবে লাগে গুৰুজন।

লক্ষ্মীকান্ত পড়িয়া মাধৱ দুইজন
দুইকো মাতিয়া আনি বুলিলা তখন।
ঝগৰা কৰিয়া বোপা নথাকিবো আমি
বেচি দিন থাকিলে আৰু বিপদ আছে জানি।
নৌকা একখনি আনা যোগাৰ কৰিয়া
অহা কালি যাইবো আমি বেহাৰ লাগিয়া।
তোমালোক দুইজনে থাকিবা ইয়াত
নামধৰ্ম প্ৰচাৰিবা ইখন ৰাজ্যত।
নামধৰ্ম ৰাজ্যৰ ভাৰ তোৰা দুইজনে
কান্ধ পাতি বেহাইবা শক্তি থাকে মানে।
এই বুলি গুৰু মাধৱ নিমাত থাকিল
সেৱা কৰি দুয়োজনে কান্দিতে লাগিল।
নৌকাখনি অনাইল বাইছা দুইজন
মন্দিয়াক লাগি আগ বঢ়ালে গুৰুজন।
তাৰ পৰা বিদায় মাগি গৃহক আহিলা
মনদিয়া এৰি গুৰু গজিয়া পাইল।
তাৰে পৰা বাউসী আৰু সুন্দৰী জনাইল
বেহাৰ চলি যাব আমি সবে থাকা ভাল।
কাঠনি ঘাটত গুৰু এদিন জিৰাই
তাৰ পাছে অন্ন ৰান্ধিবাক সাজু হই।
যদুমনি আতৈ পাত কাটিবাক যাই
গোপালৰ ভাৰ্য্যা বউক তথাত দেখই।

গুৰুৰ বাতৰি পাই সব আতাগণ
বয় বস্তু ভৰাই আনে নৌকা একখন।
মাধৱত ধৰ্ম বস্তু সবে জানি লই
পৰমাৰ্থ তত্ত্ব জ্ঞান বুজি বাজি চাই।
সবাকো সম্বোধি গুৰু বিদায় লইলা
ৰামচৰণ ভাগিনাই কান্দিবাক লৈলা।
উৰ্বশী মাতৃক আহি খবৰ জনাই
আমাক এৰিয়া গৈলা প্ৰাণৰ মামাই।
পৰে দিনা পুৱাই গুৰু যাত্ৰা আৰম্ভিলা
যদুমনি আতৈক দেব সঙ্গে লৈ চলিলা।
এনেদৰে কাঠনি ঘাট এৰি চলি যাই
পুনৰুপি গজিয়াৰ ঘাট পাইলা গই।
বাৰ্ত্তা দিলা গুৰুজন সবাকেই মাতি
অপেক্ষা কৰিলা তাত দুদিন দুই ৰাতি।
নাৰায়ণ দাস, পুৰুষোত্তম, হৰি আৰ কমল
সবে আহি গজিয়াত মিলিল সকাল।
নাৰায়ণ ঠাকুৰ আতা দুখেৰে বুলিলা
আমাকো লগতে নিয়া বুলি টানি কৈলা।
মাধৱ বুলিলা সখি তুমি নযাইব
তুমি গলে ই ৰাজ্যত ধৰ্ম নাথাকিব।
কৃষ্ণ যেন গুছি গৈলা উদ্ধৱক এৰি
উদ্ধৱ থাকিল ঐত ধৰ্ম খুটি ধৰি।
সেই মতে থাকা তুমি ইখন ৰাজ্যত
আপোন কৰ্মৰ বলে পালিবা ভকত।
পাটবাউসী, সুন্দৰি দিয়া, বৰপেটা ধাম
জনীয়া, মনথই আৰু ধুপগুৰি থান।

সকলো থানৰ তুমি মুৰব্বী হইয়া
সবাকো দেখিবা যত্নে ধৰ্মক ৰাখিয়া।
এই সব থানে পৰম তত্ত্ব বস্তু দিবা
আমাৰ কথাক সখি পাহৰি নাযাবা।
ৰামচৰণ বোলে মই আগে নাজানিলো
জনাহলে মামাক ৰখা উপায় কৰিলো।
কামৰূপী লোকৰ যে বিধি বক্ৰ ভৈলা
ই ৰাজ্য তেজিয়া মামা বেহাৰ চলি গৈলা।
কথা শুনি গুৰুজনৰ মন ভৈলা বিকল
সোণৰ হাৰ গচি দিলা ভাগিনৰ গল।
ৰজাৰ অমাত্য এক কলীয়া দলৈ
দিছিলেক হাৰ গচি গুৰুজনলৈ।
সাত শিৰিয়া হাৰ দেখিতে সুন্দৰ
দহ মহা ওজন তাত শিল্প ৰুচিকৰ।
আৰু যত গুহ্যতম কথা বস্তুচয়
সকলোকে দিলা গুৰু আনন্দ হৃদয়।
বুলিলন্ত গুৰুজন ৰাম চৰণক
কীৰ্ত্তনৰ খণ্ডবোৰ গোটাই দিবা মোক।
আহুকালে গুৰু বাক্য ৰাখিবে নপাৰি
মোৰ বাক্য ৰাখা তুমি ইটো কৰ্ম কৰি।
বিভিন্ন স্থানত আছে খণ্ড খণ্ড কৰি
গোটাই আনিবা সব আধ্যা এক কৰি।
শিশিৰ পঢ়ি বস্ত্ৰখনি আগ্ৰহ কৰি নিল
মনপুৰ আতৈ তাক কদাপি নেৰিল।
জাৰত ললে ঘাম ধৰে উষ্ণে ললে শীত
ই খনি বস্ত্ৰ ইটো মাহাত্ম্য অদ্ভুত।

মনপুৰক চাই বোলে বাৰু ৰাখ তই
মনোমত তোৰ কৰ্ম সহায় পাওঁ মই।
সবে মিলি পদে পৰি সেবা জনাইল
সকলোৰে পৰা গুৰু বিদায় মাগিল।
বৃদ্ধ কালে চলি যাইবা মন কভু নাই
থাকিবৰো নাই ঠাই উপায় নাপাই।
মনপুৰ ভাণ্ডাৰী পাছে ভাবি গুণি চাই
শিশিৰী কাপোৰ আনি গুৰু হাতে দেই।
পাৱে পৰি কান্দি কান্দি মিনতি কৰিল
চিৰদিনৰ বাবে গুৰু আমাক এৰিল।
ত্যেজি এই স্থান প্ৰভু চলে বহু দূৰ
আউৰ নাহিব প্ৰভু এই নন্দনপুৰ।
নৌকা এৰি দিলা গুৰু ভকতক চাই
চকু থিৰ কৰি ভক্তগণে ৰল চাই।
দৃষ্টি বহিৰ্ভূত সবে যেসেবে হইল
চকু ফিৰাই গুৰুদেৱ নৌকাত বহিল।
লাহে লাহে পালেগৈ খাগৰিৰ ঘাট
ৰাতি হোৱা হেতু নৌকা বান্ধি ৰল তাত।
ৰাত্ৰি কাল কটাইলা ৰজনী প্ৰভাত
অন্ন সিজাইবাৰ বাবে নাই খৰি পাত।
সব আতৈগণে খৰি বিচাৰিবে গৈলা
খৰিৰ লগত এক মাখি, মউ পাইলা।
মউখিনি আনি পাছে বাচনত থই
কি কৰিয়া বাটি খাব গুৰুত পুছই।
গুৰু বোলে উৰালত খুন্দা-পিঠা গুৰি
তাতে সানি লাৰু কৰা সৰু সৰু কৰি।

সেই লাৰু সবাকে বাটিয়া দিয়া হোক
এই মতে মধু ৰস সবাই পাওঁক।
গুৰু উপদেশে আতৈ উৰাল ধৰিল
গুৰা কুটি মউ সানি লাৰু বনাইল।
সবাই ভাগ বাটি খাই আনন্দ পাইলা
মধুৰ সুখত মধু পান কৰি খাইলা।
এক দিন অন্তে চলি গৈলা ভক্তগণ,
গুৰুৰ সহিতে আছে ভকত কেইজন
বঠা পোতা ঘাটে বৈলা ৰাত্ৰি যে হইল
প্ৰভাততে স্নান হেতু বিলত চলিল।
দেখিলন্ত পানী শুকাই মাছৰ বিলাই
মাছৰোকাগণে মাছ ধৰিয়া খাৱই।
আতৈগণে দেখি বহু মাছক ধৰিলা
এক পাচি মাছ আনি গুৰু আগে দিলা।
মাছ দেখি মাধৱদেৱ বুলিল বিনই
আমাৰ ধৰ্মত কিছু হিংসা কৰ্ম নাই।
এনুৱা গৰ্হিত কৰ্ম ভকতে নকৰে
প্ৰাণী হিংসা কৰ্মক গৰ্হিত গণ্য কৰে।
তোমালোকে ইটো কৰ্ম কিয়বা কৰিলা
নিমাৰিত প্ৰাণীৰ কিয় জীৱন লইলা।
ভক্তগণে বোলে বিলৰ পানী শুকাই গই
সব পক্ষী একেলগে মাছ ধৰি খাই।
মাছৰোকা, হাড়গিলা, কুকুৰা চৰাই
কাউৰী, ৰাজহাঁহ কত সীমা সংখ্যা নাই।
আমি মাৰি নানো যদি আপুনি মৰিব
মৰাক মাৰিলে তাত কি দোষ ঘটিব।

গুৰু বোলে এক বিপ্ৰ শয্যাত পৰিয়া
উৰ্দ্ধ শ্বাসে হামি কাঢ়ি প্ৰাণ প্ৰৱৰ্ত্তাইয়া।
কিছু পৰে প্ৰাণ পক্ষী যাবই উৰাই
হেন সময়ত যদি কোনো জনে যাই।
বিপ্ৰৰ গলত চেপি মাৰিয়া পেলাই
ব্ৰহ্ম বধ ভাগী জানো সিজন নহই?
ভকতসকলে বোলে আমালোকৰ মাজ
ভাগ বাটি খাইবো আজি মৎসক এসাজ।
যিবা হেতু ইটো ধৰ্মে মৎসে বাধা নাই
ভক্তগণে বাটি খালে কিবা দোষ হই?
গুৰু বোলে বাৰু সিটো ভাল কৰি চাই
ভক্তৰ কাৰণে ৰামে অন্যায় কৰই।
এই বুলি সবে মাছ ৰান্ধিয়া খাইল
মাছ খাই ভক্তগণে সন্তুষ্টি পাইল।
অন্ন ভুঞ্জি সবে পাছে ক্ষন্তেক জিৰাই
নৌকা এৰি দিলা সবে বেহাৰ ৰাজ্য লই।
এক দিন নৌকাখনি চলাইয়া নিলেক,
সাৱধানি ঘাটে গৈয়া নৌকা বান্ধিলেক।

গুৰুজনে নিজ হাতে নৌকাক বান্ধিলা
ভক্তগণে খৰি পাত অন্বেষণে গৈলা।
অপবিত্ৰ শ্মাশান দেখি ই ঠাই এৰিল
এক মোচৰ উজাই তাতে নৌকা ৰখিল।
তাৰ পাছে ভটিয়াই আৰি কাটি পাইল
এক ৰাতি ৰই তাত বিজয়পুৰ গৈল।
ৰাজ দোলা দিয়া ৰজা দুলীয়া পঠাই
ৰঘু ৰজা আনিলেক গুৰুক চপাই।
কত কষ্টে কত দিনে বেহাৰ পাইল
গুৰুজন আহি মাত্ৰ ইয়াত পৌশিল।
অনেক দিন ৰই তাত প্ৰায় বৰ্ষ এক
লক্ষ্মী নাৰায়ণ ৰাজ্যে প্ৰভু চলিলেক।
অষ্টম খণ্ড চৰিত্ৰৰ ভৈলা সমাপন
দাসানুদাসে হৰি পদে কৰি মন।
শঙ্কৰ-মাধৱ-দামোদৰ গুৰুদেৱ
দাস্যা ভাৱে সবাৰে চৰণত কৰো সেৱ।
গুৰুসকলৰ পদৰেণু শিৰে ধৰি
ভক্তগণে নিৰন্তৰে বোলা হৰি হৰি।



— অষ্টম খণ্ড সমাপ্ত —

# শ্ৰীগুৰু চৰিতামৃত

## নৱম খণ্ড

## শ্ৰীশ্ৰীমাধৱদেৱৰ বেহাৰ ৰাজ্যৰ লীলা

পৰম মঙ্গল ৰূপ মাধৱ মাধৱ নাম যিটো মহাজনে উচ্চাৰয়
তাৰ অমঙ্গল ৰূপ গুচয় সংসাৰ ভয় ভৱতৰি মাধৱক পায়

### আবি কাটি ঘাটৰ পৰা মাধৱদেৱৰ বিজয়পুৰ যাত্ৰা
### বিজয়পুৰত কিছু দিন অৱস্থান

পদ

জয় জয় কৃপাময় দেৱ শ্ৰীহৰি
সৃষ্টি স্থিতি প্ৰলয় যাৰ আজ্ঞা শিৰে ধৰি।
সেই প্ৰভু নাৰায়ণ কৰিল কালত
শ্ৰীমন্ত শঙ্কৰ ৰূপে ভৈলন্ত বেকত।
মাধৱ মহাসন্ত তান সঙ্গী অৱতাৰ
হৰি নামে কলি লোক কৰিলা উদ্ধাৰ।
ভক্তগণ আগে কহিলন্ত চক্ৰপাণি
বৰপেটা হাজো এৰি গুৰু ভাবি গুণি।
বেহাৰক গৈলা মাধৱদেৱৰ ৰাই
কামৰূপৰ ভক্তগণে বিলাপ কৰই।
ৰামচৰণ ঠাকুৰ আৰু উৰ্ব্বশী জননী
গুৰুৰ অবিহনে হ'ল আলাই অথানি।
বেহাৰ ৰাজ্যত গৈয়া বিজইপুৰ পাই
ৰজাৰ বাক্য ৰক্ষা কৰি কিছুদিন ৰই।
বিজয়পুৰত ছিল সাধু সন্তগণ
সবে বাৰ্ত্তা পাইলেক গুৰু আগমন।

তুলসী আতৈ দিব্য ৰায় নাৰায়ণ
গঙ্গাৰাম ছাণ্ডিয়া গোপাল চাৰিজন।
দোলাখনি লৈয়া গৈলা পৰমআনন্দে
যদুমণি আগে চলি যায় মহাৰঙ্গে।
সেহিবাটে ৰঘুৰাজ আহিয়া আছিল
তাকে দেখি দোলাখনি লুকাই ৰাখিল।
বলাই নৰসিংহ ছিল ৰজাৰ কাযত
গুৰুক দেখি দোলা ৰাখি ভৈল অৱনত
দুয়োজনে বোলে গুৰু আমাৰ গৃহত
আজি ৰাতি থাকি যাব ধৰো চৰণত
গুৰু বোলে যাম ৰাৰু তোমাৰ গৃহত
কিন্তু একবস্তু লাগে কৰো অৱগত।
তাৰ পাছে থিক হব যোৱা বা নযোৱা
পামনে নেপাম বস্তু ভাণ্ডি পাতি কোৱা।
নৰসিংহ বোলে বাপ আৰু কিবা আছে
যিবা খোজে দিয়া হব যদি শক্তি আছে।
তেনেহলে গই আছো তোমাৰ গৃহক
বস্তু এটি মাত্ৰ আন নলাগয় মোক।
দোলাসহ বলায় নৰসিংহ গৃহে যাই
একাদশী ব্ৰতপালি একোৰে নখাই।
পৰে দিনা দুই ভাই গুৰুক বুলিলা
অন্ন সিজাই বাক লাগি বিনয়ে বুলিলা।
দিব লগা যিটো বস্তু আমাক আগে দিয়া
দুইজনে মোৰ আগে উপবিষ্ট হোৱা।
কথা শুনি দুইভাই উপবিষ্ট ভৈলা
তাহাৰ মাজৰ জেদ এৰিবাক কৈলা।
জেদ যদি কৰে আমি অন্নক নেখাও
খাওক অন্ন আমি জেদ এৰিয়া গেলাও।
দুইজনে পৰস্পৰে আলিঙ্গন কৰি
এৰিলো আমাৰ জেদ গুৰুৰ বাক্য ধৰি।
দুইৰো মাথাত গুৰু টিকিলি মাৰিলা
মাথা হন্তে কাল ধোৱা বাহিৰ হইলা।
গুৰু বোলে মাথা শুদ্ধভৈলা দুই ভাই
একেখনি গামোচাক দুইজনে লই।
গুৰুক প্ৰণাম কৰ আৰু কাম আছে
সষ্টাঙ্গতে দুইজনে প্ৰণামিল পাছে
গুৰু বোলে সীমা বাহ ধাৰী কাটি দিয়া
খৰি তৈয়াৰ কৰি দুইজনে বাটি নিয়া।
যেই উপদেশ সেই কৰ্মক কৰিল
তাতে গুৰু অন্ন ৰান্ধি সমস্তে খাইল।
দুই ভাতৃ পৰিয়াল মিলিয়া গইলা
গুৰুৰ প্ৰসাদে তাৰা মহাশান্তি পাইলা।
এই ৰূপে তাত আছে ধৰ্মক আচৰি
কেহো হাজাৰাৰ গৃহে চলে দিন ধৰি।
হাজাৰা আছিল এক বিত্তৰ লুভীয়া
প্ৰজাহন্তে ধন লয় কৌশল কৰিয়া।
ৰজাৰ দেৱান সিটো বহা বলশালী
বুদ্ধিবাণ, চতুৰ মহান কৌশলী।
গুৰু জানি লন্ত ইও পাপী ধনীজন
তাহাৰ গৃহকো চলি যায় এক দিন।
পাদ্য অৰ্ঘ্য দিয়া সিটো গুৰুক পুজিলা
অন্ন সিজাইবাক লাগে গুৰুক বুলিলা।

গলে বস্ত্ৰ দিয়া আঠু কাঢ়ি সেৱা কৰি
বুলিলন্ত গুৰুদেৱ লওক শীঘ্ৰ কৰি।
গুৰু বোলে তব ঘৰে যত বিত্ত আছে
আমাক দিয়াহি দান অন্ন লইবো পাছে।
থাকিলা গুৰুৰ আগে সবে আঠু লৈয়া
পাছে স্তুতি বাণী কৰি গন্ধ পুষ্প লইয়া।
একে একে সব দান দিলা গুৰু লই
গুৰু বোলে বাৰু গাৱত আছুই।
ইচ্ছা যদি নকৰাহা দিব নলাগয়
কেহো বোলে ৰাংচাহি নৰাখিবো মই।
পত্নী হাতে কাণে যত গহনা আছিল
সকলোকে আনি মাধবৰ হতে দিল।
বস্ত্ৰ পাই গুৰুজনে তিনি ভাগ কৰি
ৰজা ঘৰৰ বাবে ৰাখে আচুতীয়া কৰি
হাজাৰ বুলিলা কিয় কৰা তিনি ভাগ
আমাৰহে দান দিলো লাগি আপোনাক।
চৰণ ধুলিৰে হব আৰু বস্তু কত
সমস্তকে সমৰ্পিলো তযু চৰণত।
গুৰু বোলে ৰজাৰ লেঠা এভাগ মাৰিয়া
এভাগ ৰাখিয়া থলো বংশক লাগিয়া।
একভাগ আমি ললো সমাজক লাগি
তিনিভাগ ভক্তগণ হৈব ইহাৰ ভাগি।
ভড়ালী পাতিলো তোমাক গৃহত থোৱা
যেতিয়া লাগিব তাক আমি হব লোৱা।
তাৰ পাছে গুৰুজনে বলাইক বুলিলা
ৰঘু ৰজাৰ ৰাজ্যত থাকিবৰ হেলা।

পিতৃ ভক্ত জ্ঞানী ভক্ত নোহে ইটোজন
অল্পক্ষতি ক্ষুদ্ৰ দৰ্শি পৰবিত্তে মন।
লক্ষীনাৰায়ণ ৰাজ্যে নিজে চলি যাওঁ
তাতে থাকি জীৱনৰ শেষ কাল কটাও।
দুয়ো ৰজাৰ পুৰোহিত ভৃগুবাস্তা নাম
তেওঁক ধৰিলা বলাই কৰা এককাম
ভক্ত ছয়জনক সীমা এৰুৱাই দিয়া
লক্ষী নাৰায়ণ ৰজা পঠাইছে মাতিয়া।
চাৰি ভক্তে দোলা বব ভাৰি একজন
গুৰুৰ সাহিতে লোক এই ছয়জন।
পুৰোহিত বুলিলা ভৃগু চকীদাৰ জন
আমাৰ শহুৰ বুঢ়া লোক একজন।
তাৰ সঙ্গে যাইবো দোলা ভাৰী চাৰিজন
বয় বস্তু ভাৰ কৰি নিব একজন।
দোকমোকালিতে আহি কৰিব যাত্ৰাক
পাৰ কৰি দিব আমি ৰাজ্যৰ সীমাক।
সোণ কোষ নদী যেবে পাৰহৈয়া যাব
লক্ষী নাৰায়ণ ৰাজ্যে প্ৰবেশ কৰিব।
বলাই নৰসিংহ নাও ৰাখিছে যোগাৰ
দোক মোকালিতে যেবে নদী হোৱে পাৰ।
যদুমণি আতৈ ভাৰি বহু বস্তু ছিল
কেকৌ গেথৌ কৰি ভাৰ কোনো মতে নিল।
মাধব বুলিলা তুমি আহাহে বেগাই
ৰাজ দূতে পালে পাচে কি হব উপাই।
গুৰু বোলে পটা খনি দিয়া দলিয়াই
দাণ্ডিব নোৱাৰিলে ভাৰ আৰ উপাই নাই।

বটন নহলে বৃদ্ধ কাল নচলিব
পুনৰ তুলিয়া তাক মাথাত ৰাখিব।
নৌকাত উঠিল গৈয়া কক্ মক কৰি
পাৰ হৈলা ছয়জন নাওৰ উপৰি।
সিপাৰত গৈ যেবে নৌকা লাগি গৈলা
ভয়ঙ্কৰ বোকাৰ মাঝে সোমাই পৰিলা
কোনোমতে পিচুৰাই গাত লাগিল
লাফ দিয়া গুৰুজন পাৰত উঠিল
ৰজনী প্ৰভাত ৰবি হিঙ্গুল বৰণ
ভুমুকি মাৰিয়া দিলা সোণালী কিৰণ
ৰখিয়া সবাই বোলে তপন উদিল
গুৰুজনৰ ৰূপ যেন তাতকৈ চৰিল।
বোলে এওঁ মানুহ নহয় সূৰ্য্যৰ উদয়
সোণ কোষ বুকুৰ পৰা ভৈলন্ত উদয়।
সেৱা কৰি চকিয়াল কিছু নলইল
চৰণ দুই মাত্ৰ নতাশিৰে প্ৰণামিল।
লগত আছিল ভৃগু ৰাজ পুৰোহিত
তাহাৰ গৃহত গৈ ভৈলা উপনীত।
আত পৰে ৰাজ গৃহে গুৰু চলি গৈলা
টকা বস্ত্ৰ দিয়া গুৰুক ব্ৰাহ্মণে তুষিলা।

তাৰ পৰা দিন ৰল মান্তাৰ গৃহত
ভৃগু শৰ্মা ভাতৃ সিটো ৰাজ পুৰোহিত।
কপিল কেৰো নামে দুই তাহাৰ নোকৰ
শৰণে আশ্ৰয় লৈলা মাধৱ মহন্তৰ।
অন্ন খাইবাক লাগি কৰিলা যতন
বৃদ্ধ কালে খাব নোৱাৰি নহলে বটন।
পটাখনি আহিলেক পথত পেলাই
আৰু এখন যোগাৰ নহলে উপাই নাই
যদুমণি বোলে বাপ পটা এৰা নাই
বটন নহলে জানো কি হব উপাই?
আপোনাৰ বাক্য ৰাখি মাটিত থইলু
পুনৰাপি বকোচাত বান্ধিয়া আনিলু।
গুৰু বোলে যত কষ্ট হইল তোমাৰ
বেজীৰ আগৰ বিন্ত সুজা নাযাই ধাৰ।
এই বুলি ছয়জনৰ অন্নক সিজাই
খাই বই ৰহিলন্ত কৃষ্ণ গৃহে গই।
তিনি দিন ৰল গুৰু ভৃগুৰ গৃহত
শৰ্মাই বুলিলা বৃদ্ধ কাজীৰ আগত।
মাধৱ দেৱ শুনিয়া পাছে বিৰক্ত পাইলা
ৰাম ৰামৰ গৃহে গই উপনীত ভৈলা।

মাধৱৰ লীলা কথা পৰম অমৃত
হৰি হৰি বোলা সবে কৰি একচিত্ত।



# ৰাম ৰাম আতৈৰ গৃহত গুৰুজন

## পদ

তাৰ পাছে চক্ৰপাণি বুলিলা বচন
কৈ আছো বেহাৰ ৰাজ্যৰ বিৱৰণ।
আতৈৰ সমীপে যেবে আইলা গুৰুজন
পৰম শ্ৰদ্ধায়ে দিলা গৃহ একখন।
গৃহৰ পিচত এক লাউ গছ আছে
বগাই বাৰ হেতু লাউ হৈদালিক দিছে।
তল খনি সাৰি মচি আতৈ নিজে দিল
তাতে বহি গুৰুজনে শাস্ত্ৰক চৰ্চ্চিল।
গোপাল আনিল কিছু লোকক মতাই
লোক আহি বাদ কৰে শাস্ত্ৰে মন নাই।
গুৰু বোলে এৰা সব অধম পামৰ
মহিমাক নুবুজয় হৰিৰ নামৰ।
গোপাল মাতিয়া আনে এৰা সব লোক
শাস্ত্ৰে মন নাই পাছে বিকৰ্থয় মোক।
ৰাম ৰাম বোলে বাপ আমি কথা দিলো
লোক মাতি আনিবাক গোপালক বুলিলো
মাধব বুলিলা হেৰা ভকত সুজন
বুঢ়া শালিকাই মাত নামাতে কদাচন।
পাপৰ মাজত মাজি নিজকে হেৰাই
এৰাসবেজানো নাম লব কোনোবাই।
যাৰা ভক্ত সন্ত লোক আপুনি আহিব
যিসকল পাপ মাতি মাতিয়া নানিব।
ধৰা তুমি লাউ ডালি কৰিছা পালন
ফল ধৰি আছে কত কৰিছা ভক্ষণ।

পানী আনা হেতু বুঢ়া চাৰিটা ৰাখিছা
সলাই মেলি কত লাউ আনক খুৱাইছা।
এবে যদি লাউ জোপা ৰুৱা আন ঠাই
গোবৰ সাৰ দিয়া পতি যথেষ্ট কৰই।
নহব লাউ জুপি যাব মাথো মৰি
আৰা সবে হৰি কথাত নেদে মন পাৰি।
ৰাম ৰাম গুৰু পাছে ক্ষমা চাই কৈলা
আদেশ নাপালে কাকো মাতিয়া নানিলা।
হেনমতে আলোচ কৰিলা সমুদায়
আপোন ইচ্ছাতে কত লোক আহে যায়।
চিৰ সঙ্গী শ্ৰীৰাম আতা লগতেই থাকে
গুৰুৰ সমভাগী সৰ্ব্বদাই সুখে দুখে।
বেহেৰীয়া বিষ্ণু আতা গুৰুক বিচাৰি
সোণ কোষ পাৰ ভৈলা অতি কষ্ট কৰি।
বিষ্ণু আতা মহা ভক্ত বিজয় পুৰৰ
অন্যতম শিষ্য এক গুৰুৰ লগৰ।
গুৰু সমে চকী পাৰ হব নোৱাৰিলা
জঙ্ঘলৰ মাঝে নদী ভুৰে পাৰ ভৈলা।
লঘোণ ভোকত বৰ কষ্ট যে মিলিল
বনফল খাই পাছে বেহাৰে চলিল।
ৰাম ৰাম আতৈৰ ঘৰত সন্ধ্যাতে উঠিল
বেহেৰীয়া বিষ্ণু আতা ভাগৰি পৰিল।
সবাকে দিলে আতৈ সিধা পত্ৰ যত
অন্ন খাই ভক্তগণ হৰিষ মনত।

ৰাত্ৰি কাল কটাইলা মহা ৰঙ্গ কৰি
সত্ৰ সজাইলা তাত ৰাম ৰাম পুৰী।
এই ক্ৰমে গুৰুজন বিহাৰে ৰইলা
অনেক ভকতে আহি শৰণ লইলা।

উজনিৰ ৰাজ্যৰ পৰা আহে কতজন
কামৰূপী সমাজৰো দুই চাৰিজন।
মাধৱৰ লীলা সবে একমনে শুনি
হৰি হৰি বোলা ডাকি শঙ্কৰক গুণি।



## বদুলা (পদ্ম) আতাৰ উপাখ্যান

### পদ

তাৰ পাছে চক্ৰপাণি বিনয়ে বোলয়
কনিষ্ঠ আতাৰ মাহাত্ম্যৰ কথা চয়।
চক্ৰপাণি বোলে শুনা যত ভক্তগণ
বদলা আতাৰ এক চৰিত্ৰ মহান।
বৰ নাৰায়ণপুৰ গ্ৰামএক প্ৰখ্যাত
বদুলা আতাই জন্ম লাভিল তথাত।
সুৰৰাজ নামে কুণ্ডিল ৰাজ বংশধৰ
তাৰ পুত্ৰ নন্দ ভৈল বহু গুণ ধৰ।
তাহাৰ ঔৰসে জন্ম নাম নলুকাই
সাম সোমদাৰ পুত্ৰ থকিল ৰাই।
তাহাৰ সন্তান এটি গোপাল নাম ধৰে
তিতা চোমদাৰ লৰা জন্মে তাৰ ঘৰে।
লব আৰু চম্পা নামে দুই পুত্ৰ তাৰ
চম্পা পুত্ৰ শঙ্কৰ দাস আৰু পদ্মধৰ।
দুই পুত্ৰ ক্ৰমে পাচ আঢ়ৈ বৰ্ষ ভৈলা
স্ত্ৰী পুত্ৰ এৰি চম্পা স্বৰ্গত চলিলা।

দুই পুত্ৰ লৈয়া পাছে সত্যৱতী আই
গহপুৰৰ ভাতৃ গৃহে চলিয়া আহই।
মোমাই আছিল বহু গৰুৰ মালিক
ভাগিন দুটিক পাইলা গৰুৰ ৰক্ষক।
পদ্মফুল যেন শুভ্ৰ কান্তি মনোহৰ
অতি ৰূপবন লৰা দেখিতে সুন্দৰ।
গহীন গম্ভীৰ আৰু উন্নত লোচন
দেখিলেই লোকে চাই ৰয় এটি ক্ষণ।
মাতৃ সত্যৱতী গৰ্ব্ব কৰে পুত্ৰ চাই
এনুৱা সুন্দৰ পুত্ৰ তান গৰ্ভে ঠাই।
একদিনা পদ্মৰ এক ঘটনা ঘটিল
দৌৰা ভাগৰত লাগি শুইয়া পৰিল।
গৰু গৈ হই বৰ কাইথৰ ধানত উঠিলা
গৰু দেখি কাইথ খঙে জ্বলিয়া উঠিলা।
গৰখীয়াৰ কাষ পাইলা দেখি আচৰিত
ভয়ঙ্কৰ সৰ্প গোটা ফণাই তহিত।

হইবৰ উলটিয়া মায়েকক বুলিলা
তোমাৰ পুত্ৰক ফেটী সাপে দৰ্শন কৰিলা।
মাতৃ ভ্ৰাতৃ দুই আৰু মামা-মামীগণ
দৌৰী দৌৰী কৰিলেক তথাত গমণ।
দেখে কথা সত্য এক সৰ্প তাত আছে
পদ্ম মৃত বুলি সবে কন্দিলন্ত পাছে।
মানুহ আগমণে সৰ্প ত্বৰিতে চলিল
শব্দ শুনি পদ্ম বাপু উঠিয়া বহিল।
সবে আচৰিত হয়া ভাবিলা মনত
লৰা ইটোজন এক মানুহ অদভূত।
হৰাই বৰ গুৰি গাঁও খেতিৰ পথাৰ
ধান খেতি আছিলন্ত তথাতে মামাৰ।
খেতি ৰক্ষা হেতু গৈলা জেঠৰ মাহত
এক বৃক্ষ তলে শুই থাকিল ছায়াত।
বেলি ঘুৰি ৰদ আহি পৰিলা মুখত
এক বাজ পক্ষী পাখা মেলি ওপৰত।
তাৰ পাছে একজন সেই বাটে যায়
কাণ্ড দেখি পদ্মক যে মাতিলন্তৰায়।
মাত শুনি চলি গৈলা পক্ষী বনমাজ
লোকে বোলে পথ প্ৰান্তে দেখো এনে কাজ।
আচৰিত দেখি বোলে মানুহ যে নোহয়
কোনোবা দেৱতা ইটো আহিয়া আছয়।
শুকান হাটী গৈলা গৰু চৰাইবাক লাগি
তীব্ৰ বেগে বৰষুণ লৰা গৈলা ভাগি।
শগুন এক ওপৰতে ছত্ৰ ধৰি দিয়া ৰৈলা
লৰা গণে দেখে পদ্ম কিছু নিভিজিলা।

আচৰিত লৰা ইটো কাৰ্য্য অদভূত
দেৱতা মনুষ্য ৰূপী লোকৰ চকুত।
পথাৰ বা ঘৰে থাকে নাম গুণ গাই
ঈশ্বৰক আৰাধিয়া সববস্তু খাই।
এনেভাৱে কিছুকাল মামাৰ গৃহত
তাৰ পাছে ৰল গৈয়া খুৰাৰ গৃহত।
অতি যত্নে খুৰায়েক গোপাল মহাজন
দুই ভাতিজাৰ তিনি লৈলা যতন।
খুৰায়েক গোপাল পাছে সদিয়া চলিলা
সংস্থাপন কাৰ্য্য হেতু ৰজাই পাচিলা।
এই সময়তে শত্ৰুগণে বেঢ়ি ধৰি
নানা অত্যাচাৰ কৰে বয় বস্তুৰ চুৰি।
তাৰ পাছে ঢলপুৰ গ্ৰামত আহিল
শঙ্কৰ দাস, ভগ্নী বৌ সা-সঙ্গে ছিল।
তথাত থাকিয়া কিছু শিক্ষাক লইল
অল্প কাল বিদ্যা শিকি বহুজ্ঞান পাইল।
ডফলা সকলে আহি গাৱক ভাঙিলা
সৈৰন্ত্ৰী ভনীৰ গৃহে সত্যাই চলিলা।
কলংপুৰ নামে ঠাই অসম প্ৰখ্যাত
তিনি ভাই ভনী মাতৃ চলিলা তথাত।
পাছ বৰ্ষ পৰে সত্যাততে চলি গৈলা
তিনি জনে মিলি পুনু গৃহক আহিলা।
গাঁওৰ বৰলোকে ইটো কথাক জানিল
নাৰায়ণপুৰে তিনি জনকে আনিল।
সক্ৰাহি নামেতে গাঁও ইয়াৰ কিনাৰে
নাৰায়ন পুৰ এৰি ইয়াত বস্তি কৰে।

মাতৃসমে চাৰিজন গোপালে চণ্ডালি
শ্ৰম কৰি পাতিলেক এটি গৃহস্থালি।
শঙ্কৰদাস তাত এটি কন্যাক চাইল
সবে মিলি জেষ্ঠ্য পুত্ৰৰ বিবাহ চাইল।
তাৰ পৰেআগ পিচা কৰি দুইজন
গোপাল সত্যা চলি গৈলা বৈকুণ্ঠ ভুৱন
শঙ্কৰদাসে মাটি বাৰী অনেক পাইল
কৃষি কৰ্মে বহু ধন তিনি গোটাইল।
ভনীক বিবাহ দিলা দৰা একজন
জানিবা তাহাৰ নাম অভয় চৰণ।
পুত্ৰজনমিল তাৰ পত্নীৰ উদৰে
আনন্দত তিনিজনৰ হিয়াই নধৰে।
শঙ্কৰৰ ভগ্নীৰ যেবে পুত্ৰ জনমিলা
গণি চাই তাৰ নাম জগন্নাথ থৈলা।
বৌ মাতৃ দয়াৱতী পদ্ম হয় দেওৰ
অতিকে প্ৰীতিৰ ঘৰ তিনিও জনৰ।
ডফলা আহিয়া পাছে গাঁও আক্ৰমিলা
দল বান্ধি সবে গৈয়া ৰণত নামিলা।
পদ্মও গৈলা লৰি ডফলা যুদ্ধত
সঙ্গীগণক সহায়িতা কৰিলা বহুত।
ৰণ হন্তে কিছুদিন পিছত ফিৰিয়া
ৰান্ধনি কৰ্মক কৰে মানুহ নামাৰিয়া।
ঘৰ বাৰী ছন্ন ভৈলা পতি পুত্ৰ হীনা
কতনা নাৰীৰ ভৈলা বৰই যতনা।
যুদ্ধত সংসাৰিলা দুই তিনি ডফলাক
প্ৰাণ লৈ যিনি আহে আপোন গৃহক।

দাদা বৌ সঙ্গে থাকে বছৰেক তিনি
বিবাহ কৰাইবে লাগি দাদা মনে গুণি।
বহু লোকে কৰে নিন্দা ডাংবৰলা বুলি
কত ডেকাই হাহে নানা কৰে ভেঙুচালি।
সূৰ্য্য বাঢ়ে দুহিতা একমহা ৰূপৱতী
বিবাহ কৰাই দিলা পদ্মক সম্প্ৰতি।
মায়া পাশে বদ্ধ হব তাৰ ইচ্ছা নাই
পৰিবাৰ সোমালে গৃহে আহয় ওলাই।
ঘৰৰ কৰ্মত পদ্মৰ মুঠে মন নাই
কৃষ্ণ কথা আলোচনা তাকে মাথো কই
ভাতৃক লাগিয়া ৰাগ ভৈলা শঙ্কৰৰ
গৃহৰ বহিৰ হুয়া আহে পদ্মধৰ।
এনেকৈ চলি গৈলা দুইটি বছৰ
কিছু মতি গতি নলৰিলা পদ্মৰ ।
মাকল গুৰিৰ ক্ষেত্ৰত থাকিল কতদিন
তাৰ পৰা খেদিলেক দাদা কৰি ঘিণ।
শ্ৰী হৰি পুখুৰী পাৰ কচুৰী বৰীত
বসতি কৰিলে গৈয়া মনৰ দুখত।
কাচি এখন নিলে মাথো আন কিছু নাই
তাকো আনে দন্দ কৰি শঙ্কৰ ককাই।
শাক কুটা, পাত কটা, খৰি লুৰা হেতু
কিছু অস্ত্ৰ নাই ঘৰে কাঢ়ি নিয়া হেতু।
ভগবান চিন্তিয়া আছে পদ্ম মহাশয়
ভাগিন জগন্নাথ পৰে তথাক আহয়।
মামেকৰ দুখ কষ্ট এনে দেখা পাই
অন্ন কিবা কিবি যোগাৰ কৰি দেই।

সেচুলি নামেতে কমাৰ কৰ্মী অত্যাধিক
সপোন দেখিলা ৰাতি বাৰ একাধিক।
ভগবানে আহি এক কটাৰী খুজিলা
তোমাৰ উন্নতি হ'ব তাহাক বুলিলা।
পৰে দিন পদ্মৰাই পঠাই জগন্নাথ
খুজিলা কটাৰী একহুয়া অবনত।
কমাৰ বুলে লাগি আছো তাহাক লাগিয়া
অল্প পৰে লই যোৱা ক্ষণেক ৰহিয়া।
এই বুলি একখন কটাৰী গঢ়ি দিলা
আৰু এক দা দিবো অঙ্গীকাৰ কৰিলা।
জগন্নাথে পিচদিনা দাকো আনিলা
অস্ত্ৰৰ অভাব আৰ কিছু নাথাকিলা।
আৰু এক বেলি ভৈলা জেঠৰ মাহত
আকাল আহি হ'ল দেশে সবাই বুদ্ধিহত।
জগন্নাথ ভাগিন আৰু পদ্ম মহাশয়
খুজি মাগি দুইসাজ মুৰে এসাজ খায়।
একদিন তিনিজন লোক আহি পাই
পদ্মৰ গৃহত আহি তাৰা ভিক্ষা চাই।
প্ৰথম এজন আহি ভিক্ষাক খুজিলা
তিনিপোহা আছে চাউল আতাই বুলিলা।
একপোহা চাউল দিলা ভিক্ষাৰী হাতত
দুইজনে দুই পোহা ৰাখে যতনত।
আৰু একজন আহি পাইল যখন
এক পোহা চাউল দিলা আনন্দিত মন।
বাকী একপোহা চাউল যেবে হাতে ৰৈলা
তৃতীয় ভিক্ষাৰী আহি তাকো খুজি নিলা।

ইতিমধ্যে পত্নী গল পদ্মক ছাৰিয়া
বিদায় দিলেক তেওঁ বৰ খুশী হৈয়া।
মামা ভাগিন দুইজনে নামগুণ গাই
দিনৰ দিনতো থাকিল এনেই শুকাই।
চতুৰ্দ্দিকে দুৰ্ভিক্ষৰ কৰাল গ্ৰাসত
মৰিল অনেক লোক পেটৰ ভোকত।
গোপীকান্ত ৰাজখোৱা বৰ অহঙ্কাৰী
আতৈৰ সম্মুখ পথে গৈলা ঘোৰাচৰি।
আতৈক দেখিয়া সিটো মস্কৰা কৰিলা
শুকাই থাকে ভক্তি কৰা নিন্দা কৰি গৈলা।
অকৰ্মণ্য দল ইটো বন কাম নাই
তিৰি চলি মৰে শুকাই অন্নক নাপাই।
এই বুলি ঠাট্টা কৰি ঘোৰা চেকুৰাই
বেগে চলি গৈলা পাছে গোপীকান্ত ৰাই।
গৃহ পাও নাপাওতেই গা বেয়া ভৈলা
তাৰ পাছে ঘৰ পাই বিচনাত পৰিলা।
ইতিমধ্যে ভয়ঙ্কৰ জ্বৰত পৰিল
পুত্ৰ পৰিবাৰগণে কান্দিবে লাগিল।
পাছে ৰাজখোৱা কেকাই পত্নীক বোলই
পদ্ম ভকতক এটি সিধা দিয়া যাই।
ধনেশ্বৰ লগুৱাক ভাৰ এখন দিয়া
চাউল দালি আলু কল এক ভাৰ কৰিয়া।
সন্ধিয়া পৰত ভাৰি পাইলা আতৈৰ ঠাই
বস্তু দেখি জগন্নাথ হৰিষ কৰই।
ইমান বস্তু অনা হল কিহৰ কাৰণ
বুলিলেক বস্তু ভাৰি সব বিবৰণ।

আৰোগ্য হওক বুলি আবেদন কৰি
পঠাই দিলা ভাৰীক সৎকাৰে তুষ্ট কৰি।
আতা বোলে জগন্নাথ কি কাৰ্য্য দেখিলা
দিলে পাই ৰুলে দাই কথাক শিকিলা।
এই মতে হৰি বিপ্ৰৰ পুখুৰী পাৰত
হইল এখন সত্ৰ এইখন থানত।
হৰি বিপ্ৰৰ আক্ৰোশ লাগিল মনে মনে
ভকতক খেদিব লাগে মনতেই গুণে।
পদ্ম ভকতৰ কিছু বস্তুৰ আকাল নাই
ভাৰে ভেটি আহে নিতে সেৱা কৰি যাই।
পদ্ম আতাৰ চৰিত দেখি লোকসবে গুণি
তেখেতৰ কাষে আহে বহু ধনী মানী।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
কেইদিনমান সপোনত পদ্মাই দেখিল
ওপৰৰ অমৃত আহি মুখত পৰিল।
চাউল দালি কল আৰু পাচলি অনেক
ভাৰ ভেটি সমে লোক আহিছে অনেক।
সপোনৰ ফল কিছু বুজিব নাপাৰি
এক বিপ্ৰ সন্তানক ৰাখে বান্ধা কৰি।
গেৰেলা মেৰেলা লৰা মুৰত ওকণি
বন কাম কৰিবলৈ দিলেক শিকনি*।
অনেক যতনে আতা আপডাল কৰি
ওকনি মাৰিয়া তেল দিলা হাতে ধৰি।
বিপ্ৰ আতৈৰ খ্যাতি তথাত লভিলা
লগুৱা আল ধৰা বিপ্ৰ আতাৰ থাকিলা।

লগুৱাটিৰ দামোদৰ কাহিনী মাধৱ
ৰামভদ্ৰ আতৈ সবে গুৰুৰ বান্ধৱ।
সাতজন ভক্ত মিলি কৰে হৰি নাম
দ্ৰব্য বস্তু অভ্যুদয় হৈলা দম্‌দম্‌।
সপোনৰ ফল পদ্মৰ দিঠকে ফলিল
অনেক লোকৰ ভাৰ ভেটিও পাইল।
জয়শ্ৰী নামেতে বুঢ়ী পৰম ভক্ত জনা
আতৈৰ গৃহত আহি নিজে হয় ধন্যা।
আঠ সাত দিনে আতা আপুনিও যায়
শাস্ত্ৰক পঢ়িয়া আতা বুঢ়ীক শুনায়।
একদিনা বুঢ়ীৰ এক গৰু মৰি গৈলা
লোকে বোলে শাস্ত্ৰ শুনাৰ ফল যে ফলিলা।
আতৈ শুনি বুলিলেক তোমৰ গাইজনী
ব্যাঘ্ৰ হই গাইজনী মাৰিলো যে আমি।
তোমৰ বস্তুক আৰু নলাগয় মোক
নাহিবা ইথানে আই বলো সত্যবাক।
কান্দি কান্দিবুঢ়ী বোলে ধৰো চৰণত
ব্ৰহ্মা ৰুদ্ৰ তুমি বাপ আমাৰ মনত।
ভাগ্য দোষে মোৰ গাভী মৰিয়া থাকিল
তাৰ বাবে ভকতৰ কি জগৰ লাগিল।
পাচে বুঢ়ীক নাতিয়েকে গাখীৰ দিয়া যাই
জী নাতি আছিল দুৰে মৰম কৰই।
বুঢ়ী বোলে বাপ মই গাভী নুপুহই
গাখীৰ যদি পাই থাকো কোনো দুখ নাই।

**শিকনি - শিক্ষা*

অন্যজনৰ কথা আমি কভু নামানিবো
তোমাৰ চৰণ সেবি জীয়াই থাকিবো।
এতেকতে তব পাৱে পশিলো শৰণ
হৰি হৰি বোলা সবে কৰি এক মন।



## ভটৌ কুচীয়া কেশৱচৰণ আতাৰ চমু পৰিচয় আৰু শৰণ লাভ

### পদ

ভক্তগণ বোলে বাপ জাঁমিন পালো আমি
উজনীত জন্ম লৈলা আতা পদ্মপাণি।
কিবা কাৰ হন্তে মাধৱক পাইছিল?
আৰু কোন ভক্তলোক কোন ঠাই আছিল?
আতে বোলে ভক্তগণ হোৱা একমন
একজন আতা আছিল কেশৱ চৰণ।
তান পৰিচয় এবে বুলিয়াছো আমি
শুনিয়োক সাধু সব তাহাৰ কাহিনী।
শঙ্কৰ গুৰু ভটিয়ালে ধুৱাহাট হন্তে
কেইবাঘৰ ভুঞালোক থাকিল তথাতে।
টেপাই কায়স্থ নামে পণ্ডিত সুজন
উজনি ৰাজ্যত কৰে বসতি তখন।
চিদানন্দ নামে ভুঞা কাইথ কুলে জাত
ৰজাৰ অমাত্য হুয়া আছিল তথাত।
তাহাৰ তনয় ভৈলা ৰঘুবৰ প্ৰখ্যাত
ৰামেশ্বৰ জন্ম লৈলা তাহান ঔৰসত।
হৰিবৰ নামে ভৈলা তাহাৰ তনয়
এওঁৰ ঔৰসে কৃষ্ণবৰ জন্ম লয়।
জয়বৰ নামে ভৈলা তাহাৰ সন্ততি
শিববৰ পুত্ৰ তাৰ শান্ত শিষ্ট মতি।
তাৰ বীৰ্য্যে জয় চৰণ অতি গুণবান
কেশৱ চৰণ পুত্ৰ ধাৰ্মিক প্ৰধান।
জ্যেষ্ঠ ভাতৃ ছিল তাৰ শঙ্কৰ দাস নাম
কণিষ্ঠ কেশৱ চৰণ ৰূপে অনুপম।
পিতামহ শিৱবৰ প্ৰাণৰ ভয়ত
ভাঙ্গা ঢেকি বিপ্ৰ গৃহে থাকিল কৰ্মত।
চিত্ৰমালী নামে পত্নী আছিল তাহাৰ
অতি বুদ্ধিমতী নাৰী নিপুণ কাৰিকৰ।
সৰলৈয়া শিৱবৰ পুত্ৰ আৰ বোৱাৰী
ভোটা কুচি গাৱে ছিল বিপ্ৰবেশ ধৰি।
তথাত জন্মিল আতা কেশৱ চৰণ
লাহে লাহে পৰিয়াল বাঢ়িলা যখন।
সলখ গাৱত গৈলা চতুৰ্ভুজ ঠাই
প্ৰথমতে বিপ্ৰ ঘৰে গৰুক চৰাই।
চতুৰ্ভুজ আতে আছিল ভকত প্ৰধান
শঙ্কৰৰ প্ৰিয় শিষ্য অতি ভক্তিমান।

তাৰ মুখে শুনিছিল গুৰুৰ চৰিত
সুদৰ্শন ধীৰ স্থিৰ শাস্ত্ৰত পণ্ডিত।
এনেহেন শ্ৰেষ্ঠ পুৰুষ কতো দেখা নাই
বৰপেটা থানে আছে জানে লোক সবাই।
গুৰুক দেখিবাৰ হেতু ভটিয়াব বুলি
বনমালীকটকীৰ নাৱে আহে চলি
কটকীৰ নৌকাত উঠি কেশ ভটিয়াই
শোৱালকুচি বলিচৰে পুৰুষ দেখই।
বৰপেটা থকা বুলি শুনিছিল কাণে
সেই হেতু কটকীৰ নৌকা অভিযানে।
বালিত ৰাখিল নাও পৰিচয় লৈলা
দুৰৰ গঙ্গাক যেন ওচৰতে পাইলা।
বৰপেটা যাব বুলি ভাবিছিলো মনে
সেই গুৰুক পাইল লগ শুৱালকুচি থানে।
কুমাৰৰ এক পত্নী বাৰ্ত্তাক বুলিলা
চতুৰ্ভুজ সমে আহি গুৰুক ভেট পাইলা।

গুৰুৰ পাৱত পৰি শৰণ লভিলা
অন্ন ৰান্ধি পাছে গুৰু তাহক খুৱাইলা।
নাম মন্ত্ৰ লই পাছে হইল ভকত
শাস্ত্ৰ ৰত্নাৱলী দিলা তাহাৰ লগত।
নলীয়া কটাৰী আৰু টেমা ৰটা এটি
চাৰি বস্তু দিলা গুৰু যত্নৰ সহিতি।
উজনিৰ ৰাজ্যত গৈয়া ধৰ্ম প্ৰচাৰিবা
সৰ্ব্বদায় হৰি নাম মুখত নেৰিবা।
তিনি ভয় পাবা তুমি যাওতে পথত
কদাচিতো হৰি নাম নেৰিবা মুখত।
কেশৱ চৰণে গুৰুৰ চৰণত ধৰি
গুৰুক প্ৰণাম কৰে শিৰে জানুপাৰি।
কৰাই আৰু হৰাই নামে দুই মুদৈ নাও
তাতে উঠি কেশৱ গৈয়া পালে নিজ গাঁও।
কেশৱ চৰণ আতাৰ চৰিত্ৰ অনুপম
পঢ়ি শুনি সবলোকে বোলা ৰাম ৰাম।



## *কেশৱচৰণ আতা গৃহভিমুখে যোৱা পথত তিনিটা বিপদ আৰু হৰিনাম অস্ত্ৰৰ দ্বাৰা বিপদ মুক্ত*

### *ছবি*

কেশৱ চৰণ পাছে গৃহমুখে গৈ আছে
বন মাঝে মাঝে সৰু আলি,
অকলশৰীয়া তেওঁ সমীপত নাই কেও
পথে চলে গুৰু মন্ত্ৰ বুলি।

বহু পথ চলি গৈলা কতো কিছু নাপাইলা
মনত সন্দেহ কিছু নাই
এফেৰি জঙ্গল পাই গছ তলে কিছু ৰই
ভগৱত ক্ষণেক জিৰাই।
এশ নল আতৰত বনৰ জোপা সমীপত
তিনিগোণা মহে ঘাহ খাই
ইফালে সিফালে চাই মনুষ্যক দেখা পাই
শিং থিয় কৰি খেদি যাই।
আতা তাতে থিয় হৈ গছত উঠিল গই
গুৰু মন্ত্ৰ জপিবে লাগিলা
মহে ভেবা লাগি চাই বহু দুৰে চলি যাই
বৃক্ষ হন্তে নামি চলি আইলা।
আৰু কিছু দুৰ গৈলা কতো কিছু নপাইলা
দেখে ৰিণি ৰিণিকি দুৰত,
দতাল হাতী একগোট দাল ভাঙ্গে বৃক্ষত
মানুহ গোট পাৰিলা চকুত।
আতা বোলে গুৰুবাণী এইফালে নাহা জানি
ৰক্ষা কৰ্ত্তা চক্ৰক ধৰিল
হাতী পাছে ৰল তাতে আতা গৈলা অন্য বাটে
দুইটাৰ ভেট নহইল।
গুৰুৰ প্ৰসাদে সিটো বিপদ সঙ্কুল বাট
ক্ৰমে ক্ৰমে যায় আগুৱাই
ভীষণ বনৰাজগোট দেখিলা নাতি দুৰত
নেজ পাৰি বহিয়া আছুই।

এনে হেন জন্তু গোট পথত দেখিল আতা
লাফ মাৰি গছত উঠিলা
বঘে পাছে নাচাইলা তীৰ বেগে চলি গৈলা
আতা পাছে নামিয়া চলিলা।
ধৰ্ম ধৰা সজ কাম পালি ৰখা কেনে টান
সবলোকে ইটো কথা জানে
তথাপিতো লোকে কয় ধৰ্মৰেহে শেষে জয়
আতা পাছে এই কথা মানে।
দেবেৰা পাৰেদি গৈয়া বংশী গোপালক পায়া
ক্ষণেক পৰ জিৰাইল তাত
বংশী গোপালেও শুনি আতাৰ কথাক জানি
মনত মিলিল হৰষিত।
বংশী গোপালদেৱে কয় যদি গুৰু আহি যায়
লোকে দেখি ভাল পাব বৰ
গুৰুক আনিবো মই তোমাক পুনু পঠিয়াই
চৰণ চাবলৈকে ইচ্ছা মোৰ।
আলোচ কৰিলা দুই গুৰুক আনিবলই
পাছে চাউল সিজাবে লাগিল,
ধোবা, ধুবি, কবি, কুখি চাৰিও বুলিল আসি
গুৰুক নানিব কোনো কাল।
তাহাৰ আগত তুমি সাৰহীন মৰুভূমি
কুলাৰ আগত যেন তুহ
দাঁত ভগা সৰ্প যেন বাহী ফুটুকাৰ যেন
নকৰিবা ই কৰ্ম মই কও।

তোমাৰ হেৰাইব মান　　　　তেওঁক বিচাৰি যান
ইৰাজ্যত আগতে আছিল
নোবাৰিল ৰব ঐত　　　　চলি গৈলা কামৰূপত
পুনৰপি অনাটো মস্কিল।
এই মত বাধা কৰি　　　　সবে আলোচ নাকৰি
গুৰুক আনিবে কৰি মানা
তাৰ বাক্য শিৰে ধৰি　　　　আপুনি থাকা প্ৰচাৰি
সবলোকে হইবা জন শুনা।
এই বুলি দুইজনে চলি　　　　গৈলা নিজ স্থান বুলি
পৰস্পৰে কৰি নমস্কাৰ
মাধৱৰ মান ধৰি　　　　সবে বোলা হৰি হৰি
সুখে হবা ভব নদী পাৰ।



## *ভগিনী গৃহত কেশৱ চৰণ আৰু পদ্ম আতৈৰ সাক্ষাত ছবি*

তাৰ পাছে আতা চলি　　　　গৈলা ভনীৰ কাষ বুলি
তথাত আছিল ভনী জনী
ভগিন একে দেখি পাছে　　　　মামা মামা মাতি আছে
ককা বুলি মাতিলেক ভনী।

কান্দি কান্দি বাউলি হই আতাক ধৰিলা গই
আজি জানো মনত কৰিলি
এতদিনে অহা নাই কোথাত আছিলি তই
মনে প্ৰাণে আমাক ত্যাগিলী।
ভৰি হাত ধোৱা গৈ ভাত ৰান্ধি থৈ মই
আছিলোহো পিতাকক চাই
বোপাই বুলিলা মোক মামাদেউ আহিলেক
কত ভাগ্য দেখা পালো মই।
আতা বোলে নাখাও ভাত শৰণ লৈলো গুৰু তাত
যতে ততে খোৱা মানা হই
খবৰ লইলো মাত্ৰ তোমাৰ মৰমৰ পাত্ৰ
ভাগিনক দেখা পালো মই।
এইবুলি আতাৰ পাছে ভনীত সুধিয়া আছে
নাম গোৱা ভক্ত জানো নাই,
ভনীবোলে আছে আতে হৰি পুখুৰী তীৰত
সদা থাকে নামে ৰত হই।
লব নাতি পদ্মধৰ তাহাৰ সুন্দৰ ঘৰ
হৰি নামে মজিল সবাই
ইয়াতে নথকা তই তালৈকেই যোৱা গই
চলে নাম সদা সৰ্ব্বদাই।
চাউল দালি লোণ দি সিধা যোগাৰ কৰি দি
শাক পাত আঞ্জা আছে যত
গৃহক দেখাইব লাগি ভনীয়েক চলি গৈলা
থৈয়া আহে হৰি পুখুৰীত।

কেশব দেখিলে পাছে　　　ৰত্নাবলী পড়ি আছে
জয় ভড়ালীৰ গৃহে গই
পূবৰ মুখ কৰি বহি　　　পুথি পঢ়ি আছে ৰই
ৰত্নাবলী পঢ়িয়া থকই।
কেশব আতা আহি পাই　　　দুৰৰ পৰাই চাই
পুথিখনি শুদ্ধ হোৱা নাই
গুৰুৰ কাষত ৰই　　　পুথিক আনিলো মই
ইটো পুথি কত পালি তই।
পদ্মৰাই ফিৰি চাই　　　কেশবক দেখা পাই
কৰ পৰা আহি পালা তুমি
মোৰ গৃহ চিনি পাই　　　কিবা কাৰণত ভাই
কোৱা কথা আগ ভাবি গুণি।
কেশব চৰণে বোলে　　　ছিলো গুৰু পদ তলে
এই শাস্ত্ৰ ৰচিছে যিজন
থাকিবৰ ঠাই নাই　　　সেয়ে আহো ইয়ালই
তব পাশে কৰিবো শয়ন।
পদ্ম আতা তুষ্ট হই　　　ভৰি চুই প্ৰণাম কই
কত আছে পুৰুষ ইটোজন
যদিহে দেখিবে পাও　　　ভৰি চুই পানী খাও
তেওঁক চাই জুৰাও পৰাণ।
যদি লগ পাও মই　　　যেন যাম স্বৰ্গলই
মৰততে স্বৰগ মিলিব
যদি আছে পুৰুষজন　　　লই যোৱা মোক ধন
নব নিধি হাতত পাইব।

এইদৰে ভবি চাই কেশৱক গৃহে পাই
পাদ্য আনি চৰণ ধুৱাই
পাদোদক শিৰে লই অতি আথে বেথে গই
অন্ন ভুঞ্জাই থইল শুৱাই।
ৰাতিকাল বঞ্চিতাত বোলয় পদ্ম আতাত
সলখত চলি যাও মই
নৌকা কৰা একখনি মানুহ লই দিন গণি
যাম চলি দিন বাৰ চাই।
এই বুলি কেশৱ আতা সলখত চলি গৈলা
আপোনাৰ গৃহ লাগি বুলি
তিনি মাহ পৰে আহি নৌকা হলে তাতে বহি
লৰি যাব গুৰু পাশে চলি।
ইদৰে বিদায় লই কেশৱ আতা চলি যাই
সলখৰ আপোনাৰ ঠাই
নমাহৰ অন্তৰত লগ পালে আপোন যত
সবে বেঢ়ি বাৰ্ত্তাক পুছই।
খুৰায়েক চতুৰ্ভুজ অৰ্জুন মুদৈ আদি যত
দীঘলা মৰল, গোপী আদি
সবকে প্ৰণাম কৰি কেশৱ মহন্ত হৰি
বুলিলেক আদ্যোপান্ত ভেদি।
জগন্নাথ চৰণ হৰি ৰাম ভদ্ৰ আতাক ধৰি
দামোদৰ মাধৱ আদি কৰি
সবাৰে আগত আতা বুলিলেক মাত কথা
জয়ৰাম আৰু উত্তৰা বৰী।

সবাকে জনাই কথা বুলিলেক কত কথা
হাজোৰ নিকট ধুপগুৰি
আতেসে আছয় গুৰু ভকতৰ কল্পতৰু
ভাগৱতী ধৰ্মক প্ৰচাৰি।
তিনিমাহ পৰে মই চলি যাব সেই ঠাই
পদ্ম আতৈ যাইব লগত
নৌকা সাজি আছে তিনি তিথিবাৰ দিন গণি
গুৰু সতে কৰিব সাক্ষাত।
তিনি মাহ বই গৈলা কেশৱ চৰণ আইলা
সঙ্গে নাৰায়ণ গোপী আদি
হৰি পুখুৰী পাৰ পাইল কেশৱ আৰ
পদ্ম আতাৰ গৃহত অতিথি।
নাও, বৈচা, বঠা আদি সবাকেই ঠিক ৰাখি
সাত দিন থাকিল তথাত
জগন্নাথ ৰাম চন্দ্ৰ দামোদৰ মাধৱ চন্দ্ৰ
বয় বস্তু সঙ্গে লইল যত।
তিনিদিন ভটিয়াই আহি গুৱালকুচি পাই
ধুপগুৰি চলিয়া গইল
লক্ষীকান্ত মহন্তৰ পাই লাগ তথাকাৰ
সব বৃত্তান্তকেই জানিল।
বৰদধিৰ লক্ষীকান্ত পাতিল সত্ৰৰ মহন্ত
বেহাৰক চলিয়া গইল
একমাহ নৌকাচাৰি তোৰচা নদীৰে ঘুৰি
সোমাই গৈ ঘাটত উঠিল।

শুনিয়োক সৰ্ব্বজন　　　　কৃষ্ণত অৰ্পিয়ামন
গুৰুৰ চৰণে সবে ধৰা
আয়ু যাব দিনে পৰি　　　　হৰিৰ নামক স্মৰি
পৰলোকৰ বাবে যত্ন কৰা।



## বেহাৰত পদ্ম আতাৰ সৈতে মাধৱদেৱৰ মিলন

### দুলড়ী

চক্ৰপাণি বোলে　　　　ভকত সজ্জন
পদ্ম কেশৱৰ কথা
দুইজন মিলি　　　　নৌকাত চৰিয়া
গৈলা মাধৱৰ তথা।
গুৰুৰ চৰিত　　　　পৰম অমৃত
বুলিলা ভকত আগে
যিটো নাম লবে　　　　সেয়ে তৰি যায়
অন্যত্ৰ একো নালাগে।
নৌকা চলি যায়　　　　পদ্ম আতা ৰাই
কেশৱ চৰণ সঙ্গে
জগন্নাথ আদি　　　　সবাই চলিলা
বেহাৰ পাইল ৰঙ্গে।
কেশৱ আতা গই　　　　জগন্নাথক লই
শ্ৰীৰাম আতাক নমি
মাধৱৰ ঠাই　　　　চৰণ সেৱিলা
গুৰুৰ পাৱে প্ৰণামী।
মাধৱে সুধিলা　　　　আৰু কোন আছে
কেশৱ চৰণ সঙ্গে
পদ্ম আতা বোলে　　　　অধমে আহিছো
চৰণ সেৱিব মনে।
কেশৱ চৰণক　　　　আতা সম্বোধিলা
পদ্মপাণি মহাজন

উজনি ৰাজ্যত তুমি আতা হৈলা
বুলিলন্ত গুৰুজন।
কেশৱ বুলিলা বংশী যদুমণি
মিছাই আতা বুলিলা
সিদিনাৰ ,পৰা সব লোক যত
আতা বুলি সম্বোধিলা।
অযোগ্যক যোগ্য নামত মাতিয়া
আতা মৰ্য্যদা হেৰাই
আতা নাম যোগ্য সবাই জানয়
কোনো পথ্যে নহো মই।
গুৰু বুলিলন্ত আতা নাম যোগ্য
নিশ্চয় হইবা তুমি
উজনি ৰাজ্যৰ বংশী গোপালৰ
বাৰ্ত্তা কোৱা এবে শুনি।
সৰ্ব বাৰ্ত্তা আতা বিবৰি বুলিলা
সলখ হৰি পুখুৰী
যত যিটো ভৈলা সবাকে বুলিলা
আগ গুৰি স্থিৰ কৰি।
তাৰ পাছে ভক্ত পদ্ম আতে আহি
গুৰুক প্ৰণাম কৰি
কেশৱ সঙ্গত ভটিয়াই আহিলো
আপোনাৰ চৰণ স্মৰি।
সঙ্গে ছিল বাপ বাল জগন্নাথ
পদ্মৰ ভাগিন হই
গুৰুৱে পুছিলা ইটো কাৰ লৰা
পদ্মধৰ আতৈক চাই।
ইটো মোৰ নিজ ভগ্নীৰ ছোৱাল
লৰালী কালৰ পৰা

হৰিক স্মৰণ হৰিৰ সেৱন
আমাৰ সঙ্গক নেৰা।
আপোনাৰ পাৱে সেৱাৰ আশাই
আহিল সঙ্গে আমাৰ
অনাথৰ নাথ চৰণত ঠাই
দিয়োক তাক এবাৰ।
গুৰু বোলে ইটো মহাভক্ত জন
ভকত সব সঙ্গত
লব ঐত ঠাই সামৰিয়া লই
চলিব ভক্ত সঙ্গত।
সবাই নামিয়া অন্য ঠাই আহি
শ্ৰীৰাম আতাই দিহা দিল
সিধা পাতি দিয়া গুৰুক স্মৰিয়া
ভক্তৰ সঙ্গে ৰহিল।
শুনা নৰৰাই মহন্তৰ আশ্ৰই
পৰম অমৃত ধন
উজনি ৰাজ্যৰ ভকত বৃন্দই
পাইলেক গুৰুৰ থান।
সবে নাম ধৰি ৰাতি দিনে ঘুৰি
হৰিৰ নামক গাই
বেহাৰে আছন্ত মাধৱ মহন্ত
নামৰ হাত বেহাই।
সবে নাম লোৱা পাপ এৰাই যোৱা
হৰিৰ নামৰ পাল
হৰি হৰি বুলি মনপ্ৰাণ খুলি
এৰা সবে আলজাল।
✦✦✦✦✦✦✦✦

# জগন্নাথ চৰণ আৰু পদ্ম আতাৰ বেহাৰত অৱস্থান

## পদ

চক্ৰপাণি বোলে পাছে শুনা ভক্ত গণ
বেহাৰত ভক্ত গণে কৰে অৱস্থান।
গুৰুজনে পুছিলেক একে একে কৰি
সবলোকে সেৱা কৰে গুৰু পদে ধৰি।
তাৰ পাছে চলিলেক প্ৰসঙ্গ কীৰ্ত্তন
সবে গৈয়া বহিলেক হুয়া একমন।
হৰিৰ কীৰ্ত্তন কৰি নাম সামৰিলা
হাস্য কৰি মাধৱ দেৱে তথাত বুলিলা।
জগন্নাথ নাম ইটো অতি মনোহৰ
নামৰ পৰাই বুজি সাক্ষাত ঈশ্বৰ।
ভাগ্যবন্ত জীৱ ইটো সফল জীৱন
পিতা মাতা ভাগ্য বন্ত কেউ নাহিসম।
আমাৰ মাজত নাম ঘটি বাটি ৰাম
চুণ্ডা, লুণ্ডা, সপা, গেলা মানুহৰ নাম।
যদি ৰাম হৰি কৃষ্ণ নাৰায়ণ থয়
ভগৱানৰ নাম লৰাৰ নামে উচ্চাৰয়।
এতেকতে সজ কাম সজ চিন্তা কৰি
ৰাখিবা সবাৰে নাম কৃষ্ণৰাম হৰি।
ইটো জগন্নাথ নাম পাপ বিনাশন
বিশেষে নাশয় পাপ কৰি উচ্চাৰণ।
ইটো কথা জানা মই কওঁ নিষ্ঠ কৰি
অজামিল উপখ্যানে চোৱাহি বিচাৰি।

এইদৰে কথাৰ আলোচ যেবে ভৈলা
শৰাই ভঙ্গ কৰি আনি প্ৰসাদক দিলা।
প্ৰসাদ খাইয়া সবে আনন্দ কৰই
তাৰ পাছে প্ৰসাদ আনি জনাৰ্দ্দনে খাই।
মাধৱে সুধিলা তুমি প্ৰসাদ লোৱা নাই
জগন্নাথ উত্তৰিলা আপুনি নেখাই।
যদি গুৰু প্ৰসাদ নলয় নিজে বহি
আমি কেন প্ৰসাদক লইব ঐত আহি।
গুৰুবোলে সজ বুদ্ধি ধৰ্ম্মপ্ৰাণ বৰ
বখানোহো আমি তুমি বুদ্ধিত প্ৰখৰ।
পদ্ম আতে আহি বোলে আমি মূঢ়জন
সৰ্ব্বশেষে প্ৰাসাদ লইবো এহিসে কাৰণ।
বেহাৰৰ আতা আতে যত আছে মানে
সবে দেখি মামা ভাগিন দুইকো বখানে।
তাৰ পাছে আলিঙ্গিলা যত ভক্ত গণ
ধন্য হলো আমি তব পাই পৰশণ।
গুৱা পাণ দিলা আনি প্ৰণাম কৰিল
অতিথি পৰম গুৰু সবাই বুলিল।
তাৰ পাছে সবে মিলি প্ৰসাদ খাইলা
বিদায়ৰ আগে গুৰু দৰশন পাইলা।
তিনি দিন বেহাৰত থাকিল যখন
পদ্ম আতা বোলে মই লভিবো শৰণ।

জগন্নাথে শৰণ লভিবাৰ আশাই
মামা ভাগিন দুয়োজন আহিলো ইঠাই।
তবে দিহা দিলে যেবে আতে জনাৰ্দ্দন
আজি ৰাতি দুইজনে থাকিবা লঘোণ।
ৰাতি কালে সবে মিলি লঘোণে থাকিলা
প্ৰভাতে উঠিয়া সবে স্নান যে কৰিলা।
দ্বিতীয় প্ৰহৰে নাম প্ৰসঙ্গ চলিল
প্ৰসঙ্গৰ পৰে গুৰু আসনে বহিল।
শৰণ দিলেক গুৰু এক এক কৰি
নাম ধৰ্ম মাহাত্ম্যক পাইলা বিচাৰি।
তাৰ পাছে মাধৱৰ সঙ্গে আলাপণ
গুৰুৰ ধৰ্ম যুক্তি তত্ত্ব কৰিলা শ্ৰৱণ।
নিৰিক্ষিলা গামোচাত গাঠি আছে এক
দেখিয়া মাধৱদেৱ পুচিলা তাহাক
গাঠিত কিবা আছে বস্তু তাক দেখাইওক
কিবা হেতু আনি আছা বস্তুৰ টোপোলাক।
জগন্নাথ বোলে বাপ ই দুটি জালুক
এক বুঢ়ী পঠাইল দিবলৈ ইহাক।
গঙ্গাত পেলাই দিবকলে বস্তু দুটি
গাঠিত আছে সেই হেতু জালুক দুগুটি।
গুৰু বোলে বাক্য দিয়া যদি আনি আছা
যাব লাগে গঙ্গা লাগি নতু কৰ্ম মিছা।
দিম বুলি কথা দিলে ধাৰ নাহি লয়
তবু ধাৰ লাগে তাৰ কথাৰ বিনিময়।
এতেকতে যোৱা ভাল গঙ্গাক লাগিয়া
যেবে কথা দি আহিছা উপায় নাইকিয়া।

জগন্নাথ বোলে বাপ অভয় পদত
গঙ্গা গদা বহে সদা এই চৰণত।
এই পদ পঙ্কজতে উৎপত্তি গঙ্গাৰ
জগত পবিত্ৰ কৰে নামে মাত্ৰ সাৰ।
যতে ততে গঙ্গা জল বিচাৰি নাপাই
সৰ্ব্বত্ৰ হৰি নামে বিচৰণ কৰই।
কোটী কোটী গঙ্গা বহি আছে যি থানত
আৰু কিবা আছে কাম সিখন তীৰ্থত।
গুৰু বোলে বাক্য ব্ৰহ্ম জানিবা আছয়
ব্ৰহ্ম ৰক্ষা কৰা হেতু বাক্য ৰখা যায়।
সত্য কৰি আনি আছা পৰৰ দ্ৰব্যক
সত্য নষ্ট ভৈলে সিজে অৱশ্যে পাতক।
*সত্য শৌচ ক্ষমা দয়া পুণ্যৰ বাট চাৰি*
*ধৰ্ম অৰ্থ কাম মোক্ষ লভিবাক পাৰি।*
*সত্য উৰ্দ্ধ গতি তাৰ পুণ্যৰ নিদান*
*অসত্যে অধোৰ গতি জানা পুণ্যবান।*
ক্ষমাই সম্পদ এই জগততে হয়
ক্ৰোধে পাপ বুলি সব জগতে জানয়।
উদাৰতা সম ধন নাই জগতত
পাপ পুণ্য সু দুষ্কৃতি যাইবো লগত।
এতেকতে বলো মই ৰাখা বাক্য তব
বাক্য নাৰাখিলে বোপা সত্য ভঙ্গ হব।
পদ্ম জগন্নাথ বোলে কৃপাৰ আধাৰ
সমস্ত তীৰ্থতকৈও নামে মাত্ৰ সাৰ।
ভকত সকলে নাম গায় যি থানত
গঙ্গা গয়া বাৰানসী মিলয় তথাত।

এই বাক্য ৰত্নাৱলী আৰু কীৰ্ত্তনত
বাৰে বাৰে বুলি আছে আপুনি সাক্ষাত্।
অত এব সব তীৰ্থ মিলিছে ইয়াত
জালুক দুটি দিব আমি ভক্ত সমাজত।
গুৰু বোলে ধন্য তোৰা ভকত প্ৰধান
আতা সকলৰ মাজে তোৰা দুইৰ স্থান।
এই বুলি গুৰুজন বিদায় লইল
ভোজন কৰিয়া দুয়ো ক্ষণেক জিৰাইল।

পাছে গুৰুজনে বোল শুনিও শ্ৰীৰাম
এৰা সব জানিবাহা ভকত প্ৰধান।
তাৰ পাছে ৰাজ সূয় যজ্ঞৰ আখ্যান
বুলিলা শ্ৰীৰাম আতা ভকত প্ৰধান।
আন যত ভক্ত আছে সবাই শুনিলা
ৰাজসূয় যজ্ঞৰ ফল শ্ৰীৰাম বুলিলা।
গুৰুৰ চৰিত লীলা নামে কৰি সাৰ
হৰি হৰি বোলা সবে অন্য পৰিহাৰ।

>>>>■<<<<

## ভকতসকলক শ্ৰীৰাম আতাৰ উপদেশ
## বাৰজন ভক্ত সহ পদ্ম জগন্নাথৰ গঙ্গালৈ গমন

### পদ

পাছে শ্ৰীৰাম আতা বহি সবাইকে বোলই
গুৰুৰ এযাৰি কথা ৰাখিবে লাগই।
তীৰ্থে যোৱা অৱশ্যেই নাই প্ৰয়োজন
তবুলোকে তীৰ্থক্ষেত্ৰে কৰে প্ৰব্ৰজন।
নানা দেশ নানা ঠাই লোকৰ আচাৰ
এই সব জানি লোৱা শাস্ত্ৰৰ বিচাৰ।
তীৰ্থক্ষেত্ৰে বহু জ্ঞানী গুণীলোক যায়
যৰ পৰা তীৰ্থ যাত্ৰী ভাল শিক্ষা লয়।
আগতে আছিল যত মহান পুৰুষ
তাহাৰ লীলাৰ ক্ষেত্ৰ তীৰ্থ অৱশেষ।
গুৰুৰ আদেশ তবে ৰাখিবাক লাগে
নাৰাখিলে সিটো দোষ অৱশ্যেই লাগে।

পদ্ম আতা জগন্নাথ আৰা দুইজন
শ্ৰীৰাম আতাৰ পাৱে পশিলা শৰণ।
যুধিষ্ঠিৰে ৰাজসূয়ে জ্ঞানক হেৰাই
আপোনাক শ্ৰেষ্ঠ বুলি মনত ভাবই।
মোহ সাগৰত পৰি তত্ত্বক হেৰাই
কৃষ্ণদেৱে জ্ঞানদীপে উদ্ধাৰ কৰই।
আমাৰ দেখালা তুমি ভক্তৰ যি জ্ঞান
গুৰু বাক্য ৰাখি মাথো গঙ্গালৈকে যাম।
এই বুলি গাভৰুথা ৰামথা প্ৰধান
ৰূপাখা চতুখা আৰু কেতাই সঙ্গে যান।
প্ৰথম চৈধ্যজনে গৈলা গঙ্গাক লাগিয়া
গুৰু আৰ্শীবাদ মাত্ৰ শিৰত ধৰিয়া।

প্ৰণাম কৰিলা গুৰু চৰণক চুই
নমস্কাৰ কৰি সবে লইলা বিদাই।
খোজ কাঢ়ি একে লগে চলে ভক্তগণ
পথে আছে ডাকু, চোৰ, অটব্য কানন।
চৈধ্য জনে একেসঙ্গে খোজ কাঢ়ি যাই
হাস্য বদন সবাৰে যে দুখভাব নাই।
মনিয়াৰী ঘাটে দিব জালুক ক্ষেপণ
দেখিব নয়নে তীৰ্থ গঙ্গা নদীখন।
কোচ ৰাজ্য এৰি গৈয়া গৌড় ৰাজ্য পায়
একদল ডকাইতে পথ ভেটি ৰয়।
অস্ত্ৰক দেখাই বুলিলেক ডাকুগণ
সত্বৰে দিয়াহি আমাক যত আছে ধন।
তাহাক প্ৰণাম কৰি বোলে ভক্তগণ
গঙ্গা যাত্ৰী আমি বোপা নাই কিছু ধন।
পথে প্ৰান্তে খুজি মাগি পেট প্ৰৰ্বত্তাই
আহি আছো আমি মাত্ৰ গঙ্গা স্নানলৈ।

কাৰো সঙ্গে দুই টকা কাৰো সঙ্গে এক
কাৰোবা মুঠেই নাই সাহায্য প্ৰত্যেক।
ডকাইতে বোলে দেখো কাপোৰ সলোকাই
পিন্ধা কাপোৰৰ তলে আছে কিম্বা নাই।
সেৱা কৰা বাবে বাৰু প্ৰহাৰ নকৰো
নওঠা কৰিয়া আমি ধন চলাথ কৰো।
এইদৰে জুলুম কৰি দহগুটি টকা পাই
সেইখিনি ধন ডাকু লুটি লই যাই।
আগে জানি চাউল টোপোলাত ধন থই
ধনখিনি ডাকুগণে বিচাৰি নাপাই।
মনিয়াৰী ঘাট পায় পাণ্ডাক বুলিলা
অল্পধন লই পাণ্ডা স্নান কৰাইলা।
তীৰ্থহন্তে একমাহে ঘুৰিয়া আহিলা
ঘুৰি আহি গুৰু পাৱে প্ৰণাম কৰিলা।
ভক্তৰ মহিমা লীলা অমৃত লহৰী
নিৰন্তৰে সবলোকে বোলে হৰি হৰি।



## *কোচ বেহাৰত সত্ৰ নিৰ্মাণৰ বাবে খৰিকা দলৈৰ মাটি দান*

### *পদ*

তাৰপৰে বুলি যায় আতৈ চক্ৰপাণি
বেহাৰ ৰাজ্যত আছে গুৰু ভাবি গুণি।
ৰাম ৰাম আতৈৰ গৃহে ভক্ত-সমাগম
নাটে চায় কত ৰবযত আগমণ।

খৰিকা দলৈক সবে কৰে অনুৰোধ
মাটি একখণ্ড দিয়া নকৰিবা ৰোধ।
দলৈ গৈয়া সব কথা ৰজাক জনাই
সত্ৰ পাতিবাৰ হেতু লাগে অল্প ঠাই।

লক্ষী নাৰায়ণ ৰজা পৰম ধাৰ্মিক
নৰনাৰায়ণ সুত প্ৰজাৰ ৰক্ষক।
পিতাৰ আদৰ্শ তিনি অৱশ্যে ৰাখিল
গুৰু সকলৰ কথা মনত লাগিল।
খৰিকা বুলিলা হেৰা বেহাৰ ৰাজন
তব ৰাজ্যে মহান পুৰুষ আহিছে এজন।
পূৰ্ব্বৰ শঙ্কৰ গুৰু পুৰুষ প্ৰধান
তাহাৰ উত্তৰাধিকাৰী এৱেঁই মহান।
শ্ৰীশঙ্কৰে বঢ়াইলা ৰজাৰ যশমান
ভাৰতে পণ্ডিত নাই তাহাৰ সমান।
ৰাখিয়োক সম্মানে দিয়া ভেটি মাটি
তেওঁৰ ভিন্ন নাই আৰু তাহাৰ সন্ততি।
এতেকে দিওঁক ৰাজা কৰি সংস্থাপন
প্ৰচাৰিব ভাগৱত ভকতি প্ৰধান।
এইজন পুৰুষক যদি কৰ সংস্থাপন
তব ৰাজ্য হব স্বৰ্গপুৰীৰ সমান।
ৰজা বোলে ৰাজ বাৰীত মাটি চাই দিয়া
সত্ৰ পাতি থাকি যাওঁক ধৰ্ম প্ৰচাৰিয়া।
দলৈ বোল সিটোজন মহানপুৰুষ
নিৰ্বিকাৰ হিয়া বিষয়হীন নিৰঙ্কুশ
দিনে ৰাতি কোলাহল ৰজাৰ গৃহত
ধৰ্ম সাধনাৰ পথ ইয়াত আছে কত।
ধৰ্ম চৰ্চ্চা হেতু লাগে নিজ্জাল ঠাই
ধৰ্মৰ বাণী শুনা আৰু নাম গুণ গাই
ৰজা বোল নিজ্জাল ঠাই আছে কত
ইয়াতো থাকিব পাৰে অনেক দুৰত।

প্ৰয়োজন মতে লগ আমি নাপাইবো
অত এব ৰাজ বাৰী সান্নিধ্যতে দিবো।
তেনেকুৱা ঠাই কত চোৱাহে বিচাৰি
পালেই বুলিবা মোক দিম ঠিক কৰি।
খৰিকা বুলিলা ৰজা আমাৰ বাৰীত
তেনে ঠাই দিব পাৰো আপোনাৰ সম্মত।
ৰজা বোলে তুমি দিলে হুবা পুণ্যবাণ
তোমাৰ হইব নাম আমি কিবা পাম।
দলৈ বুলিলা পাছে কৃতাঞ্জলি কৰি
তোমাৰেই সব ৰজা যত মাটি বাৰী।
সমস্তেই তোমাৰ ধন যতেক আছয়
ৰজাই সবাৰে মালিক শাস্ত্ৰে ইহা কয়।
ৰজা বোলে বেচ কথা তোমাৰ উপৰ
সমস্ত দায়িত্ব ৰল এইটো কামৰ।
খৰিকাৰ পুত্ৰ দামোদৰ মহাজন
নামঘৰ মণিকূট সজালে তখন।
চাৰিহাটী ভক্তগণৰ পজা সজাইল
আঢ়ে কুৰি বাহা সাজি ভক্তগণ দিল।
সত্ৰ খনি হই গল অতিকে সুন্দৰ
চৈধ্য বাহা ৰল গঙ্গা যাত্ৰী সকলৰ।
চত মাহত হাল বাই খেতি কৰাইল
চাৰিফালে ঢাপ মাৰি কলক ৰুইল।
কাতিৰ মাহত আহি বাহাক লইলা
চত মাহলৈ তাত ছমাহ থাকিলা।
মাধৱৰ লীলা কথা শুনা মনপাৰি
নিৰন্তৰে নৰলোকে বোলা হৰি হৰি।



## গঙ্গা যাত্ৰীসকলৰ প্ৰত্যাবৰ্ত্তন, হৰি হৰ শ্ৰীৰাম বিবাদ আৰু দুৰ্ভিক্ষৰ কবলৰ পৰা উদ্ধাৰ, আগ্ৰপৰ্ণি ৰজাৰ আখ্যান

### পদ

চক্ৰপাণি বুলিলেক শুনা ভক্তগণ
গঙ্গাৰপৰা আহিলেক যাত্ৰী চৈধ্য জন।
গুৰুৰ আশীৰ্ব্বাদে তাৰা নিবিঘ্নে আহিলা
গঙ্গা গয়া বাৰানসী পথত দেখিলা।
অল্প অল্প ধন ছিল সবাৰে হাতত
খৰচ কৰিলা কিনি খাদ্য লাগে যত।
কিবা কিবা কৰি সবে ঘুৰিয়া আহিল
শ্ৰীৰাম হৰি হৰ ঝগৰা বাটত লাগিল।
বুলিলা শ্ৰীৰাম হেৰা কদৰ্মৰ জাত
ছবুৰি পইচা আছে তোৰ ককালত।
চাউল দালি আন তাৰে খাও দুইজন
ঘৰ পাইলে শুজিবো তোমাৰ মই ঋণ।
হৰি হৰে বোলে ধাৰে দিলে তোকে মই
পৰে কি খাইবো ঘৰে যাবো কেনে কই।
পইচা যদি নাই তেবে আহা কিয় তই
গাঠিত নাই ধন মন বৰ সবাহলৈ।
পৰৰ ধনক আশা কৰি বিয়া পাত তই
তাৰ ধন নাপালে বিয়াৰ বৰ নাজাৱই।
তোৰ বাবে টোপোলা বন্ধি ধন লৈছো মই
সেই ধন আশা কৰি তীৰ্থক যাব তই।
এনেদৰে তৰ্কা তৰ্কি কৰি দুয়োজন
তাৰ পাছে হতা হতি হইল যখন।
চতুখা কেতাই আহি মাজে থিয় হল
কোনো মতে কাজিয়াৰ উপশম হইল।
এইদৰে কিছু দিনান্তৰে যাত্ৰী দল
আহি মিলি গৈলা সবে আহতৰ তল।
তথাতে থাকিল সবে নাম গুণ গাই
ৰজাৰ আৰু প্ৰজাৰ মৰম স্নেহ পাই।
তাৰ পাছে জেঠ মাহ যেতিয়া আহিল
বেহাৰ ৰাজ্যত বৰ আকাল মিলিল।
আকালত পৰি লোক কিছু ভাগি যাই
কিছুমান থাকিল তাত উপাই নাপাই।
খেতিয়ক সবে পাছে ততক নাপাই
দুৰে দুৰে কৃষি হেতু ফুৰে মাটি চাই।
ভকত সবৰ মাঝে লাগে আহুকাল
ভিক্ষা চায় নাপাই শুকাই ওলাল হাড় ছাল।
জই শ্ৰী হৰি দুইয়ো ফুৰে ভিক্ষা চাই
কোনো দিন মিলে কোনো দিন একো নাই।
সেই দিনা গধূলিত কিছু নাপাইলা
ৰাম ৰাম আতৈ আহি পথে লগ পাইলা।
বুলিলা তাহাৰ আগে দুখৰ কাহিনী
ৰাম ৰাম দিলে চাউল একলহ আনি।
লোণ তেল দালি আৰু কোমোৰাক দিলা
তিনি দিনৰ সিধা পাই আনন্দ লভিলা।

গুৰুজনে বোলে নাম খতি কৰি যাই
জয় হৰি শ্ৰী হৰি দুয়ো ভক্ত নাই।
শ্ৰীৰামক পঠাই পাছে মাতিয়া আনিল
তিনি চাৰি দিনে কিয় নাম খতি ভৈল।
তাৰা দুই বোলে বাপ পেটে ভাত নাই
নখুজিলে আমি একো নাপাও উপাই।
কালি দিনত দুইজনে একো খোৱা নাই
ভিক্ষা কৰো ঘুৰি পকি চাউলো নাপাই।
ৰাম ৰাম আতৈ পাছে সিধা এটি দিলা
তাকে সিজাই খাই আহি ভাগৰ লাগিলা
গুৰু বোলে বাৰু মই কৰিবো উপাই
শ্ৰী ৰামক মাতি আনি মাত্ৰ কোৱা যাই
কথা শুনি শ্ৰীৰাম আতা ধীৰে চলি গৈলা
বিষয়া গণক যাই বাতৰি জনাইলা।
কেহো, হৰি, কৃষ্ণ কাজি সুবালু ৰঞ্জই
নৰসিংহ, হাহখোৱা, ৰূপাবৰ, বলাই।
পদ্মনাভ, নাৰায়ণ, সুবাল, বিৰণ
সত্যবৰ, সঞ্জইকাজি, শত্ৰুঘ্ন মৰ্দ্দন।
দীঘলা, আইধাই, আৰু তেলীয়া কৃষ্ণাই
খৰি খা, মাইদৰা আৰু ৰাম ৰাম আতই।
ফটো গোপাল, দেউলা, দামোদৰ, নৰসিংহ
ধনঞ্জয়, পদ্মনাভ, বিলাইতৰ, ৰাজসিংহ।
সবাকে মাতিয়া গুৰু আসনে বসাই
কৰযোৰে সবিনয়ে বচন বোলই।
নৰনাৰায়ণ ৰজা ৰাজ ৰাজেশ্বৰ
ইন্দ্ৰ সম পূজ্য ৰজা পূৰ্ব্ব ভাৰতৰ।
লক্ষী নাৰায়ণ পুত্ৰ তাহাৰ সুজন
তান ৰাজ্যে পশিয়াছো সব ভক্তজন।
দেশত আকাল ভৈলা ভিক্ষা পাবৰ নাই
কেবাদিনো ভক্তগণ আছে যে শুকাই।
বন্ধু নাই চিনা জনা কিহৰ উপাই
এতেকতে সবে উপাই দিওক শিকাই।
বিষয়া সকলে বোলে চিন্তা নকৰিও
যিবা লাগে সৰ্ব্ব কালে আমাক বুলিও।
গুৰু বোলে মোক বাৰু কোনং জনে লব
সবে বোলে ৰজা ভিন্ন কোনে নপাৰিব।
কথা শুনি গুৰু এক আখ্যান বুলিলা
গুৰুৰ আখ্যান তাতে সবাই শুনিলা।
মাধবৰ লীলা মৃত সবাই কৰা পাণ
হৰি হৰি বোলা সবে কৰি একমন।
মাধৱে বুলিলা শুনা অমাত্য সকল
তাম্ৰপৰ্ণী ৰাজ্যৰ ৰজা ছিল বীৰবল।
একদা চলিলা ৰজা মৃগ কৰিবাৰে
ভোকত কাতৰ ভৈলা জঙ্ঘল ভিতৰে।
মৃগ খেদি খেদি বহু ভাগৰ লগাই
ভোকাতুৰ অৱসন্ন ভৈলা নৰৰাই।
ৰজা বোলে ক্ষুধা জ্বালা সহিতে নপাৰি
বনফল কত আছে চোৱহি বিচাৰি।
সঙ্গী গণে বনফল বিচাৰিবে গৈলা
বনমাজে আম্ৰ বৃক্ষ গোটক দেখিলা।
পকি আছে বৃক্ষডালে বহু আম্ৰ ফল
আনিল বহুত আম্ৰ অমাত্যসকল।

আম আনি দেখে এক একবৰ গোট
এক এক আম যেন কলহ একগোট।
আম আনি পাত কাটি সবাই বিলাই
অতি মিঠা আম ফল পেট ভৰি খাই।
আম খাই ৰজা বোলে লোবা কিছু ফল
এক মোনা লোবা খাওক অমাত্য সকল।
পাত্ৰমন্ত্ৰী ৰাণী আৰু অমাত্য সকলে
দিব আম্ৰ খাই চাব সভাসদ সকলে
ৰাজ সভাৰ মাঝে আনি আম বাটি দিলা
পাৰিষদ গণে সবে আম্ৰক ভুঞ্জিলা।
তাৰ পৰে সোধে ৰজা অমাত্য সকল
কেনে পালা আম খাই কোৱাহে সকল।
সবে বোল ৰাজ ভোগ্য ইটো ফল হয়
গুটি পছাই থোবা ৰাজ উদ্যান আছয়।
গুটিৰ আম গজি বাৰু কাহানী লাগিব
মুল বৃক্ষ গোটা আনি ইয়াতে পুতিব।
জঙ্গলৰ পৰা আম ডালি অনা হ'ক
ৰাজ উদ্যানৰ মাজে আম ৰুই থ'ক।
সবে বোলে ডাল ভাল বুদ্ধি সজ হয়
ইয়াতে থাকিলে আম ভুঞ্জিব সবাই।
নিয়োজিলে কিছুলোক আম আনিবাৰে
মুলসহ উভালিয়া আনহ সত্বৰে।
বৃদ্ধ মন্ত্ৰী হাঁহি হাঁহি তেখনে বোলই
আশীবৰ্ষে যদি কোনো তিৰি বিয়া হই।
পচাশী বৰ্ষিয় দৰা আশী বৰ্ষ নাৰী
তাহাৰ সংযোগে জানো সন্তান গৰ্ভে ধৰি।
বৃদ্ধ আম ডালি আনি ৰোপণ কৰিলে
মৰিব ইঠাইতো বৃক্ষ নষ্ট হই সমুলে।
এতেকতে সেই ঠাইত বাগান সাজিয়া
তাহাতে ৰখীয়া ৰাখি থওঁক দেখিয়া।
ৰখীয়া সকলে আনি আম যোগাইব
তবে ৰজা পৰিয়াল আমক ভুঞ্জিব।
মন্ত্ৰীৰ আদেশে আমৰ ব্যৱস্থা হইল
বছৰান্তে আম আনি সবাকে ভুঞ্জাইল।
এতেকতে বাপ সবে যদি দয়া কৰ
কোনো ভকতকে নিব চেষ্টা যেন নকৰ।
পৰ ঘৰে গলে ভক্তৰ কথা নোহে ভাল
ইয়াতেই মিলিব জানা বহু আয়ুকাল।
এই থানে আছি যদি সিথানে যাবয়
ভক্ত গণে নাম গাব কোথাফল পাবয়।
পৰ ঘৰে থকাটো অনেক জঞ্জাল
কেবল ভকতৰ কভুনোহে ভাল।
ইয়াতেই চলি যাম অন্ন বস্ত্ৰ পাই
কাৰো গৃহে আমাক যে নিবে নলাগই।
পাছে ৰজা শুনি বহু সিধা দিয়াইল
সিটো দিন হন্তে ভক্ত গণ ৰক্ষা পাইল।
ভক্তগনে জয় দিল মাধৱক স্মৰি
তাকে শুনি সকলোৱে বোলা হৰি হৰি।



## *জিৱনি যদুমণিৰ দান আৰু কেৰ্কেটুৱাৰ আখ্যান*

### *পদ*

চক্রপাণি বৈৰাগীয়ে ধীৰে বুলি যাই
ভক্ত গণে মাঝে মাঝে প্রশ্ন সুধি লই।
এনেদৰে গুৰুজন সত্রে আছে ৰই
যি পায় তাকে লই আকাল ভড়াল নাই।
পক্ষীগণে বাহা সাজে গছৰ ডালত
নাসাচে অকনো খাদ্য বাহৰ ভিতৰত।
আহাৰ বিচাৰি সবে পেট প্রৰ্বত্তাই
আকাল ভড়াল নাই সিটো প্রাণী চয়।
একদিন এক ভকতৰ পুত্র দুইজন
পুত্র যদুমণি আৰু বাপেক জীৱন।
খৰি পাত পচলা আৰু কলফুল আনিল
দুইজনে ভাৰ থই দুৰতে থাকিল।
লাজে কাষ নাচাপয় তলমুৰ কৰি
গুৰুক দোখিলেক দুৰে আছয় চাপৰি।
শ্রীৰাম আতাক মাতি বুলিলেক বাক
দুৰে আছে লোক দুই মাতি আন তাহাক।
শ্রীৰাম আতা তাৰা সবক মাতিয়া আনিল
লাজ লাজ কৰি দুয়ো কাষ চাপি আইল।
মাধৱ বুলিলা তোৰা কিহৰ সঙ্কোচ
আমাৰ আগে আহা সবে এৰি অসন্তোষ।
জীৱন বুলিলা বাপ বৰ লাজ পাই
আনে দিব চাউল দালি মোৰ কিছু নাই।
খৰি কচু পচলা কলফুল দুটিমান
তাকে লৈয়া আহি গুৰুক কৰো অপমান।
আমাৰ ঘৰত যেবে শস্য বেচি নাই
গুৰুৰ কাযে কি আনিবো লাজে অহা নাই।
গুৰু বোল ইটো ঠাই ৰজাৰ নহয়
ধৰ্মক্ষেত্রে আহিবৰ সবে আজ্ঞা পায়।
লাজ ভয় অপমান সঙ্কোচ ব্যৱহাৰ
ৰজা প্রজা সকলোৰে সম অধিকাৰ।
খৰি শাক কচুঠাৰী হেলচী শাক খিনি
ভক্তসবে বিলাই লোবা আছে দ্রব্য খিনি।
***গুৰুৰ আদেশে সবে বস্তু ভাগ কৰি***
***লোক অনুযায়ী দ্রব্য দিলে ভাগ কৰি।***
***তাৰ পাছে গুৰু বোলে জীৱনক চাই***
***আহা ভাগ্যবান ভক্ত পিতা পুত্র দুই।***
আনৰ যতেক সিধা লইবো পাচত
তোৰা সবৰ সিধা আজি লইবো প্রথমত।
তাৰ পাছে গুৰু জনে আখ্যান কহিলা
মনোযোগে ভক্তগণে তাহাক শুনিলা।
লঙ্কাত পশিব ৰাম সীতা উদ্ধাৰ হেতু
সাগৰ পাৰ হব সবে বান্ধি এক সেতু।
সেতু বন্ধা কামত লাগিলা কপিগণ
কেৱে দিয়ে শিল মাটি কেৱে দিয়ে বন।

বৰ বৰ শিল বয় মাথাত আনয়
সাগৰৰ পাৰে আহি পানীত পেলায়।
ধমা ধমি দমা দমি শব্দ হই যাই
সাগৰৰ পানী মাঝে খলক লাগই।
একগোটা কৰ্কট আহি বাহ পাত লই
আনন্দতে নাচি বাগি বান্ধত পেলাই।
এনেদৰে বহুপাত আনিয়া আছই
বানৰ গণে দেখি তাক খেদে দাবিয়াই।
বোলে ক্ষুদ্ৰ কেৰ্কেটুৱা বাহ পাত এটি
তাকে দিয়া সেতু বান্ধা সাগৰক ভেটি?
কাৰোবাৰ গছকত মৰি যাবি তই
বাহ পাত এটিৰে সেতু কোন দিনা হই।
ভালে ভালে যা গুচি আপোন গৃহক
নতু মাৰি দলিয়াব সাগৰ গৰ্ভক।
কেৰ্কেটুৱা ভয় পাই ৰাম পাশে যাই
কান্দি কান্দি বিবৰিয়া সব কথা কই।
অতি ক্ষুদ্ৰ প্ৰাণী আমি আপোনাৰ ৰাজ্যৰ
সহায় কৰিবে ইচ্ছা কাৰ্য্যে আপোনাৰ।
মোৰ ক্ষুদ্ৰ বল বুদ্ধি আছে যত মান
খাটি দিবো তব কাৰ্য্যে হই একমন।

বাহ পাতি দুটি মাত্ৰ আনি কঢ়িয়াই
তাকে দিয়া সেতু বন্ধা কৰ্মত সহাই।
এই খিনি সেৱা হন্তে নবঞ্চিবা মোক
নতু শক্তি নাই মোৰ অন্য কৰিবাক।
কেৰ্কেটুৱাৰ আগ্ৰহত ৰামৰ সন্তোষ
বান্দৰক মাতি আনি কৰিলেক ৰোষ।
সেৱা কৰিলেক তাৰা শক্তি অনুসাৰে
হস্তী আৰু কৰ্কট কি সম হইতে পাৰে।
তথাপিতো শুদ্ধ চিত্তে মনৰ সন্তোষে
বহপাতি গোটা দিয়া সেবিছে আমাকে।
এইৰূপে তুমি বাপ বেটা দুইজন
শক্তি অনুসাৰে কৰি দ্ৰব্যৰ যতন।
*যিবা দিবা আনি আছা নিৰ্মল অন্তৰে*
*বিত্ততহে চিত্তক দেখি জানে সবে নৰে।*
এই বুলি আশীৰ্ব্বাদ কৰি গুৰুজন
জীৱন যদুমণিক বোলে বিনয়ে বচন।
নকৰিবা ঘৃণা ক্ষুদ্ৰ বুলি কোনো প্ৰাণী
আপোনাৰ কৰ্তব্য কৰে ক্ষুদ্ৰ, বৰ প্ৰাণী।
মাধৱদেৱ লীলা মৃত শুনি নৰগণ
হৰি হৰি বোলা সবে হয়া একমন।



## হৈ দাস ৰাম দাস বিবাদ নিষ্পত্তি
## আৰু বলধিপাৰাত সামুহিক ভাণ্ডাৰ স্থাপন

### পদ

একমনে বুলি গৈলা বৈৰাগী আতই
হৈ দাস আৰু ৰাম দাসৰ বিবাদ কেনেকৈ।
দুইজনে ভক্ত এই শঙ্কৰ মাধৱৰ
উভয়েই কৰে চিন্তা কেৱল ঈশ্বৰৰ।
দুইজনে সঙ্গী আতৈ সুহৃদ বান্ধৱ
একেটি ঘৰতে বাসা কৰে তাৰা সব।
ভিক্ষা কৰি প্ৰবৰ্ত্তয় আৰা দুইজন
যিখিনি পাৱয় ভিক্ষা ভাগয় সমান।
গুৰুৰ উপদেশ সব ভকতৰ প্ৰতি
সঙ্গী আতৈ হৈলে হবা একাত্মাৰ প্ৰীতি।
যিবা পোৱা বাটি খাবা সংহতি নেৰিবা
আতৈক নেদিয়া নিজে কিছু নাখাইবা ।
এৰা দুই কিন্তু জানা নোহে একসম
এজন উদাৰ আৰু ইজন নিৰ্ম্মম।
একদিন দুইজনে ভিক্ষাৰ বাবে গৈলা
ৰাম দাসে পালে কিছু হৈদাসে নাপাইলা।
হৈদাসে যি পায় তাকে সম বাটি খায়
ৰামদাসে কিন্তু ভাগ দিবে টান পায়।
সেই দিনা ৰাম দাসে চাউল কঠি পাই
নিজে পাক কৰি খালে আধা অংশ থই।
হৈ দাসে নাপাইলা কিছু শুকাই থাকিল
বিচনাত মুৰ গুজি শুইয়া পৰিল।

পিচদিনা ভক্তগণে প্ৰসঙ্গত কৈলা
হৈদাস আতৈ কোনো মতেহে আহিলা ।
অনশন অৰ্দ্ধাশন অবশ শৰীৰ
লাহে লাহে আহে তবু খোজে নোহে থিৰ।
ভক্ত গণ বোলে বাপ কিবা কাৰণত
শৰীৰ দুৰ্ব্বল এত নাই গাৱে তত।
হৈ দাস বুলি ভক্তগণৰ ফালে চাই
দুৰ্ভগীয়া আমি বাপ কিহুৱ উপাই।
অনশনে অৰ্দ্ধাশিনে দুৰ্ব্বল হইলু
খুজি মাগি কালি মই একো নাপাইলু।
ভক্তগণে বোলে বাপ তোমাৰ আতই
তিনি চাৰি কঠা চাউল থৈছে জমাই
অৰ্দ্ধেক দিবলৈ লাগে তুমি যেবা দিয়া
আজি বাৰু কিয় তব অন্ন নাইকিয়া?
ভক্তগণে এই কথা গুৰুক জনাইল
ৰাম দাস ভকতৰ দণ্ড কিছু ভৈল।
বাহাৰ পৰাই বাজ কৰিলা তাহাক
দেখি হৈ দাসৰ বৰ মনত আশ্বাস।
আতৈ গুচি গৈলা যেবে এই বাহা এৰি
ৰীতি মত আমি একা থাকিবে নাপাৰি।
আতৈৰ পিচতে গুচি গৈলেক হৈ দাস
তাকে দেখি ভক্তগণৰ লাগিল আশ্বাস।

আনির্ব্বন্ধে প্রবর্ত্তয় যেদিলো তাহাক
তুমি কিয় শুচি যোৰা নামানিয়া হাক।
আপোনাৰ পূর্ব্ব বাক্য ৰাখি এই কাম
দুইজন সুখে দুখে সমভাগি হম।
দুইজন ভকতক মাতিলা গুৰুজন
একত্রে বহাই বোলে বিনয় বচন ।
দুইজন এক আত্মা সুহৃদ সজ্জন
ৰীতি মত বাস কৰ তোৰা দুইজন।
এজনে শুকাই ৰয় আনজনে খাব
এনে কর্মে কোনোদিনে মুকুতি নাপাব।
হে দাসে পাইলে ভিক্ষা দিয়ে যে তোমাক
তুমি অন্ন খালা তাৰ ভৈলা উপবাস।
দুইজনে পাক কৰি অন্নক খাইবা
এজনক এৰি এজন কভু নুভুঞ্জিবা।
এইবুলি মাধবদেৱ দুইকো আশ্বাসী
বহাৰ ভিতৰে দুইকো থই দিলে ৰাখি।
দুর্ভিক্ষত প্রজা বহু আকালে মৰিল
ভক্তগণে ৰাজ যত্নে খাইয়া থাকিল।
তাকে দেখি মাধবৰ বিমৰিষ মন
আকাল নিবাৰণ হেতু কৰিলা যতন।
সবাকে বুলিলা গুৰু যত ভক্তগণ
একত্রে বহিয়া সবে কৰে আলোচন।
গুৰু বোলে ভক্ত গণ সবে জানি লোবা
সাচি থৈ খাবলৈকে সবে শিকি লোবা।
জহকালি খাবলৈকে সাচে পৰুৱাই
ধন ধান সাচিবলৈ আমাক শিকাই।

কাৰো আছে ধান কাৰো একমুঠি নাই
বাটি খালে আটি যাব জানিবা সবাই।
বলথি পাৰা নামে ঠাই অতি সুচিক্কণ
তাতেই আছিল কৃষ্ণৰ ভক্ত বহুজন।
মাটি বাৰী ভাল তাত ভাল শস্য হয়
দান পাব ধান যদি ভকতে বোলয়।
ধর্ম ভড়াল বান্ধি তাত ধান ৰাখি থব
আকালত প্রজাগণে সাহায্য পাইব।
যতে যতে ভক্ত আছে সবাক বুলিলা
যাৰ আছে ধান তাৰা সবত খুজিলা।
ভক্ত গণে দিয়ে ধান দুই এক দোণ
যাৰ বেচি আছে তাৰা দিয়ে বহু গুণ।
ভকতসকলে ভিক্ষা কৰি আনি খাই
আধা খায় আধা থয় ভড়ালত গই ।
ভাত ৰান্ধিবৰ হেতু ৰান্ধনি যাবয়
পৰিয়ালৰ চাউলখিনি জোখ কৰি লয়।
ধুবৰ আগতে একমুঠি চাউল থয়
অন্ন খোৱা গণে কিছু গমকে নাপায়।
প্রতি মাহে তিনিকুৰি মুঠা চাউল হয়
দুই সেৰ চাউল জমা ৰান্ধনি কৰয়।
সবখিনি চাউল মুঠি ভৰাল কৰিলা
এনেদৰে ভড়াল খনি টনকিয়াল ভৈলা।
সবে দিলা যত ভক্ত ভড়ালত দান
বেহেৰীয়া বিষ্ণু বোলে মই নেদো দান।
বালিচাহীৰ কাম কৰি হস্তীক পালন
গুৰুজনৰ এই ধাণ্ডা বিভ্রান্তি লক্ষণ।

এতেকতে আমি নাহি দিব কোনো দান
পিপৰাই টানে বোজা হস্তীৰ সমান।
মোক নলাগয় ভাগ ইয়াৰ লাভৰ
নকৰিব সহযোগ ইহেন কাৰ্য্যৰ।
যদুমণি পাছে আহি গুৰুক বুলিলা
দাদা মোৰ ভাণ্ডাৰত সাহায্য নিদিলা।
সাহায্যৰ পৰা কিন্তু ভাণ্ডাৰ ভৰিল
দুখীয়া নিচলা গণক বিলাইবে লাগিল।
এনেদৰে ভাণ্ডাৰৰ পৰা সবে নেই
বেচিকৈ পালে ঘুৰাই ভাণ্ডাৰে ৰাখই।
এহিমতে আকালত সবাই তৰিলা
ভাণ্ডাৰতো বহু চাউল জমা হৈ ৰৈলা।
আকালৰ অন্ত হল লোক বাচি গৈলা
বলধি পাৰাৰ বাইজ সবে বাচি গৈলা।

বছৰৰ নতুন ধান থৰলৈ লাগিল
জমা ধান ভক্ত গণে ভাগ কৰি নিল।
তথাপিতো কিছু ধান ভড়ালে থাকিলা
সেইখিনি ধান আনি বিষ্ণুক ভেটীলা।
ধান পাই বিষ্ণু আতা বৰ লাজ পাই
তলমুৰ কৰি ধানখিনি নিয়া থই।
*গুৰু বোলে সঙ্ঘে শক্তি কলিৰ যুগত*
*একতা বিহিনে সিদ্ধি নোহে কাৰ্য্য যত।*
মাধৱৰ বুদ্ধি মস্তাক সবে প্ৰশংসিলা
বছৰে বছৰে ভাণ্ডাৰ তথাত পাতিলা।
সেই ভাণ্ডাৰৰ ধনে বহু কৰ্ম হয়
নাম, কীৰ্ত্তন আদি কামে কাকো নাখাটয়।
মাধৱৰ লীলা সবে স্মৰণ কৰিয়া
হৰি হৰি বোলা যাওক পাতক চাৰিয়া।



## *গোপাল শ্ৰীৰাম সংবাদ*

### দুলড়ী

চক্ৰপাণি বোলে        শুনা ভক্ত যত
শ্ৰীৰাম গোপাল সংবাদ
দিনেক বুলিলা        শ্ৰীৰাম মহন্ত
ভ্ৰমণৰ লইবো স্বাদ।

শুনা গুৰুদেৱ        পাৰে কৰো সেৱ
কামৰূপত চলি যাও
তাতসে আছয়        যতেক মহন্ত
তাহাৰ বিচাৰ লও।

মহাভক্ত চয়     তাতেহে আছয়
বিভিন্ন থানত জুৰি
কোনে কিবা কর্ম     কৰিয়া আছয়
চাইবাক খোজো ঘুৰি।
মাধৱে পুছিলা     কোন থানে যাবা
বিবৰিয়া মোক বলা
তাৰ পাছে তুমি     ই ঠাই চাৰিয়া
কামৰূপক লাগি চলা।
শ্রীৰাম বোলন্ত     লগৰ ভকত
তথাত আছে বহুত
গোসানী মাতৃৰ     চৰণ দেখিবো
আমি ভাবিলো মনত।
সুন্দৰীত আছে     ৰাম চৰণ দেৱ
বৰপেটা মথুৰা দাস
জনীয়াৰ থানে     নাৰায়ণ দাস
হৰি নাম কৰে প্রকাশ।
শুৱালকুচিত     পঢ়িয়া আতই
ধুপগুৰি লক্ষীকান্ত
ভবানী পুৰত     গোপাল আতই
গুৰুৰ প্রিয় ভকত।
দক্ষিণ পাৰত     চমৰীয়া থানে
বৰবিষ্ণু ৰহিলন্ত
ইসবক গই     দেখিবৰ ইচ্ছাই
মোৰ মনে ইচ্ছন্ত।

মাধৱ বুলিল     যোৱা বাৰু বাপ
বিলম্ব অধিক নকৰি
এঠাইতো নৰৈবা     বেগে চলি যাবা
তিনিমাহে আহা ঘুৰি।
শ্রীৰাম চলিল     কামৰূপ আহিল
ছত্র শালত জিৰাই
আৰু দহ দিন     উজাই আহিয়া
জনীয়াৰ ঘাট পাই।
ঘাটে ৰই পাছে     ঠাকুৰ আতাক
প্রণামিল গৈয়া পৰি
সেহি সময়তে     চৰণে পৰিলা
দুই হাতে জোৰ কৰি।
সাত দিন মাত্র     ৰল সেহি ঠাই
অনেক ধর্ম আলোচি
তাৰ পৰে আহি     পাট বাউসী পাই
মাতৃক সেৱিলা যাচি।
আইৰ চৰণ     পাৱে প্রণামিল
লৈলা চৰণৰ ধুলি
মাধৱৰ বার্ত্তা     পুচন্ত মাতৃয়ে
মাধৱ কেনে আছে বুলি।
গুৰু মাধৱৰ     বার্ত্তাকি কহিলা
সাত দিন তাতে ৰই
বৰপেটা থানে     মথুৰা দাসক
পিচে দেখা কৰে গই।

চমৰীয়া লাগি গৈলা এক দিন
সাত দিন থাকি তথাত
ভবানী পুৰুক লাগি চলি আছে
শ্ৰীৰাম আতা ভকত।
তাৰ পাচে আতা ভবানী পুৰুক
তুৰন্তে চলিয়া যাই
তথাত থাকিল কথাক শুনিল
হৰিষৰ সীমা নাই।
কত দিন গৈলা হিচাব নপাইলা
কথা ৰসে মজি আছে
দিনে প্ৰতি ভাবে আজিয়ে যাইবো
পাহৰি থাকিল পাছে।
কথাৰ সাগৰ গোপাল আতাই
ভাগৱত কথাকই
অমৃত বৰষে অলপো নৰহে
আনন্দৰ সীমা নাই।
পাচে একদিন শ্ৰীৰাম বুলিল
শুনিয়ো কথাৰ সাগৰ
আজি চাৰিমাহ ইয়াত থাকিলো
জগৰ লাগিব মোৰ।
তিনি মাহ মাত্ৰ সময় দিছিলে
গুৰুজনে মোক লাগি
তিনি মাহ অন্তে ঘুৰি যাব লাগে
কোচ বেহাৰক লাগি।

কিন্তু আগে মই মাত্ৰ দুমাহতে
কামৰূপ ঘুৰি আহি
ভবানী পুৰত চাৰি মাহ গৈলা
আমাৰ সময় ৰহি।
এখন আমাৰ হাতত্ত সময়
আৰু এটি দিনো নাই
তুৰন্তে যাইবো আৰ নাথাকিবো
যাতে বেহাৰক পাই।
গুৰুৰ সমীপে জগৰ লগালো
দিন অতিক্ৰমী মই
ৰাগযে কৰিব আমাক খণ্ডিবো
গুৰুৰ বাক্য নৰখাই।
এতেকে এদিনো ইয়াতে নাথাকি
বিদায় মাগিলো মই
অতি শীঘ্ৰে গৈয়া বেহাৰ পৌচিবো
কুকুৰ বেগে চলি যাই।
যাৰা সবে শুদ্ধ ধৰ্মক আচাৰি
শঙ্কৰৰ মত ধৰি,
গুৰুৰ উপদেশে প্ৰবৰ্ত্তি আছই
ওলালো তাহাক স্মৰি।
যাৰা সবে গুৰু শঙ্কৰক চিনিছে
ধৰ্মক আচৰা নাই
আগলৈ আচাৰি গুৰু ধৰ্ম ধৰি
থাকিবেক প্ৰবৰ্ত্তাই।

সি সব লোকক নমস্কাৰ কৰি
বিদায় মাগিলো আমি
যথাত আছয় মাধৱ মহন্ত
তাহাৰ পাৱক নামি।
এই বুলি ভ্ৰাতা বিদায় মাগিলা
বেহাৰ ৰাজ্যক পাই
গুৰুক প্ৰণামী ভকতৰ সঙ্গে
দেখা কৰিলেক গই।
শ্ৰীৰামক দেখি খণ্ডিলা মাধৱ
মুখ ঘুৰাই নামাতিলা
ভকত সকলে ঘটনা দেখিয়া
কণাকণি কৰি ৰৈলা।
পাচত শ্ৰীৰাম মাধৱক চাই
বুলিলন্ত স্তুতি বাণী
আমি পাতকিৰ সমাস্ত দোষৰ
লওক কাৰণ জানি।
মাধৱ বোলন্ত তিনি মাহ মাত্ৰ
কথা দিলো যে তোমাক
ছয় মাহ তাত কি কৰ্ম কৰিলা
নুশুনি আমাৰ বাক•।
আমাত কিবা কাম আছয় তোমাৰ
কি লাগি আহা ইহাক
ৰাজ ভোগ খাই পেট প্ৰবৰ্ত্তাই
লোৱা গই সুবিধাক।

গুৰুৰ বচন শুনিয়া শ্ৰীৰাম
অতি বিনয়ে বুলিলা
দুই মাহ ঘুৰি সমস্ত থানক
দুইমাহ ভৰি গৈলা।
তৃতীয় মাহত ভবানী পুৰক
যেবে আহি পালো মই
আমাক দেখিয়া গোপাল দেৱৰ
আনন্দৰ সীমা নাই।
প্ৰথম একমাহ আপোনাৰ বাৰ্ত্তা
বিবিধ প্ৰকাৰে লৈলা
তাৰ পাছেকত শাস্ত্ৰৰ তত্ত্বক
বাখ্যা কৰি কৰি কৈলা।
তিনিমাহ ধৰি যি কথা বুলিলা
এৰি অহা সাধ্য নাই
ভগৱত বাখ্যা যিমতে কৰিলা
এৰিবে নোৱাৰো মই।
গোপালৰ কথা ৰসত মজিয়া
আপোন পাহৰা হওঁ
আছোক আমাৰ নিজ কথা বাদ
আপোনাকো ভুলি যাওঁ।
এৰিবে নোৱাৰে কথাৰযে মোহ
গোপালৰ সঙ্গ পাই
হঠাতে এদিন বিদায় লইলু
চলিয়া আহিলো মই।

• *বাক - কথা*

আমি অধমৰ যত দোষ মানে
ক্ষমিওক বাপ মোৰ
আপোনাক এৰি কিমতে থাকিবো
ইহেন সংসাৰ দুৰ্ঘোৰ।
এই কথা বুলি গদ গদ সুৰে
শ্ৰীৰাম কান্দিবে লৈলা
চকুৰ লোতক বস্ত্ৰ তিতি যাই
ভুমিত পৰিয়া ৰৈলা।
পাছে মাধব দেব সান্ত্বনা কৰিয়া
বুলিলা অতি সাদৰি
পৰম ভকত তুমি যে শ্ৰীৰাম
লইলু পৰীক্ষা কৰি।

কথাৰ সাগৰ গোপালৰ সঙ্গ
এৰাইতে দুষ্কৰ অতি
কুশল মঙ্গল কামৰূপ ৰাজ্যৰ
পুচিলা গুৰু সম্প্ৰতি।
তাৰ পিচে উঠি শ্ৰীৰাম মহন্ত
বাহাত প্ৰবেশ কৰি
পূৰ্ব্ব ৰীতি মত আপোন কৰ্মত
ৰল মন প্ৰাণ ধৰি।
ভকত গুৰুৰ লীলা কথা মৃত
আক সবে পান কৰা
আল জাল এৰা সাধু সঙ্গ ধৰা
পাষণ্ডৰ মত চাৰা*।

* *চাৰা - এৰা*



## *কৃষ্ণ বল্লভ বিষ্ণু বল্লভ ঝগৰা*

### *পদ*

পাছে বুলিলেক চৰিত আতে চক্ৰপাণি
বেহাৰত যি কৰিলা লোৱা সবে জানি।
সেহিসে স্থানত যেবে ৰইলা গুৰু জন
অনেক ভকতে তাতে কৰে আগমন।
মাধৱৰ নিৰ্দ্দেশত দুই দুই জন
সঙ্গী ভক্ত হৈ থাকে কত বন্ধু জন।
এনেদৰে দুইজনে একে সঙ্গী হই
প্ৰতি বাহাত বাস কৰে গুৰুৰ কৃপাই।
কৃষ্ণ আৰু বিষ্ণু বল্লভ ভক্ত দুইজন
সঙ্গী ভক্ত হইয়া তথা কৰে অবস্থান।
কৃষ্ণ বল্লভ জহাদি কলৰ পুলি এটি
সমতলে ৰোপন কৰিলা ভুয়ে পুতি।

গোবৰ গোটাই আনে পথত বিচাৰি
জাবৰ পচাই দিলা আতি পতি কৰি।
পুলিক যতন কৰা দেখিল বিষ্ণুই
পৰীক্ষা কৰিবে লাগি চিন্তন কৰই।
মিত্রক বুলিলা ওৰে সব্যাৰ নন্দন
কলপুলি গোট কৰা বৰই যতন।
পুলিগোট লাগি তোৰ যতেক মৰম
মোৰ লাগি কৰা জানো মৰম কৰম।
কৃষ্ণ বোলে তোৰ লাগি ইয়াতো অধিক
প্ৰাণাধিক বন্ধু তুমি বুলি কম কিক।
পুলিগোট লহ পহ বঢ়িয়া উঠিলা
সময়ত এটি থোক ওলাই পৰিলা।
কল থোক ওলাই গৈ মাটিক চুইল
কল দেখি কৃষ্ণ বল্লভ আনন্দিত ভৈল।
ঠন ধৰি কল গোট ডাঙৰ হইলা
বিষ্ণু বল্লভ আহি কল কাটি পেলাইলা।
কৃষ্ণৰ গৃহিণী জনী অতি শান্ত মতি
নেমাতিল একো বাক্য মিত্ৰক তাহিতি*।
কল কাটি থৈয়া হাঁহি গৈলা বিষ্ণু ৰাই
গৃহে গৈয়া দধি, দুগ্ধ যতন কৰই।
চিৰা, দধি, দুগ্ধ, কল, গুড় কিনি আনি
সযতনে থৈলা ৰাখি সব বস্তুখিনি।
পথাৰৰ পৰা কৃষ্ণ আহিল যখন
কলৰ অৱস্থা দেখি ক্ৰোধান্বিত মন।

কোনে কৰিলেক এনে শত্ৰু আচৰণ
কত যত্নে কল মই কৰিছো পালন।
এত শ্ৰমৰ ফল মোৰ অথলে গইল
শ্ৰমৰ মূল্যক মই একো নাপাইলো।
কাৰো অন্যায় কাৰ্য্য কৰা নাই কোনোদিন
কোনে কৰে এনে কৰ্ম চণ্ডালতো হীন।
এমন পাষণ্ড কৰ্ম কোনেনো কৰিলা
আমাৰ কলক কাটি বিনষ্ট কৰিলা।
পৰিবাৰ বুলিলা তব পৰম মিতুৰ,
কল কাটি থৈয়া তিনি গৈলা কত দূৰ।
কাণ্ড দেখি তধা লাগি আমিও ৰইলু
মিত্ৰৰ কৰ্মক দেখি বিচুৰ্ত্তি খাইলু।
কৃষ্ণই ক্ৰোধে কলথোক কান্ধত লইল
মিত্ৰৰ গৃহ আগে থই যে বুলিল ।
কত যত্ন ফল দুটি খাইবে নিদিলা,
মিত্ৰতাৰ প্ৰতিফল ভাল কৰি দিলা।
ফুলকহি কলাখিনি খোৱা তুমি বাৰু
তুমিসহ বন্ধুত্বযে নাথাকিব আৰু।
বিষ্ণু আহি চৰণত পৰি সেৱা কৰি
কথাৰ পৰীক্ষা মই পালো ভাল কৰি।
কলপুলিত কৰি মোত মৰম অধিক
আজি কিয় ৰাগম্বিত হোৱা এতধিক!
গৃহক আহিলা তুমি পৰম বান্ধৱ
যাইতে নিদিব আৰু প্ৰাণৰ বান্ধৱ।

*তাহিতি – তাত

ভালমতে জানো তুমি আহিবা যখন
দধি দুগ্ধ ক্ষীৰ আমি ৰাখিছো যতন।
অন্ন ভুঞ্জি যাব লাগে কৰিছো প্ৰণতি
কলথোকৰ মুল্য আমি দি দিবো সম্প্ৰতি।
স্বামী ভাৰ্য্যা দুই জনে চৰণ ধুৱাই
বন্ধুক তুষিলা দুয়ো অতি যতনাই।
তাৰ পাছে কলৰ মুল্য টকা এটি দিলা
মুল্য বুলি টকা গোট কৃষ্ণই নানিলা।

দুইজন আলিঙ্গন কৰিলা বহুত
বৃদ্ধৰ কাললৈ তাহাৰ থাকিল বন্ধুত্ব।
ইসব সমস্ত কথা মাধব শুনিলা
বিষ্ণুক মাত্তিয়া আনি বন্ধুক বুজাইলা।
শ্ৰম কৰি লগা ফল কাটিবে নাপায়
এই শ্ৰমৰ ফল বহুজনে ভাগ পায়।
মাধৱৰ লীলা কথা সবে জানি লই
হৰি হৰি বুলি সবে ঘুষিও সদাই।



## মাধৱদেৱৰ সমীপলৈ আই ধাইৰ আগমন আৰু নৰনাৰায়ণ ৰজাৰ বিষয় আলোচনা

### পদ

বেহাৰ ৰাজ্যৰ ৰজা প্ৰজাক বখানি
কতেক কহিলা কথা আঁতে চক্ৰপাণি।
জগত গুৰু শঙ্কৰদেৱ ধোৱা হাট স্থানে
নৰনাৰায়ণ ৰজা জগতে বখানে।
বিক্ৰমাদিত্য সম কামৰূপ ৰাজ্যৰ
বুলি সবে প্ৰশংসা কৰয় প্ৰজাবোৰ।
সেহি সময়ত ৰজা শণিৰ গ্ৰাসত
পৰি আছে বুলি কয় জ্যোতিষী বহুত।
ৰজাবোলে বিপ্ৰসব মই কি কৰিবো
শনি দৃষ্টি এৰাইবাক কোন ঠাই যাইবো?
জ্যোতিষী বুলিলে হেৰা শুনাহে ৰাজন
ভাতৃৰ ওপৰে ৰাজ্য কৰাহে অৰ্পন।

কলা বস্ত্ৰ পৰিধান কৰিও সতত
আত্ম গোপন কৰি চলা লোকৰ মাজত।
ঘুৰিয়া ফুৰোতে কিন্তু সাবধান হবা
আত্ম পৰিচয় তুমি একোতে নিদিবা।
আদেশ অনুৰূপ কৰ্ম কৰিলা ৰাজন
ভাতৃৰ ওপৰে দিলা ৰাজ্যৰ শাসন।
বিপ্ৰৰ আদেশে ৰজা ভেশচন কৰি
থাকিলেক পূৰ্ব্ব দিকে আহোম ৰাজ্য ঘুৰি।
ছদ্ম বেশ ধাৰী ৰজা আহোম ৰাজ্যত
পাইলেক দুটি বস্তু দৃষ্টি গোচৰত।
বস্তু হল শুক্ল বৰ্ণ বৰ গজ এক
আনিব কাঢ়িয়া ৰজা প্ৰতিজ্ঞা কৈলেক।

আৰু এক গাভৰু পাইলা উজনিত
দলগাওঁ নামে ঠাই গাঁওৰ মাজত।
তথাত আছিল এক বিধবা অঙ্গনা
ধৰিত্রী নামেতে আছিল তাহাৰ এক কন্যা।
ওখ স্তন যুগল দেখিতে মনোহৰ
গালৰ ৰঙৰ বৰ্ণ যেন শিন্দুৰৰ।
কেশ কোচা পৰে আহি আঠুত লাগিয়া
বহল তপিনা যুৱি হৃষ্ট পুষ্ট কায়া।
ইটো কন্যা দেখি ৰজা মনতে ভাবিল
ৰক্ষিতা কৰিবৰ মনে ভৰিয়া আছিল।
মাতখিনি অতি মিঠা কান্তি মনোহৰ
এই হেতু লাগি গৈলা ৰজাৰ নজৰ।
ৰাজ পৰিয়ালে অনি ধাই বাব দিব
যেনে তেনে এই কন্যা বেহাৰক নিব।
ৰাজপাটে বহি ৰজা ভাতৃক পঠাইলা
আহোম ৰাজ্য আক্রমিয়া বিজয় কৰিলা।
শুক্ল বৰ্ণ হাতী কাঢ়ি আনিলা ৰজাৰ
শুক্লধ্বজ নাম পাইলা ভাতৃয়ে ৰজাৰ।
উত্তৰ পাৰে দলগাও চলথ কৰিলা
ধৰিত্রিক ধৰি নিয়া ৰজাক শোধাইলা।
পুত্রৰ পালন হেতু ধাই নিয়োজিয়া
ৰজাৰ ৰক্ষিতা নাৰী থাকিল পালিয়া ।
যদ্যাপি নহয় পত্নী ৰক্ষিতা ৰজাৰ
সতি নাই সন্ততি নাই কৰুণা অপাৰ।
ৰাজ পৰিয়ালে তেওঁক ৰাণী যেন মানে
ৰাজ কৰ্মচাৰী গণে ৰাকৈ বখানে।

লক্ষীনাৰায়ণ ৰজাৰ পালনীয়া মাতৃ
বলিত নাৰায়ণ আদিৰ মৰমৰ ধাতৃ।
এই হেতু কোৰৰ সবে মাতৃ জ্ঞান কৰে
মাতৃসম সকলোটিৰ আলপৈচান ধৰে।
নৰ নাৰায়ণ ৰজা ভুবন বিদিত
সম্রাট হইল তাৰা পূৰ্ব্ব ভাৰতত।
শ্রীমন্ত শঙ্কৰদেৱ তথাত থাকিলা
ৰজা উপদেশে বহু শাস্ত্রক লিখিলা।
গুৰুকো কৰয় শ্রদ্ধা তুলনা যে নাই
সেই হেতু গুৰুজনে বোলে আই ধাই।
লক্ষী নাৰায়ণে তেওঁক বুলিছিলে আই
ৰীৰ, ব্রজ নাৰায়ণ সবে বোলে বুঢ়ী আই।
এক দিন দুই বালক সঙ্গে লৈয়া যাই
ভাৰ ভেটী বহুত আৰু কত দ্রব্য চই।
বাল সঙ্গে আই ধাই গুৰু কাৰে বয়
ভাৰ ভেটি শোধাই আৰু দ্রব্য চয়।
গুৰুক প্রণাম কৰে দণ্ডৱতে পৰি
কোৰৰ দুইকো প্রণাম কৰাই আঠু কাঢ়ি।
ৰীৰ নাৰায়ণ সেৱা সষ্টাঙ্গে কৰিলা
ব্রজ নাৰায়ণক কৰাবে নপাৰিলা।
ৰজাৰ কোৰৰ মই সেৱা কৰিম কাক
প্রজা যত আছে সেৱা কৰয় আমাক।
এই বুলি দম্ভ কৰি আতৰিয়া গৈলা
তাকে দেখি মাধৱদেৱ ঈষত হাসিলা।
গুৰু বোলে মূলা গজে দুই পাতে চিন
হইব ডাঙৰ নাই বা হইবেক ক্ষীণ।

বীৰ নাৰায়ণ ভক্ত আৰু ৰজা হ'ব
ব্ৰজ অহঙ্কাৰী আৰু নিষ্ঠুৰ হইব।
গুৰু বাক্য অৱশ্যে প্ৰমাণ হইল
লক্ষীৰ পাছত ৰজা বীৰ যে হইল।
মহাভক্ত বীৰনাৰায়ণ ৰজা হই
বহু সত্ৰক মাটি বাৰী আৰু ধন দেই।
বৰপেটা সত্ৰে আহি আপুনি দেখিলা
মথুৰা আতাক বহু প্ৰশংসা কৰিলা।

ব্ৰজ নাৰায়ণ বহু গোল মাল কৰি
ৰাজ্যৰ অৱস্থা বহু পেলাই হ্ৰাস কৰি।
এই ৰূপে কোচ ৰাজ্যত বিভ্ৰাট ঘটিল
ৰাজ্যৰ অৱস্থা বহু মলিন হইল।
কোচ ৰাজ্যে গুৰুজন ছিলা বহু দিন
ভাতৃ কলহতে ৰাজ্য হৈ গৈলা ক্ষীণ।
মাধৱৰ লীলা কথা মনে প্ৰাণে লই
হৰি ৰাম হৰি ৰাম ঘুষিও সদাই।



## *পূৰ্ব্ব কথা*

### *কোচ ৰাজ্যৰ ভাঙোন, লক্ষী পৰীক্ষিত বিবাদত খহটা সন্ন্যাসীৰ চক্ৰান্ত, ৰূপাবৰ আতৈৰ মন্ত্ৰীত্ব লাভ*

### *পদ*

চক্ৰপাণি বোলে কথা শুনা ভক্ত গণ
পূৰ্ব্ব ভাৰতৰ ৰজা নৰনাৰায়ণ।
চিলাৰায় ভাতৃ তান অতি বিচক্ষণ
বীৰ অগ্ৰগণী পৰম বীৰ সিটোজন।
বাহুবলে ৰাজ্য জয় অনেক কৰিলা
বিশাল কোচ সাম্ৰাজ্যক প্ৰতিষ্ঠা কৰিলা।
মহাভক্ত মহাবীৰ দুৰদৰ্শীজন
ভুবনেশ্বৰী দেৱীৰ পাণি কৰয় গ্ৰহণ।
শ্ৰী শঙ্কৰ গুৰুক নিয়া ৰাজ্যত ৰাখিলা
দুইভাই যথোচিত সম্মান কৰিলা।

তাৰ পিচে চিলাৰায় গৌৰ আক্ৰমিল
গৌৰ নবাবৰ হাতে বন্দী হৈ ৰল।
নবাবৰ মাতৃক যেবে ভুজঙ্গে দংশিলা
সেই মৃত্যু হন্তে মাতৃক চিলাৰায় বচালা।
মুক্তি দিলা চিলাৰাইক গৃহক আহিল
দুই বছৰান্তে বীৰ পৰলোক গৈল।
ভাতৃ শোক পাহৰিয়া মোগলৰ সতে
বন্ধুত্ব পাতিয়া লৈলা দুইৰো মাজতে।
মোগলৰ বন্ধু ভৈল নৰনাৰায়ণ
দুই ৰজা মিলি কৰে গৌড় আক্ৰমণ।

জয় কৰি গৌড় ৰাজ্য দখল কৰিল
মোগলৰ সঙ্গে ৰাজ্য ভগাই লইল।
চিলাৰাইৰ জ্যেষ্ঠ পুত্ৰ ৰঘুদেৱ ৰাই
পৰিয়ালৰ ভিতৰত বয়োজ্যেষ্ঠ হই।
নৰনাৰায়ণ ৰজা অপুত্ৰক ছিল
বৃদ্ধ কালে ৰজাৰ এটি পুত্ৰ জনমিল।
পুত্ৰ দেখি মহাৰাজ হৰিষ মনত
ৰাজ কাৰ্য্যে মনোযোগ কৰে ৰীতিমত।
লাহে লাহে ৰাজ কোঁৱৰ ডাঙৰ হইলা
ৰঘুদেৱে ৰাজ্য পোৱাৰ আশাক এৰিলা।
খহটা নামেতে এক বঙাল সন্ন্যাসী
কোচ ৰজাৰ ৰাজ্যে বাস কৰিলেক আহি।
পৰম কৌশলী সিটো কূটৰ্কী প্ৰধান
সততে চিন্তয় লোকৰ অমঙ্গল বিধান।
তপস্যা কৰয় নিতে লোকক দেখাই
ভিতৰে পীষুণ চিত্ত তান্ত্ৰিক সদাই।
বামাচাৰী মতক বখানে লোক আগে
ভাগৱতী মতক ঘিণায় সৰ্ব্ব কাজে।
সন্মুখত মানুহক প্ৰশংসা কৰয়
পিচ দিলে তাৰ দোষ খুচৰিয়া কয়।
ৰজাক দেখায় ৰাজ্যৰ মঙ্গল সাধন
ভিতৰি চিন্তয় ইটো ৰাজ্যৰ ভাঙোন।
চিলাৰাই তিনি পুত্ৰ ৰঘু জেষ্ঠজন
আচৰিলে ৰাজদ্ৰোহ একেটি কাৰণ।
হাজোত থাকিলা গই হুয়া ক্ৰুদ্ধ মন
তথাত থাকিলা গই খবৰ খাৱন।

তাৰ পাছে দুৰ্গা পূজাৰ বতৰ আহিল
খহটা সন্ন্যাসী কোচ ৰাজ্যত থাকিল।
ৰঘুদেৱ কোঁৱৰ শুক্লধ্বজৰ নন্দন
ৰাজ পৰিয়ালৰ জেষ্ঠ কোঁৱৰ ৰতন।
লক্ষী নাৰায়ণ পুত্ৰ নাৰায়ণ ৰজাৰ
সবতে কণিষ্ঠ কোঁৱৰ ৰজাৰ ঘৰৰ।
পূৰ্ব্বাপৰ পূজামাল্য পিন্ধায় ৰজাক
তাৰ পৰে দিয়ে আনি যুব-চিলাৰাইক।
যখন চিলাৰাই-যুব বৈকুণ্ঠে চলিলা
দ্বিতীয় বাৰত মাল্য ৰঘুদেৱক দিলা।
এইদৰে প্ৰতি বৰ্ষে পূজা চলি যাই
ৰজাৰ পাচতে মাল্য পায় ৰঘুৰাই।
এইবাৰ মাল্য কিন্তু ৰঘুই নাপাইলা
ৰজাপৰে লক্ষীৰ শিৰে মালাই শেভিলা।
খহটা সৈন্ন্যাসী সিদিন তথাত আছিল
ছেগ বুজি ৰঘুদেৱক কথা লগাইল।
তৱপিতা এই ৰাজ্য কৰিছে বৃহৎ
অকলে কৰিছে জয় পূৰ্ব্বোত্তৰ ভাৰত।
এটি পৰিয়াল ৰাজা বংশৰ এজন
ৰজা হব তিনি যেয়ে হয় জ্যেষ্ঠ জন।
নৰনাৰায়ণ পৰে ৰঘুই ৰাজ্য পাব
কোচ ৰাজ্যৰ অধিপতি ৰঘুদেৱ হব।
এই আশা বুকুত লইছিল ৰঘুদেৱ
কাৰ্য্যৰ গতি চাই আশা পূৰণ নহব।
পূজ্য মাল্য দিলা যেবে লক্ষীৰ মুৰত
দেখি ৰঘুদেৱ হইলা অতি মৰ্মাহত।

খহতা বুলিলা বিদ্ৰোহ কৰা তুমি গই
নহলে দিয়োক ৰাজ্য সমানে ভগাই।
মহান ধাৰ্মিক ৰজা নৰ নাৰায়ণ
ডেকা কালে নাপাইল নিজ পুত্ৰ ধন।
বৃদ্ধ কালে পাইলা যেবে লক্ষীনাৰায়ণ
পুত্ৰক বঞ্চিয়া আনক দিব ৰাজ্য ধন।
খহটাৰ কথা শুনি শুক্লধ্বজ নন্দন
বিদ্ৰোহ কৰিবাক লাগি মেলিলেক মন।
মতলব কৰিয়া বিজাপুৰক আহিলা
দল গঠন কৰি পাছে বিদ্ৰোহ ঘোষিলা।
লোক পঠাইলেক ৰজা মাতি আনিবাক
পলাই গৈলা কোৱৰ নাহে ৰজাৰ কাষক।
আপুনি চলিল ৰজা পাৰিষদ লই
ৰঘুদেৱ থাকিলেক গুপুতে লুকাই।
ৰূপাবৰ আতই আছিল অতি বিচক্ষণ
বুদ্ধি কৰি দিলা পঠাই নকৰিলা ৰণ।
সোণ কোষ সীমা কৰি পশ্চিম দিশক
বৰ নদী কলিয়াবৰ পুৰব দিশত।
ৰঘুদেৱক দিলা ৰাজ্য পুবৰ খণ্ডত
সোণকোষ কৰতোয়া পশ্চিম দিশত।
এইদৰে কোচ ৰাজ্য দুভাগ হইলা
ৰঘু-লক্ষী দুই ৰাজ্যে যুবৰাজ ভৈলা।
কালক্ৰমে নাৰায়ণ বয়স হইল
পুত্ৰদ্বয়ক দিয়া ৰাজ্য বৈকুণ্ঠে চলিল।
লক্ষী নাৰায়ণ ৰজা কোচ বেহাৰত
ৰঘুদেৱ ৰজা ভৈলা অসম মুলুকত।

কোনোজনে কাৰো শ্ৰী দেখিবে নপাৰে
বাদ বিবাদ লাগে দুই ৰাজ্যৰ ভিতৰে।
অবশেষে যুদ্ধ ভৈলা দুই জন মাঝে
ৰঘু বন্দী ভৈলা লক্ষীনাৰায়ণ হাতে।
বন্দী ৰঘু বুলিলেক ৰজাৰ আগত
যদি বন্দী কৰা মোক সোণৰ শিকলিত।
তাৰ পাছে মাদৈ গণে নশৰূপ দিলা
ৰঘুক খালাচি আনি পাটত বহুৱাইলা।
কিছুদিন চলাইলা পুবৰ ৰাজ্য খনি
তথাপিতো মাঝে মাঝে মিলিলা বিঘিণী।
পৰীক্ষিত নাৰায়ণ ৰঘুৰ নন্দন
বিদ্ৰোহ কৰিলা পিতৃৰ বিৰুদ্ধে তখন।
দমন কৰিয়া ৰঘু যুদ্ধে ঘটুৱায়
পৰীক্ষিত নাৰায়ণ বেহাৰে পলায়।
হাজোত পাতিলা নগৰ শাসনৰ বাবে
ৰঘু ৰজা তথাত থাকিলা গৈয়া তেবে।
কিছুদিন পৰে ৰজা বৈকুণ্ঠে চলয়
কোচ হাজোত ৰজা ভৈলা তাহাৰ তনয়।
পৰম শাক্ত পন্থী ৰজা বৈষ্ণৱ বিদ্বেষী
তথাপিতো দামোদৰ তথাত ৰল আহি।
কিছুদিন তাতে থাকি ধৰ্ম প্ৰচাৰিলা
কামেশ্বৰ শিৱৰ দুই তেওঁক বিদ্বেষিলা।
এই হেতু চলি গৈলা বেহাৰ নগৰ
তথাত থাকিল গৈয়া দেৱ দামোদৰ।
ভৈলা দোৱাৰত থাকে মাধৱ মহাজন
দুইজনে বৈষ্ণৱ ধৰ্ম প্ৰচাৰে তখন।

পৰীক্ষিত ৰজা ভৈলা বিজয় নগৰত
দুই কোচ ৰাজ্যে বিবাদ লাগিলা বহুত।
অৱশেষে দুইৰ মাঝে যুদ্ধ আৰম্ভিলা
হেন সময়তে মোগল ৰাজ্য আক্ৰমিলা।
পৰীক্ষিত বন্দী হল মোগলৰ হাতে
মুদ্ৰা-বলিত পলাই গৈলা বল দৰঙতে।
লক্ষী নাৰায়ণ ৰজা মোগল ৰাজন
আগ্ৰহ কৰি মাতি আনি দিলা ৰাজ্যধন।
ৰূপাবৰ আতৈ তাতে মন্ত্ৰী যেবে ভৈলা
কোচ বেহাৰ ৰাজ্য শাসন সুশৃঙ্খল কৰিলা।
মোগলৰ তলতে থাকি ৰাজ্যক চলয়
কৰ কাটিল উপঢৌকন কিছু নলাগয়।
গৃহ কন্দল লাগি কোচ ৰাজ্য ভাগি গল
কোচ ৰাজ্যৰ বিজয় কীৰ্ত্তি ৰসাতলে গল।
বলিত থাকিল দৰঙত ৰজা হই
আহোম ৰজাৰ তলে কৰদিয়া ৰই।
দৰঙ ৰজাৰ হাউলী ৰাজধানী পাতি
ৰই গল তাতে দুই ৰঘুদেৱ নাতি।
আপোন ক্ষমতা নাই পৰৰ অধীন
আহোমৰ আজ্ঞা বাহী হল ৰাতি দিন।
লক্ষী নাৰায়ণ ৰজা মোগলৰ তলে
কোচ ৰাজ্য ধ্বংস হল নিজ কৰ্ম্ম ফলে।
পশ্চিমত মোগল স্বত্ব পূবত আহোম
বেহাৰ ৰাজ্যৰ নাথাকিল কিছু নাম গোন্ধ।
সমস্ত ৰাজ্যই ছিন্ন ভিন্ন হই যাই
মহা বল শালী কোচৰ কিছু নথাকই।
ৰূপাবৰ আতৈ মন্ত্ৰী নাৰায়ণ পুত্ৰৰ
সংগঠন কৰি ললে বেহাৰ ৰাজ্যৰ ।
মাধৱ দামোদৰে ধৰ্ম প্ৰচাৰিবে লৈলা
ৰাজ পৰিয়ালে বহু সাহায্য কৰিলা ।
কিছুদিন অন্তে মাধৱ স্বৰ্গে চলি যাই
তাহাৰ অন্ত্যেষ্টিক্ৰিয়া কৰে আই ধাই।

বেহাৰ ৰাজ্যৰ প্ৰাচীন কথাক সুৱৰি
সমস্বৰে সকলোৱে বোলা হৰি হৰি।



## *ৰূপাবৰ আতৈৰ কৌশলত যোদ্ধাৰ পলায়ন বেশ্যা ভাৰ্য্যা ত্যাগ আৰু সূৰ্য্য সেনৰ আখ্যান*

### *পদ*

পাছে কথা বুলিলেক আতৈ চক্ৰপাণি
যিবা কাৰ্য্য ঘটিলেক সবে লোৱা জানি।
হৰিদ্বাৰ হন্তে এক মল্ল যোদ্ধা বৰ
আহি পালে কোচ ৰজা ৰাজ্যৰ ওচৰ।

দুর্ব্বল আছিল যত ৰাজ মল্ল গণ
মল্ল যোদ্ধা দেখি সবে কৰে পলায়ন।
লস্কৰ আতৈক আনিলেক মহাবলবান
সাতজন মানুহ পেলাই কৰে থান বান।
ৰূপাবৰ আতৈ ছিল মহা বুদ্ধিবান
গৃহে থাকি কর্ম কৰে চলায় ঘৰখান।
দিহা লগাই বুলিলেক কৰা ইটো কাম
লস্কৰ আতৈক দিলে দিহা পাৰেমান।
ৰূপাবৰ বুদ্ধি মতে লস্কৰ চলিল
সাতজন লোক বাহুৰ ওপৰে তুলিল।
মালৰ ওচৰে নিয়া মপহকৈ পেলাই
বিদেশৰ মালে দেখি বিস্ময় মানই।
ৰূপাবৰ আতৈ এক কৌশলী প্ৰধান
বাহুত ধৰিয়া পেলাই দহবাৰজন।
ছত্ৰভঙ্গ দিয়া মাল তেখনে পলাই
ৰূপাবৰ আতৈৰ বুদ্ধি সবে শলাগই।
ৰজাৰ সভাত থাকে বুদ্ধি দাতা ৰূপে
সব কর্মত পৰামর্শ লয় অনুৰূপে।
ৰূপবান, স্বাস্থ্যবান, আৰু বুদ্ধিবান
তিনিগুণ বিভূষিত লোকত প্ৰধান।
তিনি ভাৰ্য্যা ছিল তাৰ অতি ৰূপৱতী
মাজুজনী চঞ্চলা যে বাগ্মশালী অতি।
সব্যা নামে দাসীজনী আছিল তাহাৰ
তাইৰ সতে সদা যায় স্নান কৰিবাৰ।
নৌকা চৰি তিনিজন বিপ্ৰৰ সন্তান
গঙ্গা স্নানে চলি যায় মুখে গায় গান।

কন্যা দেখি বোলে তোৰাকৰ নবগন
নৌকাচৰি কোথা হেতু কৰাছে গমন।
বিপ্ৰগণ বোলে আমি গঙ্গা তীৰে যাও
স্নান কৰি পিতৃ অস্থি ক্ষেপন কৰাও।
যুবা বিপ্ৰ তিনিজন সুদর্শন অতি
ৰূপাবৰ পত্নীৰ জন্মিল কৰিবে পীড়িতি
দাসী হই থাকো যেবে তোমাৰ গৃহত।
তথাপিতো কামভাব নাজাগে মনত
দুইচৰ মাৰিলন্ত দাসীৰ গালত ।
চৰ খাই দাসী ভৈলা অত্যন্ত ক্ৰোধিত।
তাৰ পাছে দাসীক বহু কথাক বুজাই
সোণ মণি দিলা গলে দাসীক সোলকাই।
গৃহে আহিলন্ত যেবে স্নান পান কৰি
আতৈ সুধিলা পাছে কথাৰ আন্তি গুৰি।
আতৈ বোলে সোণ মণি কোথাত এৰিলা?
খেয়াল নাহিকে কিছু কি কর্ম কৰিলা?
দাসীক পুচিলা পাছে টান টান কৰি
দাসী বোলে জানো মই কথাৰ আতি গুৰি।
তখন বুলিলা আতৈ কোবা তেনে মোক
কত গল সোণ মণি কিবা কৰিলেক।
দাসী বোলে গঙ্গা যাত্ৰী যুবা তিনিজন
নৌকাত চৰিয়া যায় সুন্দৰ বদন।
তাহাৰ ৰূপত মুগ্ধ তব মাজু জায়া
কাষক মাতিয়া আনে হাত বাউল দিয়া।
যেতি ক্ষণে যুবা গণ ওচৰ চাপিলা
তাহাৰ সঙ্গত চলি যাইবে খুজিলা।

আমি বাধা কৰি কলো কুবাক্য বচন
অত এব যুবাগণ চলিল তখন।
প্ৰথমে মাৰিলা চৰ আপোনাৰ জায়া
পিচত কৰিলা দান সমস্যা জানিয়া।
ঘটনাক নকহিবা আমাক বুলিলা
সোণ হাঁৰ গচি মোৰ কণ্ঠত পিন্ধাইলা।
আঁতে বোলে বেশ্যা সঙ্গে কভু নাথাকিব
যত দিলা যৌতুকত সব ফিৰাইবো।
এই বুলি কন্যাৰ পিতৃক মাতিয়া আনিলা
যৌতুক সহ কন্যাজনী পিতৃক ওভোটাইলা।
তাৰ পৰে ৰজা ঘৰে পঢ়াশালি গই
অনেক ছাত্ৰক শিক্ষা সিজনে দিয়ই।
বহু ছাত্ৰ পঢ়ি তাতে শিক্ষিত হইল
গুণী জ্ঞানী অনেক ছাত্ৰ ওলাই পৰিল।
তিনি বৰ্ষ ধৰি তাৰা ছাত্ৰ শিক্ষা দিলা
তিনিজন গুণী ছাত্ৰ ওলাই পৰিলা।
শিক্ষাত উত্তীৰ্ণ কৰি বিদেশে পঠাই
যেয়ে অগ্ৰে আহি যাবা বটা দিব মই।
এই বুলি আঁতে তাহাতক পঠাই দিলা
প্ৰথম হবা যিটো জন ৰাজ পদ পাবা
এতেকতে তিনি জনে বেগাই আহিবা।
শ্ৰীহৰি আহিলা বাকী দুইজন ৰল
পঠাই দিলা ৰজাৰ পাশক লাগি বল।
ৰাজ বাব এটি দিলা বেহাৰ ৰাজ্যত
বহু কাৰ্য্য সমাধিলা ৰজাৰ গৃহত।

ৰাজ্য ৰক্ষা কৰিলা মোগল লগ হুই
এই কৰ্মে সন্তুষ্ট যে হইল ৰজাই।
তাৰ পাছে তিনিজনে আঁতেক বুলিলা
এনেকুৱা পৰীক্ষা বাৰু কেলেই কৰিলা?
তাকে শুনি ৰূপাবৰ বুলিলা আখ্যান
যিবা কৈলা তাক পাছে শুনে তিনি জন।
হৰি দ্বাৰ ক্ষেত্ৰে এক পণ্ডিত ব্ৰাহ্মণ
মহা জ্ঞানী বিজ্ঞলোক নাম সূৰ্য্যসেন।
একশ ছাত্ৰ পঢ়ালো কৰিয়া যতন
সবাই পণ্ডিত ভৈলা পাৰ্গত সুজন।
চত মাহে চতৰালি গাই ছাত্ৰগণ
দৰমহা মাত্ৰ দিলা টকা এশমান।
পণ্ডিত বুলিলা এবে দক্ষিণাক দিয়া
যিবা শিক্ষা পালা মোৰ কামনা পুৰিয়া।
ছাত্ৰগণ বোলে গুৰু নিশ্চয় কৰি দিব
যিবা দান দিলে তব আশা পূৰ্ণ হব।
গুৰু বোলে সমজিয়া চাই সমস্তক
ডেকা কালে মাংস খালো পঠা হৰিণক।
মনুষ্য মাংস কিন্তু জুতি পোৱা নাই
একজন মাংস দিয়া আলোচি সবাই।
ছাত্ৰগণে বোলে আমি আলোচ কৰিয়া
অহাকালি জনাইব সমাধান দিয়া।
নৰমাংস লাগে তাতে আপোন ছাত্ৰৰ
কোনে দিব পাৰে এবি মোহ জীৱনৰ।
অৰ্দ্ধেক পলাইলা সিটো ৰাতিৰ ভিতৰ
থৰ লাগি ৰল মাত্ৰ পঞ্চাশ জনৰ।

দ্বিতীয় দিনৰ ৰাত্তি ডেৰ কুৰি গৈলা
কুৰিজন ছাত্ৰ মাথো সিদিনা থাকিলা।
প্ৰভাতে উঠিয়া পাছে গুৰুক বোলই
এক পঞ্চ মাংস ছাত্ৰ ৰল ইটো ঠাই
অত এব কালি আমি সমিধান দিব
কোনজন নিজে আহি আত্ম দান দিব।
চতুৰ্থ দিনত দুই জন মাত্ৰ ৰল
অষ্টাদশ ছাত্ৰ ৰাতি পলাই গুচি গল।
ইহত দুই বোলে গুৰু আজি আলোচিয়া
কালি সমিধান দিবো এজনে যাচিয়া।
গুৰুজন বোলে শতৰ আঠানৰৈ গল
দুই জন বাকী আছ বিশ্বাস নহল।
ৰাতি মধ্যে দুয়ো যদি যোৱাহে পলাই
আমাৰ ক্ষুধাৰ শান্তি কাহানি বা পাই।
এজনে বুলিলা গুৰু আমি নপলাব
অহাকালি প্ৰভাততে আত্মদান দিব।
ৰাতি মধ্যে এক ছাত্ৰ পলাই চলিল
বাকী আছে একজন তাৰাই বুলিল।
আমাৰ দুৰ্ভাগ্য দেহ কাটিতে নপাৰি
নিজদেহ নিজ অস্ত্ৰে কাটো কেন কৰি।
আপোন হাতেৰে কাটি লয়ো গুৰুদেৱ
নপাৰিলো কৰিবাক চৰণত সেৱ।
সবে পলাই গুচি গৈলা প্ৰাণৰ ভয়ত
কাটি বাচি পাৰে দিব আমাৰ দেহক।

লওক অস্ত্ৰ গুৰুদেৱ কাটোক আমাক
গুৰুক দিলো আজি মই শেষ দক্ষিণাক।
হাহি মাৰী সূৰ্য্যসেন তাহাক বুলিলা
আমাৰ পৰীক্ষাত তুমি উত্তীৰ্ণ হইলা
ৰাক্ষকেহে মনুষ্যৰ মাংসক খাৱয়
ব্ৰাহ্মণে এনুৰা পাপ কভু নকৰয়।
তোমাক দিবোহো আজি দিব্য তত্ত্ব জ্ঞান
নাথাকিব মহাজ্ঞানী তোমাৰ সমান।
এইবুলি সব শাস্ত্ৰ তাহাক পঢ়াই
কৰিলা পণ্ডিত মাঝে জ্যোতিষ্মানকই
যেবে সিটো ছাত্ৰ গৈয়া উত্তীৰ্ণ হইল
আন ছাত্ৰবোৰে আহি খবৰ লইল।
লাজে মুখ নেদেখুৱাই গুৰুৰ আগত
হায় হায় কৰি ধিক্কাৰ কৰয় পাচত।
মহ মহো উপাধ্যায় প্ৰথমতে দিলা
তাৰ পাছে সব শাস্ত্ৰত বিশাৰদ হইলা।
শাস্ত্ৰ শিৰোমণি খিতাপ লইলা পাচত
সৰ্ব্বগুণী সৰ্ব্বশ্ৰেষ্ঠ পণ্ডিত জগতত।
সৰ্ব্ব কৰ্ম শেষ কৰি দিলা আৰ্শীব্বাদ
প্ৰণামিল ছাত্ৰজনে স্পৰ্শী গুৰুপাদ।
এতেকে পৰীক্ষা আমি কৰিলো তাহাক
শ্ৰীহৰি পাইলা কৰ্ম ৰাজ অধ্যাপক।
এতেকে জানিয়া সবে গুৰুক সুৱৰি
ভক্তগণে নিৰন্তৰে বোলা হৰি হৰি।

>>>>■<<<<

*এই অধ্যায়ইটো লিখোতে কোচ ৰাজ্যৰ বুৰঞ্জীৰ সহায় লোৱা হৈছে।*

# গোসাই ঘৰিয়াপো ধনকুবেৰ কৃষ্ণৰ উপাখ্যান

## পদ

খৰাই লগা হৰি নামে ভক্ত একজন
প্ৰতিদিনে'কৰে আহি শাস্ত্ৰক শ্ৰৱণ।
তাহাৰ সঙ্গী ভক্ত কৃষ্ণ মহান কৃপণ
ধনে ধানে আঢ্যবন্ত ধনতেহে মন।
গৰু গাই মহ পালে দধি ঘৃত কৰি
নানা ফান্দে ধন আনে উপাৰ্জ্জন কৰি।
ধৰ্ম কৰ্ম নকৰয় নিদিবয় দান
ত্ৰিভুবনে কৃপন নাই তাহাৰ সমান।
শাস্ত্ৰক নপঢ়ে সিটো নাপাতয় কাণ
অতিথিকো কদাচিতো নকৰে পালন।
এনেদৰে মহাজনৰ দিন চলি যাই
খৰাই লগা আতৈ আহি বৰ দুখ পাই।
দুই চাৰিজনে নিন্দা কৰে তাৰ আগে
ঠাট্টা কৰি কোনো জনে নিন্দে বৰ ৰাগে।
একদিন আতৈ এক কৌশল সাজিলা
একজন ভক্ত সঙ্গে তাৰ পাশে গৈলা।
কৌশলে বুলিলা আতৈ শুনহ বচন
সপোনতে আজি ৰাতি স্বৰ্গতে গমন।
শ্ৰীশঙ্কৰ গুৰু আৰু তাৰৈক দেখিলো
সাদৰে মাতিয়া মই প্ৰণাম কৰিলো।
সুমিষ্ট বচনে তাৰৈ আমাক বুলিলা
ইয়াক আহি তুমি স্বৰ্গ কেনেনো দেখিলা।

সৰ্ব্ব সুখী সৰ্ব্ব লোক নাহি দুখ ক্লেশ
সবাকো দেখিবা তুমি সমুন্নত বেশ।
তাৰৈ কাষ চাপি আহি আমাক বুলিলা
কৰ পৰা তুমি বোপা কেনেকৈ আহিলা।
আমি নমস্কাৰ কৰি তেওঁক বুলিলো
সংসাৰ দেখিয়া এবে স্বৰ্গক আহিলো।
দেখা পালো আপোনাক ভাল কিবা মন্দ
কত সুখ পালো আমি কিমান আনন্দ।
তাৰৈ বোলে বাছা তুমি মৰ্ত্ত্যে চলি যাবা
আমাৰ বেটাৰ আগে কথাবাৰি কবা।
সব বস্তু পাবা ঐত বেজী মাথো নাই
পুত্ৰক বুলিবা দুটি বেজীক দি পঠাই।
আমি বুলিলোহো কোনে বেজীনো আনিব?
তোমাৰ প্ৰয়াণে মোৰ বেজীক পঠাইব।
গুৰুক সুধিয়া লইব পথৰ সন্ধান
তেবে আহি মিলিবেক স্বৰ্গ ৰাজ্যখান।
কৃষ্ণ বোলে বাপ কিবা উপায় কৰিবো
বেজী পঠাইবে লাগি কি কৰ্ম কৰিবো।
হৰি বোলে টকা বস্ত্ৰ সত্যে কৰ্মে দিয়া
গুৰু ভকতক লাগি দান কৰিয়া।
ঐত যদি ভাল কৰ্ম কৰি যোৱা হই
তাতে পাইব দ্ৰব্য যেয়ে যিটো দ্ৰব্য চাই।

অসাৰ সংসাৰ ইটো জ্ঞানী গণে কয়।
যিবা দেই সৎকৰ্মে সিহে মাত্ৰ ৰয়।
এই বুলি বহু বাক্য ভেদি কথা কয়
বহু ধন খৰচ কৰি সৎকৰ্ম কৰয়।

আপোনাৰ বাবে কিছু অৰ্থ ৰাখি থই
ধৰ্ম অৰ্থ কাম মোক্ষ তাতে লাভ হই।
এতে কতে ধন ৰত্ন নিয়মিত কৰা
বৈকুণ্ঠ পাইবে লাগি মাথো যত্ন কৰা।

ধৰ্ম লাভ হলে আহি মিলিব সম্পদ
হৰি হৰি বুলি দুৰ কৰিও আপদ।



## নৰহৰিৰ প্ৰতি মাধৱদেৱৰ উপদেশ

### পদ

একদিন এক ভক্ত নাম নৰ হৰি
নোহে উদাসীন কিন্তু কামত সংসাৰী।
তাল বায় নাম গায় প্ৰসঙ্গ কৰয়
তাৰ পাছে মাত্ৰ বস্তুৰেহে কথা কয়।
কোনদিনা কিবা কৰ্ম কিক্ষেত্ৰে কৰিব
কিবা পথে ধন আহে তাকে আলোচিব।
কোনোজনে পাতে কাণ কেৱে বেয়া পায়
নাম ধৰ্মে বস্তু বাদ কভু নাথাকয়।
তিনিজন ভকতে বোলে শুন বাপ ৰাই
নৰহৰি আতে সদা গৃহস্থী কহে কই।
ধৰ্ম পথে ধনজন সবাই অসাৰ
জানিও সিজনে কৰে অধৰ্ম প্ৰচাৰ।
এই বুলি তৰ্কবাদ সবেও কৰাই
একমতে উপনীত কদাপি নহই।

তবে গুৰুজনে বোলে শুনহ বচন
তত্ত্ববাদ বস্তুবাদ সব আচৰণ।
আমাৰ গুৰুৰ ধৰ্মে সবাই আছয়
অল্প মাত্ৰ আমি তাৰ দিও পৰিচয়।
সৃষ্টিৰ কাৰণ জানা মায়াতেহে হয়
মায়াহীন হলে সৃষ্টি সবে শূণ্যময়।
এই ব্ৰহ্মাণ্ডৰ সৃষ্টি কৰে নাৰায়ণ
তিনি গুণে তিনি পুৰুষ কৰিলা সৃজন।
কিন্তু কেৱে কাকো ইটে সিটে নমানয়
এইহেতু সৃষ্টি কৰ্ত্তা বিমোৰে পৰয়।
তাৰ পাছে মহামায়া কৰিল সৃজন
মায়াত আবদ্ধ ভৈলা যত সৃষ্টি গন।
প্ৰতিজনে প্ৰতিকৰ্মে প্ৰভু নিয়োজিল
মায়া মুগ্ধ হয়া সবে কৰ্ত্তব্য কৰিল।

ব্ৰহ্মা সৃষ্টি, বিষ্ণু পালন, ৰুদ্ৰই বিনাশ
তিনিজনে কৰে কৰ্ম প্ৰভুৰ আদেশ।
মৌ সিটা দিয়া যেন সাঁচ সৃষ্টি কৰে
সেই সাঁচে ঢালি মুৰ্ত্তি গঢ়ে কাৰিকৰে।
সেইমতে ব্ৰহ্মা সৃষ্টি কৰে প্ৰাণীচয়
চাৰি গুণে চাৰি প্ৰাণী সৃজন কৰয়।
জৰায়ুজ, অণ্ডজ, আৰু স্বেদজ যে হয়
মাটি ফুটি ওলালে তাক উদ্ভিদ বোলয়।
পুৰুষ স্ত্ৰীৰ সংযোগত প্ৰাণী সৃষ্টি হয়
সময়ান্তে মাতৃ তাক প্ৰসৱ কৰয়।
জৰায়ুজ প্ৰাণী নাম জানিবা ইহাৰ
মাতৃ স্তনে বৃদ্ধি স্তন্যপায়ী নাম তাৰ।
কণী পাৰি যিটো প্ৰাণী উৎপত্তি কৰয়
অণ্ডৰ পৰা জন্ম হেতু অণ্ডজ বোলয়।
মলৰ পৰা জন্ম যাৰ স্বেদজ নাম ধৰে
চাৰি প্ৰকাৰ জীৱ জানা এইহেন প্ৰকাৰে।
মাটি ফুটি মাটিৰ ৰস কৰয় ভক্ষণ
উদ্ভিদ বুলিয়া তাক জানে সৰ্ব্বজন।
চাৰি মুঠি জীৱ এয়া মহা প্ৰকৃতিত
প্ৰভুৰ বিচিত্ৰ লীলা পাইব কোনে আত।
অনন্ত অনন্ত কোটি ব্ৰহ্মাণ্ড আছয়
প্ৰতি ব্ৰহ্মাণ্ডতে কত জীৱৰ আশ্ৰয়।
প্ৰভুৰ বিচিত্ৰময় লীলা আৰ মহিমা
কহিব নোৱাৰে কেৱে মহাশূণ্যৰ সীমা।
এই মহা শূণ্যে কোটী গ্ৰহ তৰা গণ
তথাত আছয় কত প্ৰাণী অগণন।

সবাকে কৰয় সৃষ্টি এক ভগৱান
ভাবি চোৱা সেই জন কিমান মহান।
বৃহৎ অনন্ত অসীম শক্তিৰ আধাৰ
ভাবি গুণি চাই আমি নপাও তাৰ পাৰ।
মনুষ্য শৰীৰ ক্ষুদ্ৰ ব্ৰহ্মাণ্ড বোলয়
ক্ষিতি, অপ্, তেজো, মৰু ব্যোমে সৃষ্ট হয়।
পঞ্চ মহাভূত সবে ইহাকে বোলয়
পঞ্চজ্ঞান ইন্দ্ৰিয় পঞ্চ কৰ্মেন্দ্ৰ আছয়
চকু, কৰ্ণ, নাক, জিহ্বা, ছাল পঞ্চ হয়
জ্ঞানেন্দ্ৰিয় বোলে তাক সবাই জানয়
বাক, পাণি, পাদ, পায়ু, গুহ্য পঞ্চখন
এই পাচ কৰ্মেন্দ্ৰিয় জানে সৰ্ব্বজন।
ঘ্ৰানেন্দ্ৰিয় কৰ্মেন্দ্ৰিয় মনৰ সংযোগ
এই একাদশেন্দ্ৰিয় জানে সৰ্ব্বলোক।
মনবুদ্ধি চিত্ত আৰু অহঙ্কাৰ হয়
দেহৰ ছব্বিশ তত্ত্ব বুলিলো তোমায়।
অষ্ট প্ৰকৃতিৰে স্ৰজে ব্ৰহ্মা প্ৰাণীচয়
বালীচাঁহি হন্তে গজ হস্তী লৈকে হয়।
সপ্তলোক আছে ঐত সপ্তখন পাতাল
সপ্তদ্বীপ, সপ্তসাগৰ, প্ৰভুৰ চালাচল।
সত্যলোক, তপলোক, জনলোক হয়
মহলোক, স্বৰ্গলোক, ভুৱলোক চয়।
ভুলোক আদি কৰি এই সপ্তখন
সপ্তলোকৰ সৃষ্টি প্ৰভুৰ সৃজন।
অতল, বিতল, সুতল আৰু তলাতল
মহতল, ৰসাতল আৰু পাতাল।

চৈধ্য ভুবনত ভ্ৰমি ফুৰে জীৱচয়
চৌৰাশী হাজাৰ যোনি ভ্ৰমণ কৰয়।
মহন্তৰ সঙ্গে থাকি ধৰ্ম আচাৰিবা
সত্য শৌচ ক্ষমা দয়া চাৰিটি মানিবা।
ভ্ৰমণত ঘুৰি হোৱে মানৱ জনম
ঈশ্বৰক জানিলে হোৱে বৈকুণ্ঠে গমন।
নৰৰ মাজত লোক তিনিও ৰকম
নৰাকাৰ, নৰোত্তম আৰু নৰাধম।
নৰজন্ম পাইলে হয় ভক্ত নৰগণ
ভক্তগণে কৰে সবে বৈকুণ্ঠে গমন।
মনুষ্য নহলে ভক্ত হবলৈ নাপায়
এইহেতু দেৱ গণেও মনুষ্য হোৱয়।
আমাৰ জনম জানা মনুষ্য উদৰে
হৰি নাম লই সবে ভৱ কূপ তৰে।
বৈকুণ্ঠত হৰি সঙ্গে বসতি কৰয়
তোমালোকৰ আগে কলো ৰহস্য সমুদায়।

জ্ঞান বিজ্ঞানত পাবা সৃষ্টিৰ ৰহস্য
উদঘাটন কৰে যিনি উত্তম মনুষ্য।
সৃষ্টিৰ ভিতৰে আছে জ্ঞানৰ ভাণ্ডাৰ
ৰোগ শোক ভয় অকাল মৃত্যু তৰিবাৰ।
এতেকেহে ভক্তগণ স্থিত প্ৰজ্ঞ হোৱা
উপযুক্ত গুৰুৰ কাষে বিদ্যা ধৰ্ম লোৱা।
মিথ্যা প্ৰবঞ্চনা ভাণ্ডনক পৰিহাৰ
ইসবে মুকলি কৰে নৰকাৰ দ্বাৰ।
শ্ৰীমন্ত শঙ্কৰ গুৰু পথ প্ৰদৰ্শক
ন্যায়, সত্য, শৌচ ধৰ্মৰ তিনি প্ৰচাৰক
বুলিলো এতিয়া মই সমুদাই ৰহস্য
মানা যদি বাক্য মোৰ নকৰিবা হাস্য।
মাধৱৰ বাণী সব ভক্তে শুনি লই
পৰম্পৰে আলোচনা কৰিবে লাগই।
ইসব কথাক সবে মনে প্ৰাণে ধৰি
জ্ঞানী ভক্ত গণে ডাকি বোলা হৰি হৰি।



## শ্ৰীৰাম আতা আৰু হুটা ৰামৰ প্ৰসঙ্গ আৰু যদু কৃপনৰ কাহিনী

### পদ

প্ৰসঙ্গত এক কথা বোলে চক্ৰপাণি
মাননীয় ভক্তগণ সবে লোৱা জানি।
বৈকুণ্ঠপুৰ হয় ভক্ত গণ থাকে যেনি
ভক্তগণ সঙ্গে প্ৰভু থাকয় আপুনি।

শ্ৰীৰাম আতা ভিক্ষা কৰি পেট প্ৰবৰ্ত্তয়
গুৰুৰ পৰিচৰ্য্যা কিন্তু কদাপি নেৰয়।
পৰম ভকত সিটো জানে সৰ্ব্বজন
নিচিন্তয় আত্ম সুখ সেৱাত মগন।

নাজানয় হিংসা দ্বেষ প্ৰফুল্লিত মন
লাও লোটা কঠাখনি সিয়ে বিত্ত ধন।
একদিনা চলে আতা ভিক্ষা কৰিবাৰে
পথে এক কৃষক হুটা ৰামে লগ ধৰে।
বুঢ়া বোলে আতা তুমি কেনি যোৱা বাৰু
আতা বোলে ভিক্ষা মাগি জীৱনক ধৰো।
হুটা বোলে আমিও এগালি দিব চাই
অন্য এদিন আহি যাব অন্য উপায় নাই।
আতা নিতে নিতে চলে অন্য থানে যায়
হুটা বুঢ়া লগ পালে একে কথা কয়।
এনেদৰে কেবাদিন এমাহৰ অন্তৰ
লগপাই বোলে হুটা দিন দিনান্তৰ।
আতা কিন্তু তাহাৰ চৰিত্ৰক জানে
তাৰ ঘৰে ভিক্ষাৰ বাবে নাযাই কোনোদিনে।
একদিনা পদূলি মুখতে লগপাই
অন্যদিনা আহি যাবা সমিধান দেই।
আতাৰ উঠিল খঙ তাৰ কথা শুনি
ওৰে মন্দ মতি তই কৃপণ শিৰোমণি।
বিষয় জঞ্জালে থাকি আপুনি মৰহ
দিবে ইচ্ছা নাই তবু মিছা বাক্য কহ।
নলৈব ভিক্ষাক যদি আগ্ৰহে নেদয়
যেনেকৈ সবে ঘৃণা কাউৰীক কৰয়।
এতেকতে আমি তোৰ নলইব দান
তোৰ বস্তু খাই এবা উচিষ্ট সমান।
পুত্ৰ ভাৰ্য্যা সহ নৰকত আছ তই
এই কুপ এৰাইব সত্য দান দেই।

মুখে দিম বুলি কলে ধাৰ লাগি যায়
নিদিলে সেইটো দান নৰকে পৰয়।
মই একো খোজা নাই তই বাক্য কই
আপোন নৰকৰ পথ বাচি লব তই।
আজিৰ পৰা নুবুলিবা দান দিম মই
নালাগয় তোৰ দান আৰু ধাৰ নাই।
শ্ৰীৰামৰ কথা শুনি হুটা অধোমুখ
কোনোদিন নোবোলয় নকৰে বিমুখ।
দৈবক্ৰমে হুটা ৰাম বিপদে পৰিল
হালৰ হালুৱা গৰু দুয়োটি মৰিল।
খৰালিৰ এডৰা ধান জুইত পুৰি গল
ঘৈণীয়েক নবীয়াত পৰি শয্যাশায়ী হল।
বিপদে পৰিয়া হুটা ভাবে মনে মন
সৎলোকক প্ৰবঞ্চনাৰ এয়ে প্ৰতিদান।
আকচিন্তি একদিন কান্ধত ভাৰ লই
দুইপুৰা ধান নিয়া গুৰুক শোধই
প্ৰণাম কৰিয়া হুটা আহিবে খুজিলা
অলপ বহুৱাই গুৰু কলাফল দিলা।
যদু কৃপণৰ কথা বুলিলা মাধৱ
হৰি হৰি বোলা যত ভকত বান্ধৱ।
মাধৱ বুলিলা শুনা বৈচালি নন্দন
কোচ ৰাজ্যে যদু নামে ধনী একজন।
একশ বিঘা মাটি তাৰ সাতোটি ভড়াল
দুখী দৰিদ্ৰক দান নেদে একগাল।
সাত হাল গৰু বায় চৈধ্যটি গোলাম
ধাৰে দিয়া টকাৰ সুতে ধনী তাৰ নাম।

ধান বেচি বহুৰত বহু ধন পায়
ভাল কৰি কলহত ভৰাই পুতি থয়।
ঘৰ দুৱাৰ ভাল কিন্তু লৰা লুৰি নাই
মনত চিন্তা তাৰ আছে সৰ্ব্বদাই
অতিথি নাৰাখে খৰচ নকৰে কিঞ্চিৎ
খাটৰ বান্ধাগণকো সি কৰয় বঞ্চিত।
এনেদৰে আধা দিন আয়ুস গইলা
লাহে লাহে তিনিকুৰি বয়স পাইলা ।
ধন, ধান, গৰু, গাই, শস্য, মৎস যত
তাৰ ঘৰে উভৈনদী হৈ থাকে কত ।
চিন্তা মাত্ৰ জন নাই, নাই চলি পলি
দুখ ভাগৰতো মাত নাপায় পিতা বুলি।
শিশুৰ আধা ফুটা মাত এই ঘৰে নাই
হাহি কান্দোনৰ বোল শুনিব নাপাই।
সৰ্ব্বদাই চিন্তা তাৰ ছলি দুটি লাগে
চিকিৎসাৰ নামত কিন্তু দুপইচা নাভাগে।
এনেদৰে যদু ৰামৰ দিন চলি যাই
ধন ধান বস্তুৰ বাবে চিন্তা সৰ্ব্বদাই।
পৰক আপোন কৰি লবও নোৱাৰে
আনলোকৰ ছলি দেখি চকু ৰঙা কৰে।
আহিব নিদিয়ে কাকো হদৰ* ভিতৰ
সুৰক্ষিত নিজ বস্তি পান তামোলৰ।
ৰাতিতেই উঠি চাকৰক ধমক দেই
ৰাতি নৌপুৱাওতেই হাল নিবলই।
ডাঙৰ দাবীত বন্ধা চাকৰ চক খাই যায়
গণ্ডগোল কৰিলেও বেতেৰে কোবায়।

দিনৰ পাছত যায় দিন ধনী যদুৰাম
পকিল মুৰৰ চুলি লাগে মাথো কাম।
এদিন এজন সাধু সন্ধিয়া পৰত
যদুৰামৰ পদূলিত ভৈলা উপনীত।
ৰাতি হব এন্ধাৰ ঘোৰ হব বৰযুণ
ওচৰত নাই কোনো চিনাকী আপোন।
এতেকতে ডাঙৰীয়া দিবা নেকি ঠাই
ৰাতিটোৰ কাৰণে মাত্ৰ জিৰণি লবলৈ।
যদু বোলে মোৰ ইয়াত মুঠে ঠাই নাই
খোৱ লোৱা সুবিধাও নাই পাবলৈ।
একেজনী তিৰি মোৰ তাইও ৰুগীয়া
ৰান্ধি বাঢ়ি দিবলৈ শক্তি নাইকীয়া।
সাধু বোলে খোৱা বোৱা নলাগই মোক
মজিয়াৰ অকণি ঠাইত বিচনাখনি হোক।
*তৃণ শয্যা সমাদৰ আৰু জল ভূমি*
*কাৰোগৃহে এই চাৰি নহয় নাটনী।*
এতেকতে থাকো মই যদি হয় ঠাই
বৰযুণ নহলে যিবা বৃক্ষতলেই ৰই।
এৰাব নোৱাৰা দেখি যদুই বুলিলা
গৃহীনাক সুখি চাও ক্ষন্তেক ৰোৱা বুলিলা
গৃহিনীয়ে একেই কথা নোৱাৰো ৰাখিব
বৰী বেটী নাই কোনে যোগাৰ ধৰিব।
যদু আহি জোৰ বাক্যে সাধুক বুলিলা
বস্তিহস্তে এতিক্ষণে বাজ হৈ বলা।
অধো মুখে ম্ৰিয়মান সাধুই হইলা
লাহে লাহে বস্তিৰ পৰা বাজ হৈ গৈলা ।

*হদৰ - বস্তিৰ

সেই সময়তে বাৰীৰ বিপৰীত জন
থিয় হৈ কথা শুনি আছিল তখন।
সাধু যেবে চলি আহিল মনৰ দুখত
ৰাতিৰাম আছিল বৈ পদুলি মুখত।
কাষ চাপি আহি ৰাতি সাধুক পুছিলা
কৰ পৰা তুমি প্ৰভু ইয়াত আহিছিলা।
সাধু ৰুষ্ট মনে বোলে বহুদুৰ হয়
ৰাতিও এন্ধাৰ তাতে বৰষুণৰ ভয়।
তীৰ্থ লাগি আহিছো আজি ঠাই ঘুৰি
ৰাতিৰ কাৰণে ঠাই ফুৰিছো বিছাৰি।
থাকিবৰ বাবে ঠাই ফুৰি আছো ঘুৰি
কোনো ঘৰে পোৱা নাই ঠাই এডুখুৰি।
নহলে ইয়াত যেবে অন্য ঠাই যাও
কৰবাত অল্প ঠাই শুইবাক পাওঁ।
পূৰ্ণ অন্ধকাৰ ৰাতি মেঘ আছে তাতে
বৰষুণ বতাহ আহি পাব অলপতে।
ৰাতিৰাম নামে সিটো দৰিদ্ৰ সুজন
একাদুই শ্ৰম কৰে খাওতা দহজন।
চাৰি পুত্ৰ তিনি কন্যা বৃদ্ধ মাতৃ সহ
দহজনে খাটি খায় কষ্টে অহৰহ।
গৃহ এটি আছে বাপ দৰিদ্ৰ জনৰ
তাতে শুই কটাইব ৰাতিৰ ভিতৰ।
এইবুলি ভৰি চুই সেৱা এটি কৰি
সাধুকক আনিলা গৃহে অতিকে সাদৰি।
খুৱাই বুৱাই ৰাতিৰামে তৃণ শয্যা পাৰি
সাধুক ৰাখিলা শুৱাই অতি যত্ন কৰি।

সাধুৰ কাষত নিজে আপুনি শুইলা
এইদৰে পৰিয়ালে ৰাতি কটাইলা।
ব্ৰহ্ম মুহুৰ্ত্তে উঠি সাধুই বুলিলা
বিদায় মাগিয়া যেবে বাহিৰ হইলা।
গৃহস্থ গৃহিনী আৰু বৃদ্ধ মাতৃ জনী
প্ৰণাম কৰিলা সবে চৰণেতে নামি।
বহু কষ্ট পাইলা প্ৰভু দৰিদ্ৰ গৃহত
ক্ষমা চাও যেন ৰোষ নেৰাখে মনত।
সাধু বোলে বিদুৰ সম তুমি শুদ্ধ মতি
পাইলো পৰম সুখ বঞ্চি ইটো ৰাতি।
আজি হন্তে দৰিদ্ৰতা গুচিব তোমাৰ
জীৰ্ণ পজা হইবেক হৰ্ম্ম্য সমসৰ।
বিপ্ৰ দামোদৰে কৃষ্ণ ভাজি যেই মত
পাইলা অগাধ ধন সম্পত্তি বহুত।
সেই ৰূপে হওক তোৰ বহুত ধন সোণ
সৰ্ব্বসুখী ধনী মানী বুদ্ধিত নিপুণ।
এই কথা বুলি সাধু বিদায় মাগিলা
এন্ধাৰ থকা দেখি সাধুক আগুৱাই থৈলা।
তাৰ পিছে বিচনাত ক্ষন্তেক জিৰাই
উঠিলা সমস্তলোক নাম গুণ গাই।
দেখিলা অদ্ভুত কাৰ্য্য ইকি বিপৰীত
দালান গৃহ মধ্যে আছে ভাৰ্য্যাৰ সহিত।
ছলি পলি সবে কোমল শয্যাত সুতিয়া
আহিল উঠি সকলোটি দেখি চমকীয়া।
সাতগোট ভড়াল হইল গৰু সাত হাল
সাত-জোৰ গাভী-বৎস লগাই কোঢ়াল।

তাৰ অলপ পৰে কিছু নৰ নাৰী
ৰাখিওক বাপ আমাক দাস দাসী কৰি।
এনেৰূপে ৰাতিৰাম মহাজন হ'ল
কুৰিজন দাস দাসী গৃহে প্ৰবেশিল।
যদু ধনী কৃপণৰ পদুলী মুখত
উঠিল প্ৰকাণ্ড দালান ৰাতিৰ ভিতৰত।
কেনেকৈ ইটো কাৰ্য্য সংঘটিত হৈলা
ৰাতিৰ আলহী সাধুৰ কৃপাত জানিলা।
যদু বোলে জনা হলে বাকসিদ্ধ জন
নকৰিলো হেতেন মই এনে আচৰণ।
ভাৰ্য্যাক বুলিলা মই ক্ষণেক নৰও
কালিৰ আলহী সাধুক বিচাৰিয়া যাওঁ।
এইবুলি ঘোৰা এটি উলিয়াই আনিলে
লাম্ফ দিয়া চৰি যদু সাধুক বিচাৰিলে।
সাধুক লগ পালে গৈয়া দুই পৰ পিচত
পাৰে পৰি বোলে ক্ষমিওক দোষ যত।
উভতিয়া চলা মই ঘোৰাত তুলি নিও
লেকামত ধৰি মই খোজ কাঢ়ি যাওঁ।
সাধু বোলে বহুদুৰ বাট যাম মই
উলতিয়া যাবলৈ মুঠেই সময় নাই।
সাধুক আগচিয়া যদু পাৰত পৰিল
আগুৱাব নোৱাৰি সাধু ৰহিয়া পৰিলা।
পাছে বুজাই বুলিলন্ত যদুক চাহিয়া
তোমাৰ ওপৰত মোৰ ক্ৰোধ নাইকীয়া।
তিনি আশা পূৰ্ণ হব বৰ দিলো আমি
পুবা নুবুলিলে বাট মৰিম ঘামি জামি।

এই বুলি সাধু জন এৰাই গৈলা চলি
ঘোৰা ফিৰাই খেদিলন্ত বাৰ্ত্তা জনাওঁ বুলি।
এটি ঠেঙ খোৰা ঘোৰা বেগাব নোৱাৰে
মনৰ খণ্ডত ঘোৰাক কোবাই বেতেৰে।
তথাপি নাকাঢ়ে খোজ নচলে বেগাই
খঙে যদু বুলিলেক মৰি ঘোৰা তই।
চট্ ফট্ কৰি ঘোৰা মৰিল তেতিক্ষণ
লাগাম জিণ সোপা বাছা কি কৰে এখন।
কান্ধে লই ছলি যায় বেগে খোজ কাঢ়ি
ঘমি জামি হল বাপু জুৰুলি জুপুৰি।
খঙ উঠি পালেগৈ চুলিৰ আগত
হিতাহিত জ্ঞান গল ৰাগৰ ভমকত।
চালা তিৰি ৰাখে যদি কালি অতিথিক
নহলহেতেন কষ্ট আজি এতধিক।
এই জিন এই লেকাম তাইৰ পিঠিত
লগাব পাৰিলে শিক্ষা পাইব উচিত।
হাতৰ পৰা ওলাই জিম লেকাম উৰিল
যদুৰ পত্নীৰ মুখে পিঠি আটিয়া ধৰিল।
এৰাব নোবাৰে তাই আটিয়া ধৰিলা
চুবুৰিয়া লোক আহি চোতাল ভৰিলা।
বহু বেলি পৰে আহি পালে যদুৰাই
আটাহ পাৰিয়া পত্নী বাগৰি ফুৰই।
চেষ্টা কৰি কতজন হইছে বিফল
নোৱাৰে এৰাব জিন যত দিয়ে বল।
যদুৰামে আহি পাছে ঘটনা দেখিল
অনুতাপ কৰি যদু মুখে উচ্চাৰিল।

সুলকি পৰক বুলি মুখেৰে বুলিল
আপোনা আপুনি জিন সুলকি পৰিল।
তিনি ইচ্ছা পূৰ্ণ হ'ল কৃপণ অধমৰ
নহয় কদাচিতো শুভ কদৰ্য্য জনৰ।
*সৎচিন্তা, সৎভাৱ, সজ্জনৰ আশ্ৰয়*
*এই তিনি পৰশত ভাগ্যোদয় হয়।*

জলধা কৃপণ অনাচাৰী অহঙ্কাৰী
কোনোদিনে সুখ সিটো নাপায় বিচৰি।
এইবুলি গুৰুজন সবাকো তুষিলা
প্ৰণাম কৰিয়া সবে বিদায় মাগিলা।
আখ্যান শুনিয়া সবে পাইলা আনন্দ
ধন্য ধন্য বোলে যত সমূহ ভক্তবৃন্দ।

লীলা ময় গুৰু লীলা সব ভক্তে স্মৰি
পাতেক চাৰোক ডাকি বোলা হৰি হৰি।



## *যদুমণি আতৈৰ চৈধ্য প্ৰসঙ্গৰ মুল্য দান হৰবিন্দ সিং ৰজাৰ আখ্যান*

### *পদ*

চক্ৰপাণি আতৈ বোলে শুনা ভক্তগণ
যদুমণি আতৈ কৰে শাস্ত্ৰৰ শ্ৰৱণ।
ধৰ্মশাস্ত্ৰে ৰতি তিনি গুৰুক মানই
চৈধ্য প্ৰসঙ্গৰ নাম জানিবে খোজই।
মুৰ্ত্তিমন্ত হৰিনাম তত্বৰ ইচ্ছাই
গুৰুত পুচিলা কথা অতি নম্ৰ কই।
গুৰু বোলে হৰি নাম খৰিদ কৰিবে
পাচ টকা বস্ত্ৰ এক দিবলৈ লাগিবে।
পৰে দিনা উপবাসে থাকি তুমি ভাই
গুৰুৰ কাষত নাম লবা আগ্ৰহ কই।
উপদেশ অনুযায়ী কৰ্মক কৰিলা
যদুমণি ৰাত্ৰিকাল লঘোণে থাকিলা।

পৰে দিনা পাইলা গৈয়া গুৰুৰ সমীপ
বস্ত্ৰ টকা দিয়া গুৰুৰ কাষ চাপিলেক।
গুৰুদেউ নাম ভক্ত বস্তু চাৰিবিধ
ব্যাখ্যা কৰি বুজাইল শাস্ত্ৰতো অধিক।
মন দিয়া পাছে গুৰু বাক্যক শুনিল
সমস্ত কথাক আতা মনত ৰাখিল।
তত্ব যেবে গৈয়া অন্তৰে লাগিলা
মায়াৰ বান্ধোন ছিন্ন তত্বক জানিলা।
এতদিনে কত কথা কৰে আলাপণ
কত কৰ্ম কৰো কিন্তু নলাগয় মন।
আজি যিটো তত্ব জ্ঞান পাইল সন্ধান
মেদিনী গৰ্ভত যেন মাণিকৰ সন্ধান।

ইয়াৰ তাৰণ আতে গুৰুত পুছিলা
পাছে গুৰু আখ্যান এক বুলিবে লাগিলু।
ব্ৰহ্মাণ্ড পুৰাণে যিটো আছয় আখ্যান
তাকে লৈ গুৰুজন কৰিলা ব্যাখ্যান।
হৰিদ্বাৰ তীৰ্থে আছিল ৰজা একজন
ভাগ্য দোষে যক্ষ্মা ক্ৰান্ত হইলো ৰাজন।
হৰবিন্দ সিংহ নামে পৰম ধাৰ্মিক
যক্ষ্মা ৰোগীৰ জীৱন সবাতো ধিক্ ধিক্।
কিন্তু আত্ম হত্যা পাপ সিজিবৰ ভয়
বহু বৈদ্য টকা দিয়া লৈলেক ৰজাই।
কোনো ফল নাই দেখি হতাশ মনত
একবৈদ্য আহি দিলা সহজ ঔষধ
অবহেলে অনিয়মে কৰি ব্যবহাৰ
উচিত প্ৰাপ্ৰ্য ফল নাপাইল তাৰ।
তেখনে সন্ন্যাসী আহি ৰজাক বুলিলা
এইবাৰ হইবা ভাল দঢ়াই কহিলা।
হাজাৰ টকা দিয়া মোক দ্ৰব্য আনিবাৰে
ঔষধ কৰিয়া দিব দ্ৰব্য সম্ভাৰেৰে।
হেজাৰ টকা লই ৰজাক দ্ৰব্য আনি দিলা
ঔষধ প্ৰস্তুত কৰি ৰজাক খুৱাইলা।
দামী ঔষধ বুলি ৰজা অতি যত্ন কৰি
একান্ত বিশ্বাসে খালে অতিকে সাদৰি।

অতি কম দিনে ৰজাৰ ৰোগ গুচি গল
ৰোগ আতৰ হই ৰজা সুস্থ সবল হ'ল।
সন্ন্যাসী বুলিলা পাছে শুনিয়ো ৰাজন
অল্প ধন মাত্ৰ ৰাখো ফিৰাই লোৱা ধন।
ৰজা বোলে আগে লই পিছত ফিৰাব
নালাগে ফিৰাব টকা জীৱন দান পাব।
তেখনে সন্ন্যাসী বোলে বছৰেক আগে
আৰোগ্য পাইলা হেতেন পলম নালাগে।
যিটো ঔষধ আগে খাই আছিলাহে তুমি
একে দাৱৈ পুনৰাপি খুৱাইলো আমি।
মূল্য দিয়া হেতু দুষ্প্ৰাপ্য ভাবিলা
মনোযোগ নিয়মিয়া বিশ্বাসত খাইলা।
এতেকতে আৰোগ্য পাইলা ৰাজন
বিশ্বাসত কৰিব লাগে ঔষধ সেবন।
মূল্য দিয়া নলইলে আউফা* মনে হয়
তাৰ ক্ৰিয়া প্ৰতিক্ৰিয়া একোই নহয়।
সেই ৰূপে নাম বস্তু যাচি দিলে দান
ক্ৰিয়া প্ৰতিক্ৰিয়া তাৰ নহইব জান।
এতেকতে যিটো জনে দিয়ে নাম দান
ধন ৰত্ন দিয়া তাক কৰিবা সন্মান।
গুৰুৰ উপদেশ সবে মনে প্ৰাণে ধৰি
সমস্বৰে সকলোৱে বোলা হৰি হৰি।

***আউফা - পতান সদৃশ, মুল্যহীন*



## বাক্যে তৰি, বাক্যে মৰি, এক বাক্য খাগৰি খৰি

## নাৰায়ণ লস্কৰ আতৈ আৰু গুৰু মাধৱদেৱৰ সম্বাদ।

### পদ

ভেলা'দুৱাৰ থানত আছন্ত গুৰুজন
প্ৰতি দিনে আহে যায় ভক্ত অগণণ।
শাওণ মাহৰ একাদশী আহি পৰিলা
ভক্ত গণ সকলোৱে-সমবেত ভৈলা।
ভাদ মাহ শুকুলা দ্বিতীয়া তিথি লই
সাত দিন আছে মাত্ৰ গুৰুৰ তিথিলৈ।
জগত গুৰুৰ তিৰোভাৱ তিথিটো পাতিব
মাহ চাউল কল গাখীৰ যোগাৰ কৰিব।
কাকত কুটা গ্ৰামে আমি কৰিব যাপন
যলৈকে আগদিনা যাম ভক্ত সবগণ।
সেই মৰ্মে মাধৱদেৱ আগতে চলিল
সবভক্ত তাহা সঙ্গে তথাতে লৰিল।
সুবালু নামতে কাজি অতি বিচক্ষণ
কৃষি কৰ্মে পাৰ্গত সিটো বোলে সৰ্ব্বজন।
বাটৰ কাষতে একদৰা ধান ৰুই
সাৰ জাবৰ দিয়া তাতে বন চিকুনাই।
ধানৰ মোলাম দেখি অতি অদ্‌ভুত
খচৰা গুবিন্দ আতৈ বখানে বহুত।
ওৰে বাটে ধান দৰাৰ কথাকেহে কয়
কাষত বহিয়া পাছে কীৰ্ত্তন কৰয়।
কীৰ্ত্তনৰ পৰে পুনু সেইদৰা ধান
বখানিয়া বখানিয়া কৰে আলোচন।

ঘুৰিয়া আহিল যেবে কৰ্ম সঙ্গ কৰি
ধান দৰাৰ ফালে তেওঁ চায় ঘুৰি ঘুৰি।
পুনৰাপি ধান দৰাৰ কথাকেহে কয়
অইন কথা কবলৈকে মুখত নোলায়।
মাধৱদেৱৰ লাগিল শুনি বিৰকতি
বুলিলেক তুমি ইয়াত থাকিও সম্প্ৰতি।
এবাৰ এবাৰ কৰি তিনিবাৰো বুলিলা
ধান ডৰাৰ প্ৰতি তব মোহ উপজিলা।
এতেকতে ধানৰ চাউল খাইহে লৰিবা
ধান দৰা ৰাখি তুমি ইয়াতে থাকিবা।
বাক্যবাণ লাগে যদি তিনিবাৰ বোলে
বস্তুৰ কাষত কথা নোবোলহ ভালে।
উৰণ, বুৰণ, গজন, ভ্ৰমণ প্ৰাণীচয়
গছ লতা খেতিত বৰ্ত্তি আছে মানে হয়।
সবাৰে আছই প্ৰাণ কাণেৰেই শুনে
সম্মুখত প্ৰশংসো নকৰে জ্ঞানীজনে।
বাক্যে তৰি বাক্যে মৰি কয় জ্ঞানী জন
প্ৰলাপ খাগৰি খৰি সমকৰে জ্ঞান।
তব বাক্য বাণে হব খেতিৰ অন্যাই
নিজে কৰা খেতিত কিন্তু ই দোষ নহই।
এতেকতে তুমি বোপা ঐত থাকি যোৱা
খেতিৰ ৰক্ষণ দায় মূৰ পাতি লোৱা।

যেৱে পকি যাব খেতি গৃহস্থে কাটিব
তাৰ ধানে তেৱে তুমি অন্নক খাইব।
অন্ন খাই দান কৰি দোষক এৰাবা
গুৰু সঙ্গে ধামে তুমি বসতি কৰিবা।
মাধৱৰ আদেশ পালি গোবিন্দ ৰইল
পকা ধান কাতি পাছে গৃহস্থক দিল।
কাজি বোলে গুৰুক দিবো একভাৰ
তাহাৰ কৃপাত কেতি বাঢ়িল আমাৰ।
বাহাত দিলেক ধান ভক্তগণে পাই
গুৰুৰ সহিতে সবে ভাগ কৰি খাই।
মনে গজাই, বাক্যে ৰমাই, কায়ে মোক্ষ দেই
খোবাক বধিলা কৃষ্ণে আগপিচ চাই।
*বাট বুলি যাবা সবে বাটৰ পিনে চাই*
*পৰনাৰী পৰদ্ৰব্য যেন বিষ্ঠা প্ৰাই।*
*আপোনাৰ বামদিকে বাট বুলি যাবা*
*দম্ভ হাই দেখি তাত থমকি নৰবা।*
*আশা প্ৰলোভন সব গছকি চলিবা*
*গন্তব্য স্থানত হে গই উপনীত হবা।*
এই কথা সাৰ কৰি চলা ভক্তগণ
তেবেসে সংসাৰ যাত্ৰা সফল জনম।
এইবুলি গুৰুজনে সবাকো বুলিলা
পথত চলা নীতি নিয়ম বুজাই বুলিলা।
দিন এক কঠত বহিয়া গুৰুজন
দশম স্কন্ধ ভাগৱত কৰিছে পঠন।
এনে সময়ত আহি লক্ষৰ নাৰায়ণ
পুচিলন্ত এক কথা অৱনত মন।

গুৰু ধৰ্ম ধাৰী আমি ভাই সৰ্ব্বজন
আমাত কৰিয়া শ্ৰেষ্ঠ আছে বহুজন।
তাহাৰ আগত কথা শুধি চাও আমি
নকহিলে দুখ পাও জানা অন্তৰ্যামী।
মাধৱ বুলিলে তোমাৰ কিবা অভিপ্ৰায়
আমাত সুধিলে জানো ওলাব উপায়?
লক্ষৰ বুলিলা তেৱে শুনা গুৰুজন
জৰ্নাদ্দন আতাই কথা নকয় এখন।
আৰু দুই চাৰিজন বিচাৰিয়া লই
তেবেসে শাস্ত্ৰৰ তত্ত্ব অজ্ঞানে জানয়,
মাধৱ বুলিলা তাৰ তত্ত্ব কিবা আছে
এখানে ভাবিয়া আমি জনাইবো পাছে।
একদিনা মাধৱদেৱ পুৰুষ মহাভাগে
মাত দিয়া বুলিলেক নাৰায়ণ আগে।
বুলিওক কথা মোক প্ৰশ্নৰ উত্তৰ
একগুৰু ভজি কথা লোৰা হয় বিস্তৰ।
যদি তেওঁ সব কথা খুলিয়া নকয়
আনজনত সুধিললে কিবা দোষ হয়?
গুৰু তেবে উপদেশ দিলা পটন্তৰ
বুলিলাম এক তব প্ৰশ্নৰ উত্তৰ।
আহাৰ মাহে বান পানী উঠে পথাৰ ভৰি
কেকোৰা সকলে তাতে ফুৰে লৰি চৰি।
কৃশাঙ্গ শৰীৰ তাৰ দেহ নোহে স্থিৰ
গাত খান্দে যতে যতে তৰাং পানী তীৰ।
শৃগালে পাইলে লাগ খায় তাক ধৰি
এই দৰে লৰি ফুৰি কত যায় মৰি।

এতেকতে লৰি চৰি কোনো ফল নাই
এজন গুৰুত কথা পুচিবা সদাই।
একঠাইত খান্দিলেহে পানী বাজ হয়
যতে ততে খান্দি কিছু ফলও নহয়।
এনেদৰে আৰু কিছু পটন্তৰ দিলা
একদেৱ একগুৰু তেবেসে বুলিলা।
আৰু এক কথা কও শুনিও সজ্জন
গুৰু আৰু শিষ্য জন হ্ইবা একমন।
একান্ত মনেৰে যদি ভকতি সিজয়
গুৰু আৰু শিষ্য দুয়ো সমানে তৰয়।
শিষ্যৰ পুণ্যৰফলে গুৰুও তৰয়
বৃদ্ধ পিতা মাতাক যেন পুত্ৰই প্ৰালয়।

এইমতে জগতত ক্ৰমশঃক্ৰমাৎ
সৃজন পালন আৰু তৰণ সাক্ষাৎ।
আক্ষেপ কৰিয়া বাছা কিছু লাভ নাই
এক গুৰু ভজিলেহে তৰণ উপাই।
জ্ঞান লাভৰ বাবে গুৰু বহু হ্ব পাৰে
সংসাৰ তৰিবে লাগে গুৰু একশ্বৰে।
একদেৱ একসেৱ এক ভিন্ন কোনো নাই
এক ঈশ্বৰ এক গুৰু শাস্ত্ৰও এক হই।
এইবুলি গুৰুজনে বিদায় মাগিলা
একনিষ্ঠ হৰলৈ সবাকে বুলিলা।
গুৰুৰ উপদেশ সবে হৃদয়ত ধৰি
সমস্বৰে সকলোৰে বোলা হৰি হৰি।



## কায়ৰা কৃষ্ণাই আতৈৰ তীৰ্থ ভ্ৰমণ, আই ধাইৰ ভক্ত শুশ্ৰূষা

### পদ

তাৰ পাছে বোলে আতৈ ভক্ত চক্ৰপাণি
কৃষ্ণ নামে বৈশ্য ভক্তৰ কথা লোৱা শুনি।
বেহা বেপাৰত ধন পাইল বহুত
পতি পত্নী ভিন্ন নাই খাওতা ঘৰত।
অত এব চলি গৈলা নৌকা ভাড়ালই
বহু কষ্টে তীৰ্থ ভ্ৰমি হৰিদ্বাৰ পাই।
হৰিদ্বাৰ তীৰ্থ লাগি বদৰিকা গৈলা
পৰিশ্ৰম কৰি তাৰ স্বাস্থ্য ভঙ্গ ভৈলা।

গ্ৰহণী ৰোগত পৰি হৰিদ্বাৰে ৰল
হাতৰ যত ধন আছিল খৰচ নহল।
বহু বৈদ্য লগাই চিকিৎসা কৰিলা
তেবেসে জানিবা আতৈ আৰোগ্য পাইলা।
শৰীৰ দুৰ্বল হেতু উঠিব নোৱাৰে
পত্নী আনি দিলা দাৰে হাকিমীৰ পৰে।
চিকিৎসক গণে বোলে শুনা ভক্তজন
ধৰ্ম আলোচনা আগে স্বাস্থ্যৰ প্ৰয়োজন।

শৰীৰ নাপালে ভাল যাবা কেন কৰি
দুৰ্ব্বল শৰীৰ লৈয়া গলে পথে যাবা মৰি।
পত্নী একা কেন মতে দেশে চলি যাব
তোমালোকৰ জলপিণ্ড কাহানিবা দিব।
কিবা খাদ্য খোৱা ঘৰে পূৰ্ব্ব পুৰুষৰ
ইসৱ জানিয়া সবে লোৱা ভক্তবৰ।
কৃষ্ণা বোলে মোৰ দেশ লুইত তীৰত
কামৰূপ নামে দেশ আছয় তথাত।
সেই দেশে মৎস কৎস সকলোৱে খায়
ধৰ্মই নকৰয় বাধা সবাই চলয়।
বৈদ্য বোলে তব পূৰ্ব্ব পুৰুষৰ তেজত
জনম লভিছা তোৰা মাতৃৰ গৰ্ভত।
কৎস মৎস তেজে তোমাসাৰ জন্ম হয়
ইয়াক নাখাইলে ৰোগ আৰোগ্য নহয়।
হৰিদ্বাৰ গঙ্গা জলে কাছ মাছ গণ
মানুহ সমীপে আহে ভয় নাই অকণ।
ৰৌমাছ দুটা মাৰে শিলৰ আঘাতে
চৰু পাতি ৰান্ধিলেক নদীৰ তীৰতে।
মাছ ৰন্ধা গোন্ধ তাৰ লোকগণে পাইল
কি ৰান্ধিছা বুলি দুই লোক খেদি আইল।
কৰ চণ্ডাল লোক ইটো তীৰ্থ নষ্ট কৈলা
বিপ্ৰগণে এইবুলি তাক খেদি গৈলা।
হাতত নলয় অস্ত্ৰ সুদা হাতে যায়
মুখৰ ভাত দিলা বিপ্ৰৰ মুখে গাৱে।
বিপ্ৰগণ জাত যাব বুলি, উভটিল
চুবা ভাত গাতে লাগি ঘৃণাত চলিল।

কামৰূপী ৰাক্ষস সৰ্ব্বভক্ষী ইহাগণ
ইসবৰ সঙ্গে বাদ কৰা অকাৰণ।
ইয়াকে ভাবি বিপ্ৰগণ আতৰ হইলা
খাই বই কৃষ্ণ আতে আতৰি আহিলা।
মাছ খোৱা ৰাক্ষস ইহুত আহে কৰ পৰা
আতৰি যাইবে লাগে চল ইয়াৰ পৰা।
তাৰ পাছে আহি দুয়ো বেহাৰ পাইলা
আই ধাইৰ আশ্ৰয়ত কত দিন ৰইলা।
তাৰ পৰা গ'ল ধাই বেহাৰ ক্ৰমত
মধুপুৰ পাইল গৈয়া গুৰু আশ্ৰয়ত।
হাটীৰ ভকত হই তথাত ৰহিলা
নাম প্ৰসঙ্গত যোগদান কৰি ৰৈলা।
আই ধাইৰ কথা সব ভকতে জানয়
প্ৰতিদিনে দুইজনক ভোজন কৰাৱে।
চিৰা দৈ কল গুড় চেনিৰ লগত
ভোজন কৰোৱে নিয়া মাটিৰ চৰুত।
এইৰূপে ভোজন কৰাই বস্ত্ৰখনি দেই
ভক্তসবে হিয়া ভৰি আশীৰ্ব্বাদ কৰই।
একদিন শ্ৰীৰাম আৰু মাধৱদেৱ গৈলা
খুৱাই বুৱাই দৈ চিৰা ধুতিচাদৰ দিলা।
ইচ্ছা কৰি শ্ৰীৰাম আতা তাক নলইল
আই ধাই লোক হাতে দিয়া পঠাইল।
কায়ৰা গোবিন্দক নিয়া দৈ চিৰা দিলা
কল সহ এক চৰিয়া ভোজন কৰিলা।
যিখিনি দিলেক বস্ত্ৰ খাবলৈ নাতিল
আই ধাই তাকে দেখি আচৰিত ভৈল।

তাৰ পাছে আই ধাই চাউল আনি দিলা
চোবাই চোবাই তাকে গিলিয়া থইলা।
আই ধাই বোল এনে ভক্ত দেখা নাই
খুজি মাগি এনে লোকে পালন নাযাই।
এইদৰে ছয়মাহ ভক্তক খুৱাই
যত ভক্ত আছিল তাত সবে পোহ যাই।

ছয় মাহ ভৰি গৈলা ভক্ত শেষ হ'ল
ছয়কুৰি ভকত আইৰ পোষণত ৰ'ল।
নাম কীৰ্ত্তন কৰি সবে নানা ৰঙ্গ কৰি
আই ধাইৰ অনুগ্ৰহে থাকে ঘুৰি ফুৰি।
আই ধাইৰ মাহাত্ম্যক হৃদয়ত ধৰি
ভক্তগণে সকলোৰে বোলা হৰি হৰি।



## পৰমা নন্দৰ ঠাকুৰৰে বেহাৰ ভ্ৰমণ আৰু মাধৱদেৱৰ সখীয়েক লৈ উপহাৰ প্ৰেৰণ

### ছবি

বৈৰাগী বোলয় পাছে — শুদ্ধ ভক্তগণ কাবে
শ্ৰীগুৰু চৰিত্ৰ কাহিনী
জগত গুৰুৰ পৰে — বেহাৰত কৰ্ম কৰে
ভক্তগণ সবে ৰাজ মানী।
ৰাজ চেড়ী আই ধাই — লক্ষ্মীৰ ৰাজ মাতৃ ধাই
ৰাজ পৰিয়ালৰ মানিনী
ভকতৰ বাবে নিতে — কত দ্ৰব্য থাকে দিতে
নিতে কত ভকত খুৱাই।
ভক্ত সমে বেহাৰত — নামত থাকয় ৰত
মাধৱদেৱ গুৰু আছে ৰই
কিছু দুখ দৈন্য নাই — পৰম সুখত ৰই
ভক্তগণে নাম গুণ গাই।

হৰি নামে মুখৰিত বেহাৰ ৰাজ্যৰ যত
প্ৰজা আৰু ডাঙৰীয়াগণ
মাধৱক গুৰু মানি ধৰ্মক ধৰিল আহি
গুৰুৰ কাষে পশিল শৰণ।
নাই খুটা নাৰায়ণ ঠাকুৰ আতাক লাগি
গুৰু সদা কৰয় স্মৰণ
বাৰ্ত্তা নাই পাবলাই কোনে কাক এৰি যাই
আপোন কৰ্মে সবাই মগন।
নাগৰখানা নামে ঠাই হৰিহৰ আত বই
তথাত আছন্ত সত্ৰ পাতি
সিটো থানে জ্বলাই বাতি হৰিহৰ দিনে ৰাতি
নাম চৰ্চ্চে ধৰ্মহাট পাতি।
দিন এক বহি আছে মাধৱ পুৰুষ পাছে
দেখিলেক সখীৰ তনয়
মাধৱ উঠিয়া যাই দুই হাতে সাবতই
মুখত পৰিয়া চুমা খায়।
সান্দহ, পিঠা পনা আৰু বস্ত্ৰ এক যুৰি দিয়া
সষ্টাঙ্গে প্ৰণামে মাধৱক
দুই হাতে সাবটিয়া বুকুৰ মাজত নিয়া
স্নেহ কৰে সখীৰ পুত্ৰক।
দৈ, চিৰা, পিঠা খুৱাই কৰ্পূৰ, তামোল দেই
পৰমানন্দক অশ্বাসিলা
খাই, বই উঠি পাছে বাৰ্ত্তাক বুলিয়া আছে
কামৰূপৰ বাতৰি কহিলা।

কালিন্দ্ৰী গোসানী আই তাহাৰ তনয় দুই
কেনে আছে কোবা ভাল কৰি
তব মাতৃ বাৰাবাসী মথুৰা গোপাল আদি
তাসম্বাৰো কোবাহি বাতৰি।
ভবানীপুৰীয়া আতা চমৰীয়া ভালুক ঘাটা
সবাৰে কহিও বিবৰণ
সুখ, দুখ নাম গুণ কেনে আছে ভক্তগণ
তব মুখে শুনিবাৰ মন।
তাৰ পাছে ঠাকুৰদেউ সবাকে কৰয় সেউ
আশ্বাসিয়া বুলিলা বচন
সব ঠাইৰ ভক্তগণ শুদ্ধ মতি, শুদ্ধ মন
নাম, গুণ শ্ৰৱণ কীৰ্ত্তন।
নামত মজিয়া সুখে কেতিয়াবা পৰে দুখে
কেতিয়াবা মিলে মহা সুখ
লাহে লাহে প্ৰজাচয় ধৰ্মৰ পিনে ঢাল লয়
যাৰা আগে গুৰুৰ বিমুখ।
ৰাম ৰায়, বন গএগ্ৰা আই মাতৃৰ শত্ৰু হুয়া
বিবাদ কৰিয়া কত দিন
পিতা ঠাকুৰ দেউ ধৰি গোপাল দেব আদি কৰি
গই থাকে তাক ভিন ভিন।
বৰপেটা থানে যত ভক্তগণ ৰহি আছে
সবাই প্ৰবীন অতিশয়
শ্ৰৱণ কীৰ্ত্তন কৰি তাল, খোল কৃষ্টি ধৰি
কীৰ্ত্তনত ভাওনা কৰয়।

এইদৰে নানা ৰঙ্গে ভকতগণৰ সঙ্গে
বুলিলেক যত বাৰ্ত্তাচয়
সূৰ্য্য অস্তমিত ভৈলা ৰাত্তিৰ এন্ধাৰ ভৈলা
মাধৱক পাহৰিয়া যায়।

ভ্ৰমণৰ ভাগৱত অম্ন খাই শুইলন্ত
পৰমানন্দ ঠাকুৰ সুত
প্ৰভাতত সাৰ পাই বুলিলেক হায় হায়
গুৰুক নামাত্তি মুৰকত।

শৌচ, স্নান সমাপিয়া গুৰুৰ কাষক গৈয়া
কৰিলো যে পাপ অমোচন
অম্ন খাই ভাগৱত পৰি গলো বিচনাত
নিদ্ৰা কোলে হইলো মগন।

মাধৱ বুলিলা হাসি বেহাৰ ৰাজ্যত আসি
কিবা চাউল কৰিলা ভোজন
মানিকি মাধুৰী ধান ভড়ালে পাইয়া আনি
খাই কেনে পাইলা সুজন।

ইটো কথা ভড়ালীয়ে মাধৱত বুলিলাহা
মাধৱদেৱ উপদেশ দিলা
কামৰূপৰ ৰাজ্যত যিটো চাউল খায় লোক সব
উখা চাউল আনিয়া ৰান্ধিলা।

পৰমানন্দই বোলে ক্ষমিওক গুৰুজন
তাবে বুলি সম্বোধিলো আমি
অজ্ঞানক ক্ষমা কৰি আপুনিয়ে কাণ্ডাৰি
আপুনিয়ে ভক্তগণ স্বামী।

মাধৱ বোলন্ত পাছে দোষ তাতে নাহি আছে
শুনা বোপা এক পটন্তৰ
ৰজাৰ ৰান্ধনি এক গৃহে যায় প্ৰত্যেক
ৰাত্ৰি কালে ৰন্ধে নিৰন্তৰ।
ভাগৰুৱা কৰ্মী সিটো ৰজা ঘৰে খাটি নিতৌ
ভাগৰে জুগৰে শোৱে আহি
সমনীয়া নাৰীগণে হাঁহি হাঁহি কথা হানে
কি কৰিলে তোৰ স্বামী আহি।
ভেকাহি মাৰিয়া কই হেৰ বান্ধৱী বৈনাই
গধূলিতে আহি থাকে শুই
ওৰে ৰাতি তত নাই প্ৰভাতে উঠিয়া যাই
মোৰ বাবে কিবা সুখ হই।
গধূলি আহিল সিটো পুৱাতে জাগিল নিতৌ
আহিল নাহিল কিহত লাগিল
আমাৰো কথাটোতেই থলো বাক এনে কই
আশা কৰি অপেক্ষি থাকিলো।
নাহা দেখি তোমাক মই বুজিলো থাকিলে শুই
তাৰ পাছে শয্যাত পৰিলো
দুখ ভাগৰত শ্ৰান্ত অৱসন্ন দেহ ক্লান্ত
তোমাৰ কথা আমিও ভাবিলো।
তাৰ পাছে পৰমাই গুৰুক প্ৰণাম কই
বুলিলেক মধুৰ বচন
গোসানী আইৰ প্ৰতি ৰজাৰ চকুৰ দৃষ্টি
সজ লোকৰ নহয় শোভন।

তিনি বিধৱাক লই আছে মাত্ৰ হৰি বাই

আৰু দুই নাবালক চই

দাস-দাসী কিছু নাই সকলোৱে এৰি যাই

আইৰ দুখৰ সীমা নাই।

উৰ্ব্বশী আইয়ে পাছে সুন্দৰীক মাতি আনি

তাতে ভাল বাহা বান্ধি দিলা

মোৰ পিতা নাৰায়ণ আৰু অন্য ভক্তগণ

সেই থানে আইক সেৱিলা।

এনেদৰে পৰমাই মাধৱৰ আগে কই

পূৰ্ব্বে যেন মতে বুলিলন্ত

বৰপেটা সুন্দৰীৰ চমৰীয়া হেৰেমদ

সব বাৰ্ত্তা কৰিলা বেকত।

গুৰুক প্ৰণামি পাছে চলিলা যথাতে আছে

অন্ন খাইবাৰ স্থান কৰি

ভক্ত সঙ্গে অন্ন লই ক্ষণেক জিৰাই গই

গুৰু কথা শুনে কৰ্ণ ভৰি।

তাৰ পাছে গুৰুজন সবাকো দিলেক জান

সখী বেটা কামৰূপৰ পৰা

তিনি দিন ৰই যাই ইয়াত আছয় ৰই

ভক্তগণে তান্ক* লগ ধৰা।

মোৰ গুৰুৰ শিষ্যগণ যহা যিটো আছে স্থান

আছা ৰই নাম, গুণ গাই

সবাকে বোলায় গুৰু সখী মোৰ পৰম গুৰু

অভিবাদন জনাবা সবাই।

*তান্ক - তেওঁক

বৃদ্ধ, যুবা প্ৰৌঢ়গণ যাহাৰ ধৰ্মত মন
সবে আহি পাইল গুৰু পাশ
পৰমাক প্ৰণামিয়া কৰ যোৰে নত হয়া
টকা, বস্ত্রে জনাইল আশ্বাস।
মাধব বুজাই পাছে সখীৰ পুত্ৰই আছে
ৰজাৰ যাতনা যেবে পাই
মাৰৰ গৰ্ভত এওঁ সেই সময়তে ছিল
দুখৰ কালত জন্ম লই।
মাতৃ বাৰাবাসী আই দুখৰ কালে পুত্ৰ পাই
দুখীয়া ৰাখিল এৰ নাম
পাছে আমি কোলে লই পৰম হৰিষ হই
আনন্দে ৰাখিলো এই নাম।
একাদশ দিনে গই গুৰুৰ চৰণে থই
হৰিষ বিষাদ কৰে দুই
দুখ দূৰ হব বুলি ভৰি বৃদ্ধাঙ্গুলি তুলি
বক্ষ স্থলে গুৰু চুই দেই।
ভৃগু পদ চিহ্ন লই নাৰায়ণ আছে ৰই
এওঁৰ বক্ষে গুৰু পদ চিন
পৰম আনন্দে ৰই পণ্ডিত ঠাকুৰ ৰাই
সখীক যেন পাইলো এই দিন।
ৰাজ কৰ্মচাৰীগণ কৰিলেক প্ৰদক্ষিণ
টকা, বস্ত্ৰ দিলা উপহাৰ
তাহাৰ চৰণ ধূলি শিৰত লইলা তুলি
আজি সফল জনম আমাৰ।

পৰে দিনা গুৰুজন আদেশিলা পৰ্মানন্দ
নাগৰখানা গ্ৰামত চলই
হৰিহৰ আতা তাতে ধৰ্ম প্ৰচাৰিয়া আছে
পৰ্মা গই প্ৰণাম জনাই।
হৰিহৰ আতা পাছে পুছিলা যতেক আছে
ঠাকুৰ, গোপাল, মাতৃৰ বাৰ্ত্তাক
কামৰূপৰ ভক্তচয় কোনে কত কি কৰয়
সঙ্খেপতে কোৱাগৈ আমাক।
হৰিহৰে বোলে ভাই গুৰুক দেখিছা তই
মনত পৰয় কেইদিন
পৰ্মানন্দে ঘপৰাই হৰিহৰক বোলই
বছৰত মাত্ৰ তিনিদিন।
হৰিহৰে বোলে ইটো তোমাৰ দুৰ্ব্বল চিত্ত
সদা সৰ্ব্বদায় স্মৰ ভাই
কুণ্ডিলৰ নাৰী আগে ভীষ্মক দুহিতা কান্দে
শ্ৰীকৃষ্ণৰ গুণক বৰ্ণাই।
আতাত বিদাই লই পৰ্মানন্দ ঘুৰি যাই
মধুপুৰ ধামক পাইল
মাধৱদেৱ সঙ্গে পাছে হৰিষ মনেৰে আছে
কৰ যোৰে প্ৰণাম কৰিল।
তাত অৰ্দ্ধ মাহ থাকি ঠাকুৰ আতা সুত আহি
গুৰুৰ কাযে লইল বিদায়
কেৱা যুৰি বস্ত্ৰ দিয়া টকা সিকা দান দিয়া
সখী পুত্ৰ কামৰূপে পঠায়।

গৃহে পশি পৰ্মানন্দ পিতৃ চৰণ সেৱিলন্ত
পিতৃ গুৰু বাৰ্ত্তাক পুছিল
গুৰুই দিয়া উপহাৰ পিতা-মাতা হাতে দিলা
অতি অপাৰ আনন্দ পাইল।
কালিন্দ্ৰী আইক নিয়া বস্ত্ৰখানি দিলা গৈয়া
পুছিলন্ত মাধৱৰ কথা
বুলিলা পৰমানন্দ মনত লাগি আনন্দ
মাতৃ পদে হেঁট্ কৰি মাথা।
আয়ু শেষ হই যাই যমে আহি লগ পাই
আৰু নাই মানৱ জনম
মাধৱ গুৰু পদ স্মৰি সবে বোলা হৰি হৰি
ইটো দেহা ছায়াবাজী সম।



## পদ্মনাভ নাৰায়ণ প্ৰসঙ্গ

### দুলড়ী

ৰজাৰ অমাত্য পদ্মা নাৰায়ণ
মানত দুই সমান
লস্কৰ পদবী ধাৰী দুইজন
কিন্তু নোহে এক মন।
পদ্মনাভজন মহা ভক্ত অতি
নাৰায়ণ আশাবাদী
দুইৰ দুই মন বুজে গুৰুজন
আচৰণ কৰে ভেদী।

পদ্মনাভ যদি বাহাক আহই
আতিথ্য অতি সুন্দৰ
নাৰায়ণ যদি আহয় বাহাক
চাবী মাত্ৰ বহিবাৰ।
এই ৰূপে দুয়ো জনৰ মাজত
ব্যৱহাৰ ব্যতিক্ৰম
ভকতসকলে গুৰুক সোধয়
কিয় এনুৱা অসম।

মাধৱ বুলিলা শুনা ভকতগণ
মনৰ পাৰ্থক্য আছে
সিটো বুজি আমি ব্যৱহাৰ কৰো
পিছত বুজিবা পাছে।
পদ্মনাভ ইটো যদিও অমাত্য
তথাপি হৰি ভকত
নাৰায়ণে কিন্তু আশাবাদী মাত্ৰ
কৰই সেৱা আমাত।
এই হেতু মাত্ৰ ব্যৱহাৰ কৰো
যাক যেনে লাগে আমি
সব ভকতগণ ই কথা ৰাখিবা
আদৰি মনক জানি।

তাৰ পাছে গুৰু পদ্মনাভ হাতে
দশম পুথিক দিলা
শিৰে তুলি ধৰি দশম শাস্ত্ৰক
আপোন গৃহক নিলা।
এপাত এপাত কৰিয়া দশম
শাস্ত্ৰক নকল কৰি
লিখা হল যেবে গুৰুক ফিৰাই
দিলা মাথে তুলি ধৰি।
এনেদৰে গুৰু মাধৱ মহন্ত
ধৰ্মক প্ৰচাৰি আছে
তেৰা নাম ধৰি বোলা হৰি হৰি
বৈকুণ্ঠে চলিবা পাছে।



## *বিৰূপাক্ষ কাজিৰ নিৰ্দ্দেশত মাধৱদেৱৰ নাম মালিকা ৰচনা*

### *পদ*

পাছে যিটো বুলিলেক আতে চক্ৰপাণি
ভকতগণ ইটো কথা সবে লোৱা শুনি।
গজ পতি পুৰুষোত্তম পণ্ডিত একজন
সংস্কৃত শ্লোক ৰচিলেক কিছুমান।
নাম মালিকা নামে ৰচনা কৰিলা
বিৰূ কাজিৰ পিতৃদেৱে গৃহত ৰাখিলা।
পাছে কাজি পাই তাক পদ কৰিবাবে
বিষ্ণু শৰ্মা ব্ৰাহ্মণক দিলন্ত শ্ৰদ্ধাবে।

তিনি মাহে বিষ্ণু শৰ্মা কিছু নকৰিলা
তাৰ পৰা আনি ভদ্ৰাকালী হাতে দিলা।
হ্ৰস্ব দীৰ্ঘ স্বৰ সিটো একো নজানই
ৰাগ কৰি বিৰূপাক্ষ পুথিক আনই।
তাৰ পাছে সিটো পুথি গুৰু হাতে দিলা
পোন্ধৰ দিনতে নাম মালিকা ৰচিলা।
পুথিখনি পদবন্ধে প্ৰস্তুত কৰিয়া
বিৰূপাক্ষ কাজিৰ হাতে দিলেক তুলিয়া।

বিৰূপাক্ষ বোলে গুৰু পঢ়োক শুনাই
কেনে লাগে শুনিবাক আমাৰ মন যাই।
গুৰু বোলে মহাশয় ভাল পালো আমি
ভকতগণ সঙ্গে পুথি ভাল লাগে শুনি।
অনুৰোধে পঢ়িলেক অৰ্থক বুজাই
গুৰু দিলা নাম ধৰ্ম তত্বক বুজাই।
বিৰূপাক্ষ বোলে বাপ আগে শুনা নাই
ঈশ্বৰ পুৰুষ তুমি জানি পালো মই।
তিনিজন বিপ্ৰক নিয়াঁ পদ কৰিবাৰে
শাস্ত্ৰখনি দিলো নিয়া বিকৃতহে কৰে।
আপোনাৰ হাতে পৰি সুন্দৰ হইল
উচিত কাৰিকৰ হাতে সুৱৰ্ণ পৰিল।
সুৱাগা মিলাই তাতে ভৈলা অলঙ্কাৰ
ইটো কৰিবাক লাগি সাধ্য আছে কাৰ?
গুৰু সমে শিষ্য যত মাতিয়া নিলেক
পালনাম ধৰি সবে প্ৰসাদ ভুঞ্জন্ত।
টকা, বস্ত্ৰ দিয়া পাছে গুৰুক তোষই
ভকতগণ মাঝে টকা, কাপোৰ বিলাই।
হৰি নাম হৰি নাম হৰি নামে সাৰ
হৰি নাম বিনে গতি নাহিকে আমাৰ।
এই হৰিনামে সাধে ভকতি মুকুতি
হৰি নাম মাধুৰী ময় জানিবা সম্প্ৰতি।
হেন জানি সবে মাধৱক হৃদয় ধৰি
পাতোক ছাৰোক ডাকি বোলা হৰি হৰি।



## *শ্ৰীৰাম আতাৰ প্ৰতি মাধৱদেৱৰ ক্ৰোধ আৰু গেলা মাছ খোৱা আতৈৰ কাহিনী*

### *পদ*

বেহাৰ ৰাজ্যত বহু শিষ্য হৈ গৈলা
অহা, যোৱা কৰিবাক গুৰুৱেই নপাৰিলা।
বয়স হইলা গুৰু খোজত অপাৰগ
সেই হেতু আদেশিলে আতইগণক।
শিষ্য যতে যতে আছে ৰাখিবা সংযোগ
নতু বাহিৰৰ গুৰু ভুলাইবে তাহাক।
এই হেতু শ্ৰীৰাম আৰু হৰিহৰ দুই
বাহিৰ বন্দৰে গৈলা গুৰুক জনাই।
তথাত আছিল গুৰুৰ শিষ্য বহুজন
তাহাৰ বাতৰি লোৱা বৰ প্ৰয়োজন।
চলি গৈলা দুয়োজন থাকে তিনি দিন
শ্ৰীৰাম আতা থাকিবলৈ নকৰিলা মন।

তিনি দিনে গুৰু পদ আতা নেদেখিল
এতেকে শ্ৰীৰাম আতা বিষাদিত ভৈল।
চতুৰ্থ দিনত বোলে প্ৰভাততে যাইব
অতি শীঘ্ৰে গুৰুৰ চৰণ দেখা পাইব।
ভাবি গুণি দুইজনে আলোচ কৰিলা
হৰিহৰে শ্ৰীৰামক বুজাইবে নাৰিলা।
শ্ৰীৰাম বোলয় বাপ আমি ৰব নোৰি
হৰিহৰে বোলে যাও স্নানাহাৰ কৰি।
তিনি দিনে গুৰু পদ আমি দেখা নাই
এক দণ্ডে এক দিন মোৰ মনে হই।
হৰিহৰে বোলে বাপ হিয়াতে আছই
হিয়াত যদি নাথাকয় বাহিৰত নাই।
এক বেলা থাকি মাত্ৰ অন্নক সিজাও
খাই, বই দুইজনে একেলগে যাওঁ।
শ্ৰীৰাম বুলিলা মই নাথাকিব আৰু
স্নানাহাৰ কৰি তুমি আহি থকা বাৰু।
বিৰূপাক্ষ বোলে গুৰু পঢ়োক শুনাই
কেনে লাগে শুনিবাক আমাৰ মন যাই।
গুৰু বোলে মহাশয় ভাল পালো আমি
ভক্তগণ সঙ্গে পুথি মিঠা লাগে শুনি।
স্নানাহাৰ কৰি তেওঁ আহিব পিছত
ৰবলৈ নোৱাৰো আমি তোমাৰ আৰত।
এইবাবে প্ৰভাততে চলিয়া আইলু
হৰিহৰ আতাক আমি তথাতে এৰিলু।

ৰাগ কৰি গুৰুজনে উঠ বুলি কই
সাহ এৰি লৰি আহ তুমি বাহ লই।
মুকুতাক এৰি তুমি সুকুতাক* চোবা
এনে সঙ্গী কি কৰিবা বিপদ কালে কোবা।
ভয় পাই শ্ৰীৰাম আতা উলটিয়া গৈলা
খাবৰ পৰৰ আগে বন্দৰে পৌছিলা।
হৰিহৰৰ কাষে গৈয়া নমস্কাৰ কৰি
গুৰুৰ ধমকি খালো আপোনাক এৰি।
গা ধুই সেৱা কৰি অন্নক ভুঞ্জিয়া
একেলগে দুইজনে আহিল ফিৰিয়া।
একেলগে গুৰু পাৱে প্ৰণাম কৰিলা
দুয়োকে দেখিয়া পাছে গুৰুই বুলিলা।
আজি হন্তে এনে কাম কদাপি নকৰ
সঙ্গ সুখ সঙ্গ যাত্ৰা কদাচিতো নেৰ।
মাধৱৰ উপদেশ হিয়াত ধৰিয়া
সিদিনাৰ পৰা একা নাযায় চলিয়া।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
ৰাম নামে আতৈ এক অতি ভক্তিমান
নাই তিৰি, ছলি কিছু একা একজন।
মাছ ভাল পায় সিটো মাৰিয়া নেখাই
মৰা মাছ পালে আনি ৰান্ধি বাঢ়ি খাই।
শাক, খৰি, চাউল আনে সমস্ত যোগাৰ
সেইমতে চলে বাবে আকাল নাই তাৰ।
টকা, কড়ি যি পায় ভাল কই জমাই
লোকে ধাৰে নিলে সুতে মূলে দিব কই।

*সুকুতা - মৰাপাটৰ শুকান পাত

এক দিনা ৰাম আতৈ এঘৰত গৈলা
গৃহস্থক মাতি আনি বচন বুলিলা।
চাৰি কাওন কড়ি বোপা ধাৰে তুমি লই
সুত বাত কিছু একো তুমি দিয়া নাই।
আজি ধাৰ পৰিশোধ কৰি দিয়া তুমি
প্ৰণামিছো শত বাৰ দিয়া কড়িখিনি।
ঋণী বোলে নাই কড়ি কৰ পৰা দিব
আজি যাও মাহ দিন পিছত আহিব।
আধাখিনি তুমি বোপা সুজিব লাগিব
ঋণী বোলে কিছু নাই কৰ পৰা দিব।
আতৈ বোলে কৰ্জ্জা কৰি কিছু আনি দিয়া
পশ্চিম দিশক লাগি বিচাৰিয়া যোৱা।
বিচাৰি গৈলা ঋণী পশ্চিম দিশক
তথাত পাইল গৈয়া বৰ ধনী এক।
কৰ্জ্জা কৰি আনি দিলা চাৰি কাওন কড়ি
আতৈ লৈয়া বুলিলেক মুক্ত আজি ধৰি।
বিচনা এখনি দিয়া গা বেয়া বৰ
যেনে লাগি আছে মোৰ গাৱে উঠে জ্বৰ।

শয্যা পাৰি দিলে পাছে আতই ৰল শুই
বুলিলেক যাম মই মধুপুৰ লই।
তাহাক মাতিয়া আনা আমাৰ সমীপ
শৰীৰ পৰিব মোৰ নাথাকো অধিক।
পথত পাইল লগ ভকত দুইজন
সঙ্গী এক আছে বুলি কৈলা ঋণীজন।
ভক্ত দুয়ো দেখে আতৈৰ অন্তিম কাল
লগ পালে মাথো শৰীৰ থৈছে বিকল।
কড়িখিনি দুই ভক্তৰ হাতে সমৰ্পিলা
ভকতকো খুৱাইব বাক্য যে বুলিলা।
ৰাম ৰাম বুলি আতৈ প্ৰাণক ছাড়িল
তিনিজনে মিলি আতৈক সৎকাৰ কৰিল।
হৰি নাম গাই ভক্তগণ গুছি গল
মধুপুৰে নাম কীৰ্ত্তন শ্ৰাদ্ধতে কৰিল।
ঋণীজনে আহি বোলে ঋণ সুজি পালো
ভকতগণক মই সেবিবে পাৰিলো।
মাধৱৰ নাম স্মৰি আন কাম এৰি
সব লোকে নিৰন্তৰে বোলা হৰি হৰি।



## *বৈকুণ্ঠ আতৈৰ ভুল সংশোধন, হৰি আতৈৰ ক্ষোভ, জনাৰ্দ্দন আতৈৰ মুকলিবাহা আৰু প্ৰকৃত ভকতৰ পৰিচয়*

### *পদ*

ভক্তগণে পুছিলন্ত আতৈৰ আগত
মধুপুৰ থানে ভক্ত আছিলেক কত?
তাৰা সবে কি কৰিলা গুৰুজন সমে
বুলিও আমাক বাপ শুনো ক্ৰমে ক্ৰমে।

চক্ৰপাণি বোলে বোপা হেৰ ভক্তগণ
মাধৱদেৱৰ সঙ্গে ছিল ভক্ত দহজন।
ছয় কুৰি ভক্তৰ নিৰ্মিত পূণ্য স্থান
সদা সৰ্ব্বদায় কৰে হৰি নাম গান।
নাম ধ্বনি শুনি বেহাৰৰ ৰজাগণ
পাত্ৰ, মন্ত্ৰী সহিত কৰিল আগমন।
চাউল চৰু সিধা দিয়া সৎকাৰ কৰয়
ৰাজ অনুগ্ৰহে তাৰা কষ্ট নপাৱয়।
মাধৱ গুৰু বৃদ্ধ ভৈলা লাহে লাহে কৰি
ভক্তগণে সোধে কথা আতিকে সাদৰি।
জগত গুৰু চলি গৈলা আপোনাক পাব
আপোনাৰ পৰে কথা কোনজনে কব।
গুৰু বোলে ভকত আছয় বাৰজন
দেখা আৰু আমাৰ ঘোষা, ৰত্নাৱলীখন।
তাৰ মাঝে চালে সবে আমাক দেখিবা
শাস্ত্ৰক চাই ধৰ্ম পথত চলিবা।
বৈকুণ্ঠ নামেতে এক যুৱক ভকত
হৰি নামে ৰতি আৰু সৰল অশিক্ষিত।
প্ৰতিদিনে ঘোষাখনি হাতত লৱয়
এটি পাত চাই পদ মুখাস্ত কৰয়।
পিৰালীত বহি পাত এটি এটি কৰি
বিচাৰিয়া থাকে পাত বাগৰি বাগৰি।
আন ভক্তগণে দেখি গুৰুত বুলিলা
মাধৱদেৱ মাতি পাছে তাহাক পুছিলা।
কিবা হেতু শাস্ত্ৰখনি পাত বাগৰাই
বৈকুণ্ঠ বুলিলা শাস্ত্ৰখনি আছো চাই।

শাস্ত্ৰ চালে আপোনাক ইয়াতে দেখিত
এইবাবে নামঘোষা চাই আছো নিত।
হাঁহি হাঁহি গুৰুজন বুলিলা তখন
অজ্ঞান নুগুচে যদি নাপাই ভক্ত স্থান।
অবিদ্যা সাগৰে মজি আছে জীৱগণ
নাতৰিলে অবিদ্যা নাহিব কিছু জ্ঞান।
এক পদ ৰচনা কৰিলে গুৰুজন
অঞ্জনীয়া অনাশ্ৰয়ে নোহে কিছু জ্ঞান।
নামাঞ্জনী যাক সুধি পাইবা তত্ত্ব জ্ঞান
সেইজন তত্ত্ব গুৰু জানিবা প্ৰধান।
অজ্ঞান আন্ধাৰে পৰি জ্ঞান পথ নাশ
নাম অঞ্জনীয়া বিনে নাপাই হৰিৰ পাশ।
জনাৰ্দ্দন আতৈৰ কাষে বুজি বাজি লোৱা
তেতিয়াহে বোপা তুমি তত্ত্ব জ্ঞান পোৱা।
সেইমতে জনাৰ্দ্দন আতৈক সুধিলা
জনাৰ্দ্দনে ঘোষাখনিৰ তত্ত্ব বুজাইলা।
বৈকুণ্ঠ আতৈ আহি চাপি গুৰু পাশ
বুলিলন্ত বাপ মোৰ ভৈলা সৰ্ব্বনাশ।
যদ্যপি পুছিলো কথা তত্ত্ব বহু দূৰ
একেলগে থাকি শাস্ত্ৰ জানিলা প্ৰচুৰ।
শাক, মাছ, খৰি আনি আতৈক দিৱয়
আল ধৰি থাকি গুৰু শাস্ত্ৰ কথা কয়।
লাহে লাহে ৰত্নাৱলী নামঘোষা আৰু
সমস্ত শাস্ত্ৰৰে তত্ত্ব বুজাইলা বাৰু।
এক দিন দুইজনে গুৰু পাশে গৈলা
তাহাক দেখিয়া গুৰু আসন দিবে দিলা।

বৈকুণ্ঠ আতৈক দেখি আদৰি লইয়া
নামঘোষা শাস্ত্ৰখনি পালেনে বুজিয়া।
বৈকুণ্ঠই মুৰ দোৱাই প্ৰণাম কৰিল
সষ্টাঙ্গতে প্ৰণামিয়া পদধূলি লৈল।
জনাৰ্দ্দন আতৈক পাছে ঠাট্টাৰ সুৰত
মৃদ্যু হাস্যে কথাবাৰি কৰিলা বেকত।
শুনা জনাৰ্দ্দন তুমি মোৰ কথাচয়
আহি গলো আজি মই বৈকুণ্ঠ হৃদয়।
তোমাৰ হৃদয় এৰি আজিহে আহিলো
বৈকুণ্ঠৰ হৃদয়ত বসতি কৰিলো।
জনাৰ্দ্দন আতৈ উঠি চকুলো টুকিলা
কিবা হেতু গুৰুজনে মোক এৰি গৈলা।
এই বুলি কান্দি ৰল ফেকুৰি ফেকুৰি
মাধৱদেৱ সাবতিলা দুই হাত ধৰি।
তুমি বৈকুণ্ঠ আৰু যত ভক্তগণ
সবেও আমাৰ মনত একেই এজন।
সবাৰো হিয়াত মই থাকিবো সদাই
নাভাবিবা তোমালোক আমাৰ হৃদই।
এই বুলি মাধৱদেৱ সবাকো আশ্বাসী
জনাৰ্দ্দন আতৈৰ মাথে ধৰিলন্ত আহি।
এক দিনা বৰ হৰি স্নান কৰিবাৰে
তিয়নি সলাই নামে তোৰ চাৰ নীৰে।
তেলী কৃষ্ণ আতৈৰ পত্নী শ্ৰীদয়ালী আই
পাৰ কৰা মোক বুলি মাতে গেৰিয়াই।
হৰি আতৈ লাহে লাহে নৌকা কাষে যায়
বৈকুণ্ঠত বাস হব দয়ালী বোলয়।

কথা শুনি হৰি আতৈ উভতি আহিলা
কিয় গালি পাৰা বুলি ভেকাহি মাৰিলা।
আতৈ গুছি আহে ঘৰে পাৰ নকৰিলা
বৈকুণ্ঠ আতৈ পাৰ কৰিয়া আনিলা।
আই আইহু সেৱা কৰি কলে গুৰুজন
আমাক পাৰ নকৰিলা লম্বা ভক্তজন।
বৈকুণ্ঠত বাস হোক বুলি মই কলো
সিবাৰ কথাৰে বোলে গালিহে পাৰিলো।
তেনে কথা শুনি মাত্ৰ মোৰ মনে কয়
আপোনাৰ ভক্তৰ কিয় এনে মতি হয়।
হৰিক মাতিয়া গুৰু কাৰণ সুধিলা
কি কাৰণে দয়ালী মাতৃক পাৰ নকৰিলা।
গালি পাৰা যদ্যপি নাই উলোটা কহিলা
সেই হেতু পাৰ কৰা মন নগইলা।
বুলিলেক আমি খোজা নাই বৈকুণ্ঠক
ভক্ত গৃহত মোৰ জন্ম মাত্ৰ হোক।
সন্তৰ সঙ্গত যেন হৰি নাম গাই
থাকিব পাৰো যেন আমি ইয়াকেহে চাই।
বৈকুণ্ঠ নালাগে মোক নালাগে মুকুতি
চিৰকাল থাকে যেন হৰি পদে ৰতি।
গুৰু শুনি কথা পাছে ঈষত হাসিলা
দয়ালী মাতৃক কথা বুজাই বুলিলা।
ভকতসকলে আজ্ঞা কৰে কোৰ মাৰি
জনাৰ্দ্দন আতৈৰ ভগবান হাত খুচৰি।
গৰু আহি সবাসাৰে পেলাই ধান মাৰি
জনাৰ্দ্দন আতৈ বোলে কৰিতে নপাৰি।

এক দিনা প্ৰসঙ্গৰ অন্তত বুলিলা
খেতি কৰিবাক লাগে মাধৱে বুলিলা।
ৰাতিপুৱা হৰি নাম তাৰ পাছে শুদ্ধি
শৌচাচাৰ কৰি প্ৰসঙ্গত থাকো মজি।
তাৰ পাছে খাই বই ক্ষণেক জিৰাই
আবেলি পৰত যাও কথা শুনি লই।
মন পাৰি খেতি বাৰু কৰো কোন দিন
খেতি কৰিবাক লাগি সময় বিহীন।
গুৰু বোলে ভাল বাৰু তোমাৰ ই ফাল
বৈকুণ্ঠক লাগি পথ তোমাৰ ফৰকাল।
ভগবান চিন্তা বাদে অন্য ধাণ্ডা নাই
ধৰ্মৰ কৰ্মত ৰত সদা আছ ভাই।
তথাপিতো যত দিন থাকা সমাজত
খোজ মিলাই চলি যাবা সবাৰে লগত।
মাধৱৰ বাণী ভক্তগণ হিয়ে ধৰি
সমস্বৰে সকলোৱে বোলে হৰি হৰি।
মধুপুৰ ধাম এই তিনিও ৰাজ্যৰ
ধৰ্মৰ লাইখুটা স্থান তীৰ্থ ভকতৰ।
তাতেই আছিল গুৰু বড়াৰ নন্দন
ভাৰ ভেটী লৈ আহে যত ভক্তগণ।
এক দিন গুৰুজন পীড়ালিত বহি
আতাগণ সহিতে শাস্ত্ৰক আছে শ্ৰৱি।
বিজাপুৰ হন্তে তিনি ভকত আহিল
ভাৰ ভেটী থৈয়া সবে গুৰু প্ৰণামিল।
কৃষ্ণ হৰি, ৰাম হৰি আৰু জয় হৰি
তিনিও প্ৰণাম কৰে সষ্টাগতে পৰি।

চিনি নাপাই গুৰুজনে বেলেগ সুধিলা
কৰ পৰা আহি আছে কেনেকৈ জানিলা।
কৃষ্ণ হৰি বোলে বাপ বিজইপুৰত
সত্ৰৰ কৰ্মক কৰো ভকত সঙ্গত।
ৰাম হৰি নাম এওঁৰ সত্ৰৰ ভকত
অভিজ্ঞতা বহু আছে কীৰ্ত্তন তালত।
কীৰ্ত্তনঘৰ সৰা, মচা সৰ্ব্বদাই কৰে
মাহ, চাউল বিতৰণে দেউৰী নাম ধৰে।
আমি কৃষ্ণ হৰি সঙ্গী বুঢ়া ভকতৰ
আল ধৰা কৰ্ম কৰো সদা সিজনৰ।
খৰি, পাত মাছ, শাক তেওঁক আনি দিয়া
সৰ্ব্বদায় থাকো ভকতৰ সঙ্গে গৈয়া।
আৰু জানা শ্ৰীহৰি নাম ইজনৰ
মাহত একবাৰ যায় সত্ৰ নমঘৰ।
তিনি পুৰা মাটি আছে কৃষি কৰ্ম কৰে
পুৱাই আহি পথাৰত জোৰে কোৰ মাৰে।
দুপৰীয়া ভাত খাই অলপ জিৰায়
তাৰ পাছে লৰি খেতি ৰখিবাৰে যায়।
টঙ্গিত বহিয়া মাত্ৰ নাম, গীত গায়
অকলে গাই থাকে নাম সঙ্গলৈ নাযায়।
মহান মুৰুখ ইটো এই কথা জানি
গুৰু দৰশনে আজি আহিছে ই খানি।
গুৰু বোলে শুনা পাছে আমাৰ বচন
এক পোৱা, আধা সেৰি, সেৰি তিনিজন।
আচৰিত হয়া কৃষ্ণ হৰি ফালে চায়
গুৰুৰ কথা শুনি তাৰা আচাৰ্য্য মানয়।

প্ৰথমজনে বহু কৰ্ম যদ্যপি কৰয়
পৰৰ আদেশে তাৰা জীৱন ধৰয়।
নিজাকৈ কিছু কৰ্ম নকৰয় জানি
পোৱা মূল্য ভক্ত বুলি জানিবা আপুনি।
দ্বিতীয়জনেও সেই একেই ভকত
কিন্তু অল্প বিবেচক নিজ বিষয়ত।
কিন্তু জানা তৃতীয় জন স্বাবলম্বী আতি
নিজ বিবেচনাই কৰ্ম কৰে দিন ৰাতি।
তাতে বহি দুআষাৰ হৰি নাম লয়
বাহিৰৰ লোকে ভক্ত বুলি নজ্ঞানয়।

কথা শুনি গুৰুজন দিলন্ত উত্তৰ
তিনিজন তিনি গুণী যদ্যপি ভক্ত নৰ।
সিজন পৰম ভকত কৰ্ম যি কৰয়
কৰ্ম কৰি সদা সিটো হৰিক চিন্তয়।
এতেকতে জান সিটো মহা ভক্তজন
আন দুই হৈবে নৰে তাহাৰ সমান।
পিছ দিনা তিনিজনক শৰণক দিলা
ভক্ত হুয়া তিনিজন গৃহক আহিলা।
গুৰুৰ মহান বাণী কলিৰ লোকৰ
হৰি হৰি বোলা পাপ যাওক দুৰন্তৰ।



## *যদুমনি আতৈৰ গুৰু পৰিচৰ্য্যা*
## *তিনিৰ শক্তি*

### *পদ*

মাধৱৰ বচন শুনিয়া ভক্তগণ
নিশবদে ৰৈলা সবে বিমৰ্ষ বদন।
গুৰু বোলে কও শুনা ভক্ত সভাজন
তিনি মুখ্য হই এক শক্তিৰ সৃজন।
ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ তিনি মহাজন
তিনিজনে স্বজে, পালে, কৰে সংহাৰণ।
তিনি উধানত ৰয় ভাত আঞ্জা চৰু
তিনি ৰেখাই আগুৰয় ক্ষেত্ৰ এক সৰু।

কম তিনি সঙ্গী যাত্ৰাত সবল
এইদৰে তিনি সঙ্গী সবাতো সফল।
তোমালোক তিনিজন কামৰূপে যোৱা
গুৰুৰ ধৰ্মক সবে বিস্তাৰ কৰোৱা।
এই বুলি তাৰা সবে লইলা বিদায়
গুৰুক প্ৰণাম কৰি স্ব-স্থানে চলয়।
সেইদিনা আৰু এক ঘটনা ঘটিল
গুৰুৰ বাবে মুখ শুদ্ধি কিছু নাথাকিল।

দেখিয়া ভাবিলন্ত আতৈ ভক্ত যদুমনি
পাহৰি থাকিল গুৱা, পান কথাখিনি।
আপুনি যোগাৰ কৰি যতনে ৰাখিলা
পৰে যদুমনি সেৱি ক্ষমাক খুজিলা।
তাৰ পাছে বুলিলন্ত ভক্ত যদুমনি
জীৱৰ সর্ব্বস্ব নাপালো এক কণি।
আৰু যত ক্ষেত্ৰ আছে কামৰূপ উজনি
চাই আহিবৰ মন ভক্ত ছবিখনি।
গুৰু বাৰ বর্ষ জুৰি ই ঠাই থাকিলা
এত দিনে এই কথা কিয় নকহিলা।
যাবৰ সময়ত আজি কথা বাজ কৰা
মন্ত্ৰ দিলো এই দুটি হৃদয়ত ধৰা।
পাম, থম, হৰ্ষ, বিষদ সব ত্যাগ কৰা
হৰি নাম কদাচিতো মুখে যেন নেৰা।
গাইগুটীয়া পেট ভড়াল নহ্বা
বিপদত দুখীয়াক সহায় কৰিবা।
এই ছয় গুণৰ তুমি বাহিৰত থাকিবা
মৰণক সদা তুমি আগত দেখিবা।
এই বুলি গুৰুজনে আশীর্ব্বাদ কৰি
যদুমনি আতৈক দিলা বিদায় সাদৰি।
এক মাহ খোজ কাঢ়ি বৰপেটা পাই
বুঢ়া আতাৰ থানে সেৱা কৰিলেক গই।
বুঢ়া আতা পাছে সব খবৰ লইলা
মাধৱদেৱৰ কুশল বাৰ্ত্তাক সুধিলা।
প্ৰণামিয়া যদুমনি বুলিলা তাহাক
বেকত কৰিবো আমি যেবা সোধা মোক।

যিবা জানো, যিবা দেখো আৰু আছো শুনি
তাকেই বুলিবো আমি মনে সাৰ জানি।
মধুপুৰে গুৰুজন হৰি কীৰ্ত্তনত
ভক্ত সমে সর্ব্বদাই হৈ আছে ৰত।
ৰজা আৰু ৰাজ কৰ্মচাৰীগণ যত
টকা, বস্ত্ৰ, ধান দিয়ে প্ৰয়োজন মত।
এইমতে আছে গুৰু মনে শান্তি লই
ভকতসকলে আলপৈচান ধৰই।
ৰাতিৰ প্ৰসঙ্গ ভৈলা কীৰ্ত্তন চলিলা
তাৰ পাছে ৰামায়ণ শাস্ত্ৰক পঢ়িলা।
লঙ্কা দাহ কাণ্ড যেবে পঢ়িবে লাগিল
হনুমানে জুই লগাই লঙ্কাক পুৰিল।
লঙ্কা দাহ হল সিটো সমুদ্ৰ মাজত
ইটো দেহে লঙ্কা দাহ হয় কেন মত।
আধ্যাত্মিকে তত্ত্ব ভাঙি বুজাই আমাক
তব মুখে ইটো খোজো শুনিবাক।
যদুমনি বোলে মই নাজানো ইয়াক
মিছা কথা বোলা নাই গুৰুৰ কথাক।
আৰা সবে বোলে আমি কাইলৈ সুধিব
যিবা মনে নাই ৰাতি শয়নে চিন্তিব।
এই বুলি চলি গৈলা আপোন বাহাক
খাই বই কীৰ্ত্তনঘৰতে শুইলেক।
ৰাতিও টোপনি নাহে উঠি উঠি যায়
সমগ্ৰ ৰাতিৰ কাল অনিদ্ৰাত কটায়।
প্ৰভাতে উঠিয়া বুঢ়া আতাক বুলিলা
আতা বোলে ধন্য তুমি সত্যক কহিলা।

যদুমনি বোলে বাপ মোত বুলিলেক
হর্ষ, বিষাদ মানাপমান সব এৰিলেক।
গাই গোটা ভড়াল পেট মনত ত্যেজিবা
এনে ৰূপে সংসাৰ হাটত বেৰাইবা।
তাত পৰে, আন কথা মোক বোলা নাই
এবে আন শাস্ত্র তত্ত্ব নজানোহো মই।
প্রণাম কৰিয়া পাছে আতৈ চলিলা
লুইতৰ দক্ষিণ পাৰে প্রবেশ কৰিলা।
বিষ্ণু আতাৰ সমীপত উপনীত হই
তথাত থাকিলা আতৈ এক মাহ ৰই।
ফুলৰগুৰি, চিকাৰহাটী ঘুৰিলা বিস্তৰ
বৰ সৰু হেৰেমদবা ঘুৰে নিৰন্তৰ।
কাঠনী, মালচা ঘুৰি চমৰীয়া পাইলা
তাৰ পৰা ঘুৰি ঘুৰি উজাই আহিলা।
শুৱালকুছি হৈ পাছে যায় ধুপগুৰি
তাৰ পৰে হয়গ্রীৱে আহিলেক ঘুৰি।
ভবানীপুৰ জইনা গৈয়া ঠাকুৰ আতাক পাই
দুই পাৱে সাবটিয়া প্রণাম কৰই।

কামৰূপ ভ্রমনান্তে বেহাৰে চলিলা
গুৰুক স্মৰিয়া গৈয়া মধুপুৰ পাইলা।
মাধৱৰ আগত পাছে বৃত্তান্তক কই
পুনৰপি নিজ কর্মে লাগিল দুনাই।

✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪

হৰিকৃষ্ণ আতৈ এক পৰম ভকত
শাস্ত্রক পঢ়য় সদা মাজ বাকৰিত।
ভকতসকলে তাক নিন্দে চিৰকাল
নাম গৃহ এৰি অন্যে কভু নোহে ভাল।
আক শুনি গুৰুজনে বুলিলা সবাই
হৰিৰ নামৰ স্থান কাল পাত্র একো নাই।
বিষ্ণুৰ ভকত যদি দেখিলে হাসয়
আপুনিও ভৈলা নষ্ট আনকো নাশয়।
কীর্ত্তন শুনিয়া যদি সম্যকে মৰয়
জানিবা সেহিজনে মাত্র পাপকে কৰয়।
যথা ইচ্ছা তথা লবা পৰি হৰি নাম
হৰি নাম কীর্ত্তনৰ নাই নাম ধাম।
শ্রীগুৰুৰ লীলা কথা অমৃত সমান
হৰি হৰি বোলা সবে এৰি চিন্তা আন।

◇◇◇◇◇◇◇◇◇

## *অপৰাধী হাজাৰা আতৈ*

### *পদ*

চক্রপাণি বোলে শুনা মহা ভক্তগণ
হাজাৰ আতৈৰ কথা কৰিও শ্রৱণ।

পৰম ভকত তিনি মহা পৰিশ্রমী
মাহে মাহে গুৰু কাষে আনে ভাৰখনি।

গুৰুক সেৱিয়া পাছে অন্নক ভুঞ্জয়
মহা ধৰ্ম ভাৱি তেওঁ ই কৰ্ম কৰয়।
এনেদৰে দুই বৰ্ষ যেবে চলি গৈলা
এক দিনা ভাৰ লৈয়া গুৰু কাষে আইলা।
ভাৰখনি থৈ পাছে প্ৰণাম কৰিলা
অনাদৰ কৰি গুৰু মুখ ফিৰাইলা।
ভৰি চুই প্ৰণাম কৰিবে লাগি যাই
কৰ্কশ বাক্য উচ্চাৰিয়া মাধৱ বোলই।
শিষ্য বুলি গ্ৰহণ কৰিবে নৰো মই
যিহত সন্তুষ্ট হুও তাকে নিন্দ তই।
আমাৰ সন্তোষে তোৰ মনক নমাই
ভাৰ ভেটী সবথিনি নিয়া ওভোটাই।
আমাৰ লগত আৰ সম্পৰ্ক নহই
কাহানিও নাহিবা আৰ এই থান লই।
হাজাৰা বুলিলা বাপ বঢ়াৰ নন্দন
নজানোহো আমি একো মহা মূঢ়জন।
ধৰ্মাধৰ্ম জ্ঞান নাই শ্ৰমে মাত্ৰ সাৰ
তাকে কৰি জীৱন ধৰিছো বাৰ বাৰ।
পুত্ৰ-ভাৰ্য্যা সমন্বিতে পালিছো সবাক
দোষ কিহত নাজানো গুণ বোলে কাক।
আমাৰ বুদ্ধিয়ে বাপ কিছু নজানই
কিবা অপৰাধ মোৰ বুলিও বুজাই।
খোৰাৰ দোষ হয় সদা খোজে পতি জান
এইবাবে হয় দোষী জানো খোৰাজন?
জ্ঞান কৃত দোষে দণ্ড লব সদা পাৰি
অজ্ঞান কৃত দোষাদোষ জানিবে নপাৰি।

ভাল মন্দ যিবা হয় বুলিও বুজাই
নামানিলে শাস্তি শিৰ পাতি লম মই।
কাতৰ কৰিছো বাপ মৰষিয়ো দোষ
বচন বুলিয়া মোকে মিলোৱা সন্তোষ।
এই বুলি ফেকুৰিয়া ভূমিত শিৰ থই
কান্দিবে লাগিলা আতে অধোমুখ হই।
গুৰু বোলে উঠ বোপা শোক দূৰ কৰা
এক আৰ্হি দিও আমি তাক মনে ধৰা।
চতুৰ্বিধ লোক আছে ব্ৰহ্মাণ্ড ভিতৰ
তাহাৰ গুণক আমি বৰ্ণাব ইবাৰ।
বিষয়ী সবৰ মাত্ৰ এই গুণচয়
পৰম পিতা চাৰি গুণে চাৰিকো সৃজয়।
উত্তমোত্তম আৰু উত্তম সিটো গুণীজন
প্ৰভাতে উঠিয়া স্নান কৰে চিৰদিন।
গুৰু সেৱা পূজা কৰি চিৰা, পিঠা খায়
আপোন কৰ্মত ৰত তাৰ পৰে হয়।
মধ্যমজনে শ্ৰম কৰি আৰ্জে বহু ধন
আনক লুটি ধনী হোৱা থাকে তাৰ মন।
স্বাৰ্থক ৰাখিয়া ধন বিনিয়োগ কৰে
বুদ্ধিৰ মাধ্যমে সিটো পৰ ধন হৰে।
অধম জনৰ সদা পৰ দ্ৰবে মন
লোকক বঞ্চিয়া ধন আনে সৰ্ব্বক্ষণ।
ভাল-বেয়া, পাপ-পূণ্য কিছু নজানই
সৰ্ব্বদাই আত্ম সুখে মগন থাকই।
এই চাৰি শ্ৰেণী লোক আছে সমাজত
তোমাৰ আগত মই কৰিলো বেকত।

উত্তমতো উত্তম হয় সি সব পুৰুষ
খায় বা নাখায় তাহাৰ সৰ্ব্বদায় সুখ।
হৰিক ভজনা কিন্তু কদাপি নেৰই
হৰি বিনে আন কথা কিছু নজানই।
ব্ৰাহ্মণ চণ্ডালৰো নিবিচাৰে কুল
দাতা বা চোৰতো তাহাৰ দৃষ্টি সমতুল।
উচ্চ-নীচ কাক বোলে কিছু নজানয়
এওঁলোক জানা সৰ্ব্ব লোক পূজ্য হয়।
সকলো মানুহ তাৰ দৃষ্টিত সমান
সেইজন পৰম ভক্ত লোক তুমি জান।
মোৰ শিষ্য হই তব নাই শাস্ত্ৰ জ্ঞান
সৰ্ব্বদাই কৰ্মে ৰত তাতে সদা মন।
এতেকতে ঐত আহি থাকিবা যখন
কৃষ্ণৰ কথাত তই সৰ্মাপিবি মন।
তখন জানিবি তই কৃষ্ণক পাইবি
শৰণৰ সাফল্যক তেখনে বুজিবি।
এই বুলি খুৰাই-বুৰাই তাহাক তুষিলা
তাৰ পাছে হাজাৰাক বিদায় দি পঠাইলা।
সিদিনাৰ পৰা সিটো যদ্যপি কৰ্ম কৰে
হৰি নাম গুৰু সেৱা কদাপি নচাৰে।
তাৰ পৰে ভক্তগণে আতৈক পুছয়
কিবা ভৈলা মধুপুৰে বোলা মহাশয়।
চক্ৰপাণি বোলে শুনা মহা ভক্তগণ
মাধৱদেৱ গুৰু পাছে বোলে এক দিন।
বয়স হইল মোৰ শৰীৰ দুৰ্ব্বল
উষ্ণ শীতে চাউল মুঠি সিজাঁও কেবল।

এখানে নোৱাৰা হলো শৰীৰ লৰিল
ভক্ত একজন আহি সিজাইবে লাগিল।
গুৰু বোলে চাউল মুঠি নিসিজাবি তই
যেহেতু মোৰ প্ৰতি তোমাৰ শ্ৰদ্ধা নাই।
তাৰ পাছে সবে মিলি বলাইক বুলিলা
মথুৰা দাসৰ পুত্ৰ তাহাক পাছিলা।
গুৰুৰ আদেশে বলাই চাউল সিজাই
কিন্তু তাৰ নিয়ম নীতি কিছু বিচাৰ নাই।
ৰান্ধনশালত থাকি গুৱাক চোবাই
মুখত নাবান্ধে বস্ত্ৰ গাৱতেহে লই।
বিচনীৰ বা দিয়া উষ্ণ দূৰ কৰে
যেনি তেনি পাকঘৰে আহ জাহ কৰে।
ভৰি, হাত ধোৱা নীতি সিটো দেখা নাই
দুই এক ভকতেহে গুৰুক বোলই।
গুৰু শুনি বলাকি বুলিলা ক্ৰোধ কৰি
চাউল নিসিজাবি তই আজি দিন ধৰি।
এসাজ ভাত ৰান্ধি তই উপাধিক পালি
গুৰুৰ ধৰ্মৰ নীতি সমূলে এৰিলি।
কিছু দিন গুৰুজন নিজেই ৰান্ধিলা
অন্যজন বিচাৰিয়া যেবে নপাইলা।
ৰান্ধনশালৰ নাম মন্ত্ৰক শিকাইল
মুখত কাপোৰ লাগে গুৰুৱে বুলিল।
গুৰুৰ বাক্যক ৰাখি চাউল সিজাই
সিদিনাৰ পৰা ভৈলা ৰান্ধনি আতই।
সব কৰ্ম গুৰু বাণী সবে জানি লোৱা
হৰি হৰি নাৰায়ণ সেৱিবাক লোৱা।



## ৰঙ্গিল গৃহ দহন, মথুৰা দাস সহিতে আতে সবৰ বেহাৰ যাত্ৰা, গুৰুৰ কৰ দান, ভক্তগণৰ প্ৰত্যাগমন, ৰামচৰণ আৰু লক্ষ্মীকান্ত আতৈৰ বেহাৰ যাত্ৰা

### পদ

পাঠকগণৰ কাষে এটি নিবেদন
ইটো আধ্যা প্ৰাৰম্ভিক শাস্ত্ৰ আৰম্ভণ।
বিস্তাৰিয়া ইটো আধ্যা লিখি প্ৰথমত
ভক্তগণ আগে আমি কৰি অৱগত।
সংক্ষিপ্ত কৰিয়া কথা ইয়াতে বুলিলু
সবাৰে পাৱত আমি ক্ষমা বিচাৰিলু।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
মথুৰা দাস ভবানীপুৰ গৈলা এক দিন
বৰপেটা থানৰ মিলিলা কু দিন।
আতা গৈয়া তিনি দিন তথাত থাকিলা
বলাই মাতৃক চোৱা-চিতা কৰিবাক দিলা।
যি কেইজন আছিল ভক্ত প্ৰসঙ্গৰ পৰে
সবে চলি গৈছিলে ভিক্ষা কৰিবাৰে।
গলয়া বিলৰ পৰা শুকান বননিত
ইকৰাত জুই জ্বলি লাগে ভয় ভিত।
পশ্চিম ফালৰ পৰা বতাহ বলিলা
জুইৰ উকা পুব ফালে উৰিবে লাগিলা।
উকা আহি পৰি গৈলা ৰঙ্গিল গৃহত
মুহূৰ্ত্ততে সেই গৃহ ভৈল ভস্মীভূত।
বয়, বস্ত্ৰ যত ছিল কিছু নপাইলা
ভাগৱতখনি বলাই মাতৃয়ে আনিলা।

তিনি দিন পৰে আহি আতাই দেখিয়া
বিমুৰ্চ্ছিত হই কান্দে ভূমিত পৰিয়া।
ভক্তগণ যি আছিল সবেও কান্দিলা
সুবৰ্ণৰ ৰঙ্গিল গৃহ ভস্মীভূত ভৈলা।
তাৰ পাছে স্থিৰ হই আলচ কৰিলা
গুৰুৰ উপদেশ লব সবেও বুলিলা।
সেই হেতু আঠজন ভক্ত ওলাইল
নাও বোৱা বাবে আৰু চাৰিজন আহিল।
আঠ দিন নাও বাই বেহাৰ পাইলা
মাধৱদেৱৰ কাষে উপনীত ভৈলা।
সান্ত্বনা দিয়া গুৰু বুলিলা তাহাক
নাগৰি টকা দুটি কৰ দিলো আপোনাক।
তিনি ৰাজ্যৰ কৰ এই থানত পৰিব
ভাৰতত এই থান প্ৰখ্যাত হইব।
সোণ, ৰূপ ময় হব জানিবা তথাত
তোমাৰ আগত আমি কৰিলো বেকত।
মথুৰা দাসৰ সতে সব ভক্তগণ
উভতি আহিল হই প্ৰফুল্লিত মন।
ই থানে আহিয়া বাৰ্ত্তা সবাকে জনাইল
ভক্তগণে জানি মহা সন্তোষ মিলিল।

আতাত সোধয় কথা কতজনে আহি
ৰাম দাস আঁতা আৰু মাতৃ উৰ্ব্বশী।
মথুৰা বুলিলা বাপ তব মামাজন
আমাৰ পৰম গুৰু জানে সৰ্ব্বজন।
তাহাক দেখিলো আমি ধাম মধুপুৰ
গুৰুক দেখিয়া হল মন প্ৰাণ জুৰ।
সাত দিন, সাত ৰাতি তথাত থাকিলো
গুৰু উপদেশে আমি উভতি আহিলো।
সবাৰে বাতৰি গুৰুজনেও লইলা
লগ হইলে বাৰ্ত্তা কোৱা নীতি প্ৰচাৰিলা।
ঠাকুৰ আতাৰ বাৰ্ত্তা লইলা হৰিষে
সখীয়েক কেনে আছে সুধিলা বিশেষে।
দুই ৰূপ নাগৰি টকা কৰ যে পাইলো
সমস্তৰে বাৰ্ত্তা কই আমিও আহিলো।
বাক্য দিলা বৰপেটা সুবৰ্ণ হইব
তিনি ৰাজ্যৰ কৰ আহি ই থানে পৰিব।
তোমাৰ ওপৰে ভাৰ এখনি দিছিল
জগত গুৰু কীৰ্ত্তনঘোষা যিখনি ৰচিল।
পৰি পাটি কৰিবাক তোমাক দিছিলে
হল নহল কৰ্ম সিটো খবৰ নাপাইলে।
সেইখনি লই যাব বুলিছে তোমাক
খৰধৰ কৰি বাপ কাম অটাওক।
পুথি লই যোৱা তুমি থান মধুপুৰ
কীৰ্ত্তনঘোষা পাইলে গুৰুৰ মন হব জুৰ।
ৰামচৰণ বোলে বাকী অল্প আছয়
শেষ হলে মাহ পৰে যাইবো নিশ্চয়।

ভাদ মাহ শেষ ভৈলা আহিন পাইলা
দিন চাই ৰামচৰণ বেহাৰ গইলা।
সবাৰে বাৰ্ত্তাক পুছিলন্ত গুৰুজন
তাৰ পাছে খুজিলেক কীৰ্ত্তন পুথিখন।
ৰামচৰণ প্ৰণামিয়া বিনয়ে বুলিল
অতি কষ্টে পুথিখন সংগ্ৰহ কৰিলো।
সঙ্কলিলো পুথিখনি কষ্টৰ ভিতৰত
মাথাত তুলিয়া তাক আহি দুৰ এত।
ভাগৰতে ৰই গলো বিজয়পুৰত
এৰিয়া আহিলো শাস্ত্ৰখনিও তথাত।
গুৰু বোলে বিশ্ৰাম লোৱা ভাত পানী খাই
দুইজন ভকতক পঠাইবো মই।
এই বুলি যদুমনিক মাতিয়া আনিলা
গোপাল সহিতে বিজয়পুৰক পঠাইলা।
প্ৰভাততে চিৰা, কল খাই দুইজন
দুপৰতে বিজয়পুৰে উপনীত হন।
তাৰ পৰা শাস্ত্ৰখনি মাথা কঢ়িয়াই
দিবা ভাগে দুইজনে ফিৰিয়া আহই।
শাস্ত্ৰ আনি গুৰুজনৰ হাতে তুলি দিলা
সেৱা কৰি গুৰুজনে শাস্ত্ৰক মেলিলা।
আতিকে সন্তোষ পাইলা শাস্ত্ৰখনি পাই
আনন্দে আপ্লুত ভৈল পঢ়ি মেলি চাই।
পৰি পাটি কৰি এই শাস্ত্ৰক লিখিলা
ধন্য ধন্য ভাগিন তুমি কাৰ্য্যক সাধিলা।
কাৰ্য্য সাধিবাৰ বাবে বুলিলো তোমাক
তুমি মাত্ৰ ৰাখি গলা গুৰুৰ বাক্যক।

কীৰ্ত্তনঘোষা শাস্ত্ৰ ইটো পবিত্ৰ পৰম
অহৰ্নিশে পঢ়ে যিটো সাৰ্থক জনম।
অনেক যতনে জগত গুৰু সংগ্ৰহিলা
পৰি পাটি কৰি তাক লিখিতে নাৰিলা।
গুৰু বাক্য ৰাখি তুমি মোৰ উপকাৰ
কৰিলা অনেক যত্নে বখানো বাৰ বাৰ।
এই বুলি গুৰুজনে শাস্ত্ৰ সম্বৰিলা
ভক্তগণে সেৱা কৰি হৰিক স্মৰিলা।
তিনি মাহ ৰামচৰণ তথাত থাকিলা
মাধৱ মামাৰ সঙ্গে শাস্ত্ৰ শিক্ষা লইলা।
মাধৱৰ লীলা কথা সবেও সুঁৱৰি
আনন্দতে সব লোকে বোলা হৰি হৰি।



## *লক্ষ্মীকান্ত আতৈৰ বেহাৰ গমন আৰু সনাতনৰ প্ৰতি গুৰুৰ আদেশ*

### *পদ*

চক্ৰপাণি বোলে শুনা যত ভক্ত নৰ
লক্ষ্মীকান্ত আতৈ এক ভক্ত যে প্ৰবৰ।
বৰদধি গাৱে ছিল তাহাৰ আলয়
ধোপৰগুৰি আহি তাতে শৰণ লবয়।
তাৰ পাছে মাধৱ গুৰু বেহাৰে চলিলা
লক্ষ্মীকান্ত ধোপৰগুৰি সত্ৰীয়া হইল।
বৃদ্ধ কালে গুৰুজনক দেখিবাক লাগি
সপুত্ৰে চলিয়া যায় বেহাৰ ৰাজ্য লাগি।
পুত্ৰ সনাতন সতে নৌকাত চৰিয়া
ভটিয়াই চলিলা আতা পুত্ৰ সঙ্গে লৈয়া।
ভাৰ ভেটী দিয়া পাছে গুৰু প্ৰণামিল
হাস্য মুখে মাধৱদেৱ তাহাক আদৰিল।
নাৰায়ণি টকা এটি পাট বস্ত্ৰ জুৰি
গুৰুৰ আগত থৈয়া প্ৰণামিল পৰি।
আদৰিয়া গুৰুজনে তাহাক পুছিল
আই মাতৃ বুঢ়া আতাৰ বাতৰি লইল।
সকলোৰে একে একে বাৰ্ত্তাক সুধিলা
জনাখিনি গুৰুৰ আগে সমস্ত বুলিলা।
মনপূৰ ভকত যে আতিকে মহান
শুনিছিলো সিও আহি যাব ইটো থান।
লক্ষ্মীকান্ত বোলে বাপ বহু লেঠা তাৰ
নোৱাৰিব এৰিবলৈ মায়াৰ সংসাৰ।
গুৰু বোলে লক্ষ টকাৰ ধনবন্ত হই
চুৰি খুনী কেচত পৰি ভাগ্য বিপৰ্য্যই।
অনেক দুৰ্য্যোগে আহি টকা নিয়ে হৰি
শেষত মৰয় সিটো ধাৰে ঋণে পৰি।
মনপুৰে আচৰিলে গুৰুৰ ধৰম
যুৱাকালে কৰিছিলে আমাৰ কৰম।
বৃদ্ধ কাল যদি এই মতে ৰই যায়
ইটে নৰ্কবাস এৰি বৈকুণ্ঠে চলয়।
ভাগ্য বশে কৰ্ম দোষে সিটো নপাইব
পুনৰ সংসাৰত আহি যাতনা ভুঞ্জিব।

পৰে দিনে সনাতনে ধৰ্মক ধৰিলা
উপবাসে থাকি পাছে শৰণ লইলা।
গুৰুৰ কাষত বহি উপদেশ লই
নানা কথা সুধি পাছে তত্ত্ব জ্ঞান পাই।
ধৰ্ম শিক্ষা কৰি তাতে থাকি কত দিন
অনেক জ্ঞানক লভি ভক্তিতে বিলীন।
এক দিন সনাতন গুৰুৰ সমীপে
ভক্তগণ সমে আছে নানান আলাপে।
কত প্ৰশ্ন উত্থাপন তথাত হইল
ভাগৱত আলোচনা তাতেই চলিল।
তেতিক্ষণে সনাতন এক প্ৰশ্ন কৰি
গুৰুক আকৃষ্ট কৰে নমস্কাৰ কৰি।
কৃপাৰ সাগৰ বাপ এক কথা চাও
মায়াময় ইটো জগত কেন মতে কও।
ব্ৰহ্মাৰ সৃজিত চাৰি মুঠি জীৱ মানে
উদ্ভিদ উৰণ, বুৰণ, ভ্ৰমণ আদি মানে।
যদ্যপি এজনৰ সৃষ্টি ই জগতে হয়
গজ হস্তী বালি চাহী কেমন কৰয়।
লক্ষ কোটী পিপৰা যে মাটিত আছয়
হাফলুত কোটী উঁই বাস সাজি লয়।
তাৰ মাঝে নৰ শ্ৰেষ্ঠ সবাই বোলয়
নৰৰ মাজত কিয় ভেদাভেদ হয়।
একজনে হয় হস্তী নৌকাত বেৰয়
কোনোজনে ভিক্ষা মাগি এক ৰোজ খায়।
এজন পুৰুষ সৃষ্টি এত ভেদাভেদ
ইয়াক বুজাই প্ৰভু দিও পৰিচ্ছেদ।

গুৰু বোলে সাৱধানে শুনা চেমনীয়া
ইয়াৰ বাবে সৃষ্টিকৰ্ত্তা নোহে জগৰীয়া।
চৌৰাশী হাজাৰ যোনিত চাৰি মুঠি জীৱ
ভিন্ন ভাৱে জন্ম লৱে ব্ৰহ্মা সৃষ্ট জীৱ।
ইটো সংসাৰ জানিবাহা মায়াময় মাত্ৰ
প্ৰভুই মায়াতে ঘুৰাই জীৱই জগত।
এক জন্মে যিটোজনে সুকৰ্ম কৰয়
কৰ্ম ফলে শ্ৰেষ্ঠ যোনি সিটোজনে পায়।
কৰ্মৰ কাৰণে ইমান যোনি ভ্ৰমণ হয়
কৰ্ম লাগি হস্তী, মাখি চাহী ৰূপ হয়।
অত এব ধৰ্ম কৰ্ম নিতে কৰি যোৱা
পৰৱৰ্ত্তি কালে তাৰ ফল যেন পোৱা।
সেইমতে জীৱগণ ব্ৰহ্মাণ্ডত ঘুৰে
ঈশ্বৰ ভক্তিত সবে বৈকুণ্ঠত চৰে।
ভক্তি অনুসাৰে জীৱে মোক্ষ ফল পায়
ভক্তি হীন হলে সিটো নৰকে চলয়।
আজি আলোচনা মই ইয়াতে সাঙ্গ কৰি
প্ৰসঙ্গ সময় হব যোৱা ঘৰা ঘৰি।
এই বুলি ভক্তগণক বিদায় দি দিলা
স্নানাহাৰ হেতু গুৰু গৃহে চলি গৈলা।
সাত দিন অন্তে বাপ-বেটা দুইজন
গুৰুত বিদায় লই গৃহত গমন।
কিছু দিনান্তৰে পাছে ধুপগুৰি পাই
আনন্দে থাকিলা সবে হৰি গুণ গাই।
গুৰু অৱতাৰ লীলা মনে প্ৰাণে শুনি
হৰি হৰি বোলা নুমাওক পাপৰ অগনি।

# অনন্ত আতৈৰ গুৰু পৰিচৰ্য্যা আৰু বীৰমল নৃপৰ উপাখ্যান

## পদ

পাছে বুলিলেক বাপ আতৈ চক্ৰপাণি
শুনিয়োক এজন ভক্ত লোকৰ কাহিনী।
লক্ষ্মীকান্ত সনাতন যেতিয়া আছিল
ঘোৰাঘাটে এক লোক অতি ধৰ্মশীল।
মাধৱ গুৰুৰ কথা যেতিয়া শুনিলা
শৰণ লভিবাৰ বাবে আগ্ৰহ জন্মিলা।
অতি কষ্টে আহি তিনি মধুপুৰ পাইলা
পিছ দিনা গুৰুৰ কাষে শৰণ লভিলা।
হাটিত থাকিবাৰ বাবে সুবিধা কৰিল
কিছু দিন অনন্তই হাটীত থাকিল।
মেনা ঠাকুৰীয়া নামে অমাত্য প্ৰধান
ৰজাৰ চাকৰি কৰে থাকি সিটো স্থান।
ঠাকুৰীয়া আহি এদিন গুৰুক জনাই
সেৱাৰ বাবে দিলো অনন্ত আতই।
পাইক এৰি দিছো কেৱল আপোনাক
পৰিচৰ্য্যা কৰি থাওক কলো সত্যবাক।
সযত্নতে পৰিচৰ্য্যা অনন্তই কৰিলা
ৰাতি দিনে গুৰুৰ বাবে দেহ উচৰ্গিলা।
তেল, টেঙা ঘহি থাকে ভৰি পখালিয়া
অহৰ্নিশে খাটি কৰে গুৰুকেহে সেৱা।
লক্ষ্মীকান্ত আছিল তথা উক্ত সময়ত
বুলিলেক নিবেদন অনন্তৰ কাষত।

এদিন বিশ্ৰাম বাপ আপুনি লওঁক
গুৰুক সেৱাৰ ভাৰ আমাকো দিয়োক।
এদিনৰ বাবে তুমি থাকিও জিৰাই
তোমাৰ দায়িত্ব ললো আমি সমজাই।
অনন্ত বুলিলা বাপ গুৰুই বোৱিব
মোৰ যিটো কৰ্ম আনে নোৱাৰে কৰিব।
ৰাজ কৰ্মচাৰীগণে পাইক এৰি দিয়া
সেৱা হেতু আমাক ৰাখিছে দায়িত্ব দিয়া।
আতা লক্ষ্মী বোলে আজিৰ বাবে জিৰাওক
আপোনাৰ দায়িত্বখিনি মোৰ হাতে ৰওক।
এহি বুলি পৰিচৰ্য্যা কৰি আতাজন
অনভ্যাসে দুখ পাইলা মাধৱ সুজন।
মাধৱ বুলিলা দুখ পাই গলো আমি
নালাগে কৰিব যদি কৰ্মক নজানি।
লক্ষ্মীকান্ত বোলে বাপ আমি সেৱা কৰি
আপোনাৰ সেৱা ধৰ্ম নিজে আছো ধৰি।
গুৰু বোলে ইটো কৰ্ম তোমাৰ নহয়
এই বুলি অনন্তক ধমক দিয়ায়।
মহন্তক ভৃত্য কৰ্ম কৰিবাক দিয়া
তোমাক ৰাখিছে কিয় বেতনক দিয়া।
লক্ষ্মীকান্ত বোলে বাপ তেওঁক নোদোষিব
আমি জোৰ কৰি মাত্ৰ খুজিলো সেৱিব।

দোষ ক্ষমা কৰিওক মৰষিয়া দায়
নতু প্ৰায়শ্চিত্ত কিবা কহিও উপায়।
গুৰু বোলে অনন্ত ঘাই জগৰীয়া
কুটুম্বক দাস কৰ্মে দিছে লগাইয়া।
আখ্যান এক বলো শুনা সনাতন বাপ
বিকুসিং ৰাজ্যৰ ৰজা বিৰমল নৃপ।
চাকৰক মাহে টকা বেতন দিৱয়
মহৰিক পাছ টকা অমাত্যে পাৱয়।
এক দিন ৰাণী বোলে বিকুসিং ঈশ্বৰ
ৰজা হুয়া প্ৰজাৰ প্ৰতি কেনে অবিচাৰ।
প্ৰভাতৰ পৰা খাটে ৰাতি ডেৰ পৰ
এক টকা মাহে পায় কিবা হয় তাৰ।
চৰাত বহি থাকি সিটো কথাহে চলয়
পাচ টকা মাহে তাৰ কি হেতু মিলয?
ৰজা বোলে যাৰ যেনে কৰ্মৰ বিধান
বেতন মিলয় তাৰ কৰ্মৰ পৰিমান।
এনেদৰে প্ৰতিবাদ লাগি দুইজন
ৰজা বোলে কালি এক পাইবা প্ৰমাণ।
পৰে দিনা গৈলা এক বৰ সদাগৰ
মাল কিনিবাক লাগি দিলেক খবৰ।
ৰজা দুই চাকৰক পঠাইয়া দিলা
তাহাক দেখি সদাগৰ ফিৰি নাচাইলা।
ঘুৰি আহিল দুই ভৃত্যে লাজ পাই
বিস্তাৰিয়া সব কথা বুলিলা বৰ্ণাই।
তাৰ পাছে বৰা দুইজনক পঠাই
আনিলেক মাল বস্তু ৰজা যেন চাই।

কিন্তু বস্তু পাই এক ভৈলা বিপৰ্য্যই
নানিলা মালৰ মূল্য কতনা হোৱই।
ৰজা বোলে মালৰ মূল্য কত খানি
কত ধন দিয়া আক আনি আছা কিনি।
বৰা বোলে মাল যেবে হল এক গাড়ী
ইয়াৰ মূল্য সদাগৰ লৈলা এক কুৰি।
এক কুৰি মুদ্ৰা দিয়া আনি আছো মই
যেহেতু মালৰ দাম কুৰি টকা হই।
এতেকতে মালৰ দাম ৰূপ এক কুৰি
আপোনাৰ বাবে মোৰ নাই কথা চুৰি।
তেবে ফৰ্দ্দি লিখি কিয় অনা নাই তই
আজি কালি কোনে কাক বিশ্বাস কৰই।
বৰা বোলে লিখিবাক নজানোহে মই
মুখতে আছয় মনে যত মূল্যচই।
পাছে এক কাকতিক ৰজাই আনিয়া
মূল্য সহ ফৰ্দ্দি কৰি অনা গৈ লিখিয়া।
ৰজাৰ আদেশে মালৰ ফৰ্দ্দি অনাইল
একেবাৰে সব কাম কৰিয়া আনিল।
তেতিয়াহে ৰজাই কথা ৰাণীক বুজাই
ধৰ্ম, কৰ্ম, দৰ, দাম কেনেকৈ হই।
এতেকে বুলিলা গুৰু সবাৰে আগত
যাৰ যিটো কৰ্ম সিয়ে ৰাখিবা মনত।
টেকেলাসকলে ঘৰে ঘৰে ফুৰি গই
চৌধুৰী গৃহে বহি খাজনা লৱই।
তাহাৰ সহায়কাৰী কাবত থাকয়
কদাচিতো সিটোজনে বাহিৰে নাযায়।

তথাপিতো মাহিনা পাবয় কুৰি কুৰি
টেকেলাসকলে পায় ছমাহত একুৰি
গৃহত থাকিলেও শ্ৰম কৰিবে লাগয়
বৰা, কাকতি কভু শ্ৰম নকৰয়।

অত এব বাপগণ আমাৰ বচন
গুৰু সবক দাস কৰ্মে নকৰে শোভন।
কাৰিকৰী বিষয়াই মুৰে পাচি লই
কাহানিবা জানো ৰাস্তা বান্ধিবে যাৱই।

কথা শুনি ভক্তগণ নিমাত হইল
হৰি হৰি বুলি সবে গৃহে চলি গৈল।



## *দামোদৰদেৱ গুৰুৰ ধৰ্ম প্ৰচাৰ আৰু বেহাৰ যাত্ৰা*

### *দুলড়ী*

পাটবাউসী ধাম অতি অনুপম
শঙ্কৰ যথা আছিল
সিটো স্থান মধ্যে উত্তৰ ভাগত
দামোদৰ সত্ৰ পাতিল।
যত বিপ্ৰচয় কামৰূপে আছয়
শৰণ ধৰ্মক লই
অধিক ভাগৰ গুৰু দামোদৰ
অন্ত ৰঙ্গ গুৰু হই।
চাৰি দিকে চাৰি গুৰুক থাপিলা
আপুনি মধ্যত থাকি
ভাগৱত শাস্ত্ৰ যত প্ৰচাৰিলা
হৰি নাম ধৰ্ম বিকি।

পণ্ডিত প্ৰবৰ ভট্টদেৱ গুৰু
ভাগৱত শ্ৰেষ্ঠজন
তাহাৰ কাষক আহয় অনেক
হৰিৰ ভকতগণ।
শ্ৰীমন্ত শঙ্কৰ দেৱ দামোদৰ
তাহাৰ পাৰ্থক্য নাই
শ্ৰীগুৰু মাধৱ ভকত বান্ধৱ
একে ধৰ্ম প্ৰচাৰই।
হৰিৰ নামেসে শ্ৰেষ্ঠ ধৰ্ম জানা
গীতা ভাগৱত মত
এতেকে সকলো প্ৰজা আছে মানে
আচৰে ভকতি পন্থ।

তান্ত্ৰিক বিপ্ৰ যত ক্ৰোধ যে মনত
লোকে পূজা নকৰয়
এহিতো কাৰণে ভকত সবৰ
নানা কূট কথা কয়।
শুকান চাউলে কিবা শক্তি দিব
নাখালে মাছ, মাংসক
দেশ, জাতি ৰক্ষা কিমতে কৰিব
পালিয়া ইটো ধৰ্মক।
এতেকে ইসব ধৰ্মক তিয়াগী
শকতি ধৰ্মক ধৰা
দেৱী পূজা কৰি বলি বিধানেৰে
তান্ত্ৰিক ধৰ্ম আচৰা।
কামাখ্যাদেৱীক ঈশ্বৰী মানিয়া
সষ্টাঙ্গে প্ৰণাম কৰি
আন তন্ত্ৰ পীঠ আছয় যতেক
মহা তীৰ্থ জ্ঞান কৰি।
গুৰুৰ পাশক নাযাবা কদাপি
দেৱ মন্দিৰক যোৱা
এৰি আন কাম সপি মন প্ৰাণ
কালী, দূৰ্গা নাম লোৱা।
মহা ভয়ঙ্কৰা কালীক পূজিলে
মহা শক্তি লাভ হয়
দশ ভূজা ৰূপী দূৰ্গাক পূজিলে
ধনে জনে বৈ যায়।

গৃহস্থীত থাকি যতেক সংসাৰী
লাগে ধন পুত্ৰজন
এতেকে জানিবা শক্তিক পূজিলে
পাইবা যিবা কৰা মন।
এনেদৰে নানা কূটক লগাই
কামেশ্বৰ গিৰি ৰায়
শিৱৰ সন্যাসী সমে লগ লাগি
গুৰুৰ দ্ৰোহ কৰয়।
ৰজাক লগাই ধৰ্মদ্ৰোহী বুলি
বেদ শাস্ত্ৰক নেমানে
ধৰ্ম নষ্ট ভৈলে নানা অমঙ্গলে
ৰজাক পীড়িব ঘনে।
এনেকুৱা পাপী পাষণ্ডজনক
ৰাজ্য হন্তে ৰাজ কৰা
পিতৃ ধৰ্ম যিটো ৰাজ ধৰ্ম সিটো
বৈষ্ণৱ মতক এৰা।
কূটৰ্কি কথাক শুনিয়া ৰজাই
বিপ্ৰ সতে দামোদৰ
ৰজাৰ সভাত আলোচ কৰিলা
যতেক নেতা বিপ্ৰৰ।
দামোদৰ মত বুলিলা দঢ়াই
নকৰিবো পূজা আমি
গীতা, ভাগৱত কীৰ্ত্তন, নামঘোষা
অন্যত্ৰ কাকো নমানি।

ৰজাৰ কাষক    ধৰিয়া নিলেও
নকৰিবো আমি পূজা
ভগৱন্ত বিনে    আউৰ কোন দেৱ
মিছা লক্ষ্মী দশ ভূজা।
বলিৰ লগত    মোক কাটিলেও
সেৱা নকৰিবো আমি
তলে বলি গল    আমাৰ গলক
ওপৰে ৰাখিব জানি।
এনেদৰে দৃঢ়    মতক ধৰিয়া
ৰাজ সভা চলি যাই
বিজয়পুৰৰ    ৰাজসভাত বহি
আছে পৰীক্ষিত ৰাই।
চামৰে দোলন্ত    উৰ্দ্ধে শ্বেত ছত্ৰ
সিংহাসন ৰঞ্জি আছে
অমৰাৱতীৰ    দেৱৰ মধ্যত
ইন্দ্ৰই হেন শোভিছে।
ৰাজ অনুমতি    লৈলাহা প্ৰতিতী
সভাত প্ৰৱেশ কৰি
গজেন্দ্ৰ গমনে    ছলি ৰঙ্গ মনে
নমে কৃতাঞ্জলি কৰি।
লগত বেদুৱা    ব্ৰাহ্মণ আছয়
ৰাজসভা পশিলন্ত
ভকতসকলে    হৰি ধ্বনি কৰি
ৰজাক শিৰে নমন্ত।

নগৰৰ যত    সু সভ্য মহন্ত
গুৰু সঙ্গে চলি যাই
অনুক্ৰমে গৈয়া    ৰাজপুৰী পাইলা
সভা সদ অমাত্যই।
ভক্তে আনি দিলা    কুশৰ আসন
বহিল হৰিক স্মৰিয়া
গুৰুৰ প্ৰৱেশে    চৌদিশৰ সমাজে
গৈলা ঝিম পৰিয়া।
দামোদৰক চাই    লোকক শুনাই
ৰজাই বুলিলা বাণী
কিবা কাৰণত    দেৱীক নুপূজা
ব্ৰাহ্মণ নমনা তুমি।
যাগ, যজ্ঞ ব্ৰত    সমস্ত ত্যোজিয়া
লক্ষ্মীক পূজা নকৰা
ইটো শিক্ষা দিয়া    অন্যান্য লোককো
সবাকে ভ্ৰষ্ট আচৰা।
ৰাজ বচনত    দেৱ দামোদৰে
মৌন হুয়া ৰই আছে
ইয়াকে দেখিয়া    গুৰুক চাহিয়া
বাগীশে মাতিলা পাছে।
শুনা দামোদৰ    মহন্ত প্ৰবৰ
বিপ্ৰৰ কুলিন আতি
দেৱী পূজা কৰা    যাগ, যজ্ঞ কৰা
তাতে কিবা হুয় ক্ষতি।

বেদৰ বিহিত আছে কৰ্ম যত
পিতৃ-মাতৃ শ্ৰাদ্ধ আদি
সাবকে এৰিয়া হৰি নাম লোৱা
ধৰ্মৰ তুমিহে বাদী।
শুনি তেতিক্ষণে ই সব বচন
দিলন্ত তাৰ উত্তৰ
সবাকে সম্বোধি অতি মৃদু স্বৰে
বুজাই বোলে বিস্তৰ।
শুনা বিচক্ষণ মহা পণ্ডিতগণ
আৰু ৰজা নৰ ৰায়
লোকৰ মাজত প্ৰচাৰিছো আমি
ভাগৱত ধৰ্মচয়।
*তীৰ্থ পৰ্য্যটন দেৱী উপাসন*
*পূজা কৰ্ম যজ্ঞ যাগ*
*ৰাম কৃষ্ণ নামে সকলো সিজয়*
*নালাগে একো উদ্যোগ।*
ইয়াতে আছয় গঙ্গা, যমুনাও
গোদাবৰী, সৰস্বতী
হৰি নাম স্মৰি সবাকে পাৱয়
নালাগে একো সঙ্গতি।
কৃষ্ণৰ নিৰ্মল উদাৰ চৰিত্ৰ
প্ৰসঙ্গে সাধু সঙ্গত
তীৰ্থত কৈও শ্ৰেয় হেৰে সিটো স্থান
গীতা, ভাগৱত মৰ্ত।

সত্য যুগে ধ্যান ত্ৰেতা যুগে যজ্ঞ
দ্বাপৰে পূজাৰ স্তুতি
কলিত কৃষ্ণৰ নাম ব্যতিৰেকে
নাই নাই আন গতি।
আপোনাৰ পিতা মহ চিলাৰাই
গুৰুক আশ্ৰয় দিল
বেহাৰত থাকি সমস্ত জগতে
ইটো ধৰ্ম প্ৰচাৰিল।
তাহাৰ চৰণ শিৰত ধৰিয়া
ইটো ধৰ্ম প্ৰৱৰ্ত্তাও
পঞ্চ ভুতি দেহ থাকয় যাবত
ইটো মতক বিলাও।
এতেক বুলিয়া প্ৰভু দামোদৰ
থাকিলন্ত মৌন হই
সমাজৰ লোকে শুনি আছে কাণে
কোনেও উত্তৰ নেদই।
পাছে নৰ ৰায় বুলিল সবাকে
শুনিও পণ্ডিতগণ
দামোদৰে যিটো শাস্ত্ৰক বুলিলা
ধৰ্মৰ ইটো লক্ষণ।
সত্য বা অসত্য শাস্ত্ৰৰ সম্মত
ইটো কথা হয় নয়
ৰাজসভা মাজে ঘোষণা কৰিলা
বিজয়পুৰৰ ৰায়।

ইটো কথা ধৰি　হৰি নাম স্মৰি
　ঘোষিও নাম সদায়
হৰিক স্মৰিলে　আলাস ত্যেজিয়া
　পাপৰ হইব প্ৰলয়।

দামোদৰদেৱ　বুলিলেক ইটো
　ভাগৱত কথা স্মৰি
এতেকতে সবে　আউলা ত্যজিয়া
　ডাকি বোলা হৰি হৰি।



## যদুমনি চক্ৰবৰ্ত্তিৰ দ্বাৰা দামোদৰদেৱক সমৰ্থন

### ছবি

ৰজাৰ বচন শুনি　যত সভাসদ মানী
　নাপাইলা বিচাৰি উত্তৰ
চক্ৰবৰ্ত্তি যদুমনি　নিৰ্ভয়ে বুলিল গুণি
　ইটো মত ভাগৱত গীতাৰ।
দ্বাপৰ যুগৰ মাঝে　ভক্ত বিদুৰৰ আগে
　মৈত্ৰেয়ে বুলিলা ইটো কথা
সিটো শাস্ত্ৰ মানি লই　দামোদৰ গুৰু ৰাই
　শাস্ত্ৰ বিনে নোহয় অন্যথা।
গোবিন্দৰ নাম যশ　কেৱল ভক্তি ৰস
　পৰম নিৰ্মল সুশোভন
সাধু সঙ্গ অনুসৰি　ভকতিক হিয়ে ধৰি
　কৰিয়োক শ্ৰৱণ কীৰ্ত্তন।
পৰীক্ষিত ৰজা আগে　শুকদেৱ কৈলা পাছে
　ভাগৱত শাস্ত্ৰৰ বাখ্যান
ষাঠী হাজাৰ ঋষি যত　শুনিলেক ভাগৱত
　সেই মত কভু নোহে আন।

চাৰিও বৰ্ণৰে মাত্ৰ সাক্ষাত ঈশ্বৰ হৰি
তাহাক নভজে চিত্ত দিয়া
অবজ্ঞা কৰিয়া সিটো যাইব পাপী অধোগতি
ভ্ৰষ্ট হইব তাৰ কুলক্ৰিয়া।

নজানিয়া যিটোজনে কৃষ্ণক নভজে মনে
অনুকম্পা নাহিকে তাহাৰ
জ্ঞানীগণে উপদেশ দিয়া অজ্ঞানী ৰহিয়া
ধৰাইব পথ ভকতিৰ।

ইটো দেৱ দামোদৰ এবেসে জানিলো সাৰ
ভাগৱত সাৰমৰ্ম জানি
লোক মাঝে প্ৰচাৰিলা পাপী লোক নিস্তাৰিলা
ভকততিক সাৰমৰ্ম মানি।

চক্ৰবৰ্ত্তিদেৱৰ বাণী শুনিলেক প্ৰজাখিনি
যতেক আছিল সভা মাজ
সবে বোলে হয় হয় জ্ঞানীগণ সবে কয়
দামোদৰৰ হৰি ভক্তি সজ।

তাহাৰ মুখৰ বাণী বুলি আছে শাস্ত্ৰ জানি
কলি কালে হৰি নামে সাৰ
পীযুণৰ কথা শুনি ভক্তৰ বাক্য নমানি
পাপ সমুদ্ৰত যাইব বুৰ।

ৰজাই সন্মত দিলা দামোদৰ ৰই গৈলা
বিজয়পুৰ নগৰৰ মাজ
শিৱৰ ভাবিলা পাছে ইটো ঠাই এতিক্ষণে
বাক্য যুদ্ধে নাই কোনো কাজ।

মনে মনে চিন্তা কৰি উঠি গৈলা জটাধাৰী
চকু থিৰ কৰি তল মুৰ
এবাৰ দেখিব আমি বোলেয় কালীক নমি
দামোদৰক কৰিবেক দুৰ।
সভাৰ মাজৰ হন্তে উঠি গৈলা ত্বৰান্বিতে
আপোন স্থানক চলি যাই
হৰি ভকতক কক্ষা কৰি পাইল ভাল শিক্ষা
অধো মুখে আতৰি পলাই।

>>>>■<<<<

## পৰীক্ষিত ৰজাৰ সন্তুষ্টি আৰু ৰাজ্যত ধৰ্ম প্ৰচাৰৰ অনুমতি

### দুলড়ী

নৃপতি বোলন্ত সভাসদগণ
ইটো কেনে মহাজন
উদাসীন কিম্বা গৃহস্থী হোৱয়
ৰহি আছে কোন স্থান।
শুনি সভাসদ আনন্দে বোলয়
পৰীক্ষিত ৰাজ আগে
পাটবাউসী থানে ধৰ্ম প্ৰচৰিয়া
আছে ইটো মহাভাগে।
লোকৰ আগত ধৰ্ম কথা কয়
জীৱ হিংসা নকৰয়
অহিংসা ধৰম সততে আচৰে
হৰিৰ নাম গুণ গায়।

ৰজাই বুলিল ইটো ধৰ্মশীল
থাকোক মোৰ ৰাজ্যত
নহব অন্যায় শান্ত প্ৰজাচয়
আচৰিব শুদ্ধ মত।
এই বুলি ৰজা প্ৰাসাদে চলিলা
দামোদৰ চলি গৈলা
সভাসদগণে সভা ভঙ্গ দিয়া
আপোন গৃহে চলিলা।
প্ৰভু দামোদৰে বেদুৱাৰ ঘৰে
ক্ষণেক জিৰণি লই
পুন ৰূপি আহি বাজ্যত ৰহিলা
ভক্তগণ সঙ্গে লই।

যাহাৰ কাষত আনন্দে ভকত
শিৰোমণি ভাব লই
দ্বাদশ প্ৰসঙ্গ নকৰয় ভঙ্গ
বিমল ভকতচই।
চিন্তন্ত কুশল দৰিদ্ৰ বৎসল
ঈশ্বৰত বৰমাগী
সমন্তৰে প্ৰিয় ভৈলা দামোদৰ
বিজয়পুৰত থাকি।
ৰজাৰ পুৰীত আছে অনুমতি
সন্তমতি দামোদৰ
শাস্ত্ৰ চৰ্চ্চিবাক লাগিয়া চলই
নাহিকে বাধা কাহাৰ।
দেখিয়া শিৱৰ বিপ্ৰ কামেশ্বৰ
যত তন্ত্ৰ সাধকগণ
চকুৰ পোৰণি উঠিল তাহাৰ
আপুনি নাপাই সন্মান।
বেদুৱাৰ ঘৰে প্ৰভু দামোদৰে
হৰি নাম কীৰ্ত্তন কৰে
তাৰ ধ্বনি শুনি যত প্ৰজাগণ
কীৰ্ত্তনত সঙ্গ কৰে।

মহা আনন্দত হৰি কীৰ্ত্তনত
সবাৰে অধিকাৰ
নাই জাতি ভেদ ৰজা, প্ৰজা, মাজ
সম ভাব সবাকাৰ।
শঙ্কৰৰ মত প্ৰভু দামোদৰে
সৰ্ব্বদায় বাখ্যা কৰে
সৰ্ব্ব ক্ষেত্ৰে তিনি ভাগৱত ধৰ্ম
আচৰণ কথা উচ্চাৰে।
চতুৰ্দ্দিকে ব্যপ্ত হৰিৰ কীৰ্ত্তন
চাৰি দিকে প্ৰকাশয়
যত প্ৰজাচয় ইহাকে আহিয়া
গুৰুত শৰণ লয়।
কামেশ্বৰ শিৱৰ আলোচনা কৰি
কিবা চল চাই আছে
সুযোগ সন্ধানী দুষ্ট মতি তাৰা
ছিদ্ৰ বিচাৰিল পাছে।
দামোদৰ চৰিত শুনি লোক যত
আনন্দতে মত্ত হই
হৰি হৰি বুলি মন প্ৰাণ খুলি
ঘোষিও নাম সদাই।

**********

## ৰঞ্জে কাজি আৰু দীঘলা বৰুবাৰ প্ৰতি গুৰুৰ সমিধান
## হৰি পৰ্ব্বা হাজাৰা সম্বাদ

### পদ

মধুপুৰ ধামে গুৰু নানা ৰূপ ধৰি
প্ৰজাৰ ৰঞ্জন হেতু নানা ক্ৰীড়া কৰি।
ৰঞ্জে কাজি আছিল এক মধ্যমা ভকত
চিৰ দিন থাকে সদা ৰাজ কৰ্মে ৰত।
গুৰুৰ ওচৰে দীক্ষা যদ্যপি লইল
তত্ত্ব কথা সুধিবাক সময় নাতিল।
হৰিৰ কথাত তাৰ কিছু মতি নাই
হৰিৰ কৰ্ম কৰন্তে সদাই পিঠি দেই।
এক দিন টকা বস্ত্ৰ হাতত লৈ যাই
গুৰুৰ সমীপ পাইলা হাত যোৰ কই।
চৈধ্য প্ৰসঙ্গৰ মূৰ্ত্তি নিয়ম কানুন
গুৰু পাশে পুছিলন্ত মিনতি বচন।
গুৰু শুনি হাঁহি বোলে কাজিৰ নন্দন
ৰাজ কৰ্মে সদা ৰত তাতে তব মন।
ই সব বস্তুক তই লোৱা কিহলৈ
খাবৰ, শুবৰ যাৰ সময় কণ নাই।
এতিয়া লইলে বস্তু নষ্ট হৈ যাব
এবাৰ নষ্ট হইলে তাক পুনৰাই নেপাব।
বয়স ভাটি দিলে যদি আগ্ৰহ থাকয়
গুৰু বস্তু মিলিবেক নাহিকে সংশয়।
যদি তব পূণ্য আছে ঐত পূৰ্ব্বাপৰ
মনোবাঞ্ছা পূৰ্ণ হব সময়ত তোৰ।

এই বুলি গুৰুজন তাক বিদাই দিলা
শাস্ত্ৰখনি মেলি লই কঠত বহিলা।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
তাৰ পাছে দীঘলা বৰুৱা একজন
পূৰ্ব্ববৎ ৰাজধৰ্মী ৰজো গুণী জন।
ৰাজ কৰ্মে সদা ৰত ৰজাৰ গৃহত
ধৰ্মচৰ্চা লাগি তিনি সময় পাই কত।
হংস নাম প্ৰাৰ্থনা কৰে গুৰুৰ আগত
গুৰু বোলে ইটো বস্তু নাপায় সতত।
বিষয়ৰ উচ্চ শৃঙ্গে আৰোহণ কৰি
তাতে জানো বৰ্ষাৰ জল ৰাখিবাক পাৰি।
গুৰু বাক্য চাৰিটি বস্তুৰ অৰ্থ নাই
হংস নাম লই মাত্ৰ কি কৰিবি তই।
বৰুৱা বুলিলা বাপ গুণ মালাত পাই
মহা হংস আহি নিজ বংশে জন্ম লই।
কংসক বধিলা আৰ ভক্তি জ্ঞান ধৰি
এই হেতু হংস নাম আমি ললো ধৰি।
পুৰাইয়োক মন মোৰ গুৰু মোৰ স্বামী
হংস নাম তব কাষে মাগি আছো আমি।
গুৰু বোলে ইটো কথা দেৱতাসকলে
আগমত ৰাখি থই দেখাই নকলে।
তপ, জপ, হোম দান ব্ৰত যজ্ঞ আৰ
সবাকে প্ৰচাৰি ধৰ্ম ৰাখে গুপ্তদ্বাৰ।

শ্ৰীমন্ত শঙ্কৰ গুৰু পাইয়া ইহাক
ভক্ত মাঝে খাল বাম চাই বিলাইলেক।
আমাক দিলেক তাক অতি সাৱধানে
বিলাব লাগিব তাক ৰাখে যিটোজনে।
টকা, বস্ত্ৰ দিলে বস্তু সম্ভাত নাপাই
পৰীক্ষা কৰিব গুৰু সন্ত হুই নুই।
যদি ভাগ্যে আছে বোপা পাইবি পাছত
যিবা লভি আছা তাক প্মলিবি সতত।
যেবে পৰিপক্ক হবা ভক্তিৰ পথত
পাবা সেই বস্তু তুমি গুৰুৰ কাষত।
অমূল্য ৰত্নৰ যেন মূল্য নজানই
ভাগ্যবানে কিন্তু তাক এনেই পাৱই।
ভাগ্য হীন হইলে তাক পাইবে নপাৰি
কাচ দেখি নলবা তাক কাঞ্চন মনে ধৰি।
এই বুলি বৰুৱাক দিলেক বিদাই
গুৰু কৃপা বিনে আৰ অন্য গতি নাই।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
তাৰ পাছে আহে এক ভকত প্ৰধান
ৰজাৰ অমাত্য হাজাৰা যাৰ নাম।
ৰাজ পৰিয়ালে তাৰ প্ৰভাৱ বিস্তৰ
সকলোৱে মানে তাক যেন মন্ত্ৰীবৰ।
ৰাজ গৃহ হন্তে সোণ, খাৰু, মনি লই
পত্নীৰ হাতত নিয়া দিলেক শোধাই।
পত্নী পাই মহানন্দে আতৈক মাতিলা
মূল্যবান অলঙ্কাৰ মোৰ হাতেঁ দিলা।
মহা ভাগ্যৱতী আমি অলঙ্কাৰ পাইলু
তাকে পিন্ধি আপোনাক ধুনীয়া দেখাইলু।
পিছে এক কথা বলো অৱনত ভাৱে
কিবা বস্তু আনি আছা ভকতৰ বাবে।
হাঁহি হাঁহি আতৈ বোলে মোৰ অৰ্দ্ধাঙ্গিনী
যিবা দিব খোজা বস্তু নিজে দিবা তুমি।
হৰি পৰ্ব্বা বোলে প্ৰভু যদি দিও মই
পূণ্য হব মোৰ মাত্ৰ তব কিছু নাই।
হাজাৰা বুলিলা তুমি মম অৰ্দ্ধাঙ্গিনী
তোমাৰ মোৰ কি পাৰ্থক্য কিছুই নজানি।
একে আত্মা, একে দেহ, একে মাংস তেজ
বিবাহে বুলিছে বিধি সমাজৰ মাজ।
তুমি দিলে মই দিয়া মই দিলে তুমি
তোমাৰ আমাৰ ভিন কেৱেই নগনি।
হৰি পৰ্ব্বা আই বোলে প্ৰাণৰ ঈশ্বৰ
কাৰো কেউ নহৱই সমন্ধ ধৰ্মৰ।
মৰি গলে মই যেবা থাকিব আপুনি
আপুনি চলিলে আগে থাকি যাম আমি।।
চেনেহৰ মৰমৰ কোনে কাৰ হয়
দুদিনৰ লগৰী লীলা ইয়াতেই ক্ষয়।
তব বৃক্ষ ডালে লতা বগাইছো আমি
ডাল, পাত সব ভিন্ন কোন কাৰ কেনি।
এতেকতে নিজ হাতে দান দিয়া দিবা
অত দিলে তত পাইবা নিশ্চয় জানিবা।
বিষয় সমন্ধ সুখ সব যোনিত পাই
হৰি সেৱা সুখ মানৱ জন্ম বিনে নাই।

গুৰু ভকতক দিবা চাউল এক কঠি
বস্ত্ৰ একোখনি দিবা দেহ মন ডাঠি।
আমাক যি দিছা প্ৰভু পৰিছে খালত
ভকতক দিলে পাবা পৰ জনমত।
হাজাৰ যদিও আছিল গুৰুৰ ভকত
মায়াত আবৃত সিটো ভাৰ্য্যা-পুত্ৰে ৰত।
নাৰীৰ প্ৰতি স্নেহ, প্ৰেম বৰই অধিক
সবাতে কৰিয়া মৰম কৰয় পত্নীক।
পাট ৰিহা দুই যোৰ আনিয়া দিলেক
পত্নী বোলে কিবা দিলা গুৰু ভকতক।
নিজৰ তিৰিক লাগি বস্ত্ৰক আনিলা
গুৰু ভকতৰ কথা কিয়বা ভুলিলা।
যদিহে আনিছা বাৰু আৰু আনা গই
ভকত সবক বস্ত্ৰ দিব লাগে মই।
আতৈ বোলে পিছে এদিন আনি দিম মই
হৰি পৰ্ব্বা মাতৃ বোলে কোনে আগে পাই?
পত্নী ভকতৰ মাঝে কোনে আগে পাই
বিচাৰ কৰিয়া নিজে চোৱা ভাল কই।
এই বুলি এক বস্ত্ৰ বিক্ৰী কৰি দিলা
টকা দিয়া চাউল আনি ভকতক দিলা।
তাৰ পৰে আতৈ আহি পত্নীক ক্ৰোধিলা
গাৰ বস্ত্ৰ বেচি তুমি লোকে দান দিলা?
শক্তি নাথাকিলে দান কোনেও নেদই
গাৰ বস্ত্ৰ দিলো মই পত্নীক পিন্ধাই।
মোৰ ধন মোৰ বস্ত্ৰ মোৰ পত্নী লাগি
তুমি দান কৰি যাবা হবা পূণ্য ভাগি।

পত্নী বোলে যেবে তুমি মোক দিছা দান
এবে দান কৰি দিলো মোৰ বস্ত্ৰ খান।
এনেদৰে দুইজনে বিতৰ্ক কৰিল
অৱশেষে হৰি পৰ্ব্বা মাতৃয়ে বুলিল।
*কৃষ্ণ কথা এৰি সাত পাঞ্চ জুৰি*
*আন কথা কই থাকে*
*অমৃতক এৰি যেন বিষ্ঠা ভুঞ্জে*
*গরু শুকৰৰ জাকে।*
কীৰ্ত্তনত এই কথা গুৰুৱে লিখিলা
তান ধৰ্ম ধৰি কিয় বাক্য নামানিলা।
তাৰ পাছে এক দিন হৰি পৰ্ব্বা আই
হীৰা পতা সোণাঙ্গুঠি স্বামী হাতে দেই।
আংঠি বেচিয়া ধন যতেক পাইলা
কপাহ সূতা আনি তাৰে বোৱনীক দিলা।
বোৱনী দিলেক বস্ত্ৰ তিনি কুৰি খান
ভক্তে প্ৰতি একোখন দিলা বস্ত্ৰ দান।
গুৰুক দিলা এক যুৰি ৰুমাল এখন
গামোচা খনেক দিলা ভক্ত প্ৰতিজন।
বোৱাৰী জিয়াৰীবোৰে গহণাক দিলা
ধৰ্ম প্ৰচাৰৰ হেতু ধন উচৰ্গিলা।
লক্ষ্মী নাৰায়নৰ মন্ত্ৰী হাজাৰা আতৈ
ধৰ্ম কাৰ্য্য হেতু দান দিলা ওপোচাই।
ধৰ্ম ৰক্ষা কাৰিণী ভক্তা হৰি পৰ্ব্বা আই
তাহাৰ দানৰ কথা কিমান বৰ্ণাই।
লীলামৃত কথা সবে শুনা কৰ্ণ ভৰি
জয় গুৰু বুলি ডাকিওক হৰি হৰি।



## আই ধাইৰ লগত লক্ষ্মী নাৰায়ণৰ বিতৰ্ক মাদৈসকলৰ ধৰ্ম গ্ৰহণ

### পদ

অত পৰে চৰিত্ৰ বুলিলা চক্ৰপাণি
তাৰ পৰে কি ঘটিল সবে লোৱা জানি।
ৰজাৰ পালনীয়া মাতৃ বুঢ়ী আই ধাই
নাৰী মধ্যে মহা ভক্তা স্নবাই জানই।
আপুনি আচৰে ধৰ্ম আনকো বুজাই
পুৰ নাৰীগণ যত ধৰ্ম জ্ঞান পাই।
ধৰ্ম শাস্ত্ৰ চৰ্চ্চা কৰে ছকুৰি মাদই
প্ৰসঙ্গ কৰিবে লাগি সবাকো শিকাই।
ধৰ্ম আলোচনা যেবে কৰিবে লাগিলা
গাৰ্হস্থ্য ধৰ্মৰ নীতি বহু জ্ঞান পাইলা।
বুঢ়ী আই ধাই পাছে সবাকে বুজাই
স্বামী, স্ত্ৰী, শাহু, বোৱী কিমতে ৰহই।
আই ধাইক বানচ দিয়ে মাহে দহ কুৰি
বুলিলা আই ধাই এদিন চলিবে নপাৰি।
ৰজা বোলে টকা এজনকে দিও দুশ
ৰাজ পৰিয়ালে মাত্ৰ পাও মাহে এশ।
উদাসীন ভকতক পুহিবৰ বাবে
দুশৰ অধিক টকা আপোনাক লাগে।
পৰক বিলালে ধন নাটে হাজাৰত
যত দিবা অধিক চাব ৰীতি সংসাৰত।
পালনীয়া ধাই মাতৃ ৰজাৰ মাননীয়া
পৰোৱা নকৰে তিনি ৰজাক লাগিয়া।

যাৰ স্তন খাই ডাঙৰ হইল লক্ষ্মীৰায়
সেই মাতৃ ৰজাক কৰিব কিনো ভয়।
মাতৃ বোলে দেশত কত বাতুল আছয়
এৰা সবে ৰাজ গৃহে বহি বহি খায়।
ৰজা বা ৰাজ্যৰ একো ভাল নিচিন্তয়
বিদূষকগণ যত কি কৰ্ম কৰয়।
আৰু আছে ছয় কুৰি হৰি বিমুখীয়া
পূজা হেতু আনে ধন হিচাব নাইকীয়া।
হৰিৰ বিমুখ এই বিপ্ৰৰ সমাজ
ৰাজ সুখে থাকে খাই নাই কিছু কাজ।
নানা দেব-দেৱী দেখাই খৰচ কৰয়
ইহঁতৰ পৰা বাৰু কিনো লাভ হয়।
কলি কালে বিষ্ণু বৈষ্ণৱত ভেদ নাই
গীতাত কহিলা প্ৰভু কৃষ্ণ মহা ৰাই।
ভক্তগণে নিজৰ বাবে অকলে নহয়
ৰজা আৰু ৰাজ্যৰ সদা মঙ্গল চিন্তয়।
ভেদ কিছু নাই জানা হৰি ভকতৰ
যেই ভক্ত সেই হৰি তেঁৱেই ঈশ্বৰ।
পুৰ নাৰীগণৰ এবে কেনে আচৰণ
কৰয় সৰ্ব্বদা গৃহে হৰিৰ কীৰ্ত্তন।
আপোনাকো পতি গুৰু বুলি মান্য কৰে
ঈশ্বৰ সম জ্ঞান কৰি শ্ৰদ্ধা ভক্তি কৰে।

হৰিক আৰাধে নিতে ৰজাৰ মঙ্গল
ৰজাৰ বাবে হৰি স্তুতি কৰয় সকল।
আই ধাইৰ কথাত লক্ষ্মী নাৰায়ণ
তাহাক দিলেক পাছে কুৰি টকা ধন।
ৰজাৰ মঙ্গল চিন্তা কৰ কেইবাৰ
হৰি হৰি বুলি পাপ কৰা পৰিহাৰ।
আৰু এক কথা কও শুনা ভক্তগণ
এই বুলি কয় চক্ৰপাণি মহাজন।
পয়োনিধি নামে এক শান্ত মহাজন
মাধৱৰ প্ৰিয় শিষ্য ভকত সুজন।
মুৰাৰী আতৈৰ সখা সুহৃদ বান্ধৱ
দুইজনে গুৰু মানে শ্ৰীগুৰু মাধৱ।
মধুপুৰ বহাত থাকিলা দুইজন
প্ৰাতস আবেলি কৰে শাস্ত্ৰৰ শ্ৰৱন।
ৰাতি হলে গৃহে যায় তাতে থাকে শুই
প্ৰভাতে উঠিয়া যায় হাল বাব লই।
পয়ো নিধি এইদৰে প্ৰতিদিনে যায়
পথাৰত কৰ্ম কৰি প্ৰসঙ্গে আহয়।
মুৰাৰী আতই সঙ্গী তাহাক বাধয়
গৃহ মায়া এৰি কভু অন্য নকৰয়।
ঘৰে আছে বিধবা নবউ তাহাৰ
দুইজন ভাতিজা লৰা বোৱাৰী তাহাৰ।
নাতি আৰ নাতিনী কন্যা চাৰি পাচজন
দাস দাসী সমে পৰিয়াল অগণন।
মায়া ত্যাগ নাই যদি কিহৰ উদাসীন
ভগুজন জানিবাহা চণ্ডালতো হীন।
গুৰুজনে থমকিয়া ক্ষণেক ভাবিলা
ক্ষণেক পাছুতে উপায় বিচাৰিয়া পাইলা।
তাৰ পাছে এক আখ্যান বুলিবে লাগয়
আখ্যান মাধ্যমে এক উপদেশ কয়।
এক ৰাজ্যে বাস কৰে চোৰ চাৰিজন
চাৰিওৰে বৃত্তি পৰ বিত্তক হৰণ।
একদা বহিল ধৰ্ম সভা এক স্থানে
ওচৰত গৈছিল ইহঁত চুৰ কৰা মনে।
দুইজনে গৈলা ধৰ্ম সভা চাবলই
দুইজন চোৰ কৰ্মে গইলা ওলাই।
দুই ঠাইত সিন্ধি খান্দি কিছু নপাইলা
শেষ ৰাতি সকলোতে বিফল হইলা।
সিহঁতে ভাবিল মনে ৰাতি এনেই গল
ওৰে ৰাতি শ্ৰম কৰা ফল কিবা হল?
সিহঁত দুটাই সভা চাই পৰম সুখ পালে
জনমৰ বাবে তাৰা সুখক লভিলে।
সভা চোৱা দুজনৰো ধৰ্মত নাই মন
ওৰে ৰাতি কটাইলো আমি অকাৰণ।
ধৰ্ম নাই, ধন নাই, নাই শান্তি সুখ
যেয়ে যি কৰ্ম কৰো তাতে পৰম সুখ।
প্ৰথম দুইজনে জানা সবাকে হেৰালে
পিছৰ দুইজনেও যে একোকে নাপালে।
মন শুদ্ধ নহইলে বাহ্যিক আচাৰ
ইসব কৰ্মত গতি কেনে হব তাৰ।
অত এব আন চিন্তা নকৰা আপুনে
পৰ দোষ চৰ্চ্চি লাভ নাই কোনো দিনে।

দুগ্ধৰ চৰুত যদি মাখি গোট পৰই
মাখি পেলাই দুগ্ধ খোৱা কিছু দোষ নাই।
মাখি নেপেলাই যদি পেলায় দুগ্ধ চৰু
কৰ্মফল ভাবি লাভ কি হব বাৰু।
এতেকতে কাৰো দোষ কোনেও নচাই
আপোন কৰ্ত্তব্য কৰি যোৱা আগুৱাই।
মধুপুৰ লীলা কথা অমৃত সমান
হৰি হৰি বোলা সবে ত্যেজি চিন্তা আন।



## *হৰি গোসাই ঘৰিয়াৰ আপত্তি আৰু বশিষ্ঠ সংহতিৰ আখ্যান*

### *পদ*

চক্ৰপাণি বোলে শুনা যত সভাসদ
খৰাই হৰি আৰু কৃষ্ণাই পৰম বান্ধব।
দুইজনে মিত্ৰ হইয়া গুৰুৰ কাষত,
অৱনত হই পাছে কৰিলা বেকত।
আপোন ইচ্ছাই গুৰু শৰণ লভিলো,
এতিয়া দেখিলো মই নিজে ঠগ খালো।
আমাৰ ভকতৰ কথা কিছু ঠিক নাই
মোৰ সখি হৰি গোসাই প্ৰবৃত্তিত যাই।
হৰি কথা শ্ৰৱনত কিছু মন নাই
গুৰু সেৱা নাম জপ একো নকৰই।
কিবা হেতু শৰণ লৈলো গুৰুৰ পাশত
হৰি নাম যদিহে নলও এই মুখত।
কথা শুনি গুৰুদেৱ আখ্যান বুলিলা
ভক্তগণে গুৰু পাশে বসিয়া শুনিলা।
বশিষ্ঠ সংহিতা মাঝে আছে কথা এক
সাৱধানে কও শুনা জানিবা প্ৰত্যেক।
পাঞ্চাল ৰাজ্যত এক বণিক আছিল
সৰু কালে পিতৃ-মাতৃ সবাই মৰিল।
এক বিপ্ৰে মৰম কৰি পালন কৰিলা
পৈত্ৰিক বিদ্যা বাণিজ্যক সব শিক্ষা দিলা।
বাণিজ্য কৰিবে লাগি দূৰ দেশে যাই
বিদেশত বহু ধন উপাৰ্জ্জন কৰই।
কাৰবাৰ কৰি পাইলা সম্পত্তি বিস্তৰ
জোঁৱাই স্বৰূপে পাইলা ৰাজ জাইগীৰ।
নানা ঠাই ঘুৰি এক নগৰ প্ৰবেশি
বন্ধুৰ গৃহত ভৈলা উপনীত আহি।
তান গৃহে এক চোৰ ধৰিয়া বান্ধিল
কুন্দাচেপা দিয়া তাক ধৰি বান্ধি থৈল।
উহ, উহ কৰি সিটো আটাহ পাৰয়
বৃদ্ধ কালে তাড়নাত শৰীৰ নসহয়।
মাঝে মাঝে নাম লয় ৰাম কৃষ্ণ বুলি
মাঝে মাঝে কয় হায় ৰাচা কত গৈলি।

লালন পালন কৈলু কত আশা কৰি
পাহৰি আমাক গৈলি নচাইলি ফিৰি।
হাঁহাকাৰ কৰি আছে দেখা প্ৰজাগণ
চোৰক দেখিতে আহে লোক অগণন।
জাতিত ব্ৰাহ্মণ কিন্তু কৰ্ম চণ্ডালৰ
নিগনি চিকাৰ হেতু তপস্যা বিড়ালৰ।
ভ্ৰমা বশে বলকিয়া লোকক বোলয়
মনুষ্যৰ হিত যেন কভু নকৰয়।
যুৱাকালে পত্নী, পুত্ৰ সবাকে হেৰাই
এক সাউদৰ পুত্ৰ পালিলোহো মই।
ঘাটমাউৰা সিটো বৎস নাই কোনোজন
বুটলি আনিলো মই কৰি পুত্ৰ জ্ঞান।
যতখিনি বিদ্যা লাগে তাহাক পঢ়ালো
বাণিজ্যত গৈয়া পাছে আৰ নেদেখিলো।
শুনি আছো ৰাজ কন্যা বিবাহ কৰাই
কোনো অজান স্থানে জাইগীৰ পাই।
পুত্ৰাধিক স্নেহে যাক কৰিলো পালন
মৃত্যু কালে নেদেখিবো তাৰ মুখখন।
এক লোক বোলে হেৰ পাপী বিপ্ৰজন
মিছা কথা বৃদ্ধ কালে নকৰে শোভন।
যাৰ মন এনে নীচ সৎ কৰ্ম তাৰ
মনলৈ নাহে জানা কভু এটি বাৰ।
ভুতৰ মুখে ৰাম নাম কদাপি নাহয়
নাম মুখে আহিলে সি স্বৰ্গত চলয়।
বিপ্ৰে বোলে বাপগণ কথা সত্য হয়
ভাগ্যে যাৰ যিটো আছে তাকে সিটে পায়।

কাউৰীৰ বাহত কুলি পোৱালী জগাই
পাখী গজি পুৰঠ হলে উৰা মাৰি যাই।
এতেকতে লৰা দোষী মোৰ লাভ নাই
নিজ ভাগ্য বলে এনে শাস্তি লাভ হই।
চোৰৰ মুখত শুনি এনেকুৱা বচন
আগুৱাই দেখিলেক সিটো কোনজন।
বিপ্ৰক দেখিয়া সাউদ অধোমুখ হই
বিষন্ন বদনে আহি বন্ধুক বোলই।
বণিক দেখিল তাৰ গুৰু বিপ্ৰজন
চুৰ কৰি বন্দী হৈ আছে সিটো স্থান।
লাজ পাই বণিক বুলিলা বান্ধৱক
ধন পাইলে এৰি জানো নিদিবা চোৰক।
বন্ধু বোলে অষ্টম দৰিদ্ৰ ইটোজন
বিপ্ৰ দেখাই লোক মাঝে ফুৰে অকাৰণ।
শ্ৰম নকৰই মাত্ৰ ভিক্ষাকেহে কৰে
ৰাত্ৰি কালে চৌৰ্য্য বৃত্তি কদাচিতো নেৰে।
বণিক বুলিলা পাছে কত ধন চাৱ
যিখিনি লাগয় ধন এতিক্ষণে কৱ।
বন্ধু বোলে হাঁহি হাঁহি জাইগীৰ সুজন
চোৰক সাহাৰ্য্য কৰা কিহৰ কাৰণ।
চোৰৰ মালিক বুলি সবাই নিন্দিব,
ৰাজ্য মধ্যে নানা কথাৰ বু বা চলিব।
*দোষী কুটুম্বৰ লাগা নহবা কদাপি*
*পানী থকা বাট হলে আগত নাযাবি।*
*মাতৃ সম জ্ঞান কৰে পৰ ভাৰ্য্যাজনী*
*আবৰ্জনা ময় দেখে পৰ দ্ৰব্য জানি।*

আত্ম সম জ্ঞান কৰে সমস্ত প্ৰাণীত
জানিবা তাহাৰ সঙ্গে সাধিবেক হিত।
অসৎতৰ সঙ্গ ললে সাধু দোষী হয়
আক জানি জ্ঞানীগণে তাহাক ত্যজয়।
বণিক বুলিল নীতি বচনক এৰা
তোমাৰ যিটো প্ৰাপ্য ধন অৱগত কৰা।
বন্ধুজনে লাজ পাই একোকে নকয়
বাৰে বাৰে চোৰৰ মাত্ৰ-পৰিচয় লয়।
বণিক বুলিলা হেৰা প্ৰিয় বন্ধুজন
আমাৰ পালক গুৰু কুলিন ব্ৰাহ্মণ।
ভাগ্য দোষে দুৰাৱস্থা হইল এতিয়া
দুৰ্ভাগ্যৰ ফান্দে পৰি নিজক হাৰাইয়া।
চৌৰ্য্য কৰ্ম কৰা হেতু মোৰেই দোষ আছে
নিজে আগুবাই গুৰুক পাহৰিলো পাছে।
বন্ধু বোলে যদি হয় তব আপোনজন
কিছু ধনৰেই মোৰ নাই প্ৰয়োজন।
সেই হেতু বন্ধুজনে বিপ্ৰক এৰি দিলা
গা পা ধুৱাই পাছে গৃহক আনিলা।
পূৰ্ব্বৰ স্থানক নিয়া গৃহ সাজি দিলা
ধৌত বস্ত্ৰ বিচনাক সাদৰে পাৰিলা।
দাস দাসী দিলা আনি আৰু দুইজন
খাদ্য বস্ত্ৰৰ বাবে আৰ নাই অনাটন।

গাদিত থাপিয়া পাছে কাযে আঠু লই
ধন বস্ত্ৰ দ্ৰব্য দিয়া তুষিলেক গই।
এনেদৰে মিত্ৰ গুৰু যাহাক লভিবা
কদাচিতে তাৰ দোষ চৰ্চ্চা নকৰিবা।
ভগবান কৃষ্ণ যদু বংশে অৱতাৰ
কত জন মাৰি হৰে বসুধাৰ ভাৰ।
নৰকক সংসাৰ কৰি গোপী সব নিলা
দ্বাৰকাত নিয়া পাছে সবাকে বিহাইলা।
লয়নু চোৰ কৰি গোপী গৃহত খাইলা
ৰাস লীলা কৰি সব নাৰীকে ক্ৰীড়িলা।
লম্পট তস্কৰ বুলি যদি ভাবা তিনি
সংসাৰত ভাল কোন কত পাবা চিনি।
*পাপক কৰিবা ঘৃণা পাপীক নহই*
*জানিবা বিশুদ্ধ নিষ্পাপ তুমিও নহই।*
দোষে গুণে ভৰা এই বিচিত্ৰ জগত
সৰ্পৰো প্ৰয়োজন আছে ৰাখিবা মনত।
নিজ নিজ দোষ গুণ নিজে মাত্ৰ জানো
আনৰ দোষ দেখি নিজ দোষক নগনো।
গুৰুৰ বচন শুনি সব ভক্তগণ
মন ডাঠ কৰি লৈলা হৰিত শৰণ।
মাধৱৰ লীলামৃত মনে ধৰি থিত
হৰি হৰি বুলি সাধা আপোনাৰ হিত।



# মহাপুৰুষৰ দ্বাৰা ভক্তি তত্ত্বৰ বাখ্যা আৰু শিষ্যৰ প্ৰতি উপদেশ

## পদ

এতেক বচন বুলি আছে চক্ৰপাণি
ভক্তগণে প্ৰশ্ন কৰে আগ গুৰি জানি।
হাজাৰা আতৈৰ কথা জানে সৰ্ব্বজন
সৰ্ব্বদায় গুৰু ভক্তি হৰিতেসে মন।
তান পত্নী হৰি পৰ্ব্বা ৰূপত উৰ্ব্বশী
ভক্তিত অচলা জ্ঞান যেন সাক্ষাত লক্ষ্মী।
তাহাৰ তনয় ভৈলা নাম গোপীনাথ
অতীব সুন্দৰ পুত্ৰ গুণে জগন্নাথ।
গুৰুক ভকতি কৰে দিয়ে সদা দান
নাম প্ৰসঙ্গত যোগ দিয়ে বিদ্যমান।
এক দিনা গোপী নাথে গুৰুক পুছিলা
আতা সবে স্ব ইচ্ছাই ভকত বঢ়াইলা।
আপোনাৰ আদেশ হেতু নকৰে কটাক্ষ
তব অবিহনে সব লাগি যাব কক্ষ।
এক ঈশ্বৰেহে সৃষ্টি কৰিছে সবাকো
তাহাৰ আদেশ বিনা নোহে কতো একো।
সেইমতে আপোনাৰ আদেশ অবিহনে
কিমতে কৰিব শিষ্য অন্য অন্য জনে।
গুৰু বোলে শুনা বোপা ভাগৱদ পদ
শৰণীয়া গুৰু ভাগু শিষ্যই সম্পদ।
মন সদাগৰে নৰ তনু নৌকা পাই
ভাৰত বৰিব হাটে বাণিজ্য চলাই।

আশা ভৈলা কাল নদী ধন ভৈলা জল
লোভ মোহ কাম ক্ৰোধ উৰ্ম্মি যে সকল।
ডকা চাকনৈয়া পাক উৰ্ম্মি ই সবাই
খেদ তৃষ্ণা আবেগ আহি স্বৰূপ পাহৰাই।
কিছু তত্ত্ব নপাইলা খলক লগিল
পানীত নালাগে নাও তৰতে বুৰিল।
উপযুক্ত গুৰু যদি নাপাইব লাগ
তাক নভজিবা গুৰু কৈলো মহা ভাগ।
জীৱন সমুদ্ৰ মাজে নৌকা ডুব যাই
সৎ গুৰুৰ বুদ্ধিতেহে সাতুৰি পাৰ পাই।
বুদ্ধিয়ে চাপৰি জানা ধৈৰ্য্য গৰা পাৰ
পঞ্চ পৰ্ব্বা পাপে পলস ৰৈয়া আছে তাৰ।
সত্য শৌচ ক্ষমা দয়া চাৰি ডালি গছ
জ্ঞানে শিপা মেলি পাছে জলৰ পৰশ।
ত্ৰিতাপময় সংসৰাত জ্বালা কালা হই
সৎ গুৰুৰ উপদেশে পাৰত উঠই।
যদ্যপি অসৎ গুৰু তাহাক ভজই
গুৰু শিষ্য দুয়োজন জলে ডুবি যাই।
অপাৰ সংসাৰে জীৱে তৰণী নাপাই
সেয়ে সৎ গুৰু বিনে গতি কাৰো নাই।
কহয় মাধৱ গুৰু এই কথা সাৰ
হৰি হৰি বুলি হোৱা ভৱ নদী পাৰ।



# পৰ্ব্বতৰ হাতীয়ে চুৰাপাত খাই
# মাধৱদেৱৰ গুৰুৰ মোহ মায়া দূৰ কৰা উপায়

## পদ

পাছে এক কথা বোলে আতৈ চক্ৰপাণি
মাধৱদেৱে তত্ত্ব কথা বুলিলা বখানি।
ইটো কথা জ্ঞান গৰ্ভ গুৰুৱে বুলিলা
ভকতসকলে ইটো কথা বুজি লৈলা।
বৰবিলাৰ কৃষ্ণদেৱ ভক্ত একজন
তেলি কৃষ্ণৰ মিত্ৰ ছিলি পৰম সুজন।
কালৰ নিয়মে তেলি কৃষ্ণ চলি গৈলা
তাহাৰ ক্ৰিয়াৰ কথা গুৰুত বুলিলা।
গুৰু বোলে তেলি কৃষ্ণ অল্প মতিজন
এক আখ্যানক কও শুন দিয়া মন।
ভুপাল ৰাজ্যৰ ৰজা ভৃগু নৰপতি
ভৃগুৰিত নামে কন্যা তাহাৰ সন্ততি।
অতি ৰূপৱতী কন্যা ত্ৰৈলোক্য মোহিনী
গাণে, নাচে প্ৰিয় অতি সুমিষ্টবাদিনী।
ৰজাৰ এক ভৃত্য ছিলি সুবদনা নাম
ভাল মতে গান গায় মাত অনুপম।
ভাল গায়ক দেখি পাছে ৰাজকণ্যা সুন্দৰী
সুবদনৰ গলে মাল্য দিলা জোৰ কৰি।
পিতা-মাতা-ভাই-বন্ধু কাকো নামানিলা
সুবদনা চাকৰক স্বামীত্বে বৰিলা।

তাতে পাত্ৰ মন্ত্ৰী আৰু অন্যান্য যুৱক
উপপতি ভজি লয় সি সব লোকক।
সুবদনা ৰাজ কন্যাক কি কৰিতে পাৰে
বাসনা সম্ভোগ কৰে সি সব সবাৰে।
নিজ স্বামী ৰাজ ভৃত্য ঘোৰা, গৰু চায়
ৰাজ কন্যা কোনো দিনে কাষক নাযায়।
নাৰ্ব্বি নামে এক শাস্তি অতি সুলক্ষণী
স্বামী মৰি গৈলা জলে পৰিয়া আথানি।
মাছ মৰিয়াৰ পত্নী অতীব দুখুনী
সতী সাধ্বী পতি প্ৰিয়া শান্তমতিজনী।
পতিৰ মৃত দেহ লৈয়া গঙ্গা তীৰে যায়
মৃতদেহ সাবতিয়া অনেক কান্দয়।
ৰজাৰ নন্দিনী স্নানে নদী গৈছিল
নাৰীৰ কান্দোন দেখি হাসিয়া বুলিল।
অতি ৰূপৱতী তুমি যুৱতী সুন্দৰ
কান্দা কিবা হেতু লাগি কুৎসিৎজনৰ।
ৰূপ, যৌৱন আছে যেবে যুৱক পাইবা
তোমাৰ পছন্দ মতে স্বামী বৰি লবা।
তখন চড়ালী নাৰী ভৃগুৰ্ত্তিক চাই
বুলিবে লাগিলা কথা অতি ৰাগকৈ।

যদিও ৰাজ কন্যা তুমি বেশ্যা স্বভাৱৰ
ক্রীড়া কৰি থকা সঙ্গে পৰ পুৰুষৰ।
স্বামীক বঞ্চনা কৰি পৰ কাল খালি
নৰকৰ পথ মাত্র মুকলি কৰিলি।
তোমাৰ পাপ কলঙ্কৰ অন্যথা নহই
যমদূত ৰচি লই আছে বাট চাই।
পতিব্রতা নাৰীৰ বাবে স্বামী মহাধন
তপ, জপ, গুৰু, বন্ধু জানা সৰ্ব্বক্ষণ।
স্বামী ধ্যান, স্বামী ধন, স্বামী সৰ্ব্বজন
স্বামীৰ চিন্তায়ে মই ত্যজিব জীৱন।
ভৃগুৰ্ত্তি সুধিলা বাৰু যৌৱন কালত
কোনো যুৱা সঙ্গে নাই যৌন কৰ্মে ৰত?
মানুহ নোহয় কেৱল সব প্রাণীচয়
বাসনা সম্ভোগ লাগি সততে ভ্রময়।
এজনৰ সঙ্গে যদি প্রীতি সুখ নাই
যাৰ সঙ্গ সুখ পায় তাৰে সঙ্গে যাই।
*চড়ালী নন্দিনী বোলে বিষয়ৰ সুখ*
*সমস্ত যোনিত পায় সেই একে সুখ।*
*ইন্দ্ৰক মনত যেনে শশী সুখ দেই*
*ফেঁচাৰ সঙ্গত ফেঁচী সেই সুখে থাকই।*
*ৰজাৰ মনত যেনে ৰূপৱতী ৰাণী*
*কণাৰ মনতো তেনে সুখদাত্রী কাণী।*
এতেকতে মানুহ সবে পশু বৃত্তি ধৰি
অন্ন যোনি বিচাৰ কিছু নকৰয় ফুৰি।
নৰক দূৰত থোৱা ৰোগাক্রান্ত হয়
শত শত জনক যৌন ব্যাধি লগ পায়।

মদ গৰ্ব্ব পৰ্ব্বত জানিবা নিষ্ঠ কৰি
মন হব হস্তী ৰূপ মাতঙ্গ ইবাৰি।
পৰ ধন, দ্রব্য, তিৰি, পৰ যে পুৰুষ
অবস্তু জানিবা ইহা চুৰাপাত সদৃশ।
উচ্চলোকে মদ গৰ্ব্বে তাকে আনি খাই
নীচগণে পাপ ভয়ে স্পর্শ নকৰই।
তত্ত্বক নলয় আৰু নকৰে বিচাৰ
অজ্ঞানীজনৰ মাথো থাকে অহঙ্কাৰ।
পৰ দ্রব্য যোনি তিৰি কিছু নিবিচাৰে
পৰোৱা নকৰে কাকো মত্ত অহঙ্কাৰে।
গৰ্ব্বে মত্ত হইয়া সিটো কাকো নমানই
আপোনাৰ ধৰ্ম পত্নী ত্যজিয়া খেদই।
*সেই হেতু নাৰায়ণ দাস আতা কয়*
*পৰ্ব্বতৰ হাতীয়ে হেনো চুৰাপাত খায়।*
*কুৰি গণ্ডা পাপ কৰে পৰাচিত নাই*
*উচ্চ জাত গৰ্ব্বি লোক পাপ নৰ্কে যাই।*
তেলি কৃষ্ণ ভক্ত এক উদাসীনজন
আন যত মহা ভক্ত ইও তাৰা সম।
তাহাৰ উদ্ধাৰ হেতু কৰ্ম নলাগই
ভক্তগণ হৰি নামে উদ্ধাৰ কৰই।
যিটো মহা ভক্ত তাৰ শুনা শক্তি বল
বিচনা ওপৰে শিল ৰাখিলে প্রবল।
এৰা সূতা দিয়া আৰি ৰাখিয়া থৱয়
তাৰ তলে ভক্তগণে নিৰ্ব্বিঘ্নে শোৱয়।
খুৰ দিয়া শাকো পাতি নদীত ৰাখয়
তাহাৰ ওপৰে ভক্তগণ চলি যায়।

ধৰ্ম ঈশ্বৰত যাৰ অচলা ভকতি
তাহাৰ অন্যায় কৰে কাহাৰ শকতি।
এতেকতে ক্ৰিয়া কৰ্ম সব এৰা ভাই
কলি কালে ক্ৰিয়া কৰ্ম আৰ কিছু নাই।

✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪

তেলি কৃষ্ণ নাৰায়ণ ভকত চলিল
তাহাৰ শ্ৰাদ্ধৰ বাবে বিপ্ৰ নামাতিল।
ভক্তগণ সমে গুৰু হৰি নাম গাই
তাৰ মাঝে ভাগৱত শাস্ত্ৰক পঢ়ই।
ৰজাক শৰণ নিদিলেক গুৰুজন
এহি হেতু ভক্তগণ নাপায় যতন।
শিয়াল কাজি নামে এক অমাত্য প্ৰধান
ৰজা ঘৰৰ কাৰ্য্য কলাপ কৰয় বাখ্যান।
মাধৱদেৱক তিনি সদা লগ ধৰে
নানা শাস্ত্ৰ উল্লেখিয়া তাক বাখ্যা কৰে।
অৰ তৰ কত প্ৰশ্ন উত্থান কৰয়
অপবাখ্যা কৰি যশ তুলিবাক চায়।
এক দিন তিনি আহে মাধৱৰ পাশে
নানান শাস্ত্ৰৰ কথা সোধয় হৰিষে।
গুৰু বোলে কাজিবৰ কথা শুনিয়োক
শাস্ত্ৰ আখ্যান বলো মনত লয়োক।

## দুলড়ী

হৰি কীৰ্ত্তনৰ সময়ত যাৰা
থাকে অন্য কথা পতি
অন্ত কালে নিয়া যমদূতে ধৰি
কৰে তাক উগ্ৰ শাস্তি।
বেদৰ ৰহস্য হৰিৰ কীৰ্ত্তন
নুশুনিলে সাৱধানে
যমদূতে নিয়া তপত শলাক
বাহয় তাহাৰ কাণে।
এতেকতে বাপ সবাকে বুলিলো
অমৃত ভাণ্ড দেখিয়া
তাহাক এৰাই বিষ পিয়লাক
কি বাবে মুখত দিয়া।
শ্ৰীহৰি আতই তাহাক বুলিলা
শুনা সাধু ভক্তগণ
আমাৰ মনক কখনো নাযাই
সৰ্ব্বদাই আশাত মগন।
ধন জন বস্তু কনক কামিনী
এৰাবে নোৱাৰো মই
ই সবৰ হাত কিমতে এৰাও
বুলিও গুৰু বৰ্ণাই।
শুনিয়ো মাধৱ ভকত বান্ধৱ
আমাক বোলা বিশেষ
যদি পাপ সিজে মায়াৰ স্ৰজনে
কৰিলা প্ৰভু কি কাজ।
গুৰুজনে ভাবি ভকতক চাই
দিলন্ত পাছে উত্তৰ
শুনা ভক্তগণ যত মহাজন
ভাগৱত তত্ত্ব সাৰ।

সৃষ্টিৰ সময়ে প্ৰভুই স্ৰজিলা
ভক্তি মায়া দুইজনী
ভক্তিয়ে খোলয় মায়াই বান্ধয়
সৰু নোহে কোনোজনী।
মায়াজালে পৰি যদিহে মানৱে
সৃষ্টিক নকৰে জানি
প্ৰভুৰ সৃষ্টিৰ মায়াৰ ৰহস্য
সফল হৈব কাহানি।
এহি হেতু কেহে মায়াত আবদ্ধ
আছে যত প্ৰাণীচয়
ইসবক লাগি মায়াৰ সৃজন
পাতে খেলা কৃপাময়।
তুমি মই আদি যত কৰ্ম কৰি
প্ৰবৰ্ত্তহো নিৰন্তৰ
তেওঁৰ ইঙ্গিতে চলি ফিৰি ফুৰো
প্ৰভুৰ দৃষ্টিৰ ভিতৰ।
পাছে ভক্ত সবে গুৰুক পুছিলা
মায়া এৰাৰ উপাই
হৰি নাম লই মায়াক তৰই
অন্যত্ৰ উপাই নাই।
যেই প্ৰভু হৰি মায়াক স্ৰজিল
মায়াৰ দ্বাৰা সৃষ্টি হব
কিন্তু অন্য জীৱে মায়াক নেৰই
তাতে লয় ক্ষয় যাব।

মানৱৰ বাবে মায়া এৰাইবাৰ
আছেনে কিবা উপাই
গুৰুৱে বুলিলা যেয়ে স্ৰজে মায়া
মায়া ধ্বংসকাৰী সেই।
যেন মাটি সঙ্গে পানী মিহলাই
বোকাৰ সৃষ্টি কৰই
হাতৰ বোকাক গুচাব লাগিলে
পানীৰেহে ধৌত হই।
মানৱ জন্মত কৰ্ম নকৰিলে
জীৱন ধাৰণ নোহয়
মায়া বাদ দিয়া কৰ্মক ত্যেজিলে
ঘটিব মহা প্ৰলয়।
একাদশ ইন্দ্ৰ* মনেহে ৰাজন
কিন্তু অন্ধ ইটো মন
বুদ্ধি সত্বস্থ কৰিয়া জীৱই
হোৱয় ভৱ তৰণ।
অন্ধ মনে যদি কুপথে যাৱয়
নৰকৰ পথ লই
জ্ঞান বিবেকৰ নিৰ্দেশ মানিয়া
হৰিত বিশ্বাস লই।
হৰিৰ নাম ললে হৰিত বিশ্বাস
লাহে লাহে আহি যাই
সদ্ গুৰু পাশে হৰিত শৰণ
সশ্ৰদ্ধে লোৱা আশ্ৰই।

*ইন্দ্ৰ - ইন্দ্ৰিয়

বিনা গুৰু সেৱা সাধু সঙ্গ বিনে
জীৱৰ মুকুতি নাই
গুৰুত সঙ্গতি একান্ত ভকতি
তেবে বৈকুণ্ঠক পাই।
ইটো বাক্য বুলি মাধৱ গুৰুই
থাকিলন্ত মৌন হই
ভকতসকলে হৰি ধ্বনি কৰি
স্বস্থানক চলি যাই।

বাহাৰ ভিতৰ যতেক আছিল
সবাই বুজিয়া লই
গুৰুৰ মুখে নাম শুনিয়া লইলে
বৈকুণ্ঠত ঠাই পাই।
শুনা সৰ্ব্বজন কেদিন জীৱন
অন্যত্ৰ চিন্তাক এৰি
একান্ত মনেৰে গুৰু পদ স্মৰি
ডাকি বোলা হৰি হৰি।



## *পদ্ম আতাৰ তীৰ্থ যাত্ৰা আৰু মাধৱদেৱৰ দ্বাৰা বদলা নাম দান, পূৰ্ব্ব ৰাজ্যলৈকে প্ৰেৰণ*

### *পদ*

তাৰ পাছে বুলিলেক ভক্ত চক্ৰপাণি
পদ্ম আতা যিটোজন তাহাৰ কাহিনী।
জয়শ্ৰী বুঢ়ীৰ বাক্য ৰাখি পদ্মপাণি
লগত লইয়া ভূঞা পুত্ৰ যদুমনি।
কিছু দূৰ গৈয়া বহু সঙ্গী লগ পাইলা
তাহাৰ সহিতে হাইঠাগুৰিত থাকিলা।
তথাত ৰহন্তে ৰাতি লাগি এক লেঠা
যদুমনি গাইছিল ভটিমাৰ কথা।
ব্ৰহ্মা মহেশ্বৰে যাৰ চৰণ স্নেবয়
হেনয় গুৰুৰ পদে নমিলো সবায়।

শিৱ ভক্তসন্ন্যাসী আছিল একজন
ক্ৰোধে বুলিলেক পাছে শুনৰে অজ্ঞান।
ব্ৰহ্মা মহেশ্বৰ নিন্দা কৰ কিয় তই
তিনিজন একে পুৰুষ একে সম কাই।
খণ্ডে গালি পাৰি এক সাৰেঙ্গী তুলিলা
দেখি পাছে পদ্ম আতা হাতে আগুৰিলা।
কৃত্ৰিম খণ্ড দেখুৱালে যদুমনিক চাই
মাৰিলেক দুই ঢকা আলুফুল কই।
আটাহ পাৰিবৰ হেতু ইঙ্গিত কৰিলা
মৰিলো মৰিলো বুলি ভূমিত পৰিলা।

দেখি সব লোকগণ ঠাণ্ডা হৈ ৰল
কৌশলতে পদ্ম আতা কাজিয়া এৰাইল।
বুজিলেক আতা পাছে সন্ন্যাসীৰ মন
যদ্যপি সন্ন্যাসী ইহা পৰম দুৰ্জন।
হিতাহিত জ্ঞান নাই, নাই ৰীতি নীতি
গাজা, ভাং, ধোৱা, পান তাতেসে পীড়িতি।
ইসবৰ লগে আমি কভু নযাইবো
এই ভাবি গুণি ঠিক কৰে কৰ্ম সব।
জগন্নাথচৰণ আৰু যদুমনি লই
তিনিজনে পিছ পৰি আহিলা ওলাই।
যদিও পিছত আহিলেক জগন্নাথ
দিনাই গঞ্জ পাই তাতে বহিল ছায়াত।
গা বেয়া বাবে আতা যাব নোৱাৰিলা
পদ্ম আতা বেয়া লাগি তথাত ৰহিলা।
তাৰ পাছে আঠ দিন খোজ কাঢ়ি গই
ভক্তিপুৰ নামে ঠাইত থাকিলন্ত ৰই।
চিলিমপুৰ ঘাটে আহি গঙ্গা নদী পাই
স্নান দান পান কৰি গাৱ প্ৰক্ষালই।
জয়শ্ৰী বুঢ়ীৰ জালুক তাতেই পেলাই
এক গোটা কড়িসহ দিলেক উটাই।
তাৰ পৰা আহি দিনাজপুৰত থাকিল
দিনাজপুৰ এৰি আহি বেহাৰ পাইল।
খেজুৰৰ চিনি আৰু তেতেলিৰ ৰস
অম্বল কৰিয়া বিকে তাকে লইলেক।
বেহাৰ পাইয়া সবে আনন্দ মিলিল
মধুপুৰ ক্ষেত্ৰে গৈয়া উপনীত ভৈলা।

গুৰুৰ আগত নিয়া অম্বলক দিলা
গঙ্গা জল মৃতি কাক সবাকে যাচিলা।
তীৰ্থৰ প্ৰসাদ সবে ভাগ বাটি খাই
গুৰুজন সঙ্গে ৰৈলা এক মাহ লই।
পৰমাৰ্থ তত্ত্ব কথা গুৰুত পুছিলা
সংক্ষিপ্ত কৰিয়া গুৰু সবাকে বুলিলা।
ভক্তগণ সমন্বিতে সবাই শুনয়
পদ্ম আতা ভিন্ন কাৰো মনত নৰয়।
এক মাহ কথা শুনিলন্ত পদ্মৰাই
গুৰুৰ চৰিত কথা সমস্তে জানই।
শ্ৰীশঙ্কৰ গুৰুৰ যত চৰিত্ৰ আছিল
একে একে গুৰুজন পদ্মত বুলিল।
তাৰ পাছে বুলিলেক আতা চক্ৰপাণি
বদুলা পদ্মক পঠাই দিবেক উজনি।
উজনী গৈছিল গুৰু যৌৱন কালত
নানা বাধা সন্মুখীন ভৈলন্ত তথাত।
অসম ৰাজ্যৰ বিষম কথা মনত সুৱৰি
শিষ্যসহ গুৰুজন আহিলেক ঘুৰি।
ফুলবাৰী থানে গুৰু যত দিন আছিল
পুব ফালে মুখ কৰি নীৰিক্ষি থাকিল।
বিপৰ্য্যয় বহুতো মিলিল তথা কাৰ
হেৰাল ৰাজ দণ্ডে হৰি জোঁৱাই তাহাৰ।
সাত দিন পাল নাম ধৰিলা তথাত
আমাক ফিৰাই গুৰু লৈয়া আহিলন্ত।
বিপদ জানিয়া তাত গুৰু নৰইলা
শিষ্য সমে কোচ ৰাজ্যে ভটিয়াই আহিলা।

পাটবাউসী থানে আহি ৰল বহু দিন
উজনীৰ পৰা আহে ভক্ত তিনিজন।
খবৰ দিলেক আহি উজনী ৰাজ্যৰ
ৰজা ৰাজ বিষয়াৰ মনে অথন্তৰ।
বিনা দোষে হৰি নামৰ যুৱক কাটিলা
ভক্তগণ অনেককে কত শাস্তি দিলা।
এই অপৰাধে গুৰু গৈলা ভটিয়াই
শিষ্যগণো চলি গৈলা সঙ্গত তথাই।
ৰজা বোলে পুনৰাই মাতি অনা গই
অসম ৰাজ্যত থাকোক ধৰ্ম প্ৰৱৰ্ত্তাই।
গুৰুৰ আগত যেবে এই কথা কৈলা
উজনী ৰাজ্যক লাগি আমাক পাঠিলা।
সখি নাৰায়ণ দাস ৰাখিল আমাক
ফিৰি গৈলা তিনিজন ভক্ত ভূঞা লোক।
সি ৰাজ্যৰ বাবে গুৰুৰ মনত অসন্তোষ
তুমি গৈয়া প্ৰচাৰ কৰা আমাৰ ধৰ্মক।
পদ্ম বোলে নোহো সুখী আপোনাক এৰি
উজনীৰ লৰা মই নযাইবো ঘুৰি।
তব পদ পঙ্কজত শিৰ ৰাখি মই
আচৰিব তব ধৰ্ম মৰণ সময় লই।
অসম ৰজাৰ ধৰ্ম বুদ্ধ সত্য জান
বুদ্ধ শাস্ত্ৰে নাই জ্ঞান পশু আচৰণ।
ঈশ্বৰ ভাগৱত কিম্বা শাস্ত্ৰ নজানয়
খলজনে কথা লগাই সাধুক পীড়য়।
এতেকতে কিছু ধৰ্ম কৰিতে নপাৰি
মোৰ শক্তি এত নোহে ৰাজ কৰ্মচাৰী।

ইসবক বুজাই মই কিবা কাৰ্য্য সাধি
সুজিব গুৰুৰ ধাৰ অধম কু-বুদ্ধি।
মাহ* দিন গুৰুৰ কথা বুলিলো যে মই
আৰু কিবা লাগে যদি দিবেক জনাই।
শাস্ত্ৰক বুজালো মই শক্তি অনুসাৰে
কিবা যদি খোজা আৰু বুলিও সম্ভৱে।
মহা মহা মুনিৰো কাজে মতিভ্ৰম হয়
নাজানি কৰিলে পাপ দোষ নথাকয়।
পাপ কৰি অনুতাপ যদিহে কৰই
প্ৰভুৰ সমীপে ক্ষমা খুজিবা সদাই।
প্ৰভুৰেহে মায়া ইটো বিশ্ব চৰাচৰ
ভাগ্যে দোষ নঘটিলে নোহে লৰচৰ।
ফাগু হইতে হস্তী গৈলা গুৰু পলাইল
ৰাজ ৰোষে প্ৰাণ যাব হৰিৰ আছিল।
পূৰ্ব্ব কৰ্ম ফলে বাচাৰ গল কটা গৈলা
মনুৰ বৈধব্য যোগ তাহাতে মিলিলা।
গল কটা সময়ত আমিয়ে কাষত
মৰণ নহল আমাৰ, চাউডাঙৰ হাতত।
যেয়ে যত যাব লাগে এৰণ নযাই
জুই, পানী, সৰ্পে প্ৰহ্লাদ লোম নলৰই।
পৰাশৰ, বিশ্বামিত্ৰ যোগিন্দ্ৰসকল
কণক কামিনীৰ হাত এৰাইতে নাৰিল।
সামান্য মনুষ্য আমি কিমতে এৰাও
হৰি নাম ধৰ্ম মাত্ৰ আশ্ৰয় কৰি লও।
আমাক দেখিছা জানো তুমি ভালকই
নেদেখিছা যদি দেখাইব নিজে মই।

*মাহ - একমাহ

এই বুলি মুখ গুৰু মেলিয়া যে দিল
প্ৰথমে শঙ্কৰ গুৰু গৰ্ভত দেখিল।
গুৰু অন্তৰ্দ্ধান ভৈলা কৃষ্ণ ৰূপ লই
তাৰ পাছে মাধৱ গুৰু শঙ্কৰ ৰূপ লই।
পদ্ম আতা দেখি পাছে বিস্ময় মানিল
দণ্ডবটে প্ৰণামিয়া চৰণ ধূলি লৈল।
বুলিলা মাধৱ পাছে পদ্মক চাইয়া
উজনীক লাগি তুমি যোৱাহে চলিয়া।
ধৰ্ম ৰাজ্য বিস্তাৰিব তোমাৰ নামত
বদলা নামেতে খ্যাতি লভিবা ৰাজ্যত।
আমাৰ বদলি তুমি উজনী চলিলা
এই হেতু বদলা নাম তোমাত থাকিলা।
তোমাৰ মনত ৰজ চৰিত যতেক
প্ৰকাশিব তব হন্তে সমস্ত লোকত।
ই ঠাই এৰিয়া তুমি জনীয়া যাইবা
আমাৰ সখীক লগ তথাতে পাইবা।
তাহাত সুবিধা কথা যিথিনি সঙ্গত
এক মাহ থাকি যাবা তাহাৰ লগত।
তাৰ পাছে তুমি মথুৰাক লগ ধৰি
তথাত থাকিবা তুমি ছয় মাহ ধৰি।
ধৰ্মৰ তত্ত্বক তুমি ভালমতে লবা
কদাচিতো অন্য কথা মনত নানিবা।
সখীক ধৰিবা ভালমতে সেৱা কৰি
মজিয়া লিৰ সুখক জানিবা ভাল কৰি।
চাৰিবেৰা গুছাই পাছে মাজেক দেখাই
ই সব কথাৰ তত্ত্ব লবা ভালকই।

মথুৰা দাসক সুধি লবা যতনাই
নাওৰা তল দোমোজাত সুখ কিটো হই।
বৰপেটা এৰি চমৰীয়া লাগি যাবা
বৰবিষ্ণু আতাক তুমি প্ৰণাম জনাইবা।
গোপালৰ ঠাই যাবা ভবানীপুৰক
তাৰ পাছে চলি যাবা লাগি উজনীক।
আতা সবৰ গৃহে গৈয়া যদি লগ লোবা
একে একে প্ৰতিজনে কথা জানি লোবা।
চৈতলে যিটো সুখ চৈ দাণ্ডি চাই
বিষ্ণু হন্তে সিটো কথা লবা ভালকই।
মানুহৰ আয়ু জানা বৰ্ষ ছয় কুৰি
নিদ্ৰাত গৈলন্ত কাটি তাৰ তিনি কুৰি।
শৈশৱ কালত কুৰি বৰ্ষ পাব ভৈলা
তাৰ পাছে বৃদ্ধ কালে কুৰি বৰ্ষ গৈলা।
পূৰ্ণ আয়ু ভৈলা মাত্ৰ কুৰি বৰ্ষ কাল
হৰি নাম কীৰ্ত্তন কৰ্ম কৰিবাৰ ভাল।
অৰ্দ্ধ আয়ু হলে আৰু তাৰে দিন যাই
কাম, ক্ৰোধ কুম্ভীৰে সততে লগ পাই।
এত বুলি গুৰুজন তাঙ্ক আদেশিলা
উজনীক যাইবা লাগি দঢ়াই বুলিলা।
তথাপিতো পদ্মপাণি মনত সংশয়
উজনীক যাইবে কভু ইচ্ছা নকৰয়।
পুনৰপি স্তুতি বাণী বোলে মাধৱত
সংসাৰৰ তাপে পুৰি আছে নিতে নিত।
তযু পাদ পদ্ম শ্বেত ছত্ৰ পাই মই
জিৰাইলো কিছু দিন ছত্ৰৰ ছায়াই।

আকৌ ঠেলিয়া মোক পঠায় তাপলৈ
এইবাৰে যাব ইচ্ছা মনে নকৰই।
লোক সব কিবা চিহ্নে লইব আমাক
কিবা গুণ দেখাইব লোক সমাজক।
গুৰু বোলে বংশীগোপাল চলিছে তালৈ
প্ৰচাৰিছে গুৰু ধৰ্ম খোদ মোদ* কই।
গুৰুৰ ধৰম প্ৰচাৰিবা ভাল মতে
পঠাইলো তোমাক আমি জানিবা এহিতে।
লোক সবে গুৰু ধৰ্ম বুজি পোৱা নাই
তুমি গলে গুৰু ধৰ্ম ধৰিব সবাই।
চিন্তা এৰা বোপা তুমি শীঘ্ৰে চলি যোৱা
আমাৰ বাক্যক শিৰে ধৰি খোৰ্জ লোৱা।

পুনৰপি পদ্ম আতা আপত্তি জনাই
শ্ৰীৰাম আতা বাধা দিয়া মাতে ঘপৰাই।
হৰিৰ নন্দন তুমি ভুল কিয় কৰা
গুৰু উপদেশ তুমি শিৰ পাতি ধৰা।
দুবাৰ আপত্তি জনাই থাকিলা ই ঠাই
তিনিবাৰ খৰ্চ্চিলে° নৰকে পাবা ঠাই।
তাৰ পাছে পদ্ম আতা গুৰুক নমিলা
শ্ৰীৰামৰ পাৱে পৰি প্ৰণাম কৰিলা।
লাহে লাহে উজনীক লাগি যাবলই
মাধবৰ পদৰেণু শিৰে তুলি লই।
শঙ্কৰ মাধৱৰ নাম হৃদয়ত ধৰি
সব লোকে উল্লাসেৰে বোলা হৰি হৰি।

*খোদ মোদ - ছেগা চোৰোকা

°খৰ্চ্চিলে - উলঙ্ঘিলে



## গুৰুজনৰ উপদেশত বদলা পদ্ম আতাৰ উজনী যাত্ৰা সঁৰে দুৱাৰত স্নান-ভোজন বৰবিষ্ণু আতাৰ সৈতে মিলন আৰু কথোপকথন।

### পদ

চক্ৰপাণি বোলে কথা তত্ত্ব সাৰ জানি
পদ্ম আতা কেন মতে আহিলা উজনী।
মনে ইচ্ছা নকৰয় গুৰু ত্যাগীবাৰে
কিন্তু গুৰু বাক্য তেওঁ এৰাইতে নপাৰে।

ভাটৌকুচি গাঁওবাসী কেশৱচৰণ
দুইজন আতা গুৰু ভকত পৰম।
দুইকো নামঘৰে বহাই ৰহস্য বুলিলা
হৃদয়ৰ বস্তু যিবা উজাৰিয়া দিলা।

দুইজনে আঁতে হয়া একাত্মা হইল
গুৰুৰ হৃদয়ৰ বস্তু গ্ৰহণ কৰিল।
তাৰ পাছে আৰু চাৰি কথাক বোলয়
জগতৰ সাধু সন্ত কিমতে চলয়।
পূৰ্ব্বাপৰ যাত্ৰা কাল চাবা ভাল কৰি
সঙ্গৰ যতেক বস্তু ভালকৈ বিচাৰি।
পূৱ দিকে প্ৰথমতে তিনি খোজ দিবা
যাত্ৰা কালে প্ৰথম তিনি ফিৰিয়া দেখিবা।
পিছত মাত দিলে যাত্ৰা সফল নোহয়
মাতৃ যদি মাতে কিন্তু অধিক ফল পায়।
বাচি খাবা জাগি শুবা পথত নাচাই
তিনিজনত কথা সুধি বুদ্ধি স্থিৰ কই।
এনেদৰে ধৰ্মৰাজ্যৰ অধিকাৰী হবা
সত্য পথ, সত্য কথা কদাচ নেৰিবা।
সবাৰে আগত আঠু কাঢ়িল আতাই
ভক্তগণ তাকে দেখি নিজে আঠু লই।
পৰমাৰ্থ তত্ত্ব জানিলন্ত মহামতি
আশীৰ্ব্বাদ দিলা গুৰু আতাক সম্প্ৰতি।
যিবাখিনি বুলি আছা গুৰুৰ চৰিত
তোমাৰ পিছত কথা হুইব বিদিত।
চৰণৰ ধূলি লই আতা চলি যাই
ভক্তগণে শাৰী পাতি আনে আগবঢ়াই।
পীড়ালিৰ পৰা গুৰুজনে একেথৰে
অনিমেষ নয়নে তাক শুভ দৃষ্টি কৰে।
চকুৰ লোতক মচি আতা চলি যাই
তোৰচাৰ ঘাটে গৈয়া নৌকাত উঠই।

নাওবৈচা আলধৰা লগে সাতজন
দিয়াছিল গুৰুজনে চিৰাৰ যতন।
ৰেজিনী কলেৰে আৰু গুড়, চিৰা লই
সবৈদুৱা ঘাট পালে তাতে খাব গই।
নৌকা চলি আহি গল তীৰৰ বেগত
সবৈ দুৱাৰ চাৰি আহিল নপাইল তত।
নৌকাৰ ভিতৰে বহি কথা আলোচিলা
পানী আনা এক বুঢ়ী শুনি মাত দিলা।
সবৈদোৱা এৰি আইলা একটি মোচৰ
তাতে আছে কলগছ, দধি নিৰন্তৰ।
পাছে সবে নাও ফিৰাই উলটি গইল
সবৈডৱা ঘাটে নাও বান্ধিয়া ৰাখিল।
দৈ, চিৰা, কল আৰু সান্দহ যতেক
ভগাই খাইল স্নান কৰিয়া প্ৰত্যেক।
আনন্দতে হৰি ধ্বনি কৰে ভক্তগণ
এনেদৰে নৌকা চৰি আহে দশদিন।
নাৱৰ গৰ্ভ মাৱৰ গৰ্ভ জানিবা সমান
নৌকা যাত্ৰাত কষ্ট নাই জানে সৰ্ব্বজন।
ই কাৰণে জ্ঞানীগণে বচনে বোলয়,
নাৱ মাৱৰ গৰ্ভ সুখ একে ৰকম হয়।
ভাগৱত, গীতা শাস্ত্ৰ আতাই পঢ়িলা
ভক্তগণে তাকে শুনি আনন্দ লভিলা।
উজাই আহিলা নৌকা লুইতৰ জলত
দশদিনে পাইলা আহি কুলচীৰ মুখত।
কুলচীৰে কিছু দূৰ আগুৱাই গৈলা
তাৰ পাছে এক দিন তথাত লাগিলা।

নদীৰ ঘাটত সবে নৌকা বান্ধি ৰই
পথ ক্লান্তি হেতু সবে ক্ষণেক জিৰাই।
পাছে যদুমনি তাৰ পৰা উঠি গৈলা
পদ্ম আতাৰ আগমন বিষ্ণুত জনাইলা।
আতা অহা বাৰ্ত্তা পাই হৰি মল নাতি
ক্ষিপ্ৰ বেগে আহিলেক যেন অশ্বগতি।
পিছে পিছে আহিলন্ত ভক্ত চাৰিজন
সবে আহি কৰ যোৰে কৰে আলিঙ্গন।
ভক্ত সবে ভৰি চুই সেৱাক জনাই
মিলন আনন্দে ডুবি সবাই হাসই।
সাবতা সাবতি কৰি পৰাণ জুৰায়
যেন চমৰীয়া থানে উৎসৱ মিলয়।
মলিনৰ মাজে সবে আনন্দে হাসয়
গুৰুৰ বাতৰি বিষ্ণু পদ্মত পুছয়।
আগবাঢ়ি দুই খোজ সবেও কাঢ়িলা
আগে চলা বুলি বিষ্ণু আতাই বুলিলা।
পদ্ম আতা বোলে বাপ আপুনি আগত
জেষ্ঠ্য পুত্ৰ সম তুমি গুৰুৰ পাশত।
আগে ধৰ্ম ধৰিয়াচ জেষ্ঠ্য ভ্ৰাতা মানি
সেয়ে যাব লাগে আগে শাস্ত্ৰৰ প্ৰমাণি।
বিষ্ণু আতা বোলে বাপ কণিষ্ঠ যদ্যপি
ধৰ্মৰ ভাণ্ডাৰ তব হাতে দিল সপি।
দুইজনে একে শাৰী পাতিয়া চলিলা
কিছু ক্ষণ পৰে গৈয়া বাহা প্ৰবেশিলা।
বিষ্ণু আতা বোলে বাপ গুৰু বৃদ্ধ ভৈলা
হৃদয় উজাৰি বস্তু তব হস্তে দিলা।
ভৰি, হাত পখালিয়া কঠত ৰহিলা
আলধৰিয়াগণ আহি গুৱা, পাণ দিলা।
কীৰ্ত্তন ঘৰ প্ৰবেশিয়া তথাত দেখিল
ভক্তগণে কঠ পাৰি আগতে ৰাখিল।
তথাত বহিল গৈয়া লব বুঢ়া নাতি
একে একে প্ৰণামিয়া ভক্তজন প্ৰতি।
দুইজনে আঠু কাঢ়ি সেৱিবাক চায়
আতা বোলে ইটো কৰ্ম কৰিবে নপায়।
*কীৰ্ত্তন ঘৰ জানিবা আমাৰ বৈকুণ্ঠ সাক্ষাত*
*সেৱা লোৱা নিয়ম নাই প্ৰভুৰ থানত।*
নমস্কাৰ কৰি যোৱা সবে ভক্তগণ
তুমি আমি একে সবে অতি হীন জন।
নাম প্ৰসঙ্গক কৰি সবাই অতাই
বাহাক আহিল সবে নানা কথা কই।
বাহাত বহিলা আৰু জলপান কৰে
এক জনে দিলা পানী ভৰি ধুইবাৰে।
আতা বোলে ভৰি ধোৱা সময় নোহই
প্ৰসঙ্গত সব কথা বুলিব বুজাই।
জলপান কৰি আহি চম্পাৰ নন্দন
দুইজনে কৰিলেক কৃষ্ণক বন্দন।
তাৰ পৰে বহি দুয়ো গুৱা, পান কৰি
থানৰ বাৰ্ত্তাক সোধে অতি মন কৰি।
পৰবৰ্ত্তি সময়ত শাস্ত্ৰ আলোচিলা
গুৰু দেউ নাম ভকত বুজাই বুলিলা।
বাখ্যাৰ মাজতে পাছে কোন শ্ৰেষ্ঠজন
নিজক কণিষ্ঠ বুলি কয় দুয়োজন।

আত্ম লঘিমাক দেখা কেনে বিপৰীত
আপোনাক শ্ৰেষ্ঠ বুলি নকয় কদাচিত।
তাৰ পাচে বিষ্ণু আতা বুলিলা কাহিনী
শুনিয়োক বাপ এবে পুৰাণৰ বাণী।
বিদৰ্ভ নগৰে এক ধনী সদাগৰ
নবজনা পুত্ৰ তাৰ আৰু পৰিবাৰ।
ধন ৰত্ন অৰ্ব্বুদয় হীৰা মনি সোণ
সমস্তকে যত্নে ৰাখে নিজ ঘৈণীজন।
কালৰ চক্ৰত ঘৈণী আগতে চলিল
নজনী বোৱাৰীক আদৰি আনিল।
কৰ্ম শক্তি, দৈহিক শক্তি আছিল তখন
তবু বিবাহ কৰিবাৰে নকৰিলা মন।
পত্নী চলি গৈলা ধন কাৰ হাতে দিব
উপযুক্ত কোনজনী কেনেকৈ জানিব।
কোনজনী ভাল জানে ধনৰ ব্যৱহাৰ
বুদ্ধিমতী শ্ৰেষ্ঠ কোন ইহঁতৰ মাজৰ।
পৰীক্ষা কৰিলা এদিন সবাকেই চাই
বাহিৰৰ পটাপত্ৰ ৰাখিলা লুকাই।
ৰান্ধনী দেখিল পাছে পটাপত্ৰ নাই
কোনে নিলে কিবা হল একো নজানই।
সাউদ বোলে আই সব শুনি পালো মই
অতি মৰমৰ কিন্তু বেচি মূল্য নই।
ইটো পটাপত্ৰ মই বিদেশৰ পৰা
ক্ৰয় কৰি আনিছিলো শিলৰ টুকুৰা।
ধক্ ধক্ কৰে বগা স্ফটিক মনি যেন
দেখিলেই মনে হয় অতি মূল্যবান।

শুনিছানে আই সব শুনি পালো মই
শেন এক আহি পটাপত্ৰ লৈ যাই।
যত্ন কৰি আনা গই খেদিয়া শেনক
চাকৰক কোৱা যাই বস্তু গোট আনক।
যেহেতু গধুৰ বস্তু নাযাই দুৰলই
বাৰীৰ জোপোহা গছে পৰিয়া আছই।
কথা শুনি আঠ বধু বাহিৰক গৈলা
কণিষ্ঠ বোৱাৰী কিন্তু ভিতৰত ৰৈলা।
সবে বাহিৰত চায় পটাপত্ৰ নাই
কৈক গৈলা শেন গোট কেৱে দেখা নাই।
সকলো বোৱাৰী সবে ওপৰক চাই
বাহিৰ চোতালে আছে শেন নিৰিখাই।
নেদেখিয়া কণিষ্ঠক বুঢ়া গৃহে গৈলা
কিয় তুমি শেনক দেখিবে নগৈলা।
বধু বোলে পটাপত্ৰ শেনে নিনিবই
শিল নিয়া কি কৰিব হিংসুক চৰাই।
মাছ খায়, মাংস খায়, চৰাই ধৰি খায়
অন্য বস্তু বাহানিক কভু নচাৱয়।
কথা বুজি আমি পিতা বাহিৰ হোৱা নাই
পটাপুত্ৰ হয় তোবা আনে দলিয়াই।
শিল পানীত ভাহে বুলি যদি কেৱে কয়
তাতে যিসকল লোক পতিয়ন যায়।
দুদিনতে সব নষ্ট গৃহস্থী হইব
বুদ্ধিহীন জনে কভু উদ্গতি নাপাইব।
তাকে শুনি সদাগৰে ধন্যবাদ দিলা
নজনী বোৱাৰীৰ মাঝে মুৰব্বী পতিলা।

এতেকে কণিষ্ঠ ভক্ত তুমি মহাজন
আমাত কৰিয়া পালা বহু তথ্য জ্ঞান।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
আৰু এক আখ্যান শুনা ভক্তবৰ
একজন গৃহস্থে পাতে ডিঙৰা বিস্তৰ।
ৰাতি কালে বান্ধ বান্ধি থাকিলন্ত চাই
কিন্তু পানী নাই দেখি মাছক নাপাই।
প্ৰভাততে বৃষ্টি আহি পানী বাঢ়ি গৈলা
ভটিয়াই আহি মাছ ডিঙৰা ভৰিলা।
মাছ নাপাই গৃহস্থই ঘৰে থাকিল শুই
সেই সময়ত অন্য নাৱৰীয়া যাই।
দেখিলা ডিঙৰা গোট মাছ ভৰি-আছে
খুলি মেলি ডিঙৰাবোৰ মাছ আনে পাছে।
ডিঙৰা খুলিয়া মাছ পাইলা বহুত
আছল গৃহস্থ আহিল সেই সময়ত।
বৃষ্টি বাঢ়ি গল হেতু পানী বাঢ়ি যাই
যতেক ডিঙৰা মানে লৈ গৈলা উটাই।
গৃহস্থ আহিয়া পাছে তাহাক দেখিলা
উটি অহা ডিঙৰাক বুটলি আনিলা।
মাছ নাই তেতিয়াও কৰে হায় হায়
ওৰে ৰাতি খাটি ৰলো মাছৰ আশায়।
পাছে সেই নাৱৰীয়া কাষ চাপি আহি
বুলিলেক ডিঙৰাবোৰ আছে মাত্ৰ ভাহি।
পালানে নাপালা মাছ সোধে গৃহস্থক
বোলে কিছু নাই ভাই খাটো অনাহক।
ভাগ্য নাই তোমাৰ খাটিলা-অকাৰণ
নাও কুন্ধি ভৰাই ললো চোবা এতিক্ষণ।

গৃহস্থই বোলে মাছ কত পালি তই
ভাগ্যত থাকিলে বস্তু আপুনি আহই।
এই বুলি অধিক মাছ গৃহস্থক দিলা
আগৰ বিস্তৰ কথা তাহাক জনাইলা।
অধিকাংশ মাছ দিয়া নাৱৰীয়াজন
বোলে মালিক ৰাতি খপি মৰো অকাৰণ।
আপোনাৰ পৰা খুজি ললো মাছ পাছে
সেইজনে পাব দ্ৰব্য ভাগ্যে যাৰ আছে।
এতেকতে তুমি ভাই শেষত লইলা
কণিষ্ঠ পুত্ৰৰ সম বস্তুক পাইলা।
তব পাশে খুজি আনি লইবো সদায়
যোগ্য ভোগ্যো বসুন্ধৰা সবাই জানয়।
এতেকতে তুমি ভাই মহা ভাগ্যবান
আমি হব নোৱাৰিলো তোমাৰ সমান।
এই বুলি আৰু এক আখ্যান জুৰিলা
পদ্ম আতা হাঁহি হাঁহি সবাকে শুনিলা।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
কথাৰ সুখ সাগৰত মজি দুইজন
নানান প্ৰকাৰে কথা কৰে আলোচন।
তাৰ পাছে বিষ্ণু আতা গল্প আৰম্ভিলা
তিনিজন সাউদৰ কথা বুলিবে লাগিলা।
কথা সুখ সাগৰত মজি দুইজন
নানান প্ৰকাৰে কৰে গল্প আলোচন।
প্ৰথম গল্পত বোলে সাউদৰ কথা
আখ্যান বুলিয়া কয় আপোনাৰ কথা।
উৎকল ৰাজ্যত ছিল সাউদ একজন
ধনবন্ত আঢ্যবন্ত অতি ভাগ্যবান।

সুবৰ্ণ মাণিক ৰত্ন বস্তুৰ সীমা নাই
নব পুত্ৰ বোৱাৰী তাৰ বিবাহ কৰাই।
বৃদ্ধ হল বাবে আৰু বিদেশে নাযাই
গৃহতে থাকিলা বেপাৰ বাণিজ্য চলাই।
কাষতে আছিল উচ্চ জমি এডোখৰ
ফলৰ বাগান তাতে খুলিলা বিস্তৰ।
বহু ৰকম ফল বাগানে লাগিল
জেষ্ঠ্য পুত্ৰগণে ধন সম্ভোগ পাইল।
তাৰা সবে গৃহস্থীৰ চিন্তা নকৰয়
অকৰ্মাণ্য হুয়া মাত্ৰ দেশত ঘুৰি খায়।
বেপাৰ বাণিজ্য লাগি তাহাৰ মন নাই
পিতাকৰ সম্পত্তিত ধুণ মাৰি খাই।
কালৰ গতিত সাউদ বৃদ্ধ কাল পালে
সদাগৰে পুত্ৰগণক ধন, সোণ দিলে।
ধন, সোণৰ ভাগ পাই বেলেগ হইয়া
পিতৃ ধনৰ ওপৰত খাইল বহিয়া।
অৱশেষত বৃদ্ধ কালে সৰু পৰিবাৰে
প্ৰসবিলা এটি পুত্ৰ, স্বামী ঔৰসেৰে।
মৰমৰ শেহতীয়া পুত্ৰ কোলে লই
কিবা দিব ধন, সোণ কিছু একো নাই।
কালৰ নিয়মে শিশু ডাঙৰ হইল
ফলৰ বাগানখনি তাহাকেই দিল।
অকৰ্মাণ্য পুত্ৰগণে হাতে ধন পাই
ধুম ধাম খৰচ কৰি পেলাইল খাই।
কণিষ্ঠক বাগান দিয়া সাউদ চলি গৈলা
তাহাৰ হাতত মাত্ৰ বাগান থাকিলা।

এক মনে বাগানখনি চাফ চিকুনাই
কৰিলা অনেক যত্ন মানুহ লগাই।
তাহাৰ যত্নতে বাগ ফলবান হইলা
শকত ধনৰ মোনা বছৰে পাইলা।
জেষ্ঠ্যগণ একে একে দৰিদ্ৰ হইল
কণিষ্ঠৰ বাগানখনি বেচ ধন দিল।
ডাঙৰ ভাতৃগণে সোণ তাহাতে বিকয়
খাদ্য দ্ৰব্য লাগি তাক খৰচ কৰি খায়।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
সাত ভাইৰ ধন, সোণ তাৰ হাতে আইলা
সদাগৰৰ যত সোণ কণিষ্ঠই পাইলা।
কণিষ্ঠ ভ্ৰাতাৰ ধন বৃদ্ধি পাই যায়
ডাঙৰ ভাইগণে শেষে দৰিদ্ৰ হোৱয়।
সেই মৰ্মে আপোনাৰো গুৰুৰ কাষত
কণিষ্ঠতম শিষ্যৰ খ্যাতি লোক সমাজত।
কিন্তু নিজ বুদ্ধি আৰু ভাগ্য অনুসাৰে
আপোনাৰ থাকিল বিত্ত সবাৰ উপৰে।
গুণ কৰ্মে শ্ৰেষ্ঠ জেষ্ঠ্য আপুনি সবাৰ
যদিও শেষত ধৰ্ম লৈলা মাধৱৰ।
এই বুলি বিষ্ণু আতা ক্ষণেক জিৰাই
ভকতসকলে শুনি চাপৰি বজাই।
তামোল এখন খাই আতা কয় পুনৰাই
আৰু এটি গল্প কও শুনা ভক্তৰাই।
এই বুলি বিষ্ণু আতা আৰম্ভ কৰিলা
ভক্তগণে মৌন হুয়া গল্পক শুনিলা।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪

প্ৰমীলা ৰাজ্যত এক ধনী সদাগৰ
কুৰিখন নৌকা লৈয়া ফুৰে নিৰন্তৰ।
দক্ষিণ সাগৰ হুয়া পূব দিকে যায়
ধন, ৰত্ন, হীৰা, মাণিক কতনা আনয়।
পোৱাল সুবৰ্ণ আৰু কাঞ্চন ৰজত
চপাইল বহু ধন আপোন যত্নত।
আৰু এক অমূল্য হীৰা নাম যে কৌস্তুভ
গোপনতে ক্ৰয় কৰি ৰাখে লুকায়ি তাক।
ওঠৰ যে পুত্ৰ তাৰ ওঠৰ বোৱাৰী
তিনিজনী ভাৰ্য্যা সঙ্গে থাকে ক্ৰীড়া কৰি।
অৱশেষে সদাগৰ বৃদ্ধ কাল ভৈলা
সোতৰ পুত্ৰক সোতৰ কৌটী দ্ৰোণ দিলা।
কণিষ্ঠ আছিল নাবালক তেতিক্ষণ
সি সময় নেদিলন্ত কোনো ৰত্ন ধন।
লাহে লাহে সদাগৰ বৃদ্ধ হৈ গৈলা
কণিষ্ঠ পুত্ৰৰ বাবে চিন্তিত হইলা।
ঘৰত আছিল হীৰাৰ টুকুৰযে এক
শেষ কালে দিলা হীৰাৰ টুকুৰা তাহাক।
প্ৰথমতে দেখে হীৰা কিবা বস্তু পাইলা
পৈতৃক সম্পত্তি বুলি ভালকৈ ৰাখিলা।
লাহে লাহে সাউদ কুমাৰ দুখীয়া হইল
যিখিনি সম্পত্তি আছিল সব বিক্ৰী গইল।
একদা আহিল বণিক গহণা কাৰবাৰী
ভাঙা অলঙ্কাৰ কিনে গাৱে গাৱে ঘুৰি।
সাউদৰ পৰিবাৰে তাহাক মাতিলা
কাৰবাৰী জনে চাই একশ ৰূপ দিলা।

আৰু এক বেপাৰী লোক হঠাতে আহিল
হীৰাৰ টুকুৰা খণ্ড দেখিয়ে বুলিল।
দুশ টকা ৰূপ মই দিম এতিয়াই
দিবাকি নিদিবা মোক কোৱা ভাবি চাই।
আগতে অহাজনে তিনশ টকা দিবো
প্ৰথমে আহিছো মই দিবই লাগিবো।
দ্বিতীয়জনেই বোলে মই পাচশ দিম
লাগে মোক এই বস্তু মইহে কিনিম।
এইদৰে দুইজনে উপৰা উপৰি
দহ হেজাৰ টকা দিলে অতি শ্ৰদ্ধা কৰি।
সাউদ পুত্ৰ আছিল কিন্তু অতি বুদ্ধিমান
লক্ষ টকা পালে দিব এই দ্ৰব্যখান।
শেষে এক ব্যৱসায়ী লক্ষ টকা দিলা
হীৰাৰ টুকুৰা সিটো কিনিয়া লইলা।
লাহে লাহে সৰু পুত্ৰ ধনী হৈ গল
ডাঙৰ পুত্ৰ সবতকৈ বহু আগুৱাল।
সেয়ে কওঁ তুমি বাপ বহু ভাগ্যবান
গুৰুৰ কাষত পালা কণিষ্ঠ সন্মান।
পাছে এক কথা আমি চাও জানিবাক
গৃহত আছয় আপোন কেইজন লোক।
আতা বোলে আপোন মাত্ৰ বৌ মাতৃজন
তেওঁৰ ভিন্ন নাই আৰু অন্যত্ৰ আপোন।
জগন্নাথ বোলে বাপ ডাঙৰ মামা আছে
তাহাৰ লৰা ছোৱালীও দুটি জন্মিছে।
মোৰ আই মামাদেউৰৰ আপোন বহিন*
মই তান পুত্ৰ বৰ সমন্ধে ভাগিন।

*বহিন - ভনী

পদ্ম আতা বুলিলেক যদিও অগ্ৰজ
এক পিতা-মাতাৰ আমিও অনুজ।
তথাপিতো ভাবে মোক পৰম শত্ৰু বুলি
এক পদ বস্তু মোক নিদিলে সমূলি।
ছিগা কাচি এখন তাকে কাঢ়ি লৈ যাই
কিবা বুলি দিও মই আপোন পৰিচই।
বিষ্ণু আতা বোলে বাপ সবাই বুজিলো
মনত আক্ষেপ মাত্ৰ তোমাৰ জানিলো।
সকলোৰে আছে তোমাৰ নাই বাৰু কোন
নেদক কটুম, থাক ভালে, সময়ে দিব গুণ।
সময়ত দেখিবা পাছে সকলো আহিব
তোমাৰ ভাল দেখিলে বন্ধুগণে লাগ দিব।
আৰু এক আখ্যান কও শুনা মতিমান
কোন কাৰ বন্ধু, কোন শত্ৰু নাই জ্ঞান।
শুনিয়োক বাপ এক পূৰ্ব্বৰ কাহিনী
লভিবা আপোন স্বস্তি ইয়াক কাণে শুনি।
নিকুলা ৰাজ্যত এক আছিল নৃপতি
তিনি পুত্ৰ আছিলেক তাহাৰ সন্ততি।
দুইজনী মাদে সঙ্গে বিহাৰে ৰজাই
ডাঙৰজনীৰ দুই পুত্ৰ কণিষ্ঠৰ এক হই।
জেষ্ঠ্য কোৱৰ দুইজনে বিবাহ কৰাইলা
কণিষ্ঠৰ বয়স মাত্ৰ কুৰি বৰ্ষ ভৈলা।
এক দিন মৃগ কৰিবাক লাগি মন
তিনি পুত্ৰ সমে গৈলা মৃগয়া কানন।
দুই সেনাধ্যক্ষ আৰু কুৰিজন সেনানী
বনত পশিল ৰাজা দিন বাৰ গণি।
আদেশিলা ৰজা পাছে জঙ্গল আগুৰা
এক জাকাল পছ আছে দেখিছো আমাৰা।

ঘেৰাও কৰিয়া বোলে নিৰ্কুলা ৰাজন
যাৰ কাষে যাব মৃগ তাহাৰে মৰণ।
যেই আদেশ সেই কৰ্ম জানিল সবাই
মহা ক্ৰোধী নৃপতিজন কাৰো ৰক্ষা নাই।
দৈব ক্ৰমে কণিষ্ঠ পুত্ৰৰ কাষে ৰৈই
অৱৰোধী জাকাল মৃগ গইলা পলাই।
মৃগ পিছে পিছে কোঁৱৰ ঘোৰা চেকুৰাই
প্ৰবেশিল নিশা ভাগে বৃক্ষ তলে গই।
ভয়ে ৰাত্ৰি কটাইল বৃক্ষৰ ডালত
ৰজনী পুৱাইলা সূৰ্য্য উঠিলা পূৱত।
কোৱৰ ভাবিলা মৃত্যু অনিবাৰ্য্য মোৰ
নিজ ঘৰলৈ আৰু নাযাও পুনৰ।
পৰবৰ্ত্তি সময়ত কোৱৰে ভাবিলা
সেনা সেনাধ্যক্ষ সবে গৃহে চলি গৈলা।
মাতৃৰ এজন পুত্ৰ কত আশাৰ থলি
মোক নেদেখিলে হব আকুলি বিকুলি।
কান্দি কান্দি জননীয়ে পাগলিনী হব
অলপ বয়সে মাতৃ যমালয়ে যাব।
অত এব যাও মই আপোন গৃহক
নিজ পিতৃ ৰাখে মাৰে যি কৰে কৰোক।
আকে ভাবি ঘোৰাৰ ওপৰে লাফ দিলা
ওপৰৰ এক কাকে মুৰত হাগিলা।
ক্ৰোধান্বিত হইলেক ৰজাৰ কোৱৰ
চলিয়া নগৈলা আৰু ৰাজ্যৰ ভিতৰ।
কাউৰী খেদি জঙ্গলত অন্যত্ৰ চলিলা
বনৰ সমীপে এক নদী পাৰ ভৈলা।
নদীক চেৰাই গৈয়া দিকিনাক পাই
দিকিনাৰ ৰাজধানী ছিল সেই ঠাই।

সন্ধ্যা সময়ত সিটো ৰাজদ্বাৰে গই
ওলাল ৰজাৰ আগে পথে ঘোৰা থই।
পাস্ত্ৰজ্ঞ পণ্ডিত কোৱৰ বহু জ্ঞান আছে
কাউৰীক লাগিয়া খণ্ড মনে জমা আছে।
দিকিনাৰ পতি দেখে যুৱা মনোহৰ
ৰাখিলা অতিথি কৰি গৃহৰ ভিতৰ।
তৰঙ্গিনী নামে কন্যা অতীব সুন্দৰী
কোৱৰক দেখি মন ল্লাগে প্ৰাণ ভৰি।
হিয়া উবুৰাই কন্যা অতি যত্ন কৰি
কোৱৰৰ আল পৈচান ধৰিলা সুন্দৰী।
কন্যাৰ বুজিলা মন দিকিনাৰ পতি
সুধিলা কাহাৰ নন্দন বুলিও সম্প্ৰতি।
নিৰ্কুলা ৰজাৰ মই কণিষ্ঠ সন্তান
বন মধ্যে এৰিলা ভাই পিতা সঙ্গীগণ।
আপোনাৰ গৃহে আহি অতিথি হইলু
কত ভাগ্যে আপোনাক দৰ্শন পাইলু।
অপুত্ৰক ৰজা পাছে মনত গুণিয়া
সুপাত্ৰ এজন লাগে কন্যাক লাগিয়া।
হাততে মিলিল আহি ৰজাৰ কোৱৰ
কন্যাক বিবাহ দিলা ৰঙ্গ কৰি বৰ।
কালৰ নিয়মে ৰজা বৈকুণ্ঠে চলিলা
অপুত্ৰক ৰজাৰ ৰাজ্য অৰাজক ভৈলা।
কণিষ্ঠ নিৰ্কুলা পুত্ৰ ৰাজ পাট লই
পাট ৰাণী ভৈলা কন্যা তৰঙ্গিনী আই।
পিতৃ ৰাজ্যে গৈয়া নিজ পৰিচয় দিলা
যিখিনি ঘটিল ঘটন সবাকে বুলিলা।

শোকাকুল মাতৃ সেই নিৰ্কুলাৰ ৰাণী
পাইলা হাততে যেন হেৰাই যোৱা মনি।
ৰজা বোলে হৃত মাণিক যেহেন পাইলু
মাণিক সহিতে কাঞ্চন বোৱাৰী পাইলু।
দশ দিন থাকি তাত নিজ ৰাজ্যে ঘুৰি
নভুলিল মাথাত হাগা সেই দুষ্ট কাউৰী।
মাথাত হাগা কাউৰীক ধৰিব মনে কৰি
ফান্দ পাতি ধৰিলেক অনেক কাউৰী।
সহস্ৰ সহস্ৰ কাউৰী ধৰিয়া আনই
কোনে হাগিছিলে মাথাত তাহাক সোধই।
কেৱেই নজানে কোন দোষী কাউৰীজনী
ৰজাইও ভালদৰে তাইক নপাৰন্ত চিনি।
সেই হেতু বহু কাউৰী বন্ধ কৰি থৈলা
উচিত কথা কবলৈ সবাকে বুলিলা।
পণ্ডিত আছিল এক বুজে মাত অমাতাৰ
নিচিনে কাউৰীজনী সোধে দোষ কাৰ?
অনেক কাউৰী ধৰি এৰি এৰি দিলা
দোষী কাউৰীজনী কিন্তু ফান্দে নপৰিলা।
একে একে গল পাছে বহুৰক গণি
পৰিল ফান্দত আহি দোষী কাউৰীজনী।
আপোনাৰ ভাষা দিয়া ৰজাক বুজাই
মই দোষী মহাৰাজ আন কাৰো দোষ নাই।
ই সবক এৰি দিয়া মোক শাস্তি দিয়া
আমাৰ মনৰ কথা আগে জানি লোৱা।
সমস্ত কাউৰীকে ৰজা এৰি দিলা
কিয় বাৰু হাগিছিল তাহাক পুছিলা।

কাউৰী বোলে মহাৰাজ আমি নীচ জাতি
কৰ্কশ ভাষাৰ বাবে কৰে ঘৃণা অতি।
মানুহে খঙৰ চক্ষে আমাক চায়য়
কৰ্কশ মাতক শুনি খেদিয়া পঠায়।
কিন্তু ভাল মন্দ জানি আগে কও আমি
ক্ৰোধ কৰে মাত্ৰ আমাৰ স্বৰূপ নজানি।
আপুনি যাবৰ মনে ঘোৰাত চৰিলা
বাধা দিলো আমি ত্যাগ কৰিয়া ময়লা।
নিৰ্কুলাৰ গৃহে গলে পুত্ৰ স্নেহে পৰি
নামাৰিব সঁচা শাস্তি পাবা লবা ধৰি।
মাতৃৰ বাধাত তোমাক বধ নকৰয়
শাস্তি দিব ৰজাই কিন্তু লোক নিন্দা ভয়ে।
অতীব খঙাল পিতা নিৰ্কুলা ৰাজন
নোৱাৰিবা শাস্তিৰ হাত এৰাইবে কথন।
যাব ওলাইছিলা তুমি নিজ ৰাজ্যলৈ
মাথাত হাগিয়া মই আনিলু ফিৰাই।
দিকিনা ৰাজ্যক পাই দুটা লাভ কৰি
ৰাজ্য লাভ আৰু পালা কন্যাও সুন্দৰী।
এনে উপকাৰ আমি মনুষ্যৰ কৰো
গেলা, পচা খাই আমি বতাহ শুদ্ধ কৰো।
নশলাগে উপকাৰ মনুষ্যে দুৰ্ব্বলৰ
বিনা দোষে ধুৰ্ত্ত কাউৰী নিন্দা কৰে মোৰ।
ৰজা ধান, চাউল দিয়া কাউৰী তুষিলা
উপকাৰীজনীৰ ঠোঁট সোণেৰে বান্ধিলা।
কাউৰীৰ আধাৰ চাউল প্ৰত্যহ যোগায়
কত শত কাউৰীয়ে উপকাৰ পায়।

এইদৰে উপকাৰী তব সহোদৰ
তোমাক হিংসা কৰি কৰে মহা উপকাৰ।
নহলে গুৰুৰ কাষে যুৱা বয়সত
কি জানি নগলা হেতেন সংসাৰ চক্ৰন্ত।
*নকৰা আক্ৰোশ হেৰা চম্পাৰ নন্দন*
*চিৰ কাল শত্ৰু মিত্ৰ নোহে কোনোজন।*
*আজি হিতৌজনে কৰে আশীৰ্ব্বাদ বাণী*
*কালিলৈ দেখিবা শাপ দিব বাক্য টানি।*
*মনস্যাৰো আয়ু নাথাকয় চিৰদিন*
*মেঘমালাৰ দৰে হব শূণ্যত বিলীন।*
*ধন জন সকলো তুলা সম যায় উৰি*
*চৰিত্ৰৰ স্থায়ীত্ব থাকে গোটেই জীৱন জুৰি।*
*মৰাৰ পাছতো তাৰ আয়ু পৰিসৰ*
*বৃদ্ধি হয় জানিবাহা দুৰ্ব্বাৰ সমসৰ।*
*এইদৰে সহিলেহে সম্পদক পায়*
*সহিষ্ণুতা নাথাকিলে সব উৰি যায়।*
ভাতৃ তব মহা মিত্ৰ জানিবা এখন
তাহাৰ আঘাতে পালা গুৰু মহা ধন।
ভাতৃ প্ৰতি ক্ৰোধ তুমি এৰা ভক্ত প্ৰাণ
গুৰু ধৰ্ম বলে পাবা ঐশ্বৰ্য্য মহান।
লাথি মাৰি জেষ্ঠ্য ভাই গঙ্গাত পেলাই
তোমাক কৰিলা পূণ্যবান অতিশই।
বিষ্ণুৰ বাক্যত শান্ত পৰি পদ্মদেৱে
পাৱে ধৰি প্ৰণামিয়া কৰিলেক সেৱ।
তাহাৰ চৰণ ৰেণু শিৰত ধৰিয়া
হৰি হৰি বোলা পাপ যাওক পলাইয়া।



## নিশাৰ আলোচনা, সীতা, দশৰথ প্ৰসঙ্গ

### পদ

দ্বিবা ভাগে আলোচনা কৰি আতাদ্বয়
আহাৰন্তে কিছু ক্ষণ জিৰাইয়া লয়।
ৰাতিৰ প্ৰসঙ্গ পৰে পুনৰ আলোচিল
দশৰথ, সীতাৰ আখ্যান বুলিবে লাগিল।
লঙ্কাত ৰাৱণ মাৰি উদ্ধাৰি সীতাক
লোক অপবাদ ভয়ে লইবে পৰীক্ষাক।
অগ্নিৰ মাজত সীতা বহুৱাই ৰাখিব
সতীত্ব থাকিলে তাক অগ্নি নুপুৰিব।
সেই মৰ্মে সীতা অগ্নিৰ মাজত ৰাখিল
সতী ধৰ্ম বলে সীতাৰ নোম নলৰিল।
তাৰ পাছে স্বৰ্গ হন্তে দশৰথ ৰাই
আহিল নামিয়া পুত্ৰ বধুৰ কাষ লই।
দণ্ডৱটে পৰি পুত্ৰ বোৱাৰী নমিল
কৈকেয়ীৰ যাতনাত তেওঁ যে মৰিল।
ইত্যাদি অনেক কথা বুলিলা বুজাই
কৈকেয়ীৰ পৰা ভৈলা ই হেন বিলাই।
ৰামে বোলে মাজু আইৰ কোনো দোষ নাই
তব সত্য ৰক্ষা হেতু আহিছো নিজেই।
মাতৃ প্ৰতি ক্ষোভ এৰা কৰা শুদ্ধ মন
যিবা আছে মোৰ মাথে কৰা বৰিষণ।
ৰামৰ স্তুতি বাণীত স্তব্ধ দশৰথ মন
আশীৰ্ব্বাদ কৰি কৰে বৈকুণ্ঠে গমন।

সেহি মতে ক্ৰোধ এৰা ভাতৃৰ উপৰ
আজি হন্তে ভাৱি লবা বন্ধু সমসৰ।
তাৰ পাছে যাত্ৰা কালে মাধৱৰ বাণী
চৈতলে কিবা সুখ লব খোজো জানি।
নামৰ মালিকা দেখি বিস্ময় মানিলা
নামৰ শকতি গুৰুজন যে বুলিলা।
বৰবিষ্ণু আতা সঙ্গে শাস্ত্ৰক পঢ়ই
সাত দিন থাকি পাছে উজনী চলই।
তিনি ৰাতি তিনি দিনে উজনী পাইলা
সকৰা ঘাটত বান্ধি নৌকাক ৰাখিলা।
কৰুণা আঁতে পাছে তাহাক দেখয়
লৰি আহি পাৱে ধৰি সেবা কৰি যায়।
গৰু চাৰি আছিলেক আতই তথাত
পদ্মক দেখিয়া গৈলা লৰৰি নৌকাত।
পত্নী আছে দেখি আতা গৃহক নযাই
এক দিন এক ৰাতি ঘাটে আছে ৰই।
কৰুণা বুলিলা খুড়া গৃহক চলিও
আপোনাৰ বংশৰ সব সাক্ষাত কৰিও।
আতা বোলে খুড়ী মাক যেবে ঘৰে আছে
তেওঁৰ ব্যৱস্থা তুমি কৰি থবা পাছে।
পিতৃ মৰা বুলি মিছা কথাক বুলিলা
সেই হেতু খুড়ীয়েকে পিতৃ গৃহে গৈলা।

বাহিৰত দেখে পিতৃ কৰ্ম কৰি আছে
নুবুজিলা কিবা মিছা বুলিলাহা পাছে।
বুঢ়া বোলে লব নাতি গৃহ আগমন
এহি হেতু গৃহ হন্তে বিতাড়ি এখন।
তাহাক গৃহক ৰাখি বাহিৰে পঠাই
তোমাক ঠগিলে ভ্ৰাতৃ স্পুত্ৰ কৰুনাই।
পিতৃৰ গৃহত তুমি থাকা কিছু দিন
দেখা যাব কিনো হয় ইয়াৰ পৰ দিন।
সূৰ্য্যবতী পিতৃ গৃহে থাকিল যখন
হইল তাহাৰ শুদ্ধ নিজ নিজ মন।
সূৰ্য্যবতী আই পাছে বৰ দুখ পাই
জীয়াবাৰী যেন হই পিতৃ গৃহে ৰই।
পদ্ম আতা বৌ মাতৃৰ খবৰ সুধিলা
কৰুণাই মাতৃৰ ভাল বুলি জনাইলা।
গৃহক যাইবে কত কাবউ কৰিলা
ডিব্ৰুং নদীৰ ঘাটে নাওক বান্ধিলা।
কৰুণাময় কাবৌ কৰিলা বিস্তৰ
কত স্তুতি নতি কৰে ভক্তি অন্তৰৰ।
পাছে বৌ মাতৃক এবাৰ চাবলৈ মাতিলা
তেবেসে ভকত সঙ্গে তথাত চলিলা।
এক দিন এক ৰাতি গৃহত বসতি
কৰিলন্ত পদ্মপাণি লব বুঢ়া নাতি।
কত দিন পৰে বৌ মাতৃক দেখিলা
আনন্দতে চকুলো নিগৰি পৰিলা।
মাতা পুত্ৰ দুইজনে ভকত সমন্বিতে
শুশ্ৰূষা কৰিলা আতাক নিজ গৃহতে।

ৰাত্ৰি কালে দধি, দুগ্ধ কতনা আনিলা
কত যত্ন কৰি বস্তু যোগান ধৰিলা।
পাছে বুলিলেক আতা বৌ মাতৃক চাই
যেহেতু বৌ মাতৃ তুমি বৈষ্ণৱ নহই।
গুৰুত শৰণ যেবে নলইবা তুমি
তব হন্তে অন্ন গ্ৰহণ নকৰিবো আমি।
আমিয়ে ৰান্ধিবো অন্ন সবেও খাইবা
ভকত সমন্বিতে তুমি অন্নক ভুঞ্জিবা।
আকে কই নিজ হাতে অন্নক ৰান্ধিলা
খাই বই সবে ভাত ৰাতিটো কটাইলা।
পুৱা উঠি বৌ মাতৃ বুলিলা বচন
আৰু এক সাজ অন্ন কৰাহে গ্ৰহণ।
আতা বোলে আৰু অন্ন নখাইবো আমি
যাব লাগে এতিক্ষণে ভেটীয়া কলানি।
এই বুলি উত্তৰ আতা দিলেক যখন
বৌ বোলে মাতা পুত্ৰে লইব শৰণ।
পদ্ম আতা বোলে বৌ তুমি জেষ্ঠ্যজনী
মাতৃ সম তুমি মোৰ শ্ৰেষ্ঠ মহামানী।
তোমাক শৰণ মই নেদো কদচিত
আনি দিম গুৰু এজন আমাৰ সহিত।
হেন সময়ত মাত লগালে দদাই
কলৈ যোৱা বাপু তুমি অন্নক নেখাই।
পদ্ম আতা বোলে দাদা অভক্ত জনৰ
ঘৰে অন্ন খালে পাপ লাগিব বিস্তৰ।
সন্ধিয়া পৰত আমি অতিথি হইলু
সেই হেতু তব গৃহে এসাজ খাইলু।

শঙ্কৰ দাস বোলে বাপ আমিও লইব
গুৰুত শৰণ লভি জন্ম সাফলিব।
তেতিক্ষণে পদ্ম আতা নিমাত থাকিলা
কুৰি দিন থাকিবাৰে মনস্থ কৰিলা।
তাৰ মাঝে দিন বাৰ চাই আতাজন
বৌ মাতৃ শঙ্কৰ দাসক দিলেক শৰণ।
কেৱশচৰণ আতাক মাতিয়া আনিলা
শঙ্কৰ দাস বৌ মাতৃ শৰণ লইলা।
তাৰ পাছে কৰুণাই লৈলেক শৰণ
সমস্ত পৰিয়াল বৈষ্ণৱ হইল তখন।
ই সব কৰ্মক কৰি শাস্ত্ৰক বিচাৰি
আহিলেক গুৰু সবে শাস্ত্ৰক প্ৰচাৰি।
কুৰি দিন থকা হল দিন অন্ত ভৈলা
কলানি ভিঠাক লাগি গমন কৰিলা।
পদ্ম আতাৰ সুচৰিত্ৰ সদ্ গুণ সুৱৰি
সব লোকে নিৰন্তৰে বোলা হৰি হৰি।



## *কলানি ভিঠাত-পদ্ম আতাৰ বসতি আৰু ধৰ্ম প্ৰচাৰ*

### *পদ*

পদ্মপাণি আতাৰ চৰিত বোলে চক্ৰপাণি
উজনীত ধৰ্ম ৰাজ্য পাতিলা আপুনি।
গুৰুৰ আদেশ পিছে সাৰোগত কৰি
কত শিষ্য বঢ়াইলা নাৰায়ণপুৰী।
শঙ্কৰ দাস বৌ মাতৃ আৰু কৰুণাক
আপোন পৰিয়াল যত শৰণ দিলেক।
তাৰ পাছে শৰণ দিলা নন্দেশ্বৰ দলৈ
লগতে শৰণ লৈলা তাৰা দুই ভাই।
পুত্ৰ, পৰিবাৰ যত শৰণ লভিলা
সমস্ত পৰিয়াল পাছে বৈষ্ণৱ হইলা।
বৰ জন ভাতৃ কিন্তু কাষক নযাই
শৰণ কিহক বোলে তাক নজানই।
নিন্দা কৰে শৰণৰ কথা যদি কয়
এইদৰে কিছু দিন তথায় থাকিলা।
পদ্ম আতা দিনেক পথে চলি গৈলা
পথ মধ্যে আতা পাছে তাহক ভেট পাইলা।
পৰিয়ালৰ যত লোক শৰণ হইলা
বৃদ্ধ হুয়া তুমি কিয় অসূয়া কৰিলা।
দলৈ ভাতৃ বোলে বাপ বৃদ্ধ সবে কয়
শৰণ লইলে লোক মহাপাপী হয়।
দেৱ দেৱী নমানয় নমানে শাস্ত্ৰক
ব্ৰাহ্মণ বেদ শ্ৰাদ্ধ বিধি ত্যজয় সবাক।
আপোন পিতৃৰ ধৰ্ম বিনষ্ট কৰয়
এতেকতে ইটো ধৰ্ম গ্ৰহণ যোগ্য নয়।

আতা বোলে কোন বিপ্ৰ কতেক বিদ্বান
মাতি আনা মোৰ কাষে চাও কত জ্ঞান।
মৃত্তিকা, সৰ্প, বৃক্ষ পূজা যে কৰই
ভূত, প্ৰেত পূজা কৰি উচিষ্টক খাই।
পিতৃ-পিতামহ যদি অবিদ্বান হয়
শাস্ত্ৰ জ্ঞান বাহ্যিক জ্ঞান কিছু নথাকয়।
যদি অনুকৰণ কৰি যোৱা ইসবক
মূৰ্খমী হইব জানা কয় জ্ঞানী লোক।
ধৰ্ম বাৰু কিবা বস্তু কত সি আছই
নজানিলে তত্ত্ব কথা পাপ বৃদ্ধি হই।
তাতকৈ আলিবান্ধা পুখুৰী খনোৱা
দেৱ দ্বিজ মাতি আনা সেৱা ধৰ্ম লোৱা।
দৰিদ্ৰক কৰা দান বস্ত্ৰ উলঙ্গক
অন্ন দান কৰা তুমি দীন বুভুক্ষক।
ইয়াতে সিজিব ধৰ্ম জানা মহাশয়
তথাপিতো ঈশ্বৰ ভক্তি কৰিবে লাগয়।
সেই পূণ্যে জান লোক বৈকুণ্ঠ পাৱয়
দেৱ-দেৱী পূজা কৰি পাপ অৰ্জা হয়।
এই সব পূজাত যদি স্বৰ্গ লাভো হয়
পূণ্য ক্ষয় হলে আহি নৰকে পৰয়।
অহং ভাৱ থাকে যদি ই সব কাৰ্য্যত
জানি থবা আৰ্জিত পূণ্যৰ অন্তত।
সাপ, বেঙ হই থাকে পুখুৰীত পৰি
পৰস্পৰে শত্ৰু ভাৱে খাইবেক ধৰি।
এতেকতে হৰি নাম লোৱা যদি ভাই
তাহাৰ পূণ্যৰ জানা সুত বাঢ়ি যাই।

নম উচ্চাৰন্তে হৰি বৈকুণ্ঠৰ পৰা
উদ্ধাৰ কৰয় ভক্ত আছে পৰম্পৰা।
ইন্দ্ৰ তিনি লোকৰ জানা ভোগৰ অধিপতি
কিন্তু দেখা কত দিন তাহাৰ দুৰ্গতি।
দুৰ্গতিক পাই শৰণ বিষ্ণুৰ চৰণে
আশ্ৰয় লভিয়া মুক্তি পায় সিটোজনে।
এতেকতে স্বৰ্গ সুখ মাথো খন্তেকীয়া
হৰি নাম অনন্ত সুখ লইবা জানিয়া।
কত দিন বুজাই পাছে সৈমান কৰিলা
নন্দ দলৈৰ জেষ্ঠ্য ভ্ৰাতা শৰণ লভিলা।
তাৰ পাছে এইজন এনে ভক্ত হ'ল
পৰম গুৰু পদ্ম আতা মনে দৃঢ় বল।
পৰম গিয়ানী সিটো একান্ত ভকত
হৰি নাম প্ৰচাৰ কৰি ফুৰয় লোকত।
তাৰ পাছে এদিন এটা ঘটনা ঘটিলা
আতাৰ বাবে লাউ আনি গৃহত ৰাখিলা।
সৰু লাউ ভাল মিঠা গুৰুৰ বাবে এটি
ৰাখিলা গৃহত আনি কৰি আতি পতি।
গৃহিণীয়ে কিন্তু এই কথা নজানয়
লাউ কাটি ঘৰৰ বাবে আঞ্জা ৰান্ধি থয়।
আতা আৰু ভকত দুই গৃহত চাপিলা
আতাক দিবাক লাগি লাউ বিচাৰিলা।
গৃহিণী বুলিলা লাউ ৰান্ধি থলো আমি
কাৰ বাবে আনিছিলা তাহাক নজানি।
ক্ৰোধান্বিত হয়া ভক্ত গৃহিণীৰ প্ৰতি
মাৰি তুলি ধাইল তাইক মাৰিবাৰ প্ৰতি।

আতা বোলে নামাৰিবা কোনো দোষ নাই
দেৱতাৰ নৈবেদ্য মনুষ্যেহে বাটি খাই।
মোক লাগি ৰাখিছিলা তুমি মনে ধৰি
সন্তুষ্ট হইলু আমি দোষক নধৰি।
অন্য দিনা পাইলে বাৰু দিবা আনি মোক
সন্তোষ পাইবো আমি কৈলো সত্য বাক।
সামান্য কথাৰ বাবে কন্দল বঢ়াই
গৃহিণীক অন্যায় কৰা মহাপাপ হই।
এই বুলি আতা যেবে কুজাই বুলিলা
দলৈ ভ্ৰাতা তাৰ বাবে সন্তুষ্ট হইলা।
কলানি ভেটীক লাগি যাই আতাজন
সাদুৰা ভকতৰ গৃহে ৰল দুইজন।
তথাত পাতিলা ধৰ্ম ৰাজ্য বহাত
থাপনাক দিলা প্ৰণামিয়া টকা গোট।
যদুমনি আতই সদা সঙ্গত আছয়
তাৰ ভ্ৰাতা বলভদ্ৰ খাটক চলয়।
তাৰ পৰা আহি পত্নীসহ ধৰ্ম লৈলা
এনেদৰে ধাৰ্মিকৰ সংখ্যা বাঢ়ি গৈলা।
কিছু দিন পৰে এক ভকত আহিল
জয়কৃষ্ণ নাম তাৰ সকলে জানিল।
চিটিকা ফান্দক পাতি চৰাই ধৰই
ইটো ভিন্ন আন কাম তাৰ কিছু নাই।
এক দিনা ফান্দত বহু চৰাই ধৰিল
কান্ধে তুলি নিয়া তাক গৃহক চলিল।

আতাৰ আগেৰে গৈয়া গৃহক চলিল
আতা দেখি তেতিক্ষণে তাহাক মাতিল।
নিৰ্দোষী অবোধ প্ৰাণী কিয় ধৰ তই
পৃথিৱীত ভোগ্য বস্তু অনেক আছই।
প্ৰাণী বধ মহা পাপ জানিবা নিশ্চয়
বিনা দোষে প্ৰাণী বধ প্ৰাণী শাপ দিয়ে।
দোষ চাই দণ্ড দিব আছে একজন
বিনা দোষে গৰ্হিত কৰ্মত নিকটে মৰণ।
আতাৰ বচন শুনি জয়কৃষ্ণ ৰল
চৰাইবোৰ এৰি দিয়া সুদা হাতে গল।
তাৰ পাছে শুদ্ধ হইয়া ভাৰ ভেটী লই
আতাৰ সমীপে আহি শৰণ লৱই।
এইদৰে কতজনে শৰণ লইল
ডা-ডাঙৰীয়া কত ধৰ্মক পাইল।
ভকতৰ মাঝে আতা ৰল কত দিন
তাৰ পাছে শলখত যাইবে কৰে মন।
শলখে আছিল ভূঞা গাভৰুখা নাম
পৰম ধাৰ্মিক লোক শাস্ত্ৰে অনুপম।
তাহাক দিলেক শাস্ত্ৰ নামৰ মালিকা
নকল কৰিবে লাগে জানি লবা একা।
অকলে নকৰে কৰ্ম আতাক ধৰিলা
দুইজনে লগ লাগি পুথিক লিখিলা।
তাৰ অন্তে পুনৰায় কলোনিক চলিলা
কত দিন পৰে আতা গৃহক পাইলা।

বদলা আতাৰ চৰিত্ৰ অনুপম
হৰি হৰি বোলা ডাকি সভাসদ গণ।



# গোবিন্দ আতৈৰ চমু উপাখ্যান সতাই, হৰিপুৰী, ৰাম আতৈৰ শৰণ লাভ আৰু আতাৰ আশীৰ্ব্বাদত সন্তান লাভ

## পদ

তাৰ পাছে চক্ৰপাণি বুলিলা সবাক
পৰিচয় দিও শুনা আতৈ গোবিন্দক।
লখ ৰঙ্গ দ্বাৰে ছিল নীলবৰ দ্বিজ
নেপাল নামেতে পুত্ৰ তাহাৰ আত্মজ।
তাৰ দুই পত্নী ছিল সুবাসী-মালিনী
এক পুত্ৰ জন্ম দিয়া ছলে সুবাসিনি।
কণিষ্ঠ পুত্ৰৰ ক্ৰুৰ স্বভাৱৰ হেতু
পুত্ৰই নাপায় শান্তি শুনে কথা কটু।
পুত্ৰৰ অনিষ্ট কৰে মাৰিবৰ কাৰণে
বাহিৰত থাকে বিপ্ৰ কিছু নজানে।
ক্ৰিয়া কৰ্মে থাকে বিপ্ৰ যজমানী কৰি
পত্নীৰ নেদেখে দোষ যেহেতু সুন্দৰী।
কু-পুত্ৰ বুলিয়া পিতাক সৰ্ব্বদাই লগাই
ৰাত্ৰি কালে গৃহে আহি কষ্টক দিয়াই।
পিতাৰ অবিচাৰ হেতু মনে পাই দুখ
অনাথৰ দৰে ফুৰে কতো নাই সুখ।
এক দিন পিতৃ তাকে খেদা মাৰি গৈলা
পথত দেখিলা হঠাৎ চাৰি হাত ভৈলা।
পাছে পিতা পুত্ৰক মাতিলা মৰমেৰে
আহ বোপা যাও গৈ আপোনাৰ ঘৰে।
শান্ত হৈয়া পুত্ৰ পাছে গৃহক আহিল
অন্যায় ব্যৱহাৰ পাই মাতৃক বুলিল।
বিমাতা হইয়া তই তাক অন্যায় কৰি
নাপাবি উচিত ফল অল্পে যাইবি মৰি।
এই বুলি বিপ্ৰ পাছে পুত্ৰক চাইয়া
বুলিলেক টোলে দিব নাম লগাইয়া।
দাড়িয়া মকুন্দ নাম এক বিপ্ৰবৰ
তাহাৰ আছিলে টোল উজনীৰ ভিতৰ।
গোবিন্দক নাম লগাই তথাত পঢ়াই
ভাৱি চিন্তি শুদ্ধ কথা সততে বলই।
তাৰ বাক্যে মোহিত যে ভৈলা সৰ্ব্বলোক
ভাৰ ভেটী ধন দিয়ে টোলৰ ছাত্ৰক।
শিষ্যগণে তাহাক সদায়ে মান্য কৰে
সমনীয়া হইলেও অন্যায় নকৰে।
তাৰ কথা মতে চলে যত যুৱাগণ
দলৰ মাজত শ্ৰেষ্ঠ নেতা একজন।
ইয়াতে পাইলা ভয় ৰাজ কৰ্মচাৰী
বিপ্লৱী বুলিয়া খল দিলা গৈয়া ডৰি।
নিৰাই নামে চাউদাঙ ৰজাই পাছিলা
গোবিন্দক ধৰিবে লাগি নেপাল গৃহে গৈলা।

পণ্ডিতৰ টোল আহি আগুৰি ধৰিল
কিন্তু তাৰ কৌশলতে সবেও পলাইল।
এক জনা লোক তাত ধৰা নপৰই
অজ্ঞাত এক বালকক ধৰিয়া পেলাই।
ৰাজ পোৰ্তাশালে নিয়া ছেদন কৰিলা
বিনা দোষে সেই বালক মৃত্যুদণ্ড পাইলা।
পাছে বহু দূৰ গৈলা গোবিন্দক খেদি
কত পলাইল তাক নপাইল ভেদি।
চাউডাঙগণ যেবে আতৰি গইলা
সৈৰিন্দ্ৰী বুঢ়ীৰ গৃহে আশ্ৰয় মাগিলা।
এক দিন বুঢ়ীৰ গৃহে ৰহিলন্ত যেবে
পৰে দিনে লৰিলেক আশ্ৰয় নেদে কেৱে।
তাৰ পাছে ধনেশ্বৰ শৰ্মা টোলে ৰই
তিনি দিন ছাত্ৰ সতে আছিল পলাই।
ঘুৰি পকি ফুৰোতেই আতাৰ নাম শুনিলা
দুই বুঢ়া খেতিয়ক পথে লগ পাইলা।
তাহাক পুছিল পাছে গুৰুৰ সন্ধান
লব নাতি আশ্ৰমক দেখালে তেতিক্ষণ।
কলনিত আছে তেওঁৰ নাম পদ্মপাণি
বহু লোকে শৰণ লোৱে তাক গুৰু মানি।
যদ্যপি যাইবা তুমি সেই আশ্ৰমক
পোনে পোনে চলি যোৱা লাগি উত্তৰক।
তিনি দিন বাট বুলি কলানি পাইল
হৰি গতি আই তাক খুৱাই ৰাখিল।
আতাক দেখাই পাছে পৰিচয় দিলা
শুদ্ধ সত্ত্ব চিনি পাই শৰণ দিয়া লৈলা।

গোবিন্দ নামৰ ভক্ত আছে বহুজন
চিনি নপাইলে আউল লাগিব এখন।
শৰণ লইয়া পাছে গোবিন্দ আতই
উজনীত ধৰ্ম ৰাজ্য প্ৰচাৰিলা গই।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
তাৰ পৰে আৰু কথা বোলে চক্ৰপাণি
হৰিপুৰ নামে গাঁও আছিল এখনি।
ৰাজ কৰ্মচাৰী তথা আছিল এজন
জ্ঞানী গুণি হৰিভক্ত পণ্ডিত মহাজন।
দিনেক এক ভাৰ সিটো গুৱা টেঙা লই
তিনিচুকীয়াত বিক্ৰীৰ বাবে আছে ৰই।
হৰিচৰণ ভকতজন তথাত আছিল
এটি বৰগীত মুখে তেৰাই ৰচিল।
গীত শুনি কৰ্মচাৰী মনে মনে ৰই
ভকতজনৰ ফালে আছিলেক চাই।
হে নৰ বেহাইও ভাৰ ভ্ৰেৰ হাটে
আয়ু বেলি নাটে দিয়া যান্তে ।
পতিছে নিদান খেলা ধৰ্ম সাৰ
মনুষ্য শৰীৰে কিছু ৰক্ষা নাই আৰ।
সতাই বুলিলা বাপ তুমি কোনজন
ক'ত আছে মহামানৱ সেই গুৰুজন।
তাহাৰ পাশক লাগি মোক লৈ যাক
ধৰ্ম হাটে বেহাইব তাকে দেখাওক।
হৰিচৰণ আঁতে পাছে সন্ধানক দিলা
পিছ দিনা আতাৰ কাষে যোগাৰ আনিলা

লগত আহিল তাৰ প্ৰিয় পত্নী জনা
দ্ৰব্যক ৰাখিয়া পাছে কৰিলা প্ৰাৰ্থনা।
আতা বোলে তুমি মহা বুদ্ধিমন্তজন
এক চিত্ত নহইলে নিদিব শৰণ।
ভাৱি গুণি চাই তুমি পিছত আহিবা
দুইজনে ভালমতে আলচ কৰিবা।
সেইদিনা গৈলা চলি গৃহক লাগিয়া
এক ৰাতি দুইজনে চাইল ভাবিয়া।
তাৰ পৰে লঘোণ দিয়া থাকিল দুইজন
চাউল, লোণ, তেল লৈয়া আহিল তখন।
গুৰুৰ গৃহত আহি পশিব শৰণ
যাত্ৰা কৰি আহিল দুয়ো এহিসে কাৰণ।
আতা বোলে যদিও আহিছা দুইজন
সজ নোহে ইটো কৰ্ম শৰণ কৰণ।
চাৰিটা পৰীক্ষা আছে উত্তীৰ্ণ যদি হোৱা
পাৰিবানে নোৱাৰিবা ভালকৈ ভাৱি চোৱা।
যদিহে উত্তীৰ্ণ হোৱা ৰক্ষা পাই তুমি
তোমাৰ লগত বাপ বাচি গলো আমি।
নোৱাৰিলে নাও ডুবি তুমিও মৰিবা
আমাৰো বাণিজ্য নৌকা বামতে ডুবাবা।
সতাই বোলে যিটো কৰে পৰীক্ষাক দিবো
আপোনাৰ চৰণক কদাপি নেৰিবো।
আতা বোলে কোনো দেৱ পূজা নকৰিব
পূজাক নাপালে ক্ৰুদ্ধ দেৱতা হইব।
ধন জন পুত্ৰ ভাৰ্য্যাৰ অন্যায় চিন্তিব
গৰু পুত্ৰ মাৰি মনে বৰ কষ্ট দিব।

তদুপৰি আপোনাৰ গএগ্ৰা জ্ঞাতিজন
যেই হেতু লোৱা নাই গুৰুত শৰণ।
তব ঘৰে তাৰা সবে ভোজন নকৰিব
পৰিত্যাগী সিহঁতে যে সবাই হিংসিব।
যদি ৰব পাৰা এই পৰীক্ষাত তুমি
পুত্ৰ বধুগণ সবে সংযম লব জানি।
মুকলি ধৰণে চলা ফিৰা নকৰিব
সংযমত থাকি সুৰা বৰ্জন কৰিব।
তাৰ পাছে নিজে নিজ ইন্দ্ৰিয় দমাই
যদি ৰাখি চলা বাপু তেবে ধৰ্ম পাই।
সতাই বুলিলা বাপ তব কৃপা গুণে
সংযম কৰিয়া যাবো ভাবো মনে মনে।
সতাইৰ একান্ত চিত্ত আতাই দেখিলা
পত্নীসহ দুইজনক শৰণক দিলা।
সতাইৰ ৰাখিলা নাম ৰাম নাম দিয়া
পত্নীৰ ৰাখিলা নাম হৰি পুৰী প্ৰিয়া।
গুৰু উপদেশে তাৰা পূৰ্ব্বক ত্যজিলা
হৰিত একান্ত চিত্তে ভজন কৰিলা।
একান্ত চিত্তেৰে নাম লোৱে যে সদাই
ৰাম নাম বিনে আৰ গতি কিছু নাই।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
অত পৰে চক্ৰপাণি আতই বুলিলা
সতাই আতৈ পাছে আহি ধৰ্মক লভিলা।
গুৰু ধৰ্ম ধৰি হৰি নাম গুণ গাই
লোক মাঝে হৰি নাম প্ৰচাৰ কৰই।
নিজ কৰ্ম খেতি বাতি নিজে কৰি খাই
গৃহ মধ্যে দুই প্ৰাণী আৰ কোনো নাই।

আয় ব্যয় মাছ শাকে আৰু চাৰে গৰু
গৃহিণীয়ে কৰে কৰ্ম নাই বৰ সৰু।
ধানৰ ভড়াল এটি তাহাৰ আছয়
আন যত বস্তু নিজে যত্ন কৰি খায়।
যতেক আছিল দ্ৰব্য সবে মাধৱৰ
অহং ভাৱ নাই এবে নিৰ্মল অন্তৰ।
এক দিন বিলে গৈলা মাছ মাৰিবাৰে
আপোন শক্তিৰে বহু ডাঙৰ মাছ ধৰে।
মাছ মাৰি উঠি তেওঁ স্নান কৰিলা
তিয়নিক মেলি দিয়া ছাঁয়াত জিৰাইলা।
তথাত দেখিল এক যুৱা সুদৰ্শন
মুৰে হাত দিয়া সিটো মাৰি আছে মন।
তাহাক সুধিলা পাছে দুখৰ কাৰণ-
বুলিলেক ভাগ্য মোৰ অতি বিৰম্বন।
সকলোৱে পালে মাছ এক মাছ নিয়া
নকৰিবা দুখ কিছু তাকে ৰান্ধি খোৱা।
যুৱক বুলিলা মোৰ ঘৰ বাৰী নাই
যাৰে তাৰে কৰ্ম কৰো পেট প্ৰৱৰ্ত্তাই।
আতৈ বুলিলা তেনে মোৰও কোনো নাই
মোৰ ঘৰে বলা বাৰু তাতে লবা ঠাই।
এই বুলি যুৱকক মাতিয়া আনিলা
বাহিৰৰ এটি ঘৰে তাক ঠাই দিলা।
কাম, বন কৰি খায় অন্য কিছু নাই
লোকে মৰম কৰি ভাল মানুহ বোলই।
সতাই মৰম কৰে কিন্তু ঘৰে নেদে ভাত
অশৰণীয়া বাবে সি একা থাকে তাত।

যুৱা বোলে দিয়া মোক গুৰুপদে ঠাই
ঘৃণা কৰি থাকা যদি নাথাকিবো মই।
তাৰ পাছে সতাই বাপু তাহ্যক লইলা
আতাৰ কাষত নিয়া হাজিৰ কৰিলা।
ভাৰ ভেটী লৈয়া চলে লগত সতাই
বহু দূৰৰ পৰা দেখে বদলা আতাই।
দুইজনে ভাৰ থৈ গুৰুক নমিলা
হাত তুলি গুৰুজনে আশীৰ্ব্বাদ দিলা।
আতা বোলে সতাই বাপ কোন এইজন
কিবা লাগি আহিলেক মোৰ এই থান।
সতাই বুলিলা বাপ নিঠৰুৱা লৰা
মা, বাপ নাই তাৰ নাই পৰম্পৰা।
আমাৰ আশ্ৰয়ে থাকে কাম কৰি খাই
শৰণ লইবাৰ হেতু আহে এই ঠাই।
এক দিন এক ৰাতি তথাত থাকিলা
তাৰ পাছে যুৱকক শৰণক দিলা।
যুৱক থাকিলা পাছে গুৰুক সুৱৰি
নামকে নাজানো আমি কিবা নাম ধৰি।
গুৰু বোলে শুনা হেৰা যুৱক সুজন
আজিৰ পৰা ৰাম বুলি মাতিব সৰ্ব্বজন।
সতা ই ভাৰ্য্যাসহ আহি গৃহত থাকিলা
এটি মাত্ৰ লৰা জন্মি মৃত্যু হুয়া গৈলা।
অতি দুখ কৰি সতাই গুৰুক বুলিলা
একেটি জন্মিল সন্তান তাকো যমে নিলা।
গুৰু বোলে বোপা দুখ নকৰিবা তুমি
যিটো কৰে ভগবান বাধিবে নৰো আমি।

কিন্তু মই তোমালোকক কৰো আশীৰ্ব্বাদ
ছোৱালী জন্মিব তব এটি বছৰ পাছ।
এতিয়াই আশীৰ্ব্বাদ কৰি বলো মই
জন্মিব ছোৱালী তব যোগাই নাম লই।
গৃহত ৰাখিয়া ৰাম সঙ্গে বিয়া দিবা
পুত্ৰ সম পালন কৰি গৃহত ৰাখিবা।
এনেদৰে কিছু দিন চলি যাই থাকিব
তাহাৰ গৰ্ভত এটি পুত্ৰ জনমিব।
পুত্ৰ অল্প ডাঙৰ হলে মোৰ হাতে দিবা
আমাৰ ঠাই আনি জাত কৰ্মক কৰিবা।
আশীৰ্ব্বাদ পাই সতাই গৃহে চলি গৈলা
বছৰান্তে তাৰ গৃহে কন্যা জন্ম লৈলা।
কন্যা বাঢ়ি গৈয়া পাছে দ্বাদশ বৰ্ষত
বিয়া দিলা গৃহ জোঁৱাই ৰামৰ লগত।
কালৰ নিয়মে তাহাৰ পুত্ৰ উপজিল
গুৰুক অৰ্পিয়া সতানন্দ নাম দিল।
তাৰ পৰে সতাইক গুৰু বুজাই বুলিল
তোমাৰ গৃহক শুদ্ধ জীৱ আহি গৈল।
নিজে তৰি বংশ যত উদ্ধাৰ কৰিব
শুদ্ধ জীৱ জানা ইটো প্ৰমাণ কৰিব।
তাৰ পাছে সতাই সুধিলা পুনৰবাৰ
সংসাৰত কত জীৱ বুলিও এবাৰ।

আতা বোলে চাৰি বিধ জীৱ ঐত আছে
তাহাৰ বৰ্ণনা দিও শুনি যাবা পাছে।
আনকো তৰায় আৰু আপুনিও তৰে
সিটো শ্ৰেষ্ঠ জীৱ জানা সংসাৰ ভিতৰে।
মধ্যম জীৱে নিজে তৰে আনক নোৱাৰে
সিটো মধ্যম জীৱ জানা সংসাৰ ভিতৰে।
অনুত্তম জীৱে জানা কথমপি তৰে
কিন্তু তাৰা অন্য জীৱৰ অপকাৰ কৰে।
অধমসকলে নিজে ধ্বংসমুখী হয়
তাৰ সঙ্গে আন জীৱ সবাকে নাশয়।
লোক আছে পৃথিৱীত চতুৰ্থ প্ৰকাৰ
পূণ্যবন্ত জ্ঞানী কৰ্মী পাপী নাম যাৰ।
কতজনে আনক দিয়ে লোকৰ নাখাই
পূণ্যবন্ত লোক সিটো সবাই জানই।
কতজনে আনক দিয়ে আনৰো খাৱই
জ্ঞানী লোক বুলি তাক সবাই কহই।
প্ৰথম দুবিধ লোক শুদ্ধ সমাজৰ
তৃতীয় বিধৰ লোক কাল সমসৰ।
চতুৰ্থ বিধ লোকে ভাল মন্দ নকৰয়
লোক এই চাৰিবিধ জানা মহাশয়।
এই ৰূপে পদ্ম আতা শুদ্ধ জ্ঞান দিল
সতাই ৰাম দুয়োজনে গৃহে চলি গৈল।

শ্ৰীগুৰু চৰিতামৃত অমৃত লহৰী
সভাসদগণে ডাকি বোলা হৰি হৰি।



## *দামোদৰ আতৈৰ পত্নী আৰু চোৰা আতৈৰ আখ্যান*

### *পদ*

ভক্তক নমিয়া বোলে আতৈ চক্ৰপাণি
দামোদৰ আতৈৰ পত্নীৰ শুনিও কাহিনী।
শুভিৰচিতা গ্ৰামে থাকে আতৈ দামোদৰ
তাহাৰ সহধৰ্মিনী যে আতিকে সুন্দৰ।
ৰূপে বিভুষিতা নাৰী সমাজে বখানে
দেহ উপভোগ হেতু বিচাৰে কতজনে।
পৰস্পৰে কয় বোলে তব পত্নী নাৰী
চোৰা ৰামৰ উপপত্নী জানা নিষ্ঠ কৰি।
ছয় দিন বাহিৰত থাকি এদিন গৃহত
তোমাৰ পত্নী থাকে চোৰা ৰামৰ লগত।
অতীব সুন্দৰী নাৰী আপোনাৰ জায়া
বাহিৰত থাকা কিয় অকলে এৰিয়া।
সুযোগ সন্ধানী চোৰা ৰাম সঙ্গ লই
তোমাৰ পত্নী সঙ্গে কাম চৰিতাৰ্থ কৰই।
এক দিন ৰাতি যেবে প্ৰভাত হইল
চাউল সিধা লই দামোদৰ ওলাইল।
দিবা ভাগ এক লোকৰ গৃহত লুকাই
নিশা ভাগে ঘৰ পাশে গছে আছে ৰই।
সত্য কৰি চোৰা ৰাম আহি গৃহ পাইলা
এন্ধাৰৰ সুযোগত গৃহত পশিলা।
দামোদৰ গছৰ পৰা নামিয়া আহই
হাতে লোটে দুইজন ধৰাধৰি যাই।

চোৰাৰাম আছিল তাৰ খুড়া পুত্ৰ ভাই
কিবা শাস্তি দিব তাক ভাবিয়া নাপাই।
চোৰা ৰাম দামোদৰৰ পিতৃৰ যেনে ভাই
সিহঁতৰ মাতৃ দুয়োজনী ভনী হই।
এতেকতে চোৰা ৰাম বংশৰ কণিষ্ঠ
দামোদৰে কেনেকৈ ঘটায় অনিষ্ট?
গুৰু ধৰ্ম ধৰি আছো হিংসা কৰা পাপ
শাস্তি দিলে সিটো পৰিয়ালৰ মনস্তাপ।
ভাবি গুণি সোধে ভাই কি কৰ্ম কৰিলি
পৰ নাৰী সঙ্গে আহি পাপ আচৰিলি।
চোৰা ৰাম বোলে দাদা আমি দোষী নই
অকলে থাকিবে ভয় বৌ দেউ কৰই।
অঞ্চলত বৌৰ তুল্য ৰূপৱতী নাই
সুযোগ পালে কত ডেকাই ৰমিবে খোজই।
স্ত্ৰী, ৰত্ন, সোণ, ৰূপ আৰু ধান্য ধন
ইয়াক লাগি লোভনীয় আছে বহুজন।
বৌৰ সঙ্গত যদি আমি নথাকিব
অন্য কোনো চোৰ আহি সোপাকে হৰিব।
ৰাজ কৰ্মে যাব বাধ্য তোমাৰ আছই
স্ত্ৰী ৰখা কৰ্ম ইটো সামান্য নোহই।
*ৰমনী ৰমনে তুষ্ট কয় জ্ঞানীজন*
*হস্তীও গমনে তুষ্ট বোলে সৰ্ব্বজন।*

*পুজনে দেৱতা তুষ্ট জানিবা নিশ্চয়*
*মুৰুখে ঘোকোটা খালে নিমাত হোৱয়।*
এতেকতে ৰাত্ৰি কালে যুৱা নাৰী এৰি
গলে কিয় থাকিব ঐত অকলশৰে পৰি।
তাৰ পাছে দামোদৰে বোলয় বচন
এটি কথা জানো আমি বোলে সৰ্ব্বজন।
জ্ঞানীগণে কয় শুনা এক প্ৰবচন
অতিকে সুন্দৰী বুলি প্ৰখ্যাত যিজন।
সেন্দুৰী গাল নলইবা প্ৰেমিকৰ জুই
ওঠৰ তলতে থাকে ফেঁটী সাপ শুই।
এতেকতে ভাই সব ৰূপ পৰিহৰা
গুণৰ মহিমা বুজি তেওঁক সঙ্গী কৰা।
ভাৰ্য্যাই বুলিলা পাছে তব সঙ্গী মই
যলৈকে যাইবা তুমি এৰাণ নযাই।
ৰাজ কাৰ্য্য কৰিলেও মই কাষতে থাকিবো
তোমাৰ সঙ্গত থাকি সাহায্য কৰিবো।
আতৈ বোলে মহা ভয় তাহাতো আছয়
নাৰী লোভী যত কৰ্মচাৰীগণ হয়।
তোমাক দেখিলে আমাক কভু নচাৰিবো
বল কৰি নিবো কিম্বা প্ৰাণক বধিবো।
তোমাৰ ৰূপ সৌন্দৰ্য্যই সকলোকে হৰে
জুই যেনে ছগা ফৰিং আকৰ্ষণ কৰে।
সঙ্গে লই যাব ভয় সদা কৰো মই
সব লোকে তোমাৰ ফালে ঘুৰি ঘুৰি চাই।
জীৱনৰ সংশয় মোৰ আছে যে সদাই
এতেকতে তোমাক যাম ঘৰতেই থই।

তেতিক্ষণে ঘপৰাই পত্নীয়ে বোলই
তেনে চোৱা ৰাম থকা কিবা দোষ হই।
যদি জানে দুষ্ট ৰাজ কৰ্মচাৰীগণ
ৰাতি কালে মোক এৰি যাইবা যখন।
অকলে পাইলে নিব হৰিয়া আমাক
শূণ্য ঘৰে পাই যেনে লৈ গল সীতাক।
ৰাবণ হৰিয়া নিলে শ্ৰীৰামৰ জায়া
মোৰ দেৱৰ আছে কিন্তু আশ্ৰয় হইয়া।
দামোদৰ বোলে আজি খুলি দিলো মই
ধৰ্মক ৰাখিয়া বৌক ৰখি থাক তই।
এক সঙ্গে থাকিলেও মোৰ ক্ষোভ নাই
দ্ৰৌপদীৰ সঙ্গে থাকে পাণ্ডব পঞ্চ ভাই।
এনেদৰে বৰ্ষ পাচ যেবে চলি যাই
গঞা লোক মাতি আতৈ দ্ৰব্য কিছু দেই।
দামোদৰ বোলে চোৱা ৰাম বস্তু লোৱা
যিবা লাগে দ্ৰব্য ধন তাকে লৈ যোৱা।
বস্তু লই চলি গৈলা তেওঁ অন্য ঠাই
গালাপোত পোহাৰী এক তেওঁক লগ পাই।
শুনা ওৰে যুৱা তুমি আমাৰ বচন
কলা পাচি তুলি লব নোৱাৰো এখন।
আমাৰ মূৰত তুমি পাচি তুলি দিয়া
এক আখি কল দিও তাকে তুমি নিয়া।
তাৰ পাছে কল পাচি মাথাত তুলি দিলা
এক আকি কল তাক পুৰস্কাৰ দিলা।
আৰু এক লোক আহে কুঁহিয়াৰ লই
বোজা ডাঙৰ হেতু তাক দাণ্ডিবে নৰই।

কুঁহিয়াৰৰ বোজা তাৰ মূৰে তুলি দিলা
শলাগ কৰিয়া চাৰি কুঁহিয়াৰ দিলা।
তাৰ পৰা কিছু দূৰ বাট যেবে গৈলা
পথত অনেক লোকক সাক্ষাত কৰিলা।
পাচজন গৰখীয়া তাতে লগ পাই
হৰিধ্বনি কৰি পাছে কুঁহিয়াৰ খোজই।
দুই দালি কুঁহিয়াৰ তাহাক দিয়া দিলা
লৰাৰ মাজত পাছে কোৰ্হাল লাগিলা।
দাৰে কাটি সবাইকে ভাগ কৰি দিয়া
কাজিয়াটি তাহাতৰ দিলে মিতাইয়া।

এনেদৰে আগবাঢ়ি বাঢ়ি যেবে যাই
পৰ্মানন্দ ঠাকুৰক পথে লগ পাই।
ঠাকুৰক পুছিলা ধৰ্ম দাতা কত আছে
ভাটৌকুছি আতা লগ পাইলন্ত পাছে।
আতাৰ সমীপে যেবে শৰণ লইলা
চোবা ৰাম আতে নামে প্ৰখ্যাত হইলা।
শ্ৰীগুৰুৰ ধৰ্ম ধৰি শৰণ লভিলা
ভক্তগণ সঙ্গে লই বেহাৰত গৈলা।
গুৰুৰ চৰিত কথা অমৃতক জানি
মুখে মুখে উচ্চাৰিও ৰাম হৰি বাণী।



## *হৰিগতি আইৰ কাক বন্ধন দুৰ্গতি আৰু জয় ভাৰতীৰ চাউলগুৰি ভোজন আখ্যান*

### *পদ*

বুলি গৈলা চক্ৰপাণি ভকতৰ আগত
হৰিগতিৰ মাতৃ ছিল একান্ত ভকত।
অৱস্থা স্বচ্ছল অতি ভক্তিত শ্ৰদ্ধাবান
একাদশীৰ দিন দিয়ে চাউল জলপান।
জলপান খাই ভক্ত সবে বাক্য বোলে
শত গুণ বৃদ্ধি হোক এগুণৰ থলে।
শৰতৰ একাদশী আহিব যিদিনা
ভকতক নব বস্ত্ৰ দিয়ে একোখানা।

এইদৰে এবাৰত বস্ত্ৰ লৈয়া গৈলা
পথৰ মাজত এক বিঘিনি মিলিলা।
কাপোৰ লই মাথে তুলি গৈছিল যখন
খৰাহীত পাত ঢাকি থৈছিল এখন।
ওপৰত দুই কাকে কাজিয়া লগাই
যুঁজ কৰি বস্ত্ৰৰ খৰাহীত পৰে গই।
বিঘিনীক দেখি বস্ত্ৰ নিদিলেক যাই
উলটি আহিলা আই মন কষ্ট পাই।

ঘৰত আহিয়া আই বিচনাত পৰি
জ্বৰ বিযে পোৰে গাৱ লাগে ধৰফৰি।
স্তন যুগল ফিকি ভৈলা উধান সমান
লৰিব চৰিব নোৱাৰিব কোনোখান।
আতৈ গৈয়া কথা পাছে ভক্তত বুলিলা
ভক্তগণে দুখ কৰি বাতৰি লইলা।
বৈদ্য মাতি লেপ দিলা বেজালি কৰিল
তথাপিতো বেদনাটি কিছু নকমিল।
লাহে লাহে বাতৰিটি আতাই পাইল
কিবা কৰ্ম কৰিছিলা এনুৱা হইল।
সমস্ত বৃত্তান্ত আতৈ আতাত বুলিলা
নতুন কাপোৰ এখন দিবলৈ বুলিলা।
এক জুৰি তামোল-পান বস্ত্ৰে বান্ধি লই
নিৰ্মালি পঠাই দিলা অতি যতনাই।
গা ধুই নিৰ্মালি লইলা প্ৰথমত
গুৱা কাটি গুৱা পান কৰিলা শেষত।
গুৱা পান নিৰ্মালি আৰু প্ৰসাদ লইলা
আচৰিত কথা পাছে আতৈ দেখিলা।
দুই স্তনে দুটি ঢোৰা কাউৰ উৰি গৈলা
তাৰ লগে লগে বেদনা উপশম ভৈলা।
আতাৰ নামৰ বলে হৰিগতি আই
বেদনা আতৰ কৰি আহিলা ওলাই।
পিছ দিনা স্নান কৰি দম্পতি যুগল
আতাক সেৱিবে লাগি কলানি চলিল।
চাউল খৰি ভাৰ ভেটী লগত লইলা
বস্তু দ্ৰব্য দিয়া পাছে বৃত্তান্ত বুলিলা।

আতাৰ কৃপাত হৰিগতি ৰক্ষা পাই
চৰণত পৰি দুয়ো প্ৰাৰ্থনা কৰই।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
কলানীৰ কাষে আছে গাঁও যে এখনি
তথাত আছিল বিপ্ৰ নাম গুণমনি।
বৃদ্ধ ব্ৰাহ্মণৰ লৰা আছিল একজন
জয়ভাৰতী নাম তাৰ কুলীন ব্ৰাহ্মণ।
শিক্ষা-দীক্ষা নাই কিছু মূঢ় বিপ্ৰজন
গ্ৰামত যাজনা কৰি লোৱে ধান্য ধন।
হৰি আতৈক লগ ধৰি তাহাক বোলয়
ভজা গুৰা এক মুঠি দিবাক বোলয়।
আতৈ বোলে আতাৰ হুকুম চাও আমি
যদিহে বোলয় আতা দিব গুৰা আমি।
হৰি আতৈ আহি যেবে আতাত সুধিলা
গুড়া ভাজি দিব লাগি আতাই বুলিলা।
যেহেতু পৰৰ খোৱা বিপ্ৰ একজন
তাহাক লাগিয়া গুড়া কৰিও যতন।
এই বুলি হৰি আতৈ গুড়া যত্ন কৰি
ৰাখিলেক ভজা গুৰি বাচনত ভৰি।
গধূলি আহিলা বিপ্ৰ তাৰ আগে দিলা
মহানন্দে বিপ্ৰবৰ ভোজন কৰিলা।
আতা আহি বোলে বিপ্ৰ আমি ভাগ্যবান
আপোনাক পালো আজি অতিথি মহান।
তব গৃহে আছে মুকী আৰু নাৰীগণ
তাহাৰ হাতৰ গুড়া খাইতে সুঘ্ৰাণ।

আমাৰ উদাসীনগণ কিবা কিবি খাই
জীৱন ধৰিছো আমি ভাল বস্তু নাই।
ভাৰতী বুলিলা বাপ আমি ভাগ্যহীন
সংসাৰ বন্ধনে আছো তাতেই বিলীন।
মোৰ গৃহে আছে বহু কৰ্মী নাৰীগণ
কৰি দিব পাৰে বহু পিঠা ও ব্যঞ্জন।
তথাপিতে ইটো বস্তু হৰি নাম গাই
খুন্দিছে আপোনালোকে মনৰ সদিচ্ছাই।
তাকে খাই আমি যিৱা তৃপিতি পাইলু
গৃহত কত বস্তু খাই এনে নপাইলু।
এইবাবে এই বস্তু খুজিয়া খাইলু
আপোনাৰ ব্যৱহাৰত সন্তুষ্ট হইলু।
পৰম অমৃত খালো তোমাৰ ঘৰত
এই বস্তু চিৰ দিন থাকিব মনত।
এই বুলি ভাৰতীয়ে বিদায় লইলা
হৰি নাম ধৰ্ম বুলি প্ৰচাৰ কৰিলা।

কিন্তু এক ঘটনা যে পৰিলা মনত
প্ৰতি মাহে বস্ত্ৰ পায় বিপ্ৰই দানত।
জপা এটি আনি থৈলা আতাৰ হাতত
কাপোৰ জমাই তাতে বিকে অসংখ্যাত।
তাৰে একখনি ধুতি আতাক নিয়া দিলা
দেখিলেক ধুতিখনি অনেক পাতলা।
পিন্ধিবে নোৱাৰি ধুতি আতাই হাসয়
ব্ৰাহ্মণৰ কৃপানালি আগতে জানয়।
তথাপি দেখিলা বিপ্ৰ শৰণ লইলা
নাম ধৰ্মৰ প্ৰতি তেওঁৰ বিশ্বাস জন্মিলা।
পাছে গুৰু ধৰ্ম লই বিশ্বাস জন্মিল
বিপ্ৰক সত্ৰীয়া পাতি আচাৰ্য্য কৰিল।
শ্ৰীগুৰু চৰিতামৃত অমৃত সমান
হৰি হৰি বুলি সবে ডাকিও সঘন।
নহলে মানৱ জন্ম হইব বিফল
হৰি ভজি হৰিক স্মৰি হইব সফল।



## *অমাতাৰ মাত বুজা বোৱাৰীৰ আখ্যান আৰু আতাৰ উপদেশ*

### *পদ*

অনন্তৰে আখ্যান এক বোলে চক্ৰপাণি
ভকতৰ আগে বোলে অপূৰ্ব্ব কাহিনী।
তিপাম, জইহৰি আৰু ৰহাই আদি কৰি
আতাক সুধিলা পাছে একে একে কৰি।

তাৰ পাছে আলোচনা ভকতৰ মাঝে
লাগিল তৰ্কাতৰ্কি তাতে ভকত সমাজে।
কোনোজনে বুজে কিন্তু কেৱে নুবুজয়
বিৰূপ কথা বুলি মাথো তৰ্কহে কৰয়।

নুবুজয় শাস্ত্ৰতত্ত্ব কিন্তু তৰ্ক কৰে
বাদ বিসম্বাদ লাগে ভকত মাঝাৰে।
হৰাম আতে জয় হৰিৰ বিতৰ্ক লাগিল
জয়হৰি গৈয়া আতাৰ পাশে গোচৰিল।
আতা শুনি বোলে শুনা মহা ভক্তগণ
সাউদৰ বোৱাৰীৰ কথা মহান আখ্যান।
ধীৰেন্দ্ৰ নগৰে ছিল ধনী সাউদ এজন
আছিল তাহাৰ তিনি গুণী পুত্ৰ ধন।
দুই পুত্ৰ দুই কন্যা বিবাহ কৰিল
ধনীৰ দুলালী দুটি স্বাভাবিক ছিল।
তাৰ পাছে কণিষ্ঠ পুত্ৰক বিহা লাগি
ছোৱালীৰ অন্বেষণ কৰিলা মন ৰাগী।
গ্ৰামত আছিল এক দৰিদ্ৰ সুজন
তাহাৰ নন্দিনী এক সৰ্ব্ব সুলক্ষণ।
অতি ৰূপৱতী কন্যা অঞ্চল মাজাৰে
পদ্মনাথ হালৈৰ কন্যা পদ্মা নাম ধৰে।
ৰূপত উৰ্ব্বশী সম হৰিণ চাৱনি
জাকত জিলিকা কন্যা ধৱল বৰণী।
ৰূপত মোহিত ভৈলা সাউদ কুমাৰ
বিবাহ কৰিয়া আনেআপোনাৰ ঘৰ।
প্ৰথম যৌৱন তাইৰ স্বামীৰ সঙ্গিনী
অতীব কৌশলী কন্যা ৰূপে ঘৰ জিনী।
ঘৰখন আহি বহু উন্নতি কৰিলা
নিত্য নতুন বহু কথা জেষ্ঠ্যক জনাইলা।

তাৰ পাছে সাউদ গৈলা বেহা কৰিবাৰে
তিনিপুত্ৰ তিনি বধু নৌকাত গিয়া চৰে।
কিছু দুৰ গৈয়া এক নগৰ ঘাট পাই
নৌকা বান্ধি পুত্ৰগণ তথাতে ৰহই।
প্ৰভাতে উঠিলা তিনি কাক যে ডাকিলা
কণিষ্ঠ বোৱাৰী কথা ধৰিব পাৰিলা।
কাক ডাকি বোলে হেৰা সাউদ বোৱাৰী
ৰাণীৰ চৰত আছে এক সালঙ্কৃতা নাৰী।
শৱৰ কাষে গই তুমি গহণাক লোৱা
আমাক দিয়াহে শৱ কাষ চপাইয়া।
কাকৰ বচন শুনি কণিষ্ঠ বোৱাৰী
তাহাৰ নিৰ্দ্দেশে পাইলা মৰাশৰ গুৰি*।
নৌকা হন্তে জলে পৰি গহণাক কাতি
সমস্ত গহণা ৰাখে নিজে হাতে পাতি।
হাতেৰে নোৱাৰি বলে দাঁতেৰে চিঙিলা
গহণা আনিয়া নিজ বাকচে ৰাখিলা।
দুৰ হন্তে দেখিলেক অন্য বহুত লোক
সবে বোলে শৱ খাইলা বোৱাৰী সাক্ষাত।
ৰজাত গোচৰ দিলা নাৱৰীয়া যত
মৰাশ খাইছে নাৰী কিনো অদভূত।
শুনা মহাৰাজ এক সাউদ পুত্ৰ জায়া
আপোনাৰ ৰাজ্যৰ লোক পেলাব খাইয়া।
ৰজা শুনি পাছে এক চাউদাং পঠাই
পুত্ৰ পুত্ৰবধু দুইকো আনিলা সি ঠাই।

*গুৰি - কাষ

কিবা কথা শুনো হেৰা সাউদ কুমাৰ
শৱ খাইলা নদী জলে তব পৰিবাৰ।
কুমাৰ বুলিলা কথা আমি মাত্ৰ শুনি
সঁচা মিছা নজানোহে নপাও ভাবি গুণি।
বিচাৰ কৰিও এবে সভাৰ মাজত
প্ৰমাণ হ'ব সঁচা মিছা লোক সমাজত।
বোৱাৰীক ৰক্ষা হেতু চেষ্টা নকৰিল
ৰজাৰ সভাত তাইৰ বিচাৰ চলিল।
ৰজা বোলে হাতীৰ দ্বাৰা গছকাই মাৰি
জলত ক্ষেপিও ইটো ৰাক্ষসী কুমাৰী।
কিবা হেতু শৱ খাইল কিছু নুসুধিল
হাজিৰ কৰিয়া পাছে দণ্ডাদেশ-দিল।
তাৰ পাছে ৰজা দূতগণক আদেশি
বান্ধিয়া নিলেক সাউদ বোৱাৰী ৰাক্ষসী।
বচন বুলিলা এক কৃষক নন্দিনী
কিবা হেতু মৰিবো আজি আমিও নজানি।
শাহু লৰফৰ, শহুৰ লৰফৰ পতি সব সৰু
এই ৰাজ্যৰ যিটো ৰজা সিও পালৰ গৰু।
এতেক বচন শুনি ৰাজ্য অধিপতি
যিবা বুলি গলা কথা বুজাও সম্প্ৰতি।
কাক মুখে জানি পালো বুলিলা বোৱাৰী
পানীত ওপঙি গৈলা সালঙ্কৃতা নাৰী।
শৱক দেখিয়া আমি পানীত নামিলু
গাৱৰ অলঙ্কাৰ যত কামুৰি চিঙিলু।
অলঙ্কাৰ আনি ৰাখি শৱক চপাই
কাউৰী খাইলে তাক আন কথা নাই।
ৰজা বোলে কাক বাণী কিমতে জানিলা
বোৱাৰী বুলিলা শাস্ত্ৰ পিতাই শিকাইলা।
জ্যোতিষৰ কিছু কথা বুজিবাক পাৰো
কাৰো আগে ইটো কথা প্ৰকাশ নকৰো।
ৰজা বোলে সোণ যত দেখাইও আমাক
তবে পতিয়াব আমি তোমাৰ কথাক।
মৃতা নাৰীৰ সোণ যত ৰজাৰ হাতে দিলা
সোন পাই ৰজা পাছে পতিয়ন গইলা।
আপোনাৰ মহিষী কৰিয়া আনিল
জ্ঞানী গুণি কৃষক কন্যা ৰাণী পদ পাইল।
এতেকতে হৰাম আতৈ তুমি জ্ঞানীজন
আমাৰ গৃহতে থাকি শাস্ত্ৰক পঠন।
বিতৰ্ক যতেক হোক নকৰিবা কাণ
আমাৰ ধৰ্মৰ কথা যিটো নুবুজয় আন।
তাৰ পাছে হৰাম আতৈ বহাত ৰাখিল
মুখ্য প্ৰাসঙ্গিক পদ তেখনে পাইল।
হৰাম বুলিলা ভাই ভক্তবৃন্দগণ
হৰি নাম বিনা আন ধৰ্ম অকাৰণ।
পদ্ম আতা এই কথা আমাক বুলিলা
হৰি নাম ধৰ্ম ধৰি সবে ভক্ত ভৈলা।
মাধব গুৰুৰ ভক্ত যত সবাকে উচ্চাৰি
সভাসদ গণ যত বোলা হৰি হৰি।



## *পদ্ম আতাৰ থানৰ কাৰ্য্যক্ৰম আতৈসকলৰ দ্বাৰা কাৰ্য্যক্ৰম পালন*

### *পদ*

এইদৰে পদ্ম আতা কলানি পামত
কৰিলা অনেক কাৰ্য্য প্ৰজাৰ মাজত।
ব্ৰহ্ম মুহুৰ্ত্ততে আতা সবাকে জগাই
নিজ নিজ কৰ্ত্তব্যত দিহা লগাই কই।
যি সব বিষয়া ভক্ত হাল কোৰ লই
প্ৰভাততে উঠি যায় হাল বাবলৈ।
সময়ৰ মূল্য আতা সুন্দৰ বুজায়
বহু লোক আহি সদা নাম কীৰ্ত্তন গায়।
মধ্যাহ্ন প্ৰসঙ্গ বেলা সবে আহি যাব
হৰি নাম প্ৰসঙ্গত সবে যোগ দিব।
*খেতিয়ক ভক্তগণ যিমান আছয়*
*প্ৰাতঃ প্ৰসঙ্গত যোগ দিবে নলাগয়।*
*আবেলিৰ যত কৰ্ম গৃহত কৰিব*
*সন্ধ্যা কালে প্ৰসঙ্গত সমবেত হব।*
*হাতে কাম কৰি যোৱা মুখে হৰি নাম*
*গৃহস্থী ধৰ্মত জানা মুখ্য এহি কাম।*
বাহাত উদাসীন ভক্ত যত লোক আছে
তাহাৰ তালিকা এক কৰি দিলা পাছে।
জয়হৰি পাটচাৰি সাৰি দিব জানা
বনমালী আতাক দিব আঙ্গচ আৰ টানা।
আতা উঠি পাইখানা আৰু গা ধুব
জয়হৰি বন্তি জ্বলাই কঠ পাৰি দিব।

নামঘৰে আতা যেবে প্ৰবেশ কৰিব
পাছে আগে ভক্তগণ লগত চলিব।
হৰি, লখৰঙ্গ, আতৈ ভক্তদাহ, জয়ৰাম
জয়হৰি, জগন্নাথ, মকুন্দ, সতাৰাম।
বৰমকুন্দ, পিঠিকটা, গোপাল, যদুমনি
আলধৰা গোবিন্দ, কলাই, পৰ্মানন্দৰিণী।
বাৰী চোৱা গোবিন্দ আৰু লাউ লোৱা
চিনাতলীৰ গোবিন্দ গোকুল ছাতি লোৱা।
সবে বোলে আতা যেন সাক্ষাত ঈশ্বৰ
সুন্দৰ চেহেৰা আৰু মুখ মনোহৰ।
মিৰি, মিছিং, কছাৰী অনেক আহোম
গুৰু ভজি আতা পাৱে পশিল শৰণ।
অৰ্দ্ধ চন্দ্ৰকাৰে সবে প্ৰসঙ্গ কৰই
অন্যান্য ভকত আহি কাষত বহই।
পূৰ্ণ শশী যেন জ্বলে তৰাৰ মাজত
তেন মতে আতা জ্বলে ভকত মধ্যত।
প্ৰাতঃ প্ৰসঙ্গক সবে কৰি সমাপন
তাৰ পাছে গুৰু চৰিত কৰয় শ্ৰৱন।
কোনো দিনে আতা কয় কোনো দিন আন
এনেদৰে প্ৰসঙ্গক কৰি সমাপন।
ভক্তগণ গৃহ কৰ্মে ৰত হুয়া যায়
ফল, মূল, শাক, পাত খেতি কৰি খায়।

দুপৰীয়া আগে আগে সব লোকে বোলয়
মধ্যাহ্ন সময়ে আতা প্রসঙ্গত চলয়।
গৃহস্থী ভকতগণ হাল, কোৰ এৰি
গা ধুই আহে নামে প্রসঙ্গক বেঢ়ি।
তাৰ পাচত ভক্তগণে গৃহে চলি যায়
ভোজন কৰি আবেলিত জিৰণি লবয়।
গাৱে নাম গুণ প্রসঙ্গত থাকে মানে
গুৰুৰ চৰিত সবে কাণ পাতি শুনে।
সন্ধিয়াত বহে নাম, কীৰ্ত্তন কৰিবাৰে
কেহো আঁতে হৰিচৰণ বন্তি জ্বলাইবাৰে।
নাম প্রসঙ্গক শেষ কৰি সৰ্ব্বজন
ভাগৱত এটি আধ্যা কৰয় শ্রৱন।
তাৰ পাছে শ্রীগুৰু শঙ্কৰ চৰিত
এক খণ্ড খণ্ড কৰি শুনে অবিৰত।

আতাই চৰিত তোলে ভক্তগণ শুনে
গুৰুৰ চৰিত কথা শুনে এক মনে।
গুৰু ভটিমাৰ কথা আতা বাখ্যা কৰে
সব কথা বুলি আতা নতি স্তুতি কৰে।
নিশা ভোজন কৰে সবে দুই পৰ ৰাতি
এইদৰে আঠ পৰ হয় দিনে ৰাতি।
চাৰি দণ্ড বাকী নিশা আটাই উঠয়
পুৱাৰ গীত ভটিমা সবাই গাৱয়।
কলানিৰ থানখনি ৰমক জমক
লগাইল পদ্ম আতা নামৰ খলক।
নামঘৰ, মণিকূট, হাটাবাহা আদি
সবাকে দিলেক কৰি ভকতক আদি।
পদ্ম আতা চৰিত্রক মনে প্রাণে জানি
হৰি হৰি বোলা সবে আনক নজানি।



## *পদ্ম আতাৰ বাহাত ভকতৰ সংখ্যা বৃদ্ধি*

### *পদ*

চক্রপাণি বোলে শুনা ভক্ত মহাজন
বাগৰা ভক্তৰ কথা কৰিবো ব্যাখ্যান।
পদ্ম আতাৰ বাহাত থাকে মুখ্য চাৰিজন
চাৰিজনে যত কৰ্ম কৰে সম্পাদন।
শিষ্য সংখ্যা বৃদ্ধি পাইলা অনেক হাজাৰ
হৰেক ৰকম শিষ্য মধ্যে আছে তাৰ।

পেটুৱা, বাগৰা, লেউতা আলহী অনেক
খায়া দায়া ফায়া• মাৰা গণিবা কতেক।
মুখ্য চাৰি ভকতৰ জামেলা* বাঢ়য়
বাহাত কৰম কৰি আটাব নাপায়।
শুশ্রূষা নাপালে ৰাগ কৰিব প্ৰত্যেক
অতিথিৰ আলপৈচান ধৰিব কতেক।

*•ফায়া - পলাই গুছি যোৱা , *জামেলা - দিগদাৰী, জুলুম*

দিনেক প্ৰসঙ্গ পৰে হৰি আতা বোলে
বাগৰা ভকতে জানো তৰিব অকলে।
আতা বোলে শুনা বাৰু পুৰণি কাহিনী
সজ্জল দেশৰ সাউদ সুবোধ মহা দানী।
প্ৰতি দিনে মাতি আনে শাস্ত্ৰজ্ঞ এজন
ধাৰ্মিক সজ্জন আৰু ঘৃত কৰে পান।
নিৰামিষ ভোজন কৰায় দক্ষিণা লগত
দক্ষিণাৰ আশাত বিপ্ৰ আহে কত কত।
এনেদৰে কৰ্ম চলিল কেইটা বছৰ
বিপ্ৰ হেতু দক্ষিণা হয় বহুতৰ।
ভাণ্ডাৰি বুলিলা ধনী সাউদ নন্দন
ঘৃত পানে উদং হব সমুদায় ধন।
সাউদ বোলে ভালদৰে পৰীক্ষা কৰা
শাস্ত্ৰ আলোচনা কোন আছে নকৰা।
ভাণ্ডাৰি বুলিলা সবে সঙ্গত বহয়
কোনো জনে আলচে কথা কেৰে বহি খায়।
তাৰ পাছে সাউদ বোলে ঘৃত কৰে পান
তেওঁক দক্ষিণা দিবা কৰিয়া প্ৰমাণ।
এইদৰে কিছু দিন মুখ গোন্ধ লই
জানিলেক অল্প ঘৃত মুখে ঘহি যাই।
সবে বোলে আমি ঘৃত কৰিয়াছো পান
সন্মুখত ঠিয় হলে পাইবি প্ৰমাণ।
দেখিলা সাউদ বহু পণ্ডিত নহই
ধনৰ লোভতে মাত্ৰ মুখে ঘৃত লই।
পেট উগাৰিব জানা ঘৃত যদি খায়
তাক মাত্ৰ দিবা দান যদি উগৰায়।
এইদৰে উগাৰ মুখে কিছু নামাৰিল
পূৰ্ব্বৰ দুজন বিপ্ৰ তাহাতহে থাকিল।
এতেকতে আচল ভক্ত হইব যিজন
তাহাৰ থাকিব কিছু বিশিষ্ট লক্ষণ।
আতাৰ বচন শুনি হৰি আতৈ দেৱ
নাম অন্তে ৰব যাহা তাকে অন্ন দিব।

পদ্ম আতাৰ লীলা কথা শুনা এক মনে
হৰি হৰি বোলা ডাকি সব ভক্তগণে।



## *নগাৰ বলাই আৰু নৰোত্তম আতৈৰ পৰিচয় বিবৰণ*

### *পদ*

কথা প্ৰসঙ্গৰ মাঝে বোলে চক্ৰপাণি
নৰোত্তম বলাইৰ কথা বুলিব অকনি।
নগাৰ গৃহত জন্ম আতৈ নৰোত্তম
শ্ৰীশঙ্কৰৰ ধৰ্মত আহি লৈলেক শৰণ।
যাবৰ সময়ত তেওঁ আতাত পুছয়
অনেক শিকাইলা কথা পতিয়ন নহয়।
বাৰে বাৰে সোধে যেন আৰু কিবা ৰল
অনেক তত্ত্ব কথা শিকাই পতিয়ন নগল।

কওঁ বাৰু সব কথা পাতি থকা কাণ
বেয়ন কাব্যৰ কথা কওঁ এধান মান।
তেবেসে গুচিব তব মনৰ আন্ধাৰ
অন্ধ্ৰ ৰাজ্যে ছিল এক ধনী সদাগৰ।
কাষে ছিল চৈতন্য এক পণ্ডিত মহান
সৎ সুমন নামে ছিল কিৰাত ভকতজন।
ধৰ্ম জ্ঞান লব গৈলা তাহাৰ কাষত
অনাৰ্য্য কিৰাত বুলি নেদে এষাৰ মাত।
কিৰাতৰ লৰা বুলি মন্ত্ৰও নিদিলা
ঠাট্টা কৰি মাত্ৰ অন্য কথা কৈ গৈলা।
মহৰধৰান* কৰিবাক মনত শিকাই
একান্ত মনেৰে সুমন ধ্যানে ৰত হয়।
গুহা মধ্যে গুৰু সমে ধ্যান যে কৰিলা
প্ৰকাণ্ড শিঙৰ সমে মহ এটি ভৈলা।
গুৰুৰ কাষত পাছে উপনীত হই
কিবা কৰ্ম আছে আৰু গুৰুত পুছই।
প্ৰকাণ্ড গোণা মহ দেখি সমীপত
ভয়ত বিপ্ৰৰ গাত হেৰাইলা তত্।
মন্ত্ৰ পুত পানী ঢালি মানুহ কৰিলা
ধ্যান মন্ত্ৰ শিক্ষা দিয়া সাধক সজাইলা।
আৰু শুনা ভক্তগণ অন্যত্ৰ কাহিনী
আশ্ৰমত আছিল এক ভগু মহামুনি।
সজ ৰাম নামে তেওঁৰ শিষ্য প্ৰপন্ন
আশ্ৰমে আহিয়া লৈলা মুনিত শৰণ।

মন্ত্ৰ দিলে মুনি ৰাম নাম এক চিত্তে
আকে লই পাৰে ভব সমুদ্ৰ তৰিতে।
আশ্ৰমখনি আছিল এক নদীৰ তীৰত
সজৰামে নৌকা চৰি পাৰ হয় নিত।
এক দিন সজৰামৰ আহুকাল ভৈলা
ৰাতি মধ্যে নাওখনি এৰা দিয়া গৈলা।
ঘাটত নাহিকে নাও পানী ভৰপূৰ
সাতোৰা নাজানে তেওঁ বাটো বহু দূৰ।
স্মৰণ হ'ল ৰাম নামে যদি সাগৰ তৰে
নিশ্চয় ৰাম নাম লই যাইব সিপাৰে।
এই ভাবি দৃঢ় চিত্তে ৰাম নাম লই
পানীৰ ওপৰেদি গল নদী পাৰ হই।
তাৰ পাছে গুৰুক আহি নমস্কাৰ কৰি
কেনেকৈ হইল পাৰ ললে আতিগুৰি।
গুৰু বোলে ৰাম নামৰ বল যদি এই
ইমান প্ৰবল যদি আমি জনা নাই।
সজৰাম বোলে প্ৰভু বিশ্বাসৰ হন্তে
পাইলো পৰম মন্ত্ৰ আপোনাৰ ততে।
আজিৰ পৰা মোক আৰু নৌকা নলাগই
ৰাম নামে পাৰ কৰি আনিব সদাই।
গুৰু বোলে তেনে নাই মোৰও প্ৰয়োজন
ৰাম নাম লই পাৰ হইব নদীখন।
দিনেক নগৰে গৈলা গুৰুই ওলাই
ৰাম নাম স্মৰি পানীত খোজক পেলাই।

*মহৰধৰান - মহ ধৰিবপৰা*

সাগৰীয়া পানী নদী উপচি আছিল
প্ৰথম খোজতে গুৰু পানী তল গৈল।
পানীত আদৃশ্য গুৰু দেখি শিষ্যগণ
নৌকা লই কত জনে কৰে অন্বেষণ।
আৰু বাৰ গুৰুক কেৱে বিচাৰি নপাই
নিজ দোষে গৈলা বুৰ কৰে হায় হায়।
এতেকতে শুনা বোপা মাত্ৰ আক জানি
অল্পতে বিশ্বাস কৰা বিস্তৰ নামনি।
*বিশ্বাসত মিলে হৰি তৰ্কে বহু দূৰ*
*বিশ্বাস ৰাখিবা মাত্ৰ নামত প্ৰচুৰ।*

✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪

আত পৰে বোলে কথা আতৈ চক্ৰপাণি
আৰ এক নগা ভক্তৰ কথা লোৱা জানি।
পৰম ভকত বলাই ধৰ্মক ধৰিলা
পৰমাৰ্থ কত কথা কাণেৰে শুনিলা।
বয়স দিলেক ভাতি যাবৰ সময়
আতাৰ পাশত আতৈ লইলা বিদায়।
স্তুতি নতি কৰি বোলে আমি মূঢ়জন
শিক্ষা-দীক্ষা বিহীন নগা অসভ্য অজ্ঞান।
যিবা শিক্ষা পালো মই গুৰু সবৰ পৰা
তাকে লই পাবো পাৰ জাতে পাতে মৰা।
এই বুলি পদ্ম আতাৰ চৰণে নমিল
কিবা ইচ্ছা আছে খাব আতাই সুধিল।
লাই, লফা, খলিহা মাছৰ আঞ্জা পালে
ইচ্ছা যিবা আছিল মনৰ বাসনা পূৰিলে।
আতৈ বোলে ৰহ ইচ্ছা কৰিব পূৰণ
আৰু কিবা কথা আছে বোলা এতিক্ষণ।
আতাৰ আগত তিনি সশ্ৰদ্ধে বুলিলা
চাৰি কাওন কড়ি লাউ তলে ৰই গৈলা।
বহু যত্ন কৰি মই সাচিলো এই ধন
ভকত সবক কিছু খুৱাইবৰ মন।
এই কড়ি লগাইব থানৰ কামত
সজ কথা ইটো মই কৰিলো বেকত।
আতাই মনৰ বাঞ্চা পূৰণ কৰিলা
বলাই আতৈ ছয় মাহত বৈকুণ্ঠে চলিলা।

✦✦✦✦✦✦

## *কৰুণা, নিৰঞ্জন, বিষ্ণু আতৈৰ ধৰ্ম গ্ৰহণ*
## *কলাবাৰী থানত* ভকতৰ ওপৰত উৎপীড়ন

### *পদ*

আত অনন্তৰে শুনা যত মহাজন
নিৰঞ্জন কৰুণা কথা হঠাতে ঘটন।
প্ৰহ্লাদ নামেতে এক ধনী মহাজন
তাৰ পুত্ৰ আছিল যুবক নিৰঞ্জন।

অতীব কৃপণ ধনী প্ৰহ্লাদ এজন
টকা ধাৰে দিয়া সুত আনে অগণন।
কৰুণা নামেতে এক কৃষক প্ৰধান
গাঁওৰ মাঝে থাকে সিটো কৃষিতে মগন।
অতিকে সাত্বিক লোক ভকত প্ৰধান
গাঁওৰ মাঝে শান্ত নাই তাহাৰ সমান।
কেশৱ আতা আছিল তেবে মুদৈৰ গৃহত
ধৰ্ম কৰ্ম কৰে সঁচা অসূয়া মনত।
অধিক লোক আহে যদি মনে পায় টান
খৰচ কৰিবে সিটো নকৰয় মন।
ধাৰ্মিক কৰুণা আছিল দুখী লোকজন
ধাৰ কৰি গৃহ চলায় কম উপাৰ্জন।
প্ৰহ্লাদৰ পৰা নিলে কুৰি টকা ধন
তাৰ বছৰেক পৰে মিলিল বেচি টান।
প্ৰহ্লাদ চলিয়া গৈলা কৰুণাৰ ঘৰে
ঋণ সুত আদায় হেতু পুত্ৰ সহকাৰে।
যেতিয়া নাছিল ভক্ত কৰুণা কৃষক
সুত বাবে দিয়া ধান এক গাড়ী আমাক।
নপাইলে সুত আমি নিব গৰু হাল
এই বুলি ধমক্ দিয়া কৰিলা আস্ফাল।
প্ৰহ্লাদৰ গৃহে থাকে আতা মহামতি
কেশৱচৰণ নাম ভাটৌকুচিৰ সন্ততি।
গৰু হাল নিলা ঋণৰ সুদ বাবে কাটি
নাই ধন গৰু আনা মিলিল দুৰ্গতি।
দুখীয়া কৰুণা ভূঞা বিপদে পৰিল
আতাৰ ভৰিত গৈয়া সষ্টাঙ্গে পৰিল।

আতা বোলে হালৰ গৰু আনিবে নপায়
গৰু নাথাকিলে গৰীবৰ কি উপায়।
ঋণৰ বাবে সুদ লোৱা গৰু এৰি দিয়া
খেতি আগে চপাইওক পৰে সুত লোৱা।
মুদৈ বুলিলা আতা ৰামৰ লোণ খাই
ঐত থাকি ফুৰা ৰাৱণৰ গুণ গাই।
কথা শুনি কেশৱ আতা গুছিয়া আহিল
কৰুণাৰ গৃহে আহি আশ্ৰয় চাপিল।
তাতে থাকি নিজ ধৰ্ম কৰই প্ৰচাৰ
হাতে কামে সহায় হৈলা দুখী কৰুণাৰ।
ভকতসকলে আহি নাম, কীৰ্ত্তন গাই
দুখীয়া কৰুণাৰ গৃহ ৰই বই যাই।
আতাৰ আদেশে পাছে ভকত এজনে
গৰু দুটা দান দিলা অতি ৰঙ্গ মনে।
গৰু পাই কৰুণাই কৃষিক কৰিলা
সুন্দৰ হইল খেতি সবে বখানিল।
নিৰঞ্জন ৰোগত পৰে সেই সময়ত
নাও ডুবি নষ্ট হল শস্যও বহুত।
গোহালীৰ গৰু গাই বহুত মৰিল
সাউদৰ গৃহে আহি আতঙ্ক মিলিল।
চাকৰ ভৃত্য যা আছিল তাৰা গুছি গল
প্ৰহ্লাদৰ গৃহে মহা মিলে অমঙ্গল।
কৃপণৰ গৃহে কেৱে নাযায় খণ্ডত
ৰোগে পৰি নিৰঞ্জন কৰে ছটু ফটু।
গোহালিৰ গৰু গাই চাওতাও নাই
ভাবি গুণি প্ৰহ্লাদ একো নাপান্ত উপাই।

ভক্ত তিনি গৈয়া নিৰঞ্জনক শুশ্ৰূষিলা
তাহাৰ যত্নতে নিৰণ বাচিয়া উঠিলা।
নিজৰ মুৰ্খামী পাছে সাউদে বুজিলা
সেৱা মান ধৰি আতাক নিজ গৃহে নিলা।
কৃপা কৰি গুৰুদেৱ দোষ ক্ষমা কৰি
অধমৰ গৃহ লাগি যাইবে লাগে ফিৰি।
এই বুলি পাছে মুদৈ চৰণত পৰি
কেশৱচৰণ আতাক নমে দণ্ডাৱতে পৰি।
চৰণত পৰি যেবে শৰণ চাহিলা
মুদৈৰ যতেক বস্তু ঘুৰাই পাইলা।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
নিদুৰি নামেতে গাঁও অতি সুচীকণ
তথাত আছিল মহা ভক্ত একজন।
বিষ্ণুদেৱ নাম তাৰ অতি সুচীকণ
পৰম নিৰ্মল ভক্ত হৰি সেৱাত মন।
হৰাই নামে এক লোকে পিতৃ শ্ৰাদ্ধ হেতু
অন্ন দান ৰাইজক খুৱাইবাৰ হেতু।
অন্ন ৰান্ধি ডালা পাৰি তথাত ৰাখিলা
নিহনি বৈ গৈয়া মুদৈৰ চোতাল পাইলা।
সব লোকে গছকিয়া চলিয়া ফুৰয়
ঘৃণা কৰি কোনো জনে ছিঃ ছিঃ কৰয়।
বৰ বৰ ভেনা মাখি উৰিয়া ফুৰই
দেখিয়া আতাৰ ঘৃণা লাগে বৰকৈ।
আতা বোলে ইয়াত অন্ন কেন মতে খাওঁ
চুৰনিৰ সম ঠাই দেখি ঘৃণা পাওঁ।
ইটো বুলি আতা যেবে ঘুৰিয়া আহিল
বহু লোকে নাখাইল আতৰি থাকিল।

পাছে আতা বোলে তোমালোকে খোৱা যাই
হৰাইৰ গাৱত জানা কিছু দোষ নাই।
চুচৰি বাগৰি আতা কলনি আহিল
এক দিনান্তৰে পাছে কলনি পাইল।
তাৰ পাছে হৰাই গৈ আতাক সেৱিলা
পৰিবাৰ সমন্বিতে শৰণ লভিলা।
হৰাই বুলিলা বাপ সবাই সহজ
দুটি কথা টান পাও গুৰুৰ ধৰ্মত।
সবাকে ভক্ষণ কৰে ভকতসকলে
নামতেই সৰ্ব্ব সিদ্ধি কৰ্মৰ সফলে।
পাছে হৰাইক আতা বুজাই বুলিলা
সৰ্ব্ব দেশে মানৱ যত ই ধৰ্ম ধৰিলা।
*যিটো দেশে যিটো খাদ্য মানুহে খাৱয়*
*তাকে খালে ধৰ্মে কিছু দোষ নধৰয়।*
হৰাই বোলে আমি ইয়াৰ আগ বয়সত
ভক্ষণ কৰিছো বন্য প্ৰাণী কত কত।
এতেকে সিবোৰ পাপ যদি কটা যায়
শৰণ লভিলো আজি তব গুৰুৰ পাৱে।
এই বুলি হৰাই পাছে ধৰম ধৰিলা
অনেক লোকক আনি ধৰ্ম দীক্ষা দিলা।
মহাপুৰুষৰ ধৰ্ম জগতে জানই
খাদ্য, ভাষা, কৃষ্টি কিছু ভেদাভেদ নাই।
একমাত্ৰ হৰি পদে লভিবা শৰণ
উদ্ধাৰ কৰিব জানা সেই নিৰঞ্জন।
ভক্তি প্ৰদীপত জানা গুৰুই লিখিছে
কৰ্মবশে যদি কেৱে অনাচাৰ কৰিছে।

সিজন হলেও দোষী দ্ৰোহী নহই মোৰ
আন দেৱ পূজিলেহে অপৰাধ ঘোৰ।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
গোপাল নামত এক ভক্ত মহাজন
সৰ্ব্বদায় কৰে হৰিৰ নাম আৰ কীৰ্ত্তন।
তাল, খোল বায় আৰু হৰি নাম গায়
ৰাগ-ৰাগিনী তোলে ভুল কিছু নহয়।
সৰিয়হ তলীত জয়ৰাম একজন
ভকতৰ মাঝে অগ্ৰগণি যে প্ৰধান।
গোপাল বুলিলা ওৰে মহা ভক্তগণ
খেতিৰ মাঝেৰে সবে যাইবা যখন।
নাওল লগাই খেতে আচ মাৰি থাবা
অৱশ্যে আটাইৰে মাটি সবে চহাইবা।
গোপাল তথাত গৈয়া নাম শিকাইল
তাহাক বহুতে পাছে ভাল নাপাইল।
আপোন নিয়ম সিটো কদাপি নেৰয়
লোকৰ হাতেৰে অন্ন কিছু নখাৱয়।
এই কথা জানি পাছে ৰাইজ ৰোষ ভৈলা
গোপাল আতৈক নিয়া বন্দী কৰি থেলা।
তাৰ পাছে জয়ৰাম সবাকে ধৰিলা
ছয় কুৰি টকা নিয়া তাক মোকলাইলা।
তদন্তৰে মাধৱ নামেতে লোকজন
ৰজাৰ জানিবা এক অমাত্য প্ৰধান।
ভক্তগণ নিমন্ত্ৰিয়া আপোন গৃহত
কৰিলেক নাম ক্ৰিয়া বিধিৰ-সম্মত।
মাহ, প্ৰসাদ দিয়া সব লোকক খুৱাই
এক আনা সোণা দহ টকা দান দেই।
তাৰ এক অংশ বদলা আতাক দিব
তেওঁক দিলে বস্তুৰ অংশসকলে পাইব।
সেই ৰূপে সবে মিলি চলিয়া গইলা
এক বেলা পৰে গৈয়া কলানিক পাইলা।
আতাক প্ৰণাম কৰি দানক যে দিল
দান-দক্ষিণাক দিয়া প্ৰণাম কৰিল।
এক চৰু ভজা গুড়ি তাহাৰ আগে দিলা
তাৰ পাছে গুড়ি লৈয়া আনন্দে আহিলা।
বালিপুখুৰীৰ তাতে স্নান কৰি লই
স্নান পৰে সবে গুড়ি ভাগ বাটি খাই।
অল্প বস্তু নাটে বুলি সবাই ভাবিলা
এক চৰু গুড়া আধা অৱশেষ ৰইলা।
পুখুৰীৰ মাঝে এক সুদৃশ্য নলিনী
হৰিষতে বোলে সবে বাটি লও আনি।
কোনে আনিবাক পাৰে পদুম বিতোপন
এই বুলি তাৰা সবে কৰে আলোচন।
জয়ৰাম আতৈ কলাবাৰীত বসতি
সুকৌশলী কাৰ্য্যদক্ষ কৰ্মী লোক আতি।
সাতোৰ মেলিয়া তাৰা পদ্মক আনিলা
একো একো পাহী ফুল সবে ভগাইলা।
ভক্তৰ চকাৰ অংশ কেৱে নপাইল
ভাটৌকুচিক ভক্তগণে স্বেচ্ছাই বুলিল।
আপোনাৰ যাকে ইচ্ছা তাকেই দিওক
চকাৰ যোগ্য পাত্ৰ জন সিজনে পাওঁক।

কেশৱ আতা চকা নিয়া হৰিচৰণক
তাহাৰ হাতত চকা আপুনি দিলেক।
তাৰ পাছে ভক্তগণকলাবাৰী যাই
কলা কৃষ্ণ আতৈক তথাত লগ পাই।
কলাবাৰী বাগান পাতিলা একখন
বান্ধি ললে নামঘৰ অতি সূচীকণ।
হৰি নাম লয় সদা কৰ্মক কৰয়
প্ৰতি সিধা বছৰেকে আতাক দিবয়।
মাঘ মাহে আহে যেবে ভীম একাদশী
তিনি ভাৰ বস্তু নিয়ে ভক্ত সব লাগি।
গুৰু ভকত সবে মিলি ভাগ বাটি খাই
নিন্দুকসকলে তাক মস্কৰা কৰই।
বাসত্তৰ বৎসৰ ভৈলা সুশ্ৰী কলেবৰ
শিৰত দীঘল চুলি কান্তি মনোহৰ।
ৰোগ নাই, দুখ নাই, নাই চিন্তা লেশ
মুখত ঈষত হাঁহি শুভ্ৰ পৰিৱেশ।
ভক্তগণ অহা দেখি চৰণ ধুৱাই
নানা বিধ ফল-মূল দিলে যতনাই।
তিনি দিন ৰল তাত আতৈ আতাগণ
চলিল শাস্ত্ৰৰ পাঠ নাম সংকীৰ্ত্তন।
জয়ৰাম, হৰিচৰণ আৰু চাৰিজন
থাকিল তিনি দিন সবে অতি ৰঙ্গ মন।
কৰ্ম অৱসান কৰি বিদায় যে দিল
জয় গুৰু শঙ্কৰ বুলি সবে প্ৰণামিল।
সচঙ্গৰ নামঘৰে বহি নাম লয়
তাৰ আগে উঠি আহি গা পা ধোৱে।
গুৰু সেৱা কৰি যেবে আসনে বহিলা
ধ্যান ৰত যোগী যেন ধ্যানত ৰহিলা।
চকু মুদি ৰল আতা চিৰ দিন লই
গাঁওৰ সমাজে আহি দহন কৰই।
আচৰিত ভৈলা সবে মহা ভক্তগণ
সমাজে ৰাখিলা যতনাই সত্ৰখন।
কলা কৃষ্ণৰ কলৰ বাগান সত্ৰ হল
সেইদিন ধৰি কলাবাৰী নাম ৰল।
ৰাইজ সবে পইচা তুলি নাম গুণ গাই
মাহ অন্তে শ্ৰাদ্ধ কৰ্ম কৰে ভাল কই।
তাৰ পাছে সত্ৰলৈকে আতাক মাতি আনি
শৰণ লইলা সত্ৰৰ যত প্ৰজাখিনি।
এইদৰে হৰি নাম প্ৰচাৰ হইলা
ভক্তগণে তাকে স্মৰি হৰি হৰি বোলা।



## হৰি আতৈৰ তাল শিক্ষা আৰু ৰাজহংসৰ আখ্যান

### পদ

চেকেৰাতলীৰ ভক্ত নাম শ্ৰীহৰি
হইলা ভকত আতা পদ্ম পাৱে ধৰি।
শৰণ দিলেক আতা ভকত হইল
হৰি নাম গাইবাৰে আগ্ৰহ হইল।

তাল বাই, নাম গাই বৰ ভাল পায়
তালৰ তত্ত্বৰ কথা বিবৰিয়া কয়।
কত দিন শিক্ষা লৈলা তাল নোহে ভাল
নাম গোবাত তাল নাইলে মিলে আহুকাল।
অনেক চেষ্ট কৰে কিন্তু নোহে ভাল কৰি
তাৰ পাছত এদিন সোধে ভাল কৰি।
কিবা হেতু তালত লাগে আহুকাল
বুজাই কহিও গুৰু মন নোহে ভাল।
গুৰু বোলে শুনা এক আখ্যান আমাৰ
তাল মান মাত্র তুমি বুজি লবা আৰ।
হেমবতী ৰাজ্যৰ সাউদ নাম হেমবন্ত
তাহাৰ বাগান বাৰী নাই সীমা অন্ত।
তাহাতে আছিল এক প্রকাণ্ড সৰোবৰ
পুহিলা তথাত মৎস হংস বহুতৰ।
আৰু বহু ৰাজ হংস পানী হংস আদি
সুবিধা পাইয়া আহি থাকিল চৰি লাদি।
এক ভৃত্য খলুৱা বোলে সাউদৰ আগে
অতখিনি হংস কিয় পুহিবাক লাগে।
সাউদে বুলিলা আমি চিনিয়ে নপাও
কোন মোৰ নিজা কোন চাপি খোৱা চাওঁ।

খলুৱা তখন বোলে সাউদ কুমাৰ
পুহিলা ৰাজহংস কত মনে কৰা সাৰ।
ৰাজহংস যত আছে কৰা একপাৰ
তখন বুজিবা নিজা চাপি খোৱা কাৰ।
কিমতে কৰিব পাৰ সাউদ নজানয়
খিৰ সতে নীৰ মিলাই দিবাক লাগয়।
খিৰ খাই কোবাৰিবে নীৰ বাজ হই
তেখনে চিনিবা ৰাজহংস মানি লই।
এইদৰে সাউদ কোৱৰ বিচাৰ কৰিলা
যতেক ৰাজহংস মানে এফাল কৰিলা।
এইদৰে সাউদ কোৱৰ বিচাৰ কৰিলা
যতেক ৰাজহংস মানে এফাল কৰিলা।
এতেকতে ৰাজহংসৰ জিভাত খিৰ পৰি
মথা হই যায় পানী বাজ হয় কোবাৰি।
যাৰ যিটো বিদ্যা তাৰ হাতে তাল পৰি
আপুনি আহিব তাল যোবা মাথো ধৰি।
গুৰু উপদেশ তাল হাতত লইলা
মনোযোগ কৰি সিটো তাল অভ্যাসিলা।
অনায়াসে তাল জনা হইল আতই
তাৰ পাছে নাম গায় তালক বজাই।

গুৰু লীলা কথা বস্তু মনে কৰা সাৰ
হৰি হৰি বোলা ডাকি পাবা বস্তু সাৰ।



## ভাটৌকুচীয়া কেশৱচৰণ আতাৰ পোহনীয়া কুকুৰ ৰঙাচৰণ

### ছবি

শুভ্ৰকায় কুকুৰেক থাকে দিন প্ৰত্যেক
আতাৰ পীড়ালিত বাগৰি
সাৰি শব্দ নাই তাৰ নাই গতি লৰ চৰ
থাকে সদা পূৱ মুখ কৰি।
নামঘৰে যাই যেবে পাছে পাছে যাই তেবে
কাথিত বাগৰি থাকে তাতে
আতাৰ সঙ্গত আহে খাদ্য খাই দাই থাকে
ৰাত্ৰি কালে পহৰা কৰিতে।
অদভূত প্ৰাণী ইটো নাযাই অন্যে কদাচিতো
নাম শুনি যেনে ভাল পায়
ভকতৰ অৱশেষ প্ৰসাদ ভোগ বিশেষ
যেয়ে দিয়ে তাকে সবে খায়।
নিৰ্মালিকো লয় সিটো ভকতে কৰয় যিটো
আউসীত ভাত নখাৱয়
এইদৰে ৰছৰেক থাকিল আমাতৰ পাশ
আতা তাক নাম দি মাতয়।
ৰঙা চৰণ নাম দিলা ভকত গণক বুলিলা
ইয়াক নিঘিনিবা কোনো জনে
নিশ্চয় কোনো দেৱতাই শপ ভ্ৰষ্ট হুয়া এই
কুকুৰ জন্ম লভিল ইকাৰণে।

ৰহা চৰণ ঔচ তই কৈক লৈগে যোৱা তই
অন্য কুট্টা কামুৰিব তোকে
আঘাত পাইলে তই বৰ দুখ পাও মই
এৰি গই দুখ নেদা মোকে।
ভকত দাহ আতৈ বৰ কৃপণ আৰ নিষ্ঠুৰ
ৰঙা চৰণ যেবে পদুলিত
মাৰি আনি কোবাই তাক বুলিলে অবাচ্যবাক
সিকাৰণে কৰিলে আঘাট।
অপৰাধ হইল ঘোৰ জানে ভকত কুকুৰ
ৰাতি গৈয়া ভাতক নাখাই
নাম ঘৰৰ দ্বাৰে শিৰ ৰাখিল দিনেক সিটো
সিপুৰীক চলিয়া যাৱই।
ভক্তগণে দেখা পাই বোলে ইটো কুট্টা নাই
শাপভ্ৰষ্ট দেৱতা কিন্নৰ
মালা গামোচাক দিয়া কৰিলা অন্তেষ ক্ৰিয়া
হৃৰি নাম কৰিলা বিস্তৰ।
শুনা এবে ভক্তগণে কৃষ্ণত অৰ্পিয়া মন
শ্ৰৱণ কীৰ্ত্তন কৰা সাৰ
হৰি নাম শুনি ভাই কুকুৰেও তৰি যাই
পাইল গৈয়া বৈকুণ্ঠৰ পাৰ।
আৰু এক বিড়লীয়ে ভকত সমাজে থাকে
দুষ্ট বৰ চৰু হাৰি লুটে
কোনেও নাপায় তাক নোৱাৰে যে ধৰিবাক
মাছ গাখীৰ ভাত খায় নিতে।

একদিন চেগ চাই বেজাই নামে লগুৱাই
বস্তা দিয়া তাহাক ধৰয়
গলত লগাই বাঘজৰী থই লতাক বন্দী কৰি
ভাত মাছ খাবলৈ নাপায়।
আতা আতা বুলি মাতে সিটো বিড়ালৰ জাতে
আতা বোলে কোন লৰা আছে
দেখে বিড়ালীৰ মাত বান্ধিয়া ৰাখিছে তাক
আতাই আহি জিজ্ঞাসিল পাছে।
বিড়ালী বুলিলা কান্দি মোক কিয় ৰাখে বান্ধি
মানুহৰ খোৱা বৃত্তি মোৰ
বিধাতাৰ সৃষ্ট মই কাৰো ঘৰে বাধা নাই
জন্ম গত বৃত্তি হয় চোৰ।
আতা বোলে পূণ্য ফলে পাই গলা ইটো জন্ম
আউৰ জন্ম নকৰিবা বৃথা
গৰ্হিত যত কৰ্ম কৰে সংসাৰ বন্ধনে মৰে
ঘূৰ্ণি বা লাগয় সৰ্ব্বথা।
আউৰ নকৰো বুলি তুমি এবে কোৱা খুলি
বন্ধন খুলি দিও মই তোৰ
প্ৰতিজ্ঞা কৰিলো আগে বন্ধন খুলি দিব লাগে
তব স্পৰ্শে সফল জন্ম মোৰ।
আতা পাছে লৰি গই, বিড়াল দিলে মোকলাই
ভৰিত লুটি খাইয়া পৰিল
গাৱ পিহি মৰম কৰি গলৰ বান্ধক এৰি
আতা বিড়ালক যাব দিল।

বন্ধন হইতে মুক্তি পাইয়া বিড়াল গোট
নাথাকিল অন্যৰ গৃহত
ভাত পানী শাক খাই ৰাতি কালে থাকে শুই
ক্ষণেক পৰে টোপনি কোলাত।
চিৰ নিদ্ৰা আহিল তাৰ সিটো ভক্ত বিড়ালৰ
প্ৰভাতে দেখিলে ভক্ত গণ
বৈকুণ্ঠৰ ভাগ জীৱ চিৰকাল নাথাকিব
হস্তস্পৰ্শে স্বৰ্গত গমন।
ভক্তৰ পৰশ পাই মুক্ত হই বিড়ালী তাই
ব্ৰহ্ম শাপ হইল মোচন
নতুন গামোচা দিয়া নদীৰ পাৰে পুতি থৈয়া
আহিল যতেক ভক্তগণ।
ৰাত্ৰি কালে সপোনত শুভ্ৰ বস্ত্ৰ দি গলত
ভক্তগণে দেখিলন্ত পাছে
দিব্য পুৰুষেক আহি সবাৰে মাজত বহি
সেৱা কৰি বিদায় লইছে।
এতেকতে ভক্তগণ সবে কৰা শুদ্ধ মন
যমদূতে বাটে অপেক্ষিছে
ভক্তৰ সঙ্গত বহি হৰি নাম লই যিটো
বৈকুণ্ঠত প্ৰবেশিবা পাছে।



## ৰাম আতৈৰ শৰণ, মলুৱা বান্দৰৰ চাউল ফিৰৎ
## শঙ্কৰ দাসৰ বৰ্জ্জিত কল, হৈৰামৰ পুনৰ জীৱন প্ৰাপ্তি

### পদ

চক্ৰ পাণি বুলিলেক ওৰে ভক্তগণ
দুই চাৰিজন ভক্তৰ শুনা বিবৰণ।
বংশী গোপাল দেৱ কথা জানে সৰ্ব্বজন
গুৰুৰ অন্বেষণে পাটবাউসী আগমন।
মাধৱৰ অজ্ঞাতে লৈলা গুৰু দামোদৰ
শংকৰক আদি গুৰু মানয় সবাৰ।
পদ্ম আতা যেতিক্ষণে উজনি চলিলা
কুৰুৱা বাহীত গৈয়া তাক লগ পাইলা।
তাৰ পাছে দুয়োজনে আলোচ কৰিলা
বিভিন্ন স্থানত আহি ধৰ্ম প্ৰচাৰিলা।
সত্ৰ পাতিলেক দুয়ো বিভিন্ন স্থানত
গুৰু ধৰ্ম প্ৰচাৰিলা উজনি ৰাজ্যত।
একদিনা বংশী গোপাল আতাৰ স্থানক
চাবলৈকে গৈছিলা সঙ্গে একলোক।
আতাক দেখিয়া ৰাম ৰাম নাম স্মৰি
প্ৰণাম কৰিলা ডেকা দণ্ডৱতে পৰি।
লক্ষণ দেখিয়া আতা বুলিলা বচন
কৰ ডেকা লৰা ইটো ইয়াত কি কাৰণ।
গোপাল দেৱ বোলে ইটো কাৰ নন্দন
ৰাম ৰাম উচ্চাৰিয়া থাকে সৰ্ব্বক্ষণ।
মহাজন সবৰ ঘৰে কাম কৰি খাই
ভাই বন্ধু পিতা মাতা তাৰ কিছু নাই।
পূৰ্ব্বৰ ভাগৰ জীৱ শাপ ভ্ৰষ্ট জন
আপোনাৰ সান্নিধ্য পাইবে ইহা আগমন।
আতা বোলে তব কাষে নলয় কি কাৰণ?
বংশী গোপাল বোলে বাপ তব গুৰুজন।
দুইজনৰ মাঝে একজন কৰা নিৰ্ব্বাচন
এতেকে শুনিয়া পাছে কৰি বিনন্দন।
এইজনে মোৰ গুৰু লইব শৰণ
ভজিবোহো গুৰু ৰূপে মই আজীৱন।
এত বুলি পদ্ম আতাৰ পাৱত ধৰিলা
দুইজন গুৰু পাছে হাসিয়া উঠিলা।
পদ্ম আতা শৰণ দিলা কাৰবি নন্দন
ৰাম বুলি বিদিত ভৈলন্ত সৰ্ব্বজন।
গুৰুক দেখন্তে ৰাম নাম উচ্চাৰিলা
এই হেতু কৰিবি নন্দন "ৰাম" নাম পাইলা।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
পচতিয়া নামে ঠাই ভক্ত একজন
সত্ৰ পাতি কৰে সদা নাম সংকীৰ্ত্তন।
জয় ৰাম নাম সিটো মহা ভক্তজন
তাৰ বেটা মকুন্দ বিদিত সৰ্ব্বজন।

ভাদ মাহে জগত গুৰুৰ তিথিয়ে আহিল
চাউল মাহ কদলি পাত যোগাৰ কৰিল।
কাষতে আছিল জুৰি এটি পানী পৰিষ্কাৰ
ধুইবাক নিলে চাউল প্ৰসাদ একভাৰ।
এখৰাহি পাৰে এৰি আন খাৰে নিলা
নদীৰ জলত নামি ধুইবে লাগিলা।
কাষতে আছিল আম গছ একদালি
মলুৱা বান্দৰ দুই চাউল নিলা তুলি।
চাউল লৈয়া গৈলা দুয়ো-বৃক্ষৰ উপৰ
তিনি থেপেনাত খাৰে থইলা সুন্দৰ।
আতাৰ আগত গৈ দেউৰী বুলিলা
লৰা লৰি কৰি আতা দেখিবে আহিলা।
বন্দৰক চাই আতা বুলিলা বচন
শুন ওৰে মলুৱা ভাই কপিগণ।
ভকতৰ অপৰাধ বান্দৰ জন্ম লই
নীচত পাইবি জনম নীচ কৰ্ম কৰি গই।
এই অপৰাধে তই নাপাবি নিস্তাৰ
কীৰ্ত্তনৰ প্ৰসাদ ফিৰাই দিয়া পুনৰ বাৰ।
আতাৰ বচন শুনি মলুৱা কপিগণ
খৰাহীক আনি থৈলা আছিল যখন।
আতা বোলে চাউল খিনি বৰ্জিত নহয়
তামচা কৰিবে লাগি বান্দৰে নি থয়।
ধুই পখালিয়া চাউল প্ৰসাদত দিলা
আনন্দ মনেৰে সবে প্ৰসাদ খাইলা।
শঙ্কৰ দাসৰ জেষ্ঠভাই চিনাতলী বাড়ী
আনিলা দুই আখি কল অতি যত্ন কৰি।
আদৰ সাদৰ কৰি কল কাথিত ৰাখিলা
আতাৰ আগত গৈ প্ৰণাম কৰিলা।
আতা বোলে কল থোকা বৰ্জিত যে হয়
বৰ্জিত দ্ৰব্যক ভক্তে গ্ৰহণ নকৰয়।
শঙ্কৰ দাসে বোলে মই অতি যতনাই
কাটিয়া আনিছো কল ভিতৰে পকাই।
আতা বোলে যিটো জনে কাটিয়া আনিছে
কল হাতে লৈয়া তাৰা কি কৰ্ম কৰিছে।
তাৰ পাছে পুচিলন্ত কল কাটাজন
স্বীকাৰ কৰিলা তেওঁ সমস্ত ঘটন।
কল থোক লই মই প্ৰসাৱ কৰিলো
ইটো বস্তু বৰ্জিত হব তাক নাভাবিলো।
হৰি গতি আই শুনি আশ্চৰ্য্য হইল
ঈশ্বৰৰ অৱতাৰ তেবেসে বুজিল।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
হৈ ৰাম নামে ছিল এক মুদৈৰ নন্দন
সৰ্পাঘাটে সিটো লৰা ত্যাজিল জীৱন।
আতা গৈয়া দেখে তাৰ জ্ঞান কিছু নাই
হৰি নাম স্মৰি পানী দিলে ছতিয়াই।
পানী গাৱে পৰি সিটো গা লৰ ৰয়
লাহে লাহে কৰি তাৰা উঠিয়া বহয়।
মাত বোল নাই মাত্ৰ লৰ চৰ কৰে
পুনৰাপি গৈলা তাৰা আতাক আনিবাৰে
আহিল আতাই কাকো চুবাকে নেদই
লাহে লাহে খোজ কাঢ়ি আতাক প্ৰণামই।
হৰিৰ নামৰ দেখি অদ্ভুত প্ৰভাৱ
হৰি হৰি বোলা হ'ক পাপ পৰাভৱ



## বেদুৱাৰ ঘৰত শ্ৰীশ্ৰীদামোদৰদেৱৰ ধৰ্ম প্ৰচাৰ

### পদ

চক্ৰপাণি বুলিলা শুনিয়ো সাধুগণ
দামোদৰ চৰিত কথা কৰিও শ্ৰৱণ।
বেদুৱাৰ গৃহে থাকি প্ৰভু দামোদৰ
বহু শিষ্য বহাইলা লোকৰ ভিতৰ।
পাত্ৰ মন্ত্ৰী ৰাজ অমাত্য উচ্চ লোকচয়
গুৰু মানি দামোদৰৰ পাশে সেৱা লয়।
একদিনা মানী লোক সবে ভক্তিভাবে
সেৱা কৰি চৰণ স্পৰ্শিল মিলি সবে।
তযু কৃপা আমাক কৰিও দামোদৰ
যুগে যুগে হুও যেন তোমাৰ কিঙ্কৰ।
এই বুলি কৃতাঞ্জলি কৰি ভক্তগণ
মৃদু ভাষে দামোদৰে মাতিলা তখন।
শুনা ভক্তগণ তোমাসাৰ আশা যত
জগত ঈশ্বৰে পূৰ্ণ কৰিব সমস্ত।
বহিবে আসন দিলা অতিকে সাদৰি
বহিলেক ভক্তগণ অতিৰঙ্গ কৰি।
চন্দন নিৰ্মালি নানা প্ৰসাদ দিলেক
তুষ্ট কৰি লন্ত গুৰু সবাকে বিশেষ।
ভক্তগণ বুলিলেক নমস্কাৰ কৰি
অতি শীঘ্ৰে যাওক প্ৰভু ইটো ঠাই এৰি।
ৰজাক লগাই কথা সন্নাসী শিৱৰ
মায়াবী সন্নাসী ইটো ঘোৰ ভয়ঙ্কৰ।

ছলে বলে ৰজাক বোলয় কথা চয়
পাতকী পৰম ইটো সন্নাসী নোহয়।
তন্ত্ৰ মন্ত্ৰ কূট কথা কিছু সি জানই
ৰজাক সহজে সিটো পতিয়ন নিয়াই।
বুলিছে ভকতগণে কৰে সুৰাপাণ
গুণীৰ কৰিছে পাপী দোষ আৰোপণ।
বিজয়পুৰ এৰি বেদুৱাৰ ঘৰে যায়
কিছুদিন শান্তি লভি তথাত থাকয়।
বেদুৱা আছিল পশ্চিমৰ মহা ভক্ত
নিজ গৃহে জগন্নাথ প্ৰতিমা স্থাপন্ত।
ভোগ দিয়া সন্ত নিতে পূজন কৰয়
বহুলোক আহি তাত বসতি কৰয়।
দামোদৰক পাই সাধু হাতে স্বৰ্গ পাইলা
আদৰ সাদৰ কৰি গৃহত ৰাখিলা।
নমো নমো দামোদৰ সন্ত অৱতাৰ
আজি মোৰ পুৰুষক কৰিলা উদ্ধাৰ।
কাঠৰ প্ৰতিমা জগন্নাথক পূজিলো
তাৰ ফল কৃপাময় আজিহে দেখিলো।
সাক্ষাত ভৈলাহা আহি তুমি জগন্নাথ
জগন্নাথ সেৱাৰ ফল ধৰিলা সাক্ষাত।
মহাভক্ত বলদেৱ সঙ্গত থাকিল
ভাগৱত চৰ্চ্চা কৰি সবাকে মোহিল।

ৰান্ধনি গোসাই আৰু আতা ৰঘুনাথ
পৰ্ব্বানন্দ ৰাম দাস আৰু হৰি দাস।
শঙ্কৰদেৱ ৰচিত ভাগৱত পঢ়ায়
ভকতি প্ৰদীপ আৰু ঘোষা ৰত্ন চয়।
বেদুৱাৰ গৃহে যেন বৈকুণ্ঠ সদৃশ
কতজন আহে যাই নাই তাৰ লেশ।
নিতে নিতে আগমন অনেক লোকৰ
মাহ-চাউল দধি দুগ্ধ সম্ভাৰ বিস্তৰ।
নাচি নাচি নাম গায় ভকত সকলে
ধ্বনি চাৰি যায় তাৰ পৰা চাৰিফালে।
তাৰ পাছে চৰিত বোলয় চক্ৰপাণি
দামোদৰ মাহাত্ম্য সবেও বখানি।
বেদুৱাৰ গৃহ ভৈলা স্বৰগৰ মত
হৰি নাম কীৰ্ত্তন চলি থাকে অবিৰত।
মৰ্ত্ত্য লোকে ভুঞ্জেনৰে বৈকুণ্ঠ সম্পদ
দামোদৰ ভক্তলোক থাকে অবিৰত।
সপ্ৰেম ভকতি সবে বাঞ্ছা কৰে মনে
শ্ৰবণ কীৰ্ত্তন সন্ত সেৱাৰ কাৰণে।
বিজয় নগৰত থাকি আহে কত সন্ত
ষাঠীজন কেৱলীয়া সঙ্গতে থাকন্ত।

যিমত প্ৰসঙ্গ বৰপেটা থানে ছিল
সেইমত নাম কীৰ্ত্তন তথাত চলিল।
বিজয় নগৰে আছে তান্ত্ৰিক লোক যত
সন্তৰ মহিমা দেখি ভৈলন্ত স্তম্ভিত।
দ্বাদশ প্ৰসঙ্গ কৰে নাম ঘৰে বহি
গুৰু ভক্তগণে থাকে আনন্দত হাহি।
হেন দামোদৰৰ শুদ্ধ সেৱক আছে যত
নিস্তাৰ কাৰণ হেতু কলিত বেকত।
শ্ৰীদামোদৰৰ মত শুদ্ধ মানি লয়
শত শত লোক আহি ধৰ্মক ধৰয়।
নাম কীৰ্ত্তনৰ ধ্বনি উঠি চাৰি দিকে
হৰি নাম ধৰ্ম সিংহ সবাই প্ৰকাশে।
ধৰমৰ জয় বুলি সবাই ঘোষয়
বিজয় পুৰৰ চতুৰ্দ্দিকে জয়ময়।
ৰজাৰ সহায় পায় যত ভক্তগণ
আন চিন্তা নাই মাথো ধৰমত মন।
শুনিয়োক সভাসদ গণ কথাসাৰ
কলি যুগে নাম বিনে গতি নাই আৰ।
ইহাক জানিয়া সবে লোৱা হৰি নাম
সমস্ত সমাজে ডাকি বোলা ৰামৰাম।



## *বিপ্ৰ কামেশ্বৰ গিৰি আৰু শিৱৰ সন্ন্যাসীৰ দামোদৰৰ বিপক্ষে ৰজাৰ ওচৰত অভিযোগ*

### *দুলড়ী*

চক্ৰপাণি বোলে  শুনা ভক্তগণ
ধৰ্মত কেনে বিঘিনী
বেদুৱাৰ ঘৰে  প্ৰভু দামোদৰে
তুলিলা নামৰ ধ্বনি।
শঙ্কৰৰ ধৰ্ম  হৰিত শৰণ
হৰিৰ নামেসে সাৰ
হৰিৰ নাম বিনে  ইটো সংসাৰত
অনত্ৰ নাহিকে আৰ।
শত শত লোকে  শৰণ লভিলা
দামোদৰ পাশে আহি
বিপ্ৰ দামোদৰ  শিষ্য শংকৰৰ
প্ৰকাশে যে পূৰ্ণ শশী।
কামেশ্বৰ গিৰি  তান্ত্ৰিক বিপ্ৰৰ
জ্বলিলে ক্ৰোধ অগণি
ইটো বিপ্ৰজনে  ৰজাৰ গৃহত
পুৰোহিত লোৱা জানি।
ৰজাৰ মঙ্গল  কুশলৰ হেতু
কৰে দেৱী পূজা চয়
বলিক কাটিয়া  মাংসক ভুঞ্জিয়া
হৰি নাম নুশুনয়।

ৰজাৰ আগত  দিলেক গোচৰ
শুনিয়োক মহাৰাজ
বেদুৱাৰ গৃহে  নাস্তিক বিপ্ৰই
কৰিছে অধৰ্ম কাজ।
সিটো বিপ্ৰ এক  শূদ্ৰক সেৱক
ব্ৰাহ্মণক নমানয়
দেৱ দেৱী কিছু  নামানে একোকে
হৰি নাম মাত্ৰ লয়।
শক্তি পূজা যদি  নকৰে প্ৰজাই
ৰাজ্য হব শক্তি হীন
প্ৰজাশক্তি হীন  নাৰী শক্তি হীন
সবেই হইব ক্ষীণ।
শুকান চাউল  প্ৰসাদ ভুঞ্জয়
মাংস মদ নাখাৱই
ইটো বস্তু খাই  কিমতে প্ৰজাই
দেহত শক্তি পাৱই।
ৰজাঘৰে যিটো  ধৰ্ম আচৰয়
প্ৰজাৰো সিটো ধৰম
ৰাজা অনুসৰি  প্ৰজাই চলিব
লোকৰ ইটো কৰম।

কামেশ্বৰ গিৰি     ৰজাক বুলিলা
নৃপতি শুনা প্ৰত্যেক
বিচাৰ কৰিয়ো     ৰজাৰ সভাত
আনি শ্ৰীদমোদৰক।
দেৱীৰ ’পূজাক     মানে কি নামানে
সুধি লৈয়ো তাৰ কথা
যদিহে নামানে     দেৱতাক নুপুজে
কৰিব কিবা অন্যথা।
দেৱী ৰুষ্ট হলে     ৰাজ্যত মিলিব
নানা অমঙ্গল বিঘিনী
দেৱীৰ কৃপাত     যতেক আপদ
ৰজাই আছন্ত জিনি।
মহান শকতি     দেখা কালি মুৰ্ত্তি
খাণ্ডা ধৰি আছে হাতে
শূল পাণিদেৱ     বিৰাজ কৰিয়া
বিৰজিছে পথে বাটে।
তাহাৰ শকতি     মানুহে পাইছে
দুৰ্দ্দমনীয় যে বল
দেৱ-দেৱী যদি     কুপিত হোৱয়
হেৰাব ৰজাইসকল।
আৰ দেখা ৰজা     ভকতসকলে
দল বান্ধি লগ হই
ৰাজ দ্ৰোহ কৰি     ৰাজ্যত বিপ্লৱ
আনিব জানা নিশ্চই।

বিপ্ৰৰ বচন     শুনি পৰীক্ষিত
ক্ৰোধিত হইল অন্তৰ
দামোদৰ বিপ্ৰে     আমাৰ ৰাজ্যক
আনে ঘোৰ অথন্তৰ।
দুতক মাতিয়া     নৃপতি বোলই
শুনা দুত সমিধান
দামোদৰদেৱ     আন সঙ্গী যত
এতিক্ষণে ধৰি আন।
ৰজাৰ আদেশ     শিৰোগত কৰি
দুত ততালিকে গৈলা
শীঘ্ৰ গতি যাই     নগৰ এৰাই
দামোদৰ পাশ পাইলা।
নমস্কাৰ কৰি     কৃতাঞ্জলি ধৰি
বোলে প্ৰভু শুনিয়োক
ৰজাৰ আদেশে     যাইবে লাগয়
শীঘ্ৰে প্ৰভু চলিওক।
দুতৰ বচনে     শুনি দামোদৰে
মধুৰ বচনে বোলে
যাইব নিশ্চয়     কিছু নাই ভয়
লগত ভক্তসকলে।
এই বুলি গুৰু     বিপ্ৰ দামোদৰে
দুতক বুলিলা পাছে
শুনা দুতগণ     আমাৰ বচন
বুলিবো ৰজাৰ কাষে।

ৰজাৰ কাষক যাইবো নিশ্চয়
নকৰিবো একো পূজা
হৰি বিনে আন কোন দেৱ আছে
শিৱ কিম্বা দশ ভূজা।
বলি নাকাটিবো সেৱা নকৰিবো
নেখাও প্ৰসাদ তাৰ
বলিৰ লগত আমাক কাটিলে
দুখ নাই কিছু আৰ।
এই বুলি দেৱ বেদুৱাৰ সতে
ৰাজসভা চলি যাই
কত বেলি পৰে সিংহদ্বাৰ পাইল
পাদুকা পিন্ধিয়া লই।

কৃষ্ণৰ চৰণ হৃদয়ে চিন্তিয়া
দেৱ দামোদৰ যায়
প্ৰবেশ মাত্ৰকে ভকতসকলে
হৰিৰ ধ্বনি কৰয়।
সাত্ত্বিক লোক যত ঠিয় হুয়া ৰঁ
দুষ্টসকলে নহই
সমাজৰ লোকে চায় ঘুৰি ঘুৰি
সামান্য মানুহ নহই।
শুনা ভক্তগণ ঋষিৰ বচন
ভকতৰ নাই ভয়
হৰিক স্মৰিয়া সংসাৰে চলিবা
শত্ৰুগণ পলাই যায়।



## দামোদৰদেৱৰ ৰাজসভাত প্ৰৱেশ আৰু বিজয়পুৰ নগৰৰ বৰ্ণনা

### দুলড়ী

চক্ৰপাণি বোলে ভকতসকল
দামোদৰৰ কাহিনী
বিজয়পুৰৰ নগৰ প্ৰবেশি
চাহিল গুৰু আপুনি।
যেন অম্ৰাৱতী পুৰে দেৱ সভা
মধ্যত ইন্দ্ৰ শোভয়
পৰীক্ষিত ৰজা সেহি মতে ইন্দ্ৰ
সভাৰ শোভা বঢ়ায়।

ব্ৰাহ্মণ পণ্ডিত কায়স্থ পণ্ডিত
কুশাসনে বহি আছে
সবাৰ মধ্যত পৰীক্ষিত ৰজা
ইন্দ্ৰ যেন জ্বলি আছে।
শিৰে ধৰি ছত্ৰ চামৰে দোলয়
ওপৰত চন্দ্ৰতাপ
সুবৰ্ণৰ দণ্ড হাতে ধৰি আছে
ৰজাৰ মহা প্ৰতাপ।

পাত্র মন্ত্রীগণ কাষৰ আসনে
নিৰ্দ্দিষ্ট স্থানে আছয়
সুবৰ্ণ মুকুট শিৰত জ্বলয়
শত তৰা শোভা পায়।
ই হেন সভাত প্ৰৱেশ কৰাইল
দামোদৰক দুত সব
সমস্ত সভাই নিজম পৰিল
মাত বোল নাই কেৱ।
সভাত প্ৰবেশি দামোদৰ সন্ত
ৰজাক প্ৰণাম কৰি
ৰাজ সভাসদ সবাকে প্ৰণামে
শিৰ অৱনত কৰি।
প্ৰভু দামোদৰ সভাৰ ভিতৰ
প্ৰবেশ ভৈলা যখন
সভাসদগণে অতি অৱনতে
দিয়াইল আনি আসন।
তাত নহবিল ভকতে আনিল
কুশৰ কঠ পাৰিয়া।
ৰজাক সৎকাৰ কৰিবাৰে বাবে
বসিল হৰি স্মৰিয়া
ভকতসকলে ঢাৰী পাতি পাৰি
প্ৰভুৰ পাশে বসিয়া।
ৰজা সমে পাৰি যদগণ নমি
থাকিলা মৌন হইয়া।

সিটো সময়ত সমজুৰা লোক
কাহ পৰি যায় জীন
সবেও তবধ হুয়া নিশবদ
আছে বহি কিছু ক্ষণ।
পাছে পৰীক্ষিত সবাকে শুনাই
গহীনাই বোলে বচন,
শুনা দামোদৰ আমাৰ বচনৰ
দিওক কথাৰ উত্তৰ।
কিবা কাৰণত দেৱীক নুপূজা
নামানা বাক্য বেদৰ
দেৱ দেৱী পূজা যাগ যজ্ঞ হোম
তোমাৰ কৰ্মৰ বাহিৰ।
দুৰ্গাৰ পূজন জাহ্নবীত স্নান
তপ হোম ব্ৰত আদি
বিপ্ৰ হুয়া তুমি সবাকে এৰিলা
ভৈলাহা শাস্ত্ৰবাদী।
তব শিক্ষা ধৰি লোকেও আচৰি
কৰ্মত ভ্ৰষ্ট হোৱয়
ধৰ্ম কৰ্ম নষ্ট হোৱে প্ৰজা ভ্ৰষ্ট
ৰাজ্যত অমঙ্গল হয়।
পীতাম্বৰ বাগীশ নামে এক লোক
দামোদৰ পিনে চাই
শুনা মহা সন্ত ৰজাই পুছন্ত
আপোনাৰ অভিপ্ৰাই।

দেৱীৰ পূজন তীর্থক সেৱন
প্রসিদ্ধ ইটো লোকৰ,
অর্চ্চন পূজন বলিৰ বিধান
ই মত জানা বেদৰ।
বেদৰ বিহিত ধর্ম কর্ম যত
দ্বাদশ যেন নিয়ম,
পিতৃ-মাতৃ শ্রাদ্ধ গায়ত্রী সন্ধ্যাই
আন যত নিত্য কাম।
দ্বিজৰ আচাৰ কৰি পৰিহাৰ
বৌদ্ধ মত প্রবেশিল
তযু উপদেশে প্রজাৰ নিঃশেষ
কর্মত বিমুখ ভৈল।
শ্রেষ্ঠে যিবা কৰে কণিষ্ঠে আচৰে
ইটো বিধি সমাজৰ
ইয়াকে মানিয়া জগত চলয়
ধৰি যুগ যুগান্তৰ।
এতেক বুলিয়া সিদ্ধান্ত বাগীশ
গুৰুক বোলে বুজাই,
ই সব কথাক সুধিবৰ হেতু
মাতি আনিলা ৰজাই।
বাগীশ বচন শুনি দামোদৰ
হইলেক অতি শান্ত
অতি মৃদু স্বৰে বুলিলা কাতৰে
নিবর্ত্তি কথা বোলন্ত।

শুনা বিজ্ঞজন তোৰা বিচক্ষণ
পণ্ডিত শাস্ত্রত যত
মহাৰাজে সোধা প্রশ্নৰ উত্তৰ
বুলিব শাস্ত্রৰ মত।
*তীর্থক সেৱন দেৱী উপাসন*
*ধর্ম কর্ম যজ্ঞ যোগ*
*ৰাম কৃষ্ণ নামে সবাকে সিজয়*
*নালাগে একো উদ্যোগ।*
তথাতে বহয় গঙ্গা যমুনাদি
গোদাবৰী সৰস্বতী
আন তীর্থ যত আছে পৃথিৱীত
স্নানে নাপায় সদ্‌গতি।
কেশৱৰ যত নির্মল চৰিত
প্রসঙ্গ কৰে সতত
তীর্থৰ সমান হয় সিটো স্থান
গীতা, ভাগৱত মত।
এতেকতে ৰাম কৃষ্ণ নাম বিনে
নাজানোহো আমি আন
কৃষ্ণৰ নামত ধর্ম কর্ম যত
সবাৰে আশ্রয় স্থান।
সত্য যুগে ধ্যান ত্রেতা যুগে যজ্ঞ
দ্বাপৰে পূজা সম্প্রতি
কলিত কৃষ্ণৰ নাম ব্যতিৰেকে
নাই নাই আন গতি।

পঞ্চ ভুতি দেহা যাবত থাকিবো
তাবত নাম নেৰিবো
ই দেহা পৰিলে যেহি যোনি পাওঁ
জন্মে জন্মে নাম লৈবো।
এতেক বুলিয়া মৌন ৰহিলন্ত
হৰি ৰূপী দামোদৰ
সভাসদ সবে মৌনে শুনি আছে
পণ্ডিতে নেদে উত্তৰ।
পাছে মহাৰাজ বিপ্ৰৰ আগত
সাক্ষাতে কথা সুধিলা
সেহি বেলা যদু মনি চক্ৰবৰ্ত্তি
নির্ভয়ে বাক্য বুলিলা।
বিদুৰৰ আগে মৈত্ৰেয় বুলিলা
অন্যথা নোহে বচন
গোবিন্দৰ যশ পৰম নির্মল
আনন্দিত সুশোভন।
ভাগৱত শ্ৰৱন কীৰ্ত্তন স্মৰণ
কৰয় সিটো সতত
নুহিবে কৃতাৰ্থ হেনয় সংশয়
নাহি নাহি স্বৰূপত।
পাছে মহাৰাজে পৰিচয় লই
জানিলন্ত সব কথা

পাটবাউসী ধামে আছো ইটোজন
প্ৰচাৰি হৰিৰ কথা।
ৰজাই বুলিল যি জন ভকত
সমস্তৰে এক কথা
ভকতৰ মত ভকতে ৰাখন্ত
নকৰে তাৰ অন্যথা।
ৰজা প্ৰজা কাকো নকৰিবা ভয়
নির্ভয়ে ধৰ্মত থাকি
হৰি নাম গাই প্ৰচাৰি লোকত
ফুৰা হৰিনাম বিকি।
এইটো দিন ধৰি প্ৰভু দামোদৰে
নকৰে কাকো যে ভয়
বেদুবাৰ ঘৰে ধৰ্মক প্ৰচাৰি
ভকত সহিতে ৰয়।
প্ৰসঙ্গ স্খলিত নহয় কিঞ্চিত
ৰাত্ৰি দিনে অবিৰাম
দ্বাদশ প্ৰসঙ্গ নকৰয় ভঙ্গ
ধ্বনি তুলি হৰি নাম।
এতেকতে ভাই ধৰিও সদাই
গুৰুসকলৰ পাৱ
হৰি হৰি বুলি যাইবাহা চলি
বৈকুণ্ঠে যাইবাক আৱ।



*এইখনি পদ ৰাম ৰায়ৰ গুৰুলীলাৰ পৰা অনা হৈছে। কামেশ্বৰ গিৰিক কোনো শাস্ত্ৰত ৰামেশ্বৰ গিৰি বুলি উল্লেখ কৰা আছে। দামোদৰ সমন্ধে বিভিন্ন চৰিতত বিভিন্ন মত দেখা যায়।*

## ৰজা পৰীক্ষিতৰ মৃগয়া গমন, পুৰ নাৰীসকতলৰ দামোদৰ দৰ্শন ৰজাৰ ওচৰত কামেশ্বৰ গিৰি আৰু শিৱৰ সন্ন্যাসীৰ বিষোদগাৰ

### পদ

ভকত সকলে প্ৰশ্ন কৰে মনে জানি
তাৰ পাছে কি ঘটিল বাপ চক্ৰপাণি।
চক্ৰপাণি বোলে শুনা পূণ্য শ্ৰোতাগণ
তাৰ পাছে যি কৰিল পৰীক্ষিত ৰাজন।
সাত পাচ দিনে সিধা ৰাজবাৰী হস্তে
পঠাই থাকিল লাগি দামোদৰ তাতে ।
পৰম সম্ভাৱে ৰাজা দামোদৰৰ প্ৰতি
ধৰ্ম প্ৰচাৰিছে তাত নাই একো ভীতি।
একদিনা পৰীক্ষিত নৃপ মহাশয়
মৃগয়াক যাইবে লাগি কৰিলা নিশ্চয়।
হস্তী ঘোৰা সাজি লৈলা আৰু সঙ্গী যত
সবাই মিলিয়া গৈলা মানাস বনত।
মৃগ চৰাই মাৰিবাৰে বনে চলি গৈলা
পুৰনাৰী যত ছিল মানে আলোচিলা।
শুনি আছো দামোদৰ সাক্ষাত ঈশ্বৰ
পৰম পুৰুষ তেৰা দেখিতে সুন্দৰ।
সহস্ৰ সহস্ৰ নৰে পাৱে কৰে সেৱ
তাহাৰ গুণকে গায় যত ভক্ত সব।
গৰালে আৱদ্ধ আমি পুৰ নাৰীগণ
সংসাৰ বিচিত্ৰ লীলা নহয় দৰ্শণ।
ৰজাই মৃগয়া কৰি থাকোতেই বনে
গুৰুক দৰ্শন কৰি আহো ৰঙ্গমণে।

আলোচিয়া সবে আইল খৰ ধৰ কৰি
বেশ ভুষণ পিন্ধিলা যে সৰ্ব গাৰজুৰি।
সুবৰ্ণৰ অলঙ্কাৰ কৰি পৰিধান
গুণ গুণ সুৰে গায় কৃষ্ণ লীলা গান।
নগৰৰ চাৰিফালৰ স্ত্ৰীলোক অনেক
বস্ত্ৰ অলঙ্কাৰ পিন্ধি সবে আহিলেক
আলোচন্তে অন্তেষ পুৰৰ নাৰী যত
ৰজা নাই অৱসৰ এই সময়ত।
শৰীৰত ধৌত বস্ত্ৰ পিন্ধি নাৰী গণ
প্ৰভুক দেখিতে গৈলা উত্ৰাৱল মন।
নতুন নতুন বস্ত্ৰ গাৱে গাৱে লৈলা
প্ৰভুক দেখিবে লাগি ৰঙ্গে চলি গৈলা।
ঠগী শৰাই নানা বিধ ফল দ্ৰব্য চয়
ঘৃত চেনি সন্দেহ দুধ কদলি আনয়।
বৃন্দাবনে গোবৰ্দ্ধনত বিপ্ৰ পত্নীগণ
যিদৰে কৃষ্ণক লাগি ক্ষীৰ লৈয়া যান।
সেহিমতে আনে দ্ৰব্য তণডুল অনেক
কৰ্পুৰ তামোল পাণ কদলি যতেক।
সত্ৰত প্ৰবেশ কৰি দেখিলন্ত পাছে
তৰা মাঝে শশী যেন উজ্বলিয়া আছে।
কৃষ্ণৰ কথাত সব দ্ৰবীভুত চিত্ত
বাসিয়া আছন্ত ধৰি কৃষ্ণক হৃদিত।

পৰ্ব্বানন্দ দেৱ দুমৰীয়া আতা সন্ত
ৰামদাস হৰিদাস যতেক মহন্ত।
যথাৰীতি মতে ভাগৱত শুনিলন্ত
সৰ্ব্বানন্দ আতা বহে নাম কীৰ্ত্তনত।
নৈবেদ্যত দিবে লাগি নানা উপহাৰ
অসংখ্যাত লোকে আনি থয় ভাৰে ভাৰ।
নামধ্বনি উঠিলেক দশোদিশ জুৰি
কতজনে সেৱাকৰে প্ৰভু পাৱে পৰি।
হেন সময়ত আহে ঠগী আগ কৰি
ৰাণীগণ পাৱে পৰি নামিলা সাদৰি
মধুৰ বচনে প্ৰভু আশ্বাস কৰিলা।
একপাশে কৃষ্ণ কথা শুনিতে বহিলা
দেখি গুৰু দামোদৰ জানিলন্ত মনে।
অনৰ্থ মিলিল আহি আমাৰ কাৰণে
আই মাতৃ তোৰা সব কৰিলা অন্যায়
আদেশ নাপাইলে প্ৰভুৰ আহিবে নাপায়।
প্ৰসঙ্গতে তৃতীয় প্ৰহৰ বহি গৈলা
ৰজনী আৰম্ভ পাছে যেন কথা ভৈলা।
কত লোক আহি আছে দুৰ দুৰন্তৰ
প্ৰসাদ লৈবাক লাগি কোৰ্হাল বিস্তৰ।
ইতিমধ্যে পুৰুনাৰী সভা বাজ ভৈলা
খৰ ধৰ গতিত ৰাজপুৰে প্ৰবেশিলা
তাৰ পাছে ৰাত্ৰি যেবে দুইদণ্ড ভৈলা
মৃগয়াৰ পৰা ৰজা গৃহে প্ৰবেশিলা
দুৰৰ পৰা দেখে ৰজা সবাহ্ ভয়ঙ্কৰ
হাতীৰ পিঠিৰ পৰা দেখিলা নৰেশ্বৰ।

কৰ মেলা এইখন এত সমাবেশ
স্ত্ৰী পুৰুষ কত আহিল নাই জোখ লেখ।
পৰ নাৰী পৰ পুৰুষ একত্ৰ হইল
সভাৰ নিনাদ চতুৰ্দ্দিকে বিয়পিল।
গণ গণ শব্দ মাত্ৰ মানুহ সমাজৰ
চতুৰ্দ্দিকে লোকগণে ঘুৰে নিৰন্তৰ।
মেলাৰ কাষেৰে ৰাজা গৃহ প্ৰবেশিল
এতলোক সমাগম আগতে নাছিল।
সমাগম দেখি ৰজা ভাবে মনে মন
দামোদৰ দেৱ বিপ্ৰ অতি প্ৰিয়জন।
যদিও ৰাজ্যৰ কৰে মঙ্গল বিধান
তবে তাৰ বাবে নাই ভয়ৰ কাৰণ।
যদিহে কৰয় সিটো ৰাজ্যৰ অন্যায়
জনা নাই আমি কিবা তাৰ অভিনয়।
ইয়াকে ভাবিয়া ৰজা অন্তেষ পুৰত
খাই বই শয়ন কৰে শয্যা ওপৰত।
পিচদিনা ৰজা যেবে সভাত বহিল
কূটৰ্কি দুইজন বিপ্ৰ উপনীত ভৈল।
কামেশ্বৰ শিবৰ দুই বিপ্ৰ যে পণ্ডিত
এজন সন্ন্যাসী অন্য ৰাজপুৰোহিত।
দুইজন মিলি ৰজাত লগাইল খল
আপোনাৰ ৰাজ্যত ৰজা মিলিল অমঙ্গল।
বিপ্ৰ দামোদৰ ইটো আহি ইৰাজ্যক
মতিচন্ন কৰিলেক যতেক প্ৰজাক।
দামোদৰ বাক্যে লোক নাস্তিক হইল
নাৰী পুৰুষ এক সঙ্গে সভাত বহিল।

ৰাজ দ্ৰোহ কথা লোকৰ কাণে কাণে কই
ক জানিবা তব ৰাজ্যে বিঘিনি ঘটই।
বিনা দেশে গৈলা ৰজা পুৰ নাৰী গণ
দামোদৰে আকৰ্ষিলে নাৰী সবৰমন।
যিসকলে ৰাজপুৰী ত্যেজীবে নাপায়
তুমি নথকাত তাৰা বাহিৰে ওলায়।
কেৱল বাহিৰ নই সভাত চলিলা
পৰ পুৰুষৰ সঙ্গে সভাত বহিলা।
সামান্য প্ৰজাৰ সঙ্গে কৰে হলি গলি
ৰসাতলে যাব ৰাজ্য তোমাৰ সমূলি।
কিছুদিন পৰে লোকে ৰজাক পাহৰিব
দামোদৰক ৰজা পাতি কৰ শোধাইব।
বহিষ্কাৰ কৰা ৰজা ৰাজ্যহন্তে তাক
নহলে বধিব প্ৰাণ ঠগাই আপোনাক।
কথা শুনি পৰীক্ষিত বিস্ময় মানিল
পুৰনাৰী গণ কিয় সি ঠাই চলিল।
ৰজাৰ অসাক্ষাতে নাই কাৰো অধিকাৰ
হইবে নাপায় কেৱে পুৰীৰ বাহিৰ।
কালি ৰজা গৈছিলে মৃগয়া কৰিবাৰে
ইত্য অৱসৰে গৈলা পুৰীৰ বাহিৰে।
সচা মিছা সব কথা ৰাণীত পুছিলা
সচা বুলি ৰাণী সবে স্বীকাৰ কৰিলা।
পৰম কৌতুহলে ৰাজা বিস্ময় মানিলা
শিৱৰ গিৰীৰ কথাত প্ৰত্যয় জন্মিলা।
ৰজাৰ বুকুত যেন শেল বজ্ৰি যাই
ধৰ্মত বিঘিনী আছে সবলোকে কই।

ধাৰ্মিক জনৰ বিপদ খোজে খোজে হয়
পাপ কৰাজনে দেখান বহু সম্পদ পায়।
তথাপি থাকয় তাৰা আপোন মতত
আদৰ্শত বিচলিত নহয় কদাচিত।
ৰজোগুণী জনে কিন্তু ইটো নজানয়
আপুনি যেমন তাৰা আনকো চাৱয়।
সেইদিনা ৰজাৰ মন স্থিৰ কিছু নাই
বাদ দিলা ৰাজ কাৰ্য্য যত সমুদাই।
নানা চিন্তা কৰি তাৰা শয্যাত পৰিলা
ভাবি গুণি থাকোতেই ৰাত্ৰি পাৰ ভৈলা।
গুৰুজন লীলা কথা কৰিয়া শ্ৰৱণ
স্থিৰ হই থকাসবে হুয়া একমন।
তৃতীয় দিনত ৰজা সভাত বহিলা
পাত্ৰ মন্ত্ৰী পাৰিষদ মাতিয়া আনিলা।
সবাৰে লগত ৰজা কৰে আলোচন
কামেশ্বৰ শিৱৰ কথা হয় পতিয়ন।
তাৰ পাছে মন্ত্ৰী গণে আলোচ কৰিলা
বিশিষ্টলোকক সভাত আনি বহুৱাইলা।
কবি শিখৰক আদি অন্য মুখ্যগণ
ৰাজধৰ, গদাধৰ, গোপাল, শোভন।
সবাৰ সাক্ষাতে ৰজা বুলিলা বচন
দামোদৰ বিপ্ৰক মাতি আনা এতিক্ষণ।
দূত গৈয়া দামোদৰক মাতিয়া আনিলা
ৰজাৰ সভাত আহি উপনীত ভৈলা ।
ক্ৰোধান্বিত ৰজা পাছে আদেশ কৰিল
দেৱ দামোদৰক ৰাজ্য এৰিতে বুলিল।

দৈৱ যিবা কৰে তাক কোণে বাধিবেক
দৈৱৰ লিখন ষিটো অৱস্যে হইবেক।
পূৰ্ব্বকালে কংস যেন বিষ্ণুক হিংসা কৰি
মাৰিলেক সৈন্য হাজাৰ সত্তৰি।
সূচকৰ কথা শুনি পতিয়ন যাই
আত্ম বিনাশন বুদ্ধি বিবেক হেৰাই
ভক্ত বৈষ্ণৱ দামোদৰক বিতাৰিবে কৈল।
ৰাজ্যৰ অমঙ্গল ৰজা মাতিয়া আনিল
হৰি হৰি হাহাকাৰ ভকতে কৰয়
অভকত দুৰ্জ্জনৰ আনন্দ হৃদয়।
হৰ্ষ বিষাদ হাহাকাৰে সভা ভঙ্গ ভৈলা
দামোদৰ গুৰু পাছে গৃহে নুগইলা।
অধোমুখে দামোদৰ সভা বাজ হয়
ভক্তগণে চকুপানী টুকীয়া কান্দয়।

নগদ দহ ৰূপ আৰ বস্ত্ৰ তিনিখান
গুৰুক লাগিয়া দিলা ৰজাই তখন।
এইখিনি বাট খৰচ লৈয়া চলি যোৱা
আজিৰ দিনতে সোণ কোষ পাৰ হোৱা।
এইবুলি ৰজা চলি গৈলা নিজপুৰে
দামোদৰে বিষাদ এৰি আহিল সত্বৰে।
*এই হেতু গুণী জ্ঞানী লোক সবে কয়*
*ধৰ্ম বাটত কাইট খোজে প্ৰতি ৰয়।*
*প্ৰতি প্ৰতি খোজতেই খাইব উজুটি*
*তথাপি নৰিব তেওঁ লইয়া লাখুটি।*
*পাপীৰ কথাত প্ৰথম পতিয়ন যায়*
*বিবেক বুদ্ধি চিন্তাই কিছু কাম নকৰয়।*
পৰীক্ষিত ৰজাৰো যে সেয়ে ঘটিল
ৰাজ্য হন্তে গুৰু দৃষ্টি আতৰ হইল।

ইহাক জানিবা সবে মনে শিক্ষা ধৰি
হৰি হৰি বোলা সবে আন কাম এৰি।

✦✦✦✦✦✦

*দামোদৰৰ এইখিনি গুৰু লীলাৰ পৰা লোৱা হৈছে।*

---

## *দামোদৰদেৱৰ বিজয়পুৰ ত্যাগ*

### *ছবি*

দামোদৰ চলি যায় লাহে ধীৰে আগুৱাই
ভক্তগণ চলে আগে পিছে
গজেন্দ্ৰ গতিত চলে মনে নানা কৌতুহলে
দুত দুই পিচত চলিছে।

শত শতজন লোক পাৱে ধৰি কৰে শোক
মুখে কিছু বুলিতে নপাৰে
সবে যায় নিশব্দ মনত লইয়া খেদ
ভক্তগণ বিশাদ অন্তৰে।
যাবৰ সময়ে গুৰু ভকতৰ কল্পতৰু
সজ্জল নয়নে সবে চাই
হায় হায় বিধি কিনো হৰ্ষতে বিষাদ মিলে
গুৰু আৰ নাহিব দুনাই।
বেদুৱা কান্দিল পাছে সঙ্গে লৰি গৈয়া আছে
গিৰ গিৰ পৰে চকু পানী
তাহাৰ গৃহত এই গুৰু যত আছে ৰই
বৈকুণ্ঠ সদৃশ ভৈলা জানি।
ভক্তগণ সম্বোধিয়া সবাকে বুলিলা প্ৰিয়া
অত দিনে সঙ্গে ৰলো আমি
আজিহে বিদায় হৈলু যাক যিবা দোষ কৈলু
ক্ষমিবাহা নিজমনে জানি।
শুনিয়া ভকত গণ কৰি সবে স্থিৰ মন
শুনা হেৰা প্ৰভু দামোদৰ
আন কথা বোলা যদি তাহাক মানিব পাৰো
এৰিবে নোৱাৰো লগৰ ।
সঙ্গী ভক্ত যত আছে লৰি গৈলা পাছে পাছে
অনুসৰি গুৰুৰ চৰণ
বিজয়পুৰৰ লোকে সজ্জল নয়নে শোকে
আৰ্ত্তৰাৱে কৰয় ক্ৰন্দন।

হে গুৰু দামোদৰ কল্পতৰু ভকতৰ
আমাক তেজিয়া কলৈ যোৱা,
দুৰ্ঘোৰ সংসাৰৰ মাঝে পথ দেখাই আছিলাহা
আজি আমি যেন লোটা লোৱা।
স্ত্রী বালক বৃদ্ধ যত প্রভুদেৱৰ চৰণত
এহি বুলি কান্দে পৰি পৰি
কত ভূমি বাগৰয় কত হিয়া ধাকুৰয়
পথ মধ্যে ধূলিত বাগৰি।
তেতিক্ষণে প্রভুসন্ত সমস্তকে আশ্বাসন্ত
ক্রন্দন নকৰ ভক্তগণ
হেৰামাৱ বাপ্পগণ স্থিৰ কৰিলোৱা মন
শুনি লোৱা আমাৰ বচন।
গুৰু ভকতৰ জানা এৰা এৰি নাই কাৰো
ইহলোক পৰলোক যায়
এককথা বলো মই শুনিয়োক ভক্তচাই
এক আত্মা গুৰু শিষ্য হয়।
যেহেন কচ্ছপচয় বালিত অণ্ড পাৰি থয়
বালি জাপি জল মাঝে যায়
জেঠ মাহে পানী পায় কণী ফাটি বাহিৰ হই
জলৰ মাজক চলি যায়।
মোৰ বাক্য অনুক্ষণে সবে কায় বাক্য মনে
কৃষ্ণকণ্ঠৰাহা অনুক্ষণ
আনদেৱ নভজিবা গুৰু দ্রোহ নাচাৰিবা
কৰিবাহা শ্রবণ কীর্ত্তন।

এহিমতে গুৰু সন্ত দামোদৰ ভগৱন্ত
চলি গৈলা বেহাৰ নগৰি
বেহাৰৰ প্ৰজাযত দেখিবাক উল্লাসিত
কৰে সবে লৰৰা লৰৰি
শুনিয়োক সৰ্ব্বজন ইটো শাস্ত্ৰে কৰা মন
শংকৰৰ শিষ্য দামোদৰ
একেই পথকে লই একে ৰাজ্যে চলি যাই
হৰি হৰি বোলা সব নৰ।



## *নিত্যানন্দ শৰ্মা আতৈৰ ধৰ্ম গ্ৰহণ, মকুন্দ, শ্ৰীৰাম আদিৰ শৰণ, উদয়াদিত্য ৰজাৰ ভকত বিদ্বেষ আৰু ভকত সকলক ধৰিবলৈ নিৰ্দ্দেশ*

### *পদ*

তাৰ পাছে বলি আছে আতৈ চক্ৰপাণি
নিত্যানন্দ মকুন্দ শ্ৰীৰাম কাহিনী।
বদুলা আতাৰ যশ যেবে বিয়পিল
আতাৰ শৰণ লৈলা যত গুণশীল।
পৰিতীয়া নামে গাঁও অতি সুচীকণ
তথাত আছিল সুভকত এজন
যেবে গুণ ৰাশি গৈয়া আতাই শুনিল
একদিন ভকতক মাতিয়া আনিল।
ভকত আহিয়া যেবে গৃহক পাইল
আতাৰ গৃহৰ চৰাৰ ভিতৰে বহিল।
হৰি গতি আই দেখে লোক একজন
পীড়ালিত বহি আছে প্ৰফুল্লিত মন।
গুৱাপাণ দিয়া পাছে কৰে সম্ভাষণ
নিত্যানন্দ বোলে মাৰ কোথায় গুৰুজন।
গুৱাপান কৰিবাক নোখোজোহো মই
আতাক দেখিবাক লাগি আছো বাট চাই।
জাতিত আছিল তাৰা কুলিন ব্ৰাহ্মণ
উত্তৰী লই গায়ত্ৰী জপে প্ৰতিদিন
সাধাৰণ মানুহ কোনোদিনে নামাতই
জতি অভিমানী সিটো জানয় সবাই।

সেই হেতু পদ্ম আতা নিদিলে শৰণ
কেমনে শৰণ দিবো তুমি যে ব্ৰাহ্মণ ।
বাপু গৈয়া হৰি আতৈৰ গৃহত চাপিল
মনৰ দুখৰ কথা আতৈক বুলিল।
হৰি আতৈক নিত্যানন্দ কদাপি নেৰিল
বিপ্ৰসঙ্গে হৰি আতৈ তথাত আহিল।
আতাক প্ৰণামী পাছে বুলিলা বচন
জাতি কুল বিচাৰিবা ই কেনে কাৰণ।
গুৰু ধৰ্মত জাতি কুল নাহিকে বিচাৰ
ব্ৰাহ্মণ বুলিয়া কেন শৰণ নেদ আৰ।
আতৈৰ বচনে আতা পতিয়ন গৈল
নিত্যানন্দ আতৈক পাছে শৰণক দিল।
যেতিক্ষণে নিত্যানন্দ ভকত হইল
তান ভাতৃ সত্যানন্দ ভকত হইল।
এই মতে বিপ্ৰ আছিল যত জন
একে একে লৈলা আহি আতাত শৰণ।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
শ্ৰীৰাম নামেতে ছিল লোক একজন
পত্নী সহ বিচনাত কৰিছে শয়ন।
চুলিৰ খোপাৰ মাঝে এখন কটাৰী
মুৰত লাগিল হাত পাইলা বিচাৰি।
সন্দেহ কৰিয়া তেওঁ পত্নীক এৰিল
সিদ্ধা নামে গাঁওত আহি বসতি কৰিল।
পত্নীজনী সেৱা কৰি তথা লগ লই
দুই জনে একে গৃহে থাকিলন্ত ৰই।
ৰাম ভদ্ৰ আতাৰ পাশে শৰণ লভিল
দুইজনে আতাক আহি কথাক পুছিল।

একদিন এক কন্যা পতি সঙ্গে লই
আতৈৰ গৃহত বৈলা আলহী যে হই।
নাম কীৰ্ত্তন প্ৰসঙ্গ কৰয় সন্ধ্যাত
মকুন্দ নামতে লোক আছিল তথাত।
শ্ৰীৰাম মকুন্দ দুই মগন হইল
গুৰুৰ ধৰ্মক লইবে মনে ইচ্ছা ভৈল।
দুই জন একদিনে গুৰুৰ ঠাই গৈলা
কেশৱ আতাৰ ঠাইত শৰণ পশিলা।
মকুন্দ শ্ৰীৰাম দুইজন ভক্তবৰ
সদা নাম কীৰ্ত্তন কৰে গুৰু শংকৰৰ।
গুৰুৰ ধৰম ধৰি আতৈ হইল
বহু জনৰ মাঝে গুৰু ধৰ্ম প্ৰচাৰিল।
আশ্ৰম পাতিলা এক নিজৰ নামত
কীৰ্ত্তন ঘৰ বান্ধে এক হয়া অবনত।
মহাপুৰুষৰ ধৰ্ম প্ৰচাৰ কৰিলা
দুয়ো জন আতৈ আশ্ৰমে থাকিলা।
এইদৰে উজনিৰ ধৰ্ম ৰাজ্যখন
বহল হইল বহু উঠি ৰণ জন।
কু-চক্ৰি এদল বিপ্ৰ সবাকে জনাই
ৰজাৰ আগত খল লগাইল গই।
আহোম ৰজা নাছিলেক ভক্তি পৰায়ণ
কু-কথা লগালে ভয় পায় সৰ্ব্বক্ষণ।
আহেমৰ কুল ধৰ্ম বুদ্ধহে আছিল
ইৰাজ্যত প্ৰবেশিয়া তাহাকো হেৰাইল।
ৰাজনীতি গত ধৰ্ম মাত্ৰ সে জানিল
ভাগৱত বেদ শাস্ত্ৰ উমান নাপাইল।

জয়ধ্বজ সিংহ পাছে বৈষ্ণৱ ধৰ্ম ধৰি
কুৰুৱাবহীৰ গুৰু আনে বৰণ কৰি।
আউনি আটী নামে সত্ৰ থাপনা কৰিলা
নিৰঞ্জন দেৱক গুৰু বৰণ কৰিলা।
ইসব কথাক আমি পিচত লিখিবো
আহোম ৰজা ভকতক দলন কৰিবো।
কি কাৰণে ভক্তগণে লগাইল জগৰ
স্বৰূপতে কও শুনা কথাক বিস্তৰ।
বলভদ্ৰ নামে এক ভকত আছিল
ৰাজ কৰ্মচাৰী ঘৰে শাস্ত্ৰক পঢ়িল।
ৰজাৰ অমাত্য বহু গুৰু ধৰ্ম লই
ভকতক মাতি আনি কীৰ্ত্তন কৰই।
ৰাজধানী সমীপত শাস্ত্ৰপাঠ কৰে
ৰাণী ৰাজ মাতা সবে শাস্ত্ৰ কাণ কৰে।
একদিন ৰাজ বাৰী কাষতে বসতি
শাস্ত্ৰক পঢ়াইল নিয়া বলভদ্ৰক মাতি।
তাৰ কণ্ঠস্বৰে মুগ্ধ হই নাৰীগণ
একে একে বহু ঘৰে কৰে নিমন্ত্ৰণ।
লাহে লাহে ৰাজ কৰ্মচাৰী বিপ্ৰগণ
তাহাৰ লাগিল জেদ মনত ভীষণ।
ৰজাক শুনাই খল শুনহে ৰাজন
তিৰি ছলি নাই এক বৰলা পীযুণ।
পুৰুষ অসাক্ষাতে আহি নাৰী লগ লয়
কথা ছলে ৰাজদ্বেষ উজাৰ কৰয়।
তাহাৰ আছয় দল বৃহৎ সংখ্যক
প্ৰচাৰিয়া ফুৰে সদা ৰাজ বিদ্বেষক।

অনেক ভকত নাম ধাৰী শূদ্ৰগণ
কৰ্ম নকৰয় মাত্ৰ মিছা বিচৰণ।
সচা মিছা জুৰি মাত্ৰ ধৰ্ম কথা কয়
কথা ছলে ধন বস্তু আদায় কৰয়।
লাহে লাহে ৰাজবাৰী সমীপ চপিল
প্ৰবেশিব ৰাজবাৰী সকলে দেখিল।
ৰজাৰ বাঢ়িল ক্ৰোধ আদেশ কৰিলা
ভকত ধৰিবে লাগি সেনা নিৰ্দ্দেশিলা।
সকলো ভকত পাছে পলাইতে লাগিল
থানৰ শাস্ত্ৰ সেবা বস্তু লুকাই ৰাখিল।
লখৰঙ্গ নামে কাৰ্বি মহাভক্তজন
পদ্ম আতাৰ মহাভক্ত শিষ্য অগ্ৰগণ্য।
বলাই আতৈ শ্ৰীৰাম মুকুন্দ যতেক
একে একে থান এৰি পলাই প্ৰত্যেক।
ৰজাৰ অমাত্য গণ যত শিষ্যচয়
নিজ নিজ গৃহে তাৰা লুকাই থাকয়।
লখৰঙ্গ বলাই বোলে বাপ গুৰুজন
সেৱাৰ বস্তু শাস্ত্ৰ তাল তাকো এতিক্ষণ।
লুকাই লুকাই দুইজন সত্ৰক চলিলা
নিশাৰ এন্ধাৰৰ আৰে পলাই আহিলা।
হঠাতে পৰিল খোজ মহুৰ গাতত
ঘোপ মৰা এন্ধাৰত নাপাই একো তত।
পৰি গৈলা দুইজনে তালৰ শব্দ ভৈলা
ঘিটিঙ কৰিয়া তাল বাজিয়া উঠিলা।
ভকতক আগুৰিয়া মাৰ ধৰ কৰি
সেৱা বস্তু তাল আদি লৈ গৈলা কাঢ়ি।

লোহাৰ হাত কৰা লগাই বান্ধিয়া থইলা
সৌকা ধৰি দুই কোব দুইকো মাৰিলা।
তহতৰ গুৰু কোন কত আছে কোৱা
নহলে যাইবি কটা সাৰ জানি লোৱা।
কোনোজনে কয় শিলিখা গছৰ তলত
কোনোজনে বোলে কলা নদীৰ তীৰত।
এইদৰে কলনিত লাগিল হাহাকাৰ
সবে বোলে ভকত দল নহব এইবাৰ।
পদ্ম আতা, কেশৱ আতা দুই পলাইল
জয়কৃষ্ণ নামে ভক্ত তাকো বিচাৰিল।
কৌশিক নামতে এক বৃদ্ধ খেতিয়ক
জঙ্গলৰ মাঝে আছে খেতিৰ সাধক।
তথাত লুকাই থাকে আতা দুই জন
জয়কৃষ্ণক অনুসন্ধান কৰিল তখন।
পৰম ভকত কাৰো অন্যায় নকৰে
তাকো শক্তিগণে চোৱা পিড়ীবাক নেৰে।
জয়কৃষ্ণক মাতি আনি গৃহত ৰাখিলা
তাৰ পাছে কেশৱ আতা অন্যত্ৰ চলিলা।
কোন থানে আছে কেৱে গম নাপাইল
ছয়বৰ্ষ কাল পদ্ম আতা ভক্ত ৰৈল।
তথাত থাকিল মাত্ৰ কৰিয়া কীৰ্ত্তন।
শুংসূত্ৰ নপাইলা কিছু ৰাজ ভৃত্যগন

কিছুদিন পৰে কেশৱ আতাই বোলই
শৰীৰ পৰিব মোৰ বেছি দিন নাই।
মকুন্দ শ্ৰীৰাম আৰু লখৰঙ্গ আদি
সবাকে মাতিলা কেশৱ আতা সত্যবাদী।
ভয় ভয় কৰি নিশা গাৱক লুকাই
কেশৱ আতা সমে চাৰিজন চলি যাই।
ঠাকুৰ আতাৰ গৃহে গই আশ্ৰয় লইলা
একবৰ্ষ কাল মাথো তথাত থকিলা।
ধৰ্মত বিঘিৰিন আছে শেষ কালে জয়
আমাৰ গুৰুৰ ধৰ্ম কভু নাই ভয়।
মোৰ যিবা ধন বস্তু আৰু শিষ্যগণ
গতালো তোমাক মোৰ মিলিব মৰণ।
ৰজাৰ ভয়ত লুকাই বনৰ মাজত
সকলো ভকত তথা ভৈলা উপাগত।
আহাৰ মাহৰ যেবে এঘাৰ দিন গৈলা
অম্বুবাসী শুদ্ধিদিন আহিয়া পৰিলা।
ভাটৌ কুচিৰ কেশৱ আতা বৈকুণ্ঠে চলিল
কিবা তিথি মিলিল তাক কেৱে নাজানিল।
শৱদাহ কৰি ভক্তগণ চলি গৈলা
দহদিন পৰে আহি মিলন ঘটিলা।
নাম কীৰ্ত্তন কৰি আতাৰ শ্ৰাদ্ধক কৰই
অম্বুবাসী শুদ্ধি দিন ধৰিয়া লৱই।

শ্ৰীগুৰুৰ ধৰ্ম ৰাখি কষ্ট মানি লই
হৰি হৰি বোলা হওক পাপ পৰাজই।



## *পদ্ম আতাৰ বদলা, জৰাবাৰী, সত্ৰ স্থাপন ৰজাৰ অভয় দান, আৰু কমলা বাৰী সত্ৰ স্থাপন*

### *পদ*

তাৰ পাছে বোলে আতে ভক্ত চক্ৰপাণি
কেনমতে ৰক্ষা পৰে আতা পদ্ম পাণি।
নানা ঠাই ঘুৰি পাছে আতা পদ্ম পাণি
পচতীয়া গ্ৰমে আহি লইলা জিৰণি।
আগতে আছিল তাত আৰু দুইবাৰ
বহুজন শিষ্য ছিল সিথানে তাহাৰ।
তথাত থাকিল গৈয়া সপ্তম বছৰে
যত প্ৰজা ছিল সেই গাঁওৰ ভিতৰে।
সবেও আতাক গুৰু মানিল সাদৰে
চাউল খৰি আঞ্জা মাছ সবে যোগান ধৰে।
চাউল খৰি আঞ্জা মাছ নিতেযোগান ধৰে
একো বস্তুৰেই আতা অভাৱত নপৰে।
মুৰাৰী মুঁদে আতৈৰ প্ৰিয় শিষ্যজন
সেইবাবে এই ঠাইত পাতিলা সত্ৰখন।
নাম কীৰ্ত্তনৰ ধ্বনি ৰজন জনাই গ'ল
সেই ঠাইত আতাৰ বহু শিষ্য হ'ল।
ৰাজ কৰ্মচাৰী কতজনে শৰণ ললে
লাহে লাহে ইটো কথা ৰজাই জানিলে।
মুৰাৰী মুঁদে আতৈৰ অতি প্ৰিয়জন
মতি নিয়া ৰজাই তাক সুধিলা বচন।
ইয়াতেই জানি লোৱা মুঁদেৰ পৰিচয়
নৌকা লই অসম বঙ্গ বাণিজ্য কৰয়।
চাৰি পাচ নৌকা আছে তাহাৰ নিজৰ
অৰ্দ্ধ শত লোক খাতে হুৰেক ৰকমৰ।
পৰম ভক্ত মুঁদে ৰাজ অমাত্য প্ৰধান
প্ৰয়োজনে ধন সোণ কৰে সম্প্ৰদান।
ৰজাৰ পৰম বন্ধু মুৰাৰী সুজন
সকল সময়ে কৰে ৰজাৰ মঙ্গল সাধন।
ৰজাৰ গৃহত ধৰে বস্তুৰ যোগান
ধৰ্ম কৰ্ম হেতু লোকক কৰে বহু দান।
সেই হেতু মহাৰাজে সহায্যে সুধিলা
একজন ভক্তলোক পুহি ৰাখিছিলা।
ৰাজদ্ৰোহী বুলি আমি শুনিছিলো কাণে
কিবা হেতু স্থান দিয়া আপোনাৰ স্থানে।
মুঁদে বুলিলা হেৰা স্বৰ্গদেউ ৰাজন
যথাৰ্যতে দোষী লোক নোহে সেইজন।
সত্যবদী নিষ্ঠাবান ভগবানে ৰতি
এক ঈশ্বৰৰ ভক্ত পণ্ডিত জন অতি।
সৰ্ব্বদা চিন্তয় ৰজা ৰাজ্যৰ মঙ্গল
ৰজাৰ মঙ্গল হেতু প্ৰাৰ্থনা কেৱল।
ৰজা বোলে আমাৰ ঠাই আনিবা সিজন
নহব অন্যায় একো এয়া মোৰ পণ ।
একদিন মুঁদে আতা ভক্ত সমন্বিতে
ৰজাৰ সমীপে গৈয়া ভৈলা উপনীত।

আতাক দেখিয়া ৰাজা বুলিলা বচন
কিবা ধৰ্ম আচৰিচ বোলহ এখন।
আতা বোলে শঙ্কৰ গুৰু ইৰাজ্যে আছিল
অসুবিধা পাই ৰাজ্য চাৰিয়া গইল।
কোচ মহা ৰাজ সেই মল্ল নাৰায়ণ
আশ্ৰয় দিয়া ৰাখিলেক যত ভক্তগণ।
ভাগৱতী বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিলা
সমাজৰ বহুলোকে ধৰ্মক ধৰিলা।
আমি গৈয়া তেৰা ধৰ্ম গ্ৰহণ কৰিলো
উজনিত নিজ ধৰ্ম প্ৰচাৰ কৰিলো।
অহিংসা, সবাৰে হিত, ঈশ্বৰৰ প্ৰেম
সত্য, নিষ্ঠা জীৱ পালন আমাৰ নিয়ম।
কথা শুনি স্বৰ্গদেউ মন হৰষিত
কিবা লাগে আপোনাক কৰিও বিদিত।
মাটি বাৰী ঘৰ দুৱাৰ সম্পত্তি বিশেষ
কৰি দিবো আমি যথা তোমাৰ সন্তোষ।
আতা বোলে কিছু মাত্ৰ নালাগে আমাক
ভকতি প্ৰচাৰ হেতু নকৰিবো হাক।
নাম ধৰ্ম কীৰ্ত্তন আৰু হৰি নাম ধৰি
ভকত সকলে যেন ফুৰিব পাৰে ঘুৰি।
নকৰে অন্যায় কাৰো হিতহে চিন্তয়
এই আশা কৰো আমি ৰজা মহাশয়।
ভকত সকলৰ যেন অন্যায় নহই
আমাৰ প্ৰাৰ্থনা ৰজা এই মাত্ৰ হই।
ৰজা বোলে আজিৰ পৰা কোনো ভয় নাই
কোনো জনে ভকতক অন্যায় নকৰই।

নাম ধৰ্ম প্ৰচাৰ কৰা আহোম ৰাজ্যত
ধৰিব তোমাৰ ধৰ্ম আছে প্ৰজা যত।
ৰজাৰ অভয় দান যেবেসে পাইল
শঙ্কৰৰ ধৰ্ম আতা প্ৰচাৰ কৰিল।
তাৰ পাছে আতা বহু শিষ্যক ভুঞ্জাই
উজনি ৰাজ্যত ধৰ্ম প্ৰচাৰ কৰই।
মুখীয়াল বহুলোক শৰণ লভিলা
আৰু বহু কৰ্মচাৰী আগুৱাই আহিল।
ৰত্ন দলৈ নামে এক আঢ্যৱন্ত জন
পৰীক্ষিত কোৱৰ নামে আৰু ভক্ত প্ৰাণ।
দামোদৰ আতৈ আৰু টকৌ বৰীয়া
অনন্ত কৰুণা আদি নাম ধৰ্ম লৈয়া।
হাজাৰিকা, বৰুৱা, ফুকন আদি কত
আতাত শৰণ লৈলা হয়া অৱনত।
এইদৰে উজনীত ধৰ্ম প্ৰচাৰিলা
ধৰ্মৰ প্ৰচাৰ হেতু শঙ্কা নাথাকিলা।
হৰিচৰণ শ্ৰীৰাম আৰু কৰুণাময় আদি
পুৰুষোত্তম জগন্নাথ ভাতৃ শ্ৰীঅনাদি।
গোপীকান্ত, গোপাল লখৰঙ্গ দেৱ
মুৰাৰী মুদৈ আদি সবে কৰে সেৱ।
উজনি ৰাজ্যত ধৰ্ম পাতিলা যি জন
পদ্ম আতা তাৰ মুখ্য জানে সৰ্ব্বজন।
ৰাজ আজ্ঞা পাই যেবে মুকলি পাইল
উজনীত বহু সত্ৰ থাপনা কৰিল।

ooooooooooooooooooooooo

পুৰুষোত্তম বৰুৱা খিতাপী ব্যক্তি এক
আতাৰ মহাত্ম্য দেখি শৰণ লৈলেক।
আতি আঢ্যৱন্ত সিটো ভুমি অধিকাৰী
অনেক আছিল তেওঁৰ ফল বাগানবাড়ী।
দহখন কমলাৰ বাগান আছিল
সময়ত একগাড়ী কমলা দিছিল।
স্থায়ী সত্ৰ নথকাত আতা পদ্মপাণি
খুজিলা অলপ জমি সত্ৰলৈকে জানি।
বাগান একখনি দিলা সত্ৰ পাতিবাৰে
ভক্তগণ মিলি সত্ৰ পাতিলা সত্বৰে।
কমলাবাৰী নামে সত্ৰ আতি মনোহৰ
উজনীত প্ৰসিদ্ধি পায় ধৰম ৰাজ্যৰ।
কেহোৰাম নামে এক অশিষ্ট পামৰ
ধনবান বিত্তশালী অহঙ্কাৰী নৰ।
পদ্ম আতাৰ আগে যায় ঘোৰা চেকুৰাই
প্ৰতিদিনে কৰে নিন্দা আতাৰ পিনে চাই।
একদিন আতা ছিল নাম কীৰ্ত্তন কৰি
ঘোৰা চেকুৰাই গল মুখ ভঙ্গী কৰি।
সেই সময়ত দেশে আকাল আছিল
ভক্তগণে খুজি মাগী মাত্ৰ চলিছিল।
ছয় পোহা চাউল আনি ভক্ত তিনিজন
দুই সাজৰ বাবে খোবাৰ কৰে আয়োজন।
এনে সময়তে এক ভিক্ষুক আহিলা
কান্দি কান্দি সিটোজনে ভিক্ষাক খুজিলা।
দুই পোহাদিলা চাউল চাৰি পোহাৰল
এক সাজ ৰান্ধিবৰ বাবে সাজু হ'ল।
তাৰ পাচত আৰু দুই ভিক্ষুক আহিলা
চাউল চাৰি পোহা আনি আহ্বক দিয়া দিলা।
ৰান্ধিৰ বাবে তিনিজন অনাহাৰে ৰল
নাম কীৰ্ত্তন গাই মাত্ৰ নিশা কটাইল।
হৰি আতৈ জগন্নাথ বাসুদেৱ নন্দন
পৰম ভকত দুয়ো অতি মহা জ্ঞানবান।
আতাৰ লগত দুয়ো ভকত আছিল
তিনিজনে সেইদিনা লঘোণ পৰিল।
আগদিনা ঠাট্টা কৰা কেহোৰ ভাতৃ এক
চাউল দুই পুৰা লই থানে আহিলেক।
লগত আনিলা দালি আৰু যে পাচলি
ঘৃত সহ আনিলেক গুড় এটেকেলি।
লৱন তেল সহ সিধা দুই ভাৰ খৰি
লগতে আনিলা আদা আৰু ৰংগুৰি।
সকলোকে সোধ পোচ আতাই কৰিলা
সন্মান পূৰ্ব্বক পাছে বিদায়ক দিলা।
কেহোৰ জ্বৰ এৰি যেবে গাভাল পাইলা
আতাৰ চৰণত আহি শৰণ লইলা।
এইদৰে মাধৱৰ বাক্য শিৰে ধৰি
উজনি ৰাজ্যত ফুৰে ধৰ্মক প্ৰচাৰি।
গুৰুৰ কথাক আতা কৰিয়া স্মৰণ
কামৰূপ যাইবে লাগি কৰিলেক মন।
বৰ সন্দিকৈ ৰজাৰ বিষয়া প্ৰধান
তাহাক বুলিলা দিব নৌকা একখান।
নৌকা লৈয়া চলি যাব বৰপেটা থান
তথাত আছয় বহু ভকত সজ্জন।
ঠাকুৰ আতা, গোপাল মথুৰা দাসগণ
সুন্দৰী থানত আছে ঠাকুৰ ৰামচৰণ।
পাটবাউসী থানে ভট্টদেৱ যে প্ৰধান
কালিন্দ্ৰী দেবীয়ে আছে সুন্দৰীৰ থান।

ভবানীপুৰ থানে থাকে গোপাল পুৰুষ
সবাকে দেখিবে লাগে জেষ্ঠ্য যি পুৰুষ।
কলানিত থাকোতে মোৰ গুৰু চলি গৈলা
ভাগ্যৰ লিখনে পুনঃদেখাই নভৈলা।
গুৰুৰ আদেশ পালি দেখিব সজ্জন
শঙ্কৰ গুৰুৰ পুত্ৰ মাজু হৰি জন।
নাতি পুৰুষোত্তম আৰু চতুৰ্ভজ আদি
মাধবদেৱৰ থান গনক কুচি বাৰদি।
সবাকে পাইবো লাগি কামৰূপ ধামে
বৰসত্ৰ কেই খনি চাহিবাক লাগে।
এতেক ভাবিয়া আতা দিন স্থিৰ কৰি
গুৰুৰ আদেশ পালি চলিলা সত্বৰি।
হৰিচৰণ জয়কৃষ্ণ বৈচা দুই জন
পাঁচজনে কামৰূপে কৰিব গমন।
আকে ভাবি পদ্ম আতা নাৱত চৰিয়া
দুই ভক্ত বৈচা সহ গৈলা চলিয়া।
ভাটি মুখে গৈলা নাও লুইত বুকেৰে
আনন্দ উল্লাসে চায় লুইতৰ দুপাৰে।
প্ৰথম চলিলা নৌকা বৰপেটা বিলে
তথাত থাকিব বুলি লঙ্গৰ পেলালে।
মাছ মৰিয়াৰ আগে বাতৰি পঠাই
উজনিৰ বাপু ঘৰ সত্ৰত আহই।
মথুৰা দাস বাৰ্ত্তা পাই ত্বৰিতে চলিলা
নৌকাত বহোতে পদ্ম আতাক দেখিলা।
অনেক ভকত গৈলা তাল খোল লই
গলত সাবতি ধৰি মথুৰাই আনই।

গায়ন বায়ন যত খোল তাল বাই
আনন্দতে আহে সবে পদ্ম আতাকলই।
সবে মিলি নাম ঘৰে আনি বহুৱাই
সেৱা কৰি বদুলাই নিৰ্মালিক লই।
আগ পিচ হেতু দুই জনে বিহা কৰে
কোনজন আগে যায় নামঘৰ ভিতৰে।
মথুৰা দাস বোলে পদ্ম তুমি হোৱা আগ
সৰ্ব্বশক্তি দিলা গুৰু তুমি মহাভাগ।
পদ্মআতা বোলে বাপ পিতৃ তুল্য তুমি
কৰ্ম, ধৰ্ম বয়সতো আপুনি বৃদ্ধ জানি।
এতেকতে আপুনিহে আগত যাইব
আপোনাৰ পদাঙ্কতে আমিও চলিব।
আপোনাৰ শিৰে মাল্য দিলা গুৰুজন
কতদিন পৰে পালো আমি সিটো ক্ষণ।
এতেকতে আপুনিহে আগত যাইব
আপোনাৰ পদাঙ্কতে আমিও চলিব।
এতেকতে আপুনি হইবে ঐত আগ
আপোনাৰ পিচত যাইবো মহাভাগ।
থানৰ বাতৰি সুধিলন্ত মথুৰাই
বুলিলা বাতৰি পাছে বদলা আতাই।
তাৰ পাছে ৰত্নাৱলী শাস্ত্ৰক পঢ়িলা
দুইজনে ধৰ্ম কথা আলোচ কৰিলা।
এনেদৰে বহু কথা ভৈলা আলোচন
আহিল অন্ন লইব হেতু ওলাই দুইজন।
ওচৰৰ থান সত্ৰ চাব ভাল কৰি
ইহেতু থাকিব ঐত বহুদিন ধৰি।

কথা শুনি মথুৰা দাস আনন্দিত মন
বহা ঘৰ বান্ধি দিলা নাম ঘৰ দক্ষিণ।
তথাত থাকিল আতা একাদশ মাহ
ইতিমধ্যে অন্য ঠাই কৰে আহ যাহ।
বৰপেটা চাই পাছে সুন্দৰীত গৈলা
ৰামচৰণ ঠাকুৰক তথা ভেট পাইলা।
এই সময়তে মাতা কালিন্দ্ৰী গোসানী
সুন্দৰী থানত আহি লইলা জিৰণি।
তথাত আছিল সঙ্গে পুৰুষ উত্তম
হৰিচৰণ, চতুৰ্ভুজ বোৰী তিনিজন।
তাহাক প্ৰণাম কৰি ধন সোণ দিলা
গলা বস্ত্ৰ দিয়া আই মাতৃক সেৱিলা।
জনীয়াক যাইবে লাগি কৰি আয়োজন
ঠাকুৰ আতা দেৱক দেখিবাৰ মন।
বুঢ়া আতা বোলে সিটো কথাৱৰ ভাল
জনীয়াক যাইবা লাগি নাই আহুকাল।
নাৰায়ন পৰমানন্দ আছয় ই ঠাই
তথাত যাইবা বাপ নৌকাখনি লই।

এতেক বচন শুনি আতা স্তব্ধি ৰৈলা
বুঢ়া আতাক লগ ধৰি নৌকাস্থিৰ কৈলা।
ওঠৰ ভকত সঙ্গে নৌকাত চলই
একেদিনে গৈয়া জনীয়াৰ ঘাট পাই।
নমস্কাৰ কৰি গৈলা জনীয়া থানত
ঠাকুৰ আতাৰ গৃহে গৈয়া ভৈলা উপনীত।
আনন্দলোতক পৰে দেখি দুইজন
হৰিষতে কৰে দুয়ো প্ৰীতি আলিঙ্গন।
ঠাকুৰ আতাৰ খেতি আৰু শাকৰ বাগান
দেখিয়া অদ্ভুত মানি ভৈলন্ত মগন।
সাতোতা ধানৰ ভড়াল নৌকাসাত খনি
বাৰী বাগান সুশোভিত চোৱা যেনিতেনি।
ইহেন গৃহস্থী লোক ধৰ্ম পৰায়ন
আত্মাভিমান নাই মাত্ৰ কৰ্মতে মগন।
নাম ঘৰ হাটী ঘৰ বাহা ঘৰ যত
অতিকে সুন্দৰ থান ফুলেৰে শোভিত।
বদুলা আতাৰ শুনি ভ্ৰমন কাহিনী
হৰি হৰি বোলা সবে আকজানি শুনি।

>>>>■<<<<

## *নাৰায়ন দাস ঠাকুৰ আতা আৰু পদ্মপাণি আতাৰ মিলন, সাউদ বোৱাৰীৰ আজুলাৰ আখ্যান*

### *পদ*

বাপুঘৰ অহা বুলি জানিবলৈ পাই
চেলেংগাতলৈ আহে ঠাকুৰ আতাই।

আলচ এটি ওলমিয়া মাটিত লাগিলা
ধুলি বালি সামৰিয়া চুচৰি গইলা।

ভক্তগণে দেখি পাছে সবে সকিয়াই
বোলে বাপ তুলি লোৱা চেলেং নষ্ট হই।
ঠাকুৰ আতা বুলিলেক এটি প্ৰবচন
সমস্ত ভকতে বোলে ইটো কি কাৰণ?
সবে বোলে ভালা ভালা
মইহে জানো গুঠৰ জ্বালা।
বাপেক পুতেক বাণিজ্য গলা
পটা আনিব পাহৰি গলা।
তাৰ পাছে বোলে মোৰ অঁৱস্থা নজানি
তোলা বুলি কই আছা চেলেং আচল খনি।
ৰজাৰ দণ্ডিত যেবে হাত ভাগি গৈলা
কিমতে সাধিছে কাৰ্য্য তেবেসে বুজিলা।
পদ্ম আতা ভৰি চুই নমস্কাৰ কৰি
পৰা চেলেঙৰ আচল হাতেৰে মোহাৰি।
চেলেং আচল তুলি আতাৰ গাৱে থই
আতা বোলে হাত ডাঙিবাক নৱো* মই।
কোচ ৰজাৰ কৰ্মচাৰী কোবাই ভাঙিলা
সিদিন ধৰি হাত মোৰ ভাঙিয়া ৰইলা।
তাৰ পাচে আতা গৈয়া নাওত সোমাই
বৰ পচৰা কাপোৰ আৰু বৰ তামোল লই।
শৰাইত ৰাখিয়া তাক আতাক যাচিলা
গুৰুৰ সখি মোৰ গুৰু সেৱাটি কৰিলা।
পীড়ালিত বহুৱাই কথাক সোধই
কলানিৰ হন্তে আইলু নাও ভটিয়াই।

কৰ পৰা কেনেকই কোন ঠাই পালা
আমাৰ থানক লাগি কিমতে আহিলা।
আতা বোলে যেনমতে পালো ইটো থান
শুনি লবা ভাল কৰি পাতি যাবা কাণ।
বৰ মকুন্দৰ নৌকা বৰ গুৰুৰ চই
বৰ ঘাটত সাজি ললো বাইচ মৰাই।
বৰলীয়া নদীয়েদি সোমাই আহিলো
আহি আহি বৰপেটা বিলক পাইলো।
বৰপেটা থান দেখি হইলো চমকিত
বুঢ়া আতা পুৰুষক পাইলো তথাত।
বৰ কাপোৰ বৰ থোক তামোল আমাৰ
বৰমান ধৰি কৰো সেৱা আপোনাৰ।
পদ্মআতা বুলিলেক এই কথাযাৰ
কৰযোৰে প্ৰণামিয়া কৰো নমস্কাৰ।
এই কথা বুলি পদ্ম প্ৰণাম জনাই
দুই হাত আগবঢ়াই আতা পদ চুই।
ঠাকুৰ আতা বোলে বাপ স্মৰণ তোমাৰ
সগৌৰবে বখোনোহো বুলি বাৰে বাৰ।
এই বুলি হাত ভৰি ধুবলৈকে দিলা
চিৰাদৈ কল গুড় খাবলৈ যাচিলা।
সকলো কেইজনে চিৰা ভুঞ্জিলা প্ৰচুৰ
ভাগৰ পলাইলা বাট অহা এত দুৰ।
তাৰ পাছে বদলা আতা নমস্কাৰ কৰি
ঠাকুৰক সুধিলেক শ্লোকৰ আতিগুৰি।

*নৱো* - নোৱাৰো*

***আতা বোলে শুনা সব নাতি মহাজন***
***শ্লোক মোৰ মাত্ৰ এক বোৱাৰী আখ্যান।***
চম্পক নগৰে এক সাউদ বোৱাৰী
শশুৰ আৰ পতিক কৈলা কাওবাও কৰি।
বাণিজ্যক যাইবা যেবে পতাক আনিবা
মছলা পিহিবে নাই উপায় জানিবা।
বাণিজ্যৰ পৰা ঘুৰি সাউদ আহিল
পটাখনি আনিবাৰে মনে নাথাকিল।
বোৱাৰী বিচাৰি যেবে পটা নপাইলা
মনে খণ্ড মুখে কিন্তু একো নামাতিলা।
সাউদৰ সঙ্গে বহু বান্ধৱ আহিল
বোৱাৰী ৰান্ধিয়া অন্ন সবাকে খুৱাইল।
আদা জালুক পিপলি বাটিবে পটা নাই
দাঁতে চোবাই ত্ৰিকটুক আঞ্জাত দিৱই।
ব্যঞ্জন খাইয়া সবে বৰ ভাল পাইলা
বোৱাৰীৰ ওঠৰ জ্বালাত বিৰক্তি লাগিলা।
সেই হেতু শ্লোক মাতি স্বামীক বুজাই
কাপোৰ খন তুলি লোৱা মোৰ শক্তি নাই।
কথা শুনি পদ্ম আতা বিষাদিত মন
কৰ যোৰে বুলিলেক মধুৰ বচন।
কত কষ্ট, কত দুখ, ভুঞ্জিছে আপুনি
গুৰুৰ ধৰম হেতু নিজকে নগনি।
আত্ম বিসর্জ্জন দিলা ধৰ্ম ৰক্ষা কৰি
আপোনাৰ ঋণ কভু সুজিতে নপাৰি।
সমস্ত সমাজ ঋণী আপোনাৰ কাযে
গুৰু ধৰ্ম ধাৰী লোক যত যত আছে।
দুই ৰাতি বঞ্চিলেক শাস্ত্ৰ আলপনে
পৰে দিনা সুধিলেক ঠাকুৰ মহাজনে।
কিবা কাৰণত বাপ আহিলা মোৰ ঠাই
দুইদিন গল তাৰ কাৰণ নাপাই?
এবাৰি বাক্যতে বোলা কাৰণ তোমাৰ
পুৰাইব মনোবাঞ্ছা শক্তি অনুসাৰ।
বদলা বুলিলা বাপ আপুনি মহাজন
গুৰুৰ পৰম সখা অতি প্ৰিয়জন।
জগত গুৰুৰ শ্ৰেষ্ঠ শিষ্য একজন
ধৰ্মৰ লাইখুটা বুলি কৰিছে বৰণ।
জগত গুৰুৰ জন্মেহন্তে আজিক লাগিয়া
ঘটনা ৰাজিক মোক কোৱা বৰ্ণাইয়া।
আতা বোলে পাণ্ডিত্য তোমাৰ বখানিলো
অন্ধলাৰ কথা এক স্মৰণ কৰিলো।
ইয়াকে কই ঠাকুৰ আতা হাঁহি যে বোলই
অন্ধলাৰ কথা এক বুলি আছো মই।
✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪✪
বিদেহ নগৰে এক অন্ধলা সুজন
অহৰ্নিশে চিন্তা কৰে প্ৰভুৰ চৰণ।
কত চিন্তা কৰি পাছে সন্তুষ্ট কৰিলা
কাষত আহিয়া প্ৰভু উপনীত ভৈলা।
উপনীত হইয়া প্ৰভু বুলিলা বচন
আমাক সাধনা কৰা কিবা প্ৰয়োজন।
এটা মাত্ৰ বৰ লোৱা একেটি বাক্যত
অধিক বৰ দিয়া নিয়ম বিধি বৰ্হিভুত।
অন্ধলা বুলিলা কথা গুণি ভাবি চাই
নাতি সোণৰ থালে খোৱা চক্ষে দেখো মই।

প্ৰভু বোলে জন্মান্ধলা বেচ বুদ্ধি তোৰ
এযাৰতে লৈ লৈলি সৰ্ব্বস্ব সবাৰ।
চকু নাই চকুদান লাগিব যে দিব
পত্নী নাই যিবা হেতু বিয়া কৰাই দিব।
পুত্ৰ ধন ডাঙৰ হব বিবাহ কৰাই
নাতি জন্মাই ৰজা পাতি দিব লাগে মই।
আয়ুস লাগিল তোক শতাধিক বছৰ
এযাৰতে সৰ্ব্বস্ব আদায় কৰি মোৰ।
এইদৰে বাপ তুমি বয়সে নবীন
একবাক্যে আদায় লইলা মোৰ যতখিনি।

অল্পদিনে গুৰু সঙ্গে বেহাৰে থাকিলা
গুৰুৰ সৰ্ব্বস্ব পালা একোৰে নেৰিলা।
আমাৰ কাষত পাইবা চৰিত্ৰ সকল
এইবাবে তুমি জ্ঞানী হইবা সফল।
একেৰাহে একমাহ জইনা থাকিলা
তাৰ পাছে বছৰেক আহ জাহ কৰিলা।
আত ভাণ্ডি সব কথা কৰিলা আদাই
বদুলা আতাৰ হস্তে চৰিত ওলাই।
মজিয়ালিৰ সুখৰ কথা বিস্তাৰি বুলিলা
ইটো কথা শুনি আতা বিস্ময় মানিলা।

ইটো আখ্যান ৰাখি থলো ইয়াতে সামৰি
সমস্বৰে ভক্তগণে বোলা হৰিহৰি।



## *বদলা পদ্ম আতাৰ বিভিন্ন থানত ভ্ৰমণ আৰু বছৰান্তে বিদায় গ্ৰহণ*

### *পদ*

কামৰূপে পদ্ম আতাৰ যত বিবৰণ
চক্ৰপাণি বুলিলেক শুনে ভক্তগণ।
ঠাকুৰ আতাৰ পৰা মাহ দিনৰ মূৰত
বৰপেটা আহিলেক মথুৰা থানত।
মথুৰা বুলিলা লব নাতি মহাজন
গুৰুৰ আদেশ ৰাখি কৰা বিচৰণ।
আগতে গৈছিলে বৰ বিষ্ণু আতা পাশ
তাৰ পাছে চলিলেক পল্লা নদী কাষ।

গুৱাগাছা থানে ৰামচৰণ আছয়
নৌকা চৰি গৈয়া পাছে তথাত উঠয়।
তথাত আছিল পণ্ডিত উৰ্ব্বশী নন্দন
মাধৱৰ ভগ্নী পুত্ৰ সন্ত ৰামচৰণ।
পল্লা নদীৰ তীৰে এক সত্ৰ যে পাতিল
পাণ, তামোল, নাৰিকল বিস্তৰ কৰিল।
তামোল গছ সুন্দৰ চেহেৰা বলবান
প্ৰতি ডালে ৰুই দিলা একোদালি পাণ।

গুৱা বস্তি দেখি লোক চমকিত
প্ৰশংসা কৰিলা সবে মনত হৰিষ।
গুৱা গছৰ বাৰী হেতু গুৱাগাছা নাম
পাণ, তামোল উভৈনদী ঠাই অনুপম।
নামঘৰ, হাতীঘৰ ভড়াল বান্ধিল
এহি মতে সত্ৰখনি সৌন্দৰ্য্য লভিল।
তথা গৈয়া উপনীত লব নাতিজন
আদৰিয়া নিলা দেখি ঠাকুৰ ৰামচৰণ।
গুৰু লীলা কথা তাতে আলোচন কৰিলা
সাত দিন সেই থানে আতাই ৰহিলা।
সমান বয়স দুইৰো শাস্ত্ৰ আলোচন
ডেকা ভক্ত দুইজন দেখিতে শোভন।
সাত দিনান্তৰে দেৱ আতা পদ্মপাণি
বৰপেটা থান লাগি আহিল আপুনি।
তাৰ পাছে গৈলা আতা ভবানীপুৰত
লগত চলিল ভক্ত নাওবৈচা যত।
গোপাল দেখিল পদ্ম আতা মহাজন
আদৰি নৌকাৰ হস্তে আনে তেতিক্ষণ।
পদ্ম আতা বুলিলেক পণ্ডিত সুজন
কথাৰ সাগৰ আতা বিজ্ঞ মহাজন।
ধৰ্ম জ্ঞান লভিবাৰে আহে এই ঠাই
আগতে ভাবিছো মনে গুৰু আজ্ঞা পাই।
ধৰ্মৰ পথত পাছে বহুত বিঘিনি
দৃঢ়মনা সবে পাৰে আহিবাক জিনি।

সেই হেতু উজনিত দেৰি বহু হ'ল
ভাগ্য বলে আপোনাৰ চৰণ দেখা গল।
ভেলা থানে গুৰুজন বিবৰিয়া কয়
কথাৰ সাগৰ হেনো আপুনি হোৱয়।
অনেক শাস্ত্ৰক হেনো কৰিয়া পঠন
বহুখিনি তত্ত্ব কথা কৰি অধ্যয়ন।
কথাৰ সাগৰ নোহে জ্ঞানৰো সাগৰ
এহি হেতু চৰণত আশ্ৰয় আপোনাৰ।
কলয়াৰ সুখ যিটো বোলে গুৰুজন
আপুনি জানে তাৰ সমস্ত বিবৰণ।
আমাৰ আগত বাপ ভাঙি পাতি কই
এই তত্ত্ব কথাখিনি বুলিও বুজাই।
তাৰ পাছে গোপাল আতা কথাক বুলিলা
এক মনে বাপু ঘৰ কেৱল শুনিলা।
হয় নয় যিবা কিবা একো শব্দ নাই
কেৱল মাত্ৰ কাণ পাতি শুনিয়া আছই।
গোপালে সুধিলা বাপু ঘৰ মাত নাই
নোসোধা একোকে মাত্ৰ শুনি আছ ৰই।
বাপু ঘৰ তেবে এক আখ্যান বোলয়
গোপালৰ চৰণ চুই ঈষত হাসয়।
হাসিয়া বোলয় বাপ ব্ৰজাঙ্গী নন্দন
আপোনাৰ বাক্যত হুকাৰ* নাই প্ৰয়োজন।
সৰু আখ্যান এটি কও আমি নিষ্ঠ কৰি
তেবেসে বুজিব মোৰ কথাৰ আতিগুৰি।

*হুকাৰ - সমৰ্থন, ইঙ্গিত

গৰুড়ত আশ্ৰয় লইলা টিপচি চৰাই
দিনেক গৰুড় সঙ্গে স্বৰ্গে চলি যাই।
পাখীৰ তলত গৈয়া আশ্ৰয় লইলা
সময়ত দুইজনে স্বৰগ পাইলা।
অমৃতক দিলা দেৱগণে গৰুড়ক
পান কৰিলেক অমৃত বিনতা পুত্ৰক।
কোৱাৰীৰে দুটি টোপা ওলাই আহিলা
টিপচিয়ে তাকে পাই পান কৰি লৈলা।
দুনাই নালাগে আৰু অধিক আমাক
তুষ্ট মই অমৰ হলো যি খালো তাক।
এতেকতে আপুনিও যিখিনি বুলিলা
তাক দিয়ে আমাক সন্তুষ্ট কৰিলা।
গোপাল আতা বুলিলেক তুমি বুদ্ধিমান
বুদ্ধিতো অধিক দেখো তব ভাগ্যখান।
কণিষ্ঠ পুত্ৰই যেন মাতৃ ধন পায়
সেই মতে গুৰু বস্তু পালা সমুদায়।
তাত্ত্বিক পণ্ডিত ঠাকুৰ আতা মহাজন
তাহাক পাইলা লগ আগতে সুজন।
তাহাৰ যতেক তত্ত্ব তুমিয়ে পাইলা
এই হেতু ভাগ্যবান আমিও জানিলু।
কলয়াৰ সুখ যিটো বুজাই বুলিলা
সমস্ত তত্ত্বৰ কথা তাতেই জানিলা।
সাত দিন থাকি তাত বৰপেটা গৈলা
এইদৰে পদ্ম আতা জ্ঞান সংগ্ৰহিলা।
ভবানীপুৰ গুৱাগাছা আৰু জনীয়াত
ভ্ৰমিলন্ত পদ্ম আতা মাহ মুঠ সাত।

ঠাকুৰ আতা গোপাল আতা ৰামচৰণ ঠাকুৰ
প্ৰতিজন সঙ্গে আলাপ কৰিলা প্ৰচুৰ।
কামৰূপৰ যত সত্ৰ সৰু আৰু বৰ
বাউসী, সুন্দৰী, গণককুচি, নিৰন্তৰ।
সবাতে ভ্ৰমিলা আতা দুই এদিন কৰি
বুজি লৈলা ৰীতি নীতি সত্ৰ থান ঘুৰি।
চাৰি বস্তু পাইলা মাধৱৰ পৰা আগে
চাৰি সুখ কথা জানিলন্ত মহা ভাগে।
একেজনে এতখিনি কেৱে জনা নাই
গতিকে সৰ্ব্বজ্ঞ জন সবাই বোলই।
এহিসে কাৰণ হেতু পৰৱৰ্ত্তি কালে
আতাৰ মুখবাণী শাস্ত্ৰ চৰিত ওলালে।
বৰপেটা থানে আতা ৰৈলা বাৰ মাহ
তাৰ পৰা অক তক কৰে আহ যাহ।
মথুৰা দাস আতাৰ সঙ্গে কথা আলোচিলা
নাউৰা তলৰ কিনো সুখ তাহাক বুলিলা।
জনীয়াৰ পৰা আহে ঠাকুৰ বৃদ্ধজন
ৰচনা কৰিয়া আনে ফকৰা কেইখন।
পদ্ম আতা সঙ্গে বহি আলচ কৰয়
এইদৰে ঠাকুৰ আতাৰ পাণ্ডিত্য বুজয়।
কত কষ্ট পালে কত পালে নিৰ্য্যাটন
তথাপিতো গুৰু ধৰ্ম নেৰিল কখন।
ওঠৰ কুৰিতা পদ ফকৰা যোজনা
পদ্ম আতা সঙ্গে বুঢ়া কৰে আলোচনা।
ধন্য ধন্য শত ধন্য আতাক বখানয়
গুৰুৰ সখী বুলি শিৰে পদ ধুলি লয়।

বৃদ্ধ বয়সতো আহে জনীয়াৰ পৰা
লাঠি ধৰি জাপি লৈয়া দুৰ্গম পথ চৰা।
বৰপেটা থাকোতে ভাদ শুকিলা দ্বিতীয়া
গুৰুৰ বৎসৰিক তিথি আহিল পৰিয়া।
সাত দিন আগে একাদশী যেবে হই
কীৰ্ত্তন থাপিবে সবে যো জা কৰই।
এইবাবে আগ দিনা সন্ধ্যা সময়ত
সমবেত কৰিলাহা ভক্তগণ যত।
মুখ্য অধিকাৰী বুঢ়া আতা মহাশই
তাহাক অগ্রে মাতি ভকত সবক ডাকই।
একে একে যত ভক্ত পাঠক গায়ন
দেউৰী ভৰালী পালি ওজা আৰ বায়ন।
সবে মিলি আলোচিলা গুৰুৰ কীৰ্ত্তন
কিমতে পালিব আমি কৰে আলোচন।
চমৰীয়া গুৱাগাছা ভবানীপুৰৰ
আহিল অনেক ভক্ত কীৰ্ত্তন দেখিবাৰ।
ভোজন বিহাৰ যাত্রা নটুৱা দেখিল
বৰপেটা থানৰ কীৰ্ত্তন প্রশংসা কৰিল।
সব আতাগণ আহি মিলিল তথাত
ঠাকুৰ আতা নাহিলেক শৰীৰ অসুখত।
নৌকা লৈয়া আতা সব জনীয়া চলিল
ঠাকুৰ আতা সমে পাছে মাতৃক দেখিল।
দুই তিনি দিন থাকি পৰিচৰ্য্যা কৰি
আৰোগ্য হইল আতা ৰোগ অন্ত পৰি।

হিয়া ভৰি আশীৰ্ব্বাদ আতাই কৰিলা
উজনীৰ পদ্ম আতা সবে সমজাইলা।
বৃদ্ধ আতা ঠাকুৰৰ শৰীৰ নাটানয়
দায়িত্ব লই যোৱা বোপা আপোন আলয়।
ভক্ত সবক বিদাই কৰে ঠাকুৰ মহিষী
সবে ফিৰি আহিলেক আনন্দে হৰিষি।
পৰমা লগত আহে পদ্ম সমে ধাই
বৰপেটা থানে আহে মথুৰা বুঢ়াই।
নৌকা চৰি আহি সবে বৰপেটা পাই
তিনি দিন পৰে আতা লইলা বিদাই।
এক বৰ্ষ কাল থাকে আতা পদ্ম পাণি
সবাৰে মনত আতা জ্বলাই অগনি।
*অগনি পোহৰে যেন পথক দেখাই*
*ভয়, শীত, অন্ধকাৰ বাতিও গুচাই।*
সেইমতে পদ্ম আতা বৰপেটা ৰই
লোকৰ মনত সাঁচ থলে বহুৱাই।
পৰমানন্দ আতাক লগত সঙ্গ লই
সাতজন ভকতক নাওত ভৰাই।
শাস্ত্র কিছু শৰাই আৰু গাছা দুইখান
নৌকা লৈয়া চলিলন্ত উজনীৰ থান।
পদ্মপাণি বদলা আতা যে মহান
সব ভক্ত বোলে বিদাই দিবলৈ টান।
বদুলা আতাৰ প্রতি শিৰ নত কৰি
সব লোকে মিলি মুখে বোলা হৰি হৰি।



## মাধৱদেৱৰ দ্বাৰা শ্ৰীৰাম আতাক পৰীক্ষা, আতৈৰ বাখ্যা

### পদ

তাৰ পাছে এক কথা বোলে চক্ৰপাণি
শ্ৰীৰামক পৰীক্ষা কৰে মাধৱ দীনমণি।
প্ৰভাততে উঠি ভক্ত শ্ৰীৰাম সুজন
পুৱাৰ ভটিমা গাই কৰয় গমন।
তাৰ পাছে আহি বাহা মাজিয়া মুছিল
যত বাহী বন আছে সবাকে কৰিল।
গুৰুৰ গাৱ বেয়া তাতে শৰীৰ দুৰ্ব্বল
তেবে গাৱে দিলা ঘহি টেঙা আৰু তেল।
ঠাট্টা কৰি মাধৱদেৱ আতাক পুছিলা
হৰি ভক্তি কিনো হয় জিজ্ঞাস কৰিলা।
আতা বোলে গুৰু উপদেশ শিৰে ধৰে
যিবা আজ্ঞা কৰে তাক অনায়াসে কৰে।
মাধৱ বুলিলা ঈষত সহাস্যবদন
জলৰ ওপৰে আঘাত কৰিও এখন।
কিবা হৱ পাৰে যদি প্ৰমাণিত হৱ
গুৰুৰ আদেশ মতে যথা তথা যাব।
আঘোণ মাহৰ দিন এক ককাল পানীত
কল ঠাৰী লৈয়া আঘাট কৰে অবিৰত।
লাহে লাহে বেলি ভাটি সন্ধিয়া নামিল
গাৱৰ কপনি উঠি দুৰ্ব্বল হইল।
বুঢ়া আতা গৈয়া দেখে কাণ্ড শ্ৰীৰামৰ
সুধিলেক কিবা কৰ্ম যেন বাতুলৰ।

আতা বোলে গুৰু বাক্য ৰাখি আছো মই
পানীত কোবাই আছো কিবা হুই নই।
গুৰু বাক্য ৰাখি যদি দেহ পৰি যাই
তথাপিতো কিছু মাত্ৰ বিৰত নহই।
বুঢ়া আতা লৰি গৈলা মাধৱৰ পাশ
কিবা হেতু আদেশিছা শ্ৰীৰাম আতাক।
মাধৱ বুলিলা ৰঙ্গ কৰি আছো মই
কিবা কৰ্ম কৰি আছে এবে জনা নাই।
পাছে আহি মাধৱদেৱ জিজ্ঞাস কৰিলা
পানীত কোবাই থাকি কিবা ফল পালা।
বুঢ়া আতা গৈয়া পাছে তুলিয়া আনিল
কি ফল পালা তুমি প্ৰশ্নক সুধিল।
শ্ৰীৰাম আতা বোলে শুনা বঢ়াৰ নন্দন
সৃষ্টি হন্তে গুৰু বাক্য পালে সৰ্ব্বজন।
মহা মহা মহন্তইও পালে সৰ্ব্বক্ষণ
সেই হেতু গুৰু বাক্য ৰখা প্ৰয়োজন।
প্ৰভুৰ আদেশ পালি দিকপালগণ
নিজ ক্ষেত্ৰে কৰি আছে কৰ্ম সমাপন।
ব্ৰহ্মাই স্ৰজে বিষ্ণুই পালে ৰুদ্ৰে সংহৰণ
প্ৰভুৰ আদেশে কৰ্ম কৰে সমাপন।
সূৰ্য্য, চন্দ্ৰ, গ্ৰহ, তৰা দিকপালগণ
আৰু যত দেৱ-দেৱী আছে বহু জন।

প্ৰভুৰ আদেশ মাত্ৰ কৰিছে পালন
কিবা কৰে কিবা হয় কিবা নিৰূপণ।
প্ৰভুৱেহে জানে মাত্ৰ ই সব কাৰণ
এতেকতে গুৰু বাক্য ৰাখি আছো আমি
কলঠাৰী ধৰি মাত্ৰ কোবাই আছো পানী।
গুৰু বোলে শ্ৰীৰাম তুমি ভকত হোৱই
তোমাৰ যুক্তি যিটো তাক কেৱে নজানই।
কিন্তু চোৱা মানুহ মাত্ৰে বিবেক আছয়
বিবেকৰ দাস সৰ্ব্ব লোক জানা হয়।
আঘোণ মাহৰ জাৰে পানীত কোবাই
কষ্ট কৰি ফল তাৰ কেৱে নপাৱই।
হৰে বিষ খাইছে হেনো প্ৰভুৰ আদেশ
তুমি বিষ খাইলে হবা অলপতে শেষ।
বিবেকৰ দিহা লই আপুনি চলাৱে
তেবে জানিবাহা সংসাৰত নাই ভয়।
এই বুলি শ্ৰীৰামক মাতিয়া আনিলা
কাপোৰ সলাই পাছে গুৰুক নমিলা।
শ্ৰীৰামৰ লীলা কথা অমৃত সমান
হৰি হৰি বোলা সবে এৰি আন কাম।



## *একাত্মা যি তাকে বোলে আতৈ*

### *পদ*

তাৰ পাছে এক কথা বোলে চক্ৰপাণি
জীৱনা শ্ৰীহৰি মিত্ৰৰ কথা লোৱা জানি।
দুইজনে আতৈ হব শৰণ লইব
একত্ৰে একাত্মা হুয়া বস্তুক লভিব।
গুৰু বোলে এতিয়া যে বাৰিষা সময়
ভৰ খেতি বতৰত সময় নোহয়।
বাৰিষা চাৰিয়া যেবে খৰালি হইব
দুইজনে এক দিনা বস্তুক লভিব।
পাছে মন বুজিবাৰে পৰীক্ষা কৰিলা
এক দিনা হৰি আতৈ কোৰক পাৰিলা।
আউৰ দিনা কোৰ পাৰি ধান খেতি কৰি
সাৰ গোৱৰ দিলা তাতে আতি ভাল কৰি।
লহপহ কৰি খেতি বাঢ়িয়া উঠিল
দিনেক আহিন মাহে জীৱনা গইল।
জীৱনা বুলিলা বাপ হৰি নাম এৰি
মোহ মায়া জালে কিয় থাকা ঐত পৰি।
খেতিত লাগিয়ে যদি থাকে চিৰদিন
তাতেই মজিব মন ভকতি বিহীন।
হৰি আতৈ বোলে বাপ ইও ভক্তি এক
নথাকয় প্ৰাণ কতো অন্ন ব্যতিৰেক।
আপুনি কৰোক বাপ হৰি নাম ধৰ্ম
আপোনাক এমুঠি দিব মোৰ খেতিৰ অন্ন।
দুইজনে ফচলক লইব ভাগ কৰি
তবে পূণ্য ৰাশিৰ ভাগ পাইব তেনে কৰি।

তবে আৰু এক দিন জীৱনা আহিল
হৰি আতৈ গৃহে নাই কাচিক খুজিল।
হৰিৰ গৃহিণী কাচি উলিয়াই দিলা
সেউজী লহপহীয়া ধান এবোজা কাটিলা।
ধান বোজা লই আপোন গৃহত চলিলা
নিজ ঘৰে গৰুৰ আগে খাবলৈকে দিলা।
তাৰ পাছে হৰি আতৈ গৃহক আহিল
কোনে ধান নিলে বুলি গৃহিণীক পুছিল।
ধান দেখি ক্ৰোধান্বিত ভৈলা ভক্ত বৰ
কোনে কাটিলেক ধান ভৰ বতৰৰ।
গৃহিণী বুলিলা তব ভাবি মিত্ৰবৰ
কাচি নিয়া গুৰিতেই কটিলা ধানৰ।
আতৈ সুধিলেক তুমি কি বুলিলা বাৰু
গৃহিণী বোলয় মোৰ মাত নাই আৰু।
হৰি বোলে ধন্য তুমি সকলো সহ্য কৰি
মোৰ ধৰমক ৰক্ষা কৰিলা সুন্দৰী।
এই বুলি কাচিখান পুনৰ আনিলা
মেট মৰা বোজা এটি পুনৰাই কাটিলা।
বন্ধুৰ গৃহত নিয়া থৈলন্ত দুনাই
জীৱনা বুলিলা ইমান কাটিলে কেলেই।
লহপহীয়া ধান গুটি নাপাইল
তব পৰিশ্ৰম দেখো এনেই গইল।
হৰি বোলে পূৰ্ব্বতেই বুলি আছো বাণী
এইটো খেতিৰ ভাগ পাইবো আপুনি।
পকি গলে যিখিনি পাইবা তুমি ভাগ
প্ৰয়োজন যেবে তব এতিয়াই লাগ।
মানুহৰ সলনি ধান গৰুই খাইব
কাতি মাহৰ ঘাহৰ টানত গৰুই পাইব।
নিগনি বান্দৰে ধান কিছু নাপাইলা
পাত গছ ডাল ফল গৰুৱে খাইলা।
পৰিশ্ৰমৰ ফল সাৰ্থক হল মোৰ
বাক্য ধাৰ সুজি মই পাইলু উদ্ধাৰ।
তাৰ পাছে বাকী ধানৰ লগতে ইয়াৰ
সমানে হইলা ধান লোকচান নাই তাৰ।
ধান কাটি গুৰু গৃহে দিলে যতনাই
বাকীখিনি দুইজনে লইলা ভগাই।
গুৰু হাঁহি বোলে এবে লোৱাহে শৰণ
পূৰ্ব্ব বাক্য মতে হোক কামনা পূৰণ।
তাৰ পাছে দুইজনে দিন বাৰ চাই
গুৰুৰ কাষত শৰণ লইলেক গই।
মাধৱ বুলিলা তোৰা ভক্ত দুয়োজন
এক মন এক আত্মা ধৰমত মন।
আত্মাৰ আত্মাৰ মিল জানা সেইজন
আতৈ মিত্ৰ বোলে তাকে কয় সৰ্ব্বজন।
মহা মূল্য নাম মন্ত্ৰ দুজনক দিলা
শ্ৰীহৰি জীৱনা আতৈক সবে প্ৰশংসিলা।
ধন্য ধন্য তোৰা দুইৰো আত্মাৰ মিলন
এজনৰ পূণ্যতে মুক্তি পাইবি আন জন।
দুইজনে একেলগে খেতিও কৰই
ধান ধন শস্য সব বাতিয়া খাৱই।
হৰিৰ মাহাত্ম্য কথা সৰ্ব্বদা শুনই
ৰাম নাম স্মৰি কৰা পাপ পৰাজয়।



# ৰতন চোমদাৰৰ পশু চিকাৰ আৰু গু বৰুৱা ভ্ৰমৰৰ আখ্যান

## পদ

ভক্তগণ সুধিলেক অপূৰ্ব্ব বচন
সবাকে সম্বোধি চক্ৰপাণি মহাজন।
বুলিলা অনেক কথা আতাৰ চৰিত
অনেক ভক্তৰ আৰু ভক্তি বিপৰীত।
ৰতন চোমদাৰ এক ভক্ত মহাজন
বুঢ়ী পো গোবিন্দৰ কাষে লৈলেক শৰণ।
নিষ্ঠা ভক্তি মান নোহে গুৰুৰ প্ৰিয়জন
গুৰুৰ প্ৰতি নিষ্ঠা কিন্তু ৰজো গুণি মন।
ৰাজ কৰ্মচাৰী স্বভাৱতে ৰজো গুণি
চৰাই পশু মাৰী মাংস খাৱই আপুনি।
চোমদাৰৰ কাষে গৈলা মাটিক বিচাৰি
সত্ৰ এখন পাতি দিয়া ভুমি অধিকাৰী?
হেন সময়তে চোমদাৰ মহাজন
পশু মাৰি গৃহত কৰয় আগমন।
ভক্তগণ দেখি পাছে বৰ লাজ পাই
খৰ ধৰ কৰি লৰি থাকিল লুকাই।
বলাই ভকত আৰু আতৈ নৰ হৰি
ভৃত্যক পাচিয়া পাছে মাতিলা আদৰি।
যাৰ যিবা কৰ্ম তাত কিছু দোষ নাই
সংসাৰী সবৰ সব কৰ্মে বাধ্য হই।
চোমদাৰ পাছে আহি হাসিয়া বলই
যদ্যপি গুৰুৰ ধৰ্ম ধৰি আছো মই।
সাংসাৰিক লোভ, মোহ, মায়াৰ বান্ধোন
অদ্যপি আৱৰা হেতু পাপত মগন।
শুনা ভক্তগণ কিবা কাৰ্য্য সাধিবাৰে
উপনীত আজি এই অধমৰ ঘৰে।
নিৰ্ভয়ে বুলিও তোৰা যিবা প্ৰয়োজন
যথা সাধ্য পুৰাইবো গুৰু কাৰ্য্যকণ।
আতৈ দুই বোলে আমি মাটিৰ কাৰণ
ধৰ্ম প্ৰচাৰ হেতু নামঘৰৰ নিৰ্মাণ।
আপোনাৰ দয়াতে কাৰ্য্য সাধন হইব
নাম ঘৰৰ বাবে কিছু ভুমিক পাইব।
চোমদাৰ সবিনয়ে বুলিলা বচন
গুৰু কাৰ্য্য সাধিবাৰে কৰিবো যতন।
পাদ্য অৰ্ঘ্য দিয়া দুই ভক্তক বহাই
চাউল সিধা দিয়া পাছে অন্নক ভুঞ্জই।
সেই স্থানে চোমদাৰ বোলে হাস্য কৰি
গু বৰুৱা সম আমি জানা নিষ্ঠ কৰি।
ভ্ৰমৰৰ সম তুল্য তোৰা ভক্তগণ
নিশ্চয় জানিব পাৰে তাহাৰ আখ্যান।
দুই ভক্তে বোলে আমি কৰি নিবেদন
আপোনাৰ মুখে শুনো ই হেন আখ্যান।
চোমদাৰ বোলে বাপ মহা ভক্তজন
পাপী মুখৰ সাধু কথা কৰহ শ্ৰৱণ।

গু বৰুৱা ভ্ৰমৰ দুই সখী হুয়া ৰৈলা
সখীৰ আগত কথা বৰুৱা সুধিলা।
বিষ্ঠা মুত্ৰ ৰাখি মই তাকে ভক্ষণ কৰো
আপুনিনো কি খায় জানিতে নপাৰো।
ভ্ৰমৰে বুলিলা সখী মধু কৰো পাণ
ফুলে ফুলে ঘুৰি পকি লও তাৰ ঘ্ৰাণ।
বাৰু বুলি লৈ গল সঙ্গে প্ৰাণ সখি
পদ্ম ফুলে ৰল দুয়ো তাৰ মধু ভক্ষি।
সন্ধ্যা গল সখী গল চতুৰ ভ্ৰমৰ
বৰুৱা বন্ধ হল মাজত ফুলৰ।
অমানিশা ৰল বন্দী গু বৰুৱা বৰ
স্বভাৱ গত ভাৱে সন্ধান নাপাই প্ৰথৰ।
ৰজনী প্ৰভাত নৌহওতেই মালী
ফুল চিঙি কৰণিত ভড়ালে বুটলি।
তাৰ পাছে ফুল সঙ্গে পুৰোহিতগণ
পূজিলে বিষ্ণুক ফুলে কৰি আৰাধন।
ৰাজপুৰীৰ বিষ্ণু মূৰ্ত্তি পূজা যে চলিলা
মহাৰাজ আহি নিজে পূজাত বহিলা।
পূজাৰ নিৰ্মালি দিলা মহাৰাজৰ হাতে
বন্দী হুয়া আছে গু বৰুৱা তথাতে।
পুষ্প হাতে লৈয়া ৰজা শিৰে তুলি লৈলা
ময়লা খোৱা পোক ৰজাৰ শিৰত চৰিলা।
তাৰ পাছে উঠি ৰজা গৃহে চলি যাই
শিৰৰ ফুল বাগৰিয়া মাটিত পৰই।

পাছে লিগিৰাগণ মন্দিৰ চাফ কৰি
ফুল সমে গু বৰুৱা খালত বাগৰি।
শুকাই গল ফুল পাহী বৰুৱা বাজ হই
পুনৰপি গৈলা সিটো নিজ কামলৈ।
এতেকতে ভক্তগণ তেনে আমাৰ মন
যদ্যপি পাইলো আমি গুৰু দৰশন।
মধু সম উপদেশ গুৰুৰ শুনিলো
আপোনাৰ হিংস্ৰ স্বভাৱ কদাপি নেৰিলো।
এতেকতে ভক্তগণ আতাক বুলিবো
তেখেতৰ মন পুৰি আমি মাটি দিবো।
আতাৰ দুখনি চৰণ সেবন কৰিয়া
বৃদ্ধ কালে কি জানিবা যাও মুক্ত হুয়া।
আমাৰ সেৱা সতকাৰ আতাক জনাব
পথে আজি নাই কিছু কিবা দান দিব।
এই বুলি চোমদাৰ হস্তী পৃষ্ঠে চৰি
নিজ গৃহে চলি গৈলা ৰজাৰ নগৰি।
বলাই নৰ হৰি আতে আতাৰ পাশে গই
সমস্ত বৃত্তান্ত আতাক বুলিলা বুজাই।
চোমদাৰ কথা যেবে আতাই শুনিলা
সধু জ্ঞানী জন বুলি আতাই প্ৰশংসিলা।
ভক্ত সমাজত আনি মুখীয়াল পাতই
চোমদাৰৰ ব্যৱহাৰ সব লোকে কই।
কল্যাণ হওক বুলি আতা ঈষত হাসয়
হৰি হৰি বুলি সবে দিলে জয় জয়।



## গোবিন্দ আতৈৰ ধীৰমনি কলৰ একাখি কল

### পদ

চিলাৰইৰ খাটৰ এক খাট খোৱাজন
এক চিত্তে লইলে আহি গুৰুত শৰণ।
গোবিন্দ নামেত্তে ভক্ত অতি ধনবান
তথাপি শৰণ লৈলা কৰি দৃঢ় মন।
প্ৰতিদিনে আহি কৰে গুৰুক দৰশন
সেবা লৈয়া গৃহে যায় সন্ধিয়া যখন।
বাক্য কৰিলেক আমি অধম পামৰ
গুৰুৰ নামে পুলি কলো ধীৰমনি কলৰ।
কল পুলি কই এক বাক্য যে কৰিলা
মধ্য আখি গুৰুক দিম বাক্য যে বুলিলা।
লহ পহ কৰি কল বাঢ়িয়া উঠিল
বছৰান্তে থোক মেলি কল দেখা দিল।
মধ্য আখি কলত এক শত কল গোট
আঠিয়া কলৰ সম প্ৰভূত শকট।
বাকী আগ গুৰি চাৰি আখি কল গোট
মনিয়া পৰিয়া যোৱা তেনেই ছোট ছোট।
পৈণত হইলা কল থোক মাহ চাৰি
কাটি আনিলেক আত্তে আতি পাতি কৰি।
পকি যেবে গৈলা তাক গুৰুক নিয়া দিলা
এক আখি ধীৰমনি এপাচি ভৰিলা।
বৰ বৰ গোট যেন খাও খাও মন
দেখি হৰষিত ভৈলা মাধৱ গুৰুজন।

এত ডাঙৰ ধীৰমনি কতো দেখা নাই
ইমান ডাঙৰ আখি কতো বিচাৰি নাপাই।
কেনে ৰূপে পাইলা কল বলা মহাশয়
আত্তে বোলে বাপ তয়ু কৃপা বলে হয়।
কিম্বা বাক্য লাগে কব আগে নজানিলো
সমগ্ৰ থোকাকে বুলি বাক্য ন কৰিলো।
বৰ বৰ কেবা আখি অৰ্পিবাক পাও
পাপ মতি আমি ভুল বচন বুলি যাও।
এক আখি কল মাত্ৰ নিবেদন কৰিলো
গুৰুৰ কাষত সিটো অপৰাধ কৰিলো।
মাধৱ হাঁহি বোলে পূণ্য কৰিলা অৰ্জন
শত গুণে ফল পাইবা ইয়াৰ কাৰণ।
এই বুলি গুৰুজনে শ্ৰীৰামক মাতিলা
প্ৰতিজন ভক্তক কল বাটিবে বুলিলা।
কল পাই ভক্তগণ সন্তুষ্ট হইল
এগুণত শত গুণ বাঢ়িবে বুলিল।
ৰাতি কালে সপোনত দেখে ভক্তজন
এক দিন গোবিন্দ গৈলা বৈকুণ্ঠ ভুবন।
সুন্দৰ এক গৃহ তাতে বিচিত্ৰ বৰণ
ৰাখি আছে ভগবান তাহাৰ কাৰণ।
সহস্ৰেক থোকা কল গৃহৰ ভিতৰ
আৰি থোৱা আছে তাত কাৰণ তাহাৰ।

আনন্দত গোবিন্দ যেন হাঁহি উঠিল
তাৰ মাঝে সাৰ পাই টোপনি ভাঙিল।
ভাঙি পাতি সব কথা জনাইল গুৰুক
গুৰু বোলে আতৈ তুমি পাইবা ফলক।
তাৰ পাছে, গোবিন্দই বাৰীত দেখই
এক বৃহৎ চুপা কল শত পুলি লই।
কিছু দিন পৰে পুলি ডাঙৰ হইল
কলৰ বাৰী এখন আতৈ তথাত পাতিল।
শত শত থোকা কল ফইদা হইলা
গুৰু ভকতক কল ভগাইয়া দিলা।
মাধৱ কিঙ্কৰে কয় নিজ স্বাৰ্থ এৰি
শুদ্ধ কৰ্ম কৰে যদি ফল দিয়ে হৰি।

এতেকতে হৰি স্মৰি কৰা সৰ্ব্ব কাম
পাতোক ছাৰোক ডাকি বোলা ৰাম ৰাম।



## *মধুপুৰ থানত ছয় কুৰি ভক্তৰ সমাগম, যদুমনি আতৈৰ সংসাৰ বিৰাগ আৰু মাধৱ শ্ৰীৰামৰ দ্বাৰা সমস্যা সমাধান*

### *পদ*

ক্ৰমে ক্ৰমে চৰিত বুলি যায় চক্ৰপাণি
গৰীব ভকত এক আতৈ যদুমনি।
ঘৰৰ অৱস্থা তাৰ অতি শোচনীয়
এই হেতু সব লোকৰ মনে ঘৃণনীয়।
লোকৰ ঘৰত খাটি দুবেলা খাৱয়
যদি কোনো দিনা তাৰ কৰ্ম নিমিলয়।
লঘোমত থাকে পুত্ৰ, কন্যা, পৰিবাৰ
এহি হেতু ঘৃণাৰ পাত্ৰ সুখ নাই তাৰ।
গুৰুৰ সমীপে আহি শাস্ত্ৰক শুনয়
সংসাৰৰ প্ৰতি তাৰ বিৰাগ ওপোজয়।
বনৰ মাঝে তুলি আনে ঢেকীয়া শাকক
আপুনি খাৱয় আৰু দিয়ে মাধৱক।
গুৰুৱে তাৰ প্ৰতি কৰে আশীৰ্ব্বাদ
শত গুণ বৃদ্ধি হ'ক তোমাৰ পূণ্য ভাগ।
পৰ কালে পাইবা সুখ, শান্তি বৈকুণ্ঠক
ইহ কালে অল্প কষ্ট ভোগ কৰিওক।
এক দিন মাধৱৰ সমীপ চাপিয়া
বুলিলেক কৰ যোৰে মিনতি কৰিয়া।
তৃষ্ণা সাগৰত পৰি নাপাও যে পাৰ
গলত হেচা দিয়া ধৰে জাবৰ জোথৰ।

পানীত পৰিয়া আমি উঠিবে নপাৰো
কক্ বক্ কৰি মাত্ৰ জলে ডুবি মৰো।
তব পদ পঙ্কজৰ শীতল ছায়াত
জিৰণি লভিছো বুলি পাঙিছো মনত।
জঙঘল কাটিবাৰে চোকা খাণ্ডা দিয়া মোক
মোকলাই আনি ঠাই চৰণে দিওক।
গুৰু বোলে তোৰ কথা বুজিবে নপাৰি
খাণ্ডা লৈ যদি কাট সপৰিবাৰ গিৰি।
বিষয় জ্বালাত তই কষ্ট পাই বৰ
কি জানিবা খাণ্ডা ধৰি আপোনাক মাৰ।
এক খনি তীক্ষ্ণ খাণ্ডা দিব আমি তোৰে
আপোনাক ৰক্ষা কৰি অন্যায়ক হে মাৰে।
সেইখনি খাণ্ডা জানা মাত্ৰ ৰাম নাম
সন্তৰ সঙ্গত বহি লবা অবিশ্ৰাম।
এক সঙ্গী দিব তোক সহায় পাইবা
একে নামি দুইজন মিত্ৰ যে হইবা।
বিষ্ণু আতৈৰ পুত্ৰ তাৰ নাম যদুমনি
তাৰ সঙ্গে সঙ্গী ভকত কৰাইল আনি।
পৰস্পৰ সুহৃদ ভৈলা কৰ্ম ক্ষেত্ৰে গৈলা
মিত্ৰৰ সহায় পাই অৱস্থা ঘুৰিলা।
গুৰু বোলে যিটো খাণ্ডা দিলো যে তোমাক
ভক্তৰ সঙ্গত গৈয়া সনাই* থাকিলেক।
ধৰ্ম কৰ্ম উভয়তে উন্নতি লভিলা
সুখী গৃহী হুয়া পাছে ধৰ্মক চৰ্চ্চিলা।

গুৰুৰ উপদেশে দুয়ো এক কলেবৰ
দুই যদুমনি আতৈ বন্ধু পৰস্পৰ।
প্ৰতি কৰ্মে সহায়ক ইজনে সিজনৰ
উন্নতি হইল দুইৰো একে সমানৰ।
মধুপুৰক থানত আছে ভক্ত বহুজন
সবাই বন্দনা কৰে কৃষ্ণৰ চৰণ।
প্ৰসঙ্গ সময়ে সবে একত্ৰ হোৱয়
তথাতো তাহাৰ মাঝে বিতৰ্ক লাগয়।
ধানে প্ৰতি কণ থাকে মানুহঁত মন
সবাকে সান্ত্বনা দিয়ে মাধৱ মহাজন।
ছয় কুৰি ভক্ত যত একত্ৰ হইল
মাজে মাঝে ভুল বুজি কাজিয়া লগাইল।
এক দিনা কৃষ্ণ বিষ্ণু ৰাগা ৰাগী হল
সব ভক্তগণে তাহাক কুবাক্য বুলিল।
তাকে দেখি ভকতৰ বিষাদিত মন
ভক্তৰ মাজত ইটো কেনে আচৰণ।
কৃষ্ণ বল্লভ বোলে গুৰু সেৱা ভক্তি কৰি
অনায়াসে পায় সিটো বৈকুণ্ঠ নগৰি।
বিষ্ণু বল্লভ বোলে গুৰু সেৱাতে নহয়
হৰি নাম মহা ধৰ্ম সিজিবে লাগয়।
ধৰ্ম ধৰি যদি কৰ্ম নকৰিবো আমি
ভাৰ্য্যা, পুত্ৰগণে কষ্ট পাব আক জানি।
সংসাৰ কৰিলে ভাৰ্য্যা ছলি লাগ দিব
তাহাক নুপুহিলে জানা সিহঁত মৰিব।

*সনাই - সানত ধাৰ দি

যত নাম গুৰু সেবা সবে ভ্ৰষ্ট হৈ
সংসাৰি ভকতে কৰ্ম কৰিবে লাগই।
কৃষ্ণ বল্লভ বোলে কাছগণে জল কাযে
কণী পাৰি ৰাখি যায় মনৰ হৰিষে।
সেই কণী ফুটি তাহাৰ পোৱালী জগয়
সংসাৰৰ নিয়মত কিছু নষ্ট হয়।
গৰে শাল মাছে পোণাৰ লগত থাকে ফুৰি
তথাপিতো তাৰ কত পোণা যায় মৰি।
সৃজন পালন কৰ্ত্তা সেই ভগবান
ৰাখে হৰি মাৰে কোনে মাৰিলে ৰাখে প্ৰাণ।
এনেদৰে তৰ্কাতৰ্কি কৰি দুয়োজন
ক্ৰোধান্বিত হয়া ঠিয় ভৈলা তেতিক্ষণ।
তাৰ পাছে শ্ৰীৰাম আতা মাজত সোমাই
শান্ত কৰি দুইজনক পঠায় ঘৰলৈ।
মাধৱ শুনিয়া পাছে বিষাদিত মন
ভকত অসুৰ হলে কি হব এখন।

হৰি কথা বোলা নাই প্ৰসঙ্গে নগৈল
মৌন হয়া অধো মুখ বিষাদিত ৰৈল।
শ্ৰীৰাম বুলিলা বাপ অভিমান এৰি
আপোন কৰ্ত্তব্য যত যোৱা নিজে কৰি।
যদি প্ৰয়োজন হয় এওঁক আতৰাই
শুদ্ধ ভক্ত যাৰা হয় ৰাখা ভাল কই।
মাধৱদেৱ বোলে গুৰু শঙ্কৰৰ ভকতি
নৱবিধ আছে তাক জানিও সম্প্ৰতি।
সৰ্ব্বোত্তম, উত্তম, মধ্যম, অনুত্তম, অধম
থলুৱা, ডলুৱা, মিলি জানা ছইজন।
কাকো নাছাৰিবো আমি থাকোক আমাত
ঘৰ্ষণত অভকতে হইব ভকত।
উখৰা মাটিক কাটি সমান কৰাই
অভকত ভক্ত সঙ্গে ভক্ত পদ পাই।
এই বুলি গুৰুজনে গা ধুৱ গৈলা
তাৰ পাছে অন্ন লৈয়া জিৰণি লভিলা।

মাধৱৰ লীলামৃত সবে জানি লই
হৰি হৰি বুলি পাপ কৰা পৰাজই।



## *বিৰূপাক্ষ কাজিৰ তীব্ৰ ভক্ত বিৰোধ খানাৰ মাধৱ ভট্টাচাৰ্য্যৰ লগত মাধৱদেৱৰ সাক্ষাত, পুৰঞ্জন সুলোচনা আখ্যান*

### *পদ*

শ্ৰীগুৰু চৰিত্ৰামৃত অমৃত লহৰী
চক্ৰপাণি আতই বুলি যায় ভাল কৰি।

কোচ ৰাজ্যে ৰজাৰ যত অমাত্য প্ৰধান
বিৰূপাক্ষ নামে তেওঁৰ মন্ত্ৰী একজন।

তেওঁৰ ভগ্নী তাৰাদেবী পৰমা সুন্দৰী
হাহ খোৱা লক্ষৰে আনিলেক বিয়া কৰি।
দুইজনে মাধৱত শৰণ লভিলা
নীতি নিয়ম সংযমত মনোযোগ দিলা।
যেনি তেনি যতে ততে নকৰে ভক্ষন
গুৰু সেৱা কৰে আৰু নিয়ম পালন।
চত মাহ আহিল পিতৃ তিথি যে মিলিল
ভাৰি লৈয়া শ্ৰাদ্ধত পিতৃৰ গৃহে গৈল।
আগদিনা গৈয়া পিতৃ গৃহত থাকিলা
বৌদিৰ হাতে অন্ন কিছু নেখাইল।
বৌদি বুলিলা কিবা চুৱা হলো আমি
এই ঘৰৰ বেটী ঘৃণা কৰা কিবাজানি।
গুৰুত শৰণ লৈয়া ভক্তি ধৰ্ম ধৰি
অভকতৰ অন্ন আমি গ্ৰহণ নকৰি।
শুদ্ধ সত্ত্ব ধৰ্ম ধৰি হৰিত ভকতি
নানা দেবী পূজা ইটো ধৰ্মৰ অন্ধমতি।
চাউল, চৰু, জুই, পানী নিয়ম আছয়
হৰি নাম স্মৰিলেহে শুদ্ধ অন্ন হয়।
বৌ দেউ বোলে নিজে খোৱা পাক কৰি
যিবা লাগে তোক আমি দিব কৰি ধৰি।
এই বুলি দিহা কৰি অন্নক সিজাই
খাইয়া থাকিল তাৰা ভাতৃ গৃহে শুই।
শয্যাত বুলিলা বউ কাজিৰ গৃহিনী
ঘৃণা কৰিলেক আমাক তোমাৰ ভগিনী।
ৰাগিয়া উঠিল কাজি বিৰূপাক্ষ জন
খেদিয়া পঠাইব আমি নিশ্চয় ইজন।

ইটো কিবা শুদ্ধ ধৰ্ম সিহঁতে আচৰে
আপোন পিতৃ মাতৃ আৰু ভাতৃক ঘৃণা কৰে।
মাধৱক শিষ্য সমে কৰি বিতাড়িত
তাৰ যত শাস্ত্ৰ পুথি পেলাম গৰ্ত্তত।
আহোম ৰজা কামৰূপ সবাই খেদিল
আমাৰ আদেশে কোচ ৰাজে আশ্ৰই দিল।
কতদিন চাউল দালি চিৰাকল দই
অশিষ্য হইও মই দিয়ালো পঠাই।
কতদিন কতৰূপ টকা দান দিলো
আমাক ঘৃণায় ভণী এই ফল পালো।
মহাপুৰষ গুৰু এওঁ ঈশ্বৰ সদৃশ
এতিয়া জানিলো এৰা কালকূট বিষ।
গোসানী নামানে আৰু নুপূজে দেবীক
বেদ শাস্ত্ৰ লোপ কৰি কৰে পাপধিক।
এই কথা খণে গৈয়া সভাত কহিলা
বিপ্ৰসবে জানি এটি খোপ আগুৱাইলা।
বোলে দেশ ধ্বংস হব শক্তিৰ কোপত
নাথাকিলে শক্তি দেবী ৰজাৰ ৰাজ্যত।
শত্ৰুৱে কাঢ়িব ৰাজ্য প্ৰজা হব ক্ষয়
বজ্ৰপাত ধুমুহাত মিলিব প্ৰলয়।
লক্ষ্মীৰজা কি কাৰণে ইহাক আশ্ৰয় দিল
আহোম কছাৰী কামৰূপ ইহাক খেদিল।
এইবুলি বিপ্ৰসবে লগাইল খল
সুযোগ বুজি মিলিত যে হইল সকল।
কৌশল সাজিল বহু কৰি আলোচন
খেদিব ভকত সব কৰিলেক পণ।

এইৰূপে আলোচন কৰিয়া ৰহই
মনৰ খণ্ডতে কাজি জ্বলিয়া উঠই।
তাৰ পাছে বুলিলন্ত আতৈ চক্রপাণি
খানা নামে গাওঁ এক তাক লোৱা জানি।
কামৰূপ ৰাজ্যে টীহ নদীৰ সমীপত
উক্ত খানা গাওঁ খনি তাতে অৱস্থিত।
তথাত আছিল পণ্ডিত বিপ্র একজন
চাৰি বেদ শাস্ত্র জ্ঞানী পণ্ডিত মহান।
তাহাক মাতিয়া বীৰু তাৰ গৃহে নিলা
ভালমতে অধ্যয়ন কৰিবে বুলিলা।
মাধব গুৰুক শাস্ত্রে পৰাজিত কৰি
আপোনাৰ খ্যাতি বৃদ্ধি কৰা যত্ন কৰি।
সপ্তাহে অধিক দিন পণ্ডিত থাকিলা
তর্ক কৰিবাক লাগি মাতিবে বুলিলা।
দিনবাৰ চাই মাধব গুৰুক মাতই
শাস্ত্র আলোচিবে লাগি আহিল ই ঠাই।
মধুপুৰ থান হন্তে বেহাৰক লাগি
নৌকাত আহিল গুৰু শ্ৰীৰাম মহাভাগী।
নৌকাত উঠন্তে যদুমণি লগ পাই
পদ জল লৈলা শিৰে চৰণ ধুৱাই।
তাকে দেখি শ্ৰীৰাম আতাই বোলই
ৰাম নাম ৰসপিওঁ আঞ্জলি ভৰাই।

নৌকাত হন্তে উঠিয়া চৰাক লাগি যাই
স্থিৰভাৱে চাৰি দিকে চকু ফুৰাই চাই।
দেখিল ব্রাহ্মন পণ্ডিত বিদগ্ধ শাস্ত্রত
মাধৱ ভট্টাচার্য্য দেৱ বহিছে তথাত।
বিৰুকাজি বোলে গুৰু পণ্ডিত কাষত
একে লগে দুইজনে কৰা উপাগত।
গুৰু বোলে তাৰা শ্রেষ্ঠ পণ্ডিত মহাজন
শাস্ত্রত বিদগ্ধ গুণী জানে সর্ব্বজন।
নির্ব্বিষয় নির্গুন উদাস বিপ্রজন
অতএব তাহাৰ কাষে নোহে উপবেশন।
যেহেতু বিষয়ী আৰু দুর্ঘোৰ সংসাৰী
তাহাৰ সঙ্গে উপবেশন হইব কেন কৰি।
বিৰু বোলে উল্টা কথা বুলিছা কেমন
আপুনি উদাস তাৰা বিষয়ী সুজন।
গুৰু বোলে মহামানী ৰাজ কর্মচাৰী
আমি যে উদাসী সিটো হইব কেন কৰি।
পুৰঞ্জন ৰজাৰ এক শুনহ আখ্যান
তেবে বুজি পাইবা উদাসীন কোনজন।
এতবুলি মাধব গুৰু অৱনত ভৈলা
পৰিচালকৰ হাতে কমলি পাৰিলা।
কমলিত গুৰু জন বসিয়া পৰিল
পুৰঞ্জন উপখ্যান বুলিতে লাগিল।

মাধব গুৰুৰ লীলা কৰি অবধান
হৰি হৰি বোলা সবে হুয়া সাবধান।

>>>>■<<<<

# ৰজা পুৰঞ্জন আৰু সুলোচনা আখ্যান

## পদ

কমলিৰ উপৰে বহি বড়াৰ নন্দন
ভাগৱত পুৰানাখ্যান কৰিলা কথন।
সংসাৰ ছলনাময়ী জানিবা ৰাজন
মোহময় জগত ইটো জানে মহাজন।
যেয়ে যিবা কৰ্ম কৰে মোহেলগ লয়
মোহ হন্তে মায়া স্বাৰ্থ ই সব আহয়।
সন্ন্যাসী আশ্ৰমে থাকি শিষ্যযত হয়
মোহ হন্তে মায়া স্বাৰ্থ ই সব আহয়।
সন্ন্যাসী আশ্ৰমে থাকি শিষ্যযত হয়
শিষ্য সমে গৃহ এক বুলিয়া ধৰয়।
সেই মতে শিক্ষক ছাত্ৰ আৰু পঢ়াশালী
তাহাতো আছয় মায়া মোহৰ আকলি*।
জ্ঞানীগণে সেয়ে মায়া পাশক নাযায়
স্ৰষ্টাৰ আদেশে মাত্ৰ কৰ্ত্তব্য কৰয়।
যেন পদ্ম পত্ৰ থাকে জলৰ মাজত
পানী কিন্তু নালাগয় তাহাৰ গাৱত।
সেই ৰূপে জ্ঞানীগণ কৰ্মে বন্ধ ৰই
মায়াজৰী বন্ধনত কভু নোসোমাই।
অতএব শুনা ৰজা পুৰঞ্জন কাহিনী
কিভৈলা তাহাৰ গতি আপোন নিচিনি।

ভাৰতে আছিল ৰজা নাম পুৰঞ্জন
সুবিজ্ঞ নাম ধাৰী ছিল তাৰ মন্ত্ৰীজন।
অৱশেষে বৈৰাগ্য ভাৱ উদয় হইল
ৰাজ কাৰ্য্য ৰাজ্য লোভ সমূলি এৰিল।
নিজ গৃহৰ মমতা নাথাকিল তাঁৰ
নিতে ফুৰি ফুৰে ৰজা দেশ দেশান্তৰ।
কত ঠাই কত ৰাজ্য বিচিত্ৰ নগৰ
নবহিল মন কতো যুবা নৰ বৰ।
অনন্তৰে হিমালয় কৰিলা ভ্ৰমন
নান জীৱ জন্তু দেশে বন উপবন।
অতি উচ্চতৰ গিৰি দেবেৰ আবাস
সুউচ্চ শৃঙ্গত বগা বৰফৰ বাস।
তথাতে পৰয় যদি সূৰ্য্যৰ কিৰণ
ৰ্বননা নাযায় তাৰ ৰূপ অনুপম।
সেই ঠাই ৰাজা পাছে ভ্ৰমণ কৰিল
তাৰ দক্ষিণত পুৰী দেখিবে পাইল।
ইমান বিচিত্ৰ পুৰি কতো দেখা নাই
স্বৰ্গ নে বৈকুণ্ঠ তাক বুজিয়া নাপাই।
পুৰীৰ বাহিৰ বেৰ শিল গাথা হয়
পুষ্প লতা গুল্ম আদি তথাত শোভয়।

*আকলি - স্নেহ বন্ধন

তাহাৰ মাজত এক নীল সৰোবৰ
শোভে নীল, শ্বেত, ৰক্ত পদুম মনোহৰ।
নীলহংস, ৰাজহংস কত পক্ষীচয়
আনন্দে মগন হৈয়া ক্ৰীড়া কৰি ৰয়।
সৰু সৰু বৃক্ষ ৰাজি বিচিত্ৰ যে ফুল
ভমোৰাৰ গুণ গুণ শুনি বায়ু অনুকুল।
মনোৰম পুৰী সিটো যেন অমৰাৱতী
পুৰী মধ্যে আছে ৰই দশজন যুৱতী।
সুবৰ্ণ বৰণ তিনি গৃহ মাঝে তাৰ
নাৰীগণৰ বাবে মাত্ৰ প্ৰবেশধিকাৰ।
তাৰ মাঝে আছে এক নবীনা যুৱতী
তাইৰ তুল্য জগতত নাই ৰূপৱতী।
বৰ্ন্নাৰ অতীত তাইৰ ৰূপৰ জেউতী
তুলনাত হব হেয় উৰ্ব্বশী শশী সতী।
অতি সুকোমল যেন সুবৰ্ণৰ কায়
হাত ভৰি নখ দন্তত মুকুতা শোভয়।
চকুৰ কটাক্ষে তাইৰ চমকে বিজুলী
নিতম্ব দোলয় খোজেপতি হালি দুলি।
ৰামকল যেন উৰু তপিনা বহল
সমুন্নত বুকু যাৰ মুঠিয়া ককাল।
দন্ত দুই পাৰি যাৰ মুকুতাৰ পান্তি
ঈষত ঈষত হাসি মনোহৰ কান্তি।
পাতল কাপোৰ ঢাকে সুবৰ্ণ শৰীৰ
দেখি কামুক গণে ৰব নোৱাৰয় স্থিৰ।
এইৰূপ দেখিলন্ত ৰজা পুৰঞ্জন
কামিনীক পাইবে লাগি কৰে আকিঞ্চন।

লাহে লাহে ৰাজা তালৈ হল আগুৱান
চকুৰ থাৰতে দিলা মনৰ কথা জান।
চাৰি চকু যেবে তাতে মিলন ঘটিল
দুইজনে অধো মুখে ঈষত হাসিল।
আগবাঢ়ি ৰজা গৈয়া যুৱতীক চাই
বুলিলা সাদৰি বাণী লাজ লাজ কই।
বৈৰাগ্যৰ ভাব ৰজাৰ সমুলি গুচিল
যুৱতীৰ ৰূপ লোভে তাক আকৰ্ষিল।
তথাপি বুলিলা ৰজা কৃত্ৰিম মনবাণী
সংসাৰ বিৰাগী আমি লবাসাৰ জানি।
ৰাজ্য ধন ৰাজকাৰ্য্য এৰিয়া সবাক
ৰাজ প্ৰসাদকো মই কৰিয়া পৰিত্যাগ।
দুদিনীয়া মলবাহী নশ্বৰ জীৱন
অনিত্য বিলাস সুখ জীৱন যৌৱন।
সবাকো দেখিছো কচুৰ পাতৰ জল সম
এই কাৰণে ইসবত ৰতি নাই মম।
ভাবিলো তুমিও সেই একে পথচাৰী
সখী সব সঙ্গে লৈয়া ঐত থাক পৰি।
কামিনী বুলিলা হেৰা ৰূপৰ কুমাৰ
তব তুল্য ৰূপবান কোন আছে আৰ।
যদিও নহও আমি বৰাগিনী নাৰী
মনোমত পুৰুষ হেতু আছো আশা কৰি।
সৃষ্টিৰ কাৰণে সৃষ্ট ৰূপ আৰ যৌবন
সৃষ্টি হেতু দান কৰি প্ৰভু নাৰায়ন।
এনুৱা যৌবন কিয় বৃথা নষ্ট কৰা
অনুৰোধ আমাৰ ৰজা মোক বিয়া কৰা।

তব সম ৰূপবান মই দেখা নাই
আমি অভাগীক তথু পদে দিয়া ঠাই।
এই বুলি কন্যাজনী দুই হাত জুৰি
ৰজাৰ আগত থাকিলন্ত আঠুকাঢ়ি।
যুবকৰ আগে উপবিষ্ট যে যুৱতী
ফুলৰ কাষত যেবা ভমোৰা সম্প্ৰতি।
চুম্বকৰ কাষে স্থিতি জানিবা লোহাৰ
কিমতে ইহাক ৰাজা কৰে পৰিহাৰ।
অত এব চাৰি বাহু মিলাই আলিঙ্গিল
আশ্ৰমৰ গৃহমধ্যে প্ৰবেশ কৰিল।
পৰধনে ধনী পৰদেশে অৱস্থান
কন্যা সহ সঙ্গমেতে হইল সন্তান।
লাহে লাহে জনসংখ্যা বাঢ়িয়া গইল
তাহাক পালনে পাপ কত আচৰিল।
পত্নীৰ ৰাজ্যত ৰাজা সেই পুৰঞ্জন
কামাও হইয়া সদা কৰয় ভ্ৰমন।
মোহিনীৰ কথাতেই ৰজাৰ সন্তোষ
মোহিনী যাহাক ক্ৰোধে তাহাতেই ৰোষ।
পত্নীৰ সহিতে ৰাজা কৰই ভোজন
পত্নীৰ ইচ্ছাতে ৰাজা কৰই ৰমন।
পত্নী যদি হাসে ৰজাৰ মনত সন্তোষ
পত্নী যদি মৌন ৰজাৰ মনে অসন্তোষ।
ৰাণী যদি হাসে ৰজাই গন্ধতে মগন
সদা দেহ স্পৰ্শী কৰে শয়ন উপবেশন।
আনন্দত আনন্দিত তুষ্টিত তোষণ
মুখে মুখ লগাই থাকি সদা লোৱে ঘ্ৰাণ।

ৰাণীৰ হাহিত ৰজা হয় সহাস্য বদন
সৰ্ব্বদায় দেই স্পৰ্শী শয়ন বহন।
আনন্দত আনন্দিত তুষ্টিত তোষণ
গালত ওঠ লগাই কৰে সৰ্ব্বদা শয়ণ।
এনেদৰে মিলি গৈয়া কামনা পুৰয়
ৰাজাৰ নিজত্ব কিছু মাত্ৰ নাহি কয়।
লাহে লাহে বৃদ্ধি পাইলা তাহাৰ বংশচয়
এনেৰূপে মায়াত বন্ধন ভৈলা মহাশয়।
ভগবান লাভৰ হেতু ৰাজ্যক ত্যাগিলা
সেই ৰজা মায়াজালে আবদ্ধ হইলা।
সিজিল অনেক পাপ গাৰ্হস্থ্য ধৰ্মত
সংসাৰৰ প্ৰাণী বধ কৰে অসংখ্যাত।
দেবী পূজা কৰি কত পশু বলি দিল
ভগবান স্তুতি মতি একো নজানিল।
এইমত সুখৰ মাজত কালযে আহিলা
পুৰঞ্জন সুলোচনাৰ গৃহত বসিলা।
বহিবলৈ ঠাই পালে শুবলৈকে মিলে
ৰাজ দম্পতিৰ গৃহে কাল আহি স্পৰ্শিলে।
ৰজাৰ গৃহত ৰই পাপীষ্ট কুমাৰী
ৰাজ শয্যা মাঝে শয়ন হেতু ইচ্ছা কৰি।
একদা দিনৰ ভাগে ৰজা পুৰঞ্জন
ভাগৰত কৰিছিল শয্যাত শয়ন।
কালমায়া ৰূপী নাৰী কাষত শুইল
নিদ্ৰা জালে ৰাণী বুলি ৰজা আকোলিল
পাছে ৰাণী প্ৰবেশিলা শয়ন কক্ষত
পৰ নাৰী শয়ন ৰত ৰাজ বক্ষ মাজত।

নাৰীৰ প্ৰতিক্ৰুদ্ধ হুয়া পদাঘাট কৰি
ৰজাক মাতিলা ৰাণী অতি ক্ৰোধ কৰি।
ক্ৰুদ্ধ হুয়া ৰাণী পাছে অতি উচ্চ স্বৰে
গালি দিয়া ৰজাৰ গাৱত খুন্দামাৰে।
সাৰ পাই ৰজা বোলে কিনো অঘটন
আমিও নজানি কিছু ইয়াৰ কাৰণ।
ৰজাৰ কথাত ৰাণী নোহয় প্ৰত্যয়
তব অঙ্কে পৰ নাৰী কিয় স্থান. পায়।
মম গৃহে আছ তুমি মই অধিপতি
আমাৰ আদেশে ৰাজ্য চলিব সম্প্ৰতি।
যিটো শয্যা যিটো দেহ যিটো গৃহবাৰী
সবাৰে উপৰ জানা আমি অধিকাৰী।
তবে কেন পৰনাৰী প্ৰবেশ ইয়াত
প্ৰবেশ নোহে দেখো একে বুকুৰ মাজত।
পুনৰপি গৃহাগতা সেই নাৰী প্ৰতি
লাথি চৰ শোধাইলা ৰাণীয়ে সম্প্ৰতি।
ছাট কৰি সেই কাল মায়া বাজ হই
অন্য ৰাজ্যে গুচি গৈলা সঘনে পলাই।
পাছে কাল মায়া গৈয়া পিতৃক জনাইলা
পুৰঞ্জন ৰজাই মোক অপমান কৰিলা।
কন্যাৰ বচনে ৰজা ক্ৰোধান্বিত হই
আক্ৰমিলা ৰাজ্য সৈন্য সামন্তক লই।
বয় বস্ত্ৰ, ধন সোণ কৰিলা লুণ্ঠন
গৃহবাৰী ভাঙিলেক বাগান কানন।
শক্তিশালী সিটো নৃপ চণ্ডবেগ নাম
তাহাৰ বীৰত্ব জগততে অনুপম।
লণ্ডভণ্ড কৰি ৰাজ্য সেনাপতি গণ
পুৰনাৰী গণক কৰিলা অপমান।

ৰজাৰ আগতে তাহাৰ ধৰ্ম নষ্ট কৰি
কৰিলা কু কাৰ্য্য কত পাষণ্ড আচৰি।
ৰজাক মাৰিলা পাছে অস্ত্ৰৰ আঘাতে
চলিলেক ৰজা তেবে যম নগৰতে।
মৰণ সময়ে মাত্ৰ ৰাণীক স্মৰিল
হায় হায় সুলোচনা কৈত এৰি গৈল।
কাল নামে বীৰৰ হাতে মোৰ পৰাজয়
অকলে আহিলো আজি যমৰ আলয়।
সঙ্গে তুমি নাই মোৰ নৰহে শৰীৰ
সুলোচনা হীন জীৱন সদাই অস্থিৰ।
যমদূতে নিয়া ধৰ্ম ৰাজত শোধাইল
বিচাৰ কৰিয়া বহু দোষ যে পাইল।
সেই দোষ হেতু হৈলা নৰকে নিবাস
শতবৰ্ষ নৰকতে কৰিলন্ত বাস।
তাৰ পৰে পুৰঞ্জন ৰজাৰ কিবা ভৈলা
নাৰীক চিন্তিয়া মৰি নাৰী জন্ম পাইলা।
বিদৰ্ভ ৰজাৰ গৃহে ধৰিলা জনম
বৈদৰ্ভি নামেতে কন্যা ৰূপে অনুপম।
পুৰঞ্জয় নামে ছিল দ্ৰাবিড়ৰ পতি
বৈদৰ্ভিক বিবাহ দিলা বিদৰ্ভ নৃপতি।
পৰম ভকত ৰজা ভক্তি পৰায়ন
ৰাজ কাৰ্য্য কৰি চিন্তে কৃষ্ণৰ চৰণ।
ভক্তিৰ প্ৰভাৱে প্ৰভু সন্তুষ্ট হইল
ধৰ্ম, অৰ্থ, কাম, পুৰুষাৰ্থক পাইল।
পুত্ৰ কন্যা লাভ হইলা অনেক তাহাৰ
ইচ্ছা কৰিলেক ৰাজা এৰিতে ৰাজ্যভাৰ।
তিনি কন্যা বিয়া দিলা ৰাজ্যৰ তিনি থানে
তিনি পুত্ৰই বিবাহ কৰি তিনিকন্যা আনে।

পুত্ৰৰ হাতত গতাই দিলা ৰাজ্যভাৰ
পত্নীসহ চলি গৈলা অৰণ্য মাঝাৰ।
ভগবান আৰাধনা কৰে দুইজন
বিষ্ণুক চিন্তিয়া দুয়ো ধৰয় জীৱন।
দিনেক তপস্যাত বহি আছে দুইজন
হঠাতে কৰিলা ৰজাক সৰ্পই দংশন।
বিষৰ আঘাতে ৰজা প্ৰাণক হেৰাইল
চকুৰ আগতে কাৰ্য্য বৈদৰ্ভি দেখিল।
পতি প্ৰাণা মহা সতীৰ আকুল ক্ৰন্দন
কান্দি কান্দি নিজ হাতে আনি খৰিবন।
তথাত সাজিল চিতা জ্বলিয়া উঠিল
সহ মৰণ ইচ্ছাত ৰাণী অগ্নি মাঝে গৈল।
হেন সময়ত এক মহৰ্ষি ব্ৰাহ্মণ
ৰাণীৰ হাতত আহি কৰিল ধাৰণ।
ৰাণী বোলে তুমি বৃদ্ধ জাতিত ব্ৰাহ্মণ
পৰনাৰী হস্ত কিয় কৰাহা স্পৰ্শন।
যদিহে কৰাহা ইচ্ছা নাৰীক ৰমন
বেশ্যালয়ে গৈয়া তুমি পুৰাই লোৱা মন।
এই বুলি বহু কথা তাহাক বুলিলা
হাঁহি হাঁহি ব্ৰাহ্মনে যে সান্ত্বনাক দিলা।
শুনা ওৰে নাৰী তুমি নাছিলা ৰমণী
ৰজা পুৰঞ্জন ছিলা ভুল পথ গণি।
সুলোচনাৰ মায়া পাশে নিজে বন্দীহই
ধৰিলা নাৰীৰ জন্ম আপোন হেৰাই।
আমি তুমি দুইজন এক বন্ধুবৰ
হংস, ৰঙ্গ আমাৰ নাম বিপ্ৰৰ কুলৰ।

পূৰ্ব্ব কথা এবে তুমি কৰাহা স্মৰণ
নাৰী সঙ্গে মজি তুমি হেৰাইলা আপোন।
অল্পকাল তপস্যা কৰা জীৱ মুক্তহই
দুইজন যাম চলি বৈকুণ্ঠ ধামলৈ।
এইদৰে পুৰঞ্জনে মুক্তিক লভিলা
নাৰীজন্ম বন্ধন ছিণ্ডি বৈকুণ্ঠে চলিলা।
অতএব আমিও সংসাৰী একজন
আলধৰীয়াৰ সতে কটাও জীৱন।
ভক্ত ভক্তাগণ নিতে কৰে আলোচন
নাম ধৰ্ম কৰ্মতেহে সদাই মগন।
ভক্তগণৰ মায়াতে সত্ৰত বাস কৰো
এই মায়া এৰি কতো যাইবে নপাৰো।
তপস্যাৰ আশাতে পুৰঞ্জন মহামতি
গৃহ চাৰি কৰিছিল কাননত গতি।
সুলোচনা মায়া পাশে বন্ধন হইল
পথ ভ্ৰষ্ট হই নানা দুৰ্গতি ভুঞ্জিল।
তুমি আমি সব সেই একে পুৰঞ্জন
সংসাৰৰ মায়া পাশে হইছো বন্ধন।
আৰু এক কথা কও শুনা জ্ঞানীগণ
যুবা কালে সংসাৰ কৰ্ম কৰা সম্পাদন।
সংসাৰ বিৰাগী হলে বৈৰাগ্য আহিব
তপস্যা সাধন কৰ্ম তেখনে সিজিব।
ৰজা ৰাজ কৰ্মচাৰী ৰাজমাত্য গণ
মাধৱৰ আখ্যান শুনি হইল মগন।
গুৰুৰ লীলামৃত কৰিয়া স্মৰণ
হৰি হৰি বোলা সবে সভাসদ গণ।



# বিৰুপাক্ষ কাজিৰ ভক্তগণক বিদায় আৰু ভকত সকলৰ প্ৰতি গুৰুৰ উপদেশ

## পদ

দুইপৰ বিৰ্তক চলিলা সেই স্থান
পৰাভৱ মানি ভট্ট কৰিলা প্ৰস্থান।
মাধবদেৱ ভাগৱত পুৰাণ বুলিলা
ভট্টৰ যতেক প্ৰশ্ন সবাকে খণ্ডিলা।
অৱশেষে বহু প্ৰশ্ন কৰিলা বিপ্ৰ বৰ
একে একে মাধৱদেৱ দিলন্ত উত্তৰ।
লাজ পাই উঠি গৈলা অৱনত হই
লাজে তলমুৰ কেউ পিনে নচাৱই।
মাধবক সম্বোধিয়া বুলিলা দুনাই
আমাৰ মনৰ সন্দেহ তবু গুচা নাই।
পুনৰূপি সুধো হেৰা বচন আমাৰ
কামৰূপ ৰাজ্যত বহু লোক আছে আৰ।
অতএব গুৰু তুমি কথা লোৱা জানি
ইটো আলোচনাৰ পৰা নাই সামৰণি।
আজি ভাগৰ লাগি ভট্ট চলি গৈলা ঘৰে
আলোচনা হইব জানা আৰু আতপৰে।
তোমালোক বিদায় লই গৃহে চলি যোৱা।
অপৰ দিনক লাগি পুনঃ সাজু হোৱা
বিৰু কাজি ৰাজা মাত্য শত্ৰু যে আমাৰ
তাহাক পৰাস্ত কৰা দুৰূহ ব্যাপাৰ।
দুষ্ট শঠ সূচক আৰু অধৰমী গণ
আমালোকৰ প্ৰতি সদা ঈৰ্ষা পৰায়ন।

ফেটী সাপে যেন মতে দেখি ফণা তোলে
ধাৰ্মিক জনক অধৰমী কৌতুহলে।
সবাকে হেৰাই সিটো সবাৰ উপৰ
ক্ষমতাক লাগি কৰে অন্যায় ঘোৰতৰ।
তথাপি ধৰ্মই ৰক্ষা সাধুক কৰয়
অৱশেষে জানিলবা ধৰ্মৰেই জয়।
ভক্তগণ এবে মোৰ কথা জানি লোৱা
সাবধানে সন্তৰ্পনে কৰা খোৱা বোৱা।
হিংসুক সুচকগণ কৰিব অন্যায়
একা দুই ফুৰা চকা উচিত নোহয়।
সাবধানে চলি যাবা লোকৰ মাজত
চিনি পাবে সাধ্য নাই সৎ বা অসৎ।
অকলশৰে কোনো জনে ফুৰিব নাযাবা
একা মাত্ৰ গৈ কেৱে ভিক্ষা নকৰিবা।
গৰু চৰিবলৈ গলে অকলে নাযাবা
খৰি অনা হেতু একা বনত নোসোমাবা।
কাৰ কেনি বিপদ হয় জানিবে নপাৰি
সৰ্ব্বদায় চিন্তি থাকিবাহা ৰাম হৰি।
সেয়ে দুই দুই জনে আঁতে বান্ধিব
এজনে আনজনক ৰক্ষা সদাই কৰিব।
হৰি ৰাম হৰি ৰাম এমূল মন্ত্ৰ
কলিকালে নাই পূজা তপযজ্ঞ যন্ত্ৰ।

তাৰ পাছে বিৰূপাক্ষ কূটৰ্কি কুজন
মাধবৰ অনিষ্ট হেতু কৰে আলোচন।
ৰজাক লগাই নানা কুকথা বুলিলা
বাউসীৰ ভকতে আহি দেশক ভাঙিলা।
ব্ৰাহ্মণ পণ্ডিত যত সকলোৱে কয়
দেব দেবী পূজা এৰি যিটো প্ৰবৰ্ত্তয়।
সেই ৰাজ্য ধ্বংস হব নাহিকে উপায়
ৰজাৰো জানিবা শেষে মৰণ মিলয়।
ধন নাশ প্ৰজা নাশ সব নাশ হোৱে
এতেকতে ইয়াক বাহিৰ কৰা ভাল হয়।
কিবা কৰি ভকতক খেদিব পাৰিবা
প্ৰথমতে এটি সৰু পৰীক্ষা কৰিবা।

এইবুলি বীৰূপাক্ষ ক্ষত্ৰিয় নন্দন
ৰজাৰ আগত গৈয়া কৰে আলোচন।
ছলকৰি নাম অন্তে ভক্ত দুইজন
বুঢ়াৰপো গোবিন্দ আৰু কৃষ্ণাই সুজন।
পৰীক্ষা কৰিবে লাগি মাতি ছলকৰি
ৰাজ সভাক নিলা মাতি কৃত্ৰিম সাদৰি।
পিচদিনা ৰাজসভাত কৰি নিমন্ত্ৰন
ধৰ্ম কাৰ্য্য হেতু তোৰা আহিবা দুজন।
কৃষ্ণৰ কিঙ্কৰে ভক্তগণে কয় আৰ
ভকতক ৰক্ষা কৰি থাকে বাৰে বাৰ।
এতেকতে ভক্তগণ হৰি নাম লোৱা
ভগবানত বিশ্বাস ৰাখি সংসাৰ চলোৱা।



## লক্ষ্মীনাৰায়ন ৰজাৰ সভাত ভকতৰ পৰীক্ষা আৰু ভক্তৰ অধীন ভগবানৰ ভকতক ৰক্ষা

### পদ

ভক্তসব শুনিয়োক মধুৰ কাহিনী
এই বুলি সবাকো বুলিলা চক্ৰপাণি।
মধুপুৰ আশে পাশে যত ভক্তগণ
ৰাজ সভা লাগি সবাক কৰে নিমন্ত্ৰণ।
মাধৱ বুলিলা আজি মিলে আহুকাল
ৰজাৰো মতলব দেখোনোহে কিছু ভাল।

পৰীক্ষা কৰিবে লাগি ভক্ত দুইজন
বুলিলেক শাস্ত্ৰ পাঠ ৰজাৰ সদন।
মধুপুৰে আছিলেক ভক্ত ছয়কুৰি
হৰিক কৰয় স্তুতি আন কৰ্ম এৰি।
ভাত ৰন্ধা খৰি আনা সব বন্ধ কৰি
কৰযোৰে সবে মাত্ৰ চিন্তিলেক হৰি।

সব কাম সেই দিন বন্ধ কৰিছিল
প্ৰাৰ্থনাতে সবলোৱে নিমজ্জ হইল।
বুঢ়ীৰপো গোবিন্দ আৰু কেৱল কৃষ্ণাই
চলি গৈলা ৰাজবাৰী দুই ভক্ত লই।
ৰাজবৰ চৰা মাঝে সভা যে বহিল
পাত্ৰ, মন্ত্ৰী, ব্ৰাহ্মান যত উপবিষ্ট হইল।
বিৰূপাক্ষ বহিলেক ৰজাৰ কাষত
কাজিৰ সাজপাৰ লই নিজ আসনত।
ভক্তগণ সতে আতই মাজত বহিল
সন্মুখত এটি মাটিত কলহ দেখিল।
পূৰ্ব্বৰ কল্পনা মতে লম্বা দশ হাত
পাগুৰী কাপোৰ ৰাখে তাৰ ভিতৰত।
তুলা পাত দিয়া সাত তৰপ কৰিল
কলহৰ মুখ জোৰে বান্ধিয়া ৰাখিল।
কাজি বোলে ভক্তগণ কথা শুনিয়োক
ৰজাৰ আদেশ এবে জানিয়া লওক।
কলহৰ মধ্যে বস্তু কিনো আছে কোৱা
মুখক নুখুলি আগে গনি পিতি লোৱা।
আমি জানো, ৰজা জানে, জানে সৰ্ব্বজন
নোহোৱা সামান্য লোক পণ্ডিত একোজন।
শাস্ত্ৰত পাৰ্গত গুৰু মহান পণ্ডিত
তৰ্ক কৰি নোৱাৰে কৰিব পৰাজিত।
শাস্ত্ৰ জ্ঞান আছে জানে ভুত ভৱিষ্যত
জ্যোতিষ শাস্ত্ৰত তোৰা জ্ঞান অদভুত।
কলহ মধ্যে যিবা আছে কোৱা ভালকৰি
নতু নোৱাৰিবা যাব ইয়াৰ পৰা সাৰি।

দুইজনে হুবা বলি তোমাৰ ধৰ্ম্মৰ
তাৰ পাছে হব শাস্তি তোৰা মাধবৰ।
আতৈ দুই বোলে মহাৰাজ পণ্ডিতগণ
সামান্য মানব আমি অতি মুঢ়জন।
নাজানোহো শাস্ত্ৰ নাজানোহো পুথি আন
গুৰু মন্ত্ৰ ধৰি মাত্ৰ জপো হৰি নাম।
শুদ্ধ, সত্ত্ব, সত্য নিষ্ঠা আমাৰ নিয়ম
পুৱা গধুলিতে গাওঁ কীৰ্ত্তন হৰি নাম।
পাত্ৰ মন্ত্ৰী পণ্ডিত অমাত্য লোকচয়
সবাতো কৰিয়া আমি মুঢ় অতিশয়।
কিবা আছে নজানোহো কলহ ভিতৰ
ইটো কথা বোলা আমাৰ বাবে গুৰুতৰ।
বীৰু কাজি ক্ৰুদ্ধ হুয়া বুলিলা বচন
বৃথা বাক্য ব্যয় নকৰিবা অকাৰণ।
ঘোৰ অহঙ্কাৰী তহঁত পাপীষ্ঠ দুৰ্জ্জন
তহতৰ কৰ্ম্মে ৰাজ্যত অমঙ্গল কাৰণ।
যদিবা ধাৰ্মিক তোৰা আছে ধৰ্ম্মজ্ঞান
প্ৰশ্নৰ উত্তৰে তাক কৰাহা প্ৰমাণ।
কব নোৱাৰিলে গল ছেদিব তোৰাৰ
কলে বটা পাবি আৰু মান সতকাৰ।
অনাচাৰে দেশক কৰিলি ভৰপুৰ
পাপে পৰিপূৰ্ণ ৰাজ্য ধৰ্ম হল দুৰ।
তবে আতা আতৈ তিনি মুদিলন্ত আখ
কৃষ্ণক স্মৰিলা সবে প্ৰভু সৰ্ব্বনাশ।
আমি মৰি তাৰ বাবে কিছু খেদ নাই
তাৰ পৰে গুৰু জনৰ কিকৰে বিলাই।

নমো নমো নাৰায়ন নিত্য নিৰঞ্জন
মৃত্যু কালে তোমাতেই পশিলো শৰণ।
অনাথৰ নাথ প্ৰভু ৰাখিও চৰণে
দুৰ্জনৰ হাতে আজি নিশ্চিত মৰণে।
হিৰণ্যকশিপু কৰি হৃদয় বিদাৰণ
প্ৰহলাদত কৰিলা ৰক্ষা দেৱ নাৰায়ন।
ভকতে যি বোলে তাক ভৃত্য যেন মানি
ভকতক ৰক্ষা কৰি আহিছে আপুনি।
হে প্ৰাণ বন্ধু কৃষ্ণ কৃপাৰ ঠাকুৰ
তুমি মোক কৰা দয়া মায়া হোকদুৰ।
ব্যাধৰ ফাণ্ডত যেন হৰিণী পৰিল
তোমাৰ কৃপাত প্ৰভু ৰক্ষাও পৰিল।
ৰাবন, কংস, জৰাসন্ধ সবাকে মাৰিলা
ভকত গণক প্ৰভু উদ্ধাৰ কৰিলা।
বিপদে পৰিয়া আজি পশিলো শৰণ
তুমি ৰক্ষা নকৰিলে অৱশ্যে মৰণ।
এই বুলি চকুমুদি প্ৰাৰ্থনা জনাই
তাৰ পাছে চকু মেলি সবাঁলৈকে চাই।
বিৰূ বোলে কিবা আছে কোৱাশীঘ্ৰ কৰি
গৰ মৌলীৰ কোবত কিন্তু দেহাযাব পৰি।
গোবিন্দ আতৈ বোলে কালসৰ্প এটি
ভিতৰত আছে পালে দিব মানুহ খুটি।
হাস্য কৰিলেক যত চৰাৰ সমাজ
সবে বোলে এতিয়াহে মিলিব অকাজ।
হাঁহি হাঁহি বিৰূকাজী দুতক বোলই
কলহৰ মুখ খুলি দিয়া এতিয়াই।

অৱহেলে দুত গৈয়া মুখক খুলিল
ভয়ঙ্কৰ সৰ্পগোটা ফোপাই উঠিল।
তাৰ পাছে ফোণা মেলি বিৰূক খেদি গৈলা
লৰ মাৰি ৰাওতেই লুটি বাগৰ দিলা।
তাৰ পাছে সৰ্প গোটা ৰজাক খেদই
আসনৰ পৰা ৰজা উঠি দুৰে যাই।
সভাসদ গণ মাজে খলক লাগিল
সভা ভাঙি লোক সব আতৰি পৰিল।
বিৰূৰ অৱস্থা দেখি পুতৌ লাগয়
তিনি বাৰ বুকু পাৰি উফৰি পৰয়।
যেয়ে যত আছিল সব গইলা পলাই
সভা ভাগি গৈলা তাত কোনো লোকনাই।
ৰজা গল ৰাইজ গল ভকত বহি আছে
ভকতক নেচাই বিৰূক খেদে পাছে পাছে।
ৰজা বোলে ভক্তগণ কৰা নিবাৰণ
নহলে সবাৰে আজি ঘটিব মৰণ।
তাৰ পাছে দুয়োজনে স্তুতিনতি কৰি
সম্বৰিলে সৰ্প গোট কলহতে ভৰি।
পুনৰাই আহি যেবে মুখক বান্ধিলা
সভাসদ গণে শান্তি নিশ্বাস পেলাইলা।
লৰৰি আহিল সভাক সবেও পুনৰ
ৰজাও চাপিল কাষ ৰাজ আসনৰ।
বিৰূপাক্ষ কাজিৰ কিন্তু ককাল ভাগিলা
প্ৰহৰীৰ কান্ধে ধৰি আসনত বহিলা।
ৰজা বোলে তুমি কাজি ভক্ত দ্ৰোহ কৰি
ৰাজ্য সমে ৰজাকো যে লগাইলা জগৰি।

আপুনি পুতিয়া খুটি নিজেই মৰিলি
ভকতৰ দ্ৰোহ কৰি কেনে ফল পালি।
ৰজা বোলে জানো উত্তম ভক্ত তোৰা সব
কাৰ সাধ্য কৰে আপোন সবক পৰাভব।
ধৰ্ম সত্য, গুৰু সত্য, সত্য ভক্তগণ
ভকতৰ বাক্য ৰক্ষা কৰে নাৰায়ন।
যিবা বুলি কলা তুমি সেয়েই ঘটিল
পাগুৰি কাপোৰ গৈয়া ভুজঙ্গ হইল।
ধন্য ধন্য ভক্তগণ ধন্য নাম ধৰ্ম
ধন্য গুৰু মাধবদেৱ শুদ্ধ তব কৰ্ম।
একো তোলা সোণ দান কৰিলা তাহাক
চাউল দালি বস্ত্ৰ দিয়া তুষিলা প্ৰত্যেক।

ভাৰি দুই দিয়া সব বস্তুক পঠাই
আনন্দে ভকতগণ মধুপুৰ পাই।
তাৰ পাছে সন্তৰ্পনে হাতে লাঠি লই
কলহৰ মুখ খোলে গৰমলি দুই।
পাগুৰি কাপোৰ ভিন্ন একো বস্তু নাই
আচৰিত ভৈলা সবে শুদ্ধ ভক্ত পাই।
প্ৰহ্লাদৰ কথাত হৰি ফটিক স্তম্ভত
লাথিৰ আঘাটে পাছে হইল বেকত।
আজিও দেখিলো আমি ভক্ত পৰাক্ৰম
সেই একে ভক্ত প্ৰাণ প্ৰহ্লাদৰ সম।
অত এব ভক্তগণ এই কথা জানি
হৰি হৰি বোলা সবে মনে প্ৰাণে গুণি।



## *ৰজা আৰু বীৰুপাক্ষ কাজিৰ ভকত নিমন্ত্ৰন আৰু পৰীক্ষাত ভক্তগণ উত্তীৰ্ণ*

### *পদ*

তাৰ পাছে চৰিত বুলিলা চক্ৰপাণি
বিৰুপাক্ষ লাজ পাইও পৰাজয় নমানি।
দিন এক ভকতক মাতিয়া আনিল
নাম কীৰ্ত্তন গোৱাহেতু সবাকে মাতিল।
গুৰু বোলে সাবধানে যাবা ভক্তগণ
ভৰি পিচল খালে কিন্তু হেৰাবা জীৱন।
কামক্ৰোধ লোভ এৰি হবা স্বাবধান
ইসব নেৰিলে ধৰ্ম ৰাজ্যৰ অৱসান।

বিৰুৰ পাপ সাগৰত নামাৰিবা ডুব
পৰীক্ষাৰ হেতু জানা কৰ্ম এই সব।
পাপ সাগৰত পৰি ব্ৰাহ্মন যতেক
পলকতে পৰে গৈয়া ৰৌৰব নৰকত।
নৰ্কৰ পথ মুক্ত কৰে পাপীৰ বুদ্ধিত
সেই হেতু সন্ধিৰ বাহ কাটিবা বুদ্ধিত।
শত্ৰুৰ লগত শৰমাৰা সন্ধি জানি
আত্ম ৰক্ষাত মিছা কথা পাপক নগনি।

*শক্ৰুৰ লগত যেবে লাগি যাবা বাদ*
*তাতে মিছা কৰলৈকে নহবা বিবাগ।*
কাম ক্ৰোধ লোভ মোহ মোক দিয়া যোৱা
ইসব থাকিলে সঙ্গে পৰিত্ৰাণ নোপোৱা।
ভক্তগণে একোমুঠি চাউল বান্ধি লই
গুৰুৰ হাতত দিলা সবে প্ৰণাম কই।
মাধৱ পাতি লৈলা হাতে ভকতৰ পণ
সেৱা কৰি চলি গৈলা সব ভক্তগণ।
ৰজাৰ গৃহত যেবে প্ৰবেশ কৰিলা
আই ধাইৰ নিৰ্দ্দেশত চৰণ ধুৱাইলা।
হৰিনাম শাস্ত্ৰ পাঠ সবাই চলিল
নামৰ আনন্দ ৰসে আটায়ে মজিল।
নামৰ অন্তত প্ৰসাদ বিতৰণ কৰিলা
মুগ চাউল নাৰিকল কদলিক দিলা।
তাৰ পাছে নিৰামিষ ভোজন ৰান্ধিল
মাছ কাছ কাষে থৈয়া গাতত পুতিল।
ওৰে ৰাতি নাম গাই টোপনি ধৰিলা
নাম ঘৰে নাম অন্তে শুইয়া পৰিলা।
হেন সময়তে ৰজা কাজিৰ লিগিৰী
পিন্ধি উৰি সাজি কাচি হাতে তেল ধৰি।
ভকতৰ গাৱ পাৱ পিহিবাক লৈলা
নালাগে নালাগে বুলি ভকতে বাধিলা।
তেল টেঙা যিবা আছে আমাক দিয়া যোৱা
তোৰা সব মাতৃ জাতি নুচুইবা পাৱ।
লিগিৰি যতেক বোলে কৰো নমস্কাৰ
সেৱাৰ সুযোগ বাপ দিয়া একবাৰ।
মহাপাপী জাতি আমি পাপতেই মজি
ৰাজগৃহে আছো মাত্ৰ পাপকেহে পুজি।
পুন্যবান লোক স্পৰ্শে পাপ কটা যাই
সেৱা কৰিবাক আজ্ঞা দিয়োক গোসাই।
ভক্তগণে বোলে সেৱা দূৰে থাকি কৰা
আশীৰ্ব্বাদ দিলো পূৰ্ণ যিটো মনে কৰা।
উদাসীন গণে কভু নাৰী নস্পৰ্শয়
মাতৃজ্ঞানে নাৰী যত সবাকে দেখয়।
ত্যাগ সহ্যৰ প্ৰতিমূৰ্ত্তি তোৰা নাৰীগণ
সেৱা ধৰ্মে পতিগৃহৰ কৰাহি তোষণ।
ৰজা দাসী তোৰা সব আমি হীন জাতি
তোমালোক সতে কেনে সাধিব পীড়িতি।
দাসী গণ উলটিয়া গৃহে চলি যাই
ৰজাৰ কাষত গৈয়া বিবৰিয়া কই।
জড় সম নিষ্ঠাবান ভগবানে ৰতি
তাহাৰ সহিতে কেনে কৰিব পীড়িতি।
পাপ ভয় হয় মনে যেনে মন স্থিৰ
মাতে মধু বৰিষয় যেন যুধিষ্ঠিৰ।
এতেকে তাহাৰ কাষে হলো পৰাভৱ
তাহাক বিচলিত কৰা শক্তি নাই কেৱ।
শুনি ৰজা টকা বস্ত্ৰ সিধাক অনাই
কৰ্ম অন্তে ভকতক দিলেক বিদাই।
ভক্ত গণে আহি মাধৱত জনাইল
ধন্যবাদ দিয়া গুৰু সবাকে বহাইল।
ধৰ্মৰ জয়, ভক্তৰ জয়, জয় শঙ্কৰৰ
তোমালোকে জয় মাল্য দিলাহা সবাৰ।

**গুৰুৰ কৃপাত আমি কৰি যাব জয়**
**কৃষ্ণই সাৰথি ৰথীৰ কভু নাহি ভয়।**
**এইবুলি মাধবদেৱ সবাকে আশ্বাসী**
**মৌন হুয়া বহি ৰল মুখে ঈষত হাসি।**

**ভক্ত গণে স্নান কৰি প্ৰসঙ্গক গৈলা**
**তাৰ পৰে বাহ্য আহি আহাৰ কৰিলা**
**এতেকতে ভক্তগণ গুৰুক সুঁৱৰি**
**হৰি হৰি বোলা সবে আন চিন্তা এৰি**



## *ৰজা লক্ষ্মী নাৰায়নৰ লগত মাধৱ দেৱৰ আলোচনা*

## *দুলড়ী*

চক্ৰপাণি বোলে শুনা ভক্তগণ
আত পৰে কথা চয়
ভকত চৰিত্ৰ দেখি কোচৰাজ
ভৈল পৰম বিস্ময়।
বেহাৰ নগৰী যেন ইন্দ্ৰপুৰী
বিচিত্ৰ তাহাৰ জ্যোতি
ৰাজগৃহ কাষে আছে ফুলফুলি
যেহেন অমৰাৱতী।
টমাল মালতী টগৰ সেউতী
কাঞ্চন নাৰ্জি গুলাল
কৰবীৰ বক অগৰু চম্পক
ফুলভৰে ভাঙে ডাল।
পলাশ পাৰুলী বকুল কুন্দলী
যুতি জাতি পাৰিজাত
শেৱালী নেবালি আছে হালি জালি
কত ফুল অসংখ্যাত।

অশোক বাবৰি ৰেৱতী কানাৰী
নাগেশ্বৰ ৰাজচম্পা
দাবানা মাদাৰ অশোক অপাৰ
মণি ৰাজ সিংহ চম্পা।
দিব্য কল্পতৰু চন্দন অগৰু
দেবদাৰু পুলকেশী
মৰুৱা মধাই ধুন্দুৰ ৰাঙ্গলি
কল্পতৰু পদ্মবাচী।
প্ৰতি গছে গছে লতাৰাজি আছে
ৰঙা নীলা বেঙুনীয়া
তাৰ মাঝে মাঝে গুল্ম তৰু আছে
কেবল পাত সেউজীয়া।
অতি মনোহৰ এক সৰোবৰ
মাজত আছে তাহাৰ
চাৰিও কাষৰে পোৱাল ৰাখৰে
বন্ধি ৰাখি আছে পাৰ।

সুবৰ্ণ কমল কত নিলোৎপল
ফুল ফুলি আছে ৰঞ্জি
ৰাজ হংস চয় পানীত বেৰায়
পানীৰ বৃক্ষ উভজি।
মাছ বোকাচয় ভেলা যে চৰয়
ভ্ৰময় নিৰ্ভয় ভাৱে
চিলনী উৰয় বক চৰি যায়
হাহে সুললিত ৰাৱে।
কুহু কুহু কৰি কুলি সুৰধ্বনি
বলয় মলয়া বাব
পুৰনাৰী গণ বেৰাই ফুৰন্ত
সদা ৰাংঢালী স্বভাব।
তাৰ মাঝে এক চাৰি চালি গৃহ
বিচিত্ৰ তাহাৰ ৰঙ্গ
মুনিহ ওখত কাঠৰ চাঙত
ৰজা বহিখেলে চঙ্গ।
কিন্তু আজি এক গহীন পৰিবেশ
গুৰুক তথাত আনি
ধৰ্ম আলোচিব বামুন মাতিব
তুলিব শাস্ত্ৰ মোখানি।
আই ধাই পাছে কথা জানিবাৰ
গুৰু আহিবন্ত তাক
লগুৱা পঠাই বাধিলন্ত তাক
নেদিব বিপ্ৰ অধিক।

সঙ্গৰ ভকত আছে তিনিজন
গুৰু সমে চাৰিজন
বিপ্ৰ দুইজন আহিবাক দিল
মুঠতে মাত্ৰ ছয়জন।
শেষৰ, গলব ভট্টাচাৰ্য্য দুই
গুৰুক প্ৰশ্ন সুধিল
কোন যুগৰ কিবা নাম আছে বোলা
কেতিয়া পূজা মিলিল।
মাধব সুধিল পণ্ডিত মশাই
তোৰা দুয়ো মহাজ্ঞানী
সংস্কৃত শাস্ত্ৰক কত যে পঢ়িছা
আহিছা শাস্ত্ৰক জানি।
এক এক প্ৰশ্ন সুধিবাক চাও
অনুগ্ৰহ কৰি মোক
কাৰ্পণ্য নকৰি সাধ্য অনুসৰি
তাহাৰ উত্তৰ দিওক।
পণ্ডিত বিপ্ৰদুই হাসিয়া বোলই
যিবা সোধা কথা নাই
উত্তৰ দিব আমি লৈবা সাৰ জানি
আমাৰ নজানা নাই।

**প্ৰশ্ন**

সত্য ত্ৰেতা দ্বাপৰ কলি,
চাৰি যুগে জঙ্গলা জৰি।
তাৰ উপৰি চাৰি যুগৰ,
কথা নোসোধো মই তোত।
তাৰ ওপৰৰ আৰু চাৰি যুগৰ,
কথা কৈ যোৱা মোত?

# ছবি

পণ্ডিতে তবধ মানি                    আগতে বিপদ গুণি
নোবাৰো বুলিয়া উত্তৰিলা
শাস্ত্রৰ টোপালা লই                    উঠিয়া পৰিল গই
যাম বুলি খোজক ধৰিলা।
গুৰু বোলে বিপ্রচয়                    তোৰা কিছু নাই ভয়
মই আগে দিব গল পাতি
সংসাৰৰ মাজৰত                    পণ্ডিত আছয় কত
সর্ব্ব শাস্ত্রে নাহিকে বুৎপত্তি।
শ্লোক কথা দিলো বাদ                    আলোচনা কৰো আহা
ৰজাৰ আগত সবে আজি
ৰজা যিবা সুধি যায়                    তাৰেহে উত্তৰ দিও
লগত থাকিব বিৰুকাজি।
শৰত কালত যেবে                    কত পূজা আহে এবে
লাগে বা নালাগে পূজিবাক
তাহাৰ উত্তৰ দিয়া                    বিপ্রগণ উঠ কিয়
আলোচনা কৰি যাম তাক।
শুনা ৰজা মহাশয়                    গীতা ভাগৱত চয়
ইটো শাস্ত্র ঈশ্বৰৰ বাণী
উদ্ধবৰ আগে কৈলা                    পূজা বিধি নামানিলা
শঙ্কৰেও ইটো শাস্ত্র মানি।
দেৱ দেবী আছে যত                    ইটো জড় জগতত
প্রভু স্রষ্টা সবাই ইহাৰ
তাঙ্ক চিন্তা বিনেআৰ                    লাগে কাক পুজিবাৰ
এই যুক্তি জানা সাৰে সাৰ।

যত আছে দেবগণ তাহাৰ একান্ত মন
মাধবক হৃদয়ে ধৰিয়া
যত বাদে স্বৰ গত ঘটিলা বিপদ কত
ৰক্ষা কৰে বিষ্ণুহে আহিয়া।
শৰত কালৰ দেবী কল্পনাতো হব পাৰে
সব শাস্ত্ৰ নোহে একমত
তথাপি জানিবা ৰজা কৃষ্ণকেহে সবে ভজা
তাঙ্ক সেৱাই সমস্ত হোৱন্ত।
মোৰ গুৰু শংকৰদেউ আপোনাৰ পিতৃৰ আগে
বাখ্যা কৰি সবাকে বুজায়
কৃষ্ণ বিনে জগতত নাই আৰু পূজাকতো
কৃষ্ণতে সমস্ত পূজা হয়
শৰত কিম্বা অকালত কৃষ্ণক চিন্তিব মাত্ৰ
তাতে পূজা সবাৰে হইব
তলতীয়া দেৱগণ তথাতে সন্তুষ্ট মন
আৰু কিনো পূজিবে লাগিব।
ৰজা বোলে বিপ্ৰবৰ হয় বা নহয় কব
দিয়া সবে ইহাৰ উত্তৰ
গুৰু যিটো বুলিলেক তোমালোকৰ কিবা মত
মৌন ভাব বৰ গুৰুতৰ।
হয় হয় বুলি কই জোকাৰিয়া মুৰ দুই
গুৰুৰ কথাত দিলা মত
বিপ্ৰৰ পক্ষৰ লোক যতেক আছিল মানে
উঠি পলাই মাৰিলেক ফাট।

গুৰু বোলে মহাৰাজ　　　　হংস ছাগ চৰাই জাক
হিংসা কৰি বলিক কাটয়
সিয়ে যদি স্বৰ্গে যাই　　　　বলি ৰুধিৰক লই
কাৰ বাবে নৰক আছয়।
সচা সচা বুলি মানি　　　　দুই বিপ্ৰ মহাজন
গুৰুৰ কথাতে দিলা হয়
ৰজাৰ সাক্ষাত আজি　　　　মৌন ভৈলা বীৰু কাজি
বিপ্ৰগণ ভৈলা পৰাজয়।
বীৰু কাজিৰ ফালে চাই　　　　ৰজা বোলে বীৰু ভাই
গুৰুজনে যিটো কথা কয়
তোৰ পণ্ডিত বিপ্ৰ দুই　　　　তাতে বোলে ইহা হই
বিচাৰিয়া উত্তৰ নাপায়।
যদিও ৰাজন আমি　　　　কোচ মেচ অজ্ঞানী
বিপ্ৰগণ বেদৰ অধিকাৰী
তাৰা সবে যিবাকই　　　　সত্য বুলি মানী লই
বিপ্ৰবাণী ছাড়িবে নপাৰি।
মহৰ্ষি পণ্ডিত গণ　　　　বিচাৰ কৰিয়া চায়
সত্যা সত্য কৰে নিৰূপন
সত্যক জানিলো মই　　　　আপুনি মানুহ নই
অবতাৰ পুৰুষ সুজন।
আই ধাই পাছে গই　　　　বুলিলা ৰজাক চাই
আগতেই বুলিছিলো মই
গুৰুক মাতি বিপ্ৰসমে　　　　আলোচ কৰিও কেনে
সত্যাসত্য নিৰূপন হই।

বিৰুৰ কথাক ধৰি ভকতক নিন্দা কৰি
নকৰিবা ভকতক তাৰণ
ইহঁত ব্যবসায় জাতি ভক্তগণ ত্যাগ মতি
স্বাৰ্থে অন্ধ তান্ত্ৰিক বিপ্ৰগণ।
বিৰুপাপ মতিহীন কৰয় ভক্তক ঘিন
গুৰুৰ ধৰ্মক নিন্দা কৰে
ছলে বলে ৰজাক কই ভকতক খেদিবে চাই
তাৰ বাবে খল লগাই ফুৰে।
তাৰ পাছে মহাৰাজে গুৰুত বুলিলা কথা
আপোনাৰ গুৰু কোন জন
শ্ৰীমন্ত শংকৰ গুৰু ভকতৰ কল্পতৰু
সৰ্ব্ব শাস্ত্ৰে পণ্ডিত সুজন।
এই বেহাৰ নগৰত আছিল এক সময়ত
ৰজাৰ পণ্ডিত মুখ্যজন
অনেক শাস্ত্ৰ কৰিলেক ধৰ্ম প্ৰচাৰ কৰিলেক
জগতৰ গুৰু শ্ৰেষ্ঠজন।
তাহানিতে সৰুকালে দেখিছিলো মই থলে
দীৰ্ঘ কায় পুৰুষ ৰতন
সাক্ষাততে যেনৰবি সমাজত জ্বলে ছবি
বক মাঝে ৰাজ হংসযেন।
সেই জন যদি গুৰু ভকতৰ কল্পতৰু
ধন্যতব সফল জীৱন
ক্ষমিওক বাপৰাই প্ৰণাম কৰিলো মই
ক্ষমা কৰা মোক গুৰু জন।

আপোনাৰ জীৱনক জানিবাক চাও মই
কেনে তব পূৰ্ব্ব পৰিচয়
ছোৱাল কালতে মই পৰঘৰে বান্ধাৰই*
মোৰ বাল্যকাল কাটি যায়।
যৌবন কালতে দুখ কষ্ট পালো অসংখ্য
ভিক্ষা কৰি পুহো পিতৃমাৱ
পান তামোলৰ বেহা কৰিলো পাচত মই
তাৰ পাছে বাণ্ডুকাক যাৱ।
বাণ্ডুকাত থাকি পাছে শিক্ষা ললো অনায়াসে
দাদা বউৰ ঘৰত থাকিলো
মাতৃৰ খবৰ পাই আহিলোহো আগুৱাই
পুনৰাই গৃহত চলিলো।
ভনী জোৱাইৰ কথামত গুৰুক কৰি সাক্ষাত
তৰ্ক কৰি পৰাজিত হই
সিদিনাৰ পৰা মই গুৰুত অৰ্পিয়া দেহ
তাৰ পাছে গুৰু মানি লই।
বৈকুণ্ঠে যাইবাৰ বেলা গুৰু মোক সমৰ্পিলা
তাহাৰ যতেক গুৰু ভাৰ
গুৰুভাৰ ললো যেবে ডাঙিব নোৱাৰো এবে
ঠেঙেবাই বোহো নদী পাৰ।
এইভাৰ বিতৰন আতা সবে এতিক্ষণ
ভগাই লই মোক পাতলাই
বৃদ্ধকালে যাবো মই এই ভাৰ এৰি থই
আপোনালোকক সমজাই।

* বান্ধা - চাকৰ, লগুৱা

ভৱ সংসাৰৰ লীলা অহা যোৱা মাথো খেলা
জীৱন মাথো জলৰ ৰেখা
নিয়তিৰ নিয়মত অহা যোৱা মাথো খেলা
ইটো পথ সকলোৱে দেখা।
ৰজা বোলে ধন্য গুৰু ভকতৰ কল্পতৰু
তৱ পাৱে কৰো নমস্কাৰ
শত কোটী অপৰাধ ক্ষমিও ভক্তৰ নাথ
প্ৰণামোহো শতশত বাৰ।
অধম মুৰুখ আতি আমি কোচ মেচ জাতি
নাই আমাৰ ধৰ্মশাস্ত্ৰ জ্ঞান
বিপ্ৰবোৰে যিটো কয় তাকে সত্য মানি লও
বিষয়ত সৰ্ব্বদা মগন।
গুৰুৰ কথাক স্মৰি বোলে সবে হৰিহৰি
ইটো জন্ম নকৰিও বৃথা
আয়ু যাব আলে জালে কেতিক্ষণে ধৰে কালে
হৰিনাম মালা পিন্ধি মাথা।



## ৰজা লক্ষ্মী নাৰায়নৰ দ্বাৰা মাধৱদেৱক বেহাৰ ৰাজ্যৰ মুখ্য ধৰ্মাধিকাৰীৰ দায়িত্ব অৰ্পন

### পদ

তাৰ পাছে বুলিলন্ত আতৈ চক্ৰপানি শুদ্ধ সত্ব গুৰু ধৰ্ম ৰজাই বুলিলা
সমস্ত ধৰ্মৰ কথা ৰজা লৈলা জানি। কতশিষ্য খনি সত্ৰ বুজন লইলা।

গুৰুৰ থানে আছে কোন খন ৰাজ্যত
গুৰু বোলে আছে শিষ্য কামৰূপ ৰাজ্যত।
আমাৰ শিষ্যগণ আছে তথা অসংখ্যাত
আৰু থান সত্ৰ তথা আছই বহুত।
বহু ধৰ্ম অনুষ্ঠান পাতে গুৰুজন
মুখ্য সত্ৰ বোৰে আছে আতা বৰজন।
বহুতো ধৰিছে ধৰ্ম বহুতে এৰিছে
কত জনে ধৰ্ম ধৰি লেলাট ভুঞ্জিছে।
গুৰু বোলে মোৰ কথাকৰ অবধান
সুখতে নবহে জীৱন আমাৰ শিষ্যগণ।
কাৰো অন্যায় নকৰয় নিচিন্তে অহিত
সাধ্য মতে সাধে সদা সৰ্ব্ব লোক হিত।
তথাপি অসূয়া কৰি থাকে বিপ্ৰগণ
অনাহকে দণ্ডবিহে কৰ্মচাৰীগণ।
পাই আছো আমি ৰজা কত উৎপীড়ন
তথাপি কটাই আছো নীৰিহ জীৱন।
আমাৰ পন্থত খোলা আছে সমুদাই
বিবাহ কৰাইও কত ধৰ্ম ধৰা নাই।
ৰজা বোলে গৃহ কৰ্মে যদি ৰতমন
কেন মতে কৰিবেক ধৰ্ম আচৰণ।
কৰ্মেৰত থাকিকাল কাটে লোকজন
কিমতে হইব তাৰ ধৰ্ম আচৰণ।
গুৰু বোলে মহাৰাজ দেখা সিংহগণ
প্ৰতিদিনে কৰে এক জন্তুক ভক্ষণ।
তথাপিতো শৃঙ্গাৰ কৰে বৰ্ষে মাত্ৰ এক
ক্ষুদ্ৰ ঘন শিৰিকা শৃঙ্গাৰ কৰে অহৰ্নিশ।

এতেকতে ভকত বস্তু সিংহৰ স্বৰূপ
নজানে ইয়াৰ মুল্য অধম কুৰূপ।
শুদ্ধ সত্ত্ব ভক্তি ধৰ্ম যিটো আচৰয়
আপোনাৰ মঙ্গল আৰু পৰৰো সাধয়।
ৰজা আৰ ৰাজ্যৰ মঙ্গল চিন্তে সৰ্ব্বক্ষণ
নকৰে অন্যায় কাৰো এই ভক্তগণ।
ৰজা বুলিলন্ত গুৰু সহস্ৰ প্ৰণাম
নকৰিবা আমাৰ ওপৰে অভিমান।
যত কষ্ট দিলো আমি ক্ষমিও সবাক
ৰাজগৃহে অবাধ গতি দিলো আপোনাক।
মোৰ ৰাজ্যে আছে যত গুৰু ধৰ্মচয়
সিসবৰ ওপৰে আপুনিয়ে শ্ৰেষ্ঠ হয়।
সন্ত মহন্ত আৰু সত্ৰৰ ওপৰ
পাতিলো তোমাক আজি মুখ্য অধিকাৰ।
এই বুলি টকা কুৰি পাট বস্ত্ৰ জুৰি
দিলেক গুৰুক ৰজা সষ্টাঙ্গতে পৰি।
দোলা তুলি নিবে লাগি হুকুম কৰিলা
ইতি মধ্যে দহজন ভক্ত আহি পাইলা।
তাহাৰ সহিতে গুৰু কৰে আলোচন
সুধিলা ধৰ্মৰ বাণী তাতে ভক্তগণ।
ধৰ্মৰ বাটত আছে কাইট অসংখ্যাত
খোজ ঠিক ৰাখিবাক নোৱাৰি যে তাত।
এবে বৃদ্ধ কাল মোৰ আয়ু ভৈলা শেষ
তান্ত্ৰিক গণে যন্ত্ৰনাক দিলেক অশেষ।
বহুযাতনাক দিলা কুটক লগাই
নাজানিলে কৰ্মচাৰী অথবা ৰজাই।

তাৰ পাচে চাৰিজন দুলীয়া আহি পাইল
গুৰুক দোলাত তুলি মধুপুৰে নিল।
সবাৰে ওপৰে তেওঁক গৰখীয়া পাতি
কৰিলা কতেক মান্য ৰজাই সম্প্ৰতি।

এতেকতে গুৰুৰ ধৰ্ম মনে কৰি সাৰ
হৰি হৰি বুলি সবে ডাকিও এবাৰ।



## *আই ধাইৰ দ্বাৰা বিৰূপাক্ষ কাজিৰ শাস্তি।*
## *গুৰু সকলৰ প্ৰতি ৰজাৰ শ্ৰদ্ধা জ্ঞাপন।*

### *পদ*

চক্ৰপাণি আতৈ বোলে মহাভক্ত গণ
বিৰুকাজি কৰিলেক গুৰু অপমান।
ৰজাৰ বিচাৰে পাছে গুৰু মুক্ত পাইলা
বেহাৰ ৰাজ্যৰ ধৰ্ম শিৰোমণি হইলা।
বিৰূপাক্ষ ভকতক কৰি অপমান
আপুনি পাইলা পাছে মহা শাস্তিকণ।
আই ধাইৰ বান্দি যত কৰে অপমান
বীৰুক কৰয় তাৰা তৃণ কুটা জ্ঞান।
একালৰ বিৰু কাজি ঢেকুৰা যেমন
কেৱে তাক ভাত পানী নকৰয় দান।
খুজি পঠালেও কেটৈহাক মাৰে সবে
বীৰুক দেখিলে মুখভঙ্গী কৰে এবে।
এই ৰূপে বিৰু কাজি ৰাজপুৰী যাই
কেতিয়াবা ভাত পায় কেতিয়াবা নাই।

তাৰ পাছে বিৰু গৈয়া ৰজাক বুলিলা
পুনৰপি মহাৰাজে তাহাক খণ্ডিলা।
পালনীয়া মাতৃ মোৰ দ্বিতীয়া জননী
ৰাজ পৰিয়ালে জানা তিনি শ্ৰেষ্ঠ মানী।
তাহাৰ ওপৰে জানা মোৰ হাত নাই
প্ৰয়োজন হলে তিনি মোকহে শাসই।
এই বুলি ৰজা পাছে অন্দৰে চলিলা
বীৰু কাজি মন দুখে চৰাত বহিলা।
পাছে লিগিৰীয়ে আহি ধাইক কহয়
ক্ৰুদ্ধ হুয়া আই ধাই চৰাত চলয়।
খলনায়ক দুৰাচাৰী অধম পামৰ
অকাৰণে গুৰু দ্ৰোহ সদাই আচৰ।
কেনে প্ৰতিফল পালি এতিক্ষণে তই
মিছা অপবাদে মাধৱক দুখ দেই।

অঙ্গীকাৰ কৰিলি তই ওৰে দুৰাচাৰ
বেহাৰ হন্তে গুৰু শিষ্য কৰ বহিষ্কাৰ।
কলহে কাপোৰ ৰাখি ভক্তক ছলনা
ধাৰ্মিক জনে তোক ৰক্ষা কৰে সেই দিনা।
সৰ্পৰ আঘাতে তই নমৰি বাচিলি
তোৰ অঙ্গীকাৰ এবে কৈত পুৰি খালি।
এই বুলি ভৎসনা কৰিলা বাৰেবাৰ
কান্দি কান্দি বিৰূপাক্ষ দেখে অন্ধকাৰ।
খাৱন শোৱন কাজি সৈবাকে এৰিলা
বিচনাত পৰি কথা অনেক চিন্তিলা।
পুৱা উঠি গৈয়া পাছে ডাঢ়িক খুৰাই
জিহ্বাত মাৰিলা ককিলাদাৰ ভনাই।
ৰাতিকালে লঘোণ দিলা পত্নীৰ সহিত
দুইজনে গুৰু কাষে ভৈলা উপনীত।
গুৰু বোলে ভালমতে পশিও শৰণ
তেবেসে সফল হৈব মানব জীৱন।
টকা বস্ত্ৰ দিয়া গুৰুত শৰণ লইলা
সেই দিনা হন্তে তাৰ অসূয়া গুচিলা।
তাৰ পাছ অন্তেৰ পুৰৰ নাৰীচয়
নঘোণ থাকিয়া সবে শৰণ লভয়।
ছয় কুৰি মাঁদে ছিল ৰজাৰ গৃহত
সবে গুৰু মানি লৈলা শৰণ মাধৱত।
গৃহস্থী ধৰ্মক জানি লন্ত তাৰা সব
পতি শাহ জ্যেষ্ঠ জন কৰে সদাসেৱ।
ৰজাক কৰয় সেৱা সদা প্ৰভাতত
সেই কাৰণে ৰজা ভাল পাইল সবাত।

গুৰুক ভজিবে লাগি মনস্থ কৰিল
আই ধাই সঙ্গে বহি আলোচ কৰিল।
ধাই মাতৃ উপদেশ দিলা ভালকই
এওঁৰ সমান গুৰু পাবলৈকে নাই।
আলোচনা কৰা বোপা তেওঁৰ লগত
তেবেসে সিজিব কৰ্ম তোৰ যি মনত।
মাঁদে গণে নিতে নিতে হৰি নাম গায়
তাহাৰ কাৰণে নাম ঘৰক বান্ধয়।
শাস্ত্ৰক থাপিলা বৰ গাছাক আনিল
আই দায়ালক মুখ্য তাহাৰ পাতিল।
তেলী কৃষ্ণ আতৈৰ পত্নী নাম কীৰ্ত্তনীয়া
ধৰ্ম আলোচনা কৰি থাকন্ত বহিয়া।
প্ৰতি মাহে তেলীকৃষ্ণ আতৈ চলি যায়
চাউল টকা বস্ত্ৰ তাহা গুৰুক দিবয়।
এনেহেন সম্পৰ্ক ঘটিলা গুৰু সতে
মাধৱৰ নাম গুণ গায় নিতে নিতে।
চক্ৰপাণি বোলে পাছে শুনা ভক্তগণ
আই ধাই কৰে সদা ভক্তৰ পোষণ।
সাতখন গাওঁৰ কৰ আই ধাই পায়
সাত শত টকা আহি বছৰে মিলয়।
নিজৰ কাৰণে আইৰ কিছু চিন্তা নাই
ভক্ত সকলৰ হেতু প্ৰয়োজন হই।
ৰজাৰ ধাত্ৰী মা তিনি সন্মানীয়া জনী
ৰাজ পৰিয়ালে তেওঁ সবাতকৈ মানী।
সাত খনি গাওঁৰ যতেক হয় কৰ
সেই খিনি টকা আইৰ খৰচ নিজৰ।

আপোন স্বাৰ্থৰ হেতু খৰচ নকৰয়
খোৱা পিন্ধা দাসীক দিয়া অন্ন ধন ৰয়।
কিন্তু যেবে ভক্তগণ বেহাৰে থাকিল
তাহাৰ পোষণ হেতু কত ধনদিল।
ছয় কুৰি ভকত মধুপুৰত আছয়
খুজি মাগী আনি তাহাৰ পেট নোজৰয়।
একান্ত ভকত আই ধাই ৰাজমাতা
সৰ্ব্বদা খবৰ ৰাখে ভকতৰ তথা।
চাউল দালি নিমখ তেল আদি বস্তু চয়
তাহাৰ নিমিত্তে বহু প্ৰয়েজন হয়।
ৰজা দান দিলা বহু ভুমিকা সত্ৰত
খেতি ভাল নোহে নষ্ট তোৰচাৰ বানত।
আই ধাই তাহাৰ পোষণ দায়িত্ব লয়
এইবোৰ কৰৰ ধনে তাহাক নোজোৰয়।
দাস দাসী গনকো খৰচ লাগে তাতে
আপত্তি কৰিলা আই ৰজাৰ সাক্ষাতে।
আৰু তিনি খন গাওঁ মোক দিয়া দান
কিজানি আটিবো ধনে পাইবো প্ৰমান।
ৰজা বোলে এজনক মাত্ৰ গাওঁৰ ধনে
যদি নাটে কত বস্তু খায় একজনে।
মাতৃ বোলে শুনা বোপা ৰজাৰ নন্দন
ধৰ্ম ৰক্ষা হেতু খৰচ হয় মোৰ ধন।
ভক্ত গণৰ বাবে সিধা পঠাও যতনে
দাস দাসী সবাকো খুৱাও মোৰ ধনে।
আপোনাৰ ও খৰচ আছয় বহুত
বৃদ্ধকালে খৰচ বৃদ্ধি জানিবা সতত।

ৰজা বোলে উদাসীন যত ভক্তগণ
মিছাতেই পোহা খৰচ কৰি অকাৰণ।
সন্নাসী নহয় তাৰা নোহে জটাধাৰী
নাৰদ উদ্ধৱ বিদুৰ সম ব্ৰতাচাৰী।
চাৰি সিদ্ধ, নবসিদ্ধ, প্ৰচেতা সকল
তাহাৰ তুল্য ধাৰ্মিক হলে কৰা প্ৰতিপাল।
গৃহত থাকয় সুখে নকৰে কৰ্মকো
নজানে ধৰ্মৰ কথা কোনো জনে একো।
তাহাক পুছিলে মাতা কিবা পুণ্য হয়
খায়া দায়া ফায়া* মাৰে যত ভক্তচয়।
আই ধাই বোলে বোপা ইটো কলি কাল
সৰ্ব্ব ধৰ্ম নষ্ট ভৈলা কেও নোহে ভাল।
বশিষ্ঠ পুলক নাৰদ আদি ঋষিগণ
এই কালে কত দেখা পাবা এনেজন।
হৰিশ্চন্দ্ৰ অম্বৰীষ যুধিষ্ঠিৰ আদি
বলি পৃথু প্ৰিয়ব্ৰত ভৰত অনাদি।
তেৰাসব সম ৰজা তুমি জানো হোৱা
নিজে ত্যাগী হৈ পাচে আনৰ কথা কোৱা।
এক কথা বলো মই নাৰায়ন কুমাৰ
চিৰন্তন ৰীতি ইটো সৃষ্টি বিধাতাৰ।
অতএব তুমি হোৱা নিজে ত্যাগী জন
আনক নকৰা নিন্দা অশ্ৰাব্য বচন।
ভক্তৰ মহিমা আছে জানো ভাল কই
সিদিনা সৰ্পৰ কথা পাহৰিলি তই।
পাগুৰী কাপোৰ সৰ্প ভক্তৰ কথাত
ভকতৰ মহিমাক দেখিছা সাক্ষাত।

* *ফায়া - পলায়নকৰা*

মই মোৰ বুলি গৰ্ব্ব নকৰিবা তুমি
ভক্তৰ মহিমা ৰঞ্জিত এই পুণ্য ভুমি।
ৰজা বোলে সচা মাত্ৰ বুজি পালো মই
সেই দিন সেই ৰজা সেই ভকত নাই।
এই বুলি আই ধাইক ৰজাই বুলিলা
দহ খনি গাওঁ ৰজাই দান কৰি দিলা।
তাৰ পাছে বছৰান্তে আই ধাই জনী
ভকতক দিলা গাই প্ৰতি বস্ত্ৰ খনি।
কিন্তু তাত এটি কথা বিষম ৰাখিলা
উত্তম, মধ্যম, অনুত্তম বিভাগ কৰিলা।

ভাগ বাতি দিবলৈকে গুৰুক যাচিলা
গুৰু মাধৱ এই কাম প্ৰত্যাখ্যান কৰিলা।
গুৰু বোলে মোৰ ভকতৰ ভেদ নাই
নিজ কৰ্ম অনুসাৰে নিজে ফলপাই।
ৰাজ মাৰক মাতি আনি বুজাই বুলিলা
ৰাজ মাৰে সমান দামী কাপোৰ দি দিলা।
এইদৰে অন্নবস্ত্ৰ ভক্তক দান কৰি
ধাৰ্মিক গণক ৰক্ষা কৰিলেক হৰি।
মাধৱৰ লীলা মৃত অমৃত সমান
হৰি হৰি বুলি সবে লোৱা এক নাম।



## *ভকতৰ কৰ্ম ত্যাগত মাধৱৰ ক্ষোভ, স্কন্দ পুৰানৰ আখ্যান হৰিবল্লভ আতৈৰ গুৰুসেৱা আৰু অন্নৰন্ধন।*

### *পদ*

চক্ৰপাণি মহন্তই ভকতক কয়
মাধৱৰ লীলা কথা অন্ত নপৰয়।
হৰি নাম গাই আন কৰ্মক নকৰে
ভাত কাপোৰৰ আশে গুৰু পাশ ধৰে।
গুৰু বোলে শুনা হেৰা ভক্ত প্ৰাণধন
আতৈ সবে কিবা আচৰিছে গুণ নাম।
অথবা অন্যত্ৰ কিবা কৰ্ম আচৰিছে
যোৱা গৈ এবাৰ চাই আহা চাৰি পাশে।
বলভদ্ৰ হাটি বাহা বেৰাই আছিল
সবে নাম গীত গাই শুইয়া থাকিল।

সকলোকে বলভদ্ৰ চকুৰে দেখিল
গুৰুজন পাশে আহি সবাকে বুলিল।
মাধৱ বুলিলা ইটো কথা নোহে ভাল
মানৱ জীৱনত বহু আছে আহুকাল।
নিজহাতে কাম কৰা মুখে লোৱা নাম
কৰ্ম নকৰিলে ক'ত খাবলৈ পাম।
কৰ্মক এৰিয়া কেৱল নামকেহে লোৱা
ঘৰত আহি বাৰু ক'ত খাবলৈ পোৱা।
বাদুলি ভাবয় মনে মালভোগ কল খাব
বিচাৰি বিচাৰি যদি তাহাকো নেপাব।

আঠিয়া অন্যান্য যত টান কল পায়
অথবা কোমল তামোল নাৰিকল খায়।
অনায়াসে তাকে খাই পেটক ভৰায়
তাকো যদি নাপায় অন্য কিবা খায়।
এতেকতে নাম গাই থাকিলে মিলিব
ইটো ভাৱভক্ত গণে এতিয়া এৰিব।
পাছে ভক্তগণে এক প্ৰশ্ন উত্থাপিলা
নাম লোৱা বাবে নিন্দা গুৰুৱে কৰিলা।
কেৱল নামে গতি সাধে আপোনাৰ
হেনজানি গুৰুজনে বুলিলা বিস্তৰ।
পিচে নাম গাই থকা বাবে নিন্দা কৰে
এতেকতে ভক্তগণে নাম ত্যাগ কৰে।
প্ৰসঙ্গকো কদাচিত কোনোজন যায়
উপাৰ্জন হেতু কৰ্ম বিস্তৰ কৰয়।
পাছে গুৰু ইটো কথা শ্ৰীৰামত পুচিলা
কিবা হেতু ভক্তগণে নামক ত্যেজিলা।
শ্ৰীৰাম কহয় বাপ আপুনি বুলিলা
কৰ্ম ত্যাগী কেৱল নাম ভকতে ধৰিলা।
সেই হেতু নাম এৰি কামত ধৰিলা
যাৰ ইচ্ছা হয় মনে নামক গাইল।
গুৰু বোলে শিক্ষা নাই কথা নুবুজয়
আন্তৰিকতা হীন নাম কভু শুদ্ধ নয়।
একান্ত বিশ্বাসে নাম মন কৰি স্থিৰ
তেবেসে সিজিব নাম বিশুদ্ধ শৰীৰ।
স্কন্দ পুৰানৰ আখ্যান শুনাএবে তুমি
ভক্ত গনক বুলিবা ইটো কথা জানি।

এই বুলি প্ৰসঙ্গৰ কৰ্মক সামৰি
সবাৰে আগত বোলে অতি হাস্য কৰি।
বৃষকূট ৰাজ্যত মনুধ্বজ নৰপতি
তাহাৰ বিশ্বাসী ভৃত্য ধনুধ্বজ আতি।
ভৃত্য গুচি ধনুধ্বজ উপদেষ্টা হই
তাহাৰ তলতে অন্তেৰ পুৰৰ বান্ধা চই।
ৰজাৰ মৰমে ইটো অন্তেৰ পুৰত
বয় বস্তু আনিলেক আপোন গৃহত।
ৰজাৰ চাকৰি কৰে বেতন কিছু পায়
ওপৰঞ্চি বহু টকা কৌশলে ঘটয়।
অল্পদিনে নদন বদন গৃহস্থী হইল
বৃদ্ধ পিতৃ তাকে দেখি চিন্তিবে লাগিল।
পুত্ৰ যেবে আহে গৃহে মুখে নামাতয়
তাহাৰ সাহিতে কভু কথা নকৱয়।
পুত্ৰৰ মনত তেবে ক্ষোভ উপজিল
পিতৃক বধিবাৰ হেতু মনে আলছিল।
ৰাত্ৰিকালে দুইবাৰ প্ৰসাৱ কৰিবাৰে
সৰ্ব্বদায় আহে বুঢ়া গৃহৰ বাহিৰে।
ৰাজ গৃহে যাইবো বুলি মাতৃক বুলিলা
গৃহ পাছে এন্ধাৰত খাপ দিয়া ৰৈলা।
ৰাতি কালে শয়নত পত্নীক সোধয়
সকামত গৈলা পুত্ৰ দুদিন নথাকয়?
মাতৃ বোলে মোৰ ছলি তোমাৰ কিবাকাজ
ছলি ঘৰ পালে তুমি হোৱা ঘৰৰ বাজ।
নামাতা মুখেৰে নাই সাদৰি বচন
পুত্ৰৰ প্ৰতি পিতৃৰ জানো এই আচৰণ।

দৰিদ্ৰ আমাৰ গৃহ একোৰে নাছিল
এবে কত বয় বস্তু ভূমিক কিনিল।
চাকৰ বাকৰ বান্ধা লিগিৰি যত হয়
পুত্ৰৰ জহতে আমাৰ সুখৰ উদয়।
তথাপি তোমাৰ পৰা আদৰ নপাইল
মুখেৰে নাম্মাতা আৰু কথাও নোবল।
পিতা বোলে পুত্ৰক মই দিলো শিক্ষাদান
মোৰ পুত্ৰই লওক ছাতক পক্ষী সমজ্ঞান।
পৰবস্তু পৰদ্ৰব্য অন্যায়ৰ ধন
মনৰ পৰা এইসব কৰোক বিসৰ্জন।
ৰজাৰ গৃহত গৈয়া চাকৰি কৰিব
মাহিনাৰ ধন আনি মাতৃ হাতত দিব্ৰ।
কিন্তু পুত্ৰই ঘটিয়াছে অন্যায়ৰ ধন
এইবাবে শগুন তুল্য ভৈলা তাৰ মন।
নাভাবিবা ইটো ধনে উন্নতি সাধিব
দিন গুচি ৰাতি হলে এন্ধাৰ নামিব।
আজি যেবা দিন কাল তাৰ ভালে আছে
পাপ অধিক হলে কালে লাগ দিব পাছে।
তেখনে দুৰ্ভাগ্য আহি চুলিত ধৰিব
পিতা মাতা সবে পাছে সবংশে মৰিব।
কথাশুনি ভক্তগণে সোধন্ত উত্তৰ
ছাতক, শগুণ কিবা মানুহ বুলিও বিস্তৰ।
গুৰু বোলে ছাতক পক্ষী সামান্য চৰাই
কোনো দিনে ভৌম জল পান নকৰই।
পিয়াহ লাগিলে সিটো ওপৰলৈ চায়
বৃষ্টিৰ জল ধৰি মাত্ৰ পান কৰি যায়।

বৰ পক্ষী জোৰাদাৰ পাখী শগুনৰ
আন পক্ষী চেয়ে উৰে গগন উপৰ।
কিন্তু তাৰা চায় নিচে মৰাশক মাত্ৰ
সৰু বৰ উচ্চ নীচ মনৰহে পাত্ৰ।
পুত্ৰ লাগি আছে বেথা মাত্ৰ এই বাণী
ককৰ্থনা কৰ মোক আছ্ল নজানি।
ধনপতি নহও মই পুত্ৰ মানুহ হোক
সুবৰ্ণ বাচনে অন্ন নালাগয় মোক।
এই হেতু মই তাক প্ৰশ্ৰয় নিদিও
মোৰ বাবে ৰাখক ভয় ইয়াকেহে কও।
পুত্ৰ শুনি দাৱ হাতে চুম্পিয়া আছিল
মায়েকক মাতি পাছে গৃহ প্ৰবেশিল।
পিতাৰ চৰনত ধৰি কান্দিবে লাগিল
থোকা থুকি মাতেৰে সি সত্যক কাঢ়িল।
ধন্য ধন্য মোৰ পিতৃ দেৱতুল্য জ্ঞান
তাহাৰ ঔৰসে মই অধম সন্তান।
এই বুলি পাৱে ধৰি কান্দিবে লাগিলা
ৰহস্যৰ যত কথা পিতৃত বুলিলা।
প্ৰতিজ্ঞা কৰিলা সত্য ধৰ্মত হব মতি
অন্যায় ধনৰ লিপ্সা এৰিলো সম্প্ৰতি।
আপোনাৰ চৰণ চুই প্ৰতিজ্ঞা কৰিলো
মানুহ হম মই তব আগে শপত খালো।
ক্ষমা কৰা পিতৃদেৱ অধম সন্তানক
নতুবা দিওক শাস্তি যিবা ভালহোক।
এই বুলি কান্দি কান্দি বহিয়া পৰিলা
পুত্ৰক পিতৃয়ে পাছে আকোৱালি লৈলা।

এই কথা বুলি গুৰু বহিয়া পৰিলা
অধোমুখ হই পাছে মৌন হুয়াৰইলা।
ভক্তগণৰ নাম লব হেলা দুৰ বৈলা
নিত্য নৈমিত্তিক কৰ্ম সতে নাম লৈলা।
ভক্তগণ শুনা সবে মনস্থিৰ কৰি
কায়বাক্য মনে এক ধ্যানে চিন্তা হৰি।
নামধৰা নাম গোৱা নামক কৰা সাৰ
আপুনি তৰিবা আৰু আনকো উদ্ধাৰ।
যমকাল মায়া সবে আচয় যে বেঢ়ি
সৰ্ব্ব কালে ৰাখিবেক আপুনি শ্ৰীহৰি।
তাৰ পাছে আলোচিলা সব ভক্তগণ
গুৰুৰ অন্নখিনি কোনে কৰিব ৰন্ধন।
শুনি আছো আমি গীতা ভাগৱত বচন
ভকতৰ জাতিভেদ নাই কদাচন।
হৰিবল্লভ পৰম ভক্ত কোচৰ সন্তান
গুৰুৰ ধৰয় কষ্টে সব আলপৈচান।
আলপৈচান ধৰা ভক্ত তেওঁৰ সম নাই
গুৰুজনে অন্নপাক কৰিবে পঠাই।
অন্ন পাক কৰা শুনি বোলে আই ধাই
কোচে ৰান্ধি দিয়া অন্ন গুৰুই কিয় খাই।
বিপ্ৰ আৰু কাইথ সবে নিন্দাযে কৰিব
গতিকেই আই ধাই বাৰণ কৰিব।
কিন্তু দেখা হৰি বল্লভ পৰম ভকত
মোৰ বাবে থাকে ব্যস্ত তিনি অবিৰত।

বুঢ়া কাল আহি পাইলা অন্নৰ নিয়ম
যেই সেই ৰন্ধা খাব নোৱাৰো এখন।
আপুনি যদিহে মানা কৰয় এবাৰ
ৰান্ধা অন্ন খোৱা কৰ্ম নৱৈল যে আৰ।
হৰি বল্লভ যদি নেদে ভাল যত্ন কৰি
অন্য কেৱে ৰান্ধিলে তাক খাবকে নোৱাৰি।
হৰি বল্লভ ৰান্ধনি মোৰ যত নাই দিয়ে
ৰান্ধন বাৰণ কৰ্মত হেলা নকৰয়।
*মোৰ গুৰুৰ ধৰ্মৰ মাতৃ নকৰা বিচাৰ*
*ব্ৰাহ্মন চণ্ডাল কৰি সবে একাকাৰ।*
মুখে হৰি নাম লোৱে এক হুয়া মন
আপোন পৰ নাই সদা সমভাৱ দৰ্শন।
একহৰি বিনে অন্য দেৱ নিচিন্তয়
ভকতৰ আচৰণ যত্নেৰে পালয়।
যদ্যপি হোৱয় সিটো জাতিত চণ্ডাল
তান্ত্ৰিক বিপ্ৰ জনতকৈ সেইজন ভাল।
কুলিন শ্ৰেষ্ঠ সিটো জন নাম লোৱে মাত্ৰ
জানিবা সিজন মাতৃ ধৰ্ম যজ্ঞৰ পাত্ৰ।
এই কথা আই ধাইক মাধৱ বুলিলা
হৰি নাম স্মৰি আই বিদায় মাগিলা।
হৰি বল্লভ আতৈ থাকি ৰন্ধন কৰ্মত
গুৰুৰ বাবে ৰান্ধি অন্ন শেষ জীৱনত।
অত এব আমি সবে গুৰুক স্মৰিয়া
হৰি হৰি বোলা সবে নাম উচ্চাৰিয়া।



# শ্ৰীশ্ৰী দামোদৰ দেৱৰ বেহাৰ যাত্ৰা আৰু বেহাৰত বৈকুণ্ঠপুৰ সত্ৰ স্থাপন

## দুলড়ী

চক্ৰপাণি কয় প্ৰভু দামোদৰ
পাইল সোণ কোষতীৰ
সূৰ্য্য অস্তগত সিটো সময়ত
সমীপ কচুবাৰীৰ।
যত নগৰীয়া প্ৰভু সঙ্গে গৈয়া
সেহি থানত ৰহিলা
হাত ভৰি ধুই সন্ধিয়া পৰ্বত
প্ৰসঙ্গ কৰিবে লৈলা।
গুণমালা চয় বড়গীত গায়
কীৰ্ত্তন প্ৰসঙ্গ কৰে
সঙ্গী ভকতৰ দেখি অনুৰাগ
প্ৰভু মনে খেদ কৰে।
সমস্তে থাকিল যত সঙ্গীগণ
কীৰ্ত্তন কৰি তথাত
ভোজন নকৰি শয়ন কৰিলা
ৰজনী ভৈলা প্ৰভাত।
আতা সমেতাতে হই সমবেত
কৰিলেক প্ৰসঙ্গক
দেখিয়া হৰিষ তথাত মিলিল
সিটো স্থানে অতিৰেক।

পাছে ভক্তগণে বেহাৰ নগৰে
ৰজাক বাতৰি দিলা
দামোদৰ দেব ইথানে আহিল
বেহাৰত প্ৰবেশিল।
আনন্দ উল্লাসে ৰজাই বুলিলা
গুৰু আহে মোৰ ঠাই
পিতাৰ দিনত শংকৰদেৱ আহি
দৰবাৰ শোভা কৰই।
কতজন আহি ধৰ্ম আলোচিল
পবিত্ৰ ভৈলা ই থান
দামোদৰ আহি নিশ্চয় হইব
শংকৰ গুৰুৰ সমান।
বুলিলা ৰজাই খৰধৰ কৰি
মন্ত্ৰী পাত্ৰ সবলই
দামোদৰ দেবক আদৰিয়া আনো
সবে আগবাঢ়ি গই।
ৰজাৰ আদেশ শুনিয়া সমস্তে
যত পাত্ৰ মন্ত্ৰীগণ
সমাদলে সবে আগবাঢ়ি যাই
প্ৰভুক কৰে দৰ্শন।

সমজুৰা যত আনন্দে হাসয়
মহাপুৰুষ ভগবন্ত
দৰশন পাই সাৰ্থক কৰিলো
প্ৰভু দামোদৰ সন্ত।
ইটো পাৰ এৰি সিপাৰ কৰিলা
ভৈলা সোণ কোষ পাৰ
হৰি ধ্বনি কৰি চাপৰি বজাই
মিলে আনন্দ অপাৰ।
বিজয় পুৰৰ যাৰা সঙ্গীছিল
সবে আৰ নগইল
চকু পানী মুচি গুৰুক চাহিয়া
একে থৰে চাই ৰইল।
বৃন্দাবন এৰি মথুৰাক লাগি
বাসৱ যেবে চলিলা
গোকুলৰ গোপী কান্দি বিয়াকুল
নয়ন ভৰি দেখিলা।
সেহি মতে যত বিজয় পুৰবাসী
শোকে ভৈলা ম্ৰিয়মান
দামোদৰ দেৱ এৰিয়া চলিলা
আমাসবৰ এই থান।
পাছে দামোদৰে আশ্বাসী সাদৰে
বুলিলা প্ৰিয় বচন
শুনা বোপা আই চুৰ্ত্তিক হেৰাই
নকৰা আৰ ক্ৰন্দন।

মহা ভাগ্য মোৰ চলিব সত্বৰ
গুৰুৰ পদাঙ্কক চাই
যেহেতু শঙ্কৰ পৰম গুৰু মোৰ
বেহাৰক চলি যাই।
সেহিতো থানত গৈলা বৈকুণ্ঠত
আমিও চলিয়া যাবো
প্ৰজা কত ৰই আছে বাট চাই
এতিয়াই তাহাক পাইবো।
আন দেৱ তাত সমন্ধ নকৰি
চিন্তিবা কৃষ্ণ চৰণ
শুদ্ধ যিটো নীতি তাহাৰ বিৰোধ
নকৰিবা কদাচন।
শ্ৰৱণ কীৰ্ত্তন স্মৰণ অৰ্চ্চন
বন্দন পদ সেৱন
নববিধ ভক্তি যিমানে পাৰিবা
কৰি যাবা আচৰণ।
সন্ত মহন্তক ভক্ত বৈষ্ণৱক
নিজ দেহ সমজানি
অচিৰতে আহি লগ দিবে জানা
ভক্ত দাস চক্ৰপাণি।
লাহে লাহে কৰি নৌকা চলি গৈলা
বৈচা বঠা ধৰি তাতে
বিজয় পুৰবাসী হাত যোৰ কৰি
প্ৰণাম জনাইছে তাতে।

বেহাৰ ৰাজ্যৰ বহু প্ৰজা মিলি
আদৰি নিব আহিল
ত্ৰাহি দামোদৰ যাদব নন্দন
সবে নাম লগইল।
শঙ্কৰ মাধৱ ই ঠাই আহিলা
ধৰ্ম ৰাজ্য পতি গৈলা
তাহাৰ প্ৰপন্ন শিষ্য আহি পাইল
সবাই সন্তুষ্ট ভৈলা।
সিপাৰৰ পৰা হাত যোৰ কৰি
বুলিলা উলটি যোৱা
চকুপানী মুচি গদ গদ বাক্যে
সোণকালে ঘৰ লোৱা।
নৌকা হস্তে আহি পানী একচলু
হাতত তুলিয়া লই
আজিৰ পৰাহে কামৰূপ এৰিলো
মাথো জলখিনি লই।
যেন বিদুৰক হস্তিনাৰ হন্তে
খেদিলন্ত কুৰুৰায়
শ্ৰীহত হুয়া বংশ নাশ কৈলা
এজনো বংশ নৰয়।
বিভীষণ খেদি দুষ্ট লঙ্কাপতি
সতীক হাতত ধৰি
সবংশে মৰিলা ধাৰ্মিক ৰহিলা
দহিলা লঙ্কা নগৰী।

*ধৰ্মৱন্ত গনৰ মনত নথাকে*
*কোপ জানা কোনো মত*
*মনত আঘাত দিওঁতাৰ হয়*
*দুৰ্ব্বা সনা অসংখ্যাত।*
সোহিমতে গুৰু দেৱ দামোদৰে
কামৰূপ ত্যাগ কৰি
শ্ৰীযশ শোভা সমস্তে হৰিল
দুৰ্ভাগ্যই লগ ধৰি।
নানা অমঙ্গল আহি দেখাদিল
শেষে ৰাজ্য গৈলা ছন্ন
ৰাজা সিংহাসন সিও এৰাদিল
মন্দ ভৈলা তাৰা দিন।
শুনা ভক্তগণ ধৰ্মতেহে মন
ৰাখি বাহা চিৰকাল
আয়ু যশ ধন সবাই বাঢ়িব
অনশেষে পাইবা ভাল।
ধনজন আৰু জীৱন যৌবন
জানা কচুপাত জল
হৰিৰ নামেসে দুৰ্ব্বলৰ বল
তাক লোৱা চিৰকাল।
হৰি ভকতক বিপদে আপদে
ৰাখিয়া ফুৰন্ত হৰি
দামোদৰ গুৰু বেহাৰত আহি
পাইলেক অতি সাদৰি।

বেহাৰক লাগি যাইবাৰ পথত
লোক বহু লগ পাই
সূৰ্য্য অস্ত গৈলা তথাত ৰহিলা
পৰিয়াল এটি পাই।
সিটো গ্ৰামলোক মেচৰ মুলুক
কুকুৰা হাহ পালক
মদ্যপান কৰি ৰাস্তাত বাগৰি
থাকিছে বহুতলোক।
কুকুৰ যতেক আহি ভুকিলেক
গাহৰি জাকে চিঞৰে
গাহৰি পুৰিয়া মদৰ সহিতে
সবাই ভক্ষণ কৰে।
এই গাওঁ এৰি বলা যাওঁ লৰি
লোকৰ সজাত নাই
নীচাৰ ৰাগীত কিবা কৰে আহি
শীঘ্ৰ আতৰোহো গই।
পাচে সবেজানি চাইলেক গণি
আগুৱাৰ উপায় নাই
বৃহত অৰণ্য আগত আছয়
আছে হিংস্ৰ জন্তু চই।
এহি বুলি এক বৃদ্ধই বুলিলা
শুনা ভক্ত মহাজন
বহু দুৰবাট জঙ্গল আছয়
উপায় নাহিকে জান।

মোৰ গৃহে ৰই নিৰাপদে শুই
থাকিব পাৰিবা তুমি
অতিথিক কেৱে নকৰে দিগদাৰী
হওঁ অনাচাৰী আমি।
দেখি বুজিলেক প্ৰভু দামোদৰ
শিষ্ট মতি সন্ত জন
চিন্তা নাহি কয় থাকিব ইয়াত
সৰল গৃহস্থৰ মন।.
মধুৰ বচনে গুৰুদেৱে তাক
আশ্বাস কৰিলা আতি
তোমাৰ গৃহত অতিথি হইলু
কটাব লাগিব ৰাতি।
চোতালতে তিনি বহিবাক দিলা
বাচি লৈলা গৃহ এটি
ভেটী চাচি তাক মেৰামতি কৰি
দিলেক নতুন মাটি।
মুচি কাচি তাক পৰিস্কাৰ কৰি
গোবৰ মাটিক দিলা
শুকান গোবৰৰ ধুনা কৰি দিয়া
সবাৰে মন তুষিলা।
অন্ন ব্যঞ্জনৰ যত দ্ৰব্য চয়
তাতে আনি দিলাথই
খৰিপাত লগাই চৌকাক জ্বলাই
অতিথিক দিবলই।

পাছে দামোদৰে গৃহস্থক মাতি
বুলিলা অতি সাদৰি
অভক্তৰ গৃহে অন্ন লইবাক
সম্প্ৰতি আমি নোৱাৰি।
তিনিদিন আমি অন্ন লোৱা নাই
ক্ষুধাত কাতৰ প্ৰাণ
তথাপিতো আমি অন্ন নলইবো
বোপা তুমি ইহা জান।
যদি হৰি পদে শৰণ নোলোৱা
ভোজন কৰা নহয়
ৰাতিকাল থাকি প্ৰভাতে উঠিয়া
চলিয়া যাইবো নিশ্চয়।
ভাৰ্য্য পুত্ৰ সমে আলোচ কৰিয়া
নিশ্চয় মন কৰিলা
হৰিত শৰণ নিশ্চয় লভিবো
মনে সঙ্কল্প কৰিলা।
ৰাতিৰ কাৰণে অন্নক ভুঞ্জিলা
গুৰু দেৱ দামোদৰ
সেই ৰাতিৰ বাবে উপবাসে ৰৈলা
সেই মেচ গৃহস্থৰ।
প্ৰভাতে উঠিয়া স্নান কৰিলেক
আনিলা যত সম্ভাৰ
নৈবেদ্যক লাগি কৰিলা যতন
ভকত মেচ প্ৰবৰ।

গৃহিনী সহিতে শৰণ লভিলা
প্ৰভুৰ চৰণে পৰি
কোটী জনমৰ পাপ উদ্ধাৰিলা
জনম সফল কৰি।
আত অনন্তৰে প্ৰভু দামোদৰে
বঞ্চিলন্ত সুখকৰি
কিছু দিন থাকি তাহাৰ গৃহত
ফুৰিলা ধৰ্ম বিস্তাৰি।
তাৰ পাছে ৰজা লক্ষ্মী নাৰায়ন
ইটো কথাক জানিল
লগুৱা পঠাই গুৰুক আনই
ৰাজগৃহে বাহাদিল।
ৰাজ কৰ্মচাৰী বহুতো আছিলে
গুৰু সঙ্গে চলি যাই
ভকত সকলে হৰি নাম গায়
আনন্দত সীমা নাই।
হৰি ভকতিৰ পতিলন্ত হাট
বেহাৰ নগৰে গই
পূৰ্ব্বৰ নিয়মে দ্বাদশ প্ৰসঙ্গ
তথাত গুৰু কৰই।
গুৰুৰ আদেশে ভিতৰুৱা ঢাপে
সত্ৰ পাতিবাক লাগি
জাবৰ কায়স্থ অতি বুদ্ধিমান
দায়িত্ব দিলেক জাপি।

শুনা কাই খবৰ     অতি গুৰুতৰ
ভিতৰুৱা ঢাপ যোৱা
শঙ্কৰৰ বাবে     মোৰ পিতৃদেবে
আছে ঢাপ বান্ধি থোৱা।
কামৰূপী লোকৰ     হাতেৰে বান্ধিলা
মনোৰম ঢাপ এটি
শঙ্কৰ গুচি গৈলা     ঢাপ নচাইলা
বৈকুণ্ঠে কৰিলা গতি।
মেৰু পৰ্ব্বত সম     উচ্চ আৰ বহল
পশ্চিমত ময়দান
গৰাঘাট নদী     কাষতে আচয়
অমৰাৱতী সমান।
গড় মাৰিলেক     ভিতৰুৱা ঢাপে
চাৰি কাষে ভাল কৰি
গড়ৰ মাজত     নাম ঘৰ আদি
সাজিলা বিষ্ণু নগৰী।

চাৰিফালে চাৰি     হাঁটী ভক্ত বৈলা
অতিকে শৃঙ্খল কৰি
নাম ঘৰ সাজি     চটীক কাটিলা
ঢালে চকুৰোৱা কৰি।
তাৰ কাষে এক     গৃহক বান্ধিলা
প্ৰভু থাকিবাক লাগি
হাঁটীৰ ভকত     সবেও থাকিলা
চৌপাশক বেঢ়ি ঢাকি।
গড়ৰ বাহিৰে     বাহাক বান্ধিলে
সংসাৰী ভকত লাগি
গৃহ বাসী যত     ভকত আছয়
কৰ্ম কৰে তাত থাকি।
বৈকুণ্ঠ সদৃশ     এই সত্ৰখান
বেহাৰত জনাজাত
সমস্ত ভকতে     হৰি নাম জাপি
মোক্ষ লাভ কৰে তাত।

শুনা সভাসদ     চোৰা মোক্ষ পদ
শঙ্কৰৰ মত ধৰা
গুৰু দামোদৰ     প্ৰশিষ্য তাহাৰ
জগত উদ্ধাৰ কৰা।



## উজনি ৰাজ্যত ধৰ্ম প্ৰচাৰ, বংশী গোপালৰ ধৰ্ম গ্ৰহণ আৰু উজনিলৈ গমন

### পদ

তাৰ পাছে বোলে কথা আতৈ চক্ৰপাণি
বংশী গোপালৰ ধৰ্ম ব্যাপিলা উজনি।
পৰম পণ্ডিত বিপ্ৰ মহা ধৰ্ম শীল
সৰ্ব্বদায় কৰ্ম কৰে গুৰু-আজ্ঞা পালি।
ধৰ্ম প্ৰচাৰৰ কথা পিচত বুলিবো
তাহাৰ পৰিচয় আমি আগতেই দিবো।
অতএব সব কথা শুনা ভক্তগণে
কদাচিতো অন্য কথা নিচিন্তিবা মনে।
যেতিক্ষণে ৰাজৰোষে গুৰু শ্ৰীশঙ্কৰ
ভটিয়াই আহিল কোচ ৰাজ্যৰ ভিতৰ।
ভক্তবৃন্দ সিটো থানে যতেক আছিল
একে একে সবে মিলি ভটীয়াই আহিল।
ভক্ত শূণ্য ভৈলা সেই সৌমাৰ পীঠ থান
এই হেতু শঙ্কৰ মাধৱ বিষাদিত মন।
তাৰ পিচে মধ্য কাল যেতিয়া আহিলা
উজনীৰ ভক্ত যত সুযোগ পাইলা।
গুৰুজনক নিবলৈকে নামনি আহিল
বাউসী স্থানে তিনি গুৰু লাগাল পাইল।
উজনিক যাইবে লাগি আদেশ কৰিলা
বোধ হয় অহম ৰাজা কথা বুজি পাইলা।
মাধবক আদেশিল অমিয় বচন
শুনা মোৰ কথা বোপা বঢ়াৰ নন্দন।

উজনি এৰিয়া আইলু ৰজাৰ অত্যাচাৰে
সৰ্ব্বদায় বুকু মোৰ দুৰ দুৰ কৰে।
এতিক্ষণে আহি আছে ভক্ত পঞ্চজন
আমাক নিবাক লাগি কৰিয়া যতন।
উজনিক গৈলে আমি ভাটি শূণ্য হব
এই থানে ধৰ্ম আৰু কভু নথাকিবো।
তোমাক যাইবাক লাগি কৰো অনুৰোধ
উজনিৰ ধৰ্ম ৰাজ্যৰ ঋণ কৰা শোধ।
কথা শুনি মাধবদেৱ কিছু নামাতিল
গুৰু উপদেশ পালি সাজু হৈও ওলাল।
গৃহক লাগিয়া আহি কাপোৰ কাণি থুই
পৰে দিনা যাইবো মাধব উজনি ৰাজ্যলৈ।
সেই দিনাই মাধব গুৰু যাত্ৰা কৰি লৈলা
ক্ষন্তেক আগে ঠাকুৰ আতা বাউসী আহিলা।
সমস্ত কথাকে গুৰু আতাক জনাই
কিবা হেতু মাধবদেৱক উজনি পঠাই।
আৰু বুলিলেক গুৰু আতা সমীপত
তুমি আমি দুইজন থাকিব ইহাত।
মাধবক পঠাইলো উদয় ৰাজ্যক
লুপ্ত ধৰ্ম যদি পাৰে উদ্ধাৰ কৰোক।
আতা বোলে গুৰু বাপ কথানোহে ভাল
সখী নাথাকিলে ইয়াত হইব আকাল।

ধন বস্ত্ৰ শূন্য পেৰা গৃহত যেমন
সেইমত সৰ্ব্ব শূন্য হব ইটো থান।
অকলে উজনি যাবে বঢ়াৰ নন্দন
আহোম ৰজাৰ মন সদা সন্দিহান।
ভাবে কিবা কৰ্ম কৰো, কৰে কিন্তু আন
কথা লগাই থাকে তাতে তান্ত্ৰিক বিপ্ৰগণ।
নিজৰ ভুলতে যদি হেৰাই মাধব
ইটো ধৰ্ম পৃথিবীত আৰু নাথাকিব।
আতাৰ বাধাতে ৰল বঢ়াৰ নন্দন
উজনীক আৰু নগেলেক কোনো জন।
একদিন গোপাল নামে বিপ্ৰৰ নন্দন
উজনীৰ পৰা আহে গুৰুৰ সদন।
শঙ্কৰক পাই দেখা বাউসী থানত
কৰিলা প্ৰণাম গোপাল হয়া অৱনত।
বৃদ্ধ কালত পাইল লগ পুৰুষ ৰতন
পুছিলা শঙ্কৰে বোপা কিয় আগমন।
যুবা বোলে আমি ধৰ্ম ধৰিবাক চাওঁ
আপোনাৰ পাশত থাকি মায়া মুক্ত হওঁ।
শঙ্কৰ মাধব দামোদৰ একেই থানত
একেলগে আলোচনা কৰে কথা যত।

বৃদ্ধ বয়সীয়া গুৰু সঙ্গী দুইজন
মানব শৰীৰে যেন হস্ত দুইখন।
শৰণ দীক্ষা প্ৰচাৰদি যত কৰ্মচয়
গুৰুৰ আজ্ঞাত আৰা দুজনে কৰয়।
দৈবযোগে সেইদিন মাধব নাছিল
শৰণ দিবাক আজ্ঞা দামোদৰক দিল।
দামোদৰে গোপালক শৰণ মন্ত্ৰ দিলা
গুৰুদেউ নাম ভকত সবাকে বুজাইলা।
শৰণ লৈয়া গোপালদেৱ উজনি চলিল
কত দিন পৰে পুনৰ বাউসী আহিল।
শঙ্কৰক নেদেখিয়া ভৈলা মৰ্মাহত
ধৰ্ম প্ৰচাৰিবে লাগে উজনি ৰাজ্যত।
দামোদৰ মাধব দুই আলোচ কৰিয়া
উজনি ৰাজ্যত ধৰ্মাচাৰ্য্য বাব দিয়া।
বংশী গোপাল নাম দিলা আৰা দুই জন
উজনিত পাতিলা গৈয়া ধৰ্ম ৰাজ্যখন।
কুৰুৱা বাহীত সত্ৰ প্ৰতিষ্ঠা কৰিলা
তাৰ পৰা নিজ ধৰ্ম প্ৰতিস্থা কৰিলা।
গুৰুৰ চৰিতামৃত একমনে ধৰি
সবান্ধৱে সকলোৱে বোলা হৰি হৰি।



# বংশী গোপালৰ পূৰ্ব্ব পৰিচয়

## পদ

তাৰ পাছে বোলে কথা আঁতে চক্ৰপাণি
বংশী গোপালৰ কথা সবে লোৱা জানি।

ব্যাঘ্ৰাপিণ্ড নামে গাওঁ অতি মনোহৰ
অসমৰ মাঝে যত থাকে বিপ্ৰ বৰ।

পৰম পণ্ডিত বিপ্ৰ বহু শাস্ত্ৰ জ্ঞানী
অতি প্ৰতিব্ৰতা নাৰী তাহাৰ ঘৰিণী।
সেই গ্ৰামে শ্বৰ ভৈলা বিপ্ৰ হৰিবৰ
কৌণ্ডিল্য শ্ৰোত্ৰীয় বিপ্ৰ দেখোতে সুন্দৰ।
মাটিবাৰী লগুৱা চাকৰ চাকৰণী
ধনে ধানে পৰিপূৰ্ণ তেওঁৰ ঘৰখনি।
তাহাৰ তিনি পুত্ৰ ভৈলা ৰাজ্যে জনাজাত
ধৰ্মাই, কৰ্মাই আৰু পুৰ্মাই নামে খ্যাত।
চুহংমুং ৰজাৰ যেবে ভুঞা শত্ৰু ভৈলা
বিপ্ৰকাইথ সকলোকে উৎখাট কৰিলা।
পত্নীসহ ধৰ্মাই গৈলা মালীপুৰ গ্ৰাম
তথাত জন্মিল পুত্ৰ গোপাল থৈলা নাম।
মাতৃ যমুনাৰ গৰ্ভে জনম লভিলা
যমুনাৰ পুত্ৰ বুলি গোপাল খ্যাতি ভৈলা।
ৰাজৰোষে পলাই গৈলা কৰ্মাই পৰ্মাই
কেনি গৈলা নাজানিলা থানথিত নাই।
মালীপুৰে ৰল মাথো অকলে ধৰ্মাই
বলভদ্ৰ নামে পৰিচিত সেই ঠাই।
ধৰ্ম কৰ্মে সবাৰে চিনাকি দ্বিজবৰ
জন্মিলেক গোপাল নামে আত্মজ তাহাৰ।
চৈধ্যশ সত্তৰ শকে ফাগুন মাহত
পূৰ্ণিমা তিথিত ভৈলা গোপাল দেৱজাত।
যমুনাৱতী মাতৃ অতি কষ্টে কৰি
পালন কৰিলা শিশু আতিপতি কৰি।
জেষ্ঠ ভগ্নী ছিল এক মালীপুৰ গ্ৰাম
আশ্ৰয় লইলা আহি বাইদেউৰ স্থান।

মাহে মাহে ডাঙৰ হয় ভিনী হিয়েৰ ঘৰে
বাশী বজাই তালবায় নানা নৃত্য কৰে।
ইটো কৰ্মে পাৰদৰ্শি সুৰ অনুপম
অঞ্চলত পাইল আহি বংশী গোপাল নাম।
বায়েকৰ গৃহত থাকি যুবা কাল পাইলা
টোলত গইয়া অল্প বিদ্যাক শিকিলা।
ইতিমধ্যে বাই ভিনীহি দুৰবস্থা ভৈলা
অৰ্থ উপাৰ্জন হেতু বাণিজ্যক গৈলা।
বাণিজ্যৰ পথে শুনে পথৰ প্ৰান্তত
জগত গুৰু শঙ্কৰৰ খ্যাতি জগতত।
শঙ্কৰক দেখিবাৰে আকুল হইলা
তাৰ অন্বেষণে দেৱ বাউসী চলিলা।
শঙ্কৰ মাধব দামোদৰ তথাত আছিল
তাহক দেখি গোপালৰ মন বিকলিল।
প্ৰথম দেখিয়া তিনি গুৰুক নমিলা
শঙ্কৰৰ আদেশে তিনি বাউসী থাকিলা।
তিনিদিন ৰই থাকি নাৱৰীয়া সতে
চলি গৈলা নিজঘৰ মালীপুৰ গ্ৰামেতে।
বায়েক ভিনীহি লগ লাগি বিবাহ পাতিলা
সত্যৱতী নামে কন্যা জোৰণ পিন্ধাইলা।
কিন্তু তাত বংশী গোপাল নভৈল সম্মতি
অৱজ্ঞা কৰিলা আছিল যত বন্ধু জ্ঞাতি।
উদাসীন হইয়া ওলাই দ্বিজৰ কুমাৰ
বাই আৰু জ্ঞাতি বন্ধু বাধেবাৰে বাৰ।
মনে ভাবে চলি যাব বাউসীক লাগি
শঙ্কৰ মাধবক দেখা পাই বাৰে লাগি।

একদিন ৰাতি দেৱ দেখিলা সপোন
নৌকালৈয়া চলি যাব ভক্ত একজন।
চাঙ্গেনিৰ বৰ ঘাটে অপেক্ষা কৰিলা
ভটিয়াই যোৱা নাওত উঠিয়া চলিলা।
তাৰ পাছে বুঢ়ী লুইত সোতে আগুৱাই
কুৰি দিন মুৰে গোপাল বাউসীপাৱই।
বিচাৰিয়া শঙ্কৰক লাগাল নাপাই
তাৰ পাছে মাধবৰ স্থানে চলি যাই।
মাধবক নমস্কাৰ কৰিলা গোপাল
শঙ্কৰ গুৰুৰ নপাই মন নহই ভাল।
একদিন একৰাতি মাধবৰ ঠাই
দুইজনে বহু কথা আলোচ কৰই।
তাৰ পাছে চলি গৈলা দামোদৰ নিকট
ভট্টদেৱ সাক্ষাতকাৰ পাইল তথাত।
কিছুদিন তাতে থাকি জানিলা সবাক
বুজি ললে ধৰ্ম তত্ত্ব বৈষ্ণৱ শাস্ত্ৰক।
মাধবদেৱ গুৰু সতে আলোচ কৰিলা
উজনিত ধৰ্মাচাৰ্য্য পাতিব ভাবিলা।
মাধবদেৱ নগৈলা আৰু নগল অন্যজন
উজনি ৰাজ্যত শূন্য ধৰ্ম সিংহাসন।
সেই হেতু বংশী গোপালদেৱক পঠাই
পাতিব ধৰ্মৰ ৰাজ্য উজনিত গই।
ইতিমধ্যে গোপালৰ খুৰা পৰমাই
পুত্ৰ বাসুদেৱ সতে পাচজনে গই।
মাধৱদেৱত গৈয়া অনুনয় কৰি
গোপালক পঠাই দিলা উজনি নগৰী।

চলি গৈছিল গোপালদেৱ গঙ্গাৰ স্নানক
ঘুৰি আহি পাই মাত্ৰ বাউসী থানক।
জগন্নাথে নগৈলদেৱ অসুখত পৰি
প্ৰভু স্বপ্নে দেখাইল নিজ ৰূপ ধৰি।
যথা সময়তে আমি যাব তযু ঠাই
এতিয়া চলিয়া যোৱা নিজ ৰাজ্য লই।
তাৰ পাছে বংশী গোপাল উজনি চলিলা
গুৰুৰ আজ্ঞাক মানি ইয়াত নাথাকিলা।
কুৰুৱা বাহীত সত্ৰ নিৰ্মান কৰই
অনেক পণ্ডিতলোকে ধৰ্মক ধৰই।
বাৰ ভুঞা বংশৰ লোক অনেক আছিল
তাৰা সবে বাৰে বাৰে বাতৰি পঠাইল।
উজনি ৰাজ্যত গুৰু ধৰ্ম ৰাজ্যখানি
নকৰে উচন্ন কেৱে ৰাজ ভয় মানি।
ধৰ্ম পথে বহুত কাইট জ্ঞানী সবে কয়
ধাৰ্মিক সকলে তবুপিচ নুহুকয়।
অৱশেষে ধৰ্ম বলে সব পাপী চয়
ধৰ্মৰ শক্তিৰ কাষে ঘটে পৰাজয়।
অতএব পঠাইওক ধৰ্ম গুৰু এক
শৰণ লই যাবো আমি যত ভুঞা লোক।
তীৰ্থ ফুৰি আহিবাৰ কিছু দিন পৰে
তিনি জন বিপ্ৰে গোপালক লগ ধৰে।
বোলে প্ৰভু শ্ৰীক্ষেত্ৰে মুক্তিক পাইলু
জগন্নাথৰ অন্যৰূপ গোবিন্দ জানিলু।
এই মুৰ্ত্তি আপোনাৰ কাষত ৰাখিব
ইয়াৰ লোকে সাক্ষাততে জগন্নাথ দেখিব।

পূর্ব্বতে আছিল বিগ্ৰহ মদন গোপালৰ
বেল গছে এৰিছিলে শ্ৰীমন্ত শঙ্কৰ।
গোপালদেৱ সেই মুৰ্ত্তি বিচাৰি আনিলা
কুৰুৱা বাহীৰ থানে থাপনা কৰিলা।
প্ৰথমতে পাতিছিল দেবেৰা পাৰত
তাৰ পৰে কাহীকুচি কলবাৰী ঘাটত।
শেষান্তৰত ৰাজভয় যেবে আতৰিল
ফুৰি চাকি গোপালদেৱ ঠাইক দেখিল।
লোহিত ধনশিৰি যি ঠাইত মিলন
দেখিলা অতি সুন্দৰ নিজান ঠাইখন।
অশ্বত্থ বৃক্ষৰ গছ তথাত আছয়
অসংখ্য কুৰুৱা তাতে বসতি কৰয়।
পৰে পৰে ডাকে সেই কুৰুৱা সকল
ভাবি ললে গোপাল এয়া থান পতাথল।
কুৰুৱাবাহীত সত্ৰ পাতিলেক আহি
অতি আৰম্বৰ কৰি বান্ধে চাৰি হাটী।
কিন্তু ৰজা আহোমৰ বুঢ়া ৰজা নাম
সন্দেহ কৰিয়া নিৰিক্ষয় সৰ্ব্ব কাম।
দেখা তাতে সতাই বিপ্ৰ খলুৱা অধম
নিৰীক্ষণ কৰি ৰজাক জনাইল যখন।
অতি আৰম্বৰ সত্ৰ ভকতে পাতিল
দলে দলে কতজনে শৰণ লইল।
সবে মিলি যদি ৰজা ৰাজ দ্ৰোহ কৰে
ইহঁতক দমাইতে কদাপি নোৱাৰে।
এতেকতে তাহাৰ দল কৰি চুৰমাৰ
সবংশে নিধন কৰা পুলিতেই তাৰ।
খলবিপ্ৰ উপদেশে ৰজা অল্পমতি
আদেশ কৰিলা সত্ৰ ভাঙিতে সম্প্ৰতি।
কুৰুৱা বাহীৰ থান উৎখাত কৰিলা
ভকত সকলে ভয়ে পলাই চলিলা।
অনেক দিন অজ্ঞাতে বাস কৰি ভক্তগণ
ধৰ্ম ৰক্ষা কৰি ফুৰে বন উপবন।
প্ৰতাপ সিংহ ৰজা যেবে বৈকুণ্ঠে চলিলা
চুৰমফা ডেকা ৰজাৰাজ পাট লৈলা।
নিৰ্ভয় দিয়া ভক্তগণ মাতিয়া আনিলা
কুৰুৱাবাহীৰ সত্ৰ জয় ময় ভৈলা।
ৰাজ অনুগ্ৰহ পাই এই সত্ৰখন
অল্প দিনে হই উঠিল নদন বদন।
ৰজা আৰু প্ৰজাগণে আকোৱালি লই
গঢ়িলা সুন্দৰ থান মনোমোহা কই।
তাৰ পৰা অনেক খানি শাখা সত্ৰ ভৈলা
এইদৰে উজনিত ধৰ্ম প্ৰচাৰ হৈলা।
ৰাজৰোষ নাই কিন্তু তথাপি সন্দেহ
ৰাজ শক্তিককেৱে বিশ্বাস নকৰয় লেশ।
উজনীত ধৰ্মৰ বাট কটীয়া হইলা
বহু প্ৰজা কৰ্মচাৰী এই ধৰ্ম লৈলা।
সকলোৱে মুখে মুখে বংশী গোপাল নাম
তাহাক স্মৰিয়া সবে বোলা ৰাম ৰাম।



*মন্তব্য ঃ বংশী গোপালৰ আখ্যানটো অধ্যাপক তীৰ্থনাথ শৰ্মাৰ আউনি আটী সত্ৰৰ ইতিবৃত্তিৰ পৰা সংগ্ৰহ কৰা হৈছে। তাৰ উপৰি দামোদৰ চৰিত আৰু কথা গুৰু চৰিতো উল্লেখ আছে।*

# দৈৱজ্ঞ হৰিহৰ আতাৰ চৰিত্ৰ
## মঙ্গলা শিয়ালৰ আখ্যান

### পদ

তাৰ পাছে আৰু কথা বোলে চক্ৰপাণি
হৰিহৰ আতাৰ কথা এবে লোৱা জানি।
দৈৱজ্ঞ বিপ্ৰৰ পুত্ৰ আতা সিটো জন
নাই বিষয়ত ইচ্ছা উদাসীন মন।
শাস্ত্ৰ জ্ঞান পাইলা কিছু পঢ়ি সংস্কৃত
ধৰ্ম শাস্ত্ৰ জ্ঞানে তাৰা হইল পণ্ডিত।
বিষয়ক লাগি ইচ্ছা মুঠে নকৰই
গৃহত্যাগী মধুপুৰে বাহাতে ৰহই।
স্বভাব উদাৰ আৰু শুদ্ধমতে ৰতি
ভুল কথা ভুল ব্যাখ্যত নকৰয় প্ৰীতি।
আচল কথা আচল মানুহ সজ আচৰণ
সিটো জনে এই কথা কৰে অনুসৰণ।
শাস্ত্ৰৰ ভুল অৰ্থ যদি কৰে কোনো জন
নামানয় কাকো মাত্ৰ মানে গুৰুজন।
অসূয়া কৰয় সদা আলোচ সময়
এই হেতু প্ৰতিজনে তাক বেয়া পায়।
বেয়াৰ কাৰণে ভাৱে তেওঁ নহা ভাল
সৰ্ব্বদায় যিটো জনে মিলায় আহুকাল।
মধুপুৰ ধামে গুৰু যেতিয়া আছিল
ৰাম ৰাম পাঠক এক তথাত আছিল।
একদা কামৰূপে আহিবাক লাগি মন
গুৰুৰ কাষত লৈলা বিদায় গ্ৰহণ।
তিনি মাহৰ বাবে তাৰা বিদায় লইলা
সুন্দৰ দিয়া বৰপেটা দেখিবে আহিলা।
পাটবাউসী জনীয়াকো যাইবে লাগয়
আই গোসানীকো দৰ্শন কৰি মনে হয়।
শাস্ত্ৰ পাঠ কৰিবাক কেশ আতৈক দিল
এইজন ভকত কিন্তু বিহাৰী আছিল।
অভ্যাস কৰিলা শাস্ত্ৰ পঢ়িবে লাগিয়া
সহজে পঢ়িলা মাত্ৰ বৰ্ণ জ্ঞান পাইয়া।
ভগা ভগা মাতে শাস্ত্ৰ সততে পঢ়য়
বাৰে মতৰাৰ ভুল সততে কৰয়।
কখনো একাৰ এৰি ইকাৰ বোলয়
স গুচি চ বোলে তাৰা সৰ্ব্বদায়।
হৰিহৰ আতা তাতে কৰে অসন্তোষ
শাৰী প্ৰতি উচ্চৰণে হয় অসন্তোষ।
বাৰে প্ৰতি ধৰে ভুল সবে বেয়া পায়
আতৈ সবে মাধৱত কথাক লগায়।
মাধবৰ প্ৰিয় ভক্ত আতা হৰিহৰ
শাস্ত্ৰ জ্ঞান গুৰু ভক্তি আছয় বিস্তৰ।
এইহেতু গুৰুজনে তাক ভাল পায়
প্ৰপন্ন শিষ্যৰ বাবে কথা নোব লয়।
সত্য কথা কয় আৰু সত্য পথ লয়
অন্ধ কু সংস্কাৰ মুঠেই নমা নয়।

ভকত সকল মাঝে বহু অশিক্ষিত
কেশ আতৈ ভুল মাতে, তবু ভাল মাত।
সুৰ সঞ্চাৰ কদাচিতো ভুল নকৰই
বৰ্ণাশুদ্ধি উচ্চাৰণ কিন্তু নোহৱই।
গুৰু বোলে তুমি বোপা একো নামাতিবা
নিজ মতে শব্দ অৰ্থ বুজিয়া লইবা।
কিন্তু তাৰ স্বভাৱে তাক সহিবে নপাৰে
ভুল উচ্চাৰণে তাক প্ৰতিবাদ কৰে।
তাক ৰাখি দিয়া গুৰু আমাক বিদাই
তাৰ বাবে প্ৰসঙ্গত কাৰো শান্তি নাই।
কৰিতে নপাৰে কেৱে শাস্ত্ৰ পাঠ আদি
সদায় থাকয় সিটো পদে পদে ৱাদী।
গুৰুৰ প্ৰতিশ্ৰদ্ধা তাৰ সবাতে অধিক
ভাবিতে নপাই গুৰু কৰিবেক কি্ক।
একদিন চাৰি ভক্ত বুলিলা আহিয়া
হৰি হৰ হেতু পাঠ যায় বন্ধ হুয়া।
অসূয়া ধৰিয়া থাকে কোৰ্হাল লগাই
এই হেতু কেৱে পাঠ পঢ়িবে নপাৰই।
আমাক খেদি তাক পাঠ পঢ়িবে দিওক
নতুবা আমাৰ হেতু তাক খেদিওক।
গুৰু বোলে হৰিহৰ বহা পীড়ালিত
তাতে থাকি শুনি থকা পাঠ অবিৰত।
গুৰুৰ কথাত হৰিহৰ বহি পীড়ালিত
তাতে থাকি শুনি থকা পাঠ অবিৰত।
কিন্তু যদি কোনো জনে পাঠ ভুল কৰে
পীড়ালিৰ পৰা তিনি নামাতি নোৱাৰে।

এইদৰে কিছু দিন যেবে বই যাই
হৰিহৰ সঙ্গে ভকতৰ মিল নাই।
যতে থাকে তাৰে পৰাই মাত দিয়া উঠে
সেই হেতু ভক্তগণে ভাল নাপায় মুঠে।
হাটীত বহি হৰিহৰ ভাগৱত পঢ়ে
অতি সুললিত মাত লোকে বেঢ়ি ধৰে।
এনেদৰে মাতি বুলি যাই কতদিন
কীৰ্ত্তন ঘৰে যোৱা ভকতৰ সংখ্যাক্ষীণ।
তাৰ পাছে কেশ আতৈ সহ চাৰিজন
গুৰুৰ কাণত কথা লগালে এখন।
মাধবক খেদি তাৰা হইব মহন্ত
সত্ৰৰ ভকত ভৈলা প্ৰসঙ্গত অন্ত।
পাছে হইবা তুমি আমাক নমানি
ভজন ধৰ্মক দিবা ভাল ভক্ত আনি।
হৰিহৰ আতা হাঁহি বুলিলা বচন
ভকত গণৰ আগে বুলিব আখ্যান।
নাম ঘৰে আহি সবাকে সম্বোধিলা
মঙ্গলা শিয়ালৰ কথা বুলিবে লাগিলা।
কথা শুনি ভক্তগণ চমকিত হই
শিয়ালৰ আখ্যান সবে শুনিবে লাগই।
তাৰ পাছে হৰিহৰ বুদ্ধি স্থিৰ কৰি
শৃগাল আখ্যান বোলে অতিকে সাদৰি।
ৰজাবাৰীৰ গেৰেকণিত ৰাজভোগ খাই
গেৰেলা শিয়ালে ভৈলা দেহটি বঢ়াই।
এনেকুৱা ভোগ খাই থাকে সিটোজন
তাহাৰ শ্ৰীমুখখনি দেখিবাৰ মন।

প্ৰকাণ্ড গৰাল মাঝে কোনেনো দেখয়
গৰালৰ বাহিৰ হলে গা লুকাই যায়।
দেখাদেখি ফুৰা চকা কৰিব নোৱাৰে
গাৱলীয়া কুকুৰ বোৰে লগে পাছ ধৰে।
লৰাবোৰে খেদি যায় ডাংটকোণ লই
মুকলি ঠাইত থকাৰ উপাই নাপাই।
লৰাই খেদি ফুৰে দেখি ৰাস্তাৰ কাষত
মৃত বেশে ৰল পৰি নিকটাই দাঁত।
ভিষজ এক আহি পাছে এক চকু নিলা
ঔষধ বনাব তাৰে দৰকাৰ বুলিলা।
মৃত বেশী শৃগাল কিন্তু তবু নামাতিলা
চকু কাঢ়ি নিয়াতেও গা নকৰিলা।
কৰ্ণ এক নিলে অন্য লোক একজন
তথাপিতো নামাতিলা শৃগাল সাধুজন।
দন্ত এক নখ এক নিলে এৰুৱাই
মৃত বেশী শৃগালে তথাপি নমাতই।
নাক নিলে তথাপিতো গাৱক নলৰে
কলিজাক লাগে বুলি আহে একনৰে।
শৃগাল দেখিল এবে প্ৰাণক হেৰাই
প্ৰাণক লইয়া উঠি আতৰি পলাই।
হুৱা হুৱা শব্দ কৰি জ্ঞাতিক জনাইল
শৃগালৰচৌৰ বৃত্তি দৃঢ় কৰি লৈল।
আপোন ভালে জগত ভাল কয় সৰ্ব্বজন
নিজে ভাল দেখাই মোৰ গৈলা চকু কাণ।
যাবলৈ ওলাইল মোৰ পৈতৃক যিটো প্ৰাণ
তেবেসে পাইলু মই কাৰ্য্যকৰী জ্ঞান।

আপোনাক ৰক্ষা সদা আপুনি কৰয়
ভাল বেয়া কিছু কথা তাত নথাকয়
নহলে অন্যায় কাৰো তাত পাপ নাই।
এই শৃগাল ভাই পাছে হোৱা দিয়া গৈলা
চোৰ বৃত্তি ধৰি পাছে জীৱন কটাইলা।
জানি লবা বাপ হেৰা মোৰ শত্ৰুজন
খল লগাই ভাঙি দিব দুজনৰ মন।
মোক খেদি বাৰ বাবে ইহতৰ যতন
স্ব ইচ্ছাই যাবো আমি এৰি ইটো স্থান।
এই বুলি হৰিহৰ যাইবে খুজিলা
এটি বছৰ থাকা বুলি গুৰুই বাধিলা।
বছৰেক নৰইল গুৰু বাক্য ৰাখি
এক মাহ অপেক্ষা কৰিলা তাতে থাকি।
আই ধাইৰ আদেশত বিবাহ কৰিলা
পত্নীৰ লগত কিন্তু সঙ্গম নকৰিলা।
তাৰ পাছে আতা গৈলা চেপেটি মৰাবিলে
সৰিহ তলীৰ চালি থাকে তাৰ তলে।
সাত জন ভকত তাৰ বাদী হুয়া ৰৈলা
এহিহেতু মাধবদেৱ তাক নৰাখিলা।
মাধবৰ অতি প্ৰিয় আতা যে আছিল
সিএৰি যোৱা হেতু বৰ দুখ পাইল।
তাৰ পাছে হাঠৰাবাৰীত থাকিল যখন
লক্ষ্মী নাৰায়ন গুৰুত বুলিলা বচন।
ছয়কুৰি উদাসীন ভক্ত ঐত আছে
কেৱল ধৰ্মৰ কথা কৰ্ম নাই পাছে।

গোপাল নাৰায়ন গুৰু শ্ৰীমন্ত শঙ্কৰ
নোহে উদাসীন কিন্তু শ্ৰেষ্ঠ ভক্তনৰ।
যদিহে আত্মাই শুদ্ধ ভকত জনৰ
বিষয় বান্ধোনে বিচল নকৰে মনৰ।
ভাৰ্য্যা পুত্ৰ ধনজন গোমহিষ আদি
মন উদাসীন হলে নোহে সিহত বাদী।
গুৰুবোলে মহাৰাজ অৱশ্যেই হয়.
মোৰ ভক্ত বহুজন উদাসীন আছয়।
উদাসীন হলেই ধাৰ্মিক নোহে সবনৰ
ঋষিমুণি সবাৰো আছে ভাৰ্য্যা পুত্ৰ ঘৰ।
উদাসীন ডাকু চোৰ কত্তনা আছয়
গৃহবাসী ঋষি মুনি বহুতো শুনা য্যয়।
বশিষ্ঠ পুলক বিশ্বামিত্ৰ ঋষিগণ
ভাৰ্য্যাপুত্ৰ থাকোতেই সাধক একোজন।
বিশ্বমধ্যে মহামানৱ যতেক আছয়
ভাৰ্য্যা পুত্ৰ সমন্বিতে সাধন কৰয়।
গুৰু বুলিলেক শিষ্য সবৰ ফালে চাই
সবভক্তে সৰ্ব্বক্ষেত্ৰে ভাৰ্য্যালোৱা যাই।
ধৰ্ম অৰ্থ কাম মোক্ষ পুৰুষাৰ্থ চাৰি
ভাৰ্য্যাৰ সহিতে ঐত সাধিবাক পাৰি।
অন্যসবে এই কথা মানি নলইলা
হৰিহৰ জয়ানন্দ শ্ৰীৰাম* কৰাইলা।
আই ধাই দিলে চাই কন্যা তিনিজনী
গোবিন্দৰ বাবে আনে আৰু একজনী।

বুঢ়ীৰপো গোবিন্দ আতৈ বিবাহ কৰাই
চাৰি সাংসাৰিক ভক্ত গৃহবাসী হই।
হৰিহৰ বিবাহ কৰে সত্যবান নন্দিনী
অতি ৰূপৱতী কন্যা সত্যা নাম ধাৰিনী।
বিবাহ কৰাই পাছে আতাই বুলিলা
বাক্য নাৰাখিলে চাৰি দিব জনাইলা।
কন্যা আনি হুঙ্কাৰ বুলিলা হৰিহৰ
কদাচিতো নেচাবা মুখ পৰ পুৰুষৰ।
মেখেলা ডাণ্ডিয়া কভু বাট নুবুলিবি
পৰদ্ৰব্য কদাচিতো হাতেৰে নুচুবি।
সাবধান বাণী কৰি বিবাহ কৰাইল
সাজপাৰ অলঙ্কাৰ আইধাই দিল।
মায়াত মোহন আতা নাযাই কদাচন
পৰিবাৰক কাণী বুলি মাতে সৰ্ব্বক্ষণ।
অতি উদাসীন আতা মৰাবিল তীৰে
চালি কৰি বহিছিল নিলগ সবাৰে।
তাৰ পাছে সকলোৱে দেখে ভক্তনৰ
সত্যাক শাস্তি বহু দিলা হৰিহৰ।
কাণী বুলি মাতে সদাকাষক নাযাৱে
সৰ্ব্বদাই ছিদ্ৰ ধৰি শাস্তিক বিহাৱে।
অতীৱ সুন্দৰী কন্যা ভুবন মোহিনী
ভক্তি কৰে স্বামীক নিজ সুখক নগনি।
একদিন আহিল যেবে বাইৰ গিৰিয়েক
সমন্ধ মধুৰ আপোন ভিনীহিয়েক।

*শ্ৰীৰাম - চাৰিডিয়া শ্ৰীৰাম

বহিবে আসন দিলা তামোল শৰাই
কথা পাতিছিল দুয়ো হাস্য মধুৰ কই।
খোলা ভাবে দুয়ো পৰিয়ালৰ বাৰ্ত্তা লৈল
পাপ ভাব পাপচিন্তা মনত নাছিল।
আহিল হৰিহৰ আতা কৰবাৰ পৰা
দেখি শালি পতিক সোধে ঘৰৰ বতৰা।
তাৰ পাছে কুটুম্ব যে বিদায় মাগিল
পৰ পুৰষক চোৱা ছিদ্ৰক ধৰিল।
গালি গালাজ বহু কৰিলা বিস্তৰ
প্ৰথম দোষ বুলি ক্ষমা কৰিলো এইবাৰ।
আন এদিন ঘটিল এক সামান্য কাৰণ
গাবৰ মাঝে আছিল লৰাৰ বিয়া এখন।
দৰা সাজি কাচি গৈলা বিবাহ কৰিবাৰে
গাবৰ তিৰি ছলি পথে চাই একেথৰে।
বেৰৰ জলোঙা দিয়া আই জুমি চাই
একে দোষে আতে পুনু ধৰিলা দুনাই।
বাৰিষা কালত এদিন পেহীৰ ঘৰে যায়
পথে দুটি হোলা আছে আতই জনয়।
পেহীৰ সতে আহে আই হোলাপাৰ হই
গৃহে থই পেহী নিজ ঘৰে গুচি যাই।
হৰিহৰ আতে পাছে পত্নীক পুছিলা
শীঘ্ৰ কৰি কোৱা কাণি পানী কত ভৈলা।
আঠুৰ অলপ ওপৰ মাতৃয়ে বোলই
তাৰ পাছে আতা বোলে তিতা কাপোৰ কই।
ভয়ত আই সত্যবতী কিছু নামাতিলা
হৰিহৰ আতা বোলে দুই বাক্য ছাৰিলা।
তাৰ পাছে আইক আহি কিছু সময়ত
খুড়ায়েক লই গৈলা মাতৃৰ গৃহত।
মায়েকৰ গৃহে যাইবা নবীন যুবতী
বহু কথা ভাবি পাছে নিদিলা সম্মতি।
আতৈৰ আজ্ঞা লই পাছে চলিয়া যাবই
তেওঁৰ গৃহত অন্ন পিঠা কিছু নাখাবই।
মাতৃ বোলে মোৰ স্তন খাই ডাঙৰ হলি
এখনে আমাক ঘৃণাই নাখাব সমুলি।
পিচে আই এদিন ৰাতি পিঠা যে খাইল
বেৰৰ জলোঙা দিয়া আতই দেখিল।
ভিতৰ সোমাই বোলে কাণি খা ভাল কৰি
মোৰ শপত তই পেলালি মোহাৰি।
আজি হন্তে তোক মই গৈলোচাৰিয়া
নযাবি মোৰ ঘৰলৈ গৃহিণী হইয়া।
ভাত পানী এৰি আই কান্দিয়া থাকিল
প্ৰভাততে খুড়ায়েকে আনি থৈয়া গৈল।
হৰি হৰে বোলে মই ছাৰিয়া আহিলো
আপোনাৰ কন্যাক মই ৰাখিবে নৰিলো।
কন্যা বোলে খুড়া দেউ যাওক আপুনি
আমি ছাৰি নযাইবো ধৰ্মক নামানি।
এই বুলি থাকি গৈলা আই সত্যাদেবী
বাহিৰৰ বাৰান্দাতে লইলা থিতাপি।
তিনি পক্ষকাল যেবে তথাত থাকিল
তাৰ পাছে সত্যা আইৰ যি ভাগ্য মিলিল।
শুনি আই ধাই পাছে আহিলা লৰৰি
ইটো মাতৃ তুল্য কন্যা অতিকে সুন্দৰী।

কত ভাগ্যে পাইছা তুমি এনে ৰূপৱতী
কাঞ্চনৰ নুপুৰুজা মূল্য যেন কণি জাতি॥
একে কায়া পতি পত্নী দেখিছে প্ৰত্যেক
নাৰী বুলি মাতা তুমি ধুনীয়া ভাইক॥
একে লগে চাৰিজনে বিবাহ কৰিলা
বাকী তিনিজন চোৰা কেনে সুখী ভৈলা॥
স্ত্ৰী পুৰুষ গৃহস্থীত চলাফিৰা কৰে
ঘটি থাকে কত দোষ নানা কাৰ্য্যন্তৰে॥
সহিষ্ণুতা সদাচাৰ গৃহস্থীৰ নিয়ম
পাইবা অনেক কষ্ট যদি নাথাকে সংযম॥
আপোনাক দিলে দুখ শৰীৰ মনত
কেনে অনুভূতি হয় নিজৰ প্ৰাণত॥
সকলোকে একেদৰে একেচিত্তে চাবা
তেহে সমদৰ্শী ভক্ত বুলিয়া জানিবা॥
আই থাইৰ কথা শুনি হৰিহৰ আতই
ধুনীয়া পুৰুষ এক আনিলা মতাই॥
বিচাৰি আছিলে দিটো পত্নী একজনী
আতৈদিলে সত্যাক কৰি তাহাৰ ঘৰিণী॥
আগতে বিবাহ কৰা পুৰুষ এজন
সতীনিৰ স্থলি পলি আছিল বহুজন॥
সিহঁতে সত্যাক সদা হিংসা যে কৰই
তাহাৰ গৃহত থাকি সুখ শান্তি নাই।
দেউতাকৰ মতে সত্যা পীড়িতি কৰই
যুবা পুত্ৰ গণে সহ্য কৰিবে নাৰই।
পুনৰাই যুৰি আছে আতৈৰ গৃহক
আতৈ বোলে পৰনাৰী নচুৱাহি মোক।

সত্যা আই বোলে মই জনমৰ দাসী
স্বামীৰ আজ্ঞা পালি মই হলো বনবাসী॥
এবে স্বামী গ্ৰহণ কৰাহা তুমি মোক
ইজন্মৰ বাবে মোৰ জন্ম সফলা হোক॥
আতৈ বোলে এবে শুক ভাবে ভজিয়োক
পৰজন্মে পাইবা তুমি স্বামীৰূপে মোক॥
মায়াত মোহিত মই নহও কদাপি
নখে চিৰা চাউল খাই থাকা নাম জপি॥
স্বামীৰ হুকুম মানি ই কৰ্ম্ম কৰিলা
অন্তকালে সত্যা আই স্বৰ্গবাসী ভৈলা॥
শাছে আই থাই শুনি আতৈক মতাই
নাৰী নিৰ্য্যাতক বুলি কদৰ্থনা কৰই॥
মুকুতাৰ মণি পাই দলিয়াই দিলি
স্ত্ৰী বস্তু ধনৰ তই মোল নুবুজিলি॥
কদাপি নাহিবি আৰু বজাৰ গৃহক
নাৰী নিৰ্য্যাতনকাৰী পশু সমলোক॥
ভকত সকলেও বহু কটুক্তি কৰিলা
হৰিহৰ আতাক বহু ভৰ্ৎসনা কৰিলা।
আতা বোলে মায়াই মোক মৰ্দ্দিবে লগাইল
মোহিনীৰ ৰূপে মোক মুগ্ধ নকৰিলা॥
মায়া ত্যাগী ভৈলো মই তাহাৰ উৰ্দ্ধত
নতু হলো হয় বদ্ধ মায়াৰ জালত॥
ভক্তগণে তাক কিন্তু ভাল নাপাইলা
নাৰী নিৰ্য্যাতক বুলি সবে দুষাইলা॥
সম্মান হেৰাই আতা কবাকে নোৱাৰি
সেই স্থান ত্যাগী গৈলা খুৰমাহা বৰি।

সত্যা আই শাপ দিলা শেষ জীৱনত
শেষ কৃত্য কৰিবালৈ নাপাবা ভাগ্যত।
ভকতৰ সমত তুমি নাপাইবা ঠাই
সবলোকে কুট্টা জ্ঞান কৰিব দেখিলেই।
জীৱন্ত সমাধি হব দিলো মই শাপ
শোক বিয়া কৰি বহু দিলা মনস্তাপ।

ভক্তগণে সত্যা আইক সংকাৰ কৰিলা
নাম কীৰ্ত্তন কৃত্য যত সমাধা কৰিলা।
আই ধাই দিলা টকা খৰচ অনেক
সত্যাদেৱীৰ শ্ৰাদ্ধ কৰ্ম সমাধা হইলেক।
হৰিহৰ আতাৰ কথা এই মানে থলো
পৰাবৰ্ত্তি সময়ত আলচ কৰিলো।

শঙ্কৰ কিঙ্কৰ বোলে আন কাম এৰি
সব নৰে সমস্বৰে বোলা হৰিহৰি।



## *মহাপুৰুষ মাধৱদেৱৰ দ্বাৰা জগত গুৰু শঙ্কৰদেৱৰ*
## *ধৰ্মৰ তত্ত্ব বাখ্যান*
## *সৰ্ব্ব ধৰ্ম সমন্বয়ৰ বাখ্যা*

### *পদ*

পাছে ভক্তগণ চাই আতে চক্ৰপাণি
অন্তিম কালে গুৰুজনে যি বুলিলা বাণী।
প্ৰসঙ্গ নাম কীৰ্ত্তন ৰাত্তিৰ কালত
অৱসানে ভক্তগণে কৰিলা বেকত।
পৰম গুৰু বাপ মোৰ কৃপাৰ ঠাকুৰ
সবে আমি প্ৰশ্ন সোধো মায়াহোক দুৰ।
এই বুলি শ্ৰীৰাম বিষ্ণু বলাই আদি
হৰিকৃষ্ণ নৰসিংহ পদ্মনাভ অনাদি।
কৰযোৰে মিনতি কৰিয়া গুৰু পাশে
সুধিলন্ত প্ৰশ্ন কেইটা পৰম আশ্বাসে।

আমি মহামুৰ্খ নাই কিছু শাস্ত্ৰ জ্ঞান
আপোনাৰ কৃপাত মাত্ৰ পাই অল্পজ্ঞান।
শাস্ত্ৰক পঢ়িব পাৰো লিখিব নজানো
যিবা মনে খেলে তাকে আপোনাত নিবেদো।
গুৰুজনে উদঙাই ধৰ্ম বস্তু দিল
তাহাৰ আসনে নিয়া আপোনাক থাপিল।
আপুনি থাকিল গুৰু শঙ্কৰ চলি গৈলা
আমাৰ আশ্ৰয় স্থল যেহেতু থাকিলা।
আপুনিও বয়সত অষ্টোত্তৰ শত
যদি চলি যায় পাছে আশ্ৰয় পাম ক'ত।

কৃষ্ণদেউ বৈকুণ্ঠে গৈলা এৰি উদ্ধৱক
শঙ্কৰ গুৰু চলি গৈলা থাপি আপোনাক।
ভাতৃ পুত্ৰ কাকো নিদি আপোনাক দিলা
অত এব ইহা পৰে কিবানো ভাবিলা।
গুৰু বুলিলেক কথা অধো মুখ হই
উত্তৰাধিকাৰী ব্যক্তি কাকো দেখা নাই।
ঠাকুৰ আতা গোপাল মথুৰা তিনিজন
মোৰ সম জ্ঞানী ভক্ত বয়স সমান।
বয়স সমান যেবে সবাৰে অন্তিম
এই তিনি ভিন্ন মই বস্তু কাক দিম।
তোমালোক জ্ঞানী কিন্তু নোহোৱা পণ্ডিত
পণ্ডিত যাৰা আছে তাৰা নোহয় ভকত।
উত্তম ভকত আৰু শাস্ত্ৰবিদ্ জন
নেদেখো কাকোৱে মই ইয়াত কোনোজন।
এতে কতে নাম ঘোষা শাস্ত্ৰ কৰি সাৰ
তাতে সে শাস্ত্ৰক পাইবো স্বৰূপ আমাৰ।
পৰম সন্তোষ পাইল সব ভক্তগণ
একে একে আৰু প্ৰশ্ন কৰে উত্থাপন।
গুৰুৰ ধৰ্মৰ তত্ত্ব অতি সামান্যক
বুলিওক বাপ হেৰা চাও শুনিবাক।
গুৰুজনে লিখিলন্ত কীৰ্ত্তন দশম
ত্ৰিভুবনে কোনো শাস্ত্ৰ নাই তাৰ সম।
একাদশ স্কন্ধত লিখিল গুৰুজন
কৃষ্ণ উদ্ধৱৰ কথা যত বিবৰণ।
উদ্ধৱৰ আগে কৃষ্ণ যিথিনি বুলিলা
ইটো পৰম গুহ্য তত্ত্ব প্ৰচাৰ কৰিলা।

তৰ্কে বহু দুৰ বিশ্বাসত মিলে হৰি
সুদৃঢ় বিশ্বাসে বোলা ৰামকৃষ্ণ হৰি।
আমাৰ ধৰ্মৰ তত্ত্ব জ্ঞান সেহিমন
অল্প কথা আমি মাত্ৰ কৰিবো বাখ্যান।
একদেৱ, একসেৱ, একভিন্ন নাই
এই কথা সৰ্ব্ব ধৰ্ম শাস্ত্ৰই বোলই।
অনাচাৰ কৰে যিটো নোহে মোৰদ্ৰোহী
আন দেৱ যিটো পূজে সিহে মোৰদ্ৰোহী।
অৰ্জ্জুনৰ প্ৰশ্নত দিলা কৃষ্ণই উত্তৰ
হউক নৰ যদ্যাপি পৰম দুৰাচাৰ।
মোকে মাত্ৰ ভজোক নুপুজি দেৱ আন
তথাপি পৰম ভক্ত সিজন মোৰ প্ৰাণ।
শুনা ভক্তসব কও কথা এহিমান
ভকতি প্ৰদীপ শাস্ত্ৰ ইয়াৰ প্ৰমান।
তথাত লিখিলা গুৰু ভাগৱত ধৰ্ম
অৰ্জুনৰ আগে বুলিলেক নাৰায়ন।
হুয়া শৌচ কৰা নিতে মনক সংযম
দিবা দান সমস্তকে বুদ্ধি কৰি সম।
পৰৰ ধৰ্মক নিহিং সিবা কদাচিত
কৰিবা ভূতক দয়া সকৰুণ চিত্ত।
হইবা শান্ত চিত্ত সৰ্ব্ব কৰ্মত বৎসল
এয়ে ভাগৱত ধৰ্ম জানা মহাবল।
কৃষ্ণে বুলিলেক অৰ্জুনৰ সন্মুখত
দশম স্কন্ধৰ ইটো বাণী ভাগৱত।
সমস্ত ভূততে ব্যাপি আছো মই হৰি
সবাকে মানিবা তুমি বিষ্ণু বুদ্ধি কৰি।

যেহেতু সবাৰে হৃদয়ত আছো আমি
আত্মাৰূপী নাৰায়ন মই অন্তৰ্য্যামী।
ইটো বুদ্ধি কৰি সৰ্ব্বদায় ভজা মোক
এতেকে তৰিবা সংসাৰৰ দুখ শোক।

◆◆◆◆◆◆◆◆◆◆◆◆◆◆◆◆◆◆◆◆◆◆◆◆◆◆◆

পাষণ্ড মৰ্দ্দন ঘোষা কীৰ্ত্তনত দেখা
অনেক শাস্ত্ৰ পঢ়ি ইটো গুৰুজনে লিখা।
শ্ৰবন কীৰ্ত্তন আছে যাহাৰ অভ্যাস
কোনো কালে নচাৰন্ত হৰি তাৰ পাশ।
পাষণ্ডেহে নিন্দা কৰেবেদ শাস্ত্ৰ বাণী
পাষণ্ডৰ সঙ্গ এৰিবাহা ইটো জানি।
চাৰিও বেদৰ জানা এহি মাত্ৰ সাৰ
হৰিনাম বিনে কাৰো নাহিকে নিস্তাৰ।
নাপাৰে যি জনে মোক জ্ঞান অভ্যাসে
নাপায় অষ্টমী একাদশী উপবাসে।
উদ্ধৱৰ আগত কলে পৰম ৰহস্য
ভকতে কৰে পৰম কৃষ্ণকেও বশ্য।
একাদশ স্কন্ধে কৃষ্ণই উদ্ধৱত কৈলা
আমাৰ ধৰ্ম্মৰ তত্ত্ব ইয়াতেই থাকিলা।
সিটো কথা আমিও বুলিব ইয়াত
গুৰু শঙ্কৰৰ ধৰ্ম্মৰ পৰমাৰ্থিক তত্ত্ব।
শ্ৰীকৃষ্ণই বৈকুণ্ঠ প্ৰয়ানৰ সময়ত
বুলিলা যিখিনি কথা উদ্ধৱৰ আগত।
একাদশ স্কন্ধে আছে ইটো কথাচয়
ভক্তৰ আগত যিটো বুলিবে লাগয়।

শ্ৰীকৃষ্ণক সম্বোধি কথা সোধন্ত উদ্ধৱ
মোৰ গুৰু প্ৰিয় সখা ইষ্ট কৃষ্ণদেৱ।
কৰ্মত বুজিলো দেৱ মতলব তোমাৰ
বৈকুণ্ঠে চলিবা তুমি এৰি এই সংসাৰ।
বংশক সংসাৰি তুমি এৰিযাবা ভুমি
ঋষি শাপক ব্যৰ্থ নকৰিলা স্বামী।
শয়নে সপোনে মই তোমাক চিন্তা কৰি
তোমাৰ উচিষ্ট খাই থাকো জীৱন ধৰি।

## *দুলড়ী*

তব পাদ পদ্ম হৃদয়ত ধৰি
গাই তব গুণগীত
যত ধনজন জীৱন যৌবন
জানা সবে অশাশ্বত।
পুত্ৰ পৰিবাৰ সবাই অসাৰ
যেন নাটকৰ লীলা
ক্ষনেকে লুকাই ক্ষনেকে দেখাই
যেন ছায়াবাজী খেলা।
জ্ঞানী সবে দুখে ইন্দ্ৰিয়ক দমি
কাম ক্ৰোধ মোহজিনি
যিটো ব্ৰহ্মপদ পাৱৈ প্ৰভু পুনু
তাহাৰো আছে বিঘিনী।
দেৱে তীৰ্থেযাক তৰিবে নোৱাৰে
পাত কত যাই তল
হৰি নাম লৈয়া তেখনে উদ্ধাৰে
দেখা ভকতিৰ বল।

দুৰাচাৰো যদি হৰি নাম লোৱে
সিও শুদ্ধ হোৱে আতি
কৃষ্ণক স্মৰিয়া তেতিক্ষণে শুদ্ধ
হোৱয় অন্ত্যজ জাতি।
বিষয়ৰ দোষে বাধিব নোৱাৰে
ভকতি পাতক হৰে
সুদৃঢ় বিশ্বাসে ৰাম ৰাম বুলি
জাপিবা শুদ্ধ অন্তৰে।

আছোক উত্তম ভকতৰ কথা
সামান্য ভকতো তৰে
কেৱলহে মাত্ৰ চিত্ত স্থিৰ কৰি
ৰাম কৃষ্ণ নাম স্মৰে।
*একমনে একপ্ৰাণে চিত্তস্থিৰ কৰি*
মাত্ৰ এটিবাৰ তুমি স্মৰণ কৰা হৰি।
তপস্যাত বহি থকা নাই প্ৰয়োজন
ভক্তিতেই জানা তুষ্ট হব নাৰায়ন।

## *ছবি*

বুলিলন্ত চক্ৰপাণি থাকি ভক্তগণ শুনি
- মাধবদেৱ প্ৰভুৰ শ্ৰীবাণী
একে একে বুলি যাই বিভিন্ন দিশক চাই
ভক্তগণে থাকিলন্ত শুনি।
কৃষ্ণৰ নামৰ ইটো পৰম ভকতি পন্থ
কেৱলে লোকৰ সাধে গতি
কিন্তুবেদ বুলিকই বেদ ভিন্ন গতি নাই
আকে শুনি ভ্ৰম হয় মতি।
কেৱে বোলে কৰ্ম কৰা কেৱে বোলে দান কৰা
মিলে আত মনত সংশয়
কৃষ্ণ বিনে নাই আন কৃষ্ণইহে সৰ্ব্বজন
বুজাই আক কহিও নিশ্চয়।
সংসাৰ গতিত ইটো পৰিল সমস্ত লোক
তাতে দংশিলেক কাল সাপে
কৃষ্ণৰ নাম অমৃতক লোকৰ মাজত সিচি
উদ্ধাৰিলা জগতৰ বাপে।

জ্ঞানে গতি বোলে বেদ শুনা তাৰ পৰিচ্ছেদ
জ্ঞান আছে ভকতিৰ মাঝে
ভক্তি আচৰিলে জ্ঞানা আপুনি ওপজে জ্ঞান
যোগে ধ্যানে মৰে মিছা কাজে।
আৰু কি ভক্তত বাজ জ্ঞানত নাহিকে কাজ
কেবল ভকতি তৰে লোক
কৃষ্ণ গুণ নাম স্মৰি হৃদয়ত ৰূপ ধৰি
পাৱে অপ্ৰয়াসে মোক্ষলোকে।
জানিবা শাস্ত্ৰৰ সাৰ নাম বিনে নাই আৰ
পুণ্য বীজ সমস্ত নামতে
যত তপ তীৰ্থ স্থান মন্ত্ৰ তপযোগ ধ্যান
সব সিজে নাম উচ্চৰন্তে।
নামতেহে দিয়া চিত্ত নামেসে সুহৃদহিত
সংসাৰ ব্যাধিৰ মহৌষধী
এৰিহেন হৰি নাম কৰি মৰে আন কাম
তাত পৰে নাহিকে বিবুধি।
কৃষ্ণহে পৰমদেৱ কৃষ্ণবিনে নাহি কেৱ
জানি তান ভজিও চৰণে
ব্ৰহ্মা হৰে কৰে সেৱ হৰিবিনে নাই কেৱ
আন গতি নাহিকে মৰণে।
অকপটে যিটোজনে শুনে ভনে একমনে
শুনিয়োক তাৰ যেন ফল
খণ্ডয় চৌষষ্ঠী ৰোগ মিলে আহি দিব্য ভোগ
মনো ৰথ পুৰয় সকল।

(ভাগবতৰ পৰা উদ্ধৃত)

ত্যাজিয়োক আন কাম জাপিও হৰিৰ নাম
ইহপৰ লোকে হৰি গতি
অশাশ্বত এই লোকে বৈকুণ্ঠে কৰিও বাস
কৰা সদাহৰিত ভকতি।
ৰাত্রি কাল অৱসানে প্রভাতে উঠিয়া যেবে
খোজ দিবা পৰশিয়া ভুমি
ৰাম কৃষ্ণ হৰি বুলি তিনি খোজ যাবা চলি
প্রভু ৰক্ষা কৰিবেক জানি।
শুনা ভক্তগণ তত্ত্ব শ্রীমন্ত শঙ্কৰ মত
চাৰিও যুগৰ তত্ত্ব সাৰ
যত তীর্থ যজ্ঞ দান কৰে তপ তীর্থ স্নান
নাম বিনে সবাই অসাৰ।
গুৰুজনৰ লিখনিত আছে পদ বিৰচিত
নবসিদ্ধ নিমি ৰাজ ঠাই
নাৰদ ঋষি বুলিলন্ত বাসুদেৱ আগেযাক
লিখিলেক তাহাক বর্ণাই।
এই বুলি গুৰুজন কৰিয়া একান্ত মন
নব সিদ্ধ নিমি ৰজাৰ
বুলিলা আশ্বাস বাণী ভকতগণক জানি
যিটো কথা ভাগৱত সাৰ।
জগত প্রসিদ্ধ নাম কৃষ্ণ, হৰি, বিষ্ণু, ৰাম
লাজ এৰি গাই মহা সুখে
অনাদিৰ আন ধর্ম মাধবৰ জন্ম কর্ম
শুনি যাক মহন্তৰ মুখে।

লভিয়া মনুষ্য দেহা          আনত এৰিয়া স্পৃহা
বোলে বন্ধু কৃষ্ণক যিজনে
এতেকে বান্ধব হৰি          তাক মোৰ বুলি ধৰি
ৰক্ষা কৰি ফুৰে সৰ্ব্বক্ষণে।
সৰ্ব্ব অঙ্গ পুলকিত          হোৱে অতিদ্ৰৱ চিত্ত
ধাৰে নীৰ নেত্ৰৰ নিগাৰে
প্ৰেমে গাৱ যায় জ্বলি          হাপ্ৰাণ কৃষ্ণ বুলি
পৃথিবীত পৰিয়া বাগৰে।
কতো প্ৰেম ৰসে ভুলি          মোৰ প্ৰাণ কৃষ্ণ বুলি
পৰম আনন্দে গলে বান্ধে
এতদিন ব্যৰ্থ নিলো          মাধবক নজানিলো
কতো শোকে গেৰি পাৰি কান্দে।
কতো উঠি তাবক্ষণে          পৰম আনন্দ মনে
কৃষ্ণ কৃষ্ণ বুলি পাৰে গেৰি
কৃপা কৰা হে হৰি          বলো চৰণত ধৰি
নযাইব তব চৰণ চাৰি।
কৃষ্ণ গ্ৰাহে যেন ধৰে          সংসাৰ কনুসু মৰে
নাথাকে চেতন শৰীৰত
চিত্তে নেৰে চক্ৰপাণি          বোলে অলৌকিক বাণী
হৰি নামে হোৱে মহামত্ত।
বৈষ্ণৱ বলোক মোক          কপটী দাম্ভিক লোক
হেনভাৱ দেখায়া লোকত
কিন্তু আত নাই মত          যিটো মহা ভাগৱত
যাক পাই তৰে ত্ৰিজগত।

হোৰে সিও কৃষ্ণ প্ৰাণ সমস্ততে মহাজ্ঞান
সমস্ততে দেখে মাধৱক
আকাশ পৃথিবী জল জ্যোতি বায়ু ৰসাতল
নদ নদী যতেক চটক।
গছ লতা তৰু তৃণ কাহাকে নেদেখো ভিন
হৰিৰ শৰীৰ বুলি মানে
সবাকে প্ৰণাম কৰে সৰ্ব্বদায় নাম স্মৰে
কৃষ্ণ বিনে আনক নজানে।
শুনা যত ভক্ত লোক সবাৰে সদগতি হোক
কৃষ্ণৰ কথাত দিয়া মন
পৰম অমৃত ৰস মাধৱৰ নাম যশ
জানা ইটো পৰলোক ধন।
পুত্ৰ দাৰা গৃহবাস মিছা আত অভিলাষ
সবে সপোনৰ নিধি প্ৰায়
যত আছে ধন জন যেতিক্ষণে যাব প্ৰাণ
এক তিল সঙ্গত নাযায়।
শৰীৰো থাকিব পৰি অকলে যাবা লৰি
বিষম যাতনা যম ঘৰে
শুনি যোৱা স্থিৰ মতি কৃষ্ণ বিনে নাই গতি
লোৱা তাত আশ্ৰয় সত্বৰে।
কপে পাপ থৰ থৰি যাৰ নাম শুনি ডৰি
সুখে দুখে ধৰা তান নাম
মাধৱ দেৱ বোলে বাণী সকলোৰে আকজানি
নিৰন্তৰে বোলা ৰাম ৰাম।



## পদ

এইখিনি উপদেশ দিলা গুৰুদেৱ
শুনিলা গুপুত তত্ত্ব গুৰু ভক্তসৱ।
আজি বুলি বৰ মোৰ কিছু কথা নাই
কোনে আহি পুৰাইব মোৰ ইটো ঠাই।
যিটো জনে শক্তি বলে খেদিব যে হাতী
সিয়ে পলাই গৈলা মোক এৰি দোভাগ ৰাতি।
তুলা ভাৰ বৰ্বলৈকে শক্তি নাই যাৰ
তাকনো পাচিম কেনে বব শিলভাৰ।
ব্যক্তিক নেদেখো কাকো মই ইটো ঠাই
আমি চাৰিজন গুৰুৰ সম শিষ্য হই।
নাৰায়ন দাস আৰু আমি অভাজন
দুই জন সমদৰ্শী গুৰুৰ সমান।

গোপাল, মথুৰাদাস, বিষ্ণুপদ্ম আদি
ভিন্ন ভিন্ন থানে আছে তাৰা অপ্ৰমাদী।
দামোদৰদেৱ ছিল কুলিন ব্ৰাহ্মণ
ভক্তগণ মধ্যে জ্ঞানী শ্ৰেষ্ঠ একজন।
দলৰ বিবাদে গৈলা গুৰুক ত্যেজিয়া
আমাৰ উত্তৰাধিকাৰী নাপাওঁ বিচাৰিয়া।
গুৰুজনে লিখিয়া অনেক শাস্ত্ৰচয়
কীৰ্ত্তন দশম তাহাৰ মূৰ্ত্তি বুলি কয়।
আমিও লিখিলো কিবা শাস্ত্ৰ অল্পমান
নামঘোষা জানা মোৰ আত্মাৰ সমান।
ইয়াকে বুলিলো মই আজি ভক্তগণ
যি প্ৰশ্ন কৰিলা তাৰ এয়ে সমিধান।

গুৰুৰ বাক্যত সবে ৰল জয়পাৰি
সবভক্তে সমস্বৰে বোলে হৰি হৰি।



## আইধাইৰ থানত নিশা বঞ্চা সভা মাধব দেৱৰ শেষ বাণী

### ছবি

তাৰ পাছে বুলি লন্ত আতৈ চক্ৰ পাণি
অল্পদিনে যাব অজে* গুৰু পাইল জানি।
শুকিলা দ্বিতীয়া তিথিত গুৰুৰ তিথি গৈলা
তাৰ পাছে একাদশী যেবে আহি পাইলা।

আই ধাই মাতিলেক গুৰু ভক্তগণ
মোৰ স্থানে হব আহো ৰাত্ৰ নাম কীৰ্ত্তন।
গুৰুক আনিবো আমি পঠাই দোলা ভাৰি
পূৰ্ব্ব ভেলা দোবাৰত ৰাখিব ভালকৰি।

*অজে - বৈকুণ্ঠ

এইৰূপে যেবে ভক্তগণ নিমন্ত্ৰিলা
দোলাভাৰি আনিবাক গুৰু গৃহে গৈলা।
ভেলাদোৱাৰ উন্নত কৰিলা ভালেমান
তথাত বান্ধিলা নামঘৰ সত্ৰখান।
ভকত সকল সহ গুৰুৱে আহিলা
ভেলাদোৱাৰত সবে নিশাটো বঞ্চিলা।
সবে বোলে একাদশী আজিঅন্ন নাই
ৰাতিটো কটালো এবে যাও নাম লই।
আই ধাইৰ বাস ভবন পৰিষ্কাৰ কৰি
আসন পাতিলা সবে অতি যত্ন কৰি।
ৰভাক সাজিলা ঢাৰী দিয়া উপৰত
বিধে বিধে ঢাৰী পাৰে ৰভাৰ তলত।
তথাত পাৰিলা বস্ত্ৰ অতি যত্ন কৰি
ভকত বহিলা পাচে পাতি শাৰী শাৰী।
গুৰুজনক বহাইলা আগ আসনত
ভকত দুই শাৰী পাতে পাঠক মাজত।
তাল আৰু নাগৰাক বজায় হৰিষে
নাম ধ্বনি উঠি যায় ৰাজ্যৰ চৌদিশে।
মাঝে মাঝে ঘোষা গায় মাঝে তাল নাম
নামতেই মত্ত সবে নাই আন কাম।
ভাগৱত শাস্ত্ৰখনি পঢ়য় মাজত
অৰ্থ বাখ্যা কৰে গুৰু হৰিষ মনত।
দধি দুগ্ধ কদলি চিৰা আদি দিলা
মহা সুখে ভক্তগণে চিৰাক ভুঞ্জিলা।
দিবাভাগ কাটি গৈলা ৰাতি দুইপৰ
মাধবদেৱৰ বৃদ্ধকাল নসহে শৰীৰ।
আই ধাইক মাতি গুৰু বুলিলা তথাত
সোনকালে যাও আমি আমাৰ গৃহত।

আই ধাই বোলে গুৰু ইটো টান হৱ
মুণ্ড ছিণ্ডি গলে জানো প্ৰাণীটো বাচিব।
আপুনি উঠিয়া গৈলে সভা ভঙ্গ হব
নাম আৰু ঘোষা ৰস কিছু নাথাকিব।
গুৰু বুলিলেক আই বৃদ্ধ ই কালত
থাকিবে নপাৰো আমি ৰাত্ৰিৰ কালত।
ভক্তগণ থাকিবন্ত ঐত নাম ধৰি
জিৰাইব আমি অল্প সময়ক ধৰি।
ৰাতি দুই প্ৰহৰ গৈলা শৰীৰ দুৰ্ব্বল
একোতেই নাপাও ভাল নিদ্ৰাহে কেৱল।
এতেকতে যাও আমি প্ৰভাতে আহিব
আপোনাৰ কীৰ্ত্তনত পুনুযোগ দিব।
অচ্যুত ৰামচৰণ দুই নামত থাকিল
শ্ৰীৰাম আতা কমণ্ডলু লইয়া আহিল।
দোলাত উঠিয়া আহে ভেলাৰ থানত
ওচৰতে ভিতৰ ঢাপ সত্ৰ আছে যত।
তথাত গাইছে নাম আলিমুলি কই
গুৰুই সুধিলা কোনে আছে নাম গাই।
শ্ৰীৰাম বুলিলা ইটো সত্ৰবৈদ্য পোৰ
দামোদৰ ধাম ইটো পবিত্ৰ ধৰ্মৰ।
কীৰ্ত্তন ঘোষা নাম ঘোষা গায়কি নাগায়
আতা বোলে দামোদৰী মতত হে গাবয়।
আই ধাইৰ নামত ছিল লক্ষ্মী নাৰায়ন
গুৰুৰ মহিমা দেখি ভৈলা ম্ৰিয়মান।
ৰজা বোলে মাধৱত শৰণ লইবো
বৃথাজন্ম বৃথা দেহা থাকি কি কৰিবো।
সাক্ষাতে ঈশ্বৰ মূৰ্ত্তি যেন ভগবান
সত্য কৰি ললো মনে পশিবো শৰণ।

আই ধাইক মাতি ৰাজা পালনীয়া আই
মাধব সদৃশ পুৰুষ মই দেখা নাই।
সাক্ষাত ঈশ্বৰ মুৰ্ত্তি যেন ভগবান
সত্য কৰি ললো মনে পশিবো শৰণ।
আই ধাই বোলে বোপা স্থিৰ কৰা মতি
গুৰু ধৰ্ম ত্যাগ আৰু বৈৰাগ্যৰ প্ৰতিক।
অহিংসা , অসংগ্ৰহ, অস্বাদ যাৰ ধ্যান
কিমতে পৰিবো ৰক্ষা তব ৰাজ্য খান।
শত্ৰু আহি যেবে আক্ৰমিব আপোনাক
অস্ত্ৰ ধৰি জানো তুমি নামাৰিবা তাক।
পবিত্ৰ সাত্বিক ধৰ্ম সত্য গুণাশ্ৰয়ী
ৰজো গুণী নহলে ৰাজ শাসন নচলই।
শাসন দণ্ডধাৰী কভু সাত্বিকনো হয়
কাৰ্য্য সাধিবাৰ হেতু হিংসা পথ লয়।
গুৰুৰ পৰম ধৰ্ম বিৰোধ ইয়াৰ
এতে কতে ইটো মত কৰা পৰিহাৰ।
ৰজা বোলে আদি যুগে কত ৰজাগণ
পৰম বৈষ্ণৱ ছিল অতি ভক্তিমান।
হৰিশ্চন্দ্ৰ, মান্ধাতা ৰজা দশৰথ
হৰিভক্তি পৰায়ন সিদ্ধ মনোৰথ।
জনক বিক্ৰমাদিত্যাদি কত যে ৰাজন
পৰম বৈষ্ণৱ আৰু ন্যায় পৰায়ন।
যত ৰাজা অসৎ আৰু অন্যায় প্ৰবন
অচিৰতে মিলে তাৰ অৱশ্যে মৰণ।

কৃষ্ণই কাণ্ডাৰি ধৰি প্ৰিয় সখাজন
তেবেসে নহয় পাৰ্থ পৰাজয় কখন।
সেই মতে গুৰু মোৰ মাধবদেৱ হয়
তানহন্তে পাইবো আমি পৰম আশ্ৰয়।
কালি আনি দিয়া মোক গুৰু মাধবক
পৰহিতে গুৰু লইবো বলো সত্যবাক।
কালি ৰাতি সবে আমি লঘোণ থাকিব
পৰহিতে গুৰুক আনি আশ্ৰয় লভিবো।
আনিম আনিম বুলি দিন বই যাই
নব দিন বই যাই গুৰু অহা নাই।
ইতিমধ্যে গুৰুজন মধুপুৰ গৈলা
ভক্তগণ কাষে তিনি বিদায় মাগিলা।
ৰজা বোলে মাতৃ আজি দোলা পঠাইব
আমাৰ গুৰুক কালি প্ৰভাতে আনিব।
উপায় নাপাই মাতৃ দোলা পঠাইল
দোলা দেখি মাধবদেৱ বিষ্ময় মানিল।
যিটো কৰ্ম গুৰুজনে আগে কৰা নাই
কেনেকৈ কৰিব তাক নাপায় উপাই।
গুৰু বোলে শ্ৰীৰাম আমি যাবো ভালকই
পুনৰ নাহিব আৰু উভতি ইয়ালৈ।
এই বুলি গুৰুজনে শ্ৰীৰামক বুলিলা
বস্তুৰ যোগাৰ কৰি শ্ৰীৰাম থাকিলা।
ৰামচৰণ ঠাকুৰেও বস্তু যত নাই
কৰিবে লাগিল কৰ্ম অতি ভালকই।

মাধবৰ লীলা মৃত মনে প্ৰাণে ধৰি
সবান্ধবে সকলোৱে বলা হৰিহৰি।



# মহাপুৰুষ মাধৱদেৱ গুৰুৰ বৈকুণ্ঠ প্ৰয়ান

## পদ

চক্ৰপাণি বুলিলন্ত বিমৰিষ হই
মাধব গুৰুৰ প্ৰয়ান কথা বিবৰি বলই।
ৰজাৰ আক্ৰোশ এবে এৰাইতে নপাৰি
পৰম বিমৰ্ষ ভৈলা গুৰুক সুৱৰি।
গুৰু যেবে নভইল ৰাজ-গুৰুজন
তাহাৰ আদৰ্শ আমি লঙিঘবোকেমন।
ৰাজ সিংহাসনে যিটো কৰে আৰোহন
আৱশ্যক ৰজোগুণী হোৱা সিটোজন।
পূৰ্ব্বতে লিখিছে এক পণ্ডিত সুজন
মহাভাৰতৰ পদ কৰিছে বৰ্ণন।
যুধিষ্ঠিৰে সিংহাসনে কৰি আৰোহন
উপদেশ পুছিলন্ত বিদুৰত যখন।
বিদুৰ বুলিলা তুমি মৃদু নহইবা
দুৰ্ব্বলতা পাইলে ধ্বংস নিশ্চয় জানিবা।
মদমত্ত হস্তী স্বভাৱতে মৃদু হয়
তাহাকো অঙ্কুশে হানি মানুহে চলয়।
সহস্ৰ জনৰ বল হস্তী গাৱে ধৰে
মৃদু স্বভাৱৰ হেতু লাই পায় নৰে।
আমাৰ গুৰুৰ ধৰ্ম অতি মৃদুতৰ
ৰাজ্য শাসনত বিঘ্ন হবে ঘোৰতৰ।
আৰু যদি ৰজা অতি হোৱয় কঠোৰ
নাথাকিবো মোৰ বাক্য ধৰ্ম হব দুৰ।

গুৰুৰ ধৰ্মত এবে বিভ্ৰাট ঘটিব
ভণ্ডবেশী দুষ্টগণে প্ৰজাক পীড়িব।
এতেকতে মনে দৃঢ় কৰি গুৰুজন
ভাগিনক বুলিলেক শুনা ৰামচৰন।
আজি আমি চলি যাবো চিৰদিনলৈ
এইটো থানক আৰু নাহিব দুনাই।
মাথাবান্ধা গাতি আৰু পচৰা যতেক
মোৰ যিবা আছে তাক দিয়াহি প্ৰত্যেক।
মুখ হাত ধোৱা বাবে পাদ্য অৰ্ঘ্য দিয়া
আচমনীয় একে লগে সঙ্গেতে ৰখোৱা।
এই বুলি গুৰুজনে দোলাত উঠিলা
শ্ৰীৰাম ৰামচৰণ দুয়ো পিচত লৰিলা।
ভেলা ডোবাৰত দোলা মাটিত ৰাখয়
আই ধাই যিটো থানে বাহৰ বান্ধয়।
দোলাৰ পৰা নামি শ্ৰীৰামক বুলিলা
ঢাৰি খনি পাৰি দিবে লাহে কৰি কৈলা।
গুৰু সেৱা কৰো মই বাহিৰত বহি
কোনো জনে মোক আৰু নামাতিবা আহি।
শ্ৰীৰাম আতা কঠ পাৰি দলিচা পৰিলা
শুভ্ৰ বস্ত্ৰ একখনি ওপৰে ঢাকিলা।
গাৰু আনি দিলা পাছে আউজিবাক লাগি
পূব মুখে বহি গুৰু বস্ত্ৰ লৈলা ঢাকি।

লাহে লাহে গুৰুজন ঢলিয়া পৰই
ৰামচৰণ শ্ৰীৰাম দুই লৰিয়া আহই।
ভাল কৰি শুৱাই থই বস্ত্ৰ ঢাকি দিলা
স্বাস ৰুদ্ধ হোৱা নাই তাহাই জানিলা।
বোলে কেৱে নামাতিবা গুৰু শুই ৰব
টোপনি ভাঙিলে পাছে নিশ্চয় মাতিব।
এই বুলি কতবেলি গুৰু কাষে কই
শ্ৰীৰাম আতা ভৰি কাষে বহিয়া আছই।
তাৰ পাছে একবাৰ চায় চকু মেলি
ভক্ত সবে বহি আছে মাতক নুবুলি।
মুধুপুৰ থানত লাগি হৰিহৰ আতাক
মাতিবে পছিলে সবে দুই ভকতক।
খবৰ পাই ছয় কুৰি ভকত আহিল
গুৰুৰ কাষত বহি মৌন হুয়া ৰইল।
হৰি হৰ আতা পুছিলেক এক বাণী
কাহাক পুছিবে কথা চলিলে আপুনি।
ধীৰে ধীৰে গুৰু থোকা থুকি মাতে কই
গুৰু আৰু মোৰ লেখা পঢ়া ভালকই।
কীৰ্ত্তন দশম ৰত্নাৱলী নাম ঘোষা চাই
যিবা লাগে সব কথা ইয়াতে আছই।
এই বুলি বস্ত্ৰ টানি মুৰত লইল
চিৰ দিনৰ বাবে গুৰু নয়ন মুদিল।
আকাশত বিনা মেঘে ভৈলা শব্দ বৰ
সবে সচকিত ইটো শবদ কিহৰ।
সমস্ত লোকতে যেন লাগে হাহকাৰ
কিবা অথন্তৰ আজি ভৈলাহা আমাৰ।
শুনা সভাসদ লোক মিলিল প্ৰমাদ
কিবা হেতু বিনামেঘে বজ্ৰৰ শবদ।
ৰামচৰণ বলাই আতে আৰু নৰহৰি
মকুন্দ দুভাই সবে আহিলেক লৰি।
মধুপুৰৰ পৰা আহে আতা হৰিহৰ
লগত আহিল ভক্ত তুলসী প্ৰবৰ।
বুঢ়ীৰ পো গোবিন্দ আৰু আতে জনাৰ্দ্দন
বিষ্ণু আতা, গোপাল আতে হৰিবৰ সুজন।
এনেদৰে আতা আতে সকলো আহিল
সবেমিলি আতা গণ কাষত চাপিল।
সহস্ৰ লোকৰ তৈতে ভৈলা সমগম
আগতে নাছিল দেখা এনে সমাগম।
ৰজাই শুনিলা পাছে গুৰু চলি গৈলা
কান্দি কান্দি মহাৰাজ ব্যাকুলিত ভৈলা।
মোক শৰণ নেদো বুলি কতনা বুজাই
তথাপিতো দিলো মই দুলীয়া পঠাই।
মোৰ বাবে গুৰুজন বৈকুণ্ঠে চলিলা
ভকত গনক তেওঁ অনাথ কৰিলা।
আই ধাই শুনি পাছে কান্দিবে লাগই
মাটিত বাগৰি কান্দে হিয়া ভুকুৱাই।
মোৰ গুৰু বাপ মোৰ পৰম ঈশ্বৰ
আৰু নেদেখিব আমি চৰণ তোমাৰ।
ৰাজপুৰ বাসীছিল যতেক ৰমনী
ফেকুৰি ফেকুৰি কান্দে পেলাই চকুপানী।
পাছে ৰজা দুতক মাতিলা শীঘ্ৰ কৰি
লৈ যোৱা চন্দন অগৰু এক গাড়ী।

তোৰচাৰ পাৰে আছে সৱভক্তগণ
গুৰুৰ নশ্বৰ দেহা কৰিছে দহন।
মোৰ দান খৰি আৰু ঘিউ খিনি দিবা
গুৰু লাগি শেষ কৃত্য প্ৰণাম জনাইবা।
বেহাৰ নগৰীৰ যত ডাণ্ডৰীয়া গণ
খোজ কাঢ়ি কাঢ়ি সবে কৰে আগমন।
চিতা সাজি খৰি দিয়া হৰি ধ্বনি. কৰি
তাল খোল শব্দত পেলাইল জঙ্কাৰি।
হঠাতে আহিল বৃষ্টি ঘন তথাকাৰ
নাৱৰ চৈ আনি ওপৰত দিলা তাৰ।
ভক্ত সবে আৰু এক চৈক আনিলা
কোনো লোকে তাতে বৃষ্টিত তিতিলা।
ৰাম হৰি নাৰায়ন তাৰা দুই ভাই
প্ৰপন্নতম গুৰু শিষ্য সবে বখানই।
খবৰ পাই দুই ভাই তথাত আহিলা
কান্দি কান্দি পাৰে ধৰি প্ৰণাম কৰিলা।

মৃত্যু কালে মাত নাপালো গুৰুৰ
দুই ভাই গৈলা চলি দিয়া খৰিভাৰ।
একে একে সবে চলি গৈলা নিজ ঠাই
ভক্তগণ আহি পালে শেষ কৃত্য কই।
পোন্ধশ উনৈশ শকৰ শুক্ৰবাৰ
আবেলি পৰৰ বেলা তৃতীয় প্ৰহৰ।
কৃষ্ণা পঞ্চমীৰ দিনা মাধৱ গুৰুজন
নৰনাট সামৰি কৰে বৈকুণ্ঠ গমন।
ভাদ মাহৰ কুৰি দিন যেবে বই যাই
সেই দিনা মাধৱ গুৰু বৈকুণ্ঠ চলই।
ছয়কুৰি ভক্ত মিলি তোৰচাৰ হন্তে
খোজ কাঢ়ি চলি গৈলা মধুপুৰ ধামেতে।
তিনি দিন সৱভক্ত লঘোণ খটিলা
চতুৰ্থ দিনাহে সবে জলপান কৰিলা।
গুৰু জনৰ ভৱলীলা ভৈলা শেষ আজি
হৰি হৰি বোলা সবে সাক্ষীবাদী কাজি।



## ৰাম নাৰায়ন আৰু হৰি নাৰায়ন আতৈৰ গুৰু দৰ্শন

### পদ

তোৰচা নদীৰ তীৰে জয়ধ্বনি বোল
কেৱে বোলে ৰাম কেৱে হৰি হৰি বোল।
শবদ নহয় বেচি মৃদু মৃদু স্বৰ
কেৱল জয় ধ্বনি শুনে হৰিৰ্ং নামৰ।

দুই ভক্ত আছে পথে গুৰুক দেখিবাৰে
লগ পাইলা মাধৱক কিঞ্চিৎ নাতি দুৰে।
দুই নাৰায়ন ৰাম হৰি দুই ভাই
কৰতোয়া তীৰে বাস সবাই জানই।

গুৰু মুখে শুনিছিল সব ভক্তগণ
গুৰুৰ এক প্ৰাণ ৰাম হৰি নাৰায়ন।
প্ৰপন্ন যতেক শিষ্য গুৰু মাধবৰ
আৰা দুই সব মধ্যে অতি মৰমৰ।
ভাৰ ভেটী কল চাউল আৰু গুড়চয়
দুইজনে দুইভাৰ কান্ধে লই যায়।
গুৰু দৰশনে দুই ব্যাকুলিত মন
মধুপুৰ লাগি দুয়ো কৰে আগমন।
পথতে ভেটীল গুৰু দুই ভক্ত জন
মোৰ থানে তোৰা দুই কৰা আগমন।
ধীৰ স্থিৰ দৃঢ় খোজে গুৰু যায় চলি
পাছে পাছে শ্ৰীৰাম আতা হাতত কমলি।
দুই ভক্ত সতে পথে ভেটাভেটী হল
তাহাক দেখি গুৰুজন ক্ষণেক জিৰাইল।
শ্ৰীৰাম আতা হহিলেক দুয়োকো দেখিয়া
কল চাউল দধি গুড় ভাৰত দেখিয়া।
ৰাম নাৰায়ন বোলে পাৰে সেৱা কৰি
তাৰ পাছে ভাৰ ৰাখি সেৱা কৰে হৰি।
গুৰু বোলে যিবাখিনি আনিছা দ্ৰব্যক
ভাগকৰি বাটি দিবা প্ৰত্যেক ভকতক।
আমি যাও সিটো থানে তোৰা দুই যোৱা
পথ ক্লান্তি দুৰ কৰি জিৰণিকে লোৱা।
এত বুলি পৰস্পৰে বিপৰীত মুখে
চলি গৈলা গন্তব্যক মনৰ হৰিষে।

তাৰ পাছে দেখে আহি তোৰচা তীৰত
জুই ধোৱা কত লোক নাম অবিৰত।
দুই নাৰায়ন বোলে চলিল কোন জন
এক ব্যক্তি বুলিলেক সেই গুৰু জন।
জগতৰ গুৰু যিনি মাধব নাম ধৰে
মায়া চাৰি ভকতৰ চলিলা ওপৰে।
চমকিত দুইজন কিনো আচৰিত
পথত দেখিলো গুৰু শ্ৰীৰাম সহিত।
তাৰ পাছে আগবাঢ়ি দুজন চলিলা
চিতা কাষে শ্ৰীৰাম আতাক দুইও দেখিলা।
দিঠক কিম্বা সপোন তাৰা বুজিতে নপাৰে
ভক্ত আগে গুৰুজনে কিবা মায় ধৰে।
পথমধ্যে অলপ দুৰে দেখো দুইজন
তুমি সহ গুৰুজন কৰিছে গমন।
কান্দি কান্দি সবভক্ত কথা শুনি গৈলা
চিতা কাষে ভকতৰ ক্ৰন্দন চলিলা।
ৰামচৰন শ্ৰীৰাম হৰি আদি যত
মূৰ্চ্ছা গৈয়া পৰিলন্ত নদীৰ বালিত।
আন যত ভক্ত আনি মুৰে দিল পানী
শোক উৰ্মি উঠিলন্ত কাষত অগনি।
ছয়কুৰি ভক্ত কান্দে একত্ৰিত হই
কতজন ভক্তৰ চকুৰ পানী বই যাই।
গুৰুৰ মহিমা বৰ্ণাই কান্দন্ত সকলে
গাৰ বস্ত্ৰ তিতিলেক নয়নেৰ জলে।

এই ৰূপে কান্দি কান্দি কৃত্য শেষ কৰি
সবে মিলি আহিলেক জলে স্নান কৰি।
মধুপুৰ থানত গৈলা খোজ কাঢ়ি
নগৰত নাথাকিলা ভক্ত নৰ নাৰী।
কৃষ্ণৰ বিয়োগে যেন শোক দ্বাৰকাত
সেই মত শোক অগ্নিতোৰাচা তীৰত।

মধুপুৰে সবে মিলি আলোচ কৰিল
অচ্যুত গুৰুক মধুপুৰে সত্ৰীয়া পাতিল।
একাদশী হন্তে দশম দিনে লোকান্তৰ
এই হেতু পঞ্চমী তিথি ভৈলা মাধৱৰ।
মাধৱৰ শেষ লীলা বৈকুণ্ঠ গমন
হৰি হৰি বোলা সবে হুয়া একমন।



**নৱম খণ্ড সমাপ্ত**

# শ্ৰীগুৰু চৰিতামৃত

## ১০ম খণ্ড

## দ্বিজনা গুৰু বৈকুণ্ঠ গামী হোৱাৰ পিচত শেষ চোৱা

*মাধৱেসে আত্মা নিজ, মাধৱেসে ইষ্ট গুৰু, মাধৱেসে দেৱতা পৰম।*
*পৰম ঈশ্বৰ স্বামী জানি মাধৱক ভজা, ইয়ে নিজ মানৱ ধৰম।*

### বন্দনা

নমো নমো নাৰায়ণ কৃষ্ণ কৃপাময়
তাহাৰ আজ্ঞাতে হয় সৃষ্টি স্থিতি লয়।
কৃষ্ণৰ চৰণে কৰো সহস্ৰ প্ৰণতি
হৃদয়ত থাকি মোক দিয়োক সুমতি।
উত্তম জনক মই কৰো নমস্কাৰ
অল্পমতি ক্ষুদ্ৰ নৰ দোষৰ সাগৰ।
জয় জয় দৈৱকী নন্দন দামোদৰ
ভকত বৎসল নমো সৰ্ব্ব বিঘ্ন হৰ।
জয় জয় জগত কাৰণ নিৰাকাৰ
তোমাৰ চৰণে কৰো কোটি নমস্কাৰ।

শৰীৰত শোভা কৰে পাট বস্ত্ৰ পীত
মুখ কমলক নীল কুন্তলে ৰঞ্জিত।
বক্ষত প্ৰকাশে যাৰ কৌস্তুভৰ শোভা
চৰণ পঙ্কজ ভকতৰ মন লোভা।
ভুবন মোহন ৰূপ মদনক জিনি
যিটো ৰূপ দেখি হৰ বিস্ময় আপুনি।
নমো নমো ভগবন্ত মহিমা অনন্ত
চৰাচৰ লোক সৃজি আছা শতশত।
সকল প্ৰাণীৰে স্ৰষ্টা দ্ৰষ্টা মাত্ৰ তুমি
কায় মন বাক্যে শৰণ লভিলো আমি।

জয় জয় জগন্নাথ সনাতন হৰি
পৰম পুৰুষ ত্ৰৈলোক্যৰ আধিকাৰী।
দুষ্টৰ অন্তক তুমি শান্তৰ পালক
চৰণে শৰণ্ন লৈলো ৰাখিয়ো আমাক।
তুমিসি গতি মতি তুমিয়েই বিধি
তোমাৰ সেৱাত হোৱে সৰ্ব্ব কৰ্ম সিদ্ধি।
নমো নমো ভগৱন্ত পৰম পুৰুষ
ভকতৰ গতি মতি দেৱ হৃষী কেশ।

হৰি বিনে গতি নাই জীৱনে মৰণে
সমস্ত কৰ্মৰ সিদ্ধি তাহান্ক স্মৰণে।
বলো কৃতাঞ্জলি মই শুনা সভাসদ
মহামুঢ় হৈয়া কৰো চৰিতৰ পদ।
যিটো জনৰ সংসাৰ তৰিবাৰ আছে মন
হৰি নাম স্মৰি চৰিত কৰা অধ্যয়ন।
পাতক সমস্তে আতৰয় তব স্মৰি
হেনজানি নিৰন্তৰে বোলা হৰি হৰি।



## *মহাপুৰুষ মাধৱদেৱৰ আদ্য শ্ৰাদ্ধ*

## *দশদিনত মধুপুৰ, মাহেকৰ মুৰত বৰপেটা আৰু ধৰ্ম কৰ্মৰ নীতি নিৰ্ব্বন্ধ*

### *পদ*

চক্ৰ পাণি আতৈ দেৱ বুলিলন্ত পাছে
প্ৰজা গন মাধৱৰ শোকতে ডুবি আছে।
যি সকল আছিলেক কৃষ্ণৰ ভকত
তাৰাসব বিয়াকুল গুৰুৰ শোকত।
কৃষ্ণৰ বিৰহে যেন যদুবংশী গণ
দেহক বিচাৰি কান্দে বিষাদিত মন।
কদম্বৰ তলে যেন চলাথ কৰিলা
বাউল হইয়া বালি তাতে বাগৰিল।
এনেদৰে ভক্তগণ মধুপুৰ ধামে
একত্ৰ হইয়া সবে কান্দে হুৰাৰাৱে।

নিতে নিতে চাউল কল কতনা আহিল
গুৰু জনৰ ক্ৰিয়া ধাৰী বলোক যাচিল।
তাৰ পাছে অচ্যুত গুৰুক সতৰিয়া পাতি
মাল্য দিয়া ভক্ত গণে দিলে দায়িত্ব সপি।
আদ্য শ্ৰাদ্ধ কৰি বাৰে ধন দান দেই
ছয় কুৰি টকা গোট দিলেক ৰজাই।
সুবৰ্ণ বস্ত্ৰক দিলা আৰু চাউল খৰি
অনেক খাদ্য দ্ৰব্য আহে সমস্ত ৰাজ্য জুৰি।
আই ধাই দান দিলা নগদ ছয় কুৰি
লগতে দিলেক দান কদলি এক গাড়ী।

খৰি বাহ দালি দিলা ৰাম চৰণ ঠাকুৰ
এইদৰে বস্তু যোগাৰ হইলা প্ৰচুৰ।
দশম দিন নাম কীৰ্ত্তন চলিলা তথাত
দৰিদ্ৰ গণক দিলা চিৰা আৰু ভাত।
নানাবিধ কৰ্ম কৰে সমাজে তথাত
কেৱে শাস্ত্ৰ পাঠ কৰে লোক অসংখ্যাত।
এই দৰে দশ দিনে কৰ্ম চলি যাই
শিষ্য গণ কাৰ্য্য শেষে গৃহক চলই।
সবে আলোচিলা মাহ শেষ যেবে হয়
বৰপেটা থানে শ্ৰাদ্ধ কৰিবে লাগয়।
তিনি খনি বৰ নৌকা বজাই কৰিলা
বয়বস্তু যতখিনি সবাইকে আনিলা।
ত্ৰয়োদশ দিনে বৰপেটা ধাম পাই
উজাই আহিয়া নাওঁ ঘাটত বান্ধই।
বুঢ়া আতা আৰু যত লোক যে আছিলা
সবাকে বুলিলা গুৰু পৰলোক গৈলা।
তাৰ পৰে চাৰি দিকে খবৰ পঠাই
একে একে আহি গৈলা ভকত সবাই।
জনীয়াৰ পৰা আহি ঠাকুৰ আতা পাইল
ভবানীপুৰ হন্তে গোপাল দেবেন্ত আহিল।
আই মাতৃ পাছে এই বাৰ্ত্তাক পাইল
শোকে মুৰ্চ্ছা গৈয়া আই মাটিত পৰিলা।
ঠাকুৰ আতা বিহ্বল হই কান্দে মাথা ধৰি
কি কব নকব আতা ভাবিতে নপাৰি।
দক্ষিন পাৰৰ যত ভকত আছিল
বৰবিষ্ণু আতাৰ সজে সবাই আহিল।
খটবা সত্ৰৰ পৰা গোবিন্দ আহিল
চাৰি দিকে খবৰ গৈয়া বিয়পি পৰিল।
উজনিক গৈলা ডেকা ভক্ত একজন
পদ্ম আতা সমে আন সবে পাইল জান।
গুবালকুচি গ্ৰামে ছিল পঢ়িয়া মাধৱ
ধূপৰ গুৰি থানত লক্ষ্মীকান্ত আতা দেৱ।
ভাটৌ কুচি কেশৱ চৰন আতা বাৰ্ত্তা পাই
বদলা সহিতে তাৰা আহিল ই ঠাই।
প্ৰতি সত্ৰৰ পৰা এক শৰাই আনিল
সত্ৰৰ নামে একখনি শৰাই পাতিল।
এইদৰে মাহঅন্তে সবে ভক্ত গণ
মাধৱৰ আদ্য শ্ৰাদ্ধ কৰে সমাপন।
সাতদিন ধৰি বৰ সবাহ চলিলা
দৈ, চিৰা, কল, গাজি সবাই ভুঞ্জিলা।
বৰপেটা ধাম যেন ভৈলা স্বৰ্গপুৰী
লোকে লোকাৰণ্য ভৈলা সাত দিন জুৰি।
প্ৰতিদিনে প্ৰথমতে পুৱা গীত গায়
আয়তিসকলে আহি প্ৰসঙ্গ কৰয়।
তাৰ পাছে নাম কীৰ্ত্তন দহঘোবা গাই
প্ৰসঙ্গৰ পৰে তাল খোলক বজাই।
নটুৱা নাচয় আৰু ভোজন বিহাৰ
নাটক কৰিলা ভক্ত গণ যত তাৰ।
দশ দিন গৈলা যেবে সবে চলি গৈলা
তাৰ মাঝে বহু কথা আলোচ কৰিলা।
আতা গণ বোলে আমি থাকোতেই ভাই
ধৰ্মক ৰাখিয়া যাও গাথনি লগাই।

কেনেকৈ কিবা কৰ্ম কিমতে কৰিব
পৰবৰ্ত্তি সময়ত বাদ নাবাঢ়িব।
এনেদৰে শ্ৰাদ্ধ পৰে থাকি তিনিদিন
কৰিলা আলচ সবে কৰি ভিন ভিন।
মুৰব্বী ন্যৰায়ন আতাক সবাই মানিলা
ঠাকুৰ বুলিয়া তিনি সন্মান পাইলা।
চৈধ্য প্ৰসঙ্গৰ ক্ৰম সময় তিনি বাৰ
প্ৰত্যহ কৰিব আমি জানা নীতি সাৰ।
এইদৰে আতা সবে নীতি নিৰ্ব্বন্ধিলা
দহ দিনান্তৰে সবে স্বস্থানে চলিলা।
চক্ৰ পাণি আতৈক পাছে পুনৰ সোধই
কেন মতে আতা সবে আলোচ কৰই।
মহা পণ্ডিত ঠাকুৰ আতা মুখ্য সৰ্ব্বজন
কথাৰ সাগৰ গোপাল আছয় তখন।
বৰাবিষ্ণু আতাদেৱ দক্ষিণ কুলৰ
বুঢ়ীৰ পোগোবিন্দ আতা আহে মধুপুৰ।
ৰামচৰণ ঠাকুৰ আৰু লক্ষীকান্তৰাই
শোৱালকুচি হন্তে আহে পাৰিয়া মাধই।
বংশীগোপাল, বদলা, কেশবচৰণ
উজনিৰ পৰা আহে মুৰব্বী তিনিজন।
ছয়মাহ পৰে মাঘমাহৰ মধ্যত
পুনৰাই যত শিষ্য ভৈলা সমাগত।
আলোচ কৰিলা সবে লিখনিক চাই
গুৰুধৰ্ম সত্ৰ সমূহ কিমতে চলই।
সত্ৰ সমূহ পাতিবাক আদেশ কৰিল
শাখা সত্ৰ যত পাৰি পাতিবে বুলিল।

নামঘৰ মুখ্য আৰু পূবে ভাজ ঘৰ
কৰিলা নিয়ম দুই দ্বাৰ ৰাখিবাৰ।
পশ্চিমত মুখ্য দ্বাৰ সদায় ৰাখিব
উত্তৰ ফালে কৰ্মদ্বাৰ ব্যৱহৃত হব।
এইদ্বাৰে চলিবেক কৰ্মকৰ্ত্তাগণ
পৰিচালক মণ্ডলীও কৰিব চলন।
গোপাল আতা বোলে মই বলো একবাণী
ৰাখা বা নাৰখা কথা সবে লোৱা শুণি।
প্ৰথম দ্বিতীয় স্থান চৰণ দুতয়
তৃতীয় চতুৰ্থ স্থান উৰুজঙঘাদ্বয়।
নাভিদেশ পঞ্চম ষষ্ঠে বক্ষস্থল
সপ্তম অষ্টম স্থান বাহু যে যুগল।
নবম দেশে কণ্ঠ ভৈল দশমতে তুণ্ড
একাদশে ললাট দ্বাদশে ভৈলা মুণ্ড।
এই আৰ্হি লৈ সত্ৰৰ নামঘৰ বান্ধিব
বাটচৰাৰ পৰা মণিকূটলৈ থাকিব।
বাটচৰা জানিবা চৰণ সদৃশ
প্ৰণাম জনাই কৰে ভক্তই প্ৰবেশ।
বক্ষস্থলে গুৰু আসন থাপনা পাতিব
ঘেৰ কাপোৰ চন্দ্ৰ তাপ যথা স্থানে দিব
আসন মূলত শাস্ত্ৰ ৰাখি ভাগৱত
নাপাইলে কীৰ্ত্তন দশম ৰাখিব তথাত।
চাৰিফালে চাৰিহাটী যত ভকতগণ
তেওঁলোকে কৰিবেক নামসংকীৰ্ত্তন।
নামঘৰৰ পূবফালে একপলিচাৰি
তথাত ৰাখিব গুৰু আসনক পাৰি।

আসনত ৰাখিব শাস্ত্ৰ মূল ভাগৱত
নাপাইলে কীৰ্ত্তন দশম ৰাখিব তথাত।
আসনৰ তিনিহাট পশ্চিম থানত
শৰাই ভেটী ৰখা হব আসন সম্মুখত।
ৰাখিব দুইফালে যুগল বন্তিক
এই বন্তি দুই গছি জ্ঞানৰ প্ৰতীক।
প্ৰতি থানে মুখ্যজনে লাই খুটা লই
উপবেশন কৰিবেক জনিবা সদাই।
দক্ষিণ ফালে সম্মুখত ভাগৱত পাঠ
কৰিবেক ভাগৱতী পাৰি লই কঠ।
নাম খোলা যিটো ঠাই তাহাক মানিব
কোনোজনে নাম খোলা পাৰ নহইব।
নাম খোলাৰ দুইফালে ভক্ত দুই শাৰী
পূবৰ পৰা পঞ্চম স্থানৰ খুটা জুৰি।
তাৰ তলে বহিবেক অঞ্জনীয়া জন
সো-বামে বহিবেক সহ দুই জন।
পালিগণ তিনি পাশে বেঢ়িয়া বহিব
এহিমতে প্ৰসঙ্গত নাম কীৰ্ত্তন গাব।
তাৰ পাছে একভক্ত প্ৰশ্ন যে তুলিলা
কীৰ্ত্তন ঘৰ কেনে হব তাক নুবুলিলা।
প্ৰশ্ন শুনি ঠাকুৰ আতা সবাকে কহই
বৰপেটা কীৰ্ত্তন ঘৰ জানো দেখা নাই।
নবজোৰা মূল খুটা তথাত থাকিব
প্ৰয়োজনে পালি খুটা সব লগাইবো।
তিনি ছাল এটি টুপ এয়ে নাম ঘৰ
যিথিনি কৰিব পাৰি কৰ্ম সৌন্দৰ্য্যৰ।

চটীৰ ওপৰে ফুল চটীও থাকিব
নানাবিধ ফুল লতা চটীত কাটিব।
পাছে নীতি নিৰ্বন্ধৰ কৰে আলোচন
প্ৰতি সত্ৰে থাকিব সত্ৰীয়া একোজন।
তাহাৰ তলত সভ্য থাকি বাৰজন
প্ৰতি জনে ভগাইব বাৰ একোখন।
মুখ্য হব অধিকাৰ মজুনদাৰ লিখক
এইজন হব আৰু হিচাবৰ ৰক্ষক।
গুৰুৰ তিথি, আতাৰ তিথি, দৌল, সংক্ৰান্তি
ৰীতি মতে পালি যাবা এই উৎসৱ কেইটী।
শৰণ ভজন সত্ৰৰ অধিকাৰে দিব
প্ৰতিজনে বুজন কালে শৰণ লইব।
এইমতে বৰপেটা থানে ভক্তগণ
তিনি দিন থাকি সবে কৰে আলোচন।
তাৰ পাছে ভক্তগণ ঘৰা ঘৰি যাই
সপ্তম দিনত সভা ভাঙিয়া চলই।
তেতিয়াৰ পৰা ইটো নিয়ম হইল
এইমতে শঙ্কৰৰ ধৰ্ম যে চলিল।
তদন্তৰে তিনি ঠাই বাচিয়া লইলা
বছৰত একো ঠাইত মিলিত হইলা।
মধ্যে বৰপেটা বেহাৰতে মধুপুৰ
উজনীৰ কমলাবাৰী ৰসে ভৰপুৰ।
এই তিনি থানে যত উদাসীন গণ
গুৰুৰ নিয়ম পালি ধৰ্মৰ কৰণ।
যবে পৰা আহে ভক্ত দৰ্শন আশায়
থানৰ বাতৰি সবে সুধিবে লাগয়।

কামৰূপ বেহাৰ ৰাজ্যে মহন্ত দহজন
ধৰ্ম প্ৰচাৰিব তাৰা গুৰুৰ নিয়ম।
ধৰ্মৰ বান্ধিলা নিয়ম তাতে আতাগণ
সব ভক্তই পালি যাব শাস্ত্ৰৰ নিয়ম।

কিন্তু সকল ভক্ত সব এক মত নহয়
সাধাৰণ ভক্তগণে বুজা মস্কিল হয়।
মহপুৰুষৰ ধৰ্ম হৃদয়ত ধৰি
নিৰন্তৰে ভক্তগণে বোলা হৰি হৰি।



## *বাৰানসী ঘাটত গুৰুজনৰ অস্থিক্ষেপণ*
## *কেশৱচৰণ আতাৰ নৰিয়া*

### *পদ*

পাছে কথা বুলি গৈলা আতৈ চক্ৰপাণি
গুৰুৰ অস্থি লৈয়া যায় কেশৱ মহাগুণী।
বেহাৰৰ পৰা তিনি কামৰূপে নাহিলা
অস্থি খণ্ড লৈয়া বাৰা নসীতে চলিলা।
মধুপুৰ ধামে আদ্য শ্ৰাদ্ধ সাঙ্গ কৰি
সবাই আহিল বৰপেটা থানে লৰি।
তাতে কৰ্ম সাঙ্গ কৰি দশদিন গৈলা
তাৰ পাছে আতাগণ স্বস্থানে চলিলা।
মধুপুৰৰ পৰা কেশৱ আতা চলি যাই
যেহেতু আগতে তিনি তীৰ্থ দেখা নাই।
প্ৰথমতে গয়াক্ষেত্ৰে এদিন থাকিয়া
তাৰ পৰে পুৰী লাগি গৈলা চলিয়া।
পুৰীত সাত দিন ৰৈ ৰথ যাত্ৰা চাই
তথাহন্তে উত্তৰ দিশক লাগিযাই।
বাৰানসী ঘাটে গৈয়া অস্থিক ক্ষেপিলা
তাতে তিনি দিন থাকি উজাই চলিলা।

পোন্ধৰ দিনৰ পৰে বাৰনসী হন্তে
ত্ৰিবেণীৰ ঘাটে পাই ৰহিলা তহিতে।
অস্থিক ক্ষেপিলা আতা ত্ৰিবেণীৰ জলে
তিনিদিন পৰে আতা গৃহমুখে চলে।
কিন্তু তেওঁৰ পথমধ্যে গ্ৰহণী হইল
কথমপি মধুপৰ ধাম আহি পাইল।
শ্ৰী ৰাম আতা পাই পাছে আতিপতি কৰি
ঔটেঙা ঢেকীয়া মাছ আনে যোগাৰ কৰি।
মাছৰ আঞ্জা ঔ টেঙা পাই বৰ স্বাদ
হৰিলেক গ্ৰহণী ৰোগ গুচিল প্ৰমাদ।
তাৰ পৰে লাহে লাহে উজাই আহিল
ৰাম ৰাই কুঠী পাই তাতে জিৰাইল।
দুৰ্ব্বল শৰীৰ আতাখোজ নচলই
হৰি আতৈ থান পতি তথাত আছই।
মনোহৰ নামে শিষ্য মহা ভক্তজন
তাৰ মাতৃ হৰি মতি কৰ্মত প্ৰবীন।

ভকত অতিথি জানি শুশ্রূষা কৰিলা
এনেদৰে কিছুদিন তথাত ৰহিলা।
একমাহ বই গৈলা আহিব নোবাৰি
হৰি মতি গৃহে ৰৈলা নৰিয়াত পৰি।
পাছে ইটো বাৰ্ত্তা বুঢ়া আতাই পাইলা
যদুমণি বলাই দুইনৌ কালৈয়া গৈলা।
নৌকা আহি ভুল ক্রমে ভেলা দুবাৰ পাই
দেখিলেক কেশৱ আতা থানত নাই।
বিচাৰ কৰিয়া পাইল মধুপুৰ ধাম
এক মাহ আগে গৈলা বুলিলা শ্ৰীৰাম।

শ্ৰীৰাম আতাৰ দিহা মানি আহিলা উজাই
দুইজনে গৈলা কেশৱৰ খোজ লই।
যেবে আহি ৰাম ৰাই কুঠী থানক পাইলা
হৰি মতি আইৰ গৃহে আতাক ভেট পাইলা।
তাৰ পৰা আনিলেক কেশৱ আতাক
বৰপেটা থানে ৰাখে পূৰ্ণ মাহ এক।
কিছু দিন পৰে আতা উজনীক যাই
পদ্ম পাণি আতা সমে মিলন ঘটই।
দুইজনে একসঙ্গে কৰ্মক কৰিলা
বহুজন শিষ্য তৈতে সঙ্গে লগ লৈলা।

শ্ৰীগুৰু হৰি বোলা সব ভক্ত জন
হৰি হৰি বোলা সবে হয়া একমন।



## *পদ্ম পাণি বদলা আতাৰ ধৰ্মপ্ৰচাৰ, কূটৰ্কি বিপ্ৰৰ ৰজাৰ ওচৰত গোচৰ দান*

কামৰূপৰ সত্ৰ চাই ভক্তশ্ৰেষ্ঠ পদ্মৰাই
কলনি ভেটীত চলি গৈলা
ভক্তগণে পাছে শুণি আতাৰ কাষত আনি
সবভক্ত উপনীত ভৈলা।
আতা বোলে বাপগণ ধৰ্ম লাগি যদিমন
চাপা আহি শঙ্কৰৰ পাশ
নকৰিবা জন্ম বৃথা কৰি যোৱা কৰ্ম ইথা
নচাপিলে সমূলে বিনাশ।

আতাৰ আহ্বান পাই		আহিলেক ভক্ত চই
সহজ সৰল লোকগণ
জয় আতৈ জয়হৰি		মচুকুন্দ মুৰাৰী
আৰু কত লোক অগনন।
পদ্ম আতাক গুৰু মাণি		বুলিলেক সবে জানি
ৰক্ষা কৰা প্ৰভু নাৰায়ন
আতাত শৰণ লৈলা		গুৰু বুলি মানি লৈলা
কত ৰাজ কৰ্মচাৰী গণ।
পদ্ম পাণিত শৰণ লৈয়া		গুৰুৰ সন্মান দিয়া
সবে বোলে পৰম পুৰুষ
যতৰাজ কৰ্মচাৰী		বৰা ফুকন চৌধুৰী
শৰণত সবেই সন্তোষ।
কামৰূপে সত্ৰ চাই		আহিলা বহু আতাই
সত্ৰবোৰ সুন্দৰ কৰই
আতাৰ প্ৰভাব দেখি		বোলয় ৰজাত আহি
কিছুমান দুষ্ট বিপ্ৰচই।
ৰজাৰ আগত কৈলা		কথা কিছু লগাইলা
স্বাৰ্থত অন্ধ বিপ্ৰকেইজনে
বুলিলা ৰজাৰ আগে		ভকতেহে ৰাজ্য ভাগে
অকামিলা কৰে লোক গণে।
যাদু জানে সিটো জন		মুহিলেক নৰগণ
দেৱদেৱী পূজা নমানয়
শক্তি উপাসনা লাগি		মন প্ৰাণ গৈলা ভাগি
দিনৰাতি শাস্ত্ৰহে পঢ়য়।

যদি অকৰ্মণ্য হয় এনেহেৰা প্ৰজাচয়

দেশত লাগিব হাহাকাৰ

সমাজ ৰাজনি যাব ৰজা প্ৰজা এক হব

উন্নতি ও হব ছাৰখাৰ।

যোদ ভীৰু সৃষ্টি হব ৰাজশক্তি লোপ পাব

ৰাজ্য ধন হইব মৃতপ্ৰায়

অধাৰ্মিক ধৰ্ম বুলি প্ৰচাৰ কৰে সকলি

কালে হোৱা শক্তি নবাবৰ

স্বেচ্ছাচাৰী ৰজাগণ সদাভীত থাকে মন

খলখলৰ কথা পতিয়াই

তাহাৰ কথাক মানি দূত চাৰি মাতি আনি

কলানিক দিলেক পঠাই।

ভকতগণক আনি সুধিৰজা মহামানী

সচাৰাজ দ্ৰোহী তুমি সব

ৰজাৰ আজ্ঞাক ছেদ কৰাহা ধৰ্মত ভেদ

কেনে ধৰ্ম পালাতোৰা সব।

আৰু শুনা ভক্ত গণ কেৱল শাস্ত্ৰত মন

ধৰ্ম কৰ্ম পূজা দিয়া বাদ

সংসাৰৰ কৰ্ম চয় তোৰা সবৰ নাহি কয়

ব্ৰাহ্মণৰ সঙ্গে কৰা জেদ।

আতা বোলে ভক্ত আমি কৃষ্ণ কেহে মাত্ৰ জানি

তেওঁক ভক্তি কৰো চিৰদিন

দেৱদেৱী পূজা চয় আমাৰ কিছু নাহি কয়

ভক্তি মাৰ্গ আমাৰ প্ৰধান।

একদেৱ একসেৱ      একভিন্ন নাহিকেৱ
এক কৃষ্ণ উপাস্য আমাৰ
স্ৰজন পালনকাৰী      দয়াময় শ্ৰীহৰি
যিটোজন ত্ৰিজগতে সাৰ।
দেৱ দেৱী সুৰাসুৰ      যিটোজন সবাৰে মূল
তেওঁক ভিন্ন কাকো ভয় নাই
মাৰে বাশাস্তিক দিয়ে      তবু কাকো নাই ভয়
জগতত শান্তি মাথো চাই।
শুনি ৰজা স্বৰ্গদেউ      বিপ্ৰক বুলিলা চাই
আগতেই খলক লগাই
শঙ্কৰ দেৱ মহন্তক      দেশ কৰাইলা ত্যাগ
তহঁতৰ সম পাপী নাই।
এই বুলি চুখামফাই      আতাক বিদায় দিয়া
কিছু ভয় নাই ইৰাজ্যত
নকৰা অন্যায় একো      ধৰ্মত বান্ধি বাসাকো
বিঘিনি আতৰিবে ধৰ্মত।
তাৰ পাছে একদিন      বল ভদ্ৰ গুৰুজন
ৰজাৰ চাওত উপনীত
ধৰ্ম কথা শুনি লই      মনত আপ্লুত হই
তাৰ পাছে হ'ল শৰাণাগত।
পাছে ৰাজ কৰ্মচাৰী      ৰজাক লগাই আহি
প্ৰজা কাযে ৰাণীনত হই
দুৰ্ঘোৰ অন্যায়ইটো      ৰজাই কৰিব কিটো
এনেদৰে সাহস পাৱই।

পাছে ৰজা লাজ পাই ধৰি অনা ভক্ত চই
এই ৰাজ্য চাৰি পঠাম মই
নতুবা গৰ্দান দিব ঐত আৰু নৰাখিব
শুনি ভক্ত গন পলাই যাই।
সমুদ্ৰে বুৰায় তৰি ৰজাই মাৰে ভয় কৰি
বিচাৰৰ কথা যে পিচত
এতেকতে ভক্ত গণ হইচলা সাবধান
দুৰ্ব্বলতা নানিবা মনত।
কেশবচৰণ আতা গই বদুলাক বোলে ভাই
এতিক্ষণে যোৱাহে পলাই
কত সাধুভক্তনৰ আশা নাই জীবনৰ
আমি যাবো কোচ ৰাজ্য লই।
জয় কৃষ্ণ ভক্ত এক ৰাজ্য বিষয়াৰ লোক
মাতি আনি দুইকো ৰাখিলা
তথাপিতো কেশআতা মনত ভয় আৰ চিন্তা
ৰাজ্য এৰি বেহাৰক গৈলা।
ৰাজ বিষয়াই ধৰি ৰজাক কই আতি গুৰি
ভকত সকলক নিৰ্ভয় দিলা
শুনা সভাসদ যত বিশ্বাস কৰা ধৰ্মত
হৰি হৰি বুলি সবেচলা।

*বহুতো লোকে কবলৈ বিচাৰে যে মাধদেৱ আৰু শ্ৰীশংকৰদেৱৰ শ্ৰাদ্ধ পিণ্ড দানেৰে কৰা হৈছিল, কিন্তু গুৰু চৰিত কোনো খন পুথিত উল্লেখ নাই (বাপচন্দ্ৰ মহন্ত সমালোচনা পুথি)।*



## বদলা পদ্ম আতাৰ বিভিন্ন ঠাইত ধৰ্ম প্ৰচাৰ
## ভাটোকুচীয়া কেশৱচৰণ আতাৰ পৰলোক

### পদ

ক্ৰমে ক্ৰমে কই গৈলা আতা চক্ৰপানি
বদুলা প্ৰচাৰে ধৰ্ম সমস্ত উজনি।
আতাৰ চৰিত্ৰ কথা জানে সৰ্ব্বজন
সৰ্ব্বগুণী শুদ্ধমতি ধৰ্ম-পৰায়ন।
সঙ্গী ভকত কেশৱ চৰণ প্ৰাণৰ ভয়ত
আতাৰ সঙ্গ চাৰি তিনি গৈলা বেহাৰত।
বদুলা থাকিয়া গৈলা পচতি গ্ৰামত
পচতিৰ আশে পাশে পাইল ভকত।
নেপালী বৰ সন্দি কই চকলাৰ ভকত
এই ঠাই ভাল নাপাই আতাৰ মনত।
ডেৰেৰা পাৰত গৈয়া বসতি কৰিলা
বছৰান্তে তাক এৰি অশোকা চলিলা।
তাৰ পাছে ৰঘুগুৰি ঠাই বাচিলই
তথাত থাকিল আতা সত্ৰ পাতি লই।
এনেদৰে উজনিৰ বহু ঠাই ঘুৰি
প্ৰচাৰিলা নিজ ধৰ্ম সৌমাৰক জুৰি।
কলনি ভেটীত পুনঃ আতাই আহিল
সেই ঠাইৰ ভক্তগণ আনন্দ জুৰিল।
বৰুৱা পুৰুষোত্তম কীৰ্ত্তন শুনিবাৰে
আতাক মাতিলা তেওঁ কীৰ্ত্তন কৰিবাৰে।
তথাত আছিল এক আহোম কুমাৰ
অনেক ৰাজ বিষয়াও আহে চাহিবাৰ।

ৰঘু গুৰিত থাকি আতা ধৰ্ম প্ৰচাৰিলা
অনেকলোকক তাতে ধৰ্মৰে মুহিলা।
তাৰ পাছে গৈলা আতা হৰি পুখুৰীত
সমস্ত লোকক তাতে কৰিলা দীক্ষিত।
অনন্তৰে গৈলা আতা চকলা থানত
পচতিক আহি গৈলা ছয়মাহ পাচত।
কত ঠাই ঘুৰি পকি কিছু নাপাইলা
অৱশেষে বদুলা থানত মাটি লৈলা।
যমদগ্নি নামে লোক এজন আছিল
তাহাক সোণ ভৰি দিয়া মাটি জুখি লৈল।
বদুলা নামেতে সত্ৰ থাপন কৰিলা
সেই সত্ৰৰ হাটী পাটি বহাঘৰ বান্ধিলা।
বহাঘৰ বান্ধি আতা অতি যত্ন কৰি
ভকতৰ বাবে বাহা বান্ধে শাৰী শাৰী।
এইদৰে বাহাযেবে বান্ধিয়া লইলা
বেহাৰৰ পৰা ভাটো কচি আতা আইলা।
কিছু দিনৰ বাবে দুইজন মিলি গই
হৰি নাম মহাধৰ্ম প্ৰচাৰ কৰি ৰই।
দুই বছৰ ৰই কেশৱ আতা মহামতি
ৰোগে আক্ৰমিলা দেহ নাহিকে শকতি।
তাৰ পাছে পদ্ম আতা বহু যত্ন কৰি
চিকিৎসা কৰিলে বহু চিকিৎসক ধৰি।

কিন্তু ফল নদৰ্শিলা ক্ৰমে টান হই
অম্বুবাসী শুদ্ধিৰ দিনা গৈলা স্বৰ্গ লই।
মৰাৰ আগতে পদ্ম আতাক বুলিলা
আমাৰ কাৰণে বাপ গুৰুক লগ পাইলা।
মোৰ বাৰ জন শিষ্য প্ৰিয় মুখ্যতৰ
আপোনাক গতাইলো নকৰ ভিনপৰ।
মৃত্যু কালে বদলা আতা ঘৰত নাছিল
কুহিয়াৰে মাটি দিয়া পথাৰে থাকিল।
এক আল ধৰা হেন সময়ে আহিলা
কেশৱ আতা যাব চলি অন্তিম পাইলা।
সত্বৰে চলিও বাপ বাহাৰ গৃহক
নতু মাত নাপাইব লগৰ জনক।
পদ্ম বোলে কেশৱ আতা আমাক নামাতি
কিমতে যাইবে পাৰে ভাঙিয়া সম্প্ৰীতি।
নাথাকিল আতা আৰু খেতি মাঝে ৰই
নাম ঘৰৰ দুৱাৰ মেলি বুলিলা আতাই
চলি যাও বাপ অপেক্ষিছো তোমালই।
মাতাবাৰি দিয়া হেতু ইয়াত আছো ৰই
চিৰদিনৰ বাবে বাপ বিদাই বিদাই।
এই বুলি কেশৱ আতা ভৈলা অন্তৰ্দ্ধান
খৰ ধৰ খোজে পদ্ম আতা আহি চান।
কেশৱ আতাৰ মৃত দেহ বিচনাত পৰি
শুই আছে মাত্ৰ আতা মুদি চকুজুৰি।
চকুপানী টুকি পদ্ম আতা বহি ৰৈলা
ভকত সকলে আহি চৌদলা তুলিলা।

হৰি নাম গাই গাই নদীৰ তীৰত
আতাৰ নশ্বৰ দেহ কৰে ভষ্মীভূত।
কিবা তিথি আছিলেক মনত নুগুনি
অম্বুবাসী শুদ্ধি দিন সবেলৈলা লাজ জানি।
ত্ৰয়োদশ দিনে নাম কীৰ্ত্তন কৰিয়া
কেশৱ আতাৰ আদ্য শ্ৰাদ্ধ থৈলা সমপিয়া।
এক বৰ্ষ পৰে দুনাই আতা পদ্মৰাই
ঘুৰি পকি জৰাবাৰী থান পালেগৈ।
গোপীকান্ত নামে একভক্ত মহাজন
টিপাম নিবাসী সিটো ভকত পৰম।
এওঁ পাছে চলি যায় থান মধুপুৰ
আশে পাশে ঘুৰি পকি ফুৰি বহু দুৰ।
বুঢ়ীপো গোবিন্দ আতে সত্ৰ মধুপুৰে
গোপী কান্ত শৰণ লৈলা তাহাৰ ওচৰে।
গোবিন্দ বুলিলা বাছা শুনা ভক্ত ধন
তোমালোকৰ কাষে আছে আতা বাপুকণ।
কণিষ্ঠতম্ মুখ্য শিষ্য জানিবা গুৰুৰ
পৰম পণ্ডিত লোক জ্ঞানত প্ৰচুৰ।
শৰণ লৈলাহা ঐত ভাল কথা ভৈলা
আতাত পাইবে লাগি উজনি চলিলা।
মুৰাৰী মুদৈৰ গৃহে আছে বাপুকণ*
তাতেই পাইলা লাগ গোপীনাথ সুজন।
তাতে গৈয়া মনৰ ছিল যত অভিপ্ৰায়
আতাৰ সমীপে কথা সবাকে বোলয়।

*বাপুকণ - বদুলা পদ্ম আতাৰ নাম

পদ্ম আতাৰ নিৰ্দ্দেশত গোপীকান্ত ৰাই
জৰাবাৰী নামে সত্ৰ পাতিলেক গই।
নামঘৰ মণি কূট আৰু বহাঘৰ
হাটি ঘৰ বান্ধি দিলা বিবিধ প্ৰকাৰ।
পাতিলেক্ সত্ৰ খনি অতি চমৎকাৰ
জৰাবাৰী নামে সত্ৰ প্ৰসিদ্ধ সবাৰ।
গোপীকান্ত মাণিলেক আতাক গুৰুজন
সমন্ধ ঘটিলা পাছে গোটেই জীৱন।
জৰাবাৰী নামে সত্ৰ প্ৰসিদ্ধ লোকত
তথাত হৈলা ভক্ত লোক অসংখ্যাত।
শঙ্কৰ মাধবৰ ধৰ্ম অতিকে পবিত্ৰ
কৃষ্ণত শৰণ লই নাম লোৱা মাত্ৰ।

এই ধৰ্মৰ কথা আমি মনে প্ৰাণে ধৰি
সমস্ত সমাজে ডাকি বোলা হৰি হৰি।



## বদলা আতাৰ প্ৰতি মহাৰাজ প্ৰতাপ সিংহৰ অভয়দান, আৰু কমলাবাৰী সত্ৰ স্থাপন

### পদ

অনন্তৰে বহু কথা বোলে চক্ৰপাণি
বদলা আতাৰ কথা আছে কতখনি।
মুৰাৰী মুদৈ নামে আঢ্যকন্ত অতি
গুৰুৰ শৰণ লৈলা হইয়া পীড়িতি*।
আতা উজনিত গৈ কৰে বিচৰণ
মুদই লোৱে গই তথা আতাত শৰণ।
শৰণ লইয়া আপোন কৰ্ম নিতে কৰি
থাকিলেক মুদৈ তাতে গুৰুক সুঁৱৰি।
আঢ্যৱন্ত খ্যাতিমন্ত মুৰাৰী মুদৈ
সৌমাৰ■ ৰাজ্যত পৰিচিত বহু ঠাই।

*পীড়িতি - প্ৰীতি

ৰাজধানী ৰাজপৰিয়ালতো বিদিত
ৰজা প্ৰজা ধনী মানী আমোলা সমাজত।
আহোম ৰাজ্যত ভয়ে ভয়ে ধৰ্মক প্ৰচাৰি
কেশৱআতা, বদলা আতা আৰু আতৈ হৰি।
ভয়ে ভয়ে ফুৰে মাথো ধৰ্ম কথা কই
প্ৰসঙ্গ কৰয় তালে কাপোৰ মেৰাই।
গুৰুৰ প্ৰপন্ন শিষ্য নিতাই পৰমাই
গুৰু সেৱা নাম কীৰ্ত্তন গোপনে কৰই।
মুৰাৰী মুদৈৰ কিন্তু অধিকাৰ সবাত
বয় বস্তু দিয়ে আনি ৰজাৰ গৃহত।

■সৌমাৰ - প্ৰাচীন কামৰূপৰ পূব অংশ

তাহ্যৰ গৃহত আহি আশ্ৰয় লভিলা
তথাত থাকিয়া মহ নিৰ্ভয় হইলা।
পাছে আতা শুনিলেক বাৰ্তা অনেকৰ
সত্য মিছা সত্য কথা শিকাই বিস্তৰ।
শত্ৰুগণে তথাপিতো খলক লগাই
আতাৰ বিৰুদ্ধে কথা লগাই ফুৰাই।
আতাবোলে বাপুগণ শুনিবা ৰজাক
সন্দেহ নকৰে যেন ৰজাই আমাক।
ৰজাৰ মঙ্গল হেতু চিন্তে ঈশ্বৰক
ৰাজ্যৰ শান্তি কামনাত প্ৰচাৰি ধৰ্মক।
ৰজাক বুলিবা তুমি অতি ভাল কৰি
যদিহে সোধই ৰজা লই আতি গুৰি।
ধৰ্ম কৰ্ম কৰো আমি সবাৰো মঙ্গল
নিচিন্তোহো কদাচিতো কাৰো অমঙ্গল।
কিছুদিন থাকিল আতা মুঁদৈৰ ঘৰত
নাথকিল কথা কিন্তু ৰজাৰ অবিদিত।
সুধিলেক একদিন ৰজাৰ আগত
পুৰুষেক আছে হেনো তোমাৰ গৃহত।
কিবা নাম, কিবা কৰ্ম, কিবা ধৰ্মভাৱ
অমঙ্গল মিলাবে ৰাজ্যে কৰে ব্যভিচাৰ।
বহুতৰ মুখে আমি কথা আছো শুনি
অৱশ্যে মানিবো কথা নিবোলে আপুনি।
ৰাজদ্ৰোহী চুটুকাৰ অথবা পণ্ডিত
লগাই আছে বহু কথা বহুতো আমাত।
মুঁদৈ বোলো স্বৰ্গদেউ কৰিছো মিনতি
সত্য কথা আছে এক সন্ত লোক আতি।

সদা চিন্তা কৰে তাৰা প্ৰজাৰ মঙ্গল
নিচিন্তয় কদাচিতো কাৰো অমঙ্গল।
ৰজাৰ মঙ্গল চিন্তে নিবিড় স্থানত
একমনে চিন্তে মাধোযেন ধ্যানেৰত।
ৰজা বোলে আনিবাহা আমাৰ কাষক
সাক্ষাত কৰিবো আমি সিটো পুৰুষক।
মুঁদৈ বুলিলেক কথা ভৈলা ভাল বৰ
সাক্ষাত কৰাইলা আনি আতা পুৰুষৰ।
বহুচিন্তা কৰিছিল কতদিন আগৰ
ইচ্ছা ৰাজ দৰ্শনত সিটো পুৰুষৰ।
পৰহি যাইবো আমি আপোনাৰ বাৰী
নাম কীৰ্ত্তন কৰা হেতু সঙ্গে ভক্ত চাৰি।
পাচ জন গৈয়া তাত কীৰ্ত্তন কৰিব
তাৰ পাছে অন্য কথা যত আলোচিব।
এই বুলি দুইজন নিজ স্থানে গৈলা
সময়ত আতা গৈয়া ৰাজবাৰী পাইলা।
ৰজাৰ সম্মুখে গৈ হুয়া অৱনত
কৰিলেক বহু স্তুতি সকলে আগত।
বুলিলেক ভক্তগণে সম্বোধি ৰজাক
স্বৰ্গদেউৰ বিচাৰ মতে কাটোক আমাক ।
যদি আমি ভগবান কৃষ্ণক চিন্তিবো
অন্ত কালে মুক্তি লভি বৈকুণ্ঠ পাইবো।
শ্ৰীমন্ত শঙ্কৰদেৱ গুৰু যে আমাৰ
শ্ৰীকৃষ্ণ আৰাধ্যদেৱ শ্ৰষ্টা জগতৰ।
যিজনৰ ইঙ্গিতে হয় সৃষ্টি স্থিতি লয়
বিষ্ণু ৰূপে থাকি জানা জগত পালয়।

সবাৰে হিতৰ হেতু প্ৰাণামো তাহাক
ৰজাৰ মঙ্গল চিন্তা কৰি সেবো তাক।
একদেৱ একসেৱ একভিন্ন নাই
এজন বিশ্বপতি জগত শ্ৰজই পালই।
ৰাজ্যৰ পিতা মাতা মানি ৰজাই প্ৰধান
বাকী প্ৰজাগণ যত সবাই সমান।
বুদ্ধি অনুসাৰে কৰ্ম কৰে প্ৰজাগণ
এক গৰ্ভে জন্মে তবু নহয় সমান।
বিবেক বুদ্ধি অনুসাৰে উচ্চ নীচ হয়
ধৰ্মত থাকিলে লোক বিপদ নহয়।
ঈশ্বৰক চিন্তা কৰি কৰ্মক কৰিব
মই মোৰ ভাৱকিন্তু মনত নানিব।
ইটো ধৰ্ম পালো আমি প্ৰচাৰোলোকত
ভাল মন্দ ইটো কৰ্ম ভাবিও মনত।
বিচাৰ কৰিয়া চাই দিওক দণ্ড যিবা
তথাপিতো অন্যায় চিন্তা নকৰো জানিবা।
যাগ যজ্ঞ পূজা পাতল বাজে খৰচত
অকাৰণ শক্তি ক্ষয় ৰাখিবা মনত।
প্ৰতাপ সিংহ মহাৰাজ বুদ্ধিত প্ৰখৰ
বুজিলা সমস্ত কথা নীতি ভকতৰ।
বুলিলা ৰজাই পাছে থাকা নাম গাই
কালি প্ৰভাততে যাবা দেখিব সবাই।
এই বুলি ঠাই মুচি যোগাৰ কৰিলা
শাস্ত্ৰ পঢ়িবাক লাগি শৰাই পাতিলা।
ধুপ ধুণা বন্তি জ্বলাই হৰি নাম গাই
অহোৰাত্ৰ নাম কীৰ্ত্তন তাতে চলি যাই।

নাম অবসানে ৰাজা বোলে নিষ্ঠ কৰি
নাম কীৰ্ত্তন সঙ্গে আৰু কিবা কৰ্ম কৰি?
আতা বোলে মহাৰাজ কৰো নমস্কাৰ
হাল চাষ কৃষি কৰ্ম কৰ্ত্তব্য আমাৰ।
পৰিশ্ৰম কৰি আমি পেট প্ৰবৰ্ত্তাও
জীবিকাৰ কৰ্ম আৰু হৰি নাম গাওঁ।
ৰজা বোলে যিবা লাগে ৰজাৰ পৰাদান
শীঘ্ৰ কৰি দিয়া মোক ইটো সমিধান।
আতা বোলে দ্ৰব্য বস্তু সম্পত্তি নাচাও
নিৰ্ভয়ে পালিম ধৰ্ম ইয়াকেহে চাওঁ।
ঢোলপিতি ৰজাই পাছে দিলা সমিধান
ধৰ্মত বিঘিনি যেন নকৰয় আন।
ভকতৰ নাম ধৰ্মে বাধা নাই আৰ
কৰি থকা হৰি নাম লোকত প্ৰচাৰ।
মাটি বাৰী টকা দিব সত্ৰ কিছুমান
সত্ৰ চলাবৰ বাবে নিজৰ ভূমি দান।
যাৰ ইচ্ছা আছে গুৰুৰ ধৰ্মক ধৰিব
ধৰ্ম প্ৰচাৰতো কোনো বাধা নাথাকিব।
উদাৰ উদাসীন লোক তুমিসি মহান
তোমাৰ পৰাই লোকে পাব দিব্য জ্ঞান।
মুদৈৰ বাৰীক আহি নিৰ্ভয় মনত
আনন্দতে নাচে গাৱে যতেক ভকত।
শৰণ লৈলেক বহু ৰাজ কৰ্মচাৰী
বৰুদলৈ, পৰীক্ষিত, কৰুণাকে ধৰি।
বৰুৱা পুৰুষোত্তম তেলি হাজৰিকা
ৰাজ কৰ্মচাৰী বহু আশেপাশে থকা।

হৰি আতে আছিলন্ত সত্ৰৰ চালক
আৰু কত জন ভক্ত গুণগ্ৰাহী লোক।
আলচ কৰিয়া পাচে সত্ৰক পতিলা
পুৰুষোত্তম বৰুৱাক ভূমিক মাগিলা।
বৰুৱা বুলিলা বাপ আছে ভূমি মোৰ
যেনে লাগে তেনে ভূমি হইব প্ৰচুৰ।
চাই চিন্তি লোৱা বাপ বিটো ঠাই হয়
ওচৰত কুৰি বিঘা ওখ ঠাই আছয়
যদি লাগে দি দিম সিটো ভূমি চয়।
আতা বোলে অকপটে যদি কৰদান
দধিচিৰ আত্ম দান হইব সমান।
বৰুৱা দিলেক দান কমলাৰ বাৰী
প্ৰসিদ্ধ হইল সত্ৰ নাম কমলাবাৰী।
পাতিলা সকলো মিলি সত্ৰক প্ৰধান
বদলা আতাই ভৈলা সত্ৰৰ মুখ্য জন।

শ্ৰীহৰি আতেক নামৰ পাঠক পাতিল
যতেক ভকত মানে আছি লগ দিল।
নদন বদন সত্ৰ আহোম ৰাজ্যত
নামৰ ধ্বনি চানি গল উজনি দেশত।
শিৰে তুলি এই সত্ৰ আতাই পাতিলা
উজনি ৰাজ্যত মুখ্য এই সত্ৰ ভৈলা।
কেন্দ্ৰত বৰপেটা ধাম ভাটি মধুপুৰ
উজনি কমলাবাৰী বসে ভৰপুৰ।
তিনিও ৰাজ্যত তিনি মুখ্য সত্ৰ ভৈলা
শিৰত কমলাবাৰী সবাই জানিলা।
সৰ্ব্বাঙ্গ সুন্দৰ সত্ৰ অনেক ভকত
হৰি নাম ধ্বনি উঠে প্ৰত্যহ লোকত।
গুৰুৰ চৰিত্ৰ কথা সবে কৰ্ণে শুনি
হৰি হৰি বোলা পাপ যাইব দুৰণি।



## শ্ৰীহৰি আতেৰ অকাল মৃত্যু

### পদ

কমলাবাৰীৰ থান পৰম শোভিত
সেহিসে থানৰ কীৰ্ত্তি কয় ভক্ত যত।
কীৰ্ত্তন ঘোষা নাম ঘোষা বৰ গীত আদি
নৃত্য গীত কৰে সবে ব্ৰহ্মাণ্ডক ভেদি।
বাদ্যৰ শবদে ত্ৰিভুবণে উঠে ধ্বনি
শ্ৰী হৰি আতাই শিল্পী ভক্ত মহা গুণি।

তাল খোল মৃদঙ্গ বজাই ধীৰে ধীৰে
নটৱা নাচয় আৰু নাচে সূত্ৰ ধাৰে।
তিনি বছৰ গৈলা চলি কোনো দুখ নাই
এনেদৰে মহা সুখে দিন বই যাই।
তাৰ পাছে শুনা এবে যেন কথা ভৈল
শ্ৰীহৰি আতে হঠাতে নৰিয়া পৰিল।

বাহ্য ঘৰে বহুলোক ভৈলা সমাগম
সবে বোলে সৎ ডেকা লোক গুণীতম্।
অনেক যতন কৰে নোহেৰন্ত ভাল
ভকত সকলৰ মধ্যে মিলে আহকাল।
আতাৰ চৰণে ধৰি কৰয় ক্ৰন্দন
অভয় চৰণে মোক দিওক শৰণ।
পাৰে পৰি কাতৰ কৰো গুণা বাপ মোৰে
অহ্য কলি যাইব আমি সেই নিজ ঘৰে।
ভকত সকলক তেওঁ মাতিবাক কৈলা
যত ভক্ত আছে মানে কাষক আহিলা।

সবে চকু পানী মচি দেখিয়া থাকিল
হৰি আতে চকু মুদি বিদায় মাগিল।
লাহে লাহে কৰি শেষ নিশ্বাস পেলাই
চিৰ শান্তি লভি আতে বৈকুণ্ঠক যাই।
শোক উৰ্মি উঠিলেক থান কমলাবাৰী
হৰি আতে চলি গৈলা নশ্বৰ দেহ এৰি।
দশদিন পৰে নাম কীৰ্ত্তন কৰিয়া
আতাৰ আদ্য শ্ৰাদ্ধ ক্ৰিয়া থৈলা সমাপিয়া।
শ্ৰীহৰি আতে বৈকুণ্ঠক গতি কৰি
সমস্ত সমাজে ডাকি বোলা হৰি হৰি।



## কালিন্দ্ৰী আইৰ প্ৰতি আতি বৰ্গৰ হিংসা

### পদ

উজনি ৰাজ্যৰ কথা এহিমানে থওঁ
গুৰু পৰিয়ালৰ কথা দুযাৰিমান কওঁ।
পাট বাউসী থানে আছে কালিন্দ্ৰ গোসানী
সঙ্গে থাকিলেক বাৰি বধু দুই জনী।
আঠাইশ বৰিৰ আগে গুৰু চলি গৈলা
ৰমানন্দ তাৰ পাছে অনুগামী ভৈলা।
কমললোচন চলি গৈলা তাৰ আগে
ভক্তগণে সত্ৰ পাতি আছে ভাগে ভাগে।
মাধৱ গৈলা চলি কোচ বিহাৰত
আতা গণ থাকিলেক বিভিন্ন থানত।
ভাগী আতি হিংসা কৰে নাপাই গুৰুভাৰ
এই বাবে হিংসা লাগি থাকিল তাহাৰ।

ৰামৰায় খুড়াপুত্ৰ শংকৰ দেৱৰ
বৈমাত্ৰেয় বনগঞা আপোন তাহাৰ।
মাধৱ দামোদৰৰ মাজে যেবে বাদ ভৈলা
গুৰুৰ আতি গনে দামোদৰৰ লগ লৈলা।
দুই দলৰ মাজে বাদ ক্ৰমে বৃদ্ধি ভৈলা
কালিন্দ্ৰী আইক হিংসা কৰি বাক লৈলা।
বৃদ্ধাৰ আছিল পুত্ৰ শ্ৰীহৰি চৰণ
নাতি দুই পুৰুষোত্তম চতুৰ্ভুজ জন।
তিনিজনী বিধৱা নাৰী গৃহতে আছয়
বৃদ্ধা মাত্ৰ আই মাতৃ যুৱতী দুজয়।
উৰ্ব্বশীকো জিনে ৰূপে বোৱাৰী দুজনী
আভিজাত্য গণে লোকে কৰয় চাৰনি।

এনেহেন ৰূপৱতী ত্ৰিভুবনে নাই
কামাতুৰ গণে সদা লোভে নিৰীক্ষই।
ৰামৰায় বনগঞা আৰা দুইজন
ঈৰ্ষা কৰি কালিন্দ্ৰীক ঘৃণে সৰ্ব্বক্ষণ।
এনেদৰে বহুকষ্ট আই যে পাইল
ৰমানন্দৰ বিয়োগত ভৈলা শোকাকুল।
ঠাকুৰ আতা প্ৰমুখ্যেতে ভক্ত কেইজন
মাতৃৰ সুখ দুখ কিছু কৰে অন্বেষণ।
চাউল ধান দ্ৰব্য বস্তু কিছু দান কৰে
কিছু খাব পায় কিন্তু কিছু নিয়ে চোৰে।
গুৰু মাধবদেৱ যেবে বৰপেটা ছিল
ঘৰ মেৰামতি কৰ্ম চকু ৰাখিছিল।
আজ্ঞা পালি গৰু গাই পুহি বাৰ হেতু
সহায় কৰিয়া দিছিল বহু ভাল বস্তু।
এবে কিছু নাই কোনো আশ্ৰয় দাতা জন
সাগৰত পেলাই দিলে বিধাতাই দিন।
ৰমানন্দৰ বোৱাৰী আৰু কমলৰ
আতিকে ধুনীয়া নাৰী দেখিতে সুন্দৰ।
ৰঘুদেৱ মহাৰাজ বিজয়পুৰৰ
হাথিয়া দলই কৰ্মচাৰী তাহাতৰ।
বগৰী বৰীয়া চৌধুৰী জয়বৰ
অনেক জনৰ মুখে পাইল খবৰ।
অতিকে সুন্দৰ নাৰী তথাত আছয়
যদি ইচ্ছা আছে এটি আনিবে পাৰয়।

জয়বৰ বোলে ধন যত লাগে দিব
সোধাগৈ কালিন্দ্ৰীক দিব কি নিদিব।
বোৱাৰীক দিয়ে যদি তাহাৰ কণিষ্ঠ
তাহাক লাগিয়া আমি সদাহব নিষ্ঠ।
হাথিয়া দলৈ সোধে মাতৃত এবাৰ
মাতৃ পুছিলন্ত কথা বাপুৰ* আগৰ।
হৰি চৰণ বোলে আই সোধা বোৱাৰীক
আপোনাৰ সুখ লাগি কেনে ৰুৰেচিত।
বিষয় বাসনা লাগি যদি হয় মন
মহাসুখী হব পাৰে পাব বহু ধন।
এখন যাইবে পাৰে জয় বৰ ঘৰত
ৰজাৰ চৌধুৰী তিনি লোকত প্ৰখ্যাত।
তাৰ পাছে সোধে কথা সৰু বোৱাৰীক
বৈধব্যৰ জ্বালাত যাৰ চিন্তা অত্যাধিক।
বোৱাৰী বুলিলা দাদা আৰু শাহু আই
শংকৰদেৱ সম পুৰুষ জগতত নাই।
জগতৰ গুৰু শংকৰ তাহাৰ বোৱাৰী
আলপৈচান ধৰিছিলো দুই হাত পুৰি।
পবিত্ৰ এই দুই হাতে সাবতি আনক
অপবিত্ৰ হব হাত, গলে আন ঘৰক।
কথা শুনি দুষ্ট মতি হাথিয়া চলিল
কাৰ্য্য সিদ্ধি কৰিম বুলি প্ৰতিজ্ঞা কৰিল।
ৰাজ্যৰ আঢ্য বন্ত আৰু দুষ্ট মতি গণ
কুটৰ্কি অধম আৰু খলুৱা দুৰ্জন।

*বাপুৰ- হৰিচৰণ (গুৰুৰ পুত্ৰ)*

তাহাৰ সঙ্গত কৰে সদা আলোচন
কেনে মতে ৰজাৰ ৰাখিবে পাৰি মন।
অনেক দুষ্কৰ কৰ্ম কৰিতে লাগয়
এহিহেতু বহু অৰ্থ আগমন হয়।
ৰাজ্যত যতেক আছে সুন্দৰী যুৱতী
ৰজাক দিবেক আনি কৰিবে পীড়িতি।
ৰজাৰ অমাত্য যত হাতত ৰাখয়
মদ ভাঙ সুৰা পান কৰে সৰ্ব্বদায়।
এই কৰ্মে ৰজাৰ সিটো হয় প্ৰিয়জন
ধনলোভৰ ক্ষমতাৰে বাঢ়ি গৈলা মন
আনিব নপাৰি সিটো শংকৰ বোৱাৰী
সদা চিন্তে কি উপায়ে আনিবাক পাৰি।
স্বাৰ্থ সিদ্ধি নহল মোৰ গুনিলা মনত
ৰকচিচ্ নাপালো মই ৰূপ একশত।
হাথিয়াৰ সঙ্গে সৈন্য সামন্ত চলিল
পাট বাউসী লাগি সবে বেগাই লৰি গৈল।
ৰাম ৰায় গণ্ডগিৰি অতিকে আপোন
দুই ভাই হিংসা কৰে পাৰে যতমান।
খুড়া পুত্ৰ এজন, বৈমাত্ৰেয় আন জন
গুৰু গিৰি নাপাই হিংসা কৰে সৰ্ব্বক্ষণ।
ৰমানন্দৰ পুত্ৰ ভৈলা পুৰুষ উত্তম
হৰি চৰণৰ পুত্ৰ চতুৰ্ভুজ নাম।

হথিয়া, ৰামৰায় বন গণ্ড গিৰি
তাহাৰ পৰিয়াল যত থাকে হিংসা কৰি।
কূটৰ্কি স্বভাব তাহাৰ মহা অহংকাৰী
আপোন স্বাৰ্থ হেতু সদা থাকে ঘূৰি ফুৰি।
ৰজো গুণী স্বভাৱ তাৰা শাস্ত্ৰ নজানয়
গুৰু উত্তৰাধিকাৰী হইবে চাহয়।
নিদিলা গুৰুয়ে একো অৱজ্ঞাক কৰি
এতিয়া কৰই হিংসা গুৰুৰ চলি তিৰি।
ধন জন মাটি বাৰী যথেষ্ট আছয়
ৰজাঘৰে প্ৰজা মাৰে জানে সমস্তয়।
হাথিয়া ৰামৰায় দুইৰো আলোচ চলিলা
ৰজাক দিবেক কন্যা প্ৰতিজ্ঞা কৰিলা।
সেইহেতু ৰজাৰে জানাইলা গই
দুখীয়াৰ গৃহে আছে দুই কন্যাৰাই।
অতীৰ সুন্দৰী কন্যা ভুবন মোহিনী
ৰূপে গুণে মেনকা উৰ্ব্বশীকো যাই জিনি।
আপোনাৰ পাত্ৰী ভাল হব মহাৰাজ
ধৰিয়া আনোক কন্যা কৰি গৃহ কাজ।
এই বুলি হাথিয়া দলই মহাশই
ৰজাক প্ৰলোভন দিলা নানা ছলকই।
গুৰুৰ চৰিত এবেতনা সৰ্ব্বজন
হৰি হৰি বুলি সবে শুদ্ধ কৰা মন।



## জগত গুৰু শংকৰদেৱৰ পৰিয়ালৰ ওপৰত ৰজাৰ উৎপীড়ন, বোৱাৰী হৰণ, অমৃত চৌধুৰীৰ দ্বাৰা কন্যা মুক্ত

### পদ

তাৰ পাছে দুখ কৰি বোলে চক্ৰপাণি
গুৰু পৰিয়ালক দুখ দিলেক অজ্ঞানী।
লোভ লগাই বোলে কথা হাথিয়া দলই
লোভে বশবৰ্ত্তি কথা শুনে ৰঘুৰাই।
বগৰীবাৰী নিবাসী চৌধুৰী জইবৰ
ষড়যন্ত্ৰ কৰে দুইজনে ঘোৰতৰ।
হাথিয়া বুলিলা শুনা নৃপতি মহান
ধুনীয়া সুন্দৰী আছে পাটবাউসী থান।
একেখনি ঘৰতে বিধবা তিনিজনী
ৰূপত অপ্সৰা জিনে ভুবন মোহিনী।
বৰ্ত্তমানে অনাটনে মহাকষ্ট পাই
ধান চাউল খৰি খেৰ দিবলৈকে নাই।
ৰজাৰ ঘৰিণী হলে সুন্দৰ জুৰাই
আপুনি হইব সুখী সুন্দৰীক পাই।
এতেকতে মহাৰাজ গৰমৌলী পঠাই
কালিৰ দিনতে কন্যা ধৰি আনা গই।
প্ৰলোভনে প্ৰলুব্ধ কৰিলে ৰজাক
ৰাজমাতাপাটৰাণী কিন্তু দিলে হাক।
ৰজা তুমি পৰৰ চুবা পাত সম নাৰী
তাতে সিহঁত মান্যবন্ত গুৰুৰ বোৱাৰী।
ধৰ্মৰ ওপৰে হাত নিদিবি ৰাজন
সতীৰ শাপতে ৰাজ্যে হইব শ্মশান।
যদিহে কৰহ ইচ্ছা আৰু অধিক নাৰী
মিঠা যৌবন প্ৰাপ্ত কন্যা আনাহে বিচাৰি।
ৰজা বোলে তিৰিৰ কথা আমি নমানই
ৰজাৰ কাষত বাধা কৰিবে নাপাই।
ৰূপৱতী উপযুক্তা অন্বেষ পুৰত
নহলে কৰিব কৰ্ম দাসী মহলত।
অনাহাৰে অৰ্দ্ধাহাৰে তাহাৰ দিন যাই
ইয়াত আহিলে সুখে থাকিতে পাৰই।
এই বুলি নৃপতিক হাথিয়া মাতিলা
সভাভঙ্গ দিয়া দহ মৌলিক পঠাইলা।
বাউসী থানত গৈয়া কথাক সুধিলা
বৃদ্ধা আই কালিন্দ্ৰীয়ে চমকিত ভৈলা।
মাজু আই সৰাই দাঁত পাট্‌কু খুন্দিয়াই
সৰু আই চন্দ্ৰাৱতী ত্বৰিতে পলাই।
বৰ আই সুমতিয়ে পুত্ৰ কোলে লই
আঠু কাঢ়ি সেৱা কৰে দুত গণ চাই।
পঞ্চ বছৰীয়া শিশু পুৰুষ উত্তম
তাক লাগি দহে হিয়া আৰ কিনো কম।
পৰৰ ঘৰত বাচা বৰ দুখ পাব
বুঢ়ী মাক কালিন্দ্ৰীয়ে শোকতে মৰিব।
শ্ৰীগুৰু শংকৰ মোৰ পতিৰ পিতা দেৱ
ৰজা প্ৰজা ধনী মানী সবে কৰে সেৱ।

তাহাৰ বোৱাৰীক কৰা এনে আচৰণ
ধৰ্মদ্ৰোহী তই হব অকালে মৰণ।
হাথিয়া বুলিলা বৃথা বাক্য ব্যয় নাই
পাপ পুন্য দোষ গুণ বিচাৰি নাপাই।
ৰজাৰ আদেশ পালি কৰো সব কৰ্ম
পাপ পুন্য দোষ নিৰ্দ্দোষ নিবিচাৰি ধৰ্ম।
ৰাজ নীতিত ধৰ্মা ধৰ্মৰ বিচাৰ কিছু নাই
চলে বলে কাৰ্য্য সিদ্ধি ৰাজনীতি কই।
পালিত কুট্টাক প্ৰভু যি আদেশ বোলয়
ভাল বেয়া নিৰ্ব্বিচাৰে কুকুৰে কৰয়।
শীঘ্ৰে বলা সঙ্গে নতু চামতা লগাই
দুই হাতে বান্ধি নিবো ৰজাৰ কাষলৈ।
ৰজাৰ গৃহত গৈয়া হই যাবা ৰাণী
আমি ভৃত্য গনে তেবে সেৱা কৰিম মানী।
কালিন্দ্ৰী আইও আহি ভৰিত ধৰিলা
তথাপিতো দুতগনে তাহাক নেৰিলা।
সুমতি বুলিলা আই বিধিৰ লিখন
মহা মহা সতী সাধ্বীৰ নহয় খণ্ডন।
ভগবান ৰামৰ ভাৰ্য্য সীতা শান্তি আই
ৰাক্ষস ৰাবণে পাই হৰি লৈয়া যাই।
পতি পঞ্চ পাণ্ডব তাতে সখা ভগবান
সেই দ্ৰৌপদীও পাইল কত অপমান।
অত এব যাইবো আমি ভয়ক নকৰি
যিটো হয় হব মাত্ৰ ৰক্ষা কৰ্ত্তা হৰি।
একজন দুতে পাছে পুত্ৰক লইল
দুইজনে দুইহাতে সুমতিক ধৰিল।

আগে পাছে সাতজন দুত চলি যাই
বিজয় নগৰ পাইলা নানা কষ্ট পাই।
ৰজাৰ আগত নিয়া কন্যাক ভেটয়
দুত গণ চলি গৈলা আপোন আলয়।
পাছে জানিলন্ত আইৰ চাৰিজন ভাই
অমৃত চৌধুৰীৰ ভগ্নী ৰজা নজানই।
চাৰিজন মিলি ৰজাৰ পাশে চলি গৈলা
ৰূপ তিনি কুৰি নিয়া ৰজা আগে থৈলা।
বুলিলা ৰজাক পাছে আমাৰ ভগিনী
নকৰা অন্যায় ৰজা ফিৰাই দিয়া আনি।
সসম্মানে সুমতিক ঘুৰালে পঠাই
ভাতৃ গণে আনি নিজ ঘৰে দিলা ঠাই।
পুৰুষোত্তম ভাগিনক আদৰি যতনে
ছয় মাহ ৰাখিলা নিজ ঘৰে ৰঙ্গমনে।
শুনিলন্ত কথা পাছে কালিন্দ্ৰী জননী
হৰি চৰণক পঠাই লোক মুখে শুনি।
অমৃত চৌধুৰীৰ গৃহে উপনীত হই
বুলিলা আহিলো বৌ দেউক নিবলই।
অমৃত চৌধুৰীয়ে বোলে ছয়মাহ ৰইল
ইমান দিনে এতিক্ষণ বাতৰি নলৈল।
এক পুত্ৰ আছে পানী কেচুৱা সদৃশ
তোমালোকৰ বংশধৰ বিচাৰ নলৈলেক।
তিনিকুৰি ৰূপ খৰচ কৰি আছো আমি
ধাৰ মাৰি নিয়া তুমি নিজ মনে গুণি।
পাছে আই আহি ঘৰৰ বাতৰি লইল
নিজ গৃহে আহিবাক আগ্ৰহ কৰিল।

সুমতিৰ মন বুজি অমৃত বুলিলা
টকা বস্ত্র দিয়া হৰি সঙ্গে পঠাইলা।
আই কালিন্দ্রীয়ে নাতি, বোৱাৰীক পাই
আনন্দে লোকত পেলাই চুম্বন কৰই।
অনেক বছৰ আই বাউসী থানত
কটাইলা মহাকষ্টে স্বামীৰ গৃহত।
শ্রীগুৰু চৰিত কথা অমৃত সমান
হৰি হৰি বোলা সবে কৰি একমন।



## *পাটবাউসী থানত হৰিচৰণ দেৱৰ পৰলোক,*
## *কালিন্দ্রী আইৰ লগত বদলা আতাৰ সাক্ষাত।*

### *পদ*

চক্রপাণি বোলে কথা আতি গুৰি গণি
গুৰুৰ স্ত্রী পুত্রৰ কথা সবে লোৱা শুনি।
পাটবাউসী থানে  পাছে ভার্য্যা শঙ্ক বৰ
বসতি কৰিয়া আছে অনেক বৎসৰ ।
দুই নাতি এক পুত্র তিনিটি   বোৱাৰী
হৰি চৰণ দেৱে পোহে বহু কষ্ট কৰি।
লাহে লাহে হৰি চৰণ ৰুগীয়া হইল
কর্ম কৰিবাক লাগি শকতি হেৰাইল।
দুখে কষ্টে ঠাকুৰৰ আয়ু সমাপত
দেহ সংস্কাৰ কৰে নদীৰ তীৰত।
শোকে মুর্চ্চ গই আই কালিন্দ্রী গোসানী
হুবা ৰাৱে কান্দিলন্ত প্রমাদক গনি।
তিনি পুত্র এক কন্যা সবে চলি গৈলা
এই বয়সতো মোৰ মৰণ নভৈলা।
কোনে আনিবেক ধান ধনক গোটাই
বিধবা নাবালক বাদে আন কোনো নাই।
এই সময়তে পাইলা আতা উজনীৰ
ঠাকুৰৰ বিয়োগ শুনি হইল অধীৰ।
বৰপেটা থানে আটা খবৰ পাইলা
ৰাত্রি কাল থাকি পৰে বাউসী চলিলা।
হৰি চৰণ ঠাকুৰৰ বিয়োগ বাতৰি
মর্মাহত ভৈলা আতা কান্দিলা ফেকুৰি।
শোকে দুখে জর্জৰিত কালিন্দ্রী গোসানী
নাবালক দুইজন বিধাবা তিনি জনী।
চতুর্ভুজ নাবালক আছয় লগত
কর্ম কাৰিবাক লোক নাই যে গৃহত।
একদিন পুৰুযোত্তম কাটিবাৰে পাত
হাকুটি লইলা যায় কলৰ গছত।
হাকুটি খহিয়া পাছে মুৰত পৰিলা
তালু ফুটি গৈয়া বহু ৰক্ত বহি গৈলা।
পৰিলা কালিন্দ্রী আই মহা বিমোৰত
আহিলেক দুইজন থানৰ ভকত।

দামোদৰ থানে তাহা বসতি কৰাই
কান্দেন শুনি আইৰ গৃহে উপনীত হই।
বনৌষধি দিয়া বন্ধ কৰিলা ৰুধিৰ
লোণ দাৰু দিব আমি নহবা অধীৰ॥
ঘা শুকোৱাৰ হেতু লোণদাৰু দিলা
সপ্তাহৰ ভিতৰে ঘাৱ শুকাই পৰিলা।
বিপদ বিঘিনি দেখি সদা দুখমনে
কালিন্দ্ৰী মাতৃয়ে খেদ কৰে ৰাতি দিনে॥
তিনি পুত্ৰ এৰি গৈলা স্বামী গৈলা মৰি
কেনমতে আই তাত থাকে জীৱন ধৰি।
জ্ঞাতি ভাগী যত আছে সবাই হিংসয়
এনেহেন ঠাইত আই কিমতে থাকয়।

বদলা আতাই আছি নিজ ঘৰচত
ঘৰ দুৱাৰ মেৰামতি কৰিলেক যত॥
দশমহাৰ মানুহ লগাই কাম কৰাইলা
ঠাই চাচি পৰিষ্কাৰ কৰিয়া পেলাইলা॥
দিন মান কৰ্ম্ম কৰে আইৰ গৃহত
ৰাতি আহি শোৱে বৰপেটাৰ থানত।
যতেক অভাৱ আইৰ সবাকে পূৰাই
নিজস্থানে চলি গৈলা বদলা আতাই।
তাৰ পাছে আহিলেক নাৰায়ন দাস
বহু ধন ধান আনি দিলেক তাহাক
এইদৰে আই মাতৃৰ চিন্তা আঁতৰিল
নাতি কোলে লই পুত্ৰ শোকক এৰিল।

গুৰু চৰিত কথা এবে শুনা কৰ্ণভৰি
সৰ্বলোক সমস্বৰে বোলা হৰি হৰি।



## পুৰুষোত্তম আৰু চতুৰ্ভুজ ঠাকুৰৰ বিবাহ

### পদ

চক্ৰপাণি বোলে শুনা মহন্ত সকল
কালিন্দ্ৰী আইৰ দুখ দেখিলা সকল।
দুৰ দুৰণিৰ ভক্ত আহে আৰু যায়
বস্ত্ৰ, টকা, ধান, চাউল আইৰ মিলয়।
ওচৰৰ লোকে কিন্তু কাষু নাচাপাই
কিবা দিব লাগে ভাবি আতৰি পলাই।

এনেদৰে অতি কষ্টে দিনবাই যাই
দুই পিতাৰ দুই পুত্ৰ ডাঙৰ হৱাই।
তিনি মাতৃ বুঢ়ী আই আৰু দুই ভাই
কথমপি দুই বেলা দুই সাজ খাই।
অষ্টাদশ বৰ্ষ পাইলা পুৰুষৰ উত্তম
বিবাহৰ হেতু মাতৃ কৰে আয়োজন॥

নাৰায়ণ দাস ঠাকুৰক খবৰ দিয়াইলা
ধন ধান্য টকা, বস্ত্ৰ আতাই পঠাইলা।
তিনি বৰ্ষ বই যাই সন্ততি নহই
পুনৰপি এক কন্যা বিবাহ কৰাই।
এক বৰ্ষ পৰে চতুৰ্ভুজ ঠাকুৰ দেৱ
বিয়া কৰাই আনে কন্যা সবে ইষ্ট দেৱ।
একে একে তিনি জনী বিবাহ কৰিলা
অদ্যবধি সন্তান কিন্তু দেখিব নাপাইলা।
কালিন্দ্ৰী মাতৃয়ে মনে দুখপাইলা বৰ
কিনো ভাগ্যে সন্তান নাই তিনিওজনৰ।
বন্ধু বান্ধবৰ আগে আই দুখ কৰে
নাতি বোৱাৰীৰ পুত্ৰ নাই তিনবছৰে।
মাঘৰ মাহত আতা বদুলা আহিলা
যত মন দুঃখ আই সবাকে বুলিলা।
তাৰ পাছে চতুৰ্ভুজ বিবাহ কৰাই
একজনী নাতিনী বোৱাৰী আনই।
পৰিয়াল ডাঙৰ ভৈলা লৰা কিন্তু নাই
তিনি পুত্ৰৰ দুই নাতি মাথো আছে ৰই।
বিধবা বোৱাৰী তিনি জনী আৰু আই
দুই নাতিৰ চাৰিজনী বোৱাৰী আনই।
তিনিজনী পৰিবাৰ বিবাহ কৰাইলা
কিন্তু কাৰো একজনো পুত্ৰ নুপুজিলা।
চতুৰ্ভুজ ঠাকুৰৰ পুত্ৰ সন্তান নাই
পুত্ৰ লাভ হেতু কত চিন্তন কৰই।

পাছে আতা গণে আহি আইক বুজাইলা
পুত্ৰ বা কন্যা হোক কিয়নো চিন্তিলা।
ৰমানন্দ পিতৃৰ পৰা একো নাপাইলা
মাধবদেৱে ভাগিনক কিছু নুবুলিলা।
উত্তৰাধিকাৰী বুলি নিবিচাৰী এক
উপযুক্ত শিষ্য পুত্ৰ জানিবা প্ৰত্যেক।
এতে কতে আই দুখ কৰা পৰিহাৰ
জ্ঞানী লোকে পুত্ৰ কন্যা নকৰে বিচাৰ।
সংসাৰৰ যত লোক সবাই আপোন
আপোন পৰ নথকা মহতৰ গুণ।
লাহে লাহে পুত্ৰ আশা এৰিয়া পেলাই
বুঢ়িক প্ৰণাম কৰে নাতিনী সবাই।
এনেদৰে বাউসীত থাকিল পৰিয়াল
লাহে লাহে তথাত ভৈলা আহকাল।
পৰিয়ালৰ ঠিকমতে খাদ্য নোজৰই
জ্ঞাতি ভাগী গনে হিংসা সদাই কৰই।
চতুৰ্ভুজ ঠাকুৰ পাছে ভটিয়াই চলিলা
তামৰঙা বিলৰ তীৰে সত্ৰক পাতিলা।
বিষ্ণুপুৰ নামে ঠাই অতি মনোৰম
শস্য মস্য খেতি বাতি উভৈনদী সম।
চতুৰ্ভুজ ঠাকুৰ তাতে ধৰ্ম প্ৰবৰ্ত্তাই
থাকিলেক অকলশৰে তিৰি চলি লই।
গুৰুৰ চৰিত্ৰ কথা সবেও সুৱৰি
ভক্ত গণে একচিত্তে বোলা হৰি হৰি।



## বদলা আতাৰ প্ৰতি পুৰুষোত্তম ঠাকুৰৰ ক্ষোভ

### পদ

লাহে লাহে চক্ৰপাণি বুলিলেক পাছে
বৰঠাকুৰ্ৰ পুৰুষোত্তম পাটবাউসী আছে।
যিটো কথা ভৈলা তাতে আইৰ্ গৃহত
আহিলা বদলা আতা বছৰৰ মুৰত।
প্ৰতিবাৰে কত বস্তু আতাই আনই
টকা বস্ত্ৰ দিয়া আতা গৃহক চলই।
দুৰ্যোগ সময়ে এবাৰ আহিব নোৱাৰি
দুই বছৰৰ মুৰে আহিলেক লৰি।
বুঢ়া সত্ৰৰ অধিপতি বাপুকৃষ্ণ ৰাই
ইতি মধ্যে আহি গৈলা পাটবাউসী লই।
বাপু কৃষ্ণ আহি যেবে পাটবাউসী পাইল
বদলাৰ বিৰুদ্ধে বহু কথাক লগাইল।
বোলে বদলা পদ্ম আতা মাধব সময়ৰ
তোমাতকৈ তেওঁৰ জ্ঞান অনেক বিস্তৰ।
তাহাক কি মানিবো আমি সমন্ধ কেমন
শিষ্য আৰু গুৰু নাতি জানা একসম।
মাধবদেৱ মোৰ গুৰু শংকৰ নোহয়
চলি গৈলা গুৰু দুয়ো বৈকুণ্ঠ আলয়।
বৰপেটা থানে থাকে যিজন মহন্ত
দিবে যাবো কৰ আমি বৰ্ষ হৈলে অন্ত।
গতিকেই আপোনাক কি মানিব তেওঁ
তেওঁ সম মান্যবন্ত ঐত নাহি কেওঁ।

ৰাজদূতে গুৰু নাতি বুলি নামানই
আপোন মাতৃক বলে চুলি ধৰি নেই।
ইত্যাদি কথাক লগাইল চালে বেৰে
শুনি বৰ ঠাকুৰ দেউ আকোৱলি ধৰে।
পুৰুষোত্তম পাছে বুলিলা মাতাক
বদলা আহিলে ইয়াত ঠাই নেদিবেক।
ফিৰাই পঠাই দিবা উজনীক লাগি
পিতামহৰ ধৰ্ম ধৰি হৈলা বৰভাগী।
তাৰ পাছে আহিলেক বৰপেটা থান
বাধা কৰি কলে বুঢ়া আতাক সবখান।
ঠাই যেন নাপায় ইয়াত বদলা আতাই
উভতি যাওঁক গুচি নিজ ৰাজ্য লই।
মথুৰা দাস বোলে বোপা শুনিও ঠাকুৰ
গুৰুৰ গাৰৰ বদলা নিজে দিছে আপোনাৰ।
বয়সে কণিষ্ঠ যেবা সম্মানতে বৰ
আমাক খেদাইতে পাৰে ইচ্ছা হয় তেওঁৰ।
সৰ্ব্ব শক্তি দিলে মাধব অন্তিম কালত
যিখিনি জানিছে তিনি আমাৰ অজ্ঞাত।
লগনীয়াৰ কথা শুনি ক্ৰোধ নকৰিবা
আহিলে বদলা আতা সকলো জানিবা।
বৰ ঠাকুৰ ডেকা লৰা বয়সে নবীন
মথুৰা দাসৰ কথা শুনি ভৈলা ক্ষীণ।

যিজন মাধৱ দেৱ গুৰু আপোনাৰ
পদ্ম আতা এক আত্মা জানিবা তাহাৰ।
মাধৱ আৰু বদলাৰ নাই ভেদাভেদ
এতেকতে তাহাৰ সঙ্গে নলৈবা জেদ।
ঠাকুৰ বুলিলা আতা এই ঘোষাখনি
পঢ়ি আছা যিবা শাস্ত্ৰ নিজেই আপুনি।
মোৰ পিতা মহে লিখা এই ঘোষাখনি
লই যাম আজি মই নিজেই আপুনি।
পাছে গুৰু পৌত্ৰক নাম ঘোষাখনি নিলা
কীৰ্ত্তন ঘোষা শাস্ত্ৰ মথুৰাত ৰাখি থৈলা।
তাৰ পাছে মথুৰাঁলে ঘোষাক পঠাই
নৱঘোষা✦ নামে শাস্ত্ৰ সংকলন কৰই।
হঠাতে আহিলা পদ্ম আতা উজনীৰ
প্ৰয়োজনে আহিলো ঐত অল্প জিৰণিৰ।
পাটবাউসী যাবো আমি মাতৃৰ সেৱাত
পাছে আহি ৰব মাত্ৰ ৰাত্ৰিৰ কালত।
আতা বোলে বাপুকণ তুমি জনা নাই
বাপু কৃষ্ণ দেৱে দিছে কাজিয়া লগাই।
তোমাক লাগিয়া তিনি ক্ৰোধান্বিত বৰ
মই বুজাই বোলাতেও লগালো জগৰ।
বদলা বুলিলা তেওঁ অধিকাৰ পাতিলা
কিন্তু সিহঁতৰ স্বভাৱ বিচাৰি নলৈলা।
ঠাকুৰৰ আজ্ঞাপৰ সত্ৰ যিকেই খনি
সিহঁতৰ কোনোবাই লগাইছে বিঘিনি ।

হৰিচৰন আতৈক চাই কথাক বুলিল
লগে অনা যত দ্ৰব্য তাৰ সঙ্গে দিল।
দ্ৰব্য লৈয়া হৰিচৰণ পাটবাউসী যাই
বদুলা আতাৰ দান মাতৃক সোধই।
কালিন্দ্ৰী দেৱীয়ে পাছে হৰিক সুধিলা
বদলা আতাই জানো ই থানে নাহিলা।
তোমালোকৰ আগে কথা কি বুলি জনাব
আতৈ বোলে নিশ্চয় এই থানক আহিব।
কালিন্দ্ৰী সহিতে পুত্ৰ বোৱাৰী সকল
আনন্দৰ বাতৰি পাই ভৈলা উত্ৰাবল।
বস্তু যত আছিলেক ভাৰৰ ভিতৰ
আনি ৰাখি কৰিলেক বহু সমাদৰ।
তাৰ পাছে হৰি আহি বৰপেটা পাইলা
ঠাকুৰৰ বাতৰি আহি সবাকে জনাইলা।
পৰে দিন পদ্ম আতা ভাৰভেটী লই
মাতৃ ঠাকুৰ দৰশনে বাউসী চলি যাই।
পৰম আনন্দ পাই কালিন্দ্ৰী গোসানী
আহিলা ঠাকুৰ দেৱ লই শৰাই খনি।
পাণ তামোল শৰাই দিয়া ঠাকুৰক বৰিলা
পৰিয়ালৰ লোক যত আনন্দ পাইলা।
আতা বোলে লগনীয়াৰ কথা যদি শুনা
নিৰ্ঘাটে মৰিবা সবে আহিব বাসনা।
এতবুলি আতা মাতৃ চৰণ সেৱা কৰি
আনন্দতে সবলোকে বোলা হৰি হৰি।

✦ *নবঘোষা - ন ঘোষা*



## বদলা আতা, আই গোসানী, পুৰুষোত্তম ঠাকুৰৰ আলোচনা

### পদ

তাৰ পাছে চক্ৰপাণি বোলে নিষ্ঠা কৰি
পদ্ম আতা চলি গৈলা মাতৃ পাশে লৰি।
প্ৰভাতে উঠিয়া আতা চলে বাউসীত
কালিন্দ্ৰী আইৰ পাশে ভৈলা উপনীত।
পুৰুষোত্তম ঠাকুৰদেৱ আৰু চৰ্তুভুজ
সেই দিনা আছিলেক সবাই গৃহত।
পুৰুষোত্তম ঠাকুৰ আৰু তিনি পৰিবাৰ
সব মিলি আই মাতৃৰ এখন সংস্ৰাৰ।
সবে আহি বহি গৈলা আইৰ কাষত
আতা সমে বহে আই ঘৰ মজিয়াত।
উজনিৰ সমস্ত থানৰ বাতৰি সুধিলা
কুশল মঙ্গল কথা আতাই বুলিলা।
বুলিলেক ভালে আছে উজনি ৰাজ্যত
নতুন পুৰণি ভক্ত আছে যত যত।
সবে বোলে বাপ যেবে বাউসী যাইবা
আমালোকৰ বাবে কিছু নিৰ্মালি আনিবা।
আৰু পাওঁ যেন খবৰ ভাল সিথানৰ
এই আশা ৰল বাপ দাসানু দাসৰ।
পাছে পদ্ম আছো বোলে সবাকে সম্বোধি
পৰিয়ালৰ যত লোকে চাওঁ মই সুধি।
তোমালোকৰ কোন গুৰু শঙ্কৰনে মাধব
পুৰুষোত্তম বোলে প্ৰাণ বান্ধৱ মাধব।
তামোল খোৱা আদি কৰি শিকাইল আমাক
পৰম গুৰু বুলি মানো আমিও তাহাক।
শত ধন্য গুৰু নাতি কালিন্দ্ৰীৰ মৈত্ৰ
ধৰ্ম ধ্বজলৈ খাবা তব কুল মাত্ৰ।
পুছিলা কালিন্দ্ৰী মাতৃ কথা এষাৰ
বৃদ্ধ কালে স্বামী মোক বুলিলা এবাৰ
দশম শাস্ত্ৰ খনি লিখি শুকোৱাৰ বাবে
এটি এটি কৰি পাত মেলি দিলা যেবে
পুৰুষোত্তমৰ উম্ৰ* এক বৰ্ষ মাত্ৰ।
আঠু কাঢ়ি এটি পাত লৈলেক হাতত
তিনি খণ্ড কৰি পাত ফালিয়া পেলাই
লৰা লৰি কৰি পাত কাঢ়ি ললো মই
গুৰুজনে পাছে কথা জানিবে চাহই
কিবা কৰ্ম ঘটিলেক সুধিলা দুনাই।
কিছুই নুবুজি আমি পুচিলো তাহাক
পাছে এটি এটি কৰি বুজাইলা আমাক।
তিনি খানে ভাগ হয়া ই ধৰ্ম ৰহিব
ধৰ্ম বস্তু মূল ভাগ আমাত থাকিব।

* উম্ৰ - বয়স

বুজাই বুলিলা মোক যিটো কথা চয়
এবেতাৰ ফলশ্ৰুতি দেখো সমুদায়।
তাৰ পাছে ভাৰ্য্যা কন্যা পুৰুষত্তমৰ
ভাল ভাল আঞ্জা ভাত ৰান্ধিলা বিস্তৰ।
পিঠা পায়স কৰিলেক আতাক দিবলই
ভাত খাইবে লাগি আতা বহিলেক গই।
আঞ্জা দেখি অসন্তুষ্টি আতাই পাইলা
এত জুটি লগাই আঞ্জা কিয়নো ৰান্ধিলা।
উদাসীন ভক্ত আমি সংসাৰ বিৰাগী
নলাগয় ইমান আই মোক লাগি।
খাৰ লোণ তেল দিয়া সেয়ে শ্ৰেষ্ঠ মোৰ
ইন্দ্ৰিয়ৰ বাঢ়িব বল খাইলে বিস্তৰ।
কালিন্দ্ৰী বুলিলা বাপ তুমি যে মহান
ঠাকুৰ আতা বড়াৰপোৰ তুমিও সমান।
ৰসানাৰ স্বাদকো এৰি ভুঞ্জা মাত্ৰ খাৰ
কোনেনো হইব পাৰে তব সমসৰ।
বাপুকৃষ্ণ কিবা হেতু আমাক লগাই
ৰাজদ্ৰোহী হ্বেটো শূলে মৰি যাই।
আতা বোলে মাতৃ এনে কুবাক্য নকব
আপোনাৰ বজ্ৰশাপ ব্যৰ্থয়ে নযাব।
সত্যাই পৰিলবাপু ৰজাৰ ৰোষত
কঠোৰ দণ্ড হ্ব হেনো ৰাজ বিচাৰত।
পাছে পদ্ম আতা ইটো খবৰ পাইলা
ৰজাক বুজাই গৈয়া সত্য কথা কৈলা।

আতাৰ বচনে ৰজা হুই পতিয়ন
বাপু কৃষ্ণ প্ৰতি ভৈলা সন্তোষিত মন।
আতাৰ প্ৰসাদে বাপু কৃষ্ণ মুক্ত হুই
পুনৰপি আহিলেক নিজ সত্ৰ লই।
কিছু দিন পৰে বাপু কৃষ্ণ আছে যেবে
মাতৃক দেখা কৰো বুলি মনতেই ভাবে।
পাট বাউসী আহিলেক অতি মন কৰি
মাতৃক সেৱিলা আতা দণ্ডৱতে পৰি।
কলিন্দ্ৰী আইয়ে পাছে কাষত বহাই
উজনিৰ বাৰ্ত্তা যত কহিলা গোসাই।
পাছে আই ধীৰে ধীৰে বাপুক বুলিলা
আতাৰ বিৰুদ্ধে কিয় কথাক লগাইলা।
বাপু বোলে মহা পাপ কৰিছিলো মই
ভগবানে শাস্তি দিলে শুনা দেবী আই।
পৰম ভক্ত আতাদেৱে মোক বচাইলা
উপকাৰ কৰি মোক পাপৰ শাস্তি দিলা।
আপোনাৰ পুত্ৰক লগাইলো মই খল
শাস্তি লব আহি আছো আপোনাৰ থল*।
কালিন্দ্ৰী মাতৃয়ে বোলে বাপুকৃষ্ণ তুমি
বদলাৰ কাষে দোষ লোৱা আগে ক্ষমি।
*অনুতাপ ভৈলে হয় দোষৰ নিৰ্বান*
*বিত্ত নাশে প্ৰায়শ্চিত্ত শাস্ত্ৰৰ বিধান।*
এই বুলি দুইজনে আলোচ কৰিলা
দুই দিন পৰে বাপু উজনি চলিলা।

শ্ৰীগুৰু কাহিনী কথা অমৃত লহৰী
সমস্ত সমাজে পঢ়ি বোলা হৰি হৰি।

**থল - ঠাই*



## পুৰুষোত্তম ঠাকুৰৰ বুঢ়া আতাৰ প্ৰতি ক্ৰোধ সম্বৰণ, আৰু ন ঘোষা বুঢ়া আতাৰ দ্বাৰা ৰক্ষণ

### পদ

চক্ৰপাণি বুলিলেক যত মহাজন
কেনমতে নবঘোষা ভৈলন্ত ৰক্ষণ।
ক্ৰোধ কৰি নাম ঘোষা মথুৰাক দিলা
নবঘোষা নামে শাস্ত্ৰ আপুনি লিখিলা।
ঠাকুৰৰ প্ৰতি ক্ৰোধ বাপুৰুন ওপৰ
দুই ঘোষা আনিলেক মথুৰা হাতৰ।
তাৰ পাছে নামঘোষা ফিৰাইয়া দিলা
ককায়েকৰ কীৰ্ত্তনঘোষা ঘৰত ৰাখিলা।
ৰাম ৰায় বনগঞা পৰলোকে গৈলা
তাহাৰ সন্তান সন্ততি যত ৰৈলা।
তাৰা সবে সদা হিংসে গুৰু পৰিয়াল
এই হেতু তাত থাকি পায় আহুকাল।
মাধবৰ ভগ্নী আই উৰ্ব্বশী সুন্দৰী
পুতেকৰ দ্বাৰা আনে অতি যত্ন কৰি।
কালিন্দ্ৰীৰ সমে বধু আৰু নাতিগন
সুন্দৰী থানত আনি কৰিলা থাপন।
কিছু দিনৰ বাবে আই দুখ দুৰ ভৈলা
শিষ্যসবে আদৰিয়া ধান ধন দিলা।
কালৰ নিয়মে আই পৰলোকে গৈলা
শিষ্যগণে যত্ন কৰি কাষ্টক কৰিলা।
এনে সময়তে নাতি পুৰুষ চতুৰ্ভুজ
সবে লগ হই মাত্ৰ পাইল কিছু দুখ।

শিষ্য বংশ আৰু নাতি সবে আলোচিলা
কালিন্দ্ৰী মাতৃৰ শ্ৰাদ্ধ নামেৰে কৰিলা।
সুন্দৰীতে আদ্য শ্ৰাদ্ধ সমাপন কৰি
যেয়ে যতে ছিল পৰে গৈলা ঘৰাঘৰি।
জনীয়াক গৈলা আই পুত্ৰৰ লগত
সেই থানে কত দিন হল সমাগত।
সুমতি সুবলী আই বিষ্ণু পুৰে গৈলা
চতুৰ্ভুজ ঠাকুৰৰ সঙ্গত থাকিলা।
সুন্দৰী থানক এৰি সবে চলি গল
দুই থানে দুই ঠাকুৰ পৰিয়াল বল।
বিষ্ণুপুৰ থান যেন বিষ্ণুপুৰী ভৈলা
বহু জাতি লোক আহি তাতে ধৰ্ম লৈলা।
গোৱালপাৰাৰ মাজে মাঝে কত লোক জন
চতুৰ্ভুজ ঠাকুৰৰ কাষে লৈলেক শৰণ।
ৰাইজৰ সহযোগে থান আগুৱাই
বিষ্ণুপুৰ সত্ৰ যেন বিষ্ণুপুৰী হই।
তাৰ পাছে উজনীৰ ভক্ত বাৰজন
চতুৰ্ভুজৰ কাষে আহি লৈলেক শৰণ।
কানাই, ৰামভদ্ৰ, বিষ্ণু আৰু সনাতন
ৰতিকান্ত, ৰত্নাকৰ শ্ৰীহৰি চৰণ।
জয়কৃষ্ণ, গোপীনাথ, আৰু শ্ৰীগোবিন্দ
ৰঘুপতি ঠাকুৰ আৰু বালক মকুন্দ।

উজনি ৰাজ্যত গৈয়া পাতি ধৰ্ম হাট
সত্ৰ পাতি লৈলা আৰু দুই চাৰি খাট।
সৰু বাৰ জনীয়া গুৰু বোলে ইকেজন
পদ্ম আতাৰ আছিলেক পূৰ্ব্বৰ চাৰিখন।
পৰে আহিলেক বৰ ঠাকুৰৰ বাৰ জন
এইদৰে উজনি ৰাজ্যেলোক অগনন।
শঙ্কৰদেৱৰ ধৰ্ম্মে লৈলেক শৰণ
যেহাৰ হন্তে এনেভাবে দিকবাই জুৰি
শঙ্কৰ মাধৱৰ ধৰ্ম পেলাই আগুৰি।
এতেকতে সকলোৱে গুৰু ধৰ্ম ধৰি
জয়গুৰু শঙ্কৰ স্মৰি বোলা হৰি হৰি।



## নাৰায়ন দাস ঠাকুৰ আতাৰ শেষকাল আৰু বৈকুণ্ঠ প্ৰাপ্তি

### পদ

তাৰ পাছে বোলে কথা আতে চক্ৰপাণি
ঠাকুৰ আতাৰ মোক্ষ লাভে সবে লোৱা জানি।
বয়স গৈলা আতাৰ শৰীৰ শুকাই
মনৰ উদ্যম কিন্তু থাকিল বোজাই।
তথাপিতো খোজ কাঢ়ে বৰপেটা থানে
প্ৰসঙ্গ কৰিবে লাগি আহে প্ৰতিদিনে।
বৰপেটা সত্ৰক শ্ৰেষ্ঠ পাতিলা মাধব
বুঢ়া আতা অধিকাৰী পৰম বান্ধব।
ভাটি বয়সতো আতা আপোন ধৰ্মত
লাঠি লৈয়া চলি ফুৰে প্ৰচাৰ কৰ্মত।
ৰোগ শোক নাই আছে দেহে কত বল
ৰজাৰ কাষত যাই অকলে অকল।
হৰি নাম প্ৰসঙ্গও কদাপি নেৰয়
চৈধ্য প্ৰসঙ্গত সদা সহযোগ কৰয়।
এহিমতে চলে আতা লোক সমাজত
ধন ধান পুত্ৰ বোৰী হইল বহুত।
ফকৰা ৰচিলা আতা নিগুঢ় তত্ত্বত
পণ্ডিত সকলে নাপাই তাহাৰ তত্ত্বক।
ধৰ্ম প্ৰচাৰিলা আতা আজীবন জুৰি
যিটো কথা কয় আতা বোলে আতি গুৰি।
যেতিয়া বদলা আতা বৰপেটা ছিল
প্ৰতিদিনে একোটাকৈ ফকৰা ৰচিল।
বদলা আতাৰ সঙ্গে আলোচ কৰয়
আতৈ সবে কাণ পাতি তত্ত্বক শুনয়।
বহুৰত ৰচিলে আতাক ফকৰা ওঠৰকুৰি
পৰম ৰহস্য তত্ত্ব আছে বিশ্বজুৰি।
আৰু এক কথা সোধো আতা বাপুকণ
মজিয়ালিৰ সুখ কিটো কোৱা পিতৃধন।

পৰমাৰ্থিক তত্ত্ব সিটো আতাই বুলিলা
সমুদায় কথা আতা ভাঙি পাতি কৈলা।
এবৰ্ষ শিক্ষা দিলা বদলা আতাক
তাৰ পাছে পঠাই দিলা উজনি ৰাজ্যক।
মইন বড়ি ৰঙাপানী আৰু ধৰ্মপুৰ
জনীয়াক ধৰি সত্ৰ পাতিলা প্ৰচুৰ।
লাহে লাহে বুঢ়া আতা ঠাকুৰাই
ধন, ৰত্ন, সোন,ৰূপ প্ৰচুৰ আছই।
পুত্ৰ কন্যা সহ এক সোণৰ সংসাৰ
গুৰু দুই জনৰ প্ৰতি ভকতি অপাৰ।
ধৰ্ম ৰক্ষা হেতু আতাৰ হাতখন ভাগিলা
ওঠৰ দিন শান্তি আতা কতনা পাইলা।
তথাপিতো ধৰ্মৰ পৰা খোজ নলৰিলা
ঘোৰাৰ সলনি কৰি ভোটত বেচিলা।
পিঠিত বোজা দিয়া আতাক ভোটানক নিলা
যেতিক্ষণে ভোট ৰাজ্যৰ সমীপ পাইলা।
চকুৰে এন্ধাৰ দেখে একোকে নমনে
ৰাস্তাত উজটি খাই পৰে ঘনে ঘনে।
হামা পামা নামে দুটি ভোটৰ নন্দন
ফিৰি চালে দেখে সমস্ত ৰাজ্যখন।
তাৰ পাছে আগুবাব আৰু নোৱাৰিলা
ওভোটাই মানুহ দুটি বেহাৰ আনিলা।
ৰজাক ফিৰাই দিলা নকৰে গ্ৰহণ
হৰি গৰমৌলী ৰাখে দিয়া আধা ধন।

সহি হৰিৰ গৃহত থাকিলা দিন কত
ভাৰ্য্যা সহ উভতিলা আপোন গৃহত।
শঙ্কৰ মাধৱ দুইজনে উপদেশ লয়
ভকত সকলে শ্ৰেষ্ঠ সমান জনায়।
গুৰুৰ উত্তৰাধিকাৰী কোনে পাব পাৰে
দামোদৰ মাধৱ দুইজনে বিহা কৰে।
প্ৰতি জনৰ সমৰ্থক দল এটি এটি
সহযোগ নকৰয় লাগিল বিজুটি।
বিচাৰ কৰিয়া আতা দিলা সমিধান
মাধৱত ৰাখি দিলা ধৰ্ম ৰাজ্য খান।
আৰু কত কৰ্ম আতা কৰিলা বিস্তৰ
লাই খুটা বোলে সবে বৈষ্ণৱ ধৰ্মৰ।
অন্তিম কাল পাইলা আহি ভকত মাতিলা
মথুৰাক মুখ্য কৰি সবাকে মাতিলা।
বৰপেটা হন্তে আহে যতেক ভকত
পুৰুষোত্তম চতুৰ্ভুজ ঠাকুৰৰ লগত।
ভকত মাতিয়া আনি ভকত সেৱা দিলা
সমস্তকে টকা বস্ত্ৰ একোখনি দিলা।
পত্নী পুত্ৰ নাতি জোৱাই সবাকে অশ্বাসী
পঞ্চকম শতবৰ্ষে* ভৈলা অজ* বাসী।
উপজিলা ঠাকুৰ আতা গ্ৰাম মালভুই
পৰলোক ভৈলা এবে জনীয়াত গই।
চৈধ্যশ সোতৰ শকে লভিলা জনম
নানা স্থানে নানাভাৱে কৰিলা কৰম।

*পঞ্চকম শতবৰ্ষ - ৯৫ বৰ্ষ
*অজ - বৈকুণ্ঠ

পোন্ধৰশ বাৰ শকে পুহৰ মাহত
অসিত পঞ্চমী* তিথিত গৈলা বৈকুণ্ঠত।
ভকত সকলে তাতে হৰিনাম গাই
তালখোল আৰু নানা বাদ্যক বজাই।
সুগন্ধি চন্দন কাঠে চিতাক সজাই
আতাক কৰিলা দাহ অগনি জ্বলাই।
তালখোল নাম গাই যত ভক্ত গন
ঘুৰি ঘুৰি প্ৰদক্ষিণ কৰে সৰ্ব্বজন।

দহাদিনান্তৰে পাছে সবভক্ত মিলি
আদ্য শ্ৰাদ্ধ সমাপ্ত কৰিলা মনখুলি।
নাম কীৰ্ত্তন গাই আদ্য শ্ৰাদ্ধ সমাপিলা
দৰিদ্ৰ কণা খোৰাক কত দান দিলা।
দৰিদ্ৰ ভিক্ষুক আৰু ভকত গনক
টকা পইচা বস্ত্ৰ দান কৰে শতশত।
ধৰ্ম্মৰ কাৰণে যি কৰিলা ঠাকুৰবাই
কোনো জনে তান সম হবে নপাৰই।

নাৰায়ন দাস ঠাকুৰৰ নামক সুঁৱৰি
সমস্ত সমাজে ডাকিবোলা হৰি হৰি।

*অসিত পঞ্চমী - কৃষ্ণাপঞ্চমী*



## *ভবানীপুৰীয়া গোপাল আতাৰ কালজাৰ আৰু পোৰা ভড়াল সত্ৰ স্থাপন আৰু বৈকুণ্ঠ প্ৰাপ্তি*

### *পদ*

বিনয় বচনে বোলে আতা চক্ৰপাণি
গোপাল আতাৰ চৰিত্ৰক এবে লোৱা জানি।
পৰম পণ্ডিত আতা কথাৰ সাগৰ
যত কথা বুলি থাকে নালাগে ভাগৰ।
উদ্ধব যাত্ৰা নামে নাট ৰচনা কৰিলা
বড়গীত নাট গীত বহুতো লিখিলা।
মাধব গুৰু সুন্দৰীত যেতিয়া আছিল
মাহে পৰে আতা গুৰুৰ বাতৰি ৰাখিল।

তাৰ পাছে বৰপেটা পাইলা গুৰু জন
তথাত সহায় কৰে গোপাল সুজন।
এনেদৰে ধৰ্মৰাজ্য ভবানী পুৰত
পাতিলা গোপালদেৱ থাকিয়া তথাত।
ধৰ্ম ধ্বজা পুতি ৰাখি ইটোথানে ৰই
মন কৰিলেক আতা যাব অন্য ঠাই।
বাৰজন মুখ্য ভক্ত আলোচ কৰিলা
কোন থানে যাব কথা মনতে গুণিলা।

আতা বোলে যাবো আমি পশ্চিম দিশত
তাতে প্ৰচাৰিবো ধৰ্ম লাগিছে মনত।
ইটোমনে ভাবি আতা আলোচ কৰিলা
বৰপেটা থানে গৈয়া কথা আলোচিলা।
মথুৰা দাস্ মাধব গুৰু আৰু শ্ৰীৰাম
একে একে সকলোকে কৰিয়া প্ৰণাম।
তাৰ পৰা আহি আতা মনতে ভাবিলা
কালজাৰ চলি যাব বেকত কৰিলা।
তাৰ আগে ভকতক মাতিয়া বোলই
ভাগৱত চৰ্চ্চা কৰি থাকিবে বোলই।
প্ৰতি একাদশী তিথি জলপান দিয়া
ভকত সকলক সোধে সন্তুষ্ট কৰিয়া।
একদিন দৈবাৎ এক ঘটনা ঘটিল
ভাৰ্য্যাৰ ওপৰে এক দায়িত্ব অৰ্পিল।
চিৰা দুগ্ধ কল চেনি কৰিবা যোগাৰ
ভাৰ্য্যাক বুলিয়া গৈলা দিয়া দায়িত্ব ভাৰ।
কিন্তু আই বৃন্দাৱতী নুশুনিল বাণী
বিলম্ব হইলা কিয় মনে থাকে গুনি।
পাছে আতা মাতি আনি ভকত বহাই
দেখিলেক বয় বস্তু একো অনা নাই।
মৌন হয়া কিছু পৰে আতাই বুলিলা
ভগবান চিন্তা কৰি কান্দিবে লাগিলা।
ঘৰৰ ভিতৰে চিন্তা কৰিছে আতাই
আতিথি গৃহত থৈছে ভকত বহুৱাই।
কোনোবা পুৰুষ এক ভক্ত বেশ ধাৰী
দধি দুগ্ধ কলা চিৰা ৰাখে যত্ন কৰি।

আতাৰ পলমে ৰাম চন্দ্ৰই বাটিলা
পলম ভাবিয়া আতা বাহিৰে থাকিলা।
পাছে একভক্ত গৈয়া মাতিলা আতাক
জল পান হেতু আজ্ঞা দিয়োক আমাক।
আতালৰি গৈয়া দেখে কথা অদ্‌ভূত
কৰপৰা আহিল বস্তু মোৰ নাই জ্ঞাত।
ভকতৰ সঙ্গে পাছে আতায়ো বহিলা
হৰিক স্মৰিয়া সবে জলপান কৰিলা।
কৰ পৰা কোনে দিলে খাদ্যৰ সম্ভাৰ
একো নকৰিলে আতা বস্তুৰ যোগাৰ।
এনেদৰে ভকত সেৱা চলিয়া গইলা
আতাৰ মনৰ দুখ নিবৃত্তি হইলা।
তাৰ পাছে দুই ভাৰ্য্যাক বুলিলা বচন
কালজাৰ লাগি আমি কৰিব গমন।
তাৰ বহু ভকত সবে ধৰি আছে টানি
তথাত যাইবে লাগে ৰাইজৰ কথা মানি।
বৃন্দাৱতী সুভাগী তান ভাৰ্য্যা দুই
কালজাৰে পঠাই দিলা অন্নক খুৱাই।
পুত্ৰ ভাৰ্য্যা সবাকে ৰাখিয়া তথাকাৰ
অকলশৰে আতা মাত্ৰ গৈলা কালজাৰ।
তিনিশত তিনিকুৰি ভকত সমস্ত
সঙ্গী ভৈলা আতা সমে যাত্ৰাৰ পথত।
পদ্মা নদী বয় কাষে বিশাল থানত
আতাই পাতিলা থান পশ্চিম কাষত।
ভকতৰ সহযোগ পাইলা বহুতৰ
সত্ৰ পাতিবৰ হেতু বান্ধে নামঘৰ।

লাহে লাহে সত্ৰৰ খ্যাতি বিয়পি পৰিলা
গোপাল থান কালজাৰ প্ৰসিদ্ধি লভিলা।
বাটত আহোতে পায় এখনি ভাল ঠাই
সদায় বৰপেটা আৰু কালজাৰ যাই।
এই ঠাইত প্ৰতি বাৰে জিৰণি লভয়
তাতে বহি আতাদেৱে নাম গুণ লয়।
এদিনাখন ভবানীপুৰ হন্তে আহি তাত
লাঠি পুতি জাপি আৰু মালা ৰাখে তাত।
সুদাহাতে আতা গৈ কালজাৰ পাইলা
ভক্তগণে দেখি বোলে লাঠি কত থৈলা।
আতা বোলে সেই ঠাইত লাঠি জাপিথলো
আহিবৰ সময়ত আনিব পাহৰিলো।
ভক্ত সবে পিচদিনা আহি দেখে তাত
গজালি মেলিছে লাঠি ওলাইছে পাত।
সেৱা কৰি ভক্ত সব উলটিয়া গৈলা
ধুপৰ গুৰি নামে থান জনাজাত ভৈলা।
একাদশী নামে ভক্ত পৰম ধাৰ্মিক
আতাৰ কাৰণে কষ্ট কৰই অধিক।
আতৈ একাদশীৰ ছিল সঞ্চিত কিছু ধন
তাৰ ধনে পোহে মাহ সত্ৰৰ ভক্ত গণ।
ভক্তগণে ছয়মাহ সাহায্য পাইলা
ছয়মাহ ভকতৰ খোৰাক যোগাইলা।
তথাপিতো থাকিল ধন আৰু বহুখিনি
আতাই কৰিলা ভাগ এই ধন তিনি।
দুই ভাগ আতৈৰ বাবে জমাত ৰাখিল
ভবিষ্যতৰ বাবে চিন্তা কৰিয়া থইল।

এক ভাগ ধনক আতা ভাগ ভাগ কৰি
ভক্ত সবৰ মাঝে দিলা বিতৰণ কৰি।
সত্ৰৰ কাৰণে দিলা আৰু এটি অংশ
অল্প অল্প দিলা পাছে তাৰ যত বংশ।
একাদশীয়াৰ ধন সদগতি হইল
সিদিনাৰ পৰা তাৰ চিন্তা গুচি গৈল।
ধন ভাগ কৰি পাছে গৈলা দুয়োজন
ভকতৰ প্ৰসাদে পাইলা পুত্ৰ একজন।
নবম মাহৰ পৰে পুত্ৰ উপজিলা
ভকতক মাতি আনি অন্ন ভুঞ্জাইলা।
তাহাৰ উদ্যমে সত্ৰ হইল স্থাপন
কীৰ্ত্তন ঘৰ বাহা ঘৰ ভক্তৰ কাৰণ।
মণিকূট বান্ধিলেক সমাজ মাতিয়া
সবাকে দিলেক ঘৰ সুবিধা কৰিয়া।
তাৰ পাছে আতাদেৱ ভাৰ্য্যাক বোলই
জোৱাৰ্দ্দি যাব আমি হইল নিশ্চই।
পুত্ৰ কণ্যা সমাম্বিতে থাকিব ইয়াত
দুঠাইৰ বা বাতৰি পাইব নিতে নিত।
যদিও গৈলা ভক্ত তিনি কুৰি জন
থাকিল ইয়াত তবু মুখ্য বাৰজন।
ভবানী পুৰত থাকি আতাই দেখয়
এক ঠাইত থাকি গলে প্ৰচাৰ নহয়।
আতাৰ বাক্যে দুই জনী ভাৰ্য্যা তথা গৈলা
সভাৰ্য্যে আতা গৈয়া তথাত ৰহিলা।
জয় কৃষ্ণ বৰুৱা নামেতে আঢ্যবন্ত
সত্ৰৰ কাষত এক লোক আছিলন্ত।

ধনে ধানে পৰিপূৰ্ণ ভাগ্যবান অতি
দহজন আছিলেক তাহাৰ সন্ততি।
কপাহাৰী নামেছিল ভক্ত একজন
জয় কৃষ্ণৰ ঘৰে গৈলা ভিক্ষাৰ কাৰণ।
নানা বিদ্ৰূপ কৰিলেক ভকত জনক
নাচিব বুলিলে ঠাট্টা কৰিয়া তাহাক।
নাচ গান যদি কৰা ভিক্ষা দিব আমি
নাগালে নাপায় ভিক্ষা লবা সাৰ জানি।
আঁতে গৈয়া বুলিলেক আতাৰ কাষত
চকুৰ লোকত পৰে মনৰ দুখত।
তাৰ পাছে একদিন সমাজ বহিল
জয় কৃষ্ণ মহাজন সত্ৰক আহিল।
নামাতিলা আতাই তাকমনে দুখ কৰি
মহাজনে নিজ দোষ কলে আঠুকাঢ়ি।
আতা বোলে ভাগ্যবান জয়কৃষ্ণ ৰাই
দুদিনীয়া সংসাৰত সকলো আছই।
কেবে ধনী কেবে দুখী কোনোবা ভিক্ষুক
নিদিলে নাপাও বেয়া নহবা নিন্দুক।
ভকত সবে ভিক্ষা কৰি খাৰে লোনে খাই
মাছ, মাংস দুগ্ধ দধি তাহাৰ নিমিলই।
তথাপি পৰম তৃপ্তি ঈশ্বৰক জানে
পৰকালে পাব সুখ জানা সিটো জনে।
একালত সুখ হলে অন্য কালে দুখ
সৰ্ব্ব শাস্ত্ৰে বোলে ইটো সবাৰে সম্মুখ।
তথাপিতো ভক্ত গনে সুবুদ্ধি দিবই
আত্যৱন্ত জনে কিন্তু লোকক ঠগাই।

*সভ্যতাৰ মুখা পিন্ধি ভব্য গব্য জনে*
*মানুহক ঠগা দেখো আপোন নয়নে।*
ভগবানৰ বিচাৰত আছে প্ৰতিকাৰ
হেন জানি এৰা সবে দম্ভ অহঙ্কাৰ।
জয় কৃষ্ণৰাই পাছে ভৈলা অবনত
নিজ দোষ ক্ষমা মাগে আতাৰ কাষত।
তাৰ পাছে আতা গৈলা পোৰা ভড়ালত
তথাত পাতিলা সত্ৰ লোক সমাজত।
ধনে ধানে সেই সত্ৰ উঠলি উঠিলা
সমাজৰ যত্নতেই উন্নতি লভিলা।
শ্ৰীৰাম দ্বিজ নামে এক পণ্ডিত ব্ৰাহ্মণ
গোপাল আতা কাষে আহি পশিল শৰণ।
পৰৱৰ্ত্তি কালে ইটো পুৰুষ প্ৰবৰ
কালজাৰ থানে ভৈলা সত্ৰ অধিকাৰ।
উজনি চলিলা আৰু ভক্ত কিছু জন
তথাত ভৈলেক আতাৰ শিষ্য অগনন।
অনিৰুদ্ধ নাৰায়ন ৰামচন্দ্ৰ আদি
যদুমনি দুইজন ধৰ্ম্মৰ ভৈলা লাগি।
কালজাৰ পোৰা ভড়াল সত্ৰ দুইখন
ধনে ধানে ভকত সমে নন্দন বদন।
ভৰ্য্যা পুত্ৰ থাকি গৈলা ভবানী পুৰত
সেয়ে অহা যোৱা কৰে আতা অবিৰত।
ধোপৰ গুৰিত থাকি নমস্কাৰ কৰি
সদায় জিৰণি লয় দণ্ডৱতে পৰি।
এনেদৰে চলি আতা দেৱ শ্ৰীগোপাল
চাৰি সত্ৰ পাতি তাতে ধৰ্ম প্ৰচাৰিল।

তাৰ পাছে আহি যেবে বয়স হইল
সত্তৰ বৰিষে আহি খোজ পেলাইল।
অশুকোষে বিষ হৈ বিচনাত পৰিলা
পুৰুষোত্তম ঠাকুৰ আহি আতাক দেখিলা।
আতাৰ অৱস্থা দেখি কাষত বহি লই
মিনতি বচনে বহু কথাক বলই।
ঠাকুৰক দেখি আতাৰ হৰষিত মন
বৰগীত শাস্ত্ৰ কথা বোলে অগনন।
পুৰুষোত্তম বোলে বাপ কথাৰ সাগৰ
ঠাকুৰ আতাৰ পৰে তুমি আতা শ্ৰেষ্ঠতৰ।
কথাৰ সাগৰ নাম দিলা গুৰুজন
এইনামে আপোনাক জানে সৰ্ব্বজন।
অন্তিম কালত দেখি গুৰু নাতি জন
গোপাল আতা আনন্দিত হইল পৰম।

তাৰ পাছে পুৰুষোত্তম বিদায় মাগিল
আতা ৰাম ৰাম বুলি নিশ্বাস এৰিল।
সুভাগী আইৰ মহা ক্ৰন্দন উঠিলা
চুবুৰীয়া ভক্ত যত তাহাক বুজাইলা।
আতাৰ নশ্বৰ দেহা শয্যাত ৰইল
পৰমাত্মা গৈয়া পাছে বৈকুণ্ঠ পাইল।
ভক্তগনে তাল খোল বজাই আনিলা
পদ্মানদী তীৰে আতাৰ চিতাগ্নি জালিল।
নশ্বৰ দেহ হই গল মাটিত মিহলি
পৰমাত্মা গল আতাৰ বৈকুণ্ঠক চলি।
ডিহিঙৰ পৰা ভাটি কালজাৰ ধৰি
গোপাল আতাৰ পন্থ গৈলা প্ৰচাৰি।
গোপালৰ চৰণে চিত্ত দিয়া সৰ্ব্বক্ষণ
হৰি হৰি বোলা সবে স্থিৰ কৰি মন।



## পুৰুষোত্তম ঠাকুৰৰ ভেলা দোয়াৰ গমন
## হৰিহৰ আতা আৰু গোবিন্দ অধিকাৰীৰ লগত সাক্ষাত

### পদ

চক্ৰপাণি বুলিলন্ত ভকত সকল
এবে শুনিয়োক কথা যিমত ঘটিল।
সুন্দৰী পাটবাউসী থানসকলো ভাগিল
শঙ্কৰৰ নাতি দুই জনীয়া চলিল।
পুৰুষোত্তম ঠাকুৰৰ পুত্ৰ আশাকৰি
তিনিজনী কন্যা আনি লন্ত বিহাকৰি।

কালিন্দ্ৰী মাতৃৰ কথা ৰাখি এই কাম
তথাপি নাপাইল তিনি পুত্ৰৰ পিতা নাম।
চতুৰ্ভুজ ঠাকুৰ চলি গৈলা বিষ্ণুপুৰ
অতি মনোৰম ঠাই শস্যে ভৰপুৰ।
শৰালী ডাইকা হংস বগলী চৰয়
মাছৰোকা ৰাম পাউৰা তথাত উৰয়।

তাতেই থাকিলা চতুর্ভুজ ঠাকুৰাই
গোৱাল পাৰাৰ ভক্ত যত ঘনাই আহই।
বৰঠাকুৰ ৰল তেবে জনীয়া সত্ৰত
প্ৰথমা ভাৰ্য্যাই তাতে গৈলা বৈকুণ্ঠত।
দুখ লাগি ঠাকুৰ দেৱ বেহাৰত গৈলা
ভেলা দোৱাৰ নামে ঠাইত থাকিবাক লৈলা।
লাহে লাহে গৈলা তাকে সমস্ত ভক্তচয়
শঙ্কৰৰ নাতি বুলি সন্মান কৰয়।
পূৰ্ব্বতে আছিল তাত যত ভক্ত গণ
কাষ চাপি আহি গুৰুক কৰিলা সন্মান।
হৰি হৰ আতা পাছে কাষ চাপি আহি
পুৰুষোত্তম সঙ্গে ধৰ্ম আলোচিল ৰহি।
তাৰ পাছে এদিন আতা হৰি হৰ দেৱ
নতুন চাউল কঠি দিয়া কৰিলেক সেৱ।
আলধৰা চাউল কঠিহে ডলাত তুলি
ৰাখিলেক ভালমতে ৰাতি খাব বুলি।
পৰবৰ্ত্তি সময়ত সিও পাহৰিলা
হৰি হৰ আতা আহি কথাক জানিলা।

আতা বুলিলেক ইটো চাউল ভকতৰ
গুৰুৰ নাতিক দিলোদান সেৱকৰ।
অৱজ্ঞা কৰিয়া তুমি কৰিলা কাষৰ
শ্ৰদ্ধাৰ দান নলৈলা কপট অন্তৰ।
হৰিহৰ আতাক কলে মই দেখা নাই
ক্ষমিত্তক বাপ কিবাদোষ হয় চাই।
এই বুলি চাউল কঠা নমাই আনিলা
সঙ্গৰ ভকত সমে ভাগ কৰি খাইলা।
তাৰ পাছে বৰঠাকুৰ মধুপুৰ গই
বুঢ়ীৰ পো গোবিন্দৰ সঙ্গক লভই।
গোবিন্দৰ কাষৰ পৰা আহি বিদাই লই
ভেলা দোৱাৰ থানে ঠাকুৰ স্থিতিক লভই।
ৰজাৰ কৰ্ম্মীয়ে গই বাতৰি জনাই
শংকৰৰ নাতি আহি আছে বাট চাই।
সিধা পাতি টকা বস্ত্ৰ ৰজাই পাঠালে
ঠাকুৰ থাকিল তাতে অতি কৌতুহলে।
পুৰুষোত্তম ঠাকুৰক ভাল মতে জানি
হৰি হৰি বোলা সবে অন্যত্ৰ নগনি।



## পুৰুষোত্তম ঠাকুৰৰ বেহাৰত ধৰ্ম প্ৰচাৰ, ৰজাৰ লগত পৰিচয় আৰু পৰলোক

### পদ

এই মতে বৰ ঠাকুৰ ভেলা দোৱাৰত
কন্যা ভাৰ্য্যা সমে থাকে ৰাজ আশ্ৰয়ত।

তাত থাকি শিষ্য বহু তথাত হইল
বেহাৰৰ প্ৰজা গনে শ্ৰদ্ধাৰে দেখিলে।

উজনি ৰাজ্যত গুৰু ধৰ্ম নধৰিলা
ধোৱা হাটে যেবা ধৰ্ম প্ৰচাৰিবে লৈলা।
গুৰু জন সঙ্গে আহিলেক কেউজন
বৰপেটা বসতি কৰিলা সৰ্ব্বজন।
বংশী গোপাল গৈলা চলি উজনি ৰাজ্যত
সঙ্গে থাকে তাহাৰ মাত্ৰ সঙ্গী একশত।
তাৰ পাছে বদলা আতা উজনি চলিলা
সত্ৰ পাতিবাক লাগি চেষ্টাও কৰিলা।
বিপ্ৰৰ বাধাতে আগুৱাব নোৱাৰিল
ৰজাৰ পৰা পদে পদে বাধাক পাইল।
পাছে ৰাজা প্ৰতাপ সিংহ বুজি ধৰ্ম চয়
ধৰ্ম প্ৰচাৰিবে লাগি আজ্ঞাক দিবয়।
ৰজাৰ আজ্ঞাত যেবে দ্বাৰ খোলা ভৈলা
গুৰু ধৰ্ম প্ৰচাৰিবে সুবিধা মিলিলা।
জয়ধ্বজ ৰজা কুৰুৱা বাহীৰ পৰা
নিৰিঞ্জন দেৱক আনে চাই পৰম্পৰা।
পাঠক নিৰঞ্জন যেবে ৰাজ গুৰু ভৈলা
আউনি আটী থানে আহি সত্ৰক পাতিলা।
খবৰ শুনি পুৰুষোত্তম বাৰ জন ভকত
উজনিক পঠাইল ধৰ্ম প্ৰচাৰত।
বৰ বাৰজনীয়া বোলয় সিহঁতক
সত্ৰ পাতি প্ৰচাৰিলা শংকৰৰ মত।
তাকে শুনি চতুৰ্ভুজ ঠাকুৰ সৰুজন
উজনিক পঠাইল ভক্ত বাৰজন।
তাৰা সবে উজনিতে সত্ৰক পাতিলা
সৰু বাৰ জনীয়া সিহঁতে নাম পাইল।

শত শত প্ৰজা আহে প্ৰতি নিতে নিতে
ভাৰ ভেটী শাক পাত দিয়ে অসংখ্যাতে।
মাঝে মাঝে ঠাকুৰ দেউ মধুপুৰ যাই
অধিকাৰী গোবিন্দই ই থানে আছই।
পৰম আনন্দ তৈতে মিলিলা অপাৰ
হৰি নাম ধ্বনি উঠি থাকে বাৰম্বাৰ।
এইদৰে কতদিন তাত চলি যাই
লাহে লাহে এই খবৰ শুনিলা ৰজাই।
শঙ্কৰৰ নাতি ধৰ্ম প্ৰচাৰ কৰিলা
ইটো ধৰ্ম ধৰিবাক মোৰ ইচ্ছা ভৈলা।
আই ধাইৰ মুখে কথা শুনিয়াছো আমি
শ্ৰীশঙ্কৰ দেৱ গুৰু সৰ্ব্বত্ৰ বাখানি।
আতা নৰ নাৰায়ন শৰণ আশাই
মাতিছিল শঙ্কৰক আপোন আলই।
পাছে গুৰু নাহিলেক গৈলা পৰলোক
শুনি আতা মহাৰাজ কৰে মহাশোক।
তাহাৰ নাতিক মাতি ই থানে আনিয়া
কৃতাৰ্থ হইব আমি শৰণ লভিয়া।
ইটো ভাবি কাজি এক প্ৰেৰণ কৰিলা
কাজি আহি ঠাকুৰক বৃত্তান্ত কহিলা।
ৰজাৰ গৃহক যাইবে মাতিছে ৰজাই
ঠাকুৰ বুলিলা মোৰ শৰীৰ ভাল নই।
ৰজাৰ মঙ্গল চিন্তি থাকিম চিৰকালে
ৰোষ যাতে নকৰয় আমি তাত নগেলে।
কাজিক বুলিলা ৰমা নন্দৰ নন্দন
শুনা কাজি শৰীৰ ভাল পাইবো যখন।

ৰাজ সেৱা কৰিবাৰে নিশ্চয় যাইবো
ৰজাৰ কুশল মঙ্গল সদাই চিন্তিবো।
কাজিয়ে দেখিলা সঁচা শৰীৰ ভাল নয়
এতিয়া গইলে হব পাৰে বিপৰ্য্যয়।
এতে কতে কাৰ্যি গৈ বুলিলা ৰজাক
গা ভাল পালে আহিবেক ই থানক।
কাজি যেবে চলি গৈলা ঠাকুৰৰ কাষ এৰি
ঠাকুৰ চিন্তিলা কথা ককাৰ ধৰ্মৰ গুৰি।
অহিংসা সত্যক তেৰাঁ আকোৱালি ধৰি
ৰজাৰ গুৰু নহইল চলে অজ পুৰী।
তাহাৰ ধৰ্মক যদি পালি থাকো আমি
ৰাজ গুৰু নহইব ধৰ্মক আতাৰ পথ গনি।
লক্ষ্মী নাৰায়ন ভকতৰ দ্ৰোহ কৰে
নিজে আগে থাকি ভক্তক অপমান কৰে
তাহাক শৰণ দিলে বাক্য যে লৰিব
এই বুলি আতে এক মাত্তি আনিলেক।
গোবিন্দ নামেতে ভক্ত সত্ৰ অধিকাৰী
মধুপুৰ ধামে গুৰু থৈলা মান্য কৰি।
বুঢ়িৰ পো গোবিন্দ বুলি লোকত প্ৰকাশ
গোবিন্দই ঠাকুৰক কৰিলা আশ্বাস।
ঠাকুৰ অসুস্থ শুনি গোবিন্দ আহিলা
বিচনাত শুই থকা আতে দেখিলা।
দুয়োজনে আলোচনা কৰিলা বহুত
গোবিন্দই গৈলা চলি মনৰ দুখত।

আলোচনা অন্তে লৈলা গোবিন্দ বিদাই
ঠাকুৰ দেৱ জ্বৰ উঠি পৰিল শয্যাই।
শয্যাত পৰিয়া ভাৰ্য্যা ৰুক্মিণীক মাতিলা
কথা বাৰ্ত্তা বুজাই ঠাকুৰ বৈকুণ্ঠ চলিলা।
ভাৰ্য্যা কন্যা তিনিজনী আছিলে তথাত
স্বামী পিতৃ শোকে তাৰা ভৈলা বিমুৰ্চিত।
খুড়াকক দিলেক বাৰ্ত্তা ভকত পঠাই
পাচদিন পৰে পাইলা চতুৰ্ভজ ৰাই।
ভকত সমে আলোচনা কৰিয়া তথাত
হৰি নামে আদ্য শ্ৰাদ্ধ কৰে সমাপত।
ইয়াতে ৰেজাৰ পাইলা থলুৱা বিপ্ৰগন
হিংসা কৰে গুৰু পৰিয়ালক সঘন।
সবাকে ভুঞ্জালে বহু অন্ন আৰ ব্যঞ্জন
দুখী দৰিদ্ৰক দান দিলা অগনন।
যদিও থাকিল তথা চতুৰ্ভুজ দেৱ
দাদাৰ বিয়োগে শোকে কৰে নিতেখেদ।
কান্দি কান্দি চতুৰ্ভজ গৃহে আহি পাইলা
ভকত মাত্তি মাহেক নিচত্ত কীৰ্ত্তন কৰিলা।
বিষ্ণুপুৰ থানে যত ভকত আছয়
দৈ চিৰা কল আনি সবাকে ভুঞ্জয়।
নাম গুণ ধৰি বিষ্ণু পুৰৰ থানত
ঠাকুৰৰ আদ্য শ্ৰাদ্ধ কৰে সমাপত।
ভকত সকলে নাম গায় মুখ ভৰি
ইহাক স্মৰিয়া সবে বোলা হৰি হৰি।



## দামোদৰ দেৱৰ শিষ্য পৰীক্ষা আৰু ভট্টদেৱক উত্তৰাধিকাৰীত্ব দান

### পদ

তাৰা পিচে বোলে কথা আতে চক্ৰপাণি
দামোদৰ গুৰুৰ কথা সবে লোৱা জানি।
বৈকুণ্ঠ পুৰত থাকি দেৱ দামোদৰ
হৰি নাম ধৰ্ম তাতে কৰিলা প্ৰচাৰ।
অনেক ভকত আহি শৰণ লইল
শ্ৰীমন্ত শংকৰৰ এক শৰণ প্ৰচাৰিল।
কৃষ্ণদেৱ আছিলে ৰত্নাকৰৰ তনয়
দামোদৰ দেৱৰ বংশ সিজন হোৱয়।
পাট বাউসী এৰি গুৰু বিজপুৰ গৈলা
ভট্টদেৱ পণ্ডিতক অধিকাৰ পাতিলা।
ভট্টদেৱ সন্ত তাতে কতদিন থাকিল
কালৰ গতিত এক ঝগৰা লাগিল।
ঝগৰা লগাৰ কথা এহিযে কাৰণ
পাট বাউসীৰ অধিকাৰ হুব কোন জন।
কৃষ্ণ দেৱ বোলে মোৰ কণিষ্ঠ পিতাৰ
তেওঁ অবিহনে মোৰ পুৰ্ণ অধিকাৰ।
মোৰ সমৰ্থক বহু ইথানে আছয়
এইহেতু মোক গাদি লাগিব নিশ্চয়।
পূৰ্ব্বে যেমন ৰাম ৰায় বন গঞা আদি
বংধৰ বুলিয়া ভৈলা মাধৱৰ বাদী।
এই হেতু কৃষ্ণ দেৱ ভাতিজা বুলিয়া
কাজিয়া কৰিলা বাউসী সত্ৰক লাগিয়া।

দামোদৰ গুৰুছিল বৈকুণ্ঠপুৰত
কান বাগৰি দন্দ গৈয়া পৰিল কাণত।
গুৰু বোলে এই দন্দ হুইব উপসম
পাট বাউসী লাগি যোৱা ভক্ত একজন।
বৃদ্ধ কাল ভৈলা মোৰ মিঠাই খাব মন
মিষ্টা দ্ৰব্য কৰি আনা আমাৰ কাৰণ।
যতেক আছয় শিষ্য আৰু বন্ধু গন
পাইলে মিষ্টি তুষ্ট হুইব কৰিয়া ভক্ষণ।
যিজনৰ মিষ্ট বস্তু অধিক স্বাদ পাব
সেইজন শ্ৰেষ্ঠ বুলি স্বীকৃতি পাইব।
পৰ্ব্বানন্দ আহি গল এই বাৰ্ত্তা লই
ভক্ত গন মধ্যে কথা ফুৰিলন্ত কই।
ভগবান, সন্তদেৱ বলদেৱ আদি
দামোদৰ দেৱৰ ভিক্ষা বোলে ঐত আহি।
খবৰ পাইল মুখ্য ভক্ত যত আছে
মিষ্ট অন্ন লৈয়া যান্ত দামোদৰ পাশে।
পায়স পৰমান্ন আৰু মিঠা কতখিনি
তৈয়াৰ কৰিলা দুগ্ধ মিহুলাই চেনি।
খিৰলাৰু সন্দেহ জিলাপি কৰিলা
খিৰপঠা, তিলপিঠা কত বনাইলা।
এই বস্তু লই গৈলা সব ভক্ত গন
কৃষ্ণদেৱ নিলা দ্ৰব্য কৰিয়া যতন।

ভট্টদেৱ কিছুদিন বিলম্ব কৰিলা
ভাগৱত শাস্ত্ৰ খনি কথাত লিখিলা।
স্ত্ৰী, বৃদ্ধা, বিপ্ৰ, শূদ্ৰ সকলে বুজয়
এইৰূপে ভাগৱত ৰচনা কৰয়।
বাকী ভক্তগন আছে অপেক্ষাত ৰই
কোন শ্ৰেষ্ঠ জন হইব যাব তাক চাই।
গুৰুৰ মনৰ কথা বহুতে বুজিলা
উত্তৰাধিকাৰী হব আশা কৰি ৰইলা।
ভট্টদেৱে লই গল ভাগবত খনি
গদ্যকৰি লিখি গৈছে আগ গুৰি জানি।
সাচি পাতে লিখি তাক বকলা লগাই
সাবধানে ৰাখি দিলা ৰাখিয়া শঁৰাই।
গুৰুৰ আগত নিয়া ৰাখিয়া থইলা
কিবা বস্তু ইটো গুৰু দামোদৰ পুচিলা।
ভট্টদেৱ বোলে প্ৰভু সুশীলা নন্দন
কথাৰ দ্বাৰা ভাগৱত কৰিলো লিখন।
মূৰ্খ জ্ঞানী স্ত্ৰী শূদ্ৰ সবে বুজি লই
অতি মিষ্ট হৰি নাম পাত্ৰ আছে ৰই।
আত পৰে মিষ্ট বস্তু নাপালো বিচাৰি
নিবেদিলো আপোনাক বস্তু এই ফেৰি।
দামোদৰ বোলে ধন্য বস্তু পাইলা তুমি
সুক্ষ্মদৰ্শী দুৰদৰ্শী তুমি মহা জ্ঞানী।
ভক্ত সমাজত তুমি শ্ৰেষ্ঠ যে মহান
আন কোনো ভক্ত নাই তোমাৰ সমান।

মহান পণ্ডিত তুমি শাস্ত্ৰ বিশাৰদ
জিনিবাক পাৰা তুমি শাস্ত্ৰ সভাসদ।
তোমাক পাতিলো মই পাটবাউসী থানে
সবাৰো ওপৰে গুৰু সত্ৰ আছে মানে।
সন্ধিৰ বাহক গুৰু বুধিত কাটিলা
সবাৰো ওপৰে মুখ্য গুৰু পতি থৈলা।
কৃষ্ণদেৱ গৈলা গুচি উত্তৰ দিশত
সত্ৰ পাতিলেক এক পোমাৰা পাৰত।
বৰলা নামেতে সত্ৰ জানে বহু জন
বজালী মধ্যত আনি পাতে সত্ৰখন।
তাৰ পাচে গুৰু দামোদৰ চলি গৈলা
বেহাৰ ৰাজ্যৰ বৈকুণ্ঠ পুৰে ৰৈলা।
ঢাপ বান্ধি সত্ৰ তাত পাতিল সুন্দৰ
সাত বৰ্ষ তথাত থাকিল দামোদৰ।
তাৰ পাছে বহাগ মাহ যে আহি পাইল
দামোদৰ গুৰু তাত আপুনি জানিল।
গুৰু মাতি আনিলেক আতে ৰামজয়
প্ৰভুৰ আদেশে তিনি গীতাক পঢ়য়।
এইদৰে ধৰ্ম চৰ্চ্চা কৰিয়া তথাত
দামোদৰ গুৰুদেৱ থাকিল তথাত।
লগত থাকিল আৰু ভক্ত বাৰজন
ধৰ্মৰ প্ৰচাৰ আৰু নাম সংকীৰ্ত্তন।
দামোদৰ গুৰুৰ লীলা সবে কৰিমন
বোলা হৰি ৰাম নাম যতেক সজ্জন।

>>>>■<<<<

## বেহাৰত বৰঠাকুৰৰ পত্নী ৰুক্মিনীৰ নিৰ্মালি দানত ব্ৰাহ্মণৰ খল আৰু দামোদৰ দেৱৰ দ্বাৰা ৰজাৰ ভুল সংশোধন

### পদ

বেহাৰ নগৰৰ কাষে ভেলাদোৱাৰ ধাম
শস্যে মস্যে ভৰপুৰ অতি অনুপম।
কিন্তু এক অসুবিধা তথাত আছয়
তোৰচাৰ বানে সদা অনিষ্ট কৰয়।
গৰাখহনীয়া আহি সততে পাৰয়
বহুবাৰ সত্ৰখনি খহাই পেলায়।
এইবাবে মধুপুৰে বয়বস্তু নিলা
গুৰুৰ যতেক বস্তু তথাত ৰাখিলা।
পাছে ৰমানন্দ পুত্ৰ পুৰুষোত্তম ৰাই
ৰাজ কৰ্মচাৰী গনে ই থানে ৰাখই।
তথাত থাকিলা ঠাকুৰ পিতৃ ধৰ্ম পালি
অল্প বয়সতে গৈলা বৈকুণ্ঠক চলি।
দুই ভাৰ্য্যা তিনি কন্যা তথাত আছয়
শিষ্য গনে যথা সাধ্য পালন কৰয়।
যদিও মনত কিছু সুখ নাহি কয়
ধৈৰ্য্য ধৰি আই তাত ধৰ্ম প্ৰচাৰয়।
একদিনা ভক্তগনে আলোচ কৰিলা
ৰজাৰ অনুগ্ৰহ লাভ কৰিবে ভাবিলা।
বৰঠাকুৰক শৰণ লোৱাৰ ইচ্ছাই
যেতিয়াই ৰজাই তেওঁক মাতিয়া পঠাই।
গুৰুৰ আদেশ ৰজাক শৰণ নিদিল
নোৱাৰিলে গুৰু পৌত্ৰ মৰত ত্যজিল।
ইটো দৃঢ় মত লৈয়া ঠাকুৰ চলি গৈলা
তিনি কন্যা সহ এক বিধবা ৰহিলা।
তাৰ পাছে ভক্ত সমে সব গুৰুজন
লাহে লাহে ভৈলা আহি দুখত মগন।
চলিবে নপাৰে নাই কোনো উপাৰ্জন
কথমপি পুহি আছে ভাৰ্য্যা পুত্ৰগণ।
ভক্তগন যত ছিল ভিক্ষা কৰি খায়
গুৰুৰ পত্নী কন্যাক কিছু দিতে নপাৰয়।
একদিন সবভক্ত প্ৰসঙ্গ শেষত
আইৰ আগে এক কথা কৰিলা বেকত।
আপোনাৰ স্বামীক যেবে মাতিলা ৰজাই
বৈকুণ্ঠক ছলি গৈলা যেবে নপৰাই।
এবে তুমি নিৰ্মালি কিছু দিয়াহে পঠাই
নিৰ্মালি পাইলে ভাল পাইব ৰজাই।
এই বুলি ৰুক্মিনীয়ে খৰাহীত থই
কাৰ্যিৰ হাতত ফুল নিৰ্মালি পঠাই।
ৰজাক দিবাক লাগি উপদেশ দিলা
সেই মতে নিৰ্মালি খিনি ৰজাক যাচিলা।
ৰজা বোলে কাৰনো নিৰ্মালি আৰু ফুল?
খল বিপ্ৰ এজনে বোলে হইব মহা ভুল।
শুদিৰৰ বিধবা একজনী ভেলা থানে
কন্যা তিনি লই আছে পুত্ৰ নাই গুণে।

বেশ্যা বৃত্তি কৰে সিটো সুদিৰ ভাৰ্য্যাই
নিৰ্মালিৰ ছলে ৰজা আপোনাক ভুলাই।
ৰজাৰ মনত ক্ৰোধ বাঢ়িলা অনেক
গৰমৌলিক আদেশিলা বন্দী কৰিবাক।
ভাবি চালে গৰমৌলী পূৰ্ব্বৰ কথা চয়
ৰাজ সভা মধ্যে অনেক শিষ্য ও আছয়।
ততালিকে জনাইলা মাতৃক এই কাহিনী
দামোদৰ পাশে গৈলা নিজ বিপদ গনি।
পাছে দামোদৰ দেৱ ভকত পঠাই
পত্ৰ লিখি পঠাইলা ৰজাক দিবলই।
লিখিছিল মহাৰাজ নিজে যাম মই
গুৰুতৰ কথা এক আছে কবলই।
তৃতীয় দিনত গুৰুদেৱ দামোদৰ
অনুমতি লই আহে ৰজাৰ ওচৰ।
বুলিলা নাতি বধু গুৰু শঙ্কৰৰ
নিৰ্মালি দিছিলে মঙ্গল চিন্তিয়া ৰজাৰ।
যদিও বিধবা নাৰী কায়স্থ কুলৰ
জানিলবা বধু তিনি মহাপুৰুষৰ।
আপোনাৰ কুল গুৰু যদিও নহয়
চিলাৰাই আই ধাই ৰাজ অমাত্য চয়।
তাহাৰ শিষ্য আছিল পাৰিষদ গণ
ৰাজ সভা মধ্যে ছিল শ্ৰেষ্ঠ পণ্ডিত জন।
অৱতাৰ পুৰুষ গুৰু শ্ৰীমন্ত শংকৰ
আতা শহুৰ ছিল ৰজা এই বিধবাৰ।
অতীকে ধৰ্মিষ্ঠা নাৰী ধৰ্ম কৰ্মেৰত
শাস্ত্ৰ চৰ্চ্চা ধৰ্ম চৰ্চ্চা কৰে অবিৰত।

শঙ্কৰ গুৰুৰ কথা কও পুনৰবাৰ
অতি মান্য শ্ৰেষ্ঠ ব্যক্তি আপোন ৰজাৰ।
জগত গুৰু বুলি স্বীকাৰ কৰিলে ৰজাই
নিজেও শৰণ লোৱাৰ বাবে ইচ্ছা হই।
সেই হেতু শৰণ লইবে ইচ্ছা কৰি
গুৰুৰ সমীপে আহে হাবিয়াস কৰি।
তাৰ আগে গুৰুজন বৈকুণ্ঠ চলিলা
এই হেতু তব পিতৃ শৰণ নপাইলা।
মাধবদেৱ পুৰুষক দেখিলে আপুনি
সভামধ্যে জিনিলেক পণ্ডিত অগ্ৰগনি।
আপুনিয়ে ধৰ্ম ৰাজ্যৰ শ্ৰেষ্ঠ আসন দিলে
কিছুদিন আগে তেওঁ দেহা তিয়াগিলে।
পুৰুষোত্তম ঠাকুৰক চিনিছে ৰাজন
তেওঁৰ পত্নী ৰুক্মিনী এই নাৰী জন।
আশীৰ্ব্বাদ কৰি তোমাক নিৰ্মালি পঠালো
খল বিপ্ৰ গনে নানা কুকথা লগালে।
কোন বিপ্ৰ কোন ক্ষেত্ৰ কোন শূদ্ৰজন
নিজ স্বাৰ্থ হেতু খল লগায় অকাৰণ।
মোৰ গুৰু নাতি যিটো তাৰ এই জায়া
বিঘিনী তাৰণ হেতু নিৰ্মালিক দিয়া।
আপোনাৰ কুশল চিন্তা কৰে সৰ্ব্বক্ষণ
তেওঁক দোষী বুলি মিছাই ভাবা অকাৰণ।
ৰজা বোলে শঙ্কৰদেৱ জগতৰ গুৰু
বিশ্ব মাঝে সৰ্ব্ব শ্ৰেষ্ঠ মানব কল্পতৰু।
সৰু কালে ৰাজ সভাত দেখিছিলো মই
তেনুৱা পুৰুষ কিন্তু আজি দেখা নাই।

তাহাৰ নাতি পুৰুষোত্তম তাকো মই জানো
শৰণ লও বুলি মই যেবে মাতি আনো।
দোলাভাৰী গনে যেবে দোলা লৈ যাই
তাৰ আগে পুৰুষোত্তম বৈকুণ্ঠে চলই।
তেওঁৰ পত্নীক কিন্তু মই দেখা নাই
মান্য কৰি আনিবোহো ৰাজ সভালৈ।
এই ভাবি স্থিৰ মতি লক্ষ্মী নাৰায়ন
দোলা পঠাই লৈ আহে মাতৃক তখন।
সেৱা কৰি ৰজা পাছে ক্ষমাক মাগিল
ধন ধান্য বস্ত্ৰ দিয়া গৃহে পঠাইল।
জগত গুৰু শংকৰদেৱ শেষ বয়সত
ৰাজ পণ্ডিত স্বৰূপে আছিলে বেহাৰত।
বৰ ভাগৱত নামে শাস্ত্ৰক লিখিলা
ৰজাই পঢ়িলা সোণৰ শলখা লগাইলা।
পাছে দামোদৰ দেৱ ইটো কথা জানি
ৰজাৰ ৰোষ হস্তে আইক উদ্ধাৰিয়া আনি।

গুৰুৰ লিখিত শাস্ত্ৰ বিচাৰি দেখিলা
বৰ ভাগৱত খনি বিচাৰিয়া পাইলা।
ৰুক্মিনী দেৱীক সেই ভাগৱত খুজিলা
পঢ়ি চাই দিব বুলি দামোদৰে কৈলা।
কিছু দিন পৰে দামোদৰ চলি যাই
ৰুক্মিনী আইয়ে শাস্ত্ৰ বিচাৰি নপাই।
দামোদৰৰ আদ্য শ্ৰাদ্ধ বৈকুণ্ঠ পুৰত
তিনিও ৰাজ্যৰ ভক্ত মিলিলা তথাত।
দক্ষিণ পাটৰ অধিকাৰী শাস্ত্ৰ লৈ গৈলা
পুনৰপি শাস্ত্ৰ খনি ঘুৰাই নিদিলা।
অসমৰ খ্যাতিমন্ত সাহিত্যিকগণ
দক্ষিন পাটে আছে শাস্ত্ৰ বোলয় এখন।
এনেদৰে খল বিপ্ৰে কথাক লগাই
কত কষ্ট দিলা গুৰুক ৰজাক জনাই।
কিছু দিনান্তৰে লক্ষ্মী নাৰায়ন চলিলা
বীৰ নাৰায়ন দেৱ ৰাজ পাট লৈলা।

গুৰুৰ চৰিতা মৃত সবে কৰা পান
হৰি হৰি বোলা ডাকি এৰি চিন্তা আন।



*স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱাৰ লিখিত আৰু স্বৰ্গীয় মহেশ্বৰ নেওগ লিখিত কথা গুৰু চৰিতত এই কথা পোৱা গৈছে। বৰ ভাগৱত খনি দামোদৰদেৱৰ পৰিয়ালৰ পৰা দক্ষিণ পাট সত্ৰাধিকাৰ স্বৰ্গীয় শ্ৰীবনমালীদেৱে লৈ যায়। এইখন অদ্যাপি সেই থানতে আছে।*

# ৰজাবীৰ নাৰায়নৰ বৰপেটা সত্ৰ দৰ্শন

## পদ

আত অনন্তৰে কথা বোলে চক্ৰপাণি
বেহাৰ ৰজাৰ কথা সবে লোৱা শুনি।
বীৰ নাৰায়ন ৰজা অতি ভক্তিমান
ভকত সকলৰ প্ৰতি অতি শ্ৰদ্ধাবান।
শুনি আছে ভক্ত মুখে বৰপেটা থান
সাক্ষাতে বৈকুণ্ঠপুৰী পবিত্ৰ পৰম।
তাৰ অধিকাৰী আতা মথুৰাদাস নাম
নিজ হাতে গঢ়ি তোলে এই সত্ৰখান।
সত্ৰখনিৰ অধিকাৰী তথাত আছয়
যেনি চোৱা তেনি পোৱা সবে জয়ময়।
এই কথা শুনি ৰজা উজাই চলিলা
বৰপেটা সত্ৰখনি দেখিবাক গৈলা।
পাৰিষদ সমে গৈলা নৌকাৰে উজাই
চাউল খোৱা নদীযেদি বৰপেটা পাই।
উপৰাজ ধানী হাজো কোচ নৃপতিৰ
বছৰত দুইবাৰ আহে মহাবীৰ।
পথমধ্যে হয় ইটো বৰপেটা থান
দেখিবাক আহে ৰজা এই সত্ৰথান।
ৰজা আহি বাট চৰা যেতিয়া পাইলা
বাঢ়নি হাতত লোৱা বুঢ়া এক দেখিলা।
কৰ যোৰে মহাৰাজ বুঢ়াকু সোধয়
এই থানৰ মালিক বুঢ়া কোথায় আছয়।

আতা বোলে সৌ দেখা পজাঘৰ খন
সেই বাহা মধ্যে থাকে সত্ৰৰ দাস জন।
এতিয়া কামৰ বাবে আহিছে ওলাই
ক্ষন্তেক পিচে মহাৰাজ দেখা পাব গই।
এই বুলি উত্তৰ ফালৰ পীড়ালিক নিলা
কঠৰ ওপৰে এক বস্ত্ৰ পাৰি দিলা।
তথাত বহিলা ৰজাবীৰ নাৰায়ন
অপেক্ষিলে সত্ৰাধিকাৰ দেখিবাৰ মন।
অতীব সুন্দৰী থান দেখো এইখন
নিশ্চয় ধনী মানীলোক ইয়াৰ মালিক
সেইহেতু সত্ৰখনি সব ঠাক ঠিক।
বকুল নাৰিকল গছে আবৰি আছই
পূবফালে খটখটি অতি শোভাময়।
অলপ পাচতে সেই দাস বুঢ়া জন
অন্য এক দুৱাৰেদি কৰে আগমন।
পাতৰ চুৰিয়া পিন্ধা গাৰে বস্ত্ৰ খনি
উত্তৰীৰ দৰে লয় অতিকে শুৱনি।
গলত গামোচা খনি ওলমি আছয়
জানিলা ৰজাই এওঁ অধিকাৰী হয়।
তাল খোল শঙ্খ ঘন্টা বাদ্যক বজাই
ৰজাক আদৰি লৈয়া ভিতৰক নেই।

যথাস্থানে শুভ্রা সনে ৰজাক বহাইলা
ৰজাৰ কাষতে আতা আসন লইলা।
ৰজাবোলে আপুনিয়ে ইয়াৰ অধিকাৰ
তবে কেনে দাস দাসী নাৰাখ ইয়াৰ।
ৰজাই দণ্ডাৱতে সেৱা কৰিবে খুজিলা
হাত তুলি বাধা দিয়া আতাই বুলিলা।
বৈকুণ্ঠৰ পুৰী সম ভগবন্তৰ ঠাই
ইয়াত কাকো পৰি সেৱা কৰিতে নপাই।
প্ৰনাম কৰিব পাৰে জুৰি দুই হাত
মানুহে নলয় সেৱা ঈশ্বৰৰ থানত।
ৰজা বোলে সচাঁকৈয়ে পবিত্ৰ ই ঠাই
গুৰু আসন তিনিখনি আতাই দেখাই।
তাৰ পাছে মহাৰাজ কীৰ্ত্তন শুনিলা
নাম কীৰ্ত্তন অন্তে ৰজা প্ৰসাদ খাইলা।
মাহ দালি আৰু তাত কোমোৰা মিলাই
সেই ব্যঞ্জন দিয়া ৰজা অন্নক ভুঞ্জই।

কিনো আঞ্জা খুৱাইলা সোৱাদ ইমান
ৰাজ ভোগ নোহে গুৰু ইয়াৰ সমান।
আতাবোলে মাটিমাহ আৰু কোমোৰাক
মিহলাই তৈয়াৰিছো এইখন আঞ্জাক।
অন্য একো ভাল বস্তু ইটোনোহে জান
শাক, কচু মাহৰ দালি কৰিছো ব্যঞ্জন।
আপোনাক গৃহে পাই কিমান ভাগ্যবান
দৰিদ্ৰ বিদুৰৰ গৃহে যেন নাৰায়ন।
আজি আমি ধন্য হৈলু তব ধূলি পাই
এই বুলি প্ৰনিপাত কৰিলা আতাই।
ৰজাই ঠিয় হই পাচে পৰি দণ্ডাৱত
চৰণ চুই প্ৰনাম কৰে আতাৰ চৰণত।
বীৰ নাৰয়ণ আৰু মথুৰা দাসৰ
মিলন গীত গাই ধন্য হোৱা ভক্তবৰ।
এই ঘট নাক সব ভকতে সুৱৰি
আনন্দ মনেৰে সবে বোলা হৰি হৰি।



## চতুৰ্ভুজ ঠাকুৰৰ তীৰ্থ পৰ্যটনে গমন আৰু দেহাৱসান

### পদ

বিষ্ণুপুৰ থানত থাকি চতুৰ্ভুজ ৰাই
চিন্তা ভাবনাতে ঠাকুৰৰ দিন যাই।
বিলৰ মাজৰ ঠাই দুৰ্গম যাতায়ত
নানান অসুবিধা আহি মিলিল তথাত।

বীৰ নাৰায়ন ৰজা মহাভক্তি মান
ভকত সবক তিনি কৰয় সন্মান।
এই হেতু বিষ্ণুপুৰ এৰিলা চতুৰ্ভুজ
বেহাৰে যাইবে লাগি হইল প্ৰস্তুত।

স্ত্ৰী কন্যা লই ঠাকুৰ নৌকাত চৰিয়া
মধুপুৰ থানক লাগি গইলা চলিয়া।
বিধবা বৌদী সঙ্গে থাকিলেক তথা
ৰাজ অনুগ্ৰহে হইলা সকলো ব্যৱস্থা।
দাদাৰ শোকতে হিয়া দেই পুৰিযাই
এই বুলি ক্ৰন্দন কৰয় ঠাকুৰাই।
অস্থি লৈয়া চতুৰ্ভুজ কান্দিয়া কান্দিয়া
চকুপানী মচি থাকে বিলাপ কৰিয়া।
বৌদেও দুই আৰু কন্যা তিনিজনী
বেহাৰ নগৰে আছে হই অনাথিনী।
শিষ্যবৰ্গ আৰু যত ভকত আছয়
মৰম কৰিয়া সবে যতন লৱয়।
যিদিনা পাইলা ঠাকুৰ ধাম মধুপুৰ
ষান্মাসী তিথি পৰে মৃত্যু বৰঠাকুৰ।
ভকত সকলে পালে মনত আনন্দ
বলৰাম নিত্যা নন্দ বুঢ়ী পোগোবিন্দ।
তথাপি হৰ্ষত যেন বিষাদ মিলয়
পৰিবাৰ কন্যা সবে মিলিয়া কান্দয়।
দুই বৌ কান্দে ঠাকুৰৰ গলে ধৰি
কন্যাগণ কান্দে শোকে বিচনাত পৰি।
ভকত সকলে বুজাই তাহাক আশ্বাসীল
ষান্মাসীক তিথিৰ কৰ্ম কৰিবাক কৈল।
নাম কীৰ্ত্তন শেষ কৰি জলপান কৰিলা
ক্ৰিয়া অন্তে ভক্তগণ গৃহত চলিলা।

ৰুক্মিনী মাতৃয়ে থাকে সঙ্গে কন্যা দুই
নগৰ সমীপে ৰজাৰ গৃহত পৌশই।
ৰজাৰ আদেশ থাকে ভেলা দোৱাৰত
তাতে মিল হইলেক যতেক ভকত।
বীৰ নাৰায়ণ ৰজা সাহায্য কৰিলা
তাতেসে ৰুক্মিনী আই উপায় পাইলা।
চতুৰ্ভুজ ঠাকুৰ ৰল ধাম মধুপুৰ
সঙ্গত থাকিল কন্যা আৰু পৰিবাৰ।
ভাৰ্য্যা কন্যা মধুপৰে এৰি ঠাকুৰাই
তীৰ্থ পৰ্য্যটনে গঙ্গা গয়া চলি যাই।
বাৰানসী বৃন্দাবন মথুৰাকে ধৰি
অযোধ্যাৰ যত তীৰ্থ ফুৰিলেক ঘুৰি।
চাৰি মাহ ধৰি ঠাকুৰ তীৰ্থত ফুৰিলা
পুৰী যাইবে লাগি মনিয়াৰী ঘাট পাইলা।
পুৰীহন্তে ঘুৰি আহি গৃহ অভিমুখ
নানা ঠাই ফুৰি ঠাকুৰ পাইলা বহু দুখ।
লাহে লাহে চতুৰ্ভুজ উজাই আহিল
সঙ্গত এজন মাত্ৰ ভকত থাকিল।
বিহাৰ ৰাজ্য এৰি আহি পাইল গৌৰ
তাৰে এক গ্ৰামে জ্বৰত পৰিল ঠাকুৰ।
নগৰ লগুৱা জন হইল বিমুঢ়
ভাবি গুনি একো চিন্তাৰ নপাইল ওৰ।
সাত দিন থাকে তাত চিকিৎসা নাপাই
দিনে দিনে ঠাকুৰৰ জ্বৰ বাঢ়ি যাই।

অযত্নতে সাত দিন যেবেচলি গৈলা
গঙ্গা তীৰে ঠাকুৰ দেৱ বৈকুণ্ঠ চলিলা।
লগৰ ভকত জনে লাহে লাহে কৰি
দুই মাহত ঘৰ পাইলা খোজ কাঢ়িকাঢ়ি।
চতুৰ্ভুজ ঠাকুৰৰ মৃত্যু বাৰ্ত্তা পাই
কান্দিয়া মুৰ্চ্চিত ভৈলা কনকলতা আই।
দুয়োজন ঠাকুৰৰে পুত্ৰ একো নাই
তোলনীয়া পুত্ৰ দুই জনেই ৰাখই।
গুৰু ধৰ্ম ধৰি সবে সৰ্ব্ব ত্যাগ কৰি
অতি কষ্টে আছিলেক ধৰ্মক আচৰি
চতুৰ্ভুজ ঠাকুৰৰ আদ্য শ্ৰাদ্ধ কৰি
দুখী দৰিদ্ৰক দান দিলা মনপুৰি।
এইদৰে বছৰেক তথাত থাকিলা
তাৰ পাছে বিষ্ণুপুৰ উজাই আহিলা।

বিষ্ণুপুৰ নামে ঠাই অতি অনুপম
মাছ, কাছ ধান চাউল নাই তাৰ সম।
বিষ্ণুপুৰ বইটামাৰী আৰু কিছু ঠাই
অনেক লোক আহি তাতে শৰণ লভই।
কনকলতা আই তাতে মনস্থিৰ কৰি
প্ৰচাৰিলা নিজ ধৰ্ম অতি যত্ন কৰি।
শ্ৰীশংকৰ গুৰুৰ এবে বংশৰ লৰা নাই
তিনি জনী বিধবা তিনি কন্যা আছে ৰই।
পুৰোষত্তমৰ কন্যা আছে দুই জনী
চালে চকুৰোৱা দিপলিপ দুয়োজনী।
বিধবা মাক সহ সংসাৰ চলাই
থাকিলা বেহাৰ নগৰৰ কাষে ৰই।
শ্ৰীশংকৰ লীলা কথা অতি অনুপম
হৰি হৰি বোলা ডাকি হুয়া একমন।



## *বেহাৰ ৰাজ্যৰ বৈকুণ্ঠ পুৰত শ্ৰীশ্ৰীদামোদৰদেৱৰ বৈকুণ্ঠ গমন*

### *পদ*

তাৰ পাছে লাহে লাহে বোলে চক্ৰপাণি
বৈকুণ্ঠ উঠিলা গুৰু সব দিন গনি।
ভিতৰুৱা ঢাপে সত্ৰ পাতিলা সুন্দৰ
সাত বৰ্ষ ছিল তাত প্ৰভু দামোদৰ।
এশদহ বৰ্ষ ভৈলা পাইলা বৃদ্ধ কাল
সত্ৰত থাকোতে প্ৰভু পাইলা আহুকাল।

যাবৰ সময় ভৈলা গুৰুৱে জানিলা
ৰাম জয় আতৈ দেৱক মাতিয়া আনিলা।
গীতা শাস্ত্ৰ খনি তুমি পঢ়া একবাৰ
আপোন গৃহে যাইবো আমি এৰিয়া ভূভাৰ।
বলদেৱ আতাক আনি মাতিয়া বুলিলা
হলনে নহল বোপা প্ৰসঙ্গক বোলা।

তাৰ পাছে দামোদৰ ভকতক মাতি
ভাগৱত গীতা তুমি সমৰা সম্প্ৰতি।
কথা শুনি ভক্ত গন প্ৰসঙ্গক এৰি
গুৰুৰ সমীপে গৈলা লৰি তাৰাতাৰী।
আঠু কাঢ়ি ভক্ত সবে সেবাক জনাই
তাৰ পাছে দামোদৰ ধীৰে ধীৰে কই।
শ্ৰীশঙ্কৰ গুৰুৰ মত এহিসে জানিবা
হৰি নাম বিনে আন পূজা নকৰিবা।
দুখীয়াক দিবাদান আৰু কণা খোৰা
পুত্ৰ কন্যাহীন বৃদ্ধ তাক সেবা কৰা।
সৎ বিপ্ৰ যিজন হয় হৰিৰ ভকত
তাহাক পালিবা মাত্ৰ নিজ মিত্ৰবৎ।
সত্ৰ সমূহক যেন ৰাখা ভালমতে
নিজ ধৰ্ম কদাচিতো নেৰিবা সততে।
ৰাম দাস হৰি দাস বিষ্ণুদাস আদি
কমলাকান্ত ডুমৰীয়া আতা আছে চাপি।
সবাকে আশ্বাসী বুলিলন্ত প্ৰভুদেৱ
আমাৰ কাৰণে দুখ নকৰিবা কেৱ।
পৰম পিতাৰ আজ্ঞা ভৈলামোক লাগি
ক্ষন্তেক পিচতে যাইবো এই পুৰ ভাগি।
পৰ্ব্বানন্দ, বলৰাম তোৰা দুয়োজন
আমাৰ প্ৰতিনিধি হুয়া থাকা এতিক্ষণ।

এই স্থানে নাই কোনো বাদ বিসম্বাদ
আপোন খৰিয়ালে জানা মিলিব প্ৰমাদ।
শ্ৰবন কীৰ্ত্তন ধৰ্ম আৰু নাম স্তুতি গান
পুৱ দিকে বংশী গোপাল পশ্চিমত তুমি।
উত্তৰে ভগবানদেৱ দক্ষিনে সন্ত জানি
চাৰি দিকে চাৰি মুখ্য পাতিয়া ৰাখিলু
মধ্যে ভট্টদেৱ পণ্ডিত ৰাখিয়া থলুই।
থানে প্ৰতি সবাকে পাতিলু অধিকাৰী
যত কথা লাগে তাহাত লইবা বিচাৰি।
মধ্যম বেলাৰ যেবে প্ৰসঙ্গ হইল
আউসী গুচি প্ৰতি পদ তিথি আহি পাইল।
হৃদয়ত আপোন মনক স্থিৰ কৰি
ৰাম কৃষ্ণ হৰি নাম তিনি বাৰ উচ্চৰি।
নৰনাট সামৰিয়া বৈকুণ্ঠক গইলা
গুৰু দামোদৰৰ দেহ তাতে পৰি ৰৈলা।
ভকত সকলে পাছে কান্দোনক জুৰি
চকু পানী মচিলন্ত হৃদয় বিদাৰি।
অগৰু চন্দনে চিতা খনি নিৰ্মিলন্ত
মহা মন্ত্ৰ উচ্চাৰিয়া দেহা পুৰিলন্ত।
গৰা ঘাট নামে ঠাই তোৰচাতীৰে
লোকে লোকাৰণ্য ভৈলা ঠাইয়ে নোজোৰে।
দামোদৰ নাম সবে হৃদয়ত ধৰি
সদায় জাপিবা নাম তান বাক্য স্মৰি।

শঙ্কৰ, মাধৱ, দামোদৰ আৰু হৰিদেৱ
হৰি হৰি বুলি সবে তাহাক কৰা সেৱ।



# দক্ষিণ কুলীয়া বৰবিষ্ণু আতাৰ বৈকুণ্ঠ প্ৰয়াণ

## পদ

চক্ৰ পাণি বোলে শুনা ভক্ত নৰ বৰ
লাহে লাহে ম্লান ভৈলা শংকৰী যুগৰ।
প্ৰথমতে জগত গুৰু বৈকুণ্ঠে চলিলা
তাৰ পাছে ঠাকুৰ আতা বিদায় মাগিলা।
মাধৱদেৱ, দামোদৰ, আতা যে গোপাল
এৰি গৈলা ইহলোক ত্যাজি ভু মণ্ডল।
প্ৰসিদ্ধ ভকত গুৰু দক্ষিণ কুলৰ
বিষ্ণু সমখ্যাতি বৰা বিষ্ণু নাম যাৰ।
তাহাৰ চৰিত কথা বলি আছো আমি
কেশৱ পদ্ম আতা গৈলা মহা ভক্ত জানি।
অনেকে শৰণ লৈলা আতাৰ পাশত
এবেবৃদ্ধ কাল আহি ভৈলা সমাগত।
ফুলগুৰি চিকাৰ হাটী বৰজহা আদি
বৰ সৰু হেৰেমদ আতা সত্ৰ পাতি।
চমৰীয়া সত্ৰ তাতে মুখ্য পাতি লই
পাতিলা ধৰ্মৰ হাট গুৰুসবে গই।
চমৰীয়া থানে আতা বৰ্ষ চাৰিকুৰি
দশাধিক বৰ্ষ তাত ধৰ্ম ধজা ধৰি।

আহিলা কোচৰ ৰজা আৰু কৰ্মচাৰী
শিষ্যগণ সমে ঠাই পেলাই আগুৰি।
দক্ষিণ কুলত ৰাজ্য ৰজাৰ বিদিত
মাটিবাৰী দান কৰে উচিত পৰিমিত।
ধৰ্ম ৰাজ্য পাতি আছে দক্ষিণ পাৰত
চলি গৈলা বিষ্ণু আতা বৈকুণ্ঠ পুৰত।
সাধাৰণ কৃষক এজন নাম কংসাৰি
নাৰায়ন দাস ঠাকুৰৰ সমীপত পৰি
ধৰ্ম ৰাজগুৰু আৰু সমাজ সংস্কাৰ
এই দৰে বহু কৰ্ম কৰিলা উদ্ধাৰ
পুত্ৰ কন্যা সমন্বিতে আৰু ভক্তগণ
দহ বাৰ তিনি দিন কৰে নাম কীৰ্ত্তন।
ফাগুণ মাহৰ শুক্লাপক্ষ দ্বিতীয়া তিথিত
আতাৰ নশ্বৰ দেহ ৰইলা ভুমিত।
হৰি নাম কীৰ্ত্তনেৰে শ্ৰাদ্ধ সমাপিলা
জ্ঞাতি বন্ধু ৰাইজক অন্ন ভুঞ্জাইলা।
বৰবিষ্ণু আতাৰ নাম হৃদয়ত স্মৰি
ভক্তগণ একমুখে বোলা হৰি হৰি।



## মধুপুৰ ধামত ভকত শ্ৰীৰাম আতাৰ সশৰীৰে বৈকুণ্ঠ গমন

### পদ

চক্ৰপাণি বোলন্ত ধাৰ্মিক সন্তগন
কেনমতে শ্ৰীৰাম আতা কৰিলা গমন।
গৃহৰ ভিতৰে আতা শয়ন কৰিলা
পাছে তাৰ শৱদেহা বিচাৰি নাপালা।
শৈশৱ কালৰ পৰা আতা শ্ৰীৰাম
মাধবদেৱৰ কৰে আলধৰা কাম।
সান্নিধ্য লভিয়া আতা মহাপুৰুষৰ
আপোনাৰ ধৰ্ম যশ বঢ়াইলা বিস্তৰ।
মাধবৰ অনুগামী সেই আতা জন
সৰ্ব্বদায় দাস্য ভাব নিজে সৰু জন।
সকলোৰে দাস আতা মনে এই ভাব
বয়সত ডাঙৰ সৰু চিন্তা নাই তাত।
বৃদ্ধ কাল লাগি তেওঁ দাস্য ভাবে ৰয়
কাদাপিতো কাকো একো বাক্য নোবলয়।
মাধবদেৱ যেবেছিল গনক কুচি ধাম
কৰিবৰ হেতু আনে আলধৰা কাম।
ঠাকুৰ আতা যত্ন কৰি বিচাৰি আনিলা
শিমলীয়া বড়ি গ্ৰামে তাকলগ পাইলা।
আলধৰা ভৈলা আহি মাধব দেবৰ
সেই কৰ্মে লগ পাইলা পুৰুষ সকলৰ।
তাৰ পাছে যতে আছে গুৰু দুইজন
আলধৰা শ্ৰীৰাম আতা থাকে সেই থান।

ভাওনাতো জাম্ব বানৰ ভাও দেখুৱাই
সমস্ত দৰ্শকক তেওঁ পেলায় হুহুৱাই।
ভিক্ষা কৰিবক লাগি গাওঁৰ ফালে গৈলা
টাঙোন ফমুটি মাৰি গৃহস্থে পঠাইলা।
চাৰিদিন তাৰ ঘৰে ভিক্ষা সেতু যাই
শেষ দিনা গিৰিহতে শৰণ লভই।
লোক সবে দিয়া বস্তু আনি নিজে থই
ভকত সকলক পাছে দিয়েহি বিলাই।
চাউল ভজনি দিয়া প্ৰথা তেতিয়া চলিলা
আজিলৈকে এই প্ৰথা প্ৰবৰ্ত্তি থাকিলা।
গুৰু বাক্যত নিষ্ঠা ৰাখি চলই সদায়
মাধবে যি বোলে তাক নিষ্ঠাৰে কৰয়।
এই হেতু গুৰু বাক্যে হাতে কামে লই
এককাল পানীত নামি থাকিলে কোবাই।
লোভত নহয় বশ জানিবা আতাই
চিতল মাছ ৰান্ধি থৈও পেলায় দলিয়াই।
খৰি বোজা লই আহি বান্দৰ লগ পাইলা
আমৰ সুঠি নিয়া বৰবাৰী পাতি ৰুলা।
কেন্দুতলী ঘাটত লেংটা নাচনী দেখিয়া
বিৰিণাৰ মাঝে নিজে থাকে লুকাইয়া।
ঠাকুৰ আতাৰ পত্নীক বৰপেটা পঠাই
আপুনি থাকিলা তাতে ঘৰ ৰখীয়া হই।

আগপিচ ফাল যত হাতে কোৰ ধৰি
চাফ কৰিলেক আতা অতি সুন্দৰ কৰি।
সকলোকে ভাল দেখে নিজতকৈ অধিক
গুণীৰ গুণ দেখি পূজা কৰে ততোধিক।
গোপনে কৰিলা বাৰাবাসীৰ সন্ধান
ঠাকুৰ আতা দেখিলেক অতি ভাগ্যবান।
মজিয়ালিৰ সুখ দিলে বাৰাবাসী আই
নাৰীৰ কাৰণে পুৰুষৰ মুক্তি হই।
সুৰানন্দ কটোৱালৰ সঙ্গে মেচ গণ
ভকত সকলক আহি কৰে নিৰ্যাতন।
তাহাক ঠগীবাৰ ছলে গাত গুড় ঢালি
বাহাৰ দুৱাৰত ৰল পৰি নিজে ঢলি।
বৰ বৰ মাখি গাত থাকিল ভেনাই
মেচগণে ৰোগ ভয়ে গৈলা পিচুৱাই।
হাজোত পাইলা মাধৱৰ হস্ত চিন
মাধব বুলিলা ইয়াত আহিব এদিন।
আতাৰ গৰুক ঘাহ দিয়া ছলে নিজে গই
নিজে গোলি চাফ কৰি আহে ঘৰলই।
লক্ষ্মী নাৰায়ন ৰজা দক্ষিণাক দিলা
সকলোকে বিলাই দিয়া আপুনি নানিলা।
পিতৃ শ্ৰাদ্ধ কৰো বুলি পুৰোহিত আনিলা
মৰাজনে নেখাই পিণ্ড তাক নকৰিলা।
পানী শুকাই বিলৰ মাছ খাইলা চৰাই
আচলত আনি মাছ পানীত এৰি দেই✦।

মধুপুৰ থানে প্ৰথম মুকুট হইলা
দহ মুকুতাৰ প্ৰথম স্থানক পাইলা।
ছয়কুৰি ভকতৰ মাঝে শ্ৰেষ্ঠ জন
সকলোৱে প্ৰশংসা কৰিল সৰ্ব্বক্ষণ।
বীৰ নাৰায়ন বোলে সিটো শ্ৰেষ্ঠজন
আন ভক্ত দেখা নাই সিজনৰ সম।
নিজে নেখাই যিটো জনে আনক খুৱাই
আপুনি পাইলে বস্ত্ৰ আনক পিন্ধাই।
এক হৰি বিনে নিচিন্তয় অন্য দেৱ
গুৰুকেই ঈশ্বৰ বুলি সদাকৰে সেৱ।
গুৰুব্ৰহ্মা গুৰুবিষ্ণু গুৰু মহেশ্বৰ
এই ভাৱে গুৰুক সেৱা কৰে নিৰন্তৰ।
এনেদৰে শত বৰ্ষ ধৰ্মক আচৰি
চিৰা কঠা লাউলোটা কঠ খনি ধৰি।
কলপাতে অন্ন খাই জীৱন কটাইল
নিজৰ বুলিবাক আৰু একো নাৰাখিল।
মাধব গুৰু যেতিক্ষণে বৈকুণ্ঠে চলিলা
মধুপুৰ থানত আতা সত্ৰীয়া হইলা।
তাৰ পাছে একদিন কীৰ্ত্তন ঘৰত
গুৰু সেৱা কৰিবাক বহে ভিতৰত।
ইটো কৰ্ম কৰি বহু সময় নিৰৱই
আগে পিচে কতো বেলি প্ৰাৰ্থনা কৰই।
সবাৰে মঙ্গল আতা সদায় চিন্তয়
ৰাইজৰ কল্যাণ হেতু প্ৰাৰ্থনা কৰয়।

*✦দেই - দিয়ে*

সেইদিন সন্ধ্যা বেলা নামঘৰে গৈলা
প্ৰাৰ্থনা কৰিবে লাগি বহিয়া পৰিলা।
কত বেলি হ'ল আতা ফিৰি অহা নাই
ভোজন সময়ে সবে দেখিলেক গই।
পূৰ্ণিমা তিথিৰ ৰাতি আছে বাট চাই
আতাৰ বিচাৰ কৰি দেখিবে নপাই।
ভক্তগণে বিচাৰ কৰি চতুৰ্দ্দিকে চায়
কোনো থানে আতাক দেখিতে নপায়।
হৰিহৰ আতা চাই দেখিলেক পাছে
নাম ঘৰৰ মুধাত এটি ফাক হয়া আছে।

মায়া শূণ্য নিৰ্ব্বিকাৰ নিৰ্গুণ শ্ৰীৰাম
মৰ্ত্ত্য মধ্যে থাকি গল যুগমীয়া নাম।
প্ৰভাতে উঠিয়া সবে ভকত আহিলা
কাষৰৰ প্ৰজা যত মিলিয়া পৰিলা।
কঠ, কঠা লাউলোটা শিৰে তুলি লই
দহন কৰিলে সবে নদীতীৰে গই।
নাম কীৰ্ত্তন গাই সবে ফিৰিয়া আহিলা
নিৰ্গুন ভকত শ্ৰীৰাম আতা বৈকুণ্ঠে চলিলা।
শশৰীৰে বৈকুণ্ঠক কেৱে যোৱা নাই
হৰি হৰি বোলা সবে নাম সোৱৰাই।



## বদলা পদ্ম আতাৰ দ্বাৰা শ্ৰীৰাম দেৱক উত্তৰাধিকাৰী নিৰ্ব্বাচন আৰু আতাৰ বৈকুণ্ঠ গমন

### পদ

চক্ৰপাণি বুলিলন্ত শুনা ভক্তজন
পদ্ম আতা চলি গৈলা বৈকুণ্ঠ ভুবন।
কলানিকে আদি কৰি বহু সত্ৰপাতি
আহোম ৰাজ্যত বঢ়াই ধৰ্ম্মৰ খিয়াতি।
বদলাপুৰ জৰাবাৰী আদি সত্ৰ চয়
নিজ হাতে পদ্ম আতা প্ৰতিষ্ঠা কৰয়।
এইমতে আহোম ৰাজ্যে পাতি ধৰ্মহাট
নগা মিৰি কাৰ্ব্বিকো দেখাই ধৰ্মবাট।
বৃদ্ধ কালে পৰম বন্ধু হৰি চৰণ দেৱ
পৰলোকে চলি গৈলা আতাক কৰিসেৱ।

বয়স ভাটি দিলা আতা হাতে লৈলা লাঠি
তথাপিতো ধৰ্ম কৰ্মে নিদিলেক পিঠি।
একদিনা তাহাৰ প্ৰপন্ন শিষ্যগণ
প্ৰসঙ্গৰ শেষে কৰে সবে আলোচন।
আতাৰ শৰীৰ যেন যাইব কোনোদিন
দিনে দিনে আতাৰ শৰীৰ ভৈল ক্ষীণ।
তাহাৰ উত্তৰাধিকাৰী হব কোন জন
কোনে হব কৰ্ণধাৰ আতাৰ সমান।
এইবুলি সবে মিলি আতাত পুছিলা
বহুপৰ মৌন থাকি আতই বুলিলা।

কি বুলিবো বাপ সব আমাৰ মতক
মাধবৰ পৰে নাই ধৰ্ম্মৰ ৰক্ষক।
জগত গুৰু দিলা থাপি মাধবৰ ওপৰ
মাধবে থাপিলা লেঠা সমাজৰ ওপৰ।
যেহেতু নাপালে কাকো উত্তৰাধিকাৰী
নাম ঘোষাৰ কথা কলে তলমুৰ কৰি।
আমাৰ নাহিকে শাস্ত্ৰ কিবা দিয়া যাবো
আপোনালোকৰ ওপৰত অৰ্পনা কৰিব।
ভক্তগণ বোলে মুখ্য লাগে একজন
কাৰ কথা ভাবি আছে বুলিও এখন।
আতা বোলে কিবা কৰো ভাগ্যৰ লিখন
মনে পাঙে প্ৰভু ভাঙে জানে সৰ্ব্বজন।
ভাবিছিলো যিটো জনে ধৰি দিব হাতী
এৰি পলাই গল তেওঁ মধ্য দোভাগ ৰাতি।
কোন জন নায়ক হব সবে চোবা গুনি
আপোনালোকৰ হাতে দিলো শাস্ত্ৰ খনি।
আতাৰ ভগিন লৰা জগন্নাথ চৰণ
ভ্ৰাতুষ্পুত্ৰ আছে আৰু কৰুণা নন্দন।
আলধৰা গোবিন্দ মুদৰি আতে আদি
জয়হৰি শ্ৰীৰাম ভকত অনাদি।
এইসব ভক্ত মধ্যে যিটো শ্ৰেষ্ঠ হয়
তাহাক অধিকাৰী পতা অৱশ্যে লাগয়।
তোমালোক সকলোৱে জ্ঞানী পূজ্য জন
সবেমিলি পাতি লোবা নেতা একজন।
জগন্নাথ বৰুৱা মামা কৰুণা নন্দন
আপোনাৰ ভ্ৰাতুষ্পুত্ৰ হবে যোগ্যজন।

বুলিলেক আতা পাছে সমাজক চাই
কৰুণাৰ যোগ্যতাক মই দেখা নাই।
যদ্যপি কৰহ মান্য মম বংশধৰ
সন্মান কৰিবা সবে দিবা অধিকাৰ।
আকে শুনি জগন্নাথ উত্তৰ কৰিল
ভক্তগণ সকলোৱে নিমাত পৰিল।
শ্ৰীহৰিৰ অনুজ ইটো শ্ৰীৰাম আছয়
অধিকাৰ পতিলে চোৱা কেনে হয়।
সবে বোলে হয় এও শাস্ত্ৰজ্ঞ এজন
জ্ঞানী মানী ভক্ত আৰু বিজ্ঞলোকজন।
আতা হাঁহি বুলিলেক যমদগ্নি সম
তোমালোকৰ পছন্দত আমিকিনো কম।
সবেমিলি শ্ৰীৰামক মনোনীত কৰিলা
আতাৰ উত্তৰাধিকাৰী নিৰ্ব্বাচিত ভৈলা।
কমলাবাৰী থানৰ ভাবী অধিকাৰী
ঘোষানা কৰিলা সবে গোটেই ৰাজ্য জুৰি।
মহান পণ্ডিত আতা মহা ভক্ত জন
সৰ্ব্বদায় চকুৰাখে সত্ৰকেই খন।
আহোম ৰাজ্যত ধৰ্ম প্ৰচাৰ কাৰণ
কৰিলা অনেক কষ্ট দুখক বৰণ।
প্ৰতাপ সিংহ মহাৰাজ দ্বাৰ খুলি দিলা
সৌমাৰত গুৰু ধৰ্ম প্ৰচাৰ কৰিলা।
পাছে আহিলেক বাৰ জন প্ৰচাৰত
বৰ ঠাকুৰ পুৰোষত্তমদেৱৰ আজ্ঞাত।
সৰু ঠাকুৰ চতুৰ্ভজ পঠাই বাৰজন
বাৰজনীয়া মহন্ত বোলয় সৰ্ব্বজন।

মাধবক আহিবলৈ শঙ্কৰ আজ্ঞা দিল
নাৰায়ন দাস আতা তাতে বাধা আৰোপিলো।
জকা মাত্ৰ থাকি যাব আত্মা নাথাকিব
সখী যদি উজনি ৰাজ্যক গুচি যাব।
তাৰ পাছে কাকো আৰু বিচাৰি নপাই
জগত গুৰু পূব মুখে থাকিলন্ত চাই।
অৱশেষে মাধবদেৱ কৰে আৱিষ্কাৰ
আপোনাক বদলি দিলা পূৰ্বত ধৰ্মভাৰ।
নিজৰ বদলে ঐত ধৰ্মৰাজ্য পাই
বদলা বুলি আপোনাক সমস্তে জানই।
আতা সব মধ্যে তুমি মহা জ্ঞানী জন
কত ভাগ্যে সোবিলোহো তোমাৰ চৰণ।
এই বুলি ভক্তগণে কৰি নমস্কাৰ
সভা ভঙ্গ দিয়া চলে নিজ নিজ ঘৰ।
বাহা গৃহে বহি আতা ভাবে মনে মন
দেহৰ বল শক্তি সব গৈলা এতিক্ষণ।
দুয়ো গুৰু চলি গৈলা বৈকুণ্ঠ নগৰী
আতা পঞ্চজন গৈলা পদ অনুসৰি।
নাৰায়ন দাস, গোপাল, শ্ৰীৰাম, বিষ্ণু আদি
একে একে চলি গৈলা আমাক তিয়াগী।
মথুৰা দাস আতা আছে চলিতে নপাৰে
এবে এই ধৰ্ম ৰাজ্যৰ কোনে গুৰি ধৰে।
ভাবি গুণি আতা আৰু শাস্ত্ৰ কপঢ়ই
ভক্তগণ যত আছে মাতিয়া বলই।
শুনা শুনা ভক্তগণ বচন আমাৰ
বেচিদিন এই দেহা নাথাকিব আৰ।

সেইদিন আতাদেউৰ জ্বৰ উঠি গৈলা
লৰিব নোৱাৰি আৰু বিচনাত পৰিলা।
ভকত সকলে বেঢ়ি গাই নাম গুণ
আতাক আপডাল কৰি আছে বহুজন।
ভাদ মাহ শুক্লাপক্ষ একাদশী ভৈলা
সেই দিনা আতাপদ্ম বৈকুণ্ঠে চলিলা।
আতাৰ নশ্বৰ দেহা কান্ধে তুলি লই
জগন্নাথ, গোবিন্দ আৰু মুদাৰি আতই।
জয়হৰি সমে চাৰিজনে দোলা কৰি
টুনি নদীৰ তীৰে গৈলা মৃদু খোজ ধৰি।
সমস্ত উজনি প্ৰজা কাষক আহিলা
তাল খোল বাই সবে নামক আহিলা।
এনে ভাবে আতাৰ বাবে কাঠ গোট কৰি
সাজিলা চিতাক সবে অতি যত্ন কৰি ।
ঘৃত ঢালি ঢালি সবে দেহক পুৰিলা
আতাৰ নশ্বৰ দেহা ভস্মীভূত হৈলা।
এই ক্ষেত্ৰে আছিলন্ত যত ভক্তগণ
সবে মিলি কৰে ঘনে হৰিৰ কীৰ্ত্তন।
দহদিন পৰে সবে চাউল দালি লই
কমলা বাৰীৰ থানে লৰিয়া আহই।
হৰি নাম কীৰ্ত্তন কৰি শ্ৰাদ্ধক কৰিলা
তিনি দিন পৰে অন্ন ভোজন কৰিলা।
সমস্ত মাজুলী জুৰি ৰজন জনাই
বদলা আতাৰ নাম যায় ৰই ৰই।
বদলা আতাৰ গুণ যশ মনত সুৱৰি
যত ভক্তগণ আছে বোলে হৰি হৰি।



## পণ্ডিত ভট্টদেৱৰ বৰপেটা সত্ৰ দৰ্শন আৰু ব্যাস কুচিত সত্ৰ স্থাপন

### দুলড়ী

পণ্ডিত মহান অতি গুনবান
অতি ধীৰ স্থিৰ মতি
সন্ত সমাজৰ শিৰৰ ভুষণ
ভৈলা বাউসীৰ পতি।
সত্ৰ ৰাখিলেক মালিক পাতিল
সত্ৰৰ আৰ্হি জানো বুলি
গুৰুৰ গুৰুদেৱ শঙ্কৰৰ অৰ্হিত
বৰপেটা আহে চলি।
ইটো মহা সত্ৰ অতি অনুপম
যেন মথুৰা নগৰী
তাক দেখিবাক চলিয়া আহিলা
পণ্ডিত ভট্ট মুৰাৰী।
অদভূত ইটো থানক দেখিলা
ভট্টদেৱ মহাসন্ত
কাৰু কাৰ্য্য দেখি আচৰিত ভৈলা
বৈষ্ণৱ মহামহন্ত।
চাৰিও কাষত বাহৰ জেওৰা
দিয়া আছে মৃদু অতি
তাৰ কাষে কাষে সুন্দৰ লতাক
ফুলিছে কৰিয়া জ্যোতি।

মধ্যত গুৰুৰ বসতি স্থানত
অতি সুন্দৰ মন্দিৰ
চাৰি পাশে কত ভকত আছন্ত
তাহাৰ নাহিকে স্থিৰ।
খট খটি জান যাহাৰ মুৰত
কুলু কুলু ধ্বনি কৰি
ইটো মহা স্থানে বহিয়া আছয়
ধীৰে ধীৰে গতি ধৰি।
মণিকূট গৃহ শিৰত বান্ধিয়া
তাতে ভাজ লগাই দিলা
দেখিতে সুন্দৰ অতি পৰিষ্কাৰ
নাম ঘৰ বান্ধি থৈলা।
তেৰ জোৰা খুটা লগাই আছন্ত
বৰ গৃহৰ মাজত
খুটা তিনিশাৰী মুঠ ছয় কুৰি
সমুদায় ইটো গৃহত।
ছয় কুৰি হাত দীঘল নাম গৃহ
বৃহৎ অতীব কায়
এনে গৃহ দেখি পণ্ডিত ভট্টদেউ
আপুনি মনে হাসয়।

চটিৰ ওপৰে লতা ফুল কাটি
ফুল চটীক লগাই
এনুৱা সুন্দৰ গৃহ কাৰিকৰ
আগে কতো দেখা নাই।
বাট চৰা গৃহ দেখিতে সুন্দৰ
তিনি চালি এক টুপ
চাৰি জোৰা খুটা তাতেই লগাই
কৰি থৈছে অন্যৰূপ।
অতি ওখ কৰি দৌলক বান্ধিলা
উত্তৰ পশ্চিম কোণত
ইটো ৰম্যপুৰী মথুৰা নগৰী
পণ্ডিত দেখে সাক্ষাত।
পাছে মথুৰাদাস আতাক সম্বোধি
ভট্টদেৱ বোলে বাণী
ধন্য ধন্য আতা মথুৰা নগৰী
সজাইলা নিজে আপুনি।
এতেক বুলিয়া প্ৰণাম কৰিয়া
দেৱ বিদায় মাগিলা
আন সত্ৰ পাতি এনুৱা ধৰনে
পাতিবে মন কৰিলা।
সেই সময়ত আন ঘটনাই
দেৱক বিচলিত কৰে
দামোদৰ পাটোৱাৰী নামে এক লোক
ৰজাৰ তহছিল দাৰে।

পাটবাউসী আহি গোমস্তা হইল
অতি সাংঘাটিক নৰে।
স্বভাৱতেক্ৰুৰ মদাহী মানুহ
নাৰীৰ অম্বেষনে ঘুৰে
ভাল কৰ্ম কৰা দেখিবে নপাৰে
লোকক কৰে লটি ঘটি।
ভট্টদেৱ গুৰু ভকত সহিতে
তথাত শাস্ত্ৰ আলাপি
অকৰ্মান্য দল এলাহী কেৱল
মাত্ৰ হৰিনাম জপি।
বিতাৰিত কৰি কোবাই মাৰি ধৰি
ভকত খেদিবে চাও
ইহঁতৰ কেৰে কাষ নাচাপিবা
নতুসৌকৰে কোবাও।
ইটো কথা শুনি ভট্টদেৱ সন্ত
পূৰ্ব্বদিকে গৈলা চলি
জঙ্গলক ফাৰি খোজ কাঢ়ি কাঢ়ি
ভাল ঠাই পাও বুলি।
কাপলা বিলৰ দাঁতিৰ বামত
ভাগৰি পৰিলা ঢলি
এক খেতিয়কে লগপাই পাছে
আদৰি লইলা তুলি।

আপোন গৃহক মাতিয়া নিলেক
দেৱক অতি সাদৰি
লগত আছিল ভাগৱত এক
ভালমতে বান্ধি ধৰি।
আদৰি সাদৰি ৰাখিল তথাত
অন্ন ব্যঞ্জন খুৱাই
আপোন গৃহত শয্যাপাৰি দিয়া
ৰাখিলা তাতে শুৱাই।
আপোনাৰ মত বেকত কৰিলা
আনলোকৰ মাজত
ভাগৱত পঢ়ি সবাকে মোহিলা
কৃষ্ণৰ কথা চৰিত।
শস্য মৎস্য খেতি সবে অনুপম
একোৰে অভাৱ নাই
লোকগন দেখা কিমান সৰল
গুৰুৰ কথা শুনই।
আতিকে নির্মল লুইতৰ জল
তথাত স্নান কৰিয়া
সত্ৰ পাতি তাত বৈকুণ্ঠ মহন্ত
থাকিল ধৰ্ম্ম বিলিয়া।
এনেদৰে থাকি কিছুদিন গৈলা
পাইলা বহাগ মাহ
দামোদৰ তিথি আহিয়া পৰিলা
ভকত কাৰে আহ যাহ।

তিথি মহোৎসৱ পাতিবে বুলিলা
সমাজত দিলাজান
ভক্ত যত মানে সিধা আদি কৰি
ধৰিলা বস্তু যোগান।
কামৰূপ ৰাজ্যৰ যত ভক্তগন
সবে ভাৰ ভেটী লই
দধি দুগ্ধ কল চেনি গুড় আদি
আনিলেক আগুৱাই।
ভট্টদেৱ গুৰু উত্তৰধিকাৰী
দামোদৰদেৱ সন্ত
ইথানত আহি সত্ৰ পাতিলেক
পণ্ডিত ভক্ত মহন্ত।
কবি সৰস্বতী ভগবানদেৱ
সন্তদেৱ মহাজ্ঞানী
ভট্টদেৱ কাষে সবাই আহিল
মুখ্য গুৰু জনমানী।
শ্ৰীকৃষ্ণদেৱ অর্জুন চন্দ্ৰদেৱ
আৰু কত কত জন
সবাকো দেখিয়া বৰই সন্তোষ
পাইলা দেৱ তেতিক্ষন।
সবাই মিলিলা গাদীত বহাইলা
ভট্টদেৱ মহাজন
সবাৰে মুৰব্বী দামোদৰ যেন
ভট্টক কৰিলা জ্ঞান।

এইখনি সত্ৰৰ বৰ নাম ঘৰ
আমি বান্ধিবাক লাগে
বাহবেত আনি আৰু গছ গছনি
যোগান কৰাইল আগে।
বৰপেটা যেনে অতি ৰম্য পুৰী
ইয়াতো তেনুৱাকৰি
সবাৰো চেষ্টাত সাজিবাক লৈলা
সেইখন ৰম্য নগৰী।
সবেও বুলিলা ইটো কথা ভাল
বৰপেটাৰ আৰ্হি লই
যদি কিবা লাগে ৰজাক জনাবো
দিয়া দিবেক ৰজাই।
সুন্দৰ নামঘৰ বিস্তীৰ্ণ আকাৰ
গুৰু সজাইল তাতে
আন কত ঘৰ ভকতৰ হাটী ঘৰ
সজাই লৈলা তথাতে।
ব্যাস কুচি নাম সমাজে ৰাখিলা
ভট্টৰ নামানুসাৰি
ব্যাস সমসৰ বান্ধব বকুৰ
কৈছিল সবে উচ্চাৰি।
শুনা সন্তনব গুৰু ভকতৰ
সবেও আদৰ্শ ধৰি
আন চিন্তা এৰি ভকতি আচৰি
সবেও বোলা হৰি হৰি।



## দৈৱজ্ঞ হৰিহৰ আতাৰ প্ৰতি বালকৰ প্ৰশ্ন আতাৰ উত্তৰ আৰু জীৱন্ত সমাধিত অন্তৰ্দ্ধান

### পদ

চক্ৰপাণি বোলে ভক্ত গণ দিয়া মন
পূৰ্ব্বে বুলিয়াছো এক আতাৰ আখ্যান।
হৰিহৰ আতাৰ পত্নী সত্যৱতী আই
স্বামী অৱহেলে গুচি গৈলা স্বৰ্গলই।
হৰিহৰ আতা পাছে থৰুকা বৰীত
বাহা সাজি ভিক্ষা মাগি খাইয়া আছন্ত।
জাপৰি নামেতে এক তৰুণী আহিল
পাৱে ধৰি আতাক আহি নমস্কাৰ কৰিল।
চিনি নাপাই আতা বোলে কোনজনী তই
জাপৰি বুলিল আমাৰ গৃহে থকা গই।
এবে পাহৰিয়া মোক নিচিনো বুলিলা
জাপৰি নামটি মোৰ সহজে ভুলিলা।

তাৰ পাছে বোলে আতা পৰিল মনত
দেখাতকৈ ডাঙৰ হলি এতিয়া বহুত।
মুৰে হাত দিয়া পাছে আতাই বুলিল
ভকত ধূলি নাম হব তোমাৰ ছোৱাল।
পাপ মুক্ত জীৱ আৰু ভক্তি পৰায়ন
যাৰ ভয়ে দুৰ হব পাপী যত গন।
হৰিহৰ আতা মাতৃৰ কপালে টিপিলে
ছোৱালীৰ মস্তকত দাগ এটি থাকিলে।
সবে বোলে ভৃগু পদ ইটো চিহ্ন হয়
ঈশ্বৰৰ অংশ জীৱ তোমাৰ তনয়।
একবৰ্ষ বয়স যেবে লৰাই পাইলা
গাবৰ জমিদাৰ হৰিৰ মৰণ মিলিল।
কান্দি কান্দি গৃহ বাজ কৰি জ্ঞাতি গণ
চোতালত আছে সব গাওঁ বাসীগণ।
যমদূতে নিব বান্ধি ক্ষণেক পাছত
কোলে লৈয়া ভকত ধূলিৰ মাতৃও দেখন্ত।
যমদূতে দেখি পাছে আতৰি পলাই
ভকত ধূলি বিষ্ণু ভক্ত যমদূতে উৰই।
হৰি জমিদাৰ তাতে উঠিয়া বহিল
ভকত ধূলি ভকত ধূলি নামেৰে মাতিল।
সমজুৱা সবে বোলে তেনে নামে কই
ইটোস্থানে সেই নামে কোনো লোক নাই।
হৰি জমিদাৰে আহি বৎসক লইলা
ইটো লৰা যমদূত গণক খেদিলা।
তবে মাতৃ জাপৰি বুলিলা হাত জুৰি
গৰ্ভতে ৰাখিলা নাম মোৰ মুৰে ধৰি।

হৰি হৰ আতা বৰে পুত্ৰ পাইলে দান
তেৱেঁই দিলেক এই ভকত ধূলি নাম।
আতা হৰিহৰ ভক্ত জানে সৰ্ব্বজন
শঙ্কৰৰ প্ৰিয় ভক্ত দৈৱজ্ঞ এজন।
থৰকা বাৰীৰ লোকে ভাৰ ভেটী লই
শৰণ লাভৰ বাবে আতা পাশে যাই।
আতা বোলে শৰণ দিব মোৰ শক্তি নাই
ইচ্ছা যদি হয় যোৱা মধুপুৰ লই।
লোকগণ সবাকে মধুপুৰ পঠাইলা
সাত মাহ পৰে আতা অন্যত্ৰ চলিলা।
ধুবনি বাৰী নামে অতি ৰম্য ঠাই
হৰাই জমিদাৰ বাৰীত ঘৰ এটি লই।
সিঠাই থাকিলা আতা জিৰণি লইয়া
একদিনা জমিদাৰে কথাক সুধিয়া।
বাহিৰ পথে চলি যায় দুই জন মিলি
পথাৰৰ মাঝে যায় চমু ৰাস্তা বুলি।
পথাৰৰ মাঝে এক খেতিৰ মাজত
চৌ এক দিয়া আছে লাঠি জাপি কত।
আতা বোলে চৌৰ দৰে সহ্য গুণী হোৱা
তেবেসে যদিহে ভগবানৰ কাষ পোৱা।
জমিদাৰ বোলে জড় যিটো বস্তু হয়
চৈতন্যৰ লগত মিল কিছু নথাকয়।
এইটো মুৰ্ত্তি সম যিটোজনে হয়
সহ্যগুণী কৰ্ত্তব্যপৰায়ন সমুদায়।
শিল যেন স্থিৰ হোৱা সকল সময়তে
তেবেসে পাৰিবা তুমি সংসাৰ তৰিতে।

এই বুলি আতা আৰু বুলিলা তাহাক
ৰজো গুণে ভগবন্ত কেৱে নপাইবেক।
তাৰ পাছে বেলাই থানাদাৰৰ গৃহত
পূৰ্ব্ব ঠাই এৰি গৈ থাকিল তথাত।
পুৰুষোত্তম ঠাকুৰদেৱ তাতে লগপাই
অনেক তত্ত্ব কথা দুয়ো আলোচ কৰই।
মাধব দেৱ গুৰু যেবে বৈকুণ্ঠে চলিলা
বলাই আতৈ আহি হৰিহৰক বুলিলা।
আতা বোলে গুৰুযাব তাক চিন্তা নাই
আত্মা আত্মা মিলন মাত্ৰ দৈহিক শূণ্য হই।
গুৰু যাব ময়ো যাম পুনু লগ পাবো
দুই জনে বৈকুণ্ঠত মিলন ঘটিবোঁ।
নগৈলা তাহাতো আতা বোলে এক কথা
তুলাৰ ভাৰ সহ্য নহয় লোহা আনি যচা।
তাৰ পৰা গৈলা আতা মৰণা বৰীত
হৰাম হৈৰা দুই ভাই আশ্ৰয় দিলন্ত।
পৰমাৰ্থ আশা কৰি সিধা পাতি দিয়া
দুই জনে একবৰ্ষ ৰাখিছে পুহিয়া।
আতাৰ সমীপে যায় চাউল দালি লই
তেবেসে আতাৰ মন যদি পাত লাই।
একদিনা চতমাহ শিলা বৃষ্টি ভৈলা
দুই ভাই তাৰ আগে আতা গৃহে আইলা।
শিলা বৃষ্টি পৰি দুয়ো কাতৰ হইল
তাহাক দেখি হৰি হৰ দুৱাৰ বান্ধিল।
দুৱাৰ খুলিবাক লাগি অনেক বুলিলা
শিলাবৃষ্টি পৰি দুয়ো কাতৰ হইলা।

দুৱাৰ মেলা দুৱাৰ মেলা কতনা বোলয়
তথাপিতো আতা আহি দুৱাৰ নেমেলয়।
আতি ৰাগ কৰি পাছে পাটোবাৰী বোলে
মগনীয়া ভকতৰ গৰ্ব্ব এত চলে।
জাৰে শিলে বতাহে মাৰিলে আমাক
তথাপি নোখোল দুৱাৰ যেন বধিৰ মুক।
গাওঁলৈ আছে বাট বহুতও দুৰণি
ইয়ালৈ আহিলো ভাবি লবলৈ জিৰণি।
কেৰেপ নকৰে যদি আমাক সম্প্ৰতি
এই বিলাক তহঁতৰ কিহৰ ভকতি।
আজিৰ পৰা নাহো আৰু নযাইবা তুমি
ভকত নোহোৱা তুমি ললো ভাল জানি।
পাছে দুৱাৰ এৰি দিলা হৰাম সোমাল
কাপোৰ সলাই জুই সেকিতেহে পালে বল।
ঢাকিত বহুবাই পৰামাৰ্থক দিয়ালে
সোধ পোছ কৰি শেষত ঘৰক পঠালে।
চাৰি মাহ মাত্ৰ থাকি আকৌ গুচি গল
হীৰা বৰি নামে ঠাইত কিছু দিন ৰল।
সতাই, যদুমনি ৰামচন্দ্ৰ বুঢ়া জন
ভকত পঠাইল আৰু লোক অগনন।
গোপাল আতা পঠাইলা কথা সুধিবৰ
আনে নজানয় মাত্ৰ জানে হৰিহৰ।
চাৰি কথা জানি লবা তোমালোক যাই
হৰিহৰে কব এই বোৰক বুজাই।
ভকতৰ সাণ্ঢ বোলে কিহৰ কাৰণ
গলা বুলি নাম পালে কিয় গুৰুজন।

গুৰু জন গ'ল তবু নগৈল কিহেতু
ছয়কুৰি টকা সোণ দলিয়াই কিহেতু।
ভাবি চাই আতা পাছে দিলা সমিধান
শুনিয়োক ভকতগণ কথাৰ কাৰণ।
সাধ্য থাকে সাধনৰ নাই প্ৰয়োজন
যুবা কালে ভজে শেষে ঘৃণায় প্ৰিয়জন।
শুদ্ধ মতি যিটো জন ভকত হোৱয়
সাণ্ড বোলে তাক সবে জানা মহাশয়।
ৰজা প্ৰজা, গএল, জ্ঞাতি, ভাৰ্য্যা, পুত্ৰ, ধন
যম,কাল, পাপ, পুণ্য মায়াৰ বন্ধন।
এই দ্বাদশ বন্ধনত বন্ধ নৰগণ
উদ্ধাৰৰ উপায় এবে শুনহ এখন।
ভক্তি বলে গছকিয়া ৰাজহুয়া যায়
ইসব বন্ধনে তাক বাধিবে নোৱাৰয়।
চাৰি আলি চাৰিবেৰ গছকি ভাঙয়
এইহেতু ভকতৰ সাণ্ড বুলি কয়।
সশব্দই সত্ত্ব সত্য সবাই জানই
সাণ্ড ধৰ্ম অৰ্থ হল ইহাৰ অন্বই।
গলা শব্দে গুৰুজন নাম যে ধৰিল
তাহাৰ কাৰণ বাৰু এতিয়া জানিল।
একমনে নুশুনিলে বোধ নহইব
পৰমাৰ্থ কথা ইটো মনে ৰাখি থব।
গশব্দে গূঢ় পৰম তত্ত্ব অভয় দান
পঞ্চ অবিদ্যাৰ তেওঁ কৰে বিনাশন।
লা শব্দে ছয় শত্ৰু কৰিবেক লয়
এই হেতু গুৰু জনক গলা বুলি কয়।

তাৰ পাছে আৰু এটি প্ৰশ্ন কৰা হ'ল
গুৰু জনৰ দহনত আমি যোৱা নহল।
আত্মা আত্মাৰ গুৰু শিষ্য ভেল সমে নাই
গুৰুৰ আত্মা তাৰ আগে গ'ল বাজ হই।
দহনত কিবা হোৱে মোৰ প্ৰয়োজন
আমি নহলেও সিটো হইব সাধন।
ছয়তোলা সোণ কিয় জুইত পেলালে
ভকত দৰিদ্ৰক কিয় ভগাই নিদিলে।
এবে শুনা কও মই তাহাৰ উত্তৰ
ধন স্ত্ৰী দুয়ো মায়া জানিবা জীৱৰ।
মায়া নাশ হেতু নিজ পত্নীক কষ্ট দিলো
তিলে তিলে তেওঁৰ মই মৰণ দেখিলো।
তথাপি মায়াৰ ভয়ে কাবক নযাই
সোণ কাঢ়ি আনিবাৰ কি গৰজ আছই।
স্ত্ৰী সোণ দুয়ো মায়া তাহাক মৰ্দ্দন
সেই সোণ দান কৰা নাই প্ৰয়োজন।
চিত্ত বিত্ত শুদ্ধ যদি জানিবা নোহয়
সেই বিত্ত দান দক্ষিণাত নলা গয়।
ধৰ্মও নিসিজে তেনে চুৰা বিত্ত দানে
আপোনো নতৰে আৰু নতৰিব আনে।
হীৰাবৰী এৰি পাছে কলাম বৰী যাই
বাহা সাজি আতা তাতে ধৰ্ম প্ৰচাৰই।
অস্থিক্ষেপণৰ হেতু তীৰ্থৰ পথত
চতুৰ্ভুজ ঠাকুৰে লগ ধৰে ই থানত।
খুজিলেক তত্ত্ব বস্তু নমস্কাৰ জনাই
হৰিহৰে শুনি হাহি বোলে কথা চই।

চাকৰৰ কাষত দ্ৰব্য মহাজন খোজয়
আচৰিত কথা বাপ লোকে যে হাহয়।
আতা জানে চতুৰ্ভুজ নোহে সত্ত্বগুণি
গুৰুৰ অৰ্দ্ধেক গুণ এৰিলে আপুনি।
ভিক্ষুকত' খোজা ধন কুবেৰ মহাজন
সাগৰক পুৰাইব ক্ষুদ্ৰ জুৰি জান।
সূৰ্য্যক ইন্ধন জানে টিপ চাকি দিব
দাবাগ্নিক ফিৰিঙ্গতি কিব্বা অগ্নি দিব।
কথা শুনি চতুৰ্ভুজ ফিৰি নচাইলা
আতাক পিচমুখ দিয়া খণে চলি গৈলা।
নিশা সপোনত দুই জনে যি দেখিলা
নিজ নিজ কাৰণতে লজ্জিত হইলঁ।
শ্ৰীশঙ্কৰ গুৰু আৰ্হি আতাক বোলই
খুজিলে পৰম বস্তু কিহেতু নেদই।
মোৰ নাতি যদি এবে বস্তুক নপাই
মোৰ দ্ৰব্য বস্তু কিয় ৰাখি আছ তই।
ভক্ত চাই বিচাৰিলে পৰমাৰ্থ দিবা
সোৱাদ চাই অমৃত গৰল বস্তুক চিনিবা।
চতুৰ্ভুজক বুলিলেক স্বপ্নাদিষ্ট হই
ৰজোগুনে বস্তু চাই কদাপি নপাই।
সত্ত্বভাৱে আতাৰ কাষে বস্তুক চাইবা
তেবেসে পৰমাতত্ত্ব জ্ঞানক পাইবা।
পাছে ৰাতি প্ৰভাততে আতা স্নান কৰি
মধুপুৰ থান লাগি গৈলন্ত লৰৰি।
বাটত পাইলা ভেট কনকৰ পতি
এৰিয়োক গুৰুজন যিবা গৈলা ঘটি।

সপোন দেখাইলা মোক পৰম গুৰুজন
আপোনাক কটু বাক্য কলো অকাৰণ।
অমোচন পাপ মোৰ সিজিলা নিশ্চয়
এবে মোৰ দোষ ক্ষমা কৰা মহাশয়।
ঠাকুৰেও কয় আতা আমাক বুলিলা
পৰম বস্তু পাই কিয় কৰ অৱহেলা।
এই কাৰণতে পুনু যাওঁ তব ঠাই
এক্ষণে বলা যাও তোমাৰ ঘৰলই।
দুইজনে আহি পাছে বাহা ঘৰ পাই
চতুৰ্ভুজে পৰম তত্ত্ব বিচাৰিয়া লই।
চাৰি বস্তু দিলা আতা সুন্দৰ বুজাই
চতুৰ্ভুজে ভজন লৈলা হৰি আতাৰ ঠাই।
তীৰ্থক্ষেত্ৰ লাগি গৈলা চতুৰ্ভুজ ৰাই
ফল্‌কা বৰীক লাগি আতাইও চলই।
পথাৰৰ মাঝে এক অশ্বত্থ বৃক্ষত
তথাত বান্ধিলা বাহা নিৰ্জন কক্ষত।
মুকলি পথাৰ গাওঁ যোজন অন্তৰ
গৰখীয়া লৰা আহে গৰু চাৰিবৰ।
ৰদত জিৰাই আৰু বহিখেল খেলে
সাধু কথা শুনি লয় আতাক ভাল পালে
সিহঁতকে বুজাই কথা অতি ভাল কই
ঘৰ এটি সাজি দিলে গৰখীয়া লৰাই।
ফল মূল আনে বস্তু আতাক লাগিয়া
কাটি কুটি বিলাই বস্তু আতাই জানিয়া।
বৰ থান ভৈলা এক অশ্বত্থৰ তল
লৰাবোৰে আনে মাত্ৰ দধি দুগ্ধ ফল।

হৰি নাম গায় নাচে আনন্দতে ৰই
ৰাতিও নাযায় গৃহে থাকে তাতে ৰই।
কত লৰা গৃহে নযাই থাকে ৰাতি দিন
হৰি নামে মত্ত সবে নামতে বিলীন।
ছয় মাহ এইদৰে অন্নক নাখাই
ফলমূল প্ৰসাদ আৰু জলমাত্ৰ খাই।
খৰালি কালৰ আঘোনৰ নবদিন
লৰাবোৰক বুলিলেক আতা একদিন।
কোদাল কিছু আনি দুই গাতক খান্দিবা
পানী খাব গাৰ ধুব লাগিব জানিবা।
লৰা বোৰে কোৰ মাৰি গাতক খান্দিলা
বাৰ হাত দ হ'ল পানী যে নুঠিলা।
আতা বোলে কালি হব নাম আৰ কীৰ্ত্তন
কিছু বস্তু আনি বাহা কৰিয়া যতন।
সব লৰা সবে বস্তু বিস্তৰ আনিলা
ধুই পখালিয়া তাক নৈবদ্য কৰিল।
গধূলি পৰতে সবে নাম সাঙ্গ কৰি
নৈবেদ্যক বিলাই খাই গৈলা ঘৰাঘৰি।
সাতজন লৰাতাতে থাকে অবিৰাম
পাল পাতি নাম ধৰে লবয় বিৰাম।
সেইদিনা আতা পাছে তাহাক বুলিলা
যোগধ্যান কৰো মই সময় হইলা।

এই গাত মধ্যে মই ধ্যানত বহিব
মাটি দিয়া তোৰা সবে সমান কৰিবো।
এই কথা বুলি আতা গাতত সোমাই
পূব মুখে বহিলেক ধ্যানে ৰত হই।
আপোনাৰ আত্মা পৰমাত্মাত থাপিলা
গুৰুদেউ উচ্চাৰিয়া ধ্যানস্থ হইলা।
লৰাহতে মাটি দিলা খাল সমান হল
ধীয়ানি আতাই পাছে গাততেই ৰল।
ছলি বোৰে কলে গৈয়া মাকবাপেকত
সবে লৰি আহিলেক গছৰ তলত।
আচৰিত কাণ্ড এক ঘটিল ইহাত
জীয়া মানুহ পুতি থৈলা নিজ লৰাহঁত।
পিতৃ গনে তৰাতাৰী গাতক খান্দিলা
আতাৰ শৰ কিন্তু তাত বিচাৰি নপাইলা।
লোক সবে সেই থানে নাম ঘৰ বান্ধিল
আহঁতৰ তল থান তাতেসে হইল।
ই থানৰ মাহাত্ম্য বুলি অন্ত যে নপাই
যিবাজনে যিবা খোজে শুভ লাভ হই।
হৰিহৰ আতা স্মৰি সৱ ভক্তগণ
ৰাম ৰাম বোলা সবে কৰি একমন।
কিন্তু আতাৰ আদৰ্শক নলবা সাবটি
নহলে জীৱিত কালে খাইবা উজুটি।



## মথুৰা দাস বুঢ়া আতাৰ সুদীৰ্ঘ জীৱনৰ অৱসান

### পদ

এতদিনে অন্য কথা কৰি আলোচন
বৰপেটা সত্ৰ লাগি আহিলো এখন।
এই বুলি কথা আৰম্ভিলা চক্ৰপাণি
চক্ৰপাণি বোলে শুনা ভকত সকল
এটি এটি কৰি সবে বৈকুণ্ঠ উঠিল।
বেহাৰত হৰিহৰ আতা চলি গৈলা
বৰপেটা থানে মথুৰা দাস ৰহিলা।
মথুৰা দাসৰ কথা বুলিবো কতনা
সৰ্ব্ব গুণী জ্ঞানী কৰ্মী পুৰুষ এই জনা।
বৰপেটা থান খনি পৃথিবীৰ ভিতৰ
সবাতকৈ চকুত লগা অতি উন্নতৰ।
এই থান গঢ়ি লৈলা মথুৰা মহন্ত
কত কষ্ট কৰিলেক তাৰ নাই অন্ত।
সুৰানন্দ আহি গুৰুজনক লৈয়া গৈলা
ভক্তগণ সমে আতা থানতে থাকিলা।
চৈধ্য প্ৰসঙ্গৰ আতা ঘাটি নকৰই
যত ভক্ত আছে থানে সব লগ হই।
দ্বিজনা গুৰুৰ তিথি আৰু ফল্গুৎসৱ
বছৰত তিনিবাৰ হয় মহোৎসৱ।
মাঘ আৰু বহাগ বিহু চাৰিয়া নাযাই
ভক্তগণ সৱো মিলি নাম গুণ গাই।
ভকত সেবা চাউল ভজনি নিয়ম চলাই
আতা পুৰুষ এই সত্ৰৰ বিকাশ কৰই।

একদিন বৃদ্ধ কালে কোচৰ ৰাজন
নৰ নাৰায়ন পৌত্ৰ বীৰ নাৰায়ন।
হাজো মন্দিৰ চাই বাক তথাত গইল
পথমধ্যে বৰপেটা থানক দেখিল।
প্ৰভাততে ৰাজা থান কৰয় দৰ্শন
চোতাল সাৰি আছিলন্ত বৃদ্ধ একজন।
ৰজা বোলে ইটো থানৰ মালিক জনক
দেখিবাক খোজে আমি শীঘ্ৰে বুলিওক।
বৃদ্ধ বোলে মহাৰাজ ক্ষনেক জিৰাই
স্নান কৰি আছে আহিবেক এতিয়াই।
এই বুলি কঠ পাৰি ৰজাক বহাই
খট খটি ততে স্নান কৰিলা আতাই।
শুভ্ৰ বস্ত্ৰ পৰিধান উত্তৰী বস্ত্ৰ লই
আপোনাৰ গাদীত আতা বহিলেক গই।
ৰবাজনে ৰজাক গৈ মাতিয়া আনিল
আতাৰ কাষত বহিবাক গাদি দিল।
কৰ যোৰে প্ৰণামিল বীৰ নাৰায়ন
প্ৰতি নমস্কাৰ কৰে আতা মহাজন।
তাৰ পৰে পৰিচয় লইলা ৰাজন
হাত যোৰ কৰি বোলে ধৈৰ্য্যাৰ নন্দন।
বীৰসাদ পিতৃ মোৰ বীৰূপাক্ষ ককা
পৰিচয় দিবলৈ লাগে একাবেকা।

ইমানলৈ জানো আমি বংশৰ উপৰি
বিৰোচন তেওঁৰ পিতা বিষ্ণু নামক কবি।
উপৰি চাৰিও পুৰুষ এই নাম ধৰে
ধৈৰ্য্যা নামে মাতৃ মোৰ জন্ম তেওঁৰ উদৰে।
তাতি কুচি গ্ৰামে জন্ম কাপোৰ বোৱা কাম
এইখন সত্ৰৰ দাস গোপাল মোৰ নাম।
মথুৰা সদৃশ সত্ৰ গুৰুৱে নিৰ্মিলা
ইটো থানে দাস কৰি আমাক ৰাখিলা।
এইহেতু সবে মথুৰা দাস বোলয়
মহাৰাজ? অধমৰ এই পৰিচয়।
অতি সুন্দৰ ৰঙ্গিল গৃহ ৰজাই দেখিলে
সুনিপুন কাৰিকৰ বুলি প্ৰশংসিল।
তাৰ পাছে ৰঙ্গিল গৃহ যেবে পুৰিগৈলা
মাধবৰ কাযে গৈয়া কৰক আনিলা।
তিনি ৰাজ্যৰ কৰ আহি বৰপেটা থানে
পৰিব বুলিয়া কৈলা মাধব ভগবানে।
অনেক সজ নিয়ম আতা তাত প্ৰবৰ্ত্তাই
বৃদ্ধ ভৈলা সাতকুৰি বাৰ বৰ্ষ পাই।
চকুৰে নমনে আতা কানেৰে নুশুনে
একমাত্ৰ হৰি নাম জপেমনে মনে।

কমলা বাৰীৰ আতৈ ভকত কৃপাময়
নাম আৰু কামত তেওঁৰ মুঠে মিল নাই।
আতা সঙ্গে আলোচনা কৰে কিবা ভুল
আতা বোলে ধনী দুখী দেখিবা সমতুল।
ধৰ্মৰ চক্ষে সকলোকে দেখিবা সমান
ধৰ্মৰ আচল তত্ত্ব এই কথা জান।
ব্ৰাহ্মন চণ্ডালৰ নিবিচাৰী কুল
দাতাতো চোৰতো যাৰ দৃষ্টি একতুল।
নীচ আৰু সাধুত যাৰ ভৈলা একজ্ঞান
তাকেহে ধাৰ্মিক বুলি কয় সৰ্ব্বজন।
এনেহেন উপদেশ সবাকেই দিলা
বৃদ্ধ বয়সত আতা লৰা যেন ভৈলা।
পোন্ধৰশ তেষষ্টি শক আহিন মাহত
কৃষ্ণা চতুৰ্থীৰ দিনা ভৰ দুপৰত।
ভক্ত সমাজৰ পৰা বিদায় বাণী লই
গুচি গল চিৰশান্তি পুণ্য ধাম লই।
ভক্তগণে তাল খোল দুন্দুভি বজাই
হৰিষতে লই যায় নদীৰ ঘাটলই।
মথুৰা দাস বুঢ়া আতা বৈকুণ্ঠ চলিলা
ভক্তগণে নাম স্মৰি হৰি হৰি বোলা।

এটি দিনৰ অবসান সেইদিন ভৈলা
যিটো দিনত বুঢ়া আতা বৈকুণ্ঠে চলিলা।



## যুবৰজা ব্ৰজ নাৰায়নৰ বলপূৰ্ব্বক কণ্যা হৰণ আৰু ৰুক্মিণী দেৱীৰ জনীয়ালৈ আগমন

### পদ

বৈষ্ণৱ ধৰ্ম প্ৰচাৰিলা কামৰূপ ৰাজ্যত
প্ৰাচীন কামৰূপ ৰাজ্যৰ চাৰিও পীঠত।
সৌমাৰ, স্বৰ্ণ, কামপীঠ আৰু ৰত্নপীঠ
ধৰ্মৰ মাৰিলা খুঁটী কৰি থাক ঠিক।
এবে দুইজন গুৰু গৈলা বৈকুণ্ঠক
এৰি গৈলা ভকতগণ দি গৈলা শাস্ত্ৰক।
তীৰ্থ ক্ষেত্ৰে চতুৰ্ভুজ বৈকুণ্ঠে চলিলা
তাৰ আগে পুৰুষোত্তম নৰদেহ এৰিলা।
পুৰুষোত্তমৰ ভাৰ্য্যা ৰুক্মিনী সুন্দৰী
অকালতে বৈধব্যত মৰে জ্বলি পুৰি।
বিয়া কৰাই তিনি জনী ৰমাৰ নন্দন
তথাপি নাপাইলা পুত্ৰ মুখ দৰশন।
ৰুক্মনী আছিলে পত্নী কনিষ্ঠ সবাত
অতি ৰূপৱতী কন্যা ভুবন বিখ্যাত।
দময়ন্তী নামে কন্যা তাহাৰ দুহিতা
মাতৃ সম ৰূপৱতী ভুবন বিদিতা।
কত ডেকা কত ধনী কত ভাগ্যবান
কন্যাক পাইবে লাগি কৰই যতন।
তবে আভিজাত্য বধু ৰুক্মিনী সুন্দৰী
নিদিলেক কন্যা কাকো মন দৃঢ় কৰি।
আতা শশুৰ জগত গুৰু শ্ৰীমন্ত শংকৰ
নীচত নিদিয়ে কন্যা তান বংশধৰ।

এই জেদে ৰল আই ৰাজ আশ্ৰয়ত
লোভে হিংসা কৰে নগৰীৰ প্ৰজাকত।
অৱশেষে ৰাজভ্ৰাতা ব্ৰজ নাৰায়ন
বলে ধৰি হৰি নিলা ইটো কন্যাধন।
শোকে বিমুৰ্চিত হুয়া উপায় নপাই
জনীয়ালৈ চলি গৈলা বয় বস্তু লই।
শেষ বয়সত ঠাকুৰ পুৰুষোত্তম ৰাই
জনীয়াত আছিলেক কন্যা ভাৰ্য্যা লই।
সিটো স্থানে ৰুক্মিনীয়ে আশ্ৰয় পাইল
পূৰ্ব্বৰ মাটিতে আহি বসতি কৰিল।
বৰপেটা সুন্দৰ দিয়া জনীয়া সমাজ
খা খবৰ লৈলা আহি কৰি দিলা কাজ।
ৰামচৰন, দৈত্যাৰি, পৰমানন্দ আদি
পৰম সাদৰে দিলা ঘৰ দুৱাৰ বান্ধি।
তাৰ পাছে কনকলতা কনিষ্ঠ বোৱাৰী
শোকে জৰ্জৰিত হুয়া আহিলেক লৰি।
দুইজনী বিধবা আৰ কন্যা একজনী
ইয়াতে থাকিলা সবে দুখদিন গনি।
পৰিয়াল দেখি কান্দে বিধবা যুগল
কাহাক কি বুলিবেক কৰৰ নাই থল।
তিনি মাহ কটাইলা মনে দুখ কৰি
তাৰ পাছে বিষ্ণুপুৰ থানে গৈলা লৰি।

গুৰু পৰিয়ালে এবে বৰ দুখ পাই
জনীয়া বিষ্ণুপুৰ মাজে আছে তেনেৰই।
বৰজনী ৰুক্মিনী পঠাইল বাৰজন
উজনিত ধৰ্ম ৰাজ্য কৰে প্ৰসাৰণ।
এইমৰ্মে বৰ বাৰ জনীয়া হইল
বাৰজনে বাৰ খন সত্ৰক পাতিল।
সৰু আই কণক লতাই পোষ্য পুত্ৰ কৰি
ভাগিন দামোদৰক ৰাখিলা যত্ন কৰি।
বৰ ঠাকুৰৰ কন্যা নিৰঞ্জনক দিলা
তাহাৰ ফালৰ কোনো পুত্ৰ নভইলা।
তাৰ পাছে এক কন্যা বিবাহ কৰাই
চাৰি পুত্ৰ দিলে জন্ম সিজনী কন্যাই।
চক্ৰপানি গদাপানি আৰু পদ্মপানি
সাৰঙ্গ পাণিৰ সমে চাৰি পুত্ৰ গণি।

হৰি চৰণৰ পুত্ৰৰ নাম চতুৰ্ভুজ
বিয়া কৰায় কনকলতা আই যেন সূৰ্য্য।
ৰূপে গুণে কৰ্মে ধৰ্মে বিভূষিত নাৰী
একজনী মাত্ৰ কন্যা সুভদ্ৰা সুন্দৰী।
ঠাকুৰ আতা কোলে লই কৰিয়া চুম্বন
অনন্ত নামেতে পুত্ৰ হবে একজন।
সুভদ্ৰাক বিবাহ কৰে নিৰঞ্জন গিৰি
পূৰ্ব্ববত পুত্ৰ ভৈলা অনন্তৰাই গিৰি।
ধৰ্ম প্ৰচাৰিৰ হেতু উজনি পঠাই
সৰু বাৰজনীয়া নাম এওঁলোকে লই।
এইমতে গুৰু বংশ ক্ৰমে বিস্তাৰিল
সমস্ত অসম জুৰি ধৰ্ম প্ৰচাৰিল।
শ্ৰীগুৰু চৰিত্ৰ কথা শুনা কৰ্ণ ভৰি
সব নৰ গণে ডাকি বোলা হৰি হৰি।



*জগতগুৰু শ্ৰীমন্ত শঙ্কৰদেৱে উজনীত প্ৰচাৰ কৰিব নোৱাৰি মনত বৰ বেজাৰ পাই সদায় পূব দিশত লক্ষ্য কৰি বহিছিল। মাজতে শ্ৰীমাধবদেৱক পঠাব খুজিলে, কিন্তু ঠাকুৰ আতাৰ পৰামৰ্শত সি হৈ নুঠিল। শেষত যেনিবা পদ্ম আতাক মাধবৰ বদলি পঠোৱা হেতু তেওঁ বদলা নাম পালে। দামোদৰৰ শিষ্য বংশী গোপালদেৱ এওঁ কৃষ্ণবাবাহী সত্ৰ স্থাপন কৰে। তাৰ পৰা উজনীত আউনীআটি, গড়মুৰ, দক্ষিণপাট, আদি সত্ৰ বৃদ্ধি হয়। ......................*

*ৰমানন্দৰ পুত্ৰ পুৰুষোত্তমৰ ভাৰ্য্যা ৰুক্মিনী আইয়ে ছয়ঘৰ ব্ৰাহ্মণ আৰু ছয় ঘৰ অব্ৰাহ্মণ পৰিয়ালক ধৰ্ম প্ৰচাৰৰ বাবে পঠায়। এওঁলোকক বৰ বাৰজনীয়া বোলে।*



## কনকলতা আইৰ দ্বাৰা বটদ্ৰৱা পুনৰুদ্ধাৰৰ চেষ্টা আৰু উদ্ধাৰ

### পদ

চক্ৰপাণিদেৱ বোলে শুনা ভক্তগণ
কেনমতে বটদ্ৰব্য কৰে সংৰক্ষণ।
বৰঠাকুৰৰ ভাৰ্য্যা জনীয়া থাকিলা
কনকলতা আই কিন্তু উজাই আহিলা।
চতুৰ্ভুজ ঠাকুৰৰ পত্নী দুই জনী
কণিষ্ঠা কনক লতা অতি গুণমনি।
বিষ্ণুপুৰ থানেছিল অনেক বছৰ
তথাত হইল পাছে আকাল বহুতৰ।
শিষ্যগণে নিজে অন্ন খুজিয়া নাপাই
গুৰু পত্নী লাগি অন্ন মিলিব কোথাই।
পোষ্য অনন্তৰ পুত্ৰ ভৈলা সাতজন
কৰিবে নপাৰি তাহাক ভৰণ পোষণ।
এই হেতু মাতৃ চলি উজনি আহিল,
আতা গুৰুৰ জন্ম ঠাই বিচাৰিবে লৈল।
বহুজন ভক্ত সমে টেম্বৱানী পাই
জঙ্গল ফুৰিলে কিন্তু বিচাৰি নাপাই।
বহুদিন ফুৰি আই ভাগৰি পৰিলা
ৰাই দণ্ডীয়াৰ কাষে ভেটীক বান্ধিলা।
বৰ ওখ ভেটী বান্ধি নাম ঘৰ সাজি
তথাত থাকিল আই বাসগৃহ বান্ধি।
আইভেটী নামে সত্ৰ অতি মনোহৰ
জাজৰি নামেতে গাওঁ কাষতে তাহাৰ।

টংচুঙ নামেতে ফুকন ৰাজ কৰ্মচাৰী
তাহাৰ প্ৰিয়তমা পত্নী পৰমা সুন্দৰী।
ৰাজ প্ৰতিনিধি হুয়া নামনি ৰাজ্যত
ৰাজ্য চলাই আছিলেক প্ৰাগজ্যোতিষত।
পত্নীছিল কমলাবাৰী শিষ্যৰ দুহিতা
অতএব পিতৃ ধৰ্মে অতি অনুৰক্তা।
এইজনী ধৰ্মশীলা মাতৃ অনুপম
স্বামীক বুলিলা থান কৰা অন্বেষণ।
জগতৰ গুৰু শ্ৰীশঙ্কৰ অৱতাৰ
যিখনি থানত জন্ম লয় মুনুষ্যৰ।
একদিন কনকলতা আইয়ে আহিলা
গুৰু জন্ম ঠাইখিনি কেনুৱা আছিল।
এই প্ৰশ্ন টংচু ফুকন আইক কৰিল
তবে আই নিজ জ্ঞানে তাহাক বুলিল।
কালিন্দ্ৰী দেবীৰ মুখে যিখিনি শুনিলো
সেই কথাখিনি আমি মনত ৰাখিলো।
এবে মই কও শুনা ৰাজ প্ৰতিনিধি
যাতে হয় মোৰ নিজ কৰমৰ সিদ্ধি।
এইবুলি কনকলতা গুৰুৰ বোৱাৰী
ফুকন পত্নীৰ আগে শিৰনত কৰি।
ফুকন পত্নীৰ আগে বুলিবে লাগিল
মনোযোগে দুয়োজনে কথাক শুনিল।

শংকৰ ককা পাতিলেক ধৰমৰ হাট
নাম ধৰ্ম মহাৰত্ন বেহাইলা তাত।
মধ্যে নাম ঘৰ কাষে পদ শিলা আছে
পশ্চিমত শিলিখা জুপি হালিয়া পৰিছে।
চাৰিফালে চাৰিহাটী ভক্ত মহাজন
চাৰিও প্ৰসঙ্গে কৰে নাম আৰ কীৰ্ত্তন।
উত্তৰে আকাশী গঙ্গা ভক্তি সৰোবৰ
স্বৰগৰ পৰা নমাই শ্ৰীমন্ত শংকৰ।
দক্ষিনত অতি ওখ সুবৰ্ণ দেউল
চিহ্ন যাত্ৰা তথাতে শঙ্কৰে দেখাইল।
শান্তি জান বৈ আছে পুব দক্ষিনত
শান্তিধৰ নামে বান্ধ জানৰ বুকত।
আৰু আছে গুৰু পদ চিহ্ন শিলা দুই
বেলেগ বেলেগ ঠাইত আছে গুপ্ত হই।
ইত্যাদি অনেক কথা বৰ্ণনা কৰিলা
বিনীতা সুন্দৰী আই অভিভুত ভৈলা।
কাৰ্ব্বি ৰজা চেতুবা পোৱালী নামে খ্যাত
কৰিলা সহায় আইক প্ৰাণপণে কত।
সঙ্গে কুৰিজন লৈয়া টেম্বুৱানী পাইল
দুৰ্ঘোৰ অৰণ্য মাজে প্ৰবেশ কৰিলা।
অতিকে গহীন বন বিচাৰি নাপাই
বৰ,বৰ গোটা বৃক্ষ বোৰে মাত্ৰ ৰই।
তৰা নল খাগৰী আৰু টাঙ্গা বন
বিৰিণা কহুৱা আদি আছে অগনন।
ফুকনৰ পাইক আৰু কনকলতা আই
জঙ্গলত কোনো চিহ্ন বিচাৰি নপাই।

যিটো ভেটী বান্ধি আই সত্ৰক পাতিল
আই ভেটী নামে থান জনাজাত ভৈল।
দিনেক দহজন লোক তথা উপনীত
বুলিলেক মাতৃ আমাৰ চলিও লগত।
ফুকনৰ পত্নী আই বিনীতা সুন্দৰী
যিটো কথা বুলিলেক শুনা মনপুৰী।
সপোনত দেখিলেক ফুকননী আই
এই ঠাইৰ কথা তেওঁ বুলিলা বৰ্ণাই।
আপুনি আছাহা যথা তাহাৰ উত্তৰ
তিনি ক্ৰোশ আতৰত লুইত বামপাৰ।
আছয় শিলিখা ডালি পশ্চিমলৈ হালি
তাহাৰ কাষতে আছে গুৰু পদ শৈলী।
আগচিঙা শিলিখা ডাল তাতেই আছয়
তাৰে উত্তৰ ফালে পুখুৰী দেখা পায়।
ধেনুৰ আকৃতি জলাশয় পিতনি পৰি
পাৰ খহি মৃত প্ৰায় চিনিবে নপাৰি।
অলপ দুৰ দক্ষিনত এটি ঢাপ পাবা
সেইটি সুবৰ্ণ দৌল নিশ্চয় কৰি লবা।
এই ৰম্য ঠাই আই স্বপ্নত দেখিলা
প্ৰভাততে স্বামীক আই বৃত্তান্ত বুলিলা।
পাছে ফুকনদেৱে মাতি আনি দশজন
কৰিলা আদেশ তথা কৰিবে গমন।
সমস্ত বৃত্তান্ত থিনি আইক নিবেদিব
আইৰ সঙ্গত গৈয়া ঠাই উদ্ধাৰিবো।
লোক দহজনে গৈয়া আইক লগ ধৰি
বুলিলা ফুকন দেৱৰ কথাক বিবৰি।

সোণকালে চলাআই শুভ যাত্রা কৰি
গুৰুৰ জনম স্থান উলিয়াও উদ্ধাৰি।
ভক্ত চাৰিজন লই আইও চলিলা
পঞ্চদশজনে উত্তৰ দিশত আহিলা।
সাত দিন্ন ঘুৰি বনৰ মাজতে থাকয়
অৱশেষে এই ঠাই বিচাৰি পাবয়।
বেত সখা কাউৰী কটা আৰু যে অনেক
আবৰি আছয় ঠাই গহীন পৰিবেশ।
বহু কষ্টে ওখ ভেটী এটি খুজি পাই
কেউজনে তাহাৰ উপৰ উঠিলেক গই।
সৰ্পগাত, এন্দুৰ গাত, আৰু শৃগাল গাত
বাঘ ভালুক, শৃগাল শহা দেখিলেক তাত।
ষাঠী, বৰচা, টকোন আছে সবাৰে হাতত
একোকে নকৰে ভয় মনৰ উদ্যমত।
ভেটীত আছিল এক আহত বিৰিষ
এজনে উঠিয়া তাত কৰিলা নিৰিষ।
সৰু জান এটি বয় বনৰ ভিতৰ
ঠিৰাং কৰিলা সেয়া শান্তি জান-ধৰ।
নাতি দূৰে দেখে এক বৰ জলাশয়
দল পিতনিয়ে তাক ঢাকিয়া আছয়।
তাৰ তীৰে গৈয়া সবে কাষত উঠিল
ধেম্বাকৃতি জলাশয় দেখিতে পাইল।
পৰম আনন্দে সবে চাৰিদিকে ঘুৰি
আগছিগা শিলিখা ডাল পাইলা বিচাৰি।

তাৰ কাষে আছে এটি সৰু জানবৈ
জানৰ কাষত বহু ভেটী আছে ৰই।
এনেদৰে চিন দেখি সবাই থামিল
ফুকননী আই দেওঁৰ কথাও মিলিল।
হাবি বন কাটি বাক সবেও লাগিলা
ভেটী মধ্যে পদ শিলা বিচাৰি পাইলা।
শিলক তুলিলা সবে মাটি খান্দি গাত
মাটিত লুকাই আছে শিলা বন গজি তাত।
সবে বোলে এই ঠাই হইব নিশ্চয়
গুৰু পদ শিলা ইটো নিশ্চয় হোবয়।
ইফাল সিফাল চাই কৰে লৰ চৰ
এই জন্ম স্থান বুলি কৰিলা ঠাৱৰ
ধূলি শিৰে লই সবে প্ৰণাম কৰিয়া
গুৰু নাম স্মৰি পিচে আহিল ঘুৰিয়া।
খবৰ পঠাইলা টংচু ফুকনৰ ঠাই
তিনি কুৰি জন সৈন্য দিলেক পঠাই।
দা কোৰ ধৰি সবে জঙ্গল কাটিলা
কনকলতা আই আহি সত্ৰ পাতি লৈলা।
হাটীবাহা নামঘৰ সবাকে সাজিলা
দুজন এজনকৈ ভকত বসতি কৰিলা।
সবে হাটীবাহাত থাকি নাম গুণ গাই
বৰদোৱা থান উঠিল ৰজন জনাই।
বটদ্ৰৱা উদ্ধাৰ কথা অমৃত লহৰি
সঘনে ঘোষিও সবে ৰাম কৃষ্ণ হৰি।

*হৰিচৰণ ঠাকুৰৰ পুত্ৰ চতুৰ্ভুজ। এওঁৰ পত্নী আই কনকলতাৰ পোষ্য পুত্ৰ অনন্তৰামৰ সাতজন পুত্ৰ যথা ১। ৰাম ৰায় ২। হৰিৰায় ৩। কেশৱৰায় ৪। যাদৱৰায় ৫। মাধৱৰায় ৬। বিষ্ণু ৰায় ৭। কেশোৰায় এওঁলোকৰ সৈতে পাচজন ব্ৰাহ্মণক উজনি পঠাই দিয়ে। এওঁলোকেও বাৰখন সত্ৰ পাতে এওঁলোকক সৰু বাৰজনীয়া বোলে।



# জগতগুৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ উত্তৰ পুৰুষ আৰু পোষ্য পুত্ৰাদিগণ

## পদ

লাহে লাহে বুলি যায় আঁতে চক্রপানি
গুৰুজনৰ বংশৱলী সবে লোৱা জানি।
গুৰু পত্নী আইদেউ কালিন্দ্ৰী সুন্দৰী
বৃদ্ধ কালে পালে দুখ বুলিতে নপাৰি।
গুৰুজন জীৱিত কালে কণিষ্ঠ কমল
বিবাহৰ পাচতেই স্বৰ্গে চলি গল।
কমললেচন সম পুৰুষ দেখা নাই
যেন প্ৰভাতি সূৰ্য্যৰ ফালে সবে চাই।
গুৰুজনে একদিন কালিন্দ্ৰীক বোলই
আকাশত এটি সূৰ্য্য, আৰু গৃহে এটি ৰই।
সেই পুত্ৰ অকালতে এৰি গুচি গল
গুৰুজন অলপো তাত বিচলিত নহল।
যৌবন কালে বিবাহ কৰি পত্নীক এৰিয়া
এইজন পুৰুষেও গৈলা চলিয়া।
কুমাৰ কুচিত চলি যায় একমাত্ৰ দুহিতা
ৰুক্মিনী নামেতে কন্যা নহল বিবাহিতা।
তাৰ পাছে গুৰু জন যেবে চলিযাই
দুই পুত্ৰ তিনি বধু গৃহত আছই।
কালিন্দ্ৰীয়ে ৰমানন্দক বিবাহ কৰাইলা
পুৰুষোত্তম নামে এক পুত্ৰ জনমিলা।
পত্নী পুত্ৰ এৰি ৰমানন্দ চলি গল
পুত্ৰ শোকে কালিন্দ্ৰীও ম্ৰিয়মান হ'ল।

দ্বিতীয় পুত্ৰৰ নাম হৰিচৰণ ৰাই
সুদৰ্শন পুৰুষ লোকে সবাই জানই।
মাধবদেৱে নিয়া আগ আসনে বহাই
গোমুৰা নামেতে সত্ৰ প্ৰতিষ্ঠা কৰই।
বিবাহ কৰালে তিনি কন্যা ৰূপৱতী
চতুৰ্ভুজ জন্ম লৈলা তাহাৰ সন্ততি।
কণিষ্ঠ পুত্ৰৰ নাম বুলিলোহে আগে
অধিক তেওঁৰ কথা আৰু লিখিব নালাগে।
হৰিচৰণ ঠাকুৰদেৱে ৰুগীয়া হইলা
অৰ্দ্ধেক বয়স নপাওতেই স্বৰ্গ গামী ভৈলা।
হৰিচৰণৰ পুত্ৰ নাম চতুৰ্ভুজ
একমাত্ৰ পুত্ৰ তেওঁৰ নাই আন অনুজ।
তিনিবধু বিধবা, আৰু নাতি দুই
পাটবাউসী থাকে দুখে শংকৰৰ ভাৰ্য্যাই।
ৰমানন্দ পুত্ৰ পুৰুষোত্তম ডাঙৰ হল
একে একে তিনি কন্যা বিবাহ কৰিল।
তথাপি নেদেখে তাৰা নাতি পুত্ৰ মুখ
গোসানী আইৰ এয়ে মনে ৰৰ দুখ।
হৰিচৰণৰ পুত্ৰ ছিল দুইজন
চতুৰ্ভুজ জ্যেষ্ঠ আৰু কণিষ্ঠ এজন।
দিন একে সৰু জন পৰলোকে গৈলা
খোৰা নদী তীৰে তাক কাষ্ঠক কৰিলা।

কিছুদিন পৰে বুঢ়ী কালিন্দ্ৰী গোসানী
চতুৰ্ভুজ লাগি আনে কন্যা একজনী।
তাহাৰো তনয়া মাত্ৰ নাহিকে তনয়
আই গোসানীৰ গৃহে কষ্টহে মিলয়।
কষ্ট পাই চতুৰ্ভুজ বিষ্ণুপুৰ যাই
তাম ৰঙা বিলৰ পাৰে সত্ৰ এক পাতই।
পুৰুষোত্তম আছিল গৈ সুন্দৰী থানত
বুঢ়ী মাতৃ নিজ মাতৃ খুড়ীমাৰ লগত।
আপোনাৰ তিনি পত্নী আৰু কন্যা দুই
সুন্দৰীৰ থানত বহুদিন ৰই যায়।
মাধবৰ ভগ্নী আই উৰ্ব্বশী মহান
পুত্ৰৰ দ্বাৰা অনাইলেক সুন্দৰীৰ থান।
তথাতে কালিন্দ্ৰী আই বৈকুণ্ঠে চলয়
ভক্তগণে নাম কীৰ্ত্তনে শ্ৰাদ্ধক কৰয়।
কালিন্দ্ৰী আইয়ে যেবে বৈকুণ্ঠে চলিলা
পুৰুষোত্তম জনীয়া থানক চলি গৈলা।
জনীয়াত প্ৰথমা ভাৰ্য্যা বৈকুণ্ঠে চলিলা
ডাঙৰ জনী ছোৱালীৰো বিয়া হৈ গৈলা।
নিৰঞ্জন গাভৰু গিৰি বিবাহ কৰাই
কিন্তু সেইজনী কন্যাৰ সন্তান হোৱা নাই।
নিসন্তানে আইদেউ পৰলোকে গৈলা
ভাত না খাতি নামে কন্যা বিবাহ কৰিলা।

নিৰঞ্জনৰ দ্বিতীয়া পত্নী আই ভাত না খাতি
তাইৰ গৰ্ভে জন্মলৈলা পুত্ৰ চাৰি গুটি।
চক্ৰপানি , সাৰঙ্গ, গদা, পদ্মপানি
পুৰুষোত্তম ঠাকুৰৰ পৌত্ৰ বুলি জানি।
সুভদ্ৰা সুন্দৰী ছিল চতুৰ্ভুজ দুহিতা
কনকলতা দেবী আই ছিল তাইৰ মাতা।
বাক্য বুলিছিলে সুভদ্ৰাক কোলে লই
অনন্তৰাম নামে হব তোমাৰ তনই।
নাতিত আশা ৰাখি গৈলা পূৰ্ব্বে গুৰুজন
এবে আমি বুলি থলো একটি বচন।
অনন্ত ৰামক পোষ্য কৰি চতুৰ্ভুজ
কৰি যাবা বংশ ৰক্ষা সবাৰে ইচ্ছুক।
কথাক ৰাখিলা কনকলতা মহাজ্ঞানী
ৰামদেৱত দিলা বিয়া সুভদ্ৰাক আনি।
তেওঁৰ পুত্ৰ ভৈলা জন্ম অনন্ত ৰাম নাম
ঠাকুৰ আতাৰ বাক্যে পূৰ্ণ ভৈলা মনস্কাম।
সুভদ্ৰাৰ পুত্ৰ ভৈলা এহি সাতজন
ৰাম, হৰি, কেশৱ, যাদব, মাধব সুজন
বিষ্ণু কোহো আদি কৰি পুত্ৰ সাতজন।
এই সবৰ পৰা ভৈলা সত্ৰ প্ৰসাৰণ
নাতি পুত্ৰগণে পাতে সত্ৰ একোখন।
এনেদৰে গুৰু ধৰ্ম প্ৰসাৰিত ভৈলা
শঙ্কৰক স্মৰি সবে হৰি হৰি বোলা।

>>>>■<<<<

# অসম ৰাজ্যৰ ব্ৰহ্মপুত্ৰ উপত্যকাত দিকৰাইৰ পৰা তোৰচাতীৰলৈ মহাপুৰুষীয়া ধৰ্মৰ সম্প্ৰসাৰণ

## পদ

পাচে চক্ৰপানি বোলে কথাৰ অন্তত
গুৰুৰ চৰিত্ৰ সবে ভৈলা অৱগত।
লাহে লাহে এই ধৰ্মৰ সংখ্যাও বাঢ়িল
ৰজা প্ৰজাসকলোৱে আকোৱালি লৈল।
তিনি ৰাজ্যৰ ৰজাপ্ৰজা ধৰ্মক ধৰিলা
কূটৰ্কি সকল তান্ত্ৰিক কিছু স্তব্ধ ভৈলা।
জয়ধ্বজ, চক্ৰধ্বজ উদয়াদিত্য আদি
আহোম ৰজা যত কোনো নাই বাদী।
ভক্তগণে ৰজাঘৰে প্ৰজাঘৰে যায়
সকলোৱে প্ৰণামিয়া ধন বস্ত্ৰ দিয়ে।
গাৱৰ মাজে পূজা প্ৰায় বিলুপ্ত হইলা
পূজা এৰি হৰিনামে লোক মত্ত ভৈলা।
তালখোল খঞ্জৰী আৰু খুমুক বজাই
সকলোৱে সমবেত বড়গীত গাই।
তালখোল ভাওনা সবাতে চলিল
গীতৰাগ ৰাগিনী ৰজন জনাই গৈল।
হৰি নাম হৰি ভক্তিত লোক মত্ত হই
গাৱে গাৱে কৃষ্টি দল গঢ়িয়া উঠই।
নাম ঘৰ প্ৰতিস্থা সব গাৱতে হইল
পাঠক নামাঞ্জনীয়া দল পৰিপূৰ্ণ ভৈল।

এইদৰে চতুৰ্দ্দিকে ধৰ্মৰেই ৰোল
শঙ্কৰ মাধব দামোদৰ সবে জয়বোল।
যদিও মাধব দামোদৰ গুৰু ভাই
তথাপিতো শেষ কালে মতদ্বৈধ হই।
বিপ্ৰগণে শূদ্ৰ গুৰু মানিবে টান পাই
পৰে চাৰি সংহতি বাজ হুয়া যাই।
ছয়শত সৰু বৰ সত্ৰ পতা হল
প্ৰতি থানে সন্ধিয়াত উঠে নাম ৰোল।
গাওঁ সংগঠন নাম ঘৰত হুৱই
ধৰ্ম সাক্ষী কৰিলোকে বিচাৰ কৰই।
সত্ৰত ৰাখিলা কত ধৰ্ম পুথি পাজি
সকলোৱে আলচ কৰে ধৰ্ম সভাপতি।
এনুৱা সংগঠন কোনো ৰাজ্যতেই নাই
কোচ ৰজা আহোম ৰজাই কৰ শোধাই।
মহা পুৰুষৰ সত্ৰ মুখ্য পাচখন
বৰদোৱা, বৰপেটা সুন্দৰীৰ থান।
কমলাবাৰী মধুপুৰ সত্ৰ পাচখনে
ধৰ্মৰ নেতৃত্ব লৈলা তিনিৰাজ্য মানে।
কছাৰীৰ গোবিন্দ সিংহ ধৰ্মক ধৰিলা
তাকে দেখি তান্ত্ৰিকগণ ক্ৰোধিত হইলা।

বৈষ্ণৱৰ অন্যায় চিন্তা আচনি পাতিল
অনা অসমীয়াৰ সতে হাত মিলাইল।
ৰাজ শক্তি কৰায়ত্ব কেন মতে হয়
তাৰ চিন্তাত এই দল সদাৰত ৰয়।

শেষান্তৰত সিহঁতৰ উপায় মিলিলা
বাহিৰৰ গুৰু অনা সিদ্ধান্ত লইলা।
তাতে যদি ৰাজশক্তি আসক্তি লভয়
বৈষ্ণৱক দলন কৰা অতি উজু হয়।

এইদৰে ভাবি গুণি সিদ্ধান্ত কৰিলা
পশ্চিমৰ গুৰু অনা ৰজাক বুলিলা।

******

*অসম সাহিত্য সভা পত্ৰিকাৰ স্বৰ্গীয় ৰামমল ঠাকুৰীয়াৰ প্ৰবন্ধৰ পৰা উদ্ধৃত।*

******

## অসমলৈ বহিৰাগত পন্থৰ আগমন আৰু শাক্ত ধৰ্মৰ অসমত প্ৰবেশ

### পদ

আত পৰে বলো কথা ইতিহাস জানি
উত্তৰ যুগৰ কথা কিছু লোৱা শুনি।
উজনিত বৈষ্ণৱ ধৰ্ম প্ৰচাৰ হইল
তিনি ৰাজ্যে ৰজা প্ৰজা ধৰ্মক ধৰিল।
কূটৰ্কি তান্ত্ৰিকগণ পৰা জয় ভৈলা
সৰ্ব্ব ক্ষেত্ৰে বৈষ্ণৱৰ জয় ময় হৈলা।
জয়ধ্বজ চক্ৰধ্বজ উদয়াদিত্য আদি
আহোম ৰাজ পৰিয়ালে নাই কোনো বাদী।
প্ৰাচীন মন্দিৰে মাত্ৰ পূজা সেৱাৰল
পূজাৰী সকল বহু চিন্তিত হইল।
ভকতৰ সন্মান তখন বাঢ়িল প্ৰচুৰ
মনৰ শঙ্কা ভকতৰ হই গৈলাদুৰ।

তান্ত্ৰিক কাপলিক যত ঘৃণিত হইল
শঙ্কৰ, মাধব দামোদৰৰ সন্মান বাঢ়িল।
খলুৱা অধম তান্ত্ৰিক স্বাৰ্থান্বেষীগণ
গোপনতে মনে মনে কৰে আলোচন।
আহোম ৰাজ পাটে কাণ্ড ঘটিলা বিস্তৰ
কূটৰ্কী মন্ত্ৰীৰ বাধ্য ভৈলা বিপ্ৰবৰ।
উদয়াদিত্যৰ মৃত্যু যেবেসে ঘটিল
লালুকসোলা নামে এক কুচক্ৰী আহিল।
কেবাজনো কোৱৰক পাটত বহুৱাই
নাম মাত্ৰ ৰজা ৰাখি দেশক চলাই।
পাছে গদাপাণিৰ পত্নী জয়মতী দেবী
শাস্তি ভুঞ্জি মৰি গৈলা পতিচৰণ সেবি।

জয়াৰ অমৃত কীর্ত্তি এইযে ধৰাত
ৰই গৈয়া জিলিকিলা ভুবন প্ৰখ্যাত।
ইটাখুলি ৰণে গদা যবনক পৰাজিলা
প্ৰবল প্ৰতাপে ৰাজ্য শাসন কৰিলা।
তান পুত্ৰ ৰুদ্ৰ সিংহ ধৰ্ম পৰায়ন
বহু ৰাজ্য জিনিলেক কৰি বহু ৰণ।
জয় সাগৰ জয়দৌল নিৰ্মাণ কৰিলা
মাতৃ স্মৃতি যুগমীয়া ঘৰতে কৰিলা।
যবনৰ শক্তি হ্ৰাস ভৈলা তেতিক্ষণ
ৰজাক বুলিলা আহি তান্ত্ৰিক বিপ্ৰগন।
ৰুদ্ৰ সিংহ পৰাক্ৰমী অসম ৰাজন
নীতি ধৰ্ম মানি পালে যত প্ৰজাগণ।
হিন্দুৰ ভিতৰে উচ্চ ব্ৰাহ্মন সবক
সন্মান কৰিয়া দিয়ে ধন যৌতুক।
তাহাতে যি বোলে তাকে মনে ধৰি লয়
কূটৰ্কি তান্ত্ৰিক সবে সুবিধা পাৱয়।
ৰজাক লগাই পাছে তান্ত্ৰিক বিপ্ৰ যত
শূদ্ৰ গুৰু বুলি খেদে গুৰু অসংখ্যাত।
শংকৰ পন্থত যত ব্ৰাহ্মন আছিল
শূদ্ৰ গুৰু সবক পদৰ পৰা বিতাৰিল।
ব্ৰাহ্মণ সবক নিয়া অধিকাৰ পাতিলা
এইদৰে গুৰু ধৰ্মে আঘাত কৰিলা।
সুবিধা সুযোগে বিপ্ৰযত গুৰুগণ
একত্ৰ হইয়া সবে কৰি আলোচন।
বামুনৰ গুৰু শূদ্ৰ হব নাপাৰয়
এতেকে ভাণ্ডিও গুৰু যত শূদ্ৰচয়।

গঙ্গা নদী পাৰ কৰি ৰাজ্য বৃদ্ধি কৰা
আমাৰ পৰামৰ্শ ৰজা মনে প্ৰাণে ধৰা।
ৰজা বোলে সময়ৰ বহু প্ৰয়োজন
প্ৰচণ্ড শক্তিৰ সমে কৰিবাৰে ৰণ।
আগপিচ গুণি ছাই সৈন্যক গোটাই
ধন জন অস্ত্ৰ বল লৰলৈ লাগই।
সেই ৰাজ্যৰ প্ৰজাগণ সন্তোষিত কৰি
প্ৰচাৰ কৰিবে লাগে যত মানে পাৰি।
বিপ্ৰগণ বোলে শুনা স্বৰ্গদেউ ঈশ্বৰ
পৰামৰ্শ দিও আমি যদি মনে ধৰ।
গঙ্গা নদীখনি পৰম পবিত্ৰ সলিল
ত্ৰিভুবনৰ হিন্দুৰ যত তীৰ্থৰ ঘাই থল।
গঙ্গাৰ সিপাৰে আছে অনেক ব্ৰাহ্মণ
গুৰু লবৰ বাবে তাৰে আনা একজন।
তাহাত শৰণ লোৱা ৰাজগুৰু কৰি
সেই ঠাইৰ প্ৰজাগণে লইব সাদৰি।
আপোনাক ৰাজ্য দিবে কৰিব যতন
এইভাবে ভুলাওক তাৰে প্ৰজাগণ।
তীৰ্থত গৈয়া আমি সবাকে দেখিলু
মন্ত্ৰত শক্তিশালী পৰম সাধক দেখিলু।
আমাৰ পৰামৰ্শ ৰজা কৰাহে গ্ৰহণ
এই ৰূপে বৃদ্ধি কৰা অসম ৰাজ্যখন।
ৰাজ্য বৃদ্ধি কৰা হেতু ৰজাৰ সদামন
এই ৰূপ পৰামৰ্শ পাইলা যখন।
ৰজা বোলে ৰাজ কোষৰ টকা গণি লোৱা
শান্তিপুৰ ধামলৈ বিপ্ৰ আগে যোৱা।

যদি আহি যায় গুৰু সঙ্গে তোমাসাৰ
আদৰিয়া আনিবাহা নৌকাৰ উপৰ।
গুৱাহাটী ঘাটে আহি নৌকাক ৰাখিব
তাৰে পৰা ঘোৰা তুলি ৰংপুৰ আনিব।
ৰজাৰ আদেশ পাই হৰিষ অন্তৰ
তান্ত্ৰিকগণ চলি গৈলা নৌকাৰ উপৰ।
কত দিনে পাইলা গৈয়া শান্তিপুৰ ধাম
তান্ত্ৰিক মন্দিৰ কালীৰ সাধক পূৰ্ণ গ্ৰাম।
তথাত আছিল বিপ্ৰ কালীৰ সাধক
কৃষ্ণ ৰাম ভট্টাচাৰ্য্য বিচক্ষণ লোক।
পঞ্চনৰ-মুণ্ডোপৰ কুশাশন পাতি
কালীৰ সাধনা কৰে বিপ্ৰ দিবা ৰাতি।
মদ্য মাংস পশু বলি তান্ত্ৰিক আচাৰ
ৰক্ত চন্দনৰ ফোট কপালে তাহাৰ।
ৰঙা বস্ত্ৰ পৰিধান ৰুদ্ৰসৰ মালা
গাৰ বৰ্ণ এঙাৰ যেন কিচ্‌কিচীয়া কলা।
হাতত ত্ৰিশূল আৰু গাৱে ৰঙা কাণি
দেখিলেই লাগে ভয় কালন্ত অগনি।
এইজন গুৰুক গৈয়া সাক্ষাত কৰিলা
অসম ৰজাৰ কথা তাহাক বুলিলা।
যবনৰ অধীনে গল সাত পুৰুষ কাল
এবে ৰজাৰ গুৰু হব কত ভাগ্য ভাল।
সঙ্গেতে আহিলা ভট্টাচাৰ্য্য গুৰুবৰ
তাক পাই তান্ত্ৰিক গণৰ হৰিষ অন্তৰ।
গুৱাহাটী ঘাটে আহি নাওক বান্ধিলা
তাৰপৰা উজাই দিখৌ নদীৰে চলিলা।

ৰজাৰ আগত হাজিৰ ভৈলা যেবে গই
জয়মা কালী বুলি থাকিল মৌন হই।
ৰজাৰ আগত কিছু প্ৰণাম নকৰয়
তপস্বীৰ বেশ ধৰি আসনে বহয়।
তলে পাচ নৰ মুণ্ড উপৰে কুশাশন
তাতেই বহিল ৰজাৰ সন্মুখে ব্ৰাহ্মন।
ইন্দ্ৰ বংশী আহোম ৰজা বুলি গৰ্ব্ব কৰে
কৃষ্ণকায় বিপ্ৰ আহি সন্মান নকৰে।
মানুহৰ হাড়মুৰ দেখি লাগে ঘৃণা
তাৰে ওপৰতে বহে ইটো কোন জনা।
এঙাৰ বৰ্ণ গাৰ ৰং তাতে ৰক্ত ৰঙ
গাৱত ভষ্ম সানি থাকে ইটো কোন জন।
ৰজাৰ প্ৰজাৰ মান কিছু নজানই
এনুবালোকক কোনে গুৰু মানি লই।
ফিৰাই পঠাইবে লাগি ৰজা আজ্ঞা দিলা
ক্ৰোধে ৰজা ভাল মন্দ কিছু নভাবিলা।
কিম্ভুত কিমাকাৰ এনে গুৰু দেখানাই
অসমীয়া গুৰুগণক দেখিছে গুৱাই।
এই বুলি ৰজায়ে যে ফিৰিবে বুলিলা
আসনৰ পৰা উঠি গুৰু গুচি গৈলা।
ক্ৰোধে গুৰু ভাটি মুখে কৰিলা গমন
বাধা দিতে সাহস নাপাইল কোনো জন।
ভট্টাচাৰ্য্য গৈয়া পাচে কামাখ্যা পাইলা
পথ ক্লান্তি উপশমে তথাত জিৰাইল।
তাৰ চাৰিদিন পৰে ভূমিকম্প ভৈলা
সাধাৰণ ঘটনা বুলি সবে উপেক্ষিলা।

কিন্তু এই কূট চক্রী তান্ত্রিক লোকগণ
ভীত কৰে অন্ধ বিশ্বাসী যত প্ৰজাগণ।
ভীষণ সাধক কালী ভক্ত মহাজন
তাহাক মাতি আনি ৰজা কৰে অপমান।
অমঙ্গল ঘটিব ৰাজ্যে দেখিবা এখন
ভুইকম্প হল ৰঙা চিলনি উত্থান।
এনেদৰে প্ৰজামাঝে প্ৰচাৰ কৰিলা
গুৰুৰ অভিশাপ ভয় ৰজাক জনাইলা।
পাত্ৰ মন্ত্ৰী সবে উপদেশ দিলা যেবে
পঠাইল মানুহ ৰজা গুৰুক ফিৰাইবে।
কামাখ্যা ধামত আহি তাক লগ পাই
অনুৰোধ জনাইলা ফিৰি যাবলই।
ৰজাৰ বচন গুৰু আহক উলটি
ক্ষমিওক ৰজাৰ হ'ল যত দোষ ত্ৰুটি।
ক্ৰোধে গুৰু বুলিলেক নযাইবো আমি
অপমান কৰিলে ৰজা মোক মাতি আনি।
তৰ্জন গৰ্জন গুৰু তাহাক বুলিলা
অমঙ্গল হইব ৰজাৰ ৰাজ ভোগ উকলা।
আৰু কত কটু কথা তাহাক বুলিলা
তথাপিতো কূটৰ্কিয়ে বিচল নভৈলা।
অৱশেষে বোলে গুৰু কথা একাষাৰ
ৰংপুৰ নযাইবো শুনা সবে সাৰ।
যদি ৰজাৰ প্ৰয়োজন ইয়াতে আহিব
যিবা আলোচনা হয় ইথানে কৰিব।
দুতগণ গৈয়া পাছে ৰজাক জনাইলা
মাহেকৰ মুৰে ৰজা কামাখ্যা আহিলা।

আলোচ কৰিলা গুৰু সমে যত কথা
শৰণ লইব ৰজা নহব অন্যথা।
ৰুদ্ৰ সিংহ ৰজা কিন্তু দীক্ষা নলইব
কোবৰগণক গুৰু পাশে দীক্ষা দিব।
ৰজা প্ৰজা এক সমান মাটিৰ উপৰ
শৰণ লোৱা কথাটো অপমান বৰ।
অত এব শৰণীয়া টিলাৰ উপৰে
কালী মন্দিৰ বান্ধা এটি যত্ন সহকাৰে।
ইটো কাম কৰিবাক ৰজা আজ্ঞা দিল
হঠাতে সিখানে ৰজা লোকান্তৰ ভৈল।
আধৰুৱা যত কাম কৰি সমাপত
সাজিলা কালীৰ বাড়ী শৰণীয়া মুধত।
হস্তী পৃষ্ঠে চড়ি গুৰু ৰজাৰ তনয়
ভট্টাচাৰ্য্য গুৰুৰ পাশে শৰণ লভয়।
নিস্কৰ ভুমি দান কৰে তিনি ভাগৰ এক
উপৰুৱা জমিদাৰ অসমে আহিলেক।
এইৰূপে অসমৰ ৰাজশক্তি চয়
বিদেশী গুৰুৰ পাশে নতশিৰ হয়।
ৰাজমাতা ৰাজৰাণী অমাত্য সকল
একেলগে গুৰু পাশেনত হুয়া ৰল।
অসমত বিদেশীয়ে পোহাৰ মেলিলা
আপোন ভুলতে আহি কুম্ভীৰ প্ৰবেশিলা।
ৰাজশক্তি প্ৰথমতে কৰি ললে গ্ৰাস
তাৰ পাছে ঘটি গল ৰাজ্যৰ সৰ্ব্বনাশ।
ৰাজ্যৰ ধৰ্ম গৈলা যেবে ঘাটিলা প্ৰমাদ
কূটৰ্কি তান্ত্ৰিকগণৰ মহানন্দে বাস।

ইতিহাসৰ কথা ইটো অসমৰ ৰাজ্যৰ
সাবধানে চাই যোৱা যত ভক্ত নৰ।

পুৰণি কথাৰ পৰা নতুন জ্ঞান লই
সাবধানে ভক্তগণ যাবা আগুৱাই।

শ্ৰীগুৰু চৰিত কথা মনত সুৱৰি
সাবধানে চলি থকা বোলা হৰি হৰি।



## *অসম ৰাজ্যত তান্ত্ৰিক ধৰ্মৰ প্ৰসাৰ*
## *ৰাজশক্তি কৰায়ত্ব, ফুলমতী কুৱৰীৰ বৈষ্ণব উৎপীড়ন*

### *পদ*

তাৰ পাছে বোলে কথা ঘটিল যিমত
তান্ত্ৰিকৰ প্ৰভাৱ ভৈলা অসম ৰাজ্যত।
ৰাজধানীৰ ভিতৰত মন্দিৰ সাজিলা
দুৰ্গাকালী মুৰ্ত্তি তাতে থাপনা কৰিলা।
পূজা কৰিবাক লাগি পূজাৰী আনিলা
যথাবিহিত মুৰ্ত্তি বস্তু ততে সংগ্ৰহিলা।
আমদানী কৰিলেক শান্তি পুৰহন্তে
গীত, নাচ শিক্ষা দিলা যুৱতী ভালমতে।
চত মাহে বাসন্তী আৰ আহিনে শাৰদা
পূজা আয়োজনে ৰত হয় ৰজা প্ৰজা।
দুই পূজা আৰু বিহু উৎসৱ কৰয়
ৰাজবাৰী মধ্যে তিনি উৎসৱ চলয়।
উৎসৱে মাতাল হয় ৰজা প্ৰজাগণ
ঢাক ঢোল মাদল বাজে পেপা অগনন।

মাকালী, মাদুৰ্গা কৰে জয় জয়
লৰড়ি ঢাপৰি সবে উল্লাসে নাচয়।
এইদৰে চালি গৈলা বৰ্ষ দুই চাৰি
ৰাজশক্তি কৰায়ত্বৰ পথক বিচাৰি।
ৰাজধানীৰ কিছু দুৰে গাওঁ চিনাতলী
তথাত পাইলা এক দিপলিপ ছোৱালী।
ফুলমতী নামে কন্যা অজলা বালিকা
মাতা পিতাগণৰ কৰ্ম মন্দিৰৰ গণিকা।
নাচনী সাজিবে লাগি আনে ৰাজপুৰী
বসন ভুষন পিন্ধায় ৰূপে অপেশ্বৰী।
পূজাৰী সকলে মনে সিদ্ধান্ত কৰয়
এইক লই সাধি যাবো আমাৰ কাৰ্য্যচয়।
লাহে লাহে ফুলমতী ডাঙৰ হইল
ৰাজ্যৰ যত ৰূপৰ মথা তাইত থাপিল।

তলবল কৰে তাইৰ গালৰ ভেজখিনি
মানুহৰ চকু টানে উৰ্বশীকো জিনি।
ডালিম গুটীয়া তাইৰ সৰু সৰু দাঁত
তিৰবিৰীয়া চকু জুৰিত বিজুলিৰ ছাঁত।
ৰাম কলৰ ডাল যেন উৰু যুগল
লহ পহ তপিনা যোৰ সুন্দৰ বহল।
উঠন বুকুত তাইৰ ওখ স্তন দুটি
নাচৰ ছেওঁতে ডোলে ইকাতি সিকাতি।
হাহিটি মাৰিলে যেন বিজুলি চমক্
কান্দোনৰ চকুপানী যেহেন মাণিক।
তান্ত্ৰিক পূজাৰীগণে আলোচ কৰিলা
ৰজাক ভুলাইবে লাগি আয়োজন কৰিলা।
নাচোতে কটাক্ষ দৃষ্টি ৰজাৰ ফালে ৰাখি
প্ৰতি পাকে চাই যাবা ৰজাক নিৰেখি।
মছলিন শাৰী পৰিধান যেন বস্ত্ৰ নাই
নিলগৰ পৰা মাথো উলঙ্গ দেখই।
এনেদৰে নাচি যদি ৰজাক ভুলাই
আকৰ্ষন কৰিব পৰা আৰু ভয় নাই।
তাৰ পাছে হবা তুমি ৰাজপাটেশ্বৰী
পাত্ৰ, মন্ত্ৰী, ফুকন, বৰা, ৰব সেৱা কৰি।
ইটো ছেগ যেন তুমি নাচাৰিবা মাই
আনিব লাগিব তুমি ৰজাক ভুলাই।
এনেদৰে কুতৰ্কী স্বাৰ্থপৰগণ
শিকাই বুজাই ললে ফুলমতীক যখন।
তাৰ পাছে শৰৎকালে দেবীৰ আগত
নাচিলেক ভালমতে লোকৰ মাজত।

কটাক্ষ কৰিয়া পাছে ৰজাক চাইল
ভুচংপহ শিৱসিংহ তাতে ভোল গৈল।
পূজা শেষ হ'ল পৰে ফুলমতি নাচনি
নিজ অঙ্কেস্থান দিলা ফুলমতীক আনি।
আৰম্বৰ কৰি ৰজা বিবাহ কৰাইলা
ফুলমতী নাচনীয়ে ৰাজৰাণী হৈলা।
শিৱসিংহ ৰজাৰ মনে আনন্দ অপাৰ
ৰাত্ৰিদিন ৰাণী সঙ্গে কৰয় বিহাৰ।
খেলা খেলি নাচে গানে ৰজা মচগুল
বিলাসত ধনখৰচ কৰয় বহুল।
এনেদৰে কটাই দিন শিৱসিংহ ৰাই
পাত্ৰমন্ত্ৰী সবে ৰাজ্য থাকিলা চলাই।
এই সময়তে ৰজা আদেশ কৰিলা
প্ৰজাবোৰক তান্ত্ৰিক ধৰ্ম লইবে বুলিলা।
ৰজাৰ ধৰ্ম যিটো হয় প্ৰজাৰো একেই
একে ধৰ্ম আচোৰক ৰজা প্ৰজা চই।
কূটৰ্কী তান্ত্ৰিকগণে যি কথা শিকালে
বৈষ্ণৱ ধৰ্ম ধ্বংস হেতু বিষবৃক্ষ ৰূলে।
এই বৃক্ষই সময়ত দিলে বেচ ফল
ৰাজ্যৰ কৰ্ণধাৰ গণে ভাবি নাপাইল।
ডা ডাঙৰীয়া আৰু ৰাজ কৰ্মচাৰী
সকলোৱে শৰণ লৈলা আহি কালী বাড়ি।
ৰাজবাৰী শাক্ত ধৰ্ম আহিল যখন
নানাৰূপে পূজাকৰে তান্ত্ৰিক বিপ্ৰগণ।
ৰজাৰ আদেশ বুলি কৰিলা প্ৰচাৰ
ৰজাৰ ধৰ্মই প্ৰচাৰ ধৰ্ম হওক এইবাৰ।

ৰাজ্যত ঘোষনা দিলা ৰজাই যখন
ৰাজধৰ্ম লৈলা ৰাজ কৰ্মচাৰীগণ।
তাৰ পাছে এনেভাৱে বৰ্ষ দুই গৈলা
কূটৰ্কি বিপ্ৰগণে বুদ্ধি আলোচিলা।
জ্যোতিষ শাস্ত্ৰ চাই তাৰা বোলে একবাৰ
ৰাজভোগ উকলা যোগ মিলিছে ৰজাৰ।
ৰাজপাটত বহাই দিয়া ৰাজপাটেশ্বৰী
অন্তঃপুৰে থাকা মাত্ৰ দেবীক সুৱৰি।
পুৰনাৰীগণ আৰু লিগিৰা লিগিৰি
তাহাতৰ সঙ্গে থাকা নানা খেলা কৰি।
ৰাজ কাৰ্য্য চলাই যাব ৰাণী ফুলেশ্বৰী
অতি বুদ্ধিমতী ৰাণী কাৰ্য্যদক্ষা নাৰী।
এই কথা বুলিলেক গণিপিটি চাই
জ্যোতিষী তিনি জন বহি শাস্ত্ৰ মেলি লই।
ৰাজমাতা মন্ত্ৰী আৰু ৰাজমাত্য গণ
সকলোৱে হায় হায় কৰে ঘনে ঘন।
কিবা অমঙ্গল আহি মিলিবে ৰজাৰ
ৰজাৰ অমঙ্গলে ক্ষয় হইব প্ৰজাৰ।
পৰে দিনা পূজাপাতল অভিষেক কৰি
সিংহাসনে বহুৱাইলা ৰাণী ফুলেশ্বৰী।
বৰ ৰজা বুলি যেবে ঘোষণা কৰিলা
আপোনাৰ নামে ৰাণী মোহৰ মাৰিলা।
এইদৰে ৰাজপাট বিদেশীৰ হাতত
ৰাজশক্তি একেবাৰে হইলা লোটসোত।
ভুচুংপহু শিৱসিংহ একো নজানয়
ৰাজমন্ত্ৰী ৰাজ অমাত্য কাকো নমাতয়।

বুঢ়াগোহাই, বৰগোহাই, বৰপাত্ৰগোহাই
ৰাণীৰ যুক্তিত উপদেশ কিছু নোবলই।
বঙালী তান্ত্ৰিক ভৈলা ৰাজ উপদেষ্টা
পূৰ্ব্বৰ কৰ্ণধাৰ গণ হই ৰৈলা দ্ৰষ্টা।
ৰাজধাণী মন্দিৰত পূজা নিতে চলে
হংস, ছাগ বলি কৰে পুৰোহিত সকলে।
বৰুৱা ফুকন গোহাই যতেক আছিল
বাধ্য কৰি সকলোকে পূজা কৰাইল।
ৰজাৰ হুকুম জাৰি নাই কোনো ভেদ
ৰজাৰ ধৰ্ম প্ৰজাৰ ধৰ্মৰ নাথাকিব ছেদ।
উলঙঘা কৰিলে শাস্তি পাইব ভীষন
ঘোৰ শাস্তি পাব যদি নকৰে পূজন।
নাম ঘৰ সত্ৰ আৰু বৈষ্ণৱ আলয়
সবাৰে আহিয়া এবে মিলিলা প্ৰলয়।
হৰি নাম বিতাড়িত সমাজৰ পৰা
সৰ্ব্ব ক্ষেত্ৰে কালী দুৰ্গা পূজা আগবঢ়া।
শৰত কালে দূৰ্গাপূজা যেবে আহি পায়
বৃদ্ধলোক ভকত লোক সবাকে মাতয়।
সবাকে প্ৰণাম কৰাই ৰক্ত ফোট দিয়ে
চাবুক মাৰয় যদি সেবা নকৰয়।
তৰোৱাল পাতি ৰাখে মন্দিৰ প্ৰাঙ্গন
উচ্চ শিৰে গলে হয় গলত ছেদন।
নত শিৰ কৰে যদি নিজ প্ৰাণ ভয়
ধৰি আনি ৰক্ত ফোটা কপালে দিযায়।
এনেদৰে উৎপীড়ন কৰে অগণন
এইটো সময়ে ৰক্ষা কৰ্ত্তা ভগবান।

ভকতক অন্যায়কাৰীৰ নাহিকে বিচাৰ
কলিত হিৰণ্য যুগ যেহেন এবাৰ।
উজনি নামনি সত্ৰ যতেক আছিল
কিছু কিছু সকলোৱে নিয়ম লৰিল।
বহু সত্ৰই ৰাজ ভয়ে মুৰ্ত্তিক আনিলা
পূজাৰী ব্ৰাহ্মণ আনি পূজা আৰম্ভিলা।
যদিহে ভকত কোনো জগৰীয়া হয়
নিস্তাৰ নাহিকে তাৰ প্ৰাণ দণ্ড হয়।
ভাগৱত বুকে বান্ধি ভকত সকল
জঙ্গলৰ মাজত ৰাতি কটায় অকল।
তথাতে কাৰোবাক যদি ব্যাঘ্ৰ সৰ্পে খায়
অজ্ঞাততে বিনাদোষে তাৰ প্ৰাণ যায়।
কূটৰ্কি তান্ত্ৰিক দল যতেক আছিল
সময় সুবিধা বুজি হিংসা আৰম্ভিল।
অসমত বৈষ্ণৱ ৰৰ মিলিল প্ৰলয়
বিপদত ৰক্ষা কৰ্ত্ত কোনো নাথাকয়।

তথাপিতো ডাঙৰীয়া কত মহাজন
ভকতক লুকাই ৰাখি বচায় কতজন।
বিনাদোষে শাস্তি পালে যত মহাজন
শাপ দিলা সবে হোক ৰাণীৰ পতন।
এনেদৰে বৰ্ষ চাৰি চলে উৎপীড়ন
শুক্ৰসবৰ অনুষ্ঠান ভৈলা উৎপাতন।
নাম ঘৰ সত্ৰ যত ভাণ্ডি চিণ্ডি গল
ডাঙৰ ডাঙৰ সত্ৰ কত এৰাবাৰী হ'ল।
পলাই ফুৰে ভক্তগণ লুকাই নাম গায়
কত আছে কোন ভক্তকেৱে নজানয়।
মাজে মাজে কোনো স্থানে দুই চাৰিজন
একে লগ হৈ কৰে ধৰ্ম আলোচন।
এই সময়তে বহু ভক্ত গৃহ এৰি
চলি যায় গয়া, গঙ্গা, কাশী আৰু পুৰী।
বিষ্ণুপুৰ মধুপুৰ শ্ৰীৰামপুৰে গই
নাম কীৰ্ত্তন ধৰ্ম ধৰি থাকে তাতে ৰই।

বিভীষিকা ময় এই যুগক সুঁৱৰি
সকলোৱে সমস্বৰে বোলা হৰি হৰি।



## ফুলেশ্বৰী ৰাণীৰ পতন আৰু শিৱসিংহ মহাৰাজৰ বৈষ্ণৱ ধৰ্মানুষ্ঠানৰ পুনৰ সংস্থাপন

### পদ

আত পৰে শুনা এবে মহা ভক্তগণ
অসমত বৈষ্ণৱগণৰ হুইল মৰণ।

মীন মৃগ সাধুনৰ যথাতে থাকয়
অকাৰণে হিংসে তাক ব্যাধ পীশুনচয়।

এই তিনি অকাৰণ বৈৰী জগতৰ
অকাৰণে হিংসে শত্ৰু সৃষ্টি বিধাতাৰ।
লুকাই হৰি চিন্তি ৰৈলা ভকত সকল
তাৰ পাছে যি ঘটিলা ৰাণীৰ কৰ্মফল।
প্ৰথম সন্তান আহি দ্বাৰত বাজিল
অনেক বৈদ্য বেজ আহি চিকিৎসা কৰিল।
তথাপিতো সন্তান জন্ম ৰাণীৰ নভৈলা
অতি কষ্টে ফুলেশ্বৰী পৰলোকে গৈলা।
চৰাইদেউ পাহাৰত সমাধিস্থ কৰি
থাকিল ৰাণীৰ দেহ মৈদামতে পৰি।
সোতৰশ একত্ৰিশ খৃষ্টীয় চনত
ফুলেশ্বৰী ৰাণীৰ আয়ু ভৈলা সমাপত।
ৰূপৱতী ৰাণীক হেৰুৱাই মহাৰাজ
শোকত আকুল, নকৰয় অন্য কাজ।
অম্বিকা নামেতে কন্যা তাহাৰ ভগিনী
বিবাহ কৰিলা ৰজা দেখিয়া শুবনি।
জ্যেষ্ঠ ভগ্নী সম এই কন্যা ৰূপৱতী
ৰঙ্গে বিয়া কৰাইলা শিৱ নৰপতি।
বৰ ৰজা পাতিলেক পূৰ্ব্ব অনুক্ৰমে
শাসন কৰিলা ৰাজ্যপাত্ৰ মন্ত্ৰী সমে।
কিন্তু সাত বৰ্ষপৰে তেওঁ নাথাকিল
ৰজাক এৰিয়া ৰাণী স্বৰ্গেতে চলিল।
শিৱসিংহ মহাৰজা শোকে ম্লান হই
ৰাজ্য শাসন ৰাজ কাৰ্য্য কিছু নকৰই।
এনেদৰে বৰ্ষ এক চলিয়া গইল
তাৰ পৰে এক কন্যা বিবাহ কৰিল।
সৰ্ব্বেশ্বৰী নামে কন্যা অতি ৰূপৱতী
বিবাহ কৰাই আনে কৰিয়া পিৰীতি।
কন্যাক পাতিলা ৰজা পূৰ্ব্ব নিয়মত
সৰ্ব্বেশ্বৰী বোলে ইটো ধৰ্ম অসঙ্গত।
স্বামী বৰ্ত্তমানে পত্নীৰ সিংহাসন নহয়
অৱশ্যে স্বামীৰ সঙ্গে আসনে ৰহয়।
ভকত সজ্জন আৰু সত্ৰাধিকাৰগণ
ফুলেশ্বৰীৰ অত্যাচাৰে হৈছিল উচন।
তাহাৰ কোপতে ৰাজ্যে বিভ্ৰাট ঘটিল
নিজ পাপে ফুলমতীৰ পতন হইল।
আশ্বাস দিয়া সবাকেই মাতিয়া আনক
সত্ৰৰ নামত মাটি বাৰী দান দিয়োক।
এইমতে যত সত্ৰ ধৰ্মৰ আলয়
শিৱসিংহ মহাৰাজে গঢ়ে পুনৰায়।
অসমৰ ছয়শত সত্ৰ সৰু বৰ
একে একে মাটিবাৰী পাইলা বিস্তৰ।
তন্ত্ৰপীঠ বিষ্ণুপীঠ আদি পীঠছয়
ৰাজ অনুগ্ৰহে ঠন ধৰে পুনৰায়।
ভগবানৰ বিচাৰ কভু ব্যতিক্ৰম নহয়
কিন্তু তেৰাৰ বিচাৰত বিলম্ব কৰয়।
ধৰ্মালম্বী ভকতগণ মুকলি পাইল
নিজ নিজ স্থানে ধৰ্ম প্ৰতিষ্ঠা কৰিল।
শিৱসিংহ মহাৰাজে কৰে বহুদান
সত্ৰ আৰু দেবালয় কৰে প্ৰতিস্থান।
মাটিবাৰী দিলা বহুদেৰ ব্ৰাহ্মনক
আৰু দিলা মাটি বৃত্তি সত্ৰ সমূহক।

দেবালয় সমুহৰ আছে নিজ নাম
বিগ্ৰহৰ নামে দিয়ে মাটি বাৰী দান।
সত্ৰ সমুহত মাত্ৰ আছে ভাগৱত
সিংহাসনে প্ৰতিষ্থিত সযত্নে তথাত।
প্ৰতি থানে প্ৰতি সত্ৰে শাস্ত্ৰ থাপ নাই
অন্যত্ৰ তাহাতে আৰু বিগ্ৰহাদি নাই।
মাটিবাৰী দিয়ে ৰজা কাহাৰ নামত
চিন্তিত ভৈলাহা ধৰ্ম্মৰ কৰ্ণধাৰ যত।
পাছে তাবা আলোচনা কৰি কৰেস্থিৰ
বিগ্ৰহ থাপনাক লাগি সবে দিলভিৰ।
শিলা বিগ্ৰহ সোণ কালে নষ্ট নহইব
বিগ্ৰহৰ নামে যত মাটিবাৰী দিব।
এইমত পৰামৰ্শ দিলা মন্ত্ৰী বৰ
শালগ্ৰাম বিগ্ৰহ ৰাখে সত্ৰৰ ভিতৰ।
বিগ্ৰহৰ নামে ৰাখে সম্প্ৰত্তি যতেক
এইৰূপে দিলামাটি সত্ৰক প্ৰত্যেক।
বিগ্ৰহৰ পূজা লাগি ব্ৰাহ্মন আহিল
এইৰূপে সত্ৰবোৰত পূজা প্ৰবেশিল।
পৰবৰ্ত্তি কালে ছিল যত সত্ৰ থান
ৰাখিলা প্ৰত্যেক শিলা বিগ্ৰহ একোখান।
এইৰূপে সত্ৰবোৰ সংস্কাৰ ভৈলা
বিষ্ণু পূজা কোনো কোনো সত্ৰত চলিলা।
তান্ত্ৰিকৰ উতপাতে শঙ্কৰৰ মত
প্ৰচাৰ কৰিবাক নপাৰিলা বাহিৰত।
শঙ্কৰ মাধব যত শাস্ত্ৰ লিখিয়া গইল
দুইজনে সমাজত যিখিনি কৰিল।

ঠাকুৰ আতা যত কষ্ট নিকাৰ ভুঞ্জিলা
পৃথিবীত নিজ মত প্ৰচাৰ নভৈইলা।
যত কষ্ট পাইল গুৰু আৰু আতাগণ
ভুঞ্জিলা নিকাৰ তেৰা ধৰ্ম্মৰ কাৰণ।
একদেৱ, একসেৱ, একনামে সাৰ
একনামে উদ্ধাৰিবে ইভৱ সংসাৰ।
তন্ত্ৰ যন্ত্ৰ পূজা যাগ যজ্ঞ কিছু নাই
এক মাত্ৰ হৰি নামে সবাকে সিজই।
প্ৰহ্লাদে পাইলা ৰক্ষা হৰি নাম স্মৰি
গজেন্দ্ৰে উদ্ধাৰ পাইলা হৰিক সুৱৰি।
বিপ্ৰ সুদাম দামোদৰে হৰিক সুৱৰি
বিত্তৰ সম্পত্তি লাভ কৰাইলেক হৰি।
কুবজা সৈৰিঘ্ৰী কৃষ্ণক দেহাদান দিলা
কুৰূপ কুজী কুবুজাই সুন্দৰীহে গৈলা।
সত্য ত্ৰেতা দ্বাপৰ কলি চাৰিও যুগত
হৰি নাম মাত্ৰ শ্ৰেয় সবাৰে মাজত।
হৰি নাম, হৰি নাম, হৰি নাম, সাৰ
তপ জপ তীৰ্থ পূজাত কাজ নাই আৰ।
সমস্ত ধৰ্ম্মৰে ৰজা হৰি নাম মাত্ৰ
হৰিৰ ভকত সৰ্ব্ব যজ্ঞ কৰ্ম্মৰ পাত্ৰ।
গৃহস্থীৰ মাঝে থাকি লোৱা হৰি নাম
ধৰ্ম অৰ্থ মোক্ষ লাভ পুৰিবে মনস্কাম।
নাই তপ যজ্ঞ পূজা কলিৰ কালত
এই ধৰ্ম গুৰু জনে কৰিলা বেকত।
পঞ্চশত শপ্তদশ বৰ্ষ বহি গইলা
তথাপিতো শিষ্যগণে গুৰুক নাজানিলা।

অধম মুৰুখ ঘনকান্ত মহা মুক
মনে ইচ্ছা কৰিছিলো চৰিত ৰচিবাক।
নানা কষ্টে এই শাস্ত্ৰ কৰি সংকলন
ভুল ক্ৰটী কত আছে আমি মূঢ়জন।

গুৰুৰ ভকত বুলি দোষ ক্ষমিওক
মহন্তৰ ক্ষমাই ভুষন জানে সৰ্ব্বলোক।
তথাপিতো পাৱে পৰি কৰিছো কাতৰি
মোক আশীৰ্ব্বাদ কৰি বোলা হৰি হৰি।



**জয় গুৰু শঙ্কৰ মাধৱ**

**- দশম খণ্ড সমাপ্ত -**

## (লিখকৰ বংশ পৰিচয়)

### স্বৰ্গীয় বগলাৰাম স্বৰ্গীয় পূৰ্নানন্দ ঠাকুৰীয়া বংশৰ পঞ্চম পুৰুষ

স্বৰ্গীয় বগলাৰাম

